নিবেদন,

**'শিল্পীৰ সৃষ্টি—ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ৰচনাৱলী'খন তড়াতৈয়াকৈ প্ৰকাশ কৰিব লগা হোৱাত আৰু ডি.টি.পি.ৰ হঠাৎ হোৱা কিছু বেমেজালিৰ বাবে ৰচনাৱলীখনত বহুতো ভুল-ত্ৰুটি থাকি গ'ল। সেই ভুলৰ কেইটিমান তলত উল্লেখ কৰিলোঁ। অনুগ্ৰহকৈ সেই ভুলবোৰৰ লগতে আন ভুল চকুত পৰিলে ৰাইজে যেন নিজেই শুধৰাই লয়।**

(১) **বহুতো নলগা ঠাইত উৰ্দ্ধকমা (') দেখিবলৈ পাব। যেনে—লাগি'ল, নেলাগি'ল, আছি'ল, হ'ব, হ'ঠাৎ, হওক'।**

(২) **মাটিৰে নিৰ্মাণ কৰা 'গড়' বুজাবলৈ যাওঁতে দুই-এঠাইত 'গড়' হৈ পৰিল।**

(৩) **আনবোৰ চকুত পৰা ভুল পৃষ্ঠা অনুসৰি তলত উল্লেখ কৰা হ'ল ঃ**

| পৃষ্ঠা | | ভুল | শুদ্ধ |
|---|---|---|---|
| ০.০৯ | | জীৱন যোৰা | জীৱন জোৰা |
| ০.১৬ | | চুৰামণি | চুড়ামণি |
| ০.২৮ | | বৈদেশীক | বৈদেশিক |
| ০.৩৪ | | উদ্‌গুলিত | উল্লগুলিত |
| চিন্তামণিৰ 'আগকথাত' | | একুঠি | একুৰি |
| ১২১ | | কবিৰাজে | কবিৰাজ |
| ১৩০ | | বাঢ়ি-ল | বাঢ়িল |
| ১৩২ | | হেৰায়ছিল | হেৰাইছিল |
| ১৬৩ | | তাৰা | তৰা |
| ১৭১ | | নোলাবে | নোৱাৰে |
| ১৭২ | | দৱাৰ | দুৱাৰ |
| ২৬৬ | | হিমালৰ | হিমালয়ৰ |
| ২৬৭ | | তোমৰ | তোমাৰ |
| ২৭১ | | দিবালে | দিবানে |
| ২৭৫ | | কাণৰ | কানৰ |
| ৮১৫ | | moved be | moved by |
| ৮১৭ | | থুঠে | (?) মুঠে |
| ৮২৮ | শ্লোক নং (৮) | পাশায় | নাশায় |
| | শ্লোক নং (১৯) | পহ্‌কবিলে পনং | পঙ্কবিলেপনং |
| | শ্লোক নং (২৬) | শুষ্ঠিগোক্ষৰয়োৰ্চিৰ্চায্য | শুষ্ঠি-গোক্ষৰ... |
| | শ্লোক নং (২৬) | উক্তন্তদ্বিপৰতিংকিং | উক্তংতদ্বিপৰীতং |
| | শ্লোক নং (২৬) | মশো | যশো |
| | শ্লোক নং (২৬) | যি কৰিলো | কি কৰিলো |
| | শ্লোক নং (২৭) | ধমুঃ | ধনুঃ |
| | শ্লোক নং (২৭) | উভাভ্যোক্ষ | উভাভ্যাক্ষ |
| | শ্লোক নং (৩১) | র্কণৌ | কৰ্ণৌ |

**অজানিতে হোৱা ওপৰৰ ভুলবোৰৰ বাবে আমি অতিশয় দুঃখিত।**

**ৰাইজৰ মৰম বিচাৰি**
**শিল্পাচাৰ্য্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ৰচনাৱলী স্মৃতি ন্যাসৰ হৈ**
*সম্পাদক*

# 'শিল্পীৰ সৃষ্টি
# ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ৰচনাৱলী'


সম্পাদক ঃ

ডাঃ অনিল ৰঞ্জন বৰঠাকুৰ

গুৱাহাটী-৭



প্ৰকাশক ঃ

শিল্পাচাৰ্য্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ স্মৃতি ন্যাস

গুৱাহাটী

Shilpir Sristi Indreswar Barthakur Rachanavali : The complete works of Indreswar Barthakur, edited by Dr. Anil Ranjan Barthakur and published by Shilpacharya Indreswar Barthakur Memorial Trust. Guwahati - 1

First Edition April 1998. Price : 650.00

£ 25.00



প্ৰকাশক

শিল্পাচাৰ্য্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ স্মৃতি ন্যাস

গুৱাহাটী - ৭৮০ ০০১

প্ৰথম প্ৰকাশ এপ্ৰিল ১৯৯৮

মূল্য : ৬৫০.০০ টকা

মুদ্ৰক :

শৰাইঘাট অফছেট প্ৰেছ

ইণ্ডাষ্ট্ৰিয়েল এৰিয়া, বামুণীমৈদাম

গুৱাহাটী - ৭৮১ ০২১

# শ্ৰদ্ধেয় যজ্ঞেশ্বৰ শৰ্মাদেৱৰ পৰা একেষাৰঃ-

আমি পাহৰি যাব খোজা ইন্দ্ৰেশ্বৰ বৰঠাকুৰ বৰ্ত্তমান শতাব্দীৰ মাজ ভাগত অসমৰ ভিতৰত এগৰাকী সৰ্ব্বতোমুখী প্ৰতিভাৰ গৰাকী, শিক্ষাবিদ, অভিনেতা, নাট্যকাৰ, কবি, শিল্পী, সঙ্গীতজ্ঞ, সমাজ সেৱাত পাৰ্গত আদি বিবিধ গুণেৰে ভূষিত লেখত লবলগীয়া ব্যক্তি আছিল। কিন্তু, তেখেত অতি নম্ৰ আৰু আত্মপ্ৰকাশ কৰিব নোখোজা লোক আছিল গুণে তেখেতৰ বিষয়ে মানুহে অতি কম কথাহে জানে।

কাকতে পত্ৰইও তেখেতৰ কথা বৰকৈ প্ৰকাশ হোৱা নাছিল। এনে এগৰাকী লোক দুৰ্ভাগ্য বশতঃ মানুহৰ স্মৃতিৰ পৰা আঁতৰি যোৱা যেন লাগিছে। কিন্তু সৌভাগ্যবশতঃ তেখেতৰ পুত্ৰ পৰিয়ালে আৰু আত্মীয় লোক সকলে তেখেতৰ নাটক, কবিতা, গীত, গদ্য প্ৰভৃতি ৰচনাবিলাক গোটাই প্ৰকাশ কৰিবলৈ ওলাইছে বুলি শুনি নথৈ আনন্দ লাভ কৰিছোঁ।

আশা কৰোঁ অসমীয়া ৰাইজেও এই মনোৰম ৰচনাখিনি ছপা আকাৰত হাতত লবলৈ পালে মোৰ দৰেই আনন্দ লাভ কৰিব। যি সকলৰ যত্নত তেখেতৰ ৰচনাবলী এইদৰে প্ৰকাশ হ'ব তেখেত সকল আমাৰ আশীৰ্ব্বাদৰ পাত্ৰ।

এই চলতে মই মোৰ শিক্ষাগুৰু স্বৰূপ বৰঠাকুৰ দেৱলৈ এই সামান্য দ্ৰোণ ফুলটি আগবঢ়ালোঁ।

(শ্ৰীযজ্ঞেশ্বৰ শৰ্ম্মা)
অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি

৯ ফেব্ৰুৱাৰী, ১৯৯৭ চন
নগাওঁ, অসম

# শ্ৰদ্ধেয়া ইন্দিৰা মিৰিৰ পৰা দুআষাৰঃ-

দেশ এখন অকল মৃন্ময়েই নহয়, দেশ চিন্ময়। দেশৰ চিন্ময়ী ৰূপ বিশেষ গুৰুত্বপূৰ্ণ। দেশৰ সভ্যতা সংস্কৃতিয়েই গঢ় দিয়ে দেশৰ চিন্ময়ী ৰূপৰ। এই অবদান দেশক যোগায় দেশৰ বিভিন্ন ক্ষেত্ৰৰ সাধক সকলে, তেখেত সকলৰ জ্ঞান, বিজ্ঞান, কলা, কৃষ্টি, শিল্প আদিৰ সাধনাৰ সিদ্ধিৰে। অসমৰ মৃন্ময়ী ৰূপৰ তুলনা নাই। পৰ্বতে ভৈয়ামে, পাহাৰে নৈয়ে, জানে জুৰিয়ে, বনে বনানীয়ে অসমা নিৰূপমা। সেইদৰে সাধক সকলৰ সাহিত্য, শিল্পকলা কৃষ্টিৰ বিচিত্ৰ চিত্ৰনেৰে চিত্ৰিত অসমৰ চিন্ময়ী ৰূপতো অসমা অনুপমা।

মই আজি যি জনাৰ বিষয়ে দুআষাৰ লিখিবলৈ লৈছো তেখেতক মই দেশৰ চিন্ময়ী ৰূপত ৰহণ সানিব পৰা সাধক বুলিয়ে ভাবো। তেখেত হৈছে— ইন্দ্ৰেশ্বৰ বৰঠাকুৰ। তেখেতৰ অবদান অসমৰ সাহিত্য ক্ষেত্ৰত, অসমৰ শিক্ষা ক্ষেত্ৰত আজি 'বিস্মৃত-অবদান' হলেও মই সেই অবদান অমূল্য বুলি ভাবো। তেখেত বৰ্ত্তমান শতিকাৰে সাধক অথচ পাহৰণিৰ গৰ্ভত লীন গৈছে।

মোৰ লগত বৰঠাকুৰৰ বিশেষ ঘনিষ্ঠ পৰিচয় নাছিল। মই "নেফা"ত (বৰ্ত্তমানৰ অৰুণাচল) ১৯৪৭ ৰ পৰা ১৯৫৭ চনলৈ শিক্ষা বিভাগত জ্যেষ্ঠ বিষয়া হিচাবে চাকৰী কৰি থাকোতে শুনিলো কোনোবা এজন বৰঠাকুৰে তিতাবৰৰ বেছিক শিক্ষক-প্ৰশিক্ষণ মহাবিদ্যালয়ত নগা লৰাক অসমীয়া পঢ়ায়। মোৰ বিশেষ কৌতূহল হ'ল আৰু মহাবিদ্যালয়ৰ অধ্যক্ষ প্ৰভাত শ্ৰুতিকৰ ডাঙৰীয়াক লগ ধৰি ইন্দ্ৰেশ্বৰ বৰঠাকুৰে নগা ল'ৰাক অসমীয়া ভাষাৰ পাঠদান দিয়া চাওঁগৈ। চাই মই যি আনন্দ পালো সেই আনন্দ বিচিত্ৰ নাট্যাভিনয় চায়ো নাপালোহেতেঁন।

বৰঠাকুৰ ডাঙৰীয়া নয়নাভিৰাম পুৰুষ। দেখনে শুৱনে, গঢ়ে পিতে, চকু ৰোৱা। যেতিয়া তেখেতে পঢ়াবলৈ ললে দেখো পাঠদানত শিক্ষক যেনে তন্ময় পাঠ গ্ৰহণত ছাত্ৰও তেনে তন্ময়। তেখেতৰ শিক্ষণ পদ্ধতি, পাঠদানত নিতান্ত প্ৰয়োজনীয় সীমিত অঙ্গীভঙ্গী, শুদ্ধ ভাষা, শুদ্ধ উচ্চাৰণ শিকোৱাৰ কৌশল, প্ৰশ্নাদি কৰা আৰু প্ৰশ্নোত্তৰ গ্ৰহণৰ প্ৰণালী, প্ৰশ্নোত্তৰ কালত পুনঃ পুনঃ অনুশীলনৰ প্ৰথা দেখি অবাক হলো। ভাবিলো অসমত এনে শিক্ষক ভগবানৰ আশীৰ্বাদ হে। বৰঠাকুৰৰ পাঠদান শেষ হলত মই তেখেতৰ লগত চিনাকী হলো। তেখেতৰ পাঠদানে মোক অকল আনন্দই দিয়া নাছিল মই তাৰে বিশেষ ভাবে উপকৃতও হৈছিলো। কাৰণ মযো নেফাত অসমীয়া শিক্ষকে পৰ্বতীয়া জনজাতীয় লৰাক কেনেদৰে শিক্ষা প্ৰদান কৰিব তাকে প্ৰশিক্ষণ চলায় আছিলো সদিয়াত। তেখেত আৰু অধ্যক্ষ ডাঙৰীয়াৰ অনুমতি লৈ কেবাবাৰো আমাৰ প্ৰশিক্ষাৰ্থী সকলক তেখেতৰ পাঠদান দেখুৱাইছিলোহি।

শিক্ষক হিচাবে লগ পোৱাৰ পিছত মই বৰঠাকুৰক তিতাবৰৰ সৰ্বভাৰতীয় বেছিক কনফাৰেন্সত লগ পাইছিলো বক্তা হিচাবে, কিনো সুললিত ভাষণ অসমীয়াই শুনিব নে ইংৰাজীয়ে শুনিব। মাজে মাজে সংস্কৃত শ্লোক আদিও গাইছিল। ভাষণত ভাষা, শব্দ, উচ্চাৰণ, বাক্যৰ গাঠনি, ভাব, আবেগ, বিষয়বস্তু আদিৰ স্পষ্টতা শুদ্ধতা, মাধুৰ্য্য, লালিত্য, শালীনতা, প্ৰকাশ ভঙ্গীৰ বিচক্ষণতা, দেখি শুনি মই মুগ্ধ। মানুহ জনে আৰু বক্তৃতাই যেন একাকাৰ হৈ গৈছিল। বাক্-শক্তিত এনে বিচক্ষণতা সঁচায়ে বিৰল।

ইয়াৰ পিছত তেখেতক মই কেতিয়াবা কাহানিবা তেখেতৰ বাসভৱন তৰাজানত লগ পাইছিলোঁ। মই সদিয়াত তেখেত তৰাজানত, গতিকেই আমাৰ লগপোৱা স্বাভাৱিকতেই সঘন নাছিল। মই জনাত তেখেতৰ বহুত লিখনী (ৰচনা, গল্প, কবিতা আদি) হাতে লিখা অৱস্থাতে এৰি গ'ল তাৰে ভালেখিনি নানা অবহেলাত নষ্টও হ'ল। তেখেতৰ চতুৰ্থ পুত্ৰ

শ্ৰীমান অনিল বৰঠাকুৰে যিমান খিনি পাৰে গোটাই-পিতাই প্ৰকাশৰ প্ৰয়াস কৰিছে। প্ৰকাশ হৈ ওলালে এনে প্ৰকাশে অসমীয়া সাহিত্যত অবশ্যেই মূল্যবান সম্পদ যোগাব।

আজি বিংশ শতাব্দীৰ শেষ দশকৰ শেষ পৰ্য্যায় চলিছে মোৰ ˘ বৰঠাকুৰৰ লগত পৰিচয় হৈছিল এই শতাব্দীৰে মাজ ভাগত। দিন বহুত বাগৰিল, পৰিচয়ও নিতান্ত চমু। কিন্তু এই পৰিচয়ে মোৰ মনত এনে এটা মুচিব নোৱাৰা ছাপ বহুৱালে যে আজিও এই স্মৃতিয়ে মোৰ স্মৃতিকে সাৱটি জীয়াই থকা নীৰস বৃন্তচ্যুত প্ৰায় জীৱনক ক্ষন্তেকলৈ হলেও ৰসাল কৰি তোলে। এই স্মৃতি সঁচায়ে বৰ মধুৰ।

"পিতা স্বৰ্গঃ পিতা ধৰ্মঃ
পিতোহি পৰমং তপং
পিতৰি প্ৰীতিমাপন্নে
প্ৰিয়ন্তে সৰ্ব দেৱতা"

শ্ৰীমান অনিল বৰঠাকুৰৰ প্ৰয়াত পিতৃৰ প্ৰতি শ্ৰদ্ধা তৰ্পনৰ এই পুণ্য প্ৰয়াস সাৰ্থক হওক।

ইন্দিৰা মিৰি।

(ইন্দিৰা মিৰি)

গুৱাহাটী
১৪ মাৰ্চ ১৯৯৭ ইং

## ৰচনাৱলীৰ বেটু-পাত আৰু নামাকৰণৰ কথা

তাণ্ডৱ নৃত্যৰ শেষ ভঙ্গিমাৰে নটৰাজৰ মৃণ্ময় মূৰ্ত্তি এটা শিল্পী ইন্দ্ৰেশ্বৰ বৰঠাকুৰে ১৯৫২ চনত যোৰহাটত থাকোঁতে গঢ়িছিল, সেই মূৰ্ত্তিৰ আলোক চিত্ৰেৰে ৰচনাৱলীৰ বেটু-পাতৰ পাৰ্শ্ব সজালোঁ।

সেই শিল্পীজনাৰ মধুৰ স্মৃতিত তেওঁৰ ছাত্ৰ এজনে ১৯৮০ চনত তেওঁৰ সৃষ্টিত ব্যস্ত হৈ থকা, হাত দুয়োখনৰ প্ৰতিকৃতিৰে 'শিল্পীৰ সৃষ্টি' (Artist's Creation) নাম দি এটা মৃণ্ময় মূৰ্ত্তি (Terracotta) গঢ়িছিল। মূৰ্ত্তিটো দেখি মুগ্ধ হৈ ইংলেণ্ডৰ চুইন্দন চহৰৰ মহাবিদ্যালয়ৰ কলা বিভাগৰ শিক্ষক সকলে, চহৰৰ ১৯৮০ চনৰ গ্ৰীষ্মকালিন প্ৰদৰ্শনীত, প্ৰদৰ্শন কৰাইছিল ;— সেই মূৰ্ত্তিৰ ৰঙীন আলোক চিত্ৰ দুখনৰে বেটু-পাতৰ আগ আৰু পাচফাল সজালোঁ।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰ এগৰাকী সাধক শিল্পী আছিল। তেওঁ জীৱনযোৰা সুকুমাৰ কলাৰ সাধনাৰে চিৰ সুন্দৰৰ পূজাঁলৈ বুলি চিত্ৰ, মূৰ্ত্তি, গীত, প্ৰবন্ধ আদি সৃষ্টি কৰিছিল। দুৰ্ভাগ্য বশতঃ তেওঁৰ সৃষ্টিৰ বেছি ভাগেই কালৰ সোঁতে আমাৰ পৰা উটুৱাই নিলে ; — এই যুগৰ কোনোৱেও তাৰ গমকেই নেপালে।

আজি অসমৰ অ'ত ত'ত অনাদৰত পৰি থকা তেওঁৰ সৃষ্টি গীত, প্ৰবন্ধপাতি আদিৰ যিকণ বিচাৰি পালোঁ তাকে লৈ আৰু তাৰ বেঙনিৰে, এপাহি এপাহি ধুনীয়া সুগন্ধি ফুলৰ দৰে গোটাই তেওঁৰ ৰচনাৱলী শৰাই এখনিত সজাই 'শিল্পীৰ সৃষ্টি ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ৰচনাৱলী' নামটো দি 'সাধক' শিল্পী জনালৈ সভক্তিৰে মুৰ দোঁৱাই চিৰসুন্দৰৰ পূজাঁলৈ আগবঢ়ালোঁ।

---



সাধক শিল্পী ইন্দ্ৰেশ্বৰ বৰঠাকুৰ
(১৮৮৭ চন - ১৯৬১ চন)



ইন্দ্ৰেশ্বৰ বৰঠাকুৰ - (১৯৫২ চন)

# মুখ বন্ধ

উজ্জ্বল চকু, বহল কপাল, জোঙা নাক আৰু তেজে ফুটি যাঁও ফাটি যাঁও কুন্দত কটা হেন মুখখনেৰে মহান্ শিল্পী ইন্দ্ৰেশ্বৰ বৰঠাকুৰ। এই ওখ, হৃষ্ট পুষ্ট, সুন্দৰ সুবলিত দেহেৰে, জাকত জিলিকা থুলন্তৰ পুৰুষ জনাত, বহুমুখী শুভ প্ৰতিভাৰ সমোজ্জ্বল জেউতি দেখি এদিন অসমৰ অসমীয়া আৰু অনাঅসমীয়া সকলোৱে মুগ্ধ হৈছিল।

বহুতৰে মৰমৰ 'হেড মাষ্টৰ' শিক্ষাব্ৰতী কীৰ্ত্তিমান এই পুৰুষজনা একে-লেথাৰিয়ে আছিল সঙ্গীতজ্ঞ, গীতিকাৰ, কবি, কাব্যৰচক, নাট্যগুৰু, নাট্যকাৰ, অভিনেতা, উপন্যাসিক, চিন্তাবিদ্, ভাৰতৰ বিভিন্ন নৃত্য আৰু নাচৰ বিশাৰদ, চিত্ৰকৰ, খনিকৰ, চমুৱাই কবঁলে গ'লে তেওঁ আছিল চিৰসুন্দৰৰ পূজাৰী আৰু সুকুমাৰ কলাৰ সাধক।

সঙ্গীতানুৰাগী আৰু সুসাহিত্যিক শ্ৰীহেমচন্দ্ৰ শৰ্ম্মাৰ ভষাত "এইজনা শিল্পী যেন অন্য এক পৃথিবীৰ ব্যক্তি, পাৰ্থিব আনন্দৰ প্ৰতি তেওঁৰ সমূলি মোহ নাছিল। তেওঁৰ কাপটোৰে তেওঁৰ আঙুলি কেইটাৰে আৰু তেওঁৰ ৰং তুলিকা জালেৰে স্বৰ্গীয় এক আনন্দ যেন বিচাৰি ফুৰিছিল। হাতৰ নিখুত বোলেৰে তেওঁ নিৰ্বাক তৰলাক যেন কথা কোৱাইছিল আৰু সেই একে হাতৰ আঙুলিৰে মৃত বোকাত হাঁহি আৰু জীৱন ফুটাই তুলিছিল।" ('আজিৰ অসম' দেওবাৰ ২ আহিন ১৯১৫ শক, ১৯ চেপ্তেম্বৰ ১৯৯৩ চন, 'বৰঠাকুৰ মনে-প্ৰাণে শিল্পী')

এই শিল্পীজনাই ভৰত নাট্য শাস্ত্ৰ সম্মত নিখুঁত অভিনয়ৰ মাজেৰে অসমৰ নাটঘৰে নাটঘৰে চিৰ সুন্দৰৰ প্ৰাণৰ অমিয়া মাধুৰী খন্তেকতে দৰ্শকৰ প্ৰাণলৈ বোৱাই আনিছিল।

তেওঁৰ সপোন আছিল অসাৰ সিপাৰৰ মহান্ জ্যোতিষ্মান পুৰুষ জনাৰ উজ্জ্বল লোকৰ পৰা আঁজলিয়ে আঁজলিয়ে পবিত্ৰ পোহৰ আনি আমাৰ হিয়া ধুৱাই, সৌন্দৰ্য্য আৰু মহত্বৰ মাজেৰে আমাৰ জীৱন প্ৰকাশ কৰোৱা; সেয়ে তেওঁ আমাক অন্তৰৰো অন্তৰৰ পৰা সদায়ে প্ৰাৰ্থনা কৰিবলৈ শিকাইছিল, যুগ যুগ ধৰি নিচিগা ধাৰাৰে ভাৰতৰ জ্যোতি সন্ধানী সকলৰ অন্তৰেৰে বৈ অহা সেই মধুৰ প্ৰাৰ্থনা,– "হে জ্যোতিষ্মান, তোমাৰ সত্যত, তোমাৰ জ্যোতিত আৰু তোমাৰ অমৃতত আমাক প্ৰকাশ কৰা, আমাক প্ৰকাশ লাগে, প্ৰকাশ লাগে, হে প্ৰকাশ মান, তুমি প্ৰকাশ হোৱা তোমাৰ প্ৰকাশেৰে আমাক প্ৰকাশ কৰা–"

* * * * *

তেওঁ জীয়াই থকা কালত যি সকলে তেওঁৰ সান্নিধ্যলৈ আহিছিল, যি সকলে তেওঁৰ প্ৰতিভাৰ কণমান পৰশ পাইছিল সেই সকলৰ ধাৰণা আছিল, এই গুণী ঋষিতুল্য পুৰুষজন ভাৰতৰ পূব আকাশত এদিনাথন এটি উজ্জ্বল তৰা হৈ জিলিকি থাকিব ! — সেয়ে হ'বলৈ নোপালে।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰে বহু সাধনাৰে ললিত কলা বিদ্যা আয়ত্ব কৰি জীৱনটোত বহুতো সৃষ্টি কৰিলে, বহুতো ৰচিলে। শিল্পীয়ে নিজৰ সৃষ্টিত হেনো এটা স্বৰ্গীয় আনন্দ পায় ; ইন্দ্ৰেশ্বৰ বৰঠাকুৰে কেৱল তেনে এটি আনন্দ তেওঁৰ সৃষ্টি, সঙ্গীত, নাট্য অভিনয়, চিত্ৰাঙ্কণ আদিৰ মাজেৰে পাই অসমৰ সমসাময়িক সকলোকে বিলাই দিলে ; কিন্তু সেই সৃষ্টিৰ মাজেৰে তেওঁ কণমানো নিজকে প্ৰচাৰ নকৰিলে। সময়ৰ লগে লগে তেওঁ অকাঁ চিত্ৰ এখন এখনকৈ, তেওঁ গঢ়া মৃণ্ময় মূৰ্ত্তি এটি এটিকৈ নাইকিয়া হৈ গ'ল। তেওঁ ৰচা ৰচনাৱলীৰ বহুত পাত উৰলি গ'ল আৰু বহুতো পাত 'কীটৰ ভোগ্য' হৈ পৰিল তেওঁৰ মৃত্যুৰ পাচত বাকী থকা কেইবাখনো গ্ৰন্থ আৰু গ্ৰন্থৰ পাণ্ডুলিপি "যথেষ্ট মূল্যবান" বিবেচনা কৰি অসম প্ৰকাশন পৰিষদৰ সচিব মহোদয়ে 'ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ৰচনাৱলী' বুলি প্ৰকাশ কৰিবলৈ সিদ্ধান্ত কৰি ১৯৮৩ চনতে মাতৃ দেৱীৰ পৰা কিনি লয় আৰু ৰচনাৱলীৰ সম্পাদনাৰ ভাৰো এজনাৰ হাতত অৰ্পণ কৰিছিল। দুৰ্ভাগ্যবশতঃ ১৯৮৭ চনত ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ জন্ম শতবাৰ্ষিকীৰ প্ৰশ্নই নুঠে, ১৯৯৫ চনৰ চেপ্তেম্বৰ মাহলৈকে

তেওঁৰ ৰচনাৱলী পৰিষদে ছপাই উলিয়াবলৈ আৰু আন কোনো ব্যৱস্থাই নকৰিলে। ফলত আজিৰ পুৰুষে তেওঁৰ সৃষ্টিৰ সোৱাদ একেবাৰেই নেপালে। আমাৰো স্মৃতি পটৰ পৰা তেওঁৰ নাম আৰু তেওঁৰ কথা মচ খাই গ'ল। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ লাহে লাহে বিস্মৃতিৰ আন্ধাৰত লুকাই গ'ল। লণ্ডন ইম্পেৰিয়েল কলেজৰ পৰা চিন্তাবিদ্, কবি আৰু প্ৰবীন লিখক ড' খনীন্দ্ৰ পাঠকে প্ৰকাশন পৰিষদৰ হেমাহিয়ে ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ ৰচনাৱলীক যচা দুৰৱস্থা দেখি লিখিলে, "এগৰাকী প্ৰতিভাবান ব্যক্তিৰ সাধনাক পিছৰ প্ৰজন্মলৈ প্ৰবাহিত হ'বলৈ বাধা দিয়া কামটো তেওঁৰ প্ৰতিভাক মৰণোত্তৰভাৱে মৃত্যুদণ্ড দিয়াৰ নিচিনা হোৱা নাইনে ?" "এক বিৰল ব্যক্তিত্বৰ মৰণোত্তৰ মৃত্যুদণ্ড বিহা হৈছে বুলি মোৰ ধাৰণা।" ('মৰণোত্তৰ মৃত্যুদণ্ড' প্ৰান্তিক ১৬ ডিছেম্বৰ ১৯৯৪ চন)।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীযজ্ঞেশ্বৰ শৰ্ম্মাদেৱে লিখিলে, 'এনে গুণী পুৰুষ সকল বিস্মৃতিৰ আন্ধাৰত লুকাই থাকিলে সমাজৰে অশেষ ক্ষতি ('পাহৰিবলৈ দিব নোৱাৰি' প্ৰান্তিক ১৬ ডিছেম্বৰ ১৯৯৪ চন)।

* * * * *

এদিন আমাৰ পৰিয়ালৰ সকলোৱে মিলি সংকল্প কৰি পেলালোঁ, এই জনা গুণী পুৰুষক আমি বিস্মৃতিৰ আন্ধাৰত হেৰাই যাবলৈ নিদিওঁ। ঘন মেঘে ভাৰতৰ পূব আকাশত এই উজ্জ্বল তৰাটিক ঢাকি থৈছে। সেই মেঘ আঁতৰাই তেওঁৰ প্ৰতিভাৰে সৈতে আকৌ সকলোকে চিনাকি কৰাই দিম। তেওঁৰ সৃষ্টিৰ বহুতো হেৰাই গ'ল সচা, কিন্তু যিকণ এতিয়াও আছে সেই কণকে গোটাই "ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ৰচনাৱলী" এখন প্ৰকাশ কৰি ৰাইজৰ হাতত অৰ্পণ কৰিম। সাগৰৰ এটোপাল পানীত হেনো গোটেই সাগৰখন লুকাই আছে। তেওঁৰো বাকী থকা কণমান ৰচনাৱলীৰ মাজত তেওঁ আৰু তেওঁ ৰচা মৌচাক খনো লুকাই আছে।

* * * * * *

১৯৯৫ চনৰ চেপ্তেম্বৰ মাহৰ ১৬ তাৰিখে অসম প্ৰকাশন পৰিষদৰ পৰা সৰ্বস্বত্বৰে সৈতে ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ ৰচনাৱলীৰ পাণ্ডুলিপিবোৰ ওলোটাই আনিলোঁ।

* * * * * *

আমি বৰ ভাগ্যবান, এই ৰচনাৱলীখন ছপা কৰাই আজি ৰাইজৰ হাতত অৰ্পন কৰিবলৈ অধিকাৰ পালোঁ আৰু প্ৰকাশনৰ পথত, প্ৰথম খোজটো দিওঁতেই শ্ৰদ্ধেয় যজ্ঞেশ্বৰ শৰ্ম্মা আৰু শ্ৰদ্ধেয়া ইন্দিৰা মিৰিৰ পৰা হিয়াভৰা আশীৰ্ব্বাদ আৰু উদগনিও পালোঁ। উলাহতে সেই আশীৰ্ব্বাদ শিৰত লৈ আৰু উদগনিয়ে দিয়া সাহসৰ টঙালি কঁকালত বান্ধি, সোনকালে ছপা কৰাই ৰচনাৱলীখন ৰাইজক দিব পাৰিম বুলি সম্পাদনাৰ ভাৰ নিজেই গা পাতি ললোঁ। লগে লগে মোৰো কপাল ফুলিলে,— দেখিলোঁ সম্পদনাৰ অচিন পথেৰে পথ দেখুৱাই নিবলৈ পথৰ আৰম্ভনিতে মৌলৈ বৈ আছে দুজনা সজপথী, সাহসী সাৰথি ; এজনা হ'ল শ্ৰীকেশৱ শৰ্ম্মা আৰু আনজনা ডঃ খনীন্দ্ৰ পাঠক। এই সাৰথি দুজনাই পথ দেখুৱাই নিনিয়াহেতেন সম্পাদনাত অনভ্যস্ত আৰু অনভিজ্ঞ 'মই' কেতিয়াবাই সেই অচিন পথত হেৰাই গলোঁহেতেন।

ৰচনাৱলীৰ পাণ্ডুলিপিবোৰ যি ধৰণেৰে প্ৰকাশন পৰিষদৰ পৰা পালোঁ, ঘৰত অ'ত ত'ত পৰি থকা ফটা ছিটা কাগজবোৰত তেওঁৰ বিভিন্ন সময়ৰ বিভিন্ন চিন্তা ধাৰাৰ যিবোৰ লিখা পালোঁ, সম্পূৰ্ন্ন বা অসম্পূৰ্ন্ন সকলোবোৰ একো সলনি নকৰাকৈ এই ৰচনাৱলীখনতে সন্নিবৃষ্ট কৰিলোঁ। পাণ্ডুলিপিৰ বৰ্ণবিন্যাস ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ নিজৰ উচ্চাৰণ অনুসৰি,— সেয়ে তেওঁৰ আখৰ জোঁটনিও একেধৰণেৰ ৰাখিলোঁ।

বহুক্ষেত্ৰত অসমীয়া আখৰ জোঁটনিৰ লগত উচ্চাৰণৰ যি প্ৰভেদ ঘটে বৰঠাকুৰদেৱে অতি সহজ সৰল ভাবে কবিতাৰ যোগেদি প্ৰকাশ কৰি সকলোৰে মনোগ্ৰাহী হোৱাকৈ যি বাখ্যা কৰি গৈছে সেই বিষয়ে তেওঁৰ প্ৰকৃত লিখা এই ৰচনাৱলীতে প্ৰকাশ কৰা হল।
(দ্ৰষ্টব্যঃ- 'অসমীয়া ভাষা প্ৰশিক্ষণ।')

এইবোৰ সঙ্কলন কৰোঁতে ঘৰতে উৰলি যোৱা টোকা বহী এখনত তেওঁ সংগ্ৰহ কৰি থৈ যোৱা বহু কথা আৰু বহুতো ইংৰাজী উদ্ধৃতি, বঙালী জতুৱা ঠাচ আৰু সেই সময়ৰ প্ৰচলিত সংস্কৃত শ্লোকাৱলী পালোঁ। তাৰ প্ৰায়বোৰ আখৰ অস্পষ্ট আৰু পঢ়িব নোৱাৰা হ'ল। ৰাইজে পঢ়ি ভাল পাব বুলি সযত্নেৰে সংগ্ৰহবোৰ এই ৰচনাৱলীৰ লগতে প্ৰকাশ কৰিলো।

পাণ্ডুলিপিৰ অস্পষ্ট হৈ পৰা আখৰবোৰ টোকাত কেনেবাকৈ যদি ভুল হৈছে আৰু আন আন অনিচ্ছাকৃত ভুল--ত্ৰুটিবোৰ সহৃদয় পাঠকসকলে নিজে শুধৰাই পঢ়িলে কৃতজ্ঞ হ'ম।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰে তেওঁৰ আত্মজীৱনী লিখি থৈ নগল। সেয়ে তেওঁৰ পৰা, তেওঁৰ সান্নিধ্যলৈ অহা জ্ঞানী পুৰুষ সকলৰ আৰু আমাৰ পৰিয়ালৰ বয়সীয়াল সকলৰ পৰা তেওঁৰ জীৱনী সম্বন্ধে যি জানিলোঁ সেই সকলোবোৰ ইয়াতে সাঙুৰি দিলোঁ।

ৰচনাৱলীখনৰ পাণ্ডুলিপিৰ মাজতে ইন্দ্ৰেশ্বৰ বৰঠাকুৰে আঁকি থৈ যোৱা পঞ্চ প্ৰদীপ, মধু মালিকা, ৰণ জেউতি, গীতালী, চন্দ্ৰ মল্লিকা আৰু কেতেকীৰ ছবি কেইখন মান পালো। সেই ছবিবোৰ অস্পষ্ট হৈ পৰাত তেওঁ আঁকি থোৱা ধৰণেৰে নকৈ আঁকি ৰচনাৱলীখনত সজাই দিলোঁ।

* * * * * *

ৰচনাৱলীৰ পাণ্ডুলিপিবোৰ আমাৰ মাতৃদেৱী হেমাঙ্গিনী দেৱীয়ে সযতনাই গোটাই নোথোৱাহেতেন ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ নাম আৰু সৃষ্টি সচাঁকৈয়ে বিস্মৃতিৰ আন্ধাৰত হেৰাই গ'লহেতেন। জয় জয়তে মাতৃদেৱীক সেৱা জনাই আমি এই ৰচনাৱলীৰ প্ৰকাশনৰ শুভ কামত আগবাঢ়িলোঁ।

* * * * * *

অসমৰ কৃতী সন্তান, স্বৰ্গীয় শিল্পী যুগল দাসৰ শেষ নোহোৱা সহায় আৰু উৎসাহে এই ৰচনাৱলীখন প্ৰস্তুত কৰাত ভাবিব নোৱাৰাকৈ আমাক সহায় কৰিছিল। সেই শিল্পীজনাক আমি আজি কৃতজ্ঞতাৰে সুঁৱৰিছোঁ। আমাৰ স্বৰ্গীয় বৰদাদা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ জ্যেষ্ঠ পুত্ৰ, নীলৰঞ্জন বৰঠাকুৰে ক্লান্তিহীন পৰিশ্ৰমেৰে নিজৰ মৃত্যুৰ আগলৈকে অসমৰ অ'ত ত'ত পৰি থকা ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ বহুতো প্ৰবন্ধ পাতি আৰু পাণ্ডুলিপি ৰচনাৱলীখনৰ বাবে নিয়াৰিকৈ গোটাই থৈ গৈছিল। তেওঁ এয়ে কৰি থৈ নোযোৱাহেতেন ৰচনাৱলীখন ৰাইজৰ হাতত অৰ্পন কৰিবলৈ আমি একেবাৰেই অসমৰ্থ হলোঁহেতেন।

এই ৰচনাৱলীখনৰ প্ৰকাশনৰ পথত স্বৰ্গীয় বৰদাদাৰ মধুৰ স্মৃতিয়ে একমাত্ৰ আমাৰ সাৰথি।

গুৱাহাটী ছয়মাইলৰ আমাৰ শুভকাঙ্খী সহোদৰ প্ৰতিম সাহিত্যানুৰাগী শ্ৰীকেশৱ শৰ্ম্মা, লণ্ডনৰ ড' খনীন্দ্ৰ পাঠক আৰু যোৰহাটৰ শ্ৰীমৃদুল বেজবৰুৱাৰ পৰা সময়োচিত সদোপদেশ আৰু প্ৰেৰণা নোপোৱাহেতেন অসম প্ৰকাশন পৰিষদৰ আন্ধাৰ কোঠালীত প্ৰকাশনৰ খণ গণি গণি ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ ৰচনাৱলীৰ পাণ্ডুলিপিবোৰ কোনেও নমনাকৈ কোনেও নজনাকৈ উৰলি উৰলি শেষ হৈ গ'লহেতেন।

এই শুভ কামৰ আৰম্ভনিৰে পৰা অসমৰ কৃতী সন্তান, ড' অমৰজ্যোতি চৌধুৰীয়ে, বিশ্ববিদ্যালয় আৰু দেশৰ বহুবোৰ দায়িত্বপূৰ্ণ কামৰ ব্যস্ততাৰ মাজতো, ৰচনাৱলীৰ কেচা ছপা শুধৰোৱাৰ পৰা আৰম্ভ কৰি, শৃঙ্খলতাৰ মাজেৰে প্ৰকাশনৰ সকলো কাম ধুনীয়াকৈ সমাপন কৰাৰ দায়িত্বও নিজেই মুৰ পাতি লৈ শেষত 'ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ন্যাস'ৰ প্ৰধান হোতাৰ মাজৰো এজন হৈ পৰিল। শ্ৰীহেম শৰ্ম্মা (হেম দাদা), ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ ভাগিনিয়েক। দেশতকৈ মোমাই ডাঙৰ নহলেও এইজনা ভাগিনিয়েকৰ মতে এখন দেশ ডাঙৰ কৰিবলৈ, এখন দেশৰ মুখ আন গৌৰৱেৰে জিলিকাবলৈ ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ দৰে বহুজন মোমায়েকৰ প্ৰয়োজন।

ড' অমৰজ্যোতি চোধুৰী পৰা পোৱা উৎসাহ আৰু হেম দাদাৰ অনুমোদন, সদ্ উপদেশ আৰু আশীৰ্ব্বাদ ৰচনাৱলীৰ প্ৰকাশনৰ প্ৰচেষ্টাৰ পথত আমালৈ স্ফূৰ্ত্তিদায়ক

মূল্যবান পাথেয় ।

গুৱাহাটীৰ সন্দিকৈ ছোৱালী মহাবিদ্যালয়ৰ অৱসৰ প্ৰাপ্তা, উপাধ্যক্ষা আৰু সংস্কৃত ভাষাৰ মুৰব্বী অধ্যাপিকা, শ্ৰীযুতা নিৰ্ম্মলাদেবীয়ে ৰচনাৱলীৰ 'প্ৰচলিত সংস্কৃত শ্লোকাৱলী আমাৰ সংস্কৃত ভাষা নজনা পঢ়ুৱৈ সকললৈ মৰম লগা সহজ অসমীয়ালৈ ভাঙনী কৰি দিলে লগে লগে অস্পষ্ট হৈ পৰা দুটামান শ্লোক আমাৰ বাবে পঢ়ি দিলে ।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ মৃত্যুৰ দিনাখনৰ পৰা বাইজে তেওঁৰ বিষয়ে লিখা প্ৰবন্ধপাতিবোৰ লাগ বোলোতেই, গুৱাহাটী ট্ৰিবিউন প্ৰেছত ১৯৬১ চনৰ মে মাহৰ ৫ তাৰিখৰ পৰা কেইবা মাহৰো সুসংৰক্ষিত বাতৰি কাকতবোৰ শ্ৰীপ্ৰফুল্ল গোবিন্দ বৰুৱাদেৱে অতি কম সময়ৰ ভিতৰতে আমাক যোগাৰ কৰি দিলে । লগে লগে তেখেতৰ সহধৰ্ম্মিণী শ্ৰীমতী ৰেখা বৰুৱাও ৰচনা পাতি সংগ্ৰহ কৰাৰ কামত লাগি গ'ল ।

বৰঠাকুৰৰ বিষয়ে প্ৰবন্ধ পাতি আৰু তেওঁৰ ৰচিত হেৰোৱা গীত নাট বিচাৰি বাতৰি কাকতত দিয়া গোহাৰি দেখি যি সকলে সহায় কৰিছিল । বিশেষকৈ, গুৱাহাটীৰ শ্ৰীবিজয় কুমাৰ ভুঞাৰ গুৰুত্বপূৰ্ণ চিঠি আৰু উৎসাহ আৰু সহায়ৰ কথা সদায়ে মনত থাকিব ।

ৰচনাৱলী প্ৰণয়নত সহায় কৰা ওপৰত উল্লেখ কৰা সকলোলৈ আন্তৰিক কৃতজ্ঞতা জনালোঁ ।

গুৱাহাটীৰ দিবস বৰুৱা, মৌচুমী বৰুয়া (জোনামণি), মানস বৰুয়া, গোলাঘাটৰ ৰাজীৱ শৰ্ম্মা, লণ্ডন কিংচ্ কলেজত, হৰ্মন বিষয়ে সূক্ষ্ম গৱেষণাত ব্যস্ত হৈ থকা সত্বেও, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক, যোগেন কলিতাই সময় উলিয়াই এই ৰচনাৱলীখনৰ প্ৰকাশনৰ কামত নিস্বাৰ্থ ভাবে কৰা সহায় আৰু এই কামত লণ্ডনৰ নামচেন ভিলেইজৰ স্বপ্না পাঠক আৰু শ্ৰীমতী প্ৰিতী কলিতা আৰু গুৱাহাটী কৰবী গোস্বমী, ডঃ আলোক কুমাৰ ভট্টাচাৰ্য্য আৰু মোৰ ভাই প্ৰতিম পদ্মপাণিৰ পৰা পোৱা সহায় আৰু উৎসাহৰ কথাও সদায়ে মনত থাকিব । তেওঁ বিলাকলৈ আন্তৰিক মৰম আৰু আশীৰ্ব্বাদ জনালোঁ ।

ৰচনাৱলীখন ততাতৈয়াকৈ ছপা কৰি উলিওৱাত বিষ্ণু পাল, খগেন্দ্ৰনাথ ঠাকুৰিয়া, অনিল কাকতী আৰু অংশুমান ভাদুৰী,সুমন দত্ত আৰু ৰাজীব হাজৰিকায়ে যথেষ্ট সহায় কৰিলে । মোৰ আন্তৰিক কৃতজ্ঞতা তেখেত সকলক জনালোঁ ।

মোৰ মৰমৰ বাপুদাদাৰ (শ্ৰীগোবিন্দ শৰ্ম্মা) পৰা পোৱা অনুপ্ৰেৰণা আৰু স্বাৰ্থহীন সহায়ে ৰচনাৱলীখনৰ প্ৰকাশনৰ কাম বহুতো আগবঢ়াই দিলে । তেওঁলৈ শ্ৰদ্ধা আৰু আন্তৰিক কৃতজ্ঞতাৰে মূৰ দোঁৱালো ।

মুখবন্ধৰ সামৰণিৰ মুহূৰ্ত্তত 'শিল্পাচাৰ্য্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ৰচনাৱলী ন্যাস'ৰ প্ৰতিষ্ঠাপক ডঃ মাধৱ চন্দ্ৰ শৰ্ম্মাৰ নামটো উল্লেখ কৰিলোঁ । জন হিতৈষিক ডঃ শৰ্ম্মা অসমৰ আন এগৰাকী সু-সন্তান । ৰচনাৱলী প্ৰকাশ কৰিবলৈ যি মনোবলৰ মোৰ প্ৰয়োজন আছিল এই মানুহজনাই সেই মনোবল মোক যোগালে । তেওঁৰ তত্ত্বৱধানত হোৱা, "ইন্দ্ৰেশ্বৰ ৰচনাৱলী ন্যাস'ক ৰচনাৱলীখনৰ ভৰণ পোষণৰ ভাৰটো দি তেওঁৰ সুস্থ আৰু সুখময় জীৱনৰ বাবে প্ৰাৰ্থনা কৰিলোঁ ।

উচল্-পাচলকৈ সজাই পৰাই ৰচনাৱলীখন ৰাইজলৈ আজি আগবঢ়ালো । ৰাইজে সাদৰেৰে গ্ৰহণ কৰিলে কৃতাৰ্থ মানিম ।

বাইজৰ মৰম আৰু আশীৰ্ব্বাদ বিচাৰি—
*ডাঃ অনিল ৰঞ্জন বৰঠাকুৰ ।*
সম্পাদক ।
১৯৯৭ চন, গুৱাহাটী – ৭ ।

# ॥ ভূমিকা ॥

**পূৰ্ব্ব পুৰুষৰ পৰিচয় ঃ**

অসমত শিব সিংহৰ ৰাজত্ব কালতে ৰজাঘৰে, শিব সাগৰৰ বিষ্ণু দ'ললৈ কণৌজৰ শাণ্ডিল্য গোত্ৰৰ কুলীন ব্ৰাহ্মণ পণ্ডিত এজনক আমন্ত্ৰণ কৰি দ'লৰ বৰঠাকুৰ পাতিছিল। শাণ্ডিল্য ঋষি ভৰত নাট্যশাস্ত্ৰ ৰচা ভৰত মুনিৰ শিষ্য। "ভৰত মুনিয়ে সৃষ্টি কৰ্ত্তাৰ আদেশত শাণ্ডিল্য প্ৰমুখ্যে শত পুত্ৰক নাট্য বেদৰ প্ৰয়োগ শিকাই বুজাই যথাযথ প্ৰচাৰ কৰিবৰ অৰ্থে সিঁবিলাকক ঠায়ে ঠায়ে পাতি থলে।" (দ্ৰষ্টব্য — ৰচনাৱলীৰ পঞ্চ প্ৰদীপ ঃ নাটৰ'হে এগছি) ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ দেউতাক দুৰ্গেশ্বৰ বৰঠাকুৰ বিষ্ণু দ'লৰ সেই বৰঠাকুৰ পৰিয়ালৰ।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ মাক, শশীপ্ৰভা দেৱী আছিল আহোমৰ ৰাজত্ব কালতে অসমলৈ আহি যোৰহাটৰ পকামুৰা গাঁৱত থিতাপি লোৱা মনি মিশ্ৰ নামৰ এগৰাকী শাক্ত সাধকৰ পৰিয়ালৰ। মিশ্ৰৰ ঘৰখনৰ শাস্ত্ৰ অধ্যয়ন আৰু সঙ্গীতত অনুৰাগ আছিল। পকা ঠেকেৰা হেন মুখ খনেৰে ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ মোমায়েক এজনে একাগ্ৰ চিত্তে বেহেলা বজোৱা এতিয়াও আমাৰ মনত পৰে।

**জন্ম কাহিনী ঃ**

ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ মাকৰ গৰ্ভত তিনিমাহতেই তেওঁৰ দেউতাকৰ হঠাৎ মৃত্যু হয়। এই শোকলগা ঘটনাটোৰ পাচত পৰিয়ালৰ জ্যেষ্ঠ জনে ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ মাতৃৰ সৈতে ৰাইজলৈ তামোল পানৰ শৰাই আগবঢ়াই আঠু লৈ, জনালে, "বোৱাৰীৰ এতিয়া মাথোন তিনিমাহ হৈছে। গৰ্ভৰ সন্তানটি এওঁৰ মৃত স্বামীৰ। আপোনালোকৰ আশীৰ্ব্বাদ ভিক্ষা কৰিলোঁ।" ৰাইজে হিয়া উবুৰিয়াই আশীৰ্ব্বাদ দিলে যাতে সেই সন্তানে বংশ ৰক্ষা কৰি, সুখ আৰু সুনামেৰে মাকৰ আৰু বংশৰ মুখ উজলায়।

এই দুয়োটা সদ বংশৰ তেজৰ প্ৰবাহ গাত লৈ ১৮৮৭ চনৰ ৰাস পূৰ্ণিমাত বিধৱা মাকৰ হিয়া পোহৰাই একেটি মাত্ৰ সন্তান ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ শিৱ সাগৰ নগৰত জন্ম হয়।

**লৰালিকালৰ পৰিবেশৰ কথা ঃ**

ব্যক্তিৰ ওপৰত পৰিবেশে কেনে ধৰণৰ প্ৰভাব বিস্তাৰ কৰিব পাৰে সেয়া প্ৰতিজন ব্যক্তিৰ ব্যক্তিত্বৰ ওপৰত নিৰ্ভৰ কৰে।

আমি ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ ল'ৰালি কালৰ যি পৰিবেশৰ বৰ্ণনা কৰিবলৈ ওলাইছোঁ তেনে পৰিবেশৰ মাজত তেওঁৰ পৰিয়ালৰ কথাই নেলাগে, ভাৰতৰো বহুজনা ব্যক্তিয়ে জীৱনৰ ল'ৰালি কালচোৱা কটাই দিছে। কিন্তু তেওঁৰ দৰে পৰিবেশে যোগোৱা মৌ কোঁহৰ মৌ চুহি মৌচাক ৰচিব পৰা অসাধাৰণ ব্যক্তিত্বৰ লোক আমাৰ মাজত অতি কমেহে আছে।

ল'ৰালি কালৰ পৰিবেশে তেওঁৰ আত্মানুভূতিক জীৱনৰ শেষ ভাগলৈকে প্ৰভাবান্বিত কৰিছিল।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰে নিজকে "বাৰীৰ কোঁৱৰ" বুলি তেওঁ নিজে ৰচা কবিতা এটাত উল্লেখ কৰিছে (দ্ৰষ্টব্য ঃ– চিন্তামণিৰ 'ভাল পোৱা' কবিতা)। সেই 'বাৰীৰ কোঁৱৰ' ঘৰৰ বৰ ল'ৰা হোৱাত, ঘৰৰ বয়সীয়াল সকলৰ আৰু ওচৰ চুবুৰীয়াৰ মৰম, চেনেহ আৰু সাদৰৰ মাজেৰে ৰাজ কোঁৱৰৰ দৰে ডাঙৰদীঘল হয়। পাচত খুৰাদেৱেক সকলৰ ল'ৰা ছোৱালীৰ মাজতো এটাইতকৈ ডাঙৰ হোৱাত তেওঁৰ ভাই ভনী হঁতৰো মৰমৰ "বৰ দাদা" হৈ পৰিল। তেওঁৰ বিদ্যাৰম্ভৰ লগে লগে কৰ্ম্ম ব্যস্ততাৰ দিনবোৰৰো আৰম্ভ হ'ল পুৱা পূজালৈ ফুল গোটোৱা। নিতৌ ঘৰ আৰু দ'লত প্ৰাৰ্থনা। দুপৰীয়ালৈকে পাঠশালাত অ-আ ক খ তাৰ পাচত বাৰীত। পকা বগৰী আৰু আম বোটলা আৰু সন্ধিয়াৰ আগলৈকে লগৰীয়াৰ সৈতে লুকা-লুকি খেল। অলপ বুজন হোৱাৰ লগে লগে অ-আ ক-খ এৰি অসমীয়া, বঙলা আৰু সংস্কৃত পুথিৰ সৈতে চিনাকি, লুকা-লুকি এৰি টাং গুটি, ঢোপ খেল আৰু স্কুলৰ ওপৰ মহলা পোৱাৰ লগে লগে হকি, লাঠি আৰু 'কপাটি' (কবদী) খেলত ব্যস্ত হৈ পৰিল। এনে এটা পৰিস্থিতিৰ মাজেৰে

এই ‘বৰ লৰা’ আৰু ‘বৰ দাদা’ জন ওখ শকত আৱত হৈ চোকা মাগজুৰে চকুত বুদ্ধিৰ দিপ্তী লৈ কম বয়সতে ঘৰখনৰ আৰু শিৱসাগৰ নগৰখনৰ সকলোৰে বিপদে আপদে, পূজাই পাৰ্ব্বনে নিৰ্ভৰ কৰিব পৰা এজন ‘ডেকা ল’ৰা’ হৈ পৰিল।

লগৰীয়াৰ সৈতে মিলি শিৱসাগৰৰ বিষ্ণু, দেৱী আৰু শিৱদৌল দৰ্শন কৰিবলৈ অহা অসমৰ আৰু বাহিৰৰ সাধু সন্ন্যাসী আৰু পণ্ডিত সকলৰ আল পৈচান, খোৱা বোৱা, পূজা পাতল আৰু ধৰ্ম্মালোচনাৰ ব্যৱস্থা কৰি দিয়াৰ দায়িত্ব এই ‘ডেকা লৰা’ জনৰ আছিল। উৎসৱৰ দিনত ভাৰতৰ বিভিন্ন ঠাইৰ ভ্ৰাম্যমান নাট, যাত্ৰা আৰু নৃত্য নাটৰ শিল্পী সকলক অস্থায়ী মঞ্চ নিৰ্ম্মান কৰাত, চিত্ৰপট আঁকাত আৰু সঙ্গীত অভিনয় নৃত্য নাচৰ আখৰাত প্ৰয়োজনীয় ইটো সিটো যোগাৰ কৰি দিয়াত তেওঁ সদায়ে ব্যস্ত হৈ পৰিছিল। অসমৰ বাহিৰৰ পৰা পূজা উৎসৱত প্ৰতিমা গঢ়িবলৈ অহা মৃৎশিল্পী সকলক সকলো ৰকমে সহায় কৰা তেওঁৰ এৰাব নোৱাৰা কৰ্ত্তব্য হৈ পৰিছিল। এনেবোৰ কামৰ মাজেৰে আত্ম বিশ্বাসেৰে সঙ্ঘবদ্ধ হৈ সমাজৰ সকলোবোৰ দায়িত্বপূৰ্ণ কাম সুচাৰুৰূপে কৰিবলৈ তেওঁ প্ৰেৰণা পালে।

এই পৰিবেশৰ মাজতে তেওঁ কীৰ্ত্তন, গীতা উপনিষদ আদি অধ্যয়ন কৰিবলৈ আৰম্ভ কৰিলে।

* * * * * *

পূজালৈ গোটোৱা ফুলৰ ৰঙ, ৰূপ আৰু সৌৰভে, ৰং-ধেমালিৰে ভৰপূৰ, গীত মাতেৰে মুখৰিত ল’ৰালিৰ সোনালী দিনবোৰে, ঘৰত আৰু দৌলত প্ৰাৰ্থনাৰ পবিত্ৰ মন্ত্ৰ, ডবা, শঙ্খ আৰু মঙ্গল উৰুলী ধ্বনিয়ে ধুনীয়া পৃথিৱীখনেৰে চিনাকি কৰাই চিৰ সুন্দৰৰ দৌলৰ দুৱাৰ তেওঁলৈ মুকলি কৰি দিলে। শিৱসাগৰৰ পৰিবেশে তেওঁক সিপাৰ নমনা ললিত কলাৰ মহা সাগৰৰ পাৰলৈ লৈ গ’ল।

অসমীয়া সুৰীয়া মাতৰ গীতে, কীৰ্ত্তন ঘোষাৰ সমধুৰ সঙ্গীতে; ভাওনাৰ প্ৰাণজুৰুৱা নৃত্য অভিনয় আৰু সাজ পাৰে সুকুমাৰ কলা জানিবলৈ তেওঁৰ প্ৰাণলৈ আকুলতা আনিলে। শিৱসাগৰৰ যি এজন দুজন শিল্পী আছিল আৰু দৌল দৰ্শন কৰিবলৈ অহা সাধু সন্ন্যাসী আৰু পণ্ডিত সকলৰ মাজত যি কেইজনমান কলাৰ সাধক আহিছিল তেওঁবিলাকৰ সান্নিধ্যলৈ আহি তেওঁ শাস্ত্ৰীয় সঙ্গীত, নাট, নৃত্য, চিত্ৰাঙ্কণ মূৰ্ত্তি গঢ়ণৰ কথা একাগ্ৰ চিত্তেৰে যিখিনি পাৰে শিকি ললে।

বৰঠাকুৰৰ দিনত “ভাল লৰা-ছোৱালীলৈ সঙ্গীত নিষিদ্ধ আছিল”। নীলৰঞ্জন বৰঠাকুৰে তেওঁৰ অপ্ৰকাশিত “ইন্দ্ৰেশ্বৰ বৰঠাকুৰ” (জীৱন কথা) প্ৰবন্ধত লিখি থৈ গৈছে,– “বৰঠাকুৰে নিজেই কৈছে যে তেখেতে সঙ্গীত শিক্ষা লাভৰ তৃষ্ণা পুৰাবলৈ ল’ৰাকালিতে গধূলি সংগোপনে, অভিভাৱকৰ চকুৰ আৰেদি, ওচৰতে থকা মুচিয়াৰ এটাৰ ঘৰত তবলাৰ তালিম লৈছিল।” ইয়াতে আমাক তেওঁ কৈ যোৱা আন এটা কথাও উল্লেখ নকৰি নোৱাৰিলোঁ। চিত্ৰাঙ্কণ আৰু মূৰ্ত্তিগঢ়ণ শিকিবলৈ তেওঁ চিত্ৰকৰ আৰু মৃৎশিল্পী সকলৰ হোকা চিলিমত তামখু আৰু জ্বলা অঙঠা ভৰাই, ফুৱাই ফুৱাই যোগান ধৰিছিল। এনেহেন আছিল তেওঁৰ সাধনা।

সঙ্গীতৰ দৃষ্টিকোনৰ পৰা পৃথিৱীৰ সকলোবোৰ তত আৰু বিতত বাদ্যৰ ভিতৰত বেহেলা আৰু অৱনদ্ধ বাদ্যৰ* ভিতৰত তবলা আৰু পাখোৱাজ বজোৱা বিদ্যা আয়ত্ত কৰা হেনো আটাইতকৈ কঠিন। শিক্ষাৰ্থীয়ে ঐকান্তিক সাধনাৰেহে এই দুয়োটা বিদ্যাত পাৰ্গত হব পাৰে। ইন্দ্ৰেশ্বৰ বৰঠাকুৰে কোমল বয়সতে মন আৰু প্ৰাণেৰে শিকি তবলা আৰু বেহেলা বজোৱাত পাৰ্গত হৈ পৰিল। আৰু পাখোৱাজৰ যথেষ্ট জ্ঞানো আহৰণ কৰিছিল।

সুকুমাৰ কলাৰ এই শিক্ষাই তেওঁৰ স্কুলৰ তালিকাভূক্ত শিক্ষাত কোনো ব্যাঘাত জন্মাবলৈ দিয়া নাছিল।

**কলেজীয়া জীৱনৰ পৰিবেশ ঃ**

শিৱসাগৰ উচ্চ ইংৰাজী স্কুলৰ পৰা এন্ট্ৰেচত উত্তীৰ্ণ হৈ গুৱাহাটী কলেজলৈ বি.এ. অধ্যয়ন কৰিবলৈ যায়।

কলেজীয়া জীৱনত কলেজৰ শিক্ষক সকলে আৰু কলেজৰ পুথি ভঁৰালে তেওঁৰ সুকুমাৰ কলাজ্ঞানৰ দিগবলয় ভাবিব নোৱাৰাকৈ প্ৰসাৰ কৰালে। সেই দিনকেইটাত অসমীয়া, বঙালী, ব্ৰজবুলি, সংস্কৃত আৰু ইংৰাজীৰ মূল্যবান গ্ৰন্থবোৰৰ পৰা কবিতা, নাটক আদিৰ লগে লগে চিত্ৰাঙ্কণ, মূৰ্ত্তি গঢ়ণ, ভাস্কৰ্য্য আদিৰ জ্ঞানো আহৰণ কৰি ললে।

**কলেজীয়া দিনবোৰৰ পাচত ঃ**

কলেজীয়া জীৱনৰ পৰা শিক্ষকতাৰ জীৱনৰ মাজেৰে মৃত্যু

* ‘যি বাদ্যৰ তাঁৰত (গুণাত) আঘাত কৰি ধ্বনি বা স্বৰ উৎপন্ন কৰা হয় তেনে বাদ্যক তত বাদ্য বোলে। তত বাদ্যৰ দুটা শ্ৰেণী (ক) আঙুলি বা মিজৰাবেৰে বজোৱা তত আৰু (খ) ব’ৰ (গঁজ) দ্বাৰা বজোৱা তাৰৰ বাদ্যক বিতত বাদ্য বোলে। চামৰাৰে মুখ ঢকা আৰু হাত আঙুলি বা মাৰিৰে চামৰাৰ ওপৰত আঘাত কৰি ধ্বনি উৎপন্ন কৰিব পৰা বাদ্যক অৱনদ্ধ বাদ্য বোলে।

দ্ৰষ্টব্য ঃ তবলা বিজ্ঞান। (শ্ৰীদিলীপ ৰঞ্জন বৰঠাকুৰ।)

শয্যাত পৰি থকা দিন কেইটালৈ দেশ বিদেশৰ মধু আহৰণ কৰিবলৈ লাগি গ'ল। এই জনাৰ ধাউতি, শিকাৰ হেপাহ আৰু মধু আহৰণৰ মাদকতাৰ যেন শেষ নাই। মৃত্যুৰ শয্যাত পৰি থাকোঁতেও যি সকল শিল্পী তেওঁৰ ওচৰলৈ আহিছিল আপোন পাহৰা হৈ সেই বিলাকৰ পৰা সীমাহীন কলা বিদ্যাৰ কথা তেওঁ শুনিছিল,— অবাক হৈ কেবল শুনিছিল।

এনেবোৰ কথাত ভাগ লবলৈ যোৰহাটৰ নবীন প্ৰবীন শিল্পীসকলৰ লগতে প্ৰায়ে অভিনেতা, নাট্যকাৰ মিত্ৰদেৱ মহন্ত; বকুল বনৰ কবি, নাট্যকাৰ,আনন্দ বৰুৱা; সঙ্গীতানুৰাগী গোলোক খাউণ্ড; সাহিত্যিক আৰু সঙ্গীতানুৰাগী হেমচন্দ্ৰ শৰ্ম্মা; নৃত্যবিদ্ সুৰেশ গোস্বামী; সাহিত্যিক অভিনেতা বিপিন চন্দ্ৰ বৰুৱা, অভিনেতা নবীন বৰুৱা, আৰু কেতিয়াবা শিক্ষাবিদ যজ্ঞেশ্বৰ শৰ্ম্মা আৰু ইন্দিৰা মিৰি, আদি লোক সকলেও যোগ দিছিল। তেওঁৰ ছাত্ৰ শিল্পী বিষ্ণু ৰাভা আৰু সাহিত্যিক, ৰাজনীতিবিদ লোক সভাৰ সদস্য হেম বৰুৱা আৰু শিল্পী খনিকৰ যুগল দাস যেতিয়াই যোৰহাটলৈ আহিছিল তেওঁৰ কাষতে বহি ঘণ্টাৰ পাচত ঘণ্টা সুকুমাৰ কলাৰ কথাকে পাতিছিল।

মৃত্যুৰ তিনিবছৰ মানৰ আগতে তেওঁ গীতি নাটিকা ৰাস-বিহাৰখন (বা শৰতৰ শেৱালী) ৰচিছিল। সেই নাটিকাখন ৰচাত সহায় কৰিবলৈ যোৰহাট নগৰৰ আৰু যোৰহাটৰ আশে-পাশে থকা গাৱঁৰ কেইবাগৰাকী নামতী আহি কেইবাদিনো তেওঁৰ চাৰিও পিনে বহি আই নাম, গোপিনী নাম, বিয়া নাম আদি গাই শুনাইছিল। সেই দিন কেইটাত ঘৰখনত এটা মধুৰ আৰু পবিত্ৰ পৰিবেশৰ সৃষ্টি হৈছিল।

মৃত্যুৰ চাঁ পৰি থকা জীৱনটোৰ শেষ ভাগলৈকে তেওঁ ৰুগীয়া শৰীৰেৰে বিচনাতে বহি নিতৌ পুৱা আৰু দুপৰীয়া গহীন-গম্ভীৰ কণ্ঠ স্বৰ আৰু বিশুদ্ধ উচ্চাৰণেৰে ধৰ্ম্মৰ সংস্কৃত পুথিবোৰ পাঠ কৰিছিল। মাজে সময়ে জোনাকী যুগৰ অন্যতম জ্যোতিষ্ক ৰাধানাথ ফুকন ডাঙৰীয়াদেৱে আহি তেওঁৰ বিচনাৰ কাষতে বহি সেই পাঠ মগ্ন হৈ শুনিছিল। তাৰ পাচত দুয়ো ধৰ্ম্ম,দৰ্শন আৰু জ্যোতিষ বিদ্যাৰ কথা পাতি পাতি আপোন পাহৰা হৈ আকাশৰ অগণন জ্যোতি কণাবোৰৰ মাজত মন বিলীন কৰি দিছিল। পৃথিবী আৰু আকাশ জুৰি কত বোৰ কথা যেন তেওঁ বিলাকৰ তেতিয়াও জানিবলৈ আৰু শিকিবলৈ বাকী আছে— তাৰ জানো অন্ত আছে!

**ৰং ধেমালিৰ পৰিবেশ ঃ**

সুস্বাস্থ্য আৰু মনোবিকাশৰ বাবে বহুখিনি সমল তেওঁ নিজৰ দেশৰ ৰং ধেমালিৰ পৰা পাইছিল। তেওঁৰ সময়ত নিজৰ দেশৰ ৰং ধেমালি এৰি বিদেশৰ পৰা আমদানি হোৱা খেলবোৰত বেচি ভাগ খেলুৱৈয়ে মনেপ্ৰাণে লগাত তেওঁ বৰ হতাশ হৈ পৰিছিল। এই বিষয়ে তেওঁ কোৱা কথা কেইটামান তলত উল্লেখ কৰিলোঁ।

"আমাৰ ৰং-ধেমালি বিলাকলৈ চকু দিলে অনেক ক্ষেত্ৰত হতাশহে হব লাগে। লুকা-লুকি, কপাটি, ঢোপ আদি খেলা বিলাক গৰকি চালে তাৰ মাজত জাতীয় ভাব বিকাশৰ অৱকাশ ভালেমান থকা যেন লাগে। আমাৰ যোঁৱাৰে গেণ্ডা খেল অৰ্থাৎ মণিপুৰৰ প'ল' আৰু বেদিক সত্ৰঞ্চ খেলে গোটেই জগতত খলি পুটি লৈছে। — একো একোটা দিন এটা খেলত উৰাই দি (ক্ৰিকেট) অতি পৰিশ্ৰমেৰে দেহ কণ্ন কৰোৱাই বিদেশৰ খেলাই জাতীয় জীৱনৰ পোহ দিব পাৰিছেনে নাই তাক স্থিৰ চিত্তে চিন্তা কৰি এৰা ধৰা কৰিবৰ পৰ আহিল ; — ধেমালিৰ আৱশ্যক জাতীয় জীৱনত তেজ দিবলৈ, স্ফূৰ্ত্তি দি কণ্ন কৰিবলৈ নহয়।"

তেওঁৰ শিক্ষকতা জীৱনত ছাত্ৰ সকলক কপাটি খেল খেলিবলৈ বৰ উৎসাহ দিছিল। ১৯৯২ চন মানৰ পৰা এতিয়ালৈকে ভাৰতৰ কপাটি খেলে দূৰদৰ্শনৰ যোগেৰে পৃথিবীৰ ল'ৰাহতৰ মন বাৰুকৈয়ে আকৰ্ষণ কৰিছে। প'ল' আৰু বেদিক সত্ৰঞ্চ খেলৰ দৰে নিশ্চয় এদিন ভাৰতৰ কপাটি খেলো পৃথিবীৰ খেলুৱৈসকলে সাবটি লব।

১৯৩৫ চন মানত শিলঙৰ উচ্চ ইংৰাজী স্কুলত শিক্ষকতা কৰি থাকোতে মুখাৰৰ ৫ বছৰৰ বয়সৰ পৰা ১৫ বছৰ বয়সলৈকে ল'ৰাবোৰ গোটাই লাঠি খেল শিকাইছিল। মুখাৰৰ পৰা লাবানলৈ সেই ল'ৰাবোৰক ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু কেপ্তেইন সুৰেন্দ্ৰ নাথ দত্তই (কেপ্তেইন কৰাইদেউ) march কৰাই নি লাবানৰ নাটঘৰৰ কাষৰ মুকলি ঠাইডোখৰত লাঠি খেল প্ৰদৰ্শন কৰোৱাই ৰাইজক আনন্দ দিয়াৰ কথা এতিয়াও হয়তো বহুতৰে মনত আছে। লাঠি খেল স্কুলৰ তালিকাত অন্তৰ্ভুক্ত কৰাই লোৱাৰ তেওঁৰ ইচ্ছা আছিল।

হকি খেল তেওঁৰ বৰ প্ৰিয় আছিল। কলেজত এবাৰ হকি খেলোতে তেওঁৰ সোঁ চকুৰ ওপৰৰ হাৰদালো ভাঙিছিল। বিদেশৰ খেলবিলাক যে একেবাৰে খেলিব নেলাগে সেইটোত তেওঁ জোৰ দিয়া নাছিল। ফুটবল খেলত তেওঁৰ যথেষ্ট জ্ঞান আছিল আৰু ছাত্ৰসকলকো সেই খেল ভালকৈ খেলিবলৈ শিক্ষাও দিছিল। ছাত্ৰ সকলে 'একো একোটা দিন' ক্ৰিকেট খেলত উৰাই দিয়াটো ভাল নেপালেও সেই খেলত ৰাপ থকা সকলক ক্ৰিকেট খেলাৰ পৰা বিৰত কৰিবলৈ চেষ্টা কৰা নাছিল ; বৰঞ্চ ওৰে দিনটো খেল পথাৰত খেল খন চাই সেই ছাত্ৰ সকলক উৎসাহো দিছিল। ১৯৪০ চনৰ পৰা ১৯৪২ চনলৈ, নগাঁৱত তেওঁ থাকোতে, নগাঁও চৰকাৰী স্কুলৰ কাষৰ খেল-পথাৰখনত (এতিয়া য'ত নৰুল আমিন ষ্টেডিয়াম) ক্ৰিকেট খেলৰ দৰ্শক বাৰ তেৰ জনতকৈ কেতিয়াও বেচি হোৱাৰ কথা আমাৰ মনত নপৰে। সেই খেলপথাৰৰ একোণত ওখ গছ কেইজোপাৰ তলত, মাটিত লেপেটাকাঢ়ি বহি সেই দৰ্শক বৃন্দৰ এজনহে তেওঁ সদাই ছাত্ৰ সকলৰ খেল চোৱাৰ কথা এতিয়াও হয়তো বহুতৰে মনত আছে।

**অভিনয় আৰু নৃত্য প্ৰতিভা :**

১৯২১ চনৰ পৰা ১৯৪৭ চনলৈকে বৰঠাকুৰৰ নাট্য জীৱনৰ কালচোৱাৰ কথা তেওঁৰ জ্যেষ্ঠ পুত্ৰ নীলৰঞ্জন বৰঠাকুৰে ৰচা "নাট্য সন্ধানী যাযাবৰৰ দৃষ্টিত অসমৰ নাট্য আন্দোলন" বোলা অপ্ৰকাশিত পাণ্ডুলিপিৰ পৰা বহুখিনি সলনি নকৰাকৈ উৰ্দ্ধকমাৰ ভিতৰত তলত সন্নিবিষ্ট কৰা হ'ল। লগতে ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ মৃত্যুৰ দিনালৈকে তেওঁৰ সান্নিধ্যলৈ অহা শিল্পী সকলৰ পৰা জনা আৰু আমি নিজেও জনা বহু কথাও তলত উল্লেখ কৰিলোঁ। —

"১৯২১ চনৰ পৰা অসমত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ এটি চলন্ত নাট্য প্ৰতিভা আছিল। অসমৰ য'তে তেওঁ আছিল ত'তে সাময়িক ভাবে একোটি অস্থায়ী নাট্য আৰু সঙ্গীতৰ কেন্দ্ৰই গঢ় লৈছিল।

দুৰ্গা পূজাৰ দিনত যোৰহাটৰ নাট ঘৰত অভিনয়ৰ মহা সমাৰোহ হৈছিল। বিশেষ ভাবে নিমন্ত্ৰিতহে বৰঠাকুৰো সেই কেইদিনত যোৰহাটতে আছিল। নাটঘৰৰ প্ৰচাৰ পত্ৰত দৰ্শক আকৰ্ষণ কৰিবলৈ ঘোষণা কৰিছিল 'এইবাৰ অভিনয়ত যোগ দিবলৈ বৰঠাকুৰো আহিছে'।"

যোৰহাটত দ্বিজেন্দ্ৰ লাল ৰায়ৰ 'চন্দ্ৰগুপ্ত' নাটকত চানক্য, গণেশ গগৈৰ 'শকুনিৰ প্ৰতিশোধ' ত কৰ্ণ আৰু আন আন নাটকত ভীষ্ম আৰু ৰাৱণৰ ভাও বেচ সাফল্যতাৰে কৰি সকলোকে আনন্দ দিছিল। 'মহৰি' নাটকৰ চাহাবৰ ভাওত বৰঠাকুৰ আৰু মাকৰি মেমৰ ভাওত মিত্ৰদেৱ মহন্ত হেনো 'অপূৰ্ব সংযোগ' আছিল। এই দুজনাৰ কথা উল্লেখ কৰিলে তেওঁলোক দুজনাৰ লগত মনে প্ৰাণে একহৈ অভিনয় কৰা যোৰহাট নাটঘৰলৈ সুনাম অনা হৰিহৰ বৰপূজাৰীৰ কথাও সেই সময়ৰ সকলোৱে সভক্তিৰে সোঁৱৰে। এই প্ৰতিজনাৰ অভিনয় প্ৰতিজনাৰ অভিনয়লৈ সম্পূৰক আছিল।

পুথিখনত নীলৰঞ্জন বৰঠাকুৰে যোৰহাটত গণেশ গগৈক লগ পোৱাৰ কথা উল্লেখ কৰিছে।

"তেখেতক লগ পাইছিলো আৰু এজন অভিনেতা নবীন বৰুৱাৰ (চাহাব ককাইদেউ) লগত। ...... গনেশ গগৈ ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ বৰ অনুগত আছিল আৰু চাহাব ককাইদেৱেও। মই দেখি আচৰিত হৈছিলো ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ৰচিত 'শ্ৰীবৎস চিন্তা' নাটকৰ কেবাটাও অংশ গগৈৰ কণ্ঠগত। ...... তেখেতৰ আবৃত্তি শুনি আমি অভিভূত হৈ পৰিছিলো বিশেষকৈ সেই অংশটো যিটো শনিয়ে লক্ষীক উদ্দেশ্যকৈ কৈছিল। সংলাপৰ এই অংশটি শ্ৰীযজ্ঞেশ্বৰ শৰ্ম্মাদেৱে তেখেতৰ সংকলিত 'শতপত্ৰ'ত প্ৰকাশ কৰিছে।"

"অভিনেতা বকুলবনৰ কবি আনন্দ বৰুৱাই বৰঠাকুৰৰ নাটক সম্পৰ্কীয় কথা বেদবাক্য বুলি ধৰিছিল। বৰঠাকুৰো তেওঁৰ প্ৰতি অসীম মৰম আছিল।

যিদৰে ৰবীন্দ্ৰ নাথক কেন্দ্ৰ কৰি ৰাবিন্দ্ৰিক নাট্য কলা আৰু সঙ্গীত কলাই গঢ় লৈছিল। যিদৰে শিশিৰ ভাদুৰী বঙ্গৰ এসময়ৰ নাট্যকলাৰ নিয়ন্ত্ৰক আছিল সেই একেদৰে বৰঠাকুৰক কেন্দ্ৰ কৰিয়ে গঢ়ি উঠিছিল অসমৰ এসময়ৰ নাট্য কলা।"

নাট্য কলাৰ লগে লগে বৰঠাকুৰৰ নৃত্য আৰু সঙ্গীতৰ গভীৰ জ্ঞানৰ কথা সেই সময়ত অসমৰ সকলো শিল্পীয়ে গম পাইছিল। নীলৰঞ্জন বৰঠাকুৰে লিখিছে— "যোৰহাট নাটঘৰত অভিনয়ৰ আৰম্ভণ প্ৰাক্ মূহুৰ্ত্তত পাৰ্বতী প্ৰসাদ বৰুৱাদেৱে এটি নৃত্য প্ৰদৰ্শন কৰিছিল। আঁৰকাপোৰ উঠাৰ আগলৈকে বৰুৱাই বৰঠাকুৰৰ নিৰ্দ্দেশ লোৱা আমি মন কৰিছিলোঁ। সেই সময়তে নৃত্য শিল্পী উদয় শঙ্কৰে তেওঁৰ বিশিষ্ট দল লৈ অকল ভাৰতৰে

নহয়, পৃথিবীৰ বিখ্যাত মঞ্চৰ ওপৰত মনোমুগ্ধকৰ নৃত্য প্ৰদৰ্শন কৰি বিশ্বক অবাক কৰাইছিল। পাৰ্বতী প্ৰসাদ বৰুৱাই অসমত তেনে নৃত্যৰ সূত্ৰপাত কৰে।"

নাট্যকাৰ, নৃত্যবিদ্, কামৰূপী নৃত্য সঙ্ঘৰ নেতা, চিত্ৰ পৰিচালক সুৰেশ চন্দ্ৰ গোস্বামীদেৱে বৰঠাকুৰক গুৰুৰ দৰে ভক্তি কৰিছিল। নৃত্য নাট্য বিষয়ত তেওঁ বৰঠাকুৰৰ পৰা প্ৰায়ে উপদেশ লৈছিল।

সঙ্গীতাচাৰ্য্য কলা চুৰামণি সু-সাহিত্যিক ড° প্ৰদীপ চলিহা দেৱক ভাৰতৰ নৃত্য শাস্ত্ৰৰ লগত প্ৰথমে চিনাকি কৰাই দিছিল বৰঠাকুৰদেৱে।

"১৯২৬ চনৰ অসম সাহিত্য সভাৰ ধুবুৰীৰ অধিবেশনত বেজবৰুৱাদেৱৰ 'জয়মতী' নাটৰ অভিনয়ত তেওঁক ভাও লৱলৈ আমন্ত্ৰন কৰা হয়। গদাপানিৰ ভাওত আছিল তেওঁ, দালিমীৰ ভাওত গোৱালপাৰাৰ সুবোধ দাস আৰু জয়মতীৰ ভাওত আছিল প্ৰফুল্ল বৰুৱা।"

১৯২৮ চন। তেজপুৰত "বৰঠাকুৰে এটা অভিনয়ৰ অভিনৱ প্ৰচেষ্টা হাতত লয়। ছোৱালীয়ে এই নাটৰ অভিনেতা আৰু অভিনেত্ৰী। মুকলি মঞ্চত এই অভিনয় তেজপুৰৰ উষা ছাত্ৰ সভাৰ সৌজন্যত মহা সমাৰোহেৰে জয়মতী উৎসৱত উদ্যাপন কৰা হয়। তাত পদ্মনাথ গোহাঁই বৰুৱাৰ "জয়মতী" নাট অভিনিত হয়। বহুত বছৰৰ আগৰ কথা মোৰ মনত পৰে, এনে অভিনয়ত 'জয়মতী' হয় বুলু (এখেতে হাইস্কুলৰ প্ৰধান শিক্ষয়ত্ৰী ৰূপে ব্যক্তিগত জীৱনত অৱসৰ লয়।) 'ল'ৰাৰজা' হয় বাণ-ষ্টেজৰ প্ৰাণ স্বৰূপ ৰাধিকা দাসৰ কন্যা লিলি আৰু 'গদাপানি' হয় পদ্মনাথ গোহাঁই বৰুৱাৰ কন্যা লাহৰী। বাকী চৰিত্ৰবোৰ মনত নাই। অভিনয় উপভোগ্য হৈছিল। প্ৰশিক্ষণ, নিৰ্দ্দেশনা আছিল বৰঠাকুৰৰ। আখৰাৰ অস্থায়ী স্থান আছিল বৰঠাকুৰৰ তেজপুৰৰ আৰম্বৰহীন আবাস গৃহ। এই প্ৰচেষ্টা লাহে লাহে অসমৰ বহুতো অঞ্চললৈ বিয়পি পৰে।"

"বৰঠাকুৰৰ তেজপুৰৰ আবাস গৃহ বাণনাটঘৰৰ নিচেই ওচৰতে অৱস্থিত আছিল। এই আবাস গৃহ আছিল নাট্য কলা চৰ্চ্চাৰ আনুষ্ঠানিক কেন্দ্ৰ। নাট্যকাৰ দণ্ডিনাথ কলিতা প্ৰায়েই তালৈ আহিছিল। বৰঠাকুৰে ৰচা নাটক "শ্ৰীবৎস চিন্তা" প্ৰকাশৰ আগমূহুৰ্ত্ত তাতেই কলিতা আৰু কেইগৰাকীমান অভিনেতাৰ সহযোগত শেষ শোধন কৰা হৈছিল। তাত প্ৰায়ে সমবেত হয় বিষ্ণু ৰাভা, গজেন বৰুৱা, প্ৰতাপ বৰুৱা। তেখেত সকলে প্ৰধানত সঙ্গীত, নৃত্য আৰু চিত্ৰ শিল্পৰ বিষয়ে আলোচনা কৰিছিল। দুৰ্গা পূজাৰ সময়ত সেই গৃহ উৎসৱৰ কেন্দ্ৰলৈ ৰূপান্তৰিত হয়। বিৰাম বিহীন ভাবে চলে সাংস্কৃতিৰ বিভিন্ন দিশৰ ব্যাপক চৰ্চ্চা। তাত অৰ্ন্তভুক্ত হয় নাট্য, সঙ্গীত, নৃত্যৰ সৃষ্টিশীল আলোচনা আৰু ৰূপদানৰ নিতৌ নতুন প্ৰয়াস। পূজা গ'লে জয়মতী উৎসৱৰ আলম লৈ আকৌ সেই বাসগৃহ জনসমাগমেৰে জীৱন্ত হৈ উঠে। গোটেই বছৰটো নাট্য আৰু সঙ্গীত ৰাগেৰে ঘৰটো মুখৰিত হৈ থাকে। তাতে বৰঠাকুৰে কেইবাখনিও নাট সম্পূৰ্ণ কৰে। তাৰে "সিংহাসন" আৰু "দক্ষায়ণী" নাটক * সাফল্যতাৰে বাণ মঞ্চত কেইবা নিশাও অভিনয় হয়।"

"তেজপুৰৰ দিন কেইটাই বৰঠাকুৰৰ বিৰাট ব্যক্তিত্বৰ বিকাশৰ স্বৰ্ণযোগ।"

"অসমৰ নাটমঞ্চৰ ভিতৰত বাণ নাটমঞ্চত বৈদ্যুতিক পোহৰৰ যোগান আটাইতকৈ পুৰণি। এই মঞ্চত ১৯২১ চনতে বৈদ্যুতিক শক্তিৰ যোগান ধৰা হয়। আলোক সজ্জাৰ ব্যৱস্থাই প্ৰেক্ষাগৃহক মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। "শ্ৰীবৎস চিন্তা" নাটকৰ শনি আৰু লক্ষ্মীৰ বিচাৰত অসন্তুষ্ট হোৱাৰ শনিৰ ক্ৰোধৰ ভমক প্ৰকাশ কৰা দৃশ্যত, সাগৰত জলমগ্ন নাওত উটি যোৱা, দৃঢ় মনৰ চান্দ সদাগৰৰ সাগৰৰ বুকুত কৰা অভিনয় আৰু "দক্ষায়ণী" নাটকত দক্ষযজ্ঞ ধ্বংসৰ দৃশ্যই মঞ্চত সশঙ্ক অনুভূতিৰ সৃষ্টি কৰিছিল।"

১৯৩২ চন। "এনেতে বৰঠাকুৰৰ কৰ্ম্মস্থান সলনি হয়। এইবাৰ তেওঁ মঙ্গলদৈলৈ যাব লগা হয়। মঙ্গলদৈৰ চাৰিও পিনে নাট্য চৰ্চ্চা চালুকীয়া অৱস্থিতি এটাত আছিল যদিও স্থায়ী মঞ্চ সেই সময়ৰ পিচতহে গা-কৰি উঠিছে। তথাপি তাৰ অস্থায়ী মঞ্চতে দুখন মান নাট অনুষ্ঠিত হয়। বৰঠাকুৰে সেই নাট মঞ্চস্থ কৰাত পাৰ্য্যমানে সহায় কৰে।"

মঙ্গলদৈত তেওঁ শাস্ত্ৰীয় সঙ্গীত অধ্যয়নত ব্যস্ত হৈ পৰিছিল।

১৯৩৩ চন। "এইবাৰ তেওঁৰ কৰ্ম্মৰ থলি হয় শ্বিলঙত। তেওঁৰ আগমনৰ লগে লগে শ্বিলং ক্লাবত তেওঁ নাট্য স্থান কৰি লয়। আগতে শিলঙত নাট্য আন্দোলনৰ গুৰি

* ইয়েৰেৰ বৰঠাকুৰে ৰচা "সিংহাসন" আৰু "দক্ষায়ণী" নাটক দুখন প্ৰকাশ কৰিব পৰা অৱস্থাত নাই — তাৰ বহুতো পাত হেৰাল। সঃ

ধৰিছিল জীবেশ্বৰ গোস্বামীদেৱ আৰু অধ্যাপক বৰদা শৰ্ম্মাদেৱে। এতিয়া তিনিওবো মিলিত অৱদানে নাট্য শিল্পক এটা নতুন ৰূপ দিয়ে। কেইবাখনো নাটক শ্বিলং ক্লাবত ৰূপায়িত হয়। নাটৰ ভিতৰত নৰকাসুৰ, বিশ্বামিত্ৰ আদি উল্লেখযোগ্য।"

"তাৰ পাচত এটা নতুন যুগৰ সূচনা হয়। ইয়াতে চেম্নীয়াৰ ভিতৰত কেইবা গৰাকী অভিনেতাৰ মঞ্চত প্ৰথম পদক্ষেপ মন কৰিবলগীয়া। তাতে উমালাল শৰ্ম্মা (পাচত কৰ্ণেল), বদন শৰ্ম্মা (অধ্যাপক বৰদা শৰ্ম্মাৰ ভাতৃ), নীলৰঞ্জন বৰঠাকুৰ (ইন্দ্ৰেশ্বৰ বৰঠাকুৰ জ্যেষ্ঠ পুত্ৰ), অৰুণ হাজৰিকা (সমবায় বিষয়া) আদিৰ প্ৰথম অভিনয়ে গৌৰৱ আৰ্জ্জন কৰে। সমসাময়িক ভাৱে গুৱাহাটীৰো তৰুণ নাট্যমোদী সকলৰ মাজত এটা ব্যাপক জাগৰণ পৰিলক্ষিত হয়। গুৱাহাটীৰ ডাঃসুৰেন্দ্ৰ নাথ শৰ্ম্মা (পাচত মেডিকেল কলেজৰ প্ৰধান অধ্যক্ষ), বিপিন ডেকা, প্ৰদীপ চলিহাই কটন কলেজৰ পৰা তৰুণ অভিনেতাৰ শাৰী যোগ্যতাৰে পূৰায়। অসমৰ দিক চক্ৰবালত নতুনৰ জাগৰণ আৰম্ভ হয়। পুৰণি যুগৰ অৱসান ঘটে। বৰঠাকুৰকে আদি কৰি লব্ধ প্ৰতিষ্ঠ অভিনেতা মণ্ডলীয়ে মঞ্চৰ পৰা আঁতৰি যাবলৈ যোগাৰ কৰে। আজীৱন অবৈতনিক শিল্পী ৰূপে উদাৰ ভাবে নাট্য অৱদান যোগাই নতুনক আদৰিবলৈ এই স্মৰণীয় বাৰেবাৰেণ্য ব্যক্তি সকল সাজু হয়।"

১৯৩৬ চন। শ্বিলঙৰ পাচত এই নাট্য প্ৰতিভাৰ কৰ্ম্মস্থান গোৱালপাৰাত হয়। গোৱালপাৰাত কেইবামাহো হৃৎপিণ্ডৰ অসুখত ভোগে। যাহওক, অসুখীয়া শৰীৰেৰে তেওঁ পি. আৰ. গৱৰ্ণমেণ্ট হাইস্কুলৰ ছাত্ৰ সকলৰ হতুৱাই Shakespear ৰ "Julius Caeser", "Merchant of Venice" আদি নাটৰ কেইবাটাও খণ্ড দৃশ্য ইংৰাজীতে অভিনয় কৰোৱাই সকলোৰে পৰা প্ৰশংসা পাইছিল। অসমীয়াৰ উপৰিও Tennyson, ৰবীন্দ্ৰনাথ আদিৰ কবিতা আবৃত্তি কৰোৱাই সকলোকে আনন্দ দিছিলে। গোৱালপাৰাত কেইবাজনো সঙ্গীতজ্ঞৰ লগত শাস্ত্ৰীয় সঙ্গীত চৰ্চ্চা কৰি তেওঁ 'গীতালী'ৰ গীতৰ পুথিলৈ মূল্যবান সমল গোটালে।

১৯৩৯ চন। এইবাৰ বৰঠাকুৰৰ কৰ্ম্ম জীৱনৰ আৰম্ভ হয় উত্তৰ লক্ষীমপুৰত। সেই সময়ত তেওঁৰ অসুখীয়া শৰীৰ। তথাপি পূজাৰ সময়ত এবাৰ যোৰহাটলৈ গৈ শেষবাৰৰ বাবে যোৰহাটৰ শিল্পী সকলোবৈসেতে মিলি অভিনয় কৰে।

উত্তৰ লক্ষীমপুৰত অসম সাহিত্য সভাৰ অধিবেশনত কণ কণ ল'ৰা-ছোৱালীহঁতক গীত নাচ শিকাই সাংস্কৃতিক সভাত প্ৰদৰ্শন কৰোৱাই সকলোকে সন্তোষ দিয়ে। সভাত সভাৰ প্ৰতিনিধি সকলক স্বাগত-সম্ভাষণ জনাবলৈ তেওঁ ৰচা ধেমেলীয়া বক্তৃতা এটা ছাত্ৰ এজনে ধুনীয়া অভিনয়েৰে শুনাই শ্ৰোতাসকলৰ মাজত হাঁহিৰ খলক তুলিছিল। (দ্ৰষ্টব্যঃ- "চিন্তামণি" পুথিৰ কবিতা 'ক্ষমাৰ মিনতি'।)

১৯৪০ চন। তেওঁ নগাবঁলৈ বদলি হয়। "নগাৱঁত থকা কালত কণ কণ ল'ৰা-ছোৱালী আৰু তৰুণ সকলক বিশেষ প্ৰশিক্ষণ দি গীত আৰু নাচৰ পৰিকল্পনাৰে এটা আলোড়নৰ সৃষ্টি কৰে। 'শৰত অধিবেশন'ত অনুষ্ঠিত বৰঠাকুৰৰ সঙ্গীত আৰু আবৃত্তিৰ নতুন আলেখ্যই নগাওঁ কলামোদী সকলক এটা স্থায়ী নাট্য ৰূপৰ সন্ধান দিয়ে।"

নগাঁৱত তেওঁৰ গীতি নাটিকা 'মধু মালিকা' সাফল্যতাৰে মঞ্চস্থ কৰোৱাই ৰাইজক আনন্দ দিয়ে। নাটিকাখনৰ পৰিচালনাত তেওঁ নিজে আৰু ৰূপ সজ্জা আৰু আলোক নিয়ন্ত্ৰণত আছিল শিল্পী যুগল দাস।

নগাঁৱত থকা দিন কেইটাত তেওঁ শিক্ষাবিদ,অভিনেতা পুৰণিগুদাম উচ্চ ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক (পিচলৈ ডিব্ৰুগড়ৰ চৰকাৰী উকিল) পুষ্প কান্ত বৰকটকীৰ লগত ভাৰতীয় আৰু বিশ্বৰ নাটক আৰু অভিনয়ৰ বিষয়ে গভীৰ আলোচনা কৰে আৰু ছাত্ৰ সকলক যুগৰ লগত খাপ খোৱাকৈ অভিনয়ৰ শিক্ষা দিয়াৰ পৰিকল্পনা কৰে। দুয়ো জীৱনৰ শেষ ভাগলৈকে অসমৰ নবীন অভিনেতা সকলক সেই পৰিকল্পনা মতে অভিনয়ৰ শিক্ষা দিয়ে।

১৯৪৩ চন। নগাৱঁৰ গৱৰ্ণমেণ্ট স্কুলৰ প্ৰধান শিক্ষকৰ বাবৰ পৰা অৱসৰ লৈ বেবেজীয়াৰ হাই স্কুলৰ প্ৰধান শিক্ষক হয়। তাতে তেওঁ অস্থায়ী নাট মঞ্চত 'কাশ্মীৰ কুমাৰী' আৰু 'শকুনিৰ প্ৰতিশোধ' তৰুণ সকলৰ হতুৱাই অনুষ্ঠিত কৰাই নাট্য জগতত গাৱঁৰ সকলোকে ভাগ লবলৈ উৎসাহ দিয়ে।

১৯৪৩ চন। বেবেজীয়াত থাকোতে গোৱালপাৰাৰ বিজনী ষ্টেটৰ ৰজা ঘৰৰ আৰু তেতিয়াৰ বিজনীৰ দেৱান কবি সাহিত্যিক দুৰ্গেশ্বৰ শৰ্ম্মাৰ আমন্ত্ৰণত অভয়াপুৰী ছোৱালীৰ উচ্চ স্কুলত দুবছৰ মান শিক্ষকতা কৰে। সেই সময়ত তাৰে

তৰুণ দলক 'ৰাজ নৰ্ত্তকী' নাটখন সাফল্যতাৰে ৰূপায়িত কৰাত তেওঁ সকলো ফালৰ পৰা সহায় কৰে। নাট্য মঞ্চত খণ্ড দৃশ্য সেই নাটকত কেনে ধৰণৰ হব লাগে নবীন শিল্পী সকলক তাৰো মূল্যবান উপদেশ দিয়ে।

অভয়াপুৰীৰ দুৰ্গা পূজাৰ সময়ত পূজা দৰ্শন কৰিবলৈ অহা এগৰাকী সন্ন্যাসী সঙ্গীতজ্ঞৰ লগত কেইবা দিনো শাস্ত্ৰীয় সঙ্গীতৰ আলোচনা কৰে। তেওঁৰ গীতৰ লগত বৰঠাকুৰে তবলাৰে সঙ্গত কৰাও আমাৰ মনত আছে। সেই সন্ন্যাসীৰ পৰা তেওঁ ভাৰতীয় সঙ্গীতৰ দুটামান সুৰ একগ্ৰতাৰে 'গীতাঞ্জলী' পুথিখনৰ বাবে অধ্যয়ন কৰে। প্ৰায়ে আবেলি তেওঁ দেৱান দুৰ্গেশ্বৰ শৰ্ম্মাদেৱৰ সৈতে অভয়াপুৰীৰ দেৱানৰ ঘৰত পিচফালৰ বাৰীত পকা বগৰি বুটলি বুটলি কণ কণ ল'ৰাৰ দৰে বনগীত গোৱা আমি শুনিছিলোঁ। তাৰ মাজতে আকৌ গহীন হৈ দুযো নাট আৰু সাহিত্যৰ গভীৰ আলোচনাত ব্যস্ত হৈ পৰিছিল।

ৰজাঘৰৰ দুৰ্গা পূজাৰ প্ৰতিমা গঢ়ণত সহায় কৰাৰ কথা আমাৰ মনত আছে।

১৯৪৬ চন। বৰঠাকুৰ অভয়াপুৰীৰ পৰা যোৰহাটলৈ উলটি আহে। তেওঁ আহিয়েই যোৰহাটৰ নিজৰ পৰিয়ালৰ ল'ৰা-ছোৱালীবোৰক লৈ নাট্যকাৰ ব্ৰজেন বৰপূজাৰীৰ 'জন্মাষ্টমী' নাটখন চোলাধৰাৰ অস্থায়ী ৰঙ্গমঞ্চ এটাত অনুষ্ঠীত কৰায়। অভিনয় মনমোহা হৈছিল। যোৰহাটত এনে ধৰণেৰে নিজৰ পৰিয়ালৰ ভিতৰত পতা নাট বোধকৰো সেয়ে প্ৰথম। সেই বছৰতে ভাৰতৰ দিগ্‌বলয়ত এটা নতুন যুগৰ ৰেণুনি। পৰ পদানত আমি আৰু দুৰ দোৱাঁহি থাকিব নেলাগিব। আৰু মাথোন এটা বছৰ, — এটা বছৰৰ পাচতেই মুক্তি সূৰুযৰ জ্যোতিৰে ভাৰতৰ আকাশৰ পাৰ নধৰা হব। সেই জ্যোতিৰ ঢলে আকাশৰ পাৰ ভাঙি আহি আমাৰ দুশ বছৰৰ পৰাধীনতাৰ গ্লানিবোৰ উটুৱাই লৈ যাব। — আমি স্বাধীন হ'ম !

সেই দিনটোৰ কথা ভাবি ভাবি আনন্দৰে সকলোৰে হিয়া উপচি পৰিল, হাঁহিৰে সকলোৰে মুখ নধৰা হ'ল। উল্লাহ-মালহত সেই আনন্দৰ সেই হাঁহিৰ ভাগ সকলোকে বিলাই দিবলৈ মাধ্যম বিচাৰি বিচাৰি যোৰহাটৰ বিভিন্ন সাংস্কৃতিক অনুষ্ঠানৰ নবীন প্ৰবীন শিল্পীৰ দলে খোৱা শোৱাৰ কথা পাহৰি গ'ল।

তেনে এটা অৱস্থা যোৰহাটৰ বাণী সম্মিলনৰ শ্ৰষ্টা বকুলবনৰ কবি আনন্দ বৰুৱাৰো হৈছিল। অলপ সকাহ পাম বুলি তেওঁ বৰঠাকুৰৰ কাষ চাপিলে। বৰঠাকুৰ মানুহ জনাৰ ব্যক্তিত্বৰ মাজত নিজকে আৰু আনকো প্ৰকাশ কৰাৰ পৰা অফুৰন্ত শক্তি এটা থকাৰ সম্ভেদ বৰুৱাদেৱে পাইছিল। সেয়ে তেওঁ বৰঠাকুৰক কণমানো সময় জিৰাবলৈ নিদিলে। টানি আজুৰি যোৰহাটৰ ন-পুৰণি সাংস্কৃতিক অনুষ্ঠান বিলাকৰ মাজলৈ, বিশেষকৈ বাণী সম্মিলন খনলৈ তেওঁক লৈ আহি দাবী কৰিলে ন-যুগৰ উৎসৱৰ বাবে তেওঁৰ পৰা নতুন গীত নতুন নৃত্য-নাচৰ পৰিকল্পনা, আবৃত্তিৰ বাবে অসমৰ, ভাৰতৰ বীৰ সন্তান সকলক লৈ কবিতা আৰু বহুতো ভাল 'কিবা-কিবি' লাগে।

নতুন গীতটি কবি গুৰু ৰবীন্দ্ৰ নাথৰ জন গন মন জাতীয় সংঙ্গীতৰ দৰে হলে ভাল হয়। সেই গীতেৰেই উৎসৱ আৰম্ভ কৰিব।

বৰঠাকুৰৰ প্ৰাণৰ মাজত যেন গীত আৰু কবিতাৰ ফল্গু ধাৰা এটা অনবৰত বৈ আছে। সেই ফল্গুধাৰাৰে পৰা "জগ জোতন ভাৰত মাতা -----" ( দ্ৰষ্টব্যঃ- গীতাঞ্জলী।) বোলা ব্ৰজবুলি গীতটি আনি সজাই পৰাই বাণী সম্মিলনত দিলে।

১৯৪৭ চন। স্বাধীনতা দিবস। যোৰহাটৰ নাটঘৰৰ ৰঙ্গমঞ্চত বৰঠাকুৰৰ পৰিচালনাত পশ্চাৎ পটত মুক্তি-সূৰ্য্যৰে জিলিকি থকা ভাৰতবৰ্ষৰ আকাশখনৰ তলত কণ কণ ল'ৰা ছোৱালীবোৰে, নৃত্যৰ লগে লগে মৌ মিঠা সৰল ব্ৰজবুলিৰে গোৱা সেই গীতটিয়ে নাট ঘৰত এটা পবিত্ৰ স্বৰ্গীয় পৰিস্থিতিৰ সৃষ্টি কৰিলে। সেই সময়তে তেওঁ নিভাজ অসমীয়াৰে এই গীতটিও ৰচনা কৰিলে,—

"আই মোৰ কি বাটে আহিলা উৰি।
পাৱত নুফুটিলে হিলৈৰে খুন্দুৱা
কেঁচা তেজত নিদ্দিলা ভৰি -----"

(দ্ৰষ্টব্য ঃ- গীতাঞ্জলী।)

শৰাইঘাটৰ ৰণ থলীৰ পৰা কঢ়িয়াই অনা বীৰ লাচিতৰ অমৰ বাণী 'দেশতকৈ মোমাই ডাঙৰ নহয়' তেওঁ ১৯৪৩ চনতে ৰচা। 'শৰাইঘাট' কবিতাটি (দ্ৰষ্টব্য ঃ- চন্দ্ৰমল্লিকা) সেই উৎসৱত অভিনেতা বংশী বৰগোঁহাইয়ে (পিচত কৰ্ণেল) বীৰৰ দৰে আবৃত্তি কৰি নাট ঘৰৰ সকলোকে মন্ত্ৰ মুগ্ধ কৰি ৰাখিছিল।

ইয়াৰ উপৰিও উৎসৱত শিল্পী সকলৰ শাস্ত্রীয় নৃত্য, সত্ৰীয়া নাচ, শকুন্তলা নাট আদি তেওঁৰ সহায়ত ৰূপায়িত হৈছিল।

সেই উৎসৱ কেৱল যোৰহাটৰ নাট ঘৰতেই আবদ্ধ হৈ থকা নাছিল। যোৰহাটৰ কেছাৰী মৈদামত মুকলি আকাশৰ তলত আৰু এখন নাট হৈছিল। নাটখন হ'ল– 'Fancy Foot Ball Match' – Match খনৰ ৰেফাৰী, পাদুৰী চাহাবৰ পোছাকেৰে অভিনেতা মিত্ৰদেৱ মহন্ত আৰু পাঠানৰ পোছাকত বৃহৎ বপুৰে ইন্দ্ৰেশ্বৰ বৰঠাকুৰ খেলুৱৈৰ এটা দলৰ এজন গ'ল ৰখিয়া। আন আন বেশত আন আন শিল্পী সকল। পাদুৰী চাহাবে খেলখন আৰম্ভ হোৱাৰ আগতে হাতত ফুটবল এটা লৈ খেল পথাৰখন এপাক মাৰি দুয়োদল খেলুৱৈৰ মাজলৈ গৈ দৰ্শকৰ সকলোৱে শুনাকৈ 'ভেঁপো' চুঙাৰে চিঞৰি চিঞৰি ক'লে "GOD SAYS, LET THERE BE FOOT BALL AND THERE IS FOOT BALL" তাৰ পাচত বলটো দুয়ো দলৰ মাজতে পেলাই দিলে। খেল আৰম্ভ হ'ল। দৰ্শকৰ মাজত হাঁহিৰ এটা ভাবিব নোৱাৰা জোৱাৰ,– সেই হাঁহিৰ জোৱাৰ যোৰহাটত বহু দিনলৈ আছিল। ইয়াতে এটা মন কৰিবলগীয়া কথা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ পাঠানৰ পোছাকটো আৰু মিত্ৰদেৱ মহন্তৰ পাদুৰী চাহাবৰ পোছাকটো যোৰহাট নাটঘৰৰ পেৰাত ১৯২১ চন মানৰ সংৰক্ষিত হৈ আছিল আৰু তাৰ পৰাই শিল্পী অভিনেতা সকলে প্রয়োজন অনুসৰি বিচাৰি লৈছিল।

ইয়াৰ পাচত বৰঠাকুৰৰ সাময়িক জিৰণিৰ দিন। কিন্তু তেওঁ তথাপি অধ্যয়ন, প্রবন্ধপাতি, গীত, কবিতা আদি লিখাত ব্যস্ত হৈ থাকিল। নিজৰ দেশখন আৰু দেশৰ বীৰ সন্তান সকলক লৈ বহুতো কবিতা লিখিলে।

১৯৫০ চন। যোৰহাটত বৰঠাকুৰৰ তৃতীয় পুত্ৰ অভিনেতা, নাট্যকাৰ 'তাজৰ ৰচনা' 'ৰঙা মদাৰ' আদি নাটৰ ৰচক ভুবন ৰঞ্জন বৰঠাকুৰৰ প্রচেষ্টাত 'মিলিত শিল্পী সমাজ' গঠিত হয়। সেই সমাজৰ সু-গায়ক মহিবুদ্দিন আহমেদ (তগৰ) 'ৰঙা পুলিচৰ' ৰচক অভিনেতা ৰমেশ শৰ্ম্মা, অমৰ বৰদলৈ, নন্দেশ্বৰ বৰুৱা, অভিনেতা আৰু পৰিচালক আব্দুল মজিদ, অভিনেতা তিলমিজুৰ ৰহমান, নেইমুদ্দিন আহমদ, শিল্পী হীৰা, শিল্পী গীতিকাৰ নুৰুল আদিয়ে ইন্দ্ৰেশ্বৰ বৰঠাকুৰক সমাজৰ নাট্য, নৃত্য আৰু সঙ্গীতৰ গুৰুৰ আসনত বহিবলৈ আমন্ত্রণ কৰিলে।

**এটা স্বৰ্গীয় দৃশ্য !**

গুৰুৰ আসনত ঋষিতুল্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, থাপনাত ভৰত নাট্যশাস্ত্র আৰু সমুখত উদীয়মান অভিনেতা, অভিনেত্রী আৰু নবীন শিল্পীৰ দল। আকৌ ব্যস্ততাৰ দিন ! দুটা নাট্যশালাৰ সৃষ্টি,— এটা যোৰহাট নাটঘৰত আনটো যোৰহাট তৰাজানৰ তেওঁৰ দ্বিতীয় পুত্ৰ নিত্যৰঞ্জন বৰঠাকুৰৰ বাস ভৱনত।

ভৰত নাট্যশাস্ত্রৰ জ্ঞানেৰে আৰু নিজৰ অভিনয়ৰ অভিজ্ঞতাৰে শুভ দিন এটাৰ মাঙ্গলিক মূহুৰ্ত্তত তেওঁ সমাজৰ শিল্পী দলৰ প্ৰশিক্ষণ আৰম্ভ কৰি দিলে প্রাঞ্জল আৰু প্রয়োজনীয় উপদেশেৰে —

(১) নাটঘৰ-মন্দিৰ, মচ্জিদ আৰু গীৰ্জ্জা ঘৰৰ দৰে পবিত্র। অপবিত্র মনেৰে, মলিন সাজেৰে কেতিয়াও নাটঘৰলৈ নাহিবি।

(২) মদ পান কৰি নাইবা মাদক দ্রব্য খাই কেতিয়াও নাটঘৰৰ চাৰি সীমাত ভৰি নিদিবি।

(৩) ধুম পানে বায়ু দূষিত কৰে। নাটঘৰত ধুম পান নকৰিবি।

(৪) নাটৰ পৰা স্বৰ্গীয় সুখ পাবলৈ নাটঘৰত ইন্দ্রিয় সুখৰ কথা নেভাবিবি।

(৫) 'মই-বৰ' ভাব লৈ এই কলা বিদ্যাৰ শিক্ষা লবলৈ নাহিবি।

(৬) 'দৃঢ় সময়ানুবৰ্ত্তিতা' কেৱল অভিনয়ৰ দিনাখনেই নহয় আখৰাৰ দিনাও প্রয়োজন।

(৭) নাট্য শালাৰ 'কাৰ্য্য ক্রম' আৰু 'কাৰ্য্য নিয়ম' সদায়ে মানি চলিবি।

(৮) নাট্য শিক্ষাই পঢ়াশালিৰ পাঠ্যক্রমত কোনো ব্যাঘাত জন্মাবলৈ নিদিবি।

(৯) মনত ৰাখিবি মন আৰু শৰীৰৰ সুস্থতা আৰু সবলতাই আঙ্গিক, বাচিক আৰু সাত্বিক অভিনয় প্রদর্শনত সদায়ে শক্তি যোগায়।

(১০) অভিনয়, নৃত্য আৰু গীতৰ অ-আ, ক-খ কেইটা শিকিয়েই বৰ জনাটো হৈ তহঁতে 'ওস্তাদি জাহিৰ'

কৰিবলৈ নেযাবি। মানুহে ওবে জীৱনতো সাধনাৰ কলা বিদ্যাৰ কথা জানি শেষ কৰিব নোৱাৰে, ওস্তাদ হোৱাতো দূৰৰ কথা।

এই দহোটা উপদেশ তেওঁৰ ছাত্ৰ এজনে বাইবেলৰ Sermon on the mount ৰ 10 Commandments ৰ দৰে ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ নাট্যশালাৰ পৰা 10 Commandments বুলি বহী এখনত টুকি থৈছিল।

ইয়াৰ লগতে বৰঠাকুৰৰ আনকেইটামান প্ৰয়োজনীয় উপদেশো উল্লেখ কৰা উচিত হব —

"ৰঙ্গমঞ্চত মৃত দেহৰ ভাও বা ৰক্তপাতৰ দৃশ্য বৰ প্ৰয়োজন হলেহে প্ৰদৰ্শন কৰিবি। এনে ভাও বা দৃশ্য প্ৰদৰ্শন কৰিলেও অতি কম সময়ৰ বাবে হব লাগে। কিয়নো এনে দৃশ্য বেচি সময় দেখুৱালে কৰুণ পৰিস্থিতি এটাৰ কাৰুণ্য হেৰায়, তাৰ গভীৰতা নবঢ়ায়। এনে দৃশ্য আন প্ৰকাৰেহে দৰ্শকক বুজাবলৈ চেষ্টা কৰিবি। যেনে মৃত্যু বুজাবলৈ জ্বলি থকা চাকী এটা নুমাই যোৱা বা ৰজাঘৰৰ বা দেশৰ নেতা আদিৰ মৃত্যুত অৰ্দ্ধনিম্ন পতাকা বা আন উপায়েৰে দেখুৱাবি। সেইদৰে, জ্বলি থকা চিতাৰ জুই নিচেই কম সময় দেখুৱাবি। বেচি সময় দেখুৱালে দৰ্শকে সহিবলৈ টান পায়। দুখত হিয়া ভুকুৱাই কান্দি কাটি মাটিত বাগৰি কেৰাটাও মুহূৰ্ত্ত পাৰ কৰাই দিলে দৰ্শকৰ মনলৈ অশান্তিহে আহে, সমবেদনা নোপোজায়।

যৌন লিপ্তৰ অভিনয় চুম্বন, আলিঙ্গন লজ্জাকৰ আভৰণ আদিৰ প্ৰদৰ্শন ৰঙ্গমঞ্চত নকৰিবি।"

'দৃঢ় সময়ানুবৰ্ত্তিতা' তেওঁ নিজেই আখৰে আখৰে পালন কৰিছিল। সমাজৰ নাট্যাভিনয় যাতে ঠিক সময়মতে আৰম্ভ হয়। ৰঙ্গ মঞ্চৰ আঁৰ-কাপোৰৰ সিটো ফালে প্ৰেক্ষাগৃহত বহি ঘড়ীৰ কাটাই কাটাই বৰ কাঁহ বজাই তেওঁ আঁৰ-কাপোৰ তুলিবলৈ সঙ্কেত দিছিল। সেয়ে সময়মতে ৰঙ্গমঞ্চৰ আঁৰ-কাপোৰৰ আঁৰত সকলো ভাৱৰীয়াই সাজু হৈ থাকিবলৈ বাধ্য হৈছিল।

**নৱৰস আৰু আঙ্গিক অভিনয় ঃ**

নৱৰসৰ অভিনয়ত মুখৰ মাংস-পেশী, চেলাউৰি, চকু, ওঁঠ, গ্ৰীৱা, দেহ আৰু হাত ভৰিৰ বিশেষ ৰস বোৱাই আনিবলৈ ইটোৰ লগত সিটোৰ ওতঃপ্ৰোত সম্বন্ধৰ কথা ভালদৰে বুজাই দিছিল। সকলোৱে আচৰিত হৈছিল তেওঁ কেনে ধুনীয়াকৈ শৃঙ্গাৰ, কাৰুণ্য, বীৰ, বিভৎস, ৰুদ্ৰ, হাস্য আদিৰ ৰসবোৰ চকুৰ চাৱনিৰে, চেলাউৰি দুয়োটাৰে, ওঁঠৰ বিভিন্ন ভঙ্গীৰে, চকুৰ তলৰ দুয়ো গালৰ সঙ্কুচিত আৰু সংপ্ৰসাৰিত মাংস পেশীৰে, গ্ৰীৱা ভাঙি ভাঙি দেখুৱাই সকলোকে বুজাইছিল।

সেই বিভিন্ন ভাৱৰ লগতে মিলি যোৱাকৈ বাউসী, হাতৰ আৰু শৰীৰৰ অঙ্গি-ভঙ্গী আৰু পদ চালনাৰ কথা বুজাই দিছিল।

শিকাই থাকোতে কেতিয়াবা উত্তেজিত হৈ ভৰত নাট্য শাস্ত্ৰখন দেখুৱাই বেলেগ বেলেগ ভাৱৰ আঙ্গিক অভিনয়ৰ বিধান বোৰৰ কথা কৈ গৈছিল — "চা চোন ভৰত মুনিএ কি সুন্দৰকৈ কৈ গৈছে। তোৰ যদি বৰ খং উঠিছে! অশান্তিয়ে অমূৰি কৰিছে! কি কৰোঁ কি নকৰোঁ ভাবে তোক উত্ৰাৱল কৰিছে ভাবি লবি, বহু ৰবলে তোৰ উৰুত, বাউসীত, গালত, ডিঙিৰ পিচফাল আদি অংশত দংশন কৰিছে। তই খং আৰু অশান্তিৰ ভাব মুখত ফুটাই উৰু, বাউসী, ডিঙিৰ পিচফাল আদি অংশত এবাৰ এখন এবাৰ আনখন হাতৰ তলুৱাৰে আঘাত কৰি সেই ৰবল বোৰ মৰাৰ অভিনয় কৰিবি। তোৰ ভাব দৰ্শকে নবুজি নোৱাৰে।"

**অভিনয়ত পদচালনা ঃ**

তাৰ পিচত প্ৰদৰ্শন কৰিলে ৰজাৰ, বীৰৰ, বৰ বৰ বিষয়াৰ, লম্পটৰ, কাপুৰুষৰ আদি বিভিন্ন চৰিত্ৰৰ খোজ কাটল, — বেলেগ বেলেগ পৰিস্থিতিত কেনে ৰূপ হব লাগে; আনকি তেওঁ কণ কণ ল'ৰা-ছোৱালীৰ পৰা আৰম্ভ কৰি বুঢ়া ককা আৰু বুঢ়ী আইতা জনীৰো খোজবোৰ কেনে হব লাগে তাৰো প্ৰদৰ্শন কৰিলে।

**ৰঙ্গমঞ্চত দৰ্শকৰ ভাৱত ঃ**

একো নকৰি থিয় বা বহি থকিলে বেলেগ বেলেগ পৰিস্থিতিত কি ভঙ্গীৰে থাকিব লাগে সহজকৈ বুজাই দিছিল।

**নব ৰসৰ প্ৰদৰ্শন ঃ**

কেনে ধৰণেৰে নৃত্যত, পৌৰাণিক নাটত, তাতোকৈ প্ৰাঞ্জলকৈ বুৰঞ্জীমূলক নাটত আৰু অতি সৰলকৈ সামাজিক নাটত ৰূপায়িত কৰিব লাগে তাৰো এটা এটা আভাস দিছিল।

**অভিনয়ত স্বাভাৱিক কণ্ঠস্বৰ (বাচিক অভিনয়ত) ঃ**

অতি প্ৰয়োজন নহলে অভিনয়ত মৃদু শব্দগ্ৰাহী যন্ত্ৰ– (mirco phone –যিটোক ইন্দ্ৰেশ্বৰ বৰঠাকুৰে 'মাইকা' বুলি নামাকৰণ কৰিছে) ব্যৱহাৰ কৰা পচন্দ নকৰিছিল (দ্ৰষ্টব্যঃ– গীতালী)। তেওঁ লক্ষ কৰিছিল এই যন্ত্ৰৰ মাজত অভিনেতা আৰু অভিনেত্ৰীৰ নিজৰ স্বাভাৱিক কণ্ঠস্বৰবোৰ হেৰাই যায় আৰু অনেক সময়ত বিকৃত হৈ পৰে। অৱশ্যে তেওঁৰ দিনত 'মাইকা'বোৰ সিমান উন্নত ধৰণৰ নাছিল। সদায়ে তেওঁ ছাত্ৰ সকলক উপদেশ দিছিল "চেষ্টা কৰ, সাধনা কৰ, দেখিবি ৰঙ্গমঞ্চত তই ফুচ্ ফুচাই কোৱা কথাও প্ৰেক্ষাগৃহৰ শেষ প্ৰান্তত বহি থকা শ্ৰোতা সকলেও ভালকৈ শুনিছে। এইবোৰ কৰিবলৈ তোৰ কণ্ঠস্বৰ কৃত্ৰিম কৰিব নেলাগে, স্বাভাৱিক স্বৰেৰে পাৰিবি।"

**অভিনয়ত ৰূপ সজ্জা ঃ**

ৰূপ সজ্জাত তেওঁ সিদ্ধহস্ত। কেৱল সমস্যা হ'ল তেওঁৰ সেই সময়ত দুয়োখন হাতৰ বাককৈয়ে কঁপনি আছিল। সেয়ে তেওঁ ৰূপ সজ্জাত ৰাপ থকা দুজনমান শিল্পীৰ হতুৱাই সেই কলা-বিদ্যাৰ শিক্ষা দিয়াইছিল।

তেওঁৰ ৰূপ সজ্জা নাট্য শাস্ত্ৰ সম্মত। নৃত্য শিল্পী আৰু পৌৰাণিক নাটৰ ভাৱৰীয়া সকলৰ মুখৰ ৰঙ সেই সকলৰ চৰিত্ৰৰ ওপৰত নিৰ্ভৰ কৰে। পবিত্ৰ আৰু ভাল চৰিত্ৰৰ ভাও লোৱাজনৰ মুখ নীলাভ আৰু অসৎ চৰিত্ৰ, লম্পট আৰু মদপীৰ দুয়ো গাল নাকটোৰে সৈতে ৰঙচুৱা হব। তেনেদৰে বিভিন্ন চৰিত্ৰৰ ভাও লোৱা সকলৰ মুখত বিভিন্ন ৰঙৰ আভাস। বুৰঞ্জীমূলক আৰু সামাজিক নাটত সেই ৰূপৰ কিছু সাল সলনি হব। মন কৰিবলগীয়া কথা, মদপীৰ গাল দুয়োখন নাকটোৰে সৈতে ভাৱৰীয়া নহলেও সদায়ে এনেয়ে ৰঙচুৱা।

ডেকা গাভৰুৰ গাল দুয়োখনত আৰু কপালত মাথোন দুডাল মান আঁক মাৰি কেনেকৈ সহজে বয়সীয়াল কৰিব পাৰি আৰু বয়সীয়ালৰ কেনেকৈ বয়স কমাব পাৰি তাৰ কৌশল; অন্ধ চকু, সোলা মুখৰ আভাস; চুটি নাক দীঘল কৰাৰ, দীঘল নাক চুটি কৰাৰ 'কায়দা' আনকি বুৰঞ্জীত প্ৰকাশ পোৱা ছবিৰ পৰা বা আলোকচিত্ৰৰ পৰা কেনেকৈ ৰঙ্গমঞ্চৰ চাহজাহানক হুবহু 'চাহজাহান', আকবৰক হুবহু 'আকবৰ' বা *East* India Company ৰ ফিৰিঙী চাহাব বোৰক হুবহু একে ৰূপেৰে কেনেকৈ ৰূপদান কৰিব পাৰি তাৰো বহুতো উপায় দি গ'ল।

**অভিনয়ত সাজ-সজ্জা ('আহাৰ্য্য' অভিনয়) ঃ**

অভিনয়ত ভাৱৰীয়াৰ সাজ-সজ্জা, অলঙ্কাৰ আদিৰ বিষয়ে তেওঁ সদায়ে বৰ সজাগ আছিল। আমাৰ মনত আছে এবাৰ যোৰহাট নাটঘৰৰ ভাৱৰীয়া সকলৰ এজনে ৰঙ্গ মঞ্চত মথুৰা পাগ মাৰি ওলাই অভিনয় কৰিব লাগে। মথুৰা পাগ! আমাৰ মাজত হুলস্থুল লাগি গ'ল। হয়তো বহুতে মথুৰা পাগ কি ভালদৰে জানে। কিন্তু আমাৰ সেই পাগৰ বিষয়ে ভাল জ্ঞান নাছিল। কোনোবাই ক'লে, "Sir ক (ইন্দ্ৰেশ্বৰ বৰঠাকুৰ) সোধা– Sir এ ক'ব।" সঁচাকৈয়ে Sirএ মথুৰা পাগ ভাৱৰীয়াজনৰ মূৰত মৰাই সকলোকে দেখুৱাই কেৱল মথুৰা পাগৰ কথাই নহয়, আমাৰ সত্ৰৰ, অসম আৰু ভাৰতৰ বিভিন্ন প্ৰদেশৰ বেলেগ বেলেগ লোকৰ বেলেগ বেলেগ পাগুৰীৰ এটা জ্ঞানো আমাক দিলে। নাটৰ সাজ পোচাকবোৰ নাটত উল্লেখ কৰা সময়ৰ সাজ পোচাকৰ কথা অধ্যয়ন কৰি নিৰ্ণয় কৰাটো তেওঁ পচন্দ কৰিছিল। তেনেধৰণে সেই সময়ৰ অলঙ্কাৰ, কেশ সজ্জা আদিৰ কথাও অধ্যয়ন কৰিবলৈ কৈছিল।

**অভিনয়ত দৃশ্য পট সজ্জা ঃ**

ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ দিনৰ কথা নীলৰঞ্জন বৰঠাকুৰে লিখিছে– "ৰঙ্গমঞ্চত বিভিন্ন দৃশ্য অংকিত পটে পথালিয়ে আৰু উচ্চতাই মঞ্চটো যেন জিনি যায়। নাটকত অট্টালিকা দৃশ্যৰ প্ৰয়োজন হ'লে ৰাজ প্ৰসাদৰ বিৰাট চিত্ৰ আৰু পজাৰ প্ৰয়োজন হ'লে উপযুক্ত পৰিবেশৰ মাজত পজাৰ দৃশ্য মঞ্চত তৰোৱা হৈছিল। কিছু দিনৰ পাচত এই বিৰাট বিৰাট দৃশ্য পটৰ সলনি সহজেই অনা-নিয়া কৰিব পৰা অঙ্কিত খণ্ড দৃশ্য পটৰ প্ৰৱৰ্ত্তন হয়। ক্ৰমাৎ দৃশ্য পটৰ সহায় নলগা হৈ আহিছে, – পূৰ্ণ দৃশ্য পটেই হওক বা খণ্ড দৃশ্য পটেই হওক।"

সময় অনুসাৰে ইন্দ্ৰেশ্বৰ বৰঠাকুৰে কেইবাখনো পূৰ্ণ দৃশ্য পট যোৰহাট, নলবাৰী আৰু তেজপুৰত ৰঙ্গমঞ্চ বিলাকৰ বাবে অঙ্কণ কৰে। "পূৰ্ণ দৃশ্য পটৰ লগে লগে তেওঁ তেজপুৰত কেইবাখনো খণ্ড দৃশ্য পট আঁকি দিয়ে। *আটাইবোৰ চিত্ৰপট দেখি দৰ্শকবৃন্দ মুগ্ধ হৈছিল।" শেষত*

পুনৰ যোৰহাটলৈ আহি এজন দুজন শিল্পীক খণ্ড দৃশ্য অঁকাত সহায় কৰিছিল।

**দৃশ্য বিহীন পটৰ আগত অভিনয় ঃ**

দৃশ্য বিহীন পটৰ আগত অভিনয় কৰিলে দৃশ্য পটৰ বিভিন্ন ৰঙে বা শুভ্র পট হলে ৰঙ্গমঞ্চত ভিন ভিন ৰঙৰ পোহৰে কেনেদৰে দৰ্শকৰ মনত একোটা বেলেগ ভাবৰ সঞ্চাৰ কৰিব পাৰে সেই বিষয়ে ভাবৰ ওপৰত ৰঙৰ প্ৰভাবৰ কথা সকলোকে বুজাই কলে। যেনে– আদি ৰস শ্যাম, কৰুণৰ কপোত, হাস্যৰ শ্বেত, ৰৌদ্ৰৰ ৰক্ত, অদ্ভুতৰ পীত- ---- ইত্যাদি (দ্রষ্টব্যঃ- পঞ্চ প্ৰদীপ)।

**নাট অভিনয়ত সঙ্গীত ঃ**

নাটৰ অভিনয় অন্তৰাল সঙ্গীত নাইবা base music নোহোৱাকৈয়ো হব পাৰে। বহু পৰিচালকে, কিন্তু অন্তৰাল সঙ্গীতেৰে প্ৰয়োজনীয় পৰিবেশৰ সৃষ্টি কৰাত বহুতো সহায় কৰে বুলি ভাবি তাৰ বেচি প্ৰাধান্যতা নাট অভিনয়ত দিয়ে। তেনে ধৰণৰ সঙ্গীতত পৌৰাণিকৰ পৰা আজিৰ সামাজিক নাট্যাভিনয়লৈকে সুৰ ৰচনা কৰাত ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ জ্ঞানে সঙ্গীত পৰিচালকক বহুতো সহায় কৰিব পাৰে বুলি ইন্দ্ৰেশ্বৰ বৰঠাকুৰে ভাবে। তেওঁৰ বিশ্বাস, অভিনয়ত আধুনিক সঙ্গীতৰ প্ৰয়োজন হ'লে, শাস্ত্ৰীয় সঙ্গীতৰ সুৰৰ জ্ঞানৰ ওপৰত ভেজা দি সেই সঙ্গীতৰ সুৰ দিলে বৰ মনোগ্ৰাহী হৈ পৰিব। কিয়নো, আমাৰ সঙ্গীত শাস্ত্ৰখনত এটা এটা পৰিস্থিতি, সময় আৰু পাৰিপাৰ্শ্বিকতাৰ মাজত মানুহৰ বেলেগ বেলেগ মনোভাব ৰূপায়িত কৰিব পৰা বহু বিলাক সুৰ আৰু স্বৰ (notations) ভৰি আছে, মন দি বিচাৰিলেই হয়।

শাস্ত্ৰীয় সঙ্গীতৰ লগে লগে আমাৰ আই নাম, বিয়া নাম, লোক গীতৰ সুৰবিলাক হৃদয়ঙ্গম কৰিবলৈ উৎসাহ দিছিলে। তেওঁ কৈছিল সেই মনমোহা সুৰ বিলাক জুকিয়াই ভালকৈ প্ৰয়োগ কৰিব পাৰিলে অভিনয়ৰ মাধুৰ্য্যতা নিশ্চয় বাঢ়িব।

**নাট অভিনয়ত আনন্দৰস ঃ**

অভিনয়ৰ মাজেৰে নাট্যানুৰাগীসকলে আনন্দৰস কেনেকৈ নিছিগা ধাৰেৰে দৰ্শকসকলৰ অন্তৰত বিয়পাই দিব পাৰে তাৰো দিহা তেওঁ দিছিল।

**নাচ, নৃত্য আৰু বৰঠাকুৰ ঃ**

আমাৰ নিজৰ জনজাতীয় নাচ বিলাকৰ উপৰিও ভাৰত নাট্যম, কথাকলি, কথক, সত্ৰীয়া আৰু মণিপুৰী এই ভাৰতীয় বিশিষ্ট নৃত্য ধাৰাবো বৰঠাকুৰৰ গভীৰ জ্ঞান আছিল।

তেওঁ উপলব্ধি কৰিছিল যে, এই কলা বিদ্যাত পটু হবলৈ, কোমল বয়সৰ পৰা উপযুক্ত গুৰুৰ ওচৰত শিক্ষা লব লাগিব। শিকোতা জনৰ মানসিক চিন্তা আৰু শৰীৰৰ গঢ় বিশেষ নৃত্যৰ লগত বাৰ্ককৈয়ে খাপখোৱা হব লাগিব। বহু গুণৰ ভিতৰত সুস্থ মন, সুস্থ শৰীৰ, ধৈৰ্য্যশীলতা, আত্মবিশ্বাস, সঙ্গীতৰ তাল-লয়-মানৰ ভাল জ্ঞান আৰু ঐকান্তিক একাগ্ৰতাৰ প্ৰয়োজন। নৃত্য বিদ্যা সাধনাৰেহে অধ্যয়ন কৰিব পাৰি। এই শিক্ষা বহু বছৰ বিয়পা, এমাহ দুমাহতে শিকিব নোৱাৰি। তেওঁৰ দিনত অসমত নৃত্য শিক্ষাৰ সুবিধা সমূলি নাছিল। নাচত বা কোনো অনুষ্ঠানত নৃত্যৰ প্ৰয়োজন হলে, নিজ জ্ঞানেৰে, শাস্ত্ৰীয় নৃত্যৰ মাথোন কেইটামান মুদ্ৰা আনি সহজ সৰল তাল আৰু লয়ৰে একো একোটা নৃত্যৰ পৰিকল্পনা কৰি শিকাই বুজাই, অতি কম সময়তে, শিল্পীক সেই নৃত্যৰ বাবে উপযুক্ত কৰাই দিব পৰা ক্ষমতা তেওঁৰ আছিল।

নৃত্য-গীতৰ ব্ৰতী নহলেও সঙ্গীত কলা বিদ্যা পাৰিলে অধ্যয়ন কৰিবলৈ শিল্পী সকলক উপদেশ দিছিল। কিয়নো, এনেবিলাক কলা বিদ্যা অধ্যয়ন কৰি, তাৰ জ্ঞানেৰে, নৃত্য আৰু সঙ্গীত উপভোগ কৰি নিজলৈ আৰু সেই জ্ঞানৰ ভাগ আনকো দি, এক স্বৰ্গীয় আনন্দৰ সুঁতি বোৱাই আনিব পাৰে।

**সঙ্গীত সঙ্গীতজ্ঞ বৰঠাকুৰৰ প্ৰতিভাৰ এটা অতি উজ্জ্বল দিশ ঃ**

নিপুন সঙ্গীতজ্ঞ ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ ভাৰতীয় সঙ্গীতৰ গভীৰ জ্ঞানৰ চিনাকি এই ৰচনাৱলীত সন্নিবিষ্ট কৰা হৈছে (দ্রষ্টব্যঃ- 'গীতাঞ্জলী' আৰু 'পঞ্চপ্ৰদীপ')।

তেওঁ কলেজীয়া জীৱনৰ দিন ধৰি, শিক্ষকতাৰ জীৱনৰ অৱসৰ লোৱাৰ পাচতো ১৯৫৪ চন মানলৈকে ঐকান্তিক অধ্যয়ন আৰু সাধনাৰে সঙ্গীত বিদ্যা চৰ্চ্চা কৰি 'গীতাঞ্জলী' পুথিখন ৰচে। আমাৰ বিশ্বাস এই পুথিখন সঙ্গীত জগতলৈ এটা অতি মূল্যবান বৰঙনি হব।

গীতাঞ্জলীখনত উল্লেখ নকৰা তেওঁৰ পাশ্চাত্য সঙ্গীত চৰ্চ্চাৰ দিশ এটা তলত উল্লেখ কৰিলো —

ইন্দ্ৰেশ্বৰ বৰঠাকুৰে ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ 'ধাতু' (দ্ৰষ্টব্য— গীতালীৰ 'মানৰ শৰাই') ভালদৰে জানি ১৯১৮ চন মানৰ পৰা যোৰহাটৰ বেপ্তিষ্ট্‌ মিচন স্কুলৰ, Rev. Bogg চাহাবৰ লগত, কাম কৰি থাকোঁতে পাশ্চাত্য সঙ্গীত চৰ্চা কৰিবলৈ আৰম্ভ কৰে। ১৯২৬ চনৰ পৰা তেজপুৰৰ স্কুলত শিক্ষা বিভাগত কাম কৰি থাকোতে কেইবাজনো সঙ্গীতানুৰাগীক তেওঁ লগ পায়। সেই সকলৰ সৈতে পাশ্চাত্য সঙ্গীতৰ প্ৰাইবোৰ বাদ্য যন্ত্ৰ গোটাই লৈ নিয়মীয়াকৈ পাশ্চাত্য সঙ্গীত অধ্যয়ন কৰি থাকে। এই প্ৰসঙ্গত ১৯২৭ চনত তেজপুৰত পতা স্কাউট জাম্বুৰীখনৰ আৰু অসম ছাত্ৰ সম্মিলনৰ বছৰেকীয়া অধিবেশনৰ কথা এটা উল্লেখ কৰা উচিত হব বুলি ভাবো। সাহিত্যৰথী বেজবৰুৱাদেৱে তেওঁক 'ডেকা ল'ৰা' বুলি মাতিছিল। জাম্বুৰীখনত 'মোৰ দেশ' বুলি বেজবৰুৱা দেৱে লিখা গীতটি ইংৰাজী সুৰেৰে গোৱাবলৈ তেজপুৰৰ সঙ্গীতানুৰাগী সকলে ইচ্ছা প্ৰকাশ কৰাত 'ডেকা ল'ৰাই' তেখেতৰ অনুমতি বিচাৰি চিঠি এখন দিলে। যথা সময়ত গীতটিৰ শেষৰ 'ৰা-তা-তা তা ৰা ৰা' পদ ফাকি বাদ দি গোৱাবলৈ অনুমতিও পালে। সকলোৱে তাৰ পাচত কোৱা মেলা কৰি গীতটি ধুনীয়া ইংৰাজী সুৰেৰে জাম্বুৰীত আৰু পিচত ছাত্ৰ সম্মিলনত গোৱালে। এই গীতটি এনেদৰে গোওৱাত প্ৰফুল্ল চন্দ্ৰ বৰুৱা, বিষ্ণু প্ৰসাদ ৰাভা, কমলা প্ৰসাদ আগৰৱালা আৰু কুমুদ শৰ্ম্মা আদি শিল্পী সকল জড়িত আছিল। বৰঠাকুৰে আমাক কোৱা মতে সেই সময়ৰ স্কুল ইন্সপেক্টৰ Mr. Small এওঁ হেনো ইংৰাজী সুৰ দিয়াৰ কোৱা মেলাত ভাগ লৈছিল আৰু গীতৰ সামৰণিৰ সুৰটো কেনে ধৰণৰে Low Pitch অত শেষ কৰিলে শ্ৰুতি মধুৰ হব তাৰো পৰামৰ্শ আগবঢ়াইছিল। গীতটি শুনি শ্ৰোতা সকল বিস্ময় আৰু আনন্দত বিভোল হল। তাৰ পাচতেই অসম সাহিত্য সভাই 'অ' মোৰ আপোনাৰ দেশ' নামেৰে গীতটিক অসমৰ জাতিয় সঙ্গীত বুলি গ্ৰহন কৰিলে। *

১৯৩৫ চনৰ পৰা তিনি বছৰ মান গোৱালপাৰাৰ পি,আৰ গৰ্ণমেন্ট হাইস্কুলৰ শিক্ষকতা কৰি থাকোতে সেই স্কুলৰে খৃষ্টান হোষ্টেলৰ ছাত্ৰ সকলক Drum, Trumpet, Cymbals আদি বাদ্যযন্ত্ৰ লৈ "marching band music" শিকোৱা আমাৰ মনত আছে। স্কুলৰ সমদল-যাত্ৰাত সেই ছাত্ৰ সকলে Band Music এৰে যোগ দি ৰাইজক আনন্দ দিছিল।

**ব্ৰজবুলি আৰু গীতালী ঃ**

ইন্দ্ৰেশ্বৰ বৰঠাকুৰে ব্ৰজবুলিৰ স্বৰান্ত যুক্ত শব্দ বিলাকৰ সহায়েৰে ধুনীয়া লয় আৰু ছন্দৰ মাজেৰে 'গীতালী'ৰ গীতৰ সংজ্ঞা আৰু বহুতো ব্ৰজবুলি গীত ৰচিলে। যি সকল সঙ্গীতানুৰাগীয়ে 'ব্ৰজবুলি' নেজানে সেই সকলে ড' সুকুমাৰ সেনৰ A History of Brajabuli Literature : Calcutta University (1935) পুথিখন মন দি পঢ়িলে বৰঠাকুৰৰ ৰচিত ব্ৰজবুলি গীতবোৰৰ মাধুৰ্য্য নিশ্চয় উপভোগ কৰিব পাৰিব। সেই পুথিখনত বঙ্গ দেশৰ বহুজনা বৈষ্ণৱ কবিৰ ৰচিত ব্ৰজবুলি কবিতা আৰু গীত ইংৰাজীলৈ অনুবাদ কৰা আছে। অসমৰ আৰু বঙ্গ দেশৰ 'ব্ৰজবুলি'ৰ বহুতো মিল ; কিন্তু দুয়োটা 'বুলি' সৌসাদৃশ্য হলেও অসমৰ ব্ৰজবুলি সম্পূৰ্ণ স্বতন্ত্ৰ। বঙ্গ দেশৰ 'ব্ৰজবুলি'ৰ কণমানিও প্ৰভাৱ অসমৰ 'ব্ৰজবুলি'ৰ ওপৰত পৰা নাই। ডঃ সুকুমাৰ সেনে লিখিছে "....... Assamese Brajabuli seems to have developed indpendently through direct connection with Mithila"। ইন্দ্ৰেশ্বৰ বৰঠাকুৰেও তেওঁৰ অপ্ৰকাশিত ৰচনাত একেটা কথাই লিখিছে। তেওঁ কয়, ক্ষত্ৰিয় সকলৰ মিথিলাত প্ৰচাৰিত 'বৃজ্জবুলি' আছিল। আমাৰ মহাপুৰুষ শঙ্কৰদেৱে উত্তৰাধিকাৰি হিচাপে বিদ্যাপতিতকৈও আগতে মিথিলাৰ পৰা সেই বুলি আনি অঙ্কীয়া নাট আৰু বৰগীতত ব্যৱহাৰ কৰিছিল। 'ব্ৰজবুলি' আমাৰ নিজৰ সম্পত্তি।

এইবোৰ কথা মোৰ সীমিত জ্ঞানেৰে ইয়াত লিখাটো শোভা নেপায়। ৰাইজৰ পঢ়ুৱৈ সমাজৰ যি সকলে ভালদৰে ব্ৰজবুলি জানে নিশ্চয় সেইসকলে ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ সেই বুলিৰে ৰচিত গীতবোৰৰ সমালোচনা কৰি ইয়াৰ প্ৰচাৰত সহায়তা কৰিব বুলি আশা ৰাখিলো।

গীতালীৰ মানৰ শৰাইত তেওঁ ৰচা ব্ৰজবুলি গীতৰ লগত হিন্দী শব্দ ব্যৱহাৰৰ কথাও উল্লেখ কৰিছে। তেখেতে ৰচা ব্ৰজবুলিৰ গীতৰ 'স' 'শ' 'ষ' আদি শব্দ সংস্কৃতৰ দৰে উচ্চাৰণ কৰিবলৈ ছাত্ৰ সকলক শিকাইছিল।

**চিত্ৰাঙ্কণ আৰু মৃন্ময় মূৰ্ত্তি গঢ়ণৰ প্ৰতিভা ঃ**

ইন্দ্ৰেশ্বৰ বৰঠাকুৰে নিচেই কম বয়সৰ পৰা মৃৎশিল্পী সকলৰ লগতে বহি, শিবসাগৰৰ দৌলৰ, বছৰেকীয়া জন্মাষ্টমী

* দ্ৰষ্টব্য – বেজবৰুৱা গ্ৰন্থাৱলী – দ্বিতীয় খণ্ডৰ দ্বিতীয় পৃষ্ঠা।

উৎসৱৰ নাট অভিনয়ৰ বাবে দৈবকীৰ নবজাত আঠোটা শিশুৰ কণ কণ মৃন্ময় মূৰ্ত্তি কেইবা বছৰো নিজেই গঢ়িছিল। এই মূৰ্ত্তি গঢ়ণত তেওঁ মুখৰ নাইবা অলঙ্কাৰৰ সাঁচৰ কেতিয়াও সহায় লোৱা নাছিল। নিজৰ মনে ভবা ৰূপবোৰ মৃত্তিকাৰে নিজেই ৰূপায়িত কৰি তেওঁ বৰ আনন্দ পাইছিল। এই কলা বিদ্যাই সেই কোমল বয়সৰে পৰা তেওঁৰ মনটো মূৰ্ত্তিগঢ়ণ আৰু চিত্ৰাঙ্কণৰ পিনে এনেদৰে ঢাল খুৱালে যে শেষত চিত্ৰাঙ্কণ আৰু মূৰ্ত্তিগঢ়ণো গীত আৰু কবিতাৰ ৰচনাৰ দৰে তেওঁৰ অন্তৰৰ ভাব প্ৰকাশৰ আৰু এটা প্ৰধান মাধ্যম হৈ পৰিল। 'Artists turn to painting and sculpture because what they have to express is inexpressible in words .... .... .. (The Joy of Art · Sir David Piper, Director of The Ashmolean Museum, Oxford.) ভষাৰে বুজাব নোৱাৰা সৌন্দৰ্য্যৰ ৰূপ, চিত্ৰাঙ্কণ আৰু মৃন্ময় মূৰ্ত্তি গঢ়ণৰ মাজেৰে ইন্দ্ৰেশ্বৰ বৰঠাকুৰে অতি প্ৰাঞ্জল আৰু অতি স্পষ্টকৈ সকলোৰ বাবে ৰূপায়িত কৰিবলৈ সক্ষম হৈছিল।

অসমৰ যি এজন দুজন শিল্পীয়ে তেওঁৰ পৰা এই দুয়োটা কলাবিদ্যা আন্তৰিকতাৰে শিকিছিল, তেওঁবিলাকে এই ভাব প্ৰবণ, চিন্তাশীল, শিল্প ৰসিক জনাৰ মাজত এটা তীক্ষ্ণ সৌন্দৰ্য্য বোধৰ অদ্ভুৎ উমান পাইছিল আৰু তেওঁক বিশ্ববৰেণ্য শিল্পী সকলৰ মাজৰে এজন বুলি ধৰি লৈছিল।

অসমৰ যি সকল শিল্পীয়ে তেওঁৰ পৰা এই কলা বিদ্যাৰ জ্ঞান আহৰণ কৰিছিল। সেই সকলৰ ভিতৰত অন্যতম আছিল, শিল্পী প্ৰদীপ চলিহা আৰু শিল্পী যুগল দাস। বৰঠাকুৰৰ মূৰ্ত্তি গঢ়ণৰ প্ৰতিভা দেখি বুজি চলিহাদেৱ ইমান অভিভূত হৈ পৰিছিল যে তেওঁ শ্বিলঙত থাকোতে মূৰ্ত্তি গঢ়ন শিকিবলৈ ভাল মাটি নেপাই গুৱাহাটীলৈ নামি আহি কুমাৰ মাটি জোগাৰ কৰি টোপোলাত বান্ধি শ্বিলঙত বৰঠাকুৰৰ বাস ভৱন ওলাইছিলগৈ।

শিল্পী যুগল দাস মূৰ্ত্তি গঢ়ণত আৰু চিত্ৰাঙ্কণত তেওঁৰ সোঁহাত হৈ পৰিছিল। জীৱনৰ বিয়লি বেলাত বৰঠাকুৰ দেৱে হাতৰ কঁপনিৰ পৰা মূৰ্ত্তি গঢ়ণত আৰু চিত্ৰাঙ্কণত বহুতো বাধা পাইছিল যদিও দাসদেৱৰ স্থিৰ হাত দুয়োখনৰ হতুৱাই সুক্ষ্ম ৰূপৰেখাবোৰ তেওঁ মনে ভবা ৰূপে মূৰ্ত্তিত প্ৰকাশ কৰাবলৈ সমৰ্থ হৈছিল।

চিত্ৰ আৰু মূৰ্ত্তি তেওঁৰ এই দুয়োটা সৃষ্টিত পবিত্ৰ আনন্দ আৰু সৌন্দৰ্য্যৰে ভৰি পৰিছিল।

এইখিনিতে এটা কথা উল্লেখ কৰা উচিত হব। ইন্দ্ৰেশ্বৰ বৰঠাকুৰে মূৰ্ত্তি গঢ়িছিল মূৰ্ত্তিক পূজা কৰিবলৈ নহয়। তেওঁ সদায়ে সকলোকে বুজাইছিল ভাৱতে মূৰ্ত্তিৰ পূজা নকৰে, পূজা কৰে মূৰ্ত্তিত "প্ৰকটিত হোৱা অসীম সৌন্দৰ্য্যশালী ঈশ্বৰৰ।" (দ্ৰষ্টব্য – ৰচনাৱলীৰ 'সপ্তপৰ্ণ' আৰু 'মালটী')।

"ইন্দ্ৰেশ্বৰ বৰঠাকুৰে তেওঁৰ সৃষ্টিৰ বাবে ৰাজহুৱা অনুষ্ঠানৰ পৰা কোনো পুৰস্কাৰ কিম্বা নাছিল। তেওঁৰ জীৱন কালতো কোনো এটা ৰাজহুৱা প্ৰতিষ্ঠানে তেওঁলৈ একো নাযাচিলে। কিন্তু কোনো দিনে মই তেওঁক এই ক্ষেত্ৰত অভিযোগ কৰা নেদেখিলো– সৃষ্টিৰ আনন্দতে তেওঁ যেন আজীৱন ব্যতিব্যস্ত।" (হেম চন্দ্ৰ শৰ্ম্মা, বৰঠাকুৰ মনে প্ৰাণে শিল্পী, আজিৰ অসম ১৯ চেপ্তেম্বৰ, ১৯৯৩ চন)।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ দৰে বিশ্ববিখ্যাত শিল্পী Auguste Rodin ও (১৮৪০ ১৯১৭ চন) তেওঁৰ জীৱন কালত সৃষ্টিৰ, আনন্দতে ব্যস্ত আছিল। মৃণ্ময়, প্লাষ্টাৰ, সীহ আৰু মাৰ্বল পাথৰৰ ভাস্কৰ্য্যৰ মাজেৰে তেওঁৰ সুন্দৰ সৃষ্টি প্ৰস্ফুটিত হৈছিল। বৰঠাকুৰৰ দৰে "Rodin was singularly indifferent to worldly honours, the only distinction he desired being the recognition of his work Academical honours he never sought. but he keenly appreciated the approval of his foreign admirers " (Rodin Sculptors Phaidon Press Ltd Oxford) দুয়োৰো প্ৰাণৰে সেই একে কথা, দুয়ো যেন একে পথৰে পথিক। Rodin ৰ দৰে বৰঠাকুৰেও আশা কৰিছিল যাতে তেওঁৰ সৃষ্টিক দৰ্শকে অনুমোদন কৰে আৰু Rodin ৰ দৰে তেওঁৰো keenly appreciated the approval of his foreign admirer ঘৰৰ আৰু বিদেশৰ দৰ্শক সকলে তেওঁৰ সৃষ্টিৰ শলাগ লোৱাৰ কিছু কথা তলত সন্নিবিষ্ট কৰিলোঁ।

১৯২৮ চন। এবাৰ তেজপুৰত গঢ়া দেবীৰ মৃন্ময় মূৰ্ত্তি জীয়ৰী বোৱাৰী সকলে মুগ্ধ হৈ একে থৰে চাই চাই উত্ৰাৱল হৈ প্ৰশংসা কৰা শুনিলে "এইয়া আমাৰ নিজৰ ঘৰৰ। নিজৰ! নিচেই আপোন আপোন যেন লাগিছে।" তেওঁ এদিন ৰাজহুৱা সভাত সেই প্ৰশংসাৰ কথাকে উল্লেখ কৰি কলে

"জীৱনত হয়তো শিল্পী স্বৰূপে, প্ৰশংসা পাইছিলোঁ কেবাবাৰো। কিন্তু কেৱল শিল্পৰ হৈ এনে সৰলতাৰ আৰু আন্তৰিকতাৰ প্ৰাণবন্ত প্ৰশংসা আৰু ক'ৰবাত পোৱা বুলি মনত নপৰে।"

১৯২৫ চন। তেনেদৰে নলবাৰীত তেওঁ গড়া সৰস্বতীৰ প্ৰতিমাখনে এটা বিস্ময় আৰু আনন্দৰ কল্লোল আনিছিল। – কালিদাসে জ্ঞান বিচাৰি ধ্যান কৰি থাকোঁতে হঠাৎ সমুখত উজ্জ্বল জ্যোতিৰ মাজত বিদ্যাৰ অধিষ্ঠাত্ৰী সৰস্বতী দেৱীক দেখি ভক্তি স্বৰূপে কি অঞ্জলি আগবঢ়াব ভাবি দোধোৰ মোধৰত পৰোঁতে, কাষতে শিল এডোখৰৰ ওপৰত বহি থকা আলৰ বুঢ়ী এজনীয়ে ক'লে, – 'তুমি গা ধুই পানীত বুৰ মাৰি হাততে যি পোৱা তাকে অঞ্জলি স্বৰূপে আগবঢ়োৱা।'

কালিদাসে গা ধুই পানীত ডুব মাৰি সোঁ হাতে এপাহি পদুম ফুল, আৰু বাওঁ হাতে এপাহি ভেট ফুল লৈ উঠি আহি দেৱীক সুধিলে – "মোৰ সোঁহাতে এপাহী পদুম আৰু বাওঁহাতে এপাহী ভেট ফুল, – হে 'পঙ্কজ নেত্ৰে' তোমাক পদুম পাহী লাগেনে ভেট ফুল পাহী লাগে কোৱা," ---- - জ্ঞান মুদ্ৰাৰে সমুখত সৰস্বতী দেৱী, দুয়ো হাতে ফুল দুপাহিৰে অঞ্জলি দিবলৈ তিতা গাৰে সাজু হোৱা কালিদাস আৰু শিল দোখৰৰ ওপৰত বহি থকা বুঢ়ী গৰাকী। তিনিওটা জীৱন্ত মূৰ্ত্তিৰ সমাবেশ। পৰ্ব্বতীখনত নীল আকাশৰ ওপৰত সংস্কৃতত সোনালী আখৰেৰে লিখা —

"পদ্মমেকং দক্ষিণ হস্তে বাম কৰে তস্যা উৎপলমেকম্।
কিমিচ্ছসি ব্ৰুহী পঙ্কজ নেত্ৰে কৰ্কশনালমকৰ্কশনালম্॥"

গাঁও-ভূঁই ভাগি মানুহ লৰি আহিছিল সেই মূৰ্ত্তি তিনিওটা চাবলৈ। বুঢ়ী গৰাকী হেনো এনে জীৱন্ত হৈছিল, গাঁৱৰ আইতা এজনীয়ে খুন্দনাত তামোল খুন্দি, খুন্দা তামোল সেই মূৰ্ত্তিলৈ আগবঢ়াই খুৱাবলৈ জোৰ কৰিছিল। আইতাই আগবঢ়োৱা খুন্দা তামোলখনি শিল্পী বৰঠাকুৰৰ জীৱনৰ এটা শ্ৰেষ্ঠ পুৰস্কাৰ আছিল।

ভিন ভিন সময়ত ভিন ভিন মূৰ্ত্তিত তেনে এটা এটা নতুন ভাবৰ সমাবেশ।

নগাঁও ১৯৪১ চন। শিল্পী যুগল দাসৰ সৈতে সজা সৰস্বতী প্ৰতিমাখন আন এক ধৰণৰ আছিল। কামৰ মোহত একেলগ হৈ থকা কৰ্চ্চন এহালিৰ এটিক ব্যাধে নিকৰুণ ভাবে বাণবিদ্ধ কৰি মৰাৰ দৃশ্য দেখি, বাল্মীকিৰ হৃদয়ে কান্দি পেলালে। কৰুণা আৰু সমবেদনাৰ সমন্বয়ত তেওঁৰ অন্তৰৰ পৰা বৈ আহিল এটা শ্লোক ঃ

"মা নিষাদ ! প্ৰতিষ্ঠাং ত্বম গমঃ শাশ্বতী সমা।
যৎ ক্ৰৌঞ্চ – মিথুনাদেকবধীঃ কামমোহিতম্॥"

(হেৰ ব্যাধ, এই কৰ্চ্চন হালিৰ পৰা কাম মোহিত কৰ্চ্চন এটিক যেহেতু তই মাৰিলি, এই কাৰণে কেতিয়াও তোৰ জীৱনত প্ৰতিষ্ঠা লাভ নহব।) কি মধুৰ ভাষা আৰু ছন্দৰ মিলন ! এইয়ে পৃথিবীৰ প্ৰথম ছন্দোবদ্ধ শ্লোক। এইয়ে পৃথিবীৰ প্ৰথম কবিতা।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু যুগল দাসে সেইবাৰ এই প্ৰথম কবিতাটিৰ মাজেৰে সৰস্বতীক ৰূপায়িত কৰিলে,— সোঁফালে কৰুণ সমবেদনাৰ ভাব মুখত লৈ থিয় হৈ থকা বাল্মীকি। বাওঁ পিনে অনুতাপ দগ্ধ তলমুৰকৈ ব্যাধ। তলত বাণ বিদ্ধ মৃত কৰ্চ্চনটি। মাজত প্ৰথম কবিতাটিৰ জ্যোতিৰ মাজেৰে পৰ্ব্বতীখনত নীল আকাশৰ বুকৰ মুখ চন্দ্ৰিকাৰ আগত জ্ঞানেদীপ্তা হাঁহি মুখ খনেৰে, ৰাজ হাঁহৰ ওপৰত বহি থকা সৰস্বতীৰ শুভ্ৰা ৰূপটি আৰু পৰ্ব্বতীখনত নীল আকাশেৰে উৰি অহা, দুটি বগা হাঁহে ঠোটেৰে কঢ়িয়াই অনা, সোনালী আখৰেৰে লিখা সেই প্ৰথম ছন্দোবদ্ধ "মা নিষাদ!" শ্লোকটিয়ে এটা অপাৰ্থিব আনন্দ সকলোলৈ বোৱাই আনিছিল।

কটন কলেজৰ ছাত্ৰ কালতে তেওঁৰ ব্যক্তিত্বৰ মাজত এই অসাধাৰণ কলা বিদ্যাৰ ক্ষমতাৰ পৰিচয় পাই আৰু তেওঁ আঁকা চিত্ৰপট আৰু তেওঁ গঢ়া মৃন্ময় মূৰ্ত্তি দেখি সেই সময়ৰ কলেজৰ প্ৰিন্সিপেল Mr. Sudmerson এ বুজি পালে সুবিধা পালে ইন্দ্ৰেশ্বৰ বৰঠাকুৰ শিল্পী জগতৰ এজন অগ্ৰগণ্য শিল্পী হৈ পৰিব। তেওঁ ইন্দ্ৰেশ্বৰ বৰঠাকুৰক 'ইন্দৰ' বুলি মাতিছিল। এদিন তেওঁ 'ইন্দৰ'ক ক'লে,– "ইন্দৰ তুমি চিত্ৰাঙ্কণ আৰু ভাস্কৰ্য্যৰ বিষয়ে আৰু জানিবলৈ কেইবছৰ মান ইটালীত থাকি, সেই দুয়োটা বিষয় অধ্যয়ন কৰি আহা। একো চিন্তা কৰিব নেলাগে ইটালীৰ সকলোবোৰ খৰচৰ বাবে মই তোমালৈ এটা বৈদেশীক বৃত্তি যোগাৰ কৰিছোঁ।" ইটালীলৈ যোৱাৰ সকলোবোৰ যোগাৰ প্ৰায়েই ঠিক ঠাক হ'ল। দুৰ্ভাগ্য বশতঃ তেনে সময়ত এদিন Mr. Sudmersonক কোনোবাই আহি ক'লে — "ইন্দ্ৰেশ্বৰক আপুনি বিদেশলৈ পঠিয়াবলৈ গৈ একো ভাল কাম কৰা নাই। তেওঁ বিধবা মাকৰ একেটি মাত্ৰ

সন্তান। মাকে কোনো পধ্যেই তেওঁ বিদেশত থকাটো সহিব নোৱাৰিব। ইন্দ্ৰেশ্বৰ গ'লে তেওঁৰ মাকে তোমাক শাও দিব।"

বৰঠাকুৰৰ ইটালীলৈ যাত্ৰা ইমানতে শেষ হ'ল। Mr Sudmerson এ ইন্দ্ৰেশ্বৰক মাতি আনি দুখেৰে ক'লে "তুমি তোমাৰ মাৰক এৰি ইটালীলৈ যাব নেলাগে। তুমি গ'লে তোমাৰ মাৰে মনত বৰ কষ্ট পাব।" বৰঠাকুৰৰ যোৱা নহ'ল। তথাপি তেওঁ কণমানো আক্ষেপ নকৰিলে। কিয়নো তেওঁৰ বাবে তেওঁৰ মাতৃতকৈ এই বিশ্বত আৰু কোনো বৰ আৰু আপোন নাছিল।

বৰঠাকুৰে Mr. Sudmersonএ তেওঁৰ সৃষ্টিক অনুমোদন কৰি বৈদেশীক বৃত্তি যোগাৰ কৰি দিয়াৰ কথা উল্লেখ কৰি আমাক কৈছিল– 'মই ইটালীলৈ যাব নোৱাৰিলোঁ সেই বিষয়ে কোনো আক্ষেপ নাই। বিদেশৰ এজন বিদগ্ধ পণ্ডিতে মোৰ সৃষ্টিক অনুমোদন কৰি ইটালীলৈ পঠাবলৈ মই অনুৰোধ নকৰাকৈ আৰু মই নজনাকৈয়ে মোক যে এটা বৃত্তি যোগাৰ কৰি দিছিল তাতোকৈ মোলৈ আনন্দৰ কথা আৰু কি হব পাৰে ?'

ইন্দ্ৰেশ্বৰ বৰঠাকুৰে Rodin ৰ দৰে "-----keenly appreciated the approval of a foreign admirer

**কবিতা ৰচনা আৰু কবিতা আবৃত্তি বৰঠাকুৰৰ আৰু এটা উজ্জ্বল প্ৰতিভাৰ দিশ ঃ**

ভাল কবিতা পঢ়ি, ভাল কবিতা বুজি নিজৰ বাবে আৰু আনৰ বাবে আবৃত্তি কৰি ৰসিক সকলে যি আনন্দ পায় সেই আনন্দৰ তুলনা নাই। বৰঠাকুৰ 'মনে প্ৰাণে' কবি আছিল। তেওঁৰ শিক্ষকতা জীৱনৰ এটা চখ্ আছিল বিভিন্ন অনুষ্ঠানত নিজেই কবিতা আবৃত্তি কৰি বা ছাত্ৰ সকলৰ হতুৱাই আবৃত্তি কৰোৱাই শ্ৰোতা সকলক আনন্দ দানেৰে তেওঁলোকৰ মনবোৰ অভিভূত কৰা। এনেদৰে তেওঁ ছাত্ৰ আৰু শ্ৰোতাৰে সৈতে মিলিজুলি কবিতাৰ মাজেৰে অতীন্দ্ৰিয় সুখ শান্তিৰ ৰসাস্বাদন কৰিছিল।

তেওঁৰ আবৃত্তিৰ ক্ষমতা বৰ ওখ খাপৰ আছিল। বৰঠাকুৰৰ মুখত অসমীয়া, বঙালী, ব্ৰজবুলি, সংস্কৃত আৰু ইংৰাজী কবিতা আৰু নাটৰ আবৃত্তি শুনি শ্ৰোতা সকল মুগ্ধ হৈছিল।

এই কবি জনাৰ মনৰ গভীৰ চেতনাত কবিতাৰ উৎস এটা অনবৰত প্ৰবাহিত হৈ আছিল। য'ত যেতিয়া যেনে ধৰণৰে প্ৰয়োজন হয় তেওঁৰ উৎসৰ পৰা এটা এটা কবিতাই তেওঁ বিচৰা এটা এটা ৰূপ লৈ আপোনা আপুনি বৈ আহিছিল।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ দিনত অসমত অসমীয়া কবিতাৰ ভঁৰালত আবৃত্তি কৰিব পৰা কবিতা নিচেই তাকৰ আছিল। সেয়েহে তেওঁ অৰ্থ আৰু শব্দ-ধ্বনি, তাল আৰু ছন্দেৰে মিহলাই আবৃত্তিৰ বাবে উপযুক্ত কৰি বহুতো কবিতা ৰচিছিল। প্ৰয়োজন হলে সুৰুদী অসমীয়া শব্দৰ লগে লগে এটা দুটা সংস্কৃত শব্দও খাপ খোৱাকৈ সেই কবিতা বোৰত ব্যৱহাৰ কৰিছিল।

এই ৰচনাৱলীৰ 'চন্দ্ৰ মল্লিকা' আৰু 'চিন্তামণি' তেওঁৰ প্ৰাণৰ গভীৰ চেতনাৰ পৰা চিৰ সুন্দৰৰ সাগৰলৈ বৈ যোৱা বাধাহীন দুধাৰী সুঁতি। সেই সুঁতি দুটিৰ প্ৰতিটো কবিতা তেওঁৰ গভীৰ চিন্তা আৰু সাধনাৰ এটা এটা ৰূপ। য'তেই প্ৰয়োজন নৱৰসৰ এটা এটা ৰসেৰে ৰং বোলাইছে। বিভিন্ন ৰুচিৰ ব্যক্তিৰ বাবে বিভিন্ন ভাবৰ কবিতা। কোমল বয়সৰে পৰা যে বয়সীয়াল সকললৈ কবিতাৰ এই দুটা ধাৰাত বহুতো আবৃত্তি কৰিব পৰা কবিতাৰ সম্ভাৰ।

**অসমীয়া ভাষাত 'টোটয়'* ছন্দৰ কবিতা ঃ**

ইন্দ্ৰেশ্বৰ বৰঠাকুৰে এদিনাখন সাহিত্যিক সকলৰ সৈতে 'টোটয়' ছন্দেৰে অসমীয়া কবিতা লিখা সম্ভৱ হয় নে নহয় আলোচনা কৰি থাকোঁতে সকলোৱে তেওঁক ক'লে 'টোটয়' ছন্দত অসমীয়া ভাষাৰে কবিতা লিখা অসম্ভৱ। আমাৰ ভাষাত এনেয়ে সাধাৰণ কবিতা লিখিবলৈ শব্দৰ নাটনি 'টোটয়' ছন্দ দূৰৈৰ কথা। টোটয় ছন্দত কবিতা সংস্কৃত ভাষাৰেহে লিখিব পাৰি।

বাৰটা স্বৰযুক্ত আখৰেৰে লিখা টোটয় ছন্দেৰে শ্ৰীমন্ত শঙ্কৰ দেৱ আৰু শ্ৰীমন্ত মাধৱ দেৱে বিষ্ণুৰ স্তৱ ৰচনা কৰিছিল। আমাৰ যি সকলে টোটয় ছন্দ নেজানে সেই সকলৰ বাবে মহাপুৰুষ দুজনাই ৰচা বিষ্ণু স্তৱৰ কেই শাৰী মানৰ তলত উদ্ধৃত কৰিলোঁ।

"মধু-দানৱ-বাৰণ দেৱ-ৱৰং।
বৰ-বাৰিজ-লোচন চক্ৰ ধৰং॥

(১)* দ্ৰষ্টব্য — TOTAKA HYMN · LITERARY WORKS OF SANKARDEV (PAGE 207) EARLY HISTORY OF VAISNAVA AND FAITH MOVEMENT SANKARDEVA AND HIS TIMES (MOHESWAR NEOG)

(২) ৰচনাৱলী খনত 'তোটয়' শব্দ হেমকোষৰ দৰে নিলিখি বৰঠাকুৰে লিখা 'টোটয়' শব্দটো ব্যৱহাৰ কৰিলোঁ।

ধৰণী-ধৰ-ধাৰণ ধ্যেয় পৰম ।

পৰমাৰ্থ বিদ্যা শুভনা চকৰম্ ॥ .........”

ওপৰৰ স্তৱৰ প্ৰথম শাৰীৰ শেষৰ ‘দেৱ-বৰং’ শব্দটোৰ প্ৰতিধ্বনিৰে দ্বিতীয় শাৰীৰ প্ৰথম শব্দ “বৰ-বাৰিজ...” আৰু দ্বিতীয় শাৰীৰ ‘চক্ৰ ধৰং শব্দটো তৃতীয় শাৰীৰ প্ৰথম শব্দ “ধৰণী-ধৰ” আৰম্ভ কৰা হৈছে। এনে ধৰণেৰে এটা শাৰীৰ শেষৰ শব্দ ধ্বনিৰ প্ৰতিধ্বনিৰে পিচৰ শাৰীৰ প্ৰথম শব্দৰ ৰূপ দি মহাপুৰুষ দুজনাই স্তৱৰ সৌন্দৰ্য্য বঢ়োৱা মন কৰিব লগীয়া।

আলোচনাৰ পাচত সাহিত্যিক সকল ঘৰা ঘৰি গুচি গ'ল। ‘টোটয়’ ছন্দেৰে অসমীয়াত কবিতা লিখিব নোৱাৰি! ইন্দ্ৰেশ্বৰ বৰঠাকুৰে এই কথাটো মানি নললে। “মৌ-মিঠা অসমীয়া ভাষাৰে নিশ্চয় ‘টোটয়’ ছন্দত কবিতা ৰচিব পাৰিম”– গভীৰ চিন্তাত বৰঠাকুৰ মগ্ন হ'ল। – দেখিলে তেওঁৰ মনৰ মাজত আপোনা আপুনি ৰচনা হৈ ‘টোটয়’ ছন্দেৰে সাজি কাচি ‘টোটয় পঞ্চক’ কবিতাটি এজনী ন কইনাৰ দৰে হাততে উজ্জ্বল বন্তি এগচি লৈ অসমী আইৰ ভাষাৰ দৌলৰ থাপনাত সেৱা জনালেহি। (দ্ৰষ্টব্যঃ– চন্দ্ৰমল্লিকা)

**‘টোটয় পঞ্চক’ কবিতাটিৰ আৰম্ভনি ঃ**

(এই কবিতাটিত অকাৰন্ত ব্যঞ্জনত হসন্তৰ উচ্চাৰন কৰিব নেলাগে।)

ভনিবা যদি টোটয় ছন্দ ৰচাঁ ।
ৰচি ছন্দ-অনাটন লাজ মচাঁ ।
ৰচি আপুনি খাটি কি পাতি সভা
শুভ বাৰত মানৰ পত্ৰ লভা । --------”
লভি মান্য নিজে অৱধান কৰাঁ ।
কৰি কাব্য মিছা নিগমে নমৰাঁ ।
মৰিবা ৰচিলে,— উপাহাৰ বিনে
বিনয়ে বিকিলে কিনিও নিকিনে ।

**আৰু শেষৰ দুশাৰী**

“----- তুতি টোটয় ভোজ বিনে নুশুনে;
শুনি আৰু কি তাৰিব ইন্দ্ৰ ভনে।”

মোৰ বিশ্বাস, ৰচনাৱলীত প্ৰকাশ কৰা এই কবিজনাৰ ৰচিত কবিতাবোৰ আমাৰ পঢ়ুৱৈ সমাজে অধ্যয়ন আৰু আবৃত্তি কৰি নিজে অশেষ আনন্দ পাব আৰু আনকো সেই আনন্দৰ ভাগ দিব পাৰিব আৰু ইয়াৰ মাজেদিয়েই প্ৰকাশ পাব লুপ্তপ্ৰায় হব খোজা বৰঠাকুৰৰ প্ৰকাশ ভঙ্গিমা।

**‘হেড মাষ্টৰ’ ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ শিক্ষকতা জীৱনৰ আৰু এটি উজ্জ্বল প্ৰতিভা ঃ—**

অসমৰ শিক্ষা বিভাগে এই শিক্ষাব্ৰতী পুৰুষ জনাৰ কথা কেতিয়াও পাহৰিব নোৱাৰে। অসমৰ শিক্ষা বিভাগলৈ তেওঁৰ জীৱন জোৰা অৱদানৰ তুলনা নাই। অসমৰ চৰকাৰী শিক্ষা বিভাগৰ হেড মাষ্টৰ পদৰ পৰা তেওঁ ১৯৪২ চনতে অৱসৰ ললে। তাৰ পিচত অসমৰ কেইবাখনো ঠাইত বেচৰকাৰী স্কুলৰ প্ৰধান শিক্ষকৰ পদলৈ শেষত আকৌ চাৰি বছৰ মান (১৯৫৫ চনলৈকে) অসম চৰকাৰী শিক্ষা বিভাগতে সুকীৰ্ত্তিৰে কাম কৰি সম্পূৰ্ণ অৱসৰ লয়।

তেওঁ অসমৰ যিখন স্কুলতেই শিক্ষকতা কৰিছিল ওখ পাখ শকত আৱত দেহ আৰু ওখ মনটোৰে সেই স্কুলখনতেই গাম্ভীৰ্য্যতা আৰু শান্ত পবিত্ৰ পৰিবেশ এটাৰ সৃষ্টি কৰিছিল।

এই শিক্ষক জনা বৰ খঙাল আছিল। কিন্তু তেওঁৰ খঙৰ আঁৰত যে ছাত্ৰ সকলৰ বাবে শেষ নোহোৱা মৰমৰ ভৰাল এটা আছিল, সেই কথাটো সকলো ছাত্ৰই বুজিছিল। সেয়েহে ছাত্ৰ সকলে তেওঁক ভয় কৰাৰ লগে লগে ভালো পাইছিল আৰু ভক্তিও কৰিছিল।

য'তে তেওঁ নেথাকক ছাত্ৰ আৰু ছাত্ৰৰ ঘৰৰ সকলোৰে লগত চিনাকি হৈ সকলোকে আপোন কৰি ল'ব পৰা তেওঁৰ গুণ আছিল। কোনোবা ছাত্ৰৰ ঘৰত, কাৰোবাৰ অসুখে-বিসুখে, প্ৰয়োজন হ'লে নিজেই এজন দুজন শিক্ষকৰ লগতে গৈ নাইবা স্কুলৰ বুজন এজন দুজন ছাত্ৰক পঠিয়াই সহায় কৰিছিল। এইবোৰ ক্ষেত্ৰত তেওঁ স্কুলৰ Cubs আৰু Scouts দলবোৰক গৈ সহায় কৰিবলৈ সদায়ে উৎসাহ দিছিল। এনেবোৰ কথা আজি শিক্ষকসকলৰ কাৰণে অনুকৰণীয়।

স্কুলত পঢ়োৱা তালিকাভুক্ত বিষয় কেইটাত পৰীক্ষাত ‘ভাল নম্বৰ’ ধৰি ‘পাচ’ কৰিবলৈ তেওঁ শিক্ষা দিয়া নাছিল। তেওঁ শিক্ষা দিছিল সেই বিষয় বোৰৰ মাজেৰে ছাত্ৰই নিজক, নিজৰ দেশ পৃথিৱী আৰু বিশ্বৰ কথা জানি, মনৰ পূৰ্ণ বিকাশ আৰু প্ৰাণত ঢাক খাই থাকা জ্ঞান আৰু শক্তিৰ উন্মোচন কৰি, সুস্থ শৰীৰেৰে আৰু সৎসাহসৰে নিজৰ আৰু দেশৰ মঙ্গল সাধন কৰাত সহায় কৰাবলৈ। দৃঢ় নিয়ম আৰু সময়ানুবৰ্ত্তিতাৰে খেলা ধুলা, পঢ়া শুনা কৰি একোজন

একোজন ছাত্ৰক উপযুক্ত নাগৰিক কৰি তুলিবলৈ তেওঁ অপ্ৰাণ চেষ্টা কৰিছিল।

এনেদৰে জীৱন গঢ়াত সহায় কৰিবলৈ দৃঢ় নিয়মী বৰঠাকুৰে বহুতো নিয়মৰ ভিতৰত এনেবোৰ নিয়মো কৰিছিল,— তেওঁৰ দিনত স্কুলত শুকুৰবাৰে দুপৰীয়া এঘন্টা চুটি আছিল যাতে মুছলমান ছাত্ৰ সকলে মচ্‌জিদলৈ গৈ নামাজ পঢ়িব পাৰে। তেওঁৰ কিছু ছাত্ৰই সেয়ে নকৰাত দৃঢ় নিয়ম কৰি পেলালে প্ৰতিজন মুছলমান ছাত্ৰই শুকুৰবাৰে সেই সময়ত মচ্‌জিদলৈ গৈ নামাজ পঢ়িবই লাগিব। সেই একেই নিয়মো আনবোৰ ছাত্ৰৰ বাবেও কৰি পেলালে,—সেই সময়ত স্কুলৰ হ'লৰ আহি নিজ নিজ ধৰ্ম্ম সম্বন্ধে যাতে আলোচনা কৰি স্বকীয় ধৰ্ম্মেৰে নিজকে অনুপ্ৰাণিত কৰিব পাৰে।

জীৱন জোৰা সাধনাৰে পবিত্ৰ উপনিষদ, কোৰাণ আৰু বাইবেলৰ অধ্যয়নেৰে মচি কাচি উজ্জ্বল কৰা নিজৰ প্ৰাণৰ জ্ঞানৰ জৰিয়তে ছাত্ৰ সকলৰ সাফল্যতাৰ কণ্টক পূৰ্ণ, দুৰ্গম আৰু দুৰ্লঙ্ঘ্য পথত শিক্ষক বৰঠাকুৰ এজন কীৰ্ত্তিমান কৰ্ণধাৰ হৈ পৰিছিল। তেওঁৰ বিশ্বাস, প্ৰতি ছাত্ৰ-ছাত্ৰীয়ে হাঁহি ভৰা মুখে নিস্বাৰ্থ কৰ্ম্ম যোগৰ মাজেৰে, নিজৰ আৰু দহৰ জীৱন শান্তিময় কৰাৰ লগে লগে প্ৰাণৰ অমিয়াৰে নিজৰ দেশখনলৈ সৰগখনো নমাই আনিব পাৰিব। সেয়ে তেওঁ মহান ঋষি এজনাৰ দৰে গহীন গম্ভীৰ স্বৰেৰে সোণামুৱা ছাত্ৰ সকলক চিঞৰি চিঞৰি কৈ গ'ল —

"মুখত হাঁহিৰে নতুন তেজেৰে যা আগলই লৰ ;  
অলঙ্ঘ্য গিৰিৰ উচ্চ শৃঙ্গত  
ক্ষিপ্ত সাগৰ — তাৰ তৰঙ্গত,  
মৰুৰ তৃষাত প্ৰাণৰ অমিয়া বিচাৰি চলাথ কৰ।  
দৈত্যৰ বহুৰে উবাৰি মন্দৰ, সাগৰ লগাহি টাক্।  
দৈবী-হিয়াত অমৃত পৰক  
ধৰাৰ বুকুলে নামক স্বৰগ,  
দেশ বিদেশৰ অমৃত মধুৰে ৰচহি মৌ চাক্।

------------------------

ভৰিৰে দলিছ' ক্ষুদ্ৰ পিপৰা, চা কি প্ৰাণৰ জোৰ  
মৃত্যুৰ মুখত অকলে বিচৰি,  
সমূহ তৃপিতি আনিছে আহৰি।  
মৰণ ভয়ত ৰিহাত লুকালে কতে বা গৰিমা তোৰ ?  
কিহৰে বা হয় ভয়, বিষাদ কিহৰ ? ছাঁ আহি যে যায়  
বুকু পাতি ধৰ, কৰ তাক জয় ;  
পুত্ৰ অমৃতৰ ক'ত তোৰ ভয় ?  
মৰণ চিতাত সোণ জিলিকিবি তোৰ যে মৃত্যু নাই।"

আৰু সেই একেজনা পুৰুষৰ এইয়া এটা মধুৰ বাণী সোণপাহী ছাত্ৰী সকললৈ,—

"----- -  
যতে পাবি পাপ - মলিন এন্ধাৰ,  
বিকাশ — বিৰোধী বিৰস বিকাৰ  
বৰষিবি বেথা গুৰু গাৰ্জনিৰে  
নিবি নিকাকই ধুই।  
বেসুৰে বাজিলে বিশ্ব সঙ্গীত  
অজীন পাতকী জীৱন অভ্ৰীত,  
বান্ধি দিবি তই টিলা তাঁৰডালি  
মাতৃৰ হাতেৰে ছুই। ------"

মহান ঋষি ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ এই অমৰ বাণী শুনি ধৰালৈ সৰগ নমাই আনিব পৰা মৃত্যুঞ্জয়ী সোণামুৱা আৰু সোণপাহী এদিন আমাৰ মাজত নোলাবনে ? — নিশ্চয় ওলাব —।

*ডাঃ অনিল ৰঞ্জন বৰঠাকুৰ*  
*সম্পাদক।*

# ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ চমু জীৱনালেখ্য

**জন্ম ঃ** ১৮৮৭ চন । শিৱসাগৰ নগৰ ।

পিতা ঃ দুৰ্গেশ্বৰ বৰঠাকুৰ ।

মাতা ঃ শশীপ্ৰভা দেৱী ।

**শিক্ষা ঃ ল'ৰালি কালৰ শিক্ষা ঃ**

শিৱসাগৰ নগৰ । ১৯০৩ চনত শিৱসাগৰ উচ্চ ইংৰাজী স্কুলৰ পৰা 'এন্ট্ৰেন্চ' উত্তীৰ্ণ । ১৯০৭ চনত গুৱাহাটী কটন কলেজৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰ বি. এ. পৰীক্ষাত উত্তীৰ্ণ ।

**বিবাহ ঃ** ১৯০৬ চনত ডিব্ৰুগড় খলিহামাৰিৰ চাৰ্ভে অফিচৰ প্ৰতিষ্ঠাতা আৰু লক্ষীমপুৰ জিলাৰ লাংকাচি চাহ বাগিচাৰ স্বত্বাধিকাৰী যদুনাথ বৰুৱাৰ দ্বিতীয়া কন্যা হেমাঙ্গিনী দেৱীৰ লগত শুভ পৰিণয় ।

**অসমৰ বিভিন্ন স্থনত তেওঁৰ জীৱনৰ দিনবোৰ ঃ**

**শিৱসাগৰ নগৰ**

(১) তেওঁৰ ল'ৰালি কালৰ দিনবোৰত "সম্ভ্ৰান্ত পৰিয়ালৰ ল'ৰা-ছোৱালীৰ বাবে সঙ্গীত দেৱীৰ দুৱাৰ ডাং দিয়া আছিল । সেয়ে তেওঁ ৰাতি মনে মনে এজন মুচিয়াৰৰ ঘৰত তবলা শিকে ।"— ('মঞ্চ লেখা', শ্ৰীঅতুল হাজৰিকা) সেই একে কাৰণতে তেওঁ সময় আৰু সুবিধা পালে লগৰীয়া সকলৰ সৈতে ঘৰৰ কোনেও গম নোপোৱাকৈ পথাৰলৈ গৈ গীত চৰ্চা কৰে ।

(২) পাচত তেওঁ ঘৰৰ আৰু পৰিব্ৰাজক শিল্পী সকলৰ পৰা চিত্ৰাঙ্কণ, মূৰ্ত্তিগঢ়ণ, সঙ্গীত-নৃত্য আৰু অভিনয়ৰ শিক্ষা ।

(৩) কীৰ্ত্তন, ঘোষা, বেদ-উপনিষদ আৰু সংস্কৃত কাব্য আদিৰ অধ্যয়ন ।

(৪) কলেজীয়া জীৱনত শিৱসাগৰ নগৰত কেইজনমান ডেকা লৰাৰে মিলি আপদে বিপদে সকলোকে সহায় কৰিবলৈ জন সেৱা দলৰ গঠন । সেই দলটোৱে এবাৰ বাটৰ কাষত পৰি থকা আত্মীয় স্বজনহীন হৰিজন সম্প্ৰদায়ৰ লোক এজনৰ মৃত দেহো সংকাৰ কৰিছিল ।

(৫) কলেজৰ শিক্ষা সম্পূৰ্ণ কৰি কেইবা বছৰো কেইটামান স্থানীয় বিদ্যালয়ত অবৈতনিক শিক্ষকতাৰ কাম কৰি শেষত বৈতনিক শিক্ষক ৰূপে ফুলেশ্বৰী উচ্চ ইংৰাজী বিদ্যালয়ত শিক্ষকতা কৰে ।

(৬) বিষ্ণু দ'লত সকলো বৰ্ণৰ লোকৰ প্ৰবেশ অধিকাৰ দিয়ালে ।

(৭) জয়সাগৰৰ জয়দ'লৰ পথাৰত জয়মতী বাৎসৰিক উৎসৱ আৰম্ভ কৰায় ।

(৮) শিৱসাগৰৰ পূজা আৰু নাট অভিনয়ৰ বাবে প্ৰতিবছৰেই মৃণ্ময় মূৰ্ত্তি গঢ়ন আৰু চিত্ৰপট অঙ্কণ ।

(৯) শিৱসাগৰৰ বিভিন্ন শৈল্য ভাস্কৰ্য্য অধ্যয়ন ।

(১০) ১৯৫৭ চনত অসমৰ প্ৰথম Revolving Stage "ভাগৱতী প্ৰসাদ বৰুৱা ঘূৰ্ণীয়মান মঞ্চ" মুকলি কৰিবলৈ আমন্ত্ৰিত হয় । সেই মঞ্চ মুকলি কৰি তেওঁ Revolving Stage অৰ প্ৰতিশব্দ "ঘূৰণ মঞ্চ" কৰিবলৈ পৰামৰ্শ দিয়ে । বাইজেও সেই সভাতেই তেওঁৰ পৰামৰ্শ মানি সেই মঞ্চক "ভাগৱতী প্ৰসাদ বৰুৱা ঘূৰণ মঞ্চ" বুলি নামাকৰণ কৰে ।

**গুৱাহাটী নগৰ**

কলেজীয়া শিক্ষাৰ উপৰিও কলা বিদ্যা অধ্যয়ন,চিত্ৰাঙ্কণ, মূৰ্ত্তি গঢ়ণ আৰু কামৰূপৰ ভাস্কৰ্য্য অধ্যয়ন । কণ কণ কবিতা ৰচনা । "পঞ্চ প্ৰদীপ" ৰচনাৰ বাবে কলেজৰ পুথি ভঁৰালৰ পৰা জ্ঞান আহৰণ ।

**যোৰহাট নগৰ**

১। ১৯১৮ চনত যোৰহাট বেপ্টিষ্ট মিচন স্কুলৰ অধ্যক্ষ Rev. Bogg অৰ আমন্ত্ৰনত.শিক্ষকতাৰ পদ গ্ৰহন । Rev. Bogg ৰ অনুৰোধত তেওঁ সেই স্কুলৰ

প্ৰাৰ্থনা গৃহ নিৰ্ম্মানৰ পৰিকল্পনা এটা কৰে আৰু আমাৰ নামঘৰৰ আৰ্হিৰে তেওঁ সেই প্ৰাৰ্থনা গৃহ নিৰ্ম্মান কৰায়। সেই প্ৰাৰ্থনা গৃহ আৰ্জিলেকে নামঘৰৰ ৰূপতেই আছে।

২। যোৰহাট নাট সমাজৰ লগত ব্যস্ততাৰ দিন। মিত্ৰদেৱ মহন্ত, হৰিহৰ বৰপূজাৰী, আনন্দবৰুৱা আদি স্বনাম ধন্য অভিনেতাৰ সৈতে বহু নাটত অভিনয় কৰে।

১৯১৮ চনত – যোৰহাটৰ বঙলা পুখুৰীত – সঙ্গীত বিদ্যালয় স্থাপন কৰে (Jorhat Sahitya Sobha – Tribute to Indreswer Barthakur—Assam Tribune May 26, 1961)

৩। "সম্ভৱতঃ নাটশালত বিয়া নামৰ গীতৰ সুৰৰ গীতৰ প্ৰথম প্ৰবৰ্ত্তন হয় যোৰহাট ৰঙ্গ মঞ্চত এই শতিকাৰ দ্বিতীয় দশকতে অভিনীত হোৱা নাট্যাচাৰ্য্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ 'শ্ৰীবৎস চিন্তা' নাটত। সেই অভিনয়ৰ গীতটিৰ প্ৰথম কলিটি হ'ল –

জোন বেলি কি চৰাই মাতিলে
জোন বেলি কাহিলি কাহিলি
তৰা ঐ মালতীৰ মুখলৈ চাই----"

(মঞ্চ লেখাঃ— শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা)

৪। অভিনেতা শিল্পী মিত্ৰদেৱ মহন্তৰ সৈতে দুখনমান পূৰ্ণ চিত্ৰ পট যোৰহাট নাট ঘৰৰ বাবে অঙ্কণ কৰে।

৫। দুৰ্গা পূজাৰ বাবে দেবীৰ প্ৰতিমা গঢ়ণ।

৬। অসমৰ মুখ্য সত্ৰ আৰু সত্ৰাধিকাৰ সকলৰ সৈতে ঘনিষ্ঠতা স্থাপন। সত্ৰীয়া নাট-ভাওনাৰ অধ্যয়ন।

৭। বেপ্টিষ্ট মিচন স্কুলত থকা কালত পাশ্চাত্য সঙ্গীতৰ চৰ্চ্চা।

৮। অমৃতাক্ষৰ ছন্দেৰে প্ৰথম অসমীয়া নাট ৰচা চন্দ্ৰধৰ বৰুৱাৰ আৰ্হিত তেওঁ অমৃতাক্ষৰে ছন্দেৰে ভৰা 'শ্ৰীবৎস চিন্তা' ৰচি যোৰহাট নাট ঘৰত অভিনীত কৰায়।

৯। সুকুমাৰ কলা, সাহিত্য ধৰ্ম্মাদিৰ সভাত যোগদান।

১০। তেওঁৰ ছাত্ৰ সুৰেশ চন্দ্ৰ গোস্বামীয়ে ৰচা আৰু পৰিচলনা কৰা 'ৰণুমী' কথাছবিৰ অভিনয়ত যোগদান। দুৰ্ভাগ্য বশতঃ এজন অনা-অসমীয়া আলোক চিত্ৰ পৰিচালকৰ উদ্‌গুলিত সেই কথাছবিখন নষ্ট হয়।

১১। সঙ্গীতজ্ঞ গোলোক খাউণ্ড আৰু হেম শৰ্ম্মাৰ লগত মিলি 'গীতালী' পুথিখন ১৯৫৫ চন মানত সম্পূৰ্ণ কৰে।

১২। ১৯৪৬ চনত উপন্যাস 'কেতেকী' খন ৰচে।

১৩। যোৰহাটত থকা সময়তে চহৰৰ কাষৰ দহটিয়া উচ্চ ইংৰাজী বিদ্যালয়ত কেইবছৰমান প্ৰধান শিক্ষকতাৰ কাম কৰি শেষত চৰকাৰৰ পৰিকল্পনা মতে, যোৰহাটত নগা ছাত্ৰ সকলক অসমীয়া ভাষাৰ শিক্ষা দিয়ে।

১৪। ১৯৫০ চন মানত 'চিন্তামনি' আৰু 'চন্দ্ৰ মল্লিকা' কবিতা পুথি দুখন সম্পূৰ্ণ কৰে।

১৫। ১৯৫০ চনত যোৰহাটৰ নবীন আৰু প্ৰবীণ অভিনেতা সকলে আগবঢ়োৱা 'নাট-গুৰু'ৰ আসন গ্ৰহণ।

১৬। ১৯৫৫ চনত 'অসমীয়া ভাষা প্ৰশিক্ষণ' পুথিখন ৰচি অসম শিক্ষা বিভাগক দিয়ে। (সেই সম্পূৰ্ণ পুথিখন পোৱা নহল,– তাৰ কিছু অংশহে তেওঁৰ ৰচনাৱলীত প্ৰকাশ কৰা হ'ল)।

১৭। ১৯৫৮ চনত 'ৰাস বিহাৰ' বা 'শৰতৰ শেৱালী' গীতি নাটিকাখন ৰচনা কৰে।

যোৰহাট মিলিত শিল্পী সমাজে 'নাটাচাৰ্য্য' উপাধিৰে তেওঁক বিভূষিত কৰি সন্মান জনায়। সেই উপাধিক অসমৰ নাট্য সমাজে স্বকৃতী দিয়ে।

**নলবাৰী** (১৯২১ চনৰ পৰা ১৯২৬ চনলৈ)

১। নলবাৰী গৰ্ডন উচ্চ ইংৰাজী স্কুলৰ প্ৰধান শিক্ষক হয়।

২। 'গীতালী' আৰু 'পঞ্চ প্ৰদীপ' দুয়োখন পুথি ৰচনাত ব্যস্ত হৈ পৰে।

৩। বছেৰেকত এবাৰকৈ সৰস্বতীৰ প্ৰতিমা গঢ়ণ।

৪। নলবাৰীৰ ওচৰৰ গাওঁবোৰৰ নাট ভাৱনাৰ ভাৱৰীয়া সকলৰ লগত সহযোগিতা। প্ৰখ্যাত সন্তুৰুৱা ভাৱৰীয়াৰ সৈতে চিনাকি। (দ্ৰষ্টব্যঃ— 'সন্তৰুৱা ভাৱৰীয়া' কবিতা – 'চিন্তামণি')।

৫। সংস্কৃত তোলৰ পণ্ডিত সকলৰ সৈতে সংস্কৃত ধৰ্ম্মপুথি, নাট, কাব্য আদিৰ আলোচনা।

৬। হোমিওপ্যাথিৰ অধ্যয়ন আৰু তেতিয়াৰে পৰা অবৈতনিক চিকিৎসা সেৱা — মৃত্যু কাললৈকে।

৭। নলবৰীৰ নাটঘৰ তেওঁৰ অনুপ্ৰেৰণাত গঢ় লয়।

৮। "কলিকতাত 'স্কাউটিং' প্ৰশিক্ষণ লৈ আহি ১৯২৪ চনতে অসমত সৰ্বপ্ৰথম গৰ্ডন উচ্চ ইংৰাজী বিদ্যালয়তে 'স্কাউটিং' শিক্ষা প্ৰৱৰ্ত্তন কৰে। পাঠ্যক্ৰম ৰূপে 'স্কাউটিং' প্ৰশিক্ষণ বিদ্যালয়ৰ কাৰ্য্যসূচীত অন্তৰ্ভুক্ত কৰে। সেই সময়তে তেওঁক 'ডিষ্ট্ৰিক স্কাউট কমিচনা'ৰ ৰূপে নিয়োজিত কৰা হয়।"

**তেজপুৰ** (১৯২৬ চনৰ পৰা ১৯২৮ চনলৈ।)

১। তেজপুৰ উচ্চ ইংৰাজী স্কুলৰ শিক্ষকতাৰ পদ গ্ৰহণ কৰে।

২। তেওঁৰ শিল্পী জীৱনৰ 'স্বৰ্ণ যোগ' আৰম্ভ হয়।

৩। বাণ নাটঘৰৰ বাবে কেইখনো পূৰ্ণ চিত্ৰ পট অংকণ।

৪। দুৰ্গা পূজাৰ দেৱীৰ প্ৰতিমা গঢ়ণ।

৫। শাস্ত্ৰীয় আৰু পাশ্চাত্য সঙ্গীত চৰ্চ্চা। সকলো সঙ্গীতানুৰাগী সকলৰ সৈতে মিলি ১৯২৭ চনত বেজবৰুৱা দেৱৰ — 'অ' মোৰ আপোনাৰ দেশ' গীতটিক ইংৰাজী সুৰেৰে সজাই পৰাই দিয়ে। সেই সুৰেৰে এই গীত অসম সাহিত্য সভাই জাতীয় সঙ্গীত ৰূপে গ্ৰহণ কৰে। (দ্ৰষ্টব্যঃ- লক্ষীনাথ বেজবৰুৱা ৰচনাৱলী — শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা আৰু 'Indreswar Barthakur' by Shri Hem Chandra Sarma Assam Tribune May 28 – 1961 Megazine Section.)

৬। 'শ্ৰীবৎস চিন্তা' নাট সংশোধন। 'দক্ষায়ণ', 'সিংহাসন' আৰু 'বিশ্বামিত্ৰ' নাট ৰচনা।

৭। তেজপুৰৰ অ'ত ত'ত পৰি থকা শৈল ভাস্কৰ্য্যৰ অধ্যয়ন।

**মঙ্গলদৈ** (১৯২৯ চনৰ পৰা ১৯৩১ চনলৈ)

১। মঙ্গলদৈৰ উচ্চ ইংৰাজী স্কুললৈ প্ৰধান শিক্ষক হৈ বদলি।

২। স্থানীয় অভিনেতা সকলৰ সৈতে সহযোগিতা।

৩। 'গীতাঞ্জলী'ৰ বাবে গীত ৰচে।

**শ্বিলং** (১৯৩২ চনৰ পৰা ১৯৩৪ চনলৈ)

১। শ্বিলং ইংৰাজী স্কুলৰ সহকাৰী প্ৰধান শিক্ষক হয়।

২। লাবানৰ 'আসাম ক্লাব'ত কেইবাবাৰো অভিনয়।

৩। 'অসমীয়া ছবি' দল গঠন।

৪। খচী ভাই ভনীৰ গীত আৰু নাচৰ অধ্যয়ন।

**গোৱালপাৰা** (১৯৩৪ চনৰ পৰা ১৯৩৭ চনলৈ)

১। পি আৰ গৱৰ্ণমেণ্ট স্কুলৰ প্ৰধান শিক্ষক হয়।

২। শাস্ত্ৰীয় গীতৰ চৰ্চ্চা। 'গীতাঞ্জলী'ৰ বাবে আৰু বহুতো গীত ৰচে।

৩। বঙ্গদেশৰ পৰা বছৰেকত এবাৰকৈ অহা 'যাত্ৰা' আৰু 'কৃষ্ণ লীলা'ৰ দলবোৰৰ সৈতে চিনাকি।

৪। সৰস্বতী প্ৰতিমা গঢ়ণ।

৫। জিলা প্ৰদৰ্শনীত তেওঁ গঢ়া উষাৰ মৃন্ময় মূৰ্ত্তি এটি দেখি সকলো মুগ্ধ হয়।

৬। কণ কণ ছাত্ৰ-ছাত্ৰী সকলৰ বাবে গীত আৰু নৃত্যৰ পৰিচালনা। তেওঁ বহো গীত আৰু বহো নাচো শিকাইছিল।

৭। শ্ৰীসূৰ্য্য পাহৰৰ শৈল ভাস্কৰ্য্য অধ্যয়ন।

৮। তেওঁৰ মাতৃ শশীপ্ৰভা দেৱীৰ মৃত্যু।

৯। গোৱালপাৰাৰ লক্ষীপুৰ ইষ্টেটৰ বোবা শিল্পী চক্ৰবৰ্তীৰ সৈতে চিনাকি — সেই শিল্পী গৰাকীয়ে তৈল চিত্ৰাঙ্কণ কৰাত পাকৈত আছিল। তেওঁক বহুতো উৎসাহ আৰু প্ৰেৰণা বৰঠাকুৰে দিয়ে।

**উত্তৰ লক্ষীমপুৰ** (১৯৩৭ চনৰ পৰা ১৯৩৯ চনলৈ)

১। উত্তৰ লখীমপুৰ উচ্চ ইংৰাজী স্কুলৰ প্ৰধান শিক্ষক।

২। অসম সাহিত্য সভাৰ লক্ষীমপুৰ অধিবেশনৰ বাবে ব্যস্ত হৈ পৰে। কণ কণ ল'ৰা-ছোৱালীৰ হতুৱাই গীত আৰু নাচৰ প্ৰদৰ্শন।

**নগাওঁ** (১৯৩৯ চনৰ পৰা ১৯৪৩ চনলৈ)

১। স্থানীয় সঙ্গীত, নৃত্য, নাট্যৰ শিল্পী সকলৰ

লগত চিনাকি ।

২। 'মধু মালিকা' গীতি নাটিকা ৰচনা ।

৩। 'মালচী' আৰু 'সপ্তপর্ণ' পুথি ৰচনা ।

৪। ১৯৪৭ চনত নৃত্য শিল্পী উদয়শঙ্কৰৰ নগাঁৱলৈ আগমন আৰু তেওঁ ৰাজহুৱা সভা এখনত ভাৰত নাট্যম, কথাকলি আৰু মণিপুৰী নৃত্যৰ লগতে আমাৰ সত্ৰীয়া নৃত্যও ভাৰতৰ নৃত্যৰ বিশিষ্ট ধাৰা বুলি স্বীকাৰ কৰে । সেই সভাতে তেওঁ ইন্দ্ৰেশ্বৰ বৰঠাকুৰক সম্প্ৰীতী জনায় — (নীলৰঞ্জন বৰঠাকুৰৰ অপ্ৰকাশিত ৰচনাৰ পৰা) ।

৫। ধৰ্ম্ম, নৃত্য নাট্যৰ বিভিন্ন সভাত বক্তৃতা দিয়ে ।

৬। সৰস্বতী প্ৰতিমা গঢ়ণ ।

**বেৰেঙীয়া ১৯৪৩ চনৰ পৰা ১৯৪৫ চনলৈ —**

১। নগাৱৰ চৰকাৰী শিক্ষকতাৰ পদৰ পৰা অৱসৰ গ্ৰহণ কৰি বেৰেঙীয়া উচ্চ ইংৰাজী স্কুলৰ প্ৰধান শিক্ষক হয় ।

২। স্থানীয় ডেকা সকলৰ হতুৱাই কেইবাখনো নাট অভিনয় কৰোৱাই গাৱঁৰ বাইজক অভিনয়ত ভাগ লবলৈ আহ্বান জনায় ।

৩। দুৰ্গা আৰু লক্ষ্মী পূজাত মূৰ্ত্তি গঢ়ণ ।

**অভয়াপুৰী (১৯৪৫ চনৰ পৰা ১৯৪৬ চনলৈ)**

১। অভয়াপুৰীৰ ছোৱালী উচ্চ ইংৰাজী স্কুলৰ প্ৰধান শিক্ষক হয় ।

২। স্থানীয় শিল্পী সকলৰ 'ৰাজ নৰ্ত্তকী' নাট অভিনয়ৰ পৰিচালনা কৰে ।

৩। নাটৰ "খণ্ড দৃশ্যৰ অঙ্কণত" বহুমূলীয়া উপদেশ দিয়ে ।

৪। দুৰ্গা দেৱীৰ প্ৰতিমা গঢ়ণত সহায় কৰে ।

৫। শাস্ত্ৰীয় সঙ্গীত চৰ্চা — 'গীতালী'ৰ বহুতো গীত ৰচে ।

---

১৯৬১ চনৰ মে মাহৰ ৫ তাৰিখে কৃষ্ণ পঞ্চমীৰ দিনা যোৰহাট তৰাজানত দ্বিতীয় পুত্ৰ নিত্যৰঞ্জন বৰঠাকুৰৰ বাস ভৱনত তেওঁ স্বৰ্গগামী হয় ।



'হেড্‌মাষ্টৰ' ইন্দ্ৰেশ্বৰ বৰঠাকুৰ
(১৯৩৬ চন)



স্বৰ্গীয়া হেমাঙ্গিনী দেৱী
(১৮৯১ - ১৯৮৪ চন)

# হেমাঙ্গিনী দেৱী

## (১৮৯১ চন – ১৯৮৪ চন)

ইন্দ্রেশ্বৰ বৰঠাকুৰৰ সহধৰ্ম্মিনী, আমাৰ আই, হেমাঙ্গিনী দেৱী ডিব্ৰুগড়ৰ খ্যাতনামা ব্যৱসায়ী, চাৰ্দ্দেয়ৰ আৰু মাকুম নগৰৰ গাতে লাগি থকা, লাংকাচি চাহ বাগিচাৰ প্ৰতিষ্ঠাপক যদুনাথ বৰুৱাৰ দ্বিতীয় কন্যা। ধনে ধানে ভৰা ঘৰ এখনৰ পৰা আহি উচ্চমনা হেমাঙ্গিনী দেৱীয়ে সাধাৰণ জীৱন নিৰ্ব্বাহ কৰা শিক্ষক এজনক আৰু তেওঁৰ বিধবা মাকক খন্তেকতে আপোন কৰি লৈ, ধনেৰে নহয় মনেৰে, ঘৰখনলৈ লখিমী আদৰি আনিলে।

স্বামীৰ মাহেকীয়া সামান্য উপাৰ্জ্জনেৰে ভাৰা ঘৰত থাকি নিজৰ ল'ৰা ছোৱালীৰ দায়িত্ব লোৱাৰ উপৰিও চাৰিজন মান পোষ্য-পুত্ৰ আৰু কেইবাজনো সম্বন্ধীয়াৰ ভৰণ-পোষণৰ বোজা তেওঁৰ ওপৰতেই আছিল। কেৱল সেইয়ে নহয়, নানান ঠাইৰ পৰা অহা সুকুমাৰ কলাৰ পূজাৰী, নাচ, গান আৰু অভিনয়ৰ আখৰাৰ বাবে অহা ছাত্ৰ-ছাত্ৰী আৰু অনেক আলহীৰ বাবেও চাহ-ভাতৰ যোগাৰ তেওঁৰেই ধৰিব লগাত পৰিছিল। জানো, অতবোৰ কৰিবলৈ কৰ পৰা শক্তি পাইছিল! জিৰাবলৈ সময় কণমানো নাই আৰু মুখত ক্লান্তিৰ চিনো কণমানো নাই। কণমান সংসাৰখনত ধনৰ সদায়ে অভাৱ। কিন্তু কোনো দিনেই খোৱা বস্তুৰ অভাৱ হোৱা নাছিল। সকলোৰে ধাৰণা তেওঁ কৰবাত সুৰভি গাইজনী লুকাই থৈছিল।

বজাৰ কৰোৱা, ঘৰ চলোৱা, বন্ধাবঢ়াৰ ব্যস্ততাৰ মাজতো অনবৰত স্বামীৰ চিত্ৰাঙ্কণ আৰু প্ৰতিমা গঢ়ণৰ সময়ত তেঁতেলী সিজাই আঠা কৰি বিভিন্ন ৰং মিহলাই আৰু মাৰি থোৱা কুমাৰ মাটি চেকি বেলেগে বেলেগে পাত্ৰত সজাই থোৱা, লিখনী যোগাৰ কৰি ঠিক ঠাইত থোৱা, পৰৱৰ্ত্তী আৰু প্ৰতিমাৰ সাজ পোচাক চিলাই কৰা, ডাঠ কাগজ কাটি বাংপাত চুমকি আদি লগাই বিভিন্ন অলঙ্কাৰ পাতি তৈয়াৰ কৰা আৰু তেনেধৰণেৰে অভিনয়ৰ বাবে প্ৰয়োজন হলে বিভিন্ন সাজ-পোচাক, কিৰীটি, পাগুৰি আদি যোগাৰ বা তৈয়াৰ কৰি যতনাই থোৱা তেওঁৰ কৰ্ম্মময় জীৱনৰ এটা অতি গুৰুত্বপূৰ্ণ দিশ হৈ পৰিছিল।

সেই সময়ত দোকান বজাৰত আজিকালিৰ দৰে পুতলা পাবলৈ নাছিল। তেওঁৰ স্বামীৰ চখ্ আছিল ল'ৰা ছোৱালীৰ বাবে পুতলা সজোৱা, বিশেষকৈ, দৰা-কইনাৰ কাপোৰৰ পুতলা। এনেবোৰ কামত হেমাঙ্গিনী দেৱীয়ে সহায় কৰি কৰি নিজেই সিদ্ধহস্তা হৈ পৰিছিল।

বৰঠাকুৰৰ অনুপ্ৰেৰণাত তেওঁ মাছৰ বাকলিৰ শৰাই সজা, তাতত কাপোৰ বৈ স্বামীয়ে আঁকি দিয়া ন ন চানেকীৰে ফুল বচা কামতো ব্যস্ত হৈ পৰিছিল। শেষত তেওঁ চোলাৰ কাপোৰ, কোটৰ কাপোৰ, বিচনা চাদৰ আদি বোৱাত এগৰাকী অতি নিপুনা শিপিনী হৈ পৰিল। উন্ সূতাৰে ধুনীয়া ধুনীয়া মাফলাৰ আৰু চুৱেটাৰ গোঠাতো তেওঁৰ বৰ চখ আছিল। ১৯৩৬ চনত, গোৱালপাৰাত থাকোঁতে, কেইবাজনো দুখীয়া ছাত্ৰক উনৰ চুৱেটাৰ গুঠিবলৈ শিকাই উপাৰ্জ্জনৰ পথো দেখুৱাইছিল।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰে যদিও নিজৰ দ্বিতীয় পুত্ৰ, নিত্যৰঞ্জন বৰঠাকুৰৰ যোৰহাট বাস ভৱনত জীৱনৰ শেষ নিশ্বাস পেলালে, তেওঁ জীৱনৰ বহি ভাগ সময় অসমৰ বিভিন্ন কৰ্ম্মস্থানত একোটা একোটা ভাৰা ঘৰতে থাকি কটাই দিছিল। তেওঁ য'তে নেথাকক, কৰ্ম্ম পৰায়ণা হেমাঙ্গিনী দেৱীয়ে গীত-বাদ্য, নৃত্য-নাট্যৰ আখৰাবে মুখৰিত ঘৰৰ ৰ'দালিৰে ভৰা চোতালত পাৰ চৰাইৰ "লাক্-পাকুৰ, লাক্-পাকুৰ...." মিঠা মাতৰ সৈতে বজিতা খুওৱাই তাঁত বাতি কৰাৰ লগে লগে উৰা, চেৰেকী; গৰকা, মাকো আদিৰ শবদেৰে এটি সুন্দৰ মনমোহা পৰিবেশৰ সৃষ্টি কৰি প্ৰতিটো ঘৰলৈকে সৰগ নমাই আনিছিল।

পতিব্ৰতা হেমাঙ্গিনী দেৱীয়ে ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ মৃত্যুৰ পাচত ৰচনাৱলীৰ বহুতো পাণ্ডুলিপি সংৰক্ষণ কৰি থৈ গৈছিল। সেই পাণ্ডুলিপিবোৰ গোটাই স্বৰ্গীয় মাতৃদেৱীৰ পবিত্ৰ আত্মাক সভক্তিতেৰে সেৱা জনাই এই ৰচনাৱলীখনৰ প্ৰকাশনৰ কামত আগবাঢ়িলোঁ।

---

" হেজাৰ নিখুঁত হক গ্ৰন্থ যতনৰ,
বিদ্বানৰ পৰিতোষ নুপজিলে তাত,
এনায়ে বিফলে যায় যত পৰিশ্ৰম।-"

— ইন্দ্ৰেশ্বৰ বৰঠাকুৰ —

# -ঃ সূচীপত্ৰ ঃ-

শিল্পীজনাৰ সৃষ্টি ঃ—



ধ্যানত বিভোৰ মহাদেৱ।
জীৱনৰ শেষ ভাগত মৃৎশিল্পী
বৰঠাকুৰদেৱে গঢ়া এটা মৃন্ময় মূৰ্ত্তি।

তাণ্ডব নৃত্যৰ শেষ ভঙ্গিমাৰে নটৰাজ।



মৃৎশিল্পীজনাই সেই সময়তে গঢ়া আন এটি মৃন্ময় মূৰ্ত্তি।

# দণ্ডিনাথ কলিতাদেৱৰ 'সাধনা'ৰ পৰা



চাওঁতে চাওঁতেই সেই সৌন্দৰ্য্য-ৰাশি এক নাৰী মূৰ্ত্তিত পৰিণত হ'ল।—

(চিত্ৰকেইখন সংগ্ৰহ কৰিছে ডাঃ কামাখ্যানাথ চক্ৰবৰ্ত্তীয়ে
আৰু স্কেন কৰিছে শ্ৰীমান বাবান বৰকটকীয়ে।)

শিল্পীজনাৰ চিত্ৰাঙ্কণ ঃ—

পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াৰ 'অসম বুৰঞ্জী'ৰ পৰা



স্বৰ্গীয়া জয়মতী কুৱঁৰী



লাচিত বৰফুকন

# প্ৰথম খণ্ড

## পঞ্চ প্ৰদীপ

অভিনয়ৰ হৈ এগছি
নাটৰ হৈ এগছি
সঙ্গীতৰ হৈ এগছি
নৃত্যৰ হৈ এগছি
চিত্ৰৰ হৈ এগছি

# পঞ্চপ্রদীপ



শ্রীঅবনীন্দ্রনাথ ঠাকুর

"আঙ্গিকং ভুবনং যস্য বাচিকং সর্ব্ববাঙ্ময়ং,
আহার্য্যং চন্দ্রতারাদি তং নুমঃ সাত্ত্বিকং শিবম্॥

# অভিনয়ৰ হৈ এগছি

নৱ-নাটৰ শিশুটিয়ে মাটিত পৰিয়েই নিজৰ ভাবকণি অইনৰ হিয়াত বাজি যোৱাকৈ বুজাবলৈ বুলি কি করুণ সুৰেৰে নো নেকান্দিছিল ! লাহে লাহে তাৰ অকণমানি হিয়া খনিৰ পাহি বিলাক এখিলি দুখিলিকৈ মেল খোৱাৰ লগে লগেই তাৰ মুখ আৰু চকুৰ বিকাৰেৰে, তাৰ অঙ্গ আৰু প্ৰত্যঙ্গৰ সঞ্চালনেৰে নিজৰ মনৰ ভাব ফুটাবলৈ ভৰিৰে বুলিব নোৱাৰিও শয্যাৰে পৰাই সি যেন উৰি উৰি যাব ! – তেতিয়া মুখত তাৰ মাত ফুটা নাই; হাঁহন কান্দোনৰ ভিন ভিন সুৰৰ ধ্বনি একোটিৰ যি বিশ্বভাষা তাৰেই তাৰ মনৰ ভাব ফুটাইছিল। তাৰ পাচত যেতিয়া তাৰ মুখৰ মাত ফুটি পৰিল, অঙ্গ প্ৰত্যঙ্গবিলাক মনৰ মতে চলোৱা সহজ হৈ উঠিল, নিজৰ চিনা জনাৰ পৰিসৰ ক্ৰমান্বয়ে বিয়পি গল, তেতিয়া সি তাৰ মনত লাগি যোৱা কথাবিলাক, নিজৰ আমোদলৈকে হওক বা পৰক বুজাবলৈকে হওক, মনে মনে পুনৰাবৃত্তি কৰি স্বৰ আৰু অঙ্গসঞ্চালনেৰে অনুকৰণ কৰিবলৈ লাগিল। নিজৰ অন্তৰ প্ৰকাশ কৰাৰ এই যে তাৰ চেষ্টা-ইয়াতেই অভিনয়ৰ বীজ। সিয়েই কালক্ৰমে পোখা মেলি সকলো ঋতুৰ পোহ পাই ফলে ফুলে তমস্থাৰ হৈ অভিনয়ৰ মন মোহা ৰূপেৰে দেখা দিছেহি। এই চেষ্টাৰ আদি ক'ত – কোনে ক'ব ? কবিৰ ভাষাৰে কবলৈ গলে সিও সেই – 'অনাদি অতীত'।

নাটৰ লগে লগে নাট্যয়ো প্ৰথমে প্ৰথমে ধৰা দিছিল নাট্যবেদত উল্লেখ কৰা দেৱতাসকলে দৈত্যসকলক পৰাজয় কৰাৰ "অনুকৃতিত"। কল্পনা কৰিবলৈ হলেও অনুকৰণতে অভিনয়ে ধৰা দিয়া কথাটি স্বাভাবিক যেন লাগে। এই অনুকৰণত হয়তো তেতিয়া আছিল আমোদ - কেৱল হাঁহিৰ উপকৰণ আৱৰণ। সৃষ্টিৰ যি গভীৰ আনন্দ, যি হাস্যৰস তাৰ সুৱদি গন্ধ তাত নাছিল, সৰলচিতীয়া শিশুসকলৰ মাজত এই অনুকৰণৰ হাঁহি খিকিন্দালিৰ যি ধেমালি সি নিত্য নৈমিত্তিকৰ দৰে আজিও চলিবই লাগিছে। এনেয়ে দৈত্যসকল পৰাজিত তাতে গণ্ডৰ ওপৰত স্ফোটকৰ দৰে বিজেতা দেৱতাসকলৰ দ্বাৰা সিবিলাকৰ পৰাজয়ৰ অনুকৰণ কৰি কৰা সেই আমোদ-প্ৰমোদ ! প্ৰাণে নসহিবৰেই কথা। সৃষ্টিকৰ্ত্তাৰ মুখলৈ চাই দৈত্যসকলে মনৰ বেদনা জনোৱাত বিশ্বক সাৰটি ধৰিব পৰা বিধান এটি স্বয়ম্প্ৰকাশ হৈ ধৰা দিলে। সেয়ে সেই সৃষ্টিকৰ্ত্তাৰ বাণী, সেয়ে সেই নাট্যবেদ, – য'ত সাধাৰণ আমোদ-প্ৰমোদৰ অনুকৰণ শোধন কৰি তাৰ আৱৰণৰ আবৰ্জনা মচি কাচি দেৱ দৈত্য নিৰ্বিৰ্বশেষৰ সৃষ্টিখনি সৃষ্টিৰ অনাবিল আনন্দৰ অভিমুখে লৈ যোৱাৰ চেষ্টা এটি জিলিকি পৰিল, য'ত একান্ত ভাবে দেৱতাসকলৰ ভাবনাকেই ভাবন নকৰি তিনিও লোকৰ ভাবানুকীৰ্ত্তনেৰে সপ্তদ্বীপানুকৰণ কৰাৰ উদাৰ বিধি জয় জয়তে ঝংকাৰি উঠিল। কোনো ব্যক্তি বা জাতিৰ অনুকৰণ নহৈ জনসাধাৰণৰ অনুকৰণৰ বিষয় হোৱাত তাৰ অপপ্ৰয়োগৰ বিষ শোধিত হৈ এই নাট্যলীলা সেই সুদূৰ অতীতৰ দিন ধৰি এককালিন সকলো শিল্প সকলো শাস্ত্ৰ সকলো কৰ্ম্মৰ বিকাশৰ স্থল হৈ একাধাৰে ধৰ্ম্ম, যশস্যা, আয়ুষ, মাঙ্গল্য, আৰু বুদ্ধি বৃত্তিৰ বিবৰ্দ্ধন কৰি কি দেৱতা কি দৈত্য, কি বিবুধ, কি অবোধ, আবাল-বৃদ্ধবনিতা সকলো নৰ নাৰীৰেই চিত্ত বিনোদনৰ বন্ধু হৈ পৰিল। ইয়াত ইন্দ্ৰিয় তৃপ্তিৰ অৱসাদ নাই, ইন্দ্ৰিয়

চৰিতাৰ্থৰ গ্লানি নাই, — আছে এক অভিনৱ আনন্দৰ অমিয়া মধু, আছে এক ৰসাস্বাদনৰ অমায়া শান্তি, অমায়া সুখ। কি কাব্য, কি নাট্য, সেই দিন ধৰি এই সকলোৰে শেষ উদ্দেশ্য হল ৰসাস্বাদন। ইয়াৰ নিমিত্তেই অন্তৰ্জগতত কাব্যৰ সৃষ্টি, ইয়াৰ নিমিত্তেই বহিৰ্জগতত নাট্যৰ প্ৰয়োজন।

আমাৰ মাজত কোনোলোকে কোনো কথাত তন্ময় হোৱাযেন দেখিলে যদিও সাধাৰণ কথাত তেওঁ ৰস পাইছে বুলি কোৱা শুনা যায়, তাৰ আচল অৰ্থটি কিমানে কেনেদৰে বুজে কব নোৱাৰি। ৰস হল অনুভূতিৰ কথা। তাক মুখৰ কথাৰে পৰিস্কাৰকৈ ফুটাব নোৱাৰি। কোনো এক তৰুণীৰ নাক কাণ আদি দৃশ্য অৱয়ব বিলাক এটি এটিকৈ চালে হয়তো দেখাত সুন্দৰ যেন লাগে - তথাপিতো সেই সুন্দৰৰ সমাবেশে সকলো ক্ষেত্ৰতে আমাৰ মন আকৰ্ষণ কৰি উঠিব নোৱাৰে। তাৰ মাজেদি তাতোকৈ অতিৰিক্ত এক লাবণ্যৰ প্ৰভা, এক চিৰসুন্দৰৰ আভাস সেই সমাবেশত ফুটি পৰিলেহে সি মনোৰম হৈ আনন্দত আমাক আপোন পাহৰাই দিয়ে। এই আনন্দ ৰসৰ লক্ষণা দিব নোৱাৰি আলঙ্কাৰিক সকলে কয় সি "ব্ৰহ্মানন্দ সহোদৰ", — অবিকল ব্ৰহ্মানন্দ নহলেও ব্ৰহ্মানন্দ সদৃশ পবিত্ৰ আৰু মহান।

কাব্যৰ উদ্দেশ্য যি ৰস তাৰ যথাৰ্থ স্বৰূপ শব্দ আৰু অনুমানেৰে প্ৰকাশ কৰা নেযায়। কিন্তু নাট্যৰ বেলিকা শব্দ আৰু অনুমানত বাজেও প্ৰত্যক্ষ ভুল্য আৰু এটি কথা আছে যাৰ সহযোগত অন্তৰৰ অনুভূত ভাব স্পষ্টকৈ ফুটি পৰে। ৰাম-চৰিত্ৰ কাব্যত পাঠ কৰি আমি অনুমান কৰোঁ; কিন্তু ৰঙ্গ-মঞ্চত সেই চৰিত্ৰ জীৱন্তকৈ প্ৰত্যক্ষে দেখা দি দেখোঁ। সৰ্ব্বসাধাৰণ লোকক ভালকৈ বুজাবৰ হলেই এই বাবেই চৰিত্ৰবিলাক নাট্যৰে দেখুৱাব লগীয়াত পৰে। নাট্যই শ্ৰোতা আৰু দৰ্শকসকলক কাব্যৰ উদ্দিষ্ট ৰসাস্বাদনৰ অভিমুখে লৈ যায় গুণেই ইয়াৰ অন্য নাম হ'ল অভিনয়।

পুৰাণ একোখনিক যেনেকৈ ভাৰতৰ মণীষীসকলে বেদৰ ৰাখ্যা বুলি ধৰে, ভৰত মুনিৰ নাট্যশাস্ত্ৰখনিকো সেইদৰেই নাট্যবেদৰ সংক্ষিপ্ত আৰু প্ৰাঞ্জল পুৰাণ এখনি বুলিব লাগে। কাব্য আৰু নাট্যাদিৰ ৰসোৎপত্তিৰ সম্বন্ধে তাত ভৰত মুনিয়ে কৈছে — বিভাব, অনুভাব আৰু ব্যভিচাৰী ভাবৰ সংযোগত ৰসৰ নিষ্পত্তি হয় (বিভাবানুভাব ব্যভিচাৰিসংযোগাদ্ ৰসনিষ্পত্তিঃ)। দৃষ্টান্ত দিছে, — "যেনেকৈ গুড় আদি দ্ৰব্যৰে বা শাক পাচলিৰ সংযোগেৰে কৰা ব্যঞ্জনত ছটা ৰসৰ আস্বাদন হয়, সেইদৰেই নানা ভাবৰ সংযোগত আমাৰ অন্তৰৰ স্থায়ী ভাব বিলাকেও ৰস পায়।" — বিভাব হ'ল নাটকাদিৰ পদাৰ্থগত অৱস্থা। যাক অৱলম্বন কৰি ৰসৰ সৃষ্টি কৰা যায় সেয়ে আলম্বন বিভাব ; যি পাৰিপাৰ্শ্বিক অৱস্থাই মনোবৃত্তি প্ৰকাশৰ অৱসৰ দিয়ে অথবা উত্তেজিত কৰে সি হ'ল উদ্দীপন বিভাব; অভিজ্ঞানশকুন্তলম নাটকত দুষ্যন্ত আৰু শকুন্তলাক লৈয়ে নাটকৰ ৰস সৃষ্টি, গতিকে সিবিলাক হ'ল আলম্বন বিভাব; প্ৰথম অঙ্কৰ বনজ্যোৎস্না সহকাৰ সমন্বিতে তপোবনৰ পুষ্পোদ্যান খনিয়ে, আৰু নৱমল্লিকাৰ পৰা উৰি হঠাতে ফুলি পৰা মল্লিকা পাহিৰ দৰে শকুন্তলাৰ মধুপান কৰিবলৈ আকুল হৈ গুণ গুণাই ফুৰা ভোমোৰাটিয়ে শৃঙ্গাৰ মনোবৃত্তি প্ৰকাশ কৰিবলৈ অৱসৰ দিছে বা উত্তেজিত কৰিছে, সেই গুণে সেইবিলাক হল উদ্দীপন বিভাব। মনৰ আবেগ মনতে জাগি গুমৰি থাকিলেও সি ধৰা দি যায় শৰীৰৰ অঙ্গ প্ৰত্যঙ্গাদিৰ বিকাৰ বা বিক্ষেপত। আমাৰ ভিতৰি খং উঠিলে আমাৰ মুখ চকু অঙ্গপ্ৰত্যঙ্গাদিৰ বিক্ষেপত এনে বিশেষ পৰিবৰ্ত্তন হৈ পৰে, যাক দেখি আইনে সহজে বুজে আমাৰ ৰং লগা নাই খংহে উঠিছে। এই যে আমাৰ মনোবৃত্তি জ্ঞাপক শৰীৰৰ অঙ্গবিক্ষেপ বা মনৰ আবেগৰ শাৰীৰিক বিকাশ তাকে অনুভাব বোলে ; যেনে শকুন্তলাৰ আঁচল লাগি ধৰাৰ ছলেৰে দুষ্যন্তৰ প্ৰতি বঙ্কিম নয়নৰ দৃষ্টি সঞ্চাৰ সুনীল আকাশখনিত নানা বৰণৰ মেঘে এই আহি এই গৈ বিতোপন কৰি দি যোৱাৰ দৰে নানান চঞ্চল ভাবেও আমাৰ চিত্ত অনুৰঞ্জিত কৰি যায়। দুষ্যন্ত আৰু শকুন্তলাৰ শৃঙ্গাৰ ভাবত এই লজ্জা,

এই আনন্দ, এই শঙ্কাই ক্ষণে ক্ষণে দেখা দি প্ৰধান ভাব একোটি বিতোপন কৰি যায় গুণে সিবিলাকক সঞ্চাৰী বা ব্যভিচাৰিভাব বোলে। যিবিলাক ভাব আমাৰ অন্তৰত স্বভাৱতে সুপ্ত অৱস্থাত আছে, উদ্দীপনা পালেই জাগি উঠে সেইবিলাকেই হ'ল স্থায়ী ভাব যেনে, ৰতি — যৌনভাব, হাস-হঁহাৰ প্ৰবৃত্তি, কৰুণ-বিয়োগ বেদনা আদিত হোৱা মনৰ দুখ, বীৰ সাহস আৰু উৎসাহৰ চিত্তবৃত্তি, ক্ৰোধ-বাধা অথবা অপকাৰ আদি সহ্য নকৰাৰ তীব্ৰভাব, ভয়-পীড়ন আদিৰ আশঙ্কা ৰোধিব নোৱাৰি অসহায় অৱস্থাত হোৱা মনৰ ভাব, বীভৎস-ঘৃণনীয় বস্তুত চিত্তৰ সংকোচ; অদ্ভুত বিস্ময় ব্যাপাৰত হোৱা মনৰ বৃত্তি। — এই আঠোটি প্ৰাণী মাত্ৰৰেই সাধাৰণ স্থায়ীভাব; জনমৰ লগে লগে জীৱন জুৰি অন্তৰৰ গভীৰ প্ৰদেশত অহৰহ ইয়াৰ প্ৰবাহ চলিব লাগিছে।

ভৰত মুনিৰ সূত্ৰটিৰ "সংযোগ" আৰু "ৰসনিষ্পত্তিঃ" এই দুটি শব্দৰ ব্যাখ্যা লৈ নানা মুনিৰ নানা মত। অনেক টিকাকাৰ, অনেক আলঙ্কাৰিকে এই সম্বন্ধে নিজ নিজ মত সিদিনাৰ অষ্টাদশ শতিকালৈকে ব্যক্ত কৰিয়েই আহিছে। ইয়াৰ কথা লৈয়ে কেবাটিও মতবাদৰো সৃষ্টি হোৱা দেখা যায়। প্ৰাচীন আলঙ্কাৰিকৰ ভিতৰত ভট্টলোল্লট প্ৰমুখ্যে মীমাংসক সকলে কয় — আলম্বন বিভাবে অৰ্থাৎ নাটকীয় চৰিত্ৰই উপজোৱা ৰতি হাস প্ৰভৃতি যি স্থায়ীভাব উদ্দীপন বিভাবেৰে উদ্দীপিত হৈ দৃষ্টি সঞ্চাৰ আদি অনুভাবেৰে অনুভৱ যোগ্য হয়, আৰু লজ্জা চিন্তা আদি সঞ্চাৰী ভাবেৰে পৰিপুষ্ট হৈ উঠে সেয়ে হ'ল ৰস। এই মতে ৰসনিষ্পত্তি মানে হল ৰসৰ উৎপত্তি, ৰসৰ অভিব্যক্তি, আৰু ৰসৰ পৰিপুষ্টি, অভিনয় কৰোঁতে সুদক্ষ অভিনেতাই নাটকীয় চৰিত্ৰৰ যথাযথ অনুকৰণ কৰে গুণে দৰ্শকে প্ৰত্যক্ষে দেখা দি দেখি তাতে ৰসৰ আৰোপ কৰি আনন্দ উপভোগ কৰে। এয়ে হল মীমাংসকৰ উৎপত্তিবাদ।

নৈয়ায়িকসকলৰ ভিতৰত শ্ৰীশঙ্কুক প্ৰমুখ্যে আলঙ্কাৰিক সকলে কয়, — ছবিৰ ঘোৰা এটা প্ৰকৃত ঘোৰা বুলি ল'বাই ছোৱালীয়ে যেনেকৈ ভাবি লয়, সেইদৰেই নাটকৰ চৰিত্ৰ আৰু তাৰ অভিনেতাজনক একে বুলি দৰ্শক সকলে ধৰি লয়, সুচতুৰ অভিনেতাই চৰ্চা আৰু অভ্যাসৰ বলত কৰা চৰিত্ৰানুকৰণৰ পৰা দৰ্শকে অনুমান কৰে যি স্থায়ীভাৱৰ অভিনয় কৰা হৈছে সিও অভিনেতাৰেই স্থায়ীভাব। আমি সাধাৰণ কথাত যি অনুমান কৰোঁ আৰু দৰ্শকে এই ক্ষেত্ৰত যি অনুমান কৰে তাৰ ভিতৰত পাৰ্থক্য যথেষ্ট আছে। অভিনয় আৰু বস্তুৰ সৌন্দৰ্য্য গুণত আৰু পাৰিপাৰ্শ্বিকতাৰ আড়ম্বৰৰ মাজত অভিনয়ৰ অনুমান যেনে আস্বাদনীয় হয়, আমাৰ সাধাৰণ অনুমান তেনে হব নোৱাৰে। অৰ্থাৎ ৰঙ্গমঞ্চত ৰামৰ অভিনয় দেখি আমাৰ মনত যেনে লাগে ৰামৰ কথা পঢ়ি বা শুনি অবিকল তেনে নেলাগে। অভিনেতাই প্ৰকাশ কৰা ৰতি হাস আদি স্থায়ী ভাববিলাক যেতিয়া দৰ্শকে নিজ ইচ্ছাৰে অনুমান কৰি আস্বাদন কৰে তেতিয়াই সি ৰসত পৰিণত হয়। এই কাৰণেই নৈয়ায়িকৰ মতে ৰসনিষ্পত্তি মানে ৰসৰ অনুমিতি। সিবিলাকৰ এই মতটিক অনুমিতিবাদ বোলে।

সাংখ্যমতবাদীসকলৰ ভিতৰত ভট্টনায়ক প্ৰমুখ্যে আলঙ্কাৰিকে কয়, — শব্দৰ তিনটা শক্তি আছে -অভিধা, ভাবকত্ব আৰু ভোজকত্ব। প্ৰথমে অভিধাৰ দ্বাৰা আলম্বন বা উদ্দীপন বিভাবৰ বোধ জন্মে, অৰ্থাৎ শব্দগত অৰ্থই বিভাব বিলাক চিনাই দিয়ে। তাৰ পাচত ভাবকত্ব বা সাধাৰণী কৰণৰ শক্তিৰে বিভাববিলাক আৰু স্থায়ীভাব বিলাকক দৰ্শকে সাধাৰণ ব্যাপক ভাবে গ্ৰহণ কৰে অৰ্থাৎ দুষ্মন্তক দুষ্যন্ত ৰূপে গ্ৰহণ নকৰি, শকুন্তলাক শকুন্তলা ৰূপে গ্ৰহণ নকৰি সাধাৰণ নৰ নাৰী ৰূপে গ্ৰহণ কৰে, আৰু সিবিলাকৰ যি ৰতি আদি স্থায়ীভাব তাক মানৱ সাধাৰণৰ অনুৰাগ আদিৰ স্বৰূপ বুলি ধাৰণা কৰে। তাৰ পাচত এই সাধাৰণ কৰি লোৱা বিভাবাদিৰ সংযোগত সাধাৰণ কৰি লোৱা ৰতি আদি স্থায়ী ভাব বিলাক ভোজকত্ব শক্তিৰ বলেৰে উপভোগ কৰে। এইদৰেই বিভাবৰ লগত ভোজ্যভোজক ভাবৰ সম্বন্ধ ঘটিলেই ৰস উপভুক্ত হয়। সাংখ্যসকলৰ মতে ৰসনিষ্পত্তি মানে

ৰসভুক্তি। এয়ে সিবিলাকৰ ভুক্তিবাদ।

নাট্যশাস্ত্ৰৰ অভিনৱ ভাৰতী নামৰ টিকাত অভিনৱ গুপ্তাচাৰ্য্যই এই কেউটি মতবাদত বাজেও আৰু অনেক আলঙ্কাৰিকৰ মতামত খণ্ডণ কৰি নিজে স্বতন্ত্ৰভাবে এটি সমন্বয়ৰ মত দি থৈ গৈছে। অন্য আলঙ্কাৰিকৰ ভিতৰত প্ৰায়বিলাকৰেই নামোল্লেখত বাজে লিখিত টিকা পাৰলৈ নাই। — হুলি থাকিব পৰা শক্তিৰ অভাৱত নুমাই গ'ল। অভিনৱ ভাৰতীৰ সেই শক্তি যথেষ্ট পৰিমানে আছে গুণে আশা কৰিব পাৰি সি আৰু অনেক কাল পোহৰাই থাকিব। ৰস আৰু ৰসাস্বাদনৰ কথা লৈয়ে অভিনৱ গুপ্তৰ পাচত এই সিদিনালৈকে অনেক মত ব্যক্ত হৈছে যদিও অধিকাংশই অভিনৱ ভাৰতীৰ সুৰকে এৰা ধৰা কৰি নিজে নিজে একো একোটি ৰাগৰ পুত্ৰ-পৌত্ৰাদিহে সৃষ্টি কৰিছে। নাট্যশাস্ত্ৰৰ টিকা স্বৰূপে একমাত্ৰ অভিনৱ ভাৰতীৰেই খ্যাতি আজিও দেশ জুৰি আছে। শঙ্কৰাচাৰ্য্যৰ দিগ্বিজয় সূত্ৰে জানিবলৈ পোৱা যায় অভিনৱ গুপ্তাচাৰ্য্য নামৰ এগৰাকী কামৰূপৰ বিচক্ষণ পণ্ডিতে তেখেতৰ লগত তুমুল তৰ্ক কৰি পৰাস্ত হৈ তেখেতৰ শিষ্যত্ব গ্ৰহণ কৰি কাশ্মীৰৰ মঠত বাস কৰেগৈ। অভিনৱ ভাৰতীত কাশ্মীৰত থকা কথা আছে যদিও তেঁৱেঁইয়ে এই টিকাকাৰ তাৰ শেষ প্ৰমাণ, অদ্যাপি কোনো পণ্ডিতে কৰি উঠা নাই শঙ্কৰাচাৰ্য্যৰ কাল লৈ পণ্ডিত সকলৰ ভিতৰত আজিও। আকাশ-পাতাল মতভেদ। খৃষ্টপূৰ্ব্ব দ্বিতীয় শতিকাৰ পৰা খৃষ্টাব্দৰ নৱম শতিকালৈকে সিবিলাকে ভিনে ভিনে কাল নিৰ্দ্ধাৰণ কৰে বুলি বালসুব্ৰহ্মণ্য আয়াৰেও শঙ্কৰাচাৰ্য্যৰ ভূমিকাত কৈ গৈছে। আৰ্লি হিষ্টৰি অব্ কামৰূপত ৰায়বাহাদুৰ বৰুৱা দেৱে খৃষ্টাব্দৰ নৱম শতিকাৰ আগভাগত শঙ্কৰাচাৰ্য্য কামৰূপলৈ অহাৰ কথা,* আৰু সেই প্ৰসঙ্গত অভিনৱ গুপ্ত নৱম শতিকাৰ কামৰূপৰে পণ্ডিত বুলিও উল্লেখ কৰিছে। এই সিদ্ধান্ত সুধীসমাজৰ সকলোৱে গ্ৰহণ কৰিলেই উল্লিখিত অভিনৱ গুপ্তই যে অভিনৱ ভাৰতীৰ টিকাকাৰ তাক ধৰি লবলৈ অন্ততঃ কাল নিৰ্ণয়ৰ ফালৰ পৰা আমাৰ বল বেচিকৈ বাঢ়ে।

ভৰত মুনিৰ ৰসনিষ্পত্তিৰ সূত্ৰটিৰ অৰ্থ মীমাংসকৰ উৎপত্তিবাদে ভালকৈ প্ৰকাশ কৰিব পৰা নাই। দৰ্শকৰ অন্তৰত ৰসৰ উৎপত্তি বুলিবলৈ গলে বুজা যায় বিভাবাদি নিমিত্ত কাৰণৰ পৰাহে ৰসৰ উৎপত্তি হয়। কিন্তু দেখা যায় নিমিত্ত কাৰণ আগত নেথাকিলেও তাৰ কাৰ্য্য নথকা নহয়; ইফালে বিভাবাদি নেথাকিলে ৰস যে থাকিব নোৱাৰে। এই ৰস পূৰ্ব্বৰ পৰা নেথাকে, বিভাবাদিৰ সংযোগত তাৰ আস্বাদন হয়। আস্বাদনত বাজে ৰসৰ অন্য উপস্থিতি নাই। অনুকৰণৰ দ্বাৰা ৰস সৃষ্টি হোৱা কথাটিও মানি লব নোৱাৰি। অভিনয়ত নাটকৰ চৰিত্ৰৰ অনুকৰণ কৰে কেনেকৈ ? সেই ৰামো নাই, সেই দুষ্মন্তও নাই। ৰামৰ নামত হব পাৰে কোনো প্ৰসিদ্ধ অভিনেতাৰ অনুকৰণ। তাক আৰু ৰামৰ অভিনয় বুলিব নোৱাৰি। এজনে এজনৰ হাব ভাব অনুকৰণ কৰা দেখিলে হাঁহি হে উঠে, তাত ৰস সৃষ্টি আৰু নহয়। ভৰত মুনিয়েও কৈ গৈছে -" পৰচেষ্টানুকৰণাৎ হাসঃ সমুপজায়তে"। গতিকে দৰ্শকেও নটৰ ভাব নিজৰ ভিতৰত অনুকৰণ কৰি ৰসৰ উৎপত্তি কৰোৱা সম্ভৱপৰ নহয়।

নৈয়ায়িক সকলৰ অনুমিতিবাদেও মনত লাগি যোৱাকৈ এই সূত্ৰটিৰ ব্যাখ্যা দিব পৰা নাই। অভিনেতাৰ দ্বাৰা দুষ্মন্ত বা ৰামৰ চিত্তবৃত্তি অনুকৰণ কৰা যেনে অসম্ভৱ অনুকৰণৰ দ্বাৰা সিবিলাকে যি ভাব প্ৰকাশ কৰে তাকে দৰ্শকে অনুমানৰ দ্বাৰা বুজে বোলাও তেনে অসম্ভৱ। অভিনেতাক ৰঙ্গমঞ্চত পলোৱা দেখিলে তেওঁৰ যে ভয় হৈছে এইটো দৰ্শকৰ অনুমান হোৱাটো সম্ভৱ ; কিন্তু অভিনেতাৰ ৰতিৰ আবেগ যদি দৰ্শকে দেখে তেনে তেওঁৰ ৰতিৰ আবেগ হৈছে বুলিয়েই অকলে অনুমান নকৰে, তাৰ লগে লগে নিজৰ অন্তৰতো আনন্দৰ এক চমক পায়। এই আনন্দৰ চমক বা পৰশক অনুকৰণ বুলিও ধৰিব নোৱাৰি, অনুমান বুলিও ধৰিব নোৱাৰি। নাটকীয় ঘটনা কোনেও প্ৰত্যক্ষ নকৰে। প্ৰত্যক্ষজ্ঞানে দৰ্শকৰ চিত্তত যেনে চমক লগায় অনুমানে তেনে লগাব নোৱাৰে। ছবিৰ ঘোৰাক আচল ঘোৰা বুলি ধৰি লোৱা উপমাটিও ইয়াত খাই নপৰে।

* ঐতিহাসিক যুক্তিৰে কৈ গৈছে

ৰঙেৰে অকাঁ ঘোৰাটি আচল ঘোৰা হয় কেনেকৈ ? কৰবলৈ গলে কব পাৰি আচলতে সি ঘোৰাৰ সদৃশ। ইফালে বিভাবাদিৰ সংযোগেৰে দৰ্শকৰ অন্তৰত যি অভিব্যক্ত হয় সি ৰসৰ সদৃশ নহয়, -আচল ৰসেই। ভৰত মুনিৰ নাট্যসূত্ৰত এনে কোনো অনুমান বা অনুকৰণৰ কথা পাবলৈ নাই।

সাংখ্যমতৰ যিটি ভুক্তিবাদ তাতো ভোজকত্ব বা ৰসৰ ভোগীকৰণ বুলি যি তৃতীয় শক্তি এটিৰ স্বতন্ত্ৰ বৃত্তি মানি লোৱা হৈছে সি যে আমাৰ অন্তৰৰ নিজগত বৃত্তি তাক প্ৰমাণ কৰা কঠিন। তেনে এটা বৃত্তি মানি লোৱাতকৈ দৰ্শকৰ চিত্তত নাট্যাৰ্থ বিজ্ঞাপিত হৈ ব্যঞ্জনা শক্তিৰ বলত ৰসৰ ৰূপেৰে অনুভূত হয় বুলিলেই যথেষ্ট হয়।

অভিনব ভাৰতীত সেই গুণে অভিনব গুপ্তই নৈয়ায়িকৰ অনুমান আৰু সাংখ্যমতৰ সাধাৰণীকৰণ বা ভাবকত্বৰ সমন্বয় কৰি নিজৰ স্বতন্ত্ৰমতেৰে ভৰতমুনিৰ ৰসনিষ্পত্তি সূত্ৰটিৰ মীমাংসা কৰি গৈছে। কাব্য পঢ়ি বা নাট্য দেখি আমাৰ মনত এনে এটা সাক্ষাৎকাৰ হয় যাৰ ফলত বৰ্ণিতবিষয়ৰ বা দৃশ্যৰ দেশকালাদিৰ বিশেষ সম্বন্ধ লোপ হৈ এটা সাধাৰণ প্ৰতীতি জন্মে। এই সাধাৰণ প্ৰতীতিত ব্যক্তিগত দুখ বা উদ্বেগ নেথাকে। কোনো অভিনেতাৰ ভয় বা ক্ৰোধৰ অভিনয় দৰ্শকৰ দুখ বা উদ্বেগৰ কাৰণ নহয়। কাব্য বা নাট্যৰ অনুভূতিৰ দ্বাৰা যি ভয় বা ক্ৰোধৰ ভাব চিত্তত উপস্থাপিত হয় সি কোনো দেশ কাল বা ব্যক্তিবিশেষেৰে জড়িত নহয়। বাস্তব জগতৰ দেশকাল আৰু ব্যক্তিৰ কথা দৰ্শকৰ মনত নোহোৱা হলেই সেই সম্বন্ধীয় সকলো কথা আতৰি গৈ চিত্তত অভিনীত ভাবৰ এক সাধাৰণতা জাগি উঠে। এই সাধাৰণতাৰ জাগৰণ বা সাধাৰণীকৰণে এহাতে যেনেকৈ দেশ কাল আৰু ব্যক্তিগত স্বভাব একৰাই দি দৰ্শকৰ চিত্তত নাট্যৰ বিষয়বস্তু উপস্থাপিত কৰে আইন হাতে প্ৰত্যেক দৰ্শকৰ চিত্তপটত একোটি স্বৰূপেৰেই প্ৰকাশ পায়, অৰ্থাৎ দৰ্শকমাত্ৰেই যে সি আস্বাদনীয় এনে এটি মনোভাব জগাই তোলে। অনাদি কালৰ পৰাই আমাৰ অন্তৰে অন্তৰে সঞ্চিত হৈ অহা ভোগৰ যি অনুভূতি, যি আকাঙ্ক্ষা সংস্কাৰ বা বাসনা ৰূপে নিহিত হৈ আছে তাৰে এই সাধাৰণীকৃত স্বভাবটিৰে পৰিচয় ঘটে; তাত বাস্তৱজগতৰ কোনো উদ্বেগ নথকা, কোনো বাধাবিঘিনি নথকা এক চেতনাৰ উদ্বোধ হয়। এই চেতনাৰ উদ্বোধৰ নামেই হ'ল চমৎকাৰ। আমাৰ চিত্তত যি কোনো সুপ্ত বাসনাৰ সৈতে সাধাৰণীকৰণৰ মিলন হলে চেতনাৰ যি উদ্বোধ বা সৌন্দৰ্য্যবোধৰ মনোভাব হয় সিও চমৎকাৰ, অথবা সেই ভাবে জগাই তোলা আনন্দ আৰু তাৰ পৰা হোৱা শৰীৰৰ পুলক আদিও চমৎকাৰ। এই চেতনাৰ উদ্বোধৰ আচল মনোবৈজ্ঞানিক স্বৰূপ কি সেই সম্বন্ধে কৰবলৈ গৈ অভিনব গুপ্তই কৈছে— ইয়াক সাক্ষাৎকাৰো বুলিব পাৰি, স্ফুৰ্ত্তিও বুলিব পাৰি, অথবা প্ৰতিভাও বুলিব পাৰি। ই কেনেকৈ আহে বুজা নেযায়, ই লৌকিকো নহয়, মিথ্যাও নহয় - হঠাৎ চিত্তত প্ৰকাশ পায়।

নানা অনুপানেৰে মিলাই দিয়া পেয় পদাৰ্থৰ সোৱাদৰ দৰে এই যে স্থায়ীভাবৰ সোৱাদ সিয়েই হল ৰস। তাত গুড় লবন আদি উপকৰণ থাকিলেও সেইবিলাকৰ ভিন ভিন সোৱাদ বিলুপ্ত হৈ যেনেকৈ এক বিশিষ্ট ৰূপৰ মধুৰ সোৱাদ লাগি যায়। সেইদৰেই বিভাব অনুভাব আৰু ব্যভিচাৰিভাবৰ সংযোগতো সেই সেই ভাবৰ পৃথক আস্বাদন লোপ হৈ এক অপৰূপ ৰসৰ আস্বাদন ফুটি পৰে।

ভৰত মুনিৰ সূত্ৰটিত 'ভাব' শব্দৰ উল্লেখ নেদেখি কোনো কোনোৱে ভাব মানে ৰস বুলিব খোজে। আচলতে ভাবে ৰসে একে নহয়। ভাব হ'ল ব্যক্তিগত, ৰস হ'ল সকলোৰে। ভাবত সুখ দুখ আছে, উদ্বেগ আছে— ৰসত আছে অনাবিল আনন্দ। নিজৰ লৰাটি কোলাত লৈ পিতাকে যি সুখ পায়, সি হ'ল তেওঁৰ নিজস্ব ভাব; কিন্তু সাধাৰণ পুত্ৰ স্নেহৰ সাৰ খিনি চাকি আনি কবি অভিনেতাই যি বাৎসল্য ফুটাই তুলি ইতৰক আনন্দ উপভোগ কৰোৱায় সেয়ে হ'ল বাৎসল্য ৰস। নিজৰ ব্যক্তিগত স্বভাব আৰু দেশকালাদিৰ বন্ধনৰ পৰা মুক্ত হৈ সকলো ভাবকে হিয়াৰ পৰা আঁতৰাই এই ৰসৰ

সোৱাদ অন্তৰত বিয়পি পৰে। মইহে এই ৰসৰ সোৱাদ পাওতা, এই ৰসভোগ মোৰ এনে আত্মনিবদ্ধ ভাববিলাক তিৰোহিত হৈ অন্তৰত আনন্দময় জ্ঞান স্বৰূপ প্ৰতীত হয়। মুক্তি দশাত যেনেকৈ কেৱল ব্ৰহ্মস্বৰূপেই হে স্ফূৰ্ত্ত হয়, সেইদৰে ৰসাস্বাদৰ বেলিকাও কেৱল ৰসেই হে স্ফূৰ্ত্ত হয়। সেইহে এই ৰসাস্বাদক ব্ৰহ্মাস্বাদৰ সদৃশ বোলা হৈছে। ৰস আনন্দ স্বৰূপ। শ্ৰুতিতো কোৱা আছে- "ৰসৌ বৈ সঃ। ৰসং হ্যেবায়ং লব্ধানন্দী ভৱতি।" বিভাবাদিৰ সহযোগত ব্যঞ্জনাশক্তিৰ প্ৰভাৱত ৰসৰ যি অভিব্যক্তি হয় সেয়ে ভৰত মুনিৰ ৰসনিষ্পত্তি।

অনেক আলঙ্কাৰিকে এবমাদিক্ৰমে সূক্ষ্মাতিসূক্ষ্ম বিচাৰ কৰিছে যদিও সিবিলাকৰ বিচাৰ তৰ্কৰ মাজে বিৰিঙি পৰিছে এক সেই মত দ্বৈধ নোহোৱা চিৰসত্য— সেয়ে হল ৰসাস্বাদেই আনন্দ, আনন্দত বাজে ৰসৰ প্ৰতীতি সম্ভৱ নহয়। এই আনন্দস্বাদ স্বৰূপ ৰসেই হে পৰম ৰমণীয়।

ইতিহাসে ঢুকি নোপোৱা কোনোবা কালতে নাট্যবেদত জিলিকি পৰিছিল বিশ্বসৃষ্টিৰ মূলত অভিব্যক্ত হোৱা অনাবিল আনন্দৰ দৰে মানবৰ সৃষ্টি কাব্যনাট্যাদিতো অভিব্যক্ত আনন্দস্বৰূপ ৰসাস্বাদ। তাক সৃষ্টিকৰ্ত্তাৰ বিধান নুবুলি, অভিপ্ৰায় নুবুলি আৰু কি বুলিব পাৰি ? সেই অনাদি কালৰ পৰাই এই ৰসৰ মুখে কাব্য নাট্যাদিৰ সকলো চেষ্টা কল কলকৈ বৰই লাগিছে। আজিও তাৰ বিৰাম নাই। যি নাটকত ৰস নাই সি ভাৰতৰ নহয়, যি নাট্য বা অভিনয়ে সেই ৰসৰ মুখলৈ নিনিয়ে সিও ভাৰতৰ নহয়।

নাটকৰ ৰস জীৱন্ত কৰিবলৈ ৰঙ্গমঞ্চত প্ৰত্যক্ষে দেখুওৱাদি দেখুৱাবলৈকে অভিনয়ৰ চেষ্টা, অভিনয়ৰ প্ৰয়োজন, যাতে সুবিজ্ঞ সহৃদয় লোকত বাজেও সকলো খাপৰ সকলো লোকেই নাট্যৰসত মজি আনন্দ উপভোগ কৰিব পাৰে। প্ৰত্যক্ষে দেখুৱাবলৈ গৈ কোনো ব্যক্তিবিশেষ বা জাতিবিশেষৰ অনুকৰণ অথবা অভিনেতাৰ নিজৰ হাব ভাব অনুকৰণ কৰিবলৈ গলে সি ৰসৰ অভিব্যক্তি নঘটায়, অইন হাতে হাঁহিয়াতৰ হে পাত্ৰ কৰে। সেই প্ৰত্যক্ষে দেখুওৱাত দেখুৱাব লাগিব মানব সাধাৰণৰ অনুকৰণ, যাতে তাৰ সাধাৰণীকৰণত অবাধে দৰ্শকৰ ব্যঞ্জনা শক্তিৰ ক্ৰিয়া চলিব পাৰে।

মানব সমাজৰ মাজত আহ, যা, হয়, নহয়, দে, নে, আদি অতি সাধাৰণ আৱশ্যকীয় কথা বিলাকৰ কিছুমান আঙ্গিক ইঙ্গিত আছে যাৰ সহায়ত কোনোবা অজাতিৰ আমাৰ ভাষা নুবুজাকো পেটৰ কথা একোটি কাম চলাকৈ বুজাব পৰা যায়। এই অতি সাধাৰণ কথা প্ৰকাশৰ উপৰিও অন্তৰৰ আবেগ প্ৰকাশৰ বেলিকা অঙ্গ-প্ৰত্যঙ্গাদিৰ এনে অনেক স্বাভাবিক বিক্ষেপ ফুটি পৰে— যাক দেখিলে সহৃদয় ব্যক্তিৰ কথাই নাই শ্ৰৱণশক্তি বিহীনেও সেই আবেগ সুন্দৰকৈ বুজি যায়। নিমাতী ছবিৰ হাব ভাব আকাৰ-ইঙ্গিতে একো একোটি ঘটনাকো পৰিস্কাৰ কৰি বুজাই নিদিয়ে জানো ! সৰ্ব্বসাধাৰণে বুজিব পৰা এনে আঙ্গিক আৰু শাৰীৰিক বিক্ষেপাদিৰে কবিৰ ৰসাত্মক বাক্যক প্ৰাণৱন্তকৈ প্ৰকাশ কৰাই হ'ল অভিনয়।

এই খিনিতে এটি কথা উঠিব পাৰে - কবিৰ ভাৱত তন্ময় হৈ নিজকে কবিৰ কথিত চৰিত্ৰ বুলি ভাবি সেই সেই ভাবৰ নিজৰ স্বাভাবিক অঙ্গবিক্ষেপাদি কৰিলেও দেখোন অভিনয় হব পাৰে। সেয়ে যদি হয় তেনে অভিনয় শিক্ষাৰ কথা উঠে কেনেকৈ ? ই হ'ল কোনো কোনো উঠি অহা শিল্পীৰ প্ৰশ্ন। এনে ভাবে তন্ময় হৈ নিজৰ স্বাভাবিক অঙ্গবিক্ষেপেৰে অভিনয় কৰি কিছু পৰিমানে সফলতা লাভ কৰিব পৰিলেও সি আচলতে ভাৰতৰ অভিনয় হব নোৱাৰে। ভাৰতীয় নাটকৰ চৰিত্ৰ কোনো ব্যক্তি বিশেষৰ কথা নহয়, সাধাৰণ-নৰনাৰীৰ দৰে হে তাক চিত্ৰিত কৰাৰ বিধান; গতিকে তেনে সাধাৰণৰ চৰিত্ৰৰ কোনো ব্যক্তিবিশেষৰ নিজা অভিনয় জীন যায় কেনেকৈ ? সেই চৰিত্ৰ ফুটাই তুলিবলৈ হ'লে সাধাৰণ ধৰণৰ অভিনয়েই লাগিব। অভিনেতাৰ ব্যক্তিগত অঙ্গবিক্ষেপেই যে নাটকীয় চৰিত্ৰৰ অঙ্গবিক্ষেপ তাৰে বা প্ৰমাণ কি ? অন্তৰৰ ভাব আৰু তাৰ লগে লগে প্ৰকাশ পোৱা সাধাৰণ অঙ্গবিক্ষেপ

চাবঁলৈ গলে ইটি সিটিৰ প্ৰকাশক। চৰিত্ৰগত ভাবেৰে ভাবিত হবঁলৈকো সাধাৰণ অঙ্গবিক্ষেপাদিৰ জ্ঞান আৰু সাধনাই অভিনেতাক বিস্তৰ সহায় কৰে। সেইহে সেইবিলাক যথাযথ ভাবে শিক্ষা কৰা নিতান্ত প্ৰয়োজন। অভিনেতাই পূৰ্ব্বে অনুভব কৰা বিভাব যেনেকৈ মনঁলৈ আনিব পাৰে সেই দৰেই শিক্ষা আৰু চৰ্চ্চাৰ বলত সেই মনঁলৈ অনা খিনি ব্যক্তিগত ভাবে নানি সাধাৰণ ভাবে আনিবও পাৰে। তাকে নাটকীয় কথাৰে বজিতা খুৱাই যথানুৰূপ প্ৰকাশ কৰাই হল অভিনেতাৰ কৰ্ত্তব্য। ইয়াক অনুকৰণৰ আখ্যা দিব নোৱাৰি। অভিনয়ত নাটকীয় চৰিত্ৰৰ সাজ পোছাক আদিৰ হে অনুকৰণ হব পাৰে, – তাৰ চিত্তবৃত্তি আঙ্গিক বিক্ষেপাদিৰ অনুকৰণ অথবা নাটকীয় ঘটনাৰ অনুকৰণ হব নোৱাৰে ; কিয়নো এইবিলাক প্ৰত্যক্ষে দেখা কথা নহয়, যাক প্ৰত্যক্ষে দেখা যায় তাৰ হে অনুকৰণ সম্ভৱ। অভিনয়ত সাধাৰণীকৃত অঙ্গাদিৰ বিক্ষেপত বাজে কোনো ব্যক্তিগত অভিব্যক্তিৰ কথা সেইহে উঠিব নোৱাৰে। সাধাৰণীকৰণৰ উপায়েই হল অভিনেতাৰ শিক্ষা আৰু সাধনাৰ বিষয়।

ভৰত মুনিৰ নাট্যশাস্ত্ৰখনিত অভিনয়ৰ যাবতীয় বিষয় এনে সুনিপুন আৰু সুচাৰুৰূপে বৰ্ণোৱা আছে যে এবাৰ পঢ়ি চালে বিস্ময়ত অবাক হব লাগে। সি যেন এখনি মহাসাগৰ ! – কত যুগ যুগান্তৰৰ পৰ্য্যবেক্ষণ, কত কালৰ মানৱতাৰ বিপুল অভিজ্ঞতা, সৌন্দৰ্য্যবোধৰ কি সেই পৰাকাষ্ঠা, চক্ৰাকাৰে প্ৰবাহমান কি সেই ঐতিহ্যৰ নিগূঢ় ধাৰা – কি উদাৰ, কি মহান ! – যোগ দিয়াৰ বা পৰিবৰ্ত্তন কৰাৰ অৱসৰ যে এধানিও নাই - নিজ মাহাত্ম্যৰে নিজে সি পৰিপূৰ্ণ ! কালৰ গতিত মানুহৰ মুখৰ ভাষা পৰিবৰ্ত্তন হব পাৰে কিন্তু মানুহৰ সাধাৰণীকৃত আঙ্গিক অভিনয়াদিৰ যি সাধাৰণ ইঙ্গিত, যি বিশ্বভাষা তাৰ পৰিবৰ্ত্তন হয় কেনেকৈ ? ভৰত মুনিয়ে আঙ্গিক আৰু সাত্বিক অভিনয় সম্বন্ধে নতুনঁকৈ পৰ্য্যবেক্ষণ কৰিবঁলৈ আমাঁলৈ একোকে থৈ যোৱা নাই। কেৱল যি দিলে তাৰে চৰ্চ্চা, শিক্ষা আৰু অনুশীলনাদিৰে নাটকীয় ভাবে তাকে প্ৰয়োগ কৰি দৰ্শকক ৰসৰ মুখে নিয়া নিনিয়াৰ ভাৰ হে আমাৰ ওপৰত দি থৈ গৈছে। এই সৃষ্টিত আমাৰ বৃদ্ধি অপচয় আদি সকলো বিষয়তে আমি এক চিৰন্তন ধাৰাৰ অধীন। সেই ধাৰা মানি লৈ প্ৰেমেৰে চলা নচলাটিহে আমাৰ ইচ্ছাৰ কথা, এইখিনিতে আমি অধীনতাৰ মাজতো স্বাধীন। নাট্যশাস্ত্ৰতো এই অধীনতাৰ মাজৰ স্বাধীনতাত সৃষ্টিকৰ্ত্তাৰ বিধানেই পৰিস্কাৰকৈ ফুটি পৰিছে।

নাট্যশাস্ত্ৰত অভিনয় বিধানৰ আৰম্ভণ হৈছে ষষ্ঠাধ্যায়ৰ পৰা। কি কি স্থায়ী ভাবৰ কি ৰসঁলৈ কি বিভাব, কি অনুভাব, কি ব্যভিচাৰী ভাবৰ অভিনয় হব লাগে তাৰ সমুদায় লক্ষণ পৰিপাটিকৈ দিয়া আছে। দৃষ্টান্তৰ ছলেৰে যেই সেই এটি স্থায়ী ভাবৰ বিষয়ে সংক্ষেপে অলপ কলে বাকী স্থায়ীভাবৰ অভিনয়ৰ বিষয়ে মোটামুটি ধাৰণা এটি হব বুলি আশা কৰিব পাৰি। হাস নামৰ স্থায়ী ভাবটিৰ যি হাস্য ৰস সি সাধাৰণতে উদ্দীপিত হয় বা ফুটিপৰে বিকৃত বেশ বা অলঙ্কাৰ, ধৃষ্টতা অতিমাত্ৰাৰ চাঞ্চল্য আবেগ বা প্ৰলাপ, ব্যঙ্গ, দোষযুক্ত উদাহৰণ প্ৰভৃতি উদ্দীপন বিভাবত। ইয়াৰ অনুভাবৰ অভিনয় সাধাৰণতে ওষ্ঠ দংশন, নাসিকা কপোলৰ স্পন্দন, দৃষ্টিৰ ব্যাকোশ বা বিস্তাৰ অৰ্থৰ আকুঞ্চন, ঘৰ্মযুক্ত মুখৰাগ আৰু পাৰ্শ্বগ্ৰহণ আদিৰে দেখুৱাব লাগে ; ব্যভিচাৰী ভাব হ'ল – আলস্য, ভাব গোপন কৰা, তন্দ্ৰা, নিদ্ৰা, স্বপ্নপ্ৰবোধ, অসূয়া আদি। এই অনুভাব আৰু ব্যভিচাৰি ভাববিলাক কি কি অঙ্গপ্ৰত্যঙ্গৰ অভিনয়েৰে প্ৰকাশ কৰিব লাগে তাৰো দিহা খৰচি মাৰি দি থৈ গৈছে। অঙ্গ প্ৰত্যঙ্গৰ অভিনয় বুলিলে – শিৰ, দৃষ্টি, তাৰাপুট, ভ্ৰূ, নাসিকা, গণ্ড, ওষ্ঠ, চিবুক, মুখ আৰু গ্ৰীৱাৰ ভিন ভিন ভঙ্গিৰে বিভিন্ন বিকাৰ আৰু বিক্ষেপক বুজায়। ইয়াত বাজেও হস্ত, বক্ষ, পাৰ্শ্ব, জঠৰ, কটি, উৰু, পাদ, পাদচাৰী, গতিপ্ৰচাৰাদি সকলো শাৰীৰিক চেষ্টা এই আঙ্গিক অভিনয়ৰ অন্তৰ্গত। এই বিলাক প্ৰত্যেকৰে কেনে ৰূপ বা লক্ষণ কোন কোন ভাবত কেনেকৈ তাক খটাই প্ৰকাশ কৰিব লাগে তাৰ

ব্যৱস্থাৰে অভ্রান্ত ইঙ্গিত দি আঠোটা দীর্ঘ অধ্যায়ত শেষ কৰিছে। আকম্পিত, কম্পিত আদি তেৰটি বিভিন্ন বিক্ষেপ হ'ল শিৰৰ কর্ম্ম; যেনে, — ওপৰলৈ আৰু তললৈ লাহে লাহে মূৰ লৰোৱাকে শিৰ আকম্পিত কৰা বোলে ; — সংজ্ঞা, উপদেশ আদিৰ স্বাভাৱিক ভাষনত, নির্দ্দেশ দিওতে, আৰু বাহুণাদিত যাওঁতে শিৰ আকম্পিত হব লাগে। শিৰৰ আকম্পন দ্রুত হলেই তাক কম্পিত শিৰ বোলে; খং, বিতর্ক, বিজ্ঞান, প্রতিজ্ঞা, তর্জ্জন, ব্যাধি আৰু অমর্ষণত শিৰ কম্পিত হয়। স্থায়ীভাবৰ আঠোটি স্থায়ীভাবৰ পৰা ওপজা আঠোটি, আৰু সঞ্চাৰী বিশটি হ'ল চক্ষুৰ কর্ম্ম। হাস এই স্থায়ী ভাবটিৰ দৃষ্টিৰ নাম হাস্য দৃষ্টি, — চকুৰ পটা দুখনি আকুঞ্চিত কৰি বিভ্রান্ত আৰু আকুল চকুৰ মণিৰে যি দৃষ্টি তাকে হাস্যদৃষ্টি বোলে। কেউফালে ঘূৰাই অনিমেষেৰে দিয়া চঞ্চল আৰু হসিতগর্ভা যি দৃষ্টি তাৰ নাম হৃষ্টা। হৃষ্টা দৃষ্টি স্থায়ী হাস ভাবৰ পৰা ওপজা। ইয়াৰ পাচত শূন্যা মলিনাদি বিশটা সঞ্চাৰী ভাবৰ দৃষ্টিৰ লক্ষণ আৰু ৰসভেদে প্রয়োগবিধি পৰিস্কাৰ কৈ দি থৈছে।

হাস্য পাত্রভেদে আকৌ দুবিধকৈ হয় ছবিধ। জ্যেষ্ঠৰ হাঁহিক স্মিত বা হসিত বোলে, — দাঁত নেদেখাকৈ গণ্ড আৰু কটাক্ষত যি মধুৰ মিচিকি হাঁহি ফুটি পৰে তাক স্মিত বোলে; মুখ, চকু, গণ্ড উৎফুল্ল হৈ দাঁত জান নেজানকৈ দেখা গলেই সি হয় হসিত। মধ্যপাত্রৰ হাঁহিক বিহসিত আৰু উপহসিত বোলে, — বিহসিতত চকু আৰু গণ্ডৰ আকুঞ্চন হয়, মুখত মধুৰ স্বৰ ফুটি পৰে; ইয়াকে নাকৰ পাহি ফুলাই কেৰাহিঁকৈ চাই হাঁহিলে সি হয় উপহসিত। অধম পাত্রৰ হাঁহিক অপহসিত আৰু অতিহসিত বোলে;- চকুৰে দি পানী ওলোৱাকৈ কান মূৰ লৰাই যি হাঁহি অস্থানত হাঁহে তাৰ নাম অপহসিত, তাকে হাতেৰে নিজৰ কাষত ধৰি হেকটি ফুটাই হাঁহিলে অতিহসিত বোলে।

এই দৰেই ৰতি, হাস, শোক, ক্রোধ, উৎসাহ, ভয়, জুগুপ্সা আৰু বিস্ময় এই আঠোটি স্থায়ীভাবৰ, নির্ব্বেদ, গ্লানি, শঙ্কা আদি তেত্রিশটি ব্যভিচাৰী ভাবৰ, আৰু স্তম্ভ, স্বেদ, ৰোমাঞ্চ, স্বৰভঙ্গ, কম্প, বৈবর্ণ্য, অশ্রু, প্রলয় এই আঠোটি সাত্ত্বিক মন প্রভব ভাবৰ লক্ষণ আৰু প্রয়োগবিধিৰে আঙ্গিক আৰু শাৰীৰিক অভিনয় কৰি কাব্যৰসৰ অভিব্যক্তি কৰিবলৈ অতি প্রাঞ্জলকৈ বিধান দি গৈছে। এই যে অঙ্গ, উপাঙ্গ আৰু শৰীৰৰ সাধাৰণ অভিনয় ইয়াৰ নাম হ'ল আঙ্গিক অভিনয়। নৃত্যকলাও এই আঙ্গিক অভিনয়ৰে অন্তর্গত।

ইয়াত বাজেও বাচিক, আহার্য্য আৰু সাত্ত্বিক নামৰ আৰু তিনিবিধ অভিনয়ৰো বিশদ আলোচনা কৰা আছে। বাচিক অভিনয়েই নাট্যৰ 'তনু'। শ্রাব্যই হওক বা দৃশ্যই হওক কাব্য মাত্রেই ৰসাত্মক। অভিনয়েৰে ৰসৰ মুখলৈ নিবলৈ নাটকত ৰস থাকিবই লাগিব। কেনে শব্দ, ছন্দ, বৃত্তাদিৰে, কেনে ভূষন অলঙ্কাৰাদিৰে, কেনে ভাষা প্রয়োগেৰে কি কি কাব্যদোষ পৰিহাৰ কৰি কি কি কাব্যগুণ থকা বিভিন্ন বিধৰ নাটকেৰে ৰসৰ অৱতাৰনা কৰি প্রেক্ষক আৰু বুধজনৰ সুখযোগ্য কৰিব পাৰি তাৰে কথা আঠোটি অধ্যায় জুৰি কোৱা হৈছে।

বাচিক অভিনয়ৰ পাচত আহার্য্য অভিনয়ৰ আলোচনা আৰম্ভ হৈছে ত্রয়োবিংশ অধ্যায়ত। এইবিভাগত নাট্যোপযোগী বেষ, অলঙ্কাৰ, নানা বর্ণবিধিৰে পাত্রভেদে অঙ্গৰচনা আৰু প্রহৰণাদিৰ বিষয়ে যথেষ্ট কোৱা হৈছে। স্ত্রীপুৰুষ ভেদে, দেশকাল পাত্র ভেদে, দেব দানব আৰু মনুষ্যাদিৰ বর্ণ, অলঙ্কাৰ, বস্ত্রাভৰন আৰু প্রহৰণাদি নাট্যধর্ম্মীকৈ কেনেকৈ লব লাগিব তাৰ সুন্দৰ ব্যৱস্থা দিছে। ইয়াত বাজেও পৰৱর্ত্তী আচার্য্য সকললৈ স্থান পাত্র আৰু কাল বুজি আহার্য্য অভিনয়ত যোগ দিবলৈ বা পৰিবর্ত্তন কৰিবলৈকো প্রকাশ্যে স্বাধীনতা দিছে।

আহার্য্য অভিনয়ৰ পাচত চতুর্বিংশ অধ্যায়ৰ পৰা সাত্ত্বিক অভিনয়ৰ বিচাৰ কৰিছে। সত্ত্বতে নাট্যৰ প্রতিষ্ঠা- "নাট্যং সত্ত্বে প্রতিষ্ঠিতম্"। সত্ত্ব দেহাত্মক আৰু মন-প্রভব। সমাহিত মনৰ পৰাই তাৰ উৎপত্তি। দুখ হ'ল বেদনাত্মক আৰু সুখ হ'ল প্রহর্ষাত্মক। অদুঃখিতে দুখৰ

আৰু অসুখীয়াই সুখৰ অভিনয় কেনেকৈ কৰিব ? সিবিলাকে অশ্রু ৰোমাঞ্চাদিৰে যি দুখ সুখৰ ভাব সমাহিত মনেৰে দেখুৱায় সেয়ে হল সত্বাভিনয়। ভাব হ'ল আত্মাভিনয়ন, বিভাব হ'ল পৰিদৰ্শন, ভাব মানে এইখিনিত মন বা স্বভাবক বুজাইছে। স্থায়ীভাবাত্মক ৰসবিলাকত কি কি বিভাব অনুভাবেৰে অভিনয় কৰিব লাগে তাক আঙ্গিক অভিনয় বিভাগত বহলাই কোৱা পৰিছে। সাত্বিক অভিনয় বিভাগত ভাবৰ অভিনয়ৰ বিচাৰ হে কৰিছে; যেনে, কামাতুৰা এই ভাবটি দেখুৱাবলৈ হলে প্ৰবেশৰ পৰা প্ৰস্থানলৈকে অভিনেত্ৰীয়ে দেখুৱাই যাব লাগিব সেই একে ভাব – তাকে বাৰঙ্গনা হলে দেখুৱাব- কটাক্ষ, আভৰণ স্পৰ্শ, কৰ্ণকণ্ডূয়ন, অঙ্গুষ্ঠাগ্ৰেৰে লিখন, স্তন প্ৰদৰ্শন, কেশ সংযমন আদিৰে, আৰু কুলাঙ্গনা হলে- ঈষদ্ হাস্য, চকুৰে ঘনঘন নিৰীক্ষণ, অধোমুখে মন্দমন্দ বাক্য উচ্চাৰণ, অধৰ স্পন্দন আদি লক্ষণেৰে। কাম ভাবৰ দহোটি অভিলাষাদি অৱস্থাৰ কথা নানা ভাবেৰে অভিনীত কৰিবলৈ কৈছে। প্ৰথম অৱস্থা অভিলাষৰ অভিনয় কৰিবলৈ হলে বাহিৰলৈ গৈ ভিতৰলৈ আহি ঘনেঘনে দৰ্শণ পথত থাকি সেই ভাব প্ৰকাশ কৰিব লাগে। স্ত্ৰীপুৰুষ ভেদে, উত্তম মধ্যম অধম প্ৰকৃতিৰ পাত্ৰ ভেদে এই ভাব প্ৰকাশৰ বিধান বিধে বিধে দিয়া আছে।

ইয়াৰ পাচত যথাক্ৰমে আতোদ্য অৰ্থাৎ বাদ্যভাণ্ডাদিৰ আৰু তাল লয় ধ্ৰুবাদিৰে ছন্দ আৰু বৃত্তনিদৰ্শনৰ বিষয়ে বহলাই আলোচনা কৰি বাদ্যাধ্যায় আৰু যথাস্থানত নায়ক নায়িকা আদিৰ প্ৰকৃতি বিচাৰেৰে এই বহমূলীয়া শাস্ত্ৰ খনি সমাপ্ত কৰিছে।

ঋষি মনীষীৰ এই শাস্ত্ৰ খনিত নাট্যসংক্ৰান্ত কি বিষয় বাদ পৰিল তাৰ কল্পনা কৰাও অসম্ভৱ। শাস্ত্ৰখনিলৈ চালে অনাদি অতীতৰ পৰা চলি অহা জগতৰ নাট্যৰ আচল স্বৰূপটি চকুত জিলিকি পৰে। আমি ভাৰতীয় নাট্য বুলিলে এই নাট্য শাস্ত্ৰৰ বিধানকে বুজোঁ। ইয়াত অৱগাহন কৰি নিজে ধন্য হোৱাত বাজে ভাৰতবাসীৰ বে গত্যন্তৰ নাই।

আজি আঢ়ৈ হেজাৰ বছৰৰ কিমান আগৰে পৰা হেৰাই বিদাই বৈ যোৱা নাট্যবেদৰ আভাস স্বৰূপ এই নাট্যশাস্ত্ৰখনিয়ে ভাৰতৰ নাট্যক শাসন কৰি শাস্ত্ৰৰ নাম সাৰ্থক কৰি যি আহিছেই নে গোটেই জগত জুৰি নিজৰ তেজো অতৰ্কিতে বিস্তাৰ কৰি আহিছে। জগতে আজি লাহে লাহে স্বীকাৰ কৰিছে ভাৰততে প্ৰথম নাট্য চৰ্চ্চা, অন্যদেশৰ নাট্য চৰ্চ্চাই যাদ কাৰো উদ্দীপনা পাইছিল সি সেই ভাৰত নাট্যৰে উদ্দীপনা। এই সুদীৰ্ঘ কালৰ ধাৰাবাহিক ইতিহাস যদিও নাই তথাপিতো যুগে যুগে ৰচিত হোৱা যি কেখনি অতি উচ্চ শ্ৰেণীৰ ৰসাত্মক নাটক হাজাৰ দুৰ্য্যোগৰ মাজতো ভাৰতে বুকুত সাবটি লৈ আছে তাঁলৈ চাই নিঃসন্দেহে কব প্যাৰি ভাৰত নাট্যৰ উত্থান পতনৰ লহৰমালাৰে যি অনাদি ধাৰা সি আজিও ভাৰতৰ বুকুৰেদি সগৌৰৱে বৈয়েই আছে। নানা জাতি নানা জুতিৰ সংমিশ্ৰণৰ ফলত সি ক্ৰমে ক্ৰমে মুষ্টিমেয় বিদ্বান মণ্ডলীৰ আস্বাদনীয় হৈ জনসাধাৰণৰ বুকুৰ পৰা আঁতৰি পৰি ক্ষীণ হৈছিল যদিও যেই প্ৰাদেশিক ভাষাৰ গঠন হৈ বাটৰ শিলৰ ওপৰে বাগৰি বাট লব পৰা হল। ভাৰত নাট্যৰ অনাদি ধাৰা কেবাটিও ধাৰা হৈ পুবে পচিমে উত্তৰে দখিনে গোটেই ভাৰত বিয়াপি বৰলৈ ধৰিছে। দক্ষিণ ভাৰত, উত্তৰ ভাৰত, আৰু পুব ভাৰতৰ নাট্য চৰ্চ্চাত প্ৰাদেশিক বিশিষ্টতা কিছু কিছু থাকিলেও মূলতে সি এক। অৱন্তিবৰ্ম্মাৰ দিনৰ পৰা বিশাখদত্তৰ অভিনৱ ধৰণৰ নাটক মুদ্ৰাৰাক্ষসমৰ আগে পাচে প্ৰাচীন কামৰূপত নাট্য চৰ্চ্চাৰ কোনো বিশেষ নিদৰ্শন পৰিষ্কাৰ কৈ দেখুৱাই দিবলৈ আৰু নাটক যে নাছিল তাকো মুখ খুলি কোৱাটি টান। সেই যুগত অনেক নাটক প্ৰণয়ন হোৱা কথা মেকডনেল্ড প্ৰমুখ্যে বিচক্ষণ বিদ্বানে কোৱালৈ চাই আৰু বিশেষকৈ নাট্যশাস্ত্ৰৰ দহ ৰূপকত বাজেও অগ্নি পুৰাণত উল্লেখ কৰা ঊনৈশবিধ উপৰূপকৰ উল্লেখলৈ চাই অগনন নাটকৰ কিমানখিনি প্ৰাচ্য ভাৰতত ৰচিত হৈছিল, কিমান খিনি নেপাল উৰেৰা আদি ঠাইত সংৰক্ষিত হ'ল, আৰু বা মানৱ দিনত দেৱতাৰ বিগ্ৰহৰ দৰে লুকাই থবলৈ লোৱাত কিমান খিনি লুকোৱাই

থোৱাত জাহ গল তাৰ সন্ধান আজি কোনে দিয়ে ? মুদ্ৰাৰাক্ষস নাটকখনিৰ নাটকীয় হিচাপে বিশেষত্ব আছিল বুলিয়েই হয়তো তাৰ নকল বেলেগে বেলেগে কেবা ঠাইতো আছিল গুণে এক দুই ঠাইত গাঁততে হওক বা জুইৰ তাপতে হওক জাহ নোযোৱাকৈ বৈ গ'ল। ইয়াত বাজেও সেই অগ্নি পুৰাণেই, উল্লেখ কৰি গৈছে কামৰূপৰ নাটকাচল নামটি। তাঁলৈ চাই নাটকীয় চৰ্চ্চাৰ ইযে একালত কেন্দ্ৰস্থল আছিল সেই কথা মানি নঁলৈ নোৱাৰি। নাটকাচল বা 'নটুৱাই নচা পৰ্ব্বতৰ' আংশিক বিবৰণ দি গৈছে আনন্দচন্দ্ৰ আগৰৱালা দেৱে। এই পৰ্ব্বতটি হাজোৰ পূবলৈ কেবামাইলো দূৰৰ মহাদেবৰ অন্তগৃহৰ অন্তৰ্গত বুলি লিখিছিল তাৰ সবিশেষ অনুসন্ধান বা কোনো তথ্য উদ্ধাৰৰ সবিশেষ চেষ্টা আজিও কোনো ফালৰ পৰা হোৱা নাই; গতিকে হাজাৰ প্ৰবাদৰ মাজত ই এক প্ৰবাদেই হৈ পৰি আছে। পৌৰাণিক যুগৰ ভৰতমুনিৰ কোনো শিষ্যৰ শিক্ষাকেন্দ্ৰ হওক বা নহওক, ঐতিহাসিক যুগৰ অগণন দেৱমন্দিৰৰ দেৱদাসী সকলৰ আৰু নট নৰ্তক সকলৰ যে ই এদিন শিক্ষাকেন্দ্ৰ আছিল এই কথাটি প্ৰবাদ হলেও একেবাৰে অমূলক বুলি কোৱাটি উচিত নহব। কিয়নো, এই শ্ৰেণীৰ নটনৰ্ত্তকে ৰজাঘৰীয়া বৃত্তিভোগ কৰিছিল, সিবিলাকৰ যথাযথ ভাবে মাৰ্গ সঙ্গীত শিক্ষা দিবৰ কাৰণে অন্ততঃ এনে এটি কেন্দ্ৰ থকা নিতান্ত স্বাভাবিক। টিবেটীয় বৰ্ম্মান সকলৰ ঘন ঘন আক্ৰমনৰ তাপত নমৰিলেও কামৰূপীয় নাট আৰু নাট্য প্ৰায় হাজাৰ বছৰ এই নাটকাচলৰ অন্ধকাৰ গুহাত প্ৰসুপ্ত অৱস্থাত আৰু মঠ মন্দিৰে মুষ্টিমেয় সেৱক সকলৰ গতানুগতিক চেষ্টাত জীয়ায়েই আছিল। মহাপুৰুষ শঙ্কৰদেৱক আলম পাই প্ৰাচীন কামৰূপৰ সেই শিখা আকৌ এবাৰ ভমকি উঠি জনসাধাৰণৰ মাজলৈ বৈ আহি লাহে লাহে গোটেই অসম বিয়পি পৰিল। অভিনয়ৰ আগৰ সেই মৃদঙ্গঘোষ, পূৰ্ব্বৰঙ্গ পূজাৰ আভাসেৰে সেই গুৰুঘেঁতা সেই ঘোষা ধেমালি, সেই সূত্ৰধাৰ, সেই চিত্ৰ, সেই সেই পাত্ৰ প্ৰবেশৰ বিভিন্ন নৃত্য, সেই গীতমাত সেই পৰিমাৰ্জ্জিত ৰুচিৰ ৰচনাৰে ভক্তি ৰসৰ অভিমুখে নিয়া সৰল চেষ্টা এই সকলোখিনিয়েই সগৌৰৱে মূৰ তুলি উঠিল।— নাছিল কেৱল ৰঙ্গমঞ্চ নিৰ্ম্মানৰ চেষ্টা। আমাৰ মন্দিৰৰ নাট মন্দিৰত নৃত্য আৰু নাট্য হোৱাৰ কথা শুনা যায়, হয়, কিন্তু আঁচলতে সি ৰঙ্গমঞ্চ নহয়। হোৱাৰ প্ৰয়োজনো নাছিল। মনিকূটৰ বা মন্দিৰৰ অভ্যন্তৰৰ বিগ্ৰহলৈ দৃষ্টি দি অভিনয় কৰিব লাগে গুণে বিপৰীত ফালৰ ঠাইখিনি মঞ্চেৰে আবদ্ধ নকৰি জন সাধাৰণৰ সুচলৈ চাই মুকলি ঠাইতে অভিনয় কৰিছিল, যাতে সিবিলাকে বিগ্ৰহ আৰু অভিনয় চোৱাত বাধা নেপায়। তেনে অভিনয় আজিও সত্ৰে সত্ৰে, নামঘৰে নামঘৰে, মঠে মন্দিৰে, সভাই উৎসৱে দেশ জুৰি চলিবই লাগিছে। অবৈতনিক নাট্যসঙ্ঘ বিলাকে নামঘৰ আৰু মন্দিৰৰ পৰা ফালি নি ভেষে ভাৱে যি ৰঙ্গমঞ্চ পাতি লৈছে সি বঙ্গদেশৰ আমদানি হলেও আচলতে সি আমাৰেই ৰঙ্গমঞ্চ, য়ুৰোপত ৰূপান্তৰ হৈ আকৌ আমালৈ ঘূৰি আহিছে। আমাৰ ৰঙ্গমঞ্চ নিৰ্ম্মাতা সকলে চাৱ নোখোজে, কেনে ধৰণৰ ৰঙ্গমঞ্চ শৈল গুহাৰ আকাৰে নিৰ্ম্মান কৰাৰ সুন্দৰ বিশ্বকৰ্মাৰ বিধান গাম্ভীৰ্য্য আৰু সুস্বৰত্ব লৈ লক্ষ্য কৰি নাট্যশাস্ত্ৰই আদিতে যে দি থৈ গৈছে।

নাট্যবেদৰ এই অদ্বিতীয় পুৰাণ খনিৰ আগত যে জগতৰ কৰবাত এনে ধৰণৰ চেষ্টা চলিছিল তাৰ প্ৰমাণ অদ্যাবধি কোনেও দিব পৰা নাই। য়ুৰোপৰ গ্ৰীচত যেতিয়া প্ৰথম নাট্য জাগৰণ তেতিয়া সৌন্দৰ্য্যবোধৰ এনে বিচাৰৰ সূত্ৰপাত পৰ্য্যন্ত হোৱা নাছিল, য়ুৰোপত তাৰ বিচাৰৰ দৰে বিচাৰ আৰম্ভ হৈছিল সিদিনাৰ ১৭৫০ চনৰ জাৰ্ম্মান দাৰ্শনিক বোমগাৰ্টেনৰ দিনৰ পৰা, আৰু কলা কৃষ্টিৰ অল্পবিস্তৰ চৰ্চ্চা হৈছিল ইংলণ্ড, ফ্ৰান্স আৰু ইটালিত সপ্তদশ শতিকাৰ শেহ ভাগৰ পৰা। গ্ৰীচৰ প্ৰথম জাগৰণৰ দিনত সিবিলাকৰ অভিনয়ত মুখত মুখা আৰু ভৰিত 'বাস্কিন' অৰ্থাৎ ওখ দেখুৱাবলৈ ওখ গেৰোৱাৰে পাদুকা পিন্ধাত স্পষ্টই বুজা যায় নাট্যশাস্ত্ৰৰ এনে অঙ্গাভিনয়, এনে সাত্বিকাভিনয়ৰ কথা প্ৰাচীন গ্ৰীচৰ কল্পনাতো নাছিল। মুখা একোটি কোনো কৰুণ বা হাস্য

ৰসৰ প্ৰতিকৃতি হলেও তাত ব্যভিচাৰী বা সাত্বিক ভাব ফুটাবৰ উপায় আছিল বুলি ভাবিব নোৱাৰি। যন্ত্ৰৰ সহায়ৰে মুখৰ বিকাৰ ফুটাবৰ কিছু পৰিমানে চেষ্টা চলিছিল বুলি কোনো কোনোৱে কলেও বুজিব লাগিব সেই চেষ্টা যান্ত্ৰিক, সাত্বিক নহয়। 'বাস্কিনে'ৰেও সেই দৰে গতি প্ৰচাৰৰ অভিনয় কৰা সম্ভৱপৰ নহৈছিল। মুখৰ মাত ডাঙৰ কৰিবলৈ ধাতু আদিৰ যি সংযোগ কৰি লৈছিল তাত মাত হয়তো ডাঙৰেই হৈছিল; কিন্তু আজি বিজ্ঞানৰ এনে উন্নতিৰ দিনতো 'মাইকৰ' সংযোগত মানব কণ্ঠৰ স্বাভাবিক মাধুৰী ফুটাব পৰা নাই যেতিয়া সেই কালত যে সি ফুটি উঠিছিল বা 'মাইক'ৰ চানেকীয়াকে হৈছিল এনে অনুমান কৰিবলৈকো সবিশেষ যুক্তি নাই। যেতিয়া ভাৰতত নানা ভাবাদিৰে পৰিপূৰ্ণ সকলো ৰসৰ নাটক প্ৰকৰণাদি দহবিধ ৰূপকত বাজেও নাটিকা তোটক আদি ওঠৰবিধ উপৰূপকৰ বিধি বিধান সুস্পষ্টকৈ পোৱা গৈছিল তেতিয়া গ্ৰীচত হাস্যেতৰ দুই এক ৰসৰ ট্ৰেজেডি আৰু হাস্যৰসৰ কমিডিত বাজে অন্যৰসৰ নাটকৰ উল্লেখ নাছিল। সিও ৰসৰ অভিমুখে দিওঁ বুলি দিয়া খোজ নহয়; কিয়নো, সেই কালত ৰসলৈ বাট দেখুওৱা কোনো শাস্ত্ৰীয় বিধান অথবা কোনো লক্ষ্যৰ উদ্দেশ্যে সংযত গতি থকাৰ প্ৰমাণ নাই বুলিলেই হয়। গ্ৰীচ নাটকৰ শাস্ত্ৰীয় বিধানৰ দৰে যদি কিবা আছিল সি সেই এৰিষ্টটলৰ তিনিটি ঐক্যৰ সমাবেশ, পৰবৰ্ত্তী সমালোচক কেজন মানৰ মতে সিও হল এক ঘোৰা শিঙৰ কৰিয়া। এৰিষ্টটলৰ নামত এনে বিধান চলাই দিয়াত তাক পালিবলৈ গৈ দেশ বিদেশত নানা অনৰ্থ ঘটাৰ কথাও পঢ়িবলৈ পোৱা যায়। নাটকৰ এই বিধান নেভাঙি প্ৰকৃতিৰ অন্যান্য সাধাৰণ নিয়ম ভাঙিও নাটকত্ব ৰক্ষা কৰিব লগীয়াত পৰিছিল। এই পাবত গজা বিধানে যদি এনে ফল ফলাবলৈকে হল তেনে তাক বিধান বোলা যায় কেনেকৈ ? সেইয়ে ইয়াক কোনো বিধি বা মীমাংসাৰ সিদ্ধান্ত নুবুলি দেশে দেশে কালে কালে হোৱা নাটকীয় প্ৰতিভাৰ আকস্মিক স্ফুৰণ বুলি কোনো কোনোৱে ধৰি লব খোজে। আমাৰ মাধৱদেৱৰ নাটক কেউখনিত স্থান, কাল আৰু ঘটনাৰ যি ঐক্যতাৰ অতি সুন্দৰ সমাবেশলৈ চাই এইকিখনি এৰিষ্টটলৰ বিধানৰ প্ৰভাৱত হৈছে বুলি সুস্থ মস্তিস্কেৰে কব নোৱাৰি হবলা; কিয়নো, নাটকৰ বিষয় বস্তুৰ যোজনা আৰু কালৰ সম্বন্ধে যুক্তিপূৰ্ণ মীমাংসা ভাৰতৰ নাট্যশাস্ত্ৰত স্বাধীনভাবে কোনোবা কালতেই হৈ গৈছে।

এটা অঙ্কৰ ভিতৰত বহু ঘটনাৰ যোজনা থাকিব নেলাগে, "একাঙ্কেন কদাচিৎ বহুনি কাৰ্য্যানি যোজয়েদ্ধিমান।" অঙ্ক একোটিত এদিনৰ অতিৰিক্ত সময়ক্ষেপ হব নেলাগে - "এক দিবস প্ৰবৃত্তঃ কাৰ্য্যস্তঙ্কোহৎ"। দুটা অঙ্কৰ মাজৰ ব্যৱধান এবছৰত কৈ বেচি হব নেলাগে - "তৎ, সৰ্ব্বং কৰ্ত্তব্যং বৰ্ষাদূৰ্দ্ধং ন তু কদাচিৎ।"

নাটকৰ উদ্দেশ্য লৈয়ো ভাৰতত যি সূক্ষ্মাতি সূক্ষ্ম বিচাৰৰ ৰসনিস্পত্তিতে সকলো মীমাংসাৰ নিস্পত্তি হৈ গল তেনে কোনো সিদ্ধান্তৰ সম্ভেদ আজিৰ জগতত এতিয়ালৈকে প্ৰকাশ পোৱা নাই। প্ৰাচীন গ্ৰীচৰ হাস্যৰস নথকা ট্ৰেজেডি চাবলৈ মানুহৰ এনে হেপাহ কিয় এই সম্বন্ধে কবলৈ গৈ এৰিষ্টটলে কৈছিল, - ট্ৰেজেডিয়ে সহানুভূতি আৰু ভীতিৰ যোগত মানুহৰ চিত্তবৃত্তিবিলাক নিৰ্ম্মল কৰে। কিন্তু কিয় যে সহানুভূতি আৰু ভীতিয়ে প্ৰাণত বেদনা দি তেনে কৰে, আমিয়েই বা কিয় তেনে বেদনাৰ ক্ৰিয়াত গা ঢালি দিওঁ এই বিষয়ে একো মীমাংসা নকৰিলে। প্লেটই সেই একে সুৰেই কৈ গল, – ট্ৰেজেডিয়ে আমাৰ আগত অতি উৎকৃষ্ট আৰু অতি সুন্দৰ জীৱনৰ অনুকৃতি দাঙি ধৰি বেদনাত্মক আবেগেৰে আমাক মানৱতাৰ মহৎ ভাবলৈ তুলি নিয়ে। ইয়াৰ পাচতো কোনো কোনোৱে কয়- আমাৰ শান্ত অৱস্থাৰ লগত নাটকীয় চৰিত্ৰৰ দুৰ্য্যোগৰ তুলনা কৰিবলৈ দি ট্ৰেজেডিয়ে আমাক এটা স্বস্তিৰ ভাব দিয়ে। ট্ৰেজেডি যেতিয়া উপভোগ কৰোঁহক এনে তুলনা কৰাৰ অৱসৰ আমি পাওঁ জানো ? কোনো কোনোৱে আকৌ কয় আমি ট্ৰেজেডিত শিষ্টৰ উন্নতি আৰু দুষ্টৰ নিৰ্য্যাতনৰ আশ্বাস এটি পাই তৃপ্তি পাওঁ। এনে হলে শান্ত দুষ্ট

নিৰ্বিশেষে সকলো প্ৰকৃতিৰ মানুহক ই তেনে সমানভাবে তৃপ্তি দিব নোৱাৰে। নাটকীয় শিল্প আৰু সাহিত্যৰ বক্তৃতা প্ৰসঙ্গত জাৰ্ম্মানীৰ বিচক্ষণ সমালোচক শ্লীজেলে এনে ধৰণৰ কিছু মত সমালোচনা কৰি শেহত নিজৰ মত প্ৰকাশ কৰিলে- ট্ৰেজেডিৰ স্পষ্ট উদ্দেশ্য হ'ল আমাৰ পাৰ্থিব সত্তাক তুচ্ছ বা মিথ্যা বুলি তাৰ সকলো শোক সকলো কষ্ট অতিক্ৰম কৰিবলৈ দিব্য জগতৰ যে আমাৰ মন তাক নিজা অধিকাৰলৈ সচেতন কৰা; কিয়নো মানুহৰ নৈতিক বল জাগিবলৈ হ'লে দুখ কষ্ট আৰু জীৱনৰ তুমুল সংগ্ৰামৰ মাজত হে জাগি উঠে।

নাট্যশাস্ত্ৰৰ মতে গ্ৰীচৰ ট্ৰেজেডি হ'ল হাস্যেতৰ ৰসৰ নাটক। যি যি উদ্দীপন বিভাবে হাসত বাজে ৰতি শোক ক্ৰোধ আদি স্থায়ীভাব আমাৰ অন্তৰত ঝঙ্কাৰ দিয়ে সেয়ে ট্ৰেজেডি। ট্ৰেজেডিৰ প্ৰায় বিলাক নাটকতে হাঁহি নুঠা বা দুখ লগা কথা। তাক চাই মানুহে সুখ পায় কিয় ইয়াৰ প্ৰাণ জুৰোৱা সমাধান সেই কালৰ গ্ৰীচ ৰ'মে যে দিব নোৱাৰিলেই নে আজিৰ যুৰোপেও দিব পাৰিছে বুলি ডাঠি কব নোৱাৰি। সিদিনাৰ শ্বেলি কবিয়ে ইংলেণ্ডত কৈ গ'ল, যি কবিতা বা গানে আমাক অতিকৈ শোক লগা কথা কয় তাকেই আমাৰ অতিকৈ মিঠা লাগে। কিয় মিঠা লাগে তাৰ উত্তৰ আমি সাধাৰণতে কবিৰ পৰা আশা কৰিব নোৱাৰোঁ অষ্টাদশ শতিকাৰ পৰাই আজি দুশ আঢ়ৈ শ বছৰ ব্যাপি যুৰোপৰ দেশে দেশে সৌন্দৰ্য্য আৰু মাধুৰ্য্য সম্বন্ধে স্বাধীন ভাবে বিশদ আলোচনা চলিছে যদিও এই প্ৰশ্নৰ উত্তৰ প্ৰাণ ভৰাই দিব পৰা নাই। কোনো কোনো দাৰ্শনিক ছুঁয়ামৰ্যাকৈ সসীমত অসীমৰ আভাস বা ইন্দ্ৰিয়াতীত আনন্দলৈকে যে যোৱা নাই এনে নহয়। গলেও তাক সকলোৱে গ্ৰহণ যোগ্যকৈ প্ৰকাশ কৰি যাব পৰা নাই। আমাৰ নাট্যশাস্ত্ৰকাৰে ৰসনিষ্পত্তিৰ যিটি শেষ সিদ্ধান্ত দি গৈছে তাৰ আলোকত অনেক আলঙ্কাৰিকে এই প্ৰশ্নৰ সন্তোষজনক সমিধান দিব পাৰিছে - আমি লৌকিক কাৰণত অৰ্থাৎ যথাৰ্থতে শোকৰ ঘটনা এটি দেখি যি শোক পাওঁ তাক লৌকিক বৃত্তি বুলিব পাৰি। কিন্তু কাব্য পঢ়ি বা নাট্য দেখি আমাৰ অন্তৰত যেতিয়া সেই বৃত্তি প্ৰকাশ পায় তেতিয়াই তাক ৰস বোলা যায়। কাব্যনাট্যাদিৰ চৰিত্ৰই তাৰ দেশ কাল আৰু ব্যক্তিগত বিশেষত্ব পাহৰাই দি লৌকিক বৃত্তিৰ পৰা আমাক একেবাৰেই আঁতৰাই নিয়ে। ৰামৰ ভূমিকাত আমাৰ অতি আপোন মানুহ এজনে শোকৰ অভিনয় কৰিলে তেওঁৰ ব্যক্তিত্বলৈ আমাৰ শোক নেলাগে, দুখ বা উদ্বেগ একোকে নোপজে; কিন্তু অভিনয় নকৰি যদি যথাৰ্থতে শোক কৰে তেনে তেওঁৰ শোকত আমাৰ শোক দুখ উদ্বেগৰ ভাব ব্যক্তিগত ভাবে নুপজি নেথাকে। ৰামৰ অভিনয় বেলিকা তেনে আমাৰ যি অনুভূতি হয় যি কোনো শোক বা ব্যক্তিত্বেৰে জড়িত নহয়- সি ব্যক্তিগত শোকাদিৰ পৰা সম্পূৰ্ণ পৃথক। আগত কৈ অহাৰ দৰে দেশ কালাদি বৰ্জ্জিত হৈ নাটকৰ বৰ্ণিত বস্তুৱে এটি সাধাৰণীকৃত ৰূপেৰে বিভিন্ন দৰ্শকৰ চিত্তত একে ৰূপেৰে উপস্থাপিত হয় আৰু অন্তৰৰ সুপ্ত স্থায়ী ভাবেৰে পৰিচয় ঘটে। এই পৰিচয়তে চেতনাৰ উদ্বোধন হোৱাত এক নিভাজ নিৰ্ব্বিকাৰ ৰসৰ আস্বাদন হয় আৰু তাত অনাবিল আনন্দত বাজে অন্য উদ্বেগ একো নেথাকে। ট্ৰেজেডিৰ ভাববিলাকে এই দৰেই সাধাৰনীকৃত ভাবে আমাৰ অন্তৰে অন্তৰে উপস্থাপিত হোৱাত তাত বাস্তব জগতৰ দুখ সুখ নেথাকে গুণে আমাৰ চিত্তৰ সংস্পৰ্শত ৰসৰূপে পৰিণত হয় আৰু লগে লগে এক অলৌকিক আনন্দ আৰু তাৰ পৰা হোৱা শৰীৰৰ পুলক আদি অনুভৱ কৰোঁ। এয়ে হল মোটা-মুটিকৈ ভাৰতীয় মতে নাটকত দুখ দেখি সুত লগা কথাৰ মনোবৈজ্ঞানিক ব্যাখ্যা।

ৰসৰ বাটলৈ বুলাই নিব পৰা শাস্ত্ৰীয় শাসন নথকাত গ্ৰীচ দেশীয় প্ৰায় সকলো নাটকৰ উদ্দেশ্য আছিল ইন্দ্ৰিয় লোকৰ আমোদ আহ্লাদ। দুই তিনি খনি ট্ৰেজেডিত নাটকৰ বিষয় বস্তুৰ বলতে হওক বা চমক লগাব পৰা অভিনয়ৰ গুণতে হওক আচল ৰসাস্বাদনৰ অভিমুখে নিব পৰা আভাস কিছু পৰিমানে আছিল। সিও অন্ধৰ লোষ্ট্ৰ নিক্ষেপৰ দৰে হে বুলিব লাগে।

সেই নিভাজ আনন্দলৈ চাই চলাহেতেন কেখন মান চক’ক্লিজৰ ট্ৰেজেডিত অতি জঘন্য বস্তুৰ উল্লেখ থাকিব নোৱাৰিলে হেতেন, যাক পঢ়ি ভাৰত বাসীয়ে আজিও হয়তো ভূমি ছুই কৰ্ণত হাত দিব। সিবিলাকে নাট আৰু নাট্যৰ ইন্দ্ৰিয়তৃপ্তি জনক আমোদৰ কথা আৰু দুটি সাধাৰণ কথাই বেচঁকৈ বুজাই দিয়ে।

গ্ৰীচৰ আদি নাট্যকাৰ ইছিলচৰ নাট আৰু নাট্যৰ প্ৰতিভাই যি ৰসাস্বাদনৰ প্ৰয়াস কৰিছিল - সেই প্ৰয়াস চফ’ক্লিছ আৰু ইউৰিপিডিছৰ দিনত লক্ষ্যহীন তাৰা বাজীৰ দৰে আকাশলৈ উঠি ক্ষন্তেক চমক লগাই নুমাই গল। পাচলৈ ৰ’মানৰ হাতত পৰি সেই প্ৰয়াসৰ ভস্মেৰে আৱৰা যিকণি অগনি আছিল শাৰীৰিক ব্যায়াম আৰু প্ৰমত্ত পশু যুজৰ চমকত তাৰো চিন নোহোৱাত পৰিল। ৰসাস্বাদনৰ পবিত্ৰ আনন্দৰ প্ৰাণময় উদ্দেশ্যেৰে অনুপ্ৰাণিত হোৱা হলে সিবিলাকে ইমান সোনকালে নামি আহি নিম্ন স্তৰৰ আমোদ প্ৰমোদত নিজকে হেৰুৱাই নেপেলালেহেতেন।

কোনো অনুষ্ঠানৰ মূল উদ্দেশ্য যদি পবিত্ৰ আৰু উদাৰ হয় তেনে সেই - অনুষ্ঠান সংক্ৰান্ত কৰ্ম্ম আৰু কৰ্ম্মীবিলাকৰ মান সমাজৰ মাজত নিজ তেজেৰে জিলিকি থকাটি স্বাভাৱিক। গ্ৰীচৰ ইছিলচৰ দিনত অভিনয় আৰু অভিনেতাৰ যি অলপ সম্মান সূচনা হৈছিল, সি কমি কমি ৰ’মানৰ হাতত নিম্নৰো নিম্ন স্তৰত মিলি গল, পাচলৈ য়ুৰোপৰ কি ইংলণ্ড, কি ফ্ৰান্স, কি জাৰ্ম্মেনী সকলো দেশতে অভিনেতা মাত্ৰকেই নিচেই তল চকুৰে চাইছিল। আনকি ইংলণ্ডৰ দ্বিতীয় চাৰ্লচৰ দিনত অভিনেতাক ভাল সমাজত প্ৰথমে স্থান দিয়াৰ পাচতো ফ্ৰান্স আৰু জাৰ্ম্মেনীত বহুকাললৈকে সিবিলাক অৱমাননাৰ পাত্ৰই হৈ আছিল। জাৰ্ম্মেনীৰ কোনো ঠাইত অভিনেতা মৰিলেও গোৰস্থানত সাধাৰণ লোকৰ লগত কবৰ নিদি সিবিলাকক আত্মঘাতী বিলাকৰ এচুকে কবৰ দিয়াৰ ব্যৱস্থা চলিছিল। ইয়াৰ পৰাই স্পভাৱতে এনে ধাৰণা নহয় নে যে নাট্যত সিবিলাকে বিচাৰি পাইছিল নিম্ন স্তৰৰ আমোদ আহ্লাদ যাৰ অৱসাদে অভিনেতালৈ আনি দিছিল এনে তাচ্ছিল্য এনে অপমান।

গ্ৰীক ট্ৰেজেডিৰ প্ৰমথিয়ছে স্বৰ্গৰ পৰা অগ্নিশিখা অনাৰ দৰে ভাৰততো নহুষে অভিনয়ৰ শিখা দেৱলোকৰ পৰা মৰ্ত্তালৈ অনাৰ কথা নাট্যশাস্ত্ৰত পোৱা যায়। সেই শিখা কেৱলে শৰীৰৰ আহাৰ বিহাৰতে প্ৰয়োগ নকৰি মৰ্ত্ত্যৰ মঙ্গলৰ অৰ্থে মহাযজ্ঞত লগাইছিল। কত হাজাৰ বিজাৰ বছৰৰ অৱস্থা বিপৰ্য্যয়ৰ মাজে চুচৰি বাগৰি ভাৰতে দেৱলোকৰ নাট্যশিখৰে মৰ্য্যাদা আজিও যে যথাশক্তি ৰাখি আছে এয়ে তাৰ গৌৰৱ। আজি নাট্য লীলা উপাসনাৰ অঙ্গ হৈ ভাৰতৰ পূজাই পাৰ্ব্বনে সাধাৰণ লোকৰ শ্ৰদ্ধা ভক্তি আকৰ্ষণ কৰিব লাগিছে। অইন প্ৰদেশৰ কথা এৰি দি নানা ভাব নানা জাতিৰ সংমিশ্ৰণ হোৱা ভাৰতৰ এচুকৰ আমাৰ দেশখনিলৈ চকু দিলেও চকুত পৰিব সত্ৰই সত্ৰই গাৱেঁ গাৱেঁ আজিও নাট্যলীলাই কিমানখিনি কাম সাধিব লাগিছে। আজিও আমাৰ মাজত এনে লোক নোহোৱা হোৱা নাই যি আপদে বিপদে তৰিবলৈ বুলি বৰ সবাইলৈ আগ কৰা দি ভাৱনালৈকো আগ কৰি শান্তি পায়। আমাৰ মণিপুৰৰ অভিনেতা অভিনেত্ৰী সকলে আজিও ৰঙ্গমঞ্চত সভক্তিৰে সেৱা জনাই অৱতৰণ কৰা দেখিলে অভিনয়ৰ পবিত্ৰতালৈ মন উধাও হৈ যায়। এই যে “মহাপ্ৰত্ন মহাপুণ্য বেদাঙ্গোপাঙ্গসম্ভৱ” নাট্য তাৰ যথাযথ প্ৰয়োগ কৰোঁতাৰ আৰু অৱহিত চিত্তে শুনোতা আৰু চাওঁতাৰ ইহকালৰ সম্মান আৰু সন্তোষৰ কথাই নাই - নাট্যশাস্ত্ৰৰ শেষ অধ্যায়ত ঋষিয়ে ভৰসা দি গৈছে - পৰকালতো ই বিলাকৰ পৰমা গতি। বেদ বিদ্‌সকলৰ যি গতি, যজ্ঞযাজীসকলৰ যি গতি, দানশীলসকলৰ যি গতি সেই গতিকে যে ইবিলাকে পায়। এই ঋষিৰ বাণী সমাজে আজি অৱণত মস্তকে মানিবই লাগিছে।

যোৱা প্ৰায় আশী বছৰ বিয়পা কাল হোৱাৰ আগি জগতে ভাৰতে নিজৰলৈ পিঠি দি বিজেতাসকলে বলাই অনা নাট্যলীলা সাৱটি লবলৈ গৈ কি নাট কি নাট্য সকলো ক্ষেত্ৰতে বিষম বিভ্ৰাট ঘটাই তুলিছে। শুজা নাই নুশুজা নাই, বিবেক নাই বিচাৰ নাই চকুৰে আৰু

জমক দেখি বিজাতীয় বিজেতাৰ লীলানুকৰণ কৰি নিজে নিজে ধন্য মানিছে। এনে মনোবৃত্তি আমাৰ অসমী আইৰ বুকুৰ কপাহেৰে মেনচেষ্টাৰত কাপোৰ বোৱাই আনি তাকে পিন্ধি বৰ মানুহ বোলাইছোঁ। এনে আমি দুৰ্ভগীয়া-জগতক বীজ যোগোৱা আমাৰ নাট্যশাস্ত্ৰ খনিত যে কি আছে তাক অনুবাদ কৰাই লবলৈকো কোনো সত্ৰ বা অবৈতনিক ৰঙ্গমঞ্চই আজিৰ এই জাগৰণৰ দিনতো এতিয়ালৈকে জাগি উঠা নাই।

অভিনয় প্ৰসঙ্গত আমি অন্ধানুকৰণ কৰোঁতাৰো অনুকৰণ কৰিবলৈ যোৱাত আমাৰ কীৰ্ত্তি কুলাই পাচিয়ে নধৰা হৈছে। আজিৰ ভাৰতত আমি আমাৰ প্ৰাপ্য আসনৰ পৰা বঞ্চিত যি হৈছোৱেই নে ঋষিৰ শাপো শিৰলৈ বলাই আনিছোঁ। কোন ফালে খোজ লৈছোঁ তাক কব নোৱাৰিলেও এইটো ঠিক যে আমি ভাৰতীয় অভিনয় গছত উঠিও নেদেখাত পৰিছোঁহি। আমি আঙ্গিক অভিনয়ৰ নামত যি কৰিছোঁ সি নহল ভাৰতৰ, নহল বিদেশৰ। ৰঙ্গমঞ্চত বা ভাৱনাৰ খোলাত কৰ্ণ বা অৰ্জ্জুনৰ অভিনয় কৰিবলৈ গৈ আমি কৰো আমাৰ গাতে লাগি থকা প্ৰদেশৰ কোনো হুজুগত নাম কৰা অভিনেতাৰ অনুকৰণ তাত পুতৌত বাজে আৰু অন্য ৰস জাগে কেনেকৈ ? য'ত তেনে অভিনেতাৰ অনুকৰণৰ চল পোৱা নেযায় ত'ত নিজৰ ব্যক্তিগত আঙ্গিক অভিনয় কৰিয়েই গৌৰৱ লব খোজোঁ। আমি পাহৰি যাওঁ আমাৰ ব্যক্তিগত অভিনয়েৰে আমি হলোঁ এক, আৰু সাধাৰণৰ আঙ্গিক অভিনয়েৰে নাটকৰ চৰিত্ৰ হ'ল এক। আমাৰ ব্যক্তিগত বিকাৰ ডুবাই দি সাধাৰণৰ ভাবেৰে নাটকৰ চৰিত্ৰ ফুটাই নোতোলালৈকে অভিনয় কৰা যে নহয়। ই হ'ল শিক্ষা আৰু সাধনাৰ বিষয়। আমাৰ শিক্ষিত সকলৰ আধুনিক যি অবৈতনিক ৰঙ্গমঞ্চ আছে তাত শিক্ষা আৰু সাধনাই নিজ মৰ্য্যাদা হেৰুৱাই পেলাইছে। ফলত আমাৰ অভিনয় কিম্ভূত কিমাকাৰ নহৈ হব কি ?

বাচিক অভিনয় বুলিবলৈ আমাৰ এতিয়া যি আছে তাৰ অৱস্থাও অতি শোচনীয়। তাতো কাব্যৰস নুফুটি বেচিঁকৈ অনুকৰণৰ নিচাৰহে বুৰবুৰণি উঠিছে। আমাৰ সুৰীয়া মাতৰ সুৰ, আমাৰ শব্দ উচ্চাৰণৰ জোৰ আমাৰ কথাৰ স্বাভাৱিক লালিত্য, এই সকলোবিলাকলৈ জলাঞ্জলি দি আমি আনিব লগিছোঁ কোনো বিশিষ্ট অভিনেতাৰ অমিত্ৰাক্ষৰী ঢং, কোনো বিশিষ্ট অভিনেতাৰ কথা কোৱাৰ ঠেও। আমাৰ ভাষাৰ যি নিজস্ব সুৰ, যি লালিত্য তাক ফুটাব লাগিব আমাৰ অন্তৰৰ আপ্ৰাণ চেষ্টাই- পৰৰ মুখৰ পৰা সেই সম্পদ আমি পাম কেনেকৈ ? বিদেশীৰ মুখত আমাৰ ভাষাৰ ঠেও শুনি যেনেকৈ আমাৰ হাঁহি উঠে আমাৰ ভাষাতো বিদেশৰ ঠেও পৰিলে তেনে হাঁহি নুঠে জানো ? তাত সাধাৰণ আমোদ পাব পাৰোঁ কিন্তু ৰসাস্বাদ যে বহু দুৰ ! অভিজ্ঞান শকুন্তলম্ নাটক খনিত কি ৰসাত্মক শব্দবিন্যাস, কি ভাবোদ্দীপক ছন্দৰ লহৰ, কি গভীৰ ব্যঞ্জনাৰ কাব্যালঙ্কাৰ। তাৰ বিভিন্ন শ্লোকৰ ছন্দত বিভিন্ন সুৰৰ লালিত্য, তাৰ গদ্যৰচনাৰ মনোহৰ স্বৰবিন্যাস কেনে অনুপম ! — এই বিলাকৰ বাচিক অভিনয় আমি হৃদয়গ্ৰাহীকৈ কৰিবলৈ সমূলি পাহৰি গলোঁ ! জগতৰ এইখনি এখনি অতুলনীয় নাটক বুলি সুদূৰ য়ুৰোপতো শত মুখে স্বীকৃত হৈছে। নাটকখনি বিকৃতকৈ পঢ়িও আমি যিমান ৰস পাওঁ, অভিনয় কৰি সিমান ৰস নেপাওঁ কিয় ? ৰসাত্মক কাব্যকে যদি অভিনয়ত ফুটোৱাৰ কথা তেনে স্বীকাৰ নকৰি উপায় নাই আমাৰ অভিনয় আজি ইমান তললৈ নামিল যে জগতৰ শ্ৰেষ্ঠ নাটকখনিকো জীৱন্তকৈ দেখুৱাবলৈ কোনোমতে সি ঢুকি পোৱা নাই। আচৰিত এই হে যে ভাৰতৰে অভিনেতাই ৰঙ্গা নপৰাকৈ কব পাৰিছে - সেইখন অভিনয়ৰ উপযোগী নাটক নহয় - অৰ্থাৎ আঙুৰবোৰ টেঙ্গা। শ্ৰেষ্ঠ কাব্যৰ কথাই নাই আজিৰ সাধাৰণ নাটকৰ যি একণি ৰস থকা যেন দেখা যায় তাকেই যদি নিবেদন কৰাৰ নাওমান আন্তৰিকতা থাকিলেহেতেন তেও কবলৈ আছিল। নাটকৰ বচনখিনি মুখস্থ কৰাব কষ্ট ফেৰা স্বীকাৰ নকৰি নিজৰ মুখেদি যিহকে ওলায় তাকে কৈ অকল সিবিলাকে অভিনয়ৰ পালকে মাৰি নেযায় অনেক সময়ত কৰতালিৰে

অভিনন্দিত হোৱাৰ ভাগ্যও লাভ কৰি যোৱাৰ কথাও দেখা যায়। কবিৰ মুখৰ পৰা ওলোৱা ৰসেই কাব্য। সিবিলাকৰ মুখৰ জলীয় ৰসকো কাব্যৰ বেপাৰত চলোৱাব পৰা ভাগ্য খনি সঁচাকৈ কম বুলি ধৰিব নোৱাৰি। ৰঙ্গমঞ্চত উঠিবলৈ গৈ সিবিলাকে পাহৰি যায় যে নাট্যকাৰৰ পৰিমাৰ্জ্জিত ৰসাত্মক বাক্যখিনি ৰসোদ্দীপক ভাবে নিবেদন কৰিবলৈকেহে অভিনেতাৰ প্ৰয়োজন। ব্যক্তিগত বাক্যলৈ অভিনয়ত স্থান ক'ত ? অবান্তৰ অথবা ৰসৰ সুৰে নোযোৱা কোনো কথাকে নাট বা নাট্যত অৱতাৰণা কৰাৰ প্ৰয়াস – "কমণ্ডলুধাৰী দ্বিজৰ মাজত বেশ্যাৰ চমক দেখুওৱাৰ প্ৰয়াসৰ" দৰে নিন্দনীয় বুলি নাট্যশাস্ত্ৰই একাধিকবাৰ বাৰণ কৰিছে। ইয়াত বাজেও শিক্ষিতৰ ৰঙ্গমঞ্চত মাজে মাজে এনে অশ্লীল প্ৰয়োগো চলে যালৈ চাই ভক্তি ৰসাত্মক ভাবনাত গাঁৱে গাঁৱে বহুবাৰ অশ্লীল অত্যাচাৰ দেখিলেও গা সিমানে চেক নেচেকায়; কিয়নো, দোষৰ লেখত কোনোটিয়েই কম নহয়। নাট্যশাস্ত্ৰৰ কি সুন্দৰ বিধান ! -"চুম্বন, আলিঙ্গন, নীবিসংস্ৰন আদি কোনো লজ্জাকৰ কথাকে ৰঙ্গমঞ্চত দেখুৱাব নেলাগে। পিতা, পুত্ৰ, শাহু, বোৱাৰীয়ে একে লগে বহি নাট্য উপভোগ কৰে যেতিয়া এনেবিলাক দোষ যত্নেৰে বৰ্জ্জন কৰি অতিশয় শ্ৰাব্য মধুৰ নাতিনিষ্ঠুৰ বাক্য হে নাট্যত প্ৰয়োগ কৰি বুধজন সুখ যোগ্য কৰা উচিত।" আজি কালি অধিকাংশ বোল ছবিত দেখাক দেখি ৰঙ্গমঞ্চতো এনে ব্যভিচাৰ চলা দেখিলে আমাৰ মনত স্বভাৱতে প্ৰশ্ন জাগে আমি ভাৰতৰ বুকুত আজি অভিনয়ৰ নামত যি দেখিছোঁ বি শুনিছোঁ, সি সঁচাসঁচিকৈয়ে ভাৰতৰ নাট্যবেদত জনম লভা কুলাঙ্গণাৰ পৰিণত প্ৰতিমা নে নাই তাক গ্ৰাস কৰিবলৈ অহা শূৰ্পনখাৰ মন মোহা ৰূপৰ চমক। অসমীয়া ভাবনাৰ বচনবিলাক গাবলৈ অতীজৰে যি সুৰ প্ৰতিভাশালী নাট্যাচাৰ্য্যসকলে মহাপুৰুষ সকলে চলাই থৈ গ'ল, সি অতদিনে পোহৰ নোপোৱা অভিনেতাৰ মুখ বাগৰি বাগৰি সুকীয়া সুৰৰ হেঁচাত পৰি লালিত্যৰ নামেৰে সকলো হেৰুৱালে। কোৱা বাহুল্য – ভাৱনাত আদিতে সুৰ লগাই নাট্যধৰ্ম্মীকৈয়ে পাত্ৰপাত্ৰীয়ে কথা কৈছিল। আমি নিজে নিজে কথা ভাবোঁতে কোনেও নুশুনাকৈ মনে মনে ভাবোঁ – ই হ'ল লোকধৰ্ম্মী কথা ; কিন্তু ৰঙ্গমঞ্চত অভিনয় কৰোঁতে স্বগত উক্তিবিলাক চিঞৰি কওঁ – দৰ্শকে শুনাকৈ ভাবি দিওঁ – ই হ'ল অভিনেতাৰ নাটধৰ্ম্মী আচৰণ "অনুক্তং শ্ৰুয়তে বাক্যং নাটধৰ্ম্মী তু সা স্মৃতা" – এই অনুক্ৰমে স্বৰ্গ আৰু পৃথিবীৰ স্বৰালঙ্কাৰে সংযুক্ত পুৰুষৰ যি নাট্য তাকো নাট্যধৰ্ম্মীকৈ দেখুৱাবলৈ নাট্য শাস্ত্ৰই বিধান দিছে। দেৱতা আৰু পৌৰাণিক চৰিত্ৰবিলাকৰ মুখে বিবিধ ছন্দৰ বিবিধ সুৰৰ শ্লোক সংস্কৃত নাটকে দিয়াদি আমাৰ ভাৱনাৰ নাট্যতো সেই সেই পাত্ৰপাত্ৰীৰ মুখত একো একোটি সুৰ দিছিল। ইয়াৰ গুৰিত হ'ল কাব্যৰ ভাব প্ৰকাশৰ প্ৰয়াস। সেই সেই চৰিত্ৰই কি সুৰেৰে কথা কৈছিল জানিবৰ উপায় নাই। কবিয়ে কয় – সিবিলাকে কথা যেন নকয় বীণহে বজাই–শুনিলে সঙ্গীত যেন লাগে। সেইহে সিবিলাকৰ কথা সুৰেৰে প্ৰকাশ কৰাৰ এই চেষ্টা। আমি এনেয়ে বিদ্যাপতিৰ কবিতা পঢ়িলে তাৰ শব্দবিন্যাসে স্বভাৱতে আমাক এটি ললিত সুৰৰ মুখে লৈ যায়। অঙ্কীয়া ভাবনাৰ বচন বিলাক আদিতে ৰচিত হৈছিল, সেই পূব মিথিলাৰ ভাষাৰ শব্দবিন্যাসৰ এটি সাৰ্থকতা আছিল, এক মাধুৰ্য্য আছিল যাৰ প্ৰয়োগ কৌশল পাচৰ নাট্যকাৰে নজনাত আৰু চহা অভিনেতাৰ মুখত উচ্চাৰণৰ বিস্তৰ বিকৃতি ঘটাত সি আজি সঙ্গীত-সুধাৰ উপহাস হৈ পৰিছে। পৰিমাৰ্জিত নহয় মানলৈ সেই সুৰে শ্ৰোতাৰ প্ৰাণত ভক্তিৰ সঞ্চাৰ কৰাটি টান। ইফালে ভাৱনাৰ পৰা ফাটি আহি নগৰৰ থিয়েটাৰত বৰ্ত্তমান যি বাচিক অভিনয় চলিছে তাতো স্বাভাবিক কৰিবলৈ গৈ স্বাভাবিকতাৰ উপহাস যে কৰা নাই তাকো নো কোৱা যায় কেনেকৈ ? বাস্তব চৰিত্ৰৰ ইবিলাকৰ যি লোকবাৰ্ত্তা মূলক নাটক তাৰ "অঙ্গলীলাবিবৰ্জ্জিত স্বভাবাভিনয়" লোকধৰ্ম্মীকৈ কৰিবলৈকে প্ৰকাশ্যে নাট্যশাস্ত্ৰই বিধান দি গৈছে – তাৰ গতিত নৃত্য নাই, কথাৰ সুৰ নাই– একেবাৰেই স্বাভাবিক – তাত বিজতৰীয়া জোৰ বা কথাৰ ঠেও

দিলেই অস্বাভাবিক। আমাৰ সুৰীয়া মাতেৰে যি স্বাভাবিক লালিত্য তাৰো যে নগৰৰ শিক্ষিত সমাজৰ ৰঙ্গমঞ্চত শুনিবলৈ নোহোৱা হৈছেহি ই সঁচাকৈ অনুশোচনাৰ বিষয়।

আহাৰ্য্য অভিনয়তো ৰঙ্গমঞ্চত নিজক দেখুৱাবলৈ অহা শিক্ষিত অভিনেতা সকলৰ যি মনোবৃত্তি যি আচাৰ ব্যৱহাৰ তাৰ অনুকৰণ কৰিবলৈ গৈ জন সাধাৰণৰ ভাবনাতো অযোগ্য পাত্ৰৰ গাত ভেৰোণীয়া ৰাজপোছাক দেখি মুৰে কপালে হাত দিব লগাত পৰে। ৰঙ্গমঞ্চত এবাৰ — "ইয়মধিক মনোজ্ঞা বল্কলেনাপি তন্বী" শকুন্তলাক চেমিজ, চেইফ্‌টি পিন, আৰু বেনাৰচী শাৰীৰে দেখি বহু কষ্টেৰেও ধৈৰ্য্য ধৰা টান হৈ পৰিছিল। চিৰকুমাৰ নাৰদৰ পোছাকৰ বিষে দেখি এইবোৰত তেখেত বৰাগী গুণে বৰ লাগ বান্ধ নাই বুলি কিছু পৰিমানে মন তাপৰিব পৰা যায়। অথবা ৰামকৃষ্ণ পৰমহংসদেৱে এদিন অকস্মাৎ চখ কৰিবৰ মন গৈ জোতা, পাঞ্জাবী, ফিৰ্‌ফিৰীয়া ধুতিৰে "জামাই বাবুৰ" পোছাক পিন্ধি ততালিকে দলিয়াই পেলাই দিয়াৰ দৰে ই এক দেবৰ্ষি নাৰদৰ আমোদজনক চখবুলিয়েই ধৰি লব পাৰি। কিন্তু যেতিয়া চাতুৰ্ব্বেদ অগ্নি দেৱতাক ৰঙ্গমঞ্চত ইংৰাজ গাভৰুৰ বাৱৰি চুলিৰে হাফ পেন্ট পিন্ধাই অবতীৰ্ণ কৰোৱা দেখা যায়, তেতিয়া আৰু ধৰিবলৈ ধৈৰ্য্যই নাটে, বঙ্গদেশৰ সমালোচক এজনে কৰাৰ দৰে প্ৰাৰ্থনাকে কৰি পেলাবৰ মন যায়- "হে জাতবেদা অগ্নি দেৱতা! ৰঙ্গমঞ্চৰ এনে বোৰ জুতিৰ মুখত এবাৰ ভমক্ কৰে লাগি যোৱাঁ মোৰ প্ৰভো!"

আচ্ছাদন আভৰণ আৰু প্ৰহৰণাদি সামগ্ৰী পৰিবৰ্ত্তনশীল, দেশে দেশে কালে কালে পৃথক পৃথক সেই বিলাকৰ বিষয়ে কোনো বন্ধা ধৰা ব্যৱস্থা নিদি সাধাৰণ ভাবে দুই এটি কথা কৈ দেশ কাল, জাতি, গুণ, বয়সাদিলৈ বিশেষ মনযোগ দি ভাব ৰসৰ উপযোগীকৈ ব্যৱহাৰ কৰিবলৈ প্ৰয়োগবিৎ নাট্যাচাৰ্য্য সকললৈ এৰি যোৱা কথাটি ভৰত মুনিৰ সম্বন্ধে এহাতে যেনেকৈ সমীচীন অইন হাতে তেনেকৈ অতি উদাৰ হৈছে বুলিব লাগে। কি পোছাক পৰিচ্ছদ, কি সাজ সজুলি সকলোবিলাক স্বাভাবিক বস্তুৰ অনুকৃতি বা বিকাৰ হব লাগে — অৰ্থাৎ লোকধৰ্ম্মী নহৈ নাট্যধৰ্ম্মী হোৱাই বাঞ্চনীয়। ভূষণৰ বাহুল্যই যাতে অভিনেতা অভিনেত্ৰীৰ খেদ নোপজায় তালৈ বিশেষকৈ চাব লাগে। বুকুত মেখেলা পিন্ধিলে যেনেকৈ শোভা নবঢ়ায, হাঁহি হে তোলে, সেইদৰেই দেশত নোহোৱা বেষভূষায়ো অযথা স্থানত অৱস্থা বিশেষে তাকেই কৰে। -"অদেশজো হি বেষস্তু ন শোভাং জনয়িষ্যতি ॥ মেখেলোবৰ্সি বন্ধে চ হাস্যায়ৈ বোপজায়তে। ...."

কেনে ভাবৰ কোন পাত্ৰৰ কি কি উপলক্ষে আচ্ছাদন শুদ্ধ মলিন, বা বিচিত্ৰ হব লাগে তাৰ সুন্দৰ বিচাৰ যি পাহৰিছেই নে অঙ্গৰাগৰ নামত কেৱল মুখ খনিকে বিলাতী বৰণেৰে বোলাই হাত ভৰিবোৰ গাৰ স্বাভাবিক ৰঙ্গতে ৰাখি তুলনাত কুৎচ কৈ দেখুওৱাও অনেক সময়ত দেখা যায়। নাট্যশাস্ত্ৰই মুখ ৰচনা নুবুলি অঙ্গৰচনা বা অঙ্গৰাগৰ কথা হে কৈছে। কোন জাতি কোন দেশৰ কেনে স্বভাৱৰ পাত্ৰ পাত্ৰীৰ কি ৰং হোৱা উচিত তাৰ নিৰ্দ্দেশ যি দিছেই নে চকুত অঞ্জন, ওঠত ৰঞ্জন, দন্তত বৰণ দি নিজৰ ৰূপ একেবাৰেই লুকাই নাটকীয় চৰিত্ৰৰ অভিনয় নাট্যধৰ্ম্মী কৈ কৰিবলৈ পৰিস্কাৰ ্ৰ কৈছে। আমি প্ৰতিপদতে এই বিলাক কথালৈ চকু কাণ নিদি কিমান তললৈ যে নামিছোঁ তাকো যে ভাবি চাব নোখোজোঁ ই হে সাংঘাতিক।

জন সাধাৰণৰ ভাবনাত কাগজৰ ফুল কাটি কামিৰ ছিটিকাত লগাই আসন এখনিৰ ওপৰত সৰু চন্দ্ৰতাপ এখনি তৰি যি ৰাজ সিংহাসন পাতে তালৈ চাই শিক্ষিত অভিনেতাৰ অনেকে ঈষৎ হাস্য কৰা অনেক ঠাইত দেখা গৈছে। এনে কথাত সিবিলাকে মোগল দৰবাৰৰ বা আধুনিক উন্নত প্ৰদেশৰ ৰাজ প্ৰাসাদৰ দৃশ্য পটৰ আগত বিচিত্ৰ চকী একোখনিৰে ৰাজসিংহাসন পাতি আমাৰ ৰজা চন্দ্ৰকান্তক বহুৱায়, অথবা চাহজাহানৰ ময়ুৰ সিংহাসনৰ বিটি চাহজাহান কল্পনাৰ অগোচৰ ৰূপ দৰ্শকক দেখুৱাই গৌৰৱ কৰে তালৈ চাই কোন কেনি

কম তাৰ নিশ্চয় কৰি উঠা টান হৈ পৰে। ভাৱনাত সামান্য এটি আভাস দি সৰহখিনি কথা দৰ্শকৰ কল্পনালৈ এৰি দিয়ে, ভুৱা দি কল্পনাক অবাটে নিনিয়ে, সিংহাসনক এখনি বিশিষ্ট ওখ আসন বুলিয়েই ধৰে। তপোবনৰ ফুলনি খনিয়ে শকুন্তলাৰ আৰু দুষ্যন্তৰ যি উদ্দীপন বিভাব সম্ভৱ কৰিছিল, কোনো ৰজা বা নবাবৰ আধুনিক প্ৰমোদ কাননে তেনে কৰাৰ আশা কৰাটো শিক্ষিত মনৰ পৰিচায়ক বুলি ধৰিব নোৱাৰি। অৱশ্যে সকলো ক্ষেত্ৰতে সেই দেশ সেই কাললৈ চাই দৃশ্যপট সাধাৰণ ভাবে অঁকাটো, সম্ভৱপৰ নহব পাৰে, তেনে ক্ষেত্ৰত এনে ব্যভিচাৰৰ যতন নকৰি ৰসৰ উপযোগীকৈ একেৰঙী আঁৰ কাপোৰ একোখনি তৰি ললেও দোষৰ হাত সৰা যায়। এই চেষ্টা ভাৰতীয় নাট্যতে হৈ যোৱাৰ কথা পাৰ্বলৈ আছে। কোনো বিশেষ ৰঙ্গে বিশেষ ৰসৰ উদ্দীপনা দিয়ে গুণে মঞ্চৰ পাচৰ যৱনিকা খনি নাটৰ প্ৰধান ৰস অনুযায়ী আদি ৰসৰ শ্যাম, করুণৰ কপোত, হাস্যৰ শ্বেত, বীৰৰ স্বৰ্ণ, ৰৌদ্ৰৰ ৰক্ত, ভয়ানকৰ কৃষ্ণ, বীভৎসৰ নীল, অদ্ভুতৰ পীত আৰু শান্তৰসৰ ইন্দু কুন্দধৱল বৰ্ণেৰে বোলাই লোৱাৰ বিধান আছে। দৃশ্যপটৰ অবান্তৰ চিত্ৰব্যভিচাৰতকৈ ই যে ৰসোদ্দীপনাৰ লেখত অনেক শ্ৰেয় এই কথালৈ কোনো কোনোৱে কাণ দিলেও বৰ্ণৰ উপযোগীতালৈ চকু দি হাতে কামে লাগি নেযায়।

আহাৰ্য্য অভিনয়ৰ য'ত এনে অৱস্থা ত'ত সাত্ত্বিক অভিনয়ৰ কথা তোলাও এক বিড়ম্বনা। আজি কালিৰ অভিনেতাৰ সৰহ ভাগেই অভিনয় কৰাটো সিবিলাকৰ জন্মগত অধিকাৰ বুলি ভাবে। এই জন্মগত অধিকাৰো সাৰ্থক হৰ্বলৈ পৰ্য্যাবেক্ষণ শিক্ষা আৰু সাধনাৰ যে দৰকাৰ এই কথা স্বীকাৰ কৰিব নোখোজে। নাটকৰ বিষয় বস্তুটো কি তাকো অনেক সময়ত নজনাকৈ এখন্তকলৈ আখৰা নকৰি হঠাৎ এৰাতি ৰঙ্গমঞ্চত অৱতীৰ্ণ হৈ অভিনয়ৰ নামত ঘনে ঘনে স্মাৰকৰ বাণীলৈ সঞ্চৰণ কৰি যি নাটকীয় সঞ্চাৰী ভাবৰ অভিব্যক্তি কৰিব খোজে তাত সেই ভাব নুফুটি স্পষ্টকৈ ফুটি পৰে অভিনেতাৰ এক ব্যক্তিগত ধৃষ্টতা। দৰ্শকে হাঁহি দিলে কম অভিনয় বুজিব পৰা শক্তি সিবিলাকৰ নাই। ইও হওঁতে এক অভিনয়েই ;– বিয়াৰ দিনা সাত্ত্বিক ভাব জগাই ৰাখিবলৈ বিষ্ণু স্বৰূপ বৰ আৰু লক্ষ্মী স্বৰূপা কন্যাক উপবাসে ৰখোৱাদি সত্ৰবিশেষৰ ভাৱনাৰ দিনা ৰাধা কৃষ্ণৰ ভূমিকাত অৱতীৰ্ণ হবলৈ যোৱা কিজনক অনশনে ৰখা হয়। আমাৰ মণিপুৰী অভিনয়ৰ ৰাধাকৃষ্ণৰ সাত্ত্বিক পবিত্ৰতা যি দেখিছে সি নিশ্চয় এনে এটি কথাকে লক্ষ্য কৰিছে। ইফালে ভাৰতৰ ঠাই বিশেষে নাট্যসঙ্ঘত বেতনভোগী পাত্ৰ আৰু পাত্ৰীবিলাকে নিজৰ স্বভাৱসুলভ হাস্য লাস্য কটাক্ষাদিৰে ৰাধাকৃষ্ণৰ পৰম পবিত্ৰ আধ্যাত্মিক প্ৰেমৰ যি অভিনয় কৰে অথবা প্ৰখ্যাত পাত্ৰ পাত্ৰীৰ কোনো কোনোৱে ৰাসায়নিক ক্ৰিয়াৰে মন একোটি পাতলাই লৈ পৃথিৱীয়ে পাও নসহা ৰাম আৰু সীতাৰ যি অভিনয় কৰি দেখুৱায় তাত ভাৰতীয় নাট্যৰ নাম গন্ধ ক'ত তাক বিচাৰি লালকাল হব লাগে। ভাগ্যে ভাৰতীয় নাট্যৰ আদৰ আজিও নোহোৱা হোৱা নাই – সেই বুলিলেই এনে এটি ব্যৱসায়ীৰ দলে নিজক দেখুৱাই ধন ঘটিবলৈ গৈ নাটকীয় বিষয় বস্তুৰ কাৰণেই হওক অথবা অভিনৱ অভিনয়ৰ গুণতেই হওক কাশীক্ষেত্ৰৰ পৰা এইয়া সিদিনা গৰিহনা খাই উলটি আহিব লগাত পৰিছিল।

অবৈতনিক ৰঙ্গমঞ্চৰ প্ৰায়বিলাকেই ব্যৱসায়ী নাট্যসঙ্ঘৰ দৰে একান্তমনে ধৰ্নলৈ খিওৱাৰ যহত জন সাধাৰণৰ মন আকৰ্ষণ কৰিবলৈ গ্ৰাম্যভাৱৰ প্ৰশ্ৰয় দিব লগাত পৰিছে। কাৰবাৰী আৰু ধনী সমাজৰ দৰ্শক সকলৰ এনে আজৰি নাই যে ধৈৰ্য্য ধৰি নাট আৰু নাট্যৰ ৰসোস্বাদন কৰে। ৰসাত্মক কাব্যৰ অভিনয় উপভোগ কৰিবলৈ গলে উপস্থাপিত ভাববিলাক নিৰপেক্ষ ভাবে চিত্তলৈ আনিব পৰা শক্তি দৰ্শকৰ থাকিব লাগে, সেই ভাব বিলাকৰ সূক্ষ্ম বিশ্লেষণ সহৃদয়েৰে কৰি ভাল বেয়া, উচিত অনুচিত বাচিব পৰা ক্ষমতা সিবিলাকৰ হব লাগে। ইয়াকেই লক্ষ্য কৰি ভাৰতীয় নাট্যত প্ৰেক্ষক সম্বন্ধেও কৈছে-নানা গুণেৰে বিভূষিত যশোধৰ্ম্মৰত সকলো কলা শিল্পকুশল সুধাৰ্ম্মিক লোকক মধ্যম আৰু

অধম প্ৰেক্ষকৰ আগত বিশিষ্ট স্থান দি অভিনয় দেখুওৱাব লাগে। এনে প্ৰেক্ষকৰ পৰিতোষলৈ ঘাইকৈ লক্ষ্য কৰিয়েই তেতিয়াৰ কবিয়ে ৰসাত্মক কাব্য লিখিছিল, অভিনেতায়ো তাৰে ৰস নিভাঁজকৈ নিবেদন কৰি কৃতকৃত্য মানিছিল। অভিজ্ঞান শকুন্তলমৰ দৰে এনে অনুপম নাটক খনি লিখিও এনে বিদ্বানৰ পৰিতোষলৈকে চাই মনে মনে মহাকবি কালিদাসে আশঙ্কা কৰিছিল। আজিৰ প্ৰেক্ষাগৃহৰ বিশিষ্ট স্থান-আনলৈ নিদি ধনলৈ সলাব লাগিছে। ধনে বিচাৰিছে বিষয়ান্তৰৰ খন্তেকীয়া আমোদ। সিবিলাকক এনে নাটক লাগে যে অলপ সময়ৰ ভিতৰতে চমকৰ উপৰি চমক দিব পাৰে, এনে অভিনয় লাগে যি ঠায়ে অঠায়ে জমক তুলি ইন্দ্ৰিয়লোকক আনন্দ দিব পাৰে। এই ধৰণৰ প্ৰেক্ষক মণ্ডলীৰ মন যোগাবলৈ গৈয়ে কাব্যৰসেৰে হীন নিয়াব নোৱাৰা অবাঞ্ছনীয় দৃশ্যৰ অৱতাৰণা কৰি আজি নাট আৰু নাট্যক এই দশাত পেলাইছেহি। সুস্থ সমালোচনাই সাহিত্যক যেনেকৈ পৰিপুষ্ট কৰে সুস্থ প্ৰেক্ষকেও তেনেকৈয়ে অভিনয় উৎকৃষ্ট কৰাত বিস্তৰ সহায় কৰে।

বাস্তৱ আৰু বৈদিক অৰ্থাৎ ধৰ্ম্ম বা কাব্যবিষয়ক নাট্যলীলাৰে সাদৃশ্য থকা আজিৰ দক্ষিণাত্যতকৈও বৰ্ত্তমান অসমৰ নাট্যলীলাৰ সমস্যা আৰু গুৰুতৰ। — অদূৰ ভৱিষ্যতত আলোকৰ কোনো সন্ধান নথকাত ইয়াৰ অন্ধকাৰৰ নিবিড়তা দিনক দিনে চৰি যায়, অকন পাতলা নাই! মঠে মন্দিৰে ৰক্ষণশীল সকলৰ মাজত চলি অহা দাক্ষিণাত্যৰ ভাৰতনাট্যমে চামে চামে প্ৰতিভাশালী আচাৰ্য্য আৰু অভিনেতাৰ আপ্ৰান চেষ্টাত সমগ্ৰ জগতৰ দৃষ্টি নতুন তেজেৰে আকৰ্ষণ কৰিব লাগিছে। উদাৰ পন্থীদলেও বাস্তৱতাৰ অভিনয় ক্ষেত্ৰত ৰূপালী পৰ্দাতে বোলক বা ৰঙ্গমঞ্চতে বোলক জগতৰ আগত ভাৰতীয় অভিনয়ৰ বিশেষত্ব তুলি ধৰিব পৰা নাই যদিও আন আন প্ৰদেশৰ সৈতে সমানে খোজ দিব পাৰিছে। অসমৰ নাই যে নাই কোনো পিনেই আশাৰ ভাল সঁহাৰি এটিও শুনিবলৈ নাই। যি অলপ শুনা যায় বুলি দুই চাৰিয়ে কব লাগিছে অতীত গৌৰবৰ তুলনাত তাক নাই বুলি ধৰিলেই হয়। যিমান দিনলৈকে অসমত মঠ মন্দিৰ থাকে, সত্ৰবিলাক থাকে, তিঁথিয়ে পৰ্ব্বই সিমান দিনলৈকে নাট্যশস্ত্ৰানুমোদিত বৈদিক নাট্যলীলাও চলিয়েই থাকিব। পূজাৰ মন্ত্ৰৰ দৰে উপসনাৰ অঙ্গ বিশেষ— তাকে পৰম শ্ৰদ্ধাৰে অনুশীলন কৰিব লাগে। তাৰ পৰিবৰ্ত্তন কৰিব লগীয়া ভাব ভক্তিৰ ফালৰ পৰা বিশেষ এক নাই। বাস্তৱ অৰ্থাৎ সামাজিক বা সাংসাৰিক বিষয়ৰ অভিনয় লোকধৰ্ম্মীকৈ কৰাৰ বিধান আছে। বৈদিক অভিনয়ৰ আদৰ্শ খৰ্ব্ব কৰি ভাৱনাক আমি যেনেকৈ তললৈ নমাইছোঁ, বাস্তৱ অভিনয়তো আমাৰ নিজৰটি এৰি পৰৰটি ধৰি আমাৰ মুষ্টিমেয় শিক্ষিত সকল জগতৰ চকুত হাস্যস্পদ হৈছে। আমাৰ ৰঙ্গমঞ্চত চলা নাটক ঋষিয়ে দেখুওৱা বাটেদি গলেই সি ভাৰতীয় নাটক হয়। অভিনেতা সকলে ভাৰতৰ ঋষিৰ ইঙ্গিতত চলিলেই সিবিলাকে অকল ভাৰতৰে নহয় জগতৰো মন ৰঞ্জন কৰিব পাৰে। ভাৰতৰ নাটক ৰসাত্মক দৃশ্য কাব্য। ৰসাস্বাদানৰ সুযোগ নেথাকিলে ভাৰতৰ নাটকে বা অভিনেতাই দৰ্শকক নিবেদন কৰিব কি? বাক, অঙ্গ, মুখৰাগ আৰু সত্বাভিনয়েৰে কৰিব অন্তৰ্গত ভাব হৃদয়গ্ৰাহীকৈ প্ৰেক্ষকক জ্ঞাপন কৰাই হ'ল অভিনেতাৰ আৰু অভিনয়ৰ এক মাত্ৰ উদ্দেশ্য। গতিকে স্বাভাৱিকতাৰ সীমাৰ মাজত থাকি ৰঙ্গমঞ্চৰ বাস্তৱ অভিনয়তো সামান্যভিনয়, চিত্ৰাভিনয় আদিৰে সত্বাভিনয় নকৰিলে কৰিব ভাব প্ৰকাশ কৰিবলৈ অন্য উপায় আৰু নাই। অভিনয় সম্বন্ধে অভিনেতাৰ নিতান্তই থাকিব লগিয়া প্ৰথম কথা হ'ল শ্ৰদ্ধা, শেষ কথাও হ'ল শ্ৰদ্ধা, সেই শ্ৰদ্ধা ফিৰাই আনক। যি আচলতে ৰজা নহয়, যিৰ সেনাপতি নহয় বা তেনে চৰিত্ৰৰ বিশেষ সংস্পৰ্শত অহা নাই, সেইবিলাকে সেই সেই চৰিত্ৰৰ বাক্য কোৱাৰ ভঙ্গিমা, চকু আৰু মুখৰ ভাবানুযায়ী বিবিধ ৰসাত্মক বিকাৰ, আঙ্গিক অভিনয়ৰ মধুৰ ভঙ্গিমা সাধাৰণ ভাবে অভিব্যক্ত কৰাৰ আশা কৰিব নোৱাৰি, এনে ক্ষেত্ৰত কোন বিশেষ অভিনেতাক অনুকৰণ নকৰি

সাধ্যানুযায়ী নিজে পৰ্য্যবেক্ষণ কৰি নাট্যাচাৰ্য্য সকলৰ উপদেশ লৈ সাধাৰণ ভাবে ভাব প্ৰকাশ কৰিব লৈ অভ্যাস কৰাই মঙ্গল, তাকে কৰিলে উত্তম পাত্ৰৰ চৰিত্ৰত মধ্যম বা অধম পাত্ৰৰ অভিনয় দেখুৱাই অথবা স্ত্ৰীৰ চৰিত্ৰত পুৰুষৰ হাব ভাব দেখুৱাই গভীৰ কৰুণ ৰসৰ এলেকাত দৰ্শকৰ হাঁহি তোলাব নেলাগিব। ৰঙ্গমঞ্চৰ অভিনেতা সকলে এই সম্যাভিনয় কায়মনোবাক্যে অনুশীলন কৰি অভিনয় জীৱন্ত কৰক — ভাৰতৰ ঋষিৰ বাটলৈ আহক।ওজা সকলেও ধূলি মাটি জাৰি জোকাৰি গীতমাতেৰে নৃত্যনাট্যেৰে ভাবনাক ঋষি প্ৰদৰ্শিত পথলৈ আগুৱাই আনক। আদৰ্শ এক হলেই পৰস্পৰৰ মিল সম্ভৱ হৈ পৰিব, মাজৰ ব্যৱধান উৰি যাব।

ঋষিয়ে সপ্তদীপানুকৰণ কৰিবলৈ কৈ যোৱাত তাৰ আচল অভিপ্ৰায় নুবুজি আমি আমাৰ প্ৰাণ ধাৰা অন্ধ অনুকৰণৰ আবৰ্জ্জনাৰে পুতি পেলাবৰ উপক্ৰম কৰিছোঁ। পৰৰ যিখিনি প্ৰশংসনীয়, যিখিনিয়ে আমাৰ উদ্দেশ্যত জীন গৈ গতি শক্তি বঢ়াই তোলে তাক সাগ্ৰহে গ্ৰহণ নকৰি গ্ৰহণ কৰিছোঁ তাৰ ইন্দ্ৰিয় তৃপ্তিৰ আবিলতা। তাকো যে ৰক্ষনশীলতাক তাচ্ছিল্য কৰি উদাৰতাৰ নামত সাধিব লাগিছোঁ। সি আৰু সাংঘাতিক। ভাৰতবাসীয়ে অনেকেই আজি বেচ বুজিছে গীৰ্জ্জাৰ কৱলৰ পৰা ফাটি আহি, দেশান্তৰৰ দৰে সাংসাৰিক হোৱাৰ মোহত ধৰ্ম্ম পথৰ পৰা আঁতৰি নাট্যৰ নিমিত্তেই নাট্য, নাটৰ নিমিত্তেই নাট কৰা তাৰ উদ্দেশ্য নহয়, বাস্তৱতাৰ ৰৰাই কৰি ৰসাস্বাদনলৈ জলাঞ্জলি দি ব্যক্তিত্বৰ বিশিষ্টতালৈ উঠি যোৱা তাৰ লক্ষ্য নহয়।য'ত জগতৰ মিল, য'ত জগতৰ স্থিতি তালৈ গতি নকৰি—প্ৰকৃতিৰ ব্যভিচাৰ একোটিক জগতৰ দৈনন্দিন ঘটনা বুলি প্ৰাধান্য দিয়া কথাটি নাটৰ যোগেই হওক বা নাট্যৰ যোগেই হওক দৰ্শকৰ আগত অভিনীত কৰা যে নাট্যশাস্ত্ৰ সম্মত নহয় তাক সি পৰিষ্কাৰকৈ জানি উঠিছে। "ধৰ্ম্ম্যম্ যশস্যমায়ুষ্যং হিতং বুদ্ধি বিবৰ্দ্ধনম্। লোকোপদেশজননং নাট্য-মেতদ্ভবিষ্যতি।" — এই ঋষিৰ বচন বেদৰ বাণী সি আজি নতশিৰে শুনিব লাগিছে। ধৰ্ম্ম বা নীতি শাস্ত্ৰৰ উপদেশ দিয়া নাট্যকাৰৰ কৰ্ত্তব্য নহয় বুলি পশ্চিমে বুকু ফুলাই যি যুক্তিৰ ঘোষণা কৰিছে, সেই যুক্তিতে ভৰ দি ভাৰতৰ কালৰ পৰা উঠি আজি সি গভীৰ নিৰ্ঘোষে কব পাৰিছে — অধৰ্ম্ম বা অনীতিৰ উপদেশ, ঠাবে ঠিৰ্মাৰে দিয়াটিও যে নাট্যকাৰৰ কৰ্ত্তব্য নহয়। আমাৰ ভাগ্য ভাল - নাট্যবেদৰ পৰা নিগৰি অহা আনন্দৰ জীয়া সুতিয়ে এই দুখৰ বাতিতো আমাক সপোন দেখুৱাইছে - সৃষ্টিৰ মূলৰ যি আনন্দৰ ধাৰা, সি মুদ নেযায়। অমৃত মন্থনৰ অমৃতৰ কনিকা লৈ বৈ আহিছে তাৰ যে মৰণ নাই। কালে কালে শুকাই পৰিলেও সি দোকাল টকা হৈ আকৌ এবাৰ ফেনে ফোটোকাৰে উপচি যাব। নাট্যশাস্ত্ৰই অতীত ইতিহাসেৰে কব লাগিছে - ভাৰতৰ এই যে অধঃপতন সি আকৌ জাগি উঠি জাতীয় জীৱনৰ লহৰ তোলাৰেই অভ্ৰান্ত সূচনা। অনাবিল আনন্দৰ যাত্ৰী আমি! আমাৰ মৰণ ক'ত? এইদৰে আমাৰ দৰেই এদিনা ঋষিৰ শিষ্যসকলে মদাৰিত হৈ নাট্যলীলাত দুৰাচাৰ গ্ৰাম্য ধৰ্ম্ম প্ৰবৰ্ত্তন কৰি নিজৰ শিৰলৈ ঋষিমুনিৰ অভিশাপ টানি আনিছিল, নিজে নিজৰ হত্যাৰো কল্পনা কৰিছিল। চাওঁতে চাওঁতে নাট্যশাস্ত্ৰৰ আশ্বাস বীনা বাজি উঠিল। আকৌ এবাৰ নাট্যবেদৰ বিশুদ্ধ প্ৰয়োগ নতুন তেজেৰে বৰ্বলৈ ধৰিলে, আকৌ ভাৰত ৰবিৰ ঋষিৰ আশীৰ্ব্বাদত ফুলে ফলে জাতিস্কাৰ হৈ পৰিল। এইদৰে এই দৰেই যুগে যুগে উঠি পৰি ভাৰতৰ বুকুত সেই পুৰণি নাট্য ধাৰা নিতে নতুন হৈ অবিৰল ধাৰে বৰ লাগিছে। গোমুখী গঙ্গাৰ দৰে সি কি উদাৰ! কি গম্ভীৰ! নীল যমুনাৰ নিমিলা পানী পোনতে আওঁৰাই ৰাখি লাহে লাহে এৰি ধৰি বুকুলৈ টানি নিজৰো নিজৰকৈ লব লাগিছে।— সেই গঙ্গাৰ সুশীতল জলত অৱগাহন কৰি ভাৰত বাসীয়ে আজি সজল নয়নেৰে ভাৰতীৰ নাট্যাচাৰ্য্যৰ সকৰুণ বিননি আকাশত কাণ পাতি শুনিব লাগিছে। "এনে দুখেৰে বেদৰ পৰা যোৱাই অনা নাট্য লীলাৰ এই পবিত্ৰ ধাৰা, তাক মাৰি নেপেলাবি ঐ, মাৰি নেপেলাবি।"

---

# নাটৰ হৈ এগছি

"যত্তন্ময়ান হৃদয়সংবদনক্রমেণ প্রকচিত্রশক্তি গণভূমি বিভাগভাগী।
হৰ্ষোল্লসৎ পৰবিকাৰজুষঃ কৰোতি বন্দেতমাং ত্মহমিন্দুকলা বতুংসম"॥

(ক) †

কল্পনাতীত সেই সুদূৰ অতীততো কোমলমতিৰ শিশু সকলে আজিৰ নিচিনাকৈ আবেগৰ বুবুৰনি তুলিছিল; য'ত যাৰ চকু দিলে চকু বৈ যায়, কাণেৰে শুনিলে কাণ বৈ যায় সেই সকলোটিকে বুকুলৈ লৈ তাৰ কিৰণ চাৰিও পিনে বিকীৰণ কৰিবলৈ বুলি আনন্দত আকুল হৈ পৰিছিল। অকণি অকণি হিয়া একোখনিত সুন্দৰ আৰু মধুৰৰ এইযে প্ৰতিফলন এই যে আনন্দ বিকীৰণৰ চিৰ আকুলতা ইয়েই যে অব্যক্ত নাটকৰ আদিত প্ৰথম প্ৰকাশ। মুখত তেতিয়া ভাষা নাই থুনুক্ থানাক্ মাত একোটিৰে মৌ বৰষি ফুৰিছিল, -হেপাহ যেন নপলায়। যেতিয়া একেৰি বুজিব পৰা হ'ল। ওলাই মেলি অলপ বুজাই ফুৰিব পৰা হ'ল ; যি দেখিছিল , যি শুনিছিল, যি ভাবিছিল তাৰ অবিকল আভাস একেটি দিবলৈ বুলি কথাৰ ছন্দেৰে, দেহৰ লাসেৰে, কণ্ঠৰ স্বৰেৰে উপমাৰ ছবিৰে মন উবুৰিয়াই আপোন প্ৰকাশৰ চেষ্টা কৰিবলৈ ধৰিলে।

লগৰ লগৰীয়ে কৌতূহল হৈ চকুৰে, কাণেৰে, প্ৰাণেৰে পান কৰি পিয়াহ পলাবলৈ লাগিল হয় - কিন্তু সেই পিয়াহৰ অন্ত নাই। নৰ নাটৰ আদি নট সকলৰ মন টানি নিয়া এই যে অপূৰণ হেপাহ ইয়াতেই নাটকৰ নহয়, জগতৰ যাবতীয় কলাৰ প্ৰাণৰ গজালি গজি গ'ল।

চাওঁতে চাওঁতে শিশুৰ আদি সমাজ যৌবনৰ অনুৰাগেৰে ৰঞ্জিত হ'ল। দিনে দিনে লহ পহকৈ বাঢ়ি বাঢ়ি হৃদয় বীণাৰ গুপ্ত তাঁৰ আঠ মুখে আঠ ডালি হৈ লাহে লাহে জিকাৰি উঠিল। এই আঠ ডালি তাঁৰলৈ সহানুভূতিৰ ঝঙ্কাৰ বিচাৰি আকৌ সেই তীব্ৰ আকুলতা! শান্তি নাই , তৃপ্তি লাগে। দৈনন্দিন জীৱনৰ জীৱৰ সাধাৰণ ভোগৰ তৃপ্তিৰে তাৰ নোজোৰা হ'ল। অকল বৰ্হিজগতৰ সৌন্দৰ্য্যতে যৌৱনৰ পিয়াহ নপলাল। বসুমতীৰ সুষমা ৰাশিৰ স্মৃতি সমল বুকুত লৈ যুৱক অন্তৰ ৰাজ্যলৈ সোমাই গ'ল। তাত অৰূপ সাগৰৰ হেজাৰ সৌন্দৰ্য্যৰ কি উদুলি মুদুলি, কি অন্তহীন তিৰ-বিৰণি! - ধাৰণা নহ'ল অৰূপৰ ৰূপ বিচাৰি, অমিলৰ মাজত মিল বিচাৰি, বহুৰ ভিতৰত এক বিচাৰি অন্তৰবো অন্তৰে কান্দি উঠিল – 'প্ৰতিমা, প্ৰতিমা !' সৃষ্টিৰ অনুকৰণেৰে সৃজন কৰিবলৈ লাগি গ'ল। সকলো কলাৰ এতিল এতিলেৰে বিধাতাৰ দৰে তিলোত্তমা সাজিলে, সিও যেন নহল, নহল, কোনোবা জনমৰ কিবা এক বিণিকা সন্ধান, কিবা এক নিকুট স্মৃতিৰ আকুল আহ্বানৰ সুন্দৰবো শেষ সুন্দৰ বিচাৰি লবিব লাগিছে এক মৰীচিকাৰ পৰা অন্য মৰীচিকালৈ, মাজে মাজে থমকি থমকি, মাজে মাজে নিধাতুৰে হৰিণীৰ দৰে লৰি লৰি ব্যাকুল এই গতিৰ বিৰাম নাই, এই আকুলতাৰে এই গতিয়েই যেন নাটকৰ প্ৰগতি।

† আৱাহন, ৬ষ্ঠ বছৰ, ৪ৰ্থ সংখ্যা, মাঘ ১৮৫৩ শক।

সি কিমান দিনৰ কথা কোনে ক'ব ? ভূতত্ত্ববিদে কয় পৃথিবী সৃষ্টি হোৱাৰ আজি এটা কোটী বছৰ হ'ল ; ভূতত্ত্ববিদে কয় দহকৌটি বছৰ , পদাৰ্থবিদ্যা বিদে বোলে - এই দুইৰো মাজতে, খনিজ বিজ্ঞানবিদে সীহৰ গঠন প্ৰনালীলৈ আঙুলিয়াই কয় - অতি কমেও তিনিশ কোটি বছৰৰ কম নহয়, তাৰে বা আৰু কত কালৰ পাছত মানবৰ সৃষ্টি, কোনে জানে ? এই গ'ল বিজ্ঞানৰ বাতৰি, দৰ্শনে কয় সৃষ্টি এক আকস্মিক ঘটনা নহয় যে কাল নিৰ্দ্ধাৰণ হব পাৰে, সি অনাদি, এই পটিয়ে চাই পঠিয়ালে সৃষ্টিৰ ৰহস্যেৰে জড়িত এই নাট্য লীলা সিও যে অনাদি। নিত্য সৃষ্টি লীলাৰ দৰে নিত্য নাট্য লীলা আজিও শিশু সমাজৰ মাজেদি চলিবই লাগিছে।

কিমান যুগ চাঁগে এই দৰে চলি স্থান, কাল, পাত্ৰ অনুসৰি ক্ৰম বিকাশ হৈ হৈ নাট্যৰ আদি লীলাই স্পন্দনে স্পন্দনে তাল দিবলৈ ধাতু বা জন্তুৰ ছাল বিচাৰি পাইছিল, আৰু কত কালৰ মুৰত চাঁগে অতি প্ৰাথমিক ধৰণৰ নৃত্যগীতেৰে অতীতৰ বা সমকালিক কোনো হিয়াত লাগি যোৱা পাতল বা গধুৰ ঘটনাৰ অনুকৃতিৰে এই লীলাই, আনন্দ উৎসৱে জন সাধাৰণৰ আনন্দ বৰ্দ্ধণ কৰিছিল, তাৰ বাতৰি আজি কোনে দিব ? আমাৰ কল্পনাৰে যত দূৰ মনি সেই খিনি সেই শৈশৱ লৈকে নাট্য লীলা উন্নত অনুন্নত নিৰ্ব্বিশেষে মানৱ জাতিৰ স্বভাৱতে সাধাৰণ ধৰণৰ ধেমালি হৈ থাকিল যেন দেখি।

সাধাৰণ সীমা অতিক্ৰম কৰি কেনেকৈ নাট্যলীলাই দৃশ্য কাব্যৰ ৰূপ ললে তাৰ পম বিচাৰি জগতৰ সাহিত্যৰ গুৰি গছ পাবলৈ লাগিব। ভাষা আৰু ভাবৰ ফালৰ পৰা, ইতিবৃত্ত আৰু প্ৰবাদৰ ফালৰ পৰা, আন কি বিশ্ব মানৱৰ চিন্তা বিকাশৰ যি স্বাভাৱিক গতি সেই গতিৰ ফালৰ পৰাও মেক্সমূলাৰ প্ৰমূখ্যে পাশ্চাত্য বিদ্বান সকলেও জগত জুৰি এক মুখে ঘোষণা কৰিছে বিশ্ব সাহিত্যৰ আদি চেষ্টা -ঋগ্বেদ।

এই ঋগ্বেদৰ প্ৰথম মণ্ডলৰ ১৫৬ সুক্তত আকাশত বিচৰণ কৰি ফুৰোতে মৰুদগন আৰু ইন্দ্ৰ দেৱতাই নিজে নিজ বিশেষত্বৰ কথা কোৱা শুনি অগস্ত্য ঋষিয়ে ইন্দ্ৰ দেৱতালৈ বুলি নিৰূপন কৰা হবি মৰুদ্গনক দান কৰিব খোজাত যি কথোপকথন চলিছিল সেয়ে পৃথিবীৰ দৃশ্য কাব্যৰ মূল। যজ্ঞৰ পাতনিত দেৱতা সকলক মান ধৰোঁতে ঋষি সকলে এই কথোপকথনকে আবৃত্তি কৰিছিল। ঠাই বিশেষে ইন্দ্ৰ, অগস্ত্য আৰু মৰুদ্গনৰ ভূমিকাত কোনো কোনো ঋষিয়ে অভিনয়ো কৰিছিল। ইয়াত বাজে আৰু কেবাটি সুক্তিতো দৃশ্য কাব্যৰ এনে ধৰণৰ চিন আজিও জল জলকৈ জিলিকি আছে।

আবহমান কালৰ প্ৰবাহত ঋগ্বেদে আমাক এনে এটি পৰিমিতি বিন্দু দিলে যাৰ পৰা বিশ্ব সাহিত্যৰ কালক্ৰম পৰিমান কৰা সম্ভৱ হৈ পৰিল। গছটিয়ে বস্তিৰ পোহৰ জগতলৈ দি স্বভাৱতে নিজে এন্ধাৰত থকা দি থাকিল কিয়নো কাল নিৰ্দ্ধাৰণৰ সমস্যাত ঋগ্বেদ আজি লৈকে 'অন্ধৰ যেন হস্তী দৰ্শন'ৰ দৰেই হৈ থাকিল। ভাৰতৰ বৈদিক যুগৰ আৰু পৌৰানিক যুগৰ ভালেখিনি পুথি কোনোবা কাহানিবাই ৰচিত হৈ মুখে মুখে চলি আহিছিল, পাছলৈ বেদব্যাসে বেদবিলাক সংকলন কৰা দি সেই সেই পুথিবিলাক কোনো কোনো ঋষি মুনিয়ে সংকলন কৰি থৈ গ'ল। প্ৰায়ে পুথি বিলাকত ৰচনা প্ৰণালী আৰু প্ৰাচীন মত অথবা প্ৰাচীন কবিৰ নাম উল্লেখ কৰাত বাজে এনে কোনো সময়ৰ নিৰ্দ্দিষ্ট দিন আজিলৈকে ধৰিব পৰা নাই, যাক অবলম্বন কৰি সেই সেই পুথিৰ কাল নিৰ্ণয় ঐতিহাসিক বা বৈজ্ঞানিক লেখেৰে সম্ভৱ হ'ব পাৰে। গতিকে পাশ্চাত্য বিদ্বান সকলে ঐতিহাসিক আৰু বৈজ্ঞানিক চকুৰে চাবলৈ গৈ কেৱল প্ৰচলিত প্ৰবাদতে নিৰ্ভৰ নকৰি অনেক সময়ত সিবিলাকৰ ৰবীয়াকৈ কালাকালৰ আন্দাজ কৰিব লগীয়াত পৰিল। সিবিলাকৰ এই কাল নিৰ্দ্ধাৰণৰ প্ৰণালীত যুক্তি যথেষ্ট আছে। কালৰ ব্যৱধান অথবা বছৰৰ লেখত বাজে অগা পাচাৰ ধাৰাবাহিক ক্ৰমবিলাক সবহ ভাগেই ভাৰতীয় প্ৰবাদৰ লগত বেচ মিলিও যায়। তথাপি আমি পাহৰি যোৱা অনুচিত সিবিলাকৰ যুক্তি বিমানেই কি সাকৰা নহওক সি আচল কালক দীঘল চুটি কৰিব

নোৱাৰে আৰু আচল কালেৰে মিলাই সেই যুক্তিৰ যথাৰ্থতা প্ৰতিপন্ন কৰিবৰ উপায় যেতিয়া নাই, সি চিৰদিন সাধাৰণ আনুমানিক আন্দাজ হৈয়েই থাকিব। এই সিদিনাৰ কথা এটা আও পুৰণি বুলি কোনোবাই ডিঙাই কৈ ক'লে আমাৰ হাঁহি উঠে। সেই দৰেই হেজাৰ, বাৰশ বছৰীয়া কাছ একোটা ভৰাই আনিবলৈ খামুচি ধৰিব পৰা ভুৰুকা একোটা লৈ যোৱা দেখিলেও আমাৰ হাঁহি নুঠি নেথাকে। এনেবিলাক আন্দাজৰ চেষ্টা দেখিলে সিবিলাকৰ মুকলি মনতকৈ বেচিকৈ চকুত পৰে খৃষ্ট ওপজাৰ চাৰিহাজাৰ চাৰি বছৰৰ আগত পৃথিৱী সৃষ্টি হৈছিল বুলি ধৰা ধৰ্ম্মবিশ্বাসটিলৈ, যাৰ বিৰুদ্ধে অনেক সময়ত নুখুজি বা নোৱাৰি সিবিলাকে খৃষ্ট পূৰ্ব্ব তিনি চাৰি হেজাৰ বছৰকে হাতত লৈ ভাৰত সভ্যতাৰ অতল জলধি জুখিবলৈ আহে। সিবিলাকে নিৰ্দ্ধাৰণ কৰা বছৰৰ সংখ্যা ভাৰতে ভাৰতৰ ফালৰ পৰা মানি নললেও, অন্ততঃ নিজৰ প্ৰবাদেৰে মিলি যোৱা অগা পাচাৰ ক্ৰমবিলাক মানি লবলৈ আপত্তি নকৰে। মৃগশিৰা নক্ষত্ৰৰ গতি গণনা কৰি লোকমান্য তিলকে বৈজ্ঞানিক সকলক বিজ্ঞানৰ লেখেৰে বেদৰ বয়স অন্ততঃ চাৰে ছহেজাৰ বছৰৰ কম নহয় বুলি কৈ গ'ল। ভূতত্ত্বৰ নানান সিদ্ধান্তত ভৰ দি কল্পিত প্ৰতি পক্ষৰ বহুতো যুক্তি নিৰাস কৰি অধ্যাপক অবিনাশ দত্তই "ঋগ্বেদিক ইণ্ডিয়া"ত কৈছে - বেদৰ ভালেটি সুক্তৰ বয়স অতি কমেও তিনি চাৰি লক্ষ বছৰৰ কম হব নোৱাৰে। ভাৰতৰ ঋষি মুনিয়ে, ভাৰতৰ ন্যায়, সাংখ্য, মীমাংসা দৰ্শনে, ভাৰতৰ বেদান্তই একমুখে স্বীকাৰ কৰে বেদ অনাদি, বেদময় ব্ৰহ্ম জ্ঞানৰ আদি ক'ত ? বেদত ব্ৰহ্মজ্ঞানৰ ক্ৰমবিকাশ স্বীকাৰ কৰিও সেই ছন্দময় জ্ঞানৰ অনাদিত্ব স্বীকাৰ কৰিবলৈ টান পাই মেক্সমুলাৰ প্ৰমুখ্যে পাশ্চাত্য বিদ্বান সকলে আন্দাজ কৰে বেদৰ ছন্দ যুগৰ বয়স খৃষ্ট ওপজা আগৰ এঘাৰ কি বাৰশ বছৰৰ ভিতৰত অৰ্থাৎ আজি প্ৰায় তিনিহাজাৰ বছৰতকৈ বেছি।

ঋগ্বেদাদিৰ পাছতে বৈদিক যুগৰ বাজসনেয় সংহিতা আৰু শতপথ ব্ৰাহ্মণ আদি কেবাখন গ্ৰন্থতো নাট্য লীলাৰ কথা পোৱা যায়। শেহৰ খনিত শিলালি নামৰ নটসূত্ৰকাৰ এজনৰ নামৰো উল্লেখ আছে। এয়ে সেই শিলালি যাৰ নামে নামে ভাৰতৰ নাটৰ আৰু এটি নাম হ'ল শৈলালী।

কাল হৈ আহিল মানে বেদৰ সৰল সাহিত্য জটিল হৈ পৰিল। সমাজ শাসনৰ নিমিত্তে মনুৰ প্ৰয়োজন হোৱাদি এই উদ্দাম উন্মুক্ত নাট্য লীলাটো শাসনৰ প্ৰয়োজন হ'ল। ঋগ্বেদৰ পৰা পাঠ্য, সামবেদৰ পৰা গীত, যজুৰ্ব্বেদৰ পৰা অভিনয় আৰু অথৰ্ব্বৰ পৰা ৰস চুহি চুহি ছয়ত্ৰিশ হেজাৰ শ্লোকেৰে দেৱলোকৰ আদি কবিয়ে এখন অপৰ্ব্ব নাট্য বেদৰ প্ৰণয়ন কৰিলে। কালত তাৰে অতি লাগতিয়াল বাৰ হেজাৰ শ্লোকেৰে 'দ্বাদশ সহস্ৰী' নামৰ এখনি সংক্ষিপ্ত তাণ্ডৱণৰো প্ৰয়োজন হৈ পৰিল। সেই কালত স্মৃতিৰ দৰে এই খনিকো মুখে মুখে ৰাখিব লগা হোৱাত যি বেমেজালি ঘটিছিল তাৰ হাত সাৰিবৰ মনেৰে তাতোকৈ আৰু চমু কৰি ছহেজাৰ শ্লোকেৰে নাট্যাচাৰ্য্য ভৰত মুনিয়ে এখনি 'ষট সহস্ৰী' ৰচনা কৰিলে। এই খনিয়েই ভাৰতৰ ভাৰতীয় নাট্য শাস্ত্ৰ।

এই নাট্যশাস্ত্ৰ খনিৰ প্ৰাচীনত্বলৈ চালে, বস্তু বিভৱলৈ চালে, একাধিক সহস্ৰ বছৰৰ সঞ্চিত সাহিত্য সম্পদ গলত লৈ এই জগত জোৰা আদান প্ৰদানৰ হেজাৰ সুবিধাৰ মাজত আজিও বিংশ শতাব্দীয়ে ভক্তি আৰু শ্ৰদ্ধাৰে মূৰ দোঁৱাব লাগিব। জড়জগতৰ সৌন্দৰ্য্য আৰু আধ্যাত্মিকতাৰ গভীৰ আত্ম তৃপ্তিৰ কি মনোমোহা সামঞ্জস্য স্থায়ীৰ কোলাত অস্থায়ীৰ ভাবৰ কি আচৰিত পৰ্য্যবেক্ষণ, অভিনয়ৰ অভিব্যক্তিত কি বিশ্বজনীন ভাবময়ী ভঙ্গিমাৰ প্ৰয়োজনা, ইয়াত নাট-নাট্যৰ নাই কি ? দৰ্শন বুলিলেই ই দৰ্শন, ইতিহাস বুলিলেই ই ইতিহাস , পাণিনী বুলিলেই ই পাণিনী।

ভৰত মুনি ৰামায়ণৰ যুগৰ আদি কবি বাল্মিকীয়ে এই মুনিৰ ওচৰতে নাট্যৰ বিষয়ে উপদেশ লোৱা কথা নাট্যশাস্ত্ৰৰ শেষ আধ্যায়ৰ তৃতীয় শ্লোকতে আছে। ভাৰতৰ বিশ্বাস ৰামায়ণ ত্ৰেতা যুগৰ। বেদব্যাসৰ

মহাভাৰতৰ্তকৈ ভাৰতৰ যুগৰ যুগেৰে এযুগৰ আগ। ভাষা, ভাব, সমাজ আৰু ৰচনা পদ্ধতি আদিৰ পৰা মেক্সমুলাৰ, মেকডলেণ্ড প্ৰভৃতি পশ্চিমৰ বিদ্বান সকলেও এইটি স্বীকাৰ কৰে।

মহাভাৰতৰ কাল ভাৰতৰ মতে দ্বাপৰ শেষহৈ গ'লত কলিৰ আদিত, পঞ্জিকাৰ লেখেৰে খৃষ্ট পূৰ্ব্ব আঢ়ৈ হেজাৰ বছৰৰ্তকৈ কিছু অধিক। তাঁলৈ পিঠিদি খৃষ্ট পূৰ্ব্ব পঞ্চদশ শতিকাৰ পৰা খৃষ্টাব্দৰ চতুৰ্থ শতিকালৈকে বহুতে বহু মত প্ৰচাৰ কৰে। বাৰনেট চাহাবে, হবল শ্ৰেভাৰ আৰু হপকিন্সৰ গাত গইনাঁলৈ কয় মহাভাৰত খৃষ্ট পূৰ্ব্ব সপ্তম শতাব্দীতে আৰম্ভ হৈ ক্ৰমে পোহ পাই খৃষ্টাব্দৰ চতুৰ্থ শতিকাত বৰ্ত্তমান আকাৰ প্ৰাপ্ত হৈছেহি। এই যুক্তিবিলাকৰ ভালেখিনি ৰেবাৰ চাহাবৰ যুক্তিৰ দৰে মেগাস্থিনিচে মহাভাৰতৰ দৰে ইমান এখনি ডাঙৰ কাব্য উল্লেখ কৰি যোৱা নাই, ভিয়ন ক্ৰিচ্চ টিউমেহে কৰিছে। গতিকে এই দুই জনৰ মাজতে অৰ্থাৎ খৃষ্ট পূৰ্ব্ব চতুৰ্থ আৰু দ্বিতীয় শতিকাৰ ভিতৰত মহাভাৰত ৰচিত হৈছিল। এনে ধৰণৰ যুক্তি মানিব লাগিলে এদিন আমি ইয়াকো মানি লব লাগিব - শ্বিলঙৰ "বিচপ ফল" হোৱা মুঠে আজি চাৰে পাঁচ কি ছবছৰ মান হৈছে। কিয়নো - আঠ বছৰৰ আগৰ য়ুৰোপীয় এজন শ্বিলঙত চাবলগীয়া সকলো কথা লিখি গ'ল 'বিচপ ফল' ৰ নামকে নললে - আজি এইয়া পাচ বছৰ হ'ল য়ুৰোপৰ অইন এজন লিখকেহে 'বিচপ ফলৰ' বিশেষ বিবৰণ এটা দিছে।

খৃষ্ট পূৰ্ব্ব পঞ্চদশ শতিকা আৰু খৃষ্টাব্দৰ চতুৰ্থ শতিকাৰ এই দুই মুৰৰ এমুৰো যেতিয়া নিশ্চয়তা নাই মেকডনাল্ড আদি জনদিয়েক য়ুৰোপীয় বিদ্বানৰ কাষ চাপি যদি মাজ মুৰতে মহাভাৰত খৃষ্টপূৰ্ব্ব ষষ্ঠ শতিকাৰ ইফালৈ আহিব নোৱাৰে বুলি ধৰা যায় তেন্তে অন্তত বঢ়া -টুটা দোষে কেনিও কাকো গা বেজাই যোৱাকৈ স্পৰ্শ কৰাৰ আশঙ্কা নাথাকে। এই হিচাপে সামাজিক পৰিবৰ্ত্তনলৈ চাই ৰামায়ণক আৰু দুশ বছৰ আগুৱাই নি খৃষ্ট পূৰ্ব্ব আঠশ বছৰৰ পৰা ছশ বছৰলৈ মহাকাব্যৰ যুগ বুলি যদি সিবিলাকৰ কাৰো কাৰো মতেৰে ধৰা যায় তেনে প্ৰায় সকলোবিলাক য়ুৰোপীয় পণ্ডিতে মানি লবলৈ একো টান নেপাব। মহাভাৰত যে ৰামায়ণৰ পাচৰ এই বিশ্বাসটিৰেই মিলি যাব ক্ৰম হিচাপে। নাট্য শাস্ত্ৰৰ ভিতৰত কৰবাত কেনেবাকৈ আশঙ্কাৰ স্থান থাকিলেও লগে লগে এনে প্ৰমানো আছে, যি কাৰণে এই পুথিখিনি কোনো মতেই খৃষ্টপূৰ্ব্ব পঞ্চম শতিকাৰ ইফালে আহিব নোৱাৰে। গতিকে আৰু তিনিশ বছৰ আগুৱাই নি ৰামাযণত নাটাশাস্ত্ৰৰ প্ৰভাৱ আৰু নাট্যশাস্ত্ৰত বাল্মীকিৰ উল্লেখ দেখি দুয়োখনি পুথি সমসাময়িক বুলিলে কোনো প্ৰকাৰে অযৌক্তিক নহব।

নাট্যশাস্ত্ৰত নাট্যলীলাৰ উৎপত্তি সম্বন্ধে যিটি ইতিহাস আছে সেইটি হ'ল এই - "বেদৰ আবৃত্তি" আদি চলি চলি সত্য যুগ গল। বৈবস্বত মনুৰ ত্ৰেতাযুগৰ প্ৰবৰ্ত্তন হ'ল। দেৱতা, দানৱ, গন্ধৰ্ব্ব, যক্ষৰক্ষ, মহোৰগ প্ৰভৃতিৰ জম্বুদ্বীপ সমাক্ৰান্ত হৈ পৰিল। লাহে লাহে গ্ৰাম্য ধৰ্ম্মত প্ৰবৃত্ত হৈ লোকসকল ঈৰ্ষাক্ৰোধান্বিত আৰু প্ৰমত্ত হোৱাত সিবিলাকৰ মাজত বেদব্যৱহাৰ 'সংশ্ৰাব্য' হব নোৱাৰা হ'ল। তেতিয়া মহেন্দ্ৰ প্ৰমুখ্যে দেৱতাসকলে সৃষ্টিকৰ্ত্তাৰ কাষলৈ গৈ গোহাৰি জনালে, — 'আমাক এনে এটি ধেমালি দিয়ক যাক চকুৰে আৰু কাণেৰে একেলগে উপভোগ কৰিব পাৰি, যাৰ মাজেদি ধৰ্ম্ম, অৰ্থ আৰু যশস্যা লাভ হব পাৰে, আৰু যাক দেখি শুনি লোকসকলে সকলো শাস্ত্ৰৰ উপদেশ আৰু সকলো শিল্পৰ আভাস সহজে পাব পাৰে। সিবিলাকৰ প্ৰতি প্ৰসন্ন হৈ সৃষ্টি কৰ্ত্তাই চাৰি বেদৰ পৰা পাঠ্যাদি আনি এক অপূৰ্ব্ব নাট্যবেদ ৰচনা কৰিলে। নাট্যবেদৰ বিধান অনুসাৰে নাট্যলীলা চলিবলৈ ধৰিলে। কালৰ লগে লগে বহুকালৰ পাচত নাট্যবেদৰ গ্ৰহণ ধাৰণ আৰু প্ৰয়োগত অতৰ্কিতে বহু বেদ বিৰুদ্ধ ব্যভিচাৰ সোমাই পৰিল। গতিকে বেদ বিশাৰদ কোনো মুনিক এই কামৰ কৰ্ণধাৰ পাতিব লগীয়া হ'ল। ভৰত মুনিয়ে সৃষ্টিকৰ্ত্তাৰ আদেশত শাণ্ডিল্য প্ৰমুখ্যে শত পুত্ৰক নাট্যবেদৰ প্ৰয়োগ শিকাই বুজাই যথাযথ প্ৰচাৰ কৰিবৰ অৰ্থে সিবিলাকক ঠায়ে ঠায়ে পাতি থলে। নীলকণ্ঠৰ নৃত্যৰ পৰা কৈশিকী

বৃত্তি আদি আনি নাট্যৰ ৰূপ বাং চৰালে যদিও, তিৰোতাৰ শৃঙ্গাৰাদি ৰসৰ অভিনয়ত ভাব ফুটাব নোৱাৰি বৰ বিমোৰত পৰিল। তাকে দেখি সৃষ্টিকৰ্ত্তাই মঞ্জুকেশী আদি অপ্সৰা সৃজন কৰি নাৰদ প্ৰভৃতি গন্ধৰ্ব্বক নাট্য লীলাত নিয়োগ কৰিলে। এইদৰে সকলো আয়োজন হোৱাৰ পাছত সিবিলাকে অভিনয় পাতিব খোজাত সৃষ্টি কৰ্ত্তাই নিজে আশীৰ্ব্বচন এটিৰে নান্দীৰচনা কৰি দি মহেন্দ্ৰৰ 'ধ্বজমহ' উৎসৱত আৰম্ভ কৰিবলৈ উপদেশ দিলে। অভিনয় হ'ল —দেৱতাই দৈত্যক হৰুওৱাৰ 'অনুকৃতি'। দেৱতাসকলে প্ৰয়োগত মুগ্ধ হৈ নিজ নিজ কমণ্ডলু ভৃঙ্গাৰ আদি উপকৰণ কৰি লবলৈ দান কৰিছিল। ইফালে দৈত্য সমাজত তোলপাৰ লাগিল। এনেয়ে পৰাজয়ত ভগ্ন হৃদয়, তাতে তাৰ অনুকৃতিৰ উপহাস - স্বভাৱতে দৈত্যবিলাকৰ সহ্য নহ'ল, বিঘ্ন ওপজাবলৈ দেখাদেখিকৈ লাগি গ'ল, সূত্ৰধাৰ আদিক কুক্ৰিয়াৰে কৰমি অজ্ঞান কৰি পেলালে। ইন্দ্ৰই দেখি মাহেঁকৈ ধ্বজ ডালি তুলিলৈ দৈতবিলাকৰ দেহ জৰ্জ্জৰীত কৰিলে। পাচলৈ অভিনয় হ'লেই সেই ধ্বজ পুতিবলৈ ললে, আৰু তাকে দেখি দৈত্যসমাজে ভয়ত কুচি মুচি সেই পিনেই টাপ মাৰিবলৈ ধৰিলে। তেতিয়াৰ পৰা সেই ধ্বজৰ নাম হ'ল জৰ্জ্জৰ। ভবিষ্যতে সকলো বিঘ্নৰ হাত সাৰিবলৈ সৃষ্টি কৰ্ত্তাই বিশ্বকৰ্ম্মাৰ হতুৱাই সুন্দৰ নাট্যগৃহ নিৰ্ম্মান কৰোৱাই তাৰ ঠায়ে ঠায়ে দেৱতা পাতি ৰক্ষা কাৰ্য্যত নিযুক্ত কৰোৱালে। কিছুকালৰ পাছত ক্ষুন্ন দৈত্য সকলৰ হৃদয় অধিকাৰ কৰিবৰ কাৰণে দেৱতাসকলে সাম উপায়েৰে চেষ্টা কৰি চাবলৈ মন মেলি সৃষ্টি কৰ্ত্তাৰ ওচৰত আকৌ গোহাৰি জনালে। সৃষ্টিকৰ্ত্তাই দৈত্যসকলক মাতি ৰৰাই বুজাই কলে, — "তোমালোক আৰু দেৱতা উভয়ে মোৰ সন্তান, অনৰ্থক দেৱতাৰ ওপৰত ৰোষ বা বিষাদ নকৰিবা। তোমালোকৰ আৰু দেৱতাৰ শুভাশুভ বিকল্পক এই নাট্যবেদ ময়ে ৰচনা কৰিলোঁ। ই অকল তোমালোকৰে অনুকৃতি নহয়, ত্ৰিভুবনৰ অনুকৃতি— নানা ভাবৰ নানা অৱস্থাৰ লোক চৰিত্ৰৰ অনুকৰণ! ই সমানে দুঃখতি শ্ৰমাৰ্ত্ত, শোকাৰ্ত্ত আৰু তপস্বীৰ শান্তিময় বিশ্ৰামৰ কাৰণ হওক, শ্ৰুতি, স্মৃতি, সদাচাৰ বিধিৰে কল্পিত হৈ দিনে দিনে নৰলোকৰ বিনোদ উৎপাদন কৰক, আৰু সকলো শাস্ত্ৰৰ তত্ত্বেৰে, সকলো শিল্পৰ বিবিধ বেশেৰে বিভূষিত হৈ এই মনোৰথ নাট্যলীলা সপ্তদ্বীপৰ অনুকৰণ হওঁক।"(কোন সোণালী যুগত ভাৰতবাসীয়ে এই বাণী শুনিছিল! যাৰ মুখত এনে গোটেই জগতকে সামৰি লব পৰা মঙ্গলময়ী বাণীৰ ঝঙ্কাৰ উঠিছিল, সেই জন সঁচা সঁচিকৈয়ে সৃষ্টি কৰ্ত্তা!) — দেৱতা দানৱ মিলি গ'ল। এই মিলনৰ পাচতে ধৰ্ম্মাৰ্থকাম সাধক 'অমৃত মন্থনম' নামৰ এখনি সমৱকাৰ শ্ৰেণীৰ নাট্যলীলা পূৰ্ব্বৰঙ্গৰ পূজাদিৰে দেৱলোকৰ নাট্যগৃহত প্ৰযোজিত হ'ল। এইবাৰ অভিনয়ত দেৱতা অসুৰে নিজ নিজ কৰ্ম্ম ভাব অনুদৰ্শণ কৰি পৰম প্ৰীতি লাভ কৰিলে।

কিছুকালৰ পাছত পুনৰ সৃষ্টিকৰ্ত্তাৰ নিৰ্দ্দেশমতে দেবাদিদেব মহাদেৱৰ প্ৰীতিৰ অৰ্থে ভূতাদিৰে সমাকীৰ্ণ হিমালয়ৰ ৰম্য প্ৰদেশত 'ত্ৰিপুৰদাহ' নামৰ ডিম এখনিৰ অভিনয় হ'ল। অভিনয় দেখি নিজ নিজ কৰ্ম্ম ভাবৰ অনুকীৰ্ত্তনত ভূতসকল সন্তুষ্ট হ'ল। ভূতপতি মহাদেৱে প্ৰসন্ন হৈ নানা 'কৰণ' আৰু 'অঙ্গহাৰেৰে' সন্ধ্যাকালত নিজে যি নৃত্য কৰে সেই নৃত্যকে পূৰ্ব্বৰঙ্গ বিধিত প্ৰযোজনা কৰিবলৈ অনুমতি দিলে। তাণ্ডিৰ ওচৰত মহাদেৱৰ নৃত্যবিধি শিক্ষা কৰি ভৰত মুনিয়ে তেতিয়াৰে পৰা নাটকত স্থল বুজি সেই নৃত্য প্ৰয়োগ কৰিবলৈ ধৰিলে।

এই দৰেই কিছুকাল গ'ল। লাহে লাহে ভৰত মুনিৰ শিষ্যসকলে মদান্বিত হৈ লোকৰ হাঁহি আৰু প্ৰশংসাৰ নিমিত্তে বাউল হৈ নিজ বুদ্ধিৰে নাট্যলীলাত গ্ৰাম্যধৰ্ম্মৰ প্ৰবৰ্ত্তন কৰিবলৈ ললে। নাট্যৰ নামত নিঠুৰ আৰু অপ্ৰশস্ত কাব্যৰ অভিনয় হবলৈ লাগিল। পৰম পবিত্ৰ নাট্যধাৰাৰ এই পতিত অৱস্থা দেখি ঋষি সমাজৰ ক্ৰোধ উপজিল। ভৰতৰ শিষ্যসকলক হীনাচাৰী হৈ হীন জন্ম প্ৰাপ্ত হবলৈ অভিশাপ দিলে। নাট্য লীলা নিমাত হল। বাতৰি শুনি দেৱতা সকলৰ মন মৰি গ'ল। দেৱলোকত

যি ধাৰি নাট্য ধাৰা নিৰলে বৈ আছিল সিও উৰ্ব্বশীক উন্মাদে হৰণ কৰাৰ লগে লগে তিৰোহিত হ'ল। নাট্যলীলাৰ এই অৱস্থাই ভৰতমুনিৰ প্ৰাণত বৰ আঘাত দিলে। এদিন নিজৰ পুত্ৰ সকলক মাতি আনি আকৌ ঠায়ে ঠায়ে গৈ নিজ নিজ শিষ্যক নাট্যবেদৰ পবিত্ৰ প্ৰয়োগ শিকাই নিজৰ প্ৰায়শ্চিত্ত কৰিবলৈ পৰামৰ্শ দিলে। তেনেতে আৰু এটি সুবিধা আহি পৰিল। ন্যায়, বুদ্ধি, পৰাক্ৰমেৰে নহুষ ৰজাই সেই সময়তে দেৱলোক লাভ কৰিছিল। দেৱলোকৰ এই নাট্যলীলা যাতে মৰ্ত্ত্যলোকৰ মানুহৰ মাজত প্ৰচাৰ পায় তাৰ নিমিত্তে ব্যগ্ৰ হৈ নহুষ ৰজাই দেৱতাসকলক অনুনয় কৰিলে। দেৱতাসকলেৰে পৰামৰ্শ কৰি ভৰত মুনিয়ে জন দিয়েক প্ৰধান শিষ্যক আচাৰ্য্য পাতি, মৰ্ত্ত্যলোকৰ তিথি যজ্ঞ ক্ৰিয়াদিত এই নাট্যলীলা যাতে শুভমঙ্গল স্বৰূপে সম্পাদিত হয় তেনে বিধি দি তাৰ পবিত্ৰ প্ৰয়োগ নহুষ ৰজাৰ অন্তেসপুৰত শিক্ষা দিয়াবলৈ আয়োজন কৰিলে। যথাযথ প্ৰয়োগ হোৱাত সকলো দেৱতা সন্তুষ্ট হৈ আচাৰ্য্য সকলৰ শাপ বিমোচন কৰি সিবিলাকৰ পুনৰ দেৱলোকলৈ লৈ গল। মৰ্ত্ত্যলোকত থাকোঁতে সিবিলাকৰ ঔৰসত মৰ্ত্ত্যৰ মানবীৰ যি সকল সন্তান হল সেই সকল ভৰতৰ বংশ বুলি তেতিয়াৰে পৰা ভাৰতত প্ৰকীৰ্ত্তিত হল।

এই ইতিহাসটিত বিশ্বাস কৰিব নলগীয়া অলৌকিক ঘটনা একো নাই। দেৱতাৰ ঠাইত অতি উন্নত এটি সম্প্ৰদায় দৈত্যৰ ঠাইত বিভিন্ন জাতিৰ অনুন্নত সম্প্ৰদায় মহাদেৱৰ তাণ্ডৱৰ ঠাইত নাট্যৰ বৈদিক ধাৰাত তান্ত্ৰিকৰ নৃত্যনাটকাদিৰ সংযোজন আৰু সৃষ্টিকৰ্ত্তাৰ ঠাইত সৃষ্টিৰ মঙ্গলৰ অৰ্থে ফুটি পৰা স্বাভাৱিক প্ৰতিভা, প্ৰেৰণা বা উদ্দীপনা বুলি যদি ৰাখ্যা কৰা যায় তেন্তে দেৱতা আৰু সৃষ্টিকৰ্ত্তাত যাৰ বিশ্বাস নাই তেনে ঐতিহাসিকেও বিশ্বাস কৰিবলৈ টান নেপাৱ। দেৱদৈত্যৰ যুদ্ধৰ 'অনুকৃতি' বোলা প্ৰথম নাটৰ অৱতাৰণা অতি স্বাভাৱিক শিশুৰ হিয়াত যেনেকৈ বাৰ্দ্ধক্যত বিকশিত হোৱা। সকলো বৃত্তিৰ বীজ নিহিত থাকে এই নাট্যশাস্ত্ৰৰ সৰল ইতিহাসৰ মাজত নিখিল বিশ্বৰ নাট্যলীলা ইতিহাস সেই দৰেই জিলিকি আছে।

ভৰতমুনিৰ শত শিষ্যৰ শত চেষ্টাত অগণন নাটক প্ৰণয়ন হোৱাটো স্বাভাৱিক। ৰামায়ণৰ বালকাণ্ডৰ পঞ্চম সৰ্গত সেইকালৰ অযোধ্যাবৰ্ণন প্ৰসঙ্গত লিখা আছে- "সেই পুৰীৰ সৰ্ব্বতোভাগ বধুনাটক সঙ্ঘ বিলাকেৰে মুখৰিত হৈছিল।" সেই কাণ্ডৰে ত্ৰয়োদশ সৰ্গৰ যজ্ঞবৰ্ণনা প্ৰসঙ্গত 'নট নৰ্ত্তকৰ' উল্লেখ আছে। তদুপৰি অযোধ্যা কাণ্ডত কেকয় ৰাজ্যত থাকোতে ভৰতে যেতিয়া পিতাকৰ মৃত্যু সূচক দুস্বপ্ন দেখিছিল তেতিয়া তেওঁৰ মন ঘূৰাবৰ নিমিত্তে যি আমোদ প্ৰমোদৰ আয়োজন হৈছিল তাৰ ভিতৰৰ হাস্যৰস প্ৰধান নাটক আদিৰ নামো লৈছে। ইয়াত বাজেও ভৰতমুনিয়ে নাট্যশাস্ত্ৰত নায়ক নায়িকাৰ জাতি ভেদ, বস্তু আৰু অঙ্কভেদে, বিশেষকৈ ৰসভেদে দশ ৰূপকৰ দহোটি শ্ৰেণী কৰি থৈ গৈছে; যেনে- নাটক, প্ৰকৰণ, ভান, বীথী, ব্যায়োগ, সমবকাৰ, ডিম, অস্ক, ঈহামৃগ আৰু প্ৰহসন। নাটক চাগৈ মুখে মুখে হলেও অনেক ৰচনা হৈছিল। নহলে শ্ৰেণী বিভাগৰ প্ৰয়োজন কি? কত নাটক ফেনৰ ফুটুকাৰ দৰে জিলিকি জিলিকি অনন্ত প্ৰবাহৰ চিৰ বিস্মৃতিত বিলীন হল, — তাৰ বাতৰি কোনে দিয়ে? কালৰ প্ৰবল সোঁতত দুই এখনি যুগান্তৰ ঘটোৱা গ্ৰন্থত বাদে সকলো লোপ পালে। সেই কিখন গ্ৰন্থ আগৰ অগণন নাটকৰ দোষাদোষ, সুবিধা-অসুবিধাৰ গভীৰ পৰ্য্যালোচনাৰ ফলত যুগোচিত জাতীয় ভাবৰ বহনেৰে ৰচিত হৈছিল বুলি অনুমান কৰিবলৈ বৰ বেচি বেগ পাব নেলাগে।

দশৰূপকৰ প্ৰত্যেক ভাগৰে যি লক্ষণ আছে তাঁলে চাই এই সময়লৈকে হোৱা নাটকবিলাকৰ এটি চমু আভাস পাব পাৰি। অধিকাংশ নাটকতেই দেৱতা অসুৰ আদিৰ প্ৰসিদ্ধ বৃত্তান্ত-শৃঙ্গাৰ, বীৰ আৰু কৰুণ ৰস প্ৰধান। কিছুমানত পৌৰাণিক আৰু কল্পিত বিষয়েও স্থান পাইছিল। দেৱাসুৰ সংগ্ৰাম বিষয়ক কোনোবিলাক বেদৰ উষ্ণিক আৰু গায়ত্ৰী ছন্দত ৰচনা কৰা কোনোবিলাক সংস্কৃতেৰে ৰচনা কৰা। অসুৰ যক্ষ আদিৰ ৰচন হয়তো দেশ বিভাগ অনুযায়ী সেই কালৰ প্ৰাকৃতত ৰচনা হৈছিল। অভিনয়ত

প্ৰয়োজন অনুযায়ী হস্তী, ৰথ, অন্য কি নগৰ ধ্বংসাদিৰ দৃশ্যও প্ৰদৰ্শিত হৈছিল। যাক আমি মুখা বোলোঁ সেই বানকা, পুস্ত আদিৰ ব্যৱহাৰো চলিছিল। বস্তু বিস্তাৰৰ প্ৰয়োজন ভেদে কোনো বিভাগ এক, দুই, তিনি বা চাৰি অঙ্ক আৰু নাটক প্ৰকৰণাদিত পাচৰ পৰা দহ অঙ্কলৈকে আছিল। ভাণ আৰু বীথীত এজন অভিনেতাৰে, বাকীবিলাক একাধিক অভিনেতাৰে অভিনীত হৈছিল, সকলো নাটকতে প্ৰয়োজনানুসাৰে নাট্যশাস্ত্ৰ নিৰ্দ্দিষ্ট আৰম্ভ, প্ৰযত্ন, প্ৰাপ্তি সম্ভৱ, ফলপ্ৰাপ্তি আৰু ফলযোগ এই পঞ্চাবস্থাই কাব্যৰ শৰীৰ ফুটাই তুলিছিল। অভিনয়ত লোমহৰ্ষক ঘটনা আৰু চুম্বনাদি অশ্লীল অভিনয় সৰ্ব্বতোভাৱে পৰিহাৰ কৰিছিল। আহাৰ, নিদ্ৰা আদি পাশবিক চেষ্টা আৰু জাতীয় অগৌৰৱজনক কোনোকথাকে ভাষাৰে বা অভিনয়েৰে ৰঙ্গমঞ্চত কদাপিও নেদেখুৱাইছিল।

নাট্যশাস্ত্ৰৰ লগে লগে মহা কাব্যৰ যুগৰ আৰম্ভণ। মহাকাব্যৰ নাম ললেই প্ৰথমে প্ৰথমে মৰ্ত্ত্যৰ আদি কবি 'বাল্মীকি কোকিল'ৰ কথা আহি পৰেহি। ভগবান বাল্মীকি অকল কাব্য জগতৰে আদিগুৰু নহয়, নাট্যজগতৰো অতি উচ্চতম যুগ প্ৰবৰ্ত্তক। কি তীব্ৰ তপস্যাৰে পৃথিবীৰ অন্তস্থল ভেদি অন্তৰৰো অন্তৰৰ চিৰ পবিত্ৰ অশ্ৰুৰ ধাৰা ৰামায়ণৰ মাজেদি অনন্ত কাললৈ বোৱাই দিছিল। কত যুগৰ বিস্মৃতিৰ দল ভাৰতৰ বুকুৰেদি বৈ গ'ল, কত খণ্ড প্ৰলয়, বস্তু ভীষণ হাহাকাৰে ভাৰতৰ বুকু কপাই গ'ল, তথাপি তথাপি আজিও ভাৰতে উচুপি উচুপি ৰামায়ণৰ গান ৰাতি দিনে বিনাব লাগিছে! ৰামায়ণ লিখা হলত আদি কবিয়ে কৈছিল, মই এক ৰামায়ণ লিখিয়ে কৃতাৰ্থ হলোঁ, আৰু গ্ৰন্থ কি লিখিম ?- সঁচাসৰ্চিকৈয়ে কবি 'কৃতাৰ্থ' হল। অকল কাব্য লিখিয়েই নহয়, সীতাৰামৰ কৰুণ কবিতা, নাট্যশাস্ত্ৰৰ বিধানেৰে অভিনয়ৰ মধুৰ সুৰে সুৰে বিশ্ব বিমোহন ভাব ভঙ্গিমাৰে কুশলবৰ সুকোমল মুখেদি প্ৰথম বিনোৱাইছিল এই মহা কবি বাল্মীকিয়ে। তপোবনৰ হৰিণ হৰিণীয়ে সেই হেন প্ৰাণৰ বিননি বৈ বৈ শুনিছিল। এই মধুময় ঝঙ্কাৰে পৃথিবী জিনি গল। এদিন গোটেই জগতত নাট্য বীণাত ৰিণিকি ৰিণিকি ইয়াৰে প্ৰতিধ্বনি উঠিল। সেই প্ৰতিধ্বনিৰ সুৰে সুৰে আজি জগতে গাব লাগিছে নিজ নিজ জাতিৰ জাতীয় গান। বাল্মীকিৰ আজি কি মহিমা, ভাৰতৰ আজি কি গৌৰৱ, জগত জিনা নাট্যবীণাৰ তান সি প্ৰথমে বাজিছিল তমসাৰ তীৰৰ তপোবন, তাৰে এটি জীৰ্ণ কুটিৰত।

যুগে যুগে নতুন আলোকত এই সীতাৰামৰ অতুলন চৰিত্ৰ কাব্যৰ ছন্দেৰে, সঙ্গীতৰ সুৰেৰে, নাটকৰ অভিনয়েৰে, ধৰ্ম্মৰ প্ৰমাণেৰে চাই চাই ভাৰতৰ আজিও হেপাহ পলোৱা নাই। পুৰণিৰো পুৰণি সীতাৰামৰ কাহিনী নিতৌ নতুন এই ৰামায়ণৰ দিনৰ পৰা ভাৰতীয় নাট্যলীলাৰ আৰু এক সুঁতি বৈ আহিল, এই সুতিৰ সবিশেষ উল্লেখ নাট্যশাস্ত্ৰত নাই। ই হল নাট্যশাস্ত্ৰ ৰচনাৰ অলপ পাচৰ ঘটনা, সাক্ষাৎ গন্ধৰ্ব্বৰ সদৃশ ৰাজকুমাৰ লব-কুশৰ নাম অনুসৰি ভাৰতৰ অভিনেতাৰ আৰু এটি নাম হল কুশীলব। কোনো এক মহাকাব্যৰ কিয়দংশ এজন বা দুজন কুশীলবেৰে ৰাজসভাত মুকলি ঠাইত অথবা যজ্ঞভূমিত সুললিত সুৰেৰে অভিনয়েৰে নাট্যশাস্ত্ৰৰ ভাবভঙ্গিমাৰে অভিনীত কৰোৱাই এই নতুন সুঁতিৰ বিশেষত্ব। লাহে লাহে পাচলৈ বিশেষকৈ বুজুৱাবৰ মনেৰে কবিৰ পাৰিপাৰ্শ্বিক বৰ্ণনা আৰু মন্তব্যবিলাক সংযোজন আৰু পূৰক হিচাপে অভিনয়ৰ মাজে মাজে গাব লগাত পৰিল। তাকে অভিনেতাৰ মুখেৰে নেগোৱাই পালীৰ বা গায়েনৰ মুখেৰে গোৱাবলৈ ধৰিলে। অভিনব প্ৰণালীৰে হোৱাৰ কাৰণেই হওক বা কৰুণ কবিতাই জনসাধাৰণৰ প্ৰাণ বেছিকৈ আকৰ্ষণ কৰাৰ কাৰণেই হওক, অথবা অভিনয়াদিৰ সহজ সুবিধাৰ নিমিত্তেই হওক চাওঁতে চাওঁতে গোটেই ভাৰত ব্যাপি এই অভিনয় লোকপ্ৰিয় হৈ পৰিল। একো বিচিত্ৰ নহয় কালত পূবে মালয় দ্বীপপুঞ্জৰ পৰা পশ্চিমে ভূমধ্যস্থ সাগৰৰ তীৰ পৰ্য্যন্ত য'তে য'তে ভাৰতৰ ক'লা বিদ্যাই প্ৰতিপত্তি লাভ কৰিছিল ত'তে ত'তে ৰামায়ণৰ কৰুণ ৰসৰ বীণা বাজি উঠিছিল।

আজিও আচণ্ডাল ব্রাহ্মণ সকলো ভাৰতবাসীৰ মুখত এফাকি ৰামায়ণৰ গান, ভাৰতীয় সেনাৰ যুদ্ধৰ অৱসৰত যি বিশ্ৰাম, তাতো ৰামায়ণ গান, নাও বাই যোৱা নাৱৰীয়া সুৰ তাতো অনেক সময়ত ৰামায়ণ।

(খ) †

ৰামায়ণ আৰু মহাভাৰতৰ ব্যৱধান খিনিত কোন ধৰণৰ নাটক হৈছিল সঠিককৈ কোৱা টান। মহাভাৰতৰ সভাপৰ্ব্বত নাটকাদিৰ উল্লেখলৈ চাই নাটক যে কম হৈছিল তাকো কব নোৱাৰি। সেই কালৰ ৰাজকোঁৱৰ সকল গন্ধৰ্ব্ব বিদ্যাতো পাৰ্গত হোৱা কথা আগৰ পৰা হওক নহওক অন্তত শ্ৰীৰামচন্দ্ৰৰ দিনৰ পৰা পাৰ্বলৈ আছে গন্ধৰ্ব্ব বিদ্যাত পাৰ্গত হৈ অভিনয় নেপাতি নিমাতে নিবোলে থকাতো অস্বাভাবিক। মহাভাৰতৰ পৰিশিষ্ট হৰি বংশত ৰামায়ণ 'নাটকীকৃত' হোৱাৰ কথাৰ পৰা বেচ বুজিব পাৰি সেই যুগত অইন নাটকৰ লগে লগে ৰামায়ণৰ বিষয়বস্তুলৈও অনেক নাটকৰ ৰচনা হৈছিল, অথবা গোটেই ৰামায়ণ খনিকে নাটকৰ দৰে ভাৰত জুৰি অভিনয় কৰিছিল। মহাকাব্যৰ যুগৰ পাছলৈ পৌৰাণিক যুগতো মাৰ্কণ্ডেয় আৰু অগ্নি পুৰাণত নাটকৰ উল্লেখ আছে। শেহৰ খনিত নাটক নিৰূপন নামৰ আধ্যায়টিত নাট্যশাস্ত্ৰই শ্ৰেণীবদ্ধ কৰি যোৱা দশৰূপকত বাজেও আৰু ঊনৈশটি বিভাগেৰে উপৰূপকৰ শ্ৰেণী এটি পাতি থৈছে। ইয়াৰে এভাগ এৰি দৃষ্টান্তস্বৰূপে একাধিক নাটকৰ নাম দি ওঠৰ ভাগেৰে উপৰূপকৰ সবিশেষ বিবৰণ পাছলৈ সাহিত্য দৰ্পনে দিছে। এই শ্ৰেণী বিভাগলৈ চাই নাটকৰ পয়োভৰ বুজিবৰ আৰু বাকী নেথাকে, তাৰে বহুকাললৈ বহুলোকৰ মন যোগাব পৰা বিধে বিধে খনদিয়েক বৈ গল, বাকীখিনি হাতেৰে লিখি ৰখাৰ সময় আৰু সুবিধাৰ অভাৱত পাহৰণিৰ সোঁতত উটি গল।

কোনো কোনো য়ুৰোপৰ বিদ্বানে ভাবে ভালেখিনি পুৰাণ বুদ্ধদেৱৰ আগৰ্তকৈয়ো পাচত ৰচনা হোৱাহে বেচি সম্ভৱ। তেহেঁলে যেই হওক, বেচি তৰ্কলৈ নগৈ পালি ভাষাৰ জৰিয়তে খৃষ্টপূৰ্ব্ব ষষ্ঠ শতিকাৰ পৰা খৃষ্টাব্দৰ অষ্টম শতিকালৈকে বৌদ্ধ ধৰ্ম্ম প্ৰচাৰৰ প্ৰবল চেষ্টালৈ চাই এই যুগক পৌৰাণিক যুগ নুবুলি যদি বৌদ্ধযুগ বোলা যায় তেনে নামে গাঁৱে মিলি পৰে। এই যুগত পূৰ্ব্বৰ কুলীন আদৰ্শৰ পৰা ফালৰি কাটি ভাৰতৰ ধৰ্ম্ম, দৰ্শন ভাষা আৰু কলাবিদ্যাৰ এক নতুন সুঁতি দোকাল টকা হৈ বৰ্বলৈ ধৰিলে। তাৰ প্ৰবল কল্লোলে অন্তৰজগত টৌৱাই পেলালে। ভাৰতৰ পুৰণি সুঁতি তেতিয়াও ভৰ সুঁতি হৈয়ে থাকিল; তেতিয়াও ভাৰতীবীণাত দেৱতাৰ মুখেদি অহা সংস্কৃতৰ সুমধুৰ সুৰ বাজিয়েই আছিল। এই যুগৰে মহাভাষ্যত কংস বধ আৰু বালি-বধ নামৰ নাটক দুখনিৰ নাম পোৱা যায়।

মহাকবি বাল্মীকিৰ দিনত জগতত 'কবি' আছিল, বেদব্যাসৰ দিনত 'কবী' হৈ শেহত দণ্ডীৰ দিনত 'কবয়ঃ' হ'ল বোলা ভম্ভুট শ্লোকটিলৈ চাই কোৱা টান যে ব্যাস আৰু দণ্ডীৰ মাজ ছোৱাত কোনো কবিয়েই নাছিল; এই শ্লোকত কবি শব্দটি নিশ্চয় বিশেষাৰ্থত ব্যৱহৃত হৈছে। নগৰত তিনিজন ধনী আছে বুলিলে আমি বুজা অনুচিত যে বাকীবিলাকৰ হাতত ধনৰ নামে ফুটা কড়ি এটিও নাই কালত সবিশেষ উল্লেখ যোগ্য যুগ প্ৰবৰ্ত্তক কোনো। শ্ৰেষ্ঠ কবি নাথাকিব পাৰে, সেইবুলি সাধাৰণ কবিয়ে সাধাৰণ ধৰণেৰে যে কাব্য বা নাটকৰ চেষ্টা কৰা নাছিল এনে ভবাটো ভুল। কবি দণ্ডীৰ কোনো নাটকৰ বাতৰি এতিয়াও জনাজনি হোৱা নাই। পাচৰ কবিসকলে সৌমিল্ল, ধাবক শৰ্ম্মিষ্ঠাক পূৰ্ব্ববৰ্ত্তী নাট্যকাৰ বুলি উল্লেখ কৰিছে। সৌমিল্ল আৰু ধাবকৰ নামত বাজে নাটকেৰে পৰিচয় হব পৰা সুবিধা আজিও ওলোৱা নাই। কোনো কোনোৱে কব খোজে শ্ৰীহৰ্ষৰ নামৰ যি কেইখন নাটক আছে সেই কেওখনিয়েই ধাবকৰ ৰচিত। শ্ৰীহৰ্ষৰ নাটক ধাবকে কৰিবলৈ হলে খ্ৰীষ্টিয় সপ্তম শতিকালৈ নামি আহিব লাগিব। সেয়ে হলে তাৰে কেইবা বছৰৰ আগৰ কালিদাসৰ 'মালবিকাগ্নিমিত্ৰম্' নামৰ নাটকত "প্ৰথিত যশসাং ধাবক সৌমিল্ল কবিমিশ্ৰাদীনাং" বোলা কথাৰ উল্লেখ হয় কেনেকৈ ? শৰ্ম্মিষ্ঠাৰ 'দৃলিক' বোলা যি নাটৰ উল্লেখ মহাকবি কালিদাসে 'মালবিকাগ্নিমিত্ৰম'ত কৰিছে—সি পুৰণি কাহিনী এটিৰ গবিলা লৈ প্ৰেমিক

† আৱাহন, ৬ষ্ঠ বছৰ, ৫ম সংখ্যা, ১৮৫৬ শক।

বা প্ৰেমিকাক নিজৰ মনৰ উতলি উঠা আবেগ জনাবলৈ বুলি ৰচনা কৰা কবিতা এটিৰ যথাৰস অভিনয় এই 'দৃলিক'ৰ ৰচয়িত্ৰী বৃষপৰ্ব্ব দুহিতা নে অইন কোনো শৰ্ম্মিষ্ঠা তাক ঠাৱৰাই কোৱা টান, তেহেঁলে যেই হওক অতিপ্ৰাচীন কালতো ভাৰতৰ তিৰোতাই অকল অভিনয়কে কৰা নাই নাটকো যে ৰচনা কৰিছিল তাৰে এইটি আৰু এটি প্ৰমাণ। এই কেউজন নাট্যকাৰৰ নাটক এখনিও পোহৰলৈ নহাত সিবিলাক বৌদ্ধযুগৰ কোনখিনিৰ কবি নাট্যকাৰ, ভাস কবিৰ আগৰ নে পিচৰে তাক সঠিককৈ কোনেও এতিয়ালৈকে কব পৰা নাই। মহাকবি কালিদাসে ভাস কবিৰো শলাগ লৈছে। 'প্ৰতিজ্ঞা যৌগন্ধৰায়ন' নামৰ ভাস কবিৰ নাট এখনিৰ পৰা চানক্যৰ অৰ্থশাস্ত্ৰলৈ কেইবাফাকিও তুলি লৈ যোৱাৰ প্ৰমাণ আছে। ইয়াত বাজেও ভাষা ভাব আৰু ৰচনাৰ পৰা এই কবিক খৃষ্টপূৰ্ব্ব পঞ্চম শতিকাত পাতি থব পাৰি। ত্ৰিবাঙ্কুৰৰ মহা মহোপাধ্যায় গনপতি শাস্ত্ৰীৰ উদ্যোগত অলপতে তেৰখনিকৈ নাটক পোহৰলৈ নোলোৱা হলে নামত বাজে ৰচনাৰে ভাস কবিক চিনিব পৰা সুবিধা আজিও নঘটিলহেঁতেন। 'স্বপ্নবাসবদত্তা' 'অবিমাৰক' আদি এই কবিৰ নাটক খিনি ভাৰতৰ সংস্কৃত সাহিত্যৰ অতি শ্ৰেষ্ঠ সম্পত্তি। বৌদ্ধযুগৰ প্ৰাৰম্ভণৰ বা প্ৰাচীন ভাৰতীয় নাটকৰ নিদৰ্শণ বুলিবলৈ গলে ভাৰতত আজি এই কেওখনি নাটকত বাজে বিশেষ একো নাই। সৰল সুন্দৰ কবিতাৰ সোৱাদ আৰু সেই কালৰ সমাজৰ নিখুট ছবি কেউখনি নাটকতে পাবলৈ আছে। 'চাৰুদত্ত' আৰু 'অবিমাৰক' আদি নাটক দুখনি মানত সৰ্ব্বসাধাৰণ চলি অহা প্ৰেমৰ ধাৰাত এক নতুন বাগ দি অতি মনোৰম কৰি তুলিছে। 'স্বপ্ন বাসবদত্তা' পঢ়ি পাচৰ 'প্ৰচণ্ড পাণ্ডৱা'দিৰ নাট্যকাৰ কবি ৰাজশেখৰে কৈছিল, — 'যদি অগ্নিপৰীক্ষা কৰা যায় এই 'স্বপ্নবাসবদত্তা'ই সীতাদেৱীৰ দৰে অগ্নিৰ পৰা সগৌৰৱেৰে উঠি আহিব।"

বহুতৰ মতে এইযুগৰে খ্ৰীষ্টপূৰ্ব্ব দ্বিতীয় শতিকাৰ নাট্যকাৰ কবি শূদ্ৰক— যাৰ 'মৃচ্ছকটিকা' বা 'মাটিৰে সজা পুতলা গাৰী' নামৰ নাটকে অকল ভাৰতৰে নহয় য়ুৰোপৰো প্ৰশংসা লাভ কৰিছে। এই নাটকখনিত ঘটনাৰ সুন্দৰ সমাবেশ চৰিত্ৰ অঙ্কণৰ চতুৰ নৈপুন্য দেখি অধ্যাপক 'উইলিয়মে' সিবিলাকৰ শ্ৰেষ্ঠ নাট্যকাৰৰ নাটকতকৈ সি কোনো গুণে কম নহয় বুলিছে। অধ্যাপক মেক্‌ডনেল্ডে চেক্সপিয়ৰৰ সমকক্ষ কবি বুলিবলৈকো সংকোচ কৰা নাই। যদি এই নাটক কোনো কোনোৰে কোৱালৈ চাই কালিদাসৰ আগৰ বুলি ধৰা যায় তেনে সঁচা সচিকৈ ই ভাৰতৰ নাট্যগগণৰ শুক্লা ত্ৰয়োদশী, পূৰ্ণিমাৰ জোন যেন কালিদাসৰ আগমন সুচনা।

কালিদাসৰ কাললৈয়ো 'নানা মুনিৰ নানা মত' 'মেক্‌ডনেল্ড'ৰ মতে খৃষ্টাব্দৰ চতুৰ্থ শতিকা; অধ্যাপক 'উইলিয়মৰ' মতে খৃষ্টীয় তৃতীয় শতিকা; অধ্যাপক লেচিঙ্গ'ৰ মতে খৃষ্টীয় দ্বিতীয় শতিকা; ডাক্তৰ বুলাৰৰ মতে খৃষ্টীয় প্ৰথম শতিকা; অধ্যাপক 'উইলচন'ৰ আৰু নাটকৰ শিলৰ ফলিত সঙ্কেত মতে খৃষ্টপূৰ্ব্ব প্ৰথম শতিকা কাললৈ এই কণামাচিখেলা— তাৰ যেন আলেঙে আলেঙে সকলো কালৰে কবি সুচতুৰ কালিদাসে ঘাই হৈ হাঁহিত জিলিকি ফুৰিছে। ইংৰাজী কবি প'লৰ কথাৰে কবলৈ গলে কব পাৰি "মহাকবি কালিদাসে 'ঈশ্বৰলৈ বুলি গীৰ্জ্জা সাজিছিল, মাৰ্ব্বল পাথৰত নিজৰ নাম লিখি থৈ যাবলৈ পাহৰি গ'ল।" যি শিল্প প্ৰতিভাই জগতক অতি শ্ৰেষ্ঠ চিৰদিনীয়া দান দি যায়, সি তাৰ আপোন ৰচনাতে বিলীন হৈ হেৰাই যায়। "লোনৰ পুতলা সাগৰৰ পানীত পমি গল, বাতৰি দিয়ে কোনে?" মুগ্ধ পৃথিবীয়ে সেই ৰচনা শুনি অবাক হয়, শুনে শুনে কেবল শুনে; ৰচনা কৰিলে কাহানি কোনে তাক সোধোতা কেইজন? ভাৰতত আজি অতীত বৰ্ত্তমান আৰু ভবিষ্যতৰ কবি কোন? আজিলৈকে জগতৰ কোন কবিয়ে এনে অপ্ৰতিম চিৰ সুন্দৰ 'অপৰ বিধাতাৰ অপৰা সৃষ্টি শকুন্তলাৰ দৰে ছবি এখনি নাটকত আঁকিব পাৰিছে? স্বৰ্গ আৰু মৰ্ত্ত্যৰ সকলো ঋতুৰ সকলোবিলাক সৌন্দৰ্য্য একেটি নামতে একেটি থুপিতে বিচাৰি বিচাৰি জাৰ্ম্মানী কবি 'গ্যটে'ই আহি পাইছিল-শকুন্তলা। এই শকুন্তলাৰ চানেকীয়া সকলো গুণে সুৰলা নাটক জগতত আজি কেইখন? শকুন্তলাৰ

চন্দ্ৰাৱলীত 'গাট'ৰ 'ফাউষ্ট,' চেক্সপিয়েৰৰ 'ৰমিঅ জুলিয়েট' জ্যোতিহীন তাৰকা। 'মালবিকাগ্নিমিত্ৰম' আৰু 'বিক্ৰমোৰ্ব্বশীয়ম্' নামেৰে আৰু দুখনি এই মহাকবিৰ নাটক আছে। সৌন্দৰ্য্যৰ তুলনাত সবাতোকৈ সুন্দৰ 'অভিজ্ঞান শকুন্তলম'।

কবি কালিদাসৰ পাচত খৃষ্টীয় সপ্তম শতিকাৰ মাজ ছোৱাৰ পৰা খৃষ্টীয় অষ্টম শতিকাৰ শেষলৈকে কনৌজৰ ৰজা শ্ৰীহৰ্ষ আৰু যশোবৰ্ম্মন আৰু প্ৰাচিন কামৰূপৰ ৰজা অবন্তি বৰ্ম্মণৰ আমোলত প্ৰায় এশবছৰ বিয়পি সংস্কৃত চৰ্চ্চাৰ এক সোনালী সুযোগ আহিছিল। ইয়াৰ আগেয়ে কবি কালিদাসৰ পাচত নাট্যজগতত যুগান্তৰ ঘটোৱা অন্য নাট্যকাৰৰ নাম অতি বিৰল। সপ্তম অষ্টম শতিকাৰ মোজামোজিত ৰজাঘৰীয়া চাৰ পাই ভালেখিনি কাব্য, নাটক, আৰু চৰিত্ৰ নদন বদন হৈ উঠিছিল। অমিত তেজৰ ৰজা শ্ৰীহৰ্ষই যুদ্ধ ক্ষেত্ৰত যি বিজয় গৌৰব লাভ কৰিছিলেই নে সাহিত্য ক্ষেত্ৰতো ততোধিক গৌৰবৰ কীৰ্ত্তিধ্বজা উৰুৱাই গৈছিল। এই ৰাজ নাট্যকাৰে নিজে 'নাগানন্দ', 'ৰত্নাৱলী' আৰু 'প্ৰিয়দৰ্শিকা' নামৰ তিনিখনি নাটক লিখি প্ৰথমখনি ইন্দ্ৰোৎসৱত অভিনয় কৰোৱাইছিল। দেশৰ অপৰিসীম ৰাজ কাৰ্য্যত বিশেষকৈ যুদ্ধবিগ্ৰহ আদিত বৰ বেগে ঘূৰি ফুৰাত এই বিজয়ী ৰাজপুৰুষে নাটক প্ৰণয়নত সময় পোৱা অসম্ভৱ ভাবি কোনোৱে কয় এই নাটক কেখনি বাণভট্টৰ আৰু কোনোৱেবা কয়, মম্মটাচাৰ্য্যৰ। তীব্ৰ প্ৰতিভাৰ অসাধাৰণ শক্তিত যাৰ আস্থা নাই সিবিলাকে সেইদৰে ভাবিব পাৰে। ভাৰতবৰ্ষৰ বিজয়ী ক্ষত্ৰিয় ৰজাই বেদৰ দিনৰ পৰা অকল যুদ্ধ ক্ষেত্ৰ বা সাহিত্যতেই নহয় দৰ্শন আৰু উপনিষদতো বিশেষ গৱেষণাৰ প্ৰমাণ দি আহিছে। বাণভট্টৰ ৰচনা বুলিবলৈ তেওঁৰ অইন ৰচনাৰ লগত নাটকৰ ৰচনাৰ ভাষা, ভাব, আৰু ঠাচৰ সমূলি মিল নাই। গতিকে এই তিনিওখনি শ্ৰীহৰ্ষৰে নাটক। নাগানন্দ নাটক খনিত গতানুগতিক বিষয়বস্তুৰ পৰা আতৰি লিখক এক নতুন পথেদি ভাৰতৰ নাটলৈ আগুৱাই গৈছে। এই ৰাজকীয় ইঙ্গিতৰ আলমলৈ ৰজা অবন্তিবৰ্ম্মনৰ দিনৰ নাট্যকাৰ বিশাখদত্তই 'মুদ্ৰাৰাক্ষসম' নামৰ নাটকত পূৰ্ব্বকবিসকলৰ প্ৰেম প্ৰসঙ্গ সমূলঞ্চে পৰিহাৰ কৰি ৰাজনীতি ক্ষেত্ৰলৈ নাট্যলীলাক খোলা খুলিকৈ লৈ গ'ল। জটাৰ গঙ্গাক পাৰ্ব্বতীৰ সতিনীয়াহৰ পৰা লুকুৱাবলৈ বুলি ভোলানাথে যি কুটিলতা কৰিছিল সেই দৈৱ কুটিলতাৰ আশীৰ্ব্বাদ খোজা নান্দীৰে আৰাম্ভণ কৰি চানক্যৰ কৌটিল্য নীতিৰ নাট্যলৈ নাট্যকাৰে স্ত্ৰীচৰিত্ৰ সমূলি নানিলে, অথচ নাটকৰ মজবা সেই মুদ্ৰাটি হেৰুৱাবৰ বেলিকা নেপথ্যৰ পৰা প্ৰকৃতিৰ হাতখনি উলিয়াই দি নাটকখন বৰ উপাদেয় কৰি তুলিলে।

ইয়াৰ পাছত বৌদ্ধযুগৰ শেষ সংস্কাৰৰ লগে লগেই কনৌজৰ যশোবৰ্ম্মণৰ দিনত মহাকবি ভৱভূতিৰ আবিৰ্ভাৱ। এই কবিৰ 'উত্তৰ ৰামচৰিত'ক কোনো কোনোৱে সাহিত্য সম্পদত 'অভিজ্ঞান শকুন্তলম'তকৈও ওখ ঠাইদিব খোজে সিবিলাকৰ চেষ্টা সফল হওক নহওক, 'অভিজ্ঞান শকুন্তলম'ৰ লেখৰে এই খনিও এখন যে জগতৰ অতুলনীয় নাটক তাত কোনো সন্দেহ নাই। ভৱভূতি কালিদাসৰ পাচৰ কৃষ্ণ দ্বিতীয়া। এই কবিৰ বাকী 'মালতীমাধৱ' আৰু 'মহাবীৰ চৰিত' নামৰ নাটক দুখনিও ভাৰতৰ বুকুৰ ধন। সংস্কৃত সাহিত্যৰ বিজয় বিভূতি। মহাকবি কালিদাসৰ পাছতে জগতৰ জয়মাল্যৰ উপযোগী এক এই কবি ভৱভূতি। কালিদাস যদি গৌৰিশঙ্কৰ, ভৱভূতি, শূদ্ৰক আদি কাঞ্চন জঙ্ঘা আৰু ধৱলগিৰি। জগতৰ কোনো শিখৰেই ইয়াতকৈ ওখকৈ মূৰতুলিব পৰা নাই।

ভৱভূতিৰ দিনৰ পৰাই সংস্কৃত নাট্য সাহিত্যৰ কৃষ্ণপক্ষ আৰম্ভ। আজি বিংশ শতাব্দীত তাৰ অমাৱস্যা।

খৃষ্টপূৰ্ব্ব ষষ্ঠ শতিকাৰ পৰা যি বৌদ্ধযুগৰ আৰম্ভণ হৈছিল সি খৃঃপূঃ তৃতীয় শতিকাৰ অশোকৰ দিনত উন্নতিৰ শিৰোবিন্দু লাভ কৰি খ্ৰীষ্টিয় প্ৰথম শতিকাৰ কনিষ্কৰ দিনৰ পৰা তললৈ নামি নামি শেষৰ খৃষ্টিয় অষ্টম শতিকাত বুদ্ধৰ জন্মভূমিত বৌদ্ধধৰ্ম্মৰ নাম নাইকিয়া হৈ পৰিল। ফালৰি কাটি যোৱা সুঁতিটি আকৌ ভৰ সুঁতিত মিলি গ'ল। অন্যাকি পালী ভাষাৰে প্ৰচাৰ লাভ কৰা বৌদ্ধ ধৰ্ম্মৰ বুদ্ধ চৰিতআদি শেষৰ খ্ৰীষ্টিয় দ্বিতীয় শতিকালৈ

সংস্কৃতত ৰচিত হ’ব লগাত পৰিল। এই বাৰশ বছৰৰ ভিতৰতে ভালেখিনি নাটক ৰচনা হোৱা কথা প্ৰফেচাৰ ‘লেচিঙ্গ’ আৰু ‘মেক্‌ডনেল্ড’ আদিয়ে কৈ গৈছে। ভাৰতৰ নাট্যলীলাক প্ৰথমে প্ৰথমে ধৰ্ম্ম প্ৰচাৰৰ আহিলা স্বৰূপে এই বৌদ্ধসকলে ব্যৱহাৰ কৰে, গতিকে পালীভাষাত অনেক নাটক হোৱা স্বাভাবিক সংস্কৃতৰ নাটকতো যে বৌদ্ধধৰ্ম্মৰ উৎকৰ্ষ আৰু প্ৰভাৱৰ ছাট পৰা নাই তাকো কব নোৱাৰি। দেখাদেখিকৈ নাগানন্দ নামৰ নাটক খনিত বৌদ্ধধৰ্ম্মৰ প্ৰশংসা পৰিলক্ষিত হয়।

বৌদ্ধযুগৰ সংস্কৃত নাটকত কেবাটিও বিশেষত্ব আছে, প্ৰায় সকলোখিনি নাটকেই শৃঙ্গাৰ বা আদিৰস প্ৰধান; বিষয় বস্তু প্ৰেম ই পাশবিক প্ৰেম নহয়, মানবোচিত পবিত্ৰ প্ৰেম যি প্ৰেমৰ পূণ্য ধাৰা স্বৰ্গ মৰ্ত্ত্য বিয়পি সকলো কাল সকলো ব্যৱধান ব্যৰ্থ কৰি ভাৰতৰ অন্তৰবো অন্তৰত সৰস্বতী নদীৰ দৰে বৰ লাগিছে। এই প্ৰেমৰ মাদকতা আছে, উন্মত্ত নাই, অবিৰল অশ্ৰু আছে, বিৰহৰ ব্যৰ্থতা নাই, নিয়তিৰ প্ৰবল ধুমুহা আছে পদস্খলনৰ আশঙ্কা নাই, এই প্ৰেমৰে নায়ক নায়িকা ভেদে, জনে জনে কবিয়ে নাটকে নাটকে একো একোটি নতুন ৰূপৰ, নতুন কলাৰ আভাষ দিবলৈ চেষ্টা কৰিছে। অধিকাংশ নাটকেই কবিতাৰ মাজেদি প্ৰাণৰ আবেগৰ প্ৰকাশ। প্ৰায় সকলো খিনিয়েই সাধাৰণ কথাৰ গদ্য আৰু নানান ছন্দৰ কবিতাৰে মিশ্ৰিত। কবিতাত কোনো উপস্থিত দৃশ্য বা ব্যক্তিৰ বৰ্ণনা অথবা সেই দৃশ্যৰ সংস্পৰ্শত উতলি উঠা আবেগৰ ঝঙ্কাৰ। কৰুণ ৰসৰ লগে লগে হাস্যৰসৰ সমাবেশ শ্ৰোতা আৰু দৰ্শকৰ ঔৎসুক্য উৎপাদনৰ নিমিত্তে ঠাই বিশেষে চলিত ঘটনাৰ মাজত আকস্মিক ঘটনাৰ প্ৰক্ষেপ প্ৰায় বিলাক উপাখ্যানেই ৰামায়ণ, মহাভাৰত, পুৰাণ বা লৌকিক বৃত্তান্তৰ। কোনো কোনোখনত সমসাময়িক ইতিহাসৰ বৃত্তান্তও পোৱা যায়। স্থলভেদে প্ৰাকৃতিকৰ লগে লগে অনৈসৰ্গিক ঘটনাৰ সমাবেশো অতি বিৰল নহয়। সকলো খিনিয়ে নাট্যশাস্ত্ৰৰ বিধান মানিছে।— সেই নান্দী সুত্ৰধাৰ আদিৰে আৰম্ভন, প্ৰশস্তি বা ভৰত বাক্যৰ শ্লোকেৰে শেষ; যি দৃশ্যত দৰ্শকৰ অত্যান্তিক আবেগৰ সম্ভাবনা তেনে লোমহৰ্ষক কাণ্ড নাটকত নেদেখুৱাই নেপথ্যত দেখুৱাৰ ব্যৱস্থা। কেৱল ‘নাগানন্দ’ আৰু ‘বেণীসংহাৰ’ত অলপ ব্যভিচাৰ দেখা যায়। নাটকীয় বৃত্তান্তৰ নতুন সৃষ্টিত কাৰো মৌলিকতা নাথাকিলেও কবিতাৰ মৌলিকতা আৰু একে চৰিত্ৰকে অন্যৰূপে অঙ্কণ কৰি এক বিনিষ্ট ৰূপ দিয়াৰ মৌলিকতা সকলোখিনিতে আছে। এক ৰামৰ চৰিত্ৰকে যেন আদি-কবিয়েও চিত্ৰিত কৰি গৈছে, মহাকবি কালিদাস আৰু ভৱভূতিয়েও বৰ্ণনা কৰিছে, — ভিন্ন দৃষ্টি ভঙ্গীৰ পৰা ভিনে ভিনে ৰূপায়িত কৰি সেই ভূবন মোহন ৰূপেৰে ভিনে ভিনে মন প্ৰাণ আকৰ্ষণ কৰিছে। সকলো নাটকেই মিলনান্তক-শেষত মৰণ বা বিষাদ নাই।

য়ুৰোপীয় বিদ্বান সকলে ভাৰতীয় নাটকৰ চৰিত্ৰ বিলাক বিশ্বব্যাপক বা সমষ্টি বা শ্ৰেণী ব্যাপক নহয়, ব্যক্তিগত বুলিহে মন্তব্য প্ৰকাশ কৰে। কি সুৰত যে সিবিলাকে এইদৰে কয় তাক বুজা টান। ভাৰতৰ নাট্যবেদৰ মহাবাণী ভাৰতেই প্ৰথম শুনিছিল- ‘ই সপ্তদ্বীপৰ অনুকৰণ হওক’। সকলো মানবৰ যত মিল সেই মিলেৰে চৰিত্ৰ আঁকিবলৈ ভাৰতৰ নাট্যকাৰে চেষ্টা কৰি আহিছে। যদি দৃষ্টান্ত স্বৰূপে ভাৰতৰ শ্ৰেষ্ঠ কবি কালিদাসৰ দুই এটি নাটকীয় চৰিত্ৰৰ লগত য়ুৰোপৰ শ্ৰেষ্ঠ কবি ‘চেক্সপিয়েৰৰ’ দুই এটি চৰিত্ৰ বিজাই চোৱা যায় তেনে ভাৰতীয় নাটকৰ উদ্দেশ্যটি ভালকৈয়ে চকুত পৰিব। চেক্সপিয়েৰৰ ‘ৰমিঅ’ জুলিয়েটলৈ চালে এই বিশ্বৰ দুটি কামোন্মত্ত ছবিলৈ চোৱা যেন লাগে। দুইৰো লোমহৰ্ষক আত্মহত্যা দেখি মনে মনে ভাব হয়- দেহি! মনৰ অন্য বল যদি থাকিলহেঁতেন কিয় বেচেৰিহঁতে আত্মহত্যা কৰে। কামজগতৰ ই সাধাৰণ ঘটনা নহয়, ইবে এক ব্যভিচাৰ। হাজাৰে সাহানুভূতি আৰু সমবেদনা হওঁক এই ছবি দুটি আমাৰ পৰা আঁতৰি যায়। দৃশ্য আৰু দ্ৰষ্টাৰ ব্যৱধান পৰেহি। কিন্তু দুখনলৈ যেতিয়া চাওঁ দেখোঁ যে নাটকত ইটি ঘটনাৰ পাছত সিটি ঘটনা এনে দৰে আহিছে যত প্ৰতিৰাৰে আমাৰ হৃদয়, আমাৰ ধৰ্ম্ম, আমাৰ সমাজৰ

ভীষণ উৰ্ম্মিৰ আঘাতত মন কঁপিব লাগিছে। আমি উৎসুক হৈছোঁ। আমাক সমাধান লাগে। ইযে অকল দুষ্মন্তৰ সমস্যা নহয়, ৰজাৰ সমস্যা নহয়, মানব জাতিৰ সমস্যা। এই ধৰ্ম্ম, এই হৃদয় আৰু এই সমাজৰ ক্ৰিয়া প্ৰতিক্ৰিয়াই আমাৰ জীৱন- ই যে আমাৰেই সমস্যা।

এই সমস্যাত আমি আৰু দুষ্মন্ত এক হৈ গলোঁ দৃশ্য আৰু দ্ৰষ্টাৰ ব্যৱধান উৰি গল। সৰল চহা সমাজত যি নায়েইনে বৰ্ত্তমান সদৰী সমাজতো 'জুলিয়েট'ক আপোন বোলা লোক ভাৰতত অতি বিৰল। শকুন্তলাৰ হিয়া ভৰা প্ৰেমৰ কি আকুলতা ! অথচ লাজেৰে কুঁচি মুচি কওঁ বুলি কব নোৱাৰা কেনে মোহলগা অৱস্থা ! প্ৰেমৰ এক নিষ্ঠাত গৃহ কাৰ্য্যৰ কেনে অৱহেলা, সমাজ আৰু ধৰ্ম্মৰ কি গঞ্জনা, পুৰুষৰ শিল যেন কঠিন হৃদয়ত প্ৰেমময়ী ততিনীৰ কি নিদাৰুণ প্ৰত্যাখান; অনাদৃতা কামিনীৰ কি অসংলগ্ন কথাৰে যুক্তিৰ অৱতাৰণা; সবাৰো শেহত সৰ্ব্বসহনশীলা ধৰিত্ৰীৰ দৰে উদাৰ নাৰী হৃদয়ৰ কি পবিত্ৰ পৰিচয়, প্ৰকৃতিৰ প্ৰভাৱত পুৰুষৰ শিৰ দোঁ খাই আহিল, আখৰে আখৰে এই চৰিত্ৰ কি ভাৰতৰ কি জগতৰ স্ত্ৰী চৰিত্ৰৰ লগত মিলি যায়; সেই হে কুলপতি কণ্বমুনি যদিও গৃহী নাছিল শকুন্তলাক উলিয়াই দিবৰ বেলিকা নিজৰ ছোৱালী এজনী উলিয়াই দিয়াৰ দৰে কান্দিছিল। আমাৰো নিজৰ ছোৱালী বা ভনী এজনী উলিয়াই দিয়াৰ দৰে আঘাত লাগে, দৰ্ দৰ্ কৰে চকুৰ পানী বৈ আহে। এই খিনিতে নিজৰ যেন লাগি দৃশ্য আৰু দ্ৰষ্টাৰ ব্যৱধান উৰি যায়। এই চৰিত্ৰৰ বিশ্বব্যাপকতাই এই সাধাৰনী কৰণেই ভাৰতৰ নাটকৰ প্ৰাণ ! অকল কালিদাসতে নহয় বহু নাটকত এনে চৰিত্ৰ অঙ্কণৰ চেষ্টা সুন্দৰকৈ ফুটি পৰিছে তাকে কবি বিশেষে কিছু বেচি, কবি বিশেষে কিছু কম।

নাট্যশাস্ত্ৰৰ আদি ইতিহাসটিৰ পৰা এতিয়ালৈকে ভাৰতবৰ্ষত যি গতিৰে নাট্যলীলা চলিব লাগিছে তালৈ লক্ষ্য কৰিলে স্বভাৱতে এনে ধাৰণা হয় যে অন্যান্য বিষয়ৰ দৰে নাট্যলীলায়ো উত্থান পতনৰ ঢৌ খেলি খেলি জাতীয় জাগৰণৰ বোল লৈ মানবী কল্পনাত বহুদূৰে দি এক নেদেখা নুশুনা গম্যলৈ যাব লাগিছে। মানুহৰ যেনে দৈনিক জীৱনত নাট্যলীলাৰ স্পৃহালৈ একো একোটি ক্ষণ আহে, সেইদৰে অনেকৰ সমষ্টি একো একো সম্প্ৰদায়লৈ বছৰৰ কালে কালে একো একোটি ঋতু আহে, তেতিয়া সেই সম্প্ৰদায়ৰ ঢোল পেপা আনন্দত বাজি উঠে। এই অনুক্ৰমে গোটেই জগতলৈকো হাজাৰ দুহাজাৰ বছৰ বিয়াপি একো একোটি যুগ আহে আৰু তেতিয়া যুগধৰ্ম্ম আৰু জাতীয় জীৱনৰ উৎকৰ্ষ বা জাগৰণৰ ধ্বনি লৈ নাট্যলীলা সেই যুগৰ উন্নতিৰ শেষ শিখৰলৈ উঠি যায়, জাতীয় প্ৰাণৰ তান নাট্যবীণাত তীব্ৰ মধুৰ সুৰে বাজি উঠে। ৰামায়ণক বুকুত লৈ হেজাৰ হেজাৰ বছৰ বিয়পি এনে এটি যুগ ভাৰতলৈ আহিছিল। মহাভাৰতৰ দিনত হয়তো আৰু এটি এনে যুগ আহিছিল। ভাৰতযুদ্ধ হেন বিধ্বংসনীয়া মহাৰণত গোটেই ভাৰত ধনে জনে ভালে শ বছৰলৈ জুৰুলা লাগিল, নাট্যবীণাত আঙুলি বুলাই এক নতুন যুগৰ তানা নানা জুৰিৰলৈ আৰু কোনো নোলাল। গতিকে ৰামায়ণৰ জগতজিনা প্ৰাণে ভৰা সুৰ দোহাৰি দোহাৰি মহাভাৰতৰ যুগ লাহে লাহে বৌদ্ধ যুগ পালেহি। বৌদ্ধ যুগৰ আগতে এই যুগৰ বেলি ভাটি দিলে। পচিম আকাশৰ আবেলিৰ বেলিটিৰ ৰঙা-ৰতোৱালে য়ুৰোপৰ পূব আকাশ এক নতুন পুৱতিৰ সোণৰ ৰাগেৰে ৰহনাই দিলে। প্ৰভাতী বীণাৰ প্ৰতিধ্বনি শুনিৰলৈ গ্ৰীক আৰু ৰমানত বাজে তেতিয়াও কি য়ুৰোপৰ অন্য কোনো জাতি জাগি উঠা নাছিল।

য়ুৰোপত পোন প্ৰথমেই গ্ৰীক জাতি মুৰ তুলি উঠে। তাৰ আগলৈকে গ্ৰীচ আৰু ইটালীত অতি আদি স্তৰৰ সাধাৰণ নাট্যলীলা চলি আছিল। সেই চৰ্ম্মজ আৰু ধাতুজ বাজনা, তাৰ অলত আদি ধৰণৰ গীত মাতেৰে নৃত্য উৎসৱ আৰু তাৰ লগে লগে টেটুকুটীয়া কথাৰে বহুৱাৰ ভাও। ইটালীত এনে ধৰণৰ নাট্যলীলাৰ নাম আছিল 'মাইম', গ্ৰীচ দেশত 'চুচাৰিয়ণ' নামৰ এজন ভাৱৰীয়াই এনে ধৰণৰ নাট্যলীলা লৈ ঠায়ে ঠায়ে ফুৰি ফুৰাৰ প্ৰবাদ আছে। ইয়াক মানব জাতিৰ সৰ্ব্ব সাধাৰণ

সম্পত্তি বোলা হৈছে যদিও এনে ধৰণৰ নাট্য লীলাতো ভাৰতৰ এটি ক্ষীণ দাবী হৈ গৈছে। অনেক প্ৰত্নতত্ত্ববিদ আৰু নৃতত্ত্ববিদে অনুমান কৰে পৃথিবীৰ যাবতীয় আৰ্য্য অনাৰ্য্যৰ আদিম স্থান সুবিস্তৃত পৰিসৰেৰে সেই হিমালয় প্ৰদেশ। যদি সেয়ে হয়, এনে ধৰণৰ নাট্যলীলাতো ভাৰতী বীণাৰ শৈশৱৰ সুৰ বাজি যোৱাটো একো বিচিত্ৰ নহয়।

খৃষ্ট পূৰ্ব্ব পঞ্চম শতিকাৰ শেহ ভাগত দৃশ্য কাব্য হিচাপে গ্ৰীক 'ট্ৰেজেডিৰ' প্ৰথম জনম। ইয়াৰ অলপৰ আগতে 'থেস্পিচ' নামৰ গ্ৰীক এজনে 'বেক্কচ'ৰ উৎসৱত আবৃত্তি কৰাৰ দৰে করুণ সুৰৰ কবিতাৰে প্ৰথম চেষ্টা যদিও কৰিছিল, তথাপি 'গ্ৰীক ট্ৰেজেডি' বুলিলে যি বুজা যায় তাৰ আচল জন্মদাতা 'ইস্কিলচ্' হে। মাজে মাজে গীত বাদ্যৰে গায়েনৰ গীত দি দুজন ভাৱৰীয়াৰে হাস্যেতৰ ৰসৰ মনোমোহা অভিনয় পাতি এওঁৱেই জাতিটি প্ৰথমে প্ৰথমে জগাই তোলে। গ্ৰীচৰ অভিনয়ত প্ৰথম মুখাৰ ব্যৱহাৰ এওঁৰ দিনতে। 'ইস্কিলচ'ৰ জীৱনৰ শেহ ছোৱাত 'চফ'ক্লিজ্' নামৰ আৰু এজন কৃতীয়ে তিনি জন ভাৱৰীয়াৰে আদি ট্ৰেজেডি আৰু সুন্দৰকৈ তুলিলে। 'ইস্কিলচ'ৰ মৃত্যুৰ পাচত 'চফ'ক্লিজ'ৰ জীৱনৰ শেহভাগলৈ 'ইউৰিপিডিজ' নামৰ তৃতীয় নাট্যকাৰ এজনে প্ৰকৃত নৰনাৰীৰ চৰিত্ৰেৰে ট্ৰেজেডিত এটি নতুন বোল দিলে। তুলনাত 'ইউৰিপিডিজ'ৰ নাটক কিখনি আগৰ দুজনৰ নাটকতকৈ হীন যদিও, কালত এই কিখনিয়েই 'ৰ'ম', আৰু 'ৰ'ম'ৰ জৰিয়তে ফ্ৰান্সৰ কুলীন আদৰ্শ হৈ পৰিল। এইজনা নাট্যকাৰৰ দিনতে গ্ৰীক ট্ৰেজেডিৰ বেলিয়ে ভাটি দিলে, আৰু পচিমে ইটালীৰ আকাশত ৰাতি পুৱাল। অৰ্দ্ধজগত বিজেতা 'এলেকঝেণ্ডাৰ'ৰ দিনৰ পৰা খৃষ্টাব্দৰ দ্বিতীয় শতিকালৈকে মেঘৰ আঁৰে আঁৰে চকা চমকাকৈ দেখা দিছিল যদিও, বেলিৰ আৰু দুপৰৰ তেজ নাছিল।

গ্ৰীক ট্ৰেজেডিত স্বভাৱতে দৰ্শকৰ যি শোকোচ্ছ্বাস, যি আতঙ্ক জাগে তাৰ সমুচিত সমাধান নেপাই আকুলতা বৰ অস্থিৰ হৈ উঠে। গতিকে তাকে কিছু পৰিমানে পাতলাবৰ মনেৰে লগে লগে হাস্য ৰসৰ 'কমিডি'ৰ প্ৰয়োজন হ'ল। 'ইস্কিলচ'ৰ প্ৰথম ট্ৰেজেডিৰ সাতাৱন বছৰৰ পাচত 'এৰিষ্ট'ফেনিজে' আৰু তেওঁৰ লগা লগিঁকৈ অইন কেবাজনো নাট্যকাৰে হাস্য ৰসৰ নামত ব্যক্তিগত কুৎসা আৰু ৰাজহুৱা সমস্যাৰ ব্যঙ্গচিত্ৰ অভিনয়েৰে ৰঙ্গপীঠত হাঁহিৰ খলকনি তুলিবলৈ ধৰিলে। পাচলৈ অইন নেলাগে নাম ধৰিও ব্যক্তি বিশেষক প্ৰকাশ্যে বিদ্ৰূপ কৰিবলৈ লাগিল। কিছুকালৰ পাচত 'মেলেণ্ডাৰে' হাস্য ৰসৰ এই নীচ আবৰ্জ্জনা গুচাই তাক পৰিমাৰ্জ্জিত কৰি 'মিডোল কমিডি'ৰ যুগ প্ৰচলন কৰিলে, ইয়াৰ পাচতে, খৃষ্টপূৰ্ব্ব ১৪৬ বছৰত গ্ৰীচ 'ৰ'মৰ' শাসনলৈ যায়। স্বাধীনতা হীনতাৰ লগে লগেই জয়গৰ্ব্বে উঠি অহা গ্ৰীকজাতিৰ নাট্যলীলা দুপতীয়াতে মুজুৰা লাগিল।

গ্ৰীক ঔৰসৰ 'নিভিয়চ এণ্ড্ৰনিকচে' খৃষ্ট পূৰ্ব্ব তৃতীয় শতিকাতে ইটালীৰ 'মাইম'ৰ ঠাইত দৃশ্য কাব্যৰ প্ৰথম অৱতাৰণা কৰিছিল। এই নাট্যলীলা দেখি 'চেলিকাই' খোলাখুলিকৈ গ্ৰীক নাটকৰ অনুকৰণ কৰিবলৈ লাগি গ'ল। গ্ৰীক কমিডিৰ অনুকৰণৰ মাজেদি 'প্লটাচৰ' দিনত ৰ'মানৰ জাতীয় ভাব জাগি উঠিল। এই 'প্লটাচৰ' এখনি নাটকেই পাচলৈ ফ্ৰান্সৰ সাজপাৰ পিন্ধি 'মলায়েৰ'ৰ 'লাহেৰেৰে' বা 'ডি মাইজাৰ' হ'ল, আৰু এখনি ইংৰাজী সাজ পাৰেৰে 'চেক্সপিয়েৰ'ৰ 'কমিডি অৱ এৰৰ্‌স' হৈ আজিও জগতত জিলিকি আছে। ৰ'মান নাট্যকাৰ 'টৰেন্সৰ' নাটকত ৰমানৰ জাতীয় ভাব আৰু ভালকৈ ফুটি পৰিছিল। লাহে লাহে ৰ'মানৰ জাতীয় জুতি নাটকৰ ৰসতকৈ 'গ্লেডিটৰিয়েল' আদি শাৰীৰিক শক্তি পৰিচালনাৰে চমৎকাৰ লগোৱাৰ ফাললৈহে বেচিকৈ ঢাল ললে। আদৰ যতন কমি আহিলত ৰ'মানৰ নাট্যলীলা গজালিতে জঁই পৰিল।

ইয়াৰ পাচতে দেশে বিদেশে অন্তৰে বাহিৰে ৰণদেৱতাৰ ৰণশিঙ্গা বাজিবলৈ ধৰিলে! — ধাৰাসাৰ ৰক্তপাত, অস্ত্ৰশস্ত্ৰৰ ভীষণ গাজনিত আলোলোৱা নাট্যলীলা চকি চকি নিজমি গ'ল। ধৰ্ম্ম যাজকৰ নাট্যলৈ যি বিস্পৃহা, তাৰ প্ৰভাৱত প'পৰ একাধিপত্যৰ যুগ বিয়াপি প্ৰায় সাত আঠ শ বছৰলৈ য়ুৰোপৰ নাট্যলীলা

একেবাৰেই নিমাত হৈ থাকিল।

অইন অইন দেশৰ দৰে এই যুগত ভাৰতৰ বুকুতো ঘনে ঘনে বজ্ৰাঘাত হৈছিল, ভাৰতৰ বৰ ভাগ্য, সেই হেন দুৰ্দ্দিনৰ শত হাহাকাৰৰ মাজত বুকুৰ ধনৰ যতন কৰিবলৈ, জ্ঞানৰ অখণ্ড প্ৰদীপ জলাই থবলৈ, চিৰ প্ৰবাহিত নাট্যধাৰা বোৱাই ৰাখিবলৈ, সমাজৰ এটি বিভাগ আচুটীয়াকৈ থব পাৰিছিল। সেইহে জগতৰ বীণা নীৰৱ হলতো ভাৰতৰ মূল বীণা বাজিয়েই আছিল, -বিৰাম নাই। অষ্টম শতিকাৰ ভৱভূতিৰ পাচত বেণীসংহাৰৰ প্ৰণেতা ভট্টনাৰায়ণ; বিদ্ধশালভঞ্জিকা, কৰ্পূৰমঞ্জুৰী, বালৰামায়ণ আৰু প্ৰচণ্ড পাণ্ডৱৰ নাট্যকাৰ কবি ৰাজশেখৰ; দশম শতিকাৰ চণ্ডকৌশিক প্ৰণেতা ক্ষেমীশ্বৰ; একাদশ শতিকাৰ মহানাটক প্ৰণেতা মধুসূদন মিশ্ৰ, প্ৰবোধচন্দ্ৰোদয় প্ৰণেতা কৃষ্ণ মিশ্ৰ; চতুৰ্দ্দশ শতিকাৰ অনৰ্ঘৰাঘৱ প্ৰণেতা মুৰাৰী মিশ্ৰ; ষোড়শ শতিকাৰ অভিৰাম মনি প্ৰণেতা সুন্দৰ মিশ্ৰ; আৰু অষ্টাদশ শতিকাৰ কংসবধ প্ৰণেতা কৃষ্ণ কবি আদিৰ নাম সবিশেষ উল্লেখযোগ্য। ইয়াত বাজেও অধ্যাপক মেকডনেল্ডে দ্বাদশ শতিকাৰ পাচত আৰু অসংখ্য নাটক আৰু প্ৰহসন ৰচা হৈছিল বুলি লিখি গৈছে। দ্বাদশ শতিকাৰ শেষভাগৰ পৰা ভাৰতৰ বুকুত ভাষা, ধৰ্ম্ম আৰু স্বাধীনতা লৈ যি ৰাষ্ট্ৰবিপ্লৱৰ ধুমুহা বৈছিল, তাতো যে নাট্যৰ শলিতা গছি নুনুমোৱাকৈ থিবে থাকিব পাৰিছিল, ই সঁচাসঁচিকৈয়ে বৰ গৌৰৱৰ বিষয়।

এই যুগৰে শেষভাগলৈ অগ্নিপুৰাণৰ অনুসাৰে সাহিত্যদৰ্পণে নাট্যশাস্ত্ৰৰ দশৰূপকৰ ভিতৰত নপৰা উপৰূপকৰ নাটকবিলাকক বিষয়, ৰস, পাত্ৰ, আৰু অঙ্কাদি ভেদে ওঠৰ ভাগত ভগাই পেলালে, আৰু প্ৰত্যেক ভাগৰে দুই এখনিকৈ উদাহৰণো দি গ'ল। ভাগে ভাগে নাম দিলে — নাটিকা, ত্ৰোটক, গোষ্ঠি, সট্টক, নাট্যাসদ, প্ৰস্থান, উল্লাপ্য, কাব্য, প্ৰেংখন, ৰাসক, সংলাপক, শ্ৰীগদিত, শিল্পক, বিলাসিকা, দুৰ্ম্মল্লিকা, প্ৰকৰণিকা, হল্লীষা, আৰু ভাণিকা। ইয়াৰে ভাগ নিয়েক চাৰি বা পাঁচ অঙ্কৰ। সৰহ ভাগেই এক অঙ্কীয়া। এবিধৰ ভাষা শুধ প্ৰাকৃত, আৰু বাকীখিনিৰ অধিকাংশই হাস্যৰস প্ৰধান। কেৱা ভাগতো আগৰ পৰা গুৰিলৈকে সঙ্গীত। কোৱা বাহুল্য এই ভাগে ভাগে চাঁগে কত নাটকৰ ৰচনা হৈছিল, কত হেৰাল, — তাৰ সন্ধান কোনে দিব ?

(গ) †

গ্ৰীক জাতিৰ নাট্যলীলা হঠাৎ উঠি হঠাৎ এনেদৰে মাৰ গ'ল কিয় ?

— ভাৰতবৰ্ষৰ দৰে সিবিলাকে নাট্যলীলাৰ তান অন্তৰৰ গভীৰতম প্ৰদেশত প্ৰাণে প্ৰাণে শুনা নাছিল নে কি ? ভাৰতবৰ্ষৰ যি দুৰ্য্যোগ, যি বিপ্লৱ, নাট্যলীলাত স্পৃহা নথকা প্ৰবল জাতি একোটিৰ যি আক্ৰমণ, যি অভিযান, সি য়ুৰোপৰ হাহাকাৰতকৈ কেনি কোন গুণে কম, এই প্ৰশ্নৰ উত্তৰত কোনোৱে যদি কয় এই গ্ৰীক জাতিৰ নাট্য সম্বন্ধে যি উত্তেজনা বা উদ্দীপনা সি সমগ্ৰ জাতিটিত নাচি থকা গভীৰতম অন্তৰ্জগতৰ স্বাভাৱিক উদ্দীপনা নহয়, বাহ্য জগতৰ সংস্পৰ্শত এজনৰ হৃদয়ত খলি উঠা ক্ষণিক উদ্দীপনা জাতিৰ আকাৰ গত বাহ্যিক সৌন্দৰ্য্যৰ যি সাধাৰণ চৰ্চ্চা তাত লাহে লাহে লীন হৈ গ'ল ; অন্তৰ্শক্তিহীন জাতীয় নাড়ীত ঔষধৰ ক্ৰিয়াৰ দৰে সি ক্ৰিয়া কৰিছিল, অৱসাদৰ লগে লগেই নিমাত হৈ পৰিল, — তেনে তেওঁৰ উক্তিত যে যুক্তি নাই তাক সহজে কোৱাটি টান।

এই উত্তৰটি গৰকি চাবলৈ হ'লেই অলপ ভিতৰলৈ গৈ প্ৰথমে 'ইস্কিলচ'ৰ আদি দৃশ্য কাব্যলৈ চকু দিব লাগিব। 'ইস্কিলচে' বোলে সত্তৰ খনি নাটক লিখি থৈ গৈছিল। তাৰে দহভাগৰ ন ভাগ হেৰাল। যি সাতখনি পাবলৈ আছে তাকে য়ুৰোপৰ প্ৰায় সকলো ভাষালৈ ভাঙনি কৰিছে। 'ডি পাৰচিয়ান' নাটকখনত 'এটচা'ৰ স্বপ্ন প্ৰসঙ্গত পাৰস্যক গ্ৰীচৰ বাই বা ভনী বোলা কথা, পোৱা যায় ; স্থানান্তৰত পাৰস্যৰ জাকজমকৰ বৰ্ণনা আছে। ইজিপ্ত আৰু নীল নদীৰো উল্লেখ আছে। 'প্ৰমথিয়চ চেইনড্' নাটকত 'হ'মাৰৰ' 'প্ৰমথিয়চে' স্বৰ্গৰ পৰা অগ্নি আনি পৃথিৱীত দিয়া যিটি ঘটনাৰ উল্লেখ আছে সেইটি ভাৰতৰ মাতৰিশ্বা বা প্ৰমন্থে স্বৰ্গৰ পৰা

---

† [illegible]

অগ্নি আনি পৃথিবীৰ ভূগুক দিয়া কথাৰে ৰূপান্তৰ বুলি মেক্সমূলাৰ আৰু কন্ন প্ৰমুখ্যে বিদ্বান সকলে ভাবে। ইস্কিলচে এই ঘটনা নিছিল হ'মাৰৰ পৰা। এথেন্সৰ কমিডি মেগেৰিয়াৰ পৰা যোৱাৰ প্ৰবাদ, আৰু এৰিষ্টফেনিজৰ 'ডি বার্ড' নামৰ নাটকত ঈচপৰ সাধুকথাৰ উল্লেখ আছে। এই সাধুবিলাকৰ ওপৰত ভাৰতৰ প্ৰভাব বৰ বেছি বুলি বহুতে বিশ্বাস কৰে। এনেকুৱা দুই চাৰিটা কথাত বাজে সবিশেষ প্ৰমাণযোগ্য উল্লেখ অনুবাদত ধৰাটো টান। সেই বুলি সম্ভাবনাৰ প্ৰমাণ আৰু যদি থাকে তেনে এই আকস্মিক উল্লেখ বিলাকেও প্ৰমাণত যে গুণ নধৰিব তাকো কোৱাটি টান।

দৃশ্য কাব্যৰ লেখত ইস্কিলচৰ নাটক কেউখনি অকল কালৰ হিচাপে প্ৰথম নহয়, গুণৰ হিচাপেও অতি উচ্চ ধৰণৰ। প্ৰথমে তেওঁৰ নাটক দুজন অভিনেতাৰে আৰম্ভ কৰিছিল। পাচলৈ হে চফ'ক্লিজে নাটকৰ সুবিধালৈ চাই ঠাই বুজি কেতিয়াবা তিনি জন দিছিল। দুজন অভিনেতাই আৱশ্যক মতে মুখা সলাই অভিনয় কৰিছিল। এই নাটক কেউখনিৰ এখনি লৈ বাৰে বাৰে পঢ়িলে এনে লাগিব যেন এখনি মহাকাব্যৰ চাৰি পাচোঁটি অধ্যায় একে লগে পঢ়িছোঁ , তাৰ কথোপকথনৰ অংশবিলাক দুটি অভিনেতাই আবৃত্তি কৰি গৈছে আৰু কবিৰ মন্তব্যৰে পাৰিপাৰ্শ্বিকৰ বৰ্ণনা খিনি 'কৰাচ' বোলা গায়নে এবাৰ আগলৈ এবাৰ পাচলৈ খোজ দি দি যন্ত্ৰৰ সুৰত গাব লাগিছে। এই ধাৰণা হোৱা স্বাভাৱিক। 'ৰবার্ট পটাৰ' চাহাবে কৰা ইস্কিলচৰ অনুবাদৰ ভূমিকাত 'হেনৰি মৰ্লিয়ে' লিখিছে –"ইস্কিলচে নিজে কৈছিল বোলে তেওঁৰ নাটকবিলাক মহাকবি হ'মাৰৰ যি বিনন্দবিলাস, তাৰে খণ্ডবিশেষ।" নাটক কিখনিত হাস্য ৰসৰ ভাগ বেছি। হত্যাকাণ্ড ৰঙ্গমঞ্চৰ ওপৰত দেখুওৱাৰৰ সুবিধা দিয়া নাই, অথচ মৃত শৰ আৰু বিকট পিশাচীৰ দৃশ্যেৰে মাজে মাজে আতঙ্ক জগোৱাইছে। নাটকৰ প্ৰায় খিনিয়েই বিয়োগান্তক নহয়। ঠায়ে ঠায়ে স্বৰ্গৰ দেৱতাৰ মন আকৰ্ষণ কৰিবলৈ কৰুণ উক্তি আছে। প্ৰায় সকলো নাটকৰ মাজেদি নিয়তিৰ দুৰ্নিবাৰ গতি অতি মাত্ৰাত ফুটি পৰিছে। তাৰ শেষ ক'ত –একো মীমাংসা নাই। নাটক তিনিখনি একেলগে লগ লগালে এখনি 'ট্ৰায়লজি' হৈ পৰে, – অৰ্থাৎ এটা ঘটনা সমষ্টি বা ট্ৰায়লজিৰ তিনি ভাগৰ একো একো ভাগ সুকীয়াকৈ একো একো খন ট্ৰেজেডি হয়, আৰু তিনিও ভাগ থুপতে লগ লগালেও এখনি সংলগ্ন ট্ৰেজেডি হৈ ঘটনাটি ভালকৈ ফুটাই তোলে। এইদৰে 'আগমাম্‌নন্‌', 'সফ্‌ৰে ' আৰু 'ইউমেণ্ডিচ' এই তিনিখনি ট্ৰেজেডি লগ লগালে এখনি পূৰ্ণ ট্ৰায়লিজি হয়। ইস্কিলচৰ নাটকত যি গভীৰ ভাব প্ৰবাহ আৰু দৈব্যশক্তিৰ যি চালনা, তেওঁৰে পৰা উদ্দীপনা পোৱা চফ'ক্লিজৰ নাটকত তাৰ ভৰ কমি আহি গ্ৰীকৰ আকাৰগত জাতীয় ভাব আৰু লাৱনি বেচি পৰিমানে ফুটি পৰিল। ইস্কিলচৰ মুঠেই সংস্পৰ্শত নহা ইউৰিপিডিজৰ নাটকত সি একেবাৰে কমি য়ুৰোপৰ নাটকৰ সাধাৰণ ইন্দ্ৰিয় চৰিতাৰ্থতাৰ বীজ আৰু ফুটি পৰিল, নিয়তিৰ দুৰ্নিবাৰ গতিক আৰু অন্ধ কৰি তুলিলে, আৰু চৰিত্ৰতকৈ আবেগত বৰ বেচি প্ৰাধান্য দিলে। চফ'ক্লিজৰ নাটকলৈকে মানুহ কি হোৱা উচিত তাৰ আভাস পোৱা গৈছিল, ইউৰিপিডিজৰ নাটকত মানুহ কি আছিল তাৰ হে সন্ধান জিলিকি উঠিল। ইস্কিলচৰ নাটকত কৰাচৰ যি উদ্দেশ্য সি কমি আহি ইউৰিপিডিজৰ নাটকত কঙ্কালসাৰ হৈ এক গতানুগতিক কৰাচ হৈ পৰিল। ইস্কিলচে হয়তো এক উদ্দেশ্যেৰে ৰঙ্গমঞ্চত মৃত্যুৰ দৃশ্য দেখুওৱা নাছিল। চফ'ক্লিজে তাকে অনুসৰণ কৰি সেই দৃশ্য দেখুওৱা নাই যদিও, নাটকত এনে এটা জঘন্য মহাপাপৰ উক্তি একাধিক বাৰ কৰিছে যাৰ উচ্চাৰণ শুনিলেও ভাৰতবৰ্ষৰ নিচেই সাধাৰণ সমাজেও ভূমি চুই কাণত হাত দিব। এইখিনিতে চফ'ক্লিজ নাটকৰ মূল উদ্দেশ্যৰ পৰা আঁতৰি গ'ল। ইস্কিলচ আৰু ইউৰিপিডিজৰ ট্ৰেজেডিৰ মাজত যি পাৰ্থক্য সি উন্নতিৰ নহয়, অৱনতিৰ হে পাৰ্থক্য। ইয়াৰ পৰাই ভালকৈয়ে বুজিব পাৰি ইস্কিলচে এক বিশেষ পাৰিপাৰ্শ্বিক অৱস্থাৰ মাজত নাটকৰ প্ৰথম প্ৰেৰণা পাইছিল। সেই অৱস্থাৰ নানান স্মৃতিৰ উদুলিমুদুলিত নিজৰ জাতীয় ভাবলৈ চকু দি সেইভাৱ নাটকত ফুটাবলৈ

বেচি অৱকাশ নেপাইছিল, গতিকে এওঁৰ নাটক কিখনিয়ে জাতীয় জুতিৰ সিমানে সুৱাগ চৰাব নোৱাৰিলে। কিছুকাল সংসৰ্গত থাকি চফ'ক্লিজে ইস্কিলচৰ প্ৰাণৰ প্ৰেৰণাৰ কাল্পনিক আভাস পাইছিল যদিও তেওঁৰ আদৰ্শ আৰু পাৰপাৰ্শ্বিক অৱস্থাৰ প্ৰত্যক্ষ জ্ঞান নেপালে; সেইদেখি নিজৰ জাতীয় ভাব ফুটাবৰ অৱকাশ পাই নাটক কেউখনি জাতীয় জুতিৰে বেছিঁকৈ উপাদেয় কৰিব পাৰিলে। ইউৰিপিডিজে সংসৰ্গ নোপোৱাত ইস্কিলচৰ সকলো উদ্দেশ্যৰ যথাযথ মৰ্ম্ম গ্ৰহণ কৰিব নোৱাৰি নিজৰ বুদ্ধিৰে নাট্যলীলাক অন্যপথে লৈ গ'ল।

এই কালৰ ট্ৰেজেডি কেউখিনিয়েই য়ুৰোপীয় নাটকৰ আদি মূল বুলি সকলো য়ুৰোপীয় অনুসন্ধিৎসুৱেই স্বীকাৰ কৰে। এই ট্ৰেজেডি কিখনি ভাৰতৰ ভাস, কালি দাস, শূদ্ৰক আদিৰ নাটকেৰে মিলাই চালে দুয়ো বিধৰ সবিশেষ সাদৃশ্য একো নেদেখি। যি এক মৃত্যু আৰু লোমহৰ্ষক কাণ্ডৰ নিষেধ বিধি অথবা অন্ধত স্থান কাল আৰু ঘটনাৰ ঐক্য সম্বন্ধে সামান্য সাদৃশ্য দেখা যায়, তাকো আকস্মিক বুলিয়েই ধৰি লব পাৰি ; সেই কাৰণে দুয়োধাৰা পৰস্পৰ মুখাপেক্ষী নহৈ দুয়ো দেশতে স্বাধীন ভাবেহে অহা নাটক বুলি অনেকেই বিশ্বাস কৰে। মেকডনাল্ড প্ৰমুখ্যে কেবাজনো বিদ্বানে কব লাগিছে -"সাদৃশ্য ভালেখিনি আছে যদিও, য়ুৰোপৰ ট্ৰেজেডি য়ুৰোপৰে, তাৰ ধৰণৰ নাটক ভাৰতত নাই।" য়ুৰোপৰ ট্ৰেজেডিৰ ধৰণৰ নাটক নাটক হিছাপে সেই কালৰ ভাৰতত নাই বুলিছে যেতিয়া নাই বুলিয়েই ধৰি লোৱা যাওক; কিন্তু, সাদৃশ্য ভালেখিনি দেখিলে ক'ত-সেইটোহে ভাবিব লগীয়া কথা। ভাৰতৰ বৌদ্ধ যুগৰ নাটকেৰে ট্ৰেজেডিৰ সাদৃশ্য নাই যেতিয়া, হয় এইটো সিবিলাকে পুৰুষ পৰম্পৰা ক্ৰমে শুনি অহা প্ৰবাদ, নহয় একেবাৰেই অমূলক কথা। অকল মেকডনাল্ড আৰু এবাৰ ডিল কীথেই এই সাদৃশ্যৰ কথাকে এৰা নাই, বেবাৰ, হৰনেচেডাৰ, উইগুউইচ্ আদি জন দিয়েক য়ুৰোপীয় বিদ্বানে আৰু একেবা গৈ এই সাদৃশ্য লৈয়েই ভাৰতীয় নাটকৰ ওপৰত গ্ৰীক নাটকৰ প্ৰভাৱৰ কথা খোলাখুলিকৈ প্ৰমাণ কৰিব খোজে। সিবিলাকে দিয়ে যুক্তি এই - গ্ৰীকৰ নতুন কমিডিৰ 'পেৰেচাইট্' আৰু 'পিস্প্' ভাৰতৰ বিদুষক বা বীট; কোনো কোনো গ্ৰীক নাটকৰ অভিনেতা পাঁচজন, নাট্যশাস্ত্ৰই দিয়া অভিনেতাৰ সংখ্যা পাঁচ জন; গ্ৰীক নাটকত মৰণৰ দৃশ্যাদিৰ অভাব, ভাৰতৰ নাটকত তেনে দৃশ্যাদি প্ৰদৰ্শণৰ নিষেধ বিধি; গ্ৰীকৰ 'যৱনিকা' আদিৰ ব্যৱহাৰ, ৰজাৰ লগত 'যৱনী' অৰ্থাৎ গ্ৰীকৰ লিগিবীৰ উল্লেখ; ভাৰতৰ ৰামগড়ত গ্ৰীক 'এম্ফিথিয়েটৰৰ' দৰে নাট্যমণ্ডপৰ চিহ্ন; মৃচ্ছকটিকা নাটকত গ্ৰীক নাটকৰ ধৰণ; ভাৰতত গ্ৰীক নাটকৰ অনুবাদ অভিনীত হৈছিল বুলি কোৱা 'ক্ৰিচষ্টিঅম'ৰ উক্তি। অকল এয়ে নহয় , কোনো কোনোৱে কয় কালিদাসে 'প্লটাচ' আৰু 'মেনেণ্ডাৰ'ৰ নাটকো বোলে পঢ়িছিল। এইবিলাক ঠেং এৰি লাখুটিত ধৰা যুক্তিৰ বিপক্ষে 'চিলভাঁ লেভি' আৰু 'ৰেপ্চন' প্ৰমুখ্যে কেবাজনেও সুন্দৰ সাৰুৱাকৈ কৈ গৈছে। ইণ্ডিয়ান এডুকেচন চাৰ্ভিচৰ ৰওলিন্সন চাহাবে সিদিনা প্ৰণয়ন কৰা ' ইন্টাৰ কৰ্চ্চ বিটুইন ইণ্ডিয়া এণ্ড ডি ৱেষ্টাৰ্ন ৱৰ্ল্ড" নামৰ কিতাপ খনিত পৰিষ্কাৰকৈ লিখি গৈছে -"মৃচ্ছকটিকা আৰু গ্ৰীক নাটকৰ সাদৃশ্যৰ কথাটো একেবাৰেই কাল্পনিক। কালিদাসে প্লটাচ বা মেনেণ্ডাৰ পাঠ কৰাৰ কথা কোনো যুক্তিৰেই সমৰ্থন কৰিব নোৱাৰি। গ্ৰীচৰ ৰাজবাণী আৰু কৰ্ম্মচাৰী থকা সত্বেও গ্ৰীক সভ্যতা ভাৰতত সোমাব নোৱাৰি হিন্দুকুচৰ সিপাৰে ভালেখিনিতে ৰ'ল। ভাৰতীয় মন্দিৰ আৰু গ্ৰীক 'পাৰ্থিলনৰ' যি প্ৰভেদ, ভাৰতীয় নাটক আৰু গ্ৰীক ট্ৰেজেডিৰ সেই প্ৰভেদ।"— পূৰ্ব্বপক্ষৰ যুক্তিবিলাক যে "বন্ধ্যাপুত্ৰৰ" দৰে অৰ্থহীন অসাৰ তাক আৰু বহলাই নকলেও হয়। নাট্যশাস্ত্ৰত পঞ্চসন্ধিৰ কথা আছে, অভিনয়ত পাঁচজন অভিনেতাৰ কথা ক'ত পালে কব নোৱাৰি। বৌদ্ধযুগৰ অধিকাংশ নাটকতে দেখোন পাঁচ জনতকৈও অধিক অভিনেতা। নাট্যশাস্ত্ৰৰ মতে নাটক হ'ব লাগিব —মুখ, প্ৰতিমুখ, গৰ্ভ, অবিমৰ্শ আৰু সংহাৰ এই পঞ্চসন্ধি থকা পৌৰাণিক অথবা ধৰ্ম কামাৰ্থ সম্বন্ধীয় ঐতিসাহিক কথাৰ। * * "প্ৰখ্যাত বস্তু বিষয়ং।

ইতিবৃত্তং তু কাব্যস্য শৰীৰং পৰিকীৰ্ত্তিতম্। পঞ্চভিঃ সন্ধিভিস্তস্য বিভাগাঃ পৰিকীৰ্ত্তিতাঃ।''— কোৱা বাহুল্য, নাটকীয় কথাৰ সূত্ৰ নিছিগাকৈ একেমুখে লৈ যাবলৈকে এই পঞ্চসন্ধিৰ প্ৰয়োজন। ভাৰতীয় নাটকত এই পঞ্চসন্ধি আছেই, অন্যদেশতো যিবিলাক দৃশ্যকাব্য নাটক বুলি পৰিগণিত হৈছে, তাতো দেখোন এই পঞ্চসন্ধি স্পষ্টকৈয়ে ফুটি পৰিছে। ভাৰতৰ যবনিকা যেনেকৈ যি অৰ্থত ব্যৱহাৰ হৈছিল, মুকলি আকাশৰ তলত কৰা সেই কালৰ গ্ৰীক অভিনয়ত কেনেকৈ যে যবনিকা চলিছিল বুজাটো টান। ভাৰতীয় নাটকত যবনী সহচৰী থকাৰ যি উল্লেখ আছে, সি থাকিবই লাগিব; কিয়নো, সেই কালত অকল গ্ৰীচৰে নহয়, ৰ'ম আৰু স্পেইনৰ লিগিৰীও ভাৰতৰ ৰাজ কাৰেঙত থকাটো ইতিহাসৰে কথা। 'পিছেল' চাহাবে ভাৰতৰ বীট বা বিদুষকত গ্ৰীক-প্ৰভাব নেদেখি 'মিডোল কমিডিৰ' 'পেৰেচাইট্' বা পিস্পত তাৰ অবিকল ওলোটা ভাৰতৰ প্ৰভাব হে দেখিছে। ভাৰতৰে অতি পুৰণি নাট্যশাস্ত্ৰৰ যি দৃশ্য প্ৰদৰ্শণৰ নিষেধ বিধি, সেই বিধি গ্ৰীক নাটকত দেখা যায়, অথচ এৰিষ্টটলে, দিয়া বোলা গ্ৰীক ট্ৰেজেডিৰ যি তিনি 'ইউনিটিৰ' বিধি ভাৰতৰ নাটকত তাতোকৈ সবিশেষ বিধি পাবলৈ আছে।

বিদ্বান মণ্ডলীৰ ভিতৰত এনে যুক্তিৰে ইমান গধুৰ প্ৰতিজ্ঞা এটি প্ৰমান কৰিবলৈ চেষ্টা কৰা দেখি এইটিহে বেচকৈ বুজা যায়— গ্ৰীক আৰু ভাৰতীয় নাটকৰ এটি সম্বন্ধ আছে, সেইটি সিবিলাকে হাড়ে হিমজুৰে অনুভৱ কৰে; কিন্তু উপস্থিত কাৰ্য্যক্ষেত্ৰত, দুই বিভাগৰ বিশেষ মিল দেখুৱাব নোৱাৰি অ'ৰ যুক্তি ত'ত সানি নিজৰ গৌৰৱ নিজে ঘোষনা কৰে।

আজি প্ৰায় আঢ়ৈ হাজাৰ বছৰৰ আগৰ ঘটনাৰ আন্দাজ কৰি এই যুগৰ সমালোচকে যি কৈছে তাত সত্যৰ যেনে সন্ধান পোৱা যায় তাতকৈ বহুত বেছি সন্ধান পাব পাৰি সেই ঘটনাৰ পাঁচ ছশ বছৰৰ ভিতৰতে লিখা লিখকৰ পৰা। এনে এজন গ্ৰীচৰ আদি লিখক ক্ৰিচচ্‌টিউম। তেওঁ লিখি গৈছে -''হ'মাৰৰ কাব্য নিজ ভাষালৈ আজি ভাৰতবাসীসকলে ভাও-ভঙ্গিমাৰে অভিনয় কৰিছিল। প্ৰিয়াম, এণ্ড্ৰমেকি, আৰু হিকুবাৰ কৰুণ বিলাপৰ কথা, এচিলিচ আৰু হেক্টৰৰ বীৰত্বৰ কথা ভাৰতবাসীৰ নজনা নহয়।'' — ৰওলিন্সন চাহাবে এই কথা ফাকি বুৰী আইৰ সাধু বুলি উৰাই দিব খোজে। ক্ৰিচচ্‌টিউমৰ কিছু পাচৰে 'প্লটাৰ্ক' আৰু 'এইলিয়ানেও' যেতিয়া এই একে কথাকে কয় তাক সাধুকথা বুলি শোধপোছ নকৰাকৈ এনেয়ে উৰাব নোৱাৰি। সিবিলাকে ঘটনাটি নিচেই ওচৰৰ পৰা চাবলৈ পাই আৰু হয়তো এনে অনেক কিবা দেখি, স্থিৰ কৰিছিল যিবিলাকক আজি দুহেজাৰ বছৰৰ পাচত অইন কি আমাৰ কল্পনাতো ভাবি উঠিবলৈ টান লাগে। যি দেখিছিল- সি হ'মাৰৰ অনুবাদৰ দৰেও হব পাৰে, অথবা হ'মাৰৰ সাদৃশ্য থকা কোনো নাট্যলীলাও হব পাৰে। সীতা আৰু হেলেনৰ কাহিনীত এনে এক সাদৃশ্য দেখিয়েই অনেক বিদ্বানে হ'মাৰৰ হেলেন সীতাৰ ধ্বনিয়েই নহয়, ৰূপান্তৰো বুলিব খোজে। হ'মাৰৰ ইলিয়াডত এনে ধৰণৰ সাদৃশ্য দেখি গোটেই উপাখ্যানটিকে অধ্যাপক মেক্সমূলাৰে দেখাদেখিকৈ ঋগ্বেদৰ পনীৰ গোহৰণৰ ৰূপান্তৰ বুলি গৈছে। গ্ৰীক আৰু ভাৰতীয় নাটকৰ সাদৃশ্য সম্বন্ধে ইমানবিলাকৰ বিশ্বাস যেতিয়া, আদি গ্ৰীক লিখকৰ উক্তিলৈ চাই এইটি অন্ততঃ ডাঠকৈ কব পাৰি যে সেই কালৰ ভূমধ্যস্থ সাগৰৰ পাৰলৈকে বিয়পি থকা ভাৰত-সভ্যতাৰ পোহৰত এনে কিবা গ্ৰীক ট্ৰেজেডিৰ দৰে বীৰ আৰু কৰুণ ৰসৰ অভিনয় খৃষ্টীয় দ্বিতীয় শতিকালৈকে গ্ৰীকৰ চকুত পৰাকৈ ভাৰতবাসীয়ে অভিনীত কৰিছিল, — যি অভিনয়ত হ'মাৰৰ কাব্যৰ যথেষ্ট সাদৃশ্য আছিল।

ভাৰতৰ এনে কি নাটক আছে যাক এনে দৰে অভিনীত কৰিব পাৰি ? একে কথাৰে ভাৰতবাসীয়ে কব, - সি আমাৰ ৰামায়ণ ! হাস্য ৰসৰ নামত অযোধ্যাকাণ্ডৰ কুঁজীৰ কুঁজ বৰ্ণন প্ৰসঙ্গত যি দুটি মান শ্লোক আছে তাত বাজে গোটেইখনি ৰামায়ণতে হাস্যোতৰ ৰসৰ প্ৰবাহ, - বিশেষকৈ বীৰ, ভয়ানক আৰু কৰুণ ৰসৰ। কৰুণ ৰস ৰামায়ণৰ স্থায়ী ৰস - সি তাৰ প্ৰাণ। এই ৰামায়ণ দুজন 'কুশীলৱ'ৰ দ্বাৰা দিনে কুৰি সৰ্গকৈ মুকলি ঠাই ৰাজপ্ৰাসাদ

আদিত নানান ভাবভঙ্গিমাৰে সুললিত তন্ত্ৰীৰ লয়েৰে অভিনীত কৰাৰ কথা ৰামায়ণৰ গাৱে উত্তৰাকাণ্ডৰ ষড়ধিকশততম (১০৬) অধ্যায়ৰ দশম শ্লোকতে ফটফটীয়াকৈ লেখা আছে। দুজন অভিনেতাই গোটেই ৰামায়ণৰ অভিনয় কৰিব লগীয়া হোৱাত পাচলৈ ঠাই বুজি দেৱতা ৰাক্ষস বা বান্দৰৰ মুখা পিন্ধি অভিনয় কৰাটো অতি স্বাভাবিক। গ্ৰীক ট্ৰেজেডিৰে ৰামায়ণৰ ভিতৰি মিলো যে নাছিল সিও নহয়। ৰামায়ণত গ্ৰীক ট্ৰেজেডিৰ দৰে দেৱতালৈ কৰা করুণ উক্তিও আছে , আৰু পদে পদে নিয়তিৰ দুৰ্নিবাৰ গতিৰ দৃষ্টান্তও আছে। জন্ম জন্মান্তৰৰ প্ৰভাব সত্যৰ নামত ৰাজ্যদান, পতিৰ নিমিত্তে পত্নীৰ সৰ্ব্বস্ব ত্যাগ, ইত্যাদি অনেক বিষয়ৰ সাদৃশ্য বিচাৰিলে পোৱা যায়। অন্য কি প্ৰশংসাত বৈ বৈ যোৱা গ্ৰীক ট্ৰেজেডিৰ 'অৰিয়ষ্টচক' অনুসৰণ কৰা যি ভয়ঙ্কৰ 'ফিউৰি' দলৰ কথা পোৱা যায় তাৰো আভাস অশোক বনত সীতা হেন" মৃগীক" সততে বেষ্টন কৰি থকা "কুকুৰী" দলৰ দৰে ৰাক্ষসী দলৰ অভিনয়তে যথেষ্ট আছে। নাট্যশাস্ত্ৰৰ ইঙ্গিতত মৰণাদিৰ দৃশ্য নেদেখুৱাইছিল ৰামায়ণৰ অভিনয়ে, তাক দেখুওৱা নাই গ্ৰীক ট্ৰেজেডিয়ে; কিন্তু বিলাপ কৰোৱাৰৰ বেলিকা দশৰথ, বালী বা ৰাৱণৰ মৃত শৰ মঞ্চত দেখুৱাইছিল ৰামায়ণে, তেনে অৱস্থাত অবিকল তাকে কৰিছিল গ্ৰীক ট্ৰেজেডিয়ে। শূৰ্পনখাৰ নাসিকাছেদন, মাৰীচ নিধন আৰু সীতা হৰণ এই তিনিওটি ঘটনা নানান অলঙ্কাৰেৰে এটি এটিকৈ দেখুৱালে সি হয় ট্ৰেজেডি, আৰু একেলগে একে দিনাই দেখুৱালে সি হয় সীতাহৰণৰ ট্ৰয়েলজি। ৰামৰ বনবাস, চিত্ৰকূট মিলন অথবা বালি নিধন আদি একো একোটি ঘটনা সেইখিনিলৈকে গাই এৰিলে সেয়ে হল ট্ৰেজেডি। ট্ৰেজেডি বুলিলে অইন সি একো নহয়, হাস্যৰসৰ বাহিৰে অন্যৰসৰ, বিশেষকৈ করুণ ৰসৰ প্ৰাধান্যেৰে মহাকাব্যৰ মনত লাগি যোৱা অধ্যায়দিয়েকৰ অভিনয় অথবা তেনে ধৰণৰ লৌকিক বৃত্তান্তৰ অভিনয় - য'ত নিয়তিৰ দুৰ্ব্বাৰ গতিত দেৱতা আৰু মানৱৰ শক্তি ব্যৰ্থ হৈ পৰে, আৰু যাৰ উপায়হীনতাৰ করুণ কাহিনীত দৰ্শকৰ হৃদয়ৰ সহানুভূতিৰ তাঁৰ আপোনা আপুনি জিকাৰি উঠে। কমিডি আচলতে হাস্যৰসাত্মক, আৰু ট্ৰেজেডি হ'ল হাস্যেতৰ ৰসাত্মক। অকল সীতাহৰণৰ বা লক্ষ্মণ বৰ্জ্জনৰ অভিনয় দেখিলে প্ৰাণত বৰকৈ লাগে; কিন্তু গোটেই ৰামায়ণ খনি জনা জনৰ হৃদয় সিমান আকুল বা অস্থিৰ হৈ নুঠে। এই কাৰণে যত হয়, ৰামায়ণ খনি আগৰ পৰা গুৰিলৈকে হোৱাবেই ব্যৱস্থা দেখা যায়, আৰু এই দস্তুৰ আজিও অযোধ্যাৰ ৰামলীলাই ৰাখিয়েই আছে। কিন্তু হ'মাৰৰ কাব্য গোটেইখনি এনেদৰে অভিনীত নোহোৱাত বা হৰলৈ সুবিধা হেৰোৱাই অথবা সাধাৰণৰ জানিবৰ সুবিধা নথকাত এনে একোটি করুণ অভিনয়ৰ পাচত আকুলতা জাগি উঠে , শেষত কি হ'ল জানিবৰ নিমিত্তে প্ৰাণ অস্থিৰ হয়। এই শেষৰ শেষ মীমাংসা তেতিয়াও গ্ৰীচত সকলোৱে গ্ৰহণ কৰিব পৰাকৈ স্থিৰ হোৱা নাছিল ; কিয়নো 'পাইথাগোৰাচ' প্ৰভৃতি দাৰ্শনিকে সেই কালত অকল জন্মান্তৰলৈকে হে আগুৱাইছিল। শত হাহাকাৰেৰে এই যে মানসী জীৱন, তাৰ শেষ ক'ত - এই প্ৰশ্ন তেতিয়া প্ৰশ্নই হৈ আছিল, নিয়তিৰ এই দুৰ্ব্বাৰ গতিৰ পৰা মুক্তি বা নিৰ্ব্বাণৰ বাণী তেতিয়াও সিবিলাকে শুনা নাছিল। গতিকে সেই কালৰ নাটকত নিয়তিক অন্ধ আৰু দুৰ্জ্জয় কৰি চিত্ৰিত কৰাই স্বাভাবিক। এই হঁহা-কন্দাৰ জীৱনত আজি হয়তো আমি কান্দি, কান্দি মূৰছি পৰিলোঁ। আজিৰ কান্দোনক আজিতে শেষ কৰি এক সুকীয়া ঘটনাকে চোৱা এক কথা, আৰু অনন্ত জীৱন জোৱা শিকলিৰ এপাহি বুলি সেই কান্দোনকে তাৰ হাঁহিটিৰ পোহৰত লৈ চোৱা আৰু এক কথা। তেহেলৈ বেই হওক, এই জীৱনকে জীৱনৰ সৰ্ব্বস্ব বুলি ভৱা গ্ৰীক আৰু য়ুৰোপীয় জাতিয়ে এই ট্ৰেজেডি কিখনিকে আগ্ৰহেৰে অনুকৰণ কৰি পাচলৈ জগতৰ বা চকুৰ আগৰ করুণ বা লোমহৰ্ষক বিচ্ছিন্ন কাণ্ড একোটি লৈ নাটক লিখিবলৈ ললে। কাব্যৰ অংশত মহাকাব্যৰ শেষ নুকুটাদি এই নাটকবিলাকৰ প্ৰায় সকলোতে জগতৰ শেষ উদ্দেশ্যৰ গন্ধ নাইকিয়া হ'ল। তৰ্কস্থানত সিবিলাকে

কৰবলৈ ধৰিলে জগতত ক'ত প্ৰমথিয়চ, ক'ত ইডিপচ কলনিয়চ, ক'ত হেমলেট, কত লিয়েৰৰ জীৱন দিনে দিনে এইদৰে ব্যৰ্থ হব লাগিছে, নাটকত তাৰে কাহিনী জীয়াৰ দৰে দেখুওৱাই দৰ্শকৰ সহানুভূতি আকৰ্ষণ কৰি হিয়াত এটি সাঁচ বহুৱাই দিব পাৰিলেই নাট্যকাৰৰ হল। তাতো যদি কোনোবাই মানপী জীৱনৰ হাহকাৰৰ মাজত জগতৰ অতি মহৎ নৈতিক উদ্দেশ্যৰ কিবা সন্ধান বা গন্ধ বিচাৰে তেনে ৰাল্টাৰ ৰেলেৰ সুৰে সুৰে অনেক সমালোচকে একে কথাতে কৈ দিব নাট্যকাৰ নীতিশাস্ত্ৰকাৰ নহয়। আমিও কওঁ নাট্যকাৰ নীতিশাস্ত্ৰকাৰ নহব পাৰে , কিন্তু সেই বুলি তেওঁ দুৰ্নীতিশাস্ত্ৰকাৰো নহয়। ট্ৰেজেডিৰ গুৰিতে এই গলদ বৈ গ'ল। তাক ঢাকিবৰ মনেৰে আজিও য়ুৰোপৰ কত সমালোচকে কত কথাৰ অৱতাৰণা কৰিছে, নাট্যকাৰৰ কৰ্ত্তব্যা কৰ্ত্তব্যৰ সম্বন্ধে কত যুক্তি ঢালিছে তাৰ অন্ত নাই।

এৰিষ্টটলৰ ঘটনা, কাল, আৰু স্থান এই তিনিওটিৰ ঐক্য স্থাপনৰ কথা উল্লেখ কৰি ট্ৰেজেডিক এক সুকীয়া নাটক কৰাৰ যি দাবী কৰা দেখা যায় তাতো যে বিশেষ কিবা সাৰ আছে তাকো কব নোৱাৰি। এই তিনি সংযোগৰ বিধান কেনেকৈ যে এৰিষ্টটলৰ নামত আৰোপ হ'ল তাৰ বিষয়ে আচৰিত হৈ জাৰ্ম্মান মনীষী শ্লেইজেলে' 'ড্ৰেমেটিক আৰ্ট এণ্ড লিটাৰেচাৰ' নামৰ কিতাপখনিত বহলাই আলোচনা কৰিছে। ট্ৰেজেডিত ঘটনাৰ ঐক্য সম্বন্ধে এৰিষ্টটলে যি কৈছিল তাৰ পৰা ইয়াকে বুজি- ঘটনা বাহুল্য থাকিলেও তাৰ উদ্দেশ্য এক হব লাগিব, আৰু তাৰ আদি, মধ্য আৰু শেষ থাকিব লাগিব; কালৰ ঐক্যৰ সম্বন্ধে কোনো নিয়ম দিয়া নাই , কথাৰ লাচতে কৈহে গৈছে সূৰ্য্যৰ এক আবৰ্ত্তনত ঘটা ঘটনা লৈয়ে ট্ৰেজেডি, একে ঠাইতে হোৱা ঘটনা ট্ৰেজেডিত হব লাগিব বুলি যি স্থানৰ ঐক্যৰ কথা পোৱা যায়, এৰিষ্টটলত ইয়াৰ উল্লেখেই নাই। ই পাচৰ কোনো সমালোচকৰ পানীৰ মিঠৈ। ইফালে দি চালে, এই তিনি ঐক্যৰ সংযোগ ৰামায়ণতো যে দেখি ৰামৰ বনবাস, সীতাহৰণ, বা লক্ষ্মণ বৰ্জ্জণৰ দৰে ঘটনা একোটিত বীজ, বৃদ্ধি আৰু পৰিণাম অলপ সময়ৰ ভিতৰতে একে ঠাইতে সুন্দৰকৈ সমাধা হৈ গৈছে।

এতিয়া দেখা গ'ল গ্ৰীক ট্ৰেজেডিৰ অভিনয় আৰু ৰামায়ণৰ অভিনয় বস্তু বিশেষে পৃথক যদিও ৰস হিচাপে আৰু ধৰণ-কাৰণত অবিকল ইমান মিলি যায় যে গ্ৰীক নজনা ভাৰতবাসীয়ে তাক ৰামায়ণৰ অনুবাদ বোলা আৰু ভাৰতৰ ভাষা নজনা গ্ৰীকে গ্ৰীক ট্ৰেজেডিৰ অনুবাদ বোলাটো একেবাৰেই স্বাভাবিক।

ইমান সাদৃশ্যেৰে এই দুই ধাৰা নাটক দেখি স্বভাৱতে এই কথাই উঠে - হয় এধাৰি ইধাৰিৰ অনুকৰণ, নহয় দুয়োধাৰি কোনোবা এধাৰিৰ অনুকৰণ, নতুবা পৰস্পৰ সাদৃশ্য থাকিলেও দুয়োধাৰি দুই ধৰণৰ স্বাধীন চৰ্চ্চাৰ বিকাশ।

(ঘ) †

দুয়োধাৰি কোনোবা এধাৰিৰ অনুকৰণ বুলিবলৈকো আজিলৈকে জগতৰ সাহিত্যত এনে কোনো মহাকাব্য বা নাট্যলীলাৰ সম্ভৱপৰ বাতৰি নাই যাক মূলত দুয়োধাৰি তাৰে অনুকৰণ হৈছে বুলি ভাবিব পাৰি। প্ৰাচীন সভ্যতা বুলিলে ভাৰতৰ, চীনৰ আৰু ইজিপ্তৰ সভ্যতাই যে অতি পুৰণি ই সৰ্ব্ববাদীসম্মত। ইজিপ্ত বা চীনে সিবিলাকৰ এনে মহাকাব্যেৰে এই নিচিনা নাট্যলীলা প্ৰচিন কালত আছিল বুলি কোনো বাতৰি দিব পৰা নাই। গতিকে প্ৰচিন বুলিবলৈ এক ৰামায়ণত বাজে দ্বিতীয় খনি নাই।

এধাৰি ইধাৰিৰ অনুকৰণ বুলিবলৈ গ'লে দেখা যায় - ৰামায়ণ কোনোমতেই খৃষ্টপূৰ্ব্ব সপ্তম শতিকাৰ ইপাৰলৈ সিবিলাকৰ লেখেৰেই আহিব নোৱাৰে, গতিকে অনুকৰণ যদি হবই লাগে অন্ততঃ দুশ বছৰৰ পাচৰ গ্ৰীক ট্ৰেজেডিয়েই হে হয়। এই মীমাংসাৰ বিপক্ষে তথাপিতো ভালেখিনি ওজৰ আপত্তি সিবিলাকৰ ফালৰ পৰা শুনিবলৈ পোৱা যায়। গ্ৰীক জাতি জাগ্ৰত জাতি, কাৰো বোলে অনুকৰণ কৰা নাছিল। গ্ৰীচৰ পৰা ভাৰতলৈ অহাযোৱা কৰাৰ সুচল সেইকালত নাছিল। ভাৰতৰ অনুকৰণ বুলি ইছিলছে স্বীকাৰ কৰি যোৱা নাই।

† আবাহন, ৬ষ্ঠ বছৰ, ৭ম সংখ্যা, ১৮৫৬ শক।

ভাৰতৰ্তকৈ বৰং ইজিপ্তৰ লগত হে গ্ৰীচৰ সেই কালত আদান-প্ৰদান আছিল। ট্ৰেজেডিৰ ক্ৰমবিকাশ হব পৰা বীজ গ্ৰীচৰ 'বেক্কচ'ৰ নৃত্যোৎসৱ আৰু আবৃত্তিতে যথেষ্ট আছিল। গতিকে ট্ৰেজেডি অনুকৰণ নহয়, —স্বাধীন, -গ্ৰীক জাতিত আপোনাআপুনি বিকশিত হৈছিল।

গ্ৰীক জাতি অনুকৰণ কৰা জাতি নহয় বোলা কথা আষাৰত সত্যতাৰ্তকৈ স্বদেশ প্ৰেমহে বেচিঁকৈ ফুটিছে বুলিব লাগে। আজি বিংশ শতাব্দীৰ পোহৰত কাৰো জানিবলৈ বাকী নাই, অনাদি কালৰ পৰাই ভাৰতহেন কামধেনুৰ দুগ্ধধাৰা যে য়ুৰোপে পান কৰিয়েই আহিছে গণিত, জ্যোতিষ, আয়ুৰ্ব্বেদ,, ধৰ্ম্মতত্ত্ব আদি গুৰুতৰ বিষয়বিলাক ভাৰতৰ পৰা গ্ৰীচলৈ যোৱাৰ প্ৰমাণ যি আছেই নে হিতোপদেশ পঞ্চতন্ত্ৰৰ দৰে পুথিত থকা পশু পক্ষীৰ নৈতিক সাধুকথাবিলাকো এচিয়ামাইনৰৰ গ্ৰীকবিলাকৰ জৰিয়তে 'খঞ্জ' ঈচপৰ হাতত পৰাৰ কথা 'ৱেবষ্টাৰ ' প্ৰমুখ্যে ঐতিহাসিক সকলেও কব লাগিছে। আন কি গ্ৰীক ট্ৰেজেডিৰ জন্মৰ বহুত আগেয়ে আহাৰত জাল দি খোৱা জলকীয়া সিও গৈছিল ভাৰতৰ পৰাই। চন্দ্ৰগুপ্তক 'এণ্ডকোটাচ' বা 'চেন্দ্ৰকোটাচ' কৰি লোৱাদি লোকৰ বস্তুত নিজৰ বোল দি লৈছিল এই গ্ৰীক জাতিয়ে ; এই খিনিতে ইবিলাক স্বাধীন আৰু জাগ্ৰত।

সেই কালত গ্ৰীচৰ পৰা ভাৰতলৈ অহা যোৱাৰ একেবাৰে সুচল নাছিল বুলিও কব নোৱাৰি। মহাবীৰ আলেকযেণ্ডাৰৰ অভিযানৰ পাচৰ পৰা গ্ৰীচলৈ ভাৰতবাসী যোৱাৰ অন্তই নাই, তাৰ আগেয়েও গ্ৰীক ট্ৰেজেডিৰ জনমৰ আগতে ভাৰতৰ বিষয়ে সবিশেষ প্ৰচাৰ হোৱা কথা লাহে লাহে পোহৰলৈ আহিছে। ডেৰাইয়চৰ আগেয়ে পাৰস্যৰ জৰিয়তে আৰু বেদৰ দিনৰ পনী বা 'ফিনিচিয়ানৰ' যোগেদি ভাৰতৰ বাতৰি সঘনাই নহলেও পাতলাই গ্ৰীচলৈ গৈয়ে আছিল। "স্কাইলাক্স" বা "ষ্টিচিয়াচে" ভাৰতৰ লিখিত বিবৰণো গ্ৰীচলৈ লৈ গৈছিল বুলি গ্ৰীকসকলে কয়। গ্ৰীক কৰ্ম্মচাৰী স্কাইলাক্স গ্ৰীচৰ কাৰিয়াণ্ডাৰ অধিবাসী। ভাৰতৰ সবিশেষ বিবৰণ লিপিবদ্ধ কৰি নিবলৈ ডেৰাইয়চে তেওঁক ভাৰতলৈ পঠিয়াইছিল। ভাৰতত প্ৰায় আঢৈ বছৰ কাল কটাই তালখিনি কথা সংগ্ৰহ কৰি তেওঁ প্ৰায় খৃষ্ট পূৰ্ব্ব পাঁচশ পোন্ধৰ বছৰ মানত গ্ৰীচলৈ ঘূৰি যায়। তেওঁ নিয়া জ্ঞান গ্ৰীচত একত্ৰিশ বছৰ ব্যাপি প্ৰচাৰ হোৱাৰ পাচতহে গ্ৰীক ট্ৰেজেডিৰ জনম। স্কাইলাক্সৰ বিবৰণকে হিৰডটাচে বহলাই প্ৰচাৰ কৰিছিল। স্কাইলাক্সৰ বিবৰণ বোলে হেৰাল গতিকে তাত কি আছিল কব নোৱাৰি। পাচৰ লিখকে মাজে মাজে উল্লেখ কৰা চাই তাত নাট্যলীলাৰ বিবৰণ অলপ নহয় অলপ থকাৰ হে সম্ভৱ। গ্ৰীচে হাতে পোৱাতে বেবিলনৰ যি মহামেলা হয় তালৈ গ্ৰীচৰ যি আহেই নে খৃষ্ট পূৰ্ব্ব সপ্তম শতিকাৰে পৰা পঞ্জাবৰ পৰাও দলে দলে ভাৰতবাসী গৈ বহুদিন থকাৰ প্ৰমাণ আছে। বৌদ্ধ যুগৰ জাতকৰ গল্পয়ো যেতিয়া সেইকালত বেবিলন ভেজিছিল নাট্যলীলাক কিহে বাধা দিব পাৰে বুজিব নোৱাৰি। তেতিয়াৰ পাৰস্য আজিৰ পাৰস্য নহয় সি ভাৰত সভ্যতাৰে এপিঠি। নাট্যলীলাক বাধা দিব পৰা এতিয়াৰ ধৰ্ম্ম তেতিয়া তাত নাছিল। অতি তীক্ষ্ণ প্ৰতিভাশালী ইস্কিলছে কোনটিৰ পৰা কেতিয়া কেনেকৈ নাট্য লীলাৰ প্ৰেৰণা পাইছিল তাৰ ইঙ্গিত নিজে দি যোৱাৰ কথা পাবলৈ নাই যেতিয়া পাৰিপাৰ্শ্বিক ঘটনাৰ পৰা অনুমান কৰাত বাজে অইন উপায় আৰু একো নাই। ইস্কিলছৰ গ্ৰন্থৰ দহ ভাগৰ ন ভাগেই যেতিয়া হেৰাল ভাৰতৰ অনুকৰণ ইস্কিলচে যদিও কৰবাত কৰি গৈছিল সিও নোহোৱা হ'ল, গতিকে সেই প্ৰশ্ন উঠিবলৈকো ঠাই নোহোৱাত পৰিল।

ভাৰতৰ্তকৈ ইজিপ্তৰ লগত বেচি আদান প্ৰদান বুলিলেও ভাৰতৰ হাত সবাটি টান। 'বিগ বেদিক ইণ্ডিয়াত' বহলাই আলোচনা কৰা আছে — ইজিপ্তৰ ধৰ্ম্ম, সমাজ, পৌৰাণিক তত্ত্বৰতো কথাই নাই, অইন কি অজুপ্ত, নীলনদী, মিশ্ৰ আদি নামকৰনো ভাৰতৰে। ইজিপটিয়ান সকলে আদিতে যি 'পণ্টৰ' পৰা যোৱা বুলি বিশ্বাস কৰে সেই 'পণ্ট' অইন একো নহয় ভাৰতৰে পাণ্ড্য বা মালাবাৰ। ইজিপ্তৰ কোনো কোনো বন্দৰত ভাৰতীয় সদাগৰ সকলৰ চেষ্টাত ভাৰতৰ নাট্যলীলা,

বিশেষকৈ ৰামায়ণ , অভিনীত হোৱা একো আচৰিত নহয়। গ্ৰীকসকলে সেই কালত ইজিপ্ত নুবুলি ইণ্ডিয়া বোলাৰ ভুলভ্ৰান্তি তেনেয়ে বিৰল নহয়।

'বেক্কচ'ৰ নৃত্যোৎসৱৰ পৰা স্বাধীনভাবে গ্ৰীক ট্ৰেজেডিৰ ক্ৰমবিকাশ বুলি ভাবিৱলৈকো 'বেক্কচ'ৰ পূজা আৰু নৃত্যও যে ভাৰতৰ প্ৰাচীন তন্ত্ৰ-পূজাৰ ৰপ্তানি। গ্ৰীকসকলে আজিও এই কথা বিশ্বাস কৰে বুলি 'ৰওলিন্সন' চাহাবে উল্লেখ কৰি গৈছে।

পৰম্পৰ মুখাপেক্ষী নোহোৱাকৈও দেশে দেশে স্বাধীন চিন্তা হব পাৰে। আমিও জানো কোনো কোনো ক্ষেত্ৰত সি হব পাৰে। নিজকে দেৱতা বোলাবলৈ গ্ৰীক দাৰ্শনিক এম্পেডক্লেজে সোঁশৰীৰে আগ্নেয়গিৰিত সোমাই যোৱা আৰু আমাৰ বন্ধু ভাণ্ডুৰীয়ে বুৰাদিয়াত বুৰ মাৰি দেৱলোকলৈ যোৱা দুইৰো দুই দেশৰ দুই কালত হোৱা স্বাধীন চিন্তা বুলি মানি লবলৈ কাৰো আপত্তি নাই। কিন্তু বুৰাদিয়াত বুৰ মাৰি বেহৰ কাতিৰ মাজত নোসোমাই বন্ধু ভাণ্ডুৰীয়ে যদিহে বাইহাটাৰ ফালৰ পৰ্ব্বত এটি চাই তাতে জুই ধৰি পোৱা পৰ্ব্বত পাতি ললেহেতেঁন, আৰু সোমাই যোৱাৰ বেলিকা এম্পেডক্লেজে জোতাপাত এৰি থৈ যোৱাদি বন্ধু ভাণ্ডুৰীয়েও ফন্তা পাতকে এৰি থৈ গ'লহেতেন, — আৰু যদি বন্ধু ভণ্ডুৰীৰ দিনত গ্ৰীক সদাগৰ বা তেনে কোনো লোক ওদালগুৰিৰ বা অইন কোনো ঠাইৰ মেলালৈ জাতায়াত কৰি গ্ৰীচৰ বা বাতৰি দিব পৰা সুবিধা থাকিলহেতেন, বা সেই দেশৰ দাৰ্শনিক সকলৰ মহিমা কীৰ্ত্তন কৰাৰে অলপ নহয় অলপ শুং-সূত্ৰ থাকিল হেতেন — তেতিয়াও যদি বন্ধু ভাণ্ডুৰীৰ স্বাধীন চিন্তা বুলিয়েই ধৰি থাকিব লগীয়া হয় - তেনে সেই যুক্তিৰ অন্য নাম হব আকোৰ গোজালি।

ইস্কিলছৰ জীৱনলৈ চালে দেখি সকতেই তেওঁৰ কবিতাৰ প্ৰতিভাৰ চিন পোৱা গৈছিল। সেইবুলি গ্ৰীক ট্ৰেজেডিৰ আদি বীজ তাত ফুটা নাছিল। যুজাৰু বেশেৰে ডেকা কালত তেওঁ বিশাল পাৰস্য ৰাজ্যৰ ভয়ঙ্কৰ পতন নিজ চকুৰে দেখিছিল, মাৰাঠান আৰু চালামিচাদিৰ যুদ্ধত কৃতিত্বেৰে যুদ্ধ কৰিছিল। ডেৰাইয়ুচৰ দিনত অগণন ভাৰতীয় সেনাই দলে দলে পাৰস্য আৰু গ্ৰীচৰ সপক্ষে আৰু বিপক্ষে থাকি যুদ্ধ কৰা কথা ইতিহাসতে আছে। আজিও ভাৰতীয় হিন্দু সেনাই অৱসৰ কালত যদি গভীৰ ভাবৰ কিবা গীত গায় -সিও ৰামায়ণৰে। ভাৰতৰ যদি সেইকালত লোক-প্ৰিয় কোনো কথাৰ গৌৰৱ কৰিবলৈ আছিল, সিও ৰামায়ণ। পঞ্জাব, গুৰ্জ্জৰ, গান্ধাৰ প্ৰভৃতিৰ দলে দলে ভাৰতীয় সেনাৰ মাজত ৰামায়ণৰ জনানন্দকৰ অভিনয়ৰ আভাস দেখিবলৈ এই দৰেই ইস্কিলচে অৱসৰ পাইছিল। "এই বিলাকৰ পৰা ঘূৰি গৈ প্ৰায় জীৱনৰ সোঁ মাজত ইস্কিলছে হ'মাৰৰ মহাকাব্যৰ অংশেৰে নাটক লিখি নিজে গীত মাত আৰু অভিনয় শিকাই কোনো কোনো ভূমিকাত নিজেও অভিনয় কৰি প্ৰথমে প্ৰথমে মুখা পিন্ধোৱাই দুজন ভাৱৰীয়া আৰু গায়নেৰে গ্ৰীক ট্ৰেজেডি আৰম্ভ কৰিলে "- এই খিনি সিবিলাকৰেই কথা। গ্ৰীক ট্ৰেজেডিত ৰামায়ণৰ সাদৃশ্য প্ৰমাণ কৰিবলৈ হ'লে ইয়াতকৈ আৰু বেচি কোৱা নিষ্প্ৰয়োজন।

খৃষ্টাব্দৰ ষোল শতিকাক বুকুত লৈ আকৌ নাট্যলীলাৰ আৰু এটি ঢৌ জগতলৈ আহিল। আকৌ বৌদ্ধ ভাৰতৰ সন্ধ্যাকাশ ধুৰোপৰ নাট্যলীলাৰ পুবাৰ আকাশ হৈ তিৰবিৰাবলৈ লাগিল। ভাৰতৰ মাজেদি ইয়াৰ প্ৰবাহ বৈ গল । ভাৰত তেতিয়া আগৰ ভাৰত নহয়। মুছলমান ৰজাসকলেৰে হিন্দু ৰজাসকলৰ ঘনঘোৰ সংঘৰ্ষ। নিজৰ নিজৰ ভিতৰতো অন্তৰ্দ্ৰোহ। অবিৰল ধাৰেৰে সন্তানৰ তেজ বৈ ভাৰত মাতাৰ বুকু পঙ্কিল হৈ পৰিল। তদুপৰি যি ভাষাৰ মাজে ভাৰতৰ অতীত গৌৰৱ প্ৰকাশ পাইছিল সেই চিৰপবিত্ৰ দেৱভাষা সম্ৰাটৰ দৰবাৰত এলাগী হল। প্ৰদেশে প্ৰদেশে ভাগি ছিগি প্ৰাদেশিক ভাষাৰ চেষ্টা চলিবলৈ ধৰিলে। ভাৰতবৰ্ষৰ প্ৰতিভা প্ৰকাশ পাবলৈ পৰিণত ভাষা বা সুবিধা নেপালে। জগতক এই যুগত শ্ৰেষ্ঠ নাটক দিয়া অসম্ভৱ হৈ উঠিল। তথাপি য'তে য'তে ৰাজশক্তি আৰু প্ৰজাৰ চেষ্টাৰ মিল আছিল ত'তে ত'তে আলম বিচাৰি ভাৰতৰ চিৰসাধনাৰ কলাবিদ্যা আকৌ এবাৰ জিকাৰি উঠিল। আকৌ এবাৰ জিলিকি জিলিকি জগত গোটেইখনি স্তম্ভিত কৰিলে এক হৰিদাস স্বামীৰ কণ্ঠ স্বৰ আৰু তেওঁৰ শিষ্য

তানসেনৰ তানত ৰবাবৰ ঝঙ্কাৰে, -আৰু সেই বিৰহী যক্ষৰ বিৰহাশ্ৰুৰ মৰ্ম্মৰ প্ৰতিমা, ভাৰত প্ৰতিভাৰ জীৱন্ত সপোন, পৃথিৱীৰ সপ্তম আশ্চাৰ্য্য- কালিন্দী কূলৰ তাজমহলে।

বৰ্ত্তমান যুগৰ আৰম্ভণতে য়ুৰোপৰ মধ্য যুগৰ আৰম্ভণ। বৌদ্ধ যুগৰ ধৰ্ম্ম প্ৰচাৰত নাটৰ প্ৰভাৱ দেখি য়ুৰোপীয় ধৰ্ম্ম যাজক সকলৰ নাটকলৈ যি বিৰাগ আছিল সি লাহে লাহে শিথিল হৈ পৰিল। ধৰ্ম্ম প্ৰচাৰৰ স্বাৰ্থ জাগি উঠিল। চাওঁতে চাওঁতে 'মৰেলিটি' আৰু 'মিষ্টিৰিজ' নামৰ নাট্য লীলাই গোটেই য়ুৰোপ ছাটি পেলালে। এই বিলাকৰ উদ্দেশ্য আছিল ধৰ্ম্মশাস্ত্ৰৰ দৃষ্টান্ত বা তথ্যবিলাকৰ অভিনয় কৰি সাধাৰণৰ মন আকৰ্ষণ কৰা।

তাৰ পাচত ষোড়শ শতিকাৰ লগে লগে কুলীন সাহিত্যৰ আদৰ্শেৰে ইটালীত 'আৰেয়ষ্ট' আৰু 'মাকেয়াভিলে' নতুন নাটক লিখিবলৈ ধৰিলে। ধৰ্ম্ম প্ৰচাৰৰ আহিলা স্বৰূপে ইতিপূৰ্ব্বে যি অভিনয় হৈছিল তাত লাহে লাহে হাস্যৰসৰ প্ৰচলন হবলৈ ধৰাত ঐতিহাসিক চৰিত্ৰলৈ বাট ওলাই পৰিল, আৰু য়ুৰোপৰ নাটকত 'ৰিনাইচেন্সৰ' অৰ্থাৎ নৱজাগৰণৰ নতুন সোঁত বৰলৈ ধৰিলে। —এই সোঁতকে প্ৰায় এহেজাৰ বছৰৰ আগেয়ে ভাস কবি প্ৰমুখ্যে নাট্যকাৰ সকলে ভাৰতবৰ্ষৰ বুকুৱেদি বোৱাই থৈ গৈছে। এই শতিকাৰে মাজ ছোৱাত "টৈচ' " আৰু "থাবিণি"য়ে গাঁৱলীয়া নিৰ্দ্দোষ জীৱনৰ বিষয় বস্তুৰে নাটক লিখিবলৈ ললে, আৰু চাওঁতে চাওঁতে সেই নাটকেই য়ুৰোপৰ যুগান্তৰ আনিলে।

ঠিক এই সময়তে ফ্ৰান্সত 'প্যেৰি কৰ্নেই'ৰ জনম। এওঁৰ নাটকে য়ুৰোপত অশেষ শক্তিৰ সঞ্চাৰ কৰিলে। কমিডিৰ সৰ্ব্বশ্ৰেষ্ঠ নাট্যকাৰ 'মলাইয়েৰ' এওঁৰ সমকালিক। মলাইয়েৰে আদিতে 'প্লটাচ' আৰু 'টৰেন্সৰ' অনুকৰণ কৰিছিল যদিও, শেষত ৰজাঘৰীয়া উৎসাহ পাই নিজ প্ৰতিভা বলেৰে ফ্ৰান্সৰ নাট্যলীলা জগতৰ চকুলৈ লহ পহকৰে তুলি আনিলে। উনবিংশ শতিকাৰ আগভাগত "হিউৰ উইগ' " আৰু 'ডুইমা'ৰ দিনত ফ্ৰান্সৰ নাটক আকৌ এক নতুন পোহৰত জিলিকি উঠিল। লাহে লাহে তেতিয়াৰ পৰা নাটকত গ্ৰাম্য ভাৱৰ অন্তৰে ভৰি ধৰিলে। নীতিৰ জ্যোতি নিষ্প্ৰভ হ'ল। এৰিষ্টটলৰ কাল্পনিক কটকটীয়া বান্ধোনত নাটকবিলাক কিবা নিসহ হৈ পৰিল। অভিনয় এক কুচ কাৱাজত পৰিণত হ'ল। কোনো কোনো নাট্যকাৰে অভিনয় যিমান পৰৰ হয় সিমান পৰৰ ঘটনাকে নাটকত লিখি স্বাভাৱিকভাৱ ৰখাই কৰিবলৈ লাগিল, সিবিলাকে পাহৰি গল অভিনয় যে এক জীৱন্ত সপোন, তাৰ কালৰ ব্যৱধান ঘড়ীৰ কাঁটাৰে জুখিব নোৱাৰি; আৰু কোনো কোনোৱেবা স্থানৰ ঐক্য ৰাখিবলৈ গৈ নায়কক স্থানান্তৰলৈ নিব নোৱাৰি বিভিন্ন স্থানকে নায়কৰ ওচৰলৈ আনি নাটকৰ জুতি একেবাৰেই কিবা কেনেবা কৰি পেলালে। তথাপিতো তাত ফ্ৰান্সৰ কমিডিৰ জাতীয় ভাৱ মাজে মাজে জিলিকি পৰাত গোটেই য়ুৰোপৰ সি সুৰাগী হৈয়ে থাকিল। বৰ্ত্তমান শতিকাৰ ভিনিয়ি, চন্দে, মু'চেই আদি কৃতী নাট্যকাৰ সকলে ফ্ৰেঞ্চ নাটকৰ সুৰাগ দিনক দিনে চৰাই ৰাখলৈ ধৰিছে। জাতিত বেলজিয়ান যদিও 'মৰিচ মেটাৰলিংকে' ফ্ৰেঞ্চত আধ্যাত্মিক ভাৱৰ নাটক লিখিয়েই জগতৰ জয়মাল্য 'নবেল' প্ৰাইজ অৰ্জ্জন কৰিলে।

ষোড়শ শতিকাৰ মধ্যভাগত স্পেইন দেশত 'মণ্টেইমেয়ৰ' আৰু 'থৈৰভানটেইচে' প্ৰথমে অভিনয়ৰ উপযোগী নাটক কৰাৰ লগে লগেই এশ জালুকৰ আগ এক লপ ডেই 'ভেইগাই' অকলেই বোলে প্ৰায় দুহেজাৰ নাটক লিখি স্পেইনৰ নাট্য সাহিত্য অশেষ সমৃদ্ধিশালী কৰি তুলিলে। এওঁৰ পাচৰ 'কেলডেইৰেণ'ৰ দিনত নাটকে এক অতুলনীয় প্ৰতিপত্তি লাভ কৰি মহা আগ্ৰহত যেন এশ বছৰলৈ নিথাত হ'ল। উনবিংশ শতিকাৰ শেষ ভাগত আকৌ 'একেগেৰে'ই হাত দি নাটকৰ জাগৰণ কৰে।

এচিয়াৰ পশ্চিম প্ৰান্তৰ পাৰস্য আৰু আৰৱৰ দৰে য়ুৰোপৰ পশ্চিম প্ৰান্তৰ পৰ্টুগেলতো কিয় যে নাট্যলীলাৰ প্ৰতিপত্তি নহল ভাবিলে আচৰিত হব লাগে। জিচেন্টেই নামৰ এজনে যিবা নাটকত হাত দিছিল, তকো লিখিলে স্পেনিচ ভাষাত, গতিকে পৰ্টুগিজৰ নাট্যলীলা

এতিয়ালৈকে নিমাতেই ৰ'ল।

সপ্তদশ শতিকাৰ আগতে য়ুৰোপৰ কুলীন আদৰ্শকে লৈ হলেণ্ডত 'কষ্টাৰ' প্ৰমুখ্যে নাট্যকাৰে ট্ৰেজেডিৰ আৰম্ভ কৰে। তাৰ পাচতে আৰু এজন শ্ৰেষ্ঠ কবি 'ভণ্ডেল'ৰ দিনত হলেণ্ডৰ নাট্য সাহিত্য বহুত ওপৰলৈ উঠে।

এই যুগতে স্কেনডেনেভিয়াৰ 'হলবেৰ্ক', 'ইপচেন' আদি বিখ্যাত নাট্যকাৰ সকলে সেই দেশৰ নাট্যলীলাৰ ভালেখিনি উন্নতি সাধি থৈ যায়।

ঊনবিংশ শতিকাৰ আৰম্ভণত ৰুচিয়াতো 'আলেকজেণ্ডাৰ পুচকিনে' ফ্ৰান্স আৰু ইংলণ্ডৰ পৰা অগ্নিশিখা নি যি নাট্যলীলাৰ প্ৰদীপ জ্বলাই দিলে সিয়ে চামে চামে প্ৰতিভাশালী পুৰুষৰ পোহ পাই আজি জিলিকি জগত জুৰি পোহৰ দিব পৰা হৈছে।

জাৰ্মেনিৰ নাট্যলীলাৰ আৰম্ভণ অষ্টাদশ শতিকাৰ শেহভাগত। প্ৰথমেই তাত ফ্ৰেঞ্চ নাটকৰ অনুবাদ চলিছিল। ফ্ৰেঞ্চৰ প্ৰভাব গুচায় প্ৰথম 'লেচিঙে'। এওঁৰ পাচত চিলাৰ, গাটে, গ্ৰেইজেল, জগদ্বিখ্যাত হাউপ্টমান, আৰু 'হায়েচৰ' অক্লান্ত চেষ্টা আৰু আচৰিত প্ৰতিভাৰ বলত জাৰ্মান নাট্য সাহিত্য আজি জগতৰ এটি চৰ্চ্চা কৰিব লগীয়া বিষয় হৈ পৰিছে।

দ্বাদশ শতিকাৰ পৰা ষোড়শ শতিকাৰ আগলৈকে ইংলণ্ডত 'মৰেলিটি প্লে' চলিছিল। সেই যুগত ইংলণ্ডৰ নিজৰ বুলিবলৈ দুই চাৰিখনি নাটক যে নাছিল এনে নহয়। 'কেৰেক্স এণ্ড পেৰেক্স' নামৰ যিখনি ট্ৰেজেডি আৰু 'গেমাৰ গৰ্টাস্ নিডোল' যি খনি কমিডিৰ নাম শুনা যায় সেই দুয়োখনি ইংলণ্ডৰ নিজস্ব। ইয়াৰ পাচতে ষোড়শ শতিকাৰ প্ৰায় চল্লিশ বছৰলৈকে ইংলণ্ডৰ জাগৰণৰ যুগ। এই যুগতে ইংৰাজ জাতিৰ প্ৰতিভা শত মুখে বৰলৈ ধৰিলে। নাট্য জগততো ইংৰাজৰ প্ৰতিভা জিলিকি উঠিল। মাৰ্লি', গ্ৰীন, পীল, লজ, বমাণ্ট, ফ্লেচাৰ আদি কেবাজনো নাট্যকাৰ একে জাউৰতে উজলি পৰিল। সবাতোকৈ জিলিকিল এই নক্ষত্ৰপুঞ্জৰ চেক্সপিয়েৰ। এই মহাকবিৰ নাটক বিলাকত যদিও 'হৰেচ'ৰ পঞ্চাঙ্কবিধান আৰু গ্ৰীক ৰমান আদি জাতিৰ ইতিবৃত্তাদিৰ সন্ধান পোৱা যায়, তথাপিতো নাটকৰ মাজে জাতীয় ভাব ফুটোৱা আৰু মানৱ চৰিত্ৰ এনে পৰিপাটিকৈ অঙ্কণ কৰিব পৰা বিষয়ত তেওঁৰ যি অতুলন প্ৰতিভা তাঁলৈ চালে এই যুগৰ জয়মাল্যৰ উপযুক্ত এক মাত্ৰ তেওঁ। এই জন নাট্যকাৰেই ইংৰাজৰ নাট্য সাহিত্যক সেই যুগৰ উচ্চতম শিখৰত তুলি দি গ'ল। তাৰ পাচত বমাণ্ট আৰু ফ্লেচাৰৰ দিনৰ পৰাই নাট্যলীলাৰ ঢৌ তলমুখে নামিবলৈ ধৰিলে। ইয়াৰ পাচতে পিউৰিটান গুচি বায়ু প্ৰবল বেগেৰে বিপৰীত ফালৰ পৰা বৰলৈ ধৰাত লীলাৰ প্ৰবাহ থমকি তেৰ বছৰ বিয়াপি মৌন হৰ লগাত পৰিল। ভেটা ভঙ্গা সোঁত অবাটে যোৱাদি এই তেৰ বছৰৰ অন্তত ইংৰাজী নাট্যলীলাই অতি সাধাৰণ 'কামশক্তি' ৰ বাটেদি বৰলৈ ধৰিলে। ৰাণী এনৰ দিনৰ চেষ্টা, আৰু এডিচন, গল্ডস্মিথ, শ্বেলি, কলেৰিজ, ৱৰ্ডস্ৱৰ্থ প্ৰভৃতি প্ৰতিভাশালীৰ প্ৰবল উদ্যমতো এই কামশক্তিৰ প্ৰভাৱ একেবাৰে নিৰোধ নহল। দিনক দিনে সাধাৰণ ৰঙৰহস্যৰ আৰু ইন্দ্ৰিয়সুখৰ উপাদেয় নাটকেৰে ড্ৰু-ৰিলেইন আৰু কভেণ্ট গাৰ্ডেন নামৰ ৰঙ্গালয় ৰজনজনাবলৈ ধৰিলে। শেষত চেঞ্চৰ প্ৰতিষ্ঠা কৰি আইনজাৰি কৰাৰ লগীয়া হ'ল-কোনো বিশ্ব বিদ্যালয়ৰ চৌধ্য মাইলৰ ভিতৰত চেন্সেলৰৰ বিনা অনুমতিত কোনো অভিনয়কে পাতিব নোৱাৰিব। তাতো নোহোৱাত এই দুখনি ৰঙ্গালয় একেবাৰে বন্ধ কৰি দিলে। তেতিয়াৰ পৰাহে ইংলণ্ডৰ নাটকত আকৌ এক নতুন যুগৰ প্ৰবৰ্ত্তন হ'ল। টমটেইলৰ আৰু বুচেকই পৰিমাৰ্জ্জিত জুতিৰে যি নাটকৰ আৰম্ভণ কৰিলে সেয়ে আৰ্ভিঙ্গৰ দিনত শ্ৰেষ্ঠ সমাজৰো উপভোগৰ বস্তু হৈ পৰিল। ইয়াৰ মাজে মাজে ফ্ৰেন্স প্ৰলোভনলৈ জিভা মেলিছিল যদিও চেটিল, বেলে, পিনাৰ আৰু বাৰ্নাৰ্ডশ্ব আদি প্ৰখ্যাত নাট্যকাৰসকলৰ অসীম যত্নত ইংৰাজৰ নাট্যলীলা বিশেষ কলুষিত হবলৈ নেপালে। ইংৰাজী নাটকৰ পৰা লাহে লাহে কবিভাৱ আৰু আধ্যাত্মিকতাৰ মায়া আতৰি গ'ল। মায়াৰ লগে লগে জুতিও যে গ'ল, তাকো কব নোৱাৰি;

কিয়নো, আজিও ইংলণ্ডত নতুন সাজেৰে কুলীন নাটকৰ বেছ প্ৰচলন, আৰু বিশেষকৈ মেটাৰলিঙ্কৰ ব্লু বাৰ্ডৰ দৰে আধ্যাত্মিক নাটকৰ অনুবাদ আৰু অভিনয়ৰ যথেষ্ট আদৰ দেখা যায়।

এই যুগৰ য়ুৰোপৰ নাটকবিলাকৰ সৈতে বৌদ্ধযুগৰ ভাৰতীয় নাটকৰ কোনো কোনো বিষয়ত ভালেখিনি সাদৃশ্য চকুত পৰে। বিশেষকৈ মহাকবি চেক্সপিয়েৰ আদিৰ যিবিলাক ইংৰাজী নাটকে এক নতুন প্ৰেৰণাৰে যুগান্তৰ অনিছে সেইবিলাকৰ লগতে সাদৃশ্য আৰু বেছি। আলেকজেণ্ডাৰৰ অভিযানৰ পাচৰ নাটকত 'হৰেচৰ' পঞ্চাঙ্ক সম্বন্ধে যি বিধান তাত নাট্যশাস্ত্ৰৰ পঞ্চ অৱস্থা বা সন্ধিৰ পৰিস্কাৰ আভাস, গদ্যৰ মাজে মাজে পদ্যৰ ব্যৱহাৰ, শ্লেষা প্ৰয়োগৰ কৌশল, দ্ব্যৰ্থক শব্দলৈ ৰঙ্গৰহস্য, পত্ৰলিখন, চিত্ৰ প্ৰদৰ্শন, অভিনয়ৰ মাজেতে আৰু অভিনযৰ প্ৰযোজনা, অনৈসৰ্গিক ঘটনাৰ সমাবেশ, ছায়া মূৰ্ত্তিৰ অভিনয়, বিদূষকৰ হাস্যৰস, হাস্যৰসৰ নিমিত্তে উন্মত্তৰ ভান ইত্যাদি অনেকখিনি কথাত গলাগলি কৰা চকুত পৰে। তিৰোতাই মতাৰ ছদ্মবেশ ধৰা কথা ভাৰতীয় নাটকত ৰৰকৈ পাবলৈ নাই যদিও মতাই তিৰোতাৰ ভেষ ধৰাৰ কথা আছে। ঠায়ে ঠায়ে ইতিবৃত্তৰ মিলো পাবলৈ আছে। মহাকবি ভৱভূতিৰ মালতীমাধৱ নামৰ নাটক খনিক বহুতে ভাৰতৰ মিলনান্তক "ৰমিঅ' জুলিয়েট" বোলে। অকল মালতীমাধৱেই নহয়, ভাস কবিৰ অবিমাৰক নামৰ নাটকৰ অলপমান আৰু মালতীমাধৱৰ আগছোৱা লৈ শেহৰ ছোৱা এৰি দিলেই সঁচাসঁচিকৈয়ে চেক্সপিয়েৰৰ 'ৰমিঅ'জুলিয়েটৰ' ঘটনাটি হৈ পৰে। মালতীমাধৱৰ দেৱৰাত আৰু ভূৰিবসুৰ সহৃদয়তা থকা স্বত্বেও অৱস্থাৰ প্ৰভাৱত জীয়েক পুতেকে বিবাহ সূত্ৰেৰে পৰস্পৰ আলিঙ্গন কৰিব নোৱাৰা অৱস্থা। আৰু ৰমিঅ' জুলিয়েটৰ পিতাক দুজনৰ ৰাজকীয় ক্ষমতা আদিৰ ঈৰ্ষাত পৰস্পৰ আপোন হৈও সাৱটি ধৰিব নোৱাৰা অৱস্থা দেখাত অলপ বেলেগ যেন লাগিলেও ভাৱত প্ৰায় একে। কুৰঙ্গীক প্ৰথম দেখিয়েই অবিমাৰক বিষ্ণুসেনৰ প্ৰেম সঞ্চাৰ হোৱাদি ৰমিঅ'বো জুলিয়েটক দেখিয়েই প্ৰেম সঞ্চাৰ হৈছিল। নিজক গোপন কৰি প্ৰেমিকাৰ মনৰ ভাব বিষ্ণুসেনে জনা দি ৰমিঅইও জানিছিল। তাৰ পাচতেই জাতি অৱস্থা সম্বন্ধে বিয়া কৰাব পৰা নোৱাৰাৰ বিষ্ণুসেনৰ যি আশঙ্কা অলপ অইন ধৰনৰ হলেও ৰমিঅ'ৰো সেই একেই আশঙ্কা। গোপনে ৰাতি বিষ্ণুসেনে জৰীৰে কুৰঙ্গীৰ কুগ্ৰাক্ষই সোমাই যোৱাদি ৰমিঅ'ই জুলিয়েটৰ কোঠালৈ গৈছিল। সেই ৰাতি বিষ্ণুসেন ৰমিঅ'ৰ দৰে ওলাই নাহি হিয়াত থকাদি গোপনে কুৰঙ্গীৰ কোঠাতে থাকিল। তাৰ পাচত প্ৰেমিক প্ৰেমিকা দুটিৰ মিলনৰ অৰ্থে মালতীমাধৱৰ বৌদ্ধ সন্ন্যাসিনী কামন্দকীৰ আৰু ৰমিঅ'জুলিয়েটৰ মঠাধ্যক্ষ ফ্ৰায়াৰ লোৰেঞ্চৰ যি সজ ইচ্ছা আৰু অকপট চেষ্টা সি প্ৰায় একেই। মালতীক বিয়া দিব খোজা নন্দনৰ চৰিত্ৰতকৈ কুৰঙ্গীক বিয়া দিব খোজা জয়বৰ্ম্মাৰ চৰিত্ৰেৰে জুলিয়েটক বিয়া দিব খোজা কাউণ্ট পেৰিচৰ চৰিত্ৰ মিলি যায়। মালতীক বিয়া দিবলৈ স্থিৰ কৰা নন্দনৰ ভনীয়েক মদন্তিকা আৰু মকৰন্দৰ এনেতে এটি দুৰ্ঘটনা হৈ গ'ল। জুলিয়েটৰ ভাগীৰ কাকায়েক টাইবল্টৰ তাতোকৈ সাংঘাতিক ঘটনা ঘটিল। এই দুৰ্ঘটনাৰ পাচতে মাধৱে মালতীৰ আশা এৰি দিব লগীয়া হ'ল, আৰু ৰমিঅৰো জুলিয়েটৰ আশাত বজ্ৰ পৰিল। জুলিয়েটৰ ওচৰৰ পৰা ৰমিঅ' নামি আহোঁতে অকস্মাৎ জুলিয়েটে দেখিলে ৰমিঅ' যেন কবৰলৈ হে নামিছে, মালতীয়েও সেইদৰে মাধৱক শেষ দেখাৰ দৰে দেখিলে। তাৰ পাচত প্ৰাণৰ ধিক্কাৰত মাধৱ শ্মশান বাসিনী মহাকালীৰ মন্দিৰলৈ গ'ল, ৰমিঅ'য়ো ঘূৰি পকি কেপুলেটৰ পাৰিবাৰিক কবৰৰ ঘৰ বা মৈদাম ওলালহি। তালৈ আহি ৰমিঅ'ই দেখিলে তেওঁৰ পৰা জুলিয়েটক চিৰজনমলৈ পৃথক কৰিব খোজা কাউন্টপেৰিচ; আৰু মাধৱেও গৈ দেখিলে তেওঁৰ পৰা সেই জনমলৈ মালতীক আঁতৰাব খোজা খড়্গহস্ত কাপালিক অঘোৰঘণ্ট। ৰমিঅ'ই কাউন্ট পেৰিচক হত্যা কৰা দি মাধৱেও কাপালিকক হত্যা কৰিলে। ভূৰিবসুৰ মানুহে এনেতে মালতীক বিচাৰি হৰা দুৱা লগালে; ইফালে হেৰণাতো কেপুলেট আৰু মণ্টেগ' পৰিবাৰৰ

মানুহৰ ভিতৰত হুৱা দুৱা। গ্ৰায়াৰ লোৱাবেঞ্চৰ আচল উদ্দেশ্য বুজিব নোৱাৰি ৰমিঅ'ই জুলিয়েট মৰিল বুলি হা-হুতাহত আত্মহত্যা কৰিলে, আৰু জুলিয়েটে জ্ঞান পাই ৰমিঅ' মৰা দেখি কাষতে পৰি ৰমিঅ'ৰ ওঁঠত বিৰিঙি থকা বিষ চেলেকি চেলেকি হেপাহ নপলোৱাত অন্তত নিজৰ প্ৰাণ নিজে সংহাৰ কৰিলে। কবৰৰ হৃদি বিদাৰক মৃত্যুৰ লগে লগে ৰমিঅ' জুলিয়েটৰ হিয়াভৰা প্ৰেমৰ এই করুণ কাহিনীৰ যবনিকা পৰিল। এই জীৱনকে জীৱনৰ সৰ্ব্বস্ব বোলা ইংলণ্ডৰ জনসাধাৰণৰ সাধনাৰে খাপ খুৱাবৰলৈ গৈ চেক্সপিয়েৰ যলৈকে যাব পাৰে তলৈকে গ'ল- আৰু আগুৱাব নোৱাৰিলে। ভাৰতৰ সাধনা, তপস্যা আৰু অন্তৰ্দৃষ্টিৰ পোহৰত ভাৰতীয় নাট্যকাৰে আত্মহত্যাতে এনে গভীৰ প্ৰেমৰ শেষ নকৰি মঙ্গলময় সৃষ্টিৰ মধুমিলনৰ মুকলিৰ সুৰ সুৰে আৰু দুৰ্য্যোগ আৰু অন্তৰায়ৰ মাজেদি মনৰ বল দেখুৱাই মালতী মাধৱক ভাৰতৰ তপস্যা কুঞ্জলৈ লৈ গ'ল, আৰু তাত কামন্দকীৰ শিষ্যা সৌদামিনীৰ তপস্যাৰ শীতল ছায়াত এই গভীৰ প্ৰেমৰ ছবি দুটিক চিৰমিলনৰ চিৰ সুখ লাভ কৰিবলৈ দিলে। কুৰঙ্গীৰ বিৰহত ইফালে প্ৰেমৰ জ্বলন্ত মূৰ্ত্তি অবিমাৰকে প্ৰাণৰ হুতাহত জ্বলা জুইত সোমাই চেঁচনি বিচাৰিছিল, -জুই নুমাই গল। প্ৰেম অদাহ্য, প্ৰেম অছেদ্য, প্ৰেম অক্লেদ্য। শেহত তপস্যাৰ কুঞ্জত বিদ্যাধৰ মেঘনাদৰ পৱিত্ৰ জ্ঞান যেন আঙ্গঠিটি পাই অবিমাৰক ঘূৰি আহিল, আৰু সেই জ্ঞান আঙ্গঠি ধাৰণা কৰি বহিৰ্জগতৰ অগোচৰত অন্তৰৰ মিলন কুঞ্জত দিনে দিনে প্ৰেমিকাৰ পৰশ সুখ অনুভৱ কৰিবলৈ লাগিল। এয়ে প্ৰেমৰ অনন্ত জীৱন। মৃত্যুৰ যবনিকা উঠি গ'ল। স্বৰ্গমৰ্ত্ত্য জুৰি, সকলো কাল সকলো ব্যৱধান মিথ্যা কৰি নিয়তিৰ দুৰ্নিবাৰ গতিৰ বিৰুদ্ধে থিয় হৈ ভাৰতীয় নাটকে ভাৰতীৰ দৰে প্ৰেমৰ চিৰজয় ঘোষনা কৰিলে। ইংলিচৰ দৰে চেক্সপিয়েৰে বিশ্ব মহাকাব্যৰ এটি অংশ লৈ তাতে জীৱ দি দেখুৱাবৰ চেষ্টা কৰিলে, বিশ্বৰ যি অন্তৰ্নিহিত নৈতিক উদ্দেশ্য তালৈ চকু নপৰিল। দৰ্শকৰ মনত যি আকুলতা জাগিল তাৰ একো সমাধান নহল। এক হাৰভঙ্গা হুমুনিয়াৰে দৰ্শক ঘৰা ঘৰি গুচি গ'ল। এই হিয়াভৰা প্ৰেমৰ পৰিণাম তেনে আত্মহত্যা? প্ৰেমোন্মত্ততা এক তেনে দুৰাৰোগ্য ৰোগ যাৰ চিকিৎসা, যাৰ শান্তি- এনে হৃদিবিদাৰক মৃত্যু ? কৰ্ডেলিয়াৰ পৱিত্ৰ পিতৃভক্তিৰ শেষ তেনে এক শান্তিহীন দীৰ্ঘ নিশ্বাস ? ঈশ্বৰ প্ৰেম আৰু শান্তিৰ আধাৰ নহয়নে কি ? তেনে এইখন কাৰ সৃষ্টি ? পিশাচৰ নে দেৱতাৰ ? ভাৰতৰ নাটকে এনে প্ৰেম এনে ভক্তিৰ এই পৰিণাম হবলৈ নিদিয়ে, দিব নোৱাৰে। জন্ম জন্মান্তৰৰ ৰহস্য উদ্ঘাটন কৰি আৱশ্যক হলে মৃত্যুৰ সিপাৰে দিও বিজয় দুন্দুভিৰে ঘোষনা কৰিব— পৱিত্ৰ প্ৰেমৰ, গভীৰ প্ৰেমৰ চিৰ পৰিণাম অনন্ত জীৱন, প্ৰেমিক প্ৰেমিকাৰ চিৰশান্তি। দৰ্শকৰ ভিতৰত যি বিৰহী, যি বিৰহিনী আছিল সিবিলাকৰ ধাৰাসাৰ অশ্ৰুবৰিষণৰ মাজেদি আশা আলোকৰ ৰেখা এটি জিলিকি উঠিল, অভিনৱ উৎসাহত প্ৰেমিকৰ হৃদয় ফুলি গল, সকলোৰে যি আকুলতা তালৈ এটি তৃপ্তি আহিল। পৰ্ব্বত শিখৰ পাই তৃপ্তিৰ চকুৰে তললৈ উলটি চাই আৰোহীয়ে যেনেকৈ তাৰ সকলো দুখ সকলো ভাগৰত হাঁহি দিয়ে, সেই দৰেই প্ৰেমিক প্ৰেমিকাৰ মধুমিলনৰ মনোৰম দৃশ্যৰ পোহৰত পথৰ সকলো কণ্টক সকলো হাহাকাৰ-মধুময় হৈ গল। অভিনয় আনন্দৰ গভীৰতম সুৰ জিকাৰি উঠিল, ভাৰতৰ নাটক সাৰ্থক হ'ল। ইয়াৰ পাচত দৰ্শকৰ মন পাতলাবলৈ প্ৰহসনৰ আৰু আৱশ্যক নেথাকিল। এই খিনিতে ভাৰতীয় আৰু য়ুৰোপীয় নাটকৰ পাৰ্থক্য।

এনে ট্ৰেজেডিৰ কোনো কোনো খনিত তাৎকালিক নীতি বা নীতিৰ অস্থায়ীভাব যে একেবাৰেই ফুটা নাই তাকো কব নোৱাৰি; কিন্তু জগতৰ কাৰ্য্যকাৰণ প্ৰবাহত সেই, সেই ঘটনাৰ যিটি শেষ নীতি আছে তাৰ আভাস সমূলি নুফুটিল বুলি নকৈ কেনেকৈ পাৰি ? সীতাহৰণ নাটকত— স্ত্ৰীজাতিৰ অতি প্ৰবল আবেগ আৰু হৃদয়ৰ দৌৰ্ব্বল্যই কেনেকৈ মাজে মাজে নজনা নুশুনা বিপদ মাতি আনি সোণৰ সংসাৰত হাহাকাৰ তোলে-তাৰ এটি তাৎকালিক নীতিৰ সুন্দৰ আভাস

পোৱা যায়। সেই বুলি সীতা চৰিত্ৰৰ সেইখিনি ইয়াত নাই যিখিনি থকাৰ কাৰণে সীতা চিৰদিনলৈ দেবী হৈ যুগে যুগে জগতৰ অগণন প্ৰাণীৰ প্ৰাণত শান্তি দান কৰিছে। ভাৰতে সীতাহৰণ নাটক খনি ৰামায়ণৰ পৰা বিচ্ছিন্ন কৰি উপভোগ নকৰে, সম্পূৰ্ণ ৰামায়ণৰ এপিঠি বুলিহে তাৰ ৰসাস্বাদন কৰে। ৰমিঅ' জুলিয়েটৰ আত্মহত্যাত কেপুলেট আৰু মন্টেগ'ৰ অস্বাভাবিক বিৰোধ ভাবৰ উপশম স্বৰূপ আকস্মিক নীতি এটি অন্ধ নিয়তিৰ নিয়োগত দেখা যায়, কিন্তু সেই নাটকৰ মূল প্ৰেমিক প্ৰেমিকাৰ মধুমিলনৰ গন্ধ নথকাত প্ৰেমৰ ফালৰ পৰা চালে নজনা কাব্য এখনিৰ এক অংশৰ দৰে সি অসম্পূৰ্ণ যেন লাগে। মানিব লাগিব চেক্সপিয়েৰৰ চৰিত্ৰ অঙ্কনৰ কৌশল অতি অসাধাৰণ, তথাপি ভাৰতীয় নাটকেৰে বিজাৰলৈ গলে ইয়াকো নকৈ নোৱাৰি - চেক্সপিয়েৰৰ নাটক যেন ইংলণ্ডৰ দেৱদাৰুৰ এখনি ছবি, -প্ৰকৃতিৰ কোলাৰ পৰা আনি আচৰিত কাৰিকৰিৰে আঁতৰত অকলশৰে হুবহুকৈ দেখুৱাইছে; আৰু ভাৰতৰ নাটক যেন ভাৰতীয় দেৱদাৰুৰ অইন এখনি ছবি- প্ৰকৃতিৰ কোলাত দেখিলেই চিনিব পৰাকৈ আঁকি থৈছে, - পাচফালে, আশে পাশে বীজ বৃদ্ধি পৰিণামৰ সুন্দৰ আভাস ফুটি পৰিছে—দূৰত হিমালয়ৰ তপস্যা কাননৰ সুৰুঙাই আকাশ আৰু পৃথিবী মিলি যোৱা চক্ৰবাল ৰেখা ৰিণিকি ৰিণিকি জিলিকি উঠিছে। ভাৰতে অনাদি কালৰ পৰাই প্ৰাণে প্ৰাণে এনে এখনি ছবিকেই বিচাৰি আহিছে।

কেনি, কোন বাটেদি বৌদ্ধ যুগৰ নাটকৰ আলোক য়ুৰোপৰ নাটকত, বিশেষকৈ চেক্সপিয়েৰত প্ৰতিফলিত হ'ল তাক পদে প্ৰমাণে বুজাই দিয়া বৰ সহজ নহয়। কব পাৰি যি বাটেদি ভাৰতৰ সকলো সাধনা, সকলো পন্য গৈ এদিন য়ুৰোপ ছাটি ধৰিছিল সেই বাধাপটি বাট পৰিয়েই আছে। এই যুগৰ প্ৰায় ডেৰ হাজাৰ বছৰৰ আগৰ পৰা পাতলাই আৰু যুগ আৰম্ভণৰ তিনি চাৰিশ বছৰৰ পৰা ঘনাই ভাৰত আৰু য়ুৰোপৰ মাজত আয়াবাত চলিছিল বুলি সকলো দেশৰ ইতিহাসে একে সুৰত কবই লাগিছে। চেক্সপিয়েৰৰ মৃত্যুৰ যোল সোতৰ বছৰৰ আগেয়ে ভাৰতবৰ্ষত বানিজ্য কৰিবলৈ আন নেলাগে ইংলণ্ডৰ ইষ্ট ইণ্ডিয়া কম্পেনিও গঠিত হৈছিল। কেনেকৈ ভাৰতৰ গঁড় বা ৰাইণ'চেৰচ গৈ 'আইন'কৰ হৈ হৈ শেহত সিংহৰ নেগুৰেৰে এশিউীয়া যোঁৰা বা 'ইউনিৰ্কণ' হৈ ইংলণ্ডৰ ৰাজকীয় মুদ্ৰাত আজিও জিলিকিছে এই কথা ভাবিবলৈ ললে আচৰিত হব লাগে! কিন্তু, সি যে ভাৰতৰ গঁড়ৰে আভাস ই নিশ্চয় বুলি ইংৰাজ লিখক জনদিয়েকেও স্বীকাৰ কৰিছে। যি বাটেদি প্লটাচৰ অবিকল 'মেনেইচমি' গৈ চেক্সপিয়েৰৰ "কমিডি অব্ এৰৰস্' হৈছিল, 'অবিষ্ট'ৰ আভাস 'টেইমিং অব ডি স্রু'ত ঠাই পাইছিল, হলৰ্বেকৰ মাতালৰ দৃশ্য গৈ সেই নাটকৰে পাতনি জুৰিছিল; যি বাটেদি বিদৰ্ভজাতকৰ গল্প গৈ 'চচাৰৰ' 'পাৰ্ডনাৰ্স টেইল'ত সোমাই পৰিছিল, আৰু সেই জাতকৰে সোণৰ চন্দুক গৈ চেক্সপিয়েৰৰ 'মাৰ্চেণ্ট অব হেনিচ্'ত ভুমুকি মাৰিছিল, সেই বাটেদি এই জনান্দকৰ আলোক নাই যোৱা বোলাটো একেবাৰেই অস্বাভাবিক। চেক্সপিয়েৰৰ পঢ়া শুনা নাছিল যদিও, দেশ বিদেশৰ পৰিব্ৰাজকৰ পৰা কিমান কাহিনী শুনিছিল, আৰু শুনিবলৈ কিমান সুবিধা পাইছিল তাক কবিৰ জীৱনী লিখক প্ৰতিজনেই উল্লেখ কৰিছে। গতিকে চেক্সপিয়েৰে ভাৰতৰ বৌদ্ধযুগৰ নাটক অন্তত: কিছুমানৰ আভাস সমূলি পোৱা নাই বুলিলে যুক্তিযুক্ত নহব।

বৌদ্ধ যুগৰ অৱসানৰ লগে লগে মানুহ সহজে সংকীৰ্ণ হৈ যোৱা প্ৰবৃত্তিৰ বলতে হওক, বা অইন কোনো ৰাষ্ট্ৰীয় পৰিবৰ্ত্তনৰ প্ৰতাপতে হওক জগতৰ একোটি মহৎ জাতি ভাগি একো একোটি ক্ষুদ্ৰ জাতি হ'ল, আৰু বৌদ্ধসকলে সূত্ৰপাত কৰি যোৱাৰ বাটে বাটে একোটি বিৰাট কুলীন ভাষা ভাগি ছিগি বহু প্ৰাদেশিক ভাষাই গঢ় লবলৈ ধৰিলে। য়ুৰোপৰ লেটিন ভাষাৰ পৰা ফ্ৰেঞ্চ, ইটালীয়ান আদি ভাষা পৃথক হৈ পৰিল। আৰু সেইদৰেই সংস্কৃত ভাষা লৈও ভাৰতৰ ভাগ-বটৰা হৈ গ'ল। এই বৰ্ত্তমান যুগৰ আদিতে ভাৰত জুৰি যি ধৰ্ম্মৰ জাগৰণ আহিছিল তাক প্ৰাদেশিক ভাষাৰ জৰিয়তে জন সাধাৰণৰ মনত ছাপ দিবলৈ ভাৰতৰ চাৰিও দিশে

প্ৰবল চেষ্টা চলিবলৈ ধৰিলে। ৰামানন্দ, কবীৰ, তুলসীদাস আৰু সুৰদাস আদিৰ প্ৰাণৰ চেষ্টাত হিন্দী ভাষা, শ্ৰীনানকৰ চেষ্টাত পাঞ্জাবী ভাষা, শ্ৰীশঙ্কৰ আৰু মাধবৰ চেষ্টাত অসমীয়া ভাষা, আৰু শ্ৰীচৈতন্য দেৱৰ প্ৰচাৰৰ চেষ্টাত বঙ্গ ভাষাই উত্তৰ ভাৰতত মুৰ তুলি উঠিল। আৰ্লি হিষ্টৰি অব কামৰূপ প্ৰণেতা ৰায় বাহাদুৰ বৰুৱা ডাঙৰীয়াই ডাঠি প্ৰমাণ কৰি যোৱামতে মিথিলাৰ এক অংশ ভিতৰ কৰি খৃষ্টীয় অষ্টম শতিকালৈকে উত্তৰ বঙ্গ গোটেইখনি কামৰূপ ৰাজ্যৰ ভিতৰতে আছিল বুলি জানিব পাৰি। সেইকালৰ পুৰণি কামৰূপী ভাষা মিথিলাৰে পূব অঞ্চলত চলা ভাষা আছিল, আৰু তাৰে মধ্য ভাৰতৰ ভাষাৰ লগত প্ৰায়ে মিল আছিল বুলি সেই লিখকেই ইউয়েন শ্বাঙৰ কথাৰেও দেখুৱাই গৈছে। সম্ভৱতঃ ই তেতিয়া আছিল কথিত আৰু লিখিত ভাষা। উচ্চ সাহিত্য বুলিলে সেই কালত সংস্কৃতকে বুজাইছিল। সপ্তম শতিকাৰ শেষভাগৰ নাট্যজগতৰ যুগ প্ৰবৰ্ত্তক মুদ্ৰাৰাক্ষসম্ প্ৰণেতা কবি বিশাখ দত্ত এজন কামৰূপী ব্ৰাহ্মণ। এই নাট্যকাৰ কবিয়ে কামৰূপাধিপতি অবন্তি বৰ্ম্মাৰ দিনত নাট্যজগতলৈ ৰাজনীতি আনি এক নতুন সুঁতি বোৱাই দি গ'ল। এওঁৰ পাচৰে মহাকবি ভবভূতিৰ জন্মস্থান শ্ৰীহৰ্ষ বৰ্ম্মাৰ বিশাল কামৰূপ ৰাজ্যৰ ভিতৰতে যেন লাগে। এই মহাকবি ভাৰতবিখ্যাত মীমাংসক— কামৰূপৰ কুমাৰিল ভট্টৰ যে শিষ্য আছিল তাত সন্দেহ নাই, আৰু শ্ৰীহৰ্ষদেৱৰ পৰা জয় কৰি লোৱা কামৰূপৰ পশ্চিম ভাগৰ প্ৰতাপী ৰজা যশোবৰ্ম্মনৰ যে ৰাজকবি আছিল তাতো সন্দেহ নাই। গতিকে বিদৰ্ভৰ ব্ৰাহ্মণ বুলিলেও এওঁৰ ওপৰত প্ৰচিন কামৰূপৰ ছয়াময়াকৈ সম্বন্ধ এটি ৰৈ আছে তাক অস্বীকাৰ কৰা টান। কোনো কোনোৱে বেনীসংহাৰৰ নাট্যকাৰ ভট্ট নাৰায়ণ কবিক অষ্টম শতিকাৰ মাজলৈ আনে। এই কবিয়ে ৰাজকীয় উৎসাহৰ অভাৱ উল্লেখ কৰি বেনীসংহাৰত যি হুতাশৰ বাণী লিখি থৈ গৈছে তালৈ চাই কনৌজৰ অন্তৰ্গত মিথিলাৰ নুবুলি প্ৰাচীন কামৰূপৰ অন্তৰ্গত মিথিলাৰ বুলিলেহে বেচি খাপ খাব যেন লাগে; কিয়নো, অষ্টম শতিকাৰ মাজছোৱালৈ শ্ৰীহৰ্ষদেৱৰ পৰাজয়ৰ পাচত প্ৰাচীন কামৰূপৰ পশ্চিম ভাগত প্ৰায় ত্ৰিশ চল্লিশ বছৰ বিয়াপি এক ৰকম অৰাজকতাই আছিল। কনৌজৰ হোৱা হলে প্ৰতাপী ৰজা যশোবৰ্ম্মণ বা কাশ্মীৰৰ দিগ্বিজয়ী ললিতাদিত্যৰ দিনতো বেনী সংহাৰৰ দৰে নাট্যকাৰলৈ তেনে একোজন ৰজাৰ বেথা নেলাগি নোৱাৰিলেহেতেন। ইয়াৰ পাচত আৰু কত কামৰূপৰ নাট্যকাৰে সংস্কৃত নাটকৰ জেউতি চৰাইছিল তাৰ বাতৰি আজিও আবিস্কাৰ হোৱা নাই। নৱম শতিকাৰ নাট্যকাৰ নহলেও নাট্যশাস্ত্ৰৰ অভিনব ভাৰত নামৰ ভাৰতবিখ্যাত টিকাকাৰৰ নামত আৰু এজন কামৰূপী পণ্ডিতৰ নাম পোৱা যায়। এওঁৰ নাম অভিনৱ গুপ্তাচাৰ্য্য। এৱেঁই জগদগুৰু শঙ্কৰাচাৰ্য্যৰ ওচৰত তৰ্কত পৰাস্ত মানি শেহত লগে লগে কাশ্মীৰলৈ যায়, আৰু কাশ্মীৰত বাস কৰা কালতে নাট্যশাস্ত্ৰৰ টিকা লিখি সম্পূৰ্ণ কৰে। মহাভাৰতৰ নৰকাসুৰৰ দিনৰ পৰা খৃষ্টীয় অষ্টম শতিকালৈকে বঙ্গভূমি প্ৰাচীন কামৰূপৰ ভিতৰতে থাকি তাৰ পাচত কেবা বংশৰো ৰজাসকলৰ হাতে দি বাগৰি শেহত মুছলমান ৰজা সকলৰ তললৈ আহে। ৰংপুৰ আৰু মৈমন সিং ষোড়শ শতিকালৈকে কামৰূপৰ ভিতৰত আছিল। প্ৰাচীন কামৰূপ পুনৰ অধিকাৰ কৰা প্ৰকাশ্য চেষ্টা এক হৈছিল কোচকুলৰবি চিলাৰায়ৰ দিনত। আৰু হৈছিল আহোম আকবৰ স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনত। অসমৰ দুৰ্ভাগ্য দুয়ো চেষ্টা দৈৱ দুৰ্বিপাকত বিফল হৈ গল। এই চাৰি পাঁচশ বছৰ বিভিন্ন ৰজাৰ তলত থাকিলেও ইমান শতিকাৰ পৰম্পৰা সাধনা আৰু কৃষ্টিত প্ৰাচিন কামৰূপৰ এক অগ্ৰাহ্য কৰিব নোৱাৰা দাবী বঙ্গদেশত ৰৈ গৈছে। গতিকে এই কালৰ যি দুই তিনি সংস্কৃত নাটকৰ বাতৰি পোৱা যায় তাক ভাগবাটৰা কৰি কোনোৱে কাঢ়ি নিবলৈ হলেও কামৰূপৰ বুকুৰ পৰাহে নিব লাগিব আৰু তাত চিৰদিন কামৰূপৰ গন্ধ ৰৈ যাব।

পূব মিথিলাৰ ভাষাই যে এতিয়াৰ অসম আৰু বঙ্গদেশৰ সেই কালৰ কথিত আৰু লিখিত ভাষা আছিল তাত সন্দেহ কৰিবৰ কোনো কাৰণ নাই। সেইহে

আজিও আমাৰ বৈষ্ণৱ যুগৰ কবিবিলাকক লৈ বঙ্গদেশে টনা আজোৰা কৰি থাকে। সেই কালৰ মিথিলাৰ কবি বিদ্যাপতিয়ে তাৰে এক ফৈদ ক্ষত্ৰিয়ৰ মাজত প্ৰচলিত বৃজ্ঞ ভাষাৰ প্ৰয়োগেৰে মৈথিলী কবিতাত মধুৰ ঝঙ্কাৰ তুলিছিল। একো বিচিত্ৰ নহয়, সেই ধ্বনিয়ে নিজ উত্তৰাধিকাৰী সূত্ৰে অসমৰ পাচত বঙ্গদেশ চাওঁতে চাওঁতে জিনি ললে। চৈতন্য দেৱতকৈ বয়সত প্ৰায় আঠত্ৰিশ বছৰৰ ডাঙ্গৰ শঙ্কৰদেৱে আগেয়ে এই বৃজ্ঞবুলি বা ব্ৰিজবুলিৰ লালিত্যত মুগ্ধ হৈ আপোনাৰ গন্ধ পাই সমাদৰে লৈ আহি নিজৰ বৰগীত আৰু অঙ্কীয়া ভাৱনাৰ ৰচনাদিত ঠাই দিলেহি। মিথিলাৰ সৈতে পোনপটিয়া সম্বন্ধে এই বৈষ্ণৱ সাহিত্যৰ ভাষা অসমত স্বাধীন ভাবে চৰ্চ্চা হোৱা কথা কলিকতা বিশ্ববিদ্যালয়ৰ দ্বৰা প্ৰকাশিত ব্ৰজবুলি সাহিত্যৰ ইতিহাসত পোনৰ পাততে উল্লেখ কৰা আছে। আমাৰ গাৱঁৰ মানুহৰ মুখত পৰি সেয়ে ব্ৰজাৱলী হলহি। খুব সম্ভৱ তেতিয়াৰ বঙ্গদেশত চৈতন্য পন্থী বৈষ্ণৱ কবি সকলৰ প্ৰভাৱত পৰি ব্ৰিজবুলি ব্ৰজৰ ভাষা নহয় যদিও বিষয়বস্তুলৈ চাই ব্ৰজবুলিয়েই হৈ পৰিল, আৰু সিও হ'ল শ্ৰীশঙ্কৰদেৱৰ বয়স যেতিয়া ষাঠি কি সত্তৰ।

প্ৰাচীন কামৰূপত খৃষ্টীয় অষ্টম শতিকালৈকে সংস্কৃত নাটকৰ অভিনয় নহৈ থকা নাছিল। কনৌজৰ প্ৰবল প্ৰতাপান্বিত ৰজা শ্ৰীহৰ্ষই নিজে নাগানন্দ লিখি ইন্দ্ৰোৎসৱত অভিনয় কৰোৱা কথা কৈ অহা হৈছে। এই কবিৰেই ৰত্নাৱলী নাটক অভিনীত হোৱাৰ কথা কাশ্মীৰৰ দামোদৰ গুপ্তয়ো উল্লেখ কৰিছে। গতিকে সমকালিক আৰু সমতেজস্বী ৰজা কুমাৰ ভাস্কৰ বৰ্ম্মাৰ লগালগি ৰাজ্যত নাট্যকাৰে নাটক লিখি নকৰোৱাকৈ থকা নাছিল। তাৰ পাচৰ পৰা চৈতন্যদেৱৰ দিনলৈকে যি কেখনি সংস্কৃত নাটক হৈছিল, তাৰ অভিনয় চাঁগে ব্ৰাহ্মণ পণ্ডিত, কায়স্থ, আৰু সংশূদ্ৰ বিলাকৰ এক গণ্ডিৰ ভিতৰতে চলি আহিছিল। সংস্কৃতত বেচি ৰাপ নথকা ৰজা সকলৰ দিনলৈ সাধাৰণ প্ৰজাৰ মাজত সি সদৰীকৈ নোহোৱাটো স্বাভাবিক, শঙ্কৰীযুগৰ আগৰ আৰু সংস্কৃত যুগৰ পাচৰ খিনিতো হয়তো মাজে মাজে মাগধী ভাষা আৰু ব্ৰজবুলিৰ নাটকো অভিনীত হৈছিল। এই সন্ধিক্ষণত কেনে কি ধৰণৰ নাট্যলীলাই প্ৰতিপত্তি লাভ কৰিছিল, তাৰ সন্ধান দিব পৰা কোনো নিদৰ্শণ আজিও পোহৰলৈ ওলোৱা নাই। দেবী ভাগৱতৰ যি কেখনি নাটকৰ নাম শুনা যায়, এক তান্ত্ৰিক ধৰ্ম্মৰ প্ৰাধান্যলৈ চাই ডাঠি কব নোৱাৰি সেই কেউ খনি শঙ্কৰদেৱৰ আগৰেই নে পাচৰ। শ্ৰী হস্ত মুক্তাৱলী নামৰ শুভঙ্কৰ কবিৰ যিখনি নৃত্যকলাৰ পুথি বৰ্ত্তমান অসমত আছে তাৰ নকল বোলে নেপাল, মিথিলা আৰু বঙ্গদেশতো পোৱা গৈছে। ইয়াৰ পৰাই শঙ্কৰী যুগৰ আগতো নাট্যশাস্ত্ৰাদিৰ আলোচনা মিথিলা নেপাল আৰু প্ৰাচীন কামৰূপ বিয়াপি যে সুন্দৰ ৰূপে হৈছিল তাৰ বেচ আভাস পোৱা যায়।

(৬) †

অসমে প্ৰাচীন ভাৰতৰ ধাৰাবাহিক কৃষ্টিৰ লগে লগে স্বাধীনতাৰ গৌৰৱ আজি এশ বছৰৰ আগলৈকে ৰাখি আহিছে। বিজেতাৰ বিজাতীয় জুতিৰ ছাট নপৰাকৈয়ে ভাৰতীয় প্ৰাচীন চৰ্চ্চাৰ ধাৰা ধুতিয়ে ধুতিয়ে দিব পৰা প্ৰদেশ আজিও ভাৰতত এক অসম আৰু ইখনি দাক্ষিণাত্য। বৰ্ত্তমান অসমীয়া বুলিলে আৰ্য্য জাতিৰে পৰা প্ৰায় সকলো স্তৰেৰে আৰ্য্যেতৰ জাতিৰে গঠিত এটি প্ৰাদেশিক জাতি বুজায়। গতিকে এই জাতিটিত সেই সুদূৰ প্ৰস্তৰ যুগৰে পৰা সকলো স্তৰৰে চানেকি আজিও জিলিকি আছে। উজনি অসমৰ ঢোল, পেপা, তালেৰে বিহুৰ নাচ, মঙ্গলদৈৰ দীঘলীয়া ঢোলেৰে ঢুলীয়া, গুৱালপাৰাৰ সৰু ঢোল আৰু কাঁসিৰ বাজনা, কামৰূপৰ জয় ঢোল আৰু কালীয়া ঢুলীয়া এই সকলোখিনি স্তৰে স্তৰে নাট্যলীলাৰ ক্ৰমবিকাশৰ চিন জাতিয়ে জাতিয়ে ৰৈ গৈছে। নাট্যলীলাৰ লেখত এইবিলাকৰ ভিতৰত কামৰূপৰ ঢুলীয়া বিশেষকৈ লেখত লব লগীয়া। ই ইটালীৰ 'মাইম'ৰ দৰে- ঢোলৰ ছেৱেছেৱে শাৰীৰিক ব্যায়াম আৰু মাজে মাজে সামাজিক বা ব্যক্তিগত আক্ৰমণেৰে ভৰবীয়াৰ ধেমেলীয়া ভাও। সমাজ শাসনত

† আৱাহন, ৬ষ্ঠ বছৰ, ৮ম সংখ্যা, ১৮৫৩ শক।

এই ঢুলীয়াৰ ভাও অতি লাগতিয়াল। মাজে মাজে আজিও কামৰূপীয়া ভাৱৰীয়া একোজনে এনে হাস্যৰসৰ কথা একোটি কয় যি কথাই সকলো যুগৰ খ্যাতিমান নাট্যকাৰৰ মৰ্য্যাদাও অটুট ৰাখিব। গোৱালপাৰা বা উজনিৰ যি কালি সিয়ো হয়তো মুছলমান ৰাজত্বত কোনো সুৰজাই পাই চঁচাচোবোকাত ক্ষীণ হৈ বঙ্গদেশৰ "শানাই" হৈ'ল, আৰু তাৰ বুলনিত উত্তৰ ভাৰতৰ ৰাগিনীৰ আলাপ ফুটিবলৈ ধৰিলে।

নাগানন্দ ইন্দ্ৰোৎসৱত অভিনীত হোৱাৰ কথাৰ পৰা কেচ বুজিব পাৰি খৃষ্টীয় অষ্টম আৰু নৱম শতিকাতো প্ৰাচীন কামৰূপৰ পশ্চিম ভাগত ইন্দ্ৰোৎসৱ হৈছিল। এই ইন্দ্ৰোৎসৱতে নাট্যলীলাৰ আদি অভিনয়। ইয়াৰে উল্লেখ ভগৱান বাল্মীকিয়ে ৰামায়ণত একাধিক বাৰ কৰি গৈছে। -কোনো বীৰ যুদ্ধ ক্ষেত্ৰত পৰিলে উপমাৰ ছলেৰে আদি কবিয়ে কয়, - "যেন উৎসৱৰ অন্তত ইন্দ্ৰধ্বজৰ দৰে মাটিত পৰিল"। অতি পুৰণি এই ইন্দ্ৰোৎসৱ আজিও নেপালৰ স্বাধীন হিন্দু ৰজাই পালন কৰে। মৈমনসিং আৰু ৰংপুৰত ইয়ে আজিও 'বাঁশ পূজা' নামে প্ৰচলিত। শৰত কালৰ এই উৎসৱ খেতি-খোলাৰ অসুবিধাত মুকলি মন আৰু পথাৰৰ অসুবিধাত বহাগৰ আজৰীয়া বতৰলৈ আনি কামৰূপৰ নলবাৰী অঞ্চলৰ লোকসকলে আজিও পালন কৰে। সেই অঞ্চলত ইয়াৰ নাম ভঠেলি; বজালী অঞ্চলত ইয়াক "পাউৰতলি" বোলে, ধ্বজ ডালিত পাঁচবৰীয়া কাপোৰ মেৰাই তাৰ নাম কৰি লৈছে শাকৰা বা পাউৰা। ঠাই বুজি আজিও মাজে মাজে এই ধ্বজৰ তলত ঢুলীয়া বা বায়েনীয়া উঠে। একালত, চাঁগে এই উৎসৱত অভিনয় মুখ্য আছিল। আজি কালি জুতি পৰিৱৰ্ত্তনৰ লগে লগে সি গৌণ হৈ হাট বজাৰৰ মেলা মুখ্য হৈ পৰিল।

ইয়াৰ লগে লগে কামৰূপ আৰু মঙ্গলদৈৰ ওজা পালী। ওজা পালীৰ অকল ওজা বা ডাইনা পালীৰ প্ৰাধান্যলৈ চাই তাক নাট্য শাস্ত্ৰৰ ভাণ বা বীথী শ্ৰেণীৰ অভিনয়েৰে বিজাৰলৈ ললে কিছু ছুটা পৰে। — প্ৰাচিন ৰামায়ণৰে এটি জীয়া সুঁতি বুলি ধৰিবলেহে তালৈকে ৰজিতা খোৱা যেন লাগে। গীত-মাত আৰু নৃত্য-নাট্যেৰে ওজা পালি এক কৰুণ কাব্যৰ আবৃত্তি, মাজে মাজে ৰসান্তৰৰো অৱতাৰণা কৰে। ওজা আৰু ডাইনা পালীয়ে গীতেৰে আভিনয় কৰি যায়, আৰু মাজে মাজে ওজাক কেৱল অঙ্গাভিনয় কৰি দেখুৱাবলৈ আঁজৰাই দি এদল পালীয়ে এবাৰ আগলৈ আৰু এবাৰ পাচলৈ নাচোনৰ খোজ চলাই খুটি তাল বাই বাই চাহিনি বা ৰাগৰ তানেৰে ওজাই দিয়া পদ দোহাৰি থাকে। কোৱা বাহুল্য এই ক্ৰমটিত নাট্যশাস্ত্ৰৰে বিধান ফুটি পৰিছে। এই অভিনয় শঙ্কৰদেৱৰো অনেক আগৰ। বৰ্ত্তমান বেচিঁকৈ চলন্তি হোৱা বেহুলা লখিন্দৰৰ কৰুণ কাহিনীৰ কবি মনকৰ নীলাচলৰ কায়স্থ কবি দুৰ্গাবৰৰো আগৰ বুলি জনা যায়। কবি দুৰ্গাবৰে বাহুবল্ল চিকদাৰৰ পৰা তাল, মান, ৰাগ আদিৰ শিক্ষা কৰিছিল। তেতিয়া কামৰূপৰ ৰজা বিশ্বসিংহ। এই জনা ৰজাৰ পুতেকেই অসমৰ বিক্ৰমাদিত্য নৰ নাৰায়ণ — যাৰ ৰাজত্বৰ পৰাই শঙ্কৰী যুগৰ প্ৰায় দুশ বছৰৰ আগৰ মঙ্গলদৈৰ সভাপণ্ডিত সুকবি নাৰায়ণৰ চেষ্টাত চলি থকা ওজাপালীৰ অভিনয়ে আৰু বল পায়। আজিও ওজাপালীয়ে যি "সুক্নান্নীৰ" পদৰ কথা কয় সি "সুকবি নাৰায়ণী"ৰে অপভ্ৰংশ বুলি অনেক পণ্ডিতে ডাঠি কয়। ইয়াৰ বহু আগতে হয়তো সৰ্ব্বসাধাৰণে সংস্কৃত নুবুজা হোৱাত প্ৰাদেশিক ভাষালৈ কোনো কোনো কবিয়ে ৰংপুৰৰ ৰুদ্ৰসিংহৰ আমোলত কচিনাথ দ্বিজে চণ্ডীৰ পয়াৰ কৰি দিয়াৰ দৰে মুখে মুখে ৰামায়ণ বা মহাভাৰতৰ কৰুণ কাহিনীৰ পয়াৰ কৰি দিছিল; আৰু এই পয়াৰকে এৰা ধৰাকৈ নলবাৰী অঞ্চলৰ 'ৰাইমন' বা ৰামায়ণ গোৱা, আৰু 'বিয়াহ' বা ব্যাস অৰ্থাৎ মহাভাৰত গোৱা ওজাই আজিও গাব লাগিছে। শঙ্কৰ দেৱৰ "পূৰ্ব্ব কবি" সকলৰ ৰামায়ণ আৰু মহাভাৰতৰ ভাঙ্গনিৰ পৰাও হয়তো মাজে মাজে তাত ভেজনি দি লৈছে। ই আদি কবি ভগৱান বাল্মীকি প্ৰৱৰ্ত্তিত পুৰণি নাট্যৰ ধাৰা- যাক নাটকীকৃত কৰাৰ কথা হৰি বংশত উল্লেখ কৰিছে, আৰু যি গ্ৰীক হেন জাগ্ৰত হাতত পৰি গোটেই য়ুৰোপৰ নাট্যলীলাৰ জনম দিছিল।

ইয়াৰ পাচতে শঙ্কৰী যুগৰ অঙ্কীয়া ভৱনা। ইয়াৰ আকাৰত -পূৰ্ব্বৰঙ্গ পূজাৰ ঠাঁইত থাপনা পতা, পূৰ্ব্বৰঙ্গত নৃত্য, গীত আৰু খোল মৃদঙ্গৰ বাদ্য, যৱনিকাৰ অন্তৰৰ পৰা অগ্নিগড়ৰ মাজেদি সূত্ৰধাৰ আৰু প্ৰধান পাত্ৰাদিৰ প্ৰবেশ, নাটকৰ আৰম্ভণিত সূত্ৰধাৰৰ নান্দী, শেহত ভৰত বাক্য বা মুক্তি মঙ্গল, পাত্ৰবিলাকৰ প্ৰবেশত নৃত্য -এই সকলোবিলাকতে প্ৰাচীন ভাৰতৰ নাট্যলীলাৰেই ধৰণ কাৰণ। এনে ধৰণৰ নাট্যলীলা অন্ততঃ খৃষ্টীয় প্ৰথম শতিকাৰো আগৰ পৰা আৰ্জিলৈকে কলিঙ্গত চলি আছে। বৰ্ত্তমান ইতিহাসৰ মতে খৃষ্টীয় দ্বিতীয় শতিকাত ভালেখিনি কলিঙ্গৰ অধিবাসী গৈ যবদ্বীপ আদিত উপনিবেশ স্থাপন কৰে। সিবিলাকৰ দিনৰ পৰা চলি অহা সেই সেই দ্বীপৰ মহাভাৰত ৰামায়ণ আদিৰ নাট্যলীলাৰে বৰ্ত্তমান কলিঙ্গৰ অভিনয় আৰু অসমীয়া অঙ্কীয়া ভাৱনাৰ ধৰণ কাৰণত ভালেখিনি মিল। অইন কি যবদ্বীপৰ মহাভাৰতৰ অভিনয়ত অৰ্জ্জুনৰ দুই কাষে নাচি ফুৰা দুটা পাৰিপাৰ্শ্বিক আৰু অঙ্কীয়া ভাওনাৰ শ্ৰীকৃষ্ণৰ দুয়োকাষে নাচি অহা দুটি পাৰিষদ অথবা মহাদেৱৰ লগে লগে নাচি ফুৰা নন্দী ভৃঙ্গীৰো আচৰিত মিল দেখিলে তধা লাগিব লাগে। শঙ্কৰদেৱৰ সকলো চেষ্টাতে প্ৰায় সকলো সময়তে দাক্ষিণাত্যৰ বিশেষকৈ কলিঙ্গৰ প্ৰভাৱেই বেচিকৈ পৰিলক্ষিত হয়। তীৰ্থ ভ্ৰমণ কালত অন্য তীৰ্থতকৈ বেচি কাল তেখেতে জগন্নাথত কটোৱাৰ প্ৰবাদ আছে। মহাপুৰুষীয়া ভকত সকলৰ সাজপাৰত শ্ৰীক্ষেত্ৰৰ পাণ্ডা সকলৰ সাজপাৰেৰে বেচ সাদৃশ্য আছে। বৰ্ত্তমান উৰিষ্যাৰ জন সাধাৰণৰ সাজৰ যি নাট্যলীলা তাৰ ধৰণ কাৰণ কামৰূপৰ 'বায়েনীয়াৰ' লগত প্ৰায়ে মিলি যায়। উজনিত ৰজাঘৰৰ প্ৰায় সমানে আয়েম আৰু ক্ষমতা থকা সত্ৰাধিকাৰ সকলৰ হাতত পৰি সিবিলাকৰ পূৰ্ব্বপুৰুষৰ সঞ্চিত সাধনাৰ আলোকত এই বায়েনীয়াই বহুত গহীন আৰু সৃজিল হৈ ভাৱনা হৈ পৰিলহি। জনসাধাৰণৰ মনত ধৰ্ম্মভাৱ জগাবলৈ শঙ্কৰদেৱে উচ্চ সাহিত্য সংস্কৃতৰ নাটক বা তাৰ অভিনয়লৈ মন নেমেলি সেই কালৰ অসমত মঠ মন্দিৰে জলি থকা নাট্যলীলালৈ জান নেজানকৈ কলিঙ্গাদিত অভিনীত হোৱা প্ৰাচীন ভাৰতৰ সাধাৰণ জনপ্ৰিয় নাট্য লীলাৰ আভাস আনি জনসাধাৰণৰ মাজত বোৱাই দিলেহি। নাটকৰ মাজেদি বৌদ্ধযুগৰ শেহ ভাগৰ চেষ্টা ফুটি পৰিল, বৈষ্ণৱ পৰ্ব্বই পৰ্ব্বই তিথিয়ে পাৰ্ব্বনে অভিনয়ৰ মাজেদি ভাগৱতীয় ধৰ্ম্মৰ মহিমা ঘোষিত হবলৈ ধৰিলে। অকল শঙ্কৰদেৱে নিজে অভিনয়াদিৰ চেষ্টা কৰি ৰামবিজয়, কালীদমন, কোটোৰাখেলা, গোৱালীপাৰা, চিহ্নু যাত্ৰা, পত্নীপ্ৰসাদ, পাৰিজাত হৰণ, কেলি গোপাল, ৰাস জুমুৰা আৰু ৰুক্মিনীহৰণ নামৰ দহখনি নাটক লিখি উজনি অসমৰ পৰা ভাটিৰ ৰংপুৰলৈকে ভাৱনা কৰোৱায়। এই মহাপুৰুষৰ প্ৰিয় শিষ্য মাধৱদেৱেও, চোৰধৰা, দধিমথন, পিম্পৰা গুচোৱা, ভূমি লোটোৱা, ভূষণ হেৰোৱা আৰু ভোজন বৃত্তান্ত নামেৰে ছখনি নাটক লিখি অভিনয় কৰোৱাইছিল। প্ৰবাদ আছে শঙ্কৰদেৱৰ চিহ্নু-যাত্ৰাৰ অভিনয়ত বোলে দৃশ্য পটাদিৰো ব্যৱহাৰ হৈছিল। এই দৃশ্যপটৰ ব্যৱহাৰে আমাক স্বভাৱতে উত্তৰ ৰাম চৰিত দৃশ্যপটলৈ মনত পেলোৱায়। নাটক কেউখনিৰ ভাষা ব্ৰজবুলি। কাব্যৰস বা চৰিত্ৰ অঙ্কন নাটকৰ মূল লক্ষ্য নহলেও, ভক্তিৰসৰ ফালৰ পৰা মাজে মাজে ঠাই বুজি দুই এটি কথাৰেই দুই একোটি চৰিত্ৰ অতি উজ্জ্বলকৈ ফুটি উঠিছে। বিশেষকৈ বৰগীত বিলাকৰ মাজেদি যি সৌন্দৰ্য্য আৰু মাধুৰ্য্যৰ ধাৰা জৰি জৰি পৰে তাক এবাৰ শুনিলে, এবাৰ ভাবিলে মন প্ৰাণ শীতল পৰি যায়। এটাইতকৈ তেও ভাল লাগে শেষৰ গৰাকী মহাপুৰুষৰ নাটক কিখনি। শ্ৰীকৃষ্ণৰ বাল্যলীলাৰ এপৰত এঠাইতে হোৱা ঘটনা একোটি ঠিক এপৰ জোৰাই জোখেৰে অভিনয় কৰোৱা এই নাটক কেউখনিৰ বিশেষত্ব। তাত ঘটনাবহুলৰ বৈচিত্ৰ্য নাই, বাল্যলীলাৰ সহজ সুন্দৰ অভিনয়, অথচ সলোখিনিতে কৃষ্ণৰ ভৱিষ্য জীৱনৰ বীজ সুন্দৰকৈ জিলিকিছে। এই স্থান কাল আৰু ঘটনাৰ ঐক্য সংযোগ যে দেখা যায়, তাৰ নিমিত্তে গ্ৰীক ট্ৰেজেডিৰ মুখলৈ চাব লগীয়া হোৱা নাছিল। ভাৰতৰ নাটকতে একে দিনে একে ঠাইতে হোৱা ঘটনা একোটি লৈ এক

অঙ্ক কৰিবলৈ নাট্যশাস্ত্ৰই বিধান দি গৈছে। একাঙ্কক নাটক ভাৰতৰ কেবা শ্ৰেণীৰ নাটকতো পোৱা যায়। এই মহাপুৰুষ দুগৰাকীৰ নাটক আৰু সেই চানেকীয়া সকলো নাটকক আজিও অসমে অঙ্কীয়া নাটক বোলে। মাধৱদেৱৰ নাটক কিখনি একাঙ্কক নাটকৰ লেখত পেলাই অঙ্কীয়া বুলিব পাৰি; কিন্তু শঙ্কৰদেৱৰ ৰামবিজয়, পাৰিজাত হৰণ আৰু ৰুক্মিণীহৰণ নাটকত এদিনতকৈ আৰু এক অঙ্কৰ ঘটনাতকৈও বেছি আছে। সেইবিলাকৰ প্ৰায়খিনিতে পৌৰাণিক ইতিবৃত্তৰ অভিনয়, নায়কৰ লীলা হ'ল মনুষ্যৰ লীলা, বিলাপ আৰু জয় পৰাজয়ো আছে সংস্কৃতিৰ এনে শ্ৰেণীৰ নাটকৰ নাম অঙ্ক। দুয়োবিধ নাটকেই এই লেখেৰে অঙ্ক হ'ল যেতিয়া, গোটেই খিনিকে সামৰিবলৈ অঙ্কীয়া বোলাই সমীচীন হৈছে।

ইয়াৰ পাচত দৈত্যাৰি ঠাকুৰ, ৰামচৰণ ঠাকুৰ, হৰি ৰায়, হৰিধন দেউ, ভবানীপুৰীয়া গোপাল আতা, বৰদোৱাৰ অধিকাৰ, হৰিচৰণ আতাকে আদি কৰি বৰ্ত্তমান যুগলৈকে সত্ৰাধিকাৰ গোঁসাই মহন্তসকলৰ যত্নত অগণন নাটকৰ প্ৰণয়ন হ'ল। সকলো নাটকৰে একে ঠাচ - একে অঙ্কীয়া গীত মাত, একে অঙ্কীয়া বাজনা, - ধৰণ কাৰণ সকলো অঙ্কীয়া। ১৮৯৫ খৃষ্টাব্দত কলিকতাৰ অ, ভা, উ, সা, সভাৰ উদ্যমত প্ৰকাশ হোৱা অসমীয়া পুথিৰ তালিকাত ১২৫ খন অঙ্কীয়া নাটৰ নাম পোৱা যায়। তালিকা খনিত দক্ষিণপাত, কমলাবাৰী, বৰদোৱা আৰু খলিহে সত্ৰৰ নাটকৰ কথা হে আছে। বাকী সত্ৰৰ আৰু চাগৈ কত নাটক আছিল ! তাৰে চাগৈ কিমান মানৰ জীয়া জুইত জাহ গল তাৰ বাতৰি কোনে ৰাখিছে ? তালিকাৰ নাটকখিনিৰ ভিতৰত ৬০ খনি ভাগৱতৰ, ২০ খনি ৰামায়ণৰ, ২৫ খনি মহাভাৰতৰ, ৬ খনি দেৱী ভাগৱতৰ আৰু বাকী কিখনি অন্য পুৰাণ আৰু উপপুৰাণৰ ! এই নাটকখিনিৰ তিনি ভাগৰ দুভাগেই বধ বা যুজবাগৰৰ বৃত্তান্ত লৈ লিখা। ইয়াতে অসমীয়াৰ জাতীয় জুতিৰ আভাস পোৱা যায়। অসমীয়া জাতি যুজাৰু জাতি। সেই কালত হাতীযুঁজ, মালযুজ, সেনৰ যুঁজ, মহযুঁজ, বনৰীয়া জন্তুৰে মানুহৰ যুঁজ চাই অসমীয়াই আজৰীয়া বতৰত ৰঙ কৰিছিল। সেই দেখি ৰ'মৰ দৰে অতৰ্কিতে নাটকত গ্লেডিটৰিয়েল দৃশ্য লাহে লাহে ধাতু বুজি সোমাই পৰিল। ভীমে যেনেকৈ শ্ৰীকৃষ্ণৰ অন্য মূৰ্ত্তিতকৈ দাঁতৰ আগত পৃথিৱী তুলি লোৱা বৰাহৰ মুৰ্ত্তিটিক প্ৰাণে প্ৰাণে পূজা কৰিছিল, অসমীয়া জাতীয়েও সেই দৰে শ্ৰীকৃষ্ণৰ বীৰ ৰসৰ বিভূতিকে মনে মনে পূজা কৰিছিল। সেইহে কীৰ্ত্তনৰ যি কেইটা পদ অসমৰ ইমুৰৰ পৰা সিমুৰলৈকে জনপ্ৰিয় হৈ আছে তাৰে এটি স্যমন্ত হৰণৰ-"হেন শুনি জাম্বৱন্ত, ধাইলা মহা বলৱন্ত ॥" অসীম প্ৰতিভাৰ শঙ্কৰ দেৱে এই বীৰজাতিৰ বীৰ ভাবটিলৈকে লক্ষ্য কৰি শ্ৰীকৃষ্ণৰ বীৰত্ব বৰ্ণনা কৰি দাস্য ভাবৰ ভক্তি অসমীয়াক দি তাৰে শৰীৰৰ বল বীৰ্য্য অৱতাৰ সকলৰ অনুকূলে শিষ্টৰ পালন আৰু দুষ্টৰ দমন ব্যাপাৰত প্ৰয়োগ কৰিবলৈ কাব্যেৰে আৰু নাটকেৰে জনসাধাৰণৰ মনত লাগি যোৱাকৈ কৈ গ'ল। এই নাটকবিলাকত বধ বা মৃত্যুৰ দৃশ্য যদিও আছে , তাৰ লগে লগে ধৰ্ম্মৰ জয় আৰু হৰিনামৰ প্ৰশংসা থকাত ট্ৰেজেডিৰ দৰে প্ৰাণৰ আকুলতা জাগি নুঠে।

মহাপুৰুষসকলৰ কিছুকালৰ পাচত জনসাধাৰণে স্বভাৱতে সিবিলাকৰ উচ্চ আদৰ্শৰ পৰা লাহে লাহে গ্ৰাম্যভাবলৈ নামি আহি এনে হেন পবিত্ৰ নাট্যৰ দুৱাৰ বহুৱাৰ চহালীলালৈ মোকলাই দিলে। এই বহুৱাৰ কোনোকোনো জনে আজিও সুন্দৰ ছন্দেৰে অনৰ্গল মুখে মুখে ইমান হাস্য ৰসাত্মক ৰচনা শক্তি দেখুৱায় যে সিবিলাকৰ কথা শুনিলে মনত পৰে প্ৰাচীন ভাৰতৰ অবিৰল ধাৰাৰে ভুজঙ্গপ্ৰয়াতত কথা কোৱা নৈষধৰ কবিলৈ আৰু ইংৰাজী কবি গ্ৰেৰ ইলিজিৰ "ইনগ্লৰিয়াচ মিল্টন" বোলা কথাষাৰিলৈ। লাহে লাহে কবিতাৰ এই আচৰিত শক্তিয়েও লোকপ্ৰিয়তাৰ সস্তা দৰৰ জুতি বিচাৰি দিনক দিনে গ্ৰাম্য ভাষা আৰু ধৰ্ম্মৰ মাজেদি বৈ আহি শেষত ইমান জঘন্য হৈ পৰিলহি যে সুসভ্য সমাজে বহুৱাৰ নাম পৰ্য্যন্ত নুশুনা হল। অভিনয় হব "অৰ্জ্জুন বধ" বা "কালীদমন", এই বহুৱাৰ অত্যাচাৰত এনে হয় যে বাপেকজীয়েক, মাক পুতেক একেলগে বহি চাব

নোবাবাত পৰঁগৈ।

অধ্যাত্মিক জগতৰ আৰু এক কদৰ্য্যতা আহি অতৰ্কিতে এই নাটকবিলাকত সোমাই পৰিল। বিবেকেৰে বৈৰাগ্য লাভ কৰি সাধন পথত অগ্রসৰ হবলৈ দিয়া মহাপুৰুষসকলৰ যি দাৰ্শনিক তথ্যৰ ইঙ্গিত তাৰ আচল অৰ্থ হেৰাই গল। বিবেকলৈ বাট নেচাই বৈৰাগ্যকে সাবটি ধৰি বৰ্ত্তমান কলাঘুমটিত পৰা জাতিটিৰ টোপনিয়াবলৈ বেচ চল লাগিল। পুত্র পৰিবাৰ অসাৰ, ধনজন অথিৰ— এই যে আপেক্ষিক বৈৰাগ্যৰ সাত্তিকভাব, সি তাৰ আচল অৰ্থ হেৰুৱাই বিকৃত হৈ অসমীয়াৰ সিৰে সিৰে সোমাই গৈছে; ফলত তাৰ নিজৰ বাৰী নিজৰ আলি পদুলিয়ে যে ভৰ দুপৰতে শিয়ালে হাঁহ লৈ যায়হিয়েইনে অঁহন কি গাত পিন্ধি থকা চোলাটোৰেও পানী পোতাত পৰি নিজে পানী নিপিয়ে মানলৈকে পানী এটুপিৰ মুখ নেদেখোত পৰিছেহি।

লাহে লাহে ঊনবিংশ শতিকাৰ শেহ ভাগলৈ এই চানেকীয়া নাটকৰ ভাষা ক্রমে বিকৃত হৈ জনসাধাৰণে বুজিবলৈ টান পোৱাত অভিনেতাই ব্রজবুলিত আগে বচন মাতি যায় আৰু লগে লগে আৰ্থাৎ বুলি তাৰে ঘৰুৱা কথাৰে অৰ্থ ভাঙ্গি যায়। কোৱা বাহুল্য, এনে ধৰণৰ অভিনয়ত অভিনেতাৰ নাটকীয় চৰিত্রৰ অভিব্যক্তিতকৈ পণ্ডিতালিৰ ভাওহে বেছিকৈ ফুটিবলৈ ধৰিলে। এই দৰেই ভালে খিনি বছৰ গ'ল।

(চ)†

প্ৰায় ছকুৰি বছৰৰ আগতে বৃটিচ সিংহৰ পাচে পাচে বঙ্গালীসকল অসমলৈ সোমাই পৰিল। সিবিলাকৰ যত্নত নামনি অসমত বাঙ্গালীৰ যাত্রা আৰু উজনি অসমত বাইগান চলিবলৈ ধৰিলে। অসমৰ চিৰস্বাধীনতা হেৰোৱাৰ লগে লগেই তাৰ সকলো গ'ল। মানৰ নিদাৰুণ নিস্পীড়নত আত্মবোধ থকা প্ৰায় সকলো অসমীয়াই প্ৰাণ দিলে। বাকী যি ব'ল তাৰ সৰহ ভাগেই দেশৰ গৌৰব ৰাখিব নোৱাৰিলে। বাঙ্গলাৰে কথা পাতি বাঙ্গালী সকলক অনুকৰণ কৰি গৌৰব অনুভৱ কৰিবলৈ ধৰিলে।

বাঙ্গালী যাত্ৰাৰ জনম ১৮২১ খৃষ্টাব্দৰ "কলিবাজাৰ যাত্ৰা" নামৰ নাটকত অভিনয় নুবুলি সিবিলাকে যাত্রা বোলে কিয় তাৰ ওৰ আজিলৈকে ওলোৱা নাই। অভিনয় আৰু অসমীয়া ভাৱনা অৰ্থত প্ৰায় একেই। কামৰূপৰ বায়েনৰ পৰা বায়েনীয়া তাৰো এক অৰ্থ আছে; কিন্তু যাত্ৰা মানে বঙ্গাৰ যাত্ৰা কালত আনন্দ উৎসৱত বাজে অভিনয় বুজোৱা অঁহন অৰ্থ পোৱা নেযায়। সেই কালত শঙ্কৰী যুগৰ চিহ্ন যাত্ৰা, জনম যাত্রা, নৃসিংহ যাত্রা আদি নাটক পূৰ্ব্ববঙ্গত বহুবাৰ হৈছিল। এনেও হব পাৰে সেই যাত্ৰা যাত্ৰাই যাত্ৰা হৈ পৰিল। সেই সম্পৰ্কে ৰায় বাহাদুৰ দীনেশ সেনৰ মন্তব্য আলোচনা কৰিলে এই ধাৰণা আৰু বলী হয়, -বাঙ্গালী যাত্ৰাৰ প্ৰথম নেতা কৃষ্ণকমল বোলে সুখ সাগৰৰ লোক, — সেইকালত পূৰ্ব্ববঙ্গ হেনো শ্ৰীকৃষ্ণ যাত্ৰাৰ লীলাভূমি আছিল।

তেহেলেই যেই হওক, উনবিংশ শতিকাৰ শেহ ভাগলৈ বাঙ্গালীৰ "কেলুৱা ভেলুৱাৰ চং" অসমীয়া ভাৱনাত সোমায়েই নেৰিলে, লাহে লাহে বাঙ্গালী গোট নাটকেই আহি অসমীয়া নাট্যলীলাত ভুমুকিয়াবলৈ ধৰিলে। দেখা দেখিকৈ অসমৰ কোনো সত্ৰতো বঙ্গলা নাটক আৰু বঙ্গলুৱা বাজনা সোমাই পৰিল। সীতাহৰণ নাটক হ'ল বাঙ্গালী মতিলাল ৰায়ৰ, বাঙ্গলা ভাষাৰেই বচন আবৃত্তি আৰু গান; কিন্তু তাত অসমীয়া নাচেৰে বাঙ্গালী কোৱা সূত্ৰধাৰ, আৰু মাজে মাজে যাত্ৰাৰ জুৰিৰ গানৰ ঠাইত অসমীয়া গায়েনৰ বাঙ্গলা গীত। তাৰ টো আহি এজন বিখ্যাত ওজাৰ জৰিয়তে শিৱসাগৰৰ গায়েনসকলৰ মাজ পাইছিলহি। তেনেতে ঊনবিংশ আৰু বিংশ শতাব্দীৰ মোজামোজিত শিৱসাগৰৰ দিবাকৰ বৰপূজাৰীদেৱে বৰ্ত্তমান অসমীয়া ভাষাৰ গীত মাতেৰে প্ৰাচীন নাটকৰ ধৰণে কংসবধ, অশ্বকৰ্ণ বধ, আৰু যমলাৰ্জ্জুনভঞ্জন নামৰ নাটক কেৰাখনিও লিখি শিৱসাগৰৰ গায়েনসকলৰ হতুৱাই দ'লৰ পৰ্ব্ব উপলক্ষে ভাৱনা পতোৱাইছিল। ইয়াৰ আগেয়ে অসমৰ কোনো ঠাইত ভাৱনাৰ উন্নতি কল্পে এনে চেষ্টা হোৱা আমাৰ

---

† আৱাহন, ৬ষ্ঠ বছৰ, ১ম সংখ্যা, ১৮৫৩ শক।

কাণত পৰাহি নাই। বৰপূজাৰী দেৱৰ নাটক কিখনিত অকল ভাষাৰেও নহয়, বস্তু বিষয়াতো সেই কালৰ ইতৰ নাটকবিলাকতকৈ আশাতীত উন্নতি দেখা গৈছিল।

বৃটিচ শাসনৰ আৰম্ভৰে পৰা আজি কিছুবছৰৰ আগলৈকে অসমীয়াই সকলো কথাতে সহস্ৰ সুবিধাৰ ভাৰত ৰাজধানী কলিকতা খনি পিঠিত লৈ অহা বাঙ্গালী সকলৰ মুখলৈ চাব লগীয়া হ'ল। চাওঁতে চাওঁতে সিবিলাকৰ হাব-ভাব , সিবিলাকৰ জুতি বাহিৰ চোতালতে নেথাকি মজিয়াই দি আখলৰ চৰুও পালেগৈ। বেচিকৈ ওলাই মেলি নুফুৰা , বজাৰে সমাৰে ফুৰি গা তিওৰা, বিদেশীক বাট চ'ৰাতে থৈ সোধা ভালে খিনি গোঁসাই মহন্ত তেতিয়া আছিল , নহলে পিণ্ড দিয়া চালিৰ তলৰ চাকিটিৰ দৰে অসমৰ নাট্যলীলা এতিয়াও টিমিক টামাককৈ যি জলি আছে সিও নেথাকিলহেঁতেন। অসমীয়াই ৰজাঘৰীয়া অনুগ্ৰহত তাৰ নিজ ভাষাৰে লিখা পঢ়া কৰিবলৈ সুবিধা পাইছে যদিও এতিয়াও সি সৰ্ব্বগ্ৰাসৰ পৰা মুক্ত হৈ জোন জিলিকাদি জিলিকিব পৰা নাই।

আৰু এডোখৰ ক'লা ডাৱৰ পচিমৰ পৰা ওপোলাই আহিল। তাৰ আন্ধাৰত অসমৰ চিৰসাধনা এই যায় , এই পলায় এনে তাৰ অৱস্থা ! অসমৰ নাট্য গগণত সি হল থিয়েটাৰ ! এই থিয়েটাৰে নামতে অকল লেঠা লগোৱা নাই অসমৰ নাট্যলীলাৰ সন্ধি কঁপাই তুলিছে। থিয়েটৰ বিলাত ফেৰত হৈ বঙ্গদেশৰ জৰিয়তে অসম সোমাইছে , ১৭৯৬ খৃষ্টাব্দত 'লেবিডফ' নামৰ এজন য়ুৰোপীয়ই বঙ্গদেশৰ গোলক চন্দ্ৰ দাসক হাতত লৈ মুছলমান ৰাজত্বত প্ৰসুপ্ত নাট্যলীলাৰ প্ৰথম জাগৰণ কৰোৱালে। ইংৰাজী সাজ-সৰঞ্জাম আৰু বাজনাৰে ভাৰতীয় নাটকৰ প্ৰথম অভিনয় হ'ল। তাৰ পৰাই বাঙ্গলাত যি নাটকাদিৰ ৰচনা হ'ল সকলোৰে আদৰ্শ ইংৰাজী নাটক। অভিনয়ৰ অভিব্যক্তিতো সিবিলাকে ইংৰাজৰ ধৰণ-কৰণ অনুকৰণ কৰিবলৈ লাগিল। পণ্ডিত ৰাম নাৰায়ণে এবাৰ সোঁতৰ বিৰুদ্ধে বুকু পাতি উঠিছিল, কিন্তু যুগধৰ্ম্ম আৰু ইংৰাজী শিক্ষাৰ যি পাগলাদিয়াৰ সোঁত , তাত সৰহ পৰ আৱৰিব নোৱাৰিলে, বুৰি গল। চাওঁতে চাওঁতে মাইকেল মধুসূদন আৰু প্ৰতিভাশালী দীনবন্ধুৰ য়ুৰোপীয় অনুকৰণ শিক্ষিত অশিক্ষিত সকলোৰে প্ৰিয় হবলৈ ধৰিলে। এই সকলৰ নাটকত অইন যি নায়েইনে ভাৰতীয় নাটকৰ নান্দী ভৰতবাক্য আদিৰ যি ক্ষীন আভাস ৰৈছিলগৈ সিও নুমাই থাকিল। ইবিলাকৰ বাটে বাটে কলিকতাৰ সকলো সুবিধা হাতত লৈ অইন অইন কেবাজনৰো চেষ্টা চলিবলৈ ধৰিলে। শেহত ১৮৭২ খৃষ্টাব্দত কলিকতা মহানগৰীত প্ৰথম নেচনেল থিয়েটাৰ স্থাপিত হয়। ইয়াৰ পাচৰ পৰাই গিৰীশ ঘোষ, অমৃত বসু, অমৰ দত্ত, সুৰেণ ঘোষ আৰু শিশিৰ ভাদুৰী প্ৰমুখ্যে প্ৰতিভাশালী গুণীসকলৰ চেষ্টাত অবিয়াঅৰিত কলিকতাত কেবাটিও নাট্যালয় স্থাপিত হল, আৰু চাওঁতে চাওঁতে বঙ্গদেশৰ নাট্যলীলা বৰ্ত্তমান ভাৰতৰ উৎকৃষ্ট নাট্যলীলাৰ অন্যতম হৈ পৰিল।

অসমৰ হেপাহ আছে, কিন্তু সহস্ৰ সুবিধাৰ কলিকতাখনি হাতত নথকা গতিকে এই নতুন নাট্যলীলাৰে বঙ্গদেশলৈ চকু নিদি নোৱাৰিলে। চিৰস্মৰণীয় হেম চন্দ্ৰ বৰুৱাদেৱে কলিকতাত নেচনেল থিয়েটৰ স্থাপিত হোৱাৰ ছবছৰৰ আগতে সেই কালৰ য়ুৰোপীয় নাটকৰ আৰ্হিৰে 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী' নামৰ নাটক এখনি ছপা কৰাই প্ৰকাশ কৰিলে। এই নাটকখনিত পৰৰ প্ৰেৰণা হলেও নিজৰ মৌলিকতা যথেষ্ট আছে। ইয়াৰ দুবছৰৰ পাচতে তেখেতৰ লিখনিৰ পৰা কানীয়া কীৰ্ত্তন নামৰ আৰু এখনি নাটক ওলায়। প্ৰথমে প্ৰথমে অসমীয়াই কেবা ঠাইতো এই কেউখন নাটকেৰে থিয়েটাৰৰ অনুকৰণ কৰিবলৈ ধৰে। অলপৰ পাচৰ ৰুদ্ৰৰাম বৰদলৈ দেৱৰ 'বঙ্গাল বঙ্গালনী নাটক' ১৮৭১ খৃষ্টাব্দত প্ৰকাশ হয়। এই তিনিও খনিক নাটকতকৈ প্ৰহসন বুলি ধৰিলেহে ভালকৈ শুৱায়। ৰায় বাহাদুৰ গুনাভিৰাম বৰুৱা দেৱৰ 'ৰাম নৱমী নাটক' নামৰ গহীন নাটক খনি বেচি পাচৰ নহয়। ১৮৮৪ খৃষ্টাব্দত হৰিশ্চন্দ্ৰ নামৰ আৰু এখনি গহীন পৌৰাণিক নাটক প্ৰকাশিত হয়। পূৰ্ণকান্ত শৰ্ম্মা দেৱৰ এই নাটকখনি

বোলে না-ভাৱনা না-থিয়েটৰ এনেদৰে কেবা বাৰো অভিনীত হৈ হৈ ডিব্ৰুৰ নাট্যালয় স্থাপিত হোৱাৰ লগে লগে হে থিয়েটৰৰ নাটক ৰূপে পৰিগণিত হয়। এই গৰাকী নাট্যকাৰৰ হৰধনু ভঙ্গ নামৰ আৰু এখনি নাটক উজনিৰ প্ৰায় সকলো নগৰত অভিনীত হৈছিল। শৰ্ম্মাদেৱৰ পাচতে বঙ্গদেশলৈ অহা দি অসমলৈকো অনুবাদৰ এটি সোনালী ছেগ আহিল। ১৮৮৭ খৃষ্টাব্দত ৰবাদেৱৰ শকুন্তলাৰ সুৰলা ভাঙনি প্ৰকাশিত হয়। ১৮৮৮ খৃষ্টাব্দত তেতিয়াৰ কলিকতীয়া ছাত্ৰ ঘনশ্যাম বৰুৱাদেৱ, বত্নধৰ বৰুৱাদেৱ, গুণানন্দ বৰুৱাদেৱ আৰু ৰমাকান্তবৰুৱাদেৱে মিলি জুলি 'ভ্ৰমৰঙ্গ' নামেৰে চেক্সপিয়েৰৰ 'কমিডি অব এৰৰ্‌স্'ৰ ভাঙনি এখনি প্ৰকাশিত কৰে। ইয়াৰ ওচৰাওচৰিকৈ ৰত্নেশ্বৰ মহন্ত দেৱে বেণী সংহাৰৰো বোলে ভাঙনি কৰিছিল। দুনাই এনে এটি ছেগ এতিয়ালৈকে প্ৰকাশ্যে আৰু নাহিল। ইয়াৰ পাচতে শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা দেৱৰ 'মেঘনাদ বধৰ' দিনলৈ অগাপিচাকৈ চৌধুৰী দেৱৰ কৰ্ণবধ; ৰৱা আৰু চৌধুৰী দেৱৰ চন্দ্ৰপ্ৰভা; মহন্ত দেৱৰ জয়দ্ৰথ বধ, দ্ৰৌপদী হৰণ, আৰু হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ পাৰিজাত হৰণ; শ্ৰীযুত বেনুধৰ ৰাজখোৱাদেৱৰ সেঁউতি কিৰণ, দুৰ্য্যোধনৰ উৰুভঙ্গ; দুৰ্গা প্ৰসাদ মজিন্দাৰ দেৱৰ বৃষকেতু, গুৰু দক্ষিণা, মহৰী, নিগ্ৰো; হৰেশ্বৰ বৰুৱাদেৱৰ অভিমন্যু বধ, শকুন্তলা; পদ্মনাথ শৰ্ম্মাদেৱৰ ন বোৱাৰী, দুৰ্গানাথ চাংকাকতিদেৱৰ চন্দ্ৰহাঁস আদি অনেক নাটকৰ প্ৰণয়ন হল। এই নাটক কিখনিৰ আগৰ কেখনি মান প্ৰাকশ নোহোৱাত গুনাগুণৰ বিষয়ে একো কব নোৱাৰি। প্ৰকাশ হোৱা কেখনি মান চাই ইমানকে কব পাৰি যে সেই নাটকবিলাক প্ৰায় সাঁচে কাটে বঙ্গদেশৰ জৰিয়তে অহা য়ুৰোপৰ ঠাচৰ। কোনো কোনো খনিত জাতীয় অপবাদৰ ব্যঙ্গচিত্ৰ বেৰ্টকৈয়ে ফুটিছে, আৰু প্ৰায়বিলাকতে য়ুৰোপৰ টোত জাতীয় সংস্কাৰৰ যি সংঘৰ্ষ তাৰে সুন্দৰ আভাস নিজিলিকিও জিলিকি পৰিছে। এই নাটক বিলাকৰ অভিনয় কৰিবলৈ কলিকতা আদি ঠাইৰ খন্তেকীয়া খুচুৰীয়া আয়োজনৰ কথা বাদ দিলে প্ৰথমে প্ৰথমে নিগাৰ্জিকৈ ডিব্ৰুগড়ত আৰু পাচলৈ আগাপাচাকৈ বোলে গুৱাহাটী, যোৰহাট, শিৱসাগৰ, তেজপুৰ আদি নগৰৰ শিক্ষিত অসমীয়া সকলে বাঙ্গালী সকলেৰে লগ লাগি একো একোটি ষ্টেইজ বিংশ শতাব্দীৰ দোকমোকালিতে সাজি লৈছিল। পাচলৈ মনান্তৰ ঘটাত যোৰহাট আৰু শিৱসাগৰৰ বাহিৰে সকলো ঠাইতে সেই ষ্টেইজ সিবিলাকক এৰি দি নিজে নিজে আছুটীয়াকৈ অসমীয়াৰ নামে একো একোটি নাটঘৰ সাজি লৈছে। সেই কালৰ মৌলিক নাটকবিলাকৰ ৰচন গদ্য আৰু অমিত্ৰাক্ষৰ ছন্দ মিশ্ৰিত। প্ৰহসনৰ দৰে পাতল ভাবৰ নাটকবিলাকত গদ্যই চলিছিল। ঐকতানৰ যন্ত্ৰ আছিল বেহেলা, ঢুলুকি, মঞ্জিৰা আৰ একৰ্ডিন। পাচলৈ হাৰ্ম্মনিয়ম হ'লহি। গানত বঙ্গদেশৰ পৰা অহা চোকোৰা বা বাই নাচৰ ছেও আৰু সুৰ। তাৰ পাচত কলিকতাত সেই কালত প্ৰচলিত গিৰীশীয়া আবৃত্তিৰ ঠাচেৰে মধুসূদন দত্তৰ অমিত্ৰাক্ষৰ ছন্দ প্ৰথম নাটক লৈ আনে শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাদেৱে। এখেত অকল কবিয়েই নহয়, এগৰাকী অতি প্ৰসিদ্ধ অভিনেতাও আছিল। বঙ্গালী ওখ ধৰণৰ সুৰ তেখেতৰ গানৰ মাজেদিয়ে অসমৰ দীঘেপুতলে প্ৰথম প্ৰচাৰ হয়। অসমৰ এনে এটি ৰঙ্গমঞ্চ নাই য'ত এই লিখকৰ মেঘনাদ বধ একাধিকবাৰ অভিনীত হোৱা নাই। মাইকেল মধুসূদনৰ পৰা আঁতৰি ৰামায়ণৰ মূল চৰিত্ৰ অনুসৰি এই নাটক ৰচনা কৰা হোৱা হলে এই নাটকৰ স্থান যে আৰু কিমান ওপৰত হলহেঁতেন তাক জনপ্ৰিয়তালৈ চাই সহজে অনুমান কৰিব পাৰি।

মেঘনাদ বধৰ লগে লেগে দেৱনাথ বৰদলৈ দেৱৰ 'বৈদেহি বিচ্ছেদ'। এই নাটক খনিত মাইকেল আৰু গিৰীশ ঘোষৰ মাজতে নতুন অমিত্ৰাক্ষৰ ছন্দৰ সুৰদি আভাস এটি পাবলৈ আছে। মৌলিকতা আৰু কাব্যৰসৰ ফালৰ পৰা নাটক খনি সুন্দৰ।

অমিত্ৰাক্ষৰ ছন্দ বঙ্গদেশৰ জৰিয়তে আহিল হয়, কিন্তু পদ্মনাথ গোঁহাই বৰুৱা দেৱৰ দৰে হাত এখনি নপৰালৈকে সি জতুৱা পাগত নুঠিছিল। বৰুৱাদেৱৰ জয়মতী, গদাধৰ আৰু সাধনীয়ে একালে যেনেকৈ

অমিত্ৰাক্ষৰ ছন্দ অসমীয়া কৰিলে অইন ফালে ইতিহাসৰ মৌলিক চৰিত্ৰ নাটকৰ মাজেদি বাইজৰ আগলৈ পোন প্ৰথমে দাঙি ধৰিলে- বৰুৱা দেৱৰ নাটককিখনি এই লেখেৰে অসমৰ আপুৰুগীয়া বস্তু।

বৰুৱাদেৱৰ আগে পাচে আৰু লগে লেগে ৰসৰাজ বেজবৰুৱা দেৱে অসমীয়া নাটকত উচ্চ ধৰণৰ হাস্যৰস বোৱাই আৰু ঐতিহাসিক নাটকত নতুন পোহৰ দি নাট্যলীলা আৰু উপাদেয় কৰি তুলিলে। অসমীয়াৰ অন্তৰৰ পৰা ফুটি অহা কি সেই স্বাভাৱিক ভাষা, - কি অতুলন বাক্য বিন্যাস, কি হাস্যোদ্দীপক ঘটনাৰ সমাবেশ ! সি যেন নাটক নহয়, অসমীয়াৰ বুকুৰ তেজেৰে লিখা মৰমৰ বাণী !

ইবিলাকৰ লগে লগে কবিবৰ শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা দেৱৰ নাটক কেঁউখনিৰো অসমৰ সকলো ঠাইতে সমান আদৰ। এই কবিৰ চেক্সপিয়েৰৰ " এজ ইউ লাইক ইট" ৰ ভাঙনি চন্দ্ৰাৱলীত বাজে বাকী পাৰ্থ পৰাজয় আৰু বালি বধত ঠায়ে ঠায়ে বস্তু বিষয়ৰ মৌলিকতাই নহয়, এক নতুন ছন্দ আৰু ঠাচৰ চেষ্টাও উজলি পৰিছে।

এই তিনিও জনৰ নাটকে অসমীয়া নাটকৰ মৰ্য্যদা বহু ওপৰলৈ তুলিলে। ইয়াৰ পাচতে নাট্যলীলা আহি আমাৰ সমসাময়িক নাট্যকাৰ সকলৰ হাতত পৰিছে। ইবিলাকৰ শোনিত কুৱঁৰী, কাবেঙৰ লিগিৰী, শকুনিৰ প্ৰতিশোধ, কাশ্মীৰ কুমাৰী আদি নাটকৰ গুণাগুণ বিচাৰ কৰাৰ ভাৰ আমাৰ পাচৰ তৰপৰ সমালোচকলৈ থাকিল।

ঠিক এই সময়তে বঙ্গদেশৰ বৰ সৌভাগ্য, একে জাউৰতে অনেক প্ৰতিভাশালী লোকৰ চেষ্টা শত মুখে বৰলৈ ধৰিলে। নাট্যজগতত নিতৌ নাট্যকাৰে নতুন অভিনেতাই নতুন উপচাৰ যোগাবই লাগিছে। অসমৰ নাট্যকাৰৰ আজি সেই শক্তি সেই বেগ নাই। চামে চামে কলিকতাৰ পৰা অহা ছাত্ৰসকলে, দৰ্শক সকলে কলিকতীয়া জুতি বিচাৰি পেন পেনাই আমনি কৰিছে। বেচেৰি লিখকৰ উপায় কি ? উচ্চাৰণৰ সামাইন সালসলনি কৰি গোটে গোটে বঙ্গালী নাটক একোখনিকে দি দিবলৈ তত হেৰাই গৈছে। ভাগ্য অসমীয়াৰ চিৰি শ, পেটকটা ষ, আৰু দইত স কেটা আছিল , — নহলে এইটো বেগত অসমীয়াৰ নাট্যগৃহত অসমীয়াৰ বুলিবলৈ একোকে নেথাকিল হেতেন। কলিকাতাত আজি দ্বিজেন্দ্ৰ লালৰ ভাব-প্ৰবণ নাটক, অসমতো হব লাগিব তাৰ অনুবাদ। কলিকতাত হল অপৰেশ বাবুৰ পৌৰাণিক নাটক, অসমতো তপতে তপতে তাৰ অনুবাদ। বৰ্ত্তমান নাটকৰ বাছনিত নাটকৰ উপযোগীতাতকৈ তাৰ অমুকে অমুকে কলিকতাত দিয়া ভাও কেটা ঘাই ভাৱৰীয়া দুই এজনে লব পৰা হলেই প্ৰায় ৰঙ্গমঞ্চতে হৈ যায় ; তেহেলৈ সেই নাটকে বিহেই তোলক বা অমৃতেই তোলক। একমুখে তৰুণ অসমীয়াৰ জীৱনৰ উদ্যম দেখি হিয়া ফুলি উঠে, অন্য মুখে সিবিলাকৰ এনে বিজতৰীয়া জুতি দেখিলে হিয়া কুচি মুচি যায়। এনে ধৰণৰ অনুকৰণৰ নাম ৰসৰাজ বেজবৰুৱা দেৱে বেচ দিছে - হনুকৰণ। নাটকত যি হনুকৰণ হলেই নে নাট্যটো হনুকৰণ। জগতৰ নাট্য ইতিহাসে কব লাগিছে এনে হনুকৰণে কোনো জাতিৰ কোনো যুগতেই নাট্যলীলাৰ উন্নতি সাধিব পৰা নাই। অসমীয়া ৰঙ্গমঞ্চৰ আজি মৌলিকতা হেৰাল। হনুকৰণ কৰিব পৰা চল নথকা কোনো মৌলিক নাটকৰ অভিনয় কৰিবলৈ পালেই সিবিলাকৰ জুতি নেলাগে। একে কথাই নাক কোঁচাই সিবিলাকে কয়, - নাটক 'ষ্টেইজৰ' উপযোগী নহয়। সকলো নাটকেই যে ষ্টেইজৰ উপযোগী তাকো কব নোৱাৰি; সেইবুলি ইয়াকো কব নোৱাৰি, অনেক সময়ত নিজৰ মৌলিকতাৰ অভাৱত অভিনেতাই নাটকত জীৱ দিব নোৱৰিও আঙুৰবোৰ যে টেঙ্গা নোবোলে। সিবিলাকে নেচাই মানুহৰ অনুকৰণ জন্তুৱেও কৰিব পাৰে, কিন্তু নিৰস নাটকত প্ৰাণ দিব পাৰে এক মাত্ৰ অভিনেতাই।

অনুকৰণৰ ধাউতিত প্ৰাচীন ভাৰতৰ সুআদৰ্শৰ কুআভাস দিয়া, আৰু জাতীয় অপবাদৰ কুকচিৰে ভৰা কেৱা খনিও বঙ্গদেশৰ নাটক অসমৰ ৰঙ্গমঞ্চত একাধিক বাৰ অভিনীত হৈ গৈছে। আমি নিজৰ বিলাস বাসনা চৰিতাৰ্থ কৰিব পাৰিলেই পাহৰি যাওঁ নাট্যলীলাৰ

সমাজলৈ বুলি দেশলৈ বুলি এক যে গুৰুতৰ দায়িত্ব আছে।

ইফালেদি নগৰৰ আঁৰে আঁৰে সত্ৰই সত্ৰই, নামঘৰে নামঘৰে, মঠে মন্দিৰে সংখ্যা গৰিষ্ঠ অসমীয়াৰ মাজত তিথিয়ে পৰ্ব্বই নিৰবে নিজমনেৰে চলিব লাগিছে মহাপুৰুষ সকলৰ পূৰ্ব্বপুৰুষ সকলৰ প্ৰচিন নাটকৰ জীৰ্ণ সংস্কৰণ। সিবিলাকলৈ বৰ্ত্তমান যি সকলে অনেক নতুন নাটক লিখি দিছে সেইসকলে নব জাগৰণৰ খোজে খোজে খোজ চলাব নোৱাৰি এক গতানুগতিক প্ৰথাকে পালন কৰিবলৈ বাধ্য হৈছে। ফলত নাটকৰ সংখ্যা বাঢ়িছে বহুত, বলৰ হিচাপত আগতকৈ বল পোৱা নাই অলপো। তেহেঁলে যেই হওক , —সিবিলাকৰ মাজত টিমিকি টিমিকি হলেও নাট্যলীলাৰ অখণ্ড প্ৰদীপ গছি যে অতকাল জলাই ৰখা হৈছে ইও তেনেয়ে কম কথা হোৱা নাই ।

নাট্য শাস্ত্ৰত ভাৰতৰ ঋষিয়ে অতি কাতৰকৈ কব লাগিছে, - "মা বৈ প্ৰনশ্যত্যমেটম্নাট্যং দুঃখাৎ প্ৰবৰ্ত্তিতম মহাশ্ৰয়ং মহাপুণ্যং বেদাঙ্গোপাঙ্গ সম্ভৱম্।" এনে দুখেৰে প্ৰবৰ্ত্তিত পবিত্ৰ নাট্যৰ যেন নাশ নহয়। ই অকল ঋষিৰেই বাণী নহয়, — কত যুগ যুগান্তৰৰ ভঙ্গা গঢ়াৰ মাজেদি বৈ অহা নাট্যলীলাৰ পবিত্ৰ ধাৰাৰ অধিষ্ঠাত্ৰী ভাৰতী দেৱী আজি যেন মূৰ্ত্তিমতী হৈ চকুৰ পানীৰে বিনাব লাগিছে, —"হিয়াৰ তেজেৰে জ্বলাই থোৱা ভাৰতৰ এই অখণ্ড প্ৰদীপটি নুমাই নিদিবি ঐ, নুমাই নিদিবি।"—বহুত আহিলোঁ। অলপ বৈ ঋষিৰ বাণী, ভাৰতীয় বাণীলৈ কাণদিব লগীয়া হৈছে আমি কোন সুঁতিয়ে যাব লাগে, কোন সুঁতিত পাৰি দিছোঁ। আমি যেনি আহিছোঁ। সি কলৈ ? তাৰ অন্ত ক'ত ?

আজি আমাৰ মুষ্টিমেয় নগৰৰ শিক্ষিত অসমীয়াই জানৰ জোৰ হাতত লৈ গোটেই জাতিটিক কলৈ নিব খুজিছে ? চকুৰ আগৰ জনপ্ৰিয় যি থিয়েটৰৰ সুঁতি তাৰ লক্ষ্য ক'ত ? নগৰীয়া শিক্ষিত অসমীয়া থিয়েটাৰ লৈ ব্যস্ত। অভিনয় লৈ ব্যস্ত হওক, মঙ্গলৰ কথা। আমাৰ প্ৰাচীন নাট্য শাস্ত্ৰৰ নাট্যগৃহৰ দৃশ্য পটাদিৰে সুশোভিত ৰঙ্গমঞ্চ, য'ত বৈদিক যুগৰ অমৃত মন্থনৰ পৰাই ভৱভূতিৰ উত্তৰৰাম চৰিতলৈকে অমৃতোপম নাটকৰ মন্থন হৈছিল, সেয়ে নানা যুগৰ নানা পৰিবৰ্ত্তনৰ মাজেদি গৈ ১৬১৮ খৃষ্টাব্দত পাৰ্ম্মা নগৰত প্ৰথম ষ্টেইজ হৈ সমগ্ৰ য়ুৰোপৰ আদৰ্শৰূপে পৰিণত হ'ল। সেই ষ্টেইজ সাজে পাৰে য়ুৰোপীয় হৈ ঘুৰি আহি ভাৰতৰ বুকুত নিজৰ হৈও নিজক পাহৰাইছেহি। ভাৰতৰ দৃশ্য পট, ভাৰতীয় নাটক, আৰু ভাৰতৰ নাম কৰণেৰেও যদি হলহেতেন তেওঁ নিজৰ গৌৰব কৰিবলৈ ভাৰতবাসীৰ অলপ ঠাই থাকিলহেতেন। থিয়েটৰ য়ুৰোপৰ, অসমলৈ আহিল কলিকতাৰ ৰঙ্গমঞ্চৰ জৰিয়তে, — যি ৰঙ্গমঞ্চৰ মূল উদ্দেশ্য ব্যৱসায়। ব্যৱসায়ৰ উদ্দেশ্যে ধন, সস্তা প্ৰশংসাৰ বেচি লাভ কৰা। নাট্যলীলাৰ সিফালে যেই হওক। ব্যৱসায়ে নাট্যলীলাত যি বেমেজালি লগাইছে তাৰ আভাস জাৰ্ম্মেনীৰ শ্ৰেষ্ঠ নাট্যকাৰ 'গাটে'ই মেনেজৰ কবি আৰু খুহটীয়াৰ মুখেদে ফাউষ্ট নাটকৰ প্ৰথম খণ্ডৰ প্ৰস্তাবনাত জীৱন্তকৈ দেখুৱাইছে। —সৰ্ব্ব সাধাৰণে ভাল পোৱা নাটক বিচাৰি মেনেজৰে কবিক খাই মাৰিছে। কবিয়ে দিব খোজা এনে নাটক, যাৰ সত্য আৰু আদৰ বুজিবলৈ এক পুৰুষ লাগিব। খুহটীয়াই ভুৰুকিয়াই মাত লগালেহি - তেনে আমাৰ পুৰুষ নহঁহাঁকৈ থাকিব নে কি ?- মেনেজৰে নেৰে - যি টকা দিছে তাৰ মন যোগাবই লাগিব। ঘটনা বৈচিত্ৰৰ ওপৰত বৈচিত্ৰ , চকমৰ ওপৰত চমক এনে ধৰণৰ কিবা নিদিলে দৰ্শক টানে কেনেকৈ ? গোটেই নাটকত কি হল তালৈ কাণ কৰে কেইজনে ? কোনোৱে হয়তো বৰ ভোজৰ পৰা এই উঠি আহিছে, কোনোৱে বা পাঠ্যাগাৰৰ পৰা চকু মোহাৰি মোহাৰি এই ওলাই ভৰি দিছেহি, কোনোৱে হয়তো নিজৰ প্ৰিয়জনৰ দৰ্শন লালসাত কেউফালে চকু ফুৰাই এই বহিছেহি, কোনোৱে বা পাতল ভৰিৰে চুৰত টানি টানি এক শ্ৰেণী বুলি এক শ্ৰেণীত বহি পৰিছে, কোনোবাই আকৌ কাৰবাৰৰ হৈ চৈৰ পৰা পুলুকা মাৰি এটা উশাহ লবলৈ সোমাই পৰিছে। এটা বা দুটা দৃশ্যৰ একজন বা দুজন অভিনেতাৰ প্ৰশংসা কৰিব

পাৰিলেই দৰ্শকৰ স্ফূৰ্ত্তি ! দৰ্শকে পইচা খৰচ কৰিছে লাগে স্ফূৰ্ত্তি। যিহকে হওক , অলপ সময়ৰ ভিতৰতে বহুতে জুতি পোৱাকৈ বহুত বিধৰ এসোপা দিয়ক, - ৰক্ষা নাই। কবি অবাক্ । কবিৰ বোলে প্ৰেৰণা নাই। নেলাগে প্ৰেৰণা , চকুৰ আগৰে যেই সেই বিষয় এটাকে ধৰক, প্ৰেৰণা আপুনি আহিব বুলি মেনেজৰে আশ্বাস দিব লাগিছে। —অকল য়ুৰোপতে নহয়, ব্যৱসায়ী ৰঙ্গমঞ্চ মাত্ৰৰেই আজি এই অৱস্থা। এই অৱস্থাৰ প্ৰভাৱত আজি য়ুৰোপৰ বোল ছবিত চেঞ্চৰ বহি তাক ওলালেই চাকিব লগীয়া হৈছে। ভাৰতৰ বোল ছবিবিলাকতো এই অৱস্থা। চাকিলেও তাৰ যি সাৰ থাকিব লাগে সিও সমূলি নাইকিয়া হৈ পৰিছে। জগতে সিদিনা ভাৰতৰ ৰূপালী পৰ্দ্দাত ভাৰতীয় নাট্যৰ সুন্দৰ সুবিকাশ চাবলৈ আহি হতাশ হৈ ফিৰি গৈছে। তাৰ বস্তুবিষয়, তাৰ অভিনয়, তাৰ ধৰণ কাৰণ সকলোখিনিৰে লক্ষ্য থিৰ নোহোৱাত পৰিছেহি। তাৰ প্ৰাণ যেন হেৰাই গৈছে। এনে বোলছবিৰ আদৰ্শকে যে দৰ্শকে ৰঙ্গমঞ্চতো বিচাৰে সিহে সাংঘাতিক । ৰঙ্গমঞ্চতো লগা হৈছে —দুই এঘণ্টাৰ ঘটনা বৈচিত্ৰৰে স্ফূৰ্ত্তিজনক নাটক। তাকো যদি দিব নোৱাৰে দিয়ক অসংলগ্ন দৃশ্যৰে আমোদজনক বিচিত্ৰানুষ্ঠান। তেহেঁলৈ লাগিলে সি বোলছবিৰ আৰম্ভনিত বিজ্ঞাপনৰ ছবিৰ দৰে চলি থাকক, — হানি নাই। জনসাধাৰণৰ জুতি লৈ চোৱা ব্যৱসায়ী ৰঙ্গমঞ্চই কোনো কালে কোনো দেশতেই নাট্যলীলাৰ উৎকৰ্ষ সাধন কৰিব পৰা নাই। ইংলণ্ডত ৰাজক্ষমতা প্ৰয়োগ কৰি এনে ধৰণৰ ৰঙ্গমঞ্চ বন্ধ কৰি দিহে নাট্যলীলাৰ মান কিছু পৰিমানে ওপৰলৈ তুলিছিল। অজীৰ্ণ ৰোগয়ে জীণ নোযোৱা আহাৰকে খাবলৈ বিচাৰে বুলি ৰঙ্গমঞ্চই সেই আহাৰকে যে সিবিলাকক বাঢ়ি দিব এনে কোনো কথাই সমাজত চলিব নোৱাৰে । সামাজিক অনুষ্ঠানে সিবিলাকক লাগে কি তালৈ নেচায়, সিবিলাকক কি দিয়া উচিত সেয়ে হে সিবিলাকৰ চাবলগীয়া বিষয়।

য়ুৰোপৰ নাটকে বাস্তৱতাৰ বৰাই কৰি আজি ভজাগঢ়াৰ মাজেদি উচিত পথে দি গৈছে তাক কোনে কব পাৰিব ? সেয়ে যদি সিবিলাকৰ বিচাৰটি হয় তেনে আধ্যাত্মিক নাটকলৈ বিশেষকৈ মৰিচ মেটাৰলিঙ্কৰ নাটকৰ অনুবাদলৈ আজি য়ুৰোপৰ অন্তৰত পিয়াহ্ জাগে কিয় ? ঋষি কল্প কাউণ্ট টলষ্টয়ৰ সংগ্ৰহ-শঙ্খ আধ্যাত্মিক সুৰত বাজিয়েই বা উঠে কিয় ? মেডেম ডেনিচ মেডেম পাৱলৱা আদিৰেই বা আধ্যাত্মিক নৃত্যকলালৈ ইমান হেপাহ্ লাগিব কিয় ? সীমাৰ মাজৰ অসীম বিচাৰি ব্যাকুল হোৱা বিশ্বকবিৰ গীতাঞ্জলি লৈকে বা য়ুৰোপৰ নবেল প্ৰাইজ যাছিলে কিয় ? য়ুৰোপৰ শিল্প সাধনাৰ প্ৰেৰণা আমাক লাগে তাৰ আদৰ্শৰ আমাৰ প্ৰয়োজন কি ? কোন সুঁতিৰ আশাত ভাৰতে নিজৰ এই পুৰণি পবিত্ৰ সুঁতিটি এৰি দিব ? পৌৰাণিক দেৱতাৰে সাত আঠ শ বছৰ তোল পাৰ লগোৱা হ'মাৰৰ মহাকাব্যৰ প্ৰভাৱ আজি ক'ত ? যুগান্তকাৰী গ্ৰীক ট্ৰেজেডি আজি ক'ত ? দেশে দেশে নাট্যলীলা এবাৰ জ্বলিছে , এবাৰ নুমাইছে - ধৰ্ম্মৰ কক্ষচ্যুত তাৰকাৰ দৰে আকাশৰ এক প্ৰান্তৰ পৰা অন্য প্ৰান্তলৈ হুতাহুত লৰি ফুৰিছে। শত দুৰ্য্যোগ সহস্ৰ সহস্ৰ বাধা বিঘিনিক তুচ্ছ কৰি কত ধৰ্ম্মৰ, কত সমাজৰ, কত ৰাষ্ট্ৰৰ পৰিবৰ্ত্তনৰ মাজেদি যুগ যুগান্তৰৰ নাট্যলীলা জলবিন্দুৰ দৰে নিজ শৰীৰত বিলীন কৰি ধীৰ গম্ভীৰ ভাবে আজিও ভাৰতীয় সঞ্জীৱনী নাট্যৰ ধাৰা বৰই লাগিছে। পৃথিবীৰ নাটকৰ অতি সংক্ষেপে যিটি ইতিহাস দিয়া হ'ল তাক ওপৰে ওপৰে ভাবি চালেও এটি কথা আমাৰ চকুত নপৰাকৈ নেথাকে — ফুলে ফলে তমন্বাৰ কৰিবলৈ নিসৰ্গ সুন্দৰীৰ যেনেকৈ একো একোটি ঋতু আছে সেই দৰেয়েই দেশে দেশে জাতিয়ে জাতিয়ে বছৰছৰৰ মূৰে মূৰে একো একোটি কাল আছে —যি কালত দুই চাৰি প্ৰতিভাশালী লোক উপজি জাতিৰ নিজ নিজ সাধনাৰ সুফলেৰে জাতীয় জাগৰণৰ পৰিচয় জগতক দি যায়। কিছু কাল সেই প্ৰতিভাৰ তেজ জলি জলি মলিন হৈ পৰে, —স্বভাৱতে যেতিয়া এক শ্ৰান্তি এক অৱসাদে জাতি একোটি আৱৰি ধৰেহি —নিমাতে নিবোলে সি শুই পৰে। যি জাতীয় সাধনাৰ শেষ লক্ষ্য বাসনাৰ চৰিতাৰ্থতা অথবা মনৰ বিবিধ স্ফূৰ্ত্তি—সেই

জাতিৰ অৱসাদ বৰ তীব্ৰ, বৰ গভীৰ।

যি জাতিৰ যি দেশৰ সাধনাৰ শেষ লক্ষ্য অনাবিল আনন্দ —স্থান কাল আৰু পাত্ৰৰ উদ্বেগেৰে যি কদাপিও জড়িত নহয় —সেই আনন্দই ক্ষণিক দুৰ্যোগ ক্ষণিৰ অৱসাদৰ মাজে জল জলকৈ দেখি থাকে, নবীন আশাৰ নতুন জ্যোতি —আৰু শ্ৰান্তিৰ মাজে তাৰ কান্তিৰ মাজে বৈ বৈ যায় অমায়া শান্তিৰ এক চিৰন্তনী ধাৰা।

থিয়েটৰৰ পথ এৰি যাম কলৈ ? ভাৱনালৈ ?— ইমান লেতেৰা সেই পথ, ইমান আসোঁৱাহ !—হব পাৰে ভাৱনা বৰ লেতেৰা, বৰ জঘন্য। কিন্তু, সিদিনালৈকে মহা পুৰুষ সকলে প্ৰাণ দি মোকলাই থোৱা প্ৰাচীন ভাৰতৰ প্ৰকৃষ্ট পথৰ সিয়ে জীৰ্ণৰেখা। সিদিনাৰ শৰাইঘাটৰ যুঁজৰ পাচতো বিজয়ী অসমীয়াই প্ৰাণ খুলি হাঁহিছিল চাগে এই ভাৱনাতে। ভাৱনা ভাৰতৰ গৌৰৱ, অসমীয়া জাতিৰ বিজয় নিচান, তাৰ শেষ উদ্দেশ্য চতুৰ্ব্বৰ্গ সাধন। সিদিনালৈকে ভাৱনালৈ আগ কৰি ৰোগী ৰোগমুক্ত হৈছিল, হতাশে আশা পাইছিল। সিদিনালৈকে লোকশিক্ষাৰ সি এক পবিত্ৰ অনুষ্ঠান হৈ আছিল। মুষ্টিমেয় শিক্ষিত নগৰীয়াত বাজে আজিও সি লাখে লাখে চহা অসমীয়াৰ তিথিয়ে পৰ্ব্বই আনন্দ উৎসৱ হৈয়ে আছে। মানি লওঁ - তাৰ বৰ্ত্তমান অৱস্থা বৰ শোচনীয়। গ্ৰাম্য ভাব আৰু গ্ৰাম্য ভাষাৰে সি কলুষিত, সৌন্দৰ্য্য আৰু মাধুৰ্য্যৰ নামত জঘন্যতাৰ তুমুল গণ্ডগোল। তাৰ বাবে দায়ী কোন ? তাত অশিক্ষিতৰ চেষ্টা আছে, শিক্ষিতৰ সহযোগ নাই, অসমীয়াৰ অনুষ্ঠান আছে, প্ৰাণ নাই। এদিন অসমৰ চুকে কোনে কোনো বুঢ়ীৰ হাতত যঁতৰ দেখি আমি হাঁহিছিলোঁ। ভাবি নাচাইছিলো- আমাৰ বিদ্ৰূপৰ মাজতো সেই ৰক্ষণশীল সমাজৰ বুঢ়ীটিয়ে কি মহৎ কাম কৰি আমাৰে জাতীয় গৌৰৱ ৰক্ষা কৰি আহিছে। যেনেকৈ চহৰৰ গাভৰু সকলে নিজকে বেছিকৈ শুৱনি কৰিবৰ মনেৰে অলঙ্কাৰৰ ওপৰত অলঙ্কাৰ পিন্ধে, সৰলচিতীয়া চহৰীয়া সকলেও নাট্যলীলাক সুন্দৰ কৰিবলৈকে সৌন্দৰ্য্যৰ ওপৰত সৌন্দৰ্য্য আঁৰি কুৰূপ কৰি পেলাইছে। কিন্তু, কেইজন শিক্ষিত শিল্পীয়ে সিবিলাকক শুধৰাবৰলৈ যতন কৰিছে ? সিবিলাকৰ অভিনয়লৈ কেইজন শিক্ষিত নাট্যকাৰে নাটক লিখি দিছে। কেইজন সুৰজ্ঞই সিবিলাকৰ হেৰোৱা সুৰ বিচাৰি দি ভাৱনাৰ গীত মাত শুৱলা কৰি দিছে। ভাৰতৰ নাট্যলীলাৰ এই ক্ষীণ ধাৰাটি মলিয়ন কৰিবলৈ এই চহা অসমীয়া সমাজক এৰি দি আমি ঘৰৰ ভিতৰত বহি বিদ্ৰূপৰ হাঁহি মাৰিছোঁ আৰু বিজতৰীয়া জুতিৰ গৌৰৱ কৰিছোঁ। আমাৰ এই কুলক্ষণীয়া স্বভাৱটিয়ে চহৰীয়া আৰু নগৰীয়াৰ ব্যৱধান দিনক দিনে দুৰ্লঙ্ঘ্য কৰি তুলিছে। এই মুঠিৰে এমুঠি অসমীয়াই আজি প্ৰাণ খুলি একেলগে হাঁহিব পৰা নাই, একেলগে কান্দিব পৰা নাই; ইয়াতকৈ অধঃপতন, ইয়াতকৈ কলঙ্ক আৰু কি হব পাৰে ?

আমি পাহৰি গৈছোঁ, আমাৰ জাতীয় জীৱন মানে মুষ্টিমেয় শিক্ষিত সম্প্ৰদায়ৰ জীৱন নহয়। লাখে লাখে হোজা চহাৰে যি জীৱন, সি হে আচল জীৱন; তাকে লৈ জগতৰ সঙ্গীত, জগতৰ নাটক জীয়াই আছে। পৰাণুকৰণলৈ পিঠি দি আজি এই স্বাধীনতাৰ নৱ জাগৰণৰ দিনত আমাৰ ৰঙ্গমঞ্চত এনে আদৰ্শৰ নাটক অভিনীত হওক। নাট্যশাস্ত্ৰই উচ্চস্বৰে উৎসাহ দিবই লাগিছে -"সেই শিল্প শিল্পই নহয়, সেই জ্ঞান জ্ঞান নহয়, সেই বিদ্যা বিদ্যাই নহয়, যাৰ স্থান নাট্যলীলাত নাই।" কি উদাৰ এই বাণী ! জগতৰ সকলো ফুলৰ মধু লৈ ভাৰতীয় নাটকৰ মধুচক্ৰ ৰচনা হওক। বিষক মধু কৰিব পৰা শক্তি যদি কাৰবাৰ আছে মধু কৰক, —মুঠে মনত ৰাখিব আমি যি কৰোঁ সি দুঃখাৰ্ত্তৰ সুখ, শ্ৰমাৰ্ত্তৰ শান্তি, শোকাৰ্ত্তৰ সান্ত্বনা, আৰু তপস্বীৰ উৎসাহৰ কাৰণ হওক- উচ্চ নীচ নিৰ্ব্বিশেষে সি যাতে সকলোৰে বুদ্ধি বৰ্দ্ধনৰ অনুষ্ঠান হয়। আমি যি কৰোঁ তাৰ যেন হিতোপদেশেৰে, নানা ভাবোৎপন্ন কৰ্ম্ম সমূহেৰে অসমীয়াৰ জাতীয় গৰিমা ফুটি উঠে। আমি যি কৰো সি যেন জাতিৰ ধৰ্ম্মৰ অৰ্থে, যশৰ অৰ্থে, আয়ুৰ আৰু মঙ্গলৰ অৰ্থে হয়; সি যেন কোনো জাতি বা ব্যক্তিবিশেষৰ নিন্দা বা অসূয়াৰ নিমিত্তে নহয়। ভাৰতৰ ঋষিয়ে নাট্যকাৰক সকলো স্বাধীনতা দি ইয়াকে কেৱল

ইয়াকে বিচাৰিছে। ঋষিৰ আশা পূৰণ কৰক। সেয়ে হলে ভাৰতৰ নাটকত চেঞ্চৰৰ প্ৰয়োজন নহব, শান্তি ৰক্ষালৈ আইন কানুনৰ আৱশ্যক নকৰিব। সকলো পৰিবৰ্ত্তন সকলো গৰ্ব্ব তুচ্ছ কৰি নাট্যলীলাৰ "ৰক্ত পতাকা" অনন্ত কাললৈ অনন্ত আকাশত উৰি থাকিব।

আমি যেন এখন্তকলৈকে নেপাহৰো— ৰঙ্গমঞ্চ আমাৰ বিলাসভৱন নহয়। সি নটৰাজ ৰঙ্গনাথৰ নাট্যমন্দিৰ, অভিনয়তাৰ পূজা উপচাৰ। অভিনয় উদ্ভ্ৰান্তৰ হাতৰ চাপৰি বা জনদিয়েকৰ মৌমাতত মজি যাবলৈ কৰা চেষ্টা নহয়, সি নিজৰ আৰু সমাজৰ শ্ৰেয় সাধনাৰ কাৰণহে, - মানবৰ হিত আৰু হিতকাৰীৰ আত্মতৃপ্তি তাৰ শেষ লক্ষ্য। প্ৰাণৰ পবিত্ৰতাৰে হৃদয়ৰ ভক্তিৰে নাট্যৰ অনুশীলন কৰক। বেদাঙ্গোপাঙ্গ সম্ভৱ এই চতুৰ্ব্বগ ফলপদ ভাৰতৰ নাট্যলীলা, প্ৰাণ ভৰি পূজা কৰক। সিদিনা অসমে ভাৱনাত শ্ৰীকৃষ্ণ ওলালে জয়ধ্বনি কৰি গলবস্ত্ৰ হৈ প্ৰণাম কৰিছিল। সেই ভক্তি সেই পবিত্ৰতা আজিৰ দিনত ঘিৰাই আনিব পৰা অৱস্থা নহলেও অন্ততঃ অন্তৰৰ শ্ৰদ্ধাখিনি ঘিৰাই আনক শ্ৰদ্ধাহীন অনুষ্ঠানৰ শেষ ফল যে অভিচাৰ শেষ ফল যে ধ্বংস। জাতীয় জাগৰণৰ আৱশ্যকতা প্ৰাণৰ বিশ্বাসেৰে পোহৰাই প্ৰতি নাট্যকাৰে প্ৰেৰণাৰ নিমিত্তে সাধনা কৰি সাধনাৰ সুফল নাটকত ফুটাই তোলক ; আৰু তাকে সকলো অভিনেতাই মান অভিমানলৈ পিঠি দি সকলো স্বাৰ্থ পৰিহৰি জ্ঞানৰ আলোকত নাট্যেৰে জীৱন্ত কৰি অসমীয়াৰ বুকুৱে বুকুৱে জাতীয় জাগৰণৰ মন্ত্ৰ আলোকৰ ৰেখাৰে লিখি দিয়ক। অসমৰ নাট্যলীলাৰ যি চিৰসত্য ভাৰতৰ নাট্যলীলাত যি চিৰসত্য যুগ যুগান্তৰ ব্যাপি চলি আহিছে সেই সত্য সুন্দৰৰ জয় হওক। এই যে শিক্ষিত অশিক্ষিত সহস্ৰ সহস্ৰ অসমীয়াৰ বাস্তৱ জীৱন -সেই জীৱনৰ য'ত মিল, য'ত সত্যৰ বিকাশ তাক প্ৰকাশ কৰিবলৈ আয়োজন কৰিলেই আয়োজনৰ মাজেদি জাতি জাগি উঠিব। ভাৰতৰ ভাৰতীয়ে আকৌ এবাৰ প্ৰাচ্য ভাৰতৰ শিৰত আশীৰ্ব্বাদৰ চুমা এটি দিবলৈ বুলি সেই শুভক্ষণৰ বাটলৈ চাই ৰৈ আছে।

"উত্তিষ্ঠ, জাগ্ৰত, প্ৰাপ্য বৰান্নিবোধত।"

ওঁ শান্তিঃ ওঁ শান্তিঃ ওঁ শান্তিঃ

---

# সঙ্গীতৰ হৈ এগছি

"ন সঙ্গীতাৎ পৰা বিদ্যা" —— ভিন্ন দেশৰ ভিন্ন ভাষাৰে জগত্ জুৰি আজি জিকাৰি উঠিছে এনে এটি গুঞ্জনৰেই মধুৰ ঝঙ্কাৰ। সঙ্গীততকৈ আৰু বিদ্যা নাই। এফালে যেনেকৈ ই অতি যতনেৰে অতি আগ্রহেৰে সাধিব লগীয়া বিদ্যা, অইনফালে তেনেকৈয়ে ই অকল হৃদয়গ্রাহীয়েই নহয়, অনাবিল আনন্দৰো এক অপূৰ্ব্ব ৰসায়ণ। সংসাৰৰ সুকুমাৰ কলা মণ্ডপত ইয়াৰ স্থান অতি ওপৰত। বিশ্বপ্রকৃতিৰ প্ৰাণৰ সুৰেৰে মানুহৰ আকুলি-বিকুলি মিলাই লৈ কোন আদিহীনৰ পৰা কোন অন্তহীনলৈ ই গৈয়ে আছে। ইয়াৰ যে পাৰাপাৰ নাই। আজি চাৰি শ বছৰৰ আগত তানসাগৰ তানসেনে "নাদ সমুদ্র অপৰম্পাৰ, কাহু না পায়ো য়াহকে ভেদ" বুলি যি অন্তহীন নাদ সাগৰৰ বাতৰি দিছে, সেই সুদূৰ অতীতৰ কোনোবা কালতো মুনিবো মুনি ভৰত মুনিয়ে গান্ধৰ্ব আৰু নাট্যৰ এক পাৰ নোপোৱা, জ্ঞানাৰ্ণবৰ বাতৰিকে দি থৈ গৈছে, — "একস্যাপি ন বৈ শক্যমন্তং জ্ঞানার্নবস্য তু। গন্তুং পুনঃ কিং সৰ্ব্বেবাং ভাবানামৰ্থতত্ত্বতঃ।।" বিজ্ঞানৰ বেলিকাও বিচক্ষণ নিউটনে এনে এখনি জ্ঞান সাগৰৰ তীৰত নিজে সৰু সৰু শিলগুটি বুটলি লৈ ওমলা যেন পাইছিল। কলাৰ ব্যাপ্তি অসীম —অনন্ত ; সসীম শান্ত জীৱনেৰে তাক সামৰে কোনে?

অইন অইন সুকুমাৰ কলাই যেনেকৈ মনেৰে, চকুৰে, হাতেৰে স্পষ্টকৈ ধৰিব পৰা সৰ্জুলিৰ যোগেৰে ৰসৰ নিবেদন কৰে, তেনে কৰিবলৈ সঙ্গীতৰ একোটি নাই ; কবিয়ে নিবেদন কৰে ৰসাত্মক বাক্যেৰে, চিত্ৰকৰে কৰে চিত্র-বিচিত্র বৰ্ণেৰে, সঙ্গীতজ্ঞই কৰিব লগাত পৰে সুৰৰ লয়েৰে। অতি সূক্ষ্ম সূতাৰে মচ্‌লিনৰ দৰে হাবাই চাদৰ এখনি বৈ দিব পাৰি, কিন্তু কবিয়ে কবৰ দৰে, কেৱল "সুৰৰ হাওয়াৰে" জাল একোখনি গুঠি দিয়া সাধাৰণ কথা নহয়, — তাকো আকৌ হাতেৰে নেপায়, চকুৰে নমনে — কাণৰ ভিতৰে দি গৈ মৰমত পশি সি অন্তৰৰ নিমাতী বীণাৰ তাঁৰে তাঁৰে ঝঙ্কাৰ তুলিব লাগিব। অকল কাণেৰে শুনি ধৰিব লাগে বুলিয়েই সি শব্দৰ শক্তিতকৈ চিত্ৰৰ ব্যঞ্জনাতকৈ সকলো সময়তে স্পষ্ট হব নোৱাৰে। আমাৰ কথাত বেৰা আছে, সীমা আছে, আমাৰ কথা সেইহে আমি স্পষ্টকৈয়ে বুজোঁ। সুৰৰ বেৰা নাই, সীমা নাই — সি অস্পষ্ট। কথা হল আমাৰ — মানুহৰ ; সুৰ হ'ল বিশ্বপ্রকৃতিৰ। বিশ্বপ্রকৃতিৰ সুৰৰ লগত আমাৰ কথাৰ ধ্বনি মিলাবলৈকে আমি চিৰকাল আকুল হৈ আহিছোঁ। আমি আমাৰ প্ৰাণৰ কথাৰ শৰাই একোখনি সুৰ লগায়েই বিশ্বৰ সভালৈ দিয়ে আছোঁ, — যাতে সি ব্যপ্ত হৈ যায়, অসীম অব্যক্তৰ লগত মিলি যায়। চিত্ৰকৰে আনি দিছেহি বিশ্বপ্রকৃতিৰ ৰঙ আৰু আকাৰ, কবিয়ে আনি লৈছে সুৰ আৰু ছন্দ — তাত শব্দ শক্তিৰ কল্পনা সংযোগ কৰি ৰচনা কৰিছে একো একোখনি প্ৰাণ জুৰোৱা কাব্য। এইদৰেই কল্পনা সুৰৰ লগত কথাৰ স্পষ্টতা লগ লগাই ৰূপত বাং চৰালত একো একোটি গীত হৈ থকা কথা বুজোঁতাৰ মাজত বৰ মধুৰ বৰ উপাদেয় হৈ পৰিল, নুবুজালৈ থৈ গ'ল সুৰৰ সুশ্ৰাব্যতা আৰু ভাব আবেগৰ ক্ষীণ আভাস। সিয়েই অন্তৰত ঝঙ্কাৰ তুলি কেৱল মানুহ মাত্ৰকেই নহয়, বিশ্বপ্রকৃতিৰ জীৱজন্তুকো মুগ্ধ কৰিছে। সুৰৰ প্ৰভাৱ ইতৰ কলাৰ প্ৰভাৱতকৈ এইখিনিতেই ইমান বেচি।

আমাৰ গোহালিত ঘাঁহ পাগুলি থকা গৰুৰ আগত কাব্য এখনি পঢ়ি অথবা ভাল ছবি এখনি ধৰিলে সি যে কিবা ভাল পায় এনে একো বুজিব নোৱাৰি ; কিন্তু কোনো বিশেষ সুৰ এটি শুনি সি ৰ লাগে, শুনি শুনি যে সি ভাল পায় এইটি আকাৰে ইঙ্গিতে বুজিব পাৰি। আমাৰ যে কয়, "গৰুৰ আগত টোকাৰী বায় শিং জোকাৰি ঘাঁহ খায়" এই কথাষাৰ সদায় সকলো

ক্ষেত্ৰতে সঁচা নহয়, সেয়ে হোৱা হলে কালিন্দী কূলৰ কলীয়া কানাইৰ মোহন মুৰুলী শুনি গৰু দামুৰিয়ে মুখৰ ঘাঁহ মুখতে লৈ একে থৰে বৈ শুনি থকাৰ কথা শুনা নগলহেঁতেন। আজিও দুপৰৰ ৰদত গোচৰৰ গছৰ তলত গৰখীয়াই পেপাটি বুলালে গৰুৱে কাণ থিৰ কৰি চকু নেভাঙি একে থৰে বৈ থকা যি দেখিছে তেওঁ নো কালিন্দীকূলৰ কথা নেমানি থাকে কেনেকৈ? গৰুৱে শিং জোকাৰি যে ঘাঁহ খায়, তাত বুজিব লাগিব টোকাৰীত হে কিবা লেঠা। হোৱাই নোহোৱাই সময় নাই অসময় নাই, টোকাৰী খন হ'ল বুলি তাকে ৰেপি থাকিলে আমাৰেই দেখোন কেনেবা লাগে, —টোকাৰী খন নেবাজি থাকিলেই ভাল শুনি হবলা বুলি কৈ দিবৰ মন যায়।

জীৱজন্তুশালৰ বিষয়াসকলে পৰীক্ষা কৰি অনেক সময়ত তাৰ ফলাফল বাতৰি কাকতৰ জৰীয়তে প্ৰকাশ কৰে। সিবিলাকৰ টোকাৰ পৰা বেচ বুজা যায় কোন কোন জন্তুৱে কেনে ধৰণৰ সঙ্গীত ভাল পায়। ঘৰচীয়া জন্তুৰ ভিতৰত হাঁতী ঘোঁৰাৰ পৰা মেকুৰী নিগনিলৈকে, বনৰীয়া জন্তুৰ ভিতৰত সিংহ গঁড়ৰ পৰা শিয়াললৈকে, বগুৱা বোৱাৰ ভিতৰত ঘঁৰিয়ালৰ পৰা সাপ আৰু জেঠিলৈকে, চৰাই চিৰিকতিৰ ভিতৰত অনেক চৰায়েই কোনো কোনো সঙ্গীতৰ সুৰ শুনি সাধাৰণতে উপভোগ কৰে বুলি ধৰি লব পাৰি। কোনো কোনো জীৱজন্তুৱে সঙ্গীতৰ কোনো সুৰ শুনি তন্ময় হয়, কোনো কোনোৱে বিৰোধী বিকাৰ প্ৰকাশ কৰে। পদুমণিৰ পাৰে দি হাতত ধেনু কাঁৰেৰে ব্যাধ এটিয়ে খেদি নিওঁতে ভোমোৰাৰ ভোন্ ভোননি শুনি হৰিণী এজনী, দেহি, তন্ময় হৈ বৈ গ'ল, ব্যাধৰো হাতৰ কাঁৰ হাততে ৰ'ল, —ৰ লাগি দুয়ো শুনি থাকিল। ইয়াক অৱশ্যে কবিৰ কপোলকল্পনাকে বুলিব পৰাহলহেঁতেন, যদি ইপিনেদি আমাৰ সাধাৰণ শ্ৰেণীৰ চিকাৰী সমাজত বাঁহীৰ মাতেৰে ভুলাই নি আজলী হৰিণী চিকাৰ কৰাৰ প্ৰথা নেথাকিলহেঁতেন। কোমল অন্তৰৰ জন্তুবিলাকেই সুৰ শুনি তন্ময় হয় বুলিবলৈকো ফেঁটী সাপে ফেঁট তুলিও বাঁহীৰ সুৰত হালি জালি বৈ যোৱা যেন দেখিলে নোবোলা যায় কেনেকৈ? কোনো কোনো জন্তুৱে সুৰৰ ঐক্যতান শুনি আক্ৰমণ কৰিব খোজে, কোনো কোনো চৰায়ে বিৰক্তি প্ৰকাশ কৰে, কোনো কোনো উৰি যায়, কোনোৱেবো আকৌ সুৰ অনুকৰণ কৰি আমাক শুনায়। ইয়াৰ মাজেদি আমাক সুৰৰ অন্য এটি ৰহস্যলৈ টানি লৈ যোৱা যেনেহে লাগে। যেতিয়া আমি শুনো হিলৈৰ সামান্য এটি শব্দৰ দৰে শব্দ শুনিলেই মদোম্মত্ত হাঁতীয়ে অথবা বৰবাঘে আক্ৰমণ কৰিবলৈ চোঁচা লয়, আৰু যেতিয়া আমি দেখোঁ তেনে এটি শব্দৰ ভাপতেই চৰায়ে চক্ খাই উৰি পাতৰ আঁৰত লুকায়গৈ তেতিয়া আমি বৈজ্ঞানিকৰ বিচাৰ সহজে মানি লওঁ। সিবিলাকৰ কেজন মানে কয় —নিজ অন্তৰৰ এক ক্ষীণ জ্ঞানৰ আলোকত পশুপক্ষীৰ ভয় ক্ৰোধ ৰতি আৰু আত্মৰক্ষাৰ প্ৰবৃত্তি বিলাক শব্দ শুনিয়েই অন্তৰত জাগি উঠে। নিজ নিজ জীৱনৰ স্মৃতিত বাজেও সেই স্ফুৰণত উত্তৰাধিকাৰ সূত্ৰে অহা ক্ষীণ আলোকৰ বেগ এটিও থাকে। সময়ে সময়ে এনে দেখা যায় নিজৰ জীৱনত কোনো কালে নুশুনা নজনা শব্দ একোটি শুনি কোনো কোনো পশুপক্ষীয়ে শব্দ বিশেষে ভাল পায়। কোনো কোনোৰ খং উঠে। ভেকুলীৰ টোৰটোৰণিৰ পৰা বাঘৰ এক ধৰণৰ গোজৰণিলৈকে, কুৰৰীৰ বিননিৰ পৰা ফেঁচাৰ কুৰুলিলৈকে প্ৰায় বিলাক পশুপক্ষীৰ নিজ নিজ মাতৰ একো একোটি সুৰৰ লয় আছে যাৰ স্বৰবিলাকে সিহঁতৰ অন্তৰৰ ৰতিৰস প্ৰকাশ কৰে। এইবিলাকলৈ চাই সহজে আমাৰ প্ৰতীতি হয় — পশুপক্ষীৰ অকণমান অন্তৰৰ আবেগ সুৰৰ লয়েৰে যেনেকৈ জাগি উঠে, মানুহৰ বহল অন্তৰতো তেনেকৈয়ে স্বতন্ত্ৰ ভাবেৰে আবেগ আৰু ৰস সুৰৰ লয়েৰেই জাগি যায়।

বাহিৰৰ সুৰৰ লয়ে ঢৌ খেলাই আহি আমাৰ কাণ মাদলত কঁপনি তোলেহি। সেই কঁপনিয়েই গৈ আমাৰ মস্তিষ্কত জ্ঞান জন্মায়, — ঝঙ্কাৰত আমাৰ অন্তৰে অন্তৰে ভাব জাগে, ৰস জাগে, লগে লগে গোটেই শৰীৰ বিয়াপি নিজ নিজ প্ৰকৃতিৰ বিকাৰৰ চিন ফুটি পৰে। নৱনাটৰ শিশুটিয়েও চাগে কোন অনাদিত কুলি কেতেকীৰ মাত

শুনি উৰুলিকৃত হৈছিল, বা লাগি ফুটি বাঁহৰ বিন্ধাত উঠা সুহুৰিটিৰ সুৰত মজি গৈছিল, নৰাৰ ঠাৰিৰ পেঁ-পেঁ সুৰটি আলিয়ে পদুলিয়ে লৰি ঢাপৰি কেনেকৈ চাঁগে বিলাই গৈছিল। তেতিয়া দেহি নেজানিছিল — তাৰেই অন্তৰৰ এয়ে যে সহানুভূতিৰ তাঁৰৰ ঝঙ্কাঁৰ। নিজৰ নাভিৰ কস্তুৰীৰ গোন্ধ বাহিৰত বিচাৰি আকুল হৈ লৰি ফুৰিছিল। বাহিৰৰ এই সুৰৰ লয় যেনেকৈ আমাৰ মনলৈ আমাৰ অনুভূতিলৈ আহে, সেইদৰে আমাৰ অন্তৰতো শ্ৰুতি অগোচৰ সুৰৰ লয় একোটিও আপোনাআপুনি অনুভূতিৰ মাজত বাজি যায়। কাণ নহলেও সপোনত শুনাদি মনে তাক স্পষ্টকৈয়ে শুনে, আবেগত জিকাৰিও উঠে। এই দৰেই এদিনা শ্ৰুতি অগোচৰ সুৰৰ লয় নিজে নিজেই ঝঙ্কাৰি উঠিছিল মন্ত্ৰদ্ৰষ্টা ঋষি সকলৰ অনুভূতিত সেই সুদুৰ অনাদি বেদৰ দিনত। অন্তৰৰ ভাবে শব্দ লৈ স্পষ্টকৈ প্ৰকাশ পোৱাদি সেই সুৰৰ লয়েও তদনুৰূপ শব্দলৈ ঋষিৰ মুখে মুখে সামগান গুঞ্জৰি উঠিল; বিশ্ব প্ৰকৃতিয়ে নিজৰ সুৰৰ সুললিত ছন্দ শুনি পুলকত ৰোমাঞ্চিত হৈ পৰিল। সেই আদি সুৰৰ লয়ে লয়ে বেদৰ বিবিধ ছন্দ প্ৰকাশ পাবলৈ ধৰিলে। গীতি বা কবিতাৰ আলম নোলোৱাকৈ এই যে সুৰ লয়ৰ আদি অনুভূতি ইয়াতে সুৰ লয়ৰ সবিশেষ চিনাকিৰ প্ৰয়োজন হৈ পৰিল। যাবতীয় স্বৰৰ স্বৰূপ নিৰ্দ্ধাৰণ, পৰস্পৰ সম্বন্ধ নিৰ্ণয়, স্বৰৰ নিজ নিজ শক্তিৰ লগে লগে সন্মিলিত শক্তিৰো বিশেষ বিশেষ ক্ৰিয়া, বিশেষ বিশেষ প্ৰভাৱ জানিবলৈ স্বৰ সাধনাৰ আগ্ৰহ হ'ল, স্বৰ শাস্ত্ৰৰ আৱশ্যক হ'ল।

ঋগ্বেদাদিৰ পৰা পাঠ্য, অভিনয়, গীত, ৰস আদি আনি উপবেদাদিৰে সংবদ্ধ কৰি ৰচনা কৰা যিখনি নাট্যবেদ, যি খনি সামসূত্ৰ, সপ্তাধ্যায়েৰে সৈতে সূত্ৰ যিখনি সামবেদাচল, কিছুকালৰ পাছৰ যিখনি পিঙ্গল সূত্ৰ আছিল সেই কেউখনিৰ নাম-গুণ আৰু অলক্ষিতে বিস্তাৰ কৰা প্ৰভাৱত বাজে অইন পৰিচয় আজিৰ যুগত পাবলৈ নাই। এই কেউখনিত বাজেও যিখনি বাদ্যযন্ত্ৰাদিবিধিৰে স্বৰতাল পদাশ্ৰয় গান্ধৰ্ব্ববেদ আছিল সেই খনিৰ নাম ভৰত মুনিৰ নাট্যশাস্ত্ৰতেই আছে। নাট্যবেদৰ নাট্য প্ৰয়োগত অপ্সৰাসকলক আৰু নাৰদাদি গন্ধৰ্ব্বসকলক নিয়োগ কৰা কথাও নাট্য শাস্ত্ৰতে পোৱা যায়। মহেশ্বৰৰ আশীৰ্ব্বাদ স্বৰূপে নাট্যত নানা কৰণ আৰু অঙ্গহাৰেৰে বিভূষিত নৃত্যকলাৰ প্ৰয়োজনা কৰি সামৱণিত ভৰত মুনিয়ে কৈছে, —"মহেশ্বৰস্য চৰিতং য ইদং সম্প্ৰযোজয়েৎ। সৰ্ব্বপাপ বিশুদ্ধাত্মা শিৱলোকং স গচ্ছতি।।" পাচলৈ বাদ্য, সুৰ, তাল আদিৰ আলোচনা কৰি আকৌ কৈছে, "গান্ধৰ্বসংগ্ৰহো হ্যেষ বিস্তাৰং চ নিবোধত।" — আজিকালি গীতি, বাদ্য আৰু নৰ্ত্তন এই তিনিওটি মিলিলেই 'সঙ্গীত' হয়—"গীতং বাদ্যং নৰ্ত্তনং চ ত্ৰয়ং সঙ্গীতমুচ্যতে।" ভৰত মুনিৰ নাট্য শাস্ত্ৰত এনে অৰ্থত সদায় "গান্ধৰ্ব্ম" শব্দ হে ব্যৱহাৰ হৈছে; কিয়নো, এই বিলাক হল গন্ধৰ্ব্বৰ বস্তু, —"যত্তু তন্ত্ৰীগতং প্ৰোক্তং নানাতোদ্যসমাশ্ৰয়ং গান্ধৰ্বমিতি বিজ্ঞেয়ম্ স্বৰতালপদাশ্ৰয়ম্।। —গান্ধাৰ্বাণামিদং যস্মাৎ তস্মাৎ গান্ধৰ্বমুচ্যতে।।" গন্ধৰ্বসকলৰ ভিতৰত যে গীত, বাদ্য আৰু নৰ্ত্তনৰ চৰ্চ্চা বহুল পৰিমানে হৈছিল, আৰু দেৱাদিদেৱ মহাদেৱকে কেন্দ্ৰ কৰি এই বিদ্যাই অসীম অনন্তলৈ বাট লৈছিল ইয়াৰ ইঙ্গিত অনেক পুৰাণতো পাবলৈ আছে। কৈলাসৰ বিবৰণ দিবলৈ হলেই প্ৰায়ে পুৰাণকাৰে "গন্ধৰ্বকিন্নৰসেবিত কৈলাস, কিন্নৰৰ কলকণ্ঠেৰে কলিত কৈলাস" ইত্যাদি বিশেষণেৰে হে বৰ্ণনা কৰিছিল। নাট্যশাস্ত্ৰই মহেশ্বৰৰ নামত অতি প্ৰাচীন শৈৱ মতৰো সঙ্কেত দিয়া যেনেইহে লাগে। সুৰ সমস্যালৈ বীণা, তাল সমস্যালৈ ডম্বৰু, আৰু নৃত্য সমস্যালৈ তাণ্ডৱ যে মহাদেৱৰেই সৃষ্টি ইয়াক ভাৰতে কোনোবা কালৰে পৰাই বিশ্বাস কৰি আহিছে। ভৰত মুনিয়ে গন্ধৰ্বসকলৰ গান্ধৰ্ববেদৰ মূল তথ্যকে সাৱটি লৈ শিষ্য সকলৰ শিক্ষাৰ কাৰণে দেৱসমাজৰ নাট্যবেদৰ সংগ্ৰহেৰে মনুষ্যলোকলৈ নাট্য শাস্ত্ৰখনি ৰচনা কৰিছিল। বহু কাল মুখে মুখে চলি থকা শাস্ত্ৰখনি হেৰাই বিদায় যোৱাৰ আশঙ্কাত তাৰ নতুন সংকলন হৈছিল হয়তো আজি আঢ়ৈ হাজাৰ বছৰৰো আগত। সিয়েই আজি অতকাল ভাৰতৰ বুকুত চিৰ্ বিৰাব লাগিছে। আলোকত তাৰ দেশ দেশান্তৰো উদ্ভাসিত

হ'ল।

ভাৰতৰ বিশ্বাস সুৰ তাল আৰু নৃত্যৰ মূলত নটৰাজ মহাকাল, —যাৰ প্ৰশান্ত বুকুত কত সৃষ্টি কত প্ৰলয় তালে তালে নাচিব লাগিছে; — মূল পুৰুষৰ প্ৰাণৰ ঝঙ্কাৰ বিশ্বপ্ৰকৃতিৰ বুকুৰ মাজত সুৰৰ লয়েৰে গুঞ্জৰি উঠিল, — সৃষ্টি গোটেই খনি গুঞ্জনেৰে মধুময় হ'ল। — এনে এটি ভাবৰ বিশ্বাসে সকলো বিৰোধ শান্ত কৰি প্ৰাণৰ মাজলৈ শান্তিৰ ধাৰা বলাই আনে। পুৰাণত এটি আখ্যান আছে, — নাৰদে মহাদেৱৰ পৰা সুৰবিন্যাসৰ শিক্ষা লৈ আজি কালিৰ শিক্ষাভিমানীসকলৰ দৰেয়েই সেই বিশুদ্ধ বিন্যাসত নিজৰ মতেৰে সুৰ সংযোগ কৰিবলৈ ধৰিলে; ফলত সকলো সুৰ বিকল হ'ল। দেৱাদিদেৱে দয়া কৰি নাৰদৰ এই অভিমান মচি নিকা কৰিবৰ মনেৰে কৈলাসলৈ যোৱা বাটত দৃশ্য এটিৰ অৱতাৰনা কৰি অন্তৰ তেওঁৰ কঁপাই তুলিলে, — জীৰ্ণ শীৰ্ণ ঘৰ এটিত অগণন নৰ নাৰীয়ে যন্ত্ৰনাত ছাটি-ফুটি কৰিছে — কাৰো হাত নাই, কাৰো ভৰি নাই, — চিঞৰত গগণ ফালিছে। নাৰদৰ প্ৰাণত বাজি গ'ল। আগবাঢ়ি গৈ সুধিলে, "তোমালোক কোন? কিয় এনেদৰে কান্দিছা?" নৰ নাৰী সকলোটিয়েই ইনাই বিনাই কবলৈ ধৰিলে, — আমি মহাদেৱৰ আশ্ৰিত সুৰ বিন্যাস। নাৰদে পাই আজুৰি পিজুৰি হাত ভৰি ভাঙি আমাৰ এনে দশা কৰিলে, "নাৰদ শিঞৰি উঠিল; বুজিবলৈ বাকী নেথাকিল নাৰদে সুৰ সৃষ্টি কৰিব নোৱাৰে, ইচ্ছা কৰিলে সেই সৃষ্টি বিকল হে কৰিব পাৰে, নিজৰ ভুল নিজে বুজি মহাদেৱৰ চৰণত অশ্ৰু ঢালি ত্ৰুতি মাৰ্জ্জনাৰ ভিক্ষা কৰিলে। নিৰাময় সুৰৰ লয় দুনাই নাৰদাদিৰ মুখত গুণ-গুণাই উঠিল। বিশ্বপ্ৰকৃতিৰ সুৰ লয়ৰ পবিত্ৰ প্ৰবাহত সংকীৰ্ণ হৃদয়ৰ দাম্ভিকতা লগাবলৈ ললে সি যে হাহাকাৰত পৰিণত হব তাত আৰু আচৰিত কি? হাহাকাৰৰ মাজেদি শান্তি বিচাৰিবলৈ হলে মূল সুৰলৈ যোৱাত বাজে যে গত্যন্তৰ নাই।

বেদৰ দিনৰ মন্ত্ৰদ্ৰষ্টা ঋষি সকলৰ প্ৰতিভাত সুৰ লয়ৰ স্বৰবিলাক যিটি স্বৰূপত ফুটি পৰিছিল সেয়ে সুৰৰ সত্যস্বৰূপ। আজি কেই হাজাৰ বছৰে দৰ্শন বিজ্ঞানে কত গবেষনা কত গণনা কৰিও তাৰ সত্যতাকেহে প্ৰমাণ কৰিব লাগিছে। যিটি মূল স্বৰৰ পৰা বাকী স্বৰ বিলাক কৰ্ষণ কৰি উলিৱাই তাৰ নাম সেইকালত আছিল কৃষ্টা। কৃষ্টাৰ পৰা ওলোৱা প্ৰথম স্বৰটিৰ নাম প্ৰথম, তাৰ পাছৰ খিনি ক্ৰমান্বয়ে দ্বিতীয়, তৃতীয়, চতুৰ্থ, পঞ্চম আৰু অতিস্বৰ্য — এই সাতোটি নামেৰেই সতোটি স্বৰ। প্ৰাচীন সামগা ঋষিসকলে এই স্বৰবিলাকৰ মাজত থকা অনুপাতিক জোখৰ ব্যৱধান যে স্পষ্টকৈয়ে ধৰিব পাৰিছিল তাৰ সবিশেষ প্ৰমাণ আমি পাওঁ সেই দিনতে আবিস্কাৰ হৈ আজিলৈকে চলি অহা বীণাৰ দণ্ড ডালিত। ওপৰৰ চুলাৰ পৰা তলৰ ধাম ডালিলৈকে দণ্ড ডালিত দুভাগৰ এভাগ, তিনি ভাগৰ এভাগ, চাৰিভাগৰ এভাগ, পাঁচ ভাগৰ এভাগ, ছভাগৰ এভাগ আৰু ন ভাগৰ এভাগত একো একোটা পৰ্ব্ব বা পাব পাতি লোৱা আছে, যাতে স্বৰবিলাক ক্ৰমাৎ চৰি যাবৰ বেলিকা পৰ্ব্ব আৰু ধামৰ মাজৰ তাঁৰ ডালিৰ ধ্বনি উঠা দীঘত এক, ন ভাগৰ আঠ, পাঁচ ভাগৰ চাৰি, চাৰি ভাগৰ তিনি, তিনি ভাগৰ দুই, সাতাইশ ভাগৰ যোল, পোন্ধৰ ভাগৰ আঠ আৰু দুভাগৰ এক —এনে অনুপাতিক ব্যৱধান সম্ভৱ হৈ পৰে। তেতিয়া, মূল স্বৰৰ কম্পন ৪৮০ বুলি ধৰি ললে, সেই বিলাক ব্যৱধানত থকা স্বৰ বিলাকৰ আপেক্ষিক কম্পন ক্ৰমে হৈ পৰিব ৫৪০, ৬০০, ৬৪০, ৭২০, ৮১০, ৯০০ আৰু ৯৬০। কম্পনতেই স্বৰৰ উৎপত্তি। এই কম্পনৰ অঙ্কত আমি বেচকৈয়ে শুনিবলৈ পাওঁ — এটা স্বৰৰ কম্পন যেতিয়া দ্বিগুণ হয়, অৰ্থাৎ যেতিয়া ৪৮০ গৈ ৯৬০ হয় তেতিয়া দুয়োটা স্বৰ একে হৈ যায়, — কেবল এটি ইটিতকৈ তীব্ৰ, এয়ে যি পাৰ্থক্য। নতুন স্বৰ আৰু পাবলৈ নেথাকে, সেই স্বৰকম্পনৰ দ্বিগুণে দ্বিগুণে সেই সেই স্বৰৰেইহে পুনৰাবৃত্তি। তেনে জগতৰ যাবতীয় ধ্বনিৰ মূল হ'ল অনুপাতিক কম্পনেৰে এই সাতোটি স্বৰ, আৰু এই সাতোটিৰেই অনুৰূপ আৱশ্যকীয় স্বৰ উলিয়াই লব পাৰি বীণাৰ তাঁৰ ডালিত। গোট তাঁৰ ডালিত আঘাত কৰিলে যি কম্পন পোৱা যায়, তাৰ সমানে আধাৰ পাবত দুগুণ

কম্পন দিয়ে, আৰু তিনিভাগৰ এভাগত তিনি গুণ পাব পাৰি। এবমাদিক্ৰমে বিশেষ বিশেষ কম্পনৰ পৰা সাতোটি বিশেষ স্বৰ বাজি উঠা শুনি।

এটা স্বৰৰ পৰা আন এটালৈ যি অনুপাতিক কম্পন সেয়ে পৰস্পৰৰ মাজৰ ব্যবধান। মূল স্বৰৰ কম্পন ৪৮০ ধৰি বৈজ্ঞানিক সকলে অনুপাতিক কম্পনৰ লেখ এই দৰে দিয়ে ঃ—

কৃষ্টাৰ পৰা প্ৰথমলৈ
(৪৮০/৫৪০) = ৯/৮
প্ৰথমৰ পৰা দ্বিতীয়লৈ
(৬০০/৫৪০) =১০/৯ দ্বিতীয়ৰ পৰা
তৃতীয়লৈ (৬৪০/৬০০) =১৬/১৫
তৃতীয়ৰ পৰা চতুৰ্থলৈ (৭২০/৬৪০) = ৯/৮
চতুৰ্থৰ পৰা পঞ্চমলৈ
(৮১০/৭২০) = ৯/৮
পঞ্চমৰ পৰা অতিস্বৰ্যলৈ
(৯০০/৮১০)=১০/৯ অতিস্বৰ্যৰ পৰা কৃষ্টালৈ
(৯৬০/৯০০) = ১৬/১৫

এই ভগ্নাংশ বিলাকৰ ওচৰা ওচৰি গোট সংখ্যা একোটাত প্ৰকাশ কৰিবলৈ হলে ৯/৮ হয় ৪, ১০/৯ হয় ৩, আৰু ১৬/১৫ হয় ২। তেতিয়া সাতোটা স্বৰৰ ব্যবধান হব ক্ৰমে ৪+৩+২+৪+৪+৩+২। আটায়ে মিলি হব ২২। অঙ্ক শাস্ত্ৰৰ ফালৰ পৰাও এই ২২ সংখ্যাৰেই ব্যবধান খিনি স্পষ্টকৈয়ে বুজাব পাৰি।

এই বাইশটিয়েই হল শ্ৰুতি। ইয়াৰ প্ৰত্যেকটিৰেই একো একোটি শুৱলা নামো আছে। নাৰদে নাম দিছিল প্ৰসূনা, সিদ্ধা, প্ৰভাৱতী, কান্তা ইত্যাদি। প্ৰসূনাতে কৃষ্টা স্বৰ পোৱা যায়। পাছলৈ শ্ৰুতিৰ নাম সলনি হল। প্ৰসূনা আদিয়ে ক্ষোভিণী আদিৰ নাম ললে। ক্ষোভিণীত কৃষ্টা, ছন্দোবতীত প্ৰথম, ৰক্তিকাত দ্বিতীয়, ক্ৰোধীত তৃতীয়, মাৰ্জ্জনীত চতুৰ্থ, আলাপিণীত পঞ্চম, আৰু ৰম্যাত অতিস্বৰ্যৰ স্বৰ ক্ৰমে ৪, ৩, ২, ৪, ৪, ৩, ২ ৰ ব্যবধানত ফুটাই তুলিলে।

বাইশটি শ্ৰুতিৰে যে এই সাতোতি স্বৰ—সিয়ে হল সকলো সুৰ লয়ৰ মূল; ইয়াকে লৈয়ে জগৎজুৰি ধ্বনিতৰঙ্গৰ নৃত্যলীলা — সুৰে সুৰে সঙ্গীতৰ জাল ৰচনা। সূৰ্য্যকিৰণত সকলো ৰঙ আছে বুলিয়ে সি 'অবিশেষ'। এই 'অবিশেষ' সূৰ্য্যকিৰণৰ বিশেষ বিশেষ ৰঙা নীলা বৰণ বোৰে যেনেকৈ চকুত ধৰা দিয়ে, অৰ্থাৎ বাহিৰৰ পদাৰ্থই গ্ৰহণ নকৰাত আমাৰ চকুলৈ আহি সেই সেই পদাৰ্থৰ বৰণ নিৰ্ণয় কৰায়, তেনেকৈ আকাশৰ অবিশেষ শব্দ গুণৰ পৰাই বিশেষ বিশেষ স্বৰবিলাকো আমাৰ কাণত বাজি যায়। অবিশেষ সূৰ্য্যৰশ্মিৰ বিশেষ ৰঙ যেনেকৈ সাতোটি, সবিশেষ শব্দ গুণৰো বিশেষ স্বৰ হল সাতোটি আমাৰ চকুত লগা ৰঙ আৰু কাণত বজা স্বৰবিলাকক সাংখ্যৰ মতেৰে 'বিশেষ' বুলিব পাৰি। বিজ্ঞানে তাকে 'ফুৰিয়াৰ' উপাদান বুলিছে, আৰু পাশ্চাত্য সঙ্গীতে বুলিছে "হাৰমনিক্স"। বিশেষ বিশেষ স্বৰবিলাকৰ যি প্ৰভেদ তাক পাতঞ্জলে "গুণপৰ্ব্ব" অৰ্থাৎ গুণ ক্ৰিয়াৰ পাব বা গাঁঠি বুলিছে। এই দৰেই বীণা দণ্ডৰ একো একোটি পাবত একো একোটি পৃথক স্বৰ পাওঁ। স্বৰবিলাকৰ কম্পনৰ ক্ৰমবিলাক নিছিগা ধাৰেৰে নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত ইটিৰ পাচত সিটি আমাৰ কাণ মাদলত বাজি গলেই আমি সুশ্ৰাব্যতা উপলব্ধি কৰিব পাৰোঁ। সেয়ে নাই যদি ইটি ক্ৰমৰ পাচত সিটি ক্ৰম ছিগি বৈ যায় আমি স্বৰটি সম্পূৰ্ণকৈ নুশুনো। অথবা যদি কেবাটাও ক্ৰম ওপৰা উপৰিকৈ আহে, তেতিয়া আমাৰ কাণেৰে হাই শুনো। এটা স্বৰ কেবাটাও সূক্ষ্ম কম্পনৰ্ব ধাৰেৰে ক্ৰমান্বয়ে বলি আহি পাচৰ এঠাইত বিশেষ হৈ ধৰা দিয়াত সি আগৰ স্বৰতকৈ যে পৃথক এইটি কাণে বেচকৈ চিনি পায়। এই অনুক্ৰমেই মূল স্বৰটিৰ পৰা বাইশটি শ্ৰুতিৰ মাজেদি কম্পনৰ ক্ৰমবিলাক বলি বলি পাবে পাবে একোটিকৈ স্বৰ ফুটাই তুলি ছটা স্বৰৰ পাছত গৈ সি নিজেই নিজক পায়; তেতিয়া সি চৰা হৈ পৰে। সেই খিনিতে চৰাৰ মূল স্বৰ বুলি তাক ধৰি ললে আগৰ একোটি গতিৰে গৈ গৈ সেই একে চৰা স্বৰ ছটাৰ পাছত আকৌ নিজে নিজক পাই অতিচৰা হৈ পৰে। অতি চৰাৰ পৰা এই দৰেই তাক কেবাটাও অতি অতি চৰালৈ লৈ

যাব পাৰি। মূল স্বৰটিৰ পৰা চৰি উঠা ইটি মূল স্বৰলৈকে আমি সাতোটি ব্যৱধান পাওঁ। এই সাতোটা ব্যৱধানক ভাৰতীয় সঙ্গীতে সপ্তম বোলে। ব্যৱধানৰ লেখ নলৈ ইটি মূল স্বৰৰ পৰা সিটি মূল স্বৰ ধৰিলে আঠ হয় গুণে দেশান্তৰৰ 'অক্টেভ'ৰ নামে নামে আমাৰ কোনো কোনোৱে ইয়াক অষ্টক বোলে। ধ্বনিৰ সুশ্ৰাব্য কম্পনৰ লঘিষ্ঠ আৰু গৰিষ্ঠ সংখ্যাৰ লেখ লৈ বৈজ্ঞানিক সকলে গণনা কৰি নটা সপ্তক বা অষ্টকহে হব পাৰে বুলি কয়। আমাৰ মানুহে তাৰে তিনিটা সপ্তকৰ স্বৰকে ক্ৰমান্বয়ে কণ্ঠত ফুটাব নোৱাৰে। মাজৰ সপ্তক এটাৰ পুৰা স্বৰ কেউটি, তাৰ তলৰ সপ্তকৰ তিনি চাৰিটি আৰু ওপৰৰ সপ্তকৰ তিনি চাৰিটি এয়ে সেয়ে পোন্ধৰ ষোলটিতকৈ বেচি সঙ্গীতৰ উপযোগী শুশ্ৰাব্য স্বৰ মানুহলৈ সম্ভৱপৰ নহয়। বেদৰ দিনৰ সুৰৰ লয়ো মানুহৰ কণ্ঠত ফুটি পৰিছিল এই সীমাবদ্ধ স্বৰৰ ভিতৰতে; গতিকে মনুষ্য কণ্ঠৰ উপযোগী ক্ৰমান্বয় তিনিটি সপ্তককে ভাৰতৰ সঙ্গীতে স্বীকাৰ কৰি আহিছে, আৰু বিশেষ লক্ষণেৰে তাৰ নামকৰণো কৰি লৈছে। যিটো সপ্তকত মনুষ্য কণ্ঠৰ স্বাভাৱিক মাত কণ্ঠৰ পৰা ফুটাব পাৰি তাক বুলিছে মধ্যস্থান, তলৰ যিটি সপ্তকত মানুহৰ মাত স্বাভাৱিক ভাৱে বুকুৰ পৰা ফুটাব লাগে তাক বুলিছে মন্দ্ৰস্থান, আৰু য'ত মানুহৰ মাত স্বাভাৱিক ভাৱে ফুটোতে মুৰত ধৰি যায় সেই ওপৰৰ সপ্তকৰ নাম দিছে তাৰস্থান। আজি অত'কালৰ মুৰত মন্দ্ৰ হ'ল উদাৰা, মধ্য হ'ল মুদাৰা, আৰু তাৰ' হ'ল তাৰা।

বৈদিক যুগৰ বহুকাল হয়তো বিশেষ বিশেষ স্বৰবিলাকৰ নাম কৃষ্টা, প্ৰথম, দ্বিতীয় আদি হৈয়ে চলি আহিছিল। পৌৰাণিক যুগত এই স্বৰবিলাকক বিশিষ্ট ভাৱে চিনি লবলৈ চৰ্চ্চাৰ সুবিধালৈ চাই অন্য ধৰণৰ নামকৰণ কৰি লব লগীয়া হ'ল। সাতোটা স্বৰৰ মাজৰ স্বৰটোক চতুৰ্থ নুবুলি মধ্যম বুলিলে ; ইফালেও তিনিটি, সিফালেও তিনিটি, বেচ মিলি গ'ল। কৃষ্টাক পাতিলে নিষাদ, প্ৰথমক কৰিলে স্বৰ বা ষড়জ, দ্বিতীয় হল ঋষভ, তৃতীয় হল গান্ধাৰ, পঞ্চম পঞ্চমেই থাকিল, অতিস্বৰ্য হল ধৈৱত। বিশেষ স্বৰখিনিৰ শ্ৰুতিৰ পৰস্পৰ ব্যৱধানেৰে সৈতে নতুন নাম আমি নাট্যশাস্ত্ৰতে পাওঁ। গতিকে ই অতি কমকৈও প্ৰায় তিনি হাজাৰ বছৰৰ আগৰ পৰা চলি অহা নাম বুলি এক লেখেৰে ধৰি ল'ব পাৰি। নাট্যশাস্ত্ৰই কয়, —"ষড়জশ্চ ঋষভশ্চৈব গান্ধাৰো মধ্যমস্তথা। পঞ্চমো ধৈৱতশ্চৈব নিষাদঃ সপ্ত চ স্বৰাঃ।।" ..... "ষড়জশ্চতুঃ শ্ৰুতিৰ্জ্ঞেয় ঋষভ স্ত্ৰিঃ শ্ৰুতিঃ স্মৃতঃ। দ্বিশ্ৰুতিশ্চাপি গান্ধাৰো মধ্যমশ্চ চতু শ্ৰুতি।। চতুঃ শ্ৰুতিঃ পঞ্চম স্যাৎ ত্ৰিঃশ্ৰুতিৰ্ধৈৱতস্তথা। দ্বিশ্ৰুতিস্তু নিষাদঃ স্যাৎ ষড়জগ্ৰামে স্বৰান্তৰে।" — ষড়জৰ চাৰি শ্ৰুতি, ঋষভৰ তিনি, গান্ধাৰৰ দুই, মধ্যমৰ চাৰি, পঞ্চমৰ চাৰি, ধৈৱতৰ তিনি আৰু নিষাদৰ দুই। ষড়জগ্ৰামৰ এই শ্ৰুতিৰ বিধি আজিও আমাৰ মাজত অতকাল চলিয়েই আছে।

স্বৰবিলাকৰ শ্ৰুতি সংখ্যালৈ চাই ষড়জৰ পৰা মধ্যমলৈ আৰু পঞ্চমৰ পৰা চৰা ষড়জলৈ সমান গুণে এটি সপ্তক দুভাগত ভগাই লৈছে — (৪+৩+২+৪ = ৪+৩+২+৪)। কম্পনৰ সংখ্যাৰ গণনাতো আগৰ ভাগতকৈ পাচৰ ভাগ ডেৰ গুণ বেছি (আগৰ ভাগ ২৫০০, পাচৰ ভাগ ৩৭৫০)। সেই কাৰণে এই দুই ভাগৰ প্ৰথম ভাগক সপ্তকৰ পূৰ্ব্বাঙ্গ বুলি ধৰে, আৰু পাচৰ ভাগক উত্তৰাঙ্গ বোলে।

পৌৰাণিক যুগৰ নতুন নামবিলাকৰ পৰিবৰ্ত্তন হোৱাত কেবা ফালৰ পৰাও কিছু সুবিধা হ'ল যদিও, পাচলৈ অতি সহজে চিনাই খৰকৈ মাতিব পৰা চুটি নাম একোটি কৰি ল'ব লগীয়া হ'ল, আৰু নামৰ আগৰ আখৰ একোটিৰেই গোটেই নামটি বুজোৱা কৰিলে। তেতিয়াৰ পৰাই স্বৰৰ —স, ঋষভৰ -ৰি, গান্ধাৰৰ -গ, মধ্যমৰ-ম পঞ্চমৰ-প, ধৈৱতৰ -ধ, আৰু নিষাদৰ-নি হ'ল।

আৰু পাচলৈ কোন স্বৰটিক কি কম্পনেৰে নিৰ্দ্দিষ্টকৈ ধৰি তাৰ পৰা অনুপাতিক ব্যৱধানেৰে বাকী স্বৰবিলাক উলিয়াই ল'ব পাৰি, এই লৈয়েই এক সমস্যা হৈ পৰিল। বিজ্ঞানে তাৰ'স্থানৰ স টিকে ৫৪০ কম্পনেৰে নিৰ্দ্দিষ্ট কৰি ধৰি ললে, আৰু তাৰ পৰাই অনুপাতিক ব্যৱধানেৰে স্বৰবিলাক সপ্তকে সপ্তকে স্থিৰ কৰি সেই অনুসাৰে বিবিধ বাদ্য যন্ত্ৰ নিৰ্ম্মাণ কৰি ললে। ভাৰতলৈ

এই সমস্যা বহু আগতে আহিছিল। ভাৰতে বিশ্বপ্রকৃতিৰ সুৰৰ সাদৃশ্য বিশ্ব প্রকৃতিতেই বিচাৰি উলিয়ালে। ময়ুৰৰ কণ্ঠত স, গৰুৰ মাতত ৰি, ছাগলীৰ বেবনিত গ, ক্রৌঞ্চৰ কণ্ঠত ম, কুলিৰ কুহুত প, ঘোঁৰাৰ মাতত ধ, আৰু হাতীৰ চিঞৰত নি — এই স্বৰৰ সাদৃশ্যকে সিবিলাকে আদর্শ পাতি নির্দ্দিষ্টকৈ ধৰি লৈছিল। বিজ্ঞানৰ ফালৰ পৰা এনে সাদৃশ্য নির্দ্দিষ্ট কৰি লোৱাত আপত্তি উঠিলেও উপায় নাই। বিজ্ঞানে নির্দ্দিষ্ট কৰি লোৱা স্বত্বেও দেশে দেশে স্বৰৰ ওজনৰ মিল নাই যেতিয়া সিবিলাকে কৰা সমস্যাৰ সমাধান সর্ব্ববাদীসন্মত বোলা যায় কেনেকৈ? কাব্যত প্রকৃতিৰ সাদৃশ্য ফুটাই তোলাদি, চিত্রত প্রকৃতিৰ সাদৃশ্যৰে সৃজন কৰাদি, সঙ্গীতৰ বেলিকাও বিশ্বপ্রকৃতিৰেই স্বৰৰ সাদৃশ্য লৈ ভাৰতে সুৰৰ লহৰ তুলিয়েই আহিছে — আলোক চিত্রৰ যান্ত্রিক অনুকাৰেৰে চিত্র নোতোলে, তোলে মনত জাগি উঠা ছবি একোটিৰ আভাসেৰে।

স্বৰবিলাক শুনিবলৈ শুৱলাকৈ পৰস্পৰ অনুপাতিক ব্যবধান অনুযায়ী পাতি ল'ব পৰা যায়, কেৱল তাৰ ৪, ৩, ২, ৪, ৪, ৩, ২ এই ক্রমৰ অন্তৰেৰে মুঠ বাইশটি শ্রুতি হলেই হয়। বর্ত্তমান আমি আমাৰ মাজত যি পাতন পাইছোঁ তাৰ আদি স্বৰ হ'ল স, বাইশটি শ্রুতি ক্রমান্বয়ে যদি পাতি লওঁ তাৰ চতুর্থ শ্রুতিত অর্থাৎ বেদৰ দিনৰ প্রথম বোলা স্বৰটিত পাওঁ স, সপ্তম শ্রুতিত পাওঁ ৰি, এবমাদিক্রমে নবমত গ, ত্রয়োদশত ম, সপ্তদশত প, বিংশত ধ, আৰু দ্বাবিংশত নি। এই পাতনত শ্রুতিৰ ৪, ৩, ২, ৪, ৪, ৩, ২, ক্রমৰ অন্তৰো ৰক্ষা পৰিছে, গতিকে ই এটি নিয়মিত পাতন। সৰ পৰা শ্রুতিৰ অন্তৰৰ ক্রম নধৰি যদি গ ৰ পৰা ধৰা যায়, তেতিয়া হ'লে (গ ৰ তিনিৰ পাচত ম, ম ৰ দুইৰ পাচত প, প ৰ চাৰিৰ পাচত ধ, ধ ৰ চাৰিৰ পাচত নি, নি ৰ তিনিৰ পাচত স, স ৰ দুইৰ পাচত ৰি, ৰি ৰ চাৰিৰ পাচত গ) — এনে এটা পাতন পাব পাৰি, য'ত বাইশটা শ্রুতিৰে ৩, ২, ৪, ৪, ৩, ২, ৪ অনুপাতিক ক্রম ৰক্ষা পৰে। এই পাতনত আগৰ স পাতনৰ স্বৰৰ সৈতে প্রায়ে মিল নেথাকে, গ আৰু নি য়েই হে বি মিলে; স আৰু মৰ এক শ্রুতিৰ, ৰি আৰু ধৰ দুই শ্রুতিৰ, পৰ তিনি শ্রুতিৰ হেৰ-ফেৰ হয়। তথাপি এই পাতনে শ্রুতিৰ অনুপাতিক ক্রম ৰাখিছে যেতিয়া ইয়াকো গ ৰ পাতন বুলিয়েই ধৰে। তাৰ পাচত ম ৰ পৰা আকৌ আমি শ্রুতিৰ অন্তৰৰ ক্রম যদি ধৰোঁ-- (ম ৰ তিনিৰ পাচত প, প ৰ দুইৰ পাচত ধ, ধ ৰ চাৰিৰ পাচত নি, নি ৰ চাৰিৰ পাচত স, স ৰ তিনিৰ পাচত ৰি, ৰি ৰ দুইৰ পাচত গ, গ ৰ চাৰিৰ পাচত ম)— তেতিয়াও বাইশটা শ্রুতিৰে আগৰ স পাতনৰ ৩, ২, ৪, ৪, ৩, ২, ৪ অনুপাতিক ক্রম ৰক্ষা পৰে, আৰু সেই পাতনৰ স্বৰৰ লগত বহুতো মিল থাকে, মাথোন প ৰ এক শ্রুতিৰ আৰু ধ ৰ দুই শ্রুতিৰ যি হেৰফেৰ। শ্রুতিৰ নির্দ্দিষ্ট ব্যবধানেৰে স্বৰবিলাকৰ এই যে ক্রমিক পাতন তাৰ ভাৰতীয় নাম হ'ল গ্রাম, দেশান্তৰত ইয়াৰ নাম 'ডায়েটনিক স্কেইল'। সপ্তকৰ পূর্ব্বাঙ্গৰ স্বৰ স, গ, আৰু ম ক লৈ এই তিনিটি যে ক্রমিক পাতন তাকে ভাৰতীয় সঙ্গীতে ক্রমে ষড়জ গ্রাম, গান্ধাৰ গ্রাম আৰু মধ্যম গ্রাম বোলে। এই দৰেই নিয়মিত পাতনৰ শ্রুতিৰ অন্তৰৰ ক্রমবিলাক বাকী ৰি প ধ নি ৰ পৰা পাতি ললে আমি সেই সেই স্বৰৰ নামেৰে আৰু চাৰিটা গ্রাম পাব পাৰোঁ। তাৰ ভিতৰত নিৰ গ্রামটি প্রায়ে গান্ধাৰ গ্রামৰ দৰে হয়। পঞ্চমৰ গ্রাম প্রায়ে ষড়জ গ্রামেই ৰি আৰু ধৰ গ্রাম দুটাই নিষাদ স্বৰৰ ঠাই লবায় গুণে গ্রামৰ উপযোগী নহয়, ষড়জ আৰু মধ্যম গ্রামৰ স্বৰখিনি প্রায়ে মিলে গুণে এই দুই গ্রামতে ভাৰতৰ গীত বাদ্য চলিছিল। গান্ধাৰ গ্রামত ভালেখিনি অমিল কাৰণে তাত গীত বাদ্য কৰা বৰ কঠিন। সঙ্গীতজ্ঞ সকলে কয় ভাৰতত গান্ধাৰ গ্রামৰো এসময়ত প্রচলন আছিল; সেয়ে সম্ভৱতঃ সুদূৰ অতীতৰ কোনো অতিমানুষৰ সমাজত। পৌৰাণিক যুগৰ পৰাই ভাৰতত ষড়জ আৰু মধ্যম গ্রামৰ প্রচলন থকাৰ কথা হে নাট্যশাস্ত্রত আছে, — "অথ দ্বৌ গ্রামৌ ষড়জো মধ্যমশ্চেতি। তত্রাশ্রিতা দ্বাবিংশতিঃ শ্রুতয়ঃ।" — তাত গান্ধাৰ গ্রামৰ উল্লেখ নাই। মধ্যম গ্রামৰ শ্রুতিৰ অন্তৰৰ ক্রম ষড়জ গ্রামৰ সৈতে অবিকল নিমিলিলেও এনে ক্রম দেশান্তৰত পাবলৈ আছে। নাট্যশাস্ত্রৰ মতে মধ্যম গ্রামৰ

ক্ৰম হ'ল — ৩, ২, ৪, ৩, ৪, ২, ৪ — মৰ চাৰি শ্ৰুতি, পৰ তিনি, ধৰ চাৰি, নিৰ দুই, সৰ চাৰি, ৰিৰ তিনি আৰু গৰ দুই, — এয়ে সেয়ে বাইশটি শ্ৰুতি। — "চতুঃ শ্ৰুতিস্তু বিজ্ঞেয়ো মধ্যমঃ পঞ্চম পুনঃ। ত্ৰিশ্ৰুতিৰ্ধৈবতস্তু স্যাচ্চতুঃশ্ৰুতিক এব চ।। নিষাদষড়জৌ বিজ্ঞেয়ৌ দ্বিচতুঃ শ্ৰুতি সম্ভবৌ। ঋষভস্ত্ৰিঃ শ্ৰুতিশ্চ স্যাৎ গান্ধাৰো দ্বিশ্ৰুতিস্তথা।।" ইয়াৰ প্ৰকৃত ব্যৱহাৰত ধ মধ্যম গ্ৰামৰ পৰ সৈতে ৪ শ্ৰুতিৰ অন্তৰত পৰে।

পৌৰাণিক যুগৰ পৰাই আজি প্ৰায় আঠ ন শ বছৰৰ আগৰ সঙ্গীত ৰত্নাকৰৰ দিনলৈকে ষড়জ আৰু মধ্যম গ্ৰামৰ গীত বাদ্যই ভাৰতৰ বুকুত উত্থান পতনৰ লহৰ খেলায়েই আছিল। পাচলৈ দুই গ্ৰামৰ অনুপাতিক শ্ৰুতিৰ ক্ৰমলৈ মন কাণ নিদিয়াৰ বাবেই হওক বা দেশ দেশান্তৰৰ সংমিশ্ৰণৰ ফলতেই হওক দুয়োটি গ্ৰাম একে হৈ পৰিল। মাজতে যদিও সঙ্গীত পাৰিজাত প্ৰণেতা অহোবল পণ্ডিতে বীণাৰ দণ্ডত দুনাই স্বৰৰ নিৰ্দ্দিষ্ট স্থান দিবলৈ প্ৰায়াস পাইছিল, যুগৰ প্ৰভাবৰ সোঁত ৰোধিব নোৱাৰিলে। চাওঁতে চাওঁতে ভাৰত আৰু দেশান্তৰৰ স্বৰ মিলি পৰিল, কেৱল যি ধ ৰ বেলিকা ১২ টা কম্পনৰ বিভিন্নতা অ'ত ত'ত বৈ গ'ল।

সাতোওটি স্বৰৰ বেলিকা এটি ইটিলৈ বলি আহোঁতে এনে একোটি ঠাই পায় য'ত স্বৰটি ইটিও নহয় সিটিও নহয় এনে অৱস্থাত পৰেহি, —এদ্ধাৰে পোহৰে সি যেন ডোকমোকালি। সেই অৱস্থাত স্বৰবিলাক কোনো নিৰ্দ্দিষ্ট শ্ৰুতিৰ অন্তৰে অন্তৰে পৰিলে শ্ৰুতি মধুৰ হৈ পৰে, আৰু তাক বিকৃত স্বৰ বুলি সঙ্গীতজ্ঞ সকলে স্বীকাৰ কৰি সুৰৰ মেলাত মিলাই দিয়ে। এই শুদ্ধ আৰু বিকৃত স্বৰৰ ব্যৱহাৰ নাট্যশাস্ত্ৰৰ আগৰে পৰাই আছে। চাৰি শ্ৰুতিৰ অন্তৰৰ "কাকলি", তিনি শ্ৰুতিৰ অন্তৰৰ "সাধাৰণ", আৰু দুই শ্ৰুতিৰ অন্তৰৰ "অন্তৰ" নামৰ বিকৃত স্বৰৰ কথা ভৰত মুনিয়ে উল্লেখ কৰি গৈছে। সেই কালৰ পৰাই শাৰ্ঙ্গদেৱৰ সঙ্গীত ৰত্নাকৰৰ দিনলৈকে সাতোটি শুদ্ধ স্বৰৰ উপৰিও বাৰটি বিকৃত স্বৰ ব্যৱহাৰ কৰাৰ কথা পোৱা যায়। শ্ৰুতিৰ অনুপাতিক অন্তৰ অনুযায়ী সিবিলাকৰ নামকৰণো হৈছিল। শুদ্ধতকৈ এক শ্ৰুতিৰ তল হলে তাৰ নাম দিছিল চ্যুত, — যেনে চ্যুত ষড়জ; এক শ্ৰুতিৰ ওপৰ হলে কৈশিক, — যেনে কৈশিক ষড়জ, কৈশিক মধ্যম; দুই শ্ৰুতিৰ ওপৰ হ'লে অন্তৰ—যেনে অন্তৰ ষড়জ, অন্তৰ গান্ধাৰ ইত্যাদি ; শুদ্ধ মধ্যমৰ তিনি শ্ৰুতিৰ তলত সাধাৰণ গান্ধৰ আৰু ধৈৱতৰ পৰা চাৰি শ্ৰুতিৰ অন্তৰত কাকলি নিষাদ, —এনে আৰু পাচোঁটি নাম পাবলৈ আছে। ইয়াৰ পাচত আঠশ বছৰৰ সুযোগ আৰু দুৰ্য্যোগৰ মাজে আহি ভাৰতে আজি এই কৈশিক কাকলিৰ সূক্ষ্ম লেখ পাহৰি পেলালে। দেশান্তৰৰ সহজে পোৱা স্বৰযন্ত্ৰ পাচত যেতিয়া ওলালহি, পুৰণি লেখলৈ মন দিয়া প্ৰবৃত্তি ফেৰাও লাহে লাহে নুমাই গ'ল। বিকৃত স্বৰৰ লেখ চাওঁতে চাওঁতে বাৰৰ পৰা আঠলৈ টুটি টুটি বৰ্ত্তমান পাঁচত পৰিছেহি। হাৰ্ম্মনিয়মে এক অষ্টকত এই বিকৃত স্বৰ পাচোটি ঠায়ে ঠায়ে কিছু বিকৃত কৰি ক'লা ৰঙৰে বোলাই আমাৰ সঙ্গীতৰ চেহেৰা ক'লা কৰি পেলাইছে।

বৰ্ত্তমান আমাৰ মাজত প্ৰচলিত যি স্বৰৰ মেলা তাত বেদৰ দিনৰ কৃষ্টা আৰু প্ৰথমৰ (নি আৰু স ৰ) অন্তৰৰ যি চাৰি শ্ৰুতি তাক স আৰু ৰিৰ মাজত ধৰি লোৱাত শ্ৰুতিৰ ব্যৱধান স ৰ পৰা নিলৈ ৪, ৩, ২, ৪, ৪, ৩, ২, হৈ পৰিল। গতিকে এতিয়াৰ ৰি স্বৰত তিনি শ্ৰুতিৰ ঠাইত চাৰি শ্ৰুতি হোৱা বাবে আগতকৈ ৰি এক শ্ৰুতিৰ, গ দুই শ্ৰুতিৰ, ধ এক শ্ৰুতিৰ আৰু নি দুই শ্ৰুতিৰ তীব্ৰ হৈ পৰিল। তলৰ অৰ্থাৎ বাকী স ৰি প ধ স্বৰৰ দুই শ্ৰুতি অন্তৰে অন্তৰে বিকৃত স্বৰ পাতি লৈছে, আৰু তাক ক্ৰমান্বয়ে ৰি কোমল, গ কোমল, ধ কোমল, আৰু নি কোমল নাম দিছে। পৰ পৰা দুই শ্ৰুতি তললৈ আৰু মৰ পৰা দুই শ্ৰুতি ওপৰলৈ বিকৃত ম। সি শুদ্ধ মতকৈ দুই শ্ৰুতি বেচি বা কাড়া গুণে তাক তীব্ৰ মধ্যম বা কড়ি ম বোলে।

স্বৰবিলাকৰ সাতোটা ক্ৰমযুক্ত স্বৰৰ উচ্চাৰণ হলেই তাক মূৰ্চ্ছনা বোলে। নাট্যশাস্ত্ৰই কয়, — "ক্ৰমযুক্তাঃ স্বৰাঃ সপ্ত মূৰ্চ্ছনাস্ত্বভিসংজ্ঞিতাঃ। ষটপঞ্চক

স্বৰান্তাসাম ষাড়ৱেডুৰিত স্মৃতাঃ।।" — সেয়ে ছটা স্বৰৰ হলে ষাড়ৱ (খাৰব), পাঁচোটাৰ হলে উডুৰিত (ঔৰব)। এতিয়া আমি যদি ক্ৰমযুক্ত ষড়জ গ্ৰামৰ স ৰি গ ম প ধ নি ৰ সৈতে গ আৰু মৰ প্ৰত্যেক স্বৰটিকে স বুলি ধৰি ক্ৰমান্বয়ে নিৰ্দ্দিষ্ট ব্যৱধানৰ সাতোটা স্বৰৰ পাতন পাতি লওঁ, তেনে ষড়জ গ্ৰামৰ সাতোটা, গান্ধাৰ গ্ৰামৰ সাতোটা, আৰু মধ্যম গ্ৰামৰ সাতোটা —এই একৈশটা মূৰ্চ্ছনা পাওঁ। প্ৰধান স্বৰটি অন্য স্বৰত মুৰছি পৰে গুণেই মূৰ্চ্ছনা বোলা যেন লাগে। ৰি গ ম ধ নি ৰ প্ৰত্যেকৰ পৰা স ধৰি পাতন পাতিলে শ্ৰুতি বিলাকৰ হেৰ ফেৰ হয়। পক স বুলি ধৰিলে প আৰু ধ ৰ বেলিকা অলপ লৰচৰ হয়। এই লৰচৰ মধ্যম গ্ৰামৰ প আৰু ধৰ বেলিকাও একে। কোৱা বাহুল্য—গান্ধাৰ গ্ৰামৰ প্ৰচলন নাই যেতিয়া তাৰ কথা বাদ দি ষড়জ আৰু মধ্যম গ্ৰামৰ যিবিলাক মূৰ্চ্ছনা তাত হেৰফেৰ হোৱা নিৰ্দ্দিষ্ট শ্ৰুতিৰ অন্তৰৰ স্বৰবিলাকক বিকৃত স্বৰ বুলি ধৰি আচল সাতোটা শুদ্ধ স্বৰৰ বিবিধ বিন্যাসতেই আঠ শ বছৰৰ আগলৈকে চলি অহা ভাৰতীয় সঙ্গীতৰ সকলো আছে।

সঙ্গীত ৰত্নাকৰৰ দিনলৈকে এই গ্ৰামৰ এই মূৰ্চ্ছনা লৈ ত্ৰিশটি গ্ৰাম ৰাগৰ কথা যি শুনা যায় তাৰে পোন্ধৰটিৰ সবিশেষ কথা হে সেই গ্ৰন্থত কোৱা পৰিছে। স্বৰৰ বক্ৰতা, তান, অলঙ্কাৰ, আৰু স্থান আদিলৈহে এই গ্ৰাম ৰাগবিলাকৰ বোলে পৰস্পৰ প্ৰভেদ কৰা হৈছিল। এতিয়ালৈ আমি যি সুৰৰ মেলা বা ঠাট পাওঁ, সি প্ৰায় এই আঠ ন শ বছৰৰ আলোচনা আৰু চৰ্চ্চাৰ ফল। আদি বিধান যিমান দিন চলি আছিল স্বৰৰ নিৰ্দ্দিষ্ট ব্যৱধান ক্ৰমেৰে গ্ৰাম আৰু মূৰ্চ্ছনাৰ প্ৰণালীত আৰু সেই প্ৰণালীত ফুটি পৰা বিকৃত স্বৰৰ সংযোগত ; — আজি কালিৰ নব্যবিধানে তেনে কোনো ব্যৱধানৰ ক্ৰমলৈ কাণ ৰবকৈ নিদিয়ে আৰু সেই প্ৰণালীৰে বিকৃত স্বৰ ফুটাই নলৈ ফুটি পৰা বিকৃতিৰে পাঁচোটি লৈ তাৰেই কাম চলায়। ইবিলাকৰ মতে বৰ্ত্তমান স্বৰৰ মেলাত শুদ্ধই হওক বা বিকৃতেই হওক সাতোটি স্বৰ থাকিবই লাগিব, আৰু সেয়ে আৰোহনৰ বেলিকা অৰ্থাৎ ক্ৰমাৎ স্বৰ চৰি যাওঁতে আৰু অৱৰোহনৰ বেলিকা নামি আহোঁতে স্বাভাৱিক ক্ৰমেৰে যাব লাগিব, আহিবও লাগিব।

স্বৰৰ স্বাভাৱিক গ্ৰামত স ৰ পৰা মলৈ পূৰ্ব্বাঙ্গ ধৰি আৰু পৰ পৰা চৰা স লৈ উত্তৰাঙ্গ ধৰি স্বৰ বিলাকৰ ক্ৰমিক পাতন পাতিলে আমি ছয়ত্ৰিশটি পাতন পাব পাৰোঁ। তীব্ৰ মধ্যমক ম বুলি ধৰিলে আৰু ছয়ত্ৰিশটি হৈ পাতন বা মেলাৰ সংখ্যা বাসত্তৰত পৰেগৈ। যি হৰ পাৰে এইয়া তাৰ হে লেখ; যি হৈছেহি তাৰ লেখ ইয়াতকৈ অনেক কম। আজি কালিৰ যিবিলাক শ্ৰুতিৰ ব্যৱধানত স্বৰবিলাক পাতি যি গ্ৰামৰ মতে আমি চলোঁ তাত আগৰ শুদ্ধ ৰি গ ধ নি এক দুই শ্ৰুতিৰ তলত পৰি যায়।

বৰ্ত্তমান আমাৰ যি স্বৰ গ্ৰাম সি প্ৰাচীন নিষাদ গ্ৰামৰ লগত মিলে, —তাৰ অনুপাতিক ব্যৱধান ৪, ৩, ২, ৪, ৪, ৩, ২। এই গ্ৰামৰ মূৰ্চ্ছনা বিলাকত আজি কালি ব্যৱহাৰ হোৱা বিকৃত স্বৰো পোৱা যায়। ইয়াৰ পূৰ্ব্বাঙ্গ স ৰ পৰা ম লৈ আৰু উত্তৰাঙ্গ প ৰ পৰা চৰা স লৈ ধৰি, আকৌ পূৰ্ব্বাঙ্গৰ স ৰ পৰা তীব্ৰ মধ্যমলৈ ধৰি যিবিলাক মেলা পোৱা যায় তাৰো অৰ্জীণপাতকী মেলা খিনি বাদ দিলে বাইশটি মেলাত পৰেহি। এই বাইশটিৰ ভিতৰত আকৌ কেৱল দহোটিহে আজি কালি চলাব পৰা হৈছে। এই জনকমেলা বা ঠাট বিলাকৰ নাম হ'ল— ভৈৰবী, ভৈৰব, আশাৱৰী, কাফি, খম্মাচ, বিলাবল, তোড়ী বা বৰাড়ী, পূৰ্ব্বী, মাৰৱা, কল্যাণী বা য়মন। এই বিলাকলৈ যুগুত কৰি সেতাৰৰ পাৰেৰে সময়ে সময়ে ঠাট একোটি বান্ধি লোৱাৰ পৰাই জনক মেলাৰ নামো ঠাট হ'ল নে কি কব নোৱাৰি।

এই মেলাবিলাকত স্বৰ মেলাৰৰ বেলিকা কোনটো স্বৰ কোনটোৰ লগত মেলালে জীণ যায়, শুনিবলৈ শুৱলা হয়, কোনটো স্বৰে মানুহৰ অন্তৰত কি ভাব জগায় ইত্যাদি তথ্যৰ সবিশেষ জ্ঞান একান্ত প্ৰয়োজন, নহলে নিৰ্ব্বিচাৰে স্বৰৰ বিন্যাস কৰিবলৈ গ'লে সি অনেক সময়ত কোলাহল হৈ পৰে। বিজ্ঞানে স্বৰৰ কম্পন গতিৰ সঘনতালৈ লক্ষ্য কৰি কোনটো স্বৰ কোন

স্বৰৰ লগত মিল খায়, কোন স্বৰ নেখায়, ইয়াৰ তথ্য উলিওৱাৰ বহু কালৰ আগতে ভাৰতৰ প্ৰতিভাত সি আপোনা আপুনি ধৰা দি গৈছিল। পৌৰাণিক যুগত ইয়াৰ বিশদ আলোচনা হোৱাৰ বাতৰি আমি নাট্যশাস্ত্ৰতে পাওঁ। স্বৰবিলাক শ্ৰুতিৰ যোগত চাৰিবিধ, —"চতুৰ্বিধত্বমেতেবাং বিজ্ঞেয়ং শ্ৰুতিযোগতঃ। বাদী চৈবাথ সংবাদী অনু বাদী বিবাদ্যপি।।" যিটি স্বৰ যাৰ অংশ অৰ্থাৎ প্ৰধান সেয়ে তাৰ বাদী — "তত্ৰ যো যত্ৰাংশঃ স তস্য বাদী"; যি পৰস্পৰ ন আৰু তেৰ শ্ৰুতিৰ অন্তৰ সেই দুই স্বৰ সংবাদী — "যয়োশ্চ নবকত্ৰয়োদশ শ্ৰুত্যন্তৰে তাবন্যোন্যং সংবাদিনৌ"; বিংশতি স্বৰৰ অন্তৰত থকাবিলাক বিবাদী —"বিবাদিনস্তু তে যেষাং বিংশতি স্বৰমন্তৰম্"; বাকীবোৰ অনুবাদী — "শেষাঃ অনুবাদিনঃ সংজ্ঞকাঃ।" ইয়াৰ বিশেষ অৰ্থ কৰিছে, — মেলাত প্ৰধান ভাবে প্ৰকাশ পায় গুণে বাদী, পৰস্পৰ মিল আছে কাৰণে সংবাদী, বিবাদ কৰে কাৰণে বিবাদী, আৰু লগে লগে চলিব পাৰে কাৰণে অনুবাদী —"বদনাদ্বাদী সংবাদাৎ সংবাদী বিবাদিত্বাদ্বিবাদী অনুবাদাদনুবাদী।" এবমাদিক্ৰমে আৰু আলোচনা কৰি ন আৰু তেৰ শ্ৰুতিৰ অন্তৰৰ স্বৰবিলাক পৰস্পৰ সম্বাদী বুলি, নিষাদ-গান্ধাৰ আৰু ঋষভ-ধৈবত বাদী স্বৰৰ আৰু পৰস্পৰৰ মাজত বিবাদী বুলি নিৰ্ণয় কৰা হৈছে। ইয়াত বাজেও মেলাৰ স্বৰবিন্যাস সম্বন্ধে শুৱলাবো শুৱলা কৰিবলৈ বুলি স্বৰৰ তান, অলঙ্কাৰ, জাতি, বৰ্ণ আদিৰ যথাযথ আলোচনা কৰি শেহত কোৱা হৈছে, — "শশিনা ৰহিতেব নিশা, বিজলেব নদী লতা বিপুষ্পেব। অবিভূষিতেব চ স্ত্ৰী গীত্যলঙ্কাৰহীনা স্যাৎ"। জোন নোহোৱা নিশা যেনে, জলহীন নদী যেনে, ফুল নুফুলা লতা যেনে, ভূষণ নিপিন্ধা নাৰী যেনে — অলঙ্কাৰ নহলে গীত বা সুৰৰ বিন্যাসো তেনে।

সঙ্গীত বুলিলেই স্বৰবিন্যাসৰ লগে লগেই তালৰ কথা আহি পৰেহি। শুনিবলৈ শুৱলা স্বৰবিলাকত নিৰ্দ্দিষ্ট কালে কালে ধ্বনিৰ কম্পন চলি থাকে। পৰস্পৰ স্বৰ একোটিৰ কম্পনৰ মিল নিৰ্দ্দিষ্ট কালৰ ভিতৰতেই ধৰা দি যায়। কেনেবাকৈ ইয়াৰ নিয়মিত গতিৰ ব্যতিক্ৰম হলেই স্বৰৰ সুশ্ৰাব্যতাত বাধা ওপজে। ঋষিসকলৰ সুৰৰ লয় অন্তৰেদি নিজৰি আহোঁতে সি তালে তালেই আহিছিল। নহলে অতকাল সি মানুহৰ চিত্ত আকৰ্ষণ কৰে কেনেকৈ? কম্পনৰ মাজেদিয়েই মহাকালৰ এই সৃষ্টি ৰচনা। মহাপ্ৰকৃতিত সুৰৰ স্পন্দনো তালে তালেই নাচি উঠিছে, সেইয়েহে অনেকেই কয়, —মহাকাল আৰু মহাপ্ৰকৃতিৰ যি তাণ্ডব আৰু লাস্য তাৰ আদিৰ আখৰ দুটি লৈয়ে তাল শব্দৰ সৃষ্টি। কোনোৱে কয়—হাতৰ তলেৰে তালি দি ৰাখে কাৰণে তাল। হাতৰ তলুৱাৰে ৰখা বাবেই তাল বোলাতকৈ সুৰৰ লয়ে লয়ে লাগি অহা নিৰ্দ্দিষ্ট কালৰ পৰিমাণ ৰাখিবলৈ দিয়া তাল বুলি তাণ্ডব লাস্যেৰে মিলাই দিলেহে নামে গাঁৱে মিলে যেন লাগে। বেদৰ দিনত হাত তালি দি তাল ৰখাৰ কথা যেনেকৈ শুনা যায়, মৃদঙ্গেৰে তাল ৰখাৰ কথাও তেনেকৈয়ে শুনিবলৈ আছে। মৃদঙ্গ, পনব আৰু দৰ্দ্দুৰ আদি তাল ৰখাৰ বাদ্য, বিপঞ্চী কচ্ছপী আদি স্বৰৰ যন্ত্ৰৰ নাম আৰু সেইবিলাকৰ যথাযথ চৰ্চ্চাৰ কথা পৌৰাণিক যুগৰ পৰাই পোৱা যায়। তাল ৰখাৰ বেলিকা এক অনুত এক মাত্ৰা, এক দ্ৰুতত দুই মাত্ৰা, এক লঘুত চাৰিমাত্ৰা, এবমাদিক্ৰমে এক কাকপদত ষোল মাত্ৰালৈকে লেখ পাতি লৈছিল। মাত্ৰাটিৰ পৰিমাণ কিমান সময় তাক কব নোৱাৰি। কোনোৱে চকুৰ নিমিষ আৰু নাড়ীৰ আঘাতৰ কথা তোলে। সকলোৱে চকুৰ নিমিষ আৰু নাড়ীৰ আঘাত সমান অন্তৰৰ নহয়। নাট্যশাস্ত্ৰত কৈছে—"দ্ৰুতমধ্য আৰু বিলম্বিত লয় অনুসাৰেহে মাত্ৰাৰ কাল নিৰ্ণয় কৰিব লাগে।" সাধাৰণত হ্ৰস্ব স্বৰেৰে দুটি বা তিনিটি বৰ্ণ একেলগে উচ্চাৰণ কৰিব পৰা কাল ফেৰিকে এক মাত্ৰাৰ এক অনু বুলি ধৰিব পাৰি; সেয়ে দ্ৰুত লয়ৰ উচ্চাৰণত দ্ৰুত, স্বাভাৱিক উচ্চাৰণত মধ্য, আৰু দীঘলকৈ উচ্চাৰণ কৰিলে বিলম্বিত হৈ পৰে। এই দৰেই এক লঘুত চাৰি মাত্ৰা আৰু এক দ্ৰুতত দুই মাত্ৰা ধৰি কোনোবা কালতে তাল একোখনি ৰচনা কৰা হৈছিল। সাতোটা স্বৰৰ দৰেই সাত খনি তাল—তাকে জাতি তাল বুলি সকলো তালৰ গুৰিতে ধৰি লৈছিল। এক লঘুৰ তালৰে—একতাল;

দ্ৰুত আৰু লঘু তালেৰে— ৰূপক; লঘু অনু দ্ৰুতেৰে— ঝম্পতাল ; লঘু দ্ৰুত দ্ৰুতেৰে—ত্ৰিপুট বা শম্ভতাল ; লঘু দ্ৰুত লঘুৰে— মঠ্য বা শমতাল; লঘুলঘু দ্ৰুত দ্ৰুতেৰে —অঠ বা বেদতাল; লঘু দ্ৰুত লঘুলঘুৰে — ধ্ৰুৱতাল। এই বিলাকৰো লঘু দ্ৰুতৰ ঠাই সলাই, আৰু লঘু একোটিৰ কাল পৰিমান ৩ ৰ পৰা ৯ মাত্ৰালৈকে ধৰি আৰু অনেক তাল কৰি লোৱাৰ কথা যি আছেয়েই নে ১৫, ২৮, আৰু ৩০ মাত্ৰাৰ আৰু অন্য তাল পাতি লোৱাৰ কথাও পাবলৈ আছে। কালক্ৰমত ঝম্পতালৰ পৰা ঝাঁপতাল আৰু জুমৰা, ত্ৰিপুট তালৰ পৰা তীব্ৰা বা তেওৰা, আৰু পস্ত, মঠ্যতালৰ পৰা সুলতাল বা সুৰ ফাক, অঠ তালৰ পৰা চৌতাল বা ধ্ৰুপদ, আৰু ধ্ৰুৱ তালৰ পৰা আড়া-চৌতাল হৈ পৰিল। একতালত দুই, তিনি, আৰু চাৰি মাত্ৰাৰ ব্যৱধানৰ ব্যৱস্থা আছিল গুণেই তাৰ কোঠাত ত্ৰিমাত্ৰিক ছন্দৰ দাদ্ৰা, খেমটা আৰু চতুৰ্মাত্ৰিক ছন্দৰ কাহাৰবা আৰু তিতালা আদিও সোমাই গ'ল। সুৰৰ বিন্যাসত যেনেকৈ অলঙ্কাৰ আছে, এই তাল বিলাকতো সেইদৰেই পৰণ আদিৰ অনেক অলঙ্কাৰ। ইয়াত আৰু এটা বিশেষকৈ লক্ষ্য কৰিব লগীয়া আছে, —তাল বুলিলে ভাৰতে দুই তালি বা চাপৰিৰ মাজত চতুৰ্মাত্ৰিক আৰু ত্ৰিমাত্ৰিক আদি ব্যৱধান খিনিহে বুজে। সেইয়েহে সুৰৰ কথা নধৰিও কেৱল তালৰ কথাকে এনেদৰে চৰ্চ্চা কৰিব পাৰিছিল। মৃদঙ্গ, ঢোল, খোল আদিৰ অতি সাধৰণ বোল কেইটা মান লঘু গুৰু মাত্ৰাবিন্যাসৰ নিয়মেৰে মানুহৰ মনৰ স্পন্দনৰ লগত মিলাই বজাব পৰাটি কম সাধনা বা শিক্ষাৰ কথা নহয়। সুদক্ষ বায়েনে বজোৱা কেৱল মৃদঙ্গ বা খোল আদিৰ বাজনা একোখনি কাণ ভৰি শুনি থাকিবৰ মন যায়। ৰাগে যেনেকৈ নানান অলঙ্কাৰ আদিৰে শ্ৰোতাৰ চিত্ত আকৰ্ষণ কৰি আনন্দ লোকলৈ লৈ যায় বাদ্যৰ বিবিধ ধ্বনিৰ দ্ৰুতগ্ৰথ লয়েও সেইদৰেই অতৰ্কিতে চিত্ত টানি লৈ যায়। সুৰৰ লয়ৰ অনুগমন কৰি বাদ্যৰ লয়ে যেনেকৈ সুৰটি মধুৰকৈ ফুটাই তোলে নৃত্যকো সেইদৰেহেই আৰু সুন্দৰকৈ প্ৰকাশ কৰে। প্ৰাচ্য ভাৰতৰ নৃত্যনাট্য তালৰ মাত্ৰা বিন্যাসতেই চলে। কি মনিপুৰী, কি সত্ৰীয়া সকলো নৃত্যই ভাৰত নাট্যমৰ দৰে সুৰ নহলেও হব পাৰে, কিন্তু তালৰ বোল নহলে এখোজো নচলে। দেশান্তৰত ভাৰতৰ দৰে তালিৰ ব্যৱধানৰ চৰ্চ্চা সাধনাৰ উপযোগীকৈ হোৱাৰ কথা শুনা নেযায়। কোন স্বৰৰ ধ্বনি কিমান পৰলৈ কৰিব লাগে তাৰে মাত্ৰ সঙ্কেত দিয়াৰ কথাহে বিশেষকৈ শুনা যায়। তালৰ সবিশেষ বিষয় আয়ত্ত কৰিব নোৱাৰিলে ভাৰতত বাদক যি হব নোৱাৰেই নে গায়কো হব নোৱাৰে। নাট্য শাস্ত্ৰই কৈ গৈছে, —"যস্তু তালং ন জানাতি ন স গাতা ন বাদকঃ।" অকল তাল শিকি বাদ্য বজাব পাৰিলেও নহয়, তাৰ কালাকাল জানেৰে শাস্ত্ৰবিহিত বিধান অনুযায়ী শ্ৰুতি মধুৰকৈ বজাব নোৱাৰিলে বজাওঁতাক মনীষীসকলে বাদক নুবুলি চৰ্ম্মঘাতক বোলাৰ কথাহে লিখিছে —"অকালজ্ঞমতালজ্ঞমশাস্ত্ৰজ্ঞঞ্চ বাদকং। চৰ্ম্মঘাতকমিত্যেবং প্ৰবদন্তি মনীষিণঃ।।"

সুৰ আৰু তালৰ সংযোগেৰে মানুহৰ মন বে গলাব পাৰি—জগতৰ সাধৰণ লোকৰ কাৰণে সঙ্গীতৰ ইমান খিনিৰেই প্ৰয়োজন। অতীতৰ ভাৰত ইয়াতে নৰৈ ইয়াৰ অন্তৰ গলোৱা তথ্যলৈ আৰু ডুব দি মানিক তুলিবলৈ লাগিল। ইতৰ সুকুমাৰ কলাৰ উদ্দেশ্যৰ দৰে ইয়াৰো উদ্দেশ্য যে ৰস নিবেদন আৰু ৰসাস্বাদন তাক প্ৰত্যক্ষে দেখাদি দেখিবলৈ পালে। কি কি স্বৰৰ সন্নিবেশেৰে, কি তালৰ সংযোগত মানুহৰ অন্তৰত ৰসৰ স্ফুৰণ কৰাব পাৰি, কি স্বৰে কি ৰাগে কি কি ভাব কি কি আবেগ অন্তৰত জগাব পাৰে তাৰো পুখানুপঙ্খ বিচাৰ সেই পৌৰাণিক যুগৰ পৰাই হবলৈ ধৰিলে। তাৰ ফলত এনে হৈ পৰিল ভাৰতৰ চিত্ৰাৱলীতো ৰাগমালাই সেই কালত বহুবাই যোৱা অন্তৰৰ ৰেখা পাত জিলিকাই তোলাবলৈ প্ৰয়াস পালে। ভাৰতৰ ৰাগ ভাৰতত মূৰ্ত্তমান হৈ উঠিল।

ৰাগবিলাকে ভাব আৰু আবেগ যি জগায়েই নে, বিশেষ বিশেষ বৰণে বিশেষ বিশেষ ভাব জগোৱাদি বিশেষ বিশেষ স্বৰেও ভাব জগোৱাত সহায় কৰে। এই বিষয়ত ভৰত মুনিৰ মতেই প্ৰমাণ। হাস্য আৰু শৃঙ্গাৰ

ৰস নিবেদন কৰিবৰ বেলিকা মধ্যম আৰু পঞ্চম স্বৰ বেচিকৈ লগাব লাগে —"মধ্যমপঞ্চমভুয়িষ্ঠং হাস্যশৃঙ্গাৰয়োৰ্ব্বেৎ।" বীৰ ৰৌদ্ৰ আৰু অদ্ভুত ৰসৰ বেলিকা ষড়জ আৰু ঋষভ স্বৰৰ প্ৰয়োগ বেচি —"ষড়জৰ্ষভ প্ৰায়কৃতং বীৰৰৌদ্ৰভুতেষু।" কৰুণ ৰসৰ বেলিকা প্ৰায় গান্ধাৰ আৰু নিষাদকে গানত লগায় —"গান্ধাৰ সপ্তম প্ৰায়ং কৰুণে গানমিষ্যতে।" বীভৎস আৰু ভয়াণক ৰস নিবেদন কৰিবলৈ হ'লে বেচিকৈ ধৈবত স্বৰ ব্যৱহাৰ কৰিব লাগে —"তথা ধৈবতভুয়িষ্ঠং বীভৎসে সভয়াণকে।" কেৱল এয়ে নহয়, কোন স্বৰৰ কি অংশ কোন ৰসৰ পৰিপোষক তাৰো যথাযথ আলোচনা হৈ গৈছে। ইয়াত বাজেও পাচৰ সঙ্গীতশাস্ত্ৰকাৰ সকলে শ্ৰুতিবিলাকৰ প্ৰাচীন নাম সলাই দয়াবতী ৰক্তিকা ৰঞ্জনী আদি নামকৰণ কৰি সেই সেই শ্ৰুতিৰ অৰ্থেৰে স্বৰ বিলাকে কৰিব পৰা ৰসোদ্দীপনাৰ কথাকে দোহাৰি গৈছে। গতিকে ইয়াক সিদ্ধান্ত বুলিয়েই সেই কালত মানি লৈছিল।

কবিয়ে যেনেকৈ অনুভাবৰ বলেৰে অৰ্থ নিৰ্ণয় আৰু ৰসাস্বাদনৰ মুখে লৈ যায়, সঙ্গীতজ্ঞই সেইদৰে নিব নোৱাৰে। কেৱল স্বৰ আৰু তালেৰে অনুভাব দেখুৱাব নোৱাৰি, সি নেদেখা বস্তু কাৰণে স্পষ্টকৈ ফুটি নপৰে। গতিকে ইবিলাকে গীত বাদ্যৰ লগত নৃত্যৰো আশ্ৰয় লব লগাত পৰে। এই তিনিওকে সাবটি সঙ্গীত ইমান চিত্তাকৰ্ষক হৈ পৰে যে কবিয়েও শেহত সঙ্গীতৰ আশ্ৰয়েৰে নিজৰ কাব্যৰ সাৰ্থকতা লাভ কৰিবলৈহে একান্ত বাসনা কৰে। প্ৰাচীন খণ্ড কবিতাবিলাকত ৰসৰ উপযোগী স্বৰৰ সহায়েৰে সুৰৰ সংযোগ কৰাত সি অন্তৰ গলাব পাৰিছিল। গীতৰ শব্দাৰ্থ অনেক সময়ত নুবুজা হলেও সঙ্গীতৰ সংযোগেৰে শব্দাৰ্থৰ আভাস দি ৰসৰ অভিমুখে অনেক দূৰ নিব পাৰি। প্ৰতিটো শব্দৰ অৰ্থ নুবুজা হিন্দী গানবিলাকৰ শব্দৰ ঝঙ্কাৰ আৰু সুৰৰ ৰসোপযোগী বিন্যাস শুনিয়েই সেই সেই ৰসৰ ভাব আমি অনেকেই বেচ অনুভৱ কৰিব পাৰোঁ।

ৰস নিবেদন কৰিবলৈ গলে ৰস গ্ৰহন কৰোঁতাৰ মানসিক অৱস্থা কেতিয়া কোন সময়ত সেই ৰস গ্ৰহণৰ অনুকুল তাকো সঙ্গীতশাস্ত্ৰই আলোচনা কৰিছে। অইনলৈ নেচাই আমাৰ গাতে চিকুট মাৰি চালেই বুজিব পাৰোঁ দিনটোৰ সকলো সময়তে আমাৰ মেজাজ একেদৰে নেথাকে। পুৱাই উঠি আমি যেনে অৱস্থাত থাকোঁ আবেলি আমাৰ মনৰ অৱস্থা তেনে নহয়; আকৌ ফুট গধূলি বা মাজৰাতিলৈ আমি অইন একোটা মানুহ হৈ পৰোঁহক। দিনটোৰ বেলাই বেলাই আকাশে ৰঙ সলোৱাদি আমাৰ মনেও তাৰ মেজাজ সলাই থাকে। ই এটা সদায় ঘটি থকা কথা কাৰণে ইয়াৰ পৰাই দিন মান মানুহৰ মনৰ কেতিয়া কেনে অৱস্থা হয় তাক সাধৰণকৈ উলিয়াই লবলৈ চল ওলায়, আৰু সেই চলে চলে কি কি ৰস কোন কোন সময়ত জনপ্ৰিয় হয় তাকো স্থিৰ কৰি লোৱা সম্ভৱ হৈ পৰে। সাধৰণতে দেখা যায় কোমল স্বৰবিলাক তীব্ৰ স্বৰতকৈ গাবলৈ আৰু শুনিবলৈ ভাল লাগে। সেইদৰেই উত্তৰাঙ্গৰ প ধ নি স তকৈ পূৰ্ব্বাঙ্গৰ স ৰি গ ম গাবলৈ আৰু শুনিবলৈ কম বেগ লাগে। মানুহে সাধৰণতে দুপৰৰ পৰা গধূলিলৈ কাৰ্য্যান্তৰত ব্যাপৃত থকা বাবে বৰ বেগ সহিব পৰা মেজাজত নেথাকে গতিকে সেই অৱস্থাত কোমল স্বৰেৰে পূৰ্ব্বাৰঙ্গৰ ৰাগবিলাকেই বেচি শ্ৰুতিসুখকৰ। সন্ধ্যাৰ পৰা দুপৰ ৰাতিলৈ তীব্ৰ স্বৰেৰে পূৰ্ব্বাঙ্গৰ ৰাগবিলাক গাবলৈকো ভাল শুনিবলৈকো ভাল। আমি সাধৰণতে চৰা সুৰৰ গীত শুনা মেজাজত থাকোঁ মাজ ৰাতিৰ পৰা পুৱালৈকে —তেতিয়া উত্তৰাঙ্গ ৰাগৰ তীব্ৰ স্বৰ বিলাকে আমাৰ মনত বেচ সাঁচ বহুৱাই যায়। ষড়জ স্বৰটিয়ে ব্যক্তিগত ভাবে যেনেকৈ শান্ত অৱস্থালৈ লৈ যায়, তীব্ৰ মধ্যমেও সেইদৰে বিপৰীত বিবাদী ভাবৰ উদ্বেগ আৰু উত্তেজনালৈ মন টানি নিয়ে। গতিকে পুৱা বেলাৰ শান্ত অৱস্থাৰ ৰাগ—ভৈৰব, ভৈৰবী, আশাৱৰী, বিলাবল আদিত অতি তীব্ৰ মধ্যমৰ গন্ধ নথকাই স্বাভাবিক। শান্ত অৱস্থাৰ পৰা ক্ৰমান্বয়ে উত্তেজনাৰ অৱস্থালৈ যাওঁতে তীব্ৰ মধ্যমৰ সম্বাদী আৰু অনুবাদীবিলাক লগাই অৱস্থা বুজি তীব্ৰ মধ্যম যোগ দিয়ে অথবা এৰি দিয়ে। এই চেষ্টাত জনসাধাৰণৰ মনৰ

অৱস্থালৈ চাই স্বৰ শক্তি প্ৰয়োগ কৰাৰ এক স্বাভাবিক কৌশলেকেহে দেখা যায়। ই গায়কৰ খামখেয়ালি নহয়, মনোবিজ্ঞানৰ এক যুক্তিযুক্ত নিগমন। সেইহে বিচক্ষণ সঙ্গীতজ্ঞ সকলে পুৱা ভাগত ভৈৰৱ, ভৈৰৱী, তোড়ী, বিলাবল আদি, দুপৰলৈ কাফি কল্যাণ আদি, ভাটিবেলা পুৰ্ৱী মাৰ্ৱা আদি, সন্ধ্যালৈ পুৰ্ৱী, খম্মাচ, বিলাবল আদি, মাজৰাতি কাফি, খম্মাচ আদি শেহ ৰাতি লৈ খাফি, মৰৱা, বিলাবল আৰু ভৈৰৱ আদি জনক মেলা বা ঠাটৰ গান আৰু আলাপ কৰাৰ বিধি ব্যৱস্থা দি থৈ গৈছে।

বৌদ্ধযুগৰ আৰম্ভণিৰ পাচৰ হাজাৰতকৈও অনেক বেচি বছৰ বিয়পা কাল ছোৱাৰ ভিতৰত সকলোটি সুকুমাৰ কলাৰ আকৌ এবাৰ নৱজাগৰণ আৰম্ভ হয় গুপ্ত যুগত। এই কাললৈকে সঙ্গীত বিষয়ত ভাৰত বিয়াপি প্ৰাচীন সোমেশ্বৰ বা শৈৱমত, ভৰত মুনিৰ ভাৰত মত, আৰু কিছু পাচলৈ হনুমত মত নামেৰে আৰু এটি মতৰ প্ৰভাৱ থকাৰ উল্লেখ পোৱা যায়। আজি আঠ শ বছৰৰ আগৰ, প্ৰতিভাশালী শাৰ্ঙ্গদেৱে সেই কাললৈকে চলি অহা সঙ্গীতৰ পাৰম্পৰ্য্য জ্ঞান আকৌ এবাৰ লিপিবদ্ধ কৰি ভবিষ্যতলৈ থৈ গৈছে সঙ্গীত ৰত্নাকৰ নামৰ গ্ৰন্থখনিত। ইয়াৰ পাচত মোগল সম্ৰাট সকলৰ দিনলৈকে কেবা গৰাকীও প্ৰতিভাশালী লেখকে কেবা খনিও গ্ৰন্থ লিখি গৈছে। তাৰ ভিতৰত ভাৰত জুৰি খ্যাতি থকা গ্ৰন্থ হল সোমনাথ পণ্ডিতৰ ৰাগবিবোধ, চতুৰ পণ্ডিতৰ লক্ষসঙ্গীতম, লোচন পণ্ডিতৰ ৰাগ তৰঙ্গিনী, আৰু অহোবল পণ্ডিতৰ সঙ্গীত পাৰিজাত আৰু প্ৰাচ্য ভাৰতৰ হস্তমুক্তাৱলী প্ৰণেতা শুভঙ্কৰ কবিৰ সঙ্গীত দামোদৰ। ইবিলাকৰ গ্ৰন্থ বিলাকে নিজ নিজ যুগৰ মত প্ৰচাৰ কৰাৰ লগে লগে বিকৃত স্বৰৰ সংখ্যা ক্ৰমে কমাই আনিলে। বৰ্ত্তমান আমাৰ মাজত প্ৰচলিত স্বৰ মেলাৰ স্বৰবিলাকৰ সৈতে সঙ্গীত পাৰিজাতৰ শুদ্ধ ষড়জ, কোমল ঋষভ, শুদ্ধ মধ্যম, তীব্ৰ মধ্যম, শুদ্ধ পঞ্চম, কোমল ধৈৱত মিলি যায়, বাকীবিলাক দুই এক শ্ৰুতিৰ আগাপিচা হয়। সঙ্গীত ৰত্নাকৰৰ পাচৰ পৰাই কেৱল বিকৃত স্বৰৰ বিচাৰতেই নহয়, ৰাগ ৰাগিনী আৰু পুত্ৰপৌত্ৰাদিৰ শ্ৰেণী বিভাগতো ভালেখিনি খেলি মেলি লাগিল। গতিকে ভাৰতৰ ঠায়ে ঠায়ে নিজ নিজ মত ৰক্ষাৰ নিতান্ত প্ৰয়োজন হৈ পৰিল।

এনেতে খৃষ্টাব্দৰ পোন্ধৰ যোল শতিকাৰ পৰা ভাৰতৰ বুকুলৈ উত্তৰ পশ্চিমৰ প্ৰবল ধুমুহা বৰলৈ ধৰিলে। চাওঁতে চাওঁতে দেৱভাষাৰ পৰা যি সংস্কৃত হৈছিলহি সি খণ্ড বিখণ্ড হৈ প্ৰদেশে প্ৰদেশে প্ৰাদেশিক ভাষাৰ আকাৰে মুৰ তুলি উঠাৰ লগে লগে ভাৰতৰ প্ৰাচীন কলাকৃষ্টিয়েও প্ৰাদেশিক বোল লৈ কিছু কিছু গঢ় লবাবলৈ ধৰিলে। ধুমুহাৰ বেগত অৱৰুদ্ধ সোঁত তীব্ৰ বেগে বৈ অহাৰ ফলত ভাৰতৰ নিৰ্ম্মল পানী ঠায়ে ঠায়ে ঘোদা হৈ পৰিল। এই যুগতে আগৰ পৰা ক্ৰমে ক্ষীণ গৈ অহা আৰ্য্যেতৰ জাতিবিলাকৰ নিজ নিজ সুৰৰ মেলাই আৰ্য্য সকলৰ চানেকিৰে ক্ৰমে প্ৰাধান্য লাভ কৰিবলৈ ধৰিলে। বিশ্ব প্ৰকৃতিৰ সুৰ বীজেৰে যি এই প্ৰাচীন ভাৰতৰ সঙ্গীত সি সকলোকে শোধন কৰি বুকুত সাৱটি লবলৈ বিশেষ একো বেগ নেপালে। কিছু কালৰ আগেয়ে কৰাদি তেতিয়াৰ ভাৰতেও সঙ্গীতৰ ভিতৰত প্ৰকাশ্যে দুটি ভাগ স্বীকাৰ কৰিলে; এটি হ'ল মাৰ্গী, ইটি দেশী। প্ৰাচীন শৈৱ, ভাৰত আৰু হনুমত মতৰ বিধি বিধানেৰে চলি থকা সংগীত হল মাৰ্গ সঙ্গীত, আৰু প্ৰদেশে প্ৰদেশে মিশ্ৰ জনতাৰ মিশ্ৰ সঙ্গীত বিলাক হ'ল দেশী। দেশী সঙ্গীতত পোৱা যায় মনৰ তৃপ্তি, কাণৰ সুখ; গতিকে সি জনসাধৰণৰ অতি প্ৰিয় হৈ পৰাত আচৰিত হব লগীয়া একো নাই। যি সকলে সাধৰণ জনপ্ৰিয়তাৰ উপৰিও অন্তৰৰ গভীৰতম ৰসৰ বাসনা কৰে তেনেলোকৰ মাজত মাৰ্গ সঙ্গীত প্ৰচলন হৈ থাকিল। মনৰ তৃপ্তিলৈ চাই দেশী সঙ্গীততে অনেক সময়ত বগাৰ পাচত ক'লা বা নীলা বৰণ দি বগাৰ সৌন্দৰ্য্য বঢ়োৱাদি দেশান্তৰৰ অনুকৰণত বাদীস্বৰৰ লগত বিবাদী স্বৰ মেলাই বিজনিত স্বৰৰ মাধুৰ্য্য ফুটাই তুলিবলৈকো লাগি গ'ল। নিৰ্দ্দিষ্ট নিয়মক অনুসৰণ নকৰাত স্বৰৰ বিশুদ্ধতা মলিন হৈ প্ৰাচীন সঙ্গীতৰ পৰা আঁতৰি পৰিল।

ভাৰতৰ চিৰ আদৰ্শৰ ধ্ৰুৱতৰা আছে বুলিয়েই সি যুগে যুগে শত সহস্ৰ হাহাকাৰৰ মাজেদিও সেই

আদৰ্শলৈ মুখ কৰি জাগি উঠিব পাৰিছে। হাহাকাৰত দিগ বিদিক হেৰুৱাই নিজকে সি পাহৰি নেপেলায়, পৰিপাৰ্শ্বিকতাৰ পৰা ৰস টানি আনি তাৰ মুমূৰ্ষ প্ৰাণ-শক্তি আকৌ জগাই তুলি জাকত জিলিকা হৈ পৰে। সপ্তদশ শতিকাৰ মোগল সম্ৰাট সকলৰ অকপট প্ৰেমৰ পোহৰত ভাৰতৰ কলাকৃষ্টিয়ে আকৌ এবাৰ গা দি উঠিল। সিবিলাকৰ প্ৰায় আঢ়েশ বছৰৰ আগতে আলাউদ্দিন খিলজীৰ দৰবাৰত সঙ্গীতজ্ঞ গোপাল নায়ক আৰু আমীৰ খশ্ৰুৱে তাল আৰু সুৰত কিছু নতুনত্ব দি সেই সুদিনৰ সূচনা কৰি গ'ল। আমিৰ খশ্ৰুৰ অৱদান চেতাৰ যন্ত্ৰ আৰু আমীৰখশ্ৰু তাল বিশেষকৈ কাৱালীৰ গীতি পদ্ধতিলৈ আজিও ভাৰতে বুকুত ঠাই দিয়েই আছে। ৰাজশক্তিৰ পলস পাই ভাৰতৰ কলাকৃষ্টিৰ প্ৰতিভা জগত জিনাকৈ জিকাৰি উঠিছিল মোগল সম্ৰাত প্ৰথম তিনিজনাৰ ৰাজত্বত। মহান আকবৰৰ দিনত সঙ্গীত, জাহাঙ্গীৰৰ দিনত চিত্ৰই আৰু চাজাহানৰ দিনত আলেখ্য কলাৰ স্থপতিবিদ্যাই ভাৰতৰ ললিত কলাক অকল ভাৰতৰে নহয় জগতৰো উপভোগৰ বস্তু কৰি তুলিলে। চাজাহানে যমুনাৰ তীৰত তাজমহল ৰচনা কৰোবাদি মহান আকবৰেও ভাৰতৰ আচমানত ৰচনা কৰোৱাই গ'ল তান তৰঙ্গৰ তাজমহল। ভাৰতীয় মাৰ্গসঙ্গীতৰ শেষ প্ৰতিভা বৃন্দাবনৰ হৰিদাস স্বামীজীৰ সঙ্গীতৰ বীজ শিৰত লৈ জাগি উঠিল গোৱালিয়ৰ ৰাজ্যত মকৰন্দ পাণ্ডেৰ একমাত্ৰ পুত্ৰ ৰামতনু পাণ্ডে। এওঁকেই পাচলৈ গোৱালিয়ৰৰ ৰজা ৰাম নিৰঞ্জনে "মিঞা তানসেন" বুলি মাতিছিল। গুণীৰ গুণত মুগ্ধ হৈ মহান আকবৰে তানসেনক নিজৰ দৰবাৰলৈ নি নৱৰত্নৰ এক ৰত্ন পাতি ললে। তেতিয়াৰ পৰাই দিনক দিনে তানসেনৰ প্ৰতিভা জিলিকি জিলিকি গোটেই উত্তৰ ভাৰত পোহৰেৰে প্লাবিত কৰি পেলালে। প্ৰবাদ আছে হনুমত মতৰ ৰাগ-তৰঙ্গিনীকে তানসেনে সঙ্গীতৰ ক্ষেত্ৰত অনুসৰণ কৰিছিল। তেহেঁলে যেয়ে হওক, নিজৰ আয়ুষেৰে হিন্দুস্থানী সঙ্গীত তানসেনে চিৰদিনলৈ জীয়াই থৈ গ'ল। সেই কালৰ ভক্তৰ শিৰোমণি মীৰা বাই, সুৰদাস, তুলসীদাস, ৰামদাস, বৈজু বাউৰা প্ৰভৃতি পৰম গুণী ভক্ত সকল তানসেনৰ সমসাময়িক। ভাৰতৰ কি ভাগ্য — একে কালতে ভাৰতৰ সঙ্গীত গগণ অতখিনি জ্যোতিস্কৰ জ্যোতিৰে জিকমিকাই উঠিছিল। হনুমত মত অনুযায়ী ৰাগ ৰাগিনীৰ সম্বন্ধ নিৰ্ণয় কৰি প্ৰচলন কৰোৱা সম্বন্ধে যদিও পুণ্ডৰীক ভিষ্ঠালৰ নাম আছে, আচলতে এইবিলাকক জীৱন্ত আৰু জাগ্ৰত কৰি গ'ল তানসেনেহে। এনে কঠিন আৰু গুৰু গম্ভীৰ ধ্ৰুপদ সঙ্গীত জনপ্ৰিয় কৰি থৈ যোৱাত বাজেও, তেওঁ দৰবাৰী কানাৰা, মিঞা সাৰঙ্গ, মিঞা মল্লাৰ, মিয়া তোড়ী আদি কেইটিমান ৰাগৰ বিশিষ্ট ৰূপ দি থৈ গ'ল। তদুপৰি সঙ্গীতসাৰ আৰু ৰাগমালা নামৰ কেৱল দুখনি গ্ৰন্থকে ভাৰতৰ বুকুত থৈ যোৱা নাই, তালৰ বিষম বেমেজালিৰ মাজৰ পৰা বাৰখনি তালো আমালৈ গত লগাই থৈ গৈছে, পুত্ৰপৌত্ৰাদি ক্ৰমে তেওঁৰ ৰবাবে, আৰু দৌহিত্ৰাদিক্ৰমে তেওঁৰ বীণে আজিও ভাৰতৰ আকাশ ৰজন জনাব লাগিছে। তানসেনৰ পৰলোক প্ৰাপ্তিত মহান আকবৰে গভীৰ শোকৰ আবেগত কবিতাৰ সুৰেৰে বিনাই চকু পানী টুকিছিল, "তানসেনৰ সৈতে উমলি ভাৰতৰ ৰাগ ৰাগিনীয়ে হাঁহি আছিল, কথা কৈছিল ; আজি তেওঁৰ লগতে সকলো গুচি গ'ল।" তানসেন চকুৰ আঁৰ হল হয়, তেওঁৰ ঝাঙ্কাৰত জিকাৰি উঠা ধ্বনি-তৰঙ্গৰ মৰণ ক'ত? ভাৰতৰ অন্তৰত সেই ধ্বনি ৰাতিদিন বাজিবই লাগিছে। অতীতৰ ঝঙ্কাৰ যদি বৰ্ত্তমানত শুনা কিবা এটি যন্ত্ৰৰ দৰে কাণ এখনি বিজ্ঞানে আমাক আনি দিব পাৰে তেতিয়া হয়তো তানসেনৰ তানৰ আলাপ আজিও প্ৰত্যক্ষে শুনি শুনি মুগ্ধ হম। এই জনা পৰম গুণীৰ সম্বন্ধে কেবাটিও বহুমূলীয়া প্ৰবাদ সঙ্গীতজ্ঞ সকলে জীয়াই ৰাখিছে। শুনা যায়— এবাৰ যেতিয়া অন্য গুণীসকলে ঈৰ্ষাৰ বশতেই হওক বা নিজৰ অসমৰ্থতাৰ কাৰণেই হওক তানসেনৰ আলাপৰ সুৰে সুৰে অনুগামীকৈ বাদ্যযন্ত্ৰ বজাবলৈ অমান্তি হল, তেতিয়া মহান আকবৰ হতাশ হোৱা যেন দেখি তানসেনে সবিনয়ে কৈছিল, — "জাহাপনা, নেলাগে কোনেও বজাব। গানৰ নিচিনা গান যদি গাব পাৰোঁ, যন্ত্ৰবোৰ আপোনা আপুনি বাজি উঠিব।" হাজাৰ কথাৰ মাজৰ এই কথা! কি গভীৰ তথ্যেৰে

পৰিপূৰ্ণ এই বাণী। নিজৰ কণ্ঠস্বৰ বিশ্বপ্ৰকৃতিৰ 'সহানুভূতিৰ' বীণাৰ তাঁৰেৰে তিলেতৰ্দ্ধুৰে মিলাই লব পাৰিলেহে গানৰ দৰে গান গোৱা হয়। তেনে গানৰ সুৰত বিশ্ব প্ৰকৃতিৰ বীণা আপোনা আপুনি জিকা বি জিকাৰি বাজি যায়। আৰু শুনা যায়—এবাৰ বৃন্দাবন ধামত তানসেনৰ গুৰুজী হৰিদাস স্বামীজীৰ গান শুনি আপোন পাহৰা হৈ বাটত আহোঁতে মহান আকবৰে লগৰ তানসেনক কৈছিল, —"তোমাৰ গুৰুৱে তোমাত কৈয়ো ইমান সুন্দৰকৈ গায়।" তানসেনে তেতিয়া কলে, "জাঁহাপনা, মই গাওঁ আপোনাক তুষ্ট কৰিবলৈ, গুৰুজীয়ে গায় ভগবানৰ প্ৰীতিৰ কাৰণে।" তানেসেনৰ গোটেই হিয়াৰ হুতাহ যেন এই একে শাৰী কথাতে ওলাই পৰিল। সকলো স্বাৰ্থৰ সিটি পাৰে অসীম অনন্তৰ মুখে প্ৰাণৰ সুৰ যেতিয়া উৰি যায় তাৰ, তাৰ তেতিয়া তুলনা ক'ত।

তানসেনে জলাই যোৱা অখণ্ড প্ৰদীপ গছি ভাৰতৰ উত্তৰ ভাগত আজিলৈকে জলাই ৰাখিছে অনেক গুণীয়ে। তাৰ ভিতৰত তানসেনৰ নুমলীয়া পুতেক বিলাস সেনত, বাজেও অদ্ৰঙ্গ, সদ্ৰঙ্গ, লক্ষ্মন সেন আদিৰ নানা সঙ্গীতজ্ঞ সকলৰ মুখে মুখে। ইবিলাকে ৰচি যোৱা লক্ষণ গীতবিলাক ভাৰতৰ বহুমূলীয়া সম্পত্তি। ইবিলাকৰ লগে লগে মুছলিম গুণীও আছিল অনেক। এওঁলোকৰ গত শতাব্দীৰ অৱদানৰ ভিতৰত সীতাপুৰৰ মহম্মদ নবাব আলি খাঁ চাহেবৰ মৰৰিফন্ নগমাৎ নামৰ উৰ্দ্দু গ্ৰন্থ খনিয়ে সঙ্গীতজ্ঞৰ সমাজত বেচ সুখ্যাতি অৰ্জ্জন কৰিছে।

উত্তৰ ভাৰতত যি যি কাৰণত ইমান বেগেৰে সংগীতৰ চৰ্চ্চা আৰু মিশ্ৰন হ'ব পাৰিছিল সেই সেই কাৰণবিলাকৰ অভাৱত দক্ষিণ ভাৰতৰ কৰ্ণাটীকি সঙ্গীতে হাতে হাতে ধৰাধৰি কৰি যাব নোৱাৰিছিল। প্ৰায় মঠ-মন্দিৰ বিলাকক কেন্দ্ৰ কৰি আগবাঢ়িব লগীয়া হোৱাত ৰক্ষণশীলতাৰ মুঠিটি টান হৈ পৰিল। সেইহে আজি তাত প্ৰাচীন মতবিলাকৰ বিশেষকৈ ভাৰত নাট্যমৰ এনে প্ৰভাব। সকলোকে উটাই নিয়া যুগৰ প্ৰবল প্ৰবাহত বুকু পাতি উজাই দক্ষিণী সঙ্গীতে যত দূৰ সম্ভৱ সঙ্গীতৰ বিশুদ্ধতা ৰক্ষা কৰিয়েই আহিছে। বহুকাল চলি অহাৰ ফলত অ'ত ত'ত অলপ লৰচৰ হোৱাটো স্বাভাৱিক, তত্ৰাচ তাৰ ধাৰাত দেশান্তৰৰ আবৰ্জ্জনা উটি অহা চকুত নপৰে। কোৱা বাহুল্য-সুদূৰ কাব্‌ডোৱা পৰ্য্যন্ত বিস্তৃতি লাভ কৰা আৰবীয় সঙ্গীতৰ যি উত্তাল তৰঙ্গ তাৰ মূলতো পণ্ডিতসকলৰ মতে ভাৰতীয় সঙ্গীতেই। আদান প্ৰদানত আৰবীয় দুই এটি শব্দ হয়তো অজ্ঞাতসাৰে দক্ষিণত চলি যাব পাৰে। তেও বুলি বস্তুৰ বেলিকা কিবা যে বিশেষ পাৰ্থক্য ঘটিল এনে কথা বৰকৈ কোনেও নকয়। দক্ষিণৰ সঙ্গীতজ্ঞ সকলে ৰাগবিলাকৰ ভিতৰত থকা পতি পত্নী ভাবৰ কথা জানি বুজিও সেইবিলাকৰ কোনো কোনোক ৰাগিনী বা পুত্ৰপৌত্ৰাদিৰ নাম দিয়া নাছিল, — যাবতীয় ৰাগক ৰাগেই বুলিছে। এনে ৰাগৰ সংখ্যা ৰাসত্তৰটা বুলি জনা যায়। এখন ইংৰাজী কিতাপত ৰাগ আশীটা বুলি পোৱা যেন মনত পৰে। উকলি থকা আঠোটি ৰাগ আজিকালিৰ বিশ্লেষণত বাসত্তৰৰ ভিতৰতো সোমাই পৰিবও পাৰে। উত্তৰ ভাৰতৰ স্বৰৰ শ্ৰুতি পৰিবৰ্ত্তনৰ ফলত স ম প এই তিনিটি স্বৰত বাজে ৰি গ ধ নি এক দুই শ্ৰুতিৰ ওপৰলৈ উঠিল ; গতিকে দক্ষিণ ভাৰতৰ শুদ্ধ ৰি গ ধ নি স্বৰ প্ৰাচীন ধাৰাত থকা গুণেই এতিয়ালৈকে আগৰ দৰেই আছে। ইয়াত বাজেও তালৰ ধৰণ কাৰণত আৰু বজোৱা ঠেকা আদিতো অনেক প্ৰভেদ দেখা যায়। এইবিলাকলৈ ওপৰে ওপৰে চালেও ভাৰতৰ প্ৰাচীন সঙ্গীতৰ আভাস দাক্ষিণাত্যত থকা যেন লাগে। তাত নতুন যুগৰ নতুনত্বৰ চাপ নিচেই কম।

এনে অনুনাদ বৈচিত্ৰেৰে ভাৰতীয় ৰাগ, —তাৰ সাধনা সহজ নোহোৱা গুণে সাধাৰণৰ হাতত পৰি লাহে লাহে নিজ বৈশিষ্ট্য সি হেৰুৱাবলৈ ধৰিলে। জনসাধাৰণে পথৰুৱা বাটে গোনাবলৈ লওঁতে বাটো সি স্বভাৱতে একাবেকা হৈ গ'ল। বাদী বিবাদী স্বৰৰ বাচবিচাৰ নোহোৱা হ'ল। ৰসোদ্দীপনাৰ কথাই নাই, কাণত ভাল শুনিলেই হয় সি গান। যুগে যুগে যেতিয়াই সঙ্গীতত এই দৰেই আচল উদ্দেশ্যৰ পথা ফাটি যায়, যেতিয়াই আত্মাৰ অনুভূতিৰ ধন আনি ইন্দ্ৰিয় চৰিতাৰ্থ কৰাৰ মাধ্যম

কৰি লয়, তেতিয়াই সি নিজৰ মৰ্য্যাদা হেৰুৱাই পেলায়; তেতিয়াই সি ধাৰ্ম্মিকসকলৰ সুধীসকলৰ দাঁতৰ শূল, চকুৰ কুটা হৈ পৰে। নিজ নিজ ধৰ্ম্মৰ উপাসনাত যি সুৰ বিন্যাস যি সঙ্গীত তাত বাজে অন্য ইন্দ্ৰিয় সুখৰ গান বাজনা শুনিলেই সিবিলাক তিক্‌চি বিক্‌চি উঠে। দেশান্তৰত এনে ক্ৰোধৰ মাত্ৰা অলপ বেচি, কি হিব্ৰু, কি খৃষ্টায়ান, কি মুস্লিম সকলোৰে হাতত ইন্দ্ৰিয়সুখকৰ সঙ্গীতৰ এই লাঞ্চনা। ভাৰতে আজিলৈকে তাৰ ভাই ভনীক আঁতৰলৈ যাবলৈ একেবাৰেই এৰি দিব পৰা নাই। এনে আঁতৰি যোৱাৰ লক্ষণ ফুটি বিষম বেমেজালি ঘটা যেন দেখিলেই একো একো গৰাকী প্ৰাতিভা শালী পুৰুষে নিজৰ জীৱন পাত কৰি হলেও আচল বাটৰ সন্ধান দি গড্ডলিকা প্ৰবাহক আপোন পথলৈ লৈ যায়। এই যুগৰো এই বেমেজালিৰ মাজত পণ্ডিত বিষ্ণু দিগম্বৰ পুলস্কৰে এনে এটি পথ ধৰাৰ সূচনা কৰি দি থৈ গ'ল। এখেতৰ প্ৰায় লগে লগেই স্বনামধন্য পণ্ডিত বিষ্ণু নাৰায়ণ ভাতকাণ্ডেৰ আপ্ৰাণ চেষ্টাত দক্ষিণ আৰু উত্তৰ ভাৰতৰ সুৰসমন্বয় সম্ভৱ হৈ উঠিল। ভাৰতৰ স্বেচ্ছাচাৰী ৰাগ ৰাগিনীক দহোটি জনকমেলাত বৰ্ত্তমানলৈ ঘৰ লগাই থৈ গৈছে এই গৰাকী ভাৰতীৰ সুসন্তানেই। কথাতে নেথাকি হাতে কামে দেখুৱাই থৈ গ'ল সঙ্গীতৰ একাধিক কলেজ ভাৰতীৰ বুকুত স্থাপন কৰি আৰু সঙ্গীতৰ মূল্যবান গ্ৰন্থ প্ৰণয়ন কৰি। ভাৰতৰ বিশুদ্ধ মাৰ্গসঙ্গীতে অতদিনৰ মুৰত মুৰ তুলি সুস্থিৰে উশাহ লবলৈ অৱকাশ পালে।

সিফালে পাশ্চাত্য জগততো ভাৰতৰ সপ্তসুৰৰ দৰে লেখৰ সাতোটি সুৰৰ, খৃষ্টাব্দৰ আৰম্ভণিৰ পৰা প্ৰাচীন গ্ৰীক আৰু ৰোমান সকলৰ মাজত চলাৰ কথা ইতিহাস সূত্ৰে জনা যায়। স্বৰ বিলাকৰ ব্যৱধানেৰে পৰস্পৰ উচ্চতাৰ স্থান নিৰ্দ্ধাৰণ আৰু সেই বিষয়ে সবিশেষ সন্ধান কৰাৰ বাতৰি সদৰিকৈ পাবলৈ নাই। আগতে গ্ৰীক ভাষাত বৰ্ণমালাৰ আদি আখৰ একোটিৰে স্বৰৰ নামকৰণ হৈছিল পাচলৈ ৰমান আদি আখৰ একোটি হৈ স্বৰৰ নাম ড', ৰে, মি, ফা, চল, লা, সি হলহি। (তাকে ইংৰাজ সকলে সিবিলাকৰ অভ্যুদয়ৰ দিনত সি, ডি, ই, এফ, জি, এ, বি কৰি ল'লে।) দশম শতিকাৰ আৰম্ভণিলৈকে স্বৰৰ উচ্চতা বা ব্যৱধানৰ মাত্ৰা ৰীতিমতে নিৰ্দ্ধাৰিত হোৱা নাছিল। মঠবাসী উদাসীন ভক্ত সকলে সিবিলাকৰ উপাসনা গীতি, গতানুগতিক সুৰৰ উচ্চতা আৰোহন অবাৰোহন বুজিবৰ নিমিত্তে, আমাৰ দণ্ড মাত্ৰাৰ সঙ্কেতৰ দৰে স্বৰলিপিৰ আকাৰেৰে লিখি ৰাখিছিল — কোৱা বাহুল্য এই চিন বিলাকত ব্যৱধান আদিৰ সবিশেষ নিৰ্ণয় নথকাৰ বাবে আগৰ জনা গীতৰ সুৰ হে মনলৈ আনিব পৰা হৈছিল। নজনা নুশুনা গীতৰ সুৰ উলিয়াবলৈ সহায় কৰিব নোৱাৰিছিল। দশম শতিকাত উদাসীন এগৰাকীয়ে প্ৰথমতে ৰেখাৰ মাজত স্বৰ সংস্থাপন কৰি যি উপায়ৰ প্ৰবৰ্ত্তন কৰি গ'ল, সেয়ে যুগে যুগে দেশে দেশে উত্তৰোত্তৰ উন্নতি লাভ কৰি বৰ্ত্তমান জগতত স্বৰলিপিৰ এটি উৎকৃষ্ট উপায় হৈ পৰিছেহি। বৰ্ত্তমান পাশ্চাত্য সঙ্গীতত এক অক্টেভৰ ব্যৱধান থিনি বাৰতি চেমিট'নত ভগাই তাকে ব্যৱহাৰ কৰে। আৰু সেয়ে তাৰ উপযোগী কিছুমান বাদ্যযন্ত্ৰৰে সৈতে ভাৰতলৈকো আহি গোটেই দেশ ছাটি ধৰিছেহি।

বেক, মৰ্জাট্, বীটহভেন প্ৰভৃতি প্ৰতিভাশালী গুণীয়ে পাশ্চাত্য সঙ্গীতক অতি উচ্চ স্থানলৈ তুলিলে। অসাধাৰণ কৌশলেৰে নতুন আৰু পুৰণিৰ সমন্বয় ঘটাই বাদ্য প্ৰধান সঙ্গীতৰ এটি নতুন ৰূপ দিলে । এটাইতকৈ সঙ্গীতৰ বিভিন্ন বিভাগৰ বিভিন্ন বাদ্য যন্ত্ৰত বীটইভেনৰ অৱদান পাশ্চাত্যৰ কুলীন সম্পত্তিত পৰে। আজিও পাশ্চাত্যৰ সি গৌৰৱৰ বস্তু। জাৰ্ম্মানীৰ লগে লগে, পাচে পাচে ইটালি, ফ্ৰান্স আৰু ইংলণ্ডয়ো সঙ্গীতৰ ক্ষেত্ৰত যথেষ্ট দি থৈ গ'ল। এই যুগতে বেহেলাৰ ব্যক্তিগত আলাপ য়ুৰোপৰ এটি অতি উপভোগৰ বস্তু হৈ পৰিল। ইয়াৰ পাচত উনবিংশ শতিকাৰ প্ৰতিভাশালী ওৱেগনাৰৰ দিনলৈকে সঙ্গীতৰ ক্ষেত্ৰত জাৰ্ম্মানীৰ কৃতিত্ব জিলিকি থাকিল। ওৱেগনাৰে সঙ্গীতত আধ্যাত্মিক স্পৰ্শ এটি দি আৰু মনোময় কৰি তুলিছিল। ই বিলাকৰ লগে লগে প'লেণ্ড, হাঙ্গেৰী, ৰুচিয়া, ডেনমাৰ্ক, বেলজিয়াম,

আমেৰিকা আদি দেশেও জগতৰ দৃষ্টি আকৰ্ষণ কৰিব পৰাকৈ অদ্যাবধি সঙ্গীতৰ চৰ্চ্চা কৰিয়েই আছে।

বৰ্ত্তমান যুগত 'হাৰ্ম্মনি' বোলা পাশ্চাত্য সঙ্গীতৰ পৃথক বিশেষত্বৰ এটি কথা সেই দেশৰ কিছু অভিজ্ঞতা থকা ভাৰতীয় সঙ্গীতজ্ঞ সকলে কোৱা শুনা যায়, ভাৰতীয় সঙ্গীতৰ "মেলডি" আৰু পাশ্চাত্য সঙ্গীতৰ "হাৰ্ম্মনি" বুলি দুয়োবো যেন দুটি বিশেষত্ব। পাশ্চাত্যৰ সঙ্গীতত হাৰ্ম্মনিৰ প্ৰবৰ্ত্তন হয় সিদিনাৰ সপ্তদশ শতিকাত আৰু তাৰ প্ৰবৰ্ত্তক হ'ল "মন্তিৱাৰ্ডে"। সঙ্গীতৰ আচল সুৰটিৰ লগত একে সময়তে বিভিন্ন উচ্চতাৰ কেবাটাও বিভিন্ন স্বৰেৰে কিছুমান কৰ্ড নামৰ ভাগ একোটা কৰি তাকে ঠাই বুজি জীণ যোৱাকৈ বজালে যি সুশ্ৰাব্যতা ওপজে সেয়ে হ'ল 'হাৰ্ম্মনি'। অষ্টকৰ স্বৰবিলাকৰ বিশেষ বিশেষ অৱৰোহনেৰে গান গালে বা বজালেই তাত আমি "মেলডি' " পাওঁ। 'হাৰ্ম্মনি' বিভিন্ন উচ্চতাৰে বিভিন্ন স্বৰৰ কৰ্ড হলেও সি ৰচনা প্ৰণালী আৰু গতিৰ নিয়মৰ মাজেদিহে প্ৰকাশ পায়—যধে মধে কৰ্ড দিওঁ বুলি দিলেই ইয়াক পোৱা নাযায়— এই গুণেই হল পাশ্চাত্য সঙ্গীতৰ সাধনাৰ বস্তু। সপ্তদশ শতিকাত সঙ্গীতৰ এক নতুন জাগৰণৰ সূচনা হয় আৰু অষ্টদশ শতিকাই পাশ্চাত্য সঙ্গীতলৈ এটি সোনালী যুগ আনে। সঙ্গীত প্ৰিয় জাতিৰ ভিতৰত জাৰ্ম্মানেই সৰ্ব্বোৎকৃষ্ট জাতি বুলি এই যুগতো জনাজাত।

তেহেলৈ যেয়ে হওক, সঙ্গীতৰ সম্পূৰ্ণ অঙ্গ ভাৰতত বহু শতাব্দীৰ আগৰ পৰাই চৰ্চ্চা হৈ আহিছিল যেতিয়া তাত যে 'হাৰ্ম্মনি'ৰ সুশ্ৰাব্যতাৰ সন্ধান বাদ পৰিছিল, এনে এটি কথা ভাবিবলৈ কেনেবা লাগে। 'হাৰ্ম্মনি' বোলা কথাটি অবিকল পাশ্চাত্যৰ দৰে ব্যৱহাৰ কৰা নহব পাৰে, কিন্তু সেই বুলি তাৰ সুশ্ৰাব্যতাৰ কথা একেবাৰেই নজনা বুলি ধৰি ললে ভুল হব। আমি আজিকালি 'লয়' বুলিলে সাধাৰণতে আমি সুৰ প্ৰবাহৰ শ্লথ বা তীব্ৰ গতিৰ কথাকেহে বুজো, কিন্তু প্ৰাচীন সঙ্গীতজ্ঞ সকলে লয় মানে আৰু বুজিছিল স্বৰৰ একত্বৰ বাজেও সাদৃশ্যৰ এক সামঞ্জস্য। সিবিলাকৰ ষড়জ পঞ্চমৰ ভাব, অন্যোন্য [1] লয়, স্বৰ লয় আদি শব্দৰ ক্ৰিয়াই এই 'হাৰ্ম্মনি'ৰ অৰ্থলৈকে নিনিয়ে জানো? সপ্তমত পূৰ্ব্বাঙ্গ আৰু উত্তৰাঙ্গৰ বিভাগ সুৰৰ বাদী, বিবাদী, অনুবাদী, সম্বাদী আদিৰ জনকমেলাৰ ৰাগ ৰাগিনীৰ বিভাগ। পতি পত্নী ভাব, পুত্ৰ পৌত্ৰ ভাব— এই বিলাক এনেয়ে কৰি যোৱা নাছিল, —ঠাই বুজি এই বিলাকক প্ৰয়োগ কৰি যাব পাৰিলেই পাশ্চাত্যৰ 'হাৰ্ম্মনি'ৰ সুশ্ৰাব্যতা উপভোগ কৰিব পৰা যায়। তানপুৰাৰ তাঁৰত কেবল ষড়জ আৰু পঞ্চমৰ গুঞ্জন, সেতাৰ, বীণা আৰু সাৰেঙ্গীৰ গৌণতাঁৰ কেডালিৰ ষড়জ —পঞ্চমৰ গুঞ্জনে, অন্যকি বায়াঁ তবলাৰ ষড়জ পঞ্চমৰ সুৰে মূল ভিন্ন স্বৰ একোটিৰ লগত ঝঙ্কাৰ দি আমাকে এই 'হাৰ্ম্মনিৰ' আভাসকে নিদিয়ে জানো? প্ৰত্যেক জনকমেলাৰ যি পত্নী আৰু পুত্ৰাদি আছে সেই সকলোটিলে একো একোটি বিভাগ। — এই বিলাক বিভিন্ন ৰাগ ঠাই বুজি একেলগে বজালেই স্বৰৰ সাদৃশ্যৰ সামঞ্জস্য বৈ যায়। 'হাৰ্ম্মনি'ৰ সুশ্ৰাব্যতা কাণত বাজে যেই কি কাৰণতে হওক — আমি আজি কালি 'কনচাৰ্ট'ত এনে বিভাগৰ সহায় লৈ 'হাৰ্ম্মনি' ফুটাবৰ চেষ্টা নকৰোঁ। এয়ে আমাৰ অৱস্থা।

ভাৰতৰ পূবৰ প্ৰাগজ্যোতিষপুৰতো প্ৰাচীন ভাৰতীয় সঙ্গীতৰ প্ৰতিপত্তি থকাৰ সঙ্কেত পৌৰাণিক যুগৰে পৰা পাবলৈ আছে। নাট্যশাস্ত্ৰতো প্ৰবৃত্তি আদিৰ প্ৰসঙ্গত প্ৰাগজ্যোতিষৰ নাম আছে। নাট্যশাস্ত্ৰতো মহাভাৰতৰ দিনতো মণিপুৰৰ গন্ধৰ্ব্ব সকলৰ কথা পোৱা যায়। নৰকাসুৰ ভগদত্ত আদি ৰজাই, কুণ্ডিল আৰু শোণিতপুৰৰ ৰজাসকলে, তাৰো বহু পাচৰ ভাস্কৰ বৰ্ম্মাৰ দৰে ৰজাই ভাৰতৰ ইতৰ প্ৰদেশৰ ৰাজন্যবৰ্গৰ লগত সমানে শাৰী পুৰাই গৈছিল যেতিয়া, সিবিলাকৰ আমোলত সুসভ্যতাৰ মাপকাঠী সঙ্গীতৰ সবিশেষ চৰ্চ্চা নোহোৱা কথাটো ভাবিবলৈ অস্বাভাবিক যেন লাগে। জনজাতি আৰু পাৰ্ব্বত্য জাতিৰ ভিতৰত আজি যি মুমুৰ্ষ কণ্ঠৰ ক্ষীণ সঙ্গীতৰ ধ্বনি শুনা যায়। তাৰ আচল স্বৰূপ আদিতে কি আছিল তাক কৈ উঠা টান ; অনেক ক্ষেত্ৰত মূল সঙ্গীতৰ পম হেৰাই গৈছে, তাক বিচাৰি উলিয়াই কোনো

[1] পাণ্ডুলিপিৰ আখৰবোৰ অস্পষ্ট হৈ পৰাত ভালকৈ পঢ়িব নোৱাৰিলোঁ ।

এটা সিদ্ধান্তত উপস্থিত হব পৰা সবল অৱস্থা এতিয়াও আমাৰ হোৱা নাই। প্ৰাক্‌শঙ্কৰী যুগৰ ওজা পালীৰ মুখে মুখে যি ৰাগ, মঠে মন্দিৰে বিগ্ৰহৰ আগত গোৱা যি ৰাগ সেইবিলাকৰ প্ৰকৃত পৰিচয় নেপালেও ভাৰতৰ আগত মাৰ্গ সঙ্গীতৰে যে ই এবিধ — এই কথা ভাবি লবলৈ যথেষ্ট সাদৃশ্য আছে, কাৰণো আছে। তাৰ পাচৰ আজি চাৰি পাঁচ শ বছৰৰ আগৰ পৰাই মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ অসাধাৰণ প্ৰতিভাৰ পোহৰত চলি অহা সত্ৰই সত্ৰই যি ৰাগ যি বাজনা বা 'পালচ' সেইবিলাক শ্ৰীশঙ্কৰদেৱে নতুনকৈ সংস্কৰণ কৰা প্ৰাগজ্যোতিষৰ প্ৰাচীন ৰাগেই নে, দাক্ষিণাত্য বা উৰেষাত সেইকালত প্ৰচলিত ভাৰত নাট্যমৰেই সংগ্ৰহ তাক আঙুলি দি দেখুৱাই দিয়া টান। তেহেলে যেই হওক, এই ৰাগতাল বিলাক মুস্লিম যুগত গঢ়লৈ উঠা উত্তৰ ভাৰতৰ ৰাগতালতকৈ ঠায়ে ঠায়ে নামেৰে আৰু ধৰণে কাৰণে যে বেলেগ এই কথা ধৰি লবলৈ অকণো বেগ পাব নেলাগে। দক্ষিণ ভাৰতৰ দৰে আমাৰ ৰাগ এতিয়াও ৰাগেই আছে, ৰাগিনী হবলৈ দিয়া নাই। খোল তালৰ ধ্বনিৰে লঘু দ্ৰুত মাত্ৰাদিৰ সংযোগত তালৰ লয় প্ৰাকাশ কৰা যিটি ৰীতি সি গাতে লাগি থকা কোনো পাৰ্ব্বত্য জাতিৰ বাজনাৰ চানেকিত গঠি উঠানে প্ৰাচীন ভাৰতীয় নাট্যৰ বিধানত চলি অহা তাক বুকু ডাঠকৈ কব পৰা ভিতৰুৱা প্ৰমাণ এতিয়াও আমি দাঙ্গি ধৰিব পৰা নাই। কিয়নো, —আমাৰ অহীয়া নাটৰ কৌ, অহীৰ, মাহুৰ, মধ্যালি, শ্যামগড়া আদি কিছুমান উত্তৰ ভাৰতৰ নামেৰে নিমিলা ৰাগ, আৰু নামেৰে মিলা কেদাৰ, কল্যান, কানাৰা, শ্ৰী, বসন্ত, ধনশ্ৰী, পুৰ্ৱী, আশোৱৰী, সিন্ধুৰা আদি কিছুমান ৰাগ দক্ষিণ ভাৰতৰ প্ৰচলিত ৰাগৰ সুৰবিন্যাসৰ কিমান ওচৰ বা কিমান আঁতৰ, —আৰু পৰিতাল, যতি তাল, সৰু বিষম, বৰ বিষম, মাঠ (মঠ্য) তাল, আঠ (অঠ) তাল দশবাৰি, চুটকলা, দোমানি, গঞ্জল, খৰমান আদি কিছুমান উত্তৰ ভাৰতৰ নামেৰে নিমিলা তালৰ লগত দক্ষিণ ভাৰত বা উৰেষাৰ প্ৰচলিত তালেৰে কিমান মিল অথবা প্ৰাচীন ভাৰতৰ মঠ্য, অঠ, একতাল আদি জাতি তালৰ পৰা গঢ় লৈ উঠা আঠাইশ খন তালৰ সৈতে মাত্ৰা বিন্যাসত কিমান ওচৰ কিমান দূৰ এই সকলোবিলাকৰ তন্ন তন্ন বিচাৰ এতিয়াও হৈ উঠা নাই গুণে ভিতৰুৱা প্ৰমাণ দিব পৰা শক্তি আজিলৈকে আমাৰ হোৱা নাই।

কোনো নিৰ্দ্দিষ্ট স্বৰ যন্ত্ৰৰ স্বৰ অনুযায়ী কণ্ঠ স্বৰ সাধনা নকৰাত পৰম্পৰা ক্ৰমে ওজা বা বায়েনৰ কণ্ঠ স্বৰকে অনুকৰণ কৰিবলৈ লোৱাৰ ফলত অনেক সময়ত কণ্ঠস্বৰৰ বিকৃতিৰ লগে লগে গীতৰ শুদ্ধ স্বৰৰ বিকৃতি যেনেকৈ ঘটিছে, ভাৰতীয় সঙ্গীতৰ সকলো বিকৃত স্বৰ বিশেষকৈ শুদ্ধ ধৈবত স্বৰ যথাযথ ভাবে ফুটাই তুলিব নোৱৰা হাৰ্ম্মনিয়ম আদি সুৰৰ যন্ত্ৰক অনুকৰণ কৰিবলৈ গৈ তেনেকৈয়ে আমাৰ কীৰ্ত্তি আজি কুলাই পাচিয়ে নধৰা হৈছে। হয়তো কোনে জানে বৰগীতৰ বিকৃত স্বৰবিলাক হাৰ্ম্মনিয়মৰ লগত নিমিলিলেও ভাৰততে একালত চলা বাৰটা বা উনৈশটা বিকৃত স্বৰৰ একো একোটি হৈও মাৰ্গ সঙ্গীতৰে অৰ্ন্তভূক্ত হৈ থাকিব পাৰে। এই অৱস্থাত আমাৰ গীত মাত কাণেৰে শুনিও তাৰ আচল স্বৰৰ বিশুদ্ধতা নিৰ্ণয় কৰিব পৰা কথাটি সঙ্গীতত সাধাৰণ জ্ঞান থকা লোকৰ পক্ষে অসম্ভৱ হৈ পৰিছে।

ইমানেই আমাক জোৰা নাই। আজি প্ৰায় সত্তৰ আশী বছৰৰ আগতে আমাৰ গাতে লাগি থকা প্ৰদেশৰ জৰিয়তে আহি পৰিল উত্তৰ ভাৰতৰ সুৰ সংমিশ্ৰনৰ বেমেজালি, সুৰ সঞ্চাৰৰ লগে লগে আহি গ'ল বাদ্য যন্ত্ৰৰ বিষম কোৰ্হাল। নিচেই তল খাপৰ হিন্দুস্থানী সঙ্গীতৰ সুৰ বাঙ্গালী বোল, বাঙ্গালী বেশেৰে আহি গোটেই অসম ছাটি পেলালে। চোকোৰা নাচ, দেৰগঞা গান, মণিপুৰী গান, যাত্ৰা গানে অসমৰ পথাৰে সমাৰে ৰাৰুৱাবলৈ ধৰিলে। তেনেতে উন্নত সমাজৰ ডেকা সকলে আনি দিলেহি কলিকতাৰ জনপ্ৰিয় থিয়েটাৰী সঙ্গীত। বঙ্গ দেশৰ ঠায়ে ঠায়ে ৰজা জমিদাৰ সকলৰ আশ্ৰয়ত চৰ্চ্চা হোৱা উচ্চ সঙ্গীতৰ ধ্বনি আনোতাৰ অভাৱতে হওক বা গুৰু গাম্ভীৰ্য্যৰ গুণতেই হওক সাধাৰণ জনপ্ৰিয় সঙ্গীতৰ লগত আহিবলৈ ঠাই নেপালে। অসমৰ পশ্চিম প্ৰান্ত গৌৰিপুৰত ভুমুকি মাৰিয়েই সি গুচি গ'ল। পুবেদি

ডিব্ৰুগড়ত স্বৰ্গীয় উমেশ মুৰ্খাৰ্জ্জী আৰু উমেশ দাসৰ চেষ্টাত কেইবছৰ মানলৈ দেখা দিছিল যদিও সিবিলাকৰ লগে লগেই অন্তৰ্হিত হ'ল। নিজৰটি এৰি পৰৰটি ধৰিবলৈ গৈ তাকো হাতেৰে ঢুকি নোপোৱাতে অসমত সঙ্গীতৰ এক উক্‌মুকনি লাগি পৰিল। এই দুৰ্দ্দিনৰ সন্ধিক্ষণত আজি প্ৰায় পঞ্চাশ বছৰৰ আগত স্বৰ্গীয় লক্ষ্মীৰাম বৰুৱা দেৱৰ আজীৱন চেষ্টাৰ ফলত বিশুদ্ধ সঙ্গীত শিক্ষালৈ অসমৰ জনসাধাৰণৰ বুকুত এটি ধাউতি জাগি উঠিল। তেখেতে একাধিক গ্ৰন্থ প্ৰণয়ন কৰি নিজ হাতেৰে আৰ্হি দেখুৱাই অসমক বাটলৈ আনি দি গ'ল। আমাৰ দেশৰ সিচৰতি হৈ থকা বিয়া নামৰ সুৰ বিলাকত বিশুদ্ধ সুৰ বিন্যাসৰ সূচনা কৰি দি দেখুৱালে প্ৰথম তেখেতেই।

শঙ্কৰীযুগৰ আৰম্ভণিৰ প্ৰায় ডেৰশ মান বছৰৰ পাচতেই প্ৰাচীন ভাৰতৰ মাৰ্গ সঙ্গীতে তেতিয়াৰ ৰাজধানী ৰংপুৰতো এবাৰ আকৌ জিলিকি পৰাকৈ দেখা দিছিল। পশ্চিমেদি শ্ৰীশঙ্কৰ প্ৰবৰ্ত্তিত সঙ্গীতকলা ৰজা নৰনাৰায়ণৰ আশ্ৰয়ত যেনেকৈ ঝঙ্কাৰি উঠিছিল, পুবেদি স্বৰ্গদেও ৰুদ্ৰসিংহৰ উৎসাহতো মাৰ্গ সঙ্গীতলৈ ধাউতি এটি তেনেকৈয়ে মূৰ তুলি জলি পৰিছিল। গোটেই অসমত সেইটিও এটি সঙ্গীতৰ সুদিন। দুৰ্গোৎসৱ আৰু ফম্মুৎসৱৰ ৰজাঘৰীয়া বিধিবিলাকত পূজা চলি থকা অবস্থাত নাট মন্দিৰত বিবিধ ৰাগ বিবিধ তালেৰে গোওৱা বিধান আছে। এই পুথি বিলাকৰ নকল কেৱা গৰাকীও ভদ্ৰলোকৰ ঘৰে ঘৰে পোৱা যায়। তাৰ ভিতৰত শ্ৰীৰাধানাথ ফুকন দেৱৰ ঘৰৰ দুৰ্গোৎসৱৰ বিধি খনি আজি প্ৰায় ডেৰশ বছৰৰো কিছু আগতে ৰজা ঘৰীয়া পুথি চাই তোলে। তাত ভগবতীৰ মহাস্নানৰ বেলিকা বাদ্যেৰে গীত ৰাগ কৰাৰ বিধান আছে। সেই প্ৰসঙ্গত ভোজগিৰি, বৰাড়ী, কৰ্ণাট, দেশবৰাড়ী, মাৰব, ৰামগিৰি ৰাগৰ নাম আৰু লগে লগে স্বৰ্গ দুন্দুভি, ইন্দ্ৰবিজয়, গৌৰিবিজয়, ইন্দ্ৰাভিষেক, ঘৰ্ঘৰ, ব্ৰহ্মাভিষেক আদি অতি প্ৰাচীন মাৰ্গতালৰ উল্লেখো আছে। এই আটাই কেউটি ৰাগ, তোড়ী, আশাবৰী আদি জনকমেলাত পোৱা যায় — গতিকে পুৱা বেলাৰ মহাস্নানলৈ বেচ উপযোগী সুৰ। এনে ৰাগৰ গীত জয়দেব কবিৰ গীত গোবিন্দমতো পাবলৈ আছে; — গুৰ্জ্জৰী ৰাগ -সাৰ তাল, ৰামকিৰি ৰাগ -ৰূপক তাল, কৰ্ণাট ৰাগ -যতি তাল, দেশৰাগ -একতাল, মালব ৰাগ, -যতি তাল, দেশ বৰাড়ী -ৰূপক তাল, বসন্ত ৰাগ -যতিতাল, ভৈৰৱী ৰাগ -যতি তাল, বিভাস ৰাগ -একতালি ইত্যাদি অকল ৰাগ আৰু তালৰ নামেই নহয়, সেই সেই ৰাগৰ আভাসেৰে গোৱা গীতগোবিন্দৰ গীতো গুণীসকলৰ মুখত ঠায়ে ঠায়ে শুনিবলৈ পোৱা যায়। কবিৰাজ চক্ৰবৰ্ত্তী নামেৰে সৌমাৰ খণ্ডত চিৰ পৰিচিত কবি ৰাম নাৰায়ণে স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনত "গীত গোবিন্দ" খনি অসমীয়ালৈ ভাঙ্গি তাৰ গীতৰ ঠাচেৰে অনেক অসমীয়া গীত ৰচি থৈ গৈছে। বিদ্যাপতিৰ ভাষাই আমাৰ বৈষ্ণৱ সাহিত্য বিশেষকৈ নৃত্যনাট্যৰ গীত আৰু ৰচনাৱলীত যেনেকৈ প্ৰভাৱ বিস্তাৰ কৰিছিল, কবি জয়দেৱৰ শব্দালঙ্কাৰে আৰু ৰচনা শৈলীয়েও তেনেকৈয়ে অলক্ষিতে ঝঙ্কাৰ তুলিছিল। জয়দৱ কবিয়ে যি কলা কৃষ্টিৰ আলোকত যি আদৰ্শেৰে অনুপ্ৰাণিত হৈ "উৰেষাৰ জগন্নাথত" এনে সুললিত গীতাৱলী গোৱাইছিল, তাৰ ভৌগলিক সীমা আজিৰ দৰে সঙ্কীৰ্ণ নাছিল। প্ৰাচ্য ভাৰতৰ গীত আৰু গায়ক বুলিয়েই আজিও জগন্নাথত জয়দেৱৰ আদৰ, সুদূৰ অসমতো জয়দেৱৰে নাম। জয়দেৱৰ সম্বন্ধে অসমীয়াৰ গোপিনী সবাহত যি দুই চাইতা নাম গায় সৰুতে আইতাৰ মুখত শুনা তাৰে এটি নাম এতিয়াও কাণত বাজি আছে, — "জয়দেৱে তুতি কৰে মঠে সমন্বিতে। আপুনি ঘূৰিলা প্ৰভু ভক্তৰ নিমিতে।।" জয়দেৱৰ জন্মস্থান হল প্ৰাচ্য ভাৰত, আৰু তেওঁৰ কলাকৃষ্টিও হল প্ৰাচ্য ভাৰতৰেই। ফম্মুৎসৱৰ প্ৰসঙ্গত বসন্ত আদি ৰাগ গোৱাৰ বিধি বিধানৰ লগে লগে সেই উপলক্ষে গাবলৈ স্বৰ্গদেও ৰুদ্ৰসিংহৰ নামৰ উল্লেখেৰে কবিৰাজ চক্ৰবৰ্ত্তীয়ে বৰাড়ী, বসন্ত, গৌৰী, গুৰ্জ্জৰী, কাফি, কল্যান, কামোদ, ৰামগিৰি আদি ৰাগৰ গীত সংস্কৃতৰ ছন্দত ৰচনা কৰি ৰজা ঘৰীয়া উৎসৱত গোৱাইছিল। ইয়াৰ কেইটামান গীতৰ লালিত্য আৰু অলঙ্কাৰৰ ঝঙ্কাৰ কাণত পৰিলে জয়দেৱৰ গীত বুলি

ধৰিবৰ মন যায়। কবিৰাজৰ গীতখিনি প্ৰায়ে একতালিত গোৱা হৈছিল। ইয়াৰ উপৰিও দুৰ্গা পূজা প্ৰসঙ্গত স্বৰ্গদেও ৰুদ্ৰসিংহ আৰু শিৱসিংহই ৰচনা কৰি গোওৱা আগমনীৰ দুই এটি অসমীয়া গীত কিছু বছৰৰ আগতে মাহেকীয়া কাকতত প্ৰকাশো পাইছিল। এই গান থকা ঘাই পুথিখন এতিয়া আউনি আটিতে আছে। অইন হওক নহওক বিগ্ৰহৰ আগত গোৱাবলৈ অন্ততঃ সেই সেই ৰাগ সেই সেই তালৰ চৰ্চ্চা আৰু সাধনা ৰাজঘৰীয়া হিচাপে বিশুদ্ধ ভাবেৰে যে চলিছিল তাত বিশ্বাস নকৰিবৰ কাৰণ একো নাই। সেই চৰ্চ্চা হয়তো আবদ্ধ আছিল ৰজাৰ প্ৰতিপালিত মুষ্টিমেয় পুৰুষ সকলৰ আৰু বিশেষকৈ নাটকলিতা সকলৰ ভিতৰত। শ্ৰীশঙ্কৰ দেৱৰ সঙ্গীতকলাৰ দৰে জনসমাজৰ মাজত প্ৰচাৰ হোৱাৰ সুবিধা তেতিয়া ঘটিবলৈ নেপাইছিল। তেনেতে ৰাজ্য জোৰা বিপ্লৱৰ ধুমুহাত ক'ৰ শিল্পী কলৈ গৈ বৰকলা হাবিত লুকাই পৰিল তাৰ ঠিকনা নাইকিয়া হ'ল। মাৰ্গসঙ্গীতৰ সাধনাৰ পুলিটি এই দৰে উঠি এই দৰেই মুজুৰা পৰিল।

এই ৰাগৰ সুৰ বিন্যাসেৰে গানৰ, আৰু মাত্ৰা বিন্যাসেৰে তালৰ, তাতোকৈ দক্ষিণাত্য, উড়েষা আৰু প্ৰাগজ্যোতিষৰ পূবে পশ্চিমে কালে কলে হোৱা সঙ্গীতৰ সবিশেষ চৰ্চ্চাৰ বাতৰিয়ে আমাক অভ্ৰান্ত ভাবে টানি লৈ যায় ভাৰতৰ এখনি কি বিশাল ভূভাগলৈ য'ত প্ৰাচীন সোমেশ্বৰ মতেৰেই হওক বা ভাৰত মতেৰেই হওক নৃত্যগীত আদিৰ শিক্ষা আৰু সাধনা বিশদ ভাবেৰেই চলিছিল। মণিপুৰৰ গন্ধৰ্ব্বসকলৰ নৃত্যকলায়ো এনে এটি অনুমিতিলৈকে লৈ যোৱাৰ লগে লগে চৰ্চ্চাৰ কাল আৰু আগলৈকে টানি নিয়ে। নাট্য শাস্ত্ৰত অঙ্গ, বঙ্গ, কলিঙ্গ, নেপল, পৌণ্ড্ৰ, পুলিন্দ, তাম্ৰলিপ্ত, প্ৰাগজ্যোতিষ আৰু তাৰো পূবে পশ্চিমে প্ৰদেশবিলাকত প্ৰচলিত সমান লক্ষণ প্ৰয়োগৰ "ঔড্ৰ মাগধী" প্ৰবৃত্তি ধাৰা স্বীকাৰ কৰালৈ চাই ভৰত মুনিৰ শত শিষ্যৰ কোনো শিষ্য আহি ইয়াত ভাৰত মত প্ৰবৰ্ত্তন কৰাটো একো অস্বাভাবিক নহয়। মূল

সঙ্গীতৰ পম খেদিলে এনে এটি সন্ধানকে পোৱা যায়। দক্ষিণাত্যত যি ভাৰত মত বৰ্ত্তমান চলি আছে, সিয়েই পূব ভাৰততো প্ৰভাব বিস্তাৰ কৰিছিল। বিহাৰ, উৰেষা, উত্তৰ বঙ্গৰে যি প্ৰাচীন কামৰূপ, তাৰ নৃত্য নাট্যনাট্যেৰে হয়টো কোনো কথাত দক্ষিণাত্যত প্ৰচলিত ভাৰত নাট্যমৰ লগত সামান্য অমিল থাকিব পাৰে। দেশকাল পাত্ৰলৈ চাই কালে কালে আচাৰ্য্যসকলক নিজ নিজ বুদ্ধিৰে প্ৰয়োগ কৰিবলৈ ভৰত মুনিয়ে স্বধীনতা দি যোৱা বাবে ইমান কাল অৰু স্থানৰ ব্যৱধানত সামান্য অমিল নোহোৱাটোহে অস্বাভাবিক। গতিকে মূল কথাৰ মিল থাকে মানে অইন অমিলৰ প্ৰশ্ন নুঠে। নানান গীতবাদ্য ছন্দেৰে এই ভূভাগৰ শব্দ ঝঙ্কাৰৰ যি প্ৰাচ্য ব্যৱহাৰ ব্যতিক্ৰম তাৰ বিকল্প বিলাক পানিনিয়ে উল্লেখ কৰাৰ প্ৰয়োজনলৈ চালে তেতিয়াৰ দিনতো পূব ভাৰতত নিজা প্ৰতিপত্তি, নিজা চৰ্চ্চা সবল হৈ থকাৰ কথাকে সোঁৱাৰাই দিয়ে। পানিনিয়ে উত্তৰ ভাৰতক বিভক্ত কৰি প্ৰাচ্য আৰু পাশ্চাত্য কাণ্ডেৰে দেখুৱাই গৈছে। তদনুসাৰে ভাৰতীয় কৃষ্টিৰে মূল সূত্ৰেৰে চলি থকা এই বিশাল ভূভাগৰ

সঙ্গীতকলাক প্ৰাচ্যসঙ্গীত কলা বুলি ধৰিলে সকলো কথাকে যথযাথ ভাবে সামৰি লব পাৰি। মিথিলাৰ পূব অঞ্চলত অৰ্থাৎ প্ৰাগজ্যোতিষৰ পূবে পশ্চিমে ঠাইবিলাকত এক মিথিলাৰেই কৃষ্টি চলি থকাৰ কথা ৰায় বাহাদুৰ কনকলাল বৰুৱা প্ৰমুখ্যে ঐতিহাসিক সকলেও স্বীকাৰ কৰি গৈছে। এতিয়াৰ দৰে অতীত কালত এই কৃষ্টিৰ ভৌগলিক সীমা "ভাই ভাই ঠাই ঠাই" নাছিল। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱেও মিথিলাৰ কৃষ্টি, মিথিলাৰ ব্ৰজবুলি নিজৰ বুলিয়েই আজি চাৰে চাৰিশ বছৰৰ আগত তাৰ জৰিয়তেই নিজক প্ৰকাশ কৰি গৈছে।

পুৰণি কামৰূপৰ ৰাগতাল বিলাকে আইন হাতে ক্ষীণ কণ্ঠেৰে হলেও সঙ্গীত কলাৰ ধ্বনি কালে কালে কামৰূপত যে চিৰকাল জাগিয়েই আছে এই কথাকে দোহাৰি যায়। সেয়ে আৰ্য্যেতৰ জাতি সকলৰ শাসনত মাৰ্গ সঙ্গীত আৰু নৃত্যনাট্যকলা বহুল ভাবে জনসমাজত প্ৰচলিত হবলৈ সুবিধা বা অৱসৰ একোকে নেপাইছিল। ষষ্ঠ শতাব্দীৰ প্ৰাচীন প্ৰাগজ্যোতিষাধিপতি ভগদত্ত কুলৰ

তিলক ভাস্কৰ বৰ্ম্মাৰ দিনৰ পৰা একাদশ শতিকাৰ মাজভাগৰ ৰত্নপাল আৰু ইন্দ্ৰপালৰ দিনলৈকে ৰাজ শক্তিৰ আশ্ৰয়ত মঠ মন্দিৰক কেন্দ্ৰ কৰি প্ৰাচ্য ভাৰতৰ নৃত্য নাট্য আৰু সঙ্গীত চলি থকাৰ কথা ইতিহাসৰ পৰাই অনুমান কৰিব পাৰি। এই পাঁচ শ বছৰৰ নৱম শতিকাৰ মাজভাগলৈ হাটকেশ্বৰৰ মন্দিৰ জীৰ্ণ সংস্কাৰ কৰাৰ পাচত ৰাজা বনমালা বৰ্ম্মনদেৱে তাত নৃত্যগীতাদি চলি থাকিবৰ নিমিত্তে ভালেখিনি দেৱদাসী নিযুক্ত কৰাৰ বাতৰি কামৰূপ শাসনাৱলীত পোৱা যায়। ইয়াৰ প্ৰায় দুশ বছৰৰ পাচৰ সুকবি নাৰায়ণৰ দিনলৈকে নৃত্য নাট্যৰ উৎকৰ্ষ চকুত লগাকৈ সাধন হোৱাৰ কথা প্ৰকাশ্যে ক'তো পাবলৈ নাই। চতুৰ্দ্দশ শতিকাৰ তামৰ ফলি দুখনি উত্তৰ লক্ষীমপুৰৰ সুসাহিত্যিক শ্ৰীসৰ্ব্বেশ্বৰ বৰুৱাদেৱে উদ্ধাৰ কৰাই প্ৰকাশ কৰোৱা প্ৰবন্ধটিৰ পৰা বেচকৈ বুজা যায় সেইকালৰো আগত সুশিক্ষিত সদ্ ব্ৰাহ্মণৰ বংশ লুইতৰ উত্তৰ পাৰে আছিল যাৰ মাজত সংস্কৃতৰ শিক্ষা সুন্দৰকৈ চলি থকা বুলি ধৰি লব পাৰি। এই অঞ্চলৰ ব্ৰাহ্মণ, কায়স্থ, কলিতা সকলৰ কলাকৃষ্টি মাজুলিক সাবটি লৈ পূৰ্ণ পয়োভৰেৰে থকাই অতি স্বাভাবিক। সিবিলাকৰ এগৰাকীক পাচলৈ স্বৰ্গদেও ৰুদ্ৰসিংহই ৰংপুৰত কবিৰাজ চক্ৰৱৰ্ত্তী পাতি তেওঁৰ হতুৱাই শকুন্তলা কাব্য, শঙ্খচূড় বধ নাটক, আদি প্ৰণীত কৰোৱাইছিল। লগে লগে গীতগোবিন্দকো অনুবাদ কৰোৱাই লৈছিল। সিবিলাকৰ মাজত সঙ্গীত নাটকাদিৰ যথেষ্ট চৰ্চ্চা হৈছিল ইয়াৰ পৰাই তাৰ বেচ অনুমন কৰা যায়। শঙ্কৰী যুগত মাজুলিৰ অমহাপুৰুষীয়া যিবিলাক সত্ৰ তাৰ নৃত্যনাট্যাদিত যি খিনি বাজনা যি বিলাক প্ৰণালী মহাপুৰুষ প্ৰবৰ্ত্তিত অঙ্কীয়া বাজনাতকৈ পৃথক সেই বিলাক হ'ল উত্তৰ পুৰীয়াসকলে প্ৰাচ্য ভাৰতৰ পৰা পোৱা নিজস্ব বস্তু, সিবিলাকৰ নিজস্ব বস্তুৰ সাধনা আৰু চৰ্চ্চা আছিল গুণেই পৰশুৰাম কুণ্ডলৈ তীৰ্থ যাত্ৰী যোৱাদি একালত সৌমাৰ খণ্ডৰ মাজুলীলৈকো নানা ঠাইৰ শিক্ষাৰ্থী যোৱাৰ কথা শুনিবলৈ পোৱা যায়। উক্তৰ ভূঞাদেৱে বুৰঞ্জীৰ বাবীত উদ্ধৃত কৰা ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনৰ "পাচোঁজ" বা "পাখোবাজন" গান আৰু মণিপুৰীয়া কছাৰী ৰজা প্ৰমুখ্যে প্ৰেক্ষকে দেখি বিস্ময় মনা ডেকা বৰুৱাৰ পৰিচালনাত সাতশ ভাৱৰীয়াৰে পতা ৰাৱণ বধ ভাওনা অঙ্কীয়া গীত বা নাটকৰ আৰ্হিত মূৰ তুলি উঠা নাছিল।

ইৱেন ছাঙে দেখি লিখি থৈ যোৱা অগণন দেৱ মন্দিৰৰ সংখ্যা তেতিয়াও হ্ৰাস হৈ যোৱা নাছিল, বৰং ৰাজধানীৰ পৰিবৰ্ত্তনৰ লগে লগে উত্তৰোত্তৰ বৃদ্ধিহে পাইছিল। এই দেৱ মন্দিৰ বিলাক মুখৰিত কৰি নৃত্য গীতাদি উঠি পৰি স্বাভাবিক গতিৰে চলিয়েই আছিল। ধৰ্ম্মৰ সোঁতৰ লগত মিলাই দিছিল যেতিয়া, ধৰ্ম্ম অন্তৰ্হিত নহয় মানলৈ তাৰ ধ্বংস ক'ত? পাচলৈ পাল বংশৰ ৰাজত্বৰ পৰা ইন্দ্ৰ বংশৰ ৰাজত্বলৈকে ৰজা সকলৰ ভিতৰত চৌধ শতিকাৰ কমতাধিপতি দুৰ্লভ নাৰায়ণৰ দৰে, ষোল শতিকাৰ কোচ বিহাৰাধিপতি ৰজা নৰনাৰায়ণৰ দৰে, সোতৰ শতিকাৰ সৌমাৰাধিপতি স্বৰ্গদেও ৰুদ্ৰ সিংহৰ দৰে কোনো বিদ্যোৎসাহী প্ৰবল পৰাক্ৰমী নৰপতিৰ সজ ইচ্ছা আৰু প্ৰাণ ভৰা উৎসাহত সি একো একোবাৰ জিলিকি জকমকাই উঠিছিল। এনেহলৈ মাৰ্গ সঙ্গীতৰ নৃত্যগীতাদিলৈ বৰ বেচি আগ্ৰহ হোৱা দেখা গৈছিল। সেই বুলি আৰ্য্য আৰু আৰ্য্যাতৰ সকলৰ মাজত সুৰ তালৰ আদান প্ৰদান যে নহৈছিল এনে কথাও নহয়। বড়োসকলৰ সঙ্গীতে নিজৰ বলতেই হওক বা সংমিশ্ৰনৰ ফলতেই হওক ভাৰতীয় দেশী সঙ্গীতৰ সন্মান অৰ্জন কৰিছে। প্ৰবাদত ইবিলাকৰ যি বৈশিষ্ট্য আছে তাক প্ৰাচীন মতেৰে মিলাই অদ্যাপি তাৰ যথাৰ্থতা কোনেও নিৰ্ণয় কৰা নাই। ৰাজবংশীসকলৰ আৰু আহোমসকলৰ নিজৰ যি আছিল তাক সদৰীকৈ প্ৰকাশ কৰিবলৈ সুবিধা নঘটিল। দৰঙ্গত প্ৰচলিত দীঘলীয়া ঢোলৰ বাজনাত সিবিলাকৰ লোক নাট্যৰ কিছু আভাস পোৱা যায়। বড়োসকলৰ ঢোলৰ গঢ় ৰাজবংশী সকলতকৈ চুটি আৰু কামৰূপৰ সংশূদ্ৰ সকলৰ ভিতৰত প্ৰচলিত জয় ঢোলতকৈ সৰু। ইবিলাকৰ বিবিধ বাদ্যযন্ত্ৰৰ ইতিবৃত্ত জাতিয়ে জাতিয়ে সুকীয়া। বৰাহীসকলৰ ঢোলৰ মালিতা উপভোগৰ বস্তু। উজনিৰ মিৰিসকলৰ ঢোল আৰু নাচ আজিও

জনপ্ৰিয় হৈয়ে আছে। আহোমৰ দিনত প্ৰচলিত মৃদঙ্গ এটি লেখত লবলগীয়া বাজনা। মৃদঙ্গ নামত হলেও আচলতে সি মাটিৰ নহয়, পাখোৱাজৰ দৰে কাঠৰ, আৰু তাৰ ধ্বনি পখোৱাজৰেই এক ক্ষীণ আভাস যেন শুনি। খোলৰ বাজনাৰ লগত ইয়াৰ বাজনা পৃথক। এই বাদ্য যন্ত্ৰ আৰু বিবিধ মাত্ৰাবিন্যাসৰ বোলবিলাকে প্ৰাচীন প্ৰাগজ্যোতিষৰ আশে পাশে থকা ঠাই বিলাকত চৰ্চ্চা হোৱা লোকনাট্যৰ এখনি বহুমূলীয়া ইতিহাসলৈ যথেষ্ট উপদান যোগাব। ইয়াবে কিছুমান অনাদৰত অন্তৰ্হিত হোৱাৰ আগতে এই মুখে চেষ্টা কৰাটো নিতান্ত আৱশ্যক হৈ পৰিছে। নহলে যি আছেহি সিও হেৰাব।

শঙ্কৰীযুগৰ আগৰ তান্ত্ৰিক যুগত নৃত্য-নাটক পূজাৰ অঙ্গ স্বৰূপে পৰিগণিত হৈছিল যেতিয়া অসমৰ মঠ মন্দিৰক কেন্দ্ৰ কৰি অকল মাৰ্গ সঙ্গীতেই নহয় নাটক-নাট্যদিও চলি থকাৰ কথা বিশ্বাস কৰিবলৈ যুক্তি যথেষ্ঠ আছে। সিদিনা অলপতে যোৰহাটৰ পণ্ডিত কৃষ্ণ কান্ত দেৱৰ ঘৰত প্ৰাচীন গীত সংগ্ৰহৰ এখনি পুৰণি পুথি পোৱা গৈছে। শুনা যায় অসমৰ শীৰ্ষ স্থানীয় সত্ৰ কেইখন মানতো এনে পুথি পাবলৈ আছে। তাত ৰঘুনন্দন, হৰিশ্চন্দ্ৰ, কবি বল্লভ, কবিৰাজ, শচীপতি, মুকুন্দ, ৰামানন্দ, ৰমাকান্ত, ৰামজীৱন, গঙ্গাধৰ, শিৱৰাম দাস প্ৰমুখ্যে আৰু কেবা গৰাকীবো ৰচিত গীত ৰাগ তালৰ সঙ্কেতেৰে লিখা আছে। গীতবিলাকৰ ভাষা প্ৰাচীন কামৰূপী ব্ৰজবুলি আৰু সংস্কৃত। বিষয় হল, — ৰাধাকৃষ্ণ, হৰিহৰ আৰু শিৱ দুৰ্গাৰ প্ৰশস্তি। শাক্ত আৰু শৈৱ বিষয়ক গীতেই বেচি। শ্ৰীশঙ্কৰদেৱে ৰচা গীতৰ কৌ, মাহুৰ, অহিৰ, ভাটিয়াল আদি ৰাগ, জৌতি, চুটা, একতালি, ৰূপক আদি তালৰ উপৰিও অঙ্কীয়া ভাৱনাত ব্যৱহাৰ নোহোৱা নৱনিত-বৰাড়ী, দেশাখ, পটমঞ্জৰী, পাহাড়িয়া, শ্ৰীগান্ধাৰ, য়মন-কল্যান, কাফি, ৰাইচা কাফি, জয়জয়ন্তী, জয়শ্ৰী, গুৰ্জ্জৰী আদি অনেক ৰাগৰ গীতলৈ চাই মন্দিৰাদিত প্ৰচলিত প্ৰাচীন গীতমাত আৰু নাটনাট্য থকাৰ কথাতহে বিশ্বাস দৃঢ় হৈ পৰে। ওজা পালীৰ ৰাগ তালৰ দৰে ই যে প্ৰাক্ শঙ্কৰীযুগৰ চৰ্চ্চা হোৱাৰ বিষয় তাত সন্দেহ নেথাকে। তন্ত্ৰ বিষয়ক নাটক কেউখনি হাতত নপৰালৈকে ইয়াৰ কোনো ঐতিহাসিক সিদ্ধান্ত সম্ভৱ নহয় যদিও, এইটো কিন্তু নিঃসন্দেহে ভাবিব পাৰি—হনুমত মতেৰে চলা হৰিদাস স্বামীজী আৰু তেওঁৰ শিষ্য তানসেনে প্ৰবৰ্ত্তোৱা হিন্দুস্থানী সঙ্গীত আৰু কথক নামৰ নৃত্য পদ্ধতিতকৈ শঙ্কৰী নৃত্য নাট্য কিছু কালৰ আগ কাৰণে সি ইয়াৰ আদৰ্শ হব নোৱাৰে। অসমৰ আদৰ্শ ঔড্ৰমাগধী কৃষ্টিৰে অসমতে আছিল — যাৰ সাদৃশ্য, যাৰ প্ৰকৃত তথ্য উড়েষা আৰু দাক্ষিণাত্যত আজি পৰ্য্যন্ত পাবলৈ আছে। এই পাৰিপাৰ্শ্বিক অৱস্থা বিলাকলৈ চালে শঙ্কৰী যুগৰ নৱজাগৰণৰ বিষয়ে স্বভাৱতে আমাৰ এনে বিশ্বাস হব নোৱাৰে যে শ্ৰীশঙ্কৰৰ দৰে এগৰাকী অসীম প্ৰতিভাশালী মহাপুৰুষে সঙ্গীত আৰু নৃত্য নাট্যৰ নিমিত্তে পৰৰ ওচৰত হাত পাতিবলগীয়া হৈছিল। কিমান দিন আগৰ তাৰ কথা কব নোৱাৰিলেও তেৰ চৈধশ বছৰৰ আগৰ অন্ততঃ কুমাৰ ভাস্কৰ বৰ্ম্মাৰ দিনৰ পৰাই দেশ বিদেশৰ শিক্ষাৰ্থী আহি প্ৰাচীন কামৰূপৰ ঠায়ে ঠায়ে শিক্ষা লাভ কৰাৰ ঐতিহাসিক প্ৰসিদ্ধি আছে। ব্ৰাহ্মণ, কায়স্থ আৰু সৎ শূদ্ৰ সকলক অধিকাৰ ভেদে শিক্ষা দিয়াৰ ব্যৱস্থা শ্ৰীশঙ্কৰদেৱৰ দিনতো আছিল। তেখেতৰ পূৰ্ব্বপুৰুষসকল শৈৱ গতিকে নকলেও হ'ব যে সঙ্গীত আৰু নৃত্য নাট্যাদিৰ প্ৰতিভা তেখেতৰ জন্মগত সংস্কাৰ। তাৰে পৰিপুষ্টি সাধন কৰিলে জীৱনৰ আদি ছোৱাত সংস্কৃতৰ শিক্ষাৰে, ছন্দালঙ্কাৰৰ জ্ঞান গৰিমাৰে। সেইকালৰ মঠ মন্দিৰত প্ৰচলিত নৃত্যনাট্যাদিয়ে তেখেতৰ প্ৰাণত অনুপ্ৰেৰণা নোযোগোৱাৰ কাৰণ একো নাই। তেনেতে সুদীৰ্ঘ বাৰ বছৰ বিয়পি তীৰ্থভ্ৰমন কৰিব লগা অৱস্থা তেখেতৰ জীৱনৰ আগভাগতে আহি পৰিল। য'ত য'ত প্ৰাচ্য ভাৰতৰ কলাকৃষ্টিৰ পোহৰত ভাগৱতৰ তত্ত্ব নৃত্যনাটকাদিৰে জিলিকি উঠিছিল, সেই সেই ঠাইলৈ গৈ প্ৰাচ্য ভাৰতৰ বিবিধ কলাৰ বিবিধ ৰূপ হৃদয়ঙ্গম কৰি মুকলি মনেৰে নিজৰ ঠাইলৈ ঘূৰি আহি জনসাধাৰণক জগা জগাই জগায়ে তেখেতে নিজৰ অমৰ জীৱনৰ চানেকি এৰি থৈ গ'ল। বৰগীতলৈ মিথিলাৰ ব্ৰজবুলি

অনাদি, অসমীয়া ভাবনাৰ বচন বিলাকলৈ পুব মৈথিলি ভাষাৰ সুৰৰ আৰ্হিৰে ভাষা আৰু সুৰ অনাদি, অনুবাদ কৰি লবলৈ পুৰোষোত্তম গজপতিৰ নাম মালিকা অনাদি, মূল জগন্নাথত অভিনীত হোৱা ভাৰত নৃত্যনাটকাদিৰ আভাসকে নিজৰ অসমীয়া নাটক আৰু অসমীয় ভাওনালৈ উত্তৰাধিকাৰী সূত্ৰে আনি ললে। সেই হে আজিও ভৰত মুনিৰ নাট্যশাস্ত্ৰৰ প্ৰভাব আমি দেখিবলৈ পাওঁ অসমীয়া নাটৰ আদিত, অসমীয়া নাটৰ মধ্যত, অসমীয়া নাটৰ অন্তৰ — সেই মুক্তিমঙ্গলত।

তেতিয়াৰ দেব মন্দিৰ বিলাকৰ ভজনাবলীৰ সুৰত যে প্ৰাচীন ভাৰতৰ মাৰ্গসঙ্গীতৰ স্বৰবিন্যাস তাক আৰু বহলাই নকলেও হয়, তাৰ হাতে হাতে প্ৰমাণ এটি দিবলৈ হলে কব পাৰি — আজি প্ৰায় আঠ বছৰৰ আগতে মহত্মাজী শেষবাৰ অসমলৈ আহি পুবৰ পৰা পশ্চিমলৈ যি "ৰামধুনৰ" সুৰ শুনাই গ'ল, অবিকল সেই সুৰৰ নাম কিমান আগৰ পৰা কব নোৱাৰোঁ অন্ততঃ আমি উনবিংশ শতিকাৰ শেহ ভাগৰ পৰাই শিবসাগৰৰ মুক্তিনাথৰ মন্দিৰত গোৱা শুনি আহিছোঁ, মহত্মাজীৰ 'ৰঘুপতি ৰাগবৰ' সুৰটি শুনিয়েই আমাৰ মনত পৰিছিল সেই — "হৰ শিব শম্ভো গৌৰীশং ৰুদ্ৰং পশুপতি ঈশানম্" নামৰ ঘোষাটিলৈ—প্ৰাণত একেবাৰেই আপোন যেন লাগি গৈছিল। এই দৰেই আমাৰ ভালেখিনি ঘোষাত এনে ধৰণৰ প্ৰাচীন ভাৰতৰেই সুৰ সাদৃশ্য পোৱা যায়। এই ভজনাবলীৰ আবৃত্তি মহাপুৰুষে মঠে মন্দিৰে শুনিবলৈ পাইছিল।

আমাৰ অসমীয়া ধৰ্ম্মবিষয়ক নাম কীৰ্ত্তনাদিৰ বাহিৰেও, বিয়াৰ নাম, সাধুকথাৰ নাম, নিচুকনি গীত, বনগীত, বিহুনাম, টোকাৰী গীত, মালিতা, জুনা, যোজনা আদি সাংসাৰিক গীত বিলাকেৰে গোটেই দেশ খনি সুৰেৰে সুৰময়। এই সুৰৰ সম্পদে আজিও অসমীয়াক বিবাহে উৎসৱে আনন্দ, বিৰহে বিয়োগে শান্তি, বেমাৰে আজাৰে সান্ত্বনা দিবই লাগিছে। ইবিলাকৰ অনেকৰ ভিতৰতে কেৱল মনৰ তৃপ্তিয়েই নাই ৰসৰ উদ্দীপনাও যথেষ্ট আছে। গতিকে ইবিলাকক দেশী সঙ্গীতৰ শ্ৰেণীত নধৰি নেৱাৰি । প্ৰচীন গোপিনী নাম আৰু বিশেষকৈ উন্নত সমাজৰ প্ৰাচীন বিয়াৰ নাম বিলাকৰ মাজে মাজে যি মাত্ৰা বিন্যাসেৰে সুৰৰ বিন্যাস তাৰ গাম্ভীৰ্য্য, তাৰ লালিত্য প্ৰাচীন মাৰ্গসঙ্গীতৰ কালোপযোগী তান একোটিৰ, মূৰ্চ্ছনা একোটিৰ সন্ধানকে নিঃসন্দেহে পোৱা যায়। কোন সুদূৰ অতীতৰ কোন সঙ্গীত প্ৰিয়াৰ প্ৰাণৰ সুৰ ছন্দৰ মাজেদি, নিয়মৰ মাজেদি এনে সুকোমল বচনভঙ্গিৰে নিজৰি পৰিছিল, —ভাবিলে প্ৰাণ যেন ভাৰি যায়। ইতৰ নাম আৰু গীত বিলাকৰ ভালেখিনিৰেই সুৰবিন্যাসত আমি পাওঁ স্বভাব-শিল্পীৰ সৌন্দৰ্য্য সৃষ্টিৰ একান্ত বাসনা আৰু অন্তৰৰ সহজ সৰল প্ৰাণৰ বিশুদ্ধ প্ৰেৰণা-যি সুৰৰ লয়ৰ নিজে নিজে নিয়মেৰে ছেগে ছেগে বৈ পৰিছিল। সিবিলাকে কোনো প্ৰকাশ কৰিবলৈ প্ৰকাশ্য চেষ্টা কৰা নাছিল; সেইহে সি ইমান স্বাভাবিক, ইমান চিত্তৰঞ্জক, — আপুনি ফুটি পৰা ফুলৰ দৰে সুন্দৰ, সুমধুৰ। পাচলৈ শিল্পীসকলৰ সৃষ্ট সেই সুৰবিন্যাস ইতৰৰ প্ৰাণত সহজ হৈ পৰাত সেই সুৰে সুৰে অনেকো গীত অনেকো পদ ফুটিবলৈ ধৰিলে। তাতো প্ৰাণৰ সহজ প্ৰেৰণা বেচিকৈয়ে প্ৰকাশ পাইছিল যদিও, আৰেঁ আৰেঁ তাৰ ছায়াঁৰ দৰে নিয়মৰ ধাৰাটিও নুফুটি নেথকিল। তালৰ আৰু সুৰৰ লয় আনুসংগিক নিয়মেৰেই সদাই আছে। নহ'লে সি ভগি যায়, সুৰ পঙ্গু হয়। সেই সকলো গীত সকলো নাম স্বাভাবিক নিয়মেৰে বুকুলৈ তুলি লব পাৰিলেহে তাৰ বিশুদ্ধ ৰস উপভোগ কৰিব পাৰি।

সম্পূৰ্ণ, ষাড়ৱ আৰু ঔড়ৱ স্বৰমেলাৰ বিধে বিধে মূৰ্চ্ছনা পাতি বাদী সম্বাদী আদি স্বৰ খুৱাই গলে, আৰু বক্ৰ স্বৰেৰে হৱ পৰা লেখ খিনি ধৰিলে আমি প্ৰায় দুহেজাৰ দুশ পঞ্চাশ সুৰ বিন্যাস পাব পৰোঁ বুলি বিচক্ষণ সঙ্গীতজ্ঞ সকলে গণনা কৰে। কোনো কোনোৱে আকৌ ষোল হাজাৰ সুৰবিন্যাস আৰু তিনিশ ষাঠি খন তালৰ কথাত কয়। ই বিলাকে কি লেখেৰে এই সংখ্যা ধৰিছে তাক বুজাটি টান। তেহেলৈ যেই হওক, এই দুহেজাৰ দুশ পঞ্চাশৰে কিছু সুৰবিন্যাস কোনো কাৰণে শ্ৰুতিকটু বুলি এৰি দিলেও আমাৰ হাতত শ্ৰুতিসুখকৰ সুৰবিন্যাস

ৰয়েগে কমেও দুহেজাৰ, এতিয়া কোন কোন নাম, কোন কোন গীত এই সুৰবিন্যাস বিলাকৰ কোন স্বাভাৱিক মূৰ্চ্ছনাত পৰিছেহি সেই মূৰ্চ্ছনাত কোন কোন বিবাদী সুৰ এৰি দিলে অথবা লাহেকৈ ছুই গলে সেই গীত সেই নাম আৰু শুৱলা আৰু হৃদয় গ্ৰাহী হয় তাৰেই সূক্ষ্ম বিচাৰ আৰু প্ৰয়োগ কৰাৰ ভাৰ পৰিছেহি আমাৰ আধুনিক সকলৰ হাতত। আমি কিছুমানে শুনিবলৈ ভাল পাওঁ বুলিয়েই নিজৰ মনে পতা অজীৰ্ণ সুৰ সলাই দিলে সি বেচি দিন নচলে। তাক চলাবলৈ হলে লাগে হাজাৰ বছৰৰ সাধনাৰ সাথি লোৱা সেই শক্তি। ভাৰতৰ দেশী সুৰ ভাৰতীয় সঙ্গীত হৈয়ে জাগিব লাগিব।

ভাৰতৰ সঙ্গীত চিৰ সাধনাৰ বস্তু। তাক শিক্ষাৰ মাজেদি সাধনাৰ মাজেদি ফুটাই তুলিব লাগিব। ৰাগৰ কল্পনা ভাৰতৰ নিজস্ব বস্তু। দেশ দেশান্তৰৰ সঙ্গীতৰ সকলো মাধুৰী সকলো লয় ৰাগৰ শৰীৰত জিলিকি আছে। সঙ্গীতৰ বিচক্ষণ গুণীসকলে উদ্ভাৱন কৰিবলৈ বুলি, দেশান্তৰৰ অনুকৰণ কৰিবলৈ বুলি আমালৈ একো থৈ নগল, কেৱল থৈ গৈছে সিবিলাকৰ উদ্ভাৱনৰ ধন জীৱন জুৰি সাধনা কৰি সঙ্গীতৰ সুধা উপভোগ কৰিবলৈ। ভাবৰ উচ্ছ্বাসত ইয়াকে এজনা সঙ্গীতজ্ঞই সিদিনা গাই গৈছে "য'ত বীণাৰ ঝঙ্কাৰেৰে স্বৰস্বতীয়ে নিজেই গান শুনাই গ'ল, তাত আৰু গান গাবলৈ থাকিল কি?"

আমাৰ যেতিয়া সৰু কাল তেতিয়া অতি তল খাপৰ ইন্দ্ৰিয় সুখদায়ক সাংসাৰিক গানবিলাকেই গান হৈ পৰিছিল। গতিকে সুধীসমাজে সেই কালত গান বুলিয়েই স্বভাৱতে নীচ চকুৰে চাইছিল। তাৰ মাজত কিবা যদি ৰসোদ্দীপনাৰ অৱকাশো আছিল তালৈ চাবৰ আৱশ্যক একো নুবুজিছিল। আজি সেই আন্ধাৰ ৰাতি পুৱাইছে। চহৰে নগৰে নৰ-নাৰী নিৰ্ব্বিশেষে জনসাধৰণলৈ সঙ্গীত শিক্ষাৰ এক জাগৰণ আহিছে। কেবাজনো শিক্ষিত যুৱকে দেশ দেশান্তৰৰ সঙ্গীত মধু আহৰণ কৰি নিজ দেশলৈ ঘূৰি আহিল। ই অতি সুলক্ষনৰেই চিন। বৰ আশা জাগিছে —সিবিলাকে বিশেষ বিশেষ সঙ্গীত পদ্ধতিৰ বুৎপত্তি লাভ কৰি নিজৰ শক্তি সামৰ্থত ধাৰ দি তীক্ষ্ণকৈ লব। জ্ঞাতসাৰে বা অজ্ঞাতসাৰে আমি অতকাল কোন বাটেদি বাট বুলি আছো আভ্যন্তৰিক প্ৰমাণেৰে তাৰ এটা সুনিশ্চিয় কৰি ভাৰত সঙ্গীত সমন্বয়ৰ যিটি প্ৰশস্ত বাট সমগ্ৰ ভাৰতৰ সেই বাটেদি দেশ খনি আগবঢ়াই নিব। আমাৰ এতিয়াও জানিবলৈ অনেক আছে, বুজিবলৈ বহুতো বাকী। আমাৰ মাজত পণ্ডিত বিষ্ণু নাৰায়ণৰ দৰে প্ৰতীভাশালী পুৰুষ, এগৰাকীৰ বৰ প্ৰয়োজন । বাহিজৰ অন্তৰৰ আকুলতা তীব্ৰ হলেই, বাহিজৰ একান্ত ইচ্ছা এক মুখে জাগি উঠিলেই তেনে এগৰাকী পুৰুষ অচিৰে আমাৰ মাজত আবিৰ্ভাৱ হ'ব — যাৰ আপ্ৰাণ চেষ্টাত অসমৰ পাহাৰে ভৈয়ামে সিচৰিত হৈ থকা সুৰৰ মেলাই ভাৰতীয় তন্ত্ৰীৰ সুৰত হাঁহি হাঁহি কথা কব, —যাৰ গভীৰ গৱেষণাৰ আলোকত অসমৰ অমূল্য নিধি গীত আৰু লোকগীতি বৰগীত সমূহে ভাৰতৰ সঙ্গীত সভাত নিজ নিজ পৰিচয় দি অসমী আইৰ মোলান মুখ জিলিকাই তুলিব। সেই দিনা। সেই দিনলৈ আৰু কিমান বাকী?

---

# নৃত্যৰ হৈ এগছি

(জয়ত)

ধৰাধৰেন্দ্ৰনন্দিনীবিলাসবন্ধুবন্ধুৰ—
স্ফুৰদ্দৃগন্তসন্ততি প্ৰমোদমানমানসে ।

× × ×

ধিমিদ্ধিমিদ্ধিমিধ্বনন্মৃদঙ্গতুঙ্গমঙ্গল —
ধ্বনিক্ৰম প্ৰবৰ্ত্তিত প্ৰচণ্ডতাণ্ডবঃ শিবঃ ॥

— শ্ৰীৰাৱণবিৰচিত শিৱতাণ্ডৱস্তোত্ৰ —

আমাৰ মুখৰ মাত মধুৰতো মধুৰকৈ ৰসৰ মুখে বলাই নিৰ্বলৈ ছন্দ অলঙ্কাৰ আদিৰ লয়েৰে যি স্বাভাৱিক চেষ্টা হৈছিল, আঙ্গিক অভিনয়ো সেইদৰেয়েই অঙ্গহাৰ আদিৰ লয়েৰে সুন্দৰতো সুন্দৰ কৰি তুলিবলৈ স্বাভাৱিক চেষ্টা ভাৰতৰ বুকুত চলি আহিছে - কোনোবা অনাদি কালৰে পৰা । অভিনয়ে 'অনুকৃতি'ত প্ৰথমে প্ৰকাশ্যে ধৰা দিয়াদি কালৰ গতিত নৃত্যয়ো নৃত্ত বুলি অভিনয়ত ধৰা দিছিল মূৰ্ত্তমান মহাকালৰ শুভইচ্ছাত। নাট্য শাস্ত্ৰত কোৱা আছে-যেতিয়া দেৱতা সকলে ত্ৰিপুৰ-দাহ নামৰ বীৰ আৰু ভয়ানক ৰসৰ ডিম সংজ্ঞক নাটখনি মহাদেৱৰ আগত কৰি দেখুৱালে গৈ, নটৰাজ প্ৰসন্ন হৈ দক্ষযজ্ঞ ধ্বংশ হোৱাৰ দিনাৰ সন্ধিয়া নানা অঙ্গহাৰ আৰু কৰণেৰে মৃদঙ্গভেৰী পটহাদি বাদ্যভাণ্ডৰ তাল আৰু লয় সংযোগত নিজে যি নৃত্য কৰিছিল, সেই নৃত্য অভিনয়ৰ পূৰ্ব্বৰঙ্গত প্ৰয়োগ কৰোৱাবলৈ ইচ্ছা প্ৰকাশ কৰিলে, নটৰাজক ৰেচক আৰু অঙ্গহাৰেৰে নচা দেখি পাৰ্ব্বতী দেৱীয়ে সুকুমাৰ প্ৰয়োগেৰে যেনেকৈ নাচিছিল তাৰ কথাও লগতে উল্লেখ কৰিলে, আৰু তাণ্ডিক মাতি আনি সেই নৃত্যৰ যথাযথ প্ৰয়োগ দেখুৱাই দিবলৈ কলে। তাণ্ডিয়ে গানভাণ্ড সমন্বিতে যি নৃত্যপ্ৰয়োগ দেখুৱালে সি অদ্যাপি তাণ্ডৱ নামে প্ৰখ্যাত হৈ আছে ।

য়ুৰোপৰ অনেকো বিজ্ঞ লোকৰ ধাৰণা নৃত্যলীলা চলি আহিছে গ্ৰীক পুৰাণৰ সুৰাধিষ্ঠাত্ৰী দেৱতা 'বেকচ'ৰ উৎসৱৰ পৰা। কথাটি বিশেষ কৈ তৰ্কিব লগীয়া। পৃথিবীৰ প্ৰায় সমুদায় আদিম জাতি বিলাকে সুৰা পানেৰে নৃত্য কৰি সি বিলাকৰ নিজ নিজ দেৱতাক সন্তুষ্ট কৰাৰ ৰীতি কোনোবা অনাদি কালৰ পৰাই যে চলি আহিছে তাত সন্দেহ কৰিব লগীয়া একো নাই । সুৰাৰ জালত দিয়া সাধাৰণ অঙ্গিভঙ্গিক নৃত্য বুলিব নোৱাৰিলেও, সেই অঙ্গি ভঙ্গিৰ মাজেদি দেৱতাৰ সন্তুষ্টি সাধন কৰাৰ যি অন্তৰৰ ভাব তাক প্ৰকাশ কৰাৰ চেষ্টাক একালে চালে নৃত্য কলাৰ বীজ বুলিব পাৰি। হাৰ্ব্বাৰ্ট স্পেন্সাৰ প্ৰমুখ্যে সিবিলাকৰ দাৰ্শনিক জনদিয়েকে কয় —নিজৰ জীৱন আৰু জাতি সংৰক্ষণ কৰি মানুহৰ যিখিনি শক্তি উকলি বা উপচি থাকে তাৰেই সি খেমালি পাতে, সেই খেমালিয়ে কালত কলা বিদ্যাৰ গঢ় লৈ উঠে। এই খেমালিত সাধাৰণ বাস্তৱৰ অনুকৰণকে কৰে যেতিয়া কলা বিদ্যাৰো আদি এই অনুকৰণকেই বুলিব লাগে । ইয়াত শৰীৰৰ শক্তি সুস্থ প্ৰয়োগ হোৱাত অলপ তৃপ্তি অনুভৱ কৰিব পৰা যায়, সেয়ে হল কলা বিদ্যাৰ লাভ। ইংলণ্ডৰ হ'ম প্ৰমুখ্যে দাৰ্শনিক কেইজন মানৰ মতে কলা বিদ্যাত যি সৌন্দৰ্য্যৰ বিকাশ হয় তাক দেখি শুনি আমাৰ স্ফূৰ্ত্তি লাগে, —এই স্ফূৰ্ত্তিত কোনো বাসনা নাই, কোনো লাভালাভৰ ভাৱ নেথাকে। ৰামধেনু খনি দেখিলে তাৰ আঁচ আৰু বৰণ দেখিয়েই আমাৰ ভাল লাগে, তেহেঁলে সি ৰামৰেই ধেনু হওক বা ইন্দ্ৰৰেই ধেনু হওক তাৰ বিচাৰ বা লাভালাভৰ

কোনো কথা তাত নুঠে। ডাৰউইন, স্কিলাৰ আদি আৰু এদল দাৰ্শনিকে কয় — যৌন বাসনা আৰু খেল অভিলাষতে সকলো কলাৰ জনম ! অকল মানুহতেই নহয় জীৱজগতত এনেধৰণৰ কলাৰ আভাস কোনো কোনো জীৱত পৰিস্কাৰকৈ পোৱা যায়। কলাই আমাৰ স্নায়ুমণ্ডলত এক পুলক বা উত্তেজনা ওপজোৱাত আমাৰ ভাল লাগে।

প্ৰথমে উল্লেখ কৰা শাৰীৰিক তথ্য সম্পৰ্কীয় মতবাদে আদিম জনতাৰ সুস্থ আৰু সবল জাতি বিলাকৰ মাজত স্বভাবতে খেল ধেমালিৰ ছলেৰে পৰানুকৰণ কৰি নিজ নিজ শক্তিৰ ওপচনি কামত লগাই পোৱা তৃপ্তিৰ কথা কৈ আমি নৃত্য কলাৰো এটি উপকৰা চিনাকি চিনিব পৰাকৈ দিব পাৰোঁ। কিন্তু ই হব একেবাৰেই ওপৰৰো উপকৰা চিনাকি। কোনো মানুহৰ শাৰীৰিক শক্তি প্ৰয়োগৰ কথা কলেই মানুহটিৰ আচল চিনাকি দিয়া নহয়। এই ওপচনি শক্তি সি এনে বিষয়ত প্ৰয়োগ কৰি তৃপ্তি পাব পাৰে যাক কোনোমতেই কলা বোলা নেযায়।

দ্বিতীয় মতবাদটিৰে আমাৰ এনেয়ে মনৰ স্ফূৰ্ত্তিত ধৰা ঢেওৰ পৰা সুৰাৰ জালত দিয়া অঙ্গিভঙ্গি লৈকে যাবতীয় উদ্দেশ্য বিহীন অঙ্গবিক্ষেপৰ আৰু এটি উপকৰা চিনাকি দিব পাৰি। ইয়াকো নৃত্যকলাৰ আচল চিনাকি বুলিব নোৱাৰি, কিয়নো আমাৰ স্ফূৰ্ত্তি লগা কথা মাত্ৰেই কলা নহয়। আমি আমাৰ স্ফূৰ্ত্তিৰে, আমাৰ ৰুচিৰে যিটি ভাল পাওঁ তাক আইনৰ ৰুচিৰে ভাল নেপাবও পাৰে। তেতিয়া সি সকলোৰে নহৈ কোনো দল বিশেষৰ কথা হৈ পৰিব।

শেহৰ মতবাদেৰে জীৱজগতৰ আৰু মানৱ সাধাৰণৰ আদি ৰসৰ প্ৰভাৱত ফুটি পৰা অঙ্গ বিক্ষেপাদিৰ পৰিচয় পাব পাৰি। এই এটি ৰসৰ পৰিচয়ৰ কথা ধৰি কলেই নৃত্যকলাৰ সকলো কথা কোৱা নহয়। শৃঙ্গাৰ বা শৃঙ্গাৰৰ পৰা ওপজা ভাবত বাজেও বীৰ, ভয়ানক আদি ভাবৰো স্বভাৱতে এনে অঙ্গ বিক্ষেপ হয়, বিবিলাকে কলা হিচাপে চকুয়েদি মনত লাগি গৈ অন্তৰ একোখনি নচুৱাই তোলে। বিভিন্ন দেশৰ এনে বিভিন্ন দৃষ্টিত প্ৰকাশ পোৱা মত বিলাকে জনাউলে সেই বহুৰ মাজত যিটি এক অব বাতৰি প্ৰাণ ভৰাঁকে আনি দিব পৰা নাই যেন লাগে। নৃত্যৰ উপচি পৰা শক্তিৰ ক্ৰিয়াও আছে, বাসনাবিহীন অলৌকিক তৃপ্তিও আছে, সৃষ্টিৰ-কামনা উদ্দীপক গতি-ভঙ্গিও আছে। কিন্তু এয়েই তাৰ সকলো নহয়।

পৃথিবীৰ পৰ্য্যটক সকলৰ যি সকলে ঠায়ে ঠায়ে আদিম জাতি সকলৰ মাজত আৰ্জিলেকে চলি অহা নৃত্যৰ কথা উল্লেখ কৰিছে সেই সকলৰ পৰা বেচকৈ বুজিব পাৰি নৃত্যই জন সাধাৰণৰ মন আকৰ্ষণ কৰিবলৈ কলা হিচাপেৰে যাবলৈ, ওপচনি শক্তিৰ ক্ৰিয়া, বাসনা বিহীন স্ফূৰ্ত্তিৰ স্ফূৰণ অথবা যৌন বাসনাৰ উত্তেজনাত বাজেও আইন এনে কিবা উদ্দেশ্য বা ভাবৰ অপেক্ষা কৰে যাৰ গুণত সিবিলাকৰ চলি অহা নৃত্য সাধাৰণ ভাবে আস্বাদনীয় হৈ জাতি একোটি জিলিকাই তোলে। জন্তু সাধাৰণৰ ইন্দ্ৰিয় তৃপ্তিৰ বিলাসভূমিৰ পৰা যেতিয়াই নৃত্যই সমূহৰ যুগধৰ্ম্ম বা কোনো এক নীতিৰ অভিমুখে খোজ চলাবলৈ ধৰিলে তেতিয়াৰ পৰাই সি কলা হৈ পৰিল ; আৰু তাৰ চেষ্টাৰ মাজেদি একো একোটি জাতিৰ মনোবৃত্তি, একো একোটি জাতিৰ অন্তৰৰ জ্যোতি পৰিস্কাৰকৈ ফুটি গ'ল, সমূহৰ সাধাৰণ সম্পত্তি হবৰ দিন ধৰি তাৰ প্ৰতিটি ভঙ্গিত গোটেই জাতিটিৰ হিয়াখনি প্ৰকাশ হবলৈ ধৰিলে। যি যি জাতি যিমানে সেই সেই জাতিৰ নৃত্যকলাও সেই অনুপাতে উন্নত হৈ পৰিল। এনে চকুৰে চালেই সুদূৰ প্ৰশান্ত মহাসাগৰৰ আৰু আট্‌লাণ্টিক মহাসাগৰৰ দ্বীপ পুঞ্জৰ আদিম অধিবাসী সকলৰ নৃত্য কলাৰ পৰা সুসভ্য জাতিৰ নৃত্যকলালৈকে সকলোটিৰে প্ৰাণৰ এটি পৰিচয় পোৱা যায়। সমাজ একোখনি একেমুঠে জীয়াই ৰাখিবলৈ তাক লাগে কোনো এক নীতি, কোনো এক জাগ্ৰত ভাব আৰু সকলো কলাৰ লগে লগে নৃত্য কলাও হ'ল এই নীতিৰ আৰু জাতীয় ভাবৰেই বাহিৰ বিকাশ। আইন কলাৰ দৰে নৃত্য কলাও সমষ্টিৰ ব্যষ্টি বিশেষৰ চেষ্টাৰে, আবেগেৰে, হৃদয়েৰে আপোনাৰো আপোন মিলাই ৰাখে।

জগৎ জোৱা নৃত্যত এনে পৰিচয়কে আজিৰ দিনত অভ্ৰান্ত ভাবেৰে পোৱা যায়। মন টানি নিয়া সুদূৰ

দেশৰ নৃত্য কলা দেখি কলা বিশাৰদ সকলে এক বাক্যে কয় —কি সেই মেক্সিকোৰ আদিম অধিবাসীৰ, কি সেই চুইডেন আৰু স্কেনডেনেভিয়াৰ কিষান কুলৰ ডেকা গাভৰুৰ মনমোহা জাতীয় নৃত্য —সেই সকলোতে যেনে মনোৰম যেনে প্ৰাঞ্জলকৈ সেই সেই জাতিৰ প্ৰকৃত পৰিচয় অলপ সময়ৰ ভিতৰত পোৱা যায় সেই পৰিচয় অনেক গ্ৰন্থ পাঠ কৰিও সহজে বুজি উঠাটি টান। দূৰৰ কথা এৰিদি আমাৰ দেশৰে পৰ্ব্বতীয়া ভাই ভনী সকলৰ নৃত্য কলালৈ চালেই এই একেটি কথাকে কব লাগিব। সিবিলাকৰ ভিতৰত খাচিয়া ভাই ভনী সকলৰ 'চুকচা'দ বা সুখৰ নাচ যেয়ে এবাৰ অবহিত চিত্তে চাইছে, সেয়ে কব সেই নৃত্য যেন নৃত্য নহয়, চকুঁকে জিকমিকায় যোৱা সিবিলাকৰ জাতীয় জীবনৰ এক জীৱন্ত ইতিহাস।— কি সেই নাৰীসুলভ লজ্জাত জিলিকি পৰা আচ্ছাদনৰ আৰু আভৰণৰ বিতোপন সমাবেশ ! কি সেই তালে তালে লয়ে লয়ে চলাই নিয়া সুকোমল পদক্ষেপ ! কি সেই গতিহীনতাৰ মাজত গতিশীলতাৰ প্ৰাণভৰা থমক ! যাৰ মাজত যেন জাগি উঠিছে অচল কুমাৰীৰ চঞ্চলতা —সেই 'অশ্মেৰ স্থিৰা ভব সুমধুৰ ৰসাস্বাদ!' মাতৃপ্ৰধান জাতিটিৰ প্ৰকৃতিৰ জীয়ৰী সকলক কেন্দ্ৰত লৈ কুণ্ডলী আকাৰে সৰ্পৰ দৰে বীৰ দৰ্পে নাচিব লাগিছে সুসজ্জিত পুৰুষৰ দলে সিবিলাকৰ সৰ্পৰ দৰে বীৰ দৰ্পৰ পৰিক্ৰমণত ফুটি পৰিছে জাতিটিৰ ধৰ্ম্ম বিশ্বাস, থাকি থাকি জিকাৰি উঠা মুক্ত কণ্ঠৰ হুৱঁৰাৰত হুৱঁৰি উঠিছে আনন্দ উচ্ছাস ! স্বভাব সুন্দৰ সিবিলাকৰ সংসাৰ খনি নিমাতে নিবোলে কেনে সুন্দৰ কেনে মধুৰকৈ প্ৰকৃতিৰ তালে তালে গতানুগতিক চলিব লাগিছে সবাতো সবাতোকৈ প্ৰাণ টানি নিয়ে এই আনন্দ অনুষ্ঠানৰ মাজেদি বিয়পি পৰা তাৰ পৱিত্ৰতাই ! দেৱমন্দিৰৰ প্ৰাঙ্গনত অনুষ্ঠিত হোৱা এনে নৃত্যত অসৎ চৰিত্ৰৰ কুমাৰীলৈ এতিলো স্থান নাই। প্ৰবাদ আছে — কোনো কুচৰিত্ৰা যুৱতীয়ে তাত নৃত্য কৰিলে অচিৰে তাইৰ শিৰত বজ্ৰপাত হ'ব এনে এটি বিশ্বাস, আছে বুলিলেই সেই নৃত্যত কামৰ কল্মৰ নাই, বিলাস বিভ্ৰমৰ গন্ধ নাই। ধৰ্ম্ম পৰায়না দেৱদাসীৰ নৃত্যৰ দৰে সি পৱিত্ৰ, মহান।

মহেঞ্জোদাৰ' আদিৰ আবিষ্কৃত অতীতৰ সম্পদৰাশিৰ আলোকত আমাৰ এই প্ৰাগজ্যোতিষপুৰৰ আদিম নিবাসী সকলৰ সম্বন্ধে বৰ্ত্তমানলৈকে চলি অহা ঐতিহাসিক ধাৰণা আমূল পৰিবৰ্ত্তন কৰিব লগীয়াত পৰিছে। আৰু লিঙ্গ, যোনি আদিৰ প্ৰতীক উত্তৰ ভাৰতত তাম্ৰযুগৰ দ্ৰাবিড়ীসকলে দিয়া কথা নহয়, ই তাতোকৈ বহু আগৰ প্ৰস্তৰ যুগৰ অষ্ট্ৰিক জাতিৰ অবদান- যাক মহাভাৰতে কিৰাত আদিৰ আখ্যা দিছে আৰু এই যুগৰ ইতিহাসে ইণ্ড'চীন সমষ্টিৰ কছাৰি, কোচ, ৰাভা, মেচ, মিকিৰ, গাৰো, লালুং, নগা, কুকি, আৰু চুটিয়া বুলি ধৰি লৈছে । চাৰ জোহন মাৰ্শ্বেলৰ মতে ইবিলাকৰ মাজত প্ৰচলিত শৈৱধৰ্ম্ম তাম্ৰযুগৰো আগৰ; কিমান পুৰনি কোনেও কব নোৱাৰে। নৃতত্ত্বৰ ফালৰ পৰা বৈজ্ঞানিক অনুসন্ধান কৰি বিচক্ষন বিদ্বান হুটন আৰু মিলেও এনে এটি তথ্যকে পাইছেহি। এয়ে যেতিয়া হ'ল, মহাভাৰতত উল্লেখ থকা কিৰাত কিৰাতীৰ বেশেৰে মহাদেৱ পাৰ্ব্বতীয়ে বা "কামেশ্বৰ মহাগৌৰীয়ে" অৰ্জ্জুনক অস্ত্ৰদান কৰাৰ কথা মানি লবলৈ ঐতিহাসিক হিচাপে আৰু এটি চল ওলাইছে, তাৰ লগে লগে নাট্যশাস্ত্ৰত আদিতে অলপ ছঁয়ামৰা হৈ থকা নাটকত নৃত্যনাট্য সংযোজনা কৰাৰ কাহিনী আৰু পৰিষ্কাৰ হৈ জ্বলি উঠিছে। নাট্যবেদৰ নাটক হল দেৱদানৱলৈ দিয়া সৃষ্টি—কৰ্ত্তাৰ অৱদান, নৃত্যনাট্য হল শৈৱধৰ্ম্মৰ পৰা আনি দিয়া সংযোজনা, আৰু গীত বাদ্যাদি হল গান্ধৰ্ব্ব বিদ্যাৰ সংগ্ৰহ। পুৰা অৰ্থাৎ কিৰাত সকলৰ নৃত্যনাট্য শৈৱধৰ্ম্মেৰে সংশ্লিষ্ট। সিবিলাকে আজিও বুঢ়া বাথোৰ পূজাৰে বাথোশালৈলৈ বিহু নমাই আনিবলৈ গৈ যি 'হুইডং' গীত গাই যি নাচে, তাত সিবিলাকৰ অতি প্ৰাচীন নৃত্যনাট্যৰ গম এজলি পোৱা যায় যেন লাগে। শিল্প আৰু সাধনাৰ অভাৱত তাৰ আচল স্বৰূপটি হয়তো হেৰাই যোৱাত সি নৃত্যকলা স্বৰূপে আৰ্য্যসকলৰ মাজত ধৰা নিদিলে। তথাপি সিবিলাকৰ মাজৰ এই যুগতো চলি থকা ধৰ্ম্ম সম্বন্ধীয় "থক্ৰি-দিপ্-নাই" দাও-থই-লেংগাই আদি নাচে আৰু "নেওলাই-গেলে-নাই" 'ছান-গলেও- বনাই'

আদি সাংসাৰিক বিষয়ৰ কেৱাবিধো নৃত্যই জীৱন নৃত্যময় কৰিয়েই ৰাখিছে। ইয়াৰ অৰ্থব্যঞ্জনা আৰু বিবিধ কৰণ আৰু অঙ্গহাৰৰ পাহৰা বা হেৰোই যোৱা লালিত্য খিনিৰ পুনৰুদ্ধাৰ কৰি জোৰা মিলাই লব পাৰিলেই ই যে ভাৰতৰ অতি উপাদেয় বস্তু হৈ পৰিব তাত অকণিও সন্দেহ নাই।

ৰবাহী, মিৰিকে আদি কৰি আমাৰ কেৱাটিও জন জাতিৰ অৱদান লৈ বিহুৰ নাচে বৰ্ত্তমান যিটি ৰূপ লৈছে, তাতো ভিন ভিন জাতিৰ প্ৰকৃতিৰ পৰিচয় পোৱা যায়। ঢোলৰ হেও, নাচৰ ভঙ্গি, ধৰণ কাৰণ, জুনাযোজনা জাতিয়ে জাতিয়ে একোটি। বিহুৰ নাচক আচললতে দুভাগত ভগাব পাৰি এভাগে বিহুমাৰে 'বিহুনামেৰে' বিহুতলীত ইভাগে গায় মাৰ্জ্জিত-ৰুচিৰ 'বনগীতেৰে' হুচৰি। সামাজিক হিচাপে প্ৰথম ভাগ লোকালয়ৰ দূৰে দূৰে চলে। তাত অবিবাহিত ডেকাসকলে আৰু অবিবাহিতা গাভৰু সকলে পৃথক ভাবে জুম বান্ধি নাচে। বিহু নামবিলাকে সাধাৰণতে আদি যৌবনৰ উদ্ভ্ৰান্ত ভাবকেই হে বেচিকৈ প্ৰকাশ কৰে। ঋতুৰ প্ৰভাৱত নাচি উঠা অন্তৰৰ সি এক যৌবনৰ অনাবৃত ঝঙ্কাৰ। নৃত্যনাট্যতো চিৰ দিন চলি আহি সহজ হৈ পৰা নৃত্যৰ ধাৰা এটিয়েই চকুত পৰে, আৰু ইয়াক আয়ত্ত কৰিবলৈ শিক্ষা বা সাধনাৰ বিশেষ আৱশ্যক নকৰে। ডেকা সকলৰ নৃত্য সবল সতেজ, আৰু গাভৰুৰ নৃত্য স্বভাৱতে সুকুমাৰ। শাৰীৰিক ভঙ্গিত অন্তৰৰ ভাব আপোনা আপুনি ফুটি পৰে ; লাজ হেন্দুলীয়া মুখ একোখনিত লাজনম্ৰ চকুৰ চাৱনিয়ে, শাৰীৰিক স্পন্দনৰ লগে লগে চপল চৰনৰ কোমল আঘাতে এই সাবলীল নৃত্যটি আগৰ পৰা গুৰিলৈকে মনোময় কৰি তোলে। নৃত্যকলা হিচাপে মাৰ্গ নৃত্যনাটৰ অভিব্যক্তি ইয়াত নাই যদিও, ডেকা আৰু গাভৰু সমাজত মিলিজুলি নেনাচি থাকিব নোৱাৰাৰ হেপাহ এটি আছে যেতিয়া, ইয়াক দেশৰ জাতীয় নৃত্যৰ শাৰীতে ধৰি লব পাৰি। এই বিহুৰ নাচেই সৎ শূদ্ৰৰ আৰু ঠায়ে ঠায়ে ব্ৰাহ্মণ সন্তানৰ হাতত পৰি কলাৰ আকাৰেৰে হুচৰিৰ গঢ় ললে। তাতে যুগধৰ্ম্মৰ প্ৰভাব জিলিকি উঠিল, আদিয়ে অন্তই সেই হৰিনাম, সেই হৰিধ্বনি। আনকি মহাত্মা গান্ধীৰ জুনা যোজনায়ো ঠায়ে ঠায়ে এই যুগৰ জাতীয় আন্দোলনৰ পৰিচয় দিব লাগিছে। এই বিহুৰ নাচত কোনো কোনোৱে যৌন বা ৰতি ভাবৰ গন্ধ পালেও সিবিলাকে স্বীকাৰ কৰিবই লাগিব তাৰ উত্তেজনা উদ্দাম নহয়, উদ্ভ্ৰান্ত নহয়, —সি সংযত। তাৰ মাজেদি সমগ্ৰ জাতিটিৰ অন্তৰৰ ভাৱেই হে বেচিকৈ ফুটি পৰা দেখা যায়। বসন্তৰ বা ছাটিত নতুন জীৱন লাভ কৰি মনৰ আনন্দত বাহুতুলি নাচি ৰাগি সি যে তাৰ নতুনহে দেখা দিয়া পুৰণি কৰ্ম্মক আদৰি আনিছে, সিয়ে তাৰ প্ৰাণৰ প্ৰীতি, প্ৰাণৰ সম্মান হলে বুজি বিলাই বিলাই জাতিটিৰে নিজেই নিজক মিলাই লৈছে এই কথাটি নেমানি থকাযে টান। আমাৰ মনৰ আনন্দ মনৰ অনুভূতি পৰক বিলাই আপোন কৰি লোৱা এই যে চেষ্টা সেয়ে হ'ল বিহুৰ নৃত্য কলা; আৰু তাক কলা হিচাপেই উপভোগ কৰিছিল, 'কাণত তিৰবিৰোৱা নগা জাংফাই আৰু গাত গোমচেঙৰ চোলাৰে' দোলাত উঠি বৰ চ'ৰালে ওলাই অহা অতীতৰ ডা-ডাঙৰীয়াই, আৰু আজিও উপভোগ কৰিয়েই আছে উচ্চ নীচ ধনী দৰিদ্ৰ নিৰ্ব্বিশেষে অসমৰ আবাল বৃদ্ধবনিতাই।

বৰ্ত্তমান সভ্যতাৰ সোপানত উঠিবলৈ ধৰা যুৰোপৰ বিভিন্ন দেশবাসীৰ নৃত্যৰ ইতিহাসলৈ চালেও এই জাতীয় ভাব আৰু যুগ ধৰ্ম্মই স্পষ্টকৈ জিলিকি পৰে। প্ৰথমে জাগি উঠা গ্ৰীক সকলৰ সৌন্দৰ্য্য বোধ শক্তি আৰু সাহসে অনুপ্ৰাণিত কৰাত নিম্নস্তৰৰ ইন্দ্ৰীয় চৰিতাৰ্থতাক আৰু পুৰুষত শোভা নোপোৱা ক্লৈব্যক সিবিলাকে যে তল চকুৰে চাইছিল—এই জাতীয় ভাব, এই যুগ ধৰ্ম্মই সিবিলাকৰ প্ৰতিটি চেষ্টাৰ লগে লগে নৃত্য কলাটো সুন্দৰকৈ ফুটি উঠিছিল। ৰোমান সকলে শাৰীৰিক শক্তি উৎকৰ্ষ সাধন কৰিবলৈ গৈ নৃত্য কলাত কুস্তিকাবাজ আদিৰ শাৰীৰিক ব্যায়ামৰ প্ৰশ্ৰয় দিবলৈ ললে। তেনেতে খৃষ্টান ধৰ্ম্মৰ প্ৰচাৰৰ লগে লগে গোটেই য়ুৰোপ জুৰি জাতীয় আদৰ্শৰ পৰিবৰ্ত্তন হোৱাত অইন চেষ্টাৰ লগে লগে নৃত্যকলাও আদৰ্শৰ অনুৰূপ হৈ পৰিল। ক্ৰুচৰ আলোকত ঐহিক ঐশ্বৰ্য্যেৰে জাতীয় মহত্ত্ব মলিন হৈ পৰি

জিলিকি উঠিল মানব জাতিৰ মাজৰ অভিনব প্ৰেম। এই খিনিতে য়ুৰোপৰ কলাৰ লগে লগে নৃত্য কলায়ো আধ্যাত্মিকতাৰ ৰাজ্যত ভুমুকি মৰা যেন দেখা গৈছিল যদিও তাৰ আগৰ অভ্যাস একেবাৰে পৰিত্যাগ কৰিব নোৱাৰিলে। গ্ৰীক দাৰ্শনিক প্লেটোকে আদি কৰি কি আদিযুগৰ খৃষ্টান, কি হিব্ৰু, কি নৈষ্ঠিক মুছলমান, কি বৌদ্ধ সকলোৱে নিজ নিজ যুগৰ কলাৰ বিপক্ষে একালতয়ে গৰজি উঠিছিল সি কলাৰ মুখলৈ চাই নহয়, তাৰ জঘন্য অপব্যৱহাৰলৈ চাইহে। অইন কি ইংলণ্ডৰ দৰে দেশ এখনিতো অক্সফৰ্ড আৰু কেম্ব্ৰিজৰ চৈধ্য মাইলৰ ভিতৰত বিশ্ব বিদ্যালয়ৰ গৰাকীৰ বিনা অনুমতিত কোনো নৃত্য গীত আদিৰেই অভিনয় কৰিবলৈ বাৰণ কৰা আইন পৰ্য্যন্ত লিপিবদ্ধ হব লগীয়াত পৰিছিল যেতিয়াৰ পৰাই উচ্চ শ্ৰেণীৰ লোক সকলে গীৰ্জ্জাৰ ধৰ্ম্মত আস্থা হেৰুৱালে তেতিয়াৰ পৰাই কলাৰ আধ্যাত্মিকতা গুচি তাৰ আদৰ্শ হ'ল ইন্দ্ৰীয়লোকৰ আমোদ আহ্লাদ। নবযুগৰ জাগৰণে যেতিয়া ধৰ্ম্মৰ আৱশ্যকতাত জোৰ দিবলৈ এৰি দিলে তেতিয়াৰ পৰা আকৌ সকলো কলাৰ লগে লগে নৃত্য কলায়ো কেৱল উচ্চ শ্ৰেণীৰ মন যোগাবলৈ লাগি জঘন্যতকৈ কম কলা বুলিবলৈ লাগিল। গৈ থৈ কলাৰ আধ্যাত্মিক আদৰ্শৰ অৱস্থা এনে হ'ল যে তাক নাই নুবুলি লোকে চাব নোখোজে বুলি লেহে প্ৰকৃত কথাটি প্ৰকাশ পোৱাত পৰিল। ওৱেন্নাৰ আদিৰ আধ্যাত্মিকতাৰ মহৎ ভাব মুখেৰে বা প্ৰাণেৰে প্ৰশংসা কৰি, কামেৰে তাৰ ইন্দ্ৰীয় তৃপ্তিৰ আমোদ আহ্লাদকে আদৰিবলৈ লাগিল। য়ুৰোপত কলাৰ আধ্যাত্মিকতাৰ ধাউতি মৰি যোৱা হলে মেদেম কথ, চেইন্ট আনাপাভলাভাৰ মন ভাৱৰ আধ্যাত্মিক নৃত্যলৈ ইমানদৰে আকৃষ্টই বা হব কিয়, আৰু তেওঁৰ লগত যোৱা উদয়শঙ্কৰ আৰু কৰাচী যুৱতী চিমকিৰ ভাৰতীয় নৃত্যই অথবা তেওঁৰ বাধা নৃত্যৰ আভাস গোটেই য়ুৰোপতে হৈ চৈ তুলি নিজ নিজ নিকৃষ্টভাৱ লজ্জাক বা বাতৰি কাকতত প্ৰকাশ কৰোৱায় কিয়? অন্তৰত সুপ্ত অৱস্থাত আধ্যাত্মিকত্ব আছে বুলিয়েই উদ্দীপনাত তাৰ এই জাগৰণ। অন্তৰ জাগি উঠিছিল যদিও সিবিলাকে আধ্যাত্মিকতালৈ পিঠি দি নৈতিক চৰ্চ্চাত গা ঢালি দিয়াত সিবিলাকৰ যন্ত্ৰযুগৰ কোলাহল, 'ফিল্মৰ' আৰু কুন্তিকাৰাজেৰে নিজ নৃত্যকলাৰ ৰূপান্তৰ ঘটাবি উঠিছে। এইদৰে এইদৰেই যুগযুগান্তৰৰ জাতীয় আদৰ্শৰ বাতৰি লৈ অনাদি কালৰ পৰা নৃত্য কলা প্ৰকাশ পাইছে। কৈশোৰ বা যৌবন যেনেকৈ প্ৰাণৰ কাৰণ নহয়, কোনো জাতিৰ জাতীয় আদৰ্শও সেইদৰেই নৃত্যকলাৰ কাৰণ হব নোৱাৰে। সি হ'ল প্ৰাণীজগতৰ স্বাভাৱিক প্ৰবৃত্তিৰ স্বাভাৱিক স্ফূৰণ —স্তৰে স্তৰে জাতিয়ে জাতিয়ে যাৰ অন্তৰ যিমানে মুকলি তাৰ নৃত্যকলাই সিমানেই চিত্তৰঞ্জক, সিমানেই মহিমামণ্ডিত হৈ মন প্ৰাণ নচুৱাব লাগিছে। প্ৰাণী জগতৰ এনে এটি আন্তৰিক উচ্ছ্বাস যি সৃষ্টিৰ মূল উদ্দেশ্য আনন্দৰ অভিমুখে উধাওহে নাচি নাচি উঠি পৰি যাব লাগিছে তাৰ কথা নোকোৱালৈকে নৃত্যকলাৰ প্ৰাণৰ কথাটি কোৱা নহয়। এনে এটি কথাৰে খণ্ড সত্যৰ সকলো তথ্য সামৰিলে জগৎজোৰা অখণ্ডতাৰ সত্তালৈ যাব পাৰি। প্ৰাণৰ পিয়াহত ভাৰতৰ ঋষিয়ে সত্যানুসন্ধান কৰি কৰি বহুৰ মাজত যেতিয়াই সেই একৰ পৰিচয় পালে- কি উদাৰ, কি গম্ভীৰ সুৰেৰে আমাক শুনালে, —"কো বা প্ৰাণিতি যদি আকাশে আনন্দো ন ভৱতি।" কোনেই বা জগতত প্ৰাণ ধাৰণ কৰে যদি সৃষ্টিৰ মূলত আনন্দ নেথাকে। তেহেলৈ জনাকৈয়ে হওক বা নজনাকৈয়ে হওক প্ৰাণীকুলৰ সকলো চেষ্টা সকলো কলাৰ মূলত এই অনিৰ্ব্বচনীয় আনন্দ। জুইত পৰিবলৈ যোৱা হুগাৰ পৰা ব্ৰহ্মত বিলীন হবলৈ যোৱা ঋষি মুনিলৈকে সকলোৰে এক চেষ্টা এক উদ্দেশ্য সেই ৰসৰ আস্বাদন। কোনোৱে হয়তো ক্ষণিকা তৃপ্তিৰ মাজে আবৃত আনন্দত মজি গৈছে, কোনোৱে বা অনাবৃত আনন্দত মগ্ন হবলৈ চন্দ্ৰ কিৰণৰ আকুল তৃষ্ণাত চকোৰৰ দৰে আকাশ কোলাত কলাই ফুৰিছে —এয়ে যি প্ৰভেদ।

বিষৰ নৃত্য কলা ভাৰতৰ হিয়াত বিকশিত হোৱাৰ লগে লগে তাৰ শিপাৰ মাজেদি আৰু এডালি সূত্ৰ পোৱা যায় যি আমাক নিৰ্ভুল ভাবে লৈ যায় ভৰত মুনিৰ ৰসৰ কথালৈ। নৃত্যক ভৰত মুনিয়ে আঙ্গিক অভিনয়ৰ যুকুতে

লৈ অভিনয়ৰ দৰে তাৰো যে উদ্দেশ্য ৰসাস্বাদন তাকে প্ৰকাশ কৰিছে। আঙ্গিক অভিনয় মৃদঙ্গভেৰী পটহাদি নানা বাদ্যৰ লয় আৰু তালৰ অনুগমন কৰিলেহি সি হয় নৃত্য। নৃত্যৰ প্ৰয়োজনীয়তা সম্বন্ধে ঋষি সকলে প্ৰশ্ন কৰিলত ভৰত মুনিয়ে কৈছিল, — "নৃত্যই অভিনয়ৰ শোভা বৰ্দ্ধণ কৰে, সি সকলো লোককে বিনোদন কৰিব পাৰে গুণেই স্বভাবতে মানব মাত্ৰৰে প্ৰিয়"— অভিনয়ৰ পৰিপূৰক স্বৰূপে নৃত্য প্ৰয়োগৰ বিধান দিওঁতে নটৰাজ মহাকালৰ নিৰ্দ্দেশৰ উল্লেখ কৰাত ইয়াকো স্পষ্টকৈ বুজা যায় যে আনন্দতে তাৰ প্ৰকাশ, আনন্দই তাৰ জীৱন — আনন্দ বিকীৰণ কৰাই তাৰ ধৰম। দক্ষ প্ৰজাপতিৰ অশিৱ যজ্ঞ নাশ কৰাৰ অন্তত শান্ত শিৱৰ বিজয় পুলকত নিজ অঙ্গপ্ৰত্যঙ্গ স্বভাবতে জিকাৰি উঠাত নৃত্যৰ যি এটি ৰূপ দিলে সেয়ে জানো আজিও জগতত নিত্য হৈ চলি থকা নাই ? আজিও আমাৰ আসুৰিক শক্তিৰ প্ৰতিৰোধত দৈৱী শক্তি জাগি জয়ী হলে অন্তৰ একো খনি এনে আনন্দত এনেকৈয়ে জিকাৰি নুঠেনে? আনন্দ যেতিয়া উপচি পৰে হিয়াৰে আগুৰি ৰাখিব নোৱাৰা হয়, তেতিয়াই অঙ্গপ্ৰত্যঙ্গৰ গতি ভঙ্গিত এক অপৰূপ চঞ্চল্যৰ প্ৰকাশ নাপায় জানো ? সেয়ে তালে লয়ে চলিলেই যে নৃত্য। গন্ধৰ্ব্ব কিন্নৰ অথবা অন্য কোনো জাতিৰ মাজত নৃত্যৰ প্ৰথম স্ফুৰণৰ কল্পনা কৰিবলৈ ললে সি যে সৃষ্টিৰ পাতনিৰ পৰাই চলি আহিছে এই কথাত বাধা পৰে। গতিকে অনাদি কালৰ নৃত্যক মহাকালৰ নৃত্য বুলিলেই কেঁউকূল ৰক্ষা পৰে। সৃষ্টিৰ অৱসানত সচ্চিদানন্দৰ আনন্দৰ স্পন্দন আপোন মনে আপোনাতেই যে নাচি থাকে। প্ৰলয়ৰ অন্তত সৃষ্টি পাতনিৰ সন্ধাই সন্ধাই মহাকালৰ পদক্ষেপৰ সেই তালেইতো বাজি বাজি উঠে। ভাৰতৰ অনেকে সেইহে আজিও বিশ্বাস কৰে জগতৰ নৃত্য নাট্যৰ সুৰধুনি ধাৰাও কল কল নিনাদেৰে বৈ আহিছে নটৰাজৰ উন্মুক্ত জটাজালৰ মাজেদি। পুৰণি বছৰৰ শিৱত নতুন বছৰৰ পাতনিৰ লগে লগে বৰ্ষ জোৰা কৰ্ম্মৰ তিৰোভাৱ আৰু আবিৰ্ভাৱৰ সন্ধিক্ষণত সিবিলাকে সিবিলাকৰ 'বুঢ়াবুঢ়ি' নামৰ মহাকাল মহাকালীৰেই নৃত্যৰ ৰূপৰ প্ৰাণৰ মাজত অলক্ষিতে যেন শুনিবলৈ পায় — প্ৰাণ ভৰি যায় আনন্দত নাচি উঠে। সিবিলাকে সৰু অজান হিয়া একোখনিৰে বিমানকণি আনন্দ যেনেদৰে আগুৰিব পাৰে সিমানকে সেইদৰেই ঘৰে পৰে প্ৰকাশ কৰি ৰংৰহস্যত মজি যায়। অভিনয়ৰ অবৰ্ত্তমানত নতুন অভিনয় সূচনাৰ লগে লগে সন্ধিক্ষণৰ পূৰ্ব্বৰঙ্গত মহাকালৰ নৃত্যৰ প্ৰয়োগ অকল সৌন্দৰ্য্যেৰেও নহয় অৰ্থ গৌৰৱেৰেও পৰিপূৰ্ণ।

মহাভাৰত আমি যেনেকৈ বৈশম্পায়নৰ মুখে পালোঁ, ভাৰত নাট্যতো তেনেকৈয়ে তাণ্ডৱৰ কথা পালোঁ তাণ্ডি মুনিৰ পৰা। সেই শিক্ষা সেই প্ৰয়োগ বিধিকে নাট্য শাস্ত্ৰৰ অন্তৰ্গত কৰি ভৰত মুনিয়ে শাস্ত্ৰ খনিৰ গৌৰৱ যি বঢ়ালেয়েনে অভিনয়কো সৰ্ব্বাঙ্গ সুন্দৰ কৰি থৈ গ'ল। ইয়াৰ নৃত্য বিধিকে লৈ ভাৰতৰ নৃত্য কলা।

তাণ্ডৱ লক্ষণ প্ৰসঙ্গত নাট্য শাস্ত্ৰৰ চতুৰ্থ অধ্যায় জোৰাই কিছুমান কৰণ, অঙ্গহাৰ আৰু ৰেচকৰ উল্লেখ কৰা হৈছে। কৰণ হ'ল হাত আৰু ভৰিৰ সমাযোগত হোৱা তাল লয়েৰে দিয়া একো একোটি শাৰীৰিক ভঙ্গি —"হস্তপাদ সমাযোগো নৃত্য সং কৰণং ভবেৎ।" তলপুষ্পপুটম্, বৰ্ত্তিতম, বলিতোৰু, অপবিদ্ধমকে আদি কৰি শকট্যাস্যাম্, গঙ্গা ৱতৰণম পৰ্য্যন্ত এশ আঠোটি কৰণৰ লক্ষণ অতি সংক্ষেপ অথচ পৰিষ্কাৰ কৈ দিয়া আছে ; যেনে, — তলপুষ্প পুটম্ বোলা প্ৰথম কৰণটিৰ লক্ষণ, —"বামে পুষ্পপুটম্ পাৰ্শ্বে পাদোঽ- গ্ৰতল সঞ্চৰঃ। তথাচ সন্নতম্ পাৰ্শ্বম্ তল পুষ্প পুটম্ ভবেৎ॥" (বাওঁ ফাললৈ দুয়ো হাতেৰে পুষ্পপুট নামৰ হস্তাভিনয় দেখুৱাই ভৰিৰে অগ্ৰতল সঞ্চৰ নামৰ অভিনয় কৰি সঞ্চৰণ কৰাৰ লগে লগে শৰীৰৰ পাৰ্শ্ব হাওলাই দিলেই তলপুষ্পপুট নামৰ কৰণ হৈ পৰে।) সেইদৰে শেহৰ গঙ্গাৱতৰণ নামৰ কৰণটিৰ বেলিকাও ওপৰলৈ আঙুলিৰে ভৰিৰ পতা তুলি দুয়ো হাতত আধামুখীয়া কৈ ত্ৰিপতাকা নামৰ মুদ্ৰা দি মুৰটি হাওলাই দিলেই হয় — "উৰ্দ্ধাঙ্গুলি তলৌপাদৌ ত্ৰিপতাকা চধোমুখৌ হস্তৌ শিৰঃ সন্নতম্ চ গঙ্গাৱতৰণম্ তং।" এনেকৈয়ে সকলোবিলি কৰণৰ ভঙ্গিয়ে এহাত বা দুয়োহাতেৰে ফুটাই তোলা শুকতুণ্ড, স্বস্তিক, আদি

হস্তাভিনয়ৰ অৰ্থ গৌৰৱকে প্ৰকাশ কৰে। কাব্যৰ শব্দালঙ্কাৰে কাব্যৰসৰ আনন্দ আস্বাদনলৈ লৈ যোৱাদি বিভিন্ন কৰণ বিলাকেও তালে লয়ে শৰীৰৰ সুললিত ভঙ্গিৰ যোগেদি মুদ্ৰাগত অৰ্থৰ মুখলৈকে লৈ যায়। কৰণৰ নামৰ ইঙ্গিতত বাজে বিশেষ অৰ্থ বিশেষ ইঙ্গিত নাই। আমাৰ শৰীৰৰ সুললিত ভঙ্গি যত প্ৰকাৰে প্ৰকাশ কৰা সম্ভৱ তত প্ৰকাৰেই কৰণ বিলাকত প্ৰকাশ কৰা হৈছে। আমাৰ সাধাৰণ কল্পনাই ঢুকি নোপোৱা এনে অনেক কৰণ এই এশ আঠোটিৰ ভিতৰতে পোৱা যায় যাৰ কথা ভাবিলে বিস্ময়ৰ পুলকত মুৰ দোঁ খাই আহে, 'আৰু আৰু' বুলিবলৈ ঠাই নেথাকে।

একাধিক কৰণেৰে একো একোটি অঙ্গহাৰ হয় —"সৰ্বেষাম্ অঙ্গহাৰানাম্ নিষ্পত্তিঃ কৰণৈ ভবেৎ।" স্থিৰ হস্ত, পৰ্য্যস্তক, সূচীবিদ্ধ অপবিদ্ধকে আদি কৰি উপসৰ্পিত, অৰ্দ্ধ নিপুট্টক পৰ্য্যন্ত মুঠতে অঙ্গহাৰ হ'ল বত্ৰিশটি। তলপুষ্প আৰু অপবিদ্ধ নামৰ কৰণ দুটি বৰ্ত্তিত নামৰ কৰণেৰে সম্প্ৰসাৰণ কৰিলেই পৰ্য্যস্তক নামৰ অঙ্গহাৰটি পোৱা যায়। তিনিটি কৰণেৰে এই অঙ্গহাৰটি প্ৰকাশ পায়। সেইদৰেই স্থিৰহস্ত নামৰ প্ৰথম যিটি হৰপ্ৰিয় অঙ্গহাৰ তাত ব্যংসিত, নিকুট্টক, উৰুদ্বৃত্ত, আক্ষিপ্ত, স্বস্তিক, কৰিহস্ত আৰু কটিছিন্ন নামৰ কেবাটিও কৰণ পোৱা যায়। অঙ্গহাৰ বিশেষে আঠ বা ন সংখ্যালৈকে যথাক্ৰমে কৰণৰ লক্ষণ দিয়া আছে।

অঙ্গহাৰৰ পাচতেই পাদৰেচক, কটীৰেচক, হস্তৰেচক আৰু গ্ৰীবাৰেচক নামৰ চাৰি বিধ ৰেচকৰ উল্লেখ পোৱা যায়। পাৰ্শ্বৰ পৰা পাৰ্শ্বলৈ সখলিত বা চলিত পদৰ গমন বা বুলনকে পাদৰেচক বোলে। কটী দেশ ওপৰলৈ তুলি চলন আৰু অপসৰ্পন কৰাকে কটী ৰেচক বোলে। হাতৰ উৰ্দ্ধৰ্ত্তন, পৰিক্ষেপ, বিক্ষেপ, পৰিবৰ্ত্তন আৰু বিসৰ্পনৰ নাম হস্তৰেচক। গ্ৰীবা ওপৰলৈ মেলি তললৈ কোঁচাই এৰাঁতিৰ পৰা এৰাঁতিলৈ হাওলাই চলালেই গ্ৰীবা ৰেচক হয়।

ৰেচক আৰু অঙ্গহাৰলৈয়ে নটৰাজৰ তাণ্ডৱ। পাৰ্ব্বতী দেৱীয়ে শঙ্কৰৰ নৃত্যকে অনুকৰণ কৰি তাকে সুকুমাৰ প্ৰয়োগেৰে প্ৰকাশ কৰিছিল। সেয়ে পাছলৈ লাস্য নামেৰে প্ৰখ্যাত হ'ল, এয়া মহাপ্ৰকৃতিত মহাকালৰ স্পন্দন প্ৰকটিত তাণ্ডৱ প্ৰধানতঃ নানা বাদ্যৰ তাল লয়েৰে কৰা হয়; আৰু সেই নৃত্য প্ৰায়েই গীত প্ৰয়োগক আশ্ৰয় কৰি দেৱস্তুতি কৰাত লগোৱা হয়। অভিনয় গীতৰ সৈতে বাদ্যাদি যোজনা কৰিবলৈ বাৰণ কৰি অঙ্গহাৰ প্ৰয়োগৰ বেলিকাহে ভাণ্ডবাদ্য প্ৰয়োজনা কৰাৰ ব্যৱস্থা দিছে। গীতকত সৰ্ব্ববস্তু প্ৰথমে অভিনয় কৰি তাকে পুনৰ নৃত্যৰে দেখুৱাবলৈ কৈছে —"প্ৰথমং হ্যভিনেয়ম্ তু গীতকে সৰ্ব্ব বস্তু তৎ। তদেবচ পুনৰ্বস্তু নৃত্তেনাপি প্ৰদৰ্শয়েৎ।' যত স্ত্ৰী পুৰুষৰ শৃঙ্গাৰ সম্বন্ধীয় গান তাত সুললিত অঙ্গহাৰেৰে সুকুমাৰ প্ৰয়োগ প্ৰযোজনা কৰিব লাগে। দম্পতীৰ মদনাশ্ৰয়, কান্তৰ সন্নিধিত ঋতুকাল আদি দৰ্শন, অথবা যাবতীয় সংলাপত নৃত্যৰ প্ৰযোজনা কৰিবলৈ দিছে; কেৱল দিয়া নাই সেই তিৰোতাৰ বেলিকা যাৰ প্ৰিয়জন বিদেশত আছে।

কৰণ, অঙ্গহাৰ আৰু ৰেচকত বাজে তাণ্ডৱ লক্ষণ নামৰ চতুৰ্থ অধ্যায়ত মুদ্ৰাদিৰ লক্ষণ আৰু প্ৰয়োগ বিধিৰ সবিশেষ বিবৰণ সম্ভৱতঃ দ্বিৰুক্তিৰ আশঙ্কাত নিদি পাচৰ হস্তাভিনয় নামৰ নৱম অধ্যায়ত প্ৰাঞ্জলকৈ দিছে। এখন হাতেৰেই হওক বা দুয়োখনহাতেৰেই হওক এই হস্তাভিনয়েই হ'ল নৃত্যৰ ভাষা —অন্তৰৰ ভাব প্ৰকাশৰ অৰ্থব্যঞ্জক মাধ্যম। গতিকে তাৰ শিক্ষা আৰু সাধনা নহলে, তাৰ অৰ্থাদি আয়ত্ব নকৰিলে নৃত্য যে কি হয় তাক নকলেও হব। তাহানি বোলে শ্ৰৱণ শক্তি বিহীন ভদ্ৰলোক এগৰাকীয়ে যাত্ৰা শুনিবলৈ গৈ ওৰে ৰাতি উৰাই দি পুৱা ঘৰত আহি চিঞৰি চিঞৰি গল্প কৰিছিলহি "শুনিছানে হেৰা! আজি আৰু নাচি বাগিয়ে যাত্ৰা সামৰি থলে, একোটোকে নেগালে।" ইয়ো সেই তেনে কথাতে পৰিবগৈ, নপৰিব জানো।

হাতৰ মুদ্ৰা একো একোটি চালেই চকু যোৱাই নহয়, ভাবৰ সম্পদেৰে সি ভৰপূৰ। এখন হাতেৰে দিয়া অসংযুত হস্তৰ চৌৱিচ বিধ অভিনয়ৰ বিধে বিধে নাম আছে; যেনে, — পতাক, ত্ৰিপতাক, কৰ্ত্তৰীমুখ,

অৰ্দ্ধচন্দ্ৰ, অৰাল, শুকতণ্ড, মুষ্টি, শিখৰ, কপিত্থ, কটকামুখ, সূচীমুখ, পদ্মকোশ, সৰ্পশীৰ্ষ, মৃগশীৰ্ষ, লাঙ্গুল, উৎপলপদ্ম, চতুৰ, ভ্ৰমৰ, হংসাস্য, হংসপক্ষ, সন্দংশ, মুকুল, উৰ্ণনাভ আৰু তাম্ৰচূড় ইয়াৰ প্ৰত্যেকবিধৰে লক্ষণ আৰু কৰ্ম্মসংক্ষেপে স্পষ্টকৈ দিয়া আছে।পতাক বোলা হস্তাভিনয়ৰ লক্ষণ হল কেউটা আঙুলি মেলি দি বুঢ়া আঙুলিটি কোঁচাই দিব লাগে —'প্ৰচাৰিতাগ্ৰাঃ সহিতা যস্যাঙ্গুল্যো ভবন্তি। কুঞ্চিতশ্চ তথাঙ্গুষ্ঠঃ স পতাক ইতি স্মৃত ॥' — প্ৰহাৰপাত, প্ৰহৰ্ষ, গৰ্ব্ব ইত্যাদিত বাজেও পতাক মুদ্ৰাই তাপ লোৱা, আগবঢ়াই দিয়া, উচ্ছাহ আদিৰো অৰ্থ প্ৰকাশ কৰে। এই মুদ্ৰাটি তললৈ ওপৰলৈ আৰু চঞ্চলআঙুলিৰে দেখুৱাই অনেক অৰ্থত ব্যৱহাৰ কৰিব পাৰি।ইয়াৰে পাচত ত্ৰিপতাকৰ হস্তাভিনয় কৰিবলৈ হলে পতাক মুদ্ৰাৰ অনামিকা আঙুলিটি বেকা কৰিব লাগে —"পতাকেতু যদাবক্ৰাহ্নামি কাত্যঙ্গুলিৰ্ভবেৎ । ত্ৰিপতাকঃ সবিজ্ঞেয়ঃ কৰ্ম্মচাস্য নিবোধত ॥" ত্ৰিপতাকে আৱাহন, অবতৰণ, বিসৰ্জ্জন, বাৰণ, প্ৰবেশ, উন্নামন, প্ৰণাম, নিদৰ্শন, আদিৰ অৰ্থ জ্ঞাপন কৰে। তাৰে শিৰত মাঙ্গল্য দ্ৰব্য আৰু মুকুট আদি ধাৰণ কৰাৰ উপৰিও আৰু কেবাটিও অৰ্থ বুজাব পাৰি। এবমাদিক্ৰমে চৌবিশটি মুদ্ৰাৰ কথাকৈ দুখন হাতেৰে দিয়া সংযুত হস্তাভিনয় তেৰটিৰ নাম, লক্ষণ আৰু কৰ্ম্মৰ কথা একে ক্ৰমেই উল্লেখ কৰিছে। অঞ্জলি, কপোট, কৰ্কট, স্বস্তিক, কটকাবৰ্দ্ধমান, উৎসঙ্গ, নিষধ, দোল, পুষ্পপুট, মকৰ, গজদন্ত, অবহিত্থ আৰু বৰ্দ্ধমান এই তেৰটিৰ প্ৰথম অঞ্জলিৰ মুদ্ৰা দিবলৈ হলে দুয়োখন হাতৰ পতাক মুদ্ৰা একে লগ লগাই লাহেকৈ হেচি ধৰিব লাগে —"পতাকাভ্যাম্ তুহস্তাভ্যাম্ সংশ্লেষাদঞ্জলিঃ স্মৃতঃ। দেবতানাং গুৰুনাঞ্চ মিত্ৰানাম্ চাভিবাদনে।" অঞ্জলিৰে দেবতা, গুৰু আৰু মিত্ৰ সকলক অভিবাদন জনোৱা হয় —"দেবতানাং শিৰঃস্থন্তু গুৰুনামাস্য সংস্থিত, বক্ষস্থঃ চৈব মিত্ৰানাং শেষে ত্যনিজমো ভবেৎ ॥" —অঞ্জলি শিৰত থৈ দেৱতাক, মুখৰ আগত থৈ গুৰুক আৰু বুকুত থৈ মিত্ৰক অভিবাদন জনাব লাগে। ইতৰক জনাবৰ বেলিকা কোনো নিয়ম নাই।

ইয়াৰ পাচত চতুৰস্ৰ, উদবৃত্তৰে পৰা ললিত আৰু বলিতলৈকে আঠাইশটি নৃত্যসমাশ্ৰয় হস্তৰ লক্ষণ দিছে। তাতো ওপৰলৈ, তললৈ, ওখলৈ, নামলৈ বেকাবেকিঁকৈ কেনেকৈ হাত চলাই শৰীৰৰ কোন কোন অঙ্গৰ ওচৰত কোন হস্তাভিনয় কৰিব লাগে তাৰ সঙ্কেত দিছে। আবেষ্টিত, উদ্‌বেষ্টিত, ব্যাবৰ্ত্তিত আৰু পৰিবৰ্ত্তিত নামেৰে আৰু চাৰিটি কৰণৰ উল্লেখ আছে। এই কৰণ কেউটিৰ প্ৰথম দুটিত তৰ্জ্জনী আদি আঙুলিবোৰ ক্ৰমে ভিতৰ আৰু বাহিৰলৈ, আৰু পাচৰ দুটিত কনিষ্ঠাদি আঙুলিবোৰ ক্ৰমে তেনেকৈ ঘূৰাব লাগে। ইয়াৰ পাচত দহবিধ বাহু প্ৰকাৰৰ নাম উল্লেখ আছে।

নৃত্যৰ কৰণাদিত প্ৰধানতঃ হস্তাভিনয়ৰ উল্লেখ আছে বুলিও বুকু, কটী, পাৰ্শ্ব, উৰু, জঙ্ঘা, আৰু চৰণৰ কোনো গুণে কম আবশ্যকীয় নহয়। কি নৃত্য, কি যুদ্ধ, কি গতি সকলোতে চাৰীৰ প্ৰয়োজন। একপাদ প্ৰচাৰকে চাৰী বোলে, দুই পাদ ক্ৰমন কৰিলেই কৰণ হয়, একাধিক কৰণৰ সমাযোগত একো একোটি খণ্ড হয় ; তিনিটা বা চাৰিটা খণ্ড লগালেই একো একোটি মণ্ডল হৈ পৰে। কৰণ, অঙ্গহাৰ, ৰেচক, শৰীৰাভিনয়, চাৰী, মণ্ডল আৰু গতি প্ৰচাৰেই হ'ল ভাৰতীয় নৃত্যৰ সুন্দৰ শৰীৰ আৰু সাত্ত্বিকাভিনয়ে হল তাৰ প্ৰাণ। একো একোটি ৰসৰ মুখে বলাই নিয়া আমাৰ যাবতীয় অঙ্গ প্ৰত্যঙ্গৰ নয়নৰঞ্জক অভিনয় তালেৰে, লয়েৰে, ছন্দেৰে দেখুৱাবলৈকে ভাৰতৰ নৃত্য। গতিকে ইয়াত হস্তাদি প্ৰচাৰৰ লগে লগে নেত্ৰ, ভ্ৰূ আৰু মুখৰাগেৰে ৰস ব্যঞ্জনাৰ চেষ্টা চলিবই লাগিব।

অৰ্থযুক্ত শব্দ একোটিয়ে যেনেকৈ মনত ভাব জগাই দিয়ে, হস্তাভিনয়ৰ মুদ্ৰা একোটিও সেইদৰে ভাব আৰু ৰসৰ মুখলৈ যায়। এই গুণেই শব্দৰ অৰ্থ স্পষ্টকৈ সুন্দৰকৈ ফুটাবৰ নিমিত্তে ঠাই বুজি একালত এই মুদ্ৰা বিলাকক ভাব প্ৰকাশৰ মাধ্যম কৰি লৈছিল। নাট্য শাস্ত্ৰত উল্লেখ নথকা অনেক মুদ্ৰা আজিও আমাৰ দেশৰ পূজা পদ্ধতিত চলিবই লাগিছে। অৰ্দ্ধ পতাক অথবা অঙ্কুশ মুদ্ৰাৰে আবাহন কৰাৰ পৰা সংহাৰমুদ্ৰাৰি পূজা শেষ

কৰাঁলৈকে পূজা বিশেষে ভালেখিনি মুদ্ৰাৰ ব্যৱহাৰ কৰা হয়। প্ৰাণৰ দেৱতাক কোনো কোনো উপচাৰ নিবেদন কৰোতে একো একোটি মুদ্ৰাৰ সহেতেৰে অন্তৰত তদনুৰূপ ভাব জগাই অৰ্পন কৰাৰ পাচত কি প্ৰাণস্পৰ্শী কৈ প্ৰশস্তি একোটিৰ আবৃত্তি কৰা হয় দেখি শুনি প্ৰাণ ভৰি উঠে। একো একোটি মুদ্ৰা দেখাত যেনে ঠানুৰা ভাব ব্যঞ্জনাতো তেনে গভীৰ। দুয়োখনি হাতেৰে খিৰতী গাইৰ চাৰিটি বাটৰ ওহাৰ খনিৰ সাদৃশ্যেৰে যি ধেনু মুদ্ৰা দিয়া হয় সি আমাৰ মনৰ মাজেদি 'মাধবী গাবৰ' ব্যঞ্জনাৰে মধু ধাৰা বোৱাই নিদিয়েনে ? এনে ভাবোদ্দীপক গুনেই পূজাৰ অঙ্গ স্বৰূপে পৰিগণিত হৈছে। যাৰ শৰীৰেৰে কৰিব পৰা সম্ভৱ নহয়, তেনে লোকেও মনেৰেই দেৱতাক " বীণা ভেৰী মৃদঙ্গকাহলকলা নৃত্যঞ্চ গীতং তথা" সমৰ্পন কৰি মানস পূজা সমাপন কৰে। তান্ত্ৰিক পূজাৰ বাহিৰেও আমাৰ বহুমূলীয়া প্ৰাচিন গৌৰৱৰ কঙ্কাল স্বৰূপ ভাবনা বিলাকতো জনাবুজা বায়ন সকলৰ হাতত পূৰ্ব্বৰঙ্গৰ পূজাৰ দৰে এই মুদ্ৰাভিনয়ৰ প্ৰচলন দেখা যায়। খোল তালৰ বৰ ধেমালি, সৰু ধেমালি আদিৰ লগত যিটি যোৱা ধেমালি পাতে তাত মৎস্য কুৰ্ম্ম বৰাহাদি দশাবতাৰৰ মুদ্ৰাদি যি দিয়েইনে শঙ্খ, চক্ৰ, গদা পদ্মাদিৰ মুদ্ৰাত ঠায়ে ঠায়ে প্ৰাণত লাগি যোৱাকৈ দেখুওৱা দেখা যায়। ই অৱশ্যে বৈষ্ণৱ যুগৰ কীৰ্ত্তি। নাট্য শাস্ত্ৰৰ হৰ পাৰ্ব্বতীৰ তাণ্ডৱ বা সুকুমাৰ প্ৰয়োগত এই বিলাক মুদ্ৰাৰ উল্লেখ নথকাটি স্বাভাবিক।

নৃত্যৰ কৰণ বিলাকক গতিদি জীৱন্ত কৰি তুলিবলৈ গতি প্ৰচাৰবো অত্যন্ত প্ৰয়োজন। এই গতি বিলাক তাল লয়েৰে সুন্দৰকৈ প্ৰকাশ কৰাও নৃত্য যেতিয়া, এই সম্বন্ধীয় শিক্ষা আৰু সাধনা যে অপৰিহাৰ্য্য তাক আৰু বঢ়াই নকলেও হয়। নাট্য শাস্ত্ৰৰ ত্ৰয়োদশ অধ্যায়ত গতি প্ৰচাৰৰ লক্ষণ আছে। তাকে উত্তম, মধ্যম আৰু অধম পাত্ৰ ভেদে প্ৰয়োগ কৰিবলৈ বিধান দিছে। আৰু কোন ৰসৰ কেনে গতি প্ৰকাৰ তাৰো বিৱৰণ দিছে। যানবাহন আদিত যোৱা দেখুওৱা গতি যি বাদ পৰা নাযেইনে বৃদ্ধ, অবৃদ্ধ, স্থূল, কৃশ, ব্যাধিগ্ৰস্ত, মত্ত, উন্মত্ত, খঞ্জ আদিৰ উপৰিও পুৰুষে স্ত্ৰীৰ ভূমিকাত অৱতীৰ্ণ হলে কি গতি প্ৰচাৰ কৰিব লাগে তাকো সুন্দৰকৈ দিয়া আছে। শীতাভিনয়ৰ গতিৰ কথা কৰঁলে গৈ কৈছে — শীতেৰে অভিভূত হলে অথবা বৰ্ষাৰে অভিহত হলে শৰীৰ সংকোচন কৰি অঙ্গপ্ৰত্যঙ্গ বিলাক কঁপাব লাগে, হাত দুয়োখন বুকুত থৈ কুঁজাটি হৈ দাঁত, ওঠ আৰু থুতৰিটি কঁপাই লাহে লাহে খোজ দিব লাগে। এই গতি হ'ল অধম পাত্ৰৰ — মধ্যম আৰু উত্তম পাত্ৰত গতিৰ দ্ৰুততা আৰু বেগ ক্ৰমে কমি যাব। এই বিৱৰণ বিলাক পঢ়িলে এনে আচৰিত পৰ্য্যবেক্ষণৰ শক্তিৰে মূল সাধাৰণ ভাবোদ্দীপক গতি বিলাক সুৰদি কৈ প্ৰকাশ কৰা দেখি আচৰিত হোৱাৰ লগে লগে মুগ্ধও হব লাগে, —চকুৰ আগেদি যেন এখনি সুন্দৰ প্ৰতিকৃতিহে ভাহি যায়! তাক নৃত্যৰ যোগেদি ফুটাবলৈ গলে সিনো চাঁগে কি মনোৰম নহয়! — ই হল অনেকৰ ভিতৰৰ এটি উদাহৰণ।

নাট্য সত্বাভিনয়ত প্ৰতিষ্ঠিত, সত্ব প্ৰকাশৰ নিমিত্তে নৰ্ত্তক অভিনেতাই প্ৰযত্ন কৰা একান্ত কৰ্ত্তব্য, — "সত্বে কাৰ্য্যঃ প্ৰযত্নস্তু নাট্যম্ সত্বে প্ৰতিষ্ঠিতম্।" নৃত্যাভিনয়ত ভাব ৰসাশ্ৰয় সত্ব ফুটি নপৰালৈকে সি প্ৰাণ সঞ্চাৰ কৰিব নোৱাৰে। শিক্ষকৰ উঁৰিত নৃত্য কৰা বালিকাৰ নৃত্য আৰু বিহুৱৰৰ তলত টকাৰ মাত শুনি ঘৰৰ পাচ ফালে পিৰালি চুকত পাক দিয়া উঠি থকা গাভৰুৰ উলাহৰ নৃত্যৰ ভিতৰত কিমান প্ৰভেদ। আগৰটিত উলাহৰ লাস্যৰ সকলো ভঙ্গি হয়তো পোৱা যায়, কিন্তু শৰীৰ, চকু, মুখ আদি অঙ্গোপাঙ্গত উলাহৰ ভাব নথকাত সি প্ৰাণহীন; পাচৰটিত যি সামান্য সাধাৰণ ভঙ্গি তাকে অন্তৰৰ উলাহে জীৱন্ত কৰে। নৃত্য সাত্বিকাভিনয়েৰে আৰু ৰসাত্মক ভাবেৰেহে প্ৰাণৱন্ত হয়। গতিকে নেত্ৰ, ভ্ৰূ, গ্ৰীৱা আদিৰ ভাব ব্যঞ্জক অভিনয় নৃত্যই বেচিকৈয়েই অপেক্ষা কৰে। মনত ৰখা আৱশ্যক —অভিনয় যেনেকৈ ব্যক্তিগত ভাব বা স্বকীয় উচ্ছ্বাসৰ অভিব্যক্তি নহয়, নৃত্যও সেইদৰেই কোনো ব্যক্তিত্বৰ ভাবেৰে জড়িত নহয়।

কৰণ অঙ্গহাৰ আদি হ'ল ভৰতমুনিৰ দিনলৈকে চলি অহা কুলীন বা মাৰ্গ নৃত্য। ইয়াত যজে যে ভৰতীয় নৃত্য হব নোৱাৰে এনে কোনো কথা নাই। অইন কলাৰ লগতে

লৌকিক নৃত্যকলালৈকো নাট্য শাস্ত্ৰই উদাৰ দুৱাৰ মেলি থৈছে – "অন্যে চাপ্যাৰ্থসংযুক্তা লৌকিকা যে কৰান্তিহ। ছন্দতন্তে নিযুক্তব্যা ৰেচভাব স্মৃতে স্থিতেঃ ॥ দেশং কালং প্ৰযোগংচ অৰ্থযুক্তি মৱেখ্যচ । হস্তাহ্যেতে প্ৰযুক্তব্যাঃ স্ত্ৰীনাং নৃনাং বিশেষতঃ ॥" কুলীনেই হওক বা লৌকিকেই হওক ৰস ভাব বিশিষ্ট হৈ ছন্দেৰে চলিলে আৰু দেশ কাল বুজি অৰ্থযুক্তিৰ দৃষ্টিৰে চাই চলালে তাকে ভাৰতীয় নৃত্য বুলিব লাগে । এই নৃত্যকলাৰ উদ্দেশ্য যে ৰস নিবেদন এই কথাটি মনত নিৰন্তৰ জগাই ৰাখিবলৈকে একাধিক বাৰ সমাসেৰে "ৰসভাবকৃতানি কৰ্ম্মানি" "নানাভাব ৰসানিতঃ" আদি শব্দৰ প্ৰয়োগ কৰি গৈছে আৰু পৌৰাণিক আখ্যানটিৰ মাজেদি দিব্যলোকৰ বাতৰি দি নৃত্য যে শ্ৰদ্ধাহীন দক্ষযজ্ঞৰ ধ্বংসস্তূপত জিকাৰি উঠা পৰম শ্ৰদ্ধাৰ পবিত্ৰ লীলা তাকো সুন্দৰকৈ বুজাই গৈছে ।

মহাকালৰ ছন্দ আৰু মহাকালীৰ সুকুমাৰ প্ৰয়োগেৰে ভাৰত নৃত্যৰ যি আদৰ্শ তাৰেই ধাই সুঁতিটি নানা প্ৰদেশ নানা কালৰ মাজেদি বৈ আহি ভাৰতৰ বুকুত এক বিপুল কলেৱৰৰ নৃত্যকলা হৈ পৰিছেহি । যুগে যুগে প্ৰতিভাশালী নাট্যাচাৰ্য্যসকলৰ স্বাধীন অথচ সীমাৰ মাজৰ সংযত চেষ্টাৰ ফলত এক তাণ্ডৱকে আমি আজি সাত প্ৰকাৰে পাইছো;– আনন্দ তাণ্ডৱ আৰু সান্ধ্য তাণ্ডৱ হ'ল মহাদেৱৰ নিজা আনন্দ উল্লাস, উমা তাণ্ডৱ আৰু গৌৰী তাণ্ডৱ হ'ল উমা আৰু গৌৰীৰ ৰূপ বিশেষেৰে পাৰ্ব্বতী দেৱীৰ লগত দিয়া মহাদেৱৰ তাণ্ডৱ । কালিকা আৰু ত্ৰিপুৰ তাণ্ডৱ দৈত্য আৰু ত্ৰিপুৰাসুৰক নাশ কৰি দিয়া তাণ্ডৱ । বাকীটিৰ নাম সংহাৰ তাণ্ডৱ । –সৃষ্টি ধ্বংস হৈ গলেও মহাকালৰ বুকুত যি স্পন্দন যি নৃত্য চলি থাকে সেয়ে এই তাণ্ডৱ । সত্ত্বা শূন্য জগত ৰ সত্ত্বা নাশ কৰি আত্মাক মায়াৰ পৰা মুক্ত কৰা যে মহাকালৰ অতি নিগূঢ় ভাব, সেই গতিহীনৰ মাজৰ গতিশীলতা প্ৰকটিত হয় এই সংহাৰ তাণ্ডৱত । একালত ভাৰতীয় নৃত্যত এই আদৰ্শৰ বহুচৰ্চ্চা আৰু নিদৰ্শনৰ চিন স্বৰূপে নটৰাজ মহাদেৱৰ নৃত্য ভঙ্গিৰ যি অলেখ মূৰ্ত্তি পোৱা যায় তাৰে সিংহল আৰু মাদ্ৰাজত পোৱা প্ৰায় বিলাকেই চতুৰ্ভূজীয়া দেৱতাৰ ভাব প্ৰকাশক । বৰ আচৰিত - আমাৰ বামুনী পাহাৰৰ ধ্বংসাবশেষত পোৱা নটৰাজৰ মূৰ্ত্তিটিৰ শিৰ এটি, হাত কিন্তু ছখন । এহেলৈ ভাৰতৰ ঠায়ে ঠায়ে দ্বিভুজ নটৰাজৰ মূৰ্ত্তিও পোৱা যায় । দ্বিভুজ মূৰ্ত্তিটি মানুহৰ অনুকৰণৰ নিমিত্তে হোৱা গুণে নটৰাজক এই মূৰ্ত্তিৰে নৃত্যকলাত দেখুওৱা হয় । সোঁহাতৰ পতাক মুদ্ৰাই নৰমানৱলৈ দিয়া অভয়, বাওঁহাতত থকা আদি নাদৰ ডম্বৰুৰে সৃষ্টি উদ্ভৱৰ বাতৰি, শূণ্যৰ চৰণ ভঙ্গিত জীৱৰ মুক্তি, আৰু চাৰিও দিশে থকা পদ্মপত্ৰাকৃতিৰ ঘোৰটিৰ ওপৰৰ অগ্নিশিখাই প্ৰলয় সংকেত দিয়াৰ কথাকে এই মনোৰম মূৰ্ত্তিটিয়ে চিত্তাকৰ্ষক ভঙ্গিৰে ভাৰতক বুজাব লাগিছে ।

কালক্ৰমে দেশ বৈষ্ণৱ ভাবাপন্ন হোৱাত ভগবান বিষ্ণুৰ যুদ্ধোদ্যত আৰু যুদ্ধৰত কৰণ, অঙ্গহাৰ আৰু চাৰী প্ৰচাৰ আদিৰ আদৰ্শ নৃত্যকলাত সোমাই পৰিল । শ্ৰীকৃষ্ণৰ বংশী ধ্বনি আৰু ভক্ত নাৰদৰ বীণাৰ গুঞ্জনে নৃত্যকলাৰ ৰূপত যেন ৰাং চৰাই দিলেহি । কালীয় সৰ্পৰ শিৰত নচা শ্ৰীকৃষ্ণৰ নৃত্যই দক্ষযজ্ঞৰ ধ্বংসৰ সন্ধ্যাত নচা মহাদেৱৰ তাণ্ডৱ নৃত্যৰ অন্য এটি মনোময় ৰূপ ভাৰতৰ বুকুত জিলিকাই তুলিলে । আটাইতকৈ জিলিকি গ'ল বৃন্দাবনত আত্মা আৰু পৰমাত্মাৰ মিলন আনন্দৰ মধু পৰশত জিকাৰি উঠা শ্ৰেষ্ঠৰো শ্ৰেষ্ঠতম ৰাসমণ্ডলৰ নৃত্য ! আকৌ এবাৰ ৰঙ্কাৰি গ'ল ভাৰত ঋষিৰ সাধাৰণ ধন বিশ্বভাৱাৰে বিশ্বপ্ৰীতিৰ চূড়ান্ত দৰ্শন !

ভাৰত নৃত্যৰ স্তৰে স্তৰে জাতীয় ভাব প্ৰকাশক নৃত্যবিলাকৰ শিৰত অতি উচ্চতম নৃত্যকলা জিলিকিব লাগিছে, যি সকলো জাতিৰ ক্ষুদ্ৰগণ্ডী অতিক্ৰম কৰি মনৰ ওপৰৰো আত্মাৰ ৰাজ্যত গোটেই বিশ্বকে সাৰটি আনন্দ বিলাব লাগিছে । এই খিনিতে অঙ্গপ্ৰত্যঙ্গৰ ভাবাহীন ভঙ্গিৰ লালিত্যই বিশ্বআত্মাৰ ভাব ৰাশি প্ৰকাশ কৰিব পৰাত ভাৰতীয় নৃত্যৰ সাৰ্থকতা । হব পাৰে কোনো কোনো দেশৰ নৃত্য কলা অতি নয়নৰঞ্জক অতি প্ৰীতিদায়ক, তথাপিতো তাত জাতিৰ ব্যক্তিত্ব ফুটি তাক *সেই সেই জাতিৰ সম্পদ কৰি তুলিছে , ই সমগ্ৰ জগতৰ* সামগ্ৰী নহ'ল । য়ুৰোপীয় নৃত্যাৱলীৰ বাদ্যতাণ্ডৱ

কলকল্লোল, 'ফিগাৰ', 'বিলিফ' আদিৰ সংযোগেৰে প্ৰকটিত বাহ্যিক চমকত কেবলে আবৰণৰ সৌন্দৰ্য্যকেহে পোৱা যায়। প্ৰাণস্পৰ্শ কৰিবৰলৈ সি যথেষ্ট নহয়। ভাৰতীয় নৃত্যত আবৰণৰ এই চমকো আছে, অন্তৰে অন্তৰে প্ৰাণ পৰশি যোৱা সুগভীৰ ঝঙ্কাৰো আছে। ওখ খাপৰ নৰ্ত্তকী সকলৰ নাচে বিদেশৰ নৃত্যামোদীক যেনেকৈ ভঙ্গিৰ লালিত্যই মুগ্ধ কৰে, সেইদৰেই অৰ্থগৌৰৱ বুজা প্ৰাণ পালে তাকো অৰ্থসম্পদেৰে আনন্দৰ ৰাজ্যলৈ লৈ যায়। এয়ে ভাৰতীয় নৃত্যৰ বিশেষত্ব। বৰ্ত্তমান এই জগতৰ বাহিৰে ইন্দ্ৰীয় লোকৰ তৃপ্তিদি ভিতৰি প্ৰাণৰ স্থায়ী ভাৱত ঝঙ্কাৰ তুলি মানৱ হৃদয়ক ৰসৰ মুখে সুৰ্দীকৈ লৈ যাব পৰা কোনো নৃত্যকলাৰ কথা উঠিলে ভাৰতৰ নৃত্যকলাত বাজে আঙুলিয়াবৰ ঠাই আৰু নাই।

কত কালৰ পৰা এই ভাৰত নাট্যৰ নৃত্যকলা ইতিহাসৰ লেখেৰে ভাৰতৰ বুকুত চলি আহিছে তাৰ নিৰ্ণয় কৰা টান হলেও অতি প্ৰচিন ৰামায়ণ, মহাভাৰত আদি গ্ৰন্থত এই নৃত্য কলা হিচাপে সাধনা কৰাৰ কথা পাৰলৈ আছে। তেতিয়াৰ পৰা নৃত্য কলা অভিজাতৰ ৰাজকুমাৰ ৰাজকুমাৰী সকলৰ শিক্ষাৰ বিষয় হোৱাৰ কথাৰ উল্লেখ কেবাঠাইতো পোৱা যায়। কুলীন নাট্যধৰ্মী নৃত্য দেৱতাৰ তুষ্টিৰ নিমিত্তে পূজা পাৰ্ব্বনত, যজ্ঞ উৎসৱ আদিত চলি আছে। ৰজা প্ৰজাৰ তুষ্টিৰ নিমিত্তে হয়তো বিভিন্ন জাতিৰ দেশী নৃত্যৰ প্ৰচলনো আছিল। দেশী আৰু মাৰ্গী নৃত্য প্ৰসঙ্গ, - নাট্য, নৃত্য আৰু নৃত্ত সম্বন্ধে নানা মুনিৰ নানা মত। দশৰূপককাৰৰ মতটিয়ে এই ক্ষেত্ৰত সমীচিন যেন লাগে; - ৰসক আশ্ৰয় কৰি যি অভিনয় কৰা যায় সেয়ে নাট্য, ভাৱক আশ্ৰয় কৰি কৰিলে সি হয় নৃত্য, আৰু যি অঙ্গ বিক্ষেপ কেৱল তাল আৰু লয়ক আশ্ৰয় কৰি কৰা যায় — সি নৃত্ত। ভাবাশ্ৰয় নৃত্যই হল 'মাৰ্গ' নৃত্য; তাল লয়াশ্ৰয় নৃত্তক 'দেশী' নৃত্ত বোলে। দেশী নৃত্তই যথাশাস্ত্ৰ অঙ্গৰ অভিনয় নকৰে। বৌদ্ধযুগৰ বৌদ্ধ সম্ৰাট আৰু ভিক্ষু সকলৰ অনাদৰত দেৱ মন্দিৰৰ প্ৰাঙ্গনলৈ গৈ কোনোমতে জীৱন ধাৰণ কৰিব লগীয়াত পৰিছিল যদিও সেই যুগতে ভাৰতৰ মনত নাচি থকা নৃত্যকলাই বিশ্ববিমোহন বেশেৰে অজন্তা, এলোৰা আদিৰ শৈল প্ৰাচিৰত আজিও জিলিকি থকা অজন্ন একোটি জিলিকাই ৰাখিছে। মহাকবি কালিদাসৰ মালবিকাগ্নিমিত্ৰমত নাট্যাচাৰ্য্যৰ পৰা যথাৰস অভিনয়েৰে নৃত্য শিকা মালবিকাৰ প্ৰতি ৰজাৰ কি সন্মানৰ অৰ যথেষ্ট পৰিচয় পাৰলৈ আছে। তেতিয়ালৈকে ৰাজ পৰিবাৰ বিলাকত মাৰ্গী নৃত্যৰ যে যথেষ্ট আদৰ আছিল ইয়াকো নাট্যাচাৰ্য্যাদিৰ উল্লেখৰ পৰা বুজিব পাৰি। আমাৰ দেশতো অতীতৰ উষা আৰু চিত্ৰলেখাৰ সম্বন্ধে এইয়া সিদিনাৰ ফুলেশ্বৰী ৰাণীৰ সম্বন্ধে থকা প্ৰবাদ বিলাকতো এনে এটি কথাকে স্পষ্টকৈ পোৱা যায়। বৌদ্ধ যুগৰ অৱসানৰ আগে পাচে আমাৰ দেশৰ মঠ মন্দিৰৰ গাতো নৃত্যকলাৰ মনোমোহা ভঙ্গিৰে নানা কৰণৰ যি চানেকি গুৱাহাটী, তেজপুৰ, ডবকা, ৰংপুৰ আদিৰ ধ্বংসাৱশেষত দেখিবলৈ পোৱা যায়। তাৰ পৰা বেচ বুজিব পাৰি নৃত্যকলা তেতিয়াও নিজৰ তেজেৰে জীয়াই জিলিকি আছিল। মুছলমান ৰজা সকলৰ আক্ৰমণৰ দিন ধৰি খণ্ড খণ্ড ভাৰতে ৰাষ্ট্ৰীয় শক্তিৰ প্ৰভাৱত নিজৰ একোটি কৃষ্টি পৃথক ভাবে চৰ্চ্চা কৰিব লগিয়াত পৰিল। ফলত আজি ইমান দিনে চলি অহা এই ভাৰত নৃত্য কালৰ চক্ৰত বিভিন্ন প্ৰদেশত বিভিন্ন পাৰি-পাৰ্শ্বিকতাৰ মাজেদি আহি বৰ্ত্তমান যুগত আমাৰ আগত তিনিটি বিশিষ্ট ৰূপেৰে দেখা দিছেহি। তিনিওটি ৰূপৰ আকাৰ প্ৰকাৰত কিছু পৰিমানে পাৰ্থক্য থাকিলেও সিবিলাক যে একে পুৰুষৰে তিনিটি সন্তান তাক বুজিবলৈ বেচি বেগ্ৰ নেলাগে। দক্ষিণ ভাৰতৰ ভাৰতনাট্যম, উত্তৰ ভাৰতৰ হিন্দুস্থানী নৃত্য আৰু পূৰ্ব্ব ভাৰতৰ মনিপুৰী নৃত্য নামেৰে এই তিনিওটি ৰূপৰ সুকীয়াকৈ নামকৰণ কৰিব পাৰি। দক্ষিণ ভাৰতৰ ভাৰত নাট্যমৰ ভিতৰত বহলাই ধৰিলে কিছু বৈশিষ্ট থকা কেৰল দেশৰ কথাকলি নৃত্য নাট্য আৰু মোহিনী আত্তম নামৰ লাস্য নৃত্যকো সামৰা যায়। উত্তৰ ভাৰতৰো মুছলিম প্ৰতিভাৰে প্ৰভাৱান্বিত কথক নৃত্য, দেৱমন্দিৰ আদিৰ দেৱদাসীৰ নৃত্য আদি যাৱতীয় নৃত্যকে হিন্দুস্থানী বা উত্তৰ ভাৰতীয় নৃত্য বুলি ধৰিব পাৰি। সেই দৰেই পূব মিথিলালৈকে বিস্তৃত হৈ থকা প্ৰাচিন কামৰূপৰ কৃষ্টিলৈ চকুদি অসমৰ সত্ৰীয়া নৃত্য, মণিপুৰী নৃত্য লোক

নৃত্য আদি সকলো নৃত্যকে সামৰিব পৰা নাম দিবলৈ হলে প্ৰাচ্য ভাৰতৰ নৃত্য অথবা প্ৰাচ্য নৃত্য বুলিব পাৰি। এই নামেৰে বৰ্ত্তমান শান্তিনিকেতনৰ নৃত্য কলাকো সামৰিব পৰা যায়। শান্তিনিকেতনৰ এই নৃত্যত নতুনত্ব থাকিলেও সি ভাৰত নাট্যৰে এটি কালোপযোগী নতুন ৰূপ। তাৰ মূলত হ'ল মণিপুৰী আৰু দক্ষিণী নৃত্যকলা। তাত তাল আৰু মুদ্ৰাৰ জটিলতা সহজ কৰি তাৰ মাজেদি সুৰৰ 'হাওয়া' বোৱাই দিয়াত এক বৈচিত্ৰ্যৰ যে সৃষ্টি হৈছে তাত সন্দেহ নাই। মণিপুৰী আৰু দক্ষিণী নৃত্যকলাও ভাৰত নৃত্যৰে একো একোটি বিশেষ ৰূপ। কামৰূপত প্ৰচলিত সত্ৰীয়া নৃত্য নাট্যত দেৱতা আৰু গন্ধৰ্ব্বৰ মাজেদি চলি অহা ভাৰত নাট্যৰ যেনে প্ৰভাৱ মণিপুৰী নৃত্যতো তেনে প্ৰভাৱেই। পূৰ্ব্ববঙ্গৰ পূজা, মৃদঙ্গঘোষ, সূত্ৰধাৰৰ ঠাইত ৰাসধাৰী, ৰস সম্পদেৰে ভৰপূৰ সুকুমাৰ প্ৰয়োগকে আদি কৰি সকলো চেষ্টাতেই সেই একে ধৰণ সেই একে কৰণ। আচলতে এক নৃত্যৰে এই তিনিওটি ৰূপ, দেশ কাল আৰু পাত্ৰ বিশেষে একো একোটি বিশেষ ৰূপত পৰিণত হৈছে। কোনোটিকেই একেবাৰে নতুন উদ্ভাবন নুবুলি, — দেশ কালৰ উপযোগী কৈ লৌকিক নৃত্যকো আদৰি লবলৈ ভৰত মুনিয়ে ভৱিষ্যতৰ নাট্যাচাৰ্য্য সকলক যি স্বাধীনতা দি গৈছে তাৰ ফলতেই সিবিলাকৰ বৈশিষ্ট্য ফুটি উঠিছে বুলি ধৰি লোৱাটোহে ভাল। সেই একেটি বস্তুকে ভৌগোলিক লেখত প্ৰচীন প্ৰাগজ্যোতিষৰ দিন ধৰি চলি অহা প্ৰাচ্য নৃত্য বুলি সামৰি লোৱাই সকলো ফালৰ পৰা যুক্তি সঙ্গত। এই যুক্তি স্পষ্টকৈ সমৰ্থন কৰে নাট্য কলাৰ আৰু এখনি প্ৰচিন গ্ৰন্থ 'অভিনয় দৰ্পনে'। কোৱা বাহুল্য এই গ্ৰন্থ খনি চাৰি হেজাৰ শ্লোকেৰে ভাৰতাৰ্নৱ নামৰ নৰ্ত্তন কলাৰ সংক্ষিপ্ত সাৰ। ইয়াৰ ৰচয়িতা নন্দিকেশ্বৰ বা তণ্ড। যাৰ পৰা তাণ্ডৱৰ যাৱতীয় কথা বুজিলৈ নাট্যশাস্ত্ৰত ভৰত মুনিয়ে কৰণ অঙ্গহাৰ আদিৰে নৰ্ত্তনৰ এনে সুন্দৰ ব্যৱস্থা দি গৈছে। নৰ্ত্তন পটু দানৱ শিল্পী নটশেখৰৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ একান্ত বাসনা কৰাত দেৱৰাজ ইন্দ্ৰক স্বয়ং নন্দিকেশ্বৰ প্ৰসন্ন হৈ এই গ্ৰন্থৰে নৰ্ত্তনকলা শিকাইছিল। ইয়াত উল্লেখ আছে পাৰ্ব্বতী দেৱীয়ে নিজেই বানৰজাৰ দুহিতা উষাদেৱীক 'লাস্য নৃত্য' শিকায়। উষাদেৱীৰ পৰাই দ্বাৰকাৰ গোপিনী সকলে শিকে। এই সকলে ক্ৰমে সৌৰাষ্ট্ৰৰ আৰু অন্যান্য প্ৰদেশৰ নাৰী সকলক শিকালে। নাট্য শাস্ত্ৰৰ গন্ধৰ্ব্বী সকলৰ কৈশিকী বৃত্তিৰ নৃত্যকলা, দেৱ সমাজত নটৰাজৰ তাণ্ডৱৰ সমাদৰ, শিৱ ভক্ত অসমৰ আদিম নিবাসী কিৰাত কিৰাতী সকলৰ তান্ত্ৰিক নৃত্য বৃহন্নলাৰ যোগেদি ভাৰতত চিত্ৰাঙ্গদাৰ নৃত্যপ্ৰচাৰ আৰু উষাদেৱীৰ পৰা সমগ্ৰ ভাৰতেও নৃত্যশিক্ষা কৰাৰ কথাখিনিয়ে এক মুখে কব লাগিছে — প্ৰাচ্য ভাৰতৰ প্ৰাগজ্যোতিষেই ভাৰতীয় নৰ্ত্তন কলাৰ কেন্দ্ৰস্থান।

যুগে যুগে দেশে দেশে প্ৰতিভাশালী নাট্যাচাৰ্য্য সকলৰ এই স্বাধীনতাৰ স্বাধীন চেষ্টাত নৃত্য পদ্ধতিৰ ঠায়ে ঠায়ে এৰা ধৰা হৈছে, ঠায়ে ঠায়ে মুদ্ৰাদিৰ যি অৰ্থ যি লক্ষণ তাৰো লৰচৰ হৈছে। এনে নোহোৱাটিহে অস্বাভাবিক। মহাসাগৰৰ মুখে বৈ যোৱা নদীৰ দৰে এই নৃত্যকলা, — তাৰ গতিৰ বেগ, তাৰ প্ৰবল ধাৰা কালে কালে স্থল বুজি পৰিবৰ্ত্তন হবই লাগিব। এটি দৃষ্টান্তৰ চলেৰে কব পাৰি --আমাৰ দেশত কি মূৰ্ত্তি কি নৃত্যাভিনয় কি চিত্ৰপট সকলোতেই শ্ৰীকৃষ্ণৰ দুইখনি হাতত মধ্যমা আৰু অনামিকা কোঁচাই বাকী তিনিওটি আঙুলি ওপৰলৈ দি মুৰুলীটি ধৰাৰ যি মুদ্ৰা দিয়া দেখা যায় তাৰ নাম সকতে এজন জনাবুজা বায়নৰ মুখে শুনিছিলোঁ ত্ৰিপতাক বুলি; কিন্তু নাট্যশাস্ত্ৰৰ বিটি ত্ৰিপতাক মুদ্ৰা তাত মধ্যমা আঙুলিটি কোঁচ খোৱাৰ কথা নেথাকিলেও অৰ্থৰ ফালৰ পৰা পূৰ্ণব্ৰহ্মৰ অৱতাৰে জীৱকুলক উদ্ধাৰ কৰিবলৈ সেই ভঙ্গিৰে অৱতৰণ কৰিছে, এনে এটি অৰ্থতেই এই মুদ্ৰাটিক ত্ৰিপতাকৰ ৰূপান্তৰ বুলি ধৰিব পাৰি। নাট্য শাস্ত্ৰই "আবাহন অৱতৰণ" আদিকো ইয়াৰেই 'কৰ্ম্ম' বুলি ধৰিছে। আমাৰ দেশৰ শ্ৰীহস্ত মুক্তাৱলীয়ে বেনু বাদনৰ সেই মুদ্ৰাটিক মৃগশীৰ্ষ বুলিহে ধৰে আৰু মুৰুলী বজোৱাত সি ব্যৱহাৰ হয় বুলি অৰ্থ লেখিছে। শ্ৰীকৃষ্ণৰ এই মুদ্ৰাটি একেবাৰেই অবিকল মৃগশীৰ্ষৰ মুদ্ৰা নহয়। অনুপৰি বাঁহী বজাৱৰ বেলিকা এখন হাতৰ তিনিটি আৰু

ইখন হাতৰ তিনিটি আঙুলী ব্যৱহাৰ কৰাই স্বাভাৱিক। তৰ্জ্জনী, মধ্যমা আৰু অনামিকা দুয়োখন হাতৰ এই আঙুলি কেউটা কুঞ্চণ কৰি কণিষ্ঠ আৰু অঙ্গুষ্ঠ আঙুলি কেউটি ওপৰলৈ দি আমাৰ মণিপুৰী সকলে বেনু বাদনৰ মুদ্ৰা দিয়া দেখা যায়। তেনে মুদ্ৰা ভাৰতৰ কোনো কোনো ঠাঁইতো ব্যৱহাৰ হয়। গতিকে শ্ৰীকৃষ্ণ মূৰ্ত্তিত আমাৰ যিটি মুদ্ৰা তাক ত্ৰিপতাক বা মৃগশীৰ্ষৰ ৰূপান্তৰ বুলি ধৰিলেও সেইটো একো দোষৰ কথা নহব যেন লাগে। আমাৰ প্ৰাচিন চিত্ৰ আৰু মূৰ্ত্তিবিলাকত এনে সংশোধন কৰি পোনাই দিব নোৱাৰোঁ যেতিয়া, তাৰ অৰ্থটিকে পোনাই নললে উপায় কি ?

ভাবনাত হাতত বাঁহী নথকা কৃষ্ণই অথবা বিষ্ণুনৃত্য কৰিলে এই মুদ্ৰাটিকে হাতেৰে দেখুৱায়। আজিও সত্ৰই সত্ৰই অসমৰ চুকে কানে এই মুদ্ৰাৰে ব্যৱহাৰ। গতিকে এই মুদ্ৰাটি অসমৰে বেনুমুদ্ৰা বুলি ধৰি লোৱাই সকলো ফালৰ পৰা ভাল বুলিব লাগে।

শ্ৰীকৃষ্ণৰ দুয়োহাতৰ এই হস্ত দুটিক 'মুদ্ৰা' বুলি যদি ধৰি লওঁ তেনে এয়ে তাৰ শেষ কথা নহয়। তান্ত্ৰিক মতেৰে কৰা যিখিনি ৰাসোৎসৱৰ বিধি আমাৰ মাজত প্ৰচলিত তাতো অন্যান্য এঁকৈশটি মুদ্ৰাৰ ব্যৱহাৰ কৰা দেখা যায়। তাৰে কেটামান মুদ্ৰা নামেৰে মিলিলেও কামেৰে মিলা যেন নেদেখি। গৰুড়ৰ মুদ্ৰাটি একেবাৰেই পৃথক। তাৰ যিটি 'বেনু' মুদ্ৰা কেবাগৰাকীও বিভিন্ন ঠাঁইত প্ৰাচীন পূজাৰীয়ে দি দেখুৱালে সি অসমৰ পুথিৰ চিত্ৰ আৰু শিলৰ মূৰ্ত্তিৰ মুদ্ৰাৰ অবিকল মিলে, - মৃগশীৰ্ষৰ দৰে মধ্যমা আৰু অনামিকা বুৰা আঙুলিৰে মিলি মৃগৰ মুখটিৰ অনুকৰণ নকৰে - বুৰা আঙুলি পৃথকে থাকে। অন্যত মৃগশীৰ্ষৰ কথা থাকিলেও এনে অৰ্থত তাৰ ব্যৱহাৰ দেখা নেযায়। সেই গুপ্তযুগৰ পৰা বৰ্ত্তমান কাললৈকে লোকৰ লেখেৰে অতি কমকৈও এই ডেৰ হাজাৰ বছৰে অসমৰ শিলৰ ফলকত, শিলৰ মূৰ্ত্তিত, পুথিৰ পাঁথৰ কৃষ্ণৰ মূৰ্ত্তিত, বিষ্ণুৰ মূৰ্ত্তি, তেহেঁলে বেনু থাককে বা নেথাকক সেই বেনুৰ মুদ্ৰা নথকাকৈ নেথাকে। এই মুদ্ৰাটিয়েই বিষ্ণুৰ মূৰ্ত্তি ইভৰৰ পৰা পৃথক কৈ চিনাই দিয়ে। ব্যৱহাৰলৈ চাই অৰ্থান্তৰ কৰি লোৱাৰ কথা ভাৰতত বিৰল নহয়। কেৱল বুঢ়া আঙুলিটি উৰ্দ্ধমুখে তুলি ধৰি বাকী কেউটি আঙুলিৰে মুঠি মাৰিলে যিটি মুদ্ৰা হয় তাৰ নাম শিখৰ। দক্ষিণ ভাৰতীয় নাট্য বিশাৰদ এজনে লিখামতে তাত তাৰ কৰ্ম্ম হ'ল প্ৰেম আৰু আলিঙ্গণ জনোৱা অথবা নাই বা নহয় বুলি বুজোৱা। কিন্তু নাট্যশাস্ত্ৰৰ মতে অবিকল এই মুদ্ৰাটিৰ কৰ্ম্ম হ'ল ধনু তোমৰ আদি অস্ত্ৰৰ প্ৰয়োজন, অধৰ ওষ্ঠ পাদাদিৰ ৰঞ্জণ, আৰু মুখৰ অলকৰ উৎক্ষেপন। অভিধানৰ কোনো শব্দই কাল ক্ৰমে অৰ্থান্তৰ প্ৰাপ্ত হোৱাৰ দৰে নাট্যশাস্ত্ৰৰ মুদ্ৰায়ো বিভিন্ন ভাষা ভাষী প্ৰদেশেৰে এনে এখন বিশাল দেশত অৰ্থান্তৰ পোৱাটো একো বিচিত্ৰ নহয়। যি ঠাঁইত সেই অৰ্থান্তৰ ঘটে তাকে পৰিস্কাৰকৈ সৰ্ব্ব সাধাৰণে যাতে বুজিব পাৰে তাৰ চেষ্টা কৰি ললেহি নৰ্ত্তক অভিনেতাৰ অভিনয়ত বেমেজালি হোৱাৰ আশঙ্কা নেথাকে।

কুলীন নৃত্য বুলিবলৈ আমাৰ যি প্ৰাচীন মণিপুৰী আৰু সত্ৰীয়া নাচ আছে সি আচলতে ভাৰতনাট্যম্ হলেও প্ৰকাৰত তাৰ পাৰ্থক্য যথেষ্ট আছে। সাধাৰণতে হাৰ্ম্মনিয়ম, এচ্ৰাজ, তবলা আদি বাদ্য যন্ত্ৰেৰে হিন্দী বা বাংলা গান গাই এক বা একাধিক বালিকাক নচুৱাই যি বিলাক নাচ সিবিলাকৰ কোনো কোনো দলে দেখুৱাই ফুৰে সি মনিপুৰী নৃত্য নহয়, মণিপুৰী নাচহে। আমাৰ ভৈয়ামত একালত চলা 'চোকোৰা নাচ' আৰু দেৱগএগ নাচৰে সি এক উন্নত সংস্কৰণ। তাত সিবিলাকৰ অঙ্গহাৰ আৰু গতি প্ৰচাৰৰ পুৰণি গোন্ধ জান নেজান কৈ থাকিলেও আচলতে উত্তৰ ভাৰতৰ সি অতি সাধাৰণ নৃত্যৰ অনুকৰণৰ 'হাওয়া' বা মোহ— ধনী খিতাপী আৰু ডেকা দলৰ বিলাসৰ সামগ্ৰী। তথাপিতো তাৰ মাজেদি সুমধুৰ কণ্ঠস্বৰৰ লহৰ আৰু স্বভাৱিক নৃত্য লাস্য মধুৰিমাৰ মহিমাৰে প্ৰভাৱতী নামৰ মণিপুৰী বালিকা এটিয়ে বঙ্গদেশৰ স্বদেশী সঙ্গীতৰ ধ্বনাৰেৰে এই উপত্যকাৰ পশ্চিমৰ পৰা পূৰ্বলৈকে এইয়া সিদিনা বিংশ শতাব্দীৰ আৱস্তণিত কঁপাই থৈ যোৱা আমাৰ মাজৰ বহুতেই জানে। মণিপুৰী নৃত্য হ'ল একেবাৰেই পৃথক — এক

জাতীয় সম্পত্তি — যেনে চিত্তৰঞ্জক তেনে মহান। এই নৃত্য আমি আজিও দেখা পাওঁ সিবিলাকৰ ধৰ্ম্ম সম্বন্ধীয় অনুষ্ঠানত, বিশেষঁকৈ ৰাস লীলাত। মহাভাৰতৰ চিত্ৰাঙ্গদাদেৱীক গন্ধৰ্ব্বৰাজকুমাৰী বুলিছে। গান্ধৰ্ব বিদ্যা মণিপুৰত কোন অনাদি কালৰ পৰা চলি আহিছে কোনেও কব নোৱাৰে। নৃত্যনাট্যক বিশিষ্ট গঢ় এটি দিবঁলৈকে সৃষ্টিকৰ্ত্তাই যে গন্ধৰ্ব কুলক সৃষ্টি কৰিছিল তাৰ কথা নাট্যশাস্ত্ৰৰ প্ৰথম অধ্যায়তে পোৱা যায়। নীলকণ্ঠৰ নৃত্যত মৃদু মধুৰ অঙ্গহাৰেৰে যি 'ৰসভাবক্ৰিয়াত্মিকা' কৈশিকী নামৰ বৃত্তিটি ফুটি পৰিছিল সেই সুচিকোন আৰু সুকোমল মাজেৰে শৃঙ্গাৰ ৰস সম্ভৱ বৃত্তিটি তিৰোতা নহলে পুৰুষে কোনোমতেঁই ফুটাব নোৱাৰে দেখি সৃষ্টি কৰ্ত্তাই মনেৰে অপ্সৰা সকলক সৃষ্টি কৰিছিল——— ......। "অশক্যা পুৰুষৈঃ সাধু প্ৰযুক্তুং স্ত্ৰীজনাদৃতে ততোহসৃজন মহাতেজা মনস্যাৎস্পৰসো বিভুঃ। ...... ॥" সিবিলাকৰ লগে লগে "নাৰদাদ্যাশ্চ গন্ধৰ্বাঃ" নৃত্য নাট্যত নিয়োজিত হ'ল। ইয়াৰ উপৰিও "আতোদ্যবিধি" অৰ্থাৎ বাদ্য যন্ত্ৰাদিৰ প্ৰসঙ্গত নাট্য শাস্ত্ৰৰ অষ্টাবিংশ অধ্যায়ৰ আদি ভাগতে নানা বাদ্য সমাশ্ৰয়েৰে "স্বৰতাল পদযুক্ত অস্ত্ৰীগত আত্যোদ্যকে" গান্ধৰ্ব নামেৰে অভিহিত কৰিছে আৰু লগতে কৈছেও গন্ধৰ্ব সকলৰ পৰা ইয়াক পোৱা হৈছে গুণে ইয়াক গান্ধৰ্ব বোলা হৈছে। "গন্ধৰ্বান্যমিদং যস্মাৎ তস্মাৎ গান্ধৰ্বমুচ্যতে।" অস্ত্ৰীৰ সৈতে স্বৰতাল আৰু পদাশ্ৰয় যি আতোদ্য বিধি যি নৃত্য নাট্য সেইটি হ'ল সিবিলাকৰ অৱদান। মহাভাৰতত আৰু উল্লেখ আছে নৃত্যকলাত বৃহন্নলা বোলা ছদ্মনামেৰে বিশেষে ব্যুৎপত্তি লাভ কৰাৰ বাবে অজ্ঞাত-বাস কালত বিৰাট ৰাজকুমাৰী উত্তৰাক নৃত্যশিক্ষা দিবঁলৈ বীৰ শ্ৰেষ্ঠ মধ্যম পাণ্ডৱক নিযুক্ত কৰা হৈছিল। এই গান্ধৰ্ব বিদ্যাৰ 'ব্যুৎপত্তি হোৱাৰ কথাটি গন্ধৰ্ব ৰাজকুমাৰীৰৰ সংস্পৰ্শতে ঘটা কথা বুলি অনেকৰে বিশ্বাস। সুদূৰ অতীতৰ পৰাই যে মণিপুৰী সকল নৃত্য নাট্যত বিশেষ পটু আছিল এই কথা বৰ্ত্তমান নৃত্যচৰ্চ্চাৰ অভিজ্ঞতা আৰু নিজ নিজ সংস্কাৰঁলৈ চায়ো অস্বীকাৰ কৰিব নোৱাৰি। সিবিলাকৰ নাৰী সকলৰ কণ্ঠস্বৰ আৰু শৰীৰৰ স্বাভাবিক সৌষ্ঠৱঁলৈ চাই কব পাৰি সিবিলাক যেন নৃত্য নাট্যৰ নিমিত্তেই সৃষ্টি হৈছে। সেই নৃত্যকলাত ভাৰতনাট্যৰ কৈশিকী বৃত্তিয়েঁই হয়তো বহুকাল চলি আহি বৈষ্ণৱ যুগৰ নবজাগৰণত মহা প্ৰভু চৈতন্য দেৱৰ প্ৰেৰণাত সুমধুৰ নৃত্যৰ মাজেদি মধুৰ ভাব বিকশিত হ'লহি। জাতীয় সংস্কাৰ স্বৰূপে নিজৰ নৃত্য আছিল বুলিয়েঁই মধুৰ ভব প্ৰকাশৰ এই অৱসৰ। সেই একেঁই প্ৰেৰণা বঙ্গদেশত ফুটিলে ভক্তসকলৰ পদাৱলীত আৰু সংকীৰ্ত্তনৰ স্বাভাবিক নৃত্যত। সংকীৰ্ত্তনৰ নৃত্য হল স্বতঃ প্ৰণোদিত। ভাব গদ্‌গদ্ হৈ তাত বাহু তুলি হালি জালি যি নৃত্য কৰা দেখা যায় তাক কলা হিচাপে কোনেও সাধনা কৰাৰ আৱশ্যক নকৰে। দেখাক দেখি গা ঢালি দিলেঁই হৈ যায়।

ইবিলাকৰ অতি প্ৰাচীন দেবদেৱীৰ আশীৰ্ব্বাদ সূচক "লাই- হাৰোবা" নামৰ যিটি নৃত্য আছে, আৰু ইয়াৰ বাজেও যি তিনি চাৰিটি নৃত্যৰ কথা শুনা যায় সেই সকলোবিলাকৰ পম প্ৰবাদৰ মাজত হেৰাই পৰিল। বৰ্ত্তমান অৱস্থাত তাৰ আচল স্বৰূপটি চিনি উঠা টান। কোন বিশিষ্ট মতত ই প্ৰতিষ্ঠিত, সকলো ফালৰ পৰা মিলাই লৈ এটি অনুমান কৰাও আৰু কঠিন হৈ পৰিছে। তথাপি, প্ৰাচীন গান্ধৰ্ব্বৰ এটি অতি ক্ষীন ঝঙ্কাৰ সিবিলাকৰ সিৰে সিৰে যে বৈ আছে তাক কোনোমতেঁই অস্বীকাৰ কৰিব নোৱাৰি। গীত বাদ্য আৰু নৃত্য সিবিলাকৰ জন্মগত সংস্কাৰ। শান্তি নিকেতনে ইবিলাকৰ তাল আৰু নৃত্যত সুৰ সংযোগ কৰাদি নদীয়ায়ো ইবিলাকৰ নৃত্য নাট্যলৈ আনি দিলেহি গোপী প্ৰেমৰ মধুৰ ভাব। মনিপুৰীৰ মধুৰ নৃত্যনাট্য বাহিৰে ভিতৰে অতি সুমধুৰ হৈ পৰিল। মণিপুৰী ৰাসলীলা নৃত্যনাট্যৰ এক অপৰূপ বস্তু— তাৰ তুলনা অন্য ঠাইত পোৱা টান। কি শ্ৰদ্ধাৰে কি ভক্তিৰে যে সিবিলাকে এই নৃত্যাভিনয় কৰে দেখিলে প্ৰাণ শীতল পৰি যায়। সিবিলাকৰ নাৰী অভিনেত্ৰীৰ সুকুমাৰ প্ৰয়োগ— তাত তাণ্ডৱৰ মুদ্ৰা প্ৰাচুৰ্য্য অথবা গতি প্ৰচাৰৰ সকল পদক্ষেপ নাই। মুদ্ৰাৰে নাই তাকো কোৱা নেযায়। ফুটোনুফুটো কৈ ফুটা নাৰীৰ কমনীয় হাতৰ

কোমল মুদ্রা একোটিৰ আভাসে মনপ্রাণ টানি লৈ যায়। নিজা তাল আৰু সুৰৰ যোগে মনৰ মাজত কি এক আনন্দ লোকৰ বাতৰি দিয়েহি তাক প্রকাশ কৰিবৰ ভাষা নাই। শ্রীকৃষ্ণৰ বেশেৰে নৃত্য কৰোঁতাৰ মুখত মৃদুমধুৰ হাঁহিৰে কি সেই প্রসন্ন ভাব, —সংসাৰৰ সকলো কোলাহল যেন তাৰ আলোকত শান্ত হৈ যায়। গোপী সকলৰ মুখ একোখনি জালি কটা আবৰনেৰে আবৰি থকাত সাত্বিক অভিনয়ৰ মুখৰ ভাবৰ অভিব্যক্তিৰ কথাও যে উঠিবলৈ চল নেপায়। কামৰ আকুলতাত পৰম প্রেমৰ শান্ত কিৰণে কি সাত্বিকতা ফুটাই তোলে তাৰ আভাস যোগী ঋষিত বাজে ত্রিতাপক্লীষ্ট জীৱই দিয়েই বা কেনেকৈ ? বিৰোধী ভাবৰ কালিমাৰে কলুষিত হোৱাতকৈ তাৰ ঠাইত মুখ একোখনি ঢাকি অন্তৰৰ সকলোভাব ৰিক্ত কৰি ভাবহীন মুখৰ লাস্য আৰু অঙ্গহাৰৰ যোগে আত্ম সমৰ্পনৰ কথাটি জনালেই সকলো আপত্তি নিৰাস হৈ যায়। ৰাসৰ নৃত্য সাধাৰণ সহজ নহয় ; তাৰ ভাবহীনতাতেই অন্তৰৰ ভাব জিকাৰি উঠে। এটাইতকৈ মনত লাগি যায় মণ্ডলেৰে সেই মহাৰাসৰ নৃত্যটি, —য'ত গোপী একো জনাই তালৰ লয়ত ইটিৰ পাছত সিটিয়ে ক্রমান্বয়ে আবৰ্ত্তন কৰি কৰি শ্রীকৃষ্ণেৰে মুখা মুখি হৈ মজি যায়। ৰাস যেনে বৈষ্ণব দৰ্শনৰ শিৰৰ মুকুট এই নৃত্যটিও ভাৰতীয় নৃত্যনাট্যৰ শিৰৰ মণি।

ভৈয়ামৰ যি প্রচিন প্রচিনৃত্য তাৰ ভঙ্গ আৰু কৰণ আদিৰ আভাস পোৱা যায় মঠ মন্দিৰৰ শিলৰ ফলকত। হাজো আৰু ডুবিৰ মন্দিৰৰ নৰ্ত্তকী সকলে গতানুগতিক নৃত্য পদ্ধতি চলায়ে আছে। তাতো নানা কাৰণে নৃত্যই নিজৰ তেজ হেৰুৱাই জীৰ্ণ কঙ্কাল সাৰ হৈ নাম একোটি মাত্র ৰাখি থকা যেন দেখা যায়। সিদিনা অলপতে আউনি-আটী সত্রৰ অধিকাৰ প্রভুৰ অনুগ্রহত সত্রত হাজোলীয়া নৃত্য এটি দেখি হাজোৰ নৃত্যৰ জনপ্রিয়তাৰ কথা ভাবিবলৈ অৱসৰ পোৱা হৈছিল। দেৱ মন্দিৰত চলা প্রায় নৃত্য বুলিয়েই সত্রতো তাৰ এই আদৰ।

উত্তৰ আৰু দক্ষিণ ভাৰতৰ দেৱমন্দিৰ বিলাকত প্রচলিত দেৱদাসীৰ নৃত্যৰ দৰে আমাৰ প্রাচ্য ভাৰতৰ দেৱমন্দিৰ বিলাকৰ দেৱদাসীৰ নৃত্যয়ো ভৰত বা মতঙ্গ মুনিৰ মাৰ্গকে অনুসৰণ কৰিছিল বুলি বিশ্বাস কৰিব পাৰি। পূজা আৰু আত্মসমৰ্পণৰ ভাব প্রকাশ কৰিব লগা গুণে পূজাৰ মন্ত্র আৰু ক্রমৰ দৰে ই সেই ধাৰাবাহিক গতিৰে চলি থকাই স্বাভাবিক। ইয়াক আমি স্পষ্টকৈ দেখিবলৈ পাওঁ বিগ্ৰহৰ আগত দিয়া আৰতিৰ নৃত্যটিত। কেৱল ঠাই বুলি নাট্যশাস্ত্ৰৰ সংযুত আৰু অসংযুত হস্তাভিনয়ৰ ঠাইত তান্ত্রিক মুদ্রা প্রয়োগ কৰিছিল, এয়ে হয়তো বি প্রভেদ। জয় সাগৰ, শিৱ সাগৰ, দেহগ্রাম আদি মন্দিৰত নট কলিতা সকলৰ নৃত্যৰ কথা সাধুকথা যেন লাগে। অশোকাষ্টমীলৈ যাওঁতে হাজোৰ চলন্তা মাধৱৰ আগে আগে নৰ্ত্তকীয়ে নাচি যোৱাৰ দৰে প্রজা সকলৰ যাত্ৰামঙ্গল সূচোৱা নট নটুৱাৰ যি নৃত্যৰ কথা শুনিবলৈ পোৱা যায় তাৰ আভাস আজি কালি মাজুলীৰ সত্র কেথনিমানতহে দেখা যায়। দেওধনীৰ নাচ একালত হয়তো নৃত্য কলা হিচাপে অৰ্থব্যঞ্জকেই আছিল, কিন্তু আজি কালি শিক্ষা সাধনাৰ অভাৱত তাৰ মহিমা বহুতো কমিল। সিবিলাকে যি অঙ্গহাৰ আৰু যি গতিপ্রচাৰ কৰে তাৰ হয়তো অৰ্থ নিজেও নেজানে চাঁওতাইও নুবুজে। তথাপি সিবিলাকে অন্তৰত ভক্তিৰে নাচে গুণে কেইটিমান কৰনে, কেইটি মান অঙ্গহাৰে, বিশেষকৈ মুকলি চুলিতাৰিৰে প্রতিমাৰ কাষত চৌৰৰ দোলোৱা আৰু প্রতিমাৰ চৰণ মচি দিয়া ভাব ফুটাবলৈ মুৰটি ঘূৰাই ঘূৰাই প্রকাশ কৰা "শিৱ-কৰ্ম্মৰ" লাস্য যিনিয়ে অকল চকুৰে তৃপ্তি সাধন নকৰে, অন্তৰৰ মাজত আজিও গভীৰ ভাবৰ ব্যঞ্জনা জগাই যায়। (refer to Boro dance) প্রাক্‌শঙ্কৰী যুগৰ যি ওজাপালিৰ নৃত্য তাত মাজে মাজে সংস্কৃত শ্লোকৰ ব্যৱহাৰ আৰু মুদ্রা আদিৰে দিয়া কৰণ আৰু অঙ্গহাৰ আদি প্রয়োগৰ আভাসে আমাক অজ্ঞাত ভাৱে লৈ যায় প্রাচিন নৃত্যকলাৰ দেশজোৱা চৰ্চালৈ। কোনো কোনো লব্ধপ্রতিষ্ঠ ওজাৰ কৰণ আৰু নৃত্যৰ মণ্ডল আধুনিকতাৰ 'হাওৱা'ৰ মাজতো আজিৰ এই দিনত বুধজনৰ সুখবোগ্য হৈয়ে আছে।

নৃত্য নাট্যৰ সম্বন্ধে নাট্য শাস্ত্রৰ দ্বাবিংশ অধ্যায়ত চাৰিটি বৃত্তিৰ উল্লেখ আৰু লক্ষণ পোৱা যায়। যাক

প্ৰধান, পুৰুষপ্ৰজোয্য আৰু স্ত্ৰী বৰ্জ্জিত যি নৃত্য নাট্যৰ বৃত্তি তাৰ নাম ভাৰতী। ভাৰতী বৃত্তিৰ মূল ঋক বেদ— আদৰ্শ হ'ল মধুকৈটভৰ সৈতে যুদ্ধোদ্যত ভগবান বিষ্ণুৰ বাক্যাদি প্ৰয়োগৰ সেই বিচিত্ৰ সুললিত অঙ্গহাৰ। সত্ত্ব ফুটি উঠা বচন আৰু প্ৰকৰণেৰে সত্ত্বাধিকাৰ যুক্ত বৃত্তিয়ে হ'ল সাত্বতি। যুৰ্জ্জুবেদৰ পৰা অহা এই বৃত্তিৰ আদৰ্শ — সেই যুদ্ধৰে ভগবান বিষ্ণুৰ শাৰঙ্গ ধেনু ধাৰণত ফুটি পৰে সত্ত্বাধিক উল্লম্ফন আৰু পৰিক্ৰমনত। সুচিকোন, সুকোমল সাজে সজ্জাৰে স্ত্ৰীসংযুত নৃত্য গীতাদি প্ৰকাশক কামপ্ৰভৱ বৃত্তিৰ নাম কৈশিকী। সামবেদৰ এই বৃত্তিটি প্ৰকাশ পাইছিল যুদ্ধৰত ভগবান বিষ্ণুৰ বিচিত্ৰ অঙ্গহাৰৰ লীলাৰে শিখাপাশ বন্ধ কৰাত। মায়া, ইন্দ্ৰজাল, সংগ্ৰাম ক্ৰোধান্ধ আৰু উদ্ভ্ৰান্তাদি ভাবৰ যিটি নৃত্য নাট্যৰ চেষ্টা সেয়ে আৰভ্টী বৃত্তি। এই বৃত্তিৰ মূল অথৰ্ব্ব বেদত। যুদ্ধপ্ৰবৃত্ত ভগবান বিষ্ণুয়ে হতাহতি কাষা কাষি যুদ্ধ কৰোঁতে নানা আবেগত যি বিচিত্ৰ গতি আৰু হস্তাদিৰ প্ৰচাৰ দেখুৱাইছিল, সেয়ে হ'ল এই বৃত্তিৰ আদৰ্শ। আমাৰ দেশৰ মণিপুৰী সকলৰ ভিতৰত কৌশকী বৃত্তিৰ প্ৰচলনৰ কথা কৈ অহা হৈছে। ভৈয়ামত প্ৰাচীন কালৰ পৰাই চলি আহিছিল কৰুণ আৰু অদ্ভুত ৰসৰ ভাৰতী, বীৰ আৰু ৰৌদ্ৰ ৰসৰ স্বাত্বতী, আৰু চলিছিল ভয়ানক, বীভৎস ৰসৰ আৰভটী বৃত্তি। আমাৰ নৃত্য নাট্যৰ সাত্বতী বৃত্তিৰ মাজত যি অলপ কৰুণ আৰু শৃঙ্গাৰ ৰসৰ অভিব্যক্তি আছে তাকো সাত্বতী বৃত্তিতে ধৰিব পাৰি, — "বীৰাদ্ভুত ৰৌদ্ৰৰসা বিজ্ঞেয়া হ্যলপ কৰুণ শৃঙ্গাৰাঃ" এই তিনিওটি বৃত্তিৰ আভাস পোৱা যায় শিলৰ ফলকৰ মূৰ্ত্তি বিলাকত আৰু তাৰে ক্ষীণ আভাস বৈ গৈছিল প্ৰাকশঙ্কৰী যুগৰ ওজাপালী নৃত্যত। মহাভাৰত আৰু ৰামায়নৰ পদাৱলী গোৱা ওজাসকলে আজিও বীৰ, ৰৌদ্ৰ, ভয়ানক আদি ৰসবিলাকৰ যি কৰণ অঙ্গহাৰেৰে একো একোটি মণ্ডল দি যায় তাক সমাহিত চিত্তে চালে বেচ বুজিব পাৰি সিযে ভাৰত নাট্যৰে ক্ষীণ কঙ্কাল। নটুৱা নাচতো কৰণ অঙ্গহাৰেৰে নানা গতি প্ৰচাৰৰ আভাস যি অলপ পাৰৈলে আছে সিয়ে নৰ্ত্তক বিশেষৰ সৌষ্ঠব পূৰ্ণ অঙ্গ প্ৰত্যঙ্গত ফুটি পৰি আজিও চালে চকু বোৱা হৈ আছে। দক্ষিণ ভাৰতৰ কথাকলি নৃত্যৰ দৰে ইয়াত মুদ্ৰাৰ বাহুল্য নাই; তাল লয়েৰে শৰীৰৰ বিবিধ ভাঙ্গি আৰু গতি প্ৰচাৰ ঠগুৱা কৈ প্ৰচাৰ কৰাই এই নাচৰ বিশিষ্টতা। এই নৃত্যৰ যোগে কোনো ভাবৰ বিশেষ ব্যঞ্জনা নহয় গুণে নেত্ৰ, ভ্ৰু আৰু মুখৰ আগৰ অভিনয়ৰ আৱশ্যক নকৰে। মুখৰ শ্ৰমজনিত ক্লান্তি কালিমা ঢাকিবলৈকে হওক অথবা ব্যক্তিগত পৰিচয় পাহৰাবলৈকে হওক নটুৱা বিলাকৰ মুখ সাধাৰণতে মণিপুৰীয়া গোপীৰ দৰে জালি কটা ওৰণিৰে ঢকা থাকে। নৃত্যত কেৱল দেৱতাৰ অঙ্গহাৰ গতি প্ৰচাৰেৰে প্ৰকাশ কৰি তাৰ মাঙ্গল্য, তাৰ পৱিত্ৰতা দৰ্শকৰ মনত জগাই তুলি আনন্দ দান কৰে, সেই উদ্দেশ্যেই নটুৱা নাচ কৰোৱা হয়, — "মাঙ্গল্যমিতি কৃত্বা চ নৃত্যমেতৎ প্ৰকীৰ্ত্তিতম্"। —"বিনোদ কৰনং চৈব নৃত্যমেতৎ প্ৰকীৰ্তিৰ্তম্।"

অন্য কোনো বিশেষ ৰসৰ অপেক্ষা নকৰি এইদৰেই হয়তো নৃত্যকলাই মুদ্ৰাদিৰ কথালৈ বৰকৈ কান নিদি বহুকাল চলি আছিল। সেইবুলি মূল বিশেষে এই হস্তাভিনয়ৰ ভাব ক্ষীণ ভাবে হলেও ফুটোৱা নাছিল বুলি কলে সত্যৰ অপলাপ কৰা হব। নাট্যশাস্ত্ৰই দি যোৱা স্বাধীনতা তাৰেই বীজ স্বৰূপ মুদ্ৰবিলাকৰ যে আমাৰ দেশত বিশেষ ৰকমে চৰ্চ্চা হৈ আহিছে ইয়াক অভ্ৰান্ত ভাবে বুজাই দিয়ে। "হস্তমুক্তাৱলীৰ" অনুবাদ আমাৰ শ্ৰীহস্তমুক্তাৱলী নামেৰে প্ৰাচীন পুথি খনিয়ে। আমি যাক মুদ্ৰা বোলোঁ তাক নাট্যশাস্ত্ৰই "হস্তাভিনয়" বোলে, আৰু শ্ৰীহস্তমুক্তাৱলীয়ে বুলিছে "হস্ত"। প্ৰাচীন কামৰূপৰ তান্ত্ৰিক সকলে অৰ্থব্যঞ্জক ইঙ্গিত বা প্ৰতীক বুজাবলৈকে যে মুদ্ৰা শব্দ ব্যৱহাৰ কৰিছিল তাত অকনো সন্দেহ নাই। পাচলৈ সেই শব্দকে বৈষ্ণৱ সকলে অভিনয়ৰ 'হস্ত' অৰ্থত ব্যৱহাৰ কৰিবলৈ ললে। ডেৰ হাজাৰ দুহেজাৰ বছৰ ধৰি গোটেই দেশ জুৰি চলি অহা ভাবভ্ৰান্ত্যমৰ হস্তাভিনয়, তাৰ ঠায়ে ঠায়ে এৰা ধৰা, ঠায়ে ঠায়ে অৰ্থ বিকৃতি বা অৰ্থযোজনা যে ঘটিল এই কথা দুলাই নকলে ও হয়। খৃষ্টাব্দৰ বাৰ তেৰ শতিকাত প্ৰাদেশিক কৃষ্টি সৃষ্টি হোৱাৰ

মুৰামুৰি সময়ত বিষম বেমেজালিৰ হাত সাৰিবঁলৈ হস্তমুক্তাবলীৰ অতি আৱশ্যক হল, যাতে এনে এটি জনপ্ৰিয় কলাৰ বুজা পৰা জন সাধাৰণৰ মাজত অভ্ৰান্ত ভাবে চলি থাকে। তেতিয়াৰ মিথিলাৰ হস্তাভিনয়ত বিশেষ ব্যুৎপত্তি থকা মহন্ত সকলৰ জ্ঞানকে হস্তামুক্তাবলীত লিপিবদ্ধ কৰিলে শুভঙ্কৰ কবিয়ে। পূব মিথিলাৰ কলাকৃষ্টি য'লৈকে য'লৈকে প্ৰচাৰ পাইছিল তলৈকে তলৈকে এই পুথিৰ নকলো অবাধে গৈছিল। মহামহোপাধ্যায় শাস্ত্ৰীদেৱে নেৱাৰি আখৰেৰে নেপালৰ পৰা এখন, বঙলা আখৰেৰে বঙ্গদেশৰ পৰা এখন হস্তমুক্তাবলীৰ নকল উদ্ধাৰ কৰাৰ কথা শুনা যায়। আমাৰ যিখন আউনিআটিত থকা অসমীয়া ভাঙনিৰে শ্ৰীহস্তমুক্তাবলী সেইখনিৰ সন্ধান তেখেতে নেপালে। পুথিখনিৰ ভাঙনিৰ ভাষা প্ৰাচিন কামৰূপী-পূব মিথিলাৰ পৰা বৈ অহা তাত প্ৰচিন ধাৰা এটি বেচ পৰিলক্ষিত হয়। পুথি খনি প্ৰাক্‌শঙ্কৰী যুগৰ নে শঙ্কৰী যুগৰ তাৰ সঠিক সন্ধান এতিয়াও হোৱা নাই। যদি অইন কৰবাৰ পৰা সংগ্ৰহ নকৰি আউনিআটিতে কৰা ভাঙনি হয় তেতিয়া শঙ্কৰদেৱৰ কিছু বছৰৰ পাচৰ বুলি ধৰি লব পাৰি। একালত বিভিন্ন জাতিৰ সমাগম আৰু সংমিশ্ৰণ আদিৰ গুণত স্বভাৱতে মুখে মুখে চলি অহা শ্লোক বিলাকৰ অৰ্থ-ব্যাভিচাৰ ঘটি উঠাত আচল বাটটি ধৰাই দিবৰ মনেৰে অন্য ক্ষেত্ৰত হোৱাদি হয়তো নৃত্যকলাতো এই সংগ্ৰহ আৰু অনুবাদৰ চেষ্টা চলিছিল শঙ্কৰী যুগত প্ৰয়োজিত হোৱা যেই হওক নৃত্য নাট্যৰ মুদ্ৰা আদিৰে বিশুদ্ধ অভিনয় বিলাকত যাতে মাৰ্গসঙ্গীতৰ সাঁচ ফুটি উঠে, সেই উদ্দেশ্যেৰেই এই পুথিৰ যে ভাঙনি তাক নহয় বোলাৰ কাৰণ একো নাই। এই পুথিত থকা অতিৰিক্ত মুদ্ৰাদিৰ সৈতে দিয়া অৰ্থ সঙ্কেতে আৰু প্ৰচিন মুদ্ৰাদিৰ প্ৰয়োগ বিধিৰ বাহুল্যে অন্য অনুমানৰ লগতে একবাক্যে ডাঠি কয় যে অন্ধকাৰ যুগতো ভাৰতীয় নৃত্যনাট্য এই দেশত নিজৰ তেজেৰে চলিয়ে আছিল। বৈষ্ণৱ যুগৰ নৱ জাগৰণৰ লগে লগে তাৰ জীৰ্ণ জঁকাত আকৌ এবাৰ প্ৰাণ সঞ্চাৰ হবঁলৈ ধৰিলে। মহাপুৰুষ শঙ্কৰদেৱৰ আপ্ৰাণ চেষ্টাত নীৰস ভক মুঞ্জৰি উঠিল। তেতিয়াৰ ধৰ্ম্ম, তেতিয়াৰ জাতীয় ভাব নৃত্যনাট্যৰ মাজেদি জন সাধাৰণৰ মাজলৈ জিকাৰি গ'ল। সেয়ে মণিপুৰী সকলৰ দৰে কৈশিকী বৃত্তিৰ মাজেদি নহয়, শৈব আৰু শাক্ত সকলৰ মুদ্ৰাবাহুল্য তাণ্ডৱ আৰু সুকুমাৰ প্ৰয়োগৰ মাজেদি নহয়, — জিকাৰি গ'ল ভাৰতী, সাত্বতী আৰু আৰভটী বৃত্তিৰ মাজেদি— ভগৱান বিষ্ণুৰ যুদ্ধ বিগ্ৰহৰ কৰণ অঙ্গহাৰে'ৰ গতি প্ৰচাৰ আদিৰ আদৰ্শ আভাসত। ৰামায়নৰ ৰঘুৰজাৰ দিনৰ পৰা, মহাভাৰতৰ নৰকাসুৰ, ভগদত্তাদিৰ দিনৰ পৰা এইয়া সিদিনাৰ ম'হগড়ৰ ৰণলৈকে চামে চামে জাগি উঠা ৰণৰ ৰণজেউতিয়ে গোটেই জাতিটিৰ যুদ্ধ লিপ্সা জগাই ৰাখিছিল। তাৰ অৱসৰৰ আমোদ প্ৰমোদতো সেই লিপ্সা মূৰ্ত্তিমতী হৈ প্ৰকাশ যে পাব তাত আচৰিত হবলগীয়া আছে। এই প্ৰসঙ্গত বীৰ জাতি ৰাজপুত সকলৰ বৰৰ আদৰণী প্ৰথাটিও উল্লেখযোগ্য, সিবিলাকে আগৰ দিনত বিবাহৰ আমোদ উৎসবতো যুদ্ধৰেই আভাস বিচাৰিছিল। কৃষ্ণ লীলাৰ বীৰ, ৰৌদ্ৰ, অদ্ভুত আদি ৰস বিলাকেই তাৰ কাব্যৰ মাজে, নাট্যৰ মাজে, নৃত্যৰ মাজে বেচি পৰিমানে ফুটিবঁলৈ ধৰিলে, তুলনাত কৰুন শৃঙ্গাৰ আৰু হাস্য ৰসৰ বেগ তেনেই কমি পৰিল। আজিৰ দিনতো ভাৱনাৰ মাজত যি নৃত্য আছে তাৰ ভিতৰত বীৰ ৰৌদ্ৰ আদি ৰসৰ নৃত্যইহে স্পষ্টকৈ চকুত চমক আৰু প্ৰাণত আনন্দ দি যায়। যুদ্ধ বিগ্ৰহাদিৰ নৃত্য নথকা ভাৱনা নাই বুলিলেই হয়। যি নাটকীয় ঘটনাত যুদ্ধাদিৰ অৱসৰ নাই তাতো কিবা প্ৰকাৰে যুদ্ধৰ নৃত্য একোটি নিদিয়াকৈ থলে নাটকৰ অভিনয় জনপ্ৰিয় নহয়। ভাৱনাৰ নৃত্যকলাত বীৰ ৰৌদ্ৰাদি ৰসৰ পৰা মাজে মাজে ৰসান্তৰলৈ দৰ্শকৰ মন টানি নিবঁলৈ বহুৱাৰে যি হাস্যৰসৰ নৃত্য দেখুৱায় তাতো নাট্য শাস্ত্ৰৰ ইঙ্গিতকে প্ৰকাশ্যে পোৱা যায়। বিদুষকৰ অঙ্গহাস্য হ'ল দাঁত উলিয়াই কুঁজাকৈ লেংচুটিয়াই অথবা মুখ ভেংচুটিয়াই কেঁউপিনে চাই পিৰিক পাৰাকৈকে চৰাই একোটিৰ দৰে দীঘলাই খোজদি প্ৰৱেশ কৰা। ভাৱনাৰ বহুৱাই অনেক ঠাইত তাল আৰু লয়েৰে তাকেই যে কৰে !

ভাৱনাৰ নৃত্যবিলাকৰ ভিতৰত বৰ্ত্তমান আচল স্বৰূপ একোটি ধৰি উঠা টান। সত্ৰ বিলাকৰ সূত্ৰধাৰীৰ নৃত্য আৰু নামনি অসমত প্ৰচলিত বায়েনৰ অৰ্থাৎ সূত্ৰৰ নৃত্যত ভালেখিনি প্ৰভেদ দেখা যায়। হাতত চোঁৱৰ লৈ কৰা বায়েনৰ নৃত্য সত্ৰৰ নৃত্যতকৈ উৰেষাৰ সূত্ৰৰ নৃত্যৰহে বেচি সাদৃশ্য থকা যেন লাগে। এক কৃষ্ণৰ নৃত্যকে সত্ৰই সত্ৰই ভিন যেন দেখি। কোনো কোনো মহাপুৰুষীয়া সত্ৰত অগ্নিগড়ৰ আঁৰ কাপোৰ অতঁৰালেই কৃষ্ণক দেখা যায় আঠু কাঢ়ি হাত দুখনি মাটিত থৈ গা চোৱা ভঙ্গি নচুৱাই এটি তালৰ বোল শেষ কৰে। সি হয়তো কীৰ্ত্তনৰ "শিশুলীলাৰ আঠু কাঢ়ি ৰিঙ্গ পাৰি ফুৰাব্ৰজ মাজে" ভাবটিৰেই অনুপ্ৰাণিত হোৱা নৃত্যৰ আভাস। প্ৰাচীন ডাঙৰ সত্ৰ বিলাকতো কৃষ্ণ নৃত্যৰ বোল আৰু ধৰণাদিৰ প্ৰায়েই মিল দেখা নেযায়। তথাপিতো তাত এটি বা দুটি পাৰিপাৰ্শ্বিকে নাচৰ অনুকৰণ কৰি যোৱা দেখিলে আমাৰ মন টানি লৈ যায় সেই বালী দ্বীপ, যব দ্বীপৰ পাৰিপাৰ্শ্বিকৰ নৃত্যৰ মাজেদি প্ৰাচীন ভাৰত নাট্যমৰ কাষলৈ, য'ত মহাদেৱৰ লগে লগে ভৃঙ্গীয়েও এনেদৰে নচাৰ প্ৰবাদ আজিলৈকে চলিয়ে আছে। কোনো কোনো সত্ৰই বঙ্গলুৱা বাজনা সুমোৱাত এই পাৰ্থক্য ঘটিব পাৰে, অথবা এনেও হব পাৰে — কৰণ আৰু অঙ্গহাৰ আদিৰ অৰ্থলৈ বেচি মন নকৰি সৌষ্ঠৱ যুক্ত অঙ্গেৰে হস্ত প্ৰচাৰ আৰু গতিপ্ৰচাৰ কৰিবলৈ গৈয়ে এই পাৰ্থক্য ঘটাইছে। হাতৰ মুদ্ৰাৰে অস্ত্ৰ শস্ত্ৰাদিৰ অৰ্থ বুজাই বাদ্যভাণ্ডৰ একো একো বিশেষ লয়ৰ গতিৰে নৃত্যৰ ভাব জাগ্ৰত কৰা দক্ষিণ ভাৰতৰ যি কথাকলি নৃত্য তাৰ পৰাও সত্ৰীয়া নৃত্য আঁতৰি পৰিছে। নাট্য ধৰ্ম্মীকৈ সজা অস্ত্ৰ শস্ত্ৰ বিলাক হাতত লৈ নাচি অহাত আমাৰ ভাৱনাৰ বীৰৰ নাচত মুদ্ৰা দিয়াৰ অৱকাশ নাই, কিন্তু যি আছে তাকে নিয়াৰি কৈ দৰ্শকৰ মন মুগ্ধ কৰি দেখুওৱাৰ অৱকাশো যে নাই সেইটিহে আচলতে দুখৰ কথা। মণিপুৰী ভাই ভনী সকলৰ ভিতৰত তাল খোল বজোৱা আৰু নৃত্যাদি কৰা একে বেশ, একে তিলক ধাৰণৰ ধৰণ, অবিকল একে সাঁচৰ উষ্ণীষৰ কথাই নাই একে জোখৰ একে সময়তে একে লাহ একে ভঙ্গিৰে দিয়া একে সাজৰ বাদ্য যন্ত্ৰৰ আঘাতত অকল মাধুৰ্য্যই ফুটি নপৰে সৌন্দৰ্য্যৰ চমকো জিলিকি যায়। ৰণুৱাৰ কুচকাৱাজত এনে ধৰণৰ নিয়াৰি এনে ধৰণৰ 'এক' আছে বুলিলেই কতই চকু নভঙ্গাকৈ চাই থাকে — হেপাহ যেন নপলায়। শাৰীৰিক লাৱন্যৰ অৰ্থযুক্ত অঙ্গভঙ্গিৰে এনে এটি 'এক'কে চাবলৈ বিচাৰে। তাকে নেদেখিলেই সি হতাশ হয়। কথক নৃত্যই উত্তৰ ভাৰতৰ তবলাৰ বোল তোড়া আদি তীৰ বেগেৰে ভৰিত ফুটাই দি যায়। অন্য অঙ্গ-প্ৰত্যঙ্গৰ সবিশেষ কাৰ্য্য বা আবেগৰ সুপ্ৰকাশ বৰকৈ চকুত নপৰে। চকুত লাগি যোৱাৰ ভিতৰত ইয়াত দেখা যায় সেই তেহাইৰ আড়ম্বৰেৰে সমত উপস্থিত হৈ বৈ যোৱা মনোহৰ ভঙ্গিৰে চমক একটি। এনে সমৰ চমক খোলৰ ঘেঁতাৰ অন্তত আমাৰ প্ৰাচ্য নৃত্যটো দেখিবলৈ পোৱা যায়। কমলাবাৰীৰ সূত্ৰৰ নৃত্য দেখা সকলে নিশ্চয় এই চমক উপভোগ কৰিবলৈ পাইছে। প্ৰাচ্য ভাৰতৰ নৃত্য ভাৰতীয় নৃত্য হলেও আকাৰ প্ৰকাৰ আৰু ধৰণ কাৰণত ভাৰতৰ অন্য প্ৰদেশৰ কথক আৰু কথাকলি নৃত্যতকৈ দেখাত কিছু প্ৰভেদ। পঞ্জাব, যুক্তপ্ৰদেশ আৰু মধ্যপ্ৰদেশত প্ৰচলিত কথক নামৰ নৃত্যত আমি যি চাঞ্চল্যেৰে যি লাৱন্য দেখোঁ, চৰণৰ ক্ষিপ্ৰতাত যি চমৎকাৰিতা অনুভব কৰো, শাৰীৰিক আবৰ্ত্তনেৰে মণ্ডলাকাৰ পৰিক্ৰমনত যি চমক দেখোঁ, হস্তাভিনয়ৰ বাহুল্য নেথাকিলেও অৰ্থব্যঞ্জক অঙ্গাভিনয়েৰে কেতিয়াবা যি একোটি কথা প্ৰকাশ কৰা পাওঁ, আমাৰ প্ৰাচ্য নৃত্যত অবিকল সেই চানেকীয়া ধৰণ একো নাই। আমাৰ নটুৱাৰ নাচ, সূত্ৰধাৰীৰ নাচ, আৰু বীৰৰ নাচবিলাক এক অসাধাৰণ বস্তু। অলপ ধতুৱা মানুহৰ পক্ষে শেষলৈকে সৌন্দৰ্য্য ৰক্ষা কৰি সহজ ভাবে তাক দেখুওৱা সম্ভৱপৰ নহয়, সি সদায় পুৰুষোচিত শক্তিৰ ওপচনি খিনিকে অপেক্ষা কৰে। তাৰ কৰণ আৰু অঙ্গহাৰেৰে কৰা অঙ্গচালনাত আৰু পৰিক্ৰমনত ক্ষিপ্ৰতা যথেষ্ট আছে। আৰু সেই ক্ষিপ্ৰতাই খোল আৰু তালৰ বোলেৰে মিলি অন্তৰত আমাৰ ভাবানুযায়ী উপাদেয় ৰসৰ উদ্দীপনা কৰে। নটুৱাৰ 'নৃত্তত' ঠায়ে ঠায়ে চমক লগোৱা কুৰ্দ্দিলে ঠাই

আছে যদিও, আচলতে তাত শৰীৰৰ শুচিতা আৰু কমনীয়তা শুৱলাকৈ ফুটি উঠে, আৰু সেয়ে তাক ইতৰ কুস্তিকৰৰ বাহাদুৰিৰ পৰা বেলেগাই কলাৰ কোলালৈ লৈ যায়। নটুৱাই নাচে শৰীৰৰ বিবিধ সৌন্দৰ্য্য অঙ্গিভঙ্গিৰে প্ৰকাশ কৰি প্ৰেক্ষাকৰ প্ৰাণত আনন্দ দিবলৈ, কুস্তিকৰে কুস্তি কৰে শৰীৰ পটুতা প্ৰকাশ কৰি দৰ্শকৰ মনত চমক লগাবলৈ। আমাৰ ৰাধাৰ নৃত্য, গোপীৰ নৃত্য, ৰাজকুমাৰীৰ নৃত্য ধীৰ, গম্ভীৰ; তাৰ পদক্ৰমণত আৰু অঙ্গবিক্ষেপত নাৰীসুলভ লয় লাসৰ এক মৃদুল আভাস আছে। আমাৰ ভাৱনাত পুৰুষে নাৰীৰ নৃত্য কৰে গুণে প্ৰায় অনেক সময়ত তাক স্বাভাবিক ভাবে ফুটাব নোৱাৰাত সি যেনে হৃদয়গ্ৰাহী হব লাগে তেনে হয়তো নহব পাৰে, কিন্তু য'ত নাৰীৰ নৃত্য নাৰীয়েই কৰে সেই মণিপুৰত ৰাধাৰ নৃত্য আৰু গোপীৰ নৃত্যত এনে এটি লালিত্য, এনে এক আধাত্মিকতা ফুটি উঠে যাৰ পোহৰত আজিও সি জগতৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰিছে।

নৃত্যৰ পদ্ধতি হিচাপে প্ৰাচ্য ভাৰতৰ লগত কথাকলিৰ বহুতো মিলে। তাৰ মুদ্ৰা বাহুল্য, অঙ্গৰাগ ৰচনা আৰু বাদ্যাদি সংযোজনাত যে বৈশিষ্ট্য আছে তাক সচৰাচৰ আমাৰ ভাৱনাত হুবহু তেনেকৈ নেদেখুৱায়। আমাৰ ভাৱনাৰ নৃত্যত মুদ্ৰাৰ প্ৰচলন কথাকলিৰ দৰে সিমান বেচি নহয়। অঙ্গৰাগ ৰচনাৰ নামত যদিও মুখা অথবা মুখত বৰ্ণনালেপনৰ ব্যৱস্থা আছে তথাপি সি কথাকলিৰ দৰে সিমান পৰিপাটি যেন নেলাগে। সিবিলাকৰ নৃত্য নাট্যত কোনো বিশিষ্ট পাত্ৰ পাত্ৰীৰ প্ৰবেশ পথত সুন্দৰ ত্ৰিশিলা এখনি ধৰি বাদ্যভাণ্ডাদিৰ যি তীব্ৰ বা মৃদু আঘাতেৰে সেই সেই চৰিত্ৰৰ আগজাননী দিয়ে। ই সঁচাকৈয়ে বৰ অৰ্থ ব্যঞ্জক বৰ চিত্তাকৰ্ষক। আমাৰ ভাৱনাতো শ্ৰীকৃষ্ণৰ প্ৰবেশৰ বেলিকা সূত্ৰধাৰীয়ে আগতে "স্বৰ্গ দুন্দুভি" শুনাৰ অভিনয় কৰি অগ্নিগড়ৰ মাজেদি ত্ৰিশিলাৰ দৰে আঁৰ কাপোৰ এখনি ধৰি দবা বজাই হৰিধ্বনি কৰি যেনেকৈ প্ৰবেশ কৰোৱায় সিও যে কম চিত্তাকৰ্ষক বা অৰ্থব্যঞ্জক এনে নহয়, কেবল কলাৰ প্ৰয়োগ কৌশলগত যি অলপ প্ৰভেদ। ভাৱনাৰ প্ৰধান পাত্ৰ সূত্ৰধাৰীক পোনেই উলিয়াবৰ বেলিকাও প্ৰায় এনে দৰেই উলিয়ায়। শৰক্ষেপ, পতন আদি নৃত্য নাট্যৰ অনুভাব বিলাক উপযোগী বাদ্যভাণ্ডাদিৰ ধ্বনি আৰু লয়েৰে যেনে প্ৰানৱন্তকৈ কথাকলিয়ে দেখুৱায় তেনে এক চেষ্টা আমাৰ ভাৱনাৰ নৃত্যত দেখা নেযায়। প্ৰয়োগ কৌশলৰ অপটুতাত ভাৱনাই হয়তো এনে একোটি আচল কথা কাহানিবাই পাহৰি পেলালে। সিবিলাকে ঘাই ঘাই চৰিত্ৰবিলাকৰ অঙ্গৰচনা কৰোঁতে মুখৰ ভাগ বহল দেখুৱাবলৈ অন্য বস্তু লগায় যদিও চকু আৰু মুখ মুকলিকৈ ৰাখে যাতে নৃত্যত আৱশ্যকীয় ভাব প্ৰকাশত কোনো ৰকমে ব্যাঘাত নোপজে। আমাৰ ভাৱনাৰ মুখাই চকু মুখ ঢাকি থয়, ভাৱৰীয়াই ভাব প্ৰকাশ কৰিবলৈ সুচল নেপায়। আমি সৰুকালতে দেখা ভাৱনাবিলাকত যি বৰ্ণানুলেপনৰ ব্যৱস্থা দেখিছিলোঁ তাত নাট্যশাস্ত্ৰৰে প্ৰভাব পৰিস্কাৰকৈ জিলিকি আছিল। আজিও আমাৰ মাজত চলি থকা দুই এটি পুৰণিকলীয়া ৰীতিত এই ব্যৱস্থা পাবলৈ আছে। আমাৰ বজাঘৰীয়া দূৰ্গা প্ৰতিমাৰ অনুকৃতিত চলি থকা শিৱসাগৰৰ দেৱী দ'লৰ মহিষাসুৰৰ বৰণ আছিল শ্যাম, আৰু এয়ে নাট্য শাস্ত্ৰৰো বিধান—"দৈত্যান্চ দানৰাশ্চৈৰ শ্যামবৰ্ণান্তু বৰ্নতঃ"। সিও আজিকালি অলপ সেউজীয়ালৈ ঢাল লৈছে। ইয়াতো সেই মূল বস্তুৰ মিল— প্ৰয়োগ কৌশলৰ হীন ডেটি। এনে হীনডেটিয়েই আজি আমাৰ চকুত বাজি যায় দক্ষিণ আৰু প্ৰাচ্য ভাৰতৰ নৃত্য নাট্যৰ পদ্ধতিত। এহেঁলে দক্ষিণ ভাৰতৰ কেৰল অঞ্চলৰ কুদাকলি বা কথাকলি নামৰ কাহিনী নৃত্যত প্ৰাচ্য ভাৰতৰ নৃত্যনাট্যৰ প্ৰায়ে মিল দেখা যায়।— কুট গধূলিৰ পৰা বাত্তি এপৰলৈ সেই স্থানীয় বাদ্য ভাণ্ডৰ বাজনা— সেই আমাৰ বৰধেমালি, সৰু ধেমালিৰ দৰে সিবিলাকৰ 'মেলা পদম্' — সেই নান্দী, সেই টৌটয়, সেই বন্দনা, সেই নাৰী চৰিত্ৰ ভূমিকাত বালকৰ অভিনয়, সেই ধৰ্ম্মৰ জয় ঘোষনাৰে ভৰতবাক্য যাক আমি মুক্তিমঙ্গল বোলোঁ— সকলো একে— কেৱল ভাষাৰ আৰু বিষয় বস্তুৰ যি পাৰ্থক্য। দক্ষিণ ভাৰতৰ মঠে মন্দিৰে যি নৃত্যনাট্য দেখা যায় সেয়ে ভৰত নাট্যম্ নামে

জনাজাত। নাট্যশাস্ত্ৰৰ পদে পদে অনুসৰণ কৰাৰ চেষ্টাই হ'ল ভাৰত নাট্যমৰ বিশেষত্ব। সিবিলাকে বাদ্য ভাগেৰে গীত প্ৰয়োগত মুদ্দালম্ , চেন্দালম্ , এলাথালম্ আদি ঢোল কাঁহ আৰু তাল কথাকলিৰ দৰে নচলায়, কেৱল মৃদঙ্গ আৰু তালহে ব্যৱহাৰ কৰে। আমাৰ বায়েনৰ দৰে সিবিলাকৰ "বিদ্‌ৱানে" গীত গায়। আমাৰ নৃত্য নাট্যৰ দৰে ভাৰত নাট্যমতো সেই দিব্যলোকৰ অতীন্দ্ৰিয় আনন্দ প্ৰকাশৰ প্ৰয়াস, লগে লগে প্ৰেক্ষকৰ হৃদয়ত ভক্তিৰস উদ্দীপনাৰ নিৰ্ভাঁজ চেষ্টা। ভাৰতনাট্যমৰ কোনো কোনো নটনৰ্ত্তকে প্ৰাণেৰে বিশ্বাস কৰে চিত্ৰাঙ্গদা আৰু বৃহন্নলাৰ নৰ্ত্তনকলাই কালক্ৰমত দক্ষিণ ভাৰতলৈ প্ৰচাৰ পাইছিল, এই বিশ্বাসটি প্ৰবাদ হলেও নৃত্যনাট্যৰ নিৰপেক্ষ সমালোচক সকলে বিশেষকৈ অৱধান কৰিব লগীয়া।

সত্ৰীয় নাচত বাজে আমাৰ অবৈতনীক ৰঙ্গমঞ্চত বৰ্ত্তমান যি নৰ্ত্তকীৰ নাচ আছে তাক আমাৰ বুলিবই লাগিব, যেহেতু তাত অসমীয়া লৰাই নাচে। জাতীয় ভাবৰ পৰিচায়ক নুবুলি বুলিম কি ? আমাৰ নিজৰটি এৰি পৰৰটি বুটলি লোৱাৰ যি বৰ্ত্তমান জাতীয় মোহ সিয়েই জানো তাত চকুত ধৰি যোৱাকৈ ফুটি পৰা নাই ? এই নাচ আমদানি হ'ল বঙ্গীয় ৰঙ্গমঞ্চৰ পৰা, সিও হ'ল পাৰ্শ্বী সকলৰ অৰ্থহীন অনুকৰণ। এবাৰ পাৰ্শ্বীসকলৰ ৰঙ্গমঞ্চত প্ৰণয় অভিমানৰ এটি নৃত্য দেখিছিলোঁ। নৰ্ত্তকী সকলক প্ৰৱেশ কৰা দেখিয়েই মনত যেন জিকাৰি উঠিল — ই কি নাৰী সুলভ অভিমান ! —গীতটি শুনিয়েই মনে ভবা কথাসৰ্চা যেন পাই বৰ ভাল লাগিল। প্ৰবেশৰ পৰা প্ৰস্থানলৈকে নেত্ৰ, ভ্ৰূ, গ্ৰীবা আৰু শিৰৰ ভাব ব্যঞ্জক অভিনয় সৌষ্ঠব যুক্ত সুকোমল হাত ভৰিৰে তালৰ লয়ত ফুটাই তোলা দেখিলে কোনে নকৈ পাৰে এনে নৃত্যকেহে সাত্বিক নৃত্য বোলে। তেনেকুৱা এটি নৃত্যৰ চেষ্টা আমাৰ ৰঙ্গমঞ্চ বিলাকত ব্যাপক ভাবে দেখিবলৈ পোৱা হলেও কথা আছিল। সিবিলাকৰ কোনো কোনোৱে তথাপিতো *ভাৱনাৰ পাত্ৰ পাত্ৰীয়ে প্ৰৱেশ আৰু প্ৰস্থান কৰোঁতে নাচি* নাচি অহা আৰু যোৱা দেখি ইতিকিং কৰা দেখা যায়। ৰাম বা অৰ্জ্জুনে কেনেকৈ খোজ কাঢ়িছিল জানিবৰ উপায় নাই যেতিয়া সিবিলাকৰ খোজৰ ভাৱ ধৰিব নোৱাৰি। অনুকৰণেৰে ভেঙ্গুচালি কৰাত কৈ খোজ কেটা তাল লয়েৰে ধুনীয়াকৈ দিয়া জানো বেয়া ? মনে মনে ভবা কথাৰ স্বগত উক্তি বিলাক ইমান বোৰ প্ৰজাই শুনাকৈ ডাঙৰকৈ জানো আমি নকওঁ ? পিঠি দেখা পোৱাৰ আশঙ্কাত ৰঙ্গমঞ্চত কটীয়াকৈ খোজ দি জানো তাহানিৰ যৰাচীৰ অভিনেতাৰ দৰে অহা যোৱা নকৰোঁ; বচন কওঁতে অমিত্ৰাক্ষৰৰ ঠেও একোটা জানো নিদিওঁ ? — আমাৰ প্ৰিয়জনৰ বুলনত, আমাৰ প্ৰিয়জনৰ কথাবাৰ্ত্তাত কবিতাৰ ফালৰ পৰা আমি কি দেখোঁ ? দেখোঁ সিবিলাকে গমন যেন নকৰে সুললিত নৃত্যহে কৰে, কথা যেন নকয়, সুমধুৰ গানহে গায় ! মনৰ এই ভাবটিকে ওপজাবলৈ হয়তো তাললয়ৰ মনোহৰ ভঙ্গিৰে পাত্ৰ পাত্ৰীৰ গতি ধুনীয়া কৰোঁ, সিবিলাকৰ মুখৰ মাতত সঙ্গীত যোগাওঁ। ভাৱনাত সাজপোছাক আদিৰ পৰা মুখৰ কথাৰ সুৰলৈকে চমুচা নাট্য ধৰ্ম্মীকৈ কৰা হয় যেতিয়া গতিৰ বেলিকা বাস্তৱতা কিয় ?— "ললিতৈৰঙ্গ বিন্যাশৈ স্ততোৎক্ষিপ্ত পদক্ৰমৈঃ নৃত্যতে গম্যতে যচ্চ নাট্যধৰ্ম্মী তু চা স্মৃতা"। — ললিত অঙ্গ বিন্যাসেৰে, উৎক্ষিপ্ত পদক্ৰমনেৰে নৃত্য কৰে আৰু যায় তাকে নাট্যধৰ্ম্মী বোলে —ইয়ে নাট্যশাস্ত্ৰৰেই কথা। সিবিলাকে নৃত্যক ইতিকিং কৰাৰ কথা উঠিব নোৱাৰে। সম্ভৱতঃ ইতিকিং কৰে সিবিলাকে নৃত্যৰ অপব্যৱহাৰকেই। কৰুণ ৰস বিলাবলৈ অহা পাত্ৰীয়ে বীৰ বা হাস্য ৰসৰ নৃত্য কৰিলে সি হাহিয়াতৰেই কথা। ভাৱনাত অৰ্থ নুবুজি কৰা এনে নৃত্যৰ অপব্যৱহাৰ একেবাৰেই বিৰল নহয়। ই নৃত্যৰ দোষ নহয়, অৰ্থ নুবুজি নচাৰ হে দোষ। অভিনয়ৰ লগত নৃত্যৰ প্ৰয়োজনীয়তা সম্বন্ধে আলোচনা প্ৰসঙ্গত জন দিয়েক আলঙ্কাৰিকে নাট্য শাস্ত্ৰৰ গইনা লৈয়ে আৰু এটি যুক্তিৰ অৱতাৰনা কৰিছে। অভিনয়ত কোনো সুচতুৰ অভিনেতাই অত্যাচাৰীৰ ভূমিকাত অতি স্বাভাবিক ভাবে *অভিনয় কৰা দেখিলে প্ৰেক্ষকৰ পৰা নানা অবাস্তৱ চিঞৰ* বাখৰেৰে নিন্দা ধিক্কাৰ আদি উঠিব পাৰে। তেনে হোৱাৰ আগতে নৃত্যগীতৰ সমাবেশে প্ৰেক্ষক সকলক যেনেকৈ

সচেতন কৰাই দিয়ে — ই প্ৰকৃত ঘটনা নহয়— অভিনয়, তেনেকৈয়ে কোনো অভিনেতাৰ অভিনয় নিৰস হলে অথবা নাটকীয় পদাৰ্থৰ গতি মন্দ হলে নৃত্যৰ সমাবেশে প্ৰেক্ষকৰ মন পৰি যাবলৈ নিদিয়ে। অভিনয়ত নৃত্যৰ স্থান সদায় আছে।

আজি কেবাবছৰ মানৰ পৰা নৃত্যকলাকুশল উদয় শঙ্কৰৰ ভাৰতীয় নৃত্য দেখোক দেখি আমাৰ যুবক সকলৰ ভিতৰত ঠায়ে ঠায়ে এটি যেন আলোড়ন উঠিছে। কোনো ঠাইত উৰণীয়া দুই এক মুদ্ৰাৰে দুই এক কৰণ আৰু অঙ্গহাৰৰ অনুকৰণ কৰি তাকে ভাৰতীয় নৃত্যৰ সংস্কৰণ বুলি চলাই নিয়াৰ প্ৰয়াসো দেখা গৈছে। এনে ধৰণৰ নাচে ভাৰতীৰ নৃত্যৰ সংস্কাৰ কৰক নকৰক ৰঙ্গমঞ্চৰ প্ৰচলিত নৰ্ত্তকীৰ নাচক যে ধমক খুৱাইছে আৰু তাৰ উৰা বাতবিৰে জন সাধাৰণৰ মন নিজৰ নৃত্য সম্পদৰ মুখে লাহে লাহে যে টানি নিছে, সেইবাবেই সিবিলাকক প্ৰশংসা নকৰি নোৱাৰি। জীৱনী শক্তিৰ পৰিচায়ক এই যে আলোড়ন সি আপোনা আপুনি ফুলি পৰিছে যেতিয়া ভাৰতীয় বাণী মন্দিৰত ভাৰতীয় নৃত্যৰ অঞ্জলি দি নিজ নিজ জীৱন সাৰ্থক কৰা দেখিলেই ভাৰতৰ সন্তোষ। ভাৰতীয় নৃত্য কি তাক জানি বুজি লবলৈ হলে বেচি দূৰলৈ যাব নেলাগে। সঙ্গীত মকৰন্দৰ গন্ধৰ্ব্ব শ্ৰেষ্ঠ নাৰদৰ বাণীটিকে জীৱনত সাৰোগত কৰি ললেই এই ক্ষেত্ৰত সুফল ফুলে—"শৰীৰৰ অঙ্গ প্ৰত্যঙ্গ ৰস নিবেদনৰ অনুকূলকৈ লৈ হাতেৰে অৰ্থ দেখুৱালে, চকুযুৰিৰে ভাব প্ৰকাশ কৰিলে আৰু ভৰিদুটিৰে তাল নিৰ্ণয় কৰি গলেই সি হয় ভাৰতীয় নৃত্য, — "অঙ্গেনালম্বয়েদ্গীতং হস্তেনাৰ্থং প্ৰদৰ্শয়েৎ। নেত্ৰাভ্যাম ভাবয়েদ্ভাবং পাদাভ্যাম তাল নিৰ্ণয় ঃ॥" বিবিধ ৰসৰ উপযোগী শাৰীৰিক আৰু আঙ্গিক অভিনয়, সংযুত আৰু অসংযুত হস্তৰ অৰ্থব্যঞ্জক অভিনয়, নয়নৰ ভাব প্ৰকাশ আৰু কৰন অঙ্গহাৰ-পাদচাৰী আদিৰে তাল ৰখা কলা কৌশলেই হ'ল ভাৰতীয় নৃত্য নাট্যৰ সজুলি। কাব্যালঙ্কাৰেৰে কৰিয়ে কাব্যৰ সৃষ্টি কৰাদি বৰ্ণবিন্যাসেৰে চিত্ৰকৰে চিত্ৰ সৃজন কৰাদি নৰ্ত্তকেও এই সজুলিৰেই নৃত্যনাট্যৰ আখ্যান একোটি চিত্তাকৰ্ষকৈকে সৃজন কৰে। ইয়াতেই নৰ্ত্তকৰ কৃতিত্ব, ইয়াতেই নৃত্যনাট্যৰ সফলতা। কিয়নো এই চেষ্টাৰ মূলত আছে নিজৰ ঘৰলৈ ঘিৰি অহাৰ এক আকুলতা। বৰ্ত্তমান যুগৰ থিয়েটৰী নৃত্য, চিনেমা নৃত্য, বাস্তৱ নৃত্য আদিৰ মাজত নিজা আদৰ্শৰ আধ্যাত্মিকতা বিচাৰি নেপাই সিবিলাকে বেচকৈ বুজিছে সিবিলাকক যি লাগে সেইটি এই বিলাক নৃত্তত নাই।

ভাৰতীয় নৃত্যৰ যথাযথ সত্য উদ্ঘাটন আৰু জগৎ জুৰি তাৰ প্ৰচলন কল্পে বৰ্ত্তমাণ প্ৰদেশান্তৰত উদয় শঙ্কৰ, ৰুক্মিনী দেৱী, ৰাম গোপাল, বাল সৰস্বতী প্ৰমুখ্যে নৃত্য শিল্পী সকলৰ যি দেহে কেহে চেষ্টা চলিছে তেনে চেষ্টাৰ মুখলৈকে আমাৰ দেশেও আজি আকুল নয়নেৰে চাব লাগিছে। আমাৰ দেশে সিবিলাকৰ উদ্ভাবিত নৃত্য কলা অনুকৰণ কৰিবলৈ চোৱা নাই, চাইছে প্ৰাচী নৃত্যৰ গৌৰৱ হাতে কলমে কামে কাজে উদ্ধাৰ কৰি ভাৰতৰ বুকুত নিজৰ প্ৰাপ্য আসন সসম্মানে অধিকাৰ কৰিবলৈ।

ভাগ্যে পূৰ্ব্ব পুৰুষৰ সুকীৰ্ত্তিৰ বলত আলোড়নৰ লগে লগে দেশৰ যুবকসকলৰ অন্তৰে অন্তৰে প্ৰাচ্য নৃত্যকলালৈ এটি পূজাৰ ভাব জাগি উঠিছে। ক্ষণিক উত্তেজনা বুলি উলাই কৰিব লগীয়া কথা ই নহয়। উপযুক্ত আলম পালেই এদিনা সি স্থিৰতা লাভ কৰি চতুৰ্ব্বৰ্গ সাধনাৰ বাটেদি নিজ তেজেৰে আগুৱাই যাব। যাৰ শিক্ষা আৰু সাধনাৰ বল আছে, অৱসৰ আছে, অন্তৰৰ এনে ভাব একোটি আনন্দ বাজালৈ বলাই নিয়াই যাব ধৰম সেই সত্ৰ শক্তিও আজি আমাৰ মাজত জাগি আছে। সিবিলাকে স্বতন্ত্ৰ ভাৱেই অথবা মিলিত শক্তিৰ যোগেৰেই হওক এই সমস্যাত প্ৰেৰণা নিদিলে আৰু যে দিওঁতা নাই। নৃত্যকলাৰ আমাৰ কি আছে তাক আচল স্বৰূপেৰে চিনাকি কৰাই দিব লাগিব সিবিলাকেই। দেশজুৰি নৃত্যনাট্যৰ প্ৰকৃত চৰ্চ্চা যাতে হয় তাৰ চল তাৰ সুবিধাৰ ব্যৱস্থা কৰি দিব লাগিব সিবিলাকেই। অকল নাট্য শাস্ত্ৰ অথবা নৃত্য সাহিত্যৰ অনুবাদে আমাক নেতাৰে। অনুবাদ চাই কৰণ বা অঙ্গহাৰৰ মনোমোহা ৰূপ বিলাক ফুটাই তোলা অতি টান। তালৈ লাগিব প্ৰত্যক্ষ কৰিব পৰা আৰ্হি আৰু চিত্ৰশিল্পৰ সহায়। দেশৰ

ঠায়ে ঠায়ে অতি সুন্দৰকৈ অভিব্যক্ত হোৱা কৰণাদিৰ আলোক চিত্ৰৰ আৱশ্যক যাতে তাৰ পৰা নৃত্য শিক্ষাৰ্থীয়ে অক্লেশে প্ৰেৰণা পাব পাৰে । কৰণৰ আৰ্হি আমাৰ অসমৰ মূৰ্ত্তিবিলাকত অ'ত ত'ত সিচৰিত হৈ পৰি পৰি আছে, তাক বিচাৰি উলিয়াই জুকিয়াই লোৱাটো তেনেয়ে সহজ কাম নহয় । নাট্যশাস্ত্ৰেৰে হুবহু মিলি যোৱা কৰণৰ মূৰ্ত্তি একে ঠাইতে থুপতে পাৱলৈ হলে মাদ্ৰাজৰ প্ৰায় ডেৰশ মাইল দক্ষিণে চিদাম্বৰমৰ নটৰাজৰ মন্দিৰলৈ যোৱাই সহজ । সেই মন্দিৰৰ গোপুৰম কেউটিৰ প্ৰাচিৰত এই কৰণৰ এশ আঠোওটিৰ ভিতৰত অন্ততঃ তিৰান্নবৈটিৰ মূৰ্ত্তি পাৱলৈ আছে । সেইবিলাকেই নৃত্য শিক্ষাৰ্থীৰ উপযুক্ত আৰ্হি বুলি দক্ষিণৰ নৃত্যশাস্ত্ৰজ্ঞ সকলে কয় । তাৰ আলোক চিত্ৰৰে আমাৰ মূৰ্ত্তি উলিয়াই লব পৰিলে এক তুলনামূলক ঐতিহাসিক তথ্য আবিস্কাৰৰ লগে লগে প্ৰাচ্য ভাৰতৰ নৃত্যনাটৰ পাৰ্থক্য কিবা যদি আছে সিও শিক্ষাৰ্থীৰ চকুত পৰি যাব । গতিকে যাবতীয় কৰন বা নৃত্য ভঙ্গিৰ সৰু সৰু সুন্দৰ ছবি দি অভিনব ভাৰতী টিকাৰে নাট্য শাস্ত্ৰ খনি বৰদা ৰাজ্যত সঞ্চালন হোৱাৰ দৰে আমাৰ অসমীয়া অনুবাদেৰে সঞ্চলিত হোৱা একান্ত প্ৰয়োজন হৈ পৰিছে । তাৰ লগে লগে সম্প্ৰতি শ্ৰীহস্তমুক্তাবলীৰো সচিত্ৰ সংস্কৰণ এখনিৰ অতি আৱশ্যক । সেয়ে নহলে, ভৱিষ্যৎ নৃত্যচৰ্চ্চাৰ চল যে নেথাকিবই নে ভাৰতৰ মাজত প্ৰাচ্যনৃত্যৰ গৌৰৱৰ স্থান পৰ্য্যন্ত হেৰুৱাব লাগিব । ভাষা এটি সম্যক ৰূপে বুজিবলৈ হলে অভিধান আৰু ব্যাকৰণৰ প্ৰয়োজন । ভাৰতৰ নৃত্যকলা বুজিবলৈকো এই কেখনি গ্ৰন্থৰ তেনে প্ৰয়োজন । যাৰ আগত নৃত্যাভিনয় কৰে আৰু যি নিজে নৃত্য কৰে উভয়ৰ মাজত এটা বুজা পৰা নেথাকিলে, উভয়ৰ মাজত এটা শ্ৰদ্ধাৰ ভাব নেজাগিলে নৃত্যকলাৰ আনন্দ ক'ত ? অবৈতনিক ৰঙ্গমঞ্চ বিলাকেও অকলে নোৱাৰিলে মিলিজুলিও এনে এটি কাম হাতত লব পাৰে । শক্তি সামৰ্থ্য থকা লোকৰ বিলাস বাসনাৰ মাজেদি দেশান্তৰৰ সাহিত্য কলাৰ উপৰি কত ললিত কলাই মুৰ তুলি উঠি নিজ নিজ উৎকৰ্ষ সাধন কৰি সভ্যতাৰ সোপানত উচ্চস্তৰলৈ গোটেই জাতিটিকে নিব লাগিছে । এই নব জাগৰণৰ দিনত দেশে আজি কি আকুল আগ্ৰহেৰে শক্তিশালী সন্তানৰ মুখলৈ অনিমেষ নয়নে চাব লাগিছে ! দেশৰ এনে এটি সুলক্ষণীয়া আকুলতা জাগি যদি বিফলে যাবলৈ হ'ল গুণী আৰু ধনী সন্তানৰ লেখ লৈ লাভ কি ?

---

*মোৰ পিতা আৰু গুৰু ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱৰ শিক্ষা সুঁৱৰি*
*অঁকা নৃত্য আৰু নৃত্যৰ হস্ত চিত্ৰ কেইখনিমান*

—সম্পাদক



**যতো হস্তস্ততো দৃষ্টির্যতো দৃষ্টিস্ততো মনঃ।**
**যতো মনস্ততো ভাৱো যতো ভাৱস্ততো ৰসঃ।।**

# নৃত্য হস্ত চিত্ৰ

## অসংযুক্ত হস্ত



পতাক



ত্ৰিপতাক



কৰ্ত্তৰীমুখ



অৰ্দ্ধচন্দ্ৰ



অৰাল



শুকতুণ্ড



মুষ্টি



শিখৰ



কপিত্থ

# নৃত্য হস্ত চিত্ৰ

## অসংযুক্ত হস্ত



সন্দংশ



তাম্ৰচূড়



অলপদ্ম



কাঙ্গুল



সূচী



চন্দ্ৰকলা



ময়ূৰ



সিংহমুখ



ত্ৰিশূল

# নৃত্য হস্ত চিত্ৰ

## অসংযুক্ত হস্ত



কটকামুখ



পদ্মকোশ



সৰ্পশীৰ্ষ



মৃগশীৰ্ষ



চতুৰ



ভ্ৰমৰ



হংসাস্য



হংসপক্ষ



মুকুল

# নৃত্য হস্ত চিত্ৰ

## সংযুক্ত হস্ত



শঙ্খ



চক্ৰ



মৎস্য



কূৰ্ম



বৰাহ



গৰুড়



ভ্ৰমৰ



পদ্মকোশ



কৃষ্ণহস্তঃ

# নৃত্য হস্ত চিত্ৰ

## সংযুক্ত হস্ত


অঞ্জলি


কপোত


কৰ্কট


কটকাবৰ্দ্ধমান


পুষ্পপুট


স্বস্তিক


নটৰাজৰ আশীৰ্ব্বাদ


শিৱলিঙ্গ


শিৱ-নন্দী

# চিত্ৰৰ হৈ এগছি

'দ্ৰষ্টেৰ প্ৰতিবৰ্ম্বকৈৰ্নখ গতেঃ স্বৈৰ্নৃত্যসম্পাদ্বিধেঃ
সৌৰশীৰগতিং ভাং প্ৰকটয়ন দৃশ্যোঽহনিশং তাণ্ডবীম্।
এবং যঃ পৰমাত্মৰৎ পৃথু গুনোঽদ্যেকোঽ প্যনেকো ভৱন
প্ৰাকাস্যং দধদেৱ ভাতি ভুৱনে সন্তাংশ্ৰিয়ে শঙ্কৰঃ।

—ইন্দ্ৰপালৰ তাম্ৰ শাসন—

ইন্দ্ৰিয়ৰ ভিতৰত চকুৰ বৰ অমুৰি। মনৰ কথাটি মনেৰে ধৰিবলৈ, মনেৰে বুজিবলৈ সি প্ৰতিমা বিচাৰি ব্যাকুল হয়। প্ৰত্যক্ষ কৰিব পৰা কিবা এক ৰূপ বা ৰূপৰ আভাস তাক লাগেই। নাটকৰ চৰিত্ৰ প্ৰত্যক্ষ কৰিবলৈ সি পাতি ললে অভিনয়। কবিৰ মনৰ ভাব উপমাৰ্তকৈও জল্‌জল্‌কৈ বুজিবলৈ তাক লগা হল ৰূপৰ আলেখ্য। নৰ-নাটৰ শিশুৰ বেশেৰে লৰাটিযেও লেখ কৰিবলৈ গৈ, লেখ বুজাবলৈ গৈ একো একো ডাল চাঁগে, আঁক মাৰি লৈছিল। এই আঁকেই হল অঙ্কণৰ বীজ। সেয়ে কালক্ৰমত আৰু ফুটি উঠিবলৈ ভাব আৰু ৰূপৰ আকাৰ ললে। চাওঁতে চাওঁতে তাত বৰণ আৰু পৰিস্থিতিৰ আভাস পুৰি চকুক যিখিনি লাগে সকলোখিনি ফুটি উঠি নয়নৰঞ্জন ছবি একোখনি হৈ চিত্তৰঞ্জন কৰিবলৈ লাগিল। এই দৰেই আঁকৰ আকাৰেই আলেখ্য হৈ পৰিল। সুদূৰ অতীতৰ অজুগুবাসী সকলে কোনো প্ৰতীক বা জন্তুৰ আকাৰৰ আঁকাৰে নিজ নিজ মনোভাৱ ব্যক্ত কৰা কথাই ভাৰততো এনে এটি অনুমিৰ্তিলৈকে আমাৰ মন টানি নিয়ে। সি এতিয়া কিমান দিনৰ কথা কোনে কয়? পৃথিবীয়ে ওপজা কথা পাহৰি গ'ল।

চিত্ৰই জয়জয়তে কলা হৈ দেখা দিছিল বেদত, যাক ভাৰতবাসীয়ে অনাদি বুলিয়েই বিশ্বাস কৰে। সৌন্দৰ্য্য আচলতে বস্তুত নাই — আছে আমাৰ মনত, এনে মত পোষণ কৰা লোকসকলেও বাহিৰৰ আলম্বনত সৌন্দৰ্য্য উদ্দীপন কৰিব পৰা কোনো অৱস্থা বা প্ৰকৃতিৰ অপেক্ষা নকৰি নোৱাৰে, নহলে সৌন্দৰ্য্যবোধ ওপজে কিহত? বস্তুমাত্ৰৰেই আকাৰৰ ৰৈখিক সীমা একোটি আছে। যি যি বস্তুৰ এই ৰৈখিক আকাৰটি নিমজ — চকু বুলোৱাত বাধা নোপজায়, তাঁলৈ চাই চকুৱে তৃপ্তি পায়, আমাৰ ভাল লাগে। মিহি কৰা কাঠ এচটি দেখি আমাৰ যেনে লাগে উভহঁা ওলোৱা কাঠ এচটিৰ বেলিকা তেনে নেলাগে। অভঁজা থাল এখনিত কৈ বিশুদ্ধ বৃত্তাকাৰ থাল একোখনি দেখি ভাল পাওঁ। বৃত্তাকাৰ ৰেখাৰে সাত ৰঙৰ বিচিত্ৰ ৰামধেনু খনিয়ে কাৰ চকুত কাৰ মনত তৃপ্তি নিদিযে? এই তৃপ্তিৰ মূলত কোনো স্বাৰ্থ, কোনো অৰ্থ নাই। আকাৰৰ ৰৈখিক সীমাৰ কোনো কোনো বিশিষ্ট ৰূপ চকুৱে অবাধে উপভোগ কৰিব পৰাতেই এই তৃপ্তি। যি বিলাক ক্ষেত্ৰক পদাৰ্থই বিশিষ্ট ৰৈখিক ৰূপেৰে চকু জুৰায়, তাক অঙ্কণ কৰি মন জুৰোৱা ব্যৱস্থা কৰিছিল বেদৰ ঋষিসকলে। বৈদিক যজ্ঞৰ যজ্ঞীয় উপকৰণাৱলীত বৃত্তই হওক বা বৃত্তাভাসেই হওক, সমবাহু ত্ৰিভুজেই হওক বা সামন্তৰিক চতুৰ্ভূজেই হওক, এনে কোনো ৰৈখিক আকাৰৰ শোভা সৌন্দৰ্য্যৰ আভাস দিছিল। ইয়াত বাজেও আলেখ্যবিদ্যাৰ প্ৰকাশ্যে সূত্ৰপাত হৈছিল ক্ৰৌঞ্চ, সৰ্ব্বতোভদ্ৰ আদি মণ্ডল ৰচনাত। এই মণ্ডলবিলাকত জ্যামিতি মূলক অনেক চিত্ৰৰ সমাবেশৰ লগে লগে নানা ৰঙৰ চূৰ্ণবিলাকৰ সন্নিবেশলৈ চাই বিস্ময়েৰে পুলকিত হব লাগে। এই অঙ্কণত ৰঙ ফলোৱাৰ উপৰিও তাৰ দাঁতিয়ে কাষৰে দেৱতাৰ মূৰ্ত্তি নিদি খড়্গ বজ্ৰাদিত অস্ত্ৰৰ প্ৰতীকেৰে সেই সেই দেৱতাক বুজোৱা ভাব প্ৰকাশ কৰিছিল। প্ৰতীকৰ চিত্ৰ অকল ৰৈখিক আকাৰেৰে বা ৰঙেৰেই নহয় অৰ্থব্যঞ্জনাৰেও চিত্তাকৰ্ষক কোনো বিশেষ পক্ষী বা পশুৰ দুই এক চিত্ৰত বাজে মানবী আকাৰৰ বা ইতৰ পশুৰ ছবিলৈ তাত স্থান

নাছিল যদিও ঋগ্বেদত এনে অনেক সূক্ত পোৱা যায়, যাক শব্দেৰে সজা একো একোখনি অনুপম ছবি বুলি ধৰিব পাৰি। সিদিনাৰ ১৯২৯ চনত হলডঙ্কাৰৰ দ্বাৰা অঙ্কিত ভগবতী উষাৰ ছবি খনি দেখি কোনে নকব ই যে প্ৰথম মণ্ডলৰ দ্বানবতিঃ সূক্তটিৰেই চিত্ৰগত প্ৰতিধ্বনি ? — "উষাই নৰ্ত্তকীৰ দৰে ৰূপ প্ৰকাশ কৰিছে। গাভীয়ে যেনেকৈ দোহন কালত নিজৰ উধঃ প্ৰকাশ কৰে উষায়ো সেই দৰেয়ে স্বীয় বক্ষ প্ৰকাশিত কৰিছে। গাভী গোষ্ঠলৈ গমন কৰাৰ দৰে উষায়ো বিশ্ব ভুবন প্ৰকাশ কৰি অন্ধকাৰ বিশ্লেষণ কৰিছে। আমি নৈশ অন্ধকাৰৰ পাৰ পালোঁ। উষাই সকলোকে চেতনা দিছে।" — আগে আগে গোষ্ঠ গামিনী গাভীৰ আভাসেৰে সোনালী মেঘেৰে আকাশৰ কোলা উদ্দীপিত কৰি নৰ্ত্তকীৰ বেশে বক্ষ প্ৰসাৰ কৰা হাস্যময়ী উষাৰ কি সেই মহিমাময় আলেখ্য। এনে এখনি অৰ্থব্যঞ্জনাৰ ছবিৰ দৰে প্ৰচীন বৈদিক ছবি আৰু কেইখনি ভাৰতৰ চিত্ৰশালত আছে নেজানো, এই শব্দেৰে ৰঞ্জিত ছবিৰ কল্পনা সেই কালৰ উপযোগীকৈ চিত্ৰত প্ৰতিফলিত কৰিব পৰা চিত্ৰকৰ তেতিয়া নাছিল বুলিও অনুমান কৰিব পৰা বিশেষ কাৰণ নাই ঃ কিয়নো, ভাৰতে নিজৰ বুকু উদঙাই মহেঞ্জ'দাৰত আজি অন্ততঃ ছয়সাত হাজাৰ বছৰৰ আগৰ কলাকৃষ্টিৰ যি সম্পদ দাঙি ধৰিছে, তাঁলৈ চাই ইতস্ততঃ নকৰাকৈ কবই লাগিব সেই কালতো চিত্ৰকলাই চিত্তাকৰ্ষককৈয়ে চিত্ৰত ভাবাৰূপ দিব পাৰিছিল। সিন্ধু উপত্যকাৰ এই সম্পদ বিলাকত জ্যামিতি মূলক আৰু জন্তু বিষয়ক অঙ্কণ দেখি, আচৰিত হব লাগে; অকল এয়ে নহয়, তাম মিশ্ৰিত ধাতুৰ নৰ্ত্তকী মূৰ্ত্তিটিৰ, পোৰা মাটিৰ বৃষভৰ মূৰ্ত্তিটিৰ, বিশেষকৈ হৰাপ্পাৰ শিৰ নথকা পুৰুষৰ শৰীৰটিৰ সমানুপাতিক আকৃতি আৰু ভঙ্গিৰ মাজেদি অভিব্যক্ত হোৱা অন্তৰৰ প্ৰকৃতিয়ে ডাঠি কয় সি হঠাতে ঘটা ঘটনা নহয়, তাৰ মূলত বহুকালৰ সাধনা, বহুকালৰ অভিজ্ঞতা বৰ্ত্তমান। সেই কালতো হয়তো বহু আগৰ কাঠৰ ফলিত, অথবা এনে কোনো পদাৰ্থৰ ফলকত চিত্ৰ আঁকা হৈছিল, যাক কালৰ বিধ্বংসনীয় কবলৰ পৰা ৰাখিব পৰা নহল। হাজাৰ হাজাৰ বছৰ বিয়াপি চিত্ৰকলাৰ নিৰ্দশন স্থায়ী কৰাৰ যি দুই এটি উপায় সেই কালত উদ্ভাবন কৰা হৈছিল তাৰে চিন তাৰে সম্বাদকে এই সম্পদ বিলাকে ভূগৰ্ভৰ পৰা মুৰ তুলি বিঙিয়াই কব লাগিছে। প্ৰচীন অজুপ্তৰ মৃতদেহ নপচাঁকে ৰখা যি অনুলেপনৰ প্ৰক্ৰিয়া কৰা হৈছিল, অবিকল তেনে নহলেও একাধিক সহস্ৰ বছৰ জিলিকি থকা বৰ্ণৰ অনুলেপৰ উদ্ভাবন হৈছিল বুলি অনুমান কৰিব পৰা কাৰণ যে একেবাৰেই নাই এনে নহয়। এইবোৰকে দেখি শুনি ভাৰতৰ কোনো কোনো মনীষীয়ে সগৌৰবে কব পাৰিছে — সেই সুদূৰ যুগৰ চিত্ৰকলাৰ নিদৰ্শনৰ অভাব চৰ্চ্চা নোহোৱাৰাৰ বাবে হোৱা নাই, হৈছিল কাঠ প্ৰভৃতিৰ চিত্ৰফলক কালৰ গ্ৰাসত ধ্বংস হোৱাৰ বাবেহে।

মহাকাব্য আৰু পুৰাণৰ যুগৰ ৰামায়ণৰ দিনত যজ্ঞাধিষ্ঠাত্ৰী দেৱতাৰ ৰূপ প্ৰকাশক চিত্ৰকল্পনাত মাজেও অশ্বমেধ উপলক্ষে সীতাদেবীৰ স্বৰ্ণপ্ৰতিমা নিৰ্ম্মান আৰু অন্যান্য নানান শোভামূলক চিত্ৰাঙ্কণৰ উল্লেখো মাজে মাজে পাৱলৈ আছে। মহাভাৰতৰ দিনত দ্ৰেণাচাৰ্য্যাদিৰ মৃণ্ময়ী মূৰ্ত্তিৰ কথা যি আছেয়েই নে ভীমৰ লৌহমূৰ্ত্তিত মূৰ্ত্তি নিৰ্ম্মান প্ৰনালীৰ এক নতুনত্বৰ কথাও শুনিবলৈ পোৱা যায়। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ শোভা ৰচনাই অভিমাণী দুৰ্য্যোধনৰ চকুত ভ্ৰম ওপজাই হাস্যাস্পদ কৰোৱাৰ কথা যেনে আমোদজনক, চিত্ৰ কলা কৌশলৰ ফালৰ পৰাও সি তেনে আচৰিত সাধনাৰ সফলতা জ্ঞাপক। হৰিবংশ, বিষ্ণুপুৰাণ, মৎস্যপুৰাণ, বিষ্ণুধৰ্ম্মোত্তৰীয়ম নামৰ উপপুৰাণ, শ্ৰীমদ্ভাগৱত আদিতো কলা হিচাপে চিত্ৰকলাৰ নাম পোৱা যায়। ইয়াৰে কোনো কোনো পুথিত কেৱল চৌষষ্ঠি কলাৰ উল্লেখ আছে, বিৱৰণ নাই। ভাগৱতত কলাৰ কেৱল উল্লেখ আছে যদিও, শ্ৰীধৰ স্বামী প্ৰমুখ্যে জনদিয়েক টিকাকাৰে আংশিক বিৱৰণ দিছে। জীৱ গোস্বামীৰ টিকাত যি বেচি বিৱৰণ পোৱা যায়, তাকো হৰিবংশ আৰু বিষ্ণুপুৰাণৰ পৰা অনা যেন লাগে।

শিৱতন্ত্ৰ নামৰে পুথি এখনিতো কলাৰ বিৱৰণ থকাৰ কথা শুনা যায়। প্ৰচীন পুথিৰ ভিতৰত কামশাস্ত্ৰই পাঁচশ ওঠৰ বিধ কলাৰ উল্লেখ কৰিছে যদিও,

সকলোখিনি চালিলে জাৰিলে বোলে সেই চৌষষ্ঠিৰ কোঠাত হে ৰয়হি। এই শাস্ত্র খনিৰ টিকাকাৰ যশোধৰে উপযোগীকৈ কলাবিলাকৰ ব্যাখ্যা দিছে। তাৰ লগতে আলেখ্যবিদ্যা বা চিত্ৰলকলাৰ কথা প্রসঙ্গত — ৰূপভেদ, প্রমান (অর্থাৎ সমানুপাতিক জোখ), ভাবযোজন, লাৱন্য যোজন, সাদৃশ্য ৰক্ষা আৰু বর্ণিকাভঙ্গ (অর্থাৎ বর্ণৰ অনুলেপন বা বিন্যাস) — এই ষড়ঙ্গৰ উল্লেখ কৰিছে। কোৱা বাহুল্য এই ছ'টিয়েই এতিয়াৰ দৰে তেতিয়াও চিত্ৰকলাৰ চেষ্টাৰ আৰু সাধনাৰ বিষয়।

বৈদিক যুগৰ গুণময় দেৱতাৰ ৰূপেৰে প্ৰকাশ কৰিৱঁলৈ গোটেই ভাৰত জুৰি এক আকুলতা জাগি উঠিছিল এই পৌৰাণিক যুগতেই। দেৱতাৰ ধ্যান অনুযায়ী শৈল, ধাতব আৰু মৃণ্ময় প্রতিমা সজাৰ বিধান স্পষ্টকৈ ফুটি পৰিল মৎস্য পুৰাণত। এইকালতে নানা দেৱতাৰ নানা মূৰতিৰে ভাৰত ভৰি পৰিল। লাহে লাহে প্রতিমা পূজাৰ প্ৰতিক্ৰিয়াই দেখা দিছিলহি বৌদ্ধযুগৰ আদি ভাগতে। বৌদ্ধ সাহিত্যৰ ললিতবিস্তৰত আৰু জৈন সাহিত্যৰ উত্তৰাধ্যায়ণত শিল্পকলাৰ উল্লেখ থকা কথা শুনা যায় যদিও সেই যুগৰ আদিতে ত্যাগৰ যি বেগ বৈ গৈছিল তাত বুকু পাতি ভোগৰ বস্তু শিল্পকলাই কোনোমতেই উজাব পৰা নাছিল। মূৰ্ত্তি পূজাৰ প্ৰশ্ৰয় নিদিয়া বুদ্ধদেৱৰ মূৰ্ত্তি যেতিয়াৰ পৰাই বৌদ্ধসকলৰ আৰাধনাৰ ধন হৈ উঠিল তেতিয়াৰ পৰাই ভাৰতীয় চিত্ৰকলাৰ মাজেদি এক নৱজাগৰণৰ ধাৰা প্ৰবল বেগেৰে বৰঁলৈ ধৰিলে।

ভাৰতীয় আলেখ্যবিদ্যা বুলিলে কেৱল কোনো ফলকত কৰা চিত্ৰাঙ্কণকে নুবুজায়। আলেখ্যবিদ্যাৰ বহল কোঠাত প্রতিমা নির্ম্মাণ বা ভাস্কর্য্য যাক জীৱ গোস্বামী আৰু বল্লভাচাৰ্য্যই প্ৰতিমালা কলা বুলিছে তাক যি ধৰেয়েই নে সূচিবায় —অর্থাৎ নানা চিত্ৰেৰে সীয়া বা বোৱাকটা কৰা —বিদ্যাকো ধৰা দেখা যায়। চিত্ৰ ফলকত নেআঁকি ধাতু বা মাটিৰে গঢ় দি চিত্ৰিত কৰা আৰু বেজীৰে সীয়া আচলতে সি একেই সেই চিত্ৰকলা, কেৱল কৰাৰ প্ৰণালী আৰু উপকৰণত যি অলপ প্ৰভেদ। সেইহে সম্ভৱতঃ প্রতিমালা কলাক ভাস্কর্য্য বা প্রতিমা নির্ম্মাণ বুলি নধৰি টিকাকাৰ যশোধৰে প্ৰথম অক্ষৰ অনুসাৰে শ্লোক ৰচনা কৰা কৌশলৰ অৰ্থত ধৰিছে, ভাস্কৰ্য আৰু প্রতিমা নির্ম্মাণ কৰা অৰ্থত সুকীয়াকৈ আৰু কোনো কলাকে ধৰা নাই।

গুণৰ পৰা ৰূপলৈ অহা এই সন্ধিক্ষণত কোনো কোনো ঐতিহাসিক দ্রাবিড়ী আৰু আৰ্য্য সংস্কৃতিৰ সংমিশ্রণৰ ফলত ফলি উঠা কথালৈ উনুকিয়ায়। সিবিলাকে তেনে কৰাৰ দুই এক কাৰনো আছে। অস্ত্ৰৰ যি প্ৰতীক উপাসনা তাৰ গুৰিত দাক্ষিনাত্যৰ দ্রাবিড়ী জাতি বুলি কোনো কোনোৱে কয়, যদিও আচলতে সি পুৰণি প্রাগজ্যোতিষৰ আদিম বাসীসকলৰ নিজস্ব ধন বুলিলেই আজি কালি স্বীকৃত হৰলৈ ধৰিছে। বহুদিন এই উভয় জাতিৰ সংসৰ্গৰ গুণত সিবিলাকৰ প্ৰতীকেই প্ৰতিমাৰ ৰূপ ললে। এই কথাটি অন্য দৃষ্টিভঙ্গিৰ পৰা চাই ইয়াকো কব পাৰি -বৈদিক যুগত আৰ্য্যসকলৰ মাজতো প্ৰতীকৰ প্রচলন আছিল। বেদৰ আৰ্য্য সংস্কৃতিয়েই পুৰাণৰ দিনত আধ্যাত্মিক তত্ত্বৰ ব্যাখ্যা দিবঁলৈ গৈ সাকাৰ প্ৰতিমা, ঐতিহাসিক আখ্যান , আৰু ৰূপকৰ মাজেদি আপোনা আপুনি ফুটি পৰিল। ফুটি উঠিবঁলৈ কাৰো অপেক্ষা কৰা নাছিল। যোগীৰাজ অৰবিন্দয়ো অলপতে ভাৰতৰ কালৰ পৰা কৈ গৈছে -"পুৰাণ আচলতে বেদ আৰু উপনিষদৰ ব্যাখ্যা, বৈদিক ধৰ্ম্ম আৰু পৌৰাণিক ধৰ্ম্ম বুলি দুটা কথা ভাৰতত হব নোৱাৰে।" পুৰাণৰ ব্যাখ্যাৰ জোৱাৰত ললিতকলাৰ মাজেদি সেই বৈদিক ধাৰাই সাকাৰ ৰূপেৰে প্ৰতিভাত হ'ল, দৈবিক তত্ত্ব একেটি যোগীৰ সমাধিত সিদ্ধ সাধকৰ ধ্যান ধাৰণাত একোটি ৰূপে জিলিকি পৰিল। পুৰাণত এই ৰূপবেই মূৰ্ত্তি। সেই ৰূপত মানুহৰ আকাৰ থাকিলেও সি মানুহতকৈ বেচি —দেৱতাৰ মূৰ্ত্তি। হব পাৰে, -আপোন মনে পূজা কৰি থকা দ্রাবিড়ীসকলৰ প্ৰতীকে কালৰ প্ৰভাৱত প্ৰতিমাৰ ৰূপ লৈছিল ; ইও হব পাৰে, — সিবিলাকৰ সুকীয়া সংস্কৃতি নিজবেগেৰে আহি এনে এক অৱস্থাৰ ঠাই পাইছিলহি, যত দুইৰো মিলন সম্ভৱ হোৱাত দ্রাবিড়ী জাতি আৰ্য্যৰ বুকুত সোমাই পৰিল। গতিকে সংমিশ্রণত সংস্কৃতিয়ে ৰূপ লোৱা বোলাতকৈ

সংস্কৃতিৰ ধাৰাত দুইৰো সংমিশ্ৰণ হোৱা বুলিলেই ভাল যেন লাগে।

পৌৰাণিক যুগৰ আলেখ্যবিদ্যাৰ কোনো চিত্ৰ নিদৰ্শন আজিলৈকে থকা নাই যদিও সেই চানেকিৰে অঁকাৰ প্ৰথা পুথিৰ পাথে পাথে আজিও চলিয়েই আছে। নানা ঠাইত চিত্ৰকলাৰ উল্লেখ থকা কথাৰ পৰাই বেচ অনুমান কৰিব পাৰি যে সি নিজৰ তেজেৰে ভাৰত জুৰি জিলিকিয়েই আছিল। কালে কালে প্ৰতিভাশালী চিত্ৰকৰ সকলে নিজ নিজ যুগপ্ৰভাৱৰ আভাস দি তাৰ পৰিপুষ্টি সাধন কৰি অখণ্ড প্ৰদীপ গছি জলাই ৰাখিছিল। এই চিত্ৰকৰ সকলৰ সংখ্যা লেখত তাকৰ হোৱাই স্বাভাবিক; কিয়নো, আজি কালিৰ দৰে হোৱাই নোহোৱাই চিত্ৰকৰ হোৱাৰ স্পৰ্দ্ধা কোনেও তেতিয়া নকৰিছিল। শুক্ৰাচাৰ্য্যৰ বিধান মতে চিত্ৰকৰ বা ভাস্কৰে নিজৰ অন্তৰত শূণ্যতাৰ ধ্যান কৰি আৰাধ্য বীজমন্ত্ৰ জাপ কৰিব লাগিব, তাৰ মাজেদি ধ্যান মন্ত্ৰ জাগ্ৰত হলেই সফল সপোনত প্ৰতিফলিত হোৱাৰ দৰে দেৱতাৰ দিব্য ৰূপ হৃদয়ত জিলিকি পৰিব। সেই দিব্যৰূপৰ আদৰ্শেৰে হে সিবিলাকে চিত্ৰ আঁকিব বা মূৰ্ত্তি সাজিব, — মুঠ কথা নিজে দেৱতা হৈ হে দেৱতাক প্ৰকাশ কৰিব পাৰিব। এয়ে যদি হয়, এনে লোকৰ লেখ হেজাৰত কেইজন হব তক সহজে অনুমান কৰিব পাৰি। লেখত দুই এক পালেও নাম ধামেৰে পোৱা যে আৰু টান। কবিয়ে ক'বৰ দৰে —"যেয়ে ঈশ্বৰঁলে বুলি গীৰ্জ্জা সাজে, সেয়ে তাত নিজৰ নামটি দিবঁলে পাহৰি যায়।"

কোনো কোনো সমালোচকৰ মতে খৃষ্ট পূৰ্ব্ব চতুৰ্থ শতাব্দীৰ পৰা বৌদ্ধ যুগৰ আগছোৱাক মৌৰ্য্যযুগ বুলি যদি ধৰা যায় তেনে তাৰ পৰিণতি সকলো ফালে জিলিকি পৰিছিল তৃতীয় চতুৰ্থ খৃষ্টাব্দৰ গুপ্ত যুগত। মৌৰ্য্য যুগৰ সাৰনাথৰ স্মৃতিস্তম্ভৰ প্ৰতীকত অৰ্থব্যঞ্জনা আৰু কাৰুকাৰ্য্যৰ কৌশল আজিও জগতত সমাদৰৰ বস্তু হৈয়ে আছে, দুহেজাৰ বছৰৰ পাচতো সি আজি জাতীয় জাগৰণৰ প্ৰতীক স্বৰূপে ভাৰতৰ বুকুত জিলিকিব লাগিছে। যক্ষ যক্ষীৰ মূৰ্ত্তিত পৌৰাণিক যুগৰ ৰূপ কল্পনাৰ নিদৰ্শন স্বৰূপ দেৱতাৰ যি অতিমানুষৰ ৰূপ-তাৰ নাম গন্ধ নাই। স্বৰ্গ আৰু মৰ্ত্ত্যত বিচৰণ কৰি ফুৰা যক্ষ গন্ধৰ্ব্ব সকলক মানুহৰ আকৃতিৰেই কল্পিত কৰা হৈছিল। অলৌকিকতাৰ আশ্ৰয় তাত সমূলি লোৱা নহৈছিল। মথুৰাক কেন্দ্ৰ কৰি এই কালতে যি শিল্পসাধনা চলিছিল, তাত প্ৰকৃতিৰ ফুলাম কোলাত ৰঙ্গময়ী কামিণীৰ ৰূপ লাৱণ্য ফুটাই তোলাৰ সফল যত্ন যথেষ্ট হৈছিল। এটাইতকৈ এই যুগৰ কৃতিত্ব বিৰিঙি পৰিছিল বুদ্ধদেৱৰ গভীৰ ভাৱৰ মূৰ্ত্তিবিলাকত। এয়ে তিনি চাৰি শ বছৰৰ সাধনা আৰু উৎসাহৰ বলত নতুন তেজেৰে জিলিকি পৰিল গুপ্তযুগৰ কলা সাধনাত। মথুৰাৰ উদ্দাম সৌন্দৰ্য্য আধ্যাত্মিক ভাবেৰে অনুপ্ৰাণীত আৰু সংযত হৈ ই অকল ভাৰতৰে নহয় আশে পাশে দেশ সমূহৰ মুখো জিলিকাই তুলিলে। চীন, মধ্যএচিয়াৰ পৰা যৱদ্বীপ, কাম্বোডিয়া প্ৰভৃত দেশলৈকে নিজ প্ৰভাব বিস্তাৰ কৰিলে। চাৰি পাঁচশ বছৰ জোৰা এই যুগতেই ভাৰতৰ মূৰ্ত্তি নিৰ্ম্মাণৰ যি উৎকৰ্ষ সাধন হৈছিল, তাৰ নিদৰ্শণ অকল এল'ৰা এলিফেন্ট আদিতে নাই, ভুবনেশ্বৰ মন্দিৰতো যথেষ্ট আছে, — বিশেষকৈ সেই প্ৰেমলিপি লিখা কামিনীৰ মূৰ্ত্তিটিত, বাৎসল্য প্ৰেমৰ নাৰী মূৰ্ত্তিটিত, দৰ্পনত নিজৰ মুখ দেখি নিজে বিভোল হোৱা যুৱতীৰ মূৰ্ত্তিটিত —যি অঙ্গসৌষ্ঠৱ, হাৱভাৱ ফুটি আছে সি আজিও সমগ্ৰ জগতৰ বিস্ময় আৰু পুলক জগাবই লাগিছে।এই যুগৰে ৰাজস্থানৰ সাধনাই অৱদান দিয়া সৰস্বতীৰ মৰ্ম্মৰ মূৰ্ত্তিত যি লাৱণ্য আৰু যি সৌন্দৰ্য্য ফুটি উঠিছে তাৰ প্ৰশংসা সুদুৰ দেশতো মুখে মুখে চলিয়েই আছে। এটাইতকৈ আচৰিত অৱদান হ'ল নটৰাজৰ ৰূপ কল্পনা। এই মূৰ্ত্তিটিয়ে চকু টানি নিয়া অঙ্গৰ ভঙ্গিমা কেনে সুন্দৰ! অৰ্থব্যঞ্জনা কেনে সুগভীৰ! ৰৈ থকাৰ মাজেদি চলি থকাৰ, গৈ থকাৰ কি সেই প্ৰাণ ভৰা ইঙ্গিত! ভাৰতৰ নৃত্যনাট্য জগতৰ যেনেকৈ শীৰ্ষস্থানত ভাৰতৰ নটৰাজৰ মূৰতিটিও তেনেকৈয়ে জগতৰ যাৱতীয় মূৰ্ত্তিৰ শীৰ্ষ স্থানত!

এই কালৰ মূৰ্ত্তি নিৰ্ম্মাণৰ লগে লগেই ভাৰতৰ আলেখ্যবিদ্যা নতুন তেজ নতুন উছাহেৰে দেশত জীণ যোৱা বিভিন্ন জাতিৰ প্ৰতিভাৰ পৰশত আৰু জাকত

জিলিকা হৈ পৰিল। মৰি হাজি ৰৈ যোৱা সন্তানটি জীয়াই ৰখাৰ হতাহত ভাৱতে যেন এই যুগৰ আলেখ্যবিদ্যাৰ আচৰিত নিদৰ্শণ বিলাক দুৰ্গম অৰণ্যৰ গিৰি কন্দৰত আবৰি ৰাখিছে, যাতে কোনো যুগৰ কোনো কালাপাহাড়ে সিবিলাকৰ গাত হাত দিব নোৱাৰে। অতীত চিত্ৰ সম্পদৰ অনুসন্ধান কৰোঁতা সকলে এই যুগৰ চিত্ৰ নিদৰ্শণৰ প্ৰসঙ্গত কয়, —মধ্যপ্ৰদেশৰ ৰামগড় পাহাৰৰ যোগীমাৰ গুহাত থকা চিত্ৰাৱলীয়েই প্ৰচিনতম, সেই বিষয়ক বিশেষ বিবৰণ এতিয়ালৈকে সদৰিকৈ প্ৰকাশ হোৱা নাই, ইয়াৰ পাচত খৃষ্টপূৰ্ব্ব দ্বিতীয় শতিকাৰ পৰা খৃষ্টাব্দৰ সপ্তম অষ্টম শতিকালৈকে প্ৰায় হাজাৰ বছৰ বিয়পা এই কালছোৱাৰ ভিতৰত চিত্ৰত হোৱা চিত্ৰাৱলীৰ সংৰক্ষিত নিদৰ্শন পোৱা যায় দক্ষিণ হাইদ্ৰাবাদৰ অজন্তাৰ উন্নত্ৰিশটি গুহাত। আজি দুহেজাৰ বছৰৰ জড়া ব্যাধিয়েও এই চিত্ৰবিলাকৰ মুখৰ জেউতি হৰিব পৰা নাই তাৰ চিত্ৰকৰে এইয়া যেন সিদিনাহে লেখনী সমৰিছে। অন্ধকাৰ গুহাত সূৰ্য্যালোক সমানুপাত আৰু পৰিপ্ৰেক্ষা কেনেকৈনো ৰক্ষা কৰিছিল, কেনেকৈয়ে বা ইটি ৰঙৰ ওপৰত সিটি ৰঙ মিলাই ৰঙৰ সামঞ্জস্য ৰক্ষা কৰিছিল, — যিমানেই লাগি চোৱা যায়, সিমানেই পাৰ নোপোৱা পুলকত মুৰ দোঁ খাই পৰে।

অজন্তাৰ প্ৰায়ে চিত্ৰাৱলীৰ বিষয় বস্তু হল বৌদ্ধ ধৰ্ম্ম সংক্ৰান্ত ৰসাত্মক কাহিনী। সেয়ে গুহাৰ প্ৰচীৰত অদ্ৰাবিত ধাতুৰ ৰঙেৰে চিত্ৰিত হৈছিল। প্ৰায়ে পানী নিজৰি সেমেকি থকা শৈল গুহাৰ প্ৰচীৰ চাই প্ৰথমতে তাৰ ওপৰত গোবৰ, তুঁহ, আৰু শিলৰ গুৰিৰে মিলোৱা এবিধ মাটিৰে প্ৰায় এক ইঞ্চি গভীৰকৈ এটি প্ৰলেপ লয়। তাৰ ওপৰত পাতলকৈ এটি বগা ৰঙৰ লেপ দি তাত ৰঙা বা তেজীৰঙাৰ চামনি দি ঠাই বুজি যাই ৰঙ লগায়, আৰু ক'লা বা পৰলা ৰঙেৰে সীমা ৰেখা একো একোটি কাটি উলিয়াই দিয়ে আৰু ঠায়ে ঠায়ে ঠাই বুজি ছাঁয়াপাতৰ আভাসো দি যায়।

কেৱা গৰাকী য়ুৰোপীয় লেখক লেখিকাই, কেৱা গৰাকীও ভাৰতীয় সমালোচকে এই চিত্ৰাৱলীৰ উপযুক্ত বিবৰণ বহলাই লিখি গৈছে। তাৰ সাৰমৰ্ম্ম দুই এক বাক্যেৰে কবলৈ গলে কব পাৰি, — এই চিত্ৰসমূহ ভাৰতৰ নিজা আদৰ্শৰ অনুৰূপ একো একোটি খণ্ডকবিতা। বিভিন্ন জাতিৰ শৰীৰৰ সাধাৰণ আকৃতি আৰু ভঙ্গিমা, আঙ্গিকাভিনয়ৰ মাধুৰী, আৰু হস্তাভিনয়ৰ সৌন্দৰ্য্য বিকাশ যেনে প্ৰশংসনীয়, অৰ্থগৌৰৱেৰেও তেনে চিত্তৰঞ্জক। সুন্দৰ আকাৰ আৰু বৰ্ণৰ সমাবেশ দেখি মনত যি আনন্দ লাগে তালৈ চাই এই চিত্ৰকলাক জগতে একবাক্যে প্ৰশংসা কৰা ইটালীৰ যেই কোনো চিত্ৰ কলাৰ সমানে ঠাই দিব পাৰি।

নাৰীৰ চিত্ৰবিলাকত কেশ বিন্যাসৰ বিবিধ বিলাসে প্ৰচিন ভাৰতৰ কেশমাৰ্জ্জনা কৌশল আৰু "শেখৰাপীড় যোজন" নামৰ কল্যাবিদ্যাৰ চৰ্চ্চালৈ মনত পেলায় কেশৰ কণ কণ কেকুৰীৰে টৌ খোলোৱাৰ পৰা মুৰৰ ঠায়ে ঠায়ে খোপা বন্ধালৈকে, কেশৰ মাজে মাজে মল্লিকা মালতীৰ ভুমুক একোটিৰ পৰা চুলিৰ ওপৰত মনি মুকুতাৰ জালৰলৈকে কতনো ধৰণৰ কত প্ৰকাৰৰ চুলি বন্ধাৰ প্ৰথা! — কৈ কৈ অন্ত কৰিলেও যেন ৰৈ যায়! অজন্তাৰ চিত্ৰাৱলীয়ে নাৰীৰ শোভা সম্পদ প্ৰকাশ কৰিয়েই পাৰ পোৱা নাই। ইতৰ চিত্ৰত শোভাবৰ্দ্ধনৰ নিমিত্তে ফুল ব্যৱহাৰ কৰাদি অজন্তাই আচৰিত কৌশলেৰে লতাৰ মাজে মাজে, চিত্ৰৰ শূণ্যে শূণ্যে নাৰীৰ মূৰ্ত্তি নাৰীৰ মুখ একোখনি পতাই কিনো মনোময় কৰি নুতুলিছে। বিবিধ কৰণেৰে চিত্ৰতো শৰীৰ আৰু মনৰ নাৰীসুলভ কমনীয়তা অতি সুৰদিকৈ ফুটাই তুলিছে এই চিত্ৰাৱলীয়ে। সকলো চিত্ৰতে সেই প্ৰাচীন ভাৰতৰ চিৰ আদৰ্শ, —সেই আধ্যাত্মিক সৌন্দৰ্য্য প্ৰকাশ।

চিত্ৰ জগতৰ বাস্তৱ ক্ষেত্ৰৰ পৰা আহি কোনো কোনো য়ুৰোপীয় সমালোচকে এই চিত্ৰাৱলী দেখি যে দুই এক আসোঁৱাহ উলিওৱা নাই এনে নহয়। গ্ৰীচৰ আকাৰ গত সৌন্দৰ্য্যৰ আদৰ্শেৰে অভ্যস্ত হোৱা চকুৰে ভাৰতৰ পুৰুষৰ ছবি দেখিলে প্ৰথমতে কেনেবা লাগিবৰেই কথা। ভাৰতৰ চিত্ৰ ওপৰে ওপৰে চাই বুজি অন্ত কৰিব পৰাৰ বিধৰ নহয়, ভাৰতৰ চিত্ৰ কোনো ব্যক্তিগত আদৰ্শৰ

অনুকৰণ নহয় যে তাত আলোক চিত্ৰত উঠাদি সামান্য মাংসপেশীৰ পৰা সীৰ একোডালিলৈকে অবিকল উঠি পৰিব। ভাৰতৰ চিত্ৰকৰৰ মানস পটত মানুহ বুলিলেই জাগি উঠে এক নাতিস্থূল নাতি কঠিন কমনীয় শৰীৰৰ আভাস যি তিৰোতাৰ সুকোমল শৰীৰতকৈ গঠনত পৃথক। একো একোডালি আঁকেৰে এনে এটি আভাস পৃথৰ্কৈকে ফুটাই তোলাতেই যে ভাৰতৰ চিত্ৰকৰৰ সৃজনী শক্তিৰ সাৰ্থকতা। ভাৰতৰ আধ্যাত্মিকতাই আলেখ্যবিদ্যাৰ পৰা তেনে এটি সাৰ্থকতাকে আশা কৰে। নাৰীৰ নগ্ন চিত্ৰত দীঘলীয়া চকুৰে পূৰঠ ওঁঠ আৰু সুগোল বক্ষেৰে হালি যোৱা কটি দেশ দেখি সিবিলাকৰ কিবা লাগি যাব পাৰে ভাৰতৰ তিৰোতাৰ লজ্জাই হল শৰীৰৰ ভূষণ। পদুমৰ পাহি এখিলিৰ সাঁচেৰে মেলো নেমেলোকৈ মেলা লাজকুমলীয়া চকু এযুৰি; হয় মৌবিচনীৰ দৰে নহয় পকা বিম্বফলৰ দৰে ভৰদি পৰা ওঠ দুখনিকে ভাৰতৰ কবিয়ে ভাৰতৰ চিত্ৰকৰে নাৰীৰ মুখত দেখি মুগ্ধ হবলৈ প্ৰাণেৰে বিচাৰি আকুল হয়। আঁক কেডালিমান মাৰিয়েই মনৰ এনে এটি হেপাহ ফুটাই তোলাতেই ভাৰতীয় চিত্ৰৰ কৃতিত্ব। আবৰণৰ ভাঁজেৰে বা কোঁচেৰে নগ্নতা নাবৰি লাজৰ আবৰণেৰে যে নগ্নতা আবৰে এয়ে হল নাৰী চিত্ৰৰ বিশেষত্ব। ভাৰতে জানে অশ্লীলতা বস্তুত নেথাকে, থাকে মনত। নগ্নতাত অশ্লীলতা থকা হলে বিশ্বজননী মহাকালীৰ মূৰ্ত্তি নগ্নকৈ সাজি পূজা নকৰিলেহেতেন।

যুৰোপৰ এই শ্ৰেণীৰ সমালোচকে হয়তো নিজৰ জুতিৰে যাক সুন্দৰ বোলে তাকে ভাৰতত চাবলৈ বিচাৰে। সিবিলাকে বোধ কৰোঁ নেজানে তিৰোতাৰ মুৰৰ মুগা সোণবৰণীয়া চুলি আৰু নীলাকৈ ডঁহা চকু যাক সিবিলাকে সুন্দৰ বোলে, ভাৰতলৈ সেয়ে যে কুলক্ষণৰ চিন। সৌন্দৰ্য্যাই নিজৰ জুতিৰে চাকিবলৈ গলে বহুত সুন্দৰো অসুন্দৰ হৈ যায়। ভাৰতৰ চিত্ৰ সৌন্দৰ্য্যাই কোনো বিশেষ দেশৰ জুতিলৈ অপেক্ষা কৰা নাছিল। সুদুৰ অতীতৰ পৰাই নিজৰ প্ৰকাশতে নিজে সি বিভোৰ। পৌৰাণিক যুগৰ দেৱতা চিত্ৰিত কৰিবলৈ লোৱাৰ দিন ধৰি ভাৰতে চিত্ৰকলাত এক আধ্যাত্মিক আদৰ্শকেই বিচাৰি আহিছে। আজি দুহেজাৰ বছৰৰ আগৰ গ্ৰীকসকলে যেতিয়া মানবী শৰীৰ অবিকল খুটি নাটিলৈ মানুহৰ চানেকিৰ সুন্দৰকৈ দেৱতা সাজিছিল, ভাৰতে তেতিয়া সিবিলাকৰ সংস্পৰ্শত আহিও তালৈ চকু মেলি চোৱা নাছিল; কিয়নো, ভাৰতৰ চিত্ৰকলাই বিচাৰিছিল জগতৰ সুন্দৰ বস্তুৰ অন্তৰালত থকা সৌন্দৰ্য্যৰ আভাসেৰে দেৱতাৰ আধ্যাত্মিক শৰীৰৰ আভাস দিবলৈ; বিচাৰিছিল ভাৰতীয় সৌন্দৰ্য্যৰ তিল তিল লৈ স্বৰ্গৰ তিলোত্তমা গঢ়িবলৈ। সেই বুলি মানব শৰীৰৰ আকৃতি জ্ঞান যে ভাৰতৰ নাছিল এনে নহয়। সেই আকৃতিৰ অবিকল অনুকৰণ নকৰি তাৰ মাজেদি সৃজন কৰিবৰ চেষ্টা কৰিছিল সুন্দৰৰ এক অভিনৱ আধ্যাত্মিক ৰূপ। সেইহে আমি ভাৰতীয় চিত্ৰত দেখা পাওঁ মানুহৰ আকাৰত সিংহৰ উন্নত উদাৰ বক্ষস্থল, হৰিণৰ মুকুলিত নয়নৰ মধুৰ আভাস আৰু পাওঁ শোভা সম্পদ যি দি যায়হি পুৰুষত্বৰ অন্তৰৰ এক অভ্ৰান্ত পৰিচয়। ভাৰতৰ কবিয়ে সীতা দেবীৰ এনে ধৰণৰ চিত্ৰ এখনিকে কল্পনা কৰি বিৰহবিধুৰ ৰামচন্দ্ৰৰ মুখেৰে বিলাপ কৰোৱাইছিল, — সীতাক মোৰ অকলে যে কোনেও নিয়া নাই, —হৰিণীয়ে লৈ গল চকু, লতাই নিলে লালিত্য, শঙ্খই নিছে ত্ৰিবলিৰে কণ্ঠ, বিম্বই নিলে ৰক্তিম অধৰ, সিংহই নিলে শৰীৰৰ মধ্যভাগ, কৰিৰ কৰে লৈ গল উৰুৰ বৰ্ত্তুলতা —নাৰীৰ এনে এখনি চিত্ৰ লৈয়ে ভাৰত চিৰ মুগ্ধ। এই খিনিতে গ্ৰীচৰ আদৰ্শত গঢ় লোৱা আকাৰগত সৌন্দৰ্য্যেৰে বাস্তবৰ অনুকৰণত গা ঢালি দিয়া যুৰোপীয় চিত্ৰৰ লগত ভাৰতীয় চিত্ৰৰ পাৰ্থক্য। ভাৰতৰ চিত্ৰকৰে অনুকৰণ নকৰে, কৰে সৃজন।

আমাৰ দেশৰ চিত্ৰ আৰু ভাস্কৰ্য্যৰ তত্ত্বান্বেষী বিচক্ষণ ফাৰ্গুচন চাহাবে এক মুখে অজন্তাৰ চিত্ৰাৱলীৰ প্ৰশংসা কৰিও কৈ গৈছে, — সেইবিলাক ছাঁয়া প্ৰয়োগৰ অভাৱত চেপেটা যেন দেখি। চিত্ৰকৰে দিয়া ছায়াৰ কথা এৰি আলোকচিত্ৰৰ ছাঁয়ালৈ চালেও আমি দেখোন আচল ঘনত্ব বা বেধৰ সন্ধান নেপাওঁ, ছাঁয়াই ঘনত্বৰ পৰিমান হুবহু নিদিয়ে, দিয়ে চকুৰে ধৰিব পৰাকৈ তাৰ আভাস। চিত্ৰকৰে সেই যুগত "দুৰ্ব্বল" অৰ্থাৎ পোহৰ বা পাতল,

আৰু "বলবান" অৰ্থাৎ নীলৰ সংযোগেৰে ছাঁয়া দি যোৰা ৰঙৰ কথা অতি পৰিস্কাৰকৈ বুজিছিল । তথাপিতো সিবিলাকে ঠায়ে ঠায়ে বলবান ৰঙেৰে ছাঁয়া দি গৈছে যদিও, আঁকেৰে অন্তৰৰ ভাব বুজোৱাদি ঘনত্বৰ ভাবো ফুটাই তুলিবলৈ বেচি চেষ্টা কৰিছিল যেন লাগে অজন্তাৰ চিত্ৰাৱলীৰ আলোক চিত্ৰ দেখাসকলে নিশ্চয় মন কৰিছে অন্ততঃ সেই 'ভগ্নদূত' আৰু 'ব্ৰাহ্মণৰ ভিক্ষা' নামৰ ছবি দুখনি । ভগ্ন দূত বা ভিক্ষাৰ্থী ব্ৰাহ্মণৰ হাতৰ তলুৱা আৰু আঙ্গুলি যেনে দৰে চিত্ৰিত হৈছে সি চেপেটা হৈও গোটা বস্তুৰেই আভাস নিদিয়ে নে ? সি নিমাত হৈও কি এক করুণ কাহিনী প্ৰাণ গলাই নিয়াকৈ বিনাই নেযায় নে ? হাতৰ ঠাৰিৰ লাসেৰে তলুৱাৰ লাসেৰে অঙ্গুলিৰ ভঙ্গিৰে কি গভীৰ অৰ্থ, কি ৰসাত্মক ভাবেৰে প্ৰকাশ কৰি মন প্ৰাণ শীতল কৰে ! একো একোটি কৰণৰ ঠায়ে একো একোটি শৰীৰৰ ভঙ্গই কি সঙ্কেতেৰে আনন্দ লোকলৈ লৈ যায় ! —ভাবি তধা লাগিব লাগে । যি সেই মুদ্ৰাৰ ভাষা বুজে তেওঁৰ কথাই নাই, যি নুবুজে তেঁৱো তাৰ লাবনি দেখি সৌন্দৰ্য্য দেখি মুগ্ধ হৈ যায় । য়ুৰোপৰ সমালোচক সকলোটিয়েই এই মুদ্ৰাৰ এই ভঙ্গিমাৰ অৰ্থব্যঞ্জনা যে পাইছিল এনে নহয়, অঙ্গ-প্ৰত্যঙ্গৰ লাবনি দেখি নৃত্যৰ বিশ্বমোহন ভঙ্গি দেখিয়েই সিবিলাকৰ মুখ প্ৰশংসাৰে ভৰি গৈছিল । সেই ধ্যানী বুদ্ধৰ মূৰ্ত্তিটিয়ে অঙ্গপ্ৰত্যঙ্গৰ সমানুপাতৰ হীনডেটিৰ মাজেদিও শিলৰ দৰে মৌন, শিলৰ দৰে অচল অটল— কি এক গভীৰ ধ্যানৰ, কি কি এক উজ্জ্বল আনন্দৰ, কি এক প্ৰশান্তিৰ মহিমাময় বাৰ্ত্তা জ্ঞাপন কৰিছে ! তুলনাত ইতৰ দেশৰ চিত্ৰকলা যে নিস্তেজ নিস্প্ৰভ তাক আজি জগতে স্বীকাৰ কৰিছে । এই মূৰ্ত্তিটিও বৌদ্ধ যুগৰ শ্ৰেষ্ঠতম অৱদান, সুমেৰু শিখৰত ভাৰতীয় চিত্ৰকলাৰ বিজয় কেতন !

বৌদ্ধযুগৰ জগৎজিনা চিত্ৰ নিদৰ্শনৰ লগে লগে যি জগৎজিনা চিত্ৰৰ সুগভীৰ আলোচনা আজি ডেৰ হাজাৰতকৈও বেচি বছৰৰ আগতে জাগি উঠিছিল তাৰ সজানো জিলিকি আছে জগৎজিনা অভিজ্ঞানশকুন্তলমত । চিত্ৰৰ সম্বন্ধে এনে ধাৰণা এনে সুচিন্তিত আলোচনা যি যুগত হব পাৰে সেই যুগৰ চিত্ৰ সম্পদ যে কত উচ্চ স্তৰৰ হব তাক সহজে অনুমান কৰা যায় । প্ৰাণৰ মাজত এনে অনুভূতি আমাৰ হয় যাৰ আভাস শব্দ শক্তিৰে কবিয়ে হয়তো দি যাব পাৰে, চিত্ৰকৰে সেই আভাস ৰেখা সম্পাতেৰে অথবা বৰ্ণবিন্যাসেৰে দি উঠিব পৰা সকলো ক্ষেত্ৰতে সম্ভৱপৰ নহয় । মহাকবিৰ শকুন্তলা জগতত নোহোৱা এক অনুপম প্ৰতিমা । যি হৈ গ'ল, যি হৈয়েই আছে, যি হবলৈ আছে এই সকলো সৌন্দৰ্য্যৰ অভাবনীয় সমাবেশ, সকলো লোকৰ সকলো ঋতুৰ সুষমা সুন্দৰ নহয় যাৰ নাম ললেই হৈ যায় —বিশ্ব শিল্পীৰ তেনে হেন "অপৰা সৃষ্টি" এটি ইতৰ কলাকুশল চিত্ৰশিল্পীয়ে চিত্ৰেৰে প্ৰকাশ কৰে কেনেকৈ ? সি যে অনুভূতিৰ ধন ! —এই কথাটি প্ৰকাশ কৰিবলৈকে মহাকবিয়ে দ্বিতীয় অঙ্কতে দুষ্যন্তৰ মনৰ ভাব কি সুন্দৰকৈ ফুটাই তুলিছে — "শকুন্তলাক সাজি জীৱ দিয়াৰ আগতে বিধতাই চাঁগে চিত্ৰত আঁকি ঘঁহি মাজি সৰ্ব্বাঙ্গ সুন্দৰকৈ লৈছিল ! — নহয়, নহয়, তেতিয়া হলেতো এই সৃষ্টিত সেই চানেকীয়া স্ত্ৰীৰত্ন আৰু থকাৰ সম্ভৱ হলহেতেন । মোৰ মনেৰে সকলো সুষমাৰ সাৰ সি এক "অপৰা সৃষ্টি—। চকামকাকৈ মনে মনিব নোৱাৰা এনে এটি কথাৰ আভাস দি তাকে পদে প্ৰমাণে দেখুৱাই দিবলৈকে যেন সেই অঙ্কতে চিত্ৰশিল্পীক মনতে মুখামুখিকৈ লৈ দুষ্যন্তৰ মুখেৰে মহকবিয়ে কৰলৈ ললে —"মোৰ শকুন্তলা এপাহি ফুল ।" চিত্ৰশিল্পীয়ে হয়তো জগতত নোহোৱা ফুল এপাহিৰ কল্পনা কৰিবলৈ লওঁতেই দুষ্যন্তই কলে, — "কোনেও গোন্ধ নোলোৱা ফুল "! কোনেও গোন্ধ নোলোৱা ফুল এতিয়া আঁকা যায় কেনেকৈ ? শিল্পী থমকি গৈ ভৱা দেখি দুষ্যন্তই দুনাই কৈ উঠিল, —"শকুন্তলা এখিলি নখেৰে নিছিঙা কুঁহিপাত, কোনেও বিন্ধা নিদিয়া এটি ৰত্ন ! চিত্ৰ শিল্পীয়ে হয়তো অসাধাৰণ কলা কৌশলেৰে কোনেও নেদেখা এটি আশ্চৰ্য্য ৰত্ন, এখিলি লৰনু কোমল কুঁহিপাতৰ কল্পনা ফুটাবলৈ যত্ন কৰা যেন দেখি তাৰ পাৰ নৌ পাওঁতেই দুষ্যন্তই কলে, — "মোৰ, মোৰ শকুন্তলা অনাস্বাদিত নৱ মধু, পুণ্যৰ অখণ্ড ফলৰ

দৰে নিষ্পাপ।" কাৰ সাধ্য এই অনাস্বাদিত মধু, এই পুণ্যৰ অখণ্ড চিত্ৰফলকত তুলিকাৰে তুলি দিয়ে ? বিধাতাই পাৰিলেও আমাৰ চিত্ৰশিল্পীয়ে পাৰে কেনেকৈ? এই খিনিতেই কবি আৰু চিত্ৰকৰৰ পাৰ্থক্য, অন্তৰৰ যি নিবিড়তম অনুভূতি তাৰ ৰূপ চিত্ৰ কৰে ধৰিব নোৱাৰি অনেক সময়ত ফিৰিআহে। অনুভূতি তুলিকাৰে বা ৰঙেৰে চিত্ৰিত কৰিব নোৱাৰে। আমাৰ কোনো কোনো প্ৰাচীন পুথিত চিত্ৰকৰ সকলক সাধক আৰু যোগীৰ আখ্যা দিছে। চিত্ৰকৰ সাধক হলেও হব লাগিব ৰূপৰ সাধক আৰু কবি হল ভাবৰ সাধক। দুয়ো একে সেই ব্ৰহ্মানন্দ সহোদৰ যি ৰস, তাৰেই আস্বাদন আৰু নিবেদন অধিকাৰী ইয়াত সন্দেহ নাই। সেই বুলি কবিয়ে যিটি ভাবেৰে বুজি উঠে তাক চিত্ৰকাৰে সকলো সময়তে চিত্ৰেৰে প্ৰকাশ কৰিব নোৱাৰে।

দুষ্মন্তক এনে এজন উচ্চ স্তৰৰ চিত্ৰ সাধক পাতি আকৌ এবাৰ ষষ্ঠ অঙ্কত বিৰহৰ অবিৰল অশ্ৰু ধাৰেৰে অন্তৰ খনি নিকা কৰোৱাই মানস প্ৰতিমাৰ ৰূপ লাৱন্যত একেবাৰে তন্ময় অৱস্থাত শকুন্তলাক চিত্ৰিত কৰাৰঁলৈ যত্ন কৰোৱালে। তেতিয়াও আৰম্ভ কৰা ছবি খনিৰ পৰৱতীত একোকেই অঁকা নাছিল। গভীৰ তন্ময়তা ভাঙি বিদুষকে কথাৰ অৱতাৰণা কৰাত সেই ছবিখনি দেখুৱাই কেনে দেখিছা বুলি দুষ্মন্তই সুধিলে। বিদুষকে কলে —" উঠা পৰা যেন দেখিছোঁ। মোৰ চকুৰে উজুটি খাই গৈছেগৈ। এৰা, আলাপ কৰিবৰেই মন গৈছে। এতিয়া শকুন্তলা বা কোনটি ? —চিত্ৰত শকুন্তলাক চিনি নোপোৱা দেখি চিনি পোৱা সানুমতীয়ে নেপথ্যত হাঁহি কলে, "ৰূপৰ অনভিজ্ঞ দেহি! দেখিও চিনিব পৰা নাই।" দুষ্মন্তই চিনাই দিলত শকুন্তলাৰ মুখত ঘামৰ বিন্দু আৰু ভোমোৰাঁলৈ ভয় খোৱাৰ ভব ভংগীকে চাই বিদুষকে কিছু ধৰিব পাৰিছিল, তথাপি দুষ্মন্তৰ আঙুলিৰ ঘামৰ চিন আৰু আবেগত জৰি পৰা অশ্ৰুবিন্দু পৰি শকুন্তলাৰ কপোল মোলান কৰি পেলোৱা 'ভাবচিহ্ন' যি আছিল তাক দেখুৱাই নিদিয়ালৈকে ধৰিব পৰা নাছিল। তাৰ পাচত দুষ্মন্তই ক'লে, চিত্ৰত যি যি সাধু নাছিল, তাক সংশোধন কৰা হ'ল যদিও, তেওঁৰ ৰূপ লাৱন্য ৰেখাৰে জান নেজানকৈহে ফুটাব পৰা হৈছে। আঁকিবলৈ আৰু কি কি বাকী আছে শুনা, — সুদূৰত গৌৰীগুৰুৰ পাৱন পাদ প্ৰদেশ, তাৰ আগেদি স্ৰোতস্বিনী মালিনীৰ ক্ষীণৰেখা, বালুকাৰ অ'ত ত'ত যোৰে যোৰে হংস, আগফালে শাখাবিলম্বিত বল্কলেৰে তৰুৰ তলত কৃষ্ণসাৰে পাতি দিয়া শিঙত বাওঁ চকুটি লয়-লাসে খজুৱাই থকা এজনী হৰিণী — আৰু, আৰু কি বাকী —!" বিদুষকে মনে মনে ভাবিলে —"এতিয়াও, তপোবন যেন বুজাবঁলৈ পৰৱতীত দীঘল ডটীয়া ঋষি এজাক ওধৰ পৰা মোৰ্থলৈকে আঁকি দিবঁলৈ থাকিল হবলা!"

এই কথাখিনিৰে মহাকবিয়ে সেই যুগৰ চিত্ৰ সংক্ৰান্ত কেবাটিও প্ৰশ্নবোত্তৰ অবলীলা ক্ৰমে দি যোৱা নাই নে ?

সেই কালত সমাজৰ অতি উচ্চ স্তৰতো চিত্ৰকলা অন্তৰ্দাহৰ ঔষধি বুলিয়েই চৰ্চা কৰা হৈছিল। তাত তন্ময় হৈ সাধকে বিৰহৰ মাজতো মিলনৰ শান্তি উপভোগ কৰিছিল।

কাব্য বুজিবঁলৈ যেনে ৰসিকৰ প্ৰয়োজন, আলেখ্য বুজিবঁলৈ চিত্ৰৰ ক্ষেত্ৰতো ৰসিকৰ একান্ত আৱশ্যক। অতি সাধাৰণৰ ভিতৰত এনে অনেক আছে যাক ছবিৰ কথা দূৰতে থাওক আজি কালিৰ আলোকচিত্ৰ একো খনিকো অনেক সময়ত চিনাই নিদিলে চিনিব নোৱাৰে।

ভাৰতীয় চিত্ৰত সাধাৰণতে "বলবান ৰঙৰ" ছাঁয়াৰে বা ৰেখাপাতেৰে ছবিৰ ঘনত্ব বা বেধ এনে স্পষ্টকৈ দেখুওৱা হৈছিল যে অল্পবুদ্ধি মানুহৰ চকুতো উঠা পৰা, ওখ চাপৰৰ দৃশ্য বুজিব পৰাকৈয়ে লাগি গৈছিল।

চিত্ৰত নায়ক বা নায়িকাক উপযুক্ত পাৰিপাৰ্শ্বিকতাৰ মাজত ৰসৰ অনুকূলে যোৱাকৈ পৰৱতীৰ আগত ৰজিতো খুৱাই আঁকি দিব পৰাটি অৰসিক বা অল্পবুদ্ধিৰ পক্ষে সম্ভৱপৰ নহয়, যাৰ শিক্ষা আৰু সাধনা বৰ বেচি তেনে চিত্ৰকৰৰ পক্ষেহে ই সম্ভৱ; নহলে তপোবন বুজাবঁলৈ গৈ দীঘল ডটীয়া ঋষি ওধৰ পৰা মোৰ্থলৈ আঁকি দিয়াৰ কল্পনা বিদুষকৰ বুদ্ধিয়ে কৰিবঁই বা কিয় ? সময়ে সময়ে

শিক্ষা আৰু সাধনা থকা চিত্ৰকৰৰ বেলিকাও ইয়াৰ ব্যতিক্ৰম দেখা যায়। ৰাজা ৰবি বৰ্ম্মাৰ দৰে এগৰাকী সিদ্ধহস্ত আৰু প্ৰসিদ্ধ চিত্ৰকৰে এনে কথাত সময়ে সময়ে আশানুৰূপ ফল দেখুৱাব পৰা নাই। তেখেতৰ সন্ন্যাসী বেশেৰে ৰাৱণে সীতাক হৰণ কৰিবলৈ অহা ছবি খনিৰ পৰৱৰ্তীলৈ চাই কোনেও তেনে বীভৎস আৰু ভয়ানক ভাবৰ ঘটনা এটিৰ কল্পনা কৰিব নোৱাৰে। —সি যেন এখনি মধ্যবিত্ত লোকৰ প্ৰমোদ বন, সূৰ্য্যৰ কিৰণত জিকমিকাব লাগিছে। প্ৰকৃতি আৰু মানবৰ যি সহানুভূতি সূচক প্ৰাণৰ ঝঙ্কাৰ সিতো তাত বাজি উঠা নাই। অথচ আদি কবি বাল্মীকিৰ কি সেই ৰসাত্মক ইঙ্গিত! সীতাক হৰিবলৈ যোৱা ৰাৱণক দেখি —"ভয়াৎ স্তিমিতা গোদাবৰী নদী"— ভয়ে ভয়ে গোদাবৰী নদী বৈ বৈ বৰলৈ ধৰিলে। ছবিৰ পৰৱৰ্তীত ৰসৰ বাটেদি বলি যোৱা এনে একোটি আভাসক ভাবতে ছবিত চাবলৈ বিচাৰে।

দুষ্যন্তৰ তপোবনৰ কল্পনাটিয়ে অলপ কথাৰেই অন্তৰৰ স্থায়ীভাবত সৌন্দৰ্য্যবোধৰ কি মধুৰ ভাবৰ ঝঙ্কাৰ তুলি দিছে। এই গভিৰ ব্যঞ্জনাৰ ৰসাত্মক ইঙ্গিতত জিলিকি উঠিছে সেই কালৰ পৰিপ্ৰেক্ষা আৰু সমাপ্তিকেন্দ্ৰৰ কল্পনা, ভাৰতীয় চিত্ৰত যাৰ অভাবৰ কথা বিদেশৰ একাধিক সমালোচকে কবলৈ সাহ কৰিব পাৰিছে। ভোগ ঐশ্বৰ্য্যৰ বিনন্দবিলাসৰ মাজে দি নিজৰ কাব্য কেঁউখনিত ছেগ চাই দূৰণিৰ হিমালয়ৰ পাদদেশেৰে মিলি যোৱা আকাশত সেই সমাপ্তি কেন্দ্ৰ, মালিনীৰ ক্ষীণৰেখাৰ আগত হংস মিথুন, আৰু তাৰো আগত তৰুতলৰ হৰিণ হৰিণীৰ দৃশ্যেৰে এক প্ৰাণ ভৰি যোৱা পৰিপ্ৰেক্ষা! কি গভীৰ, কি সম্পূৰ্ণতাৰ ভাব ব্যঞ্জক এই ছবি! ছবিলৈ সাধাৰণ বুদ্ধিৰ লোকেৰে সৈতে এনে কৌতুক, ছবিৰ পৰৱৰ্তীলৈ এনে বুকু জুৰাই যোৱা ৰসৰ শৰাই বিন্তানৰ পৰিতোষলৈ, মনেৰে আশঙ্কা কৰি মহাকবিয়ে যাঁলে আগ বঢ়াইছিল সেই প্ৰেক্ষকসকল চাগৈ কত উচ্চ স্তৰৰ ৰসজ্ঞলোক! এই কথাষিনিয়ে একালে যেনেকৈ মহাকবি আৰু প্ৰেক্ষক মণ্ডলীৰ মৰ্য্যাদা প্ৰকাশ কৰিছে আইন কালে তেনেকৈয়ে সেই কালৰো বহু আগৰে পৰা ভাৰতত চিত্ৰকলাৰ চৰ্চ্চা হৈ থকাৰ কথাটিও যেন চকুত আঙুলি দি দেখুৱাই দিছে। ইয়াৰ লগে লগে আৰু এইটিও ভাবিবৰ মন যায় আজি অন্ততঃ দেৰ হাজাৰ বছৰৰ আগত অতি প্ৰচিন কালৰ এনে নিদৰ্শন এনে প্ৰমান ধ্বংস নোহোৱাকৈ হয়তো যথেষ্ট আছিল যাৰ ওপৰত নিৰ্ভৰ কৰি মহাকবিয়ে সেই কালত চিত্ৰ চৰ্চ্চাৰ সুউচ্চ চূড়ালৈ উঠিব পাৰিছিল।

এই প্ৰসঙ্গত চিত্ৰৰ সম্বন্ধে মহাকবিয়ে আৰু এটি প্ৰাণৰ কথা দুষ্যন্তৰ মুখে প্ৰকাশ কৰোৱালে —"পথৰ স্ৰোতস্বিনী পৰিত্যাগ কৰি মৰীচিকাৰে মই প্ৰণয় কৰিছোঁ।" পৰিত্যক্তা শকুন্তলা হল পথৰ *স্ৰোতস্বিনী*, তেওঁৰ ছবি খনি হল মৰুৰ মাজত তাৰেই মৰীচিকা। আচল বস্তুটি এৰি দি তাৰে সাদৃশ্য থকা বস্তু এটিৰে মই মন ভাপৰিছোঁ। কাব্যই বোলক, চিত্ৰই বোলক, তাৰ আনন্দ যে ব্ৰহ্মানন্দ নহয় —ব্ৰহ্মানন্দ সদৃশ, ব্ৰহ্মানন্দ সহোদৰহে — এই সুগভীৰ তত্বটি কেনে সুন্দৰ উপমা এটিৰেই প্ৰাঞ্জল কৰি দি গ'ল।

ইয়াৰ তিনি চাৰিশ মান বছৰৰ ভিতৰতে কবি নাট্যকাৰ ভৱভূতিয়েও সেই যুগৰ ৰজাসকলৰ চিত্ৰশাল থকাৰ কথা, চিত্ৰকলাৰ পৰা ৰাজকুমাৰ ৰাজকুমাৰীয়ে আমোদ লাভ কৰাৰ কথা, আৰু সিবিলাকৰ ৰাজত্ব কালত ঘটা বিশেষ ঘটনাৱলী চিত্ৰেৰে অঙ্কণ কৰি ৰখাৰ কথা ৰাম সীতা আৰু লক্ষ্মনৰ চিত্ৰদৰ্শনৰ মাজেদি ইঙ্গিত কৰি গৈছে বুলি ধৰিব পাৰি। আমাৰ দেশৰ শ্ৰীকৃষ্ণৰ দিনৰ চিত্ৰলেখা আৰু উষাৰ কাহিনীয়েও ৰাজকুমাৰ আৰু ৰাজকুমাৰীসকলৰ এনে ধৰণৰ চিত্ৰ চৰ্চ্চাৰ কথালৈকে আঙুলিয়াই নিদিয়ে জানো?

পৌৰাণিক যুগৰ কি চিত্ৰ, কি মূৰ্ত্তি এই সকলোলৈকে দি যোৱা বৰ্ণ-বিন্যাসৰ বিধানৰ বিষয়ে শুনিলে আচৰিত হব লাগে। এতিয়াৰ দৰে তেতিয়া বিজ্ঞানাগাৰ নাছিল, সৰ্ব্বিকে বিজ্ঞান চৰ্চ্চা হোৱা নাছিল, এঠাইৰ পৰা এঠাইলৈ যোৱাৰ সুচল সুবিধা একো নাছিল, আন নেলাগে সেই সেই বিষয় এটি চৰ্চ্চা কৰিবলৈ মুদ্ৰা যন্ত্ৰেৰে আলোচনী এখনো নাছিল; অথচ বিবিধ ৰঙৰ

উপাদান উলিয়াই মূৰ্ত্তিয়ে মূৰ্ত্তিয়ে বৰ্ণ বিশেষৰ প্ৰয়োগবিধি, মূল ৰঙৰ সংমিশ্ৰণত নানান ৰঙৰ প্ৰস্তুত প্ৰণালী, বলবান আৰু দুৰ্ব্বল ৰঙৰ সহায়েৰে পদাৰ্থৰ ঘনত্ব বুজোৱা উপায় — এই বিলাক কেনেকৈ ইমান সহজে আৰু এনে সুন্দৰকৈ আমালৈ দি থৈ গৈছে, তাঁলৈ চালে কোন শিৰঁলৈ যে বৈ আহিছে এই কথাটি ভাবিলে আমাৰ হিয়া নাচি উঠে। সকলো ৰঙৰ মূলত প্ৰধান ৰঙ তিনিটি— ৰঙা, নীলা আৰু শ্বেতাভ পীত। —সৃষ্টিৰ মূলৰ ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰৰ মূৰ্ত্তিৰ ৰঙ তিনিওটি অবিকল এয়ে নহয় জানো ? সকলো ৰঙৰ সমষ্টি হলেই হয় সূৰ্য্যকিৰণ। সূৰ্য্য কিৰণ বিশ্লেষণ কৰিলে পোৱা যায়— বেঙেনাবুলীয়া, নীলা, কজলা, সেউজীয়া, হালধীয়া, কুহুমবুলীয়া আৰু ৰঙা এই সাতোটি ৰঙ, — যাক আমি আকাশৰ ৰামধেনুত দেখোঁ। এই সাতোটি ৰঙৰ কিৰণকে বোলক বা সাত জাতৰ অশ্বকে বোলক, তাকে ৰথত লৈ সূৰ্য্য দেৱতাই বিশ্বভুবন আলোকতি কৰি অহৰহ চলিব লাগিছে। এইখিনিতে সূৰ্য্যৰ সপ্তাশ্ব নামটি কেনে অৰ্থব্যঞ্জক ! সকলো ৰঙৰ অভাৱ বা প্ৰলয় হলেই আমি ঘোৰ ক'লা দেখোঁ ; প্ৰলয়ঙ্কৰী মহাকালীৰ ঘোৰ কৃষ্ণবৰ্ণই আমাক প্ৰলয়ৰ এনে অৰ্থলৈকে লৈ নেযায় নে ?

নাট্যশাস্ত্ৰখনি মৎস্য পুৰাণৰো আগৰ বুলি কোনো কোনোৱে মত প্ৰকাশ কৰে। তাত অঙ্গৰচনাৰ প্ৰসঙ্গত সংযোগজ বৰ্ণ আৰু উপবৰ্ণৰ সংমিশ্ৰণৰ কথা পৰিস্কাৰকৈ দিয়া আছে। বগা আৰু নীলাৰ সংযোগত পাণ্ডুবৰ্ণ বা শেঁতা আকাশ বৰণীয়া, বগা ৰঙাৰ মিলনত পদ্মবৰ্ণ বা গোলাপী ৰঙ, হালধীয়া আৰু নীলেৰে হৰিৎ বৰ্ণ বা সেউজীয়া, নীলা আৰু ৰঙাৰে কষায় বৰ্ণ বা বেঙেনাবুলীয়া, ৰঙা আৰু হালধীয়াৰে গৌৰ বৰ্ণ বা কুহুমবুলীয়া ৰঙ পোৱা যায়। তিনিটা বা চাৰিটা ৰঙ মিহলাই অনেক উপবৰ্ণ কৰিব পাৰি। উপবৰ্ণ একোটি বলবান কৰিবলৈ নীল বৰ্ণৰ মাত্ৰা বেচিকৈ দিলেই হয়। এই বিলাকৰ বিশ্লেষণ আৰু প্ৰয়োগলৈ চাই বেচ কব পাৰি আজি কালিৰ চিত্ৰকৰলৈ ভেভিয়াৰ চিত্ৰকৰে ৰঙ মিলোৱা সম্পৰ্কে বাকী বেচি থৈ নগল। সিবিলাকে দি যোৱা নানান বৰ্ণৰ নাম বিলাককে লৰচৰ কৰি বৰ্ণান্তৰত লগাই ভাৰতৰ চিত্ৰকৰ আজিও সেই আলোকতে চলি আছে।

বৌদ্ধযুগৰ চিত্ৰ নিদৰ্শণ কেৱল অজন্তা গুহাতে নহয়, এলৰা, সিংহল দ্বীপ, গোৱালিয়ৰৰ বাঘ গুহা, বাৰ্হত, সাঁচি, ৰাজগৃহ, আৰু কান্দাহাৰ আদি ঠাইতো যথেষ্ট পাবঁলৈ আছে । কান্দাহাৰত বাজে বাকীবিলাকত এনে কোনো বিশেষত্ব নাই যি সুকীয়াকৈ দৃষ্টি আকৰ্ষণ কৰিব পাৰে । সকলোতে সেই একে আদৰ্শ, একে প্ৰণালী, একে ধৰণ কাৰণ, পৌৰানিক যুগৰ দেৱতা আৰু আধ্যাত্মিক আখ্যানৰ বাহিৰেও ৰজাৰাণী, যুদ্ধ বিগ্ৰহাদি সাংসাৰিক বিষয়ৰ ছবি সম্বন্ধে যি উল্লেখ আছিল, বৌদ্ধযুগৰ বহুল চৰ্চ্চাৰ ফলত তাৰ পৰিসৰ ইমান বাঢ়িল যে প্ৰকাশ্যে চিত্ৰকলাক চাৰি ভাগত ভগাব পৰা হ'ল। যি বিলাক চিত্ৰত বাস্তৱতাৰ সাদৃশ্য বেছি ভাগে ৰখা হৈছিল তাক বাস্তৱ বুলিছিল, আধ্যাত্মিক বা কাব্য বিষয়ক চিত্ৰবিলাকক বুলিছিল বৈনিক ; সমাজ আৰু সাংসৰি চিত্ৰকলাকে নাগৰ, আৰু সানমিহলি বিলাকে মিশ্ৰ নাম পাইছিল।

পৌৰাণিক আৰু বৌদ্ধযুগৰ যুদ্ধবিগ্ৰহাদিৰ আদিৰ চিত্ৰৰ সম্বন্ধে উল্লেখ দেখি ইংলণ্ড চিত্ৰকলাবিদ বিচক্ষণ ব্যক্তিনে কোৱাৰ দৰে ভাবিব পাৰি যুদ্ধবিগ্ৰহে কলাৰ জনম দিয়ে। ৰাম ৰাৱণৰ যুদ্ধ লৈ ৰামায়নৰ, কৌৰৱ পাণ্ডৱৰ যুদ্ধ লৈ মহাভাৰতৰ, ট্ৰজানৰ যুদ্ধলৈ ইলিয়াড আৰু অডিচিৰ জনমে এনে এটি ভাৱলৈকে পোনতে লৈ যায়; কিন্তু ভাৰতৰ ফালৰ পৰা চালে আমি স্পষ্টকৈ দেখোঁ — যুদ্ধই যুদ্ধ বুলিয়েই কলা নোপজায়, কলা ওপজাৰ যিটি থাই উদ্দেশ্য সেই উদ্দেশ্যৰ অৱকাশ একো একোখন যুদ্ধত আছে বুলি হে তাক লৈ কলাৰ জনম। এই কেউখন মহাযুদ্ধৰ পাচত কত মহা মহাযুদ্ধ হৈ গল, ক'তা কলা ওপজাক চাৰি কলাৰ সংৰক্ষিত আশ্চৰ্য্য নিদৰ্শনো দেখোন চুণচাত হে হ'ল ? কেৱল যুদ্ধত সম্ভৱ হব পৰা বীৰ, ৰৌদ্ৰ, ভয়ানক আদি ৰসতেই কলা নোপজে, আদি ৰসত ওপজা কলাৰ লেখ সম্ভৱত বেচিয়েই হ'ব । সংসাৰৰ

যেই সেই অৱস্থাতে নহয়, যি অৱস্থাই ৰসৰ উদ্দীপনা যোগাব পাৰে তাতে হে কলাৰ জনম সম্ভৱ হয়, — তেহেলে সি যুদ্ধই হওক বা শান্তিয়েই হওক— তাত কোনো কথা নাই, কবিতাৰ দৰে, সঙ্গীতৰ দৰে, নৃত্যাভিনয়ৰ দৰে আলেখ্য বিদ্যাৰো সেই এক উদ্দেশ্য ৰস আৰু ভাবৰ উদ্দীপনা আৰু আস্বাদন।

কান্দাহাৰত যি বিলাক নিদৰ্শন পোৱা যায় সেই বিলাকত বাহ্যিক সৌন্দয্যৰ প্ৰয়াস বেচি। সাজ পৰিচ্ছদৰ নিমজ কোঁচ বিলাক আৰু অঙ্গ প্ৰত্যঙ্গৰ গঠন বোৰ বেচি তৃপ্তিকৰ। ইয়াকে দেখি য়ুৰোপৰ কোনো কোনো শিল্প সমালোচকে এই চিত্ৰ বিলাকত গ্ৰীক প্ৰভাবৰ কথা প্ৰকাশ্যে কয়। হব পাৰে, — ভাৰতৰ পশ্চিম দিশ প্ৰথমে গ্ৰীক সকলৰ সংস্পৰ্শত আহে, সিবিলাকৰ সমালোচনা বা কথন-মথন মতে আকাৰগত সৌন্দৰ্য্যলৈ অলপ মন দি বিদেশীৰ ধৰনেৰে চিত্ৰকলা নয়ানন্দ কৰিবলৈ চেষ্টা কৰাটো একো বিচিত্ৰ নহয়। সেই বুলি তাৰ প্ৰাণ ধাৰ কৰি পদস্খলন হোৱাৰ কোনো নিদৰ্শণ নাই। ভাৰতৰ কলাকৃষ্টি ভাৰতীয় প্ৰাণৰ আলোকত আবহমান কাল জলিয়েই আছে। কোনো দেশৰ প্ৰদীপৰ পোহৰলৈ অতীতত সি অপেক্ষা কৰা নাছিল। নিজৰ পোহৰ বিলায়েই নিজে সি বিভোৰ।

সিদিনাৰ দিল্লীত বহা এচিয়া মহাদেশৰ আন্তৰ্জাতিক মহাসভাৰ প্ৰতিনিধি বৰ্গই হিয়া উবুৰিয়াই কি আন্তৰিকতাৰে সমগ্ৰ এচিয়াৰ কলাকৃষ্টি আৰু সভ্যতাৰ জননী বুলি ভাৰতীৰ মুখলৈ হেপাহ নপলোৱাকৈ চাইছিল, সেই কথা বাতৰি কাকতৰ জৰিয়তে অনেকেই জানে। এচিয়া মহাদেশৰ কথাই নাই, কেৱা গৰাকীও পাশ্চাত্যৰ বিচক্ষণ লিখকে, বিশেষকৈ মেডেম্ ব্লেভেট্‌স্কিয়ে, স্বীকাৰ কৰিছে, — গ্ৰীচ্ আৰু গ্ৰীচৰ পাচৰ ৰ'মে যদি অজুগুৰ সভ্যতাকে অনা হয়, তেনে সেই সভ্যতা অজুগুই পাইছিল ভাৰতৰ পৰা। বেবিলনৰ সভ্যতা বেবিলনতে গজি উঠা নহয়, তাকো আনিছিল ব্ৰাহ্মন্যধৰ্ম্মৰ হিন্দুসকলে। চুমেৰিয়ান, এচিৰিয়ান আৰু বাইজেন্টাইন সভ্যতাও যে ভাৰতৰ ওচৰত অনেক ধাণী এই কথাও লাহে লাহে ইতিহাসৰ আলোকত ফুটি পৰিবলৈ ধৰিছে। সুদূৰ দক্ষিণ আমেৰিকাৰ পেৰুৰ ইঙ্কাসকলৰ আচাৰ-ব্যৱহাৰ, জাতিবিভাগ, উপনয়ন, সঙ্গীত, সতীপ্ৰথা, গুৰুকুল প্ৰথা আদি ভালেখিনি কথালৈ চাই সিবিলাকক ভাৰতৰে সন্ততি বুলি চাৰ উইলিয়াম জন্সেও ধৰি লবলৈ দ্বিধা বোধ কৰা নাই। মেক্সিক'তো আবিষ্কৃত গনেশৰ মূৰ্ত্তিত বাজেও মন্দিৰাদি গঠন প্ৰণালীত এনে অনেক সাদৃশ্য আছে যালৈ চাই সেই দেশতো সুদূৰ অতীতৰ ভাৰতীয় কলাকৃষ্টিৰ প্ৰভাব লাহে লাহে সুপ্ৰমাণিত হব লাগিছে। ইফালে আৰৱ, পাৰস্য, মধ্যএচিয়া, আৰু চীন দেশৰ ভূৰি ভূৰি প্ৰমাণৰ উপৰিও বালী দ্বীপ, যৱদ্বীপ, মালয় দ্বীপপুঞ্জ, কাম্বোডিয়া, জাপান, কৰিয়া আদিৰ লগত ভাৰত যিমানেই ঘনিষ্ঠ হবলৈ ধৰিছে সিমানেই সেই সেই দেশৰ কলা কৃষ্টিত অতীত ভাৰতৰ ছবি খনিয়েই স্পষ্টকৈ জিলিকি উঠিছে। দিন হৈ আহিছে মানে ভাৰতৰ কলাকৃষ্টিয়ে অতীতত জগৎজুৰি প্ৰভাব বিস্তাৰ কৰাৰ সম্ভেদ পৃথিৱীৰ ইতিহাসে খোলাখুলিকৈ ঘোষনা কৰিব লাগিছে।

কি তেজৰ প্ৰভাৱত ভাৰতৰ কলাকৃষ্টিয়ে, অজন্তাৰ চিত্ৰাবলীয়ে গোটেই জগতৰ দৃষ্টি মুগ্ধ কৰি প্ৰাণৰ বীজ দুয়ো হাতেৰে বিলাব পাৰিছে ? ই নিশ্চয় তাৰ কলা কৌশলৰ নৈপুন্যতা নহয়, বাহ্যিক অনুকৃতিৰ চমৎকাৰিতা নহয়, জনসাধাৰণৰ সহজে পোৱা আমোদ আশ্বাসৰ বিলাসিতাও নহয়, তাতোঁকৈ গভীৰ, তাতোঁকৈ গহন অন্তপ্ৰদেশৰ কি যে এক আধ্যাত্মিকতাৰ বাতৰি, নিগৰি আহি জগতৰ মাজত ঝঙ্কাৰ তুলিছে, কি যে এক প্ৰাণস্পৰ্শী দিব্য প্ৰভা-চিৰসুন্দৰৰ সুষমাৰাশিৰে জিলিকি জিলিকি প্ৰাণ-মন বিভোৰ কৰিছে। ইন্দ্ৰিয় লোকৰ অন্তৰালত সকলো দেশ, সকলো কাল সকলো ব্যক্তিত্বৰ সীমাৰ সিপাৰেদি সৃষ্টি মূলৰ অনাবিল পৰমা তৃপ্তিলৈ প্ৰাণ তাৰ অজানিতে টানি নিছে — য'ত জগতৰ বেসুৰা বীণ মিলি যায়- সেই আনন্দ লোকলৈ। তেনে এক উজ্জ্বল লোকত জগতবাসীক নতুনকৈ জনম দিয়াবলৈকে পুৱতী তৰাৰ দৰে অজন্তাৰ তেজ বিকিৰণ। গভীৰ নিৰ্জ্জনতাত

ভিক্ষু শিল্পীসকলৰ কি এই প্ৰাণৰ সাধনা যাৰ সুচিকোণ কিৰণত ভাৰতৰ মাজেদি জ্বলি উঠিলে জগত জুৰি যোৱা এক উজ্জ্বল ভৱিষ্যৰ সোণালী সূচনা !

প্ৰবাদ আছে সীতাদেৱীয়ে দিয়া মালাধাৰীৰ মুকুতামণি বিলাকৰ অন্তৰত ৰামসীতাৰ ছবি নেদেখি ভাৰতৰ ভক্ত হনুমানে এটি এটিকৈ ভাঙি চাই দলিয়াই পেলাইছিল। হনুমানৰ সেই মুকুতামণি মুকুতামণিয়েই নহয়, যাৰ অন্তৰত ৰাম নাই, সীতা নাই। “ঘটে ঘটে ৰাম বিয়াপক হোঁই, আতমা ৰাম বিনে নাই কোঁই।” ৰাম সীতাৰ যুগল মূৰ্ত্তিয়েই যে পৰমাত্মা ভাৰতে সেই হীৰা সেই মণি মুকুতা বিচৰা নাই যি মৰণ শয্যাত গজনিৰ মামুদৰ দৰে বিজেতা একোজনক প্ৰাণৰ শান্তি নিদি— দিছিল এক অপূৰ্ণ হৃদয়ৰ বিকট হাহাকাৰ। তাক লাগে মাণি মাণিক্যৰ জিকমিকনিৰ অন্তৰত জ্বলি থকা আধ্যাত্মিক সাদৃশ্য -পৰমাত্মাৰ সেই প্ৰাণ ভৰি যোৱা বাতৰি। সেই অতি প্ৰাচিন ৰামায়ণৰ দিনৰ ভাব ধাৰা যুগাৱতাৰ মহাত্মাজীৰ ভাৰতৰ বুকু জুৰাই বৰই লাগিছে। এইয়া সিদিনাও এই যুগৰ যুগাৱতাৰ মহাত্মাজীৰ চকুত এনে এটি ভাবৰ ধাৰাই সকলো ধৰা দি গল। চিত্ৰশিল্পী নন্দলালৰ চিত্ৰ প্ৰদৰ্শনী চাবলৈ লওঁতে ওপৰৰ চালৰ জলঙ্গা এটিয়ে সূৰ্য্যৰ কিৰণ অকনি আহি মাটিত পৰি তিব্‌বিব্ তিব্ বিব্ কৰা দেখা পাই মহাত্মাজীয়ে বৈ একদৃষ্টিৰে চাই প্ৰাণৰ পুলকেৰে প্ৰশ্ন কৰিলে, —“নন্দলাল, এনে এখনি ছবি তুমি আঁকিব নোৱাৰানে ?” —সেই ছবিয়েইতো ছবি, যাৰ বুকুত অনন্ত আকাশৰ কিৰণ তিব্‌বিবাই যায়, যাৰ অন্তৰৰ অচল চমকে অতৰ্কিতে মন প্ৰাণ টানি লৈ যায়।

ভাৰতৰ চিত্ৰকলাৰ, ভাৰতৰ কলাবিদ্যাৰ জাতি নাই, বৰ্ণ নাই, কোনো সাম্প্ৰদায়িক সীমা নাই —গভীৰ আধ্যাত্মিকতাৰ চিৰন্তন প্ৰবাহ— স্থান কাল পাত্ৰৰ বৈশিষ্টৰ মাজেদি প্ৰাণ ফুটাদি ফুটি পৰে। একো একোটি যুগৰ বুদ্বুদৰ দৰে কত আৰ্য্য, কত অনাৰ্য্য, কত দ্ৰাবিড়ী, কত বৌদ্ধ, কত মুস্লিম তাতে জনমি তাতে জিলিকি তাতে পুনু মাৰ গৈছে ! কত পাৰ্ব্বত্য জাতিৰ, কত জন জাতিৰ, কত উপজাতিৰ প্ৰাণৰ অঞ্জলিৰে পৰিপুষ্ট হৈ বিশাল কলেবৰেৰে উত্থান পতনৰ তৰঙ্গ তুলি তুলি আপোন মনে সৃষ্টিৰ ধাৰে ধাৰে প্ৰবাহিত হৈছে ! —চকু দিলে চকু জুৰাই যায়, প্ৰাণ দিলে প্ৰাণ ভৰি পৰে। কালে কালে এই প্ৰবাহ ক্ষীণ হলেও তেজেৰে শক্তি সংগ্ৰহ কৰি সি আকৌ জাগি উঠে। দশম খৃষ্টাব্দৰ ওচৰাওচৰি কালৰ পৰা আৰম্ভ হ'ল পুথিৰ পাত আদিত সৰু সৰু ছবি অকাঁৰ চেষ্টা। বঙ্গদেশৰ পালসকলে এই অঙ্কণত প্ৰতিপত্তি লাভ কৰাৰ কথা শুনা যায়। গুজৰাটৰ চিত্ৰকলায়ো এই কালতে তাল পাতৰ ঠাঁইত তুলাপাত ব্যৱহাৰ কৰি — কোণীয়া মুখৰ চাৰিভাগৰ তিনিভাগ দেখাকৈ মানবী মূৰ্ত্তি আঁকিবলৈ ললে। এই প্ৰদেশৰ ছবিৰ বৈশিষ্ট হল জোঙা দীঘল নাক, আৰু সময়ে সময়ে মুখ মণ্ডলৰ ৰেখা অতিক্ৰম কৰি যোৱা চকুৰ প্ৰসাৰ। ইবিলাকৰ দুই এশ বছৰৰ পাচঁলৈ নিৰলে আপোন মনে চলি থকা ৰাজস্থানৰ আলেখ্যৰ ধাৰা নতুন তেজেৰে আকৌ এবাৰ মুৰ তুলি উঠিল। এইবাৰৰ বিশেষত্ব হ'ল চিত্ৰত ৰাধা কৃষ্ণৰ প্ৰেমবিলাস। নাৰী মূৰ্ত্তিৰ অঙ্গসৌষ্ঠৱত নাৰী সৌন্দৰ্য্যৰ আদৰ্শ মন হৰণ কৰিব পৰাকৈ বেচি পৰিমানে ফুটি পৰিল। এটাইতকৈ মনোমহা আৰু নতুন কথা হল ভাৰতীয় চিত্ৰই ভাৰতীয় সঙ্গীতক বুকুলৈ সাবটি লোৱা চিত্ৰাঙ্কণ। বিভিন্ন ৰাগ আৰু ৰাগিণীৰ কল্পিত মূৰ্ত্তিৰ ধ্যানবিলাকত তুলিকা চলাই জীৱন্ত, কৰিছিল ৰাজস্থানৰ চিত্ৰকৰেই। ইয়াৰ লগে লগে পাহাড়ী চিত্ৰাঙ্কণেও ভাৰতত যথেষ্ট প্ৰতিপত্তি লাভ কৰিলে। ইবিলাকৰ চিত্ৰবিলাকত বিশেষকৈ বাচ'লিত অঙ্কিত হোৱা চিত্ৰাবলীত বেচ বিশেষত্ব দেখা যায়। জকমকীয়া ভঙ্গীৰে এক ৰঙীয়া পৰবৰ্তীত বিশেষ আকাৰৰ গছ গছনিয়ে আৰু বহল চকুৰে আবেগ ফুটি পৰা নৱ নাৰীৰ ছবিবিলাকে মোগল আৰু ৰাজস্থানৰ ছবিৰ পৰা ইবিলাকক পৃথককৈ চিনাই দিয়ে।

সুদূৰ দেশৰ ৰচনা সম্ভাৰেৰে ভাৰতৰ আলেখ্য বিদ্যা আকৌ এবাৰ জিলিকি গল মুস্লিম যুগৰ মোগল সম্ৰাট মহানুভব আকবৰৰ দিনত। ৰাজস্থান আৰু পাৰস্য দেশীয় পদ্ধতিৰ মাজেদি ভাৰতৰ নিজস্ব হাৱভাব প্ৰকাশ পালে। সম্ৰাটৰ অন্তৰো অন্তৰত ভাৰতলৈ প্ৰেম আছিল

বুলিয়েই সেই প্ৰেম ফুটাই তুলিছিল আলেখ্য বিদ্যাৰ মাজে। বিভিন্ন প্ৰদেশৰ খনিকৰ নিযুক্ত কৰি কেবা খনিও সংস্কৃতৰ আৰু পাৰস্য ভাষাৰ পুথিত চিত্ৰাঙ্কণ কৰোৱাই লৈছিল এই সম্ৰাটেই। তাৰ ভিতৰত এশ উনসত্তৰ খন ছবিৰে মহাভাৰত খনি, আৰু এহেজাৰ তিনিশ পঁয়াসত্তৰ খনি ছবিৰে হামজানামা নামৰ ভাবাবেগ পূৰ্ণ গল্পমালাৰ নাম উল্লেখ যোগ্য। ৰামায়ণ, আকবৰ নামা, আৰু আয়াৰি-দানিচ্ নামৰ পুথি কিথনিৰ উল্লেখো এই সূত্ৰে পোৱা যায়। ছবিবিলাকৰ ভিতৰত নাগৰ ছবিৰ শ্ৰেণীত ৰাজ পৰিবাৰৰ বিশিষ্ট নৰনাৰীৰ আৰু সম্ৰাটসকলৰ প্ৰতিকৃতি অঙ্কণত চিত্ৰকৰ বিচেনদাসৰ চেষ্টা হ'ল মোগল চিত্ৰ পদ্ধতিৰ এক বিশিষ্টতা।

সম্ৰাট আকবৰে সূচনা কৰি দি যোৱা চিত্ৰবিদ্যাত সম্ৰাট জাহাঙ্গিৰে ৰেখাঙ্কণৰ পটুতাত, আৰু বিভিন্ন ৰঙৰ বিন্যাসত, -বিশেষকৈ এটি মৃদুৰঙ আন এটি ৰঙত বৰ্লিগৈ মিলি যোৱা নৈপুন্যতাত, নিজ প্ৰতিভাৰ তেজ জলাই দি গল। এই সম্ৰাটৰে তত্ত্বাবধানত চিত্ৰশিল্পী ওস্তাদমনচুৰে দৃশ্য আৰু পশু পক্ষীৰ অঙ্কণ বিষয়ত ভাৰতীয় চিত্ৰৰ মান ভালেখিনি তুলি দিলে। ইতিমধ্যে এনেবিধি চিত্ৰত বাস্তবৰ অনুকৰণ এনে মনমোহাকৈ কৰাৰ নিদৰ্শন আৰু ক'তো পাৰ্বলে নাই।

নতুন উচ্ছাহেৰে এই আলেখ্যবিদ্যাৰেই স্থপতিকলা ভাৰতৰ সাঁচেকাটে আকৌ এবাৰ জগতৰ আশ্চৰ্য্য হৈ জিলিকি উঠিল বিৰহী সম্ৰাট চাহজাহানৰ অশ্ৰু দৰিয়াত ভাৰতৰ বুকুত মুস্লিম প্ৰতিভাৰ কি সি বিজয় দুন্দুভি! নীল যমুনাৰ তীৰলৈ আকাশৰ কোলাৰ পূৰ্ণিমাৰ জোন সশৰীৰেৰে আহি নিৰলে জিলিকি আছে সেই তাজমহল! বিৰহিনীৰ মুখ চন্দ্ৰমাত নিয়ৰৰ কণিকাৰ দৰে অশ্ৰু কণিকাৰে তিতি থকা কি সেই সকৰুণ মুখ! দেখাত তাৰ প্ৰকাশ্যে প্ৰেমিকাৰ আকাৰ নাই, ৰূপ নাই, —অথচ অন্তৰেদি বিৰিজি পৰিছে নাৰীসুলভ সুষমাৰাশী —সেই সুকোমল কমনীয়তা, সেই লাজুকীয়া মুখনিত কথা কৈ বৈ যোৱা নীৰৱতা, সেই চঞ্চল লতিকাৰ অচল লাসেৰে জিলিকি পৰা সুবলিত লালিত্যৰ অঙ্গৰচনা, —ইয়ে প্ৰতীকৰ মাজেদি প্ৰকাশিত হোৱা মানস প্ৰতিমাৰ প্ৰাণ ভৰা সৌন্দৰ্য্য! দেখিলেই যাক প্ৰিয়তমা প্ৰেমিকাক চকুতে পোৱা যেন লাগি যায়। বিৰহী চাহজাহানে এই তাজমহললৈকে চাই চাই ৰ লাগি মমতাজক আগতে পোৱাদি পাই কান্দিছিল, -কথা কৈছিল। সেয়ে যদি নূৰজাহানৰ ছবিৰ দৰে মমতাজৰ বাহিৰৰ আকাৰগত সৌন্দৰ্য্যেৰে নিখুট ছবি এখনি বা মূৰ্ত্তি এটি হল হেতেন তেনে সি হয়তো হৈ পৰিলহেতেন অকল চাহজাহানৰ উপভোগৰ বস্তু। কিন্তু বাহিৰৰ মমতাজৰ চিন সমূলি মচি দি মানবী মূৰ্ত্তিৰ আকাৰৰ আভাস লুপ্ত কৰি, নাৰীমন্ন সুলভ সাধাৰণ সৌন্দৰ্য্য ৰাশি এনে উজ্জলকৈ ফুটাই তুলিছে এই অনুপম তাজমহলে, সি আজি সেইহে হৈ পৰিছে চাৰা জাহানৰ চাহজাহানৰ উপভোগৰ বস্তু। চাৰি পিনে চাৰিটি শিখৰৰ মাজেদি আঁহতৰ পাতৰ চানেকিৰে সেই বৃহৎ গম্বুজ ওপৰেদি তাৰ সমানুপাতিক মঙ্গল ঘটেৰে সুচিকোন চূড়া — এয়ে, এয়ে যে ভাৰতীয় শিল্পৰ অপ্ৰতিম অৱদান! ভাৰতীয় শিল্পৰ বাহিৰে আইন দেশৰ শিল্পীয়ে এনে কল্পনা কৰিব পৰা হলে সম্ৰাট আউৰঙ্গজেবৰ জেদত ইয়াতকৈও উচ্চ নিদৰ্শন নহলেও একে শাৰীৰ নিদৰ্শনকে কেবাটিও পোৱা গলহেতেন। য়ুৰোপৰ অনেক সমালোচকে একে বাক্যে ক'ব লাগিছে তাজমহললৈ চকু দিলেই নাৰীসুলভ সৌন্দৰ্য্য দেখা যেন লাগে। সেইহে কলাশাস্ত্ৰ বিশাৰদ বিচক্ষণ হাভেলে অনেক অনুসন্ধানৰ পাচত নিসন্দেহে ঘোষনা কৰি গৈছে — তাজমহলৰ প্ৰাণৰো প্ৰাণত জলিব লাগিছে ভাৰতৰেই শিল্প প্ৰতিভা। —তাৰ অঙ্গৰাগৰ ৰচনা কৰি আকৃতিৰ আভাসৰ মাজে ফুটি পৰিছিল নাৰীসুলভ সোন্দৰ্য্য। নৰনাৰীৰ মূৰ্ত্তি নিৰ্ম্মাণত অভ্যাস নথকা মুস্লিম সন্তানলৈ ভাৰতৰ শিল্পই সজাগ কৰি দিলেহি এই অভিনৱ প্ৰয়াস, যত আকাৰহীন প্ৰতীকেও ব্যঞ্জনাৰ বলেৰে লৈ যাব পাৰে ৰসাস্বাদনৰ সেই সপোনপুৰীলৈ। এয়ে সেই ভাৰত মহাতীৰ্থৰ মহামিলনৰ নিদৰ্শন।

আজি সাত আঠ শ বছৰৰ আগৰ সংস্কৃতৰ পৰা ফাটি আহি ৰাজনৈতিক প্ৰভাৱত প্ৰদেশে প্ৰদেশে

স্বতন্তৰীয়া ভাষাৰ প্ৰচলন হ'ল যদিও, অতীতৰ ঋষিয়ে বোৱাই দিয়া কলাকৃষ্টিৰ ধাৰা উমেহতীয়াই হৈ থাকিল। মাজৰ ভৰ সুঁতিটি হ'ল সকলো প্ৰদেশৰে সাধাৰণ সম্পত্তি, আৰু দাঁতিৰ বৈ বৈ বাঢ়ি টুটি থকা সুঁতি বিলাক হ'ল পাটলিত থকা প্ৰদেশ একোখনিৰ নিজ নিজ অধিকাৰ। ভৌগোলিক প্ৰভাব আৰু ৰাজনৈতিক পৰিস্থিতিত ভিন ভিন প্ৰদেশত ঠায়ে ঠায়ে ৰসে ৰূপে অলপ হয়তো বাহ্যিক বিভিন্নতা চকুত পৰে, তথাপিতো সমগ্ৰ ভাৰতভূমিৰ কলাকৃষ্টি — সি অখণ্ড, সি এক। চামে চামে দূৰৰ পৰা বিজেতা যাত্ৰীৰ দল আহি নিজক বোলাই লৈ যোৱাৰ লগে লগে নিজৰ বোলো দি থৈ গৈছে। শাসকৰ অনুকৰণৰ মোহতেই হওক বা নতুন চাকচিক্যৰ মায়াতেই হওক ভাৰতৰ ললিত কলাৰ চৰ্চ্চাত এই দৰেয়েই বিদেশৰ প্ৰভাব স্পৰ্শকৈ পৰিলক্ষিত হ'ল। পদ্ধতিৰ পৰিবৰ্ত্তণৰ চলে চলে বিষয় বস্তুৰ বিকাৰো ঠায়ে ঠায়ে জিকাৰি উঠিল। উন্নতত্তৰ পদ্ধতিৰ অনুকৰণ জাগ্ৰত জাতিৰ জীৱনৰ এটি সুলক্ষণ, অন্ধ অনুকৰণৰ মোহত আমূল পৰিবৰ্ত্তণ কৰাৰ অপচেষ্টাহে অধঃপতিত জাতিৰ মৃত্যুৰ কুলক্ষণ। ভাৰতলৈ মোগল চিত্ৰাঙ্কণ পদ্ধতিয়ে যি টৌ আনিলে তাত আহিল পাৰস্যৰ বৰ্ণ বিন্যাসৰ উজ্জ্বলতা আৰু নৈপুন্যতা, আৰু আহিল দৃশ্য পটাদিত, পশুপক্ষীৰ চিত্ৰাদিত প্ৰকৃতিৰ যথাশক্তি অনুকৰণ। তাৰ পাচত ইটালী প্ৰমুখ্যে সুদূৰ য়ুৰোপীয় জাতিসকলৰ জৰিয়তে আহি পৰিল তৈলচিত্ৰ আৰু জলীয় বৰণেৰে চিত্ৰাঙ্কণ কৰাৰ পদ্ধতি। বাস্তৱ আৰ্হিৰ অবিকল অনুকৰণৰ চেষ্টা লাহে লাহে আলোক ছাঁয়াৰ যথা যথ প্ৰয়োগেৰে দেখাক দেখি নিজ প্ৰদেশৰ ছবিবিলাকত বাস্তৱতাৰ অন্ধানুকৰণ কৰিবলৈ ভাৰতৰ শিল্পী উঠি পৰি লাগি গল। অনুকৰণৰ মোহত অনেকেই অনুকৰণবো অনুকৰণ কৰিবলৈ গৈ নিজ নিজ প্ৰতিভা মলিন কৰি পেলালে। ছবিৰ উন্নত অনুন্নত ভাগ প্ৰকাশ কৰিবলৈ আগৰ যি পদ্ধতি আছিল এই আলো ছাঁয়াৰ অনুকৰণ হবলৈ ধৰিলে। চাওঁতে চাওঁতে ভাৰতৰ নিজৰো নিজস্ব সৃজনৰ সেই সৰস্বতী ধাৰা কলিকালৰ এই দুৰ্য্যোগত অদৃশ্য হৈ পৰিল। মৰণমুৱা জাতিৰ দৰে ভাৰতে অতীত তাৰ পাহৰি পেলালে। তাৰ প্ৰাণ সঞ্চাৰিণী অতীতৰ চিত্ৰাৱলী বিৰক্তিৰ অবহেলাত মৰোঁ মৰোঁ।— আয়ুসত বল আছে, সি নমৰে, মৰিব নোৱৰে। জীয়াতে মৰোঁ মৰোঁ হৈ থকা অৱস্থাটোহে তাৰ অতি সাংঘাতিক। —ভাগ্যে তাৰ মুখত পানী দিবলৈ কলাকৃষ্টিৰ অন্ধকাৰ গগণত ভোটা তৰাৰে থুপি তৰা জিলিকি অহাদি অৱনীন্দ্ৰ নাথ ঠাকুৰ প্ৰমুখ্যে কেবা গৰাকীও চিত্ৰশিল্পীয়ে ৰাতি পুওৱাৰ বাতৰি আনিলে সিবিলাকৰ আপ্ৰাণ চেষ্টাত ভাৰতে যেন বৰ দুখত বুজিব পাৰি চিঞৰি উঠিল "কানী আয়েহে মোৰ আই।"

ভাৰতৰ পুবেদি প্ৰাগ্‌জ্যোতিষপুৰত নামে গাঁৰে মিলি যোৱা অতি অতীতৰ খ্যাতিৰ নিদৰ্শন আজিও বসুমতীয়ে বুজিব পৰাকৈ বুকু খুলি উলিয়াই দিয়া নাই। মহাভাৰত পুৰাণ আদিত অ'ত ত'ত উৰণীয়া ভাবে থকা সঙ্কেত একোটিত বাজে সবিশেষ ঐতিহাসিক সম্ভেদ এতিয়াও অন্ধকাৰৰ গৰ্ভত। অতি প্ৰচিন কালৰ পৰা এইদেশত আৰ্য্যেতৰৰ প্ৰতিপত্তি থকাৰ কথা শুনা যায়। সিবিলাকৰ শ্ৰেষ্ঠশিল্পী ময়দানৱৰ শিল্পকলাই আৰ্য্যসকলক সহায় কৰা কথা অতি পুৰণি পুথিতো মাজে মাজে পাবলৈ আছে। প্ৰতিভাৰ ক্ষীণ ধাৰা এটি দেখা যায় বৰ্ত্তমান অসমৰ আশে পাশে থকা পাৰ্ব্বত্য জাতি বিশেষকৈ বড়ো, ৰবাহী, আৰু নগা ভাই সকলৰ ভিতৰত। সিবিলাকৰ সৌন্দৰ্য্য আজিৰ কথা নহয়, বহু বহুদিনৰে পৰা চলি আহি সি জাতিগত সংস্কাৰত পৰিণত হৈছেহি। ময়াদানৱৰ কাৰু কাৰ্য্য খচিত অস্ত্ৰ শস্ত্ৰাদিৰ ক্ষীণ প্ৰতিধ্বনি এটি আজিৰ নগা ভাই সকলৰ যঠী, দা আৰু শিৰস্ত্ৰান আদিত স্পষ্টই শুনা যেন লাগে। বাণ ৰজাৰ আমোলত চিত্ৰলেখাৰ আলেখ্যবিদ্যা আৰু কুণ্ডিল ৰজাৰ ভীষ্মকৰ কালত কলা চৰ্চ্চালৈ চাই সুদূৰ অতীতত ভাৰতৰ পুবে পশ্চিমে উত্তৰে দক্ষিণে একে কালতে এক উদ্দেশ্যেৰে একোটি ভাৱাৰে প্ৰনোদিত হৈ ভাৰতীয় ললিত কলাই বিস্তৃতি লাভ কৰিছিল বুলি বিশ্বাস কৰিবলৈ যথেষ্ট যুক্তি আছে। বেদ আৰু আগম কত দিনীয়া বস্তু কোনেও সঠিককৈ কব নোৱাৰে। মহেঞ্জদাৰত আবিষ্কৃত আগমৰ

প্ৰতীক আগমৰ কাল বৌদ্ধ যুগৰো কেইবা হাজাৰ বছৰৰ আগলৈ নিছে। বিশ্বাস কৰিবলৈ যথেষ্ট যুক্তি আছে। এই কাল হোৱাৰ ভিতৰৰ আগমত উল্লিখিত দবক আৰু উদিয়ানা যদি নগাওঁ আৰু উজনিৰ অঞ্চলতে থকা বুলি সুপ্ৰমাণিত হয় তেনে প্ৰাকবৌদ্ধ যুগৰ আলেখ্যনিদৰ্শনৰ সম্পৰ্কে বৰ্ত্তমান চলিত মতৰ পৰিবৰ্ত্তন কৰিব লগীয়া হৈ উঠিব পাৰে। চিত্ৰশিল্পীৰ নয়ন আৰু চিত্ত আকৰ্ষণ কৰি আনিব পৰা এই মনোৰম দেশখনিত বাজে বৰ্ত্তমান সেই কালৰে নিদৰ্শন আৰু একো পাৰ্বলৈ নাই। সুনীল আকাশৰ তলত দূৰ দূৰণিৰ নীলা নীলা পৰ্ব্বতমালাৰে পৰিবেষ্টিতা মলায়ানিলেৰে চঞ্চল শ্যামল অঞ্চল খনিৰে মুনি মনোৰম এই দেশখনি —বুকুত যাৰ উথলিব লাগিছে বিশাল ব্ৰহ্মপুত্ৰৰ কি সেই কৰুণা ধাৰা! এই দেশ, এই দেশ নিজেয়ে যে এখনি বিধিৰ সুশোভন লিখনীৰ মনোহৰ ছবি! ইয়াত প্ৰচিন ভাৰতৰ ঋষি মুনি সকলে সুন্দৰৰো সুন্দৰ ঠায়ে ঠায়ে অনেক তীৰ্থ স্থান স্থাপন কৰি তাকে সৌন্দৰ্য্য বোধৰ আলেখ্য স্বৰূপে আমালৈ থৈ গৈছে। এক লেখেৰে চাৰ্বলৈ গলে সকলো যুগলৈ থৈ যোৱা এই তীৰ্থস্থান বিলাকেই একো একো খনি মূল আলেখ্য নহয় জানো ?

বৌদ্ধ যুগে শিলৰ ৰেখাৰে তুলি যোৱা চিত্ৰ প্ৰতিভাৰ যি বিচিত্ৰ নিদৰ্শন আৰু অতদিনে বুকুত সাঁছি থৈছে তাৰো দুই এটি মাজে মাজে বিচাৰি ব্যাকুল হোৱা সন্তানৰ হাতলৈ উলিয়াই দিয়েই আছে। পৌৰাণিক আৰু তান্ত্ৰিক যুগৰ সাঙ্গোপাঙ্গেৰে দেৱদেৱীৰ মূৰ্ত্তিবিলাক আৰু লতাফুল আদিৰে খণ্ড খণ্ড শিলবিলাক দবকা, কুণ্ডিল, ডিমাপুৰ, গুৱাহাটী, তেজপুৰ, হাজো, গোৱালপাৰা, দ' পৰ্ব্বতীয়া আদি ঠাই বিলাকত সিঁচৰতি হৈ পৰি পৰি আছে; তাৰে কিছুমান অলপতে ভূগৰ্ভৰ পৰা পোহৰলৈ তুলি অনা হৈছে। সেইবিলাকৰ ভালেখিনি কোন প্ৰাসাদ বা কোন মন্দিৰৰ ভগ্নাৱশেষ তাক জোৰা লগাই যোগ্য একাধিক গ্ৰন্থ প্ৰণয়ন কৰিবৰ চেষ্টা আজিকোপতি বাহুল্যভাবে হোৱা দেখা নগল। ভাগ্যক্ৰমে এই শিল্পগুৰু মহা মহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ দেৱে আৰু শিল্পকলাবিশাৰদ ৰাজমোহন নাথ দেৱে অটব্য অৰণ্য যেন এই ক্ষেত্ৰত সৰ্ককে পটি একোটি কৰি কামৰূপৰ অতীত গৌৰৱৰ বিভূতি ৰাশিলে। ঐতিহাসিকে ভুমুকি একোটি মাৰিবপৰা কৰি দি থৈ গৈছে। ইয়াৰ লগে লগে সেই, পটি একোটিক ৰাজ আলিত পৰিণত কৰিবলৈ আশা সুধীয়াকৈ প্ৰকাশ্য কোন ফালৰ পৰা চেষ্টা হোৱা দেখা নগল। প্ৰাচীন ঐতিহাসিক কথা নিদ্ধাৰণ প্ৰসঙ্গত ৰায়বাহাদুৰ কনকলাল বৰুৱাদেৱে তেখেতৰ আৰ্লি হিষ্টৰি অব কামৰূপ নামৰ গ্ৰন্থ খনিত প্ৰাচিন কামৰূপৰ কাৰুকাৰ্য্যেৰে শিলৰ মূৰ্ত্তি আৰু চিত্ৰ ফলক আদিৰ কাল নিৰ্ণয় প্ৰবন্ধ ঐতিহাসিক হিচাপে যতদূৰ সম্ভৱ গৱেষণা কৰি থৈ গৈছে। তেখেতৰ বিচাৰ আৰু অনুসন্ধানৰ সেই আশাতীত ফলকে আলেখ্যবিদ্যাৰ আভ্যন্তৰিক প্ৰমানেৰে শিলৰ ৰেখা কৰি যাৰ্বলৈ শিল্প শাস্ত্ৰবিশৰেদ শিল্পী এই ক্ষেত্ৰলৈ অদ্যাবধি ওলাই অহা চকুত নপৰিল। এই খণ্ড খণ্ড নিদৰ্শণ বিলাকৰ ভালেখিনিৰ সম্বন্ধে সঠিক সিদ্ধান্তত উপনীত হৈ বহল বৌদ্ধযুগৰ যি ৰূপত ধৰা দিছিল সেই ৰূপৰ প্ৰভাৱ সেই চৰ্চ্চা পূব ভাৰতৰ প্ৰচিন কামৰূপত সিদিনালৈকে জিলিকি আছিল। আজি প্ৰায় চৈধ্য শ বছৰৰ আগৰ বৰগঙ্গাৰ হৰ পাৰ্ব্বতী, নন্দী, বাসুদেৱ আদিৰ মূৰ্ত্তিৰ পৰা প্ৰায় সকলোবিলাকৰ আবিষ্কৃত আৰু সংৰক্ষিত মূৰ্ত্তিতেই শৰীৰৰ বিবিধ ভঙ্গত, হাতৰ লাস আৰু মুদ্ৰাত নগ্ন নাৰী আৰু পুৰুষৰ অয় অলঙ্কাৰেৰে নেপথ্যশোভাত শৰীৰৰ সমানুপাতত সেই একে ভাব একে ধাৰাৰে সভক্তিৰে কৰা অনুকৰণ। তাৰে কিছুমান মূৰ্ত্তি শাৰীৰিক গঠনৰ ফালৰ পৰাই হওক বা ভাৱ সৌন্দৰ্য্যৰ ফালৰ পৰাই হওঁক অন্য প্ৰদেশৰ অতি বিতোপন মূৰ্ত্তি বিলাকতকৈ উচ্চ স্তৰৰ নহ'লেও কোনো গুণে নূন্য নহয় বুলি কেৱা গৰাকীও আলেখ্য সমালোচকে প্ৰকাশ কৰি গৈছে দ' পৰ্ব্বতীয়াৰ প্ৰাচীন শিৱমন্দিৰৰ ধ্বংসাৱশেষৰ পৰা উদ্ধাৰ কৰা নাগ আৰু নাগিনীৰে প্ৰৱেশ দ্বাৰৰ বি গঙ্গা যমুনাৰ মূৰ্ত্তি সেই মূৰ্ত্তিদুটি ঝান্সী প্ৰদেশৰ ভোমোৰা আৰু দেওঘৰৰ মন্দিৰ বিলাকৰ মূৰ্ত্তিৰে অবিকল মিলি যায়, গুপ্তযুগত উদ্ভৱ

ভাৰতৰ যি গঠন শৈলী সেয়ে যে ইয়াত চকুত লগাকৈ প্ৰকাশ পাইছে তাত অকণিও সন্দেহ নাই। মূৰ্ত্তিবিলাকৰ নিৰ্মাণ কৌশল আৰু লাবন্য যোজনলৈ চাই কোনো কোনোৱে গ্ৰীক দেশীয় সুন্দৰ মূৰ্ত্তিৰেও ইয়াক তুলনা কৰিব খোজে। অৱশ্যে তেনে তুলনা কৰিবলৈ গান্ধাৰৰ সেই যুগৰ মূৰ্ত্তিবিলাকত কাপোৰৰ ভাজ আদি সবিশেষ ধৰণ-কাৰণ যি দেখা যায় তেনে বিশেষ একো চকুত নপৰে। তথাপিতো এই মূৰ্ত্তিকেউটিত এনে এক লাবন্য এনে এক সৌন্দৰ্য্য আৰু যাক দেখিলে তেনে এক শ্ৰেষ্ঠ বস্তুৰ লগত নিৰিজালে হেপাহ নপলায়। ইয়াৰ কাল খৃষ্টীয় ষষ্ঠ শতিকাৰ ইপাৰলৈ কোনো মতেই নাহে। যি শিৱ মন্দিৰৰ ই ধ্বংসাবশেষ সি বা কিমান পুৰণি তাকে বা কয় কোনে ? কোন বৌদ্ধযুগৰ, কোন পৌৰাণিক যুগৰ, কোন বৈদিকযুগৰ, কোন প্ৰাক বৈদিক যুগৰ শৈৱ বিষয়ক শিল্পৰ নিদৰ্শন মহেঞ্জদাৰত পৰি থকা দি আমাৰ চমকা দেশৰ গৰ্ভত পৰি পৰি আছে তাকোনো চিনাই দিয়েহি কোনে ? এই মূৰ্ত্তি কেউটিত বাজেও দেওপানীৰ বিষ্ণু মূৰ্ত্তি, জয়দুৰ্গাৰ মূৰ্ত্তি গুৱাহাটীৰ পঞ্চ দেৱতাৰ পৰিবেষ্টিত বিষ্ণু মূৰ্ত্তি, অশ্বক্লান্তৰ অনন্তশায়ী বিষ্ণুৰ মূৰ্ত্তি, বামুণী পাহৰৰ ষড়ভূজা আৰু এটি শিৱেৰে নটৰাজৰ মূৰ্ত্তি আলেখ্য সমালোচকৰ যেয়ে দেখিছে সেয়ে শতমুখে প্ৰশংসা কৰি গৈছে। ইয়াৰ ভিতৰৰ দশভূজতকৈ অতিৰিক্ত ভুজ থকা দুৰ্গাৰ মূৰ্ত্তিবিলাকৰ দৰে এই চতুভূৰ্জুতকৈ অতিৰিক্ত নটৰাজৰ মূৰ্ত্তিটিৰ আঁৰত এনে এক তথ্য হয়তো লুকাই আছে যি পোহৰলৈ আহিলে আমাৰ ধৰ্ম্মবিশ্বাসত হওঁক বা আলেখ্য ক্ষেত্ৰতে হওক এক নতুন তথ্য আজি আমাৰ ছিগি ভাগি থকা কথাবিলাকৰ জোৰা লগোৱাত দেখুৱাই দিবহি। আবিস্কৃত মূৰ্ত্তিবিলাক কোন কোন যুগৰ নিদৰ্শন তাক ঠাৱৰকৈ কোৱাটি এতিয়ালৈকে টানেই হৈ আছে। কিয়নো প্ৰচীন মূৰ্ত্তিৰে প্ৰচীন মন্দিৰৰ ধ্বংসাবশেষত তাৰ লগাব পৰাথিনি লগাই নতুনকৈ মন্দিৰ একোটি গঠন কৰা কথা কি গুৱাহাটী কি তেজপুৰ প্ৰায় সকলো ঠাইতে খৃষ্টীয় নৱম দশম শতিকাৰ পৰা আহোমৰ যুগলৈকে দেখা যায়। তেহেঁলে যেই হওক, এই মূৰ্ত্তিবিলাকত বিহাৰ আৰু উৰেষাৰ গুপ্তযুগৰ শিল্প প্ৰভাৱ যে সুন্দৰকৈ প্ৰকতিত হৈছে তাত সন্দেহ কৰোঁতা কোনো নাই। এই বিলাকেই পূব মিথিলাৰ কৃষ্টি আলোকত জ্বলি উঠা প্ৰাচ্য ভাৰতৰ প্ৰচীন শিলাময় আলেখ্যৰ অখণ্ড নিদৰ্শন।

কোনো কোনো পণ্ডিতৰ অনুমান, প্ৰচীন কামৰূপৰ লিপিত অন্ধ্ৰযুগৰ ছাপ পৰি সি ত্ৰিভুজাকৃতিৰ হ'ল। সেই চকুৰে চালে সায়ুধে সবাহনে দেব দেবীৰ মূৰ্ত্তিবিলাকত অন্ধ্ৰৰ ৰূপকল্পনা অনুযায়ী নানা ভুজ, নানা অস্ত্ৰ, আৰু নানা ৰূপৰ ছাপ একোটি পৰি যোৱা যেন লাগে। এনে এটি ছাপ বিশেষকৈ পৰা যেন লাগে দেবীৰ বাহন সিংহটিত। প্ৰচীন কামৰূপৰ সিংহটিৰ ৰূপেৰে অশোকৰ দিনৰ সাৰনাথৰ সিংহৰ ৰূপ নিমিলে। কামৰূপৰ এই সিংহটিৰ মুখৰ আৰ্জা আৰু শৰীৰৰ আগছোৱাৰ ভঙ্গ প্ৰায়ে চীন দেশৰ ড্ৰেগনৰ দৰে। চীন দেশৰ ড্ৰেগন পাৰ্থিব পৰাক্ৰমৰ এটি কাল্পনিক প্ৰতীক। দেবীৰ বাহনটিও পশুবলৰ এক জীৱন্ত প্ৰতীক। অন্ততঃ মহাচীন আৰু প্ৰচীন কামৰূপৰ আত্মীয়তা থকাৰ কথা ইতিহাসে স্বীকাৰ কৰে। তেহেঁলে যেয়ে হওক, সিংহটি আচলতে যে সিংহ নহয় এনে এটি ভাৱকে প্ৰকাশ কৰাৰ চেষ্টাত হয়তো সিংহৰ আভাস মাত্ৰ ফুটি পৰিল। প্ৰচীন কামৰূপৰ এই আকৃত্তিৰে সিংহ বঙ্গদেশৰ পুৰণি দশভুজা আৰু চতুৰ্ভূজাৰ মূৰ্ত্তিত দেখা যায়। সেই যুগৰ পৰাই সিংহ বুলিলেই শিল্পীসকলৰ মনত এনে এটি ৰূপেই হে জাগি উঠে। আজি দুশ আঢ়ে শ বছৰীয়া অসমৰ সাঁচি পতীয়া পুথিতো সিংহৰ এই ৰূপ। ধুবুৰীৰ পৰা শদিয়ালৈকে সিংহাসনে সিংহাসনে এই সিংহৰেই আদৰ। মাজে মাজে আচল্ সিংহৰ অনুকৰণ কৰিবলৈ গৈ কোনো কোনো খনিকৰে কিস্তুতকিমাকাৰ সিংহ একোটি প্ৰতিমাই প্ৰতিমাই দিয়া দেখা যায়। তাক আচল নুবুলি ব্যভিচাৰ হে বুলিব লাগে। ক'ল পাৰ্কত সংৰক্ষিত শিল্পৰ আলেখ্যাবলীত যি সিংহৰ মূৰ্ত্তি আছে সিও এই আৰ্হিৰে মিলি যায়। সিংহাসনৰ হাঁতীৰ ওপৰত সিংহৰ মূৰ্ত্তিৰ দৰে তাত যি হাঁতীৰ ওপৰত সিংহ আছে তাৰো অবিকল এনে

আকাৰ দেখি এগৰাকী বিচক্ষণ সমালোচকে কৈ গৈছে — অসম উপত্যকাৰ অধিবাসী সকলৰ সিংহৰ সম্বন্ধে বিশেষ ধাৰণা নাই। সিবিলাকৰ মতে এই আলেখ্যবলীৰ কাল হ'ল নৱম শতিকা। আজি অতি কমকৈও এহেজাৰ বছৰে কিয়, কি ভাবত অসমবাসীয়ে এনে এটি সিংহকে সিংহ বুলি আছে তাৰ ধাৰণা কৰিবলৈ সেই গৰাকী সমালোচকে সময়ে নুজুৰিলে।

যাৰ হাতত ভাৰতীয় শিল্পৰ এনে উৎকৰ্ষ সাধন এনে চৰম পৰিণতি কামৰূপৰ বুকুত সম্ভৱ হৈ উঠিছিল সেই দ' পৰ্ব্বতীয়াৰ দৰে, বামুণী পাহাৰৰ দৰে, অশ্বক্লান্তৰ দৰে, বিতোপন আলেখ্য একো একোখনিৰ শিল্পী একোটিৰ নাম শত মুখে কীৰ্ত্তন কৰি ফুৰিবৰ মন যায়। নাম যে পাবলৈ নাই। বৈষ্ণৱ যুগৰ কবি সকলৰ দৰে এই শিল্পীসকলে নিজৰ ৰচনাত নিজে নাম লিখি থৈ নগৈছিল। শুক্ৰাচাৰ্য্যৰ বিধান হয়তো তেতিয়াও বলবত্তৰেই আছিল। শিল্পীয়ে নিজৰ শিল্পত নিজক ডুবাই নাম দিবলৈ পাহৰি গ'ল। আজি কিছুকালৰ পৰা শিল্পীয়ে দি থৈ নগলেও দেশে দুই এটিৰ নাম পুথিয়ে পাঁজিয়ে ৰাখিবলৈ মন মেলা লাগিছে। আজি আঢ়ৈ শ বছৰৰ বেচি হোৱা নাই, মদাম্বিকা কুঁৱৰীৰ দিনত হস্তিবিদ্যাৰ্নব নামৰ পুথিখনি চিত্ৰিত কৰাৰ সম্পৰ্কত দুজন চিত্ৰকৰৰ নাম পোৱা যায়। এজন দিলবৰ, ইজন দোষাই। বহুকালৰ মূৰত প্ৰথমেই পোহৰলৈ আনি এই পুথিখনিৰ আলোচনা কৰোঁতে পণ্ডিত হেমচন্দ্ৰ গোস্বামী দেৱে কোৱা মনত আছে, — এই দুজনৰ দিলবৰ অৰ্থাৎ দিলবাৰ বোলাজন খুব সম্ভৱ বিদেশী মুছলমান। চিত্ৰকৰ পদ্ধতিলৈ চাই কথাটিত বেচ বিশ্বাস উপজিল মুছলিম খনিকৰক বৃত্তি দি ৰখা আহোমৰ দিনৰ শেষলৈকে চলি আহিছে। মোগল যুগৰ প্ৰসিদ্ধ শিল্পী ওস্তাদ মনচুৰৰ আদৰ্শৰ আভাস এই চিত্ৰবিলাকত জিলিকি আছে। এনে নৈপুণ্যৰে, এনে স্বাভাৱিক বৰ্ণ অনুসৰি বৰ্ণানুলেপনেৰে, এনে মনোহৰ পদভঙ্গিমা আৰু শিৰৰ লাসেৰে বিভিন্ন শ্ৰেণীৰ হস্তীসমূহক বিভিন্ন ভাবেৰে চিত্ৰত প্ৰতিফলিত কৰা -এনে সেউজীয়া ওখ চাপৰ পাৰ্ব্বত্য ভূমিৰ দৃশ্য পটত সিবিলাকক সন্নিবেশ কৰি ঠায়ে ঠায়ে সোণ পতোৱাৰ চেষ্টা কৰা ইতিপূৰ্ব্বে বা ইয়াৰ পাচতো পুথিত পোৱা নেযায়। ইয়াৰ কেবছৰ মানৰ আগতে ফুলেশ্বৰী কুঁৱৰীৰ দিনৰ কবিৰাজে চক্ৰৱৰ্ত্তী প্ৰণীত শঙ্খচূড় বধ নামৰ পুথিখনিৰ পাঁথত আৰু গীতগোবিন্দৰ ভাঙনি পুথিত এনে উন্নত ধৰণৰ ছবি দেখা যায়। কিন্তু হস্তীবিদ্যাৰ্ণবৰ হাতীৰ প্ৰতিকৃতিত যেনে উৎকৰ্ষ সাধিত হৈছিল তেনে সাধনাৰ চিন সবিশেষ একো নাই। সেই কালৰ সৰহভাগ ছবিতেই পুৰুষৰ ছবিবিলাক একতীয়াকৈ আৰু তিৰোতাৰ ছবি বিলাক একতীয়াকৈ আঁকা। ইয়াতো সেই মোগল আৰু ৰাজস্থানৰ পদ্ধতিৰ প্ৰভাব। ৰজাৰ মূৰত "মোগলাই মুকুটৰ" নমুনা, ৰাণীৰ কেশবন্ধনত আৰু বস্ত্ৰাভৰণত স্থান জাতিৰ স্মৃতিৰ চিন, মুখৰ আঁকাৰ প্ৰকাৰত নিজ নিজ জাতিৰ বৈশিষ্ট ফুটাই তোলাৰ চেষ্টা, ৰাজ আসনেৰে ৰাজসভাৰ পাৰিপাৰ্শ্বিকতা ফুটাই তোলাৰ প্ৰয়াস, পৰৱতীত গৱাক্ষেৰে ৰাজকাৰেঙৰ কিয়ৎ পৰিমাণ পৰিপ্ৰেক্ষাৰ আভাস – এই সকলোবিলাকলৈ চাই এই পুথি কিখনিৰ ছবিবিলাকক সেই কালৰ "চিত্ৰেৰে বুৰঞ্জী" বুলিয়েই ধৰি লব পাৰি। প্ৰবাদ আছে স্বৰ্গদেউ ৰুদ্ৰসিংহই প্ৰথমে মোগলৰ অনুকৰণেৰে শিৰস্ত্ৰাণ স্বৰূপে মোগলাই মুকুট প্ৰচলন কৰে। কিছুকালৰ আগলৈকে ইয়াৰ জীৰ্ণ কঙ্কাল আহোম সকলৰ দৰাৰ আৰু ভাবনাৰ সূত্ৰধাৰীৰ শিৰত জামা ৰূপেৰে প্ৰকাশ পাইছিল। আমাৰ কোষাপতীয়া, খেকেৰুপতীয়া, টোকনীয়া আদি প্ৰাগৰ মাজত এই মোগলাই ধৰণৰ শিৰৰ আভৰণ এই পুথিকেখনৰ ছবিত বিশিষ্টকৈ লক্ষ্য কৰিব লগীয়া, আৰু লক্ষ্য কৰাৰ কথা হ'ল কেবেচীয়া মেৰেৰে কণ কণ ৰেখাৰে ছাঁয়াপাতৰ নতুন চেষ্টা। ৰজাঘৰীয়া পুথি কেখনিৰ ছবিলৈ অসমৰ আলেখ্যবিদ্যাই হিন্দু আৰু মুছলিম প্ৰতিভাত জলি উঠা উত্তৰ ভাৰতৰ "নাগৰ" ছবিৰ চৌ আনি চিত্ৰকলাৰ মান ভাৰতৰ অন্য প্ৰদেশৰ সমকক্ষলৈ তুলি দিলে।

ৰজা ঘৰীয়া পুথিত উত্তৰ ভাৰতৰ ছাপ পৰাৰ কেবা শ বছৰৰো আগৰ পৰা ভাৰত বিয়াপি প্ৰাচীৰত ছবি নেআঁকি পুথিৰ পাত আদিত সৰু সৰু ছবি আঁকাৰ যি প্ৰথা চলিছিল

সেই প্রথাৰে প্ৰাক শঙ্কৰীৰ যুগৰ পুথি দুই এখন হয়তো চিত্রিত হৈছিল। শঙ্কৰীযুগৰ পৰা লিখা পুথিৰ লেখো হল বেচি আৰু পুথিত অঙ্কিত কৰা চিত্ৰৰ সংখ্যাও হল বেচি। শ্রীশঙ্কৰদেৱে নিজে মূৰ্ত্তি সজা আৰু চিহ্ন যাত্ৰাৰ দৃশ্য পট অঁকাৰ কথা কোনে নেজানে ? এই দৃশ্যপট অঁকা হৈছিল কাপোৰত। ইয়াৰ উপৰিও মহাপুৰুষে নিজৰ তত্বাবধানত নানা চিত্ৰেৰে তাঁতিকুচিত কাপোৰ এখনি বোৱাই ৰজা নৰনাৰায়ণক উপহাৰ দিয়াৰ কথা কাৰো অবিদিত নহয়। এই কালৰ গুজৰাটী ছবি আৰু ৰাজস্থানী চিত্ৰাৱলীৰ লগত প্ৰাচীন কামৰূপৰ পুথিগত ছবিৰ বেচ পাৰ্থক্য আছে। পুথিৰ পাতবিলাক সাঁচি গছৰ বাকলি। কোনো কোনো পুথিৰ পাত অতি নিমজ আৰু পাতল কাঠ একোচটিৰ দৰে — দেখিলে মোহ লাগে। সাঁচি পাতত পুথি লিখা বা চিত্ৰ অঁকা কথাটিও অতি পুৰণি। খৃষ্টীয় সপ্তম শতিকাৰ আগভাগতে তেতিয়াৰ প্রাগজ্যোতিষাধিপতি কুমাৰ ভাস্কৰে বৰ্ম্মাই মগধৰ অধিপতি শ্রীহৰ্ষলৈ হংসবেগ নামৰ কটকীৰ হাতেদি যি উপঢৌকন পঠিয়াইছিল তাত ভূৰ্জপত্ৰৰ নিচিনা মুগা আৰু পাতৰ কাপোৰৰ লগে লগে চিত্ৰাৱলী, আৰু সাঁচি পাতৰ পুথিৰ কথাও উল্লেখ আছে। ই হ'ল আজি বাৰ শ বছৰৰ আগৰ কথা তেতিয়াৰ দিনতো ভাৰতৰ কক্ষত ই এক আচুটীয়া আচৰিত বস্তুৱেই আছিল। এতিয়াৰে পৰা কিছুকালৰ আগলৈকে কাকতী সকলে দেশীয় শিলিখা, কেহেৰাজ আদি নানা উপাদানেৰে প্ৰস্তুত কৰা ক'লা চিয়াঁহীৰে এই পুথিবোৰ লিখিছিল। দুশ আঢ়ৈশ বছৰীয়া পুথিৰ আখৰ, আজিও সি হ্যাঁহি আছে। ছবি বিলাকৰ ৰঙ আছিল নীল, হেঙ্গুল, হাইতাল, আৰু বগা মাটি। হেঙ্গুল হাইতাল শিল্পৰ খোল বা কিস্তী এখনিত লৈ কেবাদিনো মাৰে। সৰুতে শুনিছিলোঁ বোলে সাদিন সাত ৰাতি মাৰিহে আগৰ খনিকৰে হেঙ্গুলৰ আচল ৰঙ উলিয়াইছিল। ছবিবিলাকৰ বিষয় বস্তু আছিল —দশাৱতাৰ, ৰামলীলা, আৰু কৃষ্ণলীলা। নৃত্য নাটকত যি বীৰ ভয়ানক আদি ৰসৰ অৱতাৰণা সৰহভাগ পুথিৰ ছবিতো তেনে। ৰাজস্থানী ছবিৰ দৰে ৰাধাকৃষ্ণৰ প্ৰেমমূলক ছবি লেখত নাই বুলিলেই হয়। ছবিৰ আকাৰ প্রকাৰ খৃষ্টাব্দৰ অষ্টম শতিকালৈকে চলি অহা শৈল মূৰ্ত্তিৰ দৰে। কেৱল অধিকাংশ ক্ষেত্ৰতেই শৰীৰৰ সম্মুখ ভাগৰ দৃশ্যত শিৰটি একফলীয়াকৈ সন্নিবেশ কৰাই এই ছবিবিলাকৰ বিশেষত্ব। ব্ৰহ্মাৰ ছবিটো একফলীয়া তিৰোতাৰ ৩/৪ কোনো কোনো সামন্ত বা ৰথীয়া আদি জাতিৰ মুস্লিম মুখৰ অনুকৰণ। দেৱতা আৰু ৰজাৰ মুকুট বিলাকো বিশেষ ধৰণৰ, অইন প্ৰদেশৰ ছবিৰ লগত নিমিলে। অসমৰ কেবাখনিও খ্যাতনামা সত্ৰত এনে পুথিৰ চিত্ৰ পাবলৈ আছে।তাৰ ভিতৰত এনে অনেক আছে যি সেইকালৰ চিত্ৰচৰ্চ্চাৰ মৰ্য্যাদা কোনো গুণে ক্ষুন্ন কৰা নাই। শঙ্কৰীযুগৰ মূৰ্ত্তিৰ নিদর্শন অসমৰ যতে ত'তে দেখা যায়। কোচবিহাৰৰ মদন মোহনৰ মূৰ্ত্তিৰ পৰাই নাম ঘৰে মণিকূটে পিতল আৰু কাঠৰ বিষ্ণু, কৃষ্ণ, আৰু গৰুড়াদিৰ বিবিধ মূৰ্ত্তিয়ে সত্ৰই সত্ৰই আজিও জনসাধাৰণৰ ভক্তি আৰু শ্রদ্ধা আকৰ্ষণ কৰিবই লাগিছে। এই মূৰ্ত্তিবিলাকো প্ৰাচীন শৈল মূৰ্ত্তিৰ আৰ্হিৰেই কৰা। ভক্ত খনিকৰে পৰম শ্ৰদ্ধাৰে গঢ়া এনে মূৰ্ত্তিৰ অনেকেই কেৱল ভক্তিকে উদ্রেক কৰা নাই মূৰ্ত্তিৰ লেখত অন্য প্রদেশক সমানে শাৰী পুৰাই ঠাই লব পৰাও হৈ পৰিছে। ৰজাঘৰীয়া ছবিবিলাকৰ আদর্শৰে শঙ্কৰীযুগৰ ছবি অঁকা হোৱা নাছিল — ইবিলাকৰ আদৰ্শ হল প্রাচীন "বৈনিক" ছবি।

এই কালতে ৰংপুৰৰ মঠ মন্দিৰ, কাৰেংঘৰ আদি নতুন ধৰণে সজাবলৈ বুলি ঘনশ্যাম নামৰ শিল্পী এজনক নিযুক্ত কৰা হৈছিল। তেওঁৰ নামৰ পাচত "বঙ্গাল" শব্দৰ প্ৰয়োগ দেখি তেওঁক বঙ্গবাসী বোলাৰ অইন কাৰণ নাই। সেই কালত বিহাৰ, যুক্তপ্ৰদেশ আদিৰ অধিবাসীকো বিদেশৰ লোক বুলিয়েই বঙ্গাল বুলিছিল। এই গৰাকী শিল্পীৰ আদৰ্শ আছিল পূব মিথিলাৰ কৃষ্টিত আলোকিত গঢ়লৈ উঠা প্ৰাচ্য ভাৰতৰ আলেখ্যৱলী যাৰ চৰ্চ্চা— বিহাৰ, উৰিষ্যা, উত্তৰ বঙ্গক সামৰি সমগ্ৰ প্ৰাচীন কামৰূপৰ বুকুত এদিনা মুকলি মনেৰে চলি থকাৰ বাতৰি আমি ইতিহাসৰ পৰা পাওঁ। দিল্লবৰৰ দৰে এইজনা শিল্পীয়েও মুকলি মনেৰে অসমলৈ আহি অসমৰ বৈশিষ্ট্য

নিজৰ শিল্পকলাত অতি সুন্দৰকৈ ফুটাই তুলিলে। অনেকে হয়তো কব পাৰে ৰজাঘৰীয়া হেঁচাত পৰি তেওঁ অসমৰ শিল্প অসমীয়া কৰিবলৈ বাধ্য হৈছিল। পৰৰ প্ৰাদেশিক বৈশিষ্ট্যেৰে ভাৰতীয় কলাৰ মূলমন্ত্ৰ এনে দৰে জগাই তোলা যে সাধাৰণ প্ৰতিভাৰ কাম নহয় ইয়াকো স্বীকাৰ নকৰি নোৱাৰি। জয়সাগৰৰ পশ্চিমে অনতিদূৰত পকীঘৰ এটি সাজি তেওঁৰ যাবতীয় কলাকৌশলৰ আঁচনি তৈয়াৰ কৰি তদনুযায়ী কাৰ্য্যকলাপ চিৰস্মৰণীয়কৈ সমাধা কৰি অসমৰ স্থাপতি, অসমৰ ভাস্কৰ্য্য, অসমৰ কাৰুকাৰ্য্য অসমীয়াৰ কৰি দি থৈ গ'ল এইজনা প্ৰতিভাশালী আলেখ্য শিল্পীয়ে। তেওঁৰ কাৰ্য্য কলাপত দেৱানী খাচ বা শীষ মহলৰ আভাস নাই , আছে ভাৰতীয় শিল্পৰ প্ৰাণৰ পবিত্ৰ ধাৰা, আৰু আছে অসমৰ অসমীয়া শোভা সম্পদ, তাতোকৈ আছে দেৱতাৰ আবাস নিজৰ থকা ঘৰতকৈও সুন্দৰকৈ সজোৱাৰ প্ৰাণৰ এক নিমাতী হেপাহ। শিৱ গুপ্ত যুগৰ ভাৰতীয় আলেখ্যৰ অনুকৰণ। চাৰি পিনে চাৰিটি শৃঙ্গৰ, আৰু মন্দিৰ বিশেষে আঠোটি শৃঙ্গৰ মাজত এটি। সুউচ্চ শিখৰ, চুৰাত তাৰ কলডিলৰ আঁকাৰৰ কলচি এটি। এই কলচি একোটিয়েই উজনি অসমৰ মন্দিৰ কেইটিক ভাৰতৰ অন্য মন্দিৰৰ পৰা পৃথক ৰূপ একোটি দিছে। অসমৰ বেইৰ ওপৰত কলডিল, নোৱনি ঘৰত কলডিল থাপনা ঘৰৰ ওপৰত কলডিল, সিংহাসনৰ আমহীৰ ওপৰত কলডিল আন নেলাগে তিৰোতাৰ মূৰৰ খোপাতো এই কলডিলৰ শোভা অসমীয়া চকুত নিজৰ আচুতীয়া সম্পদ। সেইকালৰ ডা-ডাঙৰীয়াৰ মুধেদি ডাঙৰ মন্দিৰটিৰ দাতিৰ ভোগঘৰ, আৰু প্ৰায়ে মন্দিৰৰ প্ৰবেশ পথত সজা নাট মন্দিৰৰ দৰে পকীঘৰ ভাৰতৰ ইতৰ প্ৰদেশত চকুত নপৰে। অকল আহোম সকলৰে নহয়, অসমৰ কেবাটিও উন্নত পাৰ্ব্বত্য জতিৰো এনে মূধেদি বাট থকা দুচলীয়া ঘৰেই। আমাৰ নামঘৰৰ দৰে এনে একোটি ঘৰো নিজস্ব সম্পদ। বগু ঘৰৰ দেৱালত তোলা লতাকেউ জুপিৰ পাতৰ সুকলাই বান্দৰৰ চিকোন একোটি ভুমুকি, মূধৰ ওপৰৰ শিৱ শক্তি আৰু বিষ্ণুৰ আশীৰ্ব্বাদ সূচক তিনটি মন্দিৰাকৃতি টুপৰ দুৱোকাৰে দুটি মগৰ, দেৱৰাজ ইন্দ্ৰৰ শৰীৰত অসমীয়া ৰাজপোছাক, মন্দিৰৰ গাত ঠায়ে ঠায়ে অসমীয়া শিপিনীয়ে বছা চকুত লগা তাঁতৰ ফুলৰ —যেনি যতদূৰ সম্ভৱ মন্দিৰৰ চাৰিওপিনে বজিতা খুৰাই এই আলেখ্য -শিল্পীয়ে ফুটাই তুলিছিল এই অসমৰে শোভাৰ সম্ভাৰ। তান্ত্ৰিক যুগৰ প্ৰভাৱৰ ভাৰতীয় আদৰ্শৰে শিলৰ ফলকত ওপৰলৈ উঠাই কটা যি খিনি মন্দিৰৰ গাত পতাই দিয়া শিলৰ মূৰ্ত্তি আছে, তাৰ ভাব গভীৰ অথৰ্ব্যঞ্জক আৰু শৰীৰৰ ভঙ্গিমা আৰু লাৱনিও চিত্তাকৰ্ষক। এই মূৰ্ত্তিবিলাকৰ সকলোখিনিয়েই পৰিমাৰ্জ্জিত ৰুচিৰ। মন্দিৰৰ প্ৰাচীৰত থকা অমাৰ্জিত ৰুচিৰ মূৰ্ত্তি দেখি নানা চিত্ৰ সমালোচকে নানা মত প্ৰকাশ কৰে। ভুবনেশ্বৰ মন্দিৰৰ এনে ধৰণৰ মূৰ্ত্তিত ভালেখিনি সমালোচকৰ অশুভ দৃষ্টি পৰাৰ কথা শুনিবলৈ পোৱা যায়। অসমৰ কামদেৱৰ মন্দিৰৰ ভগ্নাৱশেষৰ পৰা উদ্ধাৰ কৰা কেবাটিও কামকেলি মূৰ্ত্তি গুৱাহাটীত সংৰক্ষিত হৈছে। কামাখ্যা মন্দিৰৰ বাহিৰ প্ৰাচীৰত যি দুই এখন এনে ৰুচিৰ মূৰ্ত্তি দেখা যায় সি কোন যুগৰ কোনেও কব নোৱাৰে। ই হয়তো কোনোবা এক যুগৰ হাওৱা কুমাৰ সম্ভৱ কাব্যৰ হৰ গৌৰীৰ কামকেলি বৰ্ণনা কালিদাসত আৰোপ কৰাদি ঠাই বুজি কোনো কোনো মন্দিৰত আৰোপ কৰা হৈছে। দেৱৰ মন্দিৰত এনে ধৰণৰ মূৰ্ত্তিৰ সন্নিবেশ ওপৰে ওপৰে চালে আপত্তিৰেই কথা। কিন্তু যেয়ে অলপ দকৈ ভাবি চায় সেয়ে কয়- দেৱ মন্দিৰৰ এনে মূৰ্ত্তি সমালোচকৰ সমালোচনালৈ বুলি প্ৰদৰ্শিত হোৱা নাই; সাধকৰ সাধনাৰ সহায়তা কৰিবলৈ হে চিত্ৰিত কৰা হৈছে। মন্দিৰৰ বাহিৰ খনি তাৰ সাংসৰিকতাৰ সৈতে এই সংসাৰৰেই প্ৰতিচ্ছবি ...... মন্দিৰৰ অন্তৰখনি গুহাৰ দৰে কি অন্ধকাৰ জনপূৰ্ণ কোলাহলৰ মাজত কি নিৰ্জ্জান নীৰৱতা- তাৰ মাজত জ্ঞানৰ শিখাটিৰ দৰে জলি থকা ঘৃতৰ এগছি অখণ্ড প্ৰদীপ— সিদ্ধ সাধকে হয়তো হৃদয় গুহাৰ অমূল্যনিধিৰ ধ্যান ধাৰণালৈ তেনে এটি পৰিস্থিতিকে অনুকূল বুলি ভাবে ই হ'ল সিদ্ধ সাধকৰ অভিৰুচি তেহেঁলৈ যেই হওক ওজনি অসমৰ খনিকৰ সেই হাওৱাৰে অনুপ্ৰাণিত হবলৈ নেপালে। ইয়াৰ কিছুকালৰ আগতো অসমত

...... এই চিহ্ন দিয়া আখৰ বোৰ অস্পষ্ট, আখৰ পঢ়িব নোৱাৰিলো। সঃ

শিলাকটীয়া, খেল এটি তলে তলে আপোন মনে জী থকাৰ সত্তেদ শিলৰ সাঁকো আদিয়ে দিয়ে। সি হয়তো প্ৰচীন কামৰূপৰ আৰ্য্য বা আৰ্য্যেতৰ জাতিৰ জৰিয়তে নিজৰি অহা পুৰণি ভাৰতৰে এটি ক্ষীণ ধ্বনি , আকৌ এবাৰ সেয়ে নতুন তেজৰে আহি গোটেই খনি দেশ ৰজন জনাই তুলিলে। অসমৰ অসীম দুৰ্ভাগ্য এই জাগৰণৰ লগে লগেই আহি পৰিল পতনৰ অৱস্থা। অন্তৰ্বিদ্ৰোহ আৰু মানৰ আক্ৰমণে দেশ গোটেইখন জুকলা কৰিলে। লহ পইকে উঠি অহা শিল্প প্ৰতিভা বাটিয়েই মুজুৰা লাগিল। পৈত্ৰিক প্ৰাণ লৈ ক'ৰ শিল্পী কেনি গ'ল , কোনে বা ক'ত প্ৰাণ দিলে তাৰ তায়ন নোহোৱা হ'ল। বৃটিছৰ আমোলত দেশ সুথিল হোৱাত হেৰাই বিদাই বৈ যোৱা শিল্পীসকলে চাপি কুচি আহি অন্নাভাবত বিষয়ান্তৰলৈ মন দি পেট প্ৰবৰ্ত্তাবলৈ লাগিল। বিয়াই সবাহে, ভাৱনাই পাতিয়ে তাবে কিছুমানে অবৈতনিক হিচাপে চল চেলু পালে শিল্প চৰ্চ্চা কৰি গতানুগতিক ক্ষীন ধাৰাটি বোৱাই ৰাখিছিল। ইংৰাজী উনবিংশ আৰু বিংশ শতিকাৰ দোমোজাত দুই এজন খনিকৰ ঠাই বিশেষে জিলিকিও উঠিছিল। ওপৰ অসমৰ নবীন আৰু পদো খনিকৰ, মধ্য অসমৰ লেবেলা খনিকৰ, নামনি অসমৰ খেহ বাপু আৰু ৰাধা খনিকৰে অসমীয়া আলেখ্যবিলাক জীৱন জুৰি পোহ দি দি ৰাটলৈ আনিলে । সিবিলাকৰ আদৰ্শ আছিল আমাৰ দ'ল দেৱালয়ত জিলিকি থকা চিত্ৰাৱলী, -সাজ সজুলি আছিল মেকুৰী আৰু ছাগলী নোমৰ লেখনী, বগামাটি, হেঙুল , হাইতাল, আৰু নীল। কাঠৰ কামত হেঙুল হাইতাল লাবে মিলাই বনকি দিছিল। চাল পীৰা তামুলী পীৰাৰ এনে বনকোৱা তিনি চাৰি পুৰুষীয়া থুৰা আজিও ঠায়ে ঠায়ে হাঁহি থকা দেখিবলৈ পোৱা যায়। বৃটিচৰ আমোলত আগেয়ে পোহৰ পাই জাগি উঠা অন্য প্ৰদেশৰ দৰে বিদেশীয় অনুকৰণৰ মোহে অসমক তেতিয়াও বৰকৈ পীড়িৰ পৰা নাছিল। সিবিলাকৰ কাপোৰত অঁকা চিত্ৰাৱলী ফাটি ছিটি নাইকিয়া হ'ল। কাঠৰ কামৰ নিদৰ্শন আৰু কাঠৰ মূৰ্ত্তিহে ঠায়ে ঠায়ে পাবলৈ আছে । নবীন আৰু পদো খনিকৰৰ কাঠৰ মূৰ্ত্তি আৰু সিংহাসন ওপৰ অসমৰ ভালেখিনি ঠাইত আছে। লেবেলা খনিকৰৰ কাঠৰ ডাঙৰকৈ সজা দুৰ্গা প্ৰতিমাত আজিও পুৰণি গুদামত বছৰে বছৰে পূজা হয় আৰু দশমীৰ দিনা বিসৰ্জ্জন নিদি প্ৰতিমা খনি সোলোকাই থুৰ বছৰলৈ সামৰি যায়। খেহ বাপুৰ আৰু ৰাধা খনিকৰৰ কাঠত কটা চিত্ৰাৱলী বৰপেটাৰ কীৰ্ত্তন ঘৰবৰেৰত জিলিকি আছে। ঠায়ে ঠায়ে খেহ বাপুৰ ভাব প্ৰকাশ যেনে চিত্তাকৰ্ষক, ৰাধা খনিকৰৰ কলা কৌশলো তেনে মনোৰঞ্জক। হাঁতীৰ দাঁতৰ কামতো ৰাধা খনিকৰৰ নাম অসমৰ বাহিৰে ভিতৰে যথেষ্ট আছে।

ইয়াৰে লগে লগেই জগন্নাথৰ পটৰ উপৰিও আহি পৰিল বঙ্গদেশৰ কালীঘাটৰ পৰা সম্ভাদামৰ অসংখ্য পট। চাওঁতে চাওঁতে ৰাজা ৰবিবৰ্ম্মাৰ ছবিবিলাকেও অসমত চুকে কোনে ভুমুকি মাৰিলেহি। কালীঘাটৰ পট বিলাকত বঙ্গালীৰ নিজস্ব ঠাঁচ আৰু বিদেশৰ জলীয় ৰৰণৰ চমক, ৰবিবৰ্ম্মাৰ চিত্ৰত আছিল য়ুৰোপীয় পদ্ধতিৰে ভাৰতীয় বিষয়বস্তু অঁকাৰ আচৰিত কৌশল । সেই সন্ধিক্ষণত গুৱাহাটীৰ পদুম বৰুৱা, গোৱালপাৰাৰ এগৰাকী বাকশক্তিহীন চিত্ৰকৰ, আৰু জমিদাৰ পৰিবাৰৰ কেৱা গৰাকীও কুমাৰীয়ে নতুন পদ্ধতিৰে তৈলচিত্ৰ আৰু জলীয় ৰঙৰ চিত্ৰাঙ্কণত যথেষ্ট কৃতিত্ব লাভ কৰিছিল। সিবিলাকৰ চিত্ৰ নিদৰ্শন ..... চিত্ৰ নিদৰ্শন এতিয়াও গুৱাহাটী, গোৱালপাৰাত দেখিবলৈ পোৱা যায় । এই চেষ্টাই তেতিয়াৰ ..... অন্য প্ৰদেশত প্ৰচলিত উন্নতৰ পদ্ধতি আকৰ্ষণ কৰি আনি শিল্পীৰ কষ্ট বহুতো লাঘৱ কৰিলে আৰু ভাৰতৰ বুকুত ফুটি উঠা য়ুৰোপীয় আৰু ভাৰতীয় পদ্ধতিৰ সংমিশ্ৰণৰ সৌৰভ লাহে লাহে বোৱাই আনিবলৈ ধৰিলে। অসমৰ চিৰ প্ৰবাহিত চিত্ৰধাৰাৰ সমস্যা তথাপি সমস্যাতে বৈ থাকিল।

সূচিবায় কলাত অসমৰ শিপিনীসকলে সুদূৰ অতীৰৰ পৰা আশাতীত ফল দেখুৱাই আহিছে। আজি কিছুকালৰ আগলৈকে অসমত দুস্প্ৰাপ্য বস্তু বুলিলে বেজীকো বুজাইছিল। সেই কাৰণে বেজী কামত নহয়, বোৱা কটাত হে অসমৰ নাম বৈ বৈ গৈছিল। অৱশ্যে বোৱাকটা আজিৰ কথা নহয়। খৰেদতো সোণৰ জৰীৰে

বোৱা কাপোৰৰ উল্লেখ আছে। মহাভাৰততো মুকুতা মণি বৈ দিয়া মণিচীৰৰ কথা শুনিবঁলৈ পোৱা যায়। গুপ্ত যুগৰ কাপোৰত হংস বাছি লোৱাৰ সৌন্দৰ্য্য মহাকবিৰ দৃষ্টিকো এৰা দি যাব পৰা নাছিল। ভাৰতৰ মচলিনে দিল্লীৰ মুস্লিম সম্ৰাট সকলৰ পৰা 'বাফটহাৱা' অৰ্থাৎ হাৱা বোৱা, 'চাবনাম ' অৰ্থাৎ সন্ধিয়াৰ নাম যি পাইছিলেই নে সুদূৰ ৰ'মতো 'বৈ দিয়া হাৱাৰ' নামেৰেহে জনজাত হৈছিল । অসমতো মচলিন নহলেও 'ছাতে শুকোৱা মুঠিতে লুকোৱা বেচমৰ কাপোৰ নোহোৱা নাছিল । ৰাজপুত ৰমনীয়ে বিজয়তিলক দি প্ৰিয় জনক ৰণলৈ পঠোৱাদি একে ৰাতিৰ ভিতৰত বৈ কাটি পুৱাই ৰণুৱাক কবচ কাপোৰ দি অসমীয়া তিৰোতাই ৰণথলীলৈ পঠোৱা কথা আজি অসমীয়াৰ মুখে মুখে । শিপিনীৰ চানেকিৰ ফুল বিলাকতো বিশেষত্ব আছে । কোনো ফুলে গুপ্ত যুগৰ চিত্ৰাবলীলৈ চকু টানি নিয়ে কোনো কোনোৱে দল দেৱালয়ৰ চিত্ৰিত ফুলবিলাকৰ কাষ চাপে । অসমীয়াৰ শাকনিত ফুলি থকা বাবৰী পাহেও শিপিনীৰ মন নেটানি থকা নাই । শঙ্কৰী যুগৰ শিপিনী সকলে ইয়াত বাজেও নানা ভক্তি মুলক চিত্ৰকো কাপোৰত তোলাৰ কথা মাজে মাজে শুনা যায় । এনে ভাবে কোন প্ৰাচিন কালৰ পৰা চলি অহা অসমীয়াৰ সূচিবায় বিদ্যা তাৰ নিদৰ্শন দেখি মহাত্মাজীৰ দৰে এগৰাকী মহামানবেও অসমীয়া তিৰোতাই কাপোৰত সপোন বাছে বুলি যে সিদিনা কোৱাৰ দৰে কৈ যাব তাত বিচিত্ৰ কি ? অকল ভৈয়ামৰ শিপিনীয়েই নহয়, পৰ্ব্বতৰ আবৰ মিৰি বিশেষকৈ নগা মাকোৰ দৰে কাপোৰ বৈ দিয়া নাগিনী সকলে বোৱা কটাত যথেষ্ট নাম কৰিছে । মণিপুৰী শিপিনী সকলৰ যশস্যাও অসমৰ বাহিৰে ভিতৰে বিয়পি পৰিছে । বোৱা কটাত ৰাপ থকাটো অসমীয়া তিৰোতাৰ গাত অবশ্যে থাকিব লগীয়া এটি লক্ষণ । আজিও অসমীয়াৰ ঘৰে ঘৰে সেই যোজনা , সেই পটন্তৰ, —"বৰলৈ লেতেৰা বিহুচেৰা তাঁত, শুনিবলৈ লেতেৰা অকাজীৰ মাত ।" আজিও বছৰকেৰ বিহুৰ দিনা বিহুৱান নেপালে অসমীয়া ডেকাই বৰ অভিমানেৰে আলিয়ে পদূলিয়ে গাই ফুৰে, —". বিহুৱা চৰায়ে কৰে বিহু বিহু, আমাৰ বিহু কাপোৰ নাই, লগৰ সমনীয়াই সুধিলে কিয়ে কম , সকতে মৰিলে আই ।"

বৰ আশাৰ কথা বৰ্ত্তমান অবনীন্দ্ৰ নাথ ঠাকুৰ প্ৰভৃতি প্ৰতিভাশালী শিল্পীসকলে নিজৰ আলেখ্যবিদ্যালৈ নিজৰ দেশৰ লোভ সম্পদলৈ চকু মেলি দিয়াৰ পৰা বঙ্গদেশ, যুক্ত প্ৰদেশ, মহাৰাষ্ট্ৰ আদি প্ৰদেশত আলেখ্য বিদ্যাই নৱ পদ্ধতিৰ নবীন আয়াসেৰে প্ৰাচিন লজ্জাৰে মুখে প্ৰকাশ্যে হুনা লৈছে । আজি শিল্পীয়ে লাহে লাহে ভাবি চাব পাৰিছে ভাৰতক লাগে কি ? স্বাধীনতাই আমাক ৰাজনৈতিক মুক্তি আনি দিলে যদিও, সৰ্ব্বগ্ৰস্ত চন্দ্ৰমাৰ ছাঁয়া মাৰ গৈ একেবাৰে নিকা হোৱাদি নিকা হবলৈ, ভাৰতীয় শিল্প খাটি ভাৰতৰে হৈ পৰিবলৈ এতিয়াও আনেক বাকী, আমাৰ প্ৰদেশলৈ অনুকাৰৰ মোহ আহিছিল সবাৰো শেহত, সেই দৰেই সবাৰো আগতে সেই মোহ আতৰি যোৱা হলে পুৰণি প্ৰাগ্‌জ্যোতিষৰ নাম সাৰ্থক হ'লহেতেন। চিত্ৰকৰে আজি বেচ উপলব্ধি কৰিব পাৰিছে ভাৰতীয় আলেখ্যৰ প্ৰাণ হল গভীৰ আধ্যাত্মিকতা, তাক প্ৰকাশ কৰিব লাগিব স্থান কাল আৰু পাত্ৰৰ যুগোচিত পৰিচ্ছেদেৰে এই সুদীৰ্ঘ অতীতেৰে ভাৰতৰ আলেখ্য বিদ্যাই অপলক নয়নে চাই সি যেন চকুত পাণীৰে প্ৰশ্ন কৰিছে ভাৰতে বিচাৰে কি ? অন্তৰো অন্তৰত শুনিছিল স্পষ্টকৈ সেই পুৰণি কথাটি নতুন আলোকেৰে জিকাৰি উঠিছে-ভাৰতে বিচাৰে চিত্ৰকৰৰ মানস পটত ভাহি যোৱা প্ৰতিকৃতি তাৰে সুন্দৰ সুপ্ৰকাশ-কবিৰ দৰে শব্দৰ ঝঙ্কাৰেৰে নহয়— ৰেখা আৰু বৰ্ণৰ বিন্যাসেৰে । নিজ নিজ প্ৰদেশ বিশেষে আহাৰ্য্য অভিনয়ত ঋষিয়ে যুগোচিত পৰিচ্ছদ দিবলৈ যি বিধান দি গৈছে সেই বিধানক আলেখ্যবিদ্যা বোলে । অন্য চিত্ৰকৰৰ লগে আমাৰ অসমৰ চিত্ৰকৰে অসমত অধ্যাত্মিকতা এনেদৰে ফুটাব লাগিব যাতে তাৰ শৰীৰৰ আভাসত অসমৰ শোভা সম্পদ, অসমৰ বিশিষ্টতা সুন্দৰকৈ ফুটি পৰে, যাতে তাক দেখিয়েই চিনিব পাৰি অসমীয়া বুলি । আমাৰ গাতে লাগি থকা বাঙ্গালীসকলৰ ডেকা গাভৰু সকল আলিয়ে পদূলিয়ে ফুৰি ফুৰোতে

সিবিলাকৰ মুখ দেখিয়েই অনেক সময়ত কৈ দিব পাৰি সিবিলাক ভাৰতবাসী আৰু সিবিলাক বাঙালী। অসমৰ ছবি এখনি দেখিলেও এই দৰেয়েই কব পৰা হব লাগে সি ভাৰতৰ, সি অসমৰ ইয়াকে কৰি উঠিব পৰাতেই চিত্ৰকৰৰ কৃতিত্ব। কবিক যেনেকৈ পৰ্য্যবেক্ষা লাগে, তন্ময়তা লাগে, চিত্ৰকৰৰো সেই দৰেয়েই তন্ময়তা আৰু পৰ্য্যবেক্ষণৰ প্ৰয়োজন। কবিয়ে যেনেকৈ দুই এটি কথাৰেই কোনো স্থান, কোনো চৰিত্ৰৰ বৈশিষ্ট্য ফুটাই তোলে, চিত্ৰকৰেও তেনেকৈয়ে লিখনীৰ বুলনেৰে, বৰ্ণৰ বিন্যাসেৰে স্থান আৰু জাতিৰ বৈশিষ্ট্য ইতৰৰ চকুৰ আগত স্পষ্টকৈ জিলিকাই দিয়ে। বৰ্ত্তমান আমাৰ মাজত বঙ্গদেশৰ যি সকল মাটিৰ শিল্পীয়ে প্ৰতিমাৰ কাৰবাৰ চলাইছেহি সিবিলাকে সিবিলাকৰ প্ৰদেশৰ মুখৰ সাঁচ আৰু অয় অলঙ্কাৰ লগোৱা বাবেই হওক বা পৰ প্ৰদেশৰ বৈশিষ্ট্য ফুটোৱা শক্তিৰ অভাবতেই হওক ঘনশ্যাম কাৰিকৰৰ দৰে অসমৰ শিল্প অসমীয়াৰ কৰি দিব পৰা নাই। নিজৰ শিল্পত ঘনশ্যাম আজিও চকুৰ আগত জীয়াই আছে। ভেওঁৰ নশ্বৰ শৰীৰটি সেই কালৰ কুটিল ৰাজনীতিৰ আক্ৰোহত অসমে নিৰ্ম্মম ভাবে হত্যা কৰি নিজৰ শিৰলৈ কলঙ্কৰ অভিশাপ টানি আনিলে। তাৰ প্ৰকোপত শিল্পই আজিও ছাটি ফুটি কৰি মৰাতে জী আছে। নিজৰ ভাইৰ মুখৰ টোপ একোটি পৰৰ মুখলৈ দি আজিও দেশবাসীয়ে নিৰাশ্ৰয় দীনহীন শিল্পী সকলক চকুৰ আগতে অনাহাৰে অনাদৰে মৰিবলৈ এৰি দিছে। কেনিও কওঁতে এটি হুমুনিয়া নাই। দেশৰ খনিকৰ মৰিলে, মৰিল। নল মৰি গজালি উঠিব। শিল্পৰ প্ৰাণধাৰাৰ যে মৰণ নাই – কলা ডাৱৰত ৰূপালী পাৰী জিলিকি পৰিছে! শিল্পত ৰাপ থকা সৰহ ভাগ শিক্ষিত অসমীয়াই সিবিলাকৰ প্ৰতিমাত, সি বিলাকৰ আগচ'ৰাত বিলাসৰ বস্তুত নিজৰ নিজস্ব একোটিকে দেখা নেপাই হতাশ হৈ বিষম বিভ্ৰাটৰ আশঙ্কাতে জিকাৰি উঠিছে। সিবিলাকে মাজে মাজে চকি উঠিছে— কি কৰিছোঁ? অত দিনে কৰিলোঁ কি? নিজৰ ঘৰত পৰৰ যি মোহিনী মূৰ্ত্তি থাপিলোঁহি সি তো আমাৰ গৃহলক্ষ্মী নহয়।— হতাশ হবৰ কাৰণ নাই। সিবিলাকৰ আশঙ্কাৰ আকুলতা তীব্ৰ হলেই অসমৰ অৰ্দ্ধদেবতাই এনে এদল শিল্পী গঢ়ি তুলিব যাৰ শিলকটা বটালিৰ টুক্ টাকৃত, মাটি বলোৱা কৰাবীৰ প্ৰতিটি চোঁচাত, ৰঙ ফলোৱা লেখনীৰ একোটি আঁচত, চটচটোৱা মাকোৰ লৰনলাসত অসমৰ শিল্প গৌৰৱ আকৌ এবাৰ সুউচ্চ শিখৰত জিলিকি পৰিব। সেই – সেই অনাগত শিল্পীদললৈ প্ৰাণৰ আকুল হেপাহে অভ্যৰ্থনাৰ অভিনন্দন জনালোঁ।

---

## পৰমাৰাধ্যতম

পিতা ঁদুৰ্গেশ্বৰ বৰঠাকুৰ দেৱৰ
উদ্দেশ্যে —

দুৰ্লভং মানুষ্যমিদং যেন লব্ধং ময়া বপুঃ ।
সম্ভাবনীয়ং ধৰ্ম্মাৰ্থে তস্মৈ পিত্ৰে নমো নমঃ ।।

অনুমান-সিদ্ধ মোৰ পাৰ্থিৱ দেৱতা !
ধন্য হ'ক আদি চেষ্টা নামত তোমাৰ ।

তোমাৰ হতভগীয়া
একেটি সন্তান ।

---

# প্ৰসঙ্গ

মোৰ এনে কোনো বন্ধু বা শুভাকাঙ্খী নাই যিজনে অন্তৰেৰে মোক নাটক লিখিবৰ কাৰণে উদগোৱা নাই। তেও বিশেষকৈ নাম লবলগীয়া অসমীয়া নাটকলৈ অমিত্ৰাক্ষৰ ছন্দৰ প্ৰথম পাৰ ভাঙি দিওঁতা অগ্ৰজপ্ৰতিম শ্ৰীযুক্ত চন্দ্ৰধৰ বৰুৱা, সৰু কালতে শিল্প চৰ্চালৈ ধাউতি জগোৱা অগ্ৰজপ্ৰতিম শ্ৰীযুক্ত কুলধৰ চলিহা আৰু শ্ৰীযুক্ত দেবেশ্বৰ চলিহা, সাহিত্যক্ষেত্ৰত লব্ধপ্ৰতিষ্ঠ শ্ৰীযুক্ত শৰৎ চন্দ্ৰ গোস্বামী আৰু মোৰ শিক্ষক শ্ৰীযুত ঘনকান্ত বৰুৱা।

যোৰহাটৰ শ্ৰীযুত বিষ্ণু চন্দ্ৰ বৰুৱা, শ্ৰীযুত দেবেশ্বৰ শৰ্ম্মা, শ্ৰীযুত পূৰ্ণানন্দ পাঠক, শ্ৰীযুত গোপাল চন্দ্ৰ গোস্বামী, শ্ৰীযুত মথুৰা নাথ বৰুৱাদ্বয়, শ্ৰীযুত হৰিহৰ শৰ্ম্মা বৰপূজাৰী, শ্ৰীযুত কালিকুমাৰ বৰুৱা (দাদা), শ্ৰীযুত চন্দ্ৰধৰ শৰ্ম্মা, শ্ৰীযুক্ত চিত্ৰসেন কাকতি, শ্ৰীযুক্ত গোলোক চন্দ্ৰ শৰ্ম্মা, শ্ৰীযুত পদ্ম নাথ বৰপূজাৰী প্ৰমূখ্যে বন্ধুসকলে আৰু ভাই-সমনীয়া শ্ৰীমান মিত্ৰদেৱ মহন্ত, শ্ৰীমান বিপিন চন্দ্ৰ বৰুৱা, শ্ৰীমান লক্ষেশ্বৰ বৰুৱা, শ্ৰীমান মতিলাল দাস, শ্ৰীমান কুলকমল বৰুৱা, শ্ৰীমান কেশৱ নাথ শৰ্ম্মাদ্বয় প্ৰমুখ্যে যোৰহাট থিয়েটাৰৰ সকলোটিয়ে আৰু মোৰ প্ৰিয় মচ্‌লিম বন্ধু জনদিয়েকে ৰাতি দিনে মোক জুলুম নিদিয়া হলে এই নাটক লিখি যোৰহাটত অভিনীত কৰাবৰ অবসৰ ইমান সোনকালে নহলহেতেন।

নিজে দিহা দি পতা ভোজৰ দৰে এই নাটকখনি মোৰ বন্ধু আৰু শুভকাঙ্খী সকলে অন্ততঃ একোবাৰ চাকি চাব — এইয়ে মোৰ ভৰসা। যদি ভাল পায় — তেখেত সকলৰে যশস্যা! যদিহে কেনেবা পায় — ৰান্ধনিৰ দুৰ্কপাল!

সাৰশেষত বহুঘৰাৰ ওজা প্ৰিয়তম শ্ৰীযুত দণ্ডিৰামে নাটকখনি অঁতাহ পিতাহ 'দৈৱকী'ৰ দৰে আঁচলত ধৰি ৰাইজৰ আগলৈ নুলিওৱা হলে মড়ল ঘৰতে থুপৰী লাগিলহেতেন।

কলিকতাত মোৰ পৰমাত্মীয় শ্ৰীমান বিনন্দ বৰুৱাই ছাপা কৰোঁতে সুবিধা কৰি দিয়া বাবে তেওঁক আশীৰ্ব্বাদ কৰিছোঁ সাহিত্যক্ষেত্ৰত তেওঁৰ নাম জিলিকি পৰক।

শিৱসাগৰ।
ভাদ—১৮৪৯ শক।
( প্ৰথম তাঙ্গৰণ )

ইতি
ৰাইজৰ ভৰিৰ ধূলি
শ্ৰীইন্দ্ৰেশ্বৰ বৰঠাকুৰ

# ভাৱৰীয়াসকল

## মুনিহ।

| | |
|---|---|
| সূৰ্য্য ... ... ... | দেৱতা। |
| শনি ... ... ... | সূৰ্য্যপুত্ৰ। |
| শ্ৰীবৎস ... ... ... | ৰজা (কুসুমপুৰৰ)। |
| মন্ত্ৰী ... ... | কুসুমপুৰৰ মন্ত্ৰী। |
| শ্যালক ... ... ... | কুসুমপুৰৰ শান্তিৰক্ষক। |
| ধনঞ্জয় বা বিদূষক ... ... | কুসুমপুৰৰ বিদূষক। |
| জয়ধন ... ... ... | কুসুমপুৰৰ নগৰীয়া। |
| বাহুক ... ... ... | প্ৰতাপপুৰৰ ৰজা। |
| সুমন্ত্ৰ ... ... ... | প্ৰতাপপুৰৰ মন্ত্ৰী। |
| ৰণজিৎ ... ... ... | প্ৰতাপপুৰৰ শ্যালক। |
| সাবল ... ... ... | প্ৰতাপপুৰৰ বিদূষক। |
| সদাগৰ ... ... ... | কাঞ্চিপুৰৰ সদাগৰ। |

কুসুমপুৰৰ নগৰীয়া, চহ্য, দ্বাৰী, কটোৱাল, কঞ্চুকী, সভাসদ, পাৰিষদ, অপৰাধী ; প্ৰতাপপুৰৰ ব্ৰাহ্মণ, পুজাৰী, নগৰপাল ; সদাগৰৰ লগুৱা, মগনীয়া, খৰিকটীয়া গাৱঁৰ ডেকা—গাভৰু, খৰিকটীয়া ইত্যাদি

## তিৰোতা।

| | |
|---|---|
| লক্ষ্মী ... ... ... | ভাগ্যাধিষ্ঠাত্ৰী দেৱতা। |
| চিন্তা ... ... ... | কুসুমপুৰৰ ৰাণী। |
| ভদ্ৰা ... ... ... | প্ৰতাপপুৰৰ ৰাজকুমাৰী। |

খৰিকটীয়া গাৱঁৰ তিৰোতা – বিলাহি, কুসুমপুৰীয়া সখীসকল আৰু প্ৰতাপপুৰীয়া সখীসকল।

---

# শ্ৰীবৎস-চিন্তা

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

স্বৰ্গপথ।—ব্ৰহ্মমুহূৰ্ত্ত।

(দেৱবালা বিলাকে নাচি নাচি গাই যায়ঃ—)

—গীত—

আজি কুঞ্জ তোমাৰ বাৰ্থা চিকোণাই ;
কুলি কিজানি যায় !
ফুল তো নহয় আমাৰ মল, তাতে কুহু পমি যায়।
কুলি কিজানি যায়।
এন্ধাৰেৰে ঘেৰা, অৱসাদে বেৰা,
কত ভুলে ভৰা মুখনি নিশাৰ ;
তাতে যে জোনায়ে মিচিকি মিচিকি
যাচেহি চেনেহে চুমাটি প্ৰাণৰ !
গাথা তেনে গীতিমালা ;
গলি যাব গীতি সিযে, প্ৰীতি যদিহে পায় !
কুলি কিজানি যায় !

(প্ৰস্থান)

(একালৰ পৰা লক্ষ্মী আৰু আন ফালৰ পৰা শনিৰ প্ৰবেশ)

শনি,- ই কি !—চঞ্চলা ?
চঞ্চল গতিৰে আজি অঞ্চল দোলাই,
কেনি যোৱাঁ লয় লাসে, কেশৱ-বাসনা ?
বিৰিঞ্চি বাঞ্ছিত সেই চৰণ দুখানি
ত্যজি কিবা তুচ্ছ পদ কৰাঁ আকিঞ্চন ?

লক্ষ্মী,- কেনি যায় ? কেনি যাব কেশৱ বাসনা !
মূৰ্ত্তিমান অন্ধকাৰ দেখি সমুখত
বাসনা কমল মোৰ কুলতে মোলান্
নেজালো বাসনা আজি,—কেনি কেনে যায় ?

শনি,- অৰ্থময়ি ! পৰমাৰ্থ অৱহেলা কৰি
যোৱাঁ হয় গৰবেৰে মত্ত কুৰঙ্গিনি ;
অন্তত অনৰ্থ সি যে তোমাৰো নিশ্চয়।
লজ্জা কিয় ? ক'লে হয় ! প্ৰতিদ্বন্দ্বী কোন ?
পুষ্পাঞ্জলি লালসাত লোভী চঞ্চলৰ
অনন্তৰ আলিঙ্গন দিলা জলাঞ্জলি।

লক্ষ্মী,- নহয় বিচিত্ৰ, ক্ৰূৰ, ভাবিছা যে তুমি !—
অন্যে পায় পুষ্পাঞ্জলি, নেপালা আপুনি !
কেনে সুখ চঞ্চলৰ চঞ্চলেহে জানে !
কত গ্ৰহ নাচি যায় বাশি চুপি চুপি ;
পঙ্গু তুমি, কত কাল মন্থৰ গতিৰে
একেটি ৰাশিতে থাকা জ্বলি, জ্বলোৱাই
হুমুনিয়া সাৰ কৰি দগ্ধ জীৱনৰ
কলীয়া কাউৰী সি যে, বুজিব কি দেহি
বাসন্তী কুলিৰ দিন কেনে মনোময় ?
বুজিব কি নপুংসকে, শত মুখে কলে,
জননীৰ কিযে সুখ পুত্ৰ মুখ চুমি ;
ভুলতো এভাগি পূজা পোৱানে এদিন ?

শনি,- পঙ্কজিনি !— বৰ গৰবিনী তুমি !
ভাবা তুমি মনে মনে, ই তিনি ভুৱনে
তুমি বিনে অন্য জন নেমানে এধান ?
চায়ে আছা তথা লাগি ;—নোচোৱা তথাপি।
কোন মহাশক্তি আজি অতৰ্কিতে জাগি,
পৃথিবীৰ ভাগ্যচক্ৰ ঘূৰাব লাগিছে ?
পৃথিৱী দূৰৰ কথা।—নেলাগে নথবোঁ।—
সহজে চনকি যায় মাটিৰ মানৱ !—
চোৱাচোঁ চিকুটি নিজে সিদিনাৰ কথা,
সীতা ৰূপে অসিতৰ ক্ৰোধৰ জালত
যন্ত্ৰণাৰ সীমান্তত হাহাকাৰ কৰা ;—
পৰিত্যক্তা ৰাজৰাণী, কঙ্গালিনী প্ৰায়
শূন্যৰ কোলাত সেই তপ্তশ্বাস এৰা।

বিধিৰ বিধাতা নিজে ত্ৰাতা চক্ৰপানি
পৰি আছে খণ্ড শিলা গণ্ডকী জলত ;
বিবেকৰ বজ্ৰকীটে দংশে ৰাতি দিন !
চোৱাচোঁ মহিমা মোৰ জিনি শিৱলোক
গনেশৰ গজমুণ্ড,- কীৰ্ত্তিৰ পতাকা,—
কৰে কেনে তিৰ্ বিৰ্ যুগ যুগান্তৰ !
কি হব বঢ়াই কলে নুবুজোঁ বোলাক ?
আপুনি জ্বলিছে, মোৰ মহিমাৰ শিখা,
লিৰিকি নুমাম কিয় আপোন মুখেৰে ?
গৰবিনি !
মদান্ধ নয়ন মুদি, চোৱাচোঁ বিচাৰি,
কোন অতি প্ৰভাশালী সৌৰজগতত ?
লক্ষ্মী,- (হাঁহি) নয়ন মুদিলে মনোঁ জ্যোতিৰ নাটনি,
অন্তহীন অন্ধকাৰ, ছায়া, ছায়া, ছায়া।
কোঁৱা মোক তমোময়, ছায়াৰ নন্দন,
তেনে কি তুমিয়ে, দেউ, বৰ প্ৰভাশালী
অনন্তৰ দীপ্তিমান এই জগতত ?
ভালেটি নমনি দেহি ! কৃষ্ণ জ্যোতি জ্বলি
জিলিকায় কেনিবাদি কোনোবা জগৎ !
নীচতাক শিষ্টাচাৰে উচ্চ বচনেৰে
লাজেৰে সজাই থয় মৰ্ত্ত্যৰ মাজত ;
পাৰ্থিব লক্ষণ ই যে দেখিলোঁ তোমাত।
সৌৱা, সৌৱা, কিবা ? দ্বলে ভয়ঙ্কৰ !
অনাবৃষ্টি, মহামাৰী, দুৰ্ভিক্ষ ৰাক্ষসী,
বিকট মূৰতি কঙ্কাল মালিনী ,
পলকে প্ৰলয় কৰি গ্ৰাসিছে ধৰণী,
উচ্চ অনুভূতি যত দুৰ্ব্বল হিয়াৰ
আঁজুৰি ছিজিছে চোঁৱা এটি এটি কৈ
শঙ্কাকুল প্ৰানীকুল কি যে যন্ত্ৰণাত
নিতে কৰে ছট্ ফট্, তোলে আৰ্ত্তনাদ,
হুতাহৰ হাহাকাৰে 'ত্ৰাহি, ত্ৰাহি', বোলে।
সেয়ে নে মহিমা-গান, তপন-তনয় ?
ইমানতো অকৃতজ্ঞ সংসাৰী মানৱ
আঁকে কিয় আতঙ্কত কঁপা লিখনীৰে
তোমাৰ কুৎসিৎ ছবি গৃহ্ৰৰ পিঠিত !
শনি,- কৃপাময়ি !
তোমাৰ করুণাধাৰি কেনে শান্তিময় !

পিতাই পুত্ৰৰ স্নেহ দিয়ে বিসৰ্জ্জন,
প্ৰেম সুখ জলাঞ্জলি দিয়ে দম্পতীয়ে,
ভায়ে ভায়ে কটাকটি,–তিলোত্তমা তুমি !
আক্ৰোহৰ হোত্ৰীদলে বেদীত তোমাৰ
কতনা নিৰীহ প্ৰাণ পূৰ্ণাহুতি দিয়ে !
তুমি, কিন্তু হাঁহি হাঁহি দুৰ্ব্বল হিয়াত,
বন্ধ কৰি মোক্ষদ্বাৰ, জিলিকি, জিলিকি,
অতৃপিতি ৰসনাৰে বাসনা জগাই,
গুচি যোৱা দূৰলৈ, আৰু দূৰলৈ ;–
অনুৰ্ব্বৰা মৰুমাজে মৰিচীকা প্ৰায়
তৃষিতা হৰিণী দেহি দহি যাতনাত !
ইয়াকে বোলানে দয়া ? ঐশ্বৰ্য্য ঈশ্বৰি ?
চোৱাঁ, চোৱাঁ, বসুধাৰ বিমল কোলাত
কত যোগী, কত জ্ঞানী, ধ্যানত মগন !
পাৰানে চাপিব কাষ ? চাগাচোঁ এবাৰ !
মোহিনীৰ মায়া যত চুৰমাৰ কৰি,
নগণ্য ধুলিৰে সতে মিলাব তোমাক
চোঁৱা, চোঁৱা, ঘূৰিবাৰ, দেবি ! পৃথিবীৰ পোনে
বিভব বৰাগী যত ধীৰ ভগীৰথে
কাতৰে মাগিছে মোৰ কৰুণাৰ ধাৰা,
“অহঙ্কাৰ অন্ধকাৰ ধুই নিয়াঁ” বুলি।
চোৱাচোঁ এবাৰ ভাবি, অত জিলিকনি
অত অহঙ্কাৰ তুমি কৰা কাৰ গুণে ?
ঘৃণা কৰা আজি মোক অন্ধকাৰ বুলি ;
জিলিকে কি জিলিকনি অন্ধকাৰ বিনে ?
লক্ষ্মী,- মানি লোৱাঁ, অন্ধকাৰ ! থাকাঁ আন্ধাৰত।
কৰুণাৰ জিলিকনি নকলে তোমাত।
তুচ্ছ হৈ কৰা কিয় উচ্চ অভিলাষ ?
শনি,- বুজিও নুবুজা আজি ! বৰ আশা হ'ল,
তুচ্ছ কোন উচ্চ কোন জোখোঁ তৰজুৰে।
লক্ষ্মী,- বেছ কথা। ৰবিসুত ! আহাঁ তেনে আজি,
নামি যাওঁ দুয়োজন পৃথিবীৰ পোনে !
সুযোগ্য নৃপতি আছে শ্ৰীবৎস নামেৰে,
অশেষ কীৰ্ত্তিৰে জ্বলা শিৰৰ কিৰিটি
নিখুতি সদৃশ বৰ বিচাৰত পটু।
আমাৰ বিচাৰ ভেওঁ কৰিব যতনে
শনি,- মধ্যহীন তৰ্ক ই যে আদি অন্ত নাই।

অন্ত কৰোঁ ক্ষন্তেকতে বলাঁ পাচুৱাই।
(দুইৰো একেফালে প্ৰস্থান)

---

## দ্বিতীয় দৃশ্য

গঙ্গাৰ তীৰ — ৰাতি পুৱাইছে।
(স্নানৰ বেশে হাতত কমণ্ডলু লৈ শ্ৰীবৎসৰ প্ৰবেশ।)

শ্ৰীবৎস,- কি হাঁহি হাঁহিছা আজি ? জহ্নুৰ নন্দিনি !
হাঁহি যেন চাৰি পিনে পৰিছে জিলিকি !
সেঁই সৰুটিৰে পৰা দেখিলোঁ তোমাৰ
একেখনি নীলাকাশ, নীল চন্দোৱাৰ,
একেঁই দূৰৰ সঁউ সুনীল পৰ্ব্বত,
নীলা তাল, তমালৰ চিকোণ হাঁহিটি,
তাতে যে হাঁহিছা তুমি সঞ্জীৱনী হাঁহি,—
চেতনাৰ শুভ্ৰৰেখা, পুণ্য প্ৰবাহিনী,—
গজমতি মালা যেন বিষ্ণুৰ বুকুত !—
পুৰণি ৰাগিনী ইযে, নিতৌ নতুন !
নন্দনৰ মন্দাকিনী স্তন্য কৰুণাৰ,
জৰিছা অনন্ত ধাৰে কিনো চেনেহেৰে,
ধন্য হ'ল জগতত ভাৰত বৰিষ !
(হঠাৎ নেপথ্যত বিজুলীয়ে চিক্‌মিকায়।)
ইকি !
হঠাৎ হাঁহিটি যেন দুগুণে চৰিল।
কিহৰে বা জ্যোতি ইটি পূব আকাশত ?
নহয় সূৰ্য্যৰ জ্যোতি,— নাই অগ্নিগড়,
নিস্তেজ নিশাৰ মুখ, আসন্ন প্ৰসব ;
এতিয়াও সূৰ্য্যদেৱ নিশাৰ গৰ্ভত !
জ্বলে জ্যোতি জিল্‌মিল্, চঞ্চল গতিৰে !
উৰোঁ উৰোঁ কৰে মন, নেজানো কলৈ ?
—অমৰাৰ সীমান্তৰ, নেজানো কিজানি,
স্বভাব চপলা কোনো দেৱৰ বালিকা
উষাৰ আঁচল ধৰি আহিছে ওলমি
লগে লগে চেনেহত "মোকো নিয়াঁ" বুলি।—
—নতুবা কামুকী কোনো দেৱৰ ললনা
অভিসাৰ সীমান্তত মত্ত মাতঙ্গিনী,—
পূবেদি পঁজাল পাই উষা প্ৰবীণাৰ,
সামৰি উৰণ যেন উৰিছে লাজত !—
ইকি দেখোঁ ঘূৰিবাৰ ! ছায়া সমীপত !
জ্যোতিৰে ছায়া নে সিটি, ছায়াৰে বা জ্যোতি !
আজি লগা নয়নৰ আন্ধাৰ জানোচা ?
আশঙ্কাৰ তাঁৰ ডালি জিকাৰে বা কিয় ?
(অলপ পৰ চকু মুদি আকৌ মেলে)
ইকি ! লাৱণ্য মূৰতি দেখোঁ সুৰ ললনাৰ !
(লক্ষী আৰু শনিৰ প্ৰবেশ।)
যেয়ে হোৱা, তেজোমন্ত বিভূতি বিভুৰ,
লোৱাঁ লোৱাঁ নিকৃষ্টৰ শত নমস্কাৰ
(প্ৰণাম কৰে)

লক্ষ্মী,- উঠাঁ, উঠাঁ আয়ুস্মান ! চোৱাঁ চকু মেলি।
হিয়াৰ যতনা ভক্তি একেমুখী কৰি
নিতে নত শিৰে যাক কৰাঁ আৰাধনা,
ঐশ্বৰ্য্যৰ অধিষ্ঠাত্ৰী, ভাগ্যৰ ঈশ্বৰী
সেই লক্ষ্মী দেৱী আজি প্ৰত্যক্ষে তোমাৰ,
এইযে দেখিছা, ৰজা, সমীপত মোৰ,
ছায়াৰ নন্দন এওঁ, নাম শনৈশ্চৰ।
বৰ আশা কৰি আজি আহিছোঁ দুজনে।
পূৰাবাঁ নে আশা ৰজা দিবা নে আশ্বাস ?

শ্ৰীবৎস,-কি সুক্ষণত আজি পুৱালে ৰজনী !
সাৰ্থক জনম মোৰ হ'ল অতদিনে।
নিৰাশাৰ আশা নিজে জগত জননী
নেজানো কি দৰে পূজোঁ চৰণ কিখনি।

শনি,- তুষ্ট আমি দুয়োজন মিষ্ট বচনতে।
বিচাৰত বিচক্ষণ শুনিছোঁ তোমাক।
লক্ষ্মী আৰু শনি এই দুই দেৱতাৰ
কোন জন শ্ৰেষ্ঠতৰ ? কোৱাচোঁ বিচাৰি।
মনত ৰাখিবা ৰজা, আজিৰ বিচাৰ
ছত্ৰে ছত্ৰে লিখি থম হিয়াৰ কলিত।

শ্ৰীবৎস,-(অলপ মনে মনে ভাবি)
সান্ত নৰে অনন্তৰ কি পায় সন্ধান ?
ক্ষুদ্ৰ এটি গণ্ডি মাজে মানুহৰ জ্ঞান
দোপে দোপে উঠি যায় জ্ঞান সোপানত,
কত তৰ্ক কত যুক্তি সাহে বান্ধি লই ;

শেহত সীমান্ত পাই দেখেগে যেতিয়া
কি যে এক মহাসিন্ধু আদি-অন্তহীন !—
নহয় ধাৰণা তাৰ, নমনে সি পাৰ !—
জানোচা হেৰায় নিজে, হাবাথুৰি খাই
লৰি আহে ঘূৰিবাৰ পৃথিবীৰ পোনে ;
নিমিলে ধূলিত মানে ধূলিৰ শৰীৰ,
ধূলিত সন্দেহ, তেও ওমলে ধূলিৰে !
এয়েতো মানবী মন ! — তাৰ কি বিচাৰ ?
শনি,- সুন্দৰ সৰল কথা ! — বাঢ়ি-ল বিশ্বাস।
নোহোৱা নগণ্য তুমি মনুৰ সন্তান।
অনন্ত আপুনি ইযে আতমা তোমাৰ।
জ্ঞান সীমান্তত চোৱাঁ থিৰে থিয় হই
মনিছে অনন্ত জ্যোতি কত যোগীজনে
শান্ত-শিৱ — অদ্বৈতৰ কান্তি মনোময় !
ছায়ে ঢকা শিখা আছে হিয়াত তোমাৰ
নেজানা মায়াত কিযে শকতি মহৎ,
নেজানে বাৰণে যেনে নিজৰ প্ৰমান।
ধৰ্ম্মদণ্ড হাতে লই পৃথিবী শাসিছা।
অৱশ্যে পাৰগ তুমি নীতি দৰ্শনত।
তোমাৰ বিধান সি যে শিলাময় ৰেখ ;
অকাট্য যুকুতি বুলি মানে প্ৰজালোকে।
খটোৱাঁ যুকুতি সেই। কি ভয় তোমাৰ ?
শ্ৰীবৎস,- (মনে মনে) সৃষ্টিৰ সাঁথৰ এই ভাঙোঁ কিনো মতে ?
দ্বন্দ্ব কৰে দেৱদ্বন্দ্বে তুলাদণ্ড মই।
(প্ৰকাশ্যে) মৰ্ত্ত্যৰ মানৱ হই স্বৰ্গৰ বিচাৰ !
একেবাৰে অসম্ভৱ ! — নহয় ধাৰণা।
কিবা লাভ মৰতৰ মতামত জানি ?
হেজাৰ মুখীয়া প্ৰজা এখনি মুখেৰে
এই মাথোঁ বুলি যাব শ্ৰেষ্ঠ শনৈশ্চৰ,
উলটি বজাব ডঙ্কা লক্ষ্মী বৰ বুলি !
মৰে জীয়ে মতো নিতে মৰ মানৱৰ।
লক্ষ্মী,- নেভাবিবাঁ, মহাৰাজ ! এনা কাৰণত
অমৰে বিচাৰে আজি মৰৰ বিচাৰ।
পৃথিবীৰ মুখ তুমি, পাৰ্থিব ঈশ্বৰ,
কত আশা কৰি আমি আহিলোঁ দুজনে
তুমি কিন্তু ভয়াতুৰ কাপুৰুষ প্ৰায়,
সমুখ পৰীক্ষা দেখি, কৰ্ত্তব্য পাহৰি
পলোৱা পৰাণ লই ৰুদ্ধ নিশ্বাসেৰে
বিচাৰৰ প্ৰাৰ্থী আমি অমৰ অতিথি,
ঘূৰাবানে হতাশেৰে নিদি সমিধান ?
সামান্য বিচাৰ যদি নোৱাৰা কৰিব,
দলিয়াই দিয়া তেনে ধৰ্ম্মদণ্ড ডালি,
এৰ্ছাৰি পেলোৱাঁ যত ৰজাৰ খিতাপ,
নামি যোৱাঁ দীনহীন মূৰুখৰ দৰে
ত্যাজি ৰাজ-সিংহাসন, বিচাৰৰ বেদী,
ঘিণেৰে থাকাগে বহি পৰমুখ চাই।
আপোন মৰ্য্যাদা কিয় পাহৰিলা তুমি ?
এখনি পৃথিবী তুমি পালিছা হেলাতে,
ইঙ্গিততে শত শত যজ্ঞ সম্পাদিছা,
জয় জয় ময় ময় যেনি চোৱা তেনি,
একোৰে নাটনি নাই—নদন-বদন ;—
কিহৰ আশঙ্কা তেনে কৰিছা, ৰাজন ?
শ্ৰীবৎস,- আজিৰ বিচাৰ যদি নোৱাৰোঁ কৰিব,
কিয় ধৰোঁ ধৰ্ম্মদণ্ড ৰজাৰ খিতাপ ?
দুৰ্ব্বল মানবী মন, মোহৰ নিচাত
ঢলি ঢলি যায় তাৰ বিশ্বাসৰ ভৰি,
মগজুৰ যত চিন্তা একমুখে কৰি
কৰিম বিচাৰ তেনে এই সমস্যাৰ।
সবিনয় নিবেদন আছে এটি মোৰ ;—
নগণ্য ও গণ্য হয় অৱস্থা বলত।
অনুমতি হয় যদি দুই দেৱতাৰ,
ধৰ্ম্মৰ আসন পাৰি বিচাৰ সভাত
ৰহস্যৰ প্ৰশ্ন ইটি মীমাংসা কৰিম।
লক্ষ্মী,- বহুত আশ্বাস পালোঁ কথাত তোমাৰ।
সন্ধ্যাৰ আগতে আহি সন্ধিৰ আশাত
বিচাৰ সভাত দুয়ো নিতান্ত মিলিম।
শনি,- যোৱাঁ তেনে, মহাৰাজ, ৰাখিবা মনত,
প্ৰশ্নৰ সিদ্ধান্ত লাগে আজিৰ সভাত।
শ্ৰীবৎস,- শিৰোধাৰ্য্য কৰি ললোঁ দেৱৰ আদেশ।
(নমস্কাৰ কৰে।)

(এফালে লক্ষ্মী আৰু আইন ফালে শনিৰ প্ৰস্থান।)

শ্ৰীবৎস,- (খন্তেক নিতাল মাৰি খোজ চলায়।)
কি হ'ব ভাবিলে আৰু ? সমুখ পৰীক্ষা।
কৈ গল আশ্বাসেৰে ভাগ্যৰ ঈশ্বৰী,
ৰজা মই পৃথিবীৰ ধৰ্ম্মদণ্ড হাতে,
কঠোৰ কৰ্ত্তব্য মোৰ সুবিচাৰ কৰা।
কিয় তেনে দীন হীন কাপুৰুষ প্ৰায়
পলাওঁ পৰাণ লই কৰ্ত্তব্য পথত ?
জ্বলি উঠ মনুষ্যত্ব উজ্জ্বল জ্যোতিৰে,
পলা, পলা দুৰ্ব্বলতা বীৰ হৃদয়ৰ,
বিচাৰি শৰণ ল' দূৰ দূৰণিত,
মেদিনীৰ স্তন গিৰি, তাৰ আন্ধাৰত।
সকলো শকতি মিলি মোৰ মানসৰ,
বিদাৰি পেলাচোঁ আজি ৰহস্য কঠিন।
মৰ্ত্ত্যৰ মানৱ হ'ই দেৱতা বিচাৰি,
গৌৰবে মণ্ডিত কৰ শিৰৰ কিৰীটি।
(প্ৰস্থান।)

---

## তৃতীয় দৃশ্য

(বিশ্ৰামৰ কোঠা।—দুপৰীয়া হৈ গৈছে।
চিন্তাই সখী সকলৰ লগত কথা পাতি থাকে।)

চিন্তা,- আলাইজাবৰী বুলি নিতে যে জোকোৰা,
কোৱাঁচোন শুনো মোৰ প্ৰাণৰ সখিটি।
নীতিৰে নেকাচি মন, কাচিলে কি লাভ
নশ্বৰ দেহাটি এই ধূলিৰ গঠন ?
নেথাকে যে চিৰদিন বিজুলী যৌৱন।

প্ৰথম সখী,- কোনে বোলে, সখি, তুমি আলাই জাবৰী ?
অতিকৈ চিকোণ তেনে ধৰণীত কোন ?
মাজে মাজে মান পাতি মানিনী প্ৰেমিকা
কয় নিজা প্ৰেমিকক মুখনি ফুলাই
"তুমিতো নোপোৱা ভাল, যোঁৱা দূৰলই।"
—প্ৰেমৰ ধেমালি ইটি। নুবুজিলা সখি ?
কিন্তু, সখি, কাচোনৰ আছে কত মানে ;
এনেয়ে ধুনীয়া, মানো, ৰমণীৰ মুখ।
সোণত সুৱগা যেন কাচোন কাচিলে,
ধুনীয়া আবুৰে জুপি হিয়া উতলায়।
মোহিনীৰ ই যে আৰু প্ৰেমৰ চিটিকা !
মাৰ যোৱা যৌৱনৰ শেষ জিলিকনি
উজলা অম্বৰে ঝাখি কিছু জিলিকায় !

চিন্তা,- সেয়ে যদি হয়, সখি, আহাঁ তেনে আজি।
সজোৱাঁ যতনে মোক যত পাৰামানে।

প্ৰঃ সখী,- এনেয়ে ধুনীয়া তুমি,—ফুলি অহা ফুল,—
তাতে যে ধৰিছে তুলি বাণীৰ কাচোনে।
—শোভাও চৰমে. সখি, বেচি যতনত।

চিন্তা,- (হাঁহি) সজাবলৈ ছল কৰা, নেসাজিলে গালি।
নেপাওঁ তোমাৰ পৰা তৰণি কেনিও।

প্ৰঃ সখী,- কি সাজে সজাম, সখি, বিচাৰি নেপাই,
লাজত দোৱাওঁ মূৰ কুবেৰৰ দৰে,
অলকাৰ অলঙ্কাৰে সজাব নোৱাৰি
অতুল জ্যোতিৰে জ্বলা সতীৰ শৰীৰ।
গুণেৰে জ্বলিছা তুমি নিসৰ্গ সুন্দৰী।
তোমাৰ কাষত, দেবি,—কি কম বঢ়াই,—
জ্যোতিহীন জগতৰ জোনাকী কাচোন।
আনৰ যাতনা দেখি নয়ন কোণত
উজলে তোমাৰ বিটি অশ্ৰুৰ কণিকা,
এনে এটি মহামণি চিকোন জ্যোতিৰে
মথিলতো নিৰিঙিল সাগৰ তলিত।
পোৱা প্ৰাণ দেখা পাই কোমল হিয়াৰ,
কুহুমীয়া হমুনিয়া বিটি দিয়া এৰি,
পাৰস কুসুম সাৰ মলয় চন্দন
নিচেই নগণ্য যেন তুলনাত তাৰ।
আতুৰৰ হাহাকাৰ হৰি অযাচিতে,
দানৰ কঙ্কন জুৰি উদাৰ হাতত
নজ্বলি জ্বলিছে আজি, বিজনি যে নাই।
বাজে জ্বলি সাজ-পাৰ ইন্দ্ৰিয় মজায়,
গুণৰ কাচোন ই যে আতমা পমায়।

চিন্তা,- যোৱাঁ, যোৱাঁ, প্ৰাণ সখি, বৰ দুষ্ট তুমি।
কথাৰ শিপিনী এনে !—কোনে জোৰ পায় !

প্ৰঃসখী,- অত শান্ত, অত ধীৰ, সখীয়া তোমাৰ,
তেওঁ যদি দুষ্ট হয় জুষ্ট কথা কই,

নাই তেনে দায় মোৰ কওঁ এশবাৰ
আলাইজাবৰী, সখী আলাইজাবৰী।

চিন্তা,- ওঁহু! (মান কৰে।)

প্ৰঃ সখী,- আহ ঐ মানিনী মোৰ! মানত লাগিল
মৰমত বাজি গল কোমল হিয়াৰ
আমাৰে নেমানে মান, মানিনী মহিষী
ফুলিছে কেতেকী চোৱাঁ কেনে মানে মানে
গোৱাঁ, গোৱাঁ গান, যত কেতেকী চৰাই
দিয়াঁ দিয়াঁ প্ৰেমিকক ফুলাৰ বাতৰি।

সখী সকল,- গীত।
নিৰলে ফুল ফুলিছে, হালে জালে মলয়াই
তেনে কিয় অলিকুলে গুণু গুণু গুণু গায়
বিনে যতন এনে ৰতন এনেই পোৱা টান
নিয়াঁহি জানা যদি প্ৰাণ-ভৰা গান
যতনেৰে ৰাখিবা সদায়
নহলে যে জহি যাব চুমে যদি ভোমোৰাই।

চিন্তা,- (হাঁহি) এনেনো চুপতি কৰাঁ গানৰ সুৰেৰে।

দ্বিতীয়া সখী,- চোৱাঁচোন। চোৱাঁ, সখি গানৰ মহিমা।
সৌৱা আহিল লৰি নিজেই মহাৰাজ।
(সকলোৱে চায়, চিন্তাই চাই লাজ কৰে)

প্ৰঃ সখী,—জিলিকি আহিল, সখি প্ৰেমিক জোনাই
বলাঁ বলাঁ, তৰামালা, লাজত লুকাঁও।

চিন্তা,- নহয় নেযাবা সখি, ৰোৱাঁচো খন্তেক।

প্ৰঃ সখী,-প্ৰেমিকে নেখায় সখি। কি ভয় তোমাৰ।
(সখী সকলৰ প্ৰস্থান।)

চিন্তা,- (লাজ কৰি থাকে। গাৰ পৰিচ্ছদ ঠিক কৰি লয়।)
(অইন কালৰ পৰা আগে আগে বিদুষক
আৰু পাচত শ্ৰীবৎসৰ প্ৰৱেশ।)

বিদুষক,- মা দৈ! মা দৈ! আজি বিহে আপোনাৰ বন্ধু এফেৰা হেৰা পাই আনিছোঁ! বৰ হেৰায়ঃছিল, মাঁদে! বৰ হেৰায়ছিল!

চিন্তা,- কিবা বস্তু দেউ!—সঁচা নে ধেমালি?
হেৰালে হেৰাব পাৰে,—নপৰে মনত?

বিদুষক,- হেঃ-। মনত পৰা হলে জানো ততেৰে থাকিব পাৰিলহেতেন। বস্তু বুলি বস্তু নহয়। মাঁদে! সি এক বাস্তু পুৰুষ, আপোনাৰ আলাসৰ লাক, ৰাখৰ পতোৱা থাক,—

চিন্তা,- (নিজৰ হাতলৈ চাই বিদুষকৰ হাতলৈ চায়।)

বিদুষক,— এহে! হাতলৈ চাইছে! হাতলৈ চাইছে! হাতত নাই মাঁদে! পৃথিবীৰ মহাভাৰ লেৰেলা বামুনে তাক কি সাধ্যে হাতত ৰাখিব। চাওক, ৰাৰু চাওক। কাষতে ধৰিছোঁ। মাৰে যদি মাৰক চিলা-থাপ্ আপোনাৰ হেৰোৱা বস্তু এই ফেৰা—(শ্ৰীবৎসক দেখুৱায়।)

শ্ৰীবৎস,- কেতিয়া হেৰালোঁ মই—এইয়া দেখোন!

বিদুষক,- মই হেৰা পাই বুটলি আনিলোঁ নহয়! হৰইতো!
আপুনি হেৰোৱা নাই, নাই। মইতো হেৰা পাইছোঁ? গতিকে আপুনি নেহেৰাইও হেৰাল। প্ৰমাণ লাগে যদি মাতক বুৰা কঞ্চুকীক। বেচেৰিয়ে বিয়াৰ আগত যোৱা গায়েন বায়েনৰ দৰে আগে আগে বাট দেখুৱাই গৈয়ে আছে। ইফালে যে দৰাৰ দোলাই কান সলাবলৈ বোৱাদি আপুনি ও ভাবৰ দোলাত থমকি আকাশ পাতাল ভাবে বেচেৰিৰ ভ্ৰভঙ্গেই নাই। পাচলৈ চাই দেখে মহাৰাজ কৰবাতে থমকিল। হেৰাই যোৱাৰ নামত ভয় নেখাব সখি, মইও দেখোন কেতিয়াবা কেতিয়াবা বামুণীৰ কথাত হেৰাওঁ।

শ্ৰীবৎস,- বেছ, সখি থোৱাঁ থোৱাঁ ধেমালি তোমাৰ।
পত্ৰৰ মীমাংসা শুনোঁ মন্ত্ৰণা ঘৰত।
আহক তুৰন্তে মন্ত্ৰী, দিয়া সমাচাৰ।

বিদুষক,- হে হে, সখি! লাগিলে শুদা পিঠিত এবোকোচা বান্দৰ—কেকোঁৰাকে আনিবলৈ কওক। তেও আপোনাৰ সেই মন্ত্ৰীটিক আনিবলৈ মোক নকব। ৰাজ সংসাৰ যেনে টেটুৱা মন্ত্ৰীটিও তেনে কঠুৱা। লাঠুৱা চাঠুৱা চাই কোটাল এডখৰি কৰমুটি মাৰক, থপ্ কৰে সৰিব।

শ্ৰীবৎস,- বিশেষ গুপুত গুণে খাটিছোঁ তোমাক।

বিদুষক,- যাবলৈ কৈছে যাওঁ ৰাৰু। মন্ত্ৰণা ঘৰতকৈ যন্ত্ৰণা ঘৰলৈ আনিবলৈ কোৱা হলে ইমান পৰে আনিও থুৱা হলোঁহেতেন। পাচে, মাঁদৈ। বঁ—টা!

চিন্তা,- আহক গই ঘুৰি, দেউ! এই কাজ সাধি,
বটাৰে এবটা বঁটা থম যতনাই!

বিদুষক,- ভাল, ভাল মাঁদৈ! মোৰ সখীৰ মন যোগাব পৰা

হওক।

(প্ৰস্থান।)

শ্ৰীবৎস,- লক্ষ্মী শনি দুজনাৰ, কোৱাচোন ৰাণি !
কোন জন মানী লাগে মনত তোমাৰ ?

চিন্তা,- জানোঁ কিবা উপহাস কৰে আজলীৰে !
নজনাই যিটি কথা জানো কেনেকুই ?

শ্ৰীবৎস,- উপহাস প্ৰেমালাপ আজি মগজুত
নোপোৱা এধানো তুমি ;— আঁতিৰি পলাল !
ভাবে ভাবে হনাহানি,— দোৰ্ঘোৰ সমৰ !
আজি মগজু মোৰ চক্ৰান্তৰে পূৰ !
সঁচায় শুধিছোঁ দেবি কোৱাচোঁ বিচাৰি
যুকুতি সঙ্গত হলে কিয় নুশুনিম ?

চিন্তা,- কমলা সঁচায়, নাথ, ভুবন মোহিনী।
এনেনো লাৱণী দেখোঁ সেই যে ছবিটি,
অনন্ত কোলাত বিষ্ণু সুখে নিদ্ৰা যায়,
কি ভাবে যে সেৱা কৰে কমলা দেবীয়ে,
কোমল কুঁহিৰ যেন লৱনু হাতেৰে।
কমলাৰ কৃপা ধাৰা অনন্ত অপাৰ।
নহয়, নহয়, নাথ — নহ'ল নহ'ল।
ৰবিসুত শনৈশ্চৰ সামান্য নহয়,
গ্ৰহৰূপী জনাৰ্দ্দন বুলি নিতে নিতে,
কৰি আছোঁ নমস্কাৰ ভাৱ-ভকতিৰে।
দুয়োটি সমান যেন লাগিছে মনত।

শ্ৰীবৎস,- দুয়োটি সমান বুলি নোৱাৰা সাৰিব।
মাৰীচৰ দশা ইযে !—নাই পৰিত্ৰাণ।

চিন্তা,- নিৰিবিচাৰে নিজে যদি নিজৰ বিচাৰ,
ক্ষুদ্ৰ নৰে বিচাৰিব কিবা আশা তাৰ ?

শ্ৰীবৎস,- তাতেহে লাগিছে ভাব ; পোৱা নাই পাৰ।
বুদ্ধি চিন্তা মগজুৰ মানিছে তবধ।

(ভাবি ভাবি প্ৰস্থান।)

চিন্তা,- মুখখনি আমোলোৱা দেখিলোঁ নাথৰ
কিবা কিবি লাগি গ'ল ; কিবা কিবি যেন।
—নুশুনিলোঁ, নুবুজিলোঁ নীৰৱ ভাষাটি !

(আকুল'হে ৰজা যোৱা বাটে প্ৰস্থান)

---

## চতুৰ্থ দৃশ্য

মন্ত্ৰণাগাৰ।—বেলি ভাটি দিছে।

(কঞ্চুকীৰ প্ৰবেশ।)

কঞ্চুকী,- ক'তা দেখোন ? মন্ত্ৰণাগাৰে মুখখন মেলি ৰৈ আছে। মন্ত্ৰীয়ে বা কাৰ ক'ত তন্ত্ৰী বজাইছে !

(যাৱ খুজি বিদূষকক দেখি ৰয় ; বিদূষকৰ প্ৰবেশ।)

কঞ্চুকী,- কোন খিনিত নো খিতিন্দালি কৰিলাগে ?

বিদূষক,- খিতিন্দালি কৰা নাই, দেউ ! কটোৱালি হে কৰা হ'ল। মন্ত্ৰীক মাতিবলৈ পঠিয়াইছিল। থাৰি এধা-ছিলাকে ফৰ্মুটি উলটিলোঁ। এতিয়া ত'ৰ ঘৰত যদি ভাগ্যে জোকোৰা এটা মাৰি দিয়ে তেহে।

কঞ্চুকী,- মোকো এই মন্ত্ৰণাগাৰত মন্ত্ৰী আছে নে নাই, চাই বাতৰি কবলৈ পঠিয়ালে। মন্ত্ৰীনো কিমানত থাকিল ?

বিদূষক,- মন্ত্ৰী শব্দ নহয় যে বতাহত উৰি আহিব। তেজ মাংসৰ পিণ্ড, তাতে আকৌ গমনটিও হ'ল গজেন্দ্ৰৰ ধৰণৰ। আহিছে চাগে এখুজি দুখুজিকৈ কৰবাত কেনিবাদি গুৰি পৰুৱা মৰে বুলি ! বাৰু, দেউ। এইবোৰ এৰক। আজি ৰজাৰ মনটি দেখিছেনে ? মই আগে মোৰ দৰে বামুণী ব্যাধিয়ে পালে বুলি ভাবিছিলো। নিজে গৈ চালোঁগে সিও নহয়।

কঞ্চুকী,- নহয়, নহয় ই বামুণী ব্যাধি নহয়। ৰাণী নহয় একেবাৰেই পানী। কোব মাৰিলেও ছিটিকি পৰে। ই মন্ত্ৰণাৰ ব্যাধিহে।

বিদূষক,- কিবা এটা ভালকৈয়ে লাগিছে। ঘৰলৈ যাওঁ বুলিও যাবৰ মন নগল। (নেপথ্যলৈ চাই) সৌটি কোন ? হয় মন্ত্ৰীয়ে হয়। আজি কোটালো যেনে মুখাল, মন্ত্ৰীৰ গতিও তেনে কোবাল। ফোঁপাই গৈছেগে ! যাওক দেউ মন্ত্ৰীৰ বাতৰি ৰজাক দিয়কগৈ।

কঞ্চুকী,- যাওঁ, যাওঁ ! সন্তেদ পালে মোকো বাতৰিটো দিবা।

(কঞ্চুকীৰ প্ৰস্থান।)

বিদূষক,- ভাল। মই মই এতিয়া ভিতৰ কোপোলা ভদ্ৰলোকে মানুহ দেখি যেনেকৈ গহীন হয় তেনে গহীনকৈ হওঁনে, নাই বোহ পতা তিৰোতাৰ দৰে মুখকে ওকোন্দাওঁ। ছেঃ-। ভাও সলাব নোৱাৰিলোঁ। পালেহিয়েই।

(মন্ত্ৰীৰ প্ৰবেশ।)

মন্ত্ৰী,- আছে ক'ত মহাৰাজ ? আহিব কেতিয়া ?

বিদূষক,- অ' আহিব কেতিয়া ? আহিব আৰু যেতিয়াই সুবিধা হয়। আপোনাৰ দৰে আকৌ ফাকে ফাকে চলিলে যে কিন্তি পৰিব। অগা-দেৱা কৰিবৰ্লে সৌডোখৰ কঞ্চুকী বুৰাহ টকৰ্ টকৰ্ কৰে লৰ ধৰিছে।

মন্ত্ৰী,- অত অলঙ্কাৰ দিয়া সৰু কথাতেই।
জানিও নজনা হোৱা বহুৱা বামুণ।

বিদূষক,- আপুনিও তো জানে বিন্ অলঙ্কাৰে ই টেঁথৰ বামুনে কথাৰ উত্তৰ নিদিয়ে। জানিও সুধিছিল কিয় ? জানিও নজনা বাবে বামুন হ'ল বহুৱা ; আৰু মন্ত্ৰী— থাওক, জানিও যি জনে জনা সেই জন ওলাইছেহি যেতিয়া মনে মনে থাকোঁ।

(শ্ৰীবৎসৰ প্ৰৱেশ।)

(মন্ত্ৰীয়ে নমস্কাৰ কৰে।)

শ্ৰীবৎস,- আহাঁ, আহাঁ মন্ত্ৰীবৰ ! অকাল বোধন।
মন্ত্ৰণা শকতি আজি জগোৱাঁ তোমাৰ,
বিনাশি সান্ত্বনা দিয়াঁ ৰহস্য বাৰণ।

মন্ত্ৰী,- অত ৰাজ সন্মানৰ নহওঁ আসুদ।
সূৰ্য্যৰ জ্যোতিৰে জ্বলে বুদ্ধি আপোনাৰ,
জিলিকনি তাৰে মই—ক্ষুদ্ৰ এটি তৰা।
ভয় হয় মহাৰাজ !—নেপাওঁ আশই।
কুম্ভকৰ্ণ বুদ্ধি মোৰ জাগি অকালত,
জানোচা আশাত আনি নিৰাশা মিলায় !

শ্ৰীবৎস,- সন্ধ্যাৰ আগতে আহি দুয়োটি মিলিব,—
হৰিশ্চন্দ্ৰ সমীপত বিশ্বামিত্ৰ যেনে,—
লাগে শেষ সমিধান নহলে নেৰিব।

মন্ত্ৰী,- স্বৰ্গৰ দেৱক লাগে মৰ্ত্ত্যৰ বিচাৰ !
মহেন্দ্ৰৰ সুবিচাৰ কাতি কৰি থই,
কিয়বা আহিল নামি দেৱতা দুজন ?
আচলত কিয় আজি চল নেলাগিল ?
নুবুজিলোঁ কি যে ছল দেৱতা হিয়াত।

শ্ৰীবৎস,- সুধিছিলোঁ তাকো মই। নিদিলে সন্ধান।
যি হুক সি হুক, মন্ত্ৰী, এৰাঁ বাজে কথা।
বিচাৰৰ প্ৰাৰ্থী আজি দুৱাৰত মোৰ।
হওক অমৰ, নৰ, গন্ধৰ্ব, কিন্নৰ
অৱশ্যে কৰ্ত্তব্য মোৰ সুবিচাৰ কৰা।
কৰা তাৰে সদুপায়, যাতে আজি আমি
সহজে তৰিব পাৰোঁ দুস্তৰ সাগৰ।

মন্ত্ৰী,- নেদেখোঁ উপায় একো সহজে তৰাৰ।
লক্ষ্মী শনি,—দুখ-সুখ মায়া অনন্তৰ।
সুখৰ নেলাগে সুখ, দুখে নেকান্দিলে ;
দুখেই পৰম সুখ, সুখে নিপীড়িলে।
আপোন হেৰাই যায় এই বিচাৰত।
নেপাওঁ অকণো পাৰ। কি দিম উত্তৰ।

শ্ৰীবৎস,- তাতে হে মজিছোঁ মই, নেদেখোঁ তৰণী।
—প্ৰসৱৰ যন্ত্ৰণাত মগজু অথিৰ।

বিদূষক ,- এনে বৰ বিচাৰটো। মোক সোধা হলে এতে পৰে পানী জাৰি দিলোঁহেতেন, লেঠা ভাগি মজাকৈ শুই থাকিব পাৰিলোহেতেন, কিয় ?এনেকৈ নকৰে কিয় ? এই ধৰক এফালে বাতি "চোৰ চোৰ" বুলি চিঞৰি মৰা দিনকনা কেঁচাৰ এটা ওপৰত লক্ষ্মী দেবীক উঠি থাকিবলৈ কওক। আৰু ইন ফালে নেগুৰ বৰ্জ্জিত এক শগুণৰ ওপৰত শনি বোলা দেৱতাটি থিয় হৈ থাকক। তাৰ পাচত এইদৰে আপুনি হাতেৰে মুখখন ঢাকি লৈ এবাৰ এজনক ইবাৰ এজনক লেখক — " অ' অ' অলম্— দলম্—কৈলাস—পাত—আচল—গুটি—মহাদেউ—নেগুৰ— কটা—ঘোং।" এই ঘোড়টো যাৰ গাত পৰিব তেওঁকে চোক্ললৈ নিব। বচ্ !—তেওঁ জুৰা।

মন্ত্ৰী,- থোৱাঁ, থোৱাঁ উপহাস, বহুৱালি কথা।
অকামিলা বহুৱাৰ নেথাকে সোৱাদ।
জ্ঞানৰ অতীত এই প্ৰশ্ন গুৰুতৰ,
হাঁহিৰে উৰাব খোজা ৰহস্য পৰ্ব্বত ?

বিদূষক ,- ভাল, ভাল। আমি বৃষোৎসৰ্গৰ দাগ দিয়া বহুৱা— একেবাৰেই উদলীয়া। এই দাগ নিদিয়া বোৰ আকৌ নিজ নিজ সীমাত নেথাকে কিয় ? বোলোঁ, পৃথিবীৰ মানুহ পৃথিবীতে থাকক। চকু মুদিলেও যলৈ যায় যাব। সখি ! আপুনি দহৰ দহ কথা শুনি, চকু মেলি চকু মুদাৰ কাম নকৰিব। বহুৱা বামুণৰ কথা শুনক, খোলোচা কথা কৈ দিয়ক, 'নোৱাৰো' তাতো যদি নেমানে মৌলৈ এৰি দিয়ক।

শ্ৰীবৎস,- দিনৰ আয়ুষ আজি এই যায় যায়,
এতিয়াও নকৰিলোঁ মীমাংসা প্ৰশ্নৰ।
কিবা দিম সমিধান দিনৰ শেহত ?
প্ৰতিটো মুহূৰ্ত্ত যায় হৃদয় কঁপাই,
নিৰাশৰ শ্বাসে লেখে এটি এটিকই।
কোৱাঁচোঁ সচিব শ্ৰেষ্ঠ ! কিহৰ উপায় ?
কেনিও নেদেখোঁ ৰক্ষা,—উভয় সঙ্কট !
বুদ্ধিৰ ত্ৰিশঙ্কু মোৰ থমকে মাজত।
কেনিও উপায় একো নেপালোঁ যেতিয়া,
নিজেই কৰক তেনে নিজৰ বিচাৰ।
বিশেষ পৃথক কৰি দুখনি আসন
থওঁ আজি যতনাই বিচাৰ সভাত ;
আপুনি বিচাৰি যদি লয় হে আসন,
আপুনি বিচাৰি পাম বিচাৰৰ পম।

মন্ত্ৰী,- কিন্তু, যদি মহাৰাজ, ছলনা আমাৰ
জানি যায় অন্তৰ্যামী দেৱতা দুজনে,
জানোচা বালিৰ বান্ধ ছিগিভাগি যায় !

শ্ৰীবৎস,- ছিগি যদি যায় ছল—ঘুৰি দিন লম।
দিন পালে পাই ক্ষণ, বুদ্ধি বাঢ়ি- যায়।
ভাবনাৰো অন্ত নাই, সময়ো তাকৰ।
নকৰি কি কৰোঁ, কোৱাঁ, এনেটি বিচাৰ ?

মন্ত্ৰী,- ইয়োতো বিচাৰ এক ! লাগিছে মনত।
কৰক আদেশ তেনে, কৰোঁ আয়োজন।
বেদীৰ দক্ষিণে থক স্বৰ্ণ সিংহাসন, '
বাওঁফালে আওহাতে ৰূপৰ আসন।
মোহিনী সাজেৰে এই ছলনা লুকাই,
আপুনি মজাব নিজে আপোন মায়াত।

শ্ৰীবৎস,- এয়ে শেষ স্থিৰ হ'ল আজি মীমাংসাৰ।
যোৱাঁ তুমি বন্ধুবৰ, মাতাঁ শ্যালকক ;
আজিৰ সাৰথি হওক সচিব শ্ৰেষ্ঠৰ।
তুমিও কৰাঁহি আহি শক্তিৰে সহায়।

বিদূষক ,- বাওঁ, সখি, বাওঁ। ইয়ান পকালে জকালে হয় কথা সেই একেটাতেহে পৰিলগে। আমি জি জি বুলি খাওঁ, আপুনি মাছ বুলি খায়। সেয়ে জানিবা আপোনালোকৰ জ্ঞান-গৰ্ভ-বাণী আৰু আমাৰ নিচিনা নিচলাৰ বহুবালি। চাওঁ চোন বাৰু কৰ পানী কলৈ যায়।

(প্ৰস্থান।)

শ্ৰীবৎস,- তুমিও যোৱাঁগে, মন্ত্ৰী, কৰাঁ আয়োজন।
আজিৰ দুপৰ যক্ষ অনা-জিৰণিৰে
সৌন্দৰ্য্যৰ সাৰ লই সজোৱাঁ যতনে,
বিচাৰ আগাৰ আজি কৰা জাতিস্মাৰ
যোগীৰ হৃদয় যেন নিকুঞ্জ নিৰ্ম্মল।

মন্ত্ৰী,- শিৰোধাৰ্য্য কৰি ললোঁ আদেশ প্ৰভুৰ।

(দুইৰো দুফালে প্ৰস্থান।)

---

## পঞ্চম দৃশ্য

বিচাৰৰ বিচিত্ৰ সভা।—বেলি মাৰ যোৱা নাই।
মাজত ৰাজসিংহাসন। সোঁফালে সোণৰ, বাওঁ ফালে
ৰূপৰ সিংহাসন। পাৰিষদ আৰু সভাসদে বেৰি আছে।
শ্যালক অলপ আগত থিয় হৈ আছে।

(বিদূষকৰ প্ৰবেশ।)

শ্যালক,- আমাৰ মতে সকলো প্ৰস্তুত। মন্ত্ৰী ডাঙৰীয়াই অথন মাছ-ৰোকাৰ চকুৰে চাবলৈ গৈছে। ক'ত কি আসোঁৱাহ ধৰে কৰ নোৱাৰিছোঁ।

বিদূষক ,- আসোঁৱাহ ধৰোঁ বুলিলে নো কেতেপৰ লাগিছে ? এই ধৰা—আমাৰ পাৰিষদে আমাৰ কথা শুনি মুখ মেলি আছে।—

পৰিষদ,- (মুখ জপাই সেমেনা-সেমেনি কৰে।)

বিদূষক,- ইও এক আসোঁৱাহ। প্ৰথম, নহয় যদি মুখ জপাব কিয় ? দ্বিতীয়ত,- কথাটো মিঠে নহয় যে শুনিবলৈ মুখৰ দৰকাৰ। কথা শুনোতে ধোৱাঁখুলীয়াৰ দৰে মুখখন ওপৰঞ্চি খৰচ কৰিব কিয় ?—যাওক, এতিয়া থিৰ দি নেথাকিবা। হৈ চৈ কৰি ফুৰাঁ। সিওটো এটা কাম। অইন নহলে মন্ত্ৰীয়েতো দেখিব।

সভাসদ,- এঃ দেউ ! আজিৰ বাতৰিটো যদি অলপ আগেতে পালোঁহেতেন।

বিদূষক,- ৰজাই দেৱতা দুজন লগ পোৱাৰ আগেয়ে লে

কি ? ৰাম নৌ ওপজোঁতে ৰামায়ণ লিখিবলৈ আকৌ সেই উঞৈ-খোৱা খষি জন হলেহে !—আগ বতৰতে পাই নো কি কৰিলোঁহেতেন ?

সভাসদ,- কি কৰিলোঁহেতেন আৰু ! সেই লৰা-ছোৱালী কেটাকে আনি ভালকৈ এখনি ঠাইত ছল লগাই থলোঁহিহেতেন। সিহঁতে নো দেৱতা কোন কাহানি দেখিছে ?

বিদূষক ,- খোৱাঁ, বুইছা নে ? ই সবাহৰ কল নহয়, কাঠৰ কঠুৱা দেৱতা লৰাই দেখি মুখ আকটাই যাবগৈ। তেও বুলি মনে যদি নেমানে, তোমাৰ চোৱা হৈ গলে চকু মুদি দিবা। তাৰ পাচত চকু মেলি চাবা ঘৰৰ ঘৈণীৰ হৈ। (ভাও দেখুৱায়।) আকৌ মুদিবা। আকৌ চাবা লৰা দামুৰীৰ হৈ। গঙ্গা স্নানৰ ফল পোৱাদি আপুনি দেৱতা দৰ্শনৰ ফল পাই যাব।

সভাসদ,- এঃ দেউ। দেৱতা দেখা জানো কম ভাগ্যৰ কথা !

বিদূষক ,- এই দুইজন দেৱতাক চাই যি হে ভাগ্য ফলে তাৰ বাকী আছে কি ? ৰাজ্যৰ এই ব্ৰহ্ম চিকটা ধনগুলে কেটালে চোৱাঁ। গছৰ তলত পৰি থকা ছাল ছিগা ভিকহু কেটালে চোৱাঁ। এটাৰ চৰি গৈছে, ইটোৰ পৰি গৈছে ; অথচ মুখত টোপ এটিও নাই। তুমি দেৱতা দেখাৰ কথা হে কৈছা, ইহতঁৰ গাত যে এই দুজন দেৱতা লম্ভিছেই।

(মন্ত্ৰীৰ প্ৰবেশ।)

মন্ত্ৰী,- সকলো যতোৱা হ'ল। নাই একো বাকী।

বিদূষক,- যতোৱা হল হয়, তেওঁ বুলি খুঁত বৈ গল।— এই কল গছ বোৰত মানুহে ভেজা দি দেখিবলৈ আপচু কৰি পেলাইছে, কল গছৰ ঠাইত চোৰাত একোজোপা বোৱা হলে কেউফালে হলহেতেন।

(সকলোৱে হাঁহি।)

মন্ত্ৰী,- ইমান ধনিষ্ঠা কাল, গৰিষ্ঠ যোগাৰ
মিলাব পাৰিম বুলি নাছিল ধাৰণা।
হিয়াত আশঙ্কা কিবা আছে ৰিণি ৰিণি।
হেজাৰে নিখুঁত হক গ্ৰন্থ যতনৰ,
বিধানৰ পৰিতোষ নুপজিলে তাত,
এনেয়ে বিফলে যায় যত পৰিশ্ৰম।—
মজাৰ নোৱাৰি আজি কামজয়ী ৰাম
শূৰ্পনখা সাজ-পাৰ যদি জহি যায়।

(বাহিৰত "জয় মহাৰাজ শ্ৰীবৎসৰ জয়" !)

বিদূষক,- ফেকৰাই হৈ দিছে যেতিয়া বাঘ ওলাল।

(আগে আগে কঞ্চুকী পাচত ধৰ্ম্মদণ্ড হাতত লৈ শ্ৰীবৎসৰ প্ৰবেশ। বিদূষকত বাজে সকলোৱে প্ৰণাম কৰে।)

শ্ৰীবৎস,- সৌৱা নে কি সিংহাসন সজালা যতনে ?
যতন সাৰ্থক হল, মিলিছে মনেৰে,
সৌন্দৰ্য্যেৰে প্ৰাণমন ভৰিতৰি গল।
শলাগিলোঁ মন্ত্ৰীবৰ, শলাগোঁ শ্যালক
শলাগনি লোৱাঁ, সখী, সৰল হিয়াৰ।

মন্ত্ৰী,- ৰাজ ইচ্ছা অনুযায়ী কৰি আয়োজন
মানিছোঁ নিজকে নিজে ভাগ্যৱান বুলি।
তুলি ললোঁ শিৰ পাতি ৰাজ শলাগনি।

বিদূষক,- মোৰ শলাগনি ফেৰাও আপুনিয়েই লওক। খোৱা বস্তু হোৱা হলে তেওঁ বোলে ঘৰলৈকে বান্ধি নিওঁ।

শ্ৰীবৎস,- মন্ত্ৰীবৰ।
ফুলিল উচিত কাল বিচাৰ সভাৰ,
নাছিল বিচাৰ প্ৰাৰ্থী দেৱতা দুজন।
বেলি আছে সন্ধ্যালৈই।—অপৰ্য্যাপ্ত কাম।
ছেগে ছেগে নুটুটালে অটুট কামক,
শেহত নুটুটি জানো জীৱন টুটায় !

মন্ত্ৰী,- কিবা লাভ, মহাৰাজ, বিনা কামে থাকি ?
হিয়াৰ তলিত মুঠে জ্বলিব আবেগ !
যোৱাঁহি, শ্যালক, তেনে সভালৈ আজিৰ
আনা যত অপৰাধী এটি এটি কই।
বিচাৰৰ আৰম্ভণ হল এই বেলা।

শ্যালক,- শিৰোধাৰ্য্য প্ৰভুৰ আদেশ।

(শ্যালকে ইঙ্গিত কৰে। এটা কটোৱালে অপৰাধী এটা লই আদি ৰজাক দণ্ডৱৎ কৰে। অপৰাধীক ধৰিলে শ্যালক ৰজাৰ আগলৈ যায়। অপৰাধীয়ে ৰজাক দণ্ডৱৎ কৰে।)

শ্যালক,- ধৰ্ম্মাৱতাৰ ! নতশিৰে নিবেদন,—কালি দুপৰীয়া নগৰৰ নৈঋত কোণৰ এখন পোহাৰৰ পৰা এই অপৰাধীয়ে এসাজ জোৰাই আহাৰ চুৰ কৰিছিল। পোহাৰৰ গৰাকীয়ে সৈ লৈছে। সাক্ষী প্ৰমাণ পাই ইয়াক দোষী সাব্যস্ত কৰা হল। ই এটা চোৰ।

শ্ৰীবৎস,- চোৰ !!–
আখোজা লাগিছে শুনি "চোৰ" কথাষাৰ।
বাহিৰে দেখিছোঁ বেছ ভদ্ৰৰ সন্তান,
পাৰগ দুখনি হাত দেৱতাই দিয়া,
বাহুত শকতি আছে, নয়নত বল,
লুকালতো বিৰিঙিছে উদ্যম প্ৰাণৰ।
কিয়নো, যুবক, তেনে কোৰাঁ ভাঙি পাতি,
এনেটি শৰীৰ লই কোনটি লাজেৰে
অন্যৰ অৰ্জ্জন ছুৱা বুটলি পলালা ?
জানা তো চোৰৰ দণ্ড ঘোৰ কাৰাগাৰ ?

অপৰাধী,- ধৰ্ম্মাৱতাৰ ! মহাৰাজ ! মই চোৰ ! অতি ঘৃণনীয় চোৰ ! অশেষ লাঞ্ছনাৰে মোক কাৰাগাৰত দিয়ক। নুশুনা শাস্তিৰে পৃথিবীত থকাতকৈ শুনা শাস্তিৰে আপোনাৰ কাৰাগাৰত থাকোঁ। সি যে মোৰ সুখাগাৰ !

মন্ত্ৰী,- কি কোৱা, যুৱক, তুমি ? মানিলোঁ অবাক !
দাৰুণ যন্ত্ৰণাময় এই কাৰাগাৰ,
দুখৰ আগাৰ ই যে, ঘৃণাৰ আলয়।
ভিতৰি আন্ধাৰ দেখি, নহয় আন্ধাৰ ;
বন্দীৰ চিৎকাৰ শুনি সহবেদনাত
কান্দে যেন মন মাৰি মোলান কাৰাই।
ভয়ঙ্কৰ কাৰাগাৰ !—নামৰ নাদত
দৰ্ব্বৃত্ত হিয়াৰ যত উন্মত্ত বাসনা
ভয়ত নিফুট্ মাৰে হৃদি-গহ্বৰত।
শাৰীৰিক যন্ত্ৰণাৰ আছে লগে লগে
স্বজনৰ অদৰ্শন, পৰাধীন ভোগ,
সমাজৰ সুদূৰত পোৰণি প্ৰাণৰ,
বিশ্বৰ হাঁহিৰ মাজে নিজা নিঃকিনতা,
দাৰুণ যাতনা এই নিমাতী মনৰ
ছাটি-ফুটি কৰে নিতে আকুল তৃষ্ণাত !
এই হেন কাৰাগাৰ শান্তিৰ আগাৰ ?
নাই নে মমতা স্নেহ আপোন দেহাত ?
কাটিলা কিহেৰে তুমি পৰাণৰ মায়া ?

অপৰাধী,- মই মায়া কটা নাই, মন্ত্ৰীবৰ ! সংসাৰে নিজে নিজে ছিঙি দিছে। মোৰ মায়া নাই, মমতা নাই। মোক কাৰাগাৰত দি ৰক্ষা কৰক।

শ্ৰীবৎস,- (মনে মনে) নিতান্ত দাৰুণ ছোট লাগিছে প্ৰাণত !

অপৰাধী, – এদিন আছিল, মহাৰাজ ! মোৰ পিতৃ পিতামহে বিশেষ কীৰ্ত্তিৰে এইদৰে এই সভাত থিয় হৈ ৰাজ সম্মানৰ নিদৰ্শন পাইছিল। আৰু, মই—যাওক। মোৰ পিতৃ বৈশ্যকুলৰ শ্ৰেষ্ঠ আছিল। নেজানো, তেওঁ আজি স্বৰ্গৰ পৰা মোক কুলাঙ্গাৰ বুলি কত গৰিহণা দিছে, কত শাপিছে। তেওঁ মৰিবৰ বেলিকা মোৰ জ্যেষ্ঠ ভ্ৰাতৃৰ হাতত মোক সঁপি দি গৈছিল। ভ্ৰাতৃৰ অসীম যত্নত তেওঁৰ প্ৰথমা পত্নীৰ অতিচাৰ মৰমত এই আদ্‌বয়সলৈকে কোলাৰ কেচুৱা হৈয়ে থাকিলোঁ। কাম-কাজ, পঢ়া-শুনা একোকে কৰিবলৈ নহল। মোৰ ইমান সুখে নসহিলে, মহাৰাজ ! তেওঁৰ প্ৰথমা পত্নীৰ মৃত্যু হ'ল। তেওঁৰ লগতে মোক সুখ, দুখ, আশা, ভাৰসা সকলো চিতাত তুলি দিলোঁ। দ্বিতীয় বিবাহে ঘৰ সোমাইয়েই পিতৃদেৱতাৰ এধাৰে বোৱা তেজ দুধাৰ একেবাৰেই পৃথক কৰি দিলে। মোৰ দাবী নাই, দাৱা নাই। সকলো শেষ ! আতুৰ হৈ সংসাৰত শৰণ মাগিলোঁ, সংসাৰে ভৰিৰে মোহাৰি গুচি গল। আজি চাৰিদিন অনাহাৰ। ভিক্ষা কৰিবলৈ বংশ মৰ্য্যাদাই বাধা দিলে। চুৰ কৰাত বাজে নষ্টৰ আৰু কি গতি আছে, মহাৰাজ ? পেট পূৰাবলৈ বুলি আজি এই দুষ্কৰ্ম্ম কৰিছিলোঁ। পেট পূৰিলত হুঁচ্ পালোঁ—হিয়াখন ছিটা-ছিটে ফাটিব খুজিছে। নিজে স্বীকাৰ কৰিছোঁ, মই, মই— ! দয়া কৰি মোক কাৰাগাৰত দিয়ক, মহাৰাজ।

শ্ৰীবৎস,- অহহ ! – অযত্নে মলিন হলা স্বভাব সুন্দৰ !
জানা নে নেজানা তুমি ? যাৰ পিতৃ নাই
ৰজা নিজে পিতৃ তাৰ পালে অকাতৰে।
যোৱাঁহি যুবক তুমি, কৰিলোঁ আদেশ,
বিশাল সংসাৰ এই ঘোৰ কাৰাগাৰ
বন্দী হোৱাঁ তাতে তুমি আমৰণ কাল।
অপৰাধী এইজন নিয়াহি, শ্যালক,
ধৰ্ম্মদাস বণিকক দিয়াগে গতাই,
দিয়ক শিকনি যত বাণিজ্য কৌশল।
খুটি খাব পৰা হলে দিবগে উৱাই ;
আপুনি বিচাৰি লব উপায় আপোন।

পোহাৰৰ গৰাকীৰ যিবা ক্ষতি হ'ল
পুৰাব তৰ্জ্জুৰে তাক ৰাজ ভাণ্ডাৰীয়ে।
যোৱাঁহি, যুবক, তেনে নতুন উদ্যমে
সহজে শিকাগে গই কুলৰ ধৰম।
ঘূৰিবাৰ অপৰাধ লগালে ইদৰে,
লিখি থোৱাঁ সযতনে হিয়াৰো হিয়াত,
ইমান কঠোৰ শাস্তি কৰিম বিধান,
শাস্তিৰে সজাম জানা জুমুখি তোমাৰ ;
পলাব দূৰতে দেখি চোৰাজ্ চৰাহি !

সভাসদ,- উচিত বিচাৰ ! উচিত বিচাৰ !

সকলোৰে,- "জয় ধৰ্ম্মাৱতাৰৰ জয় !"

(কটোৱাল আৰু অপৰাধীয়ে ৰজাক দণ্ডৱৎ কৰি গুচি যায়)

মন্ত্ৰী,- শ্যালক !
আৰু কত আছে বন্দী, নেতা অশান্তিৰ,
বিচাৰৰ শেষ দণ্ড গণি বাদ্ধোনত ?
(বাহিৰত প্ৰজাই এফালে "জয় লক্ষ্মীৰ জয়",
ইফালে "জয় শনিৰ জয়" বোলে।)

মন্ত্ৰী,- ৰবাচোঁ, শ্যালক ! শুনা, নেলাগে আনিব।
জয়ধবনি উঠে শুনো সিংহদুৱাৰত।

শ্ৰীবৎস,- (আসনৰ পৰা উঠি আগবাঢ়ে। লগত সকলো উঠে।)

(স্বগত) স্থিৰ হ, আতুৰ হিয়া ! কত কঁপ আৰু ?
পাৰিলি কৰিব যদি আনৰ বিচাৰি,
নিজৰ বিচাৰ কিয় নলবি সাদৰি।
(আগে আগে লক্ষ্মীৰ পাচে পাচে শনিৰ প্ৰবেশ।
সকলোৰে দণ্ডৱৎ কৰে।)

শ্ৰীবৎস,- শত কোটি নমস্কাৰ দুই দেৱতাক।
পৰম পবিত্ৰ হ'ল দীন সভা আজি,
জিলিকিল দেৱতাৰ দিব্য জ্যোতি পাই।
নিজ গুণে আহাঁ মোৰ নমস্য দেৱতা,
কৃপা কৰি নিজে নিজে লোৱাঁহি আসন।

লক্ষ্মী,- তুমিও লোৱাঁহি তেনে বিচাৰ আসন।
কোৱাঁ শীঘ্ৰে যিবা পালা সিদ্ধান্ত প্ৰশ্নৰ।
(লক্ষ্মীয়ে সোণৰ সিংহাসনত আৰু শনিয়ে ৰূপৰ সিংহাসনত বহে।)

শনি,- আহাঁ, আহাঁ, মহাৰাজ ! বহাঁহি বেদীত।
অতৃপ্ত প্ৰাণৰ তৃষ্ণা দিয়াঁ সমিধান।
(দেৱতা দুজনক প্ৰণাম কৰি সকলোৰে নিজা নিজা আসন লয়।)

শ্ৰীবৎস,- বিচাৰৰ প্ৰাৰ্থী আজি দেৱতা দুজন !
শুনা শেষ সমিধান, বিচাৰ আমাৰ।
দুয়োজন একাকাৰ সান্তৰ চকুত।
পৰিচ্ছদ, আড়ম্বৰ, চলন, ফিৰণ,
হয়হে অচিন যদি কোনো দুজনৰ,
কথাৰ ধৰণ, আৰু আসন, ভোজনে—
নিৰ্দ্দেশক ছায়া যেনে বাছনি নলৰ,—
বাছি দিয়ে এজনক শ্ৰেষ্ঠতৰ বুলি।
দক্ষিণে সম্মান স্থান বিচাৰে বেদীৰ,
স্বৰ্ণময় সিংহাসন জিলিকে মানেৰে,
বহিছে কমলা তাত, তেওঁ শ্ৰেষ্ঠতৰ।

লক্ষ্মী,- (হাঁহি)
জয় হ'ক্, জয় হ'ক্, শ্ৰীবৎস ৰাজৰ ?
নাচিল হৃদয় আজি কিনো উলাহেৰে,
জ্বলালা সম্মান মোৰ এই পৃথিবীত
চিৰদিন ঋণী ৰলোঁ দেৱতা হিয়াৰে।
কি দিম তোমাক বৰ, হোৱাঁ আয়ুষ্মান।
ফুৰিম ছায়াৰ দৰে লগতে তোমাৰ।
(শনিলৈ চাই কৰ্বলৈ ধৰিলে,—)
যোৱাঁ, থাকাঁ শনৈশ্চৰ যিবা মনে লয়।
প্ৰত্যক্ষে শুনিলা আজি পৃথিবীৰ মত।
লাজেৰে মচাগে যোৱা যত অহঙ্কাৰ।
ছায়াৰ কোলালে যোৱাঁ ছায়াৰ নন্দন।
(এই বুলি অভিমানেৰে গুচি গল।)

শনি,- শ্ৰীবৎস !—
সত্যপ্ৰিয় বিচাৰক ভাবিছিলোঁ তোক।
আহিছিলোঁ হেপাহেৰে বিচাৰ আশাত।
কূটৰ মীমাংসা দিলি কূট বচনেৰে।
শিকনি নহল তোৰ আজি এতিয়াও।
জানিছ নে কাক আজি উপেক্ষা কৰিলি ?
স্বেচ্ছায় জোকালি হেৰ খঙ্গাল সিংহক
বিষধৰ ভুজঙ্গক দলিলি বিচাৰি,
মদান্ধ গজেন্দ্ৰ তই উপেক্ষিলি গ্ৰাহ।
জ্বলালোঁ, জ্বলালোঁ আজি ভীষণ অগনি—
জ্বলালি শনিৰ হিয়া—জ্বল, জ্বল, জ্বল !
(ইটো বাটে খঙেৰে গুচি গ'ল।)
(সভাসদ সকলো জাঁপ পৰিল।)

—পটক্ষেপ—

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

**ৰাজপথ।—আবেলি বেলিকা।**

(দুজন চহাই ভিতৰৰ পৰা কথা পাতি পাতি আহিছে ঃ—)

১ম চহা,- এৰা ! সেই খনতে, কিবা বোলেনে, কাৰেঙৰ আগত মানুহে কোবা মেলা কৰি থকা শুনিলোঁ বোলে তিনি কি চাই দিনৰ মূৰত উজনিৰ চাউলো পাইহিহে লাগে। জানো এতিয়া সঁচাই নে মিছাই !

২য় চহা,- উজনিৰ চাউলে নো কিমান দিন উজুৰাব। এইবাৰো খেতি যিখন হ'ব পাইছোঁ। ওপৰত বলে হে বল, দেখে ! ৰাজ-বিষয়াই আকৌ তেওঁ কয় বোলে নৈৰ পৰা লোৰ কাটি পানী বোৱাই দিয়াইছে যেতিয়া, খেতি নহ'ব কিয় ?

১ম চহা,- খেতি কিবা হোৱা নাই নে ? আমাৰ ফালে পানী সিঁচি মেলিয়েই বামত মানুহে যি এদৰা দুদৰা কইছিল তাতে উপচি পৰিছিল। হ'লে হ'ব কি ? এনে নাভূত নাশ্ৰুত কথা দেখা নাই, মোৰ দেউতাটি ঐ ! কৰ পৰা নো কাকতি ফৰিঙ জাক আহি চূণচাত কৰিলেহি ! একেবাৰে নবাৰ গজালিবিলাকে ধুনি পেলালে। দৰ ফালে খেতি নহ'লেই বোলে। সি বৰষুণ নহ'লে কি পানী সিঁচি খেতিডাল কৰিব ?

২য় চহা,- আগৰ দিনত বোলে ভেকুলীৰ বিয়া এখন পাতিলেই হেনো বৰষুণে দঞ বামে সমান কৰি পেলায়। এতিয়া সেই গাৱঁৰ চেঙেলীয়া লৰা-ছোৱালীবাহে ভেকুলী বিয়া পাতিলেহে পাতিলে। অ' সি ডাবৰ পমক চৰি দিনক দিনে গেঠেলাহে মাৰিবলৈ ধৰিলে। ভৰ বাৰিষা কেইটা গল। তেও, বাপুৰে ! পানী এটুপিও নসৰিল।

১ম চহা,- আপোনালোকৰ কালে তেওঁ ভেকুলীৰে বিয়াবাৰ পাতিবলৈকে তেহেলে যি হওক মানুহবোৰেই ভালে আছে। দৰ কালে বোলে মেলা দুৱাৰ মেলাতে আছে। মাউৰে এফালৰ পৰা ধুই হে নিছে হেনো। গোটেই খন হাঁ—হাঁ—কা—কা ! পিথবীত মানুহ মাৰি অন্তকে কৰোঁ বুলিছে নে কি ?

২য় চহা,- হোঁঃ এইফালেও আভোকৰ নমুঠিয়ে পাই গৈছে গৈ। নমৰি যে জীয়াই আছোঁ সিও হ'ল লেঠা।

১ম চহা,- এৰা, এৰা ! পাচে ইয়াতে থিয় দিলে দেখোন ? আহক এখুজি দুখুজিকৈ আগ বাঢ়োঁহঁক। আমাৰ গাওঁবুৰাই আকৌ গাৱঁৰ ৰবীয়াকে ধন লবলৈ গৈছে। মই বোলোঁ টৌতে খৰটো মাৰি নগৰখনকে চাই আহোঁ। পিচে কৰবাত বাট পথ পাহৰি হেৰাওঁ বুলি হে পেটে পেটে ভয় লাগিছে।

২য় চহা,- আৰু আগ নেবাঢ়োঁ। মই এই ফালেই কাটিম। ৰবচোঁ অলপ, দুখৰ সুখৰ কথা পাতি ভাল লাগিছে। কিয়, আপুনি জানো আগে পাচে নগৰলৈ অহা নাছিল।

১ম চহা,- তাহানিয়েই বাৰচেৰেক আহিছিলোঁ।

২য় চহা,- এঃ তেনে আচল চালে চকু ৰৈ যোৱা ঘৰবোৰ নেদেখিলেই। যি হে একোটা ঘৰ আছিল দেউতাটি ঐ ! কালি আহি দেখিলোঁহি সেই হেন ঘৰকেটা একেবাৰে ছাই কৰি পেলালে। বাটেদি আহোঁতে তাৰে গোটাদিয়েক মৰিশালি পৰা দি পৰি থকা দেখি আহিব পায়। নগৰত হেনো কথাও নাই, বাৰ্ত্তাও নাই, ছাঁট্ কৰে একোকুৰা জুই আলাসতে উঠি ঘৰ একোটা পুৰি ছাই কৰি পেলায়। জুইও জুই বৰ জুই, পানী ঢালিলে বোলে কোব একাঠি চৰে হে।

১ম চহা,- হোঁঃ ! বুইছে এই নগৰীয়াবাহে নোজোকোৱাকো জোকাই ফুৰে, পোটকো পায় ; লাজৰ নামেৰে হে সমূলঞ্চে নাই। এইবোৰ জুইত নো মানুহে পানী ঢালে নে ? তুতি তৰ্পণাৰে নুনুমালে তাক পানীৰে নুমাবলে আহিছে। আমাৰ ফালেও ঘৰচেৰেকত লাগিছিল। পিচে এনে জুই নহয় জানিবা। সেইবোৰ কেচা বাজনীয়ে পকাতেলত পানী ঢালি লগোৱা জুই !

২য় চহা,- নগৰৰ ভিতৰত অকল এয়ে নহয় হেনো আৰু কিবাকিবি খন হৈছে। সৌজনৰ ধৰণ কাৰণত নগৰীয়া যেন লাগিছে। ৰবচোন তেওঁকে সোধোঁ।

(চুৰিয়াৰ কোঁচত পোৰা কল এসোপা লৈ
তাৰে এটা খাই জয়ধন হাঁহি হাঁহি ওলালহি।)

জয়ধন,- এৰা ! এৰা ! এইদৰে হব লাগে তেহে । ভাবিছেলোঁ যিটো সেইটোৱেই হল। বেছ মজা লাগিল ! এৰা ! এৰা ! হে—হে—হে—(হাঁহে)।

২য় চহা,- হোঁ হেৰি বান্ধ' ! কি মজা হোৱাৰ কথা কৈছে ?

জয়ধন,- (আওকাণ কৰি) ইটো ভবা কথাও কল কেটা সিজাদি সিজে নে নিসিজে অথন ! যদি হে হয়, এনে নো মজা উঠিব ! হে—হে—হে—(হাঁহে)।

২য় চহা,- বান্ধ' হেৰি ! সুধিছিলোঁ, নকলে ? বোলোঁ কি মজাৰ কথা কৈছে ?

জয়ধন,- (উলটি চাই জোকোৰা মাৰি) বান্ধ', বান্ধ' ! কিহৰ বান্ধ' পালি অ' । বান্ধ' যে বুলিছ বান্ধিছিলি কিহেৰে ?

২য় চহা,- কেনেকৈ মাতিব লাগে আমি হোজা চহা মানুহ নেজানো দেউতাটি ঐ !

জয়ধন,- কেনেকৈ মাতিব লাগে ? জাত লগাই মাতিবি। নাওগুৰি নাইকিয়া মানুহৰ ঘৰৰ যেন পাইছ হবলা ? কথাৰ লাচতে 'দেউতাটি ঐ' বুলিব পাৰ, তাৰে সম্বন্ধ ধৰিবলৈ হলেহে জিভাখন কোঁচ খায়।

১ম চহা,- আমি চহা মানুহ ! নেজানো, মোৰ প্ৰভু ! খঙ্গ খাইছে কিয় ?

জয়ধন,- চহা যে চহা, যাতে পাতে চহা। হেৰ' খঙ্গ জানো খায় ? খঙ্গক হবলা তহঁতৰ কেৰি গুৰেৰে সনা পিঠা গুৰি মুঠি যেন পাইছ ?

২য় চহা,- আমাৰ দায় নধৰিব, মোৰ প্ৰভু ! নেজানি কথা একেবাৰি সুধিলোঁ।

জয়ধন,- মানুহে চাই চিন্তি চলিব লাগে, বুইছ। ই হল নগৰমাটিৰ কথা। মানুহ দেখিলেই যধে-মধে সম্বন্ধ ধৰিব নেলাগে। "কথাৰ মুৰতে বঁটা পায়, কথাৰ মুৰতে কটা যায়"।—বাৰু ! কি সুধিছিলি সোধ।

২য় চহা,- সুধিছিলোঁ বোলোঁ কিহৰ নো মজা হৈছে ?

জয়ধন,- যিহকে ভাবিছিলোঁ সেইয়ে হৈছিল। আৰু কিহৰ মজা হব ? ভাবিছিলোঁ বোলোঁ সিদিনা বৰ গোলাৰ আলুৰ ভঁৰাল পোৰা দি যদি দক্ষিণহাটৰ কলৰ গোলাবোৰ পোৰে তেনেহলে নো কি মজাই নহয়। আজি সেইয়া চমুচা কলৰ গোলা পুৰিলে। একওৱাৰ ছলতে খা পোৰা কল, আৰু ভৰা যিমান পাৰ মেতেলিত। হে—হে—হে ... (হাঁহে)। আৰু এটা ভাবি থোৱা কথা আছে। এদিন যদি এই মাছৰ পোহাৰীবোৰৰ মাছে-চাছে পাচিতে জুই লাগে তেনে এফেৰি লোণ লৈ গৈ আমি বেছ মজাটিকে তুলিব পাৰোঁ। যেনেহে উঠিছে জুইৰ জাউৰ, ইও ফলিয়ায় হে লাগে।

২য় চহা,- জুই লগাৰ কথা দেখিছোঁও শুনিছোঁও। আজি বোলে কিবা উৎপাত হৈছে হেনো ?

জয়ধন,- কিহৰ উৎপাতডাল আছে অ' ? তহঁতৰ দৰে হবলা মান্ধাতাৰ আমোলৰ কথা লৈয়ে থাকিব লাগে ? এটা নতুন দেখিলেই তহঁতৰ লাগে উৎপাত, নাই জানিবা এলাপাকতে দ'লৰ কলচীবোৰ খহি খহি পৰিলেই, নহয় জানিবা শেনে পটা পোৱালিকে নিলে, তাতে আকৌ উৎপাতডাল কিহৰ ? নগৰৰ কথা নিতৌ নতুন। এতিয়া পুৰণি কিবা হলে হে নগৰৰ উৎপাত।

১ৰ চহা,- শনি দেৱতালৈ কিবা আগ-ভাগ কৰা হৈছে জানো ?

জয়ধন,- আগ-ভাগ কৰিবলগীয়া হলে শনি দেৱতাই কৰিব। ৰজাই কৰিব কিয় ? বিচাৰ কৰাবলৈ আহিছিল, হক্ কথা কৈ দিলে বচ্ গুচি যাবগৈ পায়। তাকে নকৰি আকৌ এইখন ভেঙ্গুচালি পাতি ফুৰিছে কিয় ?

(নেপথ্যত ঘৰত জুই লগাৰ পোহৰ আৰু শব্দ হয়)

এঁ্যা-এঁ্যা-সৰ্ব্বনাশ। সৌখন গোটেইখন ৰাজলী কৰিলে। সেইখন আমাৰ ঘৰৰ ফালেই ! হয়, হয় ! খালে—খালে—।

(এইবুলি লৰি গুচি গল।)

১ৰ চহা,- ইস্ ৰাম্ ৰাম্ ! গুৰু গুৰু ! হয় যি হয় !

২য় চহা,- সৌ কুৰা ! সৌ কুৰা ! এইফালেলৈকে আহিছে, ৰাম্ ৰাম্ ! ৰাম্ ৰাম্ !

(দুয়ো এপিনে পলাব খুজি এপিনে লৰ মাৰিলে।)

(যিফালে জয়ধন গৈছিল সেই ফালৰ পৰা বেগেৰে শনি আহি ওলাল।)

শনি,- (শূন্যলৈ চাই)
কমলাৰ আশ্বাসত ঐশ্বৰ্য্য মদত
দোপে দোপে বাঢ়ে- তোৰ ক্ষুদ্ৰ অহঙ্কাৰ।

মেলিলি নয়ন তেও মনি নমনিলি ?
ভাবিছ দুনাই তই ছলিবি শনিক ?
হয়হে সিঁচিছ ধন শ্বেতকীৰ হাতে
সনাহী নাটনি তোৰ নাটনিতে ৰ'ল।
শিকনি নিদিলে মই কোনে দিয়ে তোক ? –
প্ৰজাৰ পীড়ন কিন্তু উদ্দেশ্য নহয়।
যাওঁ শীঘ্ৰে শেষ ঢাল মাৰোঁ এই বেলা,
এৰি দিওঁ প্ৰজাজাক আনন্দ ৰাজ্যত।
হেৰ হেৰ কমলাৰ কোলাৰ কেচুৱা !
পাৰ যদি বাধা কৰ, মাত কমলাক,
প্ৰকাশক অন্তোজাই দম্ভ আপোনাৰ।

(বেগেৰে গুচি গল।)

(ঘৰ জুইলগা ফালৰ পৰা পিঠি আৰু
টিকা মোহাৰি মোহাৰি বিদূষক আহি ওলালহি।)

বিদূষক,- ইস্ ৰাম্ ৰাম্ ! গোটেইখন ভক্‌ভকাইছে দেখোন ! বখলাবখলে টৌৱেই তুলিলে নে কি ? তেহেলেই খহিয়েই যাওক। তেও সেই কেচুৱা ছোৱালীজনী জুইৰ মাজৰ পৰা আনি মাকৰ কোলাত যে দিব পাৰিলোঁ এইয়ে বহুত।

(নেপথ্যত বিজুলীয়ে চিক্‌মিকায়।)

ৰাম্ ৰাম্ ! এই ছাট্ আকৌ কি ? সেই সখীয়ে গঙ্গাৰ পাৰত দেখা বিধেই নেকি ? হয় হয় ! নাই মুঠে এই দেৱতা দুটিৰ কোবত তিষ্ঠাহ টান হল। কেইটা ভজেৰে নো দেখা নিদিয়ে ! জুই, জিলিকনি, আন্ধাৰ-মুধাৰ ! আন্ধাৰ-মুধাৰ, জিলিকনি, জুই ! এৰাম্ ! কিমান দেখিবা, কিমান শুনিবা ! অ' এই ফাললৈকে আহিছে ! আহকেই বা যাওকেই। মই বাটৰ পৰা আঁতৰি গায়ত্ৰী গাই চকু মুদি থাকোঁ। এইবোৰ জিলিকনি চিলিকনি চাই ফুৰা ভাল নহয়।

(বাটৰ পৰা আঁতৰি চকু মুদি থাকে।)

(আকুল ভাবে লক্ষ্মীৰ প্ৰবেশ।)

লক্ষ্মী,- শ্ৰীবৎসৰ প্ৰিয়সখা এয়ে ধনঞ্জয়।
ব্ৰাহ্মণ ! ব্ৰাহ্মণ ! – চোৱাঁ চকু মেলি
নমালা কমলা আজি তপস্যাৰ বলে।

বিদূষক,- যেয়ে হোৱা মোৰ দূৰৈৰ পৰাই সেৱা। দূৰৰ টৌ দূৰতে যাব যোৱাঁ। মই চকুও মেলিব নোৱাৰোঁ, বিচাৰ চিচাৰো কৰিব নোৱাৰোঁ। নুছুৱা নুছুৱা। গায়ত্ৰী সানি মই ওধৰ পৰা মোধলৈকে বিধুতি। কাণি মুনি বাই মোৰ গাত দোষ নাই।

লক্ষ্মী,- পৰম দয়ালু তুমি পবিত্ৰ ব্ৰাহ্মণ !
সকলো প্ৰধান গুণ উজলে তোমাত –

বিদূষক,- মানুহৰ দৰে দেৱতাই ও ৰাহ্মনি উচটাই জোল খায় ! অ' মোক চিনি পোৱা নাই হবলা। মই হে যেনে লাখৰ বাখৰ ৰাহ্মনি দিম পিছে অকল ভোট মৰিচৰ পাচলিৰে আঞ্জা ৰান্ধি। ডেডাউৰিৰ কোবত কাছুটি এৰি যাবাগৈ চাবা।

লক্ষ্মী,- আতুৰ অন্তৰ মোৰ নকৰাঁ আমনি –

বিদূষক,- আমনি এতিয়া কৰিছে কোনে ? সেই হেন আহল-বহল ৰাজ আলিটো পৰি আছে সিমানটোৱেও অটা নাই নে ? আলিৰ দাঁতিত সেও হৈ চকু মুদি থকা লেৰেলা বামুণটোক যে মহটিয়াবলৈ আহিছা ? খোলোচা কথা কৈ দিলোঁ,–মই বোলোতে একেবাৰে নিৰক্ষৰ চুণ যেন টেঙ্গা শেহবতীয়া আম। অইন এটাইবোৰ যেতিয়া পকি জহিব তেতিয়াহে আমাৰ পকিবৰ বতৰ। তুমি কুলিৰ দৰে কুহুলিয়াইছা হে হয় সি কি পকিব ?

লক্ষ্মী,- শুনাচোন চকু মেলি কথা গুৰুতৰ !
সমূলি বিপন্ন আজি শ্ৰীবৎস তোমাৰ।

বিদূষক,- এঁ্যা–এঁ্যা ! – চকু দুটাৰেও শুনিব লাগিব নে। ৰাৰু, চকু যদি মেলিব লাগিলেই তেনে তোমাৰ সেই জিলিকনি জিলমিলনিবোৰ জোনাকি পৰুৱাৰ দৰে লুকাই থোৱাঁ। সেইবোৰ চকুত লাগিলে দোখোন কিবা এটা হৈ যাবৰ মন যায়।

লক্ষ্মী,- সম্বৰিলোঁ নিজ জ্যোতি, চোৱা দ্বিজবৰ !
চকুত জলক্ আৰু নেলাগে কদাপি।

বিদূষক,- (চকুমেলি) বচ্ ! এতিয়া কৈ থাকা বিমান পাৰা মানে। নাক, কাণ, চকু, মুখ এটাইবোৰ মেলি মইও শুনি থাকোঁ। সখিৰ কি হল বুলিছিলা ?

লক্ষ্মী,- সবল চিতীয়া ৰজা আশঙ্কা বিহীন
প্ৰজাৰ প্ৰেমত মজি ফুৰে ৰাতি দিন।
নাই জনা কিন্তু, দেহি, ঘুৰি পলকত
কালকূট মন্ত্ৰ পাই শনি-মন্ত্ৰবাৰ
উগাৰিব আশীবিষ কৈকেয়ী-প্ৰজাই।

— হাহাকাৰ নগৰত আতুৰে কান্দিছে,
হতাহেৰে বহ যোৱা শীতল লোতকে
নুনুমালে অতদিন শনিৰ হেপাহ!
পাতিছে দুনাই এক ষড়যন্ত্ৰ জাল।
লাগিছে আতঙ্ক ঘোৰ — নেজানো কি কৰে!
যোৱাঁ তুমি শ্যালকক বুজোৱাঁ বাতৰি,
থাকক সজাগে আজি সাজু সেনাদল
কাবেঙৰ চাৰি পাশে দুৰ্গৰ মুখত,
ইঙ্গিততে পাৰে যাতে শত্ৰু মোহাৰিব।
আছে গৈ ৰজা নিজে পশ্চিম হাটত,
বিপদৰ সুৰুঙাই লই যোৱাঁগৈ
ৰাখিবা বুজাই মেলি দুৰ্গৰ মাজত।
মইও যাওঁ, আঁৰে আঁৰে ফুৰোঁগে শনিৰ,
লোৱাঁ, লোৱাঁ, এই পাহি খোপাৰ মালতী
জনাবা যেতিয়া লাগে সৰল প্ৰাণেৰে
আপুনি কমলা নিজে অন্নপূৰ্ণা হই
ভুঞ্জাব নিতৌ, এয়ে দেৱান্ন নতুন।
(খোপাৰ মালতী দিয়ে।)
(বিদূষকে হাত পাতি লৈ সেৱা কৰি লয়।)

লক্ষ্মী,- যোৱাঁ শীঘ্ৰে দ্বিজবৰ! নকৰিবা হেলা।
ৰাখাগে ৰজাৰ প্ৰাণ, ৰজাৰ সম্মান।
শনিৰ চক্ৰান্ত কি যে বুজি উঠা টান।
(বেগেৰে প্ৰস্থান।)

বিদূষক,- কথা যে ইমানত পৰিৰগৈ কটা আগে যদি জানিলোঁহেতেন কেলৈ ইমানবোৰ হবলৈ পায়!
(নেপথ্যত বিজুলীয়ে চিক্‌মিকায়।)
ইস্ ইস্! সেইয়া আকৌ জিলিকিল! গায়ত্ৰী, গায়ত্ৰী! যোৱাঁ মুঠে জিলিকনি হে জানা। সোণৰ সিংহাসন দি তোমাক বৰ বুলিলে তেওঁ ৰজাক ৰাখিব নোৱাৰাঁ আহিছ্য চালহিগা বামুণৰ গুচৰলৈ। লৰ বামুণ এতিয়া টকৰ্ টকৰ্।
(বৰ বেগেৰে গুচি গ'ল।)

## দ্বিতীয় দৃশ্য
### পশ্চিম হাটৰ বাহুলৰ
### — সন্ধ্যা লগা বাই —
(এবাহৰ পৰা ১ম আৰু বিপৰীত বাহৰ পৰা
২য় নগৰীয়া আহি ওলালহি।)

২য় নগৰীয়া,- কলৈ গৈছিলি অ' দমন?
১ম নগৰীয়া,- যাবি কলৈ? নমৰিলোঁও নিজীলোঁও ঘৰত সোমালেও জানিবা জুই একুৰাত হে সোমালোঁ। ওলাই আহিলেও গাটো লাগে ৰাই-জাই। কেতিয়াবা এনেহে লাগে যেন নিজৰ ডিঙিত ফাঁচ লগাই মৰি যাম।
২য় নগৰীয়া,- মৰিবি কেলৈ? কিবা অকল তোৰেই হৈছে নে? সংসাৰ গোটেই খনৰে! আজি চাৰিদিনে খুদ্‌কণ এটাৰ মুখ নেদেখিলোঁ—আমি কৰিম কি?
১ম নগৰীয়া,- থাকি নো কি সংসাৰ তাৰিবি অ'। ল'ৰা-ছোৱালীকেটাৰ চিপ্ লৰলৈ হে বাকী। ওলাই আহিলোঁ বোলো কৰবাত কিবা এটা পাওঁ কি চাওঁ। সৌৱা ৰজাই এই মুঠি ধন দি পঠিয়ালে এতিয়া দৈগে কটিয়ায়। ধন দিও বস্তু পাবলৈ নাইকিয়া হল, ক'ত মৰ মৰগৈ।
২য় নগৰীয়া,- ৰজাই নো বাৰু কৰিব কি? প্ৰজাই নো বাৰু কৰিব কি? চাউল পাত অনাবৰ কাৰবাৰ কৰিও একো কৰিব পৰা নাই, এতিয়া আৰু হাতী এটা আনি মুখত ভৰাই দিলেহি হে হৰ।
(ভিতৰৰ পৰা কথা পাতি পাতি জয়ধন
আৰু তৃতীয় নগৰীয়াৰ প্ৰবেশ।)

জয়ধন,- চাচোন বাৰু তাৰ কাণ্ডখন! দিলোঁ তাক ভালকৈয়ে পোটোকা। পাইছে মজা।
১ম নগৰীয়া,- অ' বোলোঁ কি দিলা?
জয়ধন,- দিলোঁ ভালকৈয়ে চুঙা চাই সোপা।
(চতুৰ্থ নগৰীয়াৰ প্ৰবেশ।)

৪ৰ্থ নগৰীয়া,- কি হল হে? কিহৰ গোলমাল উঠিছে?
জয়ধন,- নুঠিবতো গোলমাল। দুখীয়া হে উপজিছিল কেলৈ? মৰ এতিয়া, তহঁত দুখীয়াবোৰ জানো মানুহ। দুঠেঙীয়া হাঁহ পাৰ হে। তহঁতক মুচৰি মুচৰি খালেও দোষ নাই।
(পঞ্চম নগৰীয়াৰ প্ৰবেশ।)

৫ম নগৰীয়া,- কিনো সুখীয়া দুখীয়াৰ কথা ওলাইছে হে?
জয়ধন,- ওলাব কিটো? দুখীয়া নহয় জানিবা সুখীয়াহঁতৰ বলধ, সিহঁতৰ গাধ, সিহঁতৰ ছাগলী, ৰাতি দিন সিহঁতৰে খাটনি খাটে তেওঁ গুণ নাই, এনেবোৰ কথাৰ মূৰতে আজি এটাক বেছ মজা দি আহিছোঁ, বেগায় অথন গা কৰিব নোৱাৰিছে, একেবাৰেই লম্বা কৰি দিলোঁ।

(ষষ্ঠ নগৰীয়া ক্ৰমে এটি এটিকৈ অনেক নগৰীৰ প্ৰবেশ।)

৬ষ্ঠ নগৰীয়া,- কাক ? কাক ?

জয়ধন,- জানো ৰতন নে ফতন সেই সদাগৰটোক। চাচোন তাৰ কাণ্ডখন্। ভাটীৰ চাউল দমাদমে আনি তাৰ ঘৰত সুমাই থৈছেহি। আমি দুখীয়া নহয় আমি খাবই নেপায়। সি সাঁচি থৈছে সেই নগৰৰ পেটুৱা পেটুৱা বোন্দোৰা বিষয়াকেইটালৈ। পেটে ককালে ছিগা ইমানবোৰ মানুহে তাৰ দুৱাৰ মুখত থিয় দি আছে, সি তেওঁ কেৰেপকে কৰা নাই। আমি কিবা মাঙ্গনাই মাগিছোঁ নে কি ? সাঁচি ধন লবি, তাত আকৌ কেটেৰা জেঙ্গেৰাখন কিহৰ ? ধন সিহঁতৰবোৰ হে ধন, আমাৰবোৰ খোলাকটি ? আগে বিবোৰ বস্তুত এটা কাকিনী আছিল তাত দহোটাকৈ দিছোঁ, তেওঁ সি কয় বোলে তহঁত কুকুৰধূলি, তহঁত ডাল সলীয়া, যা দুৱাৰ মুখৰ পৰা আঁতৰি গৈ কত মৰ মৰগৈ। আৰু কিমান সহিবি অ' ? গাটো গোটেই জ্বলি উঠিল। আগবাঢ়ি গৈ দিলোঁ তাৰ ওকনি শিৰতে এটাঙ্গোন, একে টাঙ্গোনেই চিৎ খাই পৰিল।

৩য় নগৰীয়া,- চিৎ খাই পৰিবলৈ হে পালে বাকীবোৰে ফেনেকি পেলালে গৈ–একেবাৰেই লফা লোৱা দি ললে। পাইছে ভালকৈয়ে ঠেলা। এতেপৰে সিপৰীয়া হ'লগৈ কি হু'ল'গৈ।

৪ৰ্থ নগৰীয়া,- বেছ হল, কুকুৰ চাই টাঙ্গোন পৰিল, বেছ পালোঁ।

১ম নগৰীয়া,- যদিহে সি মৰিল ৰজাৰ ঘৰৰ পৰা একো জগৰ নেলাগিব নে ?

জয়ধন,- জগৰ লাগিলেই বা কিটো নো কৰিব ? ঘৰ সোমালৈগে হেজাৰ জাল শূলে বিন্ধি ধৰেহি, ৰজাৰ ঘৰৰ এডাল শূল, দিলে দিব। হাঁহি হাঁহি বাব পাৰিম।

৩য় নগৰীয়া,- পেটৰ ভোকত এনেয়ে মৰি আছোঁ। জীয়াতে মৰাতকৈ মৰি মৰাটো ভাল।

৫ম নগৰীয়া,- বেছ কৰিলা, ইহতঁৰ উম্ভণ্ডালিও দিনক্ দিনে চৰি হে আহিছে, খোলাৰ মাছৰ দৰে ভাজ্ খাই থকাত কৈ মৰি যোৱাই ভাল।

৬ষ্ঠ নগৰীয়া,- অ' ভালেটিহে তাৰ ঘৰত শ্যালক, নগৰপাল গোটেইখন আহি উবুৰি খাই পৰিছেহে।

(এজন সন্ন্যাস বিষয়াৰ বেশে শনিৰ প্ৰবেশ।)

শনি,- ৰতন সদাগৰ মৰিল ! মৰক, বেছ হল। আজি পৃথিবীৰ পৰা এটা অত্যাচাৰী আঁতৰিল। ভয়ঙ্কৰ নৰঘাতী ৰাক্ষস এটাৰ ক্ষয় হল। আজি আমাৰ বৰ আনন্দৰ দিন ! বৰ সুখৰ দিন !

জয়ধন,- শুন্ শুন্ ! ডাঙৰীয়াই কি কয় ! মৰিল বেছ হ'ল !

সকলোৱে,- মৰিল বেছ হ'ল। মৰিল বেছ হ'ল !

শনি,- সি ভাবিছিল পৃথিবীত ধনীবোৰ ৰজাৰ বিষয়াবোৰেই হে জীয়াই থাকিব লাগে, ইবোৰ মৰি জহি যাওক। দুখীয়া মানুহ সঁচাকৈ মানুহ নহয়নে কি ? সিহঁতক চিকুটিলে, গুৰিয়ালে, ভৰিৰে লেটিয়াই লৈ ফুৰিলে সিহঁতে দুখ নেপায় নে কি ? সিহঁতৰ ল'ৰা ছোৱালীলৈ, নিজৰ তিৰোতালৈ সকলোৰে সাৰ নিজৰ প্ৰাণলৈ কি দয়া নাই ? সিহঁতৰ প্ৰাণত কি আকাংখা নাই ? উচ্চ আশা নাই ? সিহঁতৰ হিয়া কি এক প্ৰকাণ্ড মৰুভূমি ?

জয়ধন,- বেছ কৈছে ডাঙৰীয়া ! সি ভাবিছিল পশুতকৈও অধম !

সকলোৱে,- হয় হয় পশুতকৈও অধম ! পশুতকৈও অধম।

শনি,- জেঠৰ বাব খৰেৰে মূৰ খৰাই, ভৰ বাৰিষাৰ ধাৰাবাৰ বৰষুণেৰে মূৰ তিয়াই, হেমন্তৰ কাটি নিয়া হিমেৰে মূৰ ঠেৰেঙ্গা কৰি, তেজক পানী কৰি, হাৰক মাটি কৰি, কপালৰ কেচা ঘাম বোৱাই দুখীয়াইঁতে কাৰ আলপৈচান ধৰিছে ; নেমাতি নুবুলি বলধৰ দৰে কাৰ বিলাস বাসনাৰ যোগান যোগাইছে ? তেও সিহঁতৰ হৃদয়ত করুণাৰ কণা নাই ! দুখীয়াবোৰ যদি আজি কিহবাৰ দুখীয়া তেনে একমাত্ৰ সিহঁতৰ মৰমৰ। নহলে নো এই বিশাল বিশ্বৰ কোলাত দুখীয়াৰ দুখ ক'ত ?

সকলোৱে,- নহয় কি ? নহয় কি ?

শনি,- সিহঁতেই সহস্ৰ বাধা বিঘিনি আনি দুখীয়াৰ উন্নতি পথ জেপায়। সিহঁতেই দুখীয়াক গছত তুলি লৈ গুৰি কাটে। আজি দুখীয়াৰ বৰ দুৰ্গতি। ঘৰ পুৰি ছাই হৈছে। চকুৰ আগত লৰা ছোৱালীয়ে ভোকত ভাত নেপাই, পিয়াহত পানী নেপাই হিয়া ভেদি যোৱা হেপাহৰ দৃষ্টি এটা মাক বাপেকত থৈ হতাহেৰে চিৰদিনলৈ চকু মুদিছে। আজি ৰাজ্যময় অনাবৃষ্টি মহামাৰীৰ হাহাকাৰ উঠিছে। প্ৰজাৰ আৰ্ত্তৰাও, দীন দুখীয়াৰ ক্ৰন্দন শুনি কোন প্ৰাণ থিৰেৰে

থাকিব পাৰিছে ? এনে দুৰ্দ্দিনতো ৰজাই মৰম কৰি দিয়া ধন নি, ৰজাৰ ধনৰ ভঁৰাল নি দুখীয়াহঁতে সিহঁতৰ ঘৰত তুলি দিছেগৈ, তেওঁ সিহঁতৰ হেপাহ পলোৱা নাই।

সকলোৱে,- নাই, নাই, নেখায় মানে কত হেপাহ পলাব !

শনি,- কোনোমতে মুখলৈ হেপাহেৰে এগৰাহ তুলি লওঁ, সিহঁত ইমান নিষ্ঠুৰ ইমান নিৰ্দ্দয় সেই গৰাহ কাঢ়ি নি পিশাচৰ দৰে হাঁহিৰ খলকনি তোলে ! উস্, কি নিদাৰুণ ! তেনে কি আজি দুখীয়াৰ দুখত চকুপানী টোকোঁতা কোনো নাই ?

জয়ধন,- দুখীয়াৰ বন্ধু কোন আছে ?

সকলোৱে,- কোনো নাই, কোনো নাই !

১ম নগৰীয়া,- ৰজাই দুহাতেৰে ধন সিঁচিছে। সিহঁতে আকৌ বিধি পথালি হে দিয়ে।

শনি,- সঁচা কথা কৈছা ককাইহঁত ঐ ! ৰজাই দুহাতেৰে ধন ছটিয়াইছে, ঘৰে ঘৰে গৈ সান্ত্বনা সিঁচি অনেকৰ দুখ নুমাইছে। মানুহ হৈ মানুহৰ যিমান উপকাৰ সাধিব পাৰে তাতোকৈ বেছি সাধিছে। আমি দুখীয়াবোৰ ইমান অকৃতজ্ঞ নহওঁ। সহস্ৰ মুখেৰে ৰজাৰ শলাগনি লৈছোঁ। ৰজা আমাৰ পৰম দয়ালু, পৰম কাৰুণিক !

সকলোৱে,- বেছ কৈছে ! বেছ কৈছে !

শনি,- কিন্তু ককাইহঁত ঐ ! ইফালে ভাবি চোৱাঁ ধন সোণ খাই কি জীয়াই থাকিব পাৰি ? হাতত মুঠিয়ে মুঠিয়ে ধন আছে অথচ পোৰাপেট ভোকত জ্বলি গৈছে। কাণত সান্ত্বনা আছে অথচ পোৰা হিয়া শোকত ছাই হৈ গৈছে। ৰাতি দিন ইমান পোৰণি ইমান যন্ত্ৰণাতো দুৰ্গতিৰ অন্ত হোৱা নাই। ইকি মানুহৰ দুৰ্গতি যে অন্ত হয় ? দেৱতাৰ ক্ৰোধানল দিনে নিশাই দপ্ দপ্ কৰে জ্বলিব লাগিছে ?

সকলোৱে,- হয় হয় ! দেৱতাৰ কোবোধ ! দেৱতাৰ কোৰোধ !

শনি,- যদি ই দেৱতাৰ ক্ৰোধ, তেনে এই ক্ৰোধ জ্বলালে কোনে ? স্বৰ্গৰ শান্তিময় কোলাৰ পৰা নন্দনবনৰ পাৰিজাত পৰিমলেৰে আমোলমোলোৱা মন্দাকিনীৰ শীতল তীৰৰ পৰা চেঁচনি বিচাৰি দুজন দেৱতা দাৰুণ ছোটেৰে পৃথিবীলৈ নামি আহিছিল। বৰ আশা কৰিছিল কোন শ্ৰেষ্ঠ কোন হীন বিচাৰ কৰি দিব। ইচ্ছা কৰা হলে কি বিচাৰ কৰিব নোৱাৰিলেহেতেন !

জয়ধন,- হোঁ,-, যমক লৰা মাৰিবলৈ কব লাগিছে ! ইচ্ছা কৰিলে নো নোৱাৰে কেলৈ ?

সকলোৱে,- পাৰিলেহেতেন ! পাৰিলেহেতেন !

শনি,- যাৰ ওচৰলৈ আহিছিল তেওঁ কৰিলে কি ? স্বৰ্গৰ দেৱতাক উপলুঙ্গা কৰি ছলনাৰে ছলিলে। তেওঁ জানে ইতিপূৰ্বে দশৰথ ৰজাৰ ৰাজ্যত শনিয়ে কি দুৰ্গতি কৰিছিল ! তেওঁ আৰু জানে অইনক উপলুঙ্গা কৰিলে ৰক্ষা আছে, শনি গ্ৰহক উপলুঙ্গা কৰিলে নিস্তাৰ নাই !

সকলোৱে,- এৰা এৰা ! শনি দেৱতাৰ কথা আৰু কব লাগিছে নে ?

শনি,- তেনে জানি শুনি শনিক তুষ্ট নকৰি আমাক এই দুৰ্গতি দিওৱা নাই নে ? আমাৰ দুৰ্গতিৰ মূল একমাত্ৰ— এই শ্ৰীবৎস।

সকলোৱে,- ঠিক্ কৈছে ! ঠিক্ কৈছে !

শনি,- এই দুৰ্গতি জানি শুনি কৰি এতিয়া আমাক ভাণ্ডৰি বোলাইছে। হিয়াত থকা-সৰকাঁকে শেল মাৰি চকুৰ পানী মচি সান্তনা দিছে—'নেকান্দিবি'। শৰীৰত ভয়ঙ্কৰ অগনি জ্বলাই মিঠা মাতেৰে সুধিছে—'পুৰিছে নে কি' ? ইমান নিষ্ঠুৰ ! ইমান কপটীয়া ! এই নিৰ্ম্মম অত্যাচাৰী কিমান দিন কুসুমপুৰত থাকি আমাক নিতে নিতে অত্যাচাৰত হাহাকাৰ কৰোৱাব তাৰ কি নিশ্চয় আছে। ইয়াৰ নিস্তাৰৰ উপায় নাই নে ?

সকলোৱে,- উপায় ! উপায় লাগে !

শনি,- উপায় অৱশ্যেই আছে। ৰাজদৈৱজ্ঞই কৈছে যিমান দিন কুসুমপুৰত শ্ৰীবৎস থাকিব সিমান দিন দুখীয়াৰ দুৰ্গতি নুগুচে। কুসুমপুৰত শ্ৰীবৎস তো আছেই। অত ইন্দ্ৰিয়ৰ ভোগ, অত সুখৰ, অত বিলাসৰ সিংহাখন এৰি যদি শ্ৰীবৎস যাবই তেনে ইমানবোৰ নিৰীহ দুখীয়াৰ হিয়া ভাঙ্গি ছিঙ্গি চুৰমাৰ কৰিব কোনে ? ককাইহঁত ঐ ! যন্ত্ৰণাৰ বোলে এইয়ে শেষ নহয় ! এতিয়াই চৌৰাশী নৰকৰ যন্ত্ৰণা দিনে ভুগিছোঁ ! ছিদ্ৰে ছিদ্ৰে প্ৰতিপলে সহস্ৰ সহস্ৰ নজনা নুশুনা যন্ত্ৰণাই আগুৰি ধৰিব। তেজ মাংসৰ শৰীৰ আৰু কিমান সহিবি ?

জয়ধন,- নহয় অ' এনেও নাই তেনেও নাই, আহ, ইয়াকে ৰাজ্যৰ পৰা খেদাওঁ।

সকলোৱে,- মাৰ মাৰ শ্ৰীবৎসক। খেদা তাক খেদা।

শনি,- আৰু শুই নেথাকিবি। মনত ৰাখিবি আহাৰৰ

অভাৱত শুকান কণ্ঠেৰে মৰি যোৱা তহঁতৰ ল'ৰা ছোৱালীৰ বিকট ছবি। মনত ৰাখিবি নিৰীহ দুখীয়াৰ হিয়া ভেদি যোৱা হাহাকাৰ। অন্ত কৰ, অন্ত কৰ। এই দুৰ্গতিৰ অন্ত কৰ।

জয়ধন,- মাৰ, মাৰ শ্ৰীবৎসক! অন্ত কৰ, অন্ত কৰ।

সকলোৰে,- মাৰ, মাৰ শ্ৰীবৎসক। খেদা তাক খেদা।

১ম নগৰীয়া,- এইয়া এই ফালে গৈছে। এই ফালে। এই ফালে।

সকলোৰে,- কোন ফালে ? কোন ফালে ?

১ম নগৰীয়া,- এইয়া, এইফালে।

সকলোৰে,- মাৰ, মাৰ শ্ৰীবৎসক। খেদা তাক খেদা।

(শনিত বাজে বাকীবোৰ হুৰামুৰিকৈ ঘূচি গ'ল।)

শনি,- কি সাধ্যে নুমাবি তই এই দাবানল ?
জ্বলিলি অনঙ্গ নিজে ভোলাক জ্বলাই।
সহজ চিকাৰ প্ৰজা — পোহনীয়া পশু
ভয়ঙ্কৰ আতুৰত উচ্ছৃঙ্খল হ'ল !
দণ্ডেৰে শাসন তাৰ নহয় সম্ভৱ।
মনে মনে বাজে কিন্তু আশঙ্কা ভীষণ !
জানোচা—মগজু ফুটি ঘৰচীয়া হাতী
দুৰ্ম্মদ দুৰ্ব্বৃত্ত হই বিদ্ৰোহীৰ দলে
পান কৰি ৰাজৰক্ত পিয়াহ পলায় !
যদিহে বধেগে ৰজা এই বিকাৰত
দহি পুৰি ৰাতি দিন প্ৰতিশোধ লোৱা,
নপলাব হৃদয়ৰ দাৰুণ হুতাহ।
কন্দা তো নহব তাৰ হিয়া ভাঙ্গি ছিঙ্গি ?
যাওঁ নিজে সাৱধানে ছলেৰে আঁজুৰি
বাঘৰ দাঁতৰ পৰা আনোগে ৰজাক !

(বেগেৰে প্ৰস্থান।)

(আইন ফালৰ পৰা বিদূষকৰ প্ৰবেশ।)

বিদূষক,- (আচৰিত হৈ) বাঃ ! এওঁ শনি তো কম নহয়। এওঁ শনি নে ৰমণক দ্বীপৰ ফণী ! একে ফুতে অজলা প্ৰজাজাকক বিষত বলিয়া কৰিলে। এই মাত্ৰ শ্যালকক বাতৰি দি নেপালোঁহিয়েই প্ৰজা গোটেইজাক জাঙ্গুল খাই উঠিল। সেই পেটকটা, নাৰীছিগা, ভাতৰ ভতুৱা গোটেই জাকে দুৱাৰ দাং হুল জোজ্‌ লৈ খেদা ধৰিলে "মাৰ মাৰ শ্ৰীবৎসক। খেদা তাক খেদা।"

(নেপথ্যত "মাৰ মাৰ শ্ৰীবৎক। খেদা তাক খেদা।")

নাই, নাই ! বায়ুকো বিদ্ৰোহৰ বায়ুয়ে পাই বলিয়া কৰিলে। নহলে সিঞাৰিব কিয় ? "মাৰ, মাৰ শ্ৰীবৎসক ! খেদা তাক খেদা।"

(নেপথ্যত "মাৰ মাৰ শ্ৰীবৎক। খেদা তাক খেদা।")

(জয়ধন প্ৰমুখ্যে বিদ্ৰোহীদলৰ প্ৰবেশ।)

জয়ধন,- সৌটো, সৌটো, শ্ৰীবৎসৰ সখিয়েক বামুণ। ধৰ তাক, সি বাতৰি দিব পাৰিব।

সকলোৰে,- ধৰ, ধৰ ! শ্ৰীবৎস ক'ত আছে ক।

(বিদূষকক সকলোৰে ধৰি জোকাৰে।)

বিদূষক,- হেৰ নোজোকাৰিবি ঐ ! নোজোকাৰিবি, মই লেৰেলা বামুণ—

জয়ধন,- মনে মনে থাক বিটলিয়া। শ্ৰীবৎস ক'ত আছে উলিয়াই দে।

বিদূষক,- যিকেটা হে জোকাৰ দিছ, সি ওলাওক চাৰি ঠাহ্ হে খাইছে।

৪ৰ্থ নগৰীয়া,- ইয়াৰ কথা কোনে শুনি থাকিব ঐ। মাৰ, মাৰি পাৰকৈ দে। বচ চিলিম ছিগক।

(জোকাৰে।)

বিদূষক,- ৰবি, ৰবি। মই মৰিলে হলে কথা কব নোৱাৰিম একা, তহঁতক পাচে লগা বাতৰি কোনে দিব ?

জয়ধন,- শ্ৰীবৎস কেনি গ'ল ক।

বিদূষক,- কেতিয়াৰ কথা লাগে ?

জয়ধন,- এতিয়া, এতিয়া, এতিয়া কেনি আছে ?

বিদূষক,- কিবা বোলে নে পূব হাটত।

সকলোৰে,- পূব হাটত বোলে পূব হাটত। ব'ল, ব'ল, মাৰ, মাৰ শ্ৰীবৎসক।

জয়ধন,- ব'ল ব'ল। যদিহে মিছা ইয়াৰো মূৰ লম।

(হুৰাহুৰিকৈ সকলোৰে প্ৰস্থান।)

বিদূষক,- উস্ ! ইমানেই নহয় বুলিহে আছিলোঁ। যা, যা ! শ্ৰীবৎসক তহঁতৰ দৰে বলিয়া কুকুৰ যেন পাইছ হবলা হৈ চৈ কৰি টঙ্গনিয়াই মাৰিবি ? ৰজা ইকালে পশ্চিম হাটতে থাকিব। আজি নো কোন দেৱতাই মোৰ সখিক ৰক্ষা কৰে।

(বিপৰীত ফালে বেগেৰে প্ৰস্থান।)

---

## তৃতীয় দৃশ্য

**নগৰৰ পশ্চিম সীমান্তৰ এটি পঁজা।**

— সন্ধ্যাৰ আগতে —

(এজনী দুৰ্ভিক্ষ পীড়িতা তিৰোতাই পাগলীৰ দৰে বহী চিপ্‌ৰাজেৰে গাত খানে)
ওচৰত হাত ভৰি বান্ধি থোৱা
পাঁচ বছৰীয়া ছোৱালী
এজনী পৰি থাকে।)

ছোৱালী,- আজিৰ পৰা মোৰ ভোক লাগিলে মনে মনে কান্দি শুই থাকিম। মই ডাঙৰকৈ নেকান্দোঁ। মাৰ্ মাৰি মাৰি থলে মই দুখ পাম, নেমাৰিবি মই নেকান্দোঁ। হেৰ আই! মোক নুপুতিবি। মাটিৰ তলত পুতি থলে মই উশাহ নেপাম। মোক এৰি দে! মই নেকান্দোঁ।

(শ্রীবৎসৰ প্রবেশ।)

শ্রীবৎস,- আতুৰৰ আৰ্ত্তৰাও আৰু শুনো কেনি? (চাই) — ইকি! — ইকি!

ছোৱালী,- আইয়ে মোক পুতি থব খুজিছে। মই কান্দি থাকোঁ গুণে মোক পুতি থব। মোক একবাৰ দিয়াঁ।

শ্রীবৎস,- নিবিনাবি শকুন্তলা, নকৰিবি ভয়!
আপুনি আহিছে এই তোৰে মাত শুনি
তোলনীয়া পিতা তোৰ, তুলিব যতনে।

তিৰোতা,- শাখিনি! গজমূৰি! তোৰ মৰদাহেই বাপেৰকো খালে। জীৱলে ইমানটো হেপাহ! ৰ তোক জীয়াম মা — টিয়েৰে।

(চিপ্‌ৰাজেৰে মাৰ এটা মাৰিব খোজে।)

শ্রীবৎস,- (বাধা দি চিপ্‌ৰাজডাল কাঢ়ি আনে।)
ইকি! পাগলিনি! — সাৱধানে থাক।
পাপীৰ কৃতান্ত নিজে ৰজা সমুখত,
আত্মহত্যা মহাপাপ আচৰিবি তই?

ছোৱালী,- নেমাৰিবা। নেমাৰিবা। মোৰ আইক নেমাৰিবা।

তিৰোতা,- নে, নে চিপৰাজ কাঢ়ি।

(নিজৰ বিহাৰে ডিঙি মেৰিয়াই চিপ্ গাঁঠি দি পলাব খোজে।)

শ্রীবৎস,- (আগচি ধৰি)
সাৱধান! সাৱধান! আপোনঘাতিনি!
মৰাৰ হেপাহ তোৰ ইমান প্রবল?
এনেয়ে নিদিওঁ তোক টিপতে মৰিব;
ৰাতি দিন যন্ত্রণাত চকু পানী টুকি
বিবেকে মাৰিব তোক কামুৰি কামুৰি।
হেৰ হেৰ পিশাচিনি! দয়ামায়া হীনা!
দহ মাহ দহ দিন জঠৰেৰে বেৰি
কত কষ্টে সন্তানৰ মুখনি দেখিলি,
আপোন ৰক্তৰ ধাৰা—স্তনৰ ধাৰাৰে—
আপোন পাহৰি তই তুলিলি তালিলি,
কত ৰাতি উজাগৰে চুলি ছিঙি তোৰ
মাগিছিলি জীৱদান এই সন্তানৰ,
হুমুনিয়া কাঢ়ি কত এইটি শিৰত
উৰালি কতনা ৰোগ। আছে নে মনত?
মাখি এটি পৰে যদি জীৱ উৰে তোৰ।
ক্ষন্তেক নেদেখি কৰ আমন-জিমন।
বচন অমৃত ফুটা সন্তানৰ মুখ,—
লাখে লাখে চুমা দিও নুটুটে হেপাহ।
আজি তই সেই হেন মায়াৰ পুতলি,
প্রাণৰ ছবিটি তোৰ, হেপাহৰ হাৰ,
কোন প্রাণে বলি দিবি আপোন হাতেৰে?
কোন প্রাণে চাবি তই বিদায় চকুৰ
ৰই যোৱা কথাষাৰি তীব্ৰ হুতাহৰ?
তেজডাঁহী পিশাচিনী কঙ্কালমালিনী
তাইৰো বাৎসল্য আছে আপোন পুতত,
ভীষণ অৰণ্য মাজে দুৰন্তা বাঘিনী
তাইৰো মমতা আছে নিজ সন্তানত।
স্বভাৱ-কোমলা এনে সংসাৰ-মোহিনী
তয়ে যদি হলি এনে, নৰৰ ধাউতি!
কিসতে শঁতাব নৰে সংসাৰ মৰুত?

তিৰোতা,- (উচুপি উচুপি কান্দে।)

শ্রীবৎস,- কান্দ্ আজি শতধাৰে, কান্দ সন্তাপেৰে।
সহস্ৰ ধাৰেৰে ব'ক্ জাহ্নবী লোতক!
চতুৰ্ব্বৰ্গ সাধনৰ সাধ্য দেহা তোৰ
কি সুখ আশাৰে তই নাশিব খুজিলি?
পচে নিতে নৰকত নৰকৰ কীট

দোৰ্ঘোৰ পাতকী তাৰো প্ৰাণত মমতা,
সিও কৰে হাহাকাৰ যম যন্ত্ৰণাত !
প্ৰাণৰ মমতাহীন তাতোঁকে পাতকী,
নৰকৰো নৰকত নাই স্থান তোৰ।
দুৰ্ভিক্ষ ! দুৰ্ভিক্ষ ! —উস্ কি যে নিদাৰুণ !
জীৱন্ততে প্ৰেত সজা বিশেষত্ব তোৰ !
চুপি চুপি নিয় আগে খক্কৰ হুতাহে
সংসাৰীৰ সুকোমল হিয়াৰ সমল,
প্ৰেতৰ জঁকাত খাজি প্ৰেতৰ হৃদয়
শেহত চোবাব তই ঘোৰ শ্মশানত।
কুৎসিৎ সমাপ্তি তোৰ হৃদি বিদাৰক !
ভয়ঙ্কৰ মহামাৰী শতগুণে ভাল !

তিৰোতা,- উস্ মোৰ মূৰটো ঘূৰাইছে। (বহে।)

(বিদূষকৰ প্ৰবেশ)

বিদূষক,- এইয়া ইয়াতে সখিয়ে পখিয়াপখি কৰিছে। ত'ত যে ৰাজ্য গোটেইখনতে বাঘ ভালুকে নখিয়ানখি কৰিছে খবৰেই নাই। আহক আহক। বৰ আচৰিত কথা।

শ্ৰীবৎস,- দেখিলোঁ প্ৰত্যক্ষে আজি যেনে আচৰিত,
নিজে দেখি আচৰিতে হব আচৰিত।
জীৱনৰ আধা আধি উৰালা তুমিও
দেখিছা নে কেতিয়াবা আপোন হাতেৰে
আপোন মাতৃয়ে নাশে আপোন নন্দিনী ?
দেখিছা নে নন্দিনীক নাশিব নোৱাৰি
নিজৰ অমূল্য প্ৰাণ দিয়া জলাঞ্জলি ?
চোৱাঁ, আজি চোৱাঁ সেই অদ্ভুত মানবী
কাষৰত বন্ধা আছে বলিৰ কলিটি।

বিদূষক,- আপুনি তো সহজ কথাত নুবুজে। এই ধৰক, ওলোটা কথাই তো আচৰিত ! আপোনাৰ কথাটো ওলোটালেই মোৰ কথা ! গতিকে মোৰতো আৰু আচৰিত। ইয়াত দেখিছে পিয়াহ কটিওৱা মাকে পেটুছিগা ছোৱালী এজনীৰ পেটু উলিয়াব খুজিছে। ত'ত যে পেটুছিগা ল'ৰা ছোৱালীবোৰে পিয়াহ কটিওৱা মাকৰ টেঁটু চেপিব খুজিছে। আহক, আহক। এহেঁলে আহি শুনকহি।

শ্ৰীবৎস,- ডাকিনী দাঁতত এৰি কোমল কলিকা,
কি সতে আঁতৰি গই ওমলোঁ তোমাৰে ?
অজস্ৰে কৰিছে চোৱাঁ অশ্ৰু বৰিষণ
তথাপিতো নেডাঙিলে হিয়াৰ ভাৱৰ।
পগলা হলা নে সখি দেখিও নেদেখি ?

বিদূষক,- হেঃ। ৰাজ্য জুৰি যি হে জাগল উঠিছে তাত ছাগল বামুন যে পাগল হলেই নে এছাগল ৰজাও পাগল হব লাগিব। মোৰ চিলিম ছিঙিছিলেই। আপোনাৰো ছিঙিবলৈ বনাই ফুৰিছে। আহকচোন, শুনকহি। (নেপথ্যলৈ চাই) এই, এই, এই ফালে। (হ'াত বাউলি দি মাতে।) (তিৰোতা জনীৰ ফাললৈ গৈ) ৰ'বি ৰ'বি ! এইটো গাত নো কিয় খানিছিল ? হেঁই বেটি ! এই অপাঁইতা ছোৱালী জনী যাগ দি পকাব খুজিছিলি হবলা ? ইমান যদি খকেই লাগিছিল কেচাই কেচাই নোচোবালি কিয় ? খাবলৈ খুটিবলৈ নহল বুলি নিজৰ ছোৱালী জনীৰ এনে গতি কৰিবি, নহয় ? হোঁ, হোঁ, হাত মেল্। ধৰ্ এই পাহ লক্ষ্মী আইৰ খোপাৰ মালতী। যেতিয়াই যি খাবৰ মন যায় তুতি তৰ্পণাৰে ফুল পাহকে কবি, আপুনি লক্ষ্মী আই আহি অন্নপূৰ্ণা হৈ তোৰ যোগান ধৰিবহি। ল আকৌ। উৱা ! মুখলৈ ভেবা লাগি চাই হে আছে দেখোন।

তিৰোতা,- (হাত পাতি লয়।)

(কটোৱালৰ প্ৰবেশ)

(ৰজা আৰু বিদূষকক প্ৰণাম কৰে)

বিদূষক,- হ'ল নে ?

কটোৱাল,— হয় দেউ হ'ল।

বিদূষক,— এই অঞ্চলত কিবা শুনিলি নে ?

কটোৱাল,- নাই, দেউ, একো শুনা নাই। পূব হাটত হে ভিৰ্ দিছে। ক্ৰমান্বয়ে দলটো বেচি হেঁহৈ গৈছে।

বিদূষক,- ঘোৱা ক'তা ?

কটোৱাল,- সৌৱা ? সৌ তাত।

বিদূষক,- বচ্ তেনে। তই এতিয়া এই মানুহজনী সেই ছোৱালীজনীৰে লৈ ধৰমশালালৈ যাগৈ। সাৱধান ! এই পাগলী। যেতিয়াই ছোৱালীজনীৰ মুখত চুমা খাই কান্দিব তেতিয়াই বুজিবি তাই জ্ঞান পাইছে। তেতিয়াই তই তাইৰ হাতত থকা ফুল পাহিক খুজি যিহকে মন যায় খাবলৈ কবি, মই ইয়াৰ খবৰ লম।

শ্ৰীবৎস,- অদ্ভুত নিৰ্ম্মালি তুমি পালা কেনেকৈ ?
ছিঃ ছিঃ সখি ! [illegible] হোৱাঁ। নকৰা খেমালি।

আতুৰেৰে ৰঙ্গ কৰা নিত্যান্ত গৰ্হিত।
আলৌলসুৱাকই নিয়া দুয়োজন
অনাথ আশ্ৰম মেলি কৰাগে যতন।

বিদূষক,- অনাথ আশ্ৰম বুলি জহাবঁলে যিবা আছিল, তাৰো ভিকাচন ভাগিল। আশ্ৰম-ভাণ্ডাৰীয়ে ইমান দিন অনাথক তাৰি তাৰি এতেপৰ বৈতৰণীৰ পাৰ পাৰঁগে পায়। ৰাজ্য জুৰি বাঘ-ভালুকে জিভাৰে দাঁত শনাব লাগিছে। বাঘৰ দাঁতত নাচিবঁলে বাঘতেলে ধৰা নাই, ইহঁতক পঠিয়াই লওক। সকলো কম, শুনি থাকিব।

শ্ৰীবৎস,- কি তাল বজোৱা তুমি নুবুজোঁ সমূলি।
ৰঙ্গেৰে চলোৱা তাল নানান ধৰণে
শুনি শুনি লাগে ভাল, তালো ভাল ৰয়।
যিবা ভাল কৰা তুমি নেবান্ধোঁ বাধাৰে।
মানক কোটালে তেনে আদেশ তোমাৰ।

বিদূষক,- যেই সেই মোহৰ এটা নহলে তহঁতে নলৰ তো, ৰজাৰ মুখৰ মোহৰ পালি ৰৈ আছে কিয় ? যা। মুঠে এইটো ভয় ৰাখিবি — আদেশৰ অলপ হেৰ্‌ফেৰ্ হলে তোৰ মুৰোটোৰো হেৰ্‌ফেৰ্ হব।

কটোৱাল,- ভাল।

(দুইকো প্ৰণাম কৰে)

(ছোৱালীৰ বান্ধ মেলে)

তিৰোতা,- (উঠি) উস্! উস্! — মহাৰাজ! মহাৰাজ! — (কান্দে)

শ্ৰীবৎস,- যথেষ্ট যথেষ্ট হ'ল। দগ্ধ হৃদয়ৰ
বুজিলোঁ সঙ্কেতে সেই নীৰৱ কথাটি।
আজিৰ কাহিনী ইটি স্মৃতিৰ কক্ষত
আঁৰি থম চিৰদিন অতি আগ্ৰহেৰে।
যোৱাঁ, যোৱাঁ সাৱধানে পালাগে সন্তান,
মনত ৰাখিবা মুঠে এই সন্তানৰ
নতুন জনম হ'ল আজি যন্ত্ৰণাত।
একেটিতে দুটি হল, পিয়াৱাঁ দুধাৰে ;
যত্নে অনা ৰত্ন এটি কৰিবা যতন।

তিৰোতা,- উস্! উস্! —দেউ! দেউ! —(কান্দে)

বিদূষক,- যা বেটি যা। বাটে পথে কেঁউ কেঁউৱাব নেলাগে। ঘৰ পাইও কেঁউ কেঁউৱাগে।

(কটোৱালৰ সৈতে মাক জীয়েকৰ প্ৰস্থান)

(বিদূষকে ৰজাৰ কাণত ফুচ্‌ ফুচাই কয়।)

শ্ৰীবৎস,- কি কোৱাঁ, কি কোৱাঁ সখি, কি শুনালা আজি ?
সম্ভৱ দানবী ভাব দেৱৰ হিয়াত,
তথাপিতো অসম্ভৱ বাতৰি তোমাৰ।
আপোন পুত্ৰই নাশে পিতা আপোনাৰ !

বিদূষক,- আচৰিত, সখি, আচৰিত ! দেশ উলটিল, ৰাজ্য উলটিল ! শনিৰ চক্ৰান্তত গোটেইখন গুচিল ! আজি যে আপুনি বাছি আপোনাক বাছি উলিয়াব পাৰিম তাৰ আশাই নাছিল।

শ্ৰীবৎস,- নিতান্তই প্ৰজা যদি হই মতলীয়া
ছিঙি দিলে মায়া বান্ধ, দোষ কাৰ তাত ?
আপোনাৰ পিতা হই পুত্ৰৰ নাটনি
দিনে ৰাতি অশ্ৰু ঢালি নোৱাৰোঁ উটাব,
অনাহাৰে উজাগৰে নোৱাৰোঁ পূৰাব,
কিবা দোষ সন্তানৰ উদ্ভ্ৰান্ত হোৱাত ?
যোৱাঁ তেনে, মাতি আনা বিদ্ৰোহীৰ দল,
অকামিলা হিয়া মোৰ দিওঁ উদঙাই
হানক সহস্ৰ শেল শত মুষ্ট্যাঘাত।
শতধাৰে বই য'ক্ অশক্ত শোণিত,
পান কৰি পিতৃৰক্ত, ৰাজ ৰক্ত ধাৰা,
তৃষ্ণাৰ্ত্ত সন্তানে মোৰ তৃষ্ণা পলুৱা'ক।
দুৰ্বল পৰাণ এনে নধৰোঁ মিছাতে।
নাশি যদি পায় সুখ অসুখী প্ৰজাই
মাতাঁ মাতাঁ, বন্ধুবৰ ! সন্তপ্ত সন্তান,
হাঁহি হাঁহি দিওঁ প্ৰাণ দধীচিৰ দৰে।

বিদূষক,- এৰা ! সিমানেই হে বাকী আছে। সেইজনী মানুহে লৰা-ছোৱালী পালিব নোৱাৰি নিজে মৰিব খোজাত আচৰিত হৈছিল, এতিয়া নিজে কৰিছে কি ? নাই দধীচিৰ নাম লৈ অত্যাচাৰৰ পাপ পাতলাব খুজিছে। দধীচি মৰিল বুলি আপুনিও মৰিব নে ? দধীচিৰ এতিয়া হাৰবোৰে ভোকত মঙহবোৰ খাই জকাজক জকাটো বজ্ৰময় কৰিলে। পেটত একো নসহ হ'ল, অনাহাৰে থাকিব লগাত পৰিল। আল পৈচান ধৰিবঁলে লৰাও নাই, তিৰোতাও নাই, এনেয়ে মৰা। তাতে জানিবা টোৗতে খৰটো মাৰি মৰিবৰ বেলিকা অলপ মৰোঁ বুলিয়ে

মৰিলে। আপোনাৰ কেউফালে পূৰ হৈ আছে, আপুনি মৰিব কিয় ? ল'ৰা-ছোৱালীৰ উদ্ভগুলি বেছি হলে মাক বাপেকে নিজে মৰি মৰি যায় নে, নাই চিৰিপনি এচাৰিৰে চিৰিপ্ চিৰিপ্ লগাই দিয়ে ?

শ্ৰীবৎস,- এদিন উচৰ্গি দিলোঁ প্ৰজাৰ সুখত
তুচ্ছ এই হিয়াখনি স্বাৰ্থ চিকোণাই,
মাৰে ৰাখে যিবা কৰে কৰক প্ৰজাই।
কৰ্ত্তব্যৰ পৰিণাম মৃত্যু বা মঙ্গল
শিৰ পাতি লম তুলি বিনা ওজৰেৰে।
মৃত্যুৰ ভয়ত কিয় মৰিম মিছাতে ?

বিদূষক,- অ' আপুনি দেখোন কথাৰে ফেৰ হে পাতিছে ! আপুনি ভাবিছে মই আপোনাৰে ভেঙ্গুচালি কৰিছোঁ। মই কিবা মোৰ বুদ্ধিৰে আপোনাক নিৰ্বলৈ আহিছোঁ নে ? লক্ষ্মী আহিয়ে যেনেকৈ। যি বুদ্ধিৰে আপোনাক নিৰ্বলৈ কৈছে মইও তাকেই কৰিছোঁ। মই নেৰোঁ। আহক চোচোৰাই হওক বগৰাই হওক মই নিহে এৰিম। নিব নোৱাৰিলে যে ব্ৰহ্মবধৰ পাতক নলগাই এৰিম তাকো নেভাবি নেথাকিব।

শ্ৰীবৎস,- কমলাৰ ইচ্ছা এনে কিয় হ'ল, সখি !

বিদূষক,- কিয় হ'ল ফটুৱা বামুণে কি বুজে ? (নেপথ্যলৈ চাই) সৌৱা, সৌৱা শ্যালক পালেহি। আহক, আহক। ঘোৰাৰ খুৰাৰ ধূলিৰে গোটেইখন ধুৰঁলি কুঁৰলী হল। আহক এই ধূলিৰেই বিদ্ৰোহীৰ চকুত ধূলি দি কাৰেঙত সোমাই নাককেটা জাৰি-জোকাৰি একো ফেৰি তেল দি শুই থাকোঁগৈহঁক।

শ্ৰীবৎস,- নগলে তো নেৰা তুমি। কি কৰোঁ উপায ?
বলাঁ সখি, পূৰ্ণ হ'ক ইচ্ছা কমলাৰ।
অহহ্ !
তাৰিব নোৱাৰি আজি আতুৰ তনয়
পলায় কাতৰ পিতা উলটি নেচাই।

বিদূষক,- সৌৱা, সৌৱা, — সৌ ফালে।

(দুইৰো প্ৰস্থান।)

---

## চতুৰ্থ দৃশ্য

### কাৰেঙৰ কোঠা

### বেলি ভাটী দিলে

(মন্ত্ৰীৰ প্ৰৱেশ)

মন্ত্ৰী,- অত কৰি নোৱাৰিলোঁ বুজাব প্ৰজাক !
একেটা আটাহ পাৰে সহস্ৰ কণ্ঠেৰে
"মাৰ মাৰ শ্ৰীবৎসক খেদা তাক খেদা।"
সুদূৰ দিগন্ত জিনি জয় জয়কাৰ
ফুটিল সিদিনা মাথোঁ কৃতজ্ঞ কণ্ঠৰ,
আজি সেই প্ৰজাকুল ঘোৰ প্ৰতিকূল
নৃপৰ নিৰ্ম্মূল বাঞ্ছি ঢালে হলাহল !
অবিশ্বাসী বিষধৰ দুমুখীয়া সাপ,
তাৰো আছে কালাকাল মুখ সলোৱাৰ ;
বিবেক গৌৰব যাৰ তেনে শ্ৰেষ্ঠ জীৱে
সলায় বৰণ নিজা যিমান বেগায়,
নসলায় তত বেগে শাওনৰ মেঘে !—
আকুল যন্ত্ৰণা মোৰ কূল হেৰুৱাই,
নিদিয়ে ৰজাই কাষ, নিদিয়ে প্ৰজাই।
সুবিশাল ৰাজ্য এই ৰাখোঁ কেনেকই ?
শেষ হ'ল নীতি যত, দণ্ডনীতি বাকী
নেটানি ৰাজ্যৰ ৰশ্মি কঠোৰ হাতেৰে
নেজানো মেলায় প্ৰজা কোন লক্ষ্য লই ?

(শ্যালকে কঁপি কঁপি আহি মন্ত্ৰীক প্ৰণাম কৰে।)

শ্যালক,- পূব দুৱাৰত ৰক্ষা নাই। গোটেই দুৱাৰ বেৰি, গোটেইজাক গড়ৰ ভিতৰত সোমাব খুজিছে। বাধা নেমানে ! তম্বি নেমানে। খালি মুঠে 'মাৰ মাৰ।' শিলগুটি আৰু ইটা দলিয়াইছে। বহুত নগৰপাল জখম কৰিলে। এই পকী ঘৰৰ বাহিৰৰ পৰাই সিহঁতৰ হো-হোৱনি শুনি। কি হয় ৰজাৰে মীমাংসা কৰি এটা উপায় দিয়ক।

মন্ত্ৰী,- খুজিছা ধাৰলে ধন নিৰ্ধন জনক !!

শ্যালক,- নহয় ডাঙৰীয়া ; আগেমানে বিদ্ৰোহী জাক ভালেই আছিল, যেতিয়াই ৰাজ দৈবজ্ঞৰ বিধান শুনিলে তেতিয়াৰ পৰাই ৰক্ষা নাইকিয়া হ'ল। এই ৰাজ দৈবজ্ঞই হে যৎকূটৰ ঘাই। যদিওবা সি গণি-পিতি পাইছিল, দেশ কালৰ এই গতি দেখি কিয় প্ৰকাশ কৰিলে। লুকাই থোৱা

হলে কথা কিয় ইমান হবঁলৈ পায় ? তাক আটক কৰি কিবা কৰিব নোৱাৰি নে ?

মন্ত্ৰী,-নুবুজিলোঁ কিবা দোষ ৰাজ দৈবজ্ঞৰ।
প্ৰজাৰ মঙ্গল ভাবি, ৰাজ্যৰ মঙ্গল,
সিদ্ধান্ত জ্যোতিষ গণি শাস্ত্ৰৰ বিধান
যিবা পালে দিলে কই সত্য সাহসেৰে ;
মানবী মহত্ত্ব তাত ফুলে বিতোপন।

শ্যালক,- তেনে কি উপায় কৰে কৰক। সিফালে চাঁগে ৰাজগড় ভাঙ্গি এতেপৰে মাটিৰে সমান কৰিব পায়। প্ৰত্যেক ছটা ইটাত একোটা নগৰপালৰ প্ৰাণবায়ু উৰাব পায়। মই হলে অইন একো উপায় দেখা পোৱা নাই। ইহঁতৰ আগৰণুৱা চাই গোটেইদিয়েকক পিঞ্জ দি নিচানত আঁৰি থলেহে যদি বাকীজাকৰ ৰমলিয়নি শাঁত হয়। চিৰদিন উদগুৰ লগত লেন্ দেন্ কৰি উদগুৰ ধাতুৰ গম নেপাওঁ নে ?

মন্ত্ৰী,- নুশুনিলা নিজ কাণে সিদিনা মাথোন
ৰজাৰ আদেশ যিবা সেনাপতিলই—
"মাৰাঁ যদি এটি প্ৰাণ বিদ্ৰোহী দলৰ
ভাবিবা মৰিল ৰজা লগে লগে তাৰ।"

(বিদূষকৰ প্ৰবেশ।)

আহিছে নে মহাৰাজ ? কোৱা, বিদূষক !

বিদূষক,- অঁ, আহোঁতে জানিবা আহিছে, সেয়ে এখুজি দুখুজিকৈ। দেখা পাওঁতেও পাব, সেয়ে কেনেবা এজন মহাৰাজক।

মন্ত্ৰী,- বিপদৰ ভয় কেনে তুমি তো নুবুজা।
কত শ্ৰম কত চেষ্টা কৰি ৰাতি দিনে
কিহেৰে হুৰাওঁ তাক হাৰিলোঁ বিচাৰি।

বিদূষক,- বিপদক হুৰ পায় বাঘ বা শিয়ালৰ লগৰ পাইছে ভগা ঢোল কোবাই হুৰাবলৈ ? সি যে ফিচিকা চুৰীয়াবিশেষ। ফিচিকা চুৰীয়া পিন্ধিলেহে তাৰ মহিমা পাব। সি উঠোঁতে ফিচিকিব, বহোঁতে ফিচিকিব, হাঁচিত ফিচিকিব, কাহত ফিচিকিব, আন নেলাগে নেমাতি নুবুলি বহি থাওক, তাতো ফিচিকিব। তাত টাপলিও নেমাৰিব, সিয়নিও নিদিব। সিয়নি দিয়ক, সিয়নিতে পোতনি লৈ ফিচিকনিয়ে বিয়নি মেলিব। তাকে নকৰি তাক তিয়নী কৰক অইন নহলেও মনটোৰেই জিৰণি হব।

(শ্ৰীবৎস আৰু চিত্ৰৰ প্ৰবেশ।)

শ্ৰীবৎস,- কিবা বাৰ্ত্তা মন্ত্ৰীবৰ ! পালা কি সন্ধান ?
কত দিনে মুক্ত হয় এই কাৰাগাৰ ?

মন্ত্ৰী,- (কৰযোৰে)
মহাৰাজ ! পিতৃ মোৰ ! পৃথিবী ঈশ্বৰ !
মৰষক নিজগুণে সেৱকৰ দায় !—
বজ্ৰময় বাৰ্ত্তা প্ৰভো —

(নীৰব।)

শ্ৰীবৎস,- কাতৰ নহবাঁ মন্ত্ৰী !—নকৰিবাঁ ভয় !
খটালোঁ হিয়াত মোৰ বৃত্ৰৰ হৃদয়,
মহেন্দ্ৰৰ বজ্ৰাঘাতে নোৱাৰে ভেদিব।
অমঙ্গল বাৰ্ত্তা শুনি দুয়োখনি কাণ
ইমান বলিষ্ঠ হল ব্যায়াম-বলত,
প্ৰলয় গৰ্জ্জন গাজি শেষ অমঙ্গলে
নোৱাৰে কঁপাব তাৰ ক্ষুদ্ৰ এটি ৰেণু।
কোৱাঁ কোৱাঁ, শীঘ্ৰে কোৱা বাতৰি তোমাৰ।
পলমেৰে পাতলোৱা নাই প্ৰয়োজন।

মন্ত্ৰী,- নসৰে মুখত কথা, কি দিম বাতৰি ?
কৰে যদি কিবা দায় নসজা বচনে
মাৰ্জ্জনা কৰিব ক্ৰটি প্ৰকাশি কৰুণা।
—জ্যোতিষ জলধি মথি সিদ্ধান্তৰ সাৰ
যিবা পালে সমিধান ৰাজ দৈবজ্ঞই
ভয়ঙ্কৰ হলাহল—অতি সাংঘাতিক !
দশবৰ্ষ স্থূলদশা সূৰ্য্যৰ সুতৰ,
পাতনিতে দুবছৰ চুচৰি সাৰিল।
ভীষণ উৎপাত দল স্তৰে স্তৰে সাজি
আছে বোলে অগণন দূৰ ভবিষ্যত।
জ্বলি গল দশাধিপ, নাই প্ৰতিকাৰ
কেনিও নিস্তাৰ নাই বাকী কি বৰ্ষত।
ৰাজ্য জোৰা অমঙ্গল দিলে মন্ত্ৰ তাৰ,—
"জিলিকে হে যদি ৰাণী ৰাজ মুকুটেৰে
অন্ধকাৰ অত্যাচাৰ আঁতৰি পলাব"

(নীৰব।)

শ্ৰীবৎস,- বুজিলোঁ বুজিলোঁ মত জ্যোতিষ শাস্ত্ৰৰ।
কিবা বোলে প্ৰজাদলে এই বিচাৰত ?

মন্ত্ৰী,- বুলিব কি প্ৰজাদলে ? দিব কিবা মত ?

উচ্ছৃংখল প্ৰজাদল মানৱ নহয়
সংহাৰৰ মহাযন্ত্ৰ গৰ্জ্জিব লাগিছে।
ৰজাৰ সলনি হলে ভাগ্যৰ সলনি,
সঁচা হক মিছা হক, এই বিশ্বাসকে
হাকোলি ধৰিছে তাক, নেৰে কদাপিতো।

শ্ৰীবৎস,- কিয় কৰোঁ আৰু তেনে মিছাতে পলম ?
শান্তি সুখ আশা কৰি সন্তানে এদিন
জয়ধ্বনি তুলি তুলি তুলিলে মুকুট,
অকামিলা হল শিৰ এই দুৰ্দ্দিনত,
ধিক্কাৰৰ দোপে দোপে খহক কিৰীটি।
(মুকুট খুলি।)
নামি যোঁৱা মানে মানে মুৰৰ মুকুট,
দেৱৰ নিৰ্ম্মালি তুমি, ধৰাৰ গৌৰৱ,
নিজহাতে পানী দিওঁ পালিব নোৱাৰি।
চূড়ান্ত গহনা এই, ৰমণীৰ প্ৰাণ,
পিন্ধাঁ পিন্ধাঁ যতনেৰে, প্ৰাণৰ প্ৰতিমা,
শাঁত হক দহা পোৰা প্ৰজাৰ হৃদয়।
যথাযথ আয়োজন কৰাঁ, মন্ত্ৰীবৰ !
অভিষিক্তা হক ৰাণী এই এতিয়াই।
দুৱাৰে দুৱাৰে কৰাঁ ঘোষণা প্ৰচাৰ,—
'খেদিব নোৱাৰি দুখ দুখীয়া প্ৰজাৰ
কাপুৰুষ শ্ৰীবৎসই পুলকি পলাল ;
মহাৰাণী হ'ল ৰাণী, মাতৃৰ নিচিনা
পিতৃ পৰিত্যক্ত প্ৰজা পালিব প্ৰেমেৰে।
(ৰাণীৰ হাতত মুকুট দিয়ে।)

চিন্তা,- (মুকুট হাতত লৈ আঠুকাঢ়ি)
ক্ষমাঁ কৰাঁ, ক্ষমাঁ কৰাঁ, হৃদয় দেৱতা !
সহস্ৰ বৃশ্চিক আছে ইয়াত লুকাই।
কঁপিছে অবলা হিয়া ৰাখাঁ অধিনীক।

বিদূষক,- উৱা ! মুকুটটোত আকৌ বৃশ্চিক ওলাল কৰ পৰা ? বৰ বাদ নোখোৱা বাবে ভগা ঢাৰি পাটিত উৰহ হয় তাকো মানো, কাঁকৈৰ হলকেডাল ভয়তে চুলিতে নুসুমুৱাই কাৰণে জাপৰীৰ মুৰত ওকণী হয় তাকো মানো। এই জাহি ৰ'দত জহাই থকা কুচিৰে নীৰাই থকা মুকুটটোত আকৌ বৃশ্চিকে বাহ লবলৈ পালে কেনেকৈ ? কাওতে মুকুটটো পাইছে পিন্ধা নথয় কিয় ? বৃশ্চিকে কামুৰিলে খহাই থব। কিবা আপোনাক কোনোবাই বান্ধি শাস্তি কৰিছে নে ?

মন্ত্ৰী,- মহাৰাণী ! কোনে বোলে অবলা আপুনি ?
অতি লাজ কৰে গুণে লাজুকী লতাই
নিলাজী নামেৰে তাৰ লাজটি লগায়।
ইচ্ছা হল ঐন্দ্ৰিলাৰ ইন্দ্ৰাণী আসন
মুহূৰ্ত্ততে উতলিল দৈত্যৰ সমাজ ;
বাজিল ৰণৰ ভেৰি ত্ৰিদিব পুৰত,
অজস্ৰে কৰিলে পাত অমৰ শোণিত,
তেজেৰে বাজলী কৰি মন্দাকিনী ধাৰা
নন্দনৰ পাৰিজাত ওপঙালে তাত ;
ইন্দ্ৰাণী লিগিৰী হল ঐন্দ্ৰিলা ৰাণীৰ।
জিলিকিছে যত কাণ্ড বুৰঞ্জী বুকুত
চালি চালে আদি তাৰ ইচ্ছা ৰমণীৰ।
ই হেন ৰমণী দেবী, অবলা কি বুলি ?
বেৰি এই শান্তিময় ৰজাৰ কাৰেঙ
সহস্ৰ সন্তানে আজি কান্দে হুমাবাবে।
কিমান সহিব আৰু ল'ৰাৰ কান্দোন ?
লাহেৰে লয়হে যদি ৰজাৰ মুকুট,
আমাৰো আনন্দ হয়, আনন্দ প্ৰজাৰ,
হাহাকাৰ ঘুৰি হব জয় জয়কাৰ।

চিন্তা,- দুনাই নকৰ দেউ, ধৰোঁ চৰণত,
নধৰিব মন্ত্ৰীবৰ, কৰিছোঁ মিনতি।
এনেয়ে অবলা জাতি তাতে যে আঁজলী,
নেজানো শাস্ত্ৰৰ কূট, নেজানো যুকুতি।
জানো মাথোঁ এই সাৰ, শিক্ষা জননীৰ,
স্বামী তিৰী দুয়োজন কায়া আৰু ছায়া।
নিপিন্ধে কায়াই যদি মূৰত মুকুট,
ছায়াই পিন্ধাটো কেনে স্বভাৱ বিৰোধ।
(শ্ৰীবৎসক কয়।)
আৰাধ্য দেৱতা মোৰ, প্ৰাণৰ গৰাকী !
অতদিন স্নেহ দৃষ্টি দিলা অধিনীক ;
আজি কিয় আঁজলীক বঞ্চিতা কৰিছা ?

শ্ৰীবৎস,- হ হ হ!!!—
বাসনা বিৰাগ দেখি হাঁহি উঠে মোৰ।
কতনা শতিকা জপি এই বাসনাই

সাঁচে সাঁচে মুকুটৰ মুৰটি ঢলায়,
জপি জপি কত যুগ ঢলা মুৰটিয়ে
মুকুটৰ মালাধাৰি মুৰত মেলায়।
শেষ লক্ষ্য বিলাসৰ, মানবী আশাৰ,
আজি সেই মহামণি মুকুট ৰজাৰ
নিজে যাচি ফুৰি ফুৰে লোৱাঁ লোৱাঁ বুলি।
অ হ হ !!—
তুমিও বুজিলা ৰাণী মুকুট মহিমা ?
নামে উঠে ফুৎকাৰত চঞ্চল প্ৰজাৰ,
অমূল্য নামটি তাৰ, মূল্য নাইকিয়া।
স্বাধীন দেখিছা বাজে, নহয় স্বাধীন ;
পৰাধীন যন্ত্ৰণাৰ উৎকট বাহ্মোন।
নেকান্দিবাঁ প্ৰাণ মোৰ, ক্ষান্ত হোৱাঁ তুমি।
নোৱাৰোঁ বুলিলা তুমি পালিব মুকুট,
দিয়া যাকে মন যায় এই মণ্ডলীৰ।
সুযোগ্য শিৰত দিবা সুযোগ্য মুকুট,
মৰ্য্যদা ৰাখিবা তাৰ শত ধিক্কাৰতো।
তোমাৰ বাছনি যেয়ে সেয়ে মোৰো ৰজা,
দোৱাম অযোগ্য শিৰ যোৰ হাত কৰি।

চিন্তা,- আহক কাষৰ চাপি, সচিব-ৰতন,
অজলা হাতেৰে দিওঁ ৰজাৰ মুকুট
যতনেৰে তুলি ল'ক্ সুযোগ্য শিৰত।
(মন্ত্ৰীক মুকুট দিয়ে ; আঠুকাঢ়ি লয়।)
(শ্ৰীবৎসৰ পদধূলি শিৰত সানি লৈ কলে।)

চিন্তা,- এয়ে এই আঁজলীৰ মহাৰ্ঘ মুকুট।

বিদূষক,- "জয় জয় জগদ্ধাত্ৰী আদৰ্শ মহান।" ফটুৱা বামুণক কন্দুৱালা মোৰ আহি ! কন্দুৱালা ?
(চকু মোহাৰে।)

শ্ৰীবৎস,- যোগ্যজন জুৰি ললে মুকুটে ৰজাৰ।
এনেকে এদিনা ঠিক্ কাৰণ জগত
শৰৰূপে মহাসতী ফুৰিছিল উটি
উপযাচি নিজে নিজে লোৱাঁ লোৱাঁ বুলি।
ত্ৰিমূৰ্ত্তিৰ দুজনাৰ নোযোগালে মন,
যোগ্য বুজি যোগৰাজে জোৰালে নিজেৰে ;
তাতেহে হাঁহিলে বিশ্ব, মাধুৰী ফুটিল।
লোৱাঁ লোৱাঁ মন্ত্ৰীবৰ, যোগ্য শিৰ পাতি,
হাঁহক মধুৰ হাঁহি মধুৰ প্ৰজাই।
ৰজা হল মন্ত্ৰীবৰ বিশাল ৰাজ্যৰ—
ভেৰিৰ নাদেৰে কৰাঁ ঘোষণা প্ৰচাৰ।
এনে এটা নাদ যাতে গাজি উঠে তাত,
অশান্তিৰ অশু যত ঘোলা পৰি যায়,
অবাকৰ ভুলে সুৰ আবেগে প্ৰজাৰ।
সাৱধান মন্ত্ৰীবৰ, অতি সাৱধান
সামান্য নহয় এই ৰজাৰ মুকুট,
নমজাৱাঁ উৎসৱত লক্ষ্য আপোনাৰ।
কৰ্ত্তব্যৰ ক্ষেত্ৰ চোৱাঁ দিগন্ত বিয়াপি
টুকি টুকি কেচা ঘাম ৰুৱা শস্য তাত,
শেহৰ ভোগালী বিহু অতি ভয়াবহ,
প্ৰজাৰ ধিক্কাৰ ধ্বনি, অশান্তি প্ৰাণৰ,
অপমৃত্যু পুৰস্কাৰ ৰাজ খিতাপৰ।
পিন্ধাঁ, পিন্ধাঁ পিন্ধি বুজাঁ মহিমা কিমান,
উস্ !—আজিহে বান্ধৰ শিৰ মুকলি লাগিল।
মুকলি লাগিছে এই জগৎ সংসাৰ,
বলিছে মুকলি বায়ু মুকলি মুৰত।

মন্ত্ৰী,- (তলমূৰ কৰি)
মহাৰাজ !—মহাৰাজ !—

শ্ৰীবৎস,- মহাৰাজ ! মহাৰাজ !—কোন মহাৰাজ ?
জিলিকে ৰজাৰ জ্যোতি কাৰ শৰীৰত ?
ৰশ্মিহীন অংশুমান,—শ্মশানৰ ছবি,—
উৰি যোৱা উৎসৱৰ মোলান মণ্ডপ,—
প্ৰচণ্ড প্ৰতাপী ৰজা ক্ষমতা-বিৰহী
কিবা কাঠা আছে তাত ? বৃথা সম্বোধন।
বোলাঁ যাক মহাৰাজ, চোৱাঁ সেই জন
অতি দীন অতি হীন প্ৰজাটিৰ দৰে
ভিখাৰী দলেৰে মিলি ৰাজ-দুৱাৰত
মাগি লব ৰাজ-কৃপা কৃতকৃত্য বুলি।
সামান্য সন্তান মই মুকলিমুৰীয়া,
আপোনাৰ স্কন্ধ বিবা বিচাৰি বিচাৰি
ইচ্ছা হয় এই দণ্ডে শিৰ গুঁজি দিম
শিৰৰ তৰঙ্গময় বিদ্ৰোহ বানত ;
সহস্ৰ কণ্ঠত মোৰো কণ্ঠটি মিলাই—

"মাৰ, মাৰ শ্ৰীবৎসক, খেদা তাক খেদা" !–
ভীষণ গৰ্জ্জন কৰি বিদাৰোঁ গগন ;
লৰি য'ক্ সিংহাসন, কঁপক জগৎ
নুমক সনাহী আশা ৰাজপাটলই।
–কি কলোঁ, কি কলোঁ মই আপোন পাহৰি ?
নডৰিবা মন্ত্ৰীবৰ, এই প্ৰলাপত।
অতি নিৰ্জ্জু প্ৰজা হম, নিৰীহৰ দৰে
নিজানে আপোন মনে ফুৰিম উমলি।
পিন্ধাঁ পিন্ধাঁ মহাৰাজ ! ৰজাৰ মুকুট।
শেষ ভিক্ষা এই মোৰ, ৰাজ-কাৰেঙত
দিয়ে যেন দিন দুই শান্তিৰে শঁতাব।
নাই আৰু কথা মোত। পলাওঁ পলাওঁ।
উস্ !
অত কৰি নোৱাৰিলোঁ নিচুকাব প্ৰজা !

(লৰি লৰি গুচি যায়। পাচে পাচে চিন্তা আৰু বিদূষকৰ প্ৰস্থান।)

(সকলোৱে অলপ পৰ তলকা মাৰে।)

মন্ত্ৰী,- (হাতত মুকুট'লৈ ভাবি ভাবি খোজ চলাই)
লাগিছিল কিবা হব, হল কিবা আজি !
লীলা ই যে নিয়তিৰ নোৱাৰি বাধিব।

(অলপ ভাবি)

এনেয়ে থাকোঁতে ৰজা বিদ্ৰোহ ৰাজ্যত
নাই !–
ৰাজ প্ৰতিনিধি মই কৰিম শাসন !

(দৃঢ়- সঙ্কল্পেৰে প্ৰস্থান।)

(পাচে পাচে শ্যালক আদিৰ প্ৰস্থান।)

---

## পঞ্চম দৃশ্য

### কাৰেঙৰ বাৰাণ্ডা

### আবেলি

(কঞ্চুকীয়ে ভাবিব লাগিছে)

কঞ্চুকী,- ভাবিছিলোঁ বোলোঁ ৰাজ কাৰেঙত মোৰ শ্ৰীবৎসৰ সুখ দেখি দেখিয়েই উদাসীন হাৰকেডাল পেলাব পাৰিম। বিধতাই নসহিলে। যিদিনাই ৰজাই গা ধোৱাৰ এৰেহা পানীটোপা ক'লা কুকুৰটোৱে চেলেকিলে সেই দিনাই গাটো চেৰাই গল। ভাবিছিলোঁ কিবা এটা হব। কিবা ও কিবা আচল কিবাটোৱেই হল। অতকৈ লগে লগে ফুৰিছোঁ হে হয় মাত একেষাৰিকো পোৱা নাই। মোৰ লগ এৰি এৰি ফুৰিছে। এৰক মোৰ লগ, মই তো নেৰিছোঁ। সেই সৰুটিতে মোৰ বুকুৰ নোম এডালি এডালিকৈ লেখি থৈছে। সেই নোম এতিয়াও সৰা নাই। বুঢ়া হাৰকেডালত জীৱ থাকে মানে টানি আঁজুৰি মাগি হওক খুজি হওক ৰজাৰাণী হালকে খুৱাবই লাগিব। সিহঁতৰ নো আৰু কোনে আছে ?

(এনেতে শ্যালক আহি ওলালহি।)

শ্যালক,- এ, কঞ্চুকী দেউ ইয়াতে আছে। মই গোটেই খনতে বিচাৰি চলাত কৰিলোঁ।

কঞ্চুকী,- আও ! মোকে বিচাৰি ফুৰিছে নে ? মই দেখোন কাকো দিবও নেলাগে, কাৰো পৰা পাবও নেলাগে। সম্পত্তিৰ ভিতৰত যি আছে আমাৰ গা-টি হে। তাত মোৰ দুখনত বাজে আৰু কাৰো হাত নাই দেখোন।

শ্যালক,- সঁচাকৈয়ে দেউ ! মই আপোনাৰ ওচৰলৈ হে আহিছোঁ।

কঞ্চুকী,- মই বুজিছোঁ। বুঢ়া হলোঁ বুলি ৰঙ ধেমালিৰো ভু নোপোৱা হলোঁ নে ? আহিছে চাগে ভনীয়েকৰ ওচৰলৈ ; মোৰে মুখ ছালি মাৰি মুখ খন ধৰাই'লৈছে।

শ্যালক,- আপুনি নো ক'ৰ ভনীয়েকৰ কথা কৈছে ?

কঞ্চুকী,- এৰা। পাহৰিব লগা হ'ল যেতিয়া পাহৰিবই। কৈলে ?–সেই চিন্তাদেবী–আগেয়ে যে ৰাণী আছিল।

শ্যালক,- ভনীয়েকেই ককায়েকক চিনি নেপালে, ককায়েকে নো ভনীয়েকক এতিয়া চিনি পাব কিয় ? নুশুনিলে জানো সিদিনা ? ৰজাই নিজ মুখেৰে যাকে মন যায় তাকে মুকুটটো দিবলৈ কৈছিল। মন্ত্ৰীয়েহে ৰাজ্যখন পালিব পাৰে ? আমাৰ গাত ৰাজতেজ নাই নে কি ? নিজৰ দেশ এৰি তাইৰ আলমতে এই খনত পৰি আছিলোঁহি, তাই কৰিলে এনেকুৱা ! নক'ব দেউ, তেনে জনী ভনীৰ কথা। ৰ'ব, দেউ, এইবোৰ কথা এৰি দিয়ক। আপুনি পাচে এতিয়া কৰে কি ? আগৰ কামতে নেথাকি নো বুৰাকালত ক'ত লটি-ঘটি হবগৈ ? আগৰ সকলোৱেই আগৰ দৰেই থাকিব, কেবল দুজন সভাসদে হে বুঢ়া বুলি অৱসৰ

লৈছে। ভাবিবৰ চিন্তিবৰ আৰু সময় নাই। কি কয়, কওক।

কঞ্চুকী,- সেই দুজনৰ লগত আৰু এজন হলেহে দেখে চকটো বহিব। ৰাজসংসাৰৰ আলপৈচান ধৰিয়েই তিনি কাল কটালোঁ। বাকী কালটো অলপ পৰকালৰ চিন্তা কৰি তীৰ্থে তীৰ্থে ফুৰি কটাব খুজিছোঁ। নতুন ৰজাৰ কথাও নতুন। তাকে চাই অলপ নতুন ধৰণৰ ৰং চং লগাই খাটিব, যাতে আমাৰ ওপৰত একো খং বিষ নুঠে।

শ্যালক,- হেঃ—ৰং চং খুৱাবলৈ আৰু নতুনকৈ শিকাব নেলাগে। সিমান ফেৰাই নোহোৱা হলে ৰাজসংসাৰত ইমান দিন টিখিল্‌ঘিলাব নোৱাৰিলোঁহেতেন। আপোনাৰ হকে অকল খাটনি কি ? আৰু কৰিবলগীয়া হলেও কৰিবলৈ প্ৰস্তুত !—এতিয়া কলে বঢ়াই কোৱা হব। যিদিনাই আপোনাক প্ৰথমে দেখিলোঁ, সেই দিনাৰ পৰাই আপোনালৈ কিবা এটি ভক্তি সোমাল। যক্, দেউ ! আপুনি আশঙ্কা নকৰিব। আপোনাৰ গাত মুঠে টোপ্ এটাকে পৰিবলৈ নিদিওঁ। খুব সোণকালে তীৰ্থলৈ গৈ আপোনাৰ মনোৰথ পূৰ্ণ কৰকগৈ।

(সেৱা কৰি গুচি গ'ল।)

কঞ্চুকী,- বুঢ়া শালিকাই মাত লৰবলৈ হে আছে। ৰাতি দিন হিয়াৰ ভিতৰত কিহবাই মাতিব লাগিছে, "বেলা হ'ল। বেলা হ'ল।" ইমান দিন অৰ্থৰ কোঢ়ালত সেই মাত শুনা নাছিলোঁ। এতিয়া শুনিও নুশুনিম নে ? নাই আৰু একো নাই। প্ৰাণৰ ভয়ে মোক ঘূৰাব নোৱাৰে। শ্ৰীবৎস চিন্তাক বুকত বান্ধি তীৰ্থে তীৰ্থে ঘূৰি ফুৰিম, শেষৰ নিশ্বাসটিৰেও মোৰ বিপন্ন শ্ৰীবৎসক বিচি যাম। আজি ৰাজ্য নাই, ৰাজ সুখ নাই, বুৰা কঞ্চুকী আছে হে তেও। সিহঁতৰ সেৱাই মোৰ ধৰ্ম্ম, সিহঁতৰ সেৱাই মোৰ কৰ্ম্ম।

(এই বুলি লাহে লাহে গুচি গ'ল)

(ইফালৰ পৰা শ্ৰীবৎস আৰু চিন্তাই কথা পাতি পাতি লাহে লাহে আহি ওলালহি)

শ্ৰীবৎস,- এনেয়ে উপচি আছে বিপদৰ বানে,
জুমুৰি ভেজনি পুনু ঢালি তুমি তাতে
নেভাঙিবাঁ পাৰ তাৰ, নুবুৰাবাঁ হিয়া।
ভাল পোৱাঁ তুমি মোক, এই দোষতেই
সাধনাৰ চিন্তামণি চিন্তাৰ জনম
দিবা নে কি জলাঞ্জলি অনাকাৰণতে ?
—দুদিন দূৰত থাকাঁ বাহিৰে আঁতৰি,
যাৱতে নেযায় এই নিশা দুৰ্যোগৰ ;
সুখৰ পুৱাতে পুনু বাসন্তী অশ্ৰুৰে
চাকই চাকোৱা দুয়ো মিলিম হুতাহে।
ভাবি চোৱাঁ, প্ৰাণ মোৰ ! এৰি দিয়াঁ আৰু
একেটি কথাৰ সেই একে এটি ধাৰ।

চিন্তা,- একে জনী চিন্তা, নাথ, সেৱকী তোমাৰ।
বৰষা আশীষ নিতে একেটি শিৰতে,
একেটি কথাৰে যেন একে দেৱতাকে
একে পূজা কৰি ফুৰে জীৱনে-মৰণে !

শ্ৰীবৎস,- বুজালতো নেমানিলে আৰু কি উপায় ?
ৰজাৰ জীয়াৰী তুমি লৰনু পুতলি,
কলাকলে বাঢ়িছিলা সুখৰ কোলাত,
ঐশ্বৰ্য্য পাচনী নিজে সন্তোষে যে ধাই
অভাৱৰ আঁৰে আঁৰে তুলিলে যতনে।
মহাৰ্ঘ মাণিক যাৰে দীন পৰিয়ালে
হেলাৰঙ্গে নিব পাৰে গোটেই জীৱন,
হেটালি খেলিলা তুমি সেই মাণিকেৰে।
নেজানা তো অভাৱৰ কষ্ট কি দাৰুণ ?
জমকা ৰান্ধনীশাল ৰান্ধনী নিপুণ,
সকলো ঋতুয়ে নিতে যোগায় সম্ভাৰ,—
জুতিৰ জগতে জোৰে কি যে ঐক্যতান ;
নিতে নিতে ভুঞ্জা তুমি দেৱান্ন নতুন,
সপোনতো দেখা নাই দুৰ্ভিক্ষ ৰাক্ষস !
কত যে উৎকট সিটো কি বুজিবা তুমি ?
বেণু বীণা মঞ্জিৰাৰ সুললিত তানে
কোমল শ্ৰৱণ জুৰি নিতে নিচুকায় ;
কেনেকৈ শুনিবা, প্ৰাণ, হিংস্ৰ শ্বাপদৰ
দিগন্তলা কঁপি যোৱা ভীষণ গৰ্জ্জন ?

চিন্তা,- নিপিছলে মন মোৰ শঙ্কা আশঙ্কাত।
তোমাৰ বিৰহ,—সি যে দুৰ্ভিক্ষ দুৰ্জ্জয়।

(তললৈ মুখ কৰে।)

শ্ৰীবৎস,- কত দিন কলা তুমি সাবটি আবেগে
সেই যে কাহিনী এটি ফুলনি বাৰীৰ।—
জীৱন বসন্ত ফুলি উঠিলে যেতিয়া

জেতুকী কৰিলে গাল কুহুমীয়া তাপে,
ফুলনি মাজত পাই মত্ত মধুকৰে
পাতিছিল সুঙ্গ তাৰ মধুৰ আশাত,
নুবুজি ভ্ৰমৰ-প্ৰেম সদ্য যন্ত্ৰণাত
লবিছিলা চিৰঞ্চত আপোন পাহৰি।
হুলস্থূল লাগি গল অন্তেসপুৰত,
—ৰাউচি জুৰিলে তাত সখীৰ সমাজে!

চিন্তা,- (লাজ কৰি মুখ ঘূৰায়।)

শ্ৰীবৎস,- আজি সেই মল্লিকাৰ সুকোমল কুঁহি,
আলসুৱা সাৰ তুমি, কুঞ্জলতাডালি
গুচি যাবা পদব্ৰজে অৰণ্য মাজত!
পদুমী চৰণ ছুই আবেগে জিকাৰি
গজলীয়া বননিৰ বনৰীয়া প্ৰেমে
আঁচুৰি কামুৰি চুমি কণ্টকী দাঁতেৰে,
বোলাব চৰণ দুটি তেজ আলতাৰে!
শৰতৰ চন্দ্ৰাবলী—কেনে সুশীতল!
ঘামি জামি লোৱাঁ তাতে বিলাহী বিচনী,—
সিও যেন অসহন দেখিলোঁ চকুৰে!
আজি সেই মুখখনি, সুকোমল দেহা,—
কোমলৰো কোমলতা, লাৱণ্যৰো লণী,—
খুলি দিবা উদলাই প্ৰখৰ খৰত,
দেই পুৰি চুহি নিব বৰণ চিকোণ।
কি সাহে ভেদিবা তুমি বজ্ৰ সুকঠিন,
বান্ধিবা মাতঙ্গ ঘোৰ বেলিৰ সূতাৰে?
জানি শুনি বাচিছিলোঁ ৰজাৰ মুকুট,
তাকো দিলা দলিয়াই নেজানো কি ভাবি!
কিবা সুখ আশা কৰি ভবিষ্যত জীৱন
ভয়ঙ্কৰ আন্ধাৰত খোজা লুকুৱাব?

চিন্তা,- জানো কিয় আন্ধাৰত খোঁজা লুকুৱাব!
কৰিব কি অৰণ্যৰ অপাৰ অপায়ে?
বেজীৰে বিন্ধা বাট সহজ সূতাৰে,
সহজ দুৰ্য্যোগো তেনে পাচনী চিন্তাৰ।

শ্ৰীবৎস,- অত যুক্তি অনুভূতি মানি গ'ল হাৰ;
তথাপি, হিয়াৰ হাৰ, হাৰ নেমানিলা।
এই শেষ অনুৰোধ ৰাখাঁ মোৰ প্ৰাণ,—
নিলগে থাকাচোঁ এই দিন দুই চাৰি
আনন্দেৰে পিতৃৰাজ্য সুখৰ কোলাত!
স্নেহময়ী জননীৰ মঙ-সনা প্ৰেম,
পিতাৰ আশ্বাস বাণী—অতল চেনেহ,
ভাইভনী সকলৰ সাঁচনী মৰম,
বাল্যসখা ৰঙ্গিণীৰ প্ৰাণৰ প্ৰণয়,
জনমভূমিৰ ৰাগ—স্বৰ্গতো বিৰল,—
আৱৰি ধৰিব হিয়া, আছে ৰই ৰই
বিৰহৰ চিন্তা তাত নিদিয়ে সোমাব!
—সুখে আছা তুমি, দেৱী, মাতৃৰ কোলাত
এই চিন্তা-স্মৃতি লই মন-মন্দিৰত
আঁতৰি পলাম মই দূৰ দূৰলই;
জীৱনৰ দুৰ্য্যোগত, ঘোৰ আন্ধাৰত
উমানে চিনিম বাট দুগুণ সাহসে।

চিন্তা,- দুনাই নকবাঁ, নাথ, নকবাঁ দুনাই!
আপদীৰ পিতৃৰাজ্য আৰু আপদীয়া।
তললই চোৱা চকু বন্ধু বান্ধৱৰ,
বোজাৰ দুৰ্ভৰ ভাৰ পিতাৰ মনত,
মাতৃৰ পুতৌ বেথা, ঘৃণা ইতৰৰ,
তোমাৰ বিৰহ তাতে আৰু তীব্ৰতৰ,
কোন প্ৰাণে সহোঁ নাথ, অতনা যাতনা?
ভিক্ষাৰিণী গুণে দেৱী দক্ষৰ নন্দিনী
ভুঞ্জিলে লাঞ্ছনা কত আদি সমাজতো।
সহস্ৰ কণ্টকে আহি মনৰ ৰাজ্যত
বিন্ধিবহি ৰাতিদিন দিবহি যাতনা;
ৰিজনিত অতি তুচ্ছ বনৰ কণ্টক।
ধৰিলোঁ সাবটি মই চৰণ যুগল,
গুচি যাব মন মোৰ ছায়াটিৰ দৰে,
নিনিয়া দেহাটি যদি, কৰুণা তোমাৰ।
বিৰহত মাটি হোৱা মাটিৰ দেহাটি
এৰিম মাটিতে আজি।—ধৰি কিবা লাভ!
(এই বুলি উচুপি কান্দিবলে ধৰিলে।)

শ্ৰীবৎস,- (নিচুকাই)
নগই নেৰিছা তুমি।—নকৰিবা খেদ,
যোৱাৰ ইচ্ছাটি যদি ইমান প্ৰবল,
আহাঁ তেনে দুয়োজনে কৰোঁ আয়োজন।
ৰাতিৰ আন্ধাৰ নামি আহিব বেতিয়া

চাৰি পাশে লই তাকে আঁতৰি পলাম।
—আন্ধাৰে আন্ধাৰে যাম ঘোৰ আন্ধাৰলে !
উস্ !—
ভৱিষ্যৰ গৰ্ভ সি যে আৰু অন্ধকাৰ !—
নেথাকোঁ তথাপি এই বাসুকী ৰাজ্যত।
লোৱাঁ সেই মুক্তামালা অতি গুপুতেৰে
যাচিছিল কমলাই আদৰে বিথাৰি,
কৌশলে কঁথাৰ মাজে লওঁ সুমুৱাই
—ৰহস্যৰ তত্ত্ব যেন মায়া ঢাকনিৰে !
(এই বুলি দুখোজ মান গল, কাৰেঙৰ ফালে চাই
দীঘল হুমুনিয়া কাঢ়ি আকৌ কৰ্বলে ধৰিলে,—)
চাই ল নয়ন মোৰ ! এই শেষ দেখা !
তোৰে তৃপিতিৰ গুণে সুন্দৰ নগৰ,
বিতোপন কলচীৰে জিলিকা কাৰেঙ
শেষ ৰশ্মি পৰি কেনে কৰে তিৰ্‌বিৰ্ !
সাগৰৰ তলি সিঁচি তুলিলি মাণিক,
গাঁথি তাৰে আলিয়ন জুলালি যতনে,
জিলিকে আজিও সেই একেটি হাঁহিৰে,
বিষাদ ৰেখাৰে মাথোঁ তই হে মলিন !
চাই ল নয়ন, আৰু অশ্বগজ শালা,
চাই ল চাই ল তোৰ নন্দনকানন,
নেদেখ সৌন্দৰ্য্য তই পুৱালে ই ৰাতি।
অত ধন, অত ৰত্ন ঐশ্বৰ্য্য বিভৱ
দমালিহি হুতাহেৰে আক্ৰোহী হাতেৰে,
সকলোটি পৰি ৰল নোলাল লগত,
ওলালি তয়ে হে আজি অকলশৰীয়া—
মহাযাত্ৰী আত্মা যেন দেহ ৰাজ্য এৰি !
চা ঘূৰি, কেনি গল ঐশ্বৰ্য্য বিভৱ !
লুপ্ত হল সকলোটি জীৱন সন্ধ্যাত !
উস্ !—
সহস্ৰ কণ্টকে যেন বিন্ধিছে হৃদয় !
বিদায়-জলক, চকু, নোৱাৰ সহিব ?
পলোৱাঁ পলোৱাঁ, প্ৰাণ, পলাওঁ আপুনি
নেৰিবাঁ তুমিয়ে, দেৱী ! জীৱনে মৰণে।
(চিন্তাক আলসূৱাকে হাতত ধৰি লৈ গুচি গ'ল।)

---

## ষষ্ঠ দৃশ্য

### পাৰ্ব্বতীয়া ঘৰ

**— বেলি ডুবি দিছে —**

(বিদূষকে পেট মোহাৰি মোহাৰি ৰাবাণ্ডাত টহলি ভাবিব লাগিছে,—)

বিদূষক,- শহুৰৰ ঘৰতো মৌজ এটা আছে। ভালেটিহে সাগৰত পেট নেপেলালে ভগৱান বিষ্ণুৰ বৈকুণ্ঠত গা নুজুৰায়। হে,- হে,- হে,- সেই বৰাগী মহাদেউৰো হিমালয়ত কৰিলেহে তপস্যাও হয় ! ইস্ দেহি !— সংসাৰ গোটেইখন যদি এটা মানুহৰ শহুৰেকৰেই ঘৰ হয় !— ঈশ্বৰে নো এনে এটা মানুহ সৃজি চাইছে নে ? —জানি শুনি মইও সখিক শহুৰেকৰ ঘৰলৈ যাবলৈ বাৰ বুৰি শপত দি থৈ আহিছিলোঁ। গৈছে নে নাই যোৱা অথন। এৰি থৈ আহিলোঁ হে হয় মনটোৱে কিবা চেৰেঙ চেৰেঙ কৰিছে। বিপদৰ পোনৰ হেঁচাতে মানুহটো কিবা পোটোকা পৰি গল (পদূলিলৈ চাই) সৌৱা আকৌ কোন ? আলিবাটত মৰাচালি ধৰি বা বলাই আহিছে। ভঙটো দেখি লখিমী আই যেন লাগিছে। হয় লখিমী আইয়ে মোৰ ! জিলিকনি চিলিকনি নাই, ৰেছ দেখি।

(বৰ দুখেৰে লক্ষ্মীৰ প্ৰবেশ।)

আহাঁ আহাঁ মোৰ মাতৃ ! অধমৰ সেৱা এটিকে লোৱাঁ। পাদ্য অৰ্ঘ্য দিবলৈকো হ'ল এতিয়া শহুৰৰ ঘৰ।

লক্ষ্মী,- ধনঞ্জয়, প্ৰিয়সখা শ্ৰীবৎস ৰাজ্যৰ,—
আগচিছে কথা মোৰ হিয়া কঁপনিয়ে।

বিদূষক,- হিয়া কঁপনিটো এটা সোঁচৰা ব্যাধি। কোৱাঁ, কোৱাঁ, মোৰ সখিয়নীৰ কেনে।

লক্ষ্মী,- তাতেহে উতলা আজি কমলাৰ হিয়া।
নিশাই যেতিয়া কালি শীতল হাতেৰে
শুৱালে আঁচল জাপি ক্লান্ত সন্তানক,
নেজানো কি জমকত উঠি অকস্মাত্,
নিৰাশ্বাস প্ৰেমিকৰ উদ্ভ্ৰান্ত আবেগে
গুচি গ'ল ৰজাৰাণী অন্ধকাৰ ভেদি !

বিদূষক,- গুচি গ'ল ? — কেনি ?

লক্ষ্মী,- পদ্মিনীৰ প্ৰেম লই তপন প্ৰেমিকে
যি পথে উজলি গ'ল পিচিত আন্ধাৰ,
ফাটি গ'ল ৰজাৰাণী সেই পথে পথে।

ঢালিলে কুঁৱলী অশ্ৰু বিৰহী পুৰীয়ে ;
শোকাহত পশুপক্ষী—নীৰৱ, নিতাল ;—
নিমাতে বিনায় যেন কৌশল্যাৰ প্ৰাণে !
নিচেই নিঃকিন জানি নিশা চেনেহীয়ে
আঁচলে আবৰি নিলে নেজানি কলাই।
নতুন বাতৰি লই অলপ পাচতে
উদিলেহি ক্ষীণ চন্দ্ৰ ৰোহিনীৰ সতে,
নুদিল দুনাই দুয়ো মোলান ৰাজ্যত।
—শূন্য হ'ল ৰাজপুৰী আজি অতদিনে !

বিদূষক,- কিনো বোলে ঐ ! ধৰি ৰাখোঁতা কোনো নোলাল নে ? কঞ্চুকী বুঢ়া মৰিল নে জীয়াই আছে ? তুমি ও নো কোনমতে ধৰি বান্ধি ৰাখিব নোৱাৰিলা নে ?

লক্ষ্মী,- দিনতে নয়নে দেহি কঞ্চুকী-কৃপণে ;
চুৰি হ'ল আন্ধাৰত দম্পতীৰতন
নমনিলে, নেজানিলে, নেপালে সন্ধান।
পুৱাই বাতৰি পাই বাউলৰ দৰে
কান্দি কাটি চুলি ছিজি লৰে উৰ্দ্ধশ্বাসে।
অতনা ৰতন মই কৰিলোঁ গোপনে
ঐশ্বৰ্য্য সজাত বান্ধি মোহ জিঞ্জিৰিৰে
ৰাখিছিলোঁ ৰাতি দিন দুহাত বুলাই ;
বিকট মূৰতি দেখি ছায়ানন্দনৰ,
মহাত্ৰাসে আৰ্ত্তৰাৱে ছটফট কৰি
আঁজুৰি ছিজিলে পাহ মোহ-বন্ধনৰ ;
উৰি গল জিঞ্জিৰিৰে সজা-সুকন্দায়।

বিদূষক,- ভাল কথাখন হ'ল দেউতাটি ঐ ! কেনেকৈ আঁতৰি আহিছিলোঁ কব নোৱাৰোঁ। এই কেইদিন তেওঁ মূৰকেটাতে আবুৰ আছিল। এতিয়া মূৰ উদি হ'ল যেতিয়া যেয়ে পায় সেয়ে টকৰিয়াবহি। চুহ্ বোলোতাও নাই।

লক্ষ্মী,- সেই হে আহিলোঁ লৰি অত উধাতুৰে।
পাৰি দিছে দুটি দেহা বিপদ বানত !
বনৰ বিপদ,—সি যে নজনা ভীষণ ;—
প্ৰতি পলে হুমিয়ায় চৰা প্ৰকোপেৰে !
হোৱা যদি প্ৰিয়সখা শ্ৰীবৎস ৰাজাৰ,
শলাগ উহনি বলি চকুলো এতিলে
সেমেকোৱা চকু যদি পৰিছে মনত,
আহাঁ আহাঁ এই বেলা, দিয়াঁ প্ৰতিদান।
কাতৰ আহ্বান শুনা শ্ৰীবৎস-দশাৰ।
মগজু আকুল হ'ল ব্যাকুল ভাৱেৰে,
নুমায় নুমায় বুদ্ধি গধুৰ হিয়াৰ ;
দিয়াঁ উদ্গনি যোৱাঁ, দিয়াঁ সঞ্জীৱনী
খেমালিৰে উমে উমে হিয়া পাতলাই।
পথৰ সমল যোৱাঁ খোপাৰ মালতী
আৰু এটি দিওঁ যাচি ৰাখিবা সাদৰি ;
যাচিব আহাৰ ইয়ে নানান যতনে।

বিদূষক,- (হাত পাতি লৈ নমস্কাৰ কৰে।)

লক্ষ্মী,- নহয় সময় ইটো কথা শুনিবৰ।
আহাঁ তুমি লগে লগে ;—পলে যুগ যায়।

বিদূষক,- আহাঁ বুলিছা হয়, এতিয়া উৰি যাবৰে মন গৈছে। তালৈকো আকৌ ঘৰৰ চিন্তাফেৰাৰ চিন্তা এটা কৰি থৈ নগলে নো কেনেকৈ নিশ্চিন্ত হওঁ ? যাম যেতিয়া যামেই। যোৱাঁ তুমি। এই ধৰা দোখোজৰ আগা-পিচা। আমাৰ দক্ষিণা লোৱা খোজ নামেৰে যি হে এবিধ পোচাকী খোজ আছে তাক লগাবলৈ পালে বাটৰ উজুটিত ওফৰা কেঁট লেখিও তৰণি নেপাবা। আগবাঢ়া। যাবৰ বেলিকা কৈ যোৱাঁ কেনি ক'ত সখিৰ লগ ধৰিব পাৰিম।

লক্ষ্মী,- পুৰীৰ সাৱট এৰি যোৱা শেহ ৰাতি
দুপৰৰ পথশ্ৰম কৰিছিল দুয়ো।
এনেতে পাচতে দেখি পূব দুৱাৰত
ৰঙা পৰি জ্বলি উঠা চকু জগতৰ—
তৰ্জ্জন কৰিছে যেন "পলাবি কলাই",—
হঠাৎ থমকি ৰ'ল,—প্ৰাণৰ সংশয় !
পশ্চিমৰ পথে পথে দূৰ সীমান্তত
দেখিবা প্ৰকাণ্ড বন নিজান গহীন।
অলপ দূৰতে তাৰ বট-বনস্পতি,
আছে তাতে নৰপতি নেজানি কি গতি,
নিমাতে নিফুটে দেহি অপেক্ষি আন্ধাৰ
ব্যাধৰ ভয়ত যেনে কপোত কপোতী।
উৰি যোৱাঁ তেনে তুমি সেই বনলাই,
গধুলিতে মিলি যাবা ৰজাৰাণী সতে !
অহ !—
আকুল পৰাণ মোৰ নেজানো কি হয় !

বিদূষক,- যোৱাঁ মোৰ আই ! থাওকতে মোৰ সেৱা এটিও লৈ যোৱাঁ। মই এই গৈছোঁ।

লক্ষ্মী,- চাবাঁ যেন বিলম্বই নহুৱে সুযোগ।

(এই বুলি আকুলভাৱেৰে লক্ষ্মী গুচি গ'ল।)

বিদূষক,- (খোজ চলাই ভাবিবলৈ ধৰিলে,—)

এতিয়া আমাৰ সখিয়নীক কৰা হয় কি ? কিমান দিন হয় কোনে জানে ? খুওৱা পিয়োৱাৰ ভাৰ হে মোৰ ওপৰত। ফাও মাৰি মাজ মুৰতে আৰু এপাহ খোপাৰ মালতী পালোঁৱেই। তাকে দি দে লৰ্। আৰু কোনে ধৰে ? এতিয়া তেওঁক নো লগ পাওঁ কেনেকৈ ? তেওঁ বা ভিতৰত কৰ মেল মাৰি আছে গৈ। চাঁওচোন, সঁহাৰিকে এটা দিয়েই ! (গল খেকাৰি মাৰে।) — ওচৰত নাই হব পায়। (ডাঙৰকৈ গল খেকাৰি এটা মাৰে।) শুনাগৈ নাই নে কি ? নাই। বৰ মেলত লাগিল। কাকো বা পাতিছে, কাকো বা ভাঙিছে, তাৰ কি অন্ত আছে চাগৈ। (আকৌ গল হেঁকাৰি এটা ডাঙৰকৈ মাৰিলে)। (ভিতৰত দুৱাৰ মেলাৰ শব্দ হয়।) এইবাৰ হাঁকুটী লাগিল। হয়, লাগিল !—সেই চন্দলায়মুখী বেটীজনী নে কি আকৌ ? নহয়, আমাৰ জনাই হে।

(মিচিক-মাচাককৈ হাঁহি হাঁহি বামুণী ওলালহি।)

(গল খেকাৰি মাৰি বিদূষকে সুধিলে,—) অ' ওলালাহি।

বামুণী,- ইমানকৈ যে গলহেঁকেৰিয়াইছে ডিঙিত কিবা লাগিল হব পায় ?

বিদূষক,- এৰা, ভালকৈয়ে লাগিছিল। সেইয়া ওলালা নহয়।

বামুণী,- ইঃ হয়, হয় ! মুখেৰে মাতিলে আমি নোলাওঁৱেই।

বিদূষক,- মাত যে বন্ধ। মাতা কেনেকৈ ?

বামুণী,- ঘৰত নো মাতে কেনেকৈ ?

বিদূষক,- আঃ। এইখন যে শহৰৰ ঘৰ। আমাৰ আৰু লাজ্-বিজ্ নাই নে ? মনে মনে মাতাঁ দেও, কৰবাত আকৌ কোনোবাই শুনিব।

বামুণী,- ইঃ ! লাজৰ বাকী আছে কি ? কেতিয়া বা মাতিছিল ?

বিদূষক,- মাতিছিলোঁ কেতিয়া ?—এনেয়ে নহয় দেও, এনেয়ে নহয়। আজি আৰু জেক্‌জেকাব নোৱাৰা। খালি হাত নহয়। এই সিদিনা যে সুধিছিলা খোপাৰ মালতী—এই পাহেই সেই মালতী। লোৱাঁ।

বামুণী,- ইঃ হয়, হয় ! অমোলৰ চোৰাই কি চুৰ ভেকুলীয়েই।— মই জানো জনা নাই !

বিদূষক,- ঠিক্ কৈছা। তুমি "জানা," অথচ হাতৰ মুঠিত লুকাই আছে কাৰণে "জনা নাই"। মোৰ হাত দুৱাৰৰ চকু মেলি দিলোঁ, চাবাঁ, চাবাঁ ভেকুলীটোৱে জঁপিয়াব।— এইটো ভেকুলী। (ফুল দেখুৱায়।)

বামুণী,- হয়, হয়, খোপাৰ মালতী পাবলৈ লখিমী আইক বা পাইছিল ক'ত ?

বিদূষক,- লখিমী আই আহিল কি, দিলে কি, গল কি। তেওঁৰ গাত কিবা তত আছে নে ?

বামুণী,- ইঃ ! সঁচা হে জানিবা।

বিদূষক,- আনা লাগিলে তাম তুলসী, শপতকে খাই দিওঁ।

বামুণী,- সঁচাকৈ আহিছিল যদি আমাক নেমাতিলে কিয় ?

বিদূষক,- তোমাক মতাহেতেন বা কি কৰিলাহেতেন ?

বামুণী,- কি কৰিলোঁহেতেন ? সেৱা এটি কৰিবও নেপায় নে ?

বিদূষক,- থোৱাঁ, থোঁৱা। আমাৰ ছাটকে লৈ কঁপি-জপি গৈছেগৈ। তোমাৰ ছাটৰ ভেজনি পোৱা হ'লে দেও দি গলগৈহেতেন। উকা-উৰ্কিকৈ সেৱা হলেও আছিল, সিদিনাৰ দৰে উকলিৰ কোবত জুকলি জুপুৰি কৰি পঠিয়াবলৈ ? গোটেইখন গাওঁ বজনজনাই যাওক। গাৱঁৰ মানুহে চাপি আহি লাগিলে পূজক মোক অৱতাৰ বুলি। অইন খিতাপেও জুৰিছে, সেই ফেৰা খিতাপ নহলেও হব। হোৱাঁ, লোৱাঁ যদি লোৱাঁ।

বামুণী,- (হাত মেলি লয়।) চাওঁচোন বাৰু, প্ৰমাণকে কৰি।

বিদূষক,- ভক্তিভাৱে কৰিবাঁ।

বামুণী,- বাৰু। আইৰ ভাত খাবৰ হৰু। প্ৰমাণ কৰি চাব লাগিছে।

বিদূষক,- কিয়, আইয়ে এতিয়াও ভাত খোৱা নাই নে ?

বামুণী,- পিতাই ভটীয়াই যাবৰ পৰা আইয়ে দেখোন শিৱ পূজা কৰি তিনি পৰীয়া হে আজৰি হয়।

বিদূষক,- ইমানকৈ শিৱ পূজা কৰে কিয় ?

বামুণী,- কৰে কিয় ! পিতাই আৰু ভালে কুশলে আহিব নেলাগে নে কি ?

বিদূষক,- এৰা, মই যদি কৰবালৈ যাওঁ তুমিও শিৱপূজা কৰিবা নে ?

বামুণী,- ইঃ ! নকৰি হে থাকোঁ জানিবা।

বিদূষক,- বেছ, বেছ,। যোৰাঁ তেনে প্ৰমাণ কৰাঁগে। মোৰ লাখুটিডালে, জাপিটোৰে, ঘাগৰি গাতি খনে, আৰু খৰম জোৰে ইতি মধ্যতে দি থৈ যোৱাঁহি।

বামুণী,- আকৌ ফুৰিবৰ হল হব পায় ? বেচি দূৰলৈ হলে যাব নোৱাৰে। সাজ নৌ লাগোঁতেই গুলাবহি লাগিব।

বিদূষক,- সাজ নৌ লাগোঁতে জোনো নোলায় দেও।

বামুণী,- হঃ ! হয়, নানো তেনে মই।

বিদূষক,- যোৱাত বেলি হলে পোৱাতো বেলি হব একা ! ই মোৰ কথা নহয়, আই লখিমীৰ কথা !

বামুণী,- পাবহি হলে লাগিব।

বিদূষক,- পাবহি কি ? পাবই লাগিব !

বামুণী,- সাজ লগাৰ আগতে !

বিদূষক,- সাজ লগাৰ আগ কি ? পাবিলে তাৰো এফেৰি আগতে।

বামুণী,- বাৰু তেনে। (যাব খোজে।)

বিদূষক,- অ' মোৰ সেই কমণ্ডলুডোখৰ নেপাহৰিবা।

বামুণী,- ফুৰিবলৈ যাওঁতে কমণ্ডলু আকৌ কেলৈ ?

বিদূষক,- কিবা জগৰ লাগিব নে ? বিন্ কমণ্ডলুৰে আমাৰ পিতামহ ব্ৰহ্মাৰ ছবি এখন কেতিয়াবা দেখিছা জানো। আমি তেওঁৰ নাতি-নতিয়ন যেতিয়া অইন নহলে তেও ফুৰোঁতেই কমণ্ডলুডোখৰ নিয়াটো উচিত। কি বোলা ?

বামুণী,- মই গতি কেনেবা পাইছোঁ।

বিদূষক,- পাচলৈ কি হয় কব নোৱাৰোঁ, অন্তত,- সেই বৰ গছৰ তললৈকে গতি একেবাৰেই পোন। দেখিবা নহয়। বেলি নকৰিবাঁ আকৌ।

(বামুণী ভিতৰলৈ গ'ল।) পাকটো দিছে ভালকৈয়ে ! এতিয়া কৰোঁ কি ? কওঁ নে নকওঁ ? কলেও জানোচা পেন্-পেননিখন লাগে। সখিক বিচাৰোঁ চাবি নিচুকোৱাৰ উপায় বিচাৰিয়ে জানোচা কাছুটি এৰিবলগীয়াত পৰে।—নহয় ! কোৱাই হে ভাল। কোনে জানে কিমান দিন হয়। (বামুণীয়ে জাপি, লাঠি, খৰম, কাপোৰ আৰু কমণ্ডলু আনি দিলেহি।) এহে ! বেছ বেছ টিট্ পখিলা ! বোলোঁ মাটিত পাও পাবিছিল নে নাই। দিয়াঁ, দিয়াঁ।

(বিদূষকে কাপোৰ কানি পিন্ধে।)

বামুণী,- সাঁচাকৈয়ে বহুত দূৰলৈ হলে নেযাব। আইয়েও হাক দি পঠিয়াইছে।

বিদূষক,- নহয়, বুজিছা আইক কবা আজি কেৱা দিনো সখিৰ বাতৰি পোৱা নাই। এবাৰ পাক এটা মাৰি লগ ধৰি আহোঁগে।

বামুণী,- বাতৰি লবলৈ বুলিয়ে দেখোন আজি পুৱাই মানুহ এজোৰা পঠালোঁ। আপুনি যাব লাগিছে কিয় ?

বিদূষক,- মানুহ পঠালা, ভাল কৰিলা। সি আহি মোৰ জানিবা কাণৰ খচ্-খচনিটো মাৰিবহি। পাচে সখিক চাবলৈ যিটো পোৰণি চকুত উঠি আহিছে তাৰ উপায় কি ?

বামুণী,- এতিয়া আপুনি ৰজাৰ কাৰেঙ্গ পাবগৈ ? সেই মানুহজাকে আপোনাক ছান্দি ফুৰিছে। নেলাগে যাব।

বিদূষক,- মানুহ জাকে ছান্দিছিল ৰজাৰ সখিয়েকক। এতিয়া সেই ৰামো নাই, অযোধ্যাও নাই। ভয়ডাল কিহৰ ?— এতেকে তুমি ভিতৰলৈ যোৱাঁ। অ' একেষাৰ কথা সোধোঁ সোধোঁ বুলি সুধিব পৰা নাই। মোৰ যে ভৰিত পাখি আছে তুমি জানা কি নাজানা ?

বামুণী,- জানো পাখিয়েই আছে নে কাঁকিয়েই আছে। যি আছে আজিলৈ সেই দৰেই থওক। কাইলৈ বলৈ যায় যাব। হকা বাধা নকৰোঁ।

বিদূষক,- আজি এই কেউঁৰ থাকি নো কি মইও কৰিম ?

বামুণী,- আজি মোমাইদেৱে ইমানকৈ শপত-শাতি দি মাতি পঠিয়াইছে আই, আপুনি, ভনীটাইঁত আৰু মই বোলে তালৈ যাব লাগিব।

বিদূষক,- কেলৈ ? খাবলৈ ?

বামুণী,- অকল খাবলৈকে নহয়। ভাবনা চাবলৈ। তাহানিয়েই আগ কৰি থোৱা ভাবনাটো আজি পাতিছে।

বিদূষক,- ভাবনা কৰাই জানো ভাবনা চায়। — সি ভাবনা লৈ বাৰণা হে কৰে। —বাৰু, ব'বা। কি ভাবনা নো ?

বামুণী,- নল দময়ন্তী।

বিদূষক,- ইঃ ভাবনাটো। কেলৈ, নল দময়ন্তী ভাবনা তুমি দেখা নাই জানো। এই ধৰাঁ, তুমি জানিবা দময়ন্তী, মই জানিবা নল। তুমিয়ে মইয়ে জানিবা একেখন কাপোৰেৰে আছোঁ ! হঠাৎ চোৰা ! (উচাপ খাই) মোৰ দৰেই নলে উচাপ খাই উঠিল। উঠিয়েই নালীয়া কটাৰী এখনেৰে কাপোৰখন কাটি নিজৰ ভাগটো লৈ দময়ন্তীৰ মুখলৈ ৰ লাগি চাই কলে,—"অস,

অস্, অস্! এই চন্দ্ৰমুখ খনি কেনেকৈ এৰি থৈ যাওঁ ?" জানিবা তোমাৰ ভগা পাচী যেন চন্দলাই মুখ খনেই চন্দ্ৰমুখ !

বামুণী,- ই,- হয় ! এনেনো চুপতি কৰিব পাৰে !

বিদূষক,- ৰ'বা, শুনা ! তাৰ পাচত কৰিলে কি, ওপৰলৈ হাত দুখনি মেলি কলে,—"হে দেৱতাসকল ! তোমালোকক মোৰ এই দময়ন্তী ফেৰাক গতালোঁ। ভোক লাগিলে ভাত এমুঠি কটিয়াবাঁ, আৰু যদিহে পিয়াহ লাগে তেনে পানী এডোঙ্গা চেলেকাবাঁ।" এই বুলি দোখোজমান গুচি গল। (দুখোজ মান গৈ উলটি আহি) বেচেৰাৰ মনত দময়ন্তীয়ে আকৌ উক্ দিলে। আকৌ আহি মই এতিয়া তোমাক যেনেকৈ চাইছোঁ সেইদৰে গোটেই জনীক এলাই পেলাই চালে। চাই কলে,—"মোৰ দোষ ক্ষমা কৰিবাঁ। মই তোমাক এৰি যাবলৈ ওলাইছোঁ। মই বৰ নিষ্ঠুৰ ! কি কৰিম ? নেৰি যে নোৱাৰোঁ। তুমি পিতাৰাৰ ঘৰতে সোমাই থাকাঁগৈ। আৰু এক মুহূৰ্ত্তও ৰব নোৱাৰোঁ। যাওঁ, যাওঁ, পলাওঁ, পলাওঁ," বুলিয়েই এইদৰে চাই চাইয়ে একে ভমকতে গুচি গ'ল। আৰু কোনে ধৰে !

(বেগায় গুচি গ'ল।)

বামুণী,- কথা কিবা হে। সঁচা সঁচিকৈ গুচিয়ে গ'ল নে কি ? গ'ল হে হব পায়। চাওঁচোন বাৰু।

(আগবাঢ়ি চাবলৈ গুচি গ'ল।)

---

## সপ্তম দৃশ্য

### অৰণ্যৰ মাজ

### ৰাতি দুপৰীয়া

(কান্ধত কঁথা আৰু টানি টুপলিৰে শ্ৰীবৎস আৰু চিন্তাৰ প্ৰৱেশ।)

শ্ৰীবৎস,- সমূলি নমনো পথ, নেদেখোঁ উপায়।
উজুটিত উকৰিছে অন্ধলা উমান !
চৰণে চলায় আজি নয়নৰ কাম,—
অযোগ্য হাতত যেন সাম্ৰাজ্য বিশাল !
উস্!—
প্ৰতিপদে বাটি আছে তৰঙ্গ ভীষণ !
কি ভয় কি ভয় মোৰ ? এই যে হৃদয়
বিবেকী সন্তানে পাই বন্ধালে শিলেৰে।
প্ৰচণ্ড বেগেৰে আহাঁ, তৰঙ্গ তাণ্ডৱ,
আহাঁ নাচি ভয়ঙ্কৰ শত কণ্টকেৰে !
হানাহি ভীষণ খুন্দা ভীষণ হুঙ্কাৰে
সাগৰৰ তীৰ যেন এই হৃদয়ত ;
অতি শান্ত, অতি ধীৰ ধৰণীৰ দৰে
মানি লম চুমা বুলি প্ৰতিটো আঘাত।
চাপি-কুচি আহাঁ আজি বনৰ আন্ধাৰ,
সুখে দুখে একাকাৰ, বন্ধু বিপদৰ,
শাসিত, শাসন, আৰু শাৰ্দ্দুল, হৰিণ,
উচ্চ, তুচ্ছ, ধনী, দীন, অধৰ্ম্মী, ধাৰ্ম্মিক
মিলি যায় মহামেলা তোমাৰ কোলাত।
তোমাৰ বিশ্বাস পাই মোকোলালোঁ হিয়া,
আতুৰ সন্তপ্ত আজি এই দেহা দুটি
পাৰি দিলোঁ, যেনি ইচ্ছা নিয়া ডটুৱাই।
(এই বুলি আগবাঢ়ি,-
এখুজি দুখুজিকৈ যাবলৈ ধৰিলে।)
—কত দিন অমানিশা এই অৰণ্যত
ভ্ৰমিলোঁ অকলশৰে পথ হেৰুৱাই,
কপালোঁ দিগন্ত ফুঁকি শিঙ্গা মৃগয়াৰ,
গছে গছে লেনিয়ালে প্ৰতিধ্বনি তাৰ,
আশ্বাসিলে আতুৰক দূৰ দূৰণিত ;
সঘনে ফোঁকৰা আজি নিজ দীৰ্ঘশ্বাস
ভয়ঙ্কৰ কৰি তোলে নিমাতী নিশাহি,
থাকি থাকি চকোঁ যেন হৰিণীৰ দৰে !
নাছিল জ্যোতিৰ কণা, সঙ্কেতৰ লেশ,
উমানতে চিনি থৈছিলোঁ প্ৰহৰৰ পথ।
—মনৰ আন্ধাৰে জানো জগৎ আন্ধাৰ !
উস্!—কণ্টক, কণ্টক !
নাহিবাঁ নাহিবাঁ, দেবি ! বিন্ধিব চৰণ।

চিন্তা,- নেবাবাঁ নেবাবাঁ তেনে উজোৰাঁ উলটি।—
ৰাতিৰ কণ্টক সি যে অতিকে ভীষণ !

শ্ৰীবৎস,- নহয় ভীষণ, দেবি, নহয় ভীষণ।
শান্তিৰ জুৰণি আছে ৰাতি কণ্টকত।
প্ৰজাৰ হৃদয় যেন দিনৰ কণ্টকে
হেগ বুজি মৰ্ম্মস্থল বিন্ধিৰ খেতিয়া,

নেথাকে সান্ত্বনা তাত, —কি যে সাংঘাতিক !
(ঘূৰি আহে।)
চিন্তা,- চাওঁচোঁ, চাওঁচোঁ নাথ, চৰণ দুখানি।
(খেপিয়াই চায়।)
শ্ৰীবৎস,- (বাধা দি)
ব্যায়ামী চৰণ মোৰ কঠুৱা, কৰ্কশ,
ক্ষুদ্ৰপ্ৰাণ কণ্টকে তো নোৱাৰে ভেদিব।
আহাঁ, আহাঁ পাচে পাচে—বৰ অন্ধকাৰ !
চিন্তা,- সঁচাকৈয়ে নাথ, ই যে ভীষণ আন্ধাৰ !
মেলিছোঁ নয়ন তেওঁ নাই মিলা বাট !
নেজানো যাতনা কত ভুঞ্জে সেই জনে
নয়ন আছিল যাৰ নয়ন বিহনে !
তথাপি, তথাপি নাথ, কঁপা নাই হিয়া।
কিবা যেন কিবা এটি আশাৰ কাহিনী
দেখিছোঁ, শুনিছোঁ এই সৰমা-নিশাত।
শুনিছোঁ সঙ্গীত যেন, নাচিছে হৃদয়।
—অথচ কেনিও কতো নাই সাৰ সুৰ।
ৰত্ন দীপে দীপান্বিতা মণি জিলিকনি
অন্তেসপুৰৰ যত উজ্জ্বল প্ৰদীপ
আঁতৰি জ্বলিছে সউ নীলিমা কোলাত।
অকণি আজৰি পাই আন্ধি চকুজোৰে
উধাতুৰে পিয়ে যেন চেঁচনি আন্ধাৰ।
—শীতল নয়ন মোৰ, শীতল পৰাণ।
শ্ৰীবৎস,- ক্ষন্তেক আজৰি সি যে স্বৰগৰ দূত।
ভয় হয় মনে মনে আজৰি আজিৰ
যুগমীয়া হই জানো জীৱন জ্বলায় !
চিন্তা,- সঞ্জীৱনী জিৱণিত বলৰ জনম !
ক্ষন্তেক জিৰোৱাঁ, নাথ ! বহাচোঁ অলপ।
ইকি ! নাথ,— চোৱাঁ সউ সুকন্দায়
চৰি অহা পোহৰৰ ৰেখা দিগন্তত !
চোৱাঁ কেনে বিতোপন আশাৰ সঞ্চাৰ,
—দূৰত পুষ্পক যেন অযোধ্যা পুৰৰ !
শ্ৰীবৎস,- পোহৰৰ ৰেখা ?—
চিন্তা,- ওলাল ওলাল, চোৱাঁ, ৰোহিণীৰ জোন।—
কেনে লুকালুকি খেলে পাৰ্থিব পাতেৰে !
শ্ৰীবৎস,- পোহৰৰ ৰেখা ? —অহ !
সংসৰ্গী ভাৱনা তাৰ দি-বিদাৰক !
যাওক !—
নুটুটালে বেটি পথ শেষৰ প্ৰহৰে।
—অজ্ঞানৰ বহুশ্ৰম জ্ঞানৰ সহজ !
আহাঁ, দেবি, নাই ভয়, আহাঁ আগুৱাই ;
অলপ দূৰতে আছে নিৰাপদ স্থান !
(হঠাৎ পট পৰিবৰ্ত্তন জোনৰ
পোহৰত নাচি থকা নৈ।)
শ্ৰীবৎস,- (থমক খাই)
ইকি ? যাবা কেনি ? নদী সমুখত !
সীমান্তত এই নদী ! বৰ আচৰিত !
এই বন বিভাগত নাইতো জুৰণি ?
কত দিন ৰাতি এই অৰণ্য ভ্ৰমিলোঁ,
ৰিণিকা সন্ধান দেখোঁ নিদিয়ে স্মৃতিয়ে !
লৰৰ নিষ্ফল নই,—ৰোধিলেহি গতি !
কিমতে সিপাৰ পাওঁ এই সমস্যাৰ ?
চিন্তা,- কিনো লয়লাসে বয় বিনন্দীয়া নই !
টানিছে নয়ন জুৰি মোহন ভঙ্গিমে,
ঢলি ঢলি যায় যেন গহীন সোঁতত।
নামিল ইফালি জোন নিজানে পানীত,
সোনালী জোনাকী পৰি আহে বই বই
—অমৃত নিজৰি যেন ধাৰা অমৃতৰ !
আবেগে জিকাৰি উঠি ৰোমাঞ্চ তটিনী
অলেখ হিল্লোল তুলি হেন্দোলে লাহত ;
কীটৰ গীতেৰে তাল তুলিছে নিশাই !
বহোঁগে প্ৰভু পানী যুৱলিত।
এই মহা আনন্দৰ, নৃত্য উৎসৱৰ
শীতল শান্তিয়ে প্ৰাণ জানো শীতলায়।
(দুয়ো নামি যায়।)
তাহানি এনেকে, নাথ, নগৰীৰ সতে
চন্দ্ৰভাগা তটিনীৰ কুলায় পবীত
হাঁহিত হাউলি কত বহিলোঁ নিৰলে ;
পাতিছিল কত কথা বান্ধৱী সখীয়ে,
উৰণীয়া কথা কত নিপিয়ালে মোক !

পাহৰোৱা ছলে মই মুখনি ঘূৰাই,
চেপি চেপি হাঁহি মোৰ দিলোঁ চকুজুৰি
জোনাকে বোলোৱা সেই নাচনী পানীত,
লেখিছিলোঁ সক ঢউ এটি এটি কই।
হয় হয় এই শেষ অমূলক লেখ,
এনেতে এছাটি বাই দুষ্ট ল'ৰা যেনে
সিঁচি বিছি সক ঢউ দূৰলে পলায়।
দুনাই ভুলিলোঁ লেখ সকলোটি মিলি,
দুনাই আপোন ভুলি লেখকো ভুলিলোঁ।
ভুলাভুলি উজানত কত মজিছিলোঁ।

শ্ৰীবৎস,- নমজে যি তটিনীত, তটিনীৰ তীৰ
মজিবৰ মজা তাৰ, জমে সমাজিক !
মজিল হৃদয় যাৰ, তাৰ মজা কত ?
নিজান ৰচনা এই লীলা প্ৰকৃতিৰ
সোণৰ হৰিণ যেন হয় অনুমান !—
যেই কি নহ'ক শেষে, এই শেহ ৰাতি
পৰাণে বিশ্ৰাম মাগে অতি কাতৰেৰে।
বিশ্ৰাম ! বিশ্ৰাম কত এই আতুৰৰ !
—সঁউৰা হয় নে দেবি, জনপদস্থান ?
উজাগৰে আছে চোৰাঁ ওপৰঞ্চি কাম,
বিণিকি জ্বলিছে বন্তি ভাগৱত ক্ষীণ !
অন্ধকাৰ হৃদয়ত জিলিকনি তাৰ
জ্বলিছে দুগুণ তেজ, নাচিছে আশাই।
সম্প্ৰতি কিমতে তৰোঁ অচিন তটিনী।
কোন আছে বন্ধু মোৰ এই দুৰ্য্যোগত ?
(নেপথ্যত—"আহ, আহ।")
ইকি ! কাৰ কণ্ঠস্বৰ !—
গোন্ধতে ললেহি নে কি উন্মত্ত প্ৰজাই ?
অথবা দুৰ্দ্দান্ত কোনো অনাৰ্য্য দেশৰ
গুপ্ত অভিসন্ধি লই প্ৰবেশে কানন ?
—বিপদ কদাপি নাহে বিনা লগৰীৰে !
(নেপথ্যত—"আহ, আহ।")
বাজে যেন এটি কণ্ঠ, বহুত নহয়,
সৰল চেনেহী মাত হিয়া কোমলায় !
কেনে যেন লাগে দেবি, কোৰাঁচোন শুনি ?
সঁউৰা সঁউৰা চোৰাঁ নদীৰ গৰ্ভত
আহে কোন নাৱৰীয়া ;—তাৰে এই মাত !
(নাৱৰীয়া বেশে ভগা নাও এখনত শনিৰ প্ৰৱেশ।)

শনি,- আহ, আহ ! চুক, চুক চুক চুক ! আহ।

শ্ৰীবৎস,- কাক মাতা নাৱৰীয়া, অত চেনেহেৰে ?

শনি,- ঔ কাক মাতিবি ? এই কালিবে পেৰা আমাৰ সেই পহু হাল হেৰাল। তাকে বিচাৰি গোটেই খনত চলাত কৰিছোঁ। কৰবাত দেখিছিলি নে ঐ অ'। অ' ইপাৰে নহয়, সিপাৰে হে দেখোন। হেৰ ! তোঁহত কোন ? ৰাম, ৰাম, ৰাম, ৰাম !

শ্ৰীবৎস,- নাই ভয়, নাৱৰীয়া, নহওঁ পিশাচ।
তেজ-মাংসে গঢ়া আমি তোমাৰে নিচিনা।

শনি,- তেজ-মঙহৰ গঢ়া হলেও তাত চপৰাচপৰে তেলে খাইছে একা ! তোঁহতে বুজাহে নাই ! ইমান পিত্। দিনত বাঘ ভালুকৰ মাইতঙ্গত, ৰাতি পৰচেষ্টাৰ হৰ্‌হৰণিত সেইখন মৰিশালিত ৰাইখ আছে হোঁ ? এই শেহ ৰাতিখন, তোঁহতো ৰাইক ! হেৰ, সাবৰ জীবৰ মন আছে যদি আঁতৰহঁক একা। ৰাম, ৰাম ! ৰাম, ৰাম !—মই হলে কথাষাৰ কেনেবা হে পাইছোঁ। তোঁহত মানুহ নহয়, কিবাহে। ৰাম, ৰাম ! ৰাম ৰাম !
(যাব খোজে।)

শ্ৰীবৎস,- নপলাবাঁ, নপলাবাঁ, সৰল নাবিক !
মাতিছে কাতৰে দুটি ভাগকৰা জীৱে,
দুজন অতিথে আজি আশ্ৰয় মাগিছে।

শনি,- অতিথ বুলিছা হয়, জানোচা মাগুৰৰ গাত বুলি পিজিত হাত পৰেঁগে ঔ !

শ্ৰীবৎস,- নিতান্ত সৰল তুমি চহা নাৱৰীয়া !
লোৰাঁহি প্ৰমাণ তেনে, আহাঁ কাষ চাপি,
স্থূল দেহা দুজনাৰ ছায়া আছে পৰি।

শনি,- (দূৰৰ পৰা জিকি মেলি চাই) হয় বি হয়। সৌকেটা ছাঁহ পৰি আছে। বৰা, পিচেন্ আপোনালোক নো কৰ পৰা আহিছা ? ৰজাঘৰীয়া মানুহ যেন লাগিছে। লগত সেইয়া কোন ? তিৰোতা মানুহ ? উস্ ৰাম, ৰাম ! বৰ পিত্ ! বৰ পিত্ !! ইমান পৰ যে জীয়াই আছা !

শ্ৰীবৎস,- সকটিৰে পৰা দুয়ো ৰজাৰ কাৰ্য্যত

কটালোঁ জীৱন আধা কুসুমপুৰীত!
কাৰ ৰাজ্য এইখনি কোৱাঁচোঁ, নাবিক।

শনি,- এইখন কিবা বোলেনে সুবদন ৰজাৰ ৰাইজ। এতিয়ান কি কৰিব গুণাইছা ? ইয়াতে থিয় দিয়ে থাকিবা নে ?

শ্ৰীবৎস,- নিৰুপায় গতিহীন বিদেশী পথিক।
তাৰা যদি জীৱ দুটি তৰিব তোমাতে।

শনি,- মইনো এতিয়ান তাৰোঁ কেনেকৈ ? নাওখন হ'ল ফুটা। পানীও হ'ল হাতীয়ে মাউতে থাউনি নোপোৱা। মানুহো হ'ল দুটা। তাতে আকৌ লাকুটি-লুকুটি টালি-টুপলিৰে এখন ঘৰ। একে ভৰাতে কি সাইধে নিম! — এটা কাম কৰোঁ। মানুহ দুগৰাকী এভৰাত বলা। টালি-টুপলি ইটো ভৰাত লৈ যামহি।

শ্ৰীবৎস,- (স্বগত)—কি কৰোঁ উপায় ?
দিয়ে দিওঁ কঁথাখিনি সঁজুলিৰে সতে,
লৈ যক আগভৰা সিটো পাৰলই।
নিশঙ্ক চিতেৰে যাম দুয়োজন পাচে।—
কিন্তু, কিহে বাধা দিয়ে, "নিদিবাঁ নিদিবাঁ",—
বলীৰ দানত যেন দৈত্য পুৰোহিত!

(প্ৰকাশ্যে)

নাবিক!—
সমূলি নাই তো ভাৰ এই সঁজুলিৰ।
সামান্য ইখনি কঁথা পাতল টুপলি
নিয়া যদি সকলোটি একেভৰা কৰি
কমিব শ্ৰমৰ ভাৰ, জিকিবা সময়।

শনি,- নাই, নাই, নকৰাই! এই ৰাতিসন্ লগত তিৰোতা মানুহ লৈ এনে মৰ সাহ কৰিব নোৱাৰোঁ। পানী বাম হোৱা হ'লে, নাই বোলে লগী বহিলেও এক কথা আছিল।

শ্ৰীবৎস,- নিয়া তেনে কঁথাখনি সাজ-সঁজুলিৰে ;
নিৰ্ভয়ে দুয়োটি যাম পাচৰ ভৰাত।

(কঁথা আৰু সাজ-সঁজুলি নাৱত দিয়ে।)

শনি,- ইস্, ৰাম, ৰাম্! চোৰাঁহি। নকেন্দোঁ বোলোঁ এখন ঘৰ। ফুটা নাও বুৰিবলৈ দুআঙুলি হে আছে। এইখন নাৱত আকৌ গোটেই মসা যাবলৈ ওলাইছিলা। বেলি নহয়। সাউত্ কৰে পাৰ কৰিম, চোৱাঁ।

(হঠাৎ এটা শব্দ হে ময়ূৰানদী শনিৰ লগত অন্তৰ্দ্ধান হয়।)

শ্ৰীবৎস,- ইকি, ই কি!—
কেনি গল নদীখনি কেনে কোন্টোকাৰে ?
সপোন! নিঠক! —ই যে প্ৰত্যক্ষ সপোন!
ইন্দ্ৰিয়ৰ ভ্ৰান্তি, নতু মস্তিষ্ক বিকাৰ!
কঁপিছে শৰীৰ মোৰ!—অতি আচৰিত!
—সজাগে আছা তো, দেবি, আহাঁ কাষ চাপি,
উস্!—
আগচিছে দশুকাৰ ৰাক্ষসী মায়াই!

শনি,- (নেপথ্যত) — শ্ৰীবৎস!
ক'ত তোৰ এই বেলা অচলা কমলা ?
বুজিও নুবুজ তই কৰুণা শনিৰ!

শ্ৰীবৎস,- কৰুণা!—কৰুণা!
প্ৰবঞ্চনা হয় যদি কৰুণা তোমাৰ,
এৰি দিম প্ৰাণবায়ু শুকান কণ্ঠেৰে ;
নেলাগে নোখোজো তাৰ ক্ষুদ্ৰ এটি কণা ?
শুনিলা, শুনিলা দেবি, কৰুণা শনিৰ।
অহো! —দেৱতাৰ প্ৰবঞ্চনা!
শনিৰ ছায়াৰে বন ঘোৰ অন্ধকাৰ!
নেথাকোঁ এতিলো আৰু এই অৰণ্যত।

(যাব খোজে।)

চিন্তা,- (বাধা দি)
ৰবাচোঁ ক্ষন্তেক, নাথ, নহবা উতলা।
যাচিছে আশ্ৰয় চোৱাঁ জনপদস্থানে,
ৰিণিকি ৰিণিকি বস্তি মাতে কেনেকৈ ?

শ্ৰীবৎস,- সবল প্ৰকৃতি তুমি নুবুজা ছলনা!
দেৱতাৰ প্ৰবঞ্চনা! —আৰু ৰক্ষা ক'ত ?
ৰিণিকি দেখিছা বস্তি, বস্তি যে নহয়,
শুলাই জুহাল সি যে, —কিবা পতিয়ন!
কিহৰ বিশ্ৰাম সুখ! স্বৰ্গ উলটিল!
পলাই পলাই ৰাখাঁ পলৰীয়া প্ৰাণ!
পলোৱাঁ, পলোৱাঁ দেবি, নাই পৰিত্ৰাণ!

(বেগাই গুচি গ'ল।)

(পাচে পাচে চিন্তাৰ প্ৰস্থান।)

—পটক্ষেপ—

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

**— হাবিতলীয়া বাট—তৰ দৃশৰীয়া —**

(এটা জালোৰা আৰু এটা হাটকৰাই কথা পাতিব লাগিছে।—)

জালোৰা,- মোৰো পাহি সেয়ে কথা। এই সনতে অঙ্গহী-বঙ্গহীৰ ঘৰতে থাকোঁ'গৈ। কোনে সেই জনীৰ সেচ্সেচনিসন্ সাৰ্বগে। কলেও কথা শুনিব জানো।

হাটকৰা,- ওলাইয়ে জানিবা মই যাক দেখিব লাগে দেখিলোঁ। হেৰ' তই দেখিলি কাক ? নহয় অ' বুইছ, দেশ কালৰ হে গতি উলটিল, এই খন হাবিৰ গুটি জম্বুদ্বীপৰ মানুহে খাই ওৰ পেলাব নোৱাৰে। মোৰ কপাললৈ হে এটাও নোলাল। হাবিখনত কাৰবাৰ মুখেই কি চুখেই লাগিল। যি এজোপা দোজোপা গছৰ গুটি আছিল, সিও গছত নাই; লেবেলি গেলি পচি তলভৰি সৰি আছে।

জালোৰা,- মোৰটো হব পাহি নধৰই। বোলে ইকি সেই গোলন বিলৰ মাছ। গোলন বিললৈ মাছলৈ আহিলে মেটমৰা ভাবেৰে হে ওলটে। তেনেসন গোলন বিলত আজি সেই ফেঁহজালি দিয়াৰ পৰে এই হালোৰাই হাল মেলালৈকে সেও দিলোঁ হে দিলোঁ সি মাছৰ নামে দীঘল দড়িকণা এটাও নুঠিল ! মাছেই হৰিলে নে, নাই এতিয়া মোৰ কপালেই নাটিলে !

হাটকৰা,- ৰজাৰ ঘৰত কিবা ধইগু পাতিছে নে কি অ' ? কিবা গম পাব নে ?

জালোৰা,- ওহোঁ, একো শুনা নাই। কিবা পাতিছে নে কি ?

হাটকৰা,- নহয়, মই বোলোঁ বা ধইগু চইগুলৈকে গছৰ গুটিবোৰ চুচি বাছি নিলে জানোচা।

জালোৰা,- হেৰ' ধইগুলৈ নিলেও, এই হাবিৰ গুটি নি কি অন্ত কৰিব !

হাটকৰা,- নাই পোৱা তই পুৰুহিতৰ ল'ৰাৰ কোব। লোকৰ বৰীৰ ফুল তুলিবলৈ গলে ফুলকে নিয়ে ধাঁহি মুহি, আৰু তোৰ হাবিৰ গুটিৰ মুখলৈ চাব ?

জালোৰা,- বাৰু, জানিবা গছৰ গুটি নিলে তালৈকে, এই মাছবোৰ নিলে কিহলৈ ?—নহয়, বুইছ, আমাৰ দেশতো সেই চিৰিবংসৰ বাইজৰ দৰে একাল কি চেকাল হয় হে।

হাটকৰা,- তালৈকো কিবা সৰহ পৰ লাগিছে নে ?

জালোৰা,- (ভিতৰলৈ চাই) হেৰ' সৌ কেটা কোন ? কোনোবা বামুণ-বামুণনী হব পায়।

হাটকৰা,- ভৰি হাত চোচোৰাই আহিছে, দেহি ! তেওঁ বিলাকো কৰবাৰ দক্ষিণালৈ গৈছিল চাগে ! আমাৰ দৰে থো-থো পাতি আহিব পায়।

জালোৰা,- কেনেকৈ জানিলি ?

হাটকৰা,- জানিব লাগিছে। দক্ষিণা পোৱা হলে চোচৰা ভৰিয়েও কণকণালে হেতেন।

জালোৰা,- নহয়, কোনোৱা অচিন্ মানুহ। আও-ভাওত কোনোবা বৰ ডাঙৰ মানুহৰ ঘৰৰ যেন লগা নাই নে বাৰু ?

(একালৰ পৰা শ্ৰীবৎস আৰু চিন্তাৰ প্ৰবেশ।)

শ্ৰীবৎস,- বহুদূৰ ভ্ৰমি ভ্ৰমি নিজানে নিজানে
নৰমুখ দেখি এই বন বিভাগত
আশাৰ সঞ্চাৰ হয় নিলাজ মনত !
কিহৰে বা আশা তোৰ ? ক'তে বা বিশ্বাস ?
ইচ্ছা হয় এই দণ্ডে প্ৰকাশি বিক্ৰম
প্ৰমত্ত নৃপতি প্ৰায় বাহুৰ বলেৰে
কাঢ়ি লওঁ ওপচনি এই নিৰীহৰ।
শিথিল দুবাহু মোৰ, নিস্তেজ পৰাণ,—
অনাহাৰে উজাগৰে সমূলি কাতৰ !
সাৱধান ! সাৱধান !
হৃদয় !
তয়ো কি চঞ্চল হলি এই দুৰ্দ্দিনত ?
দুৰ্ব্বৃত্তৰ যম তই ৰাজবংশধৰ,
নজগাবি ব্ৰজাঙ্কেৰ নহৰ হিয়াত,
নুভুলিবি নুভুলিবি বিনয় মহিমা।
ভিক্ষা মাগি ৰাখ প্ৰাণ বিনয়ী বচনে ;—
নাই এতো লাজ তোৰ, নুটুটে গৌৰৱ।—

ভিখাৰীৰ কল্পতৰু ভিখাৰী আপুনি।

(দোখোজমান আগবাঢ়ে।)

কাষত কোঁচোৱা জাল—জালোৱা নিশ্চয়।
লুকাগে মুখৰ লাজ ওৰণি-তলত ;—
আদি ভিক্ষা হক মোৰ আদি অৱতাৰ।

(প্ৰকাশ্যে)

চোৱাচোঁ আছে নে মাছ লগত তোমাৰ।

জালোৱা,- ভাল কৈছে দেউতা! তাৰে হে এতেপৰ কথন-মথন হৈছে। মাছ যি নাইয়েই নে মাছৰ নামেৰে ফিচা একণিও নাই। সেই বোলোঁ গোলন বিলত মাছ নাই, কাক কম কোনে পতিয়াব ?

শ্ৰীবৎস,- দুনাই মাৰাচোঁ জাল ; কি জানিবা পাওঁ।
—এৰিছে পৰাণে তেওঁ নেৰে যে আশাই।

জালোৱা,- দুনাই এবাৰ হে নেলাগে ওৰে দিনটো মাৰিব পাৰি। ত'ত মাছ হলেহে পাবা। মাছ যে হৰিলে!

হাটৰুৱা,- নহয় অ'! চাচোন মানুহ দুগৰাকী বৰ দুখত আছিছে, পাৰ যদি মুখত টোপ্ এটা দে, গুণ নহলে তেওঁ ধৰমেই হব।

জালোৱা,- তইও আৰু পাই! ইকি, বোলে সেৱালি জাল। ই কিবা তোঁহতৰ মগনীয়া জাল নে ? ত'ত মাছসন্ হলে হে উঠিব।

হাটৰুৱা,- কি জানি এওঁবিলাকৰ কপালেৰে উঠেই। যাওঁতে তেওঁ সেইটিয়েহে যাবি। খেওচেৰেক মাৰি যাবি চোন। যা, যা, উঠ। মই আগবাঢ়োঁ।

(প্ৰস্থান।)

জালোৱা,- বাইৰু! মাৰিব লাগে মাৰোঁ। কথাত নপতিওৱাঁ, চাইয়েই তেওঁ পতিওৱাঁ।

(প্ৰস্থান।)

চিন্তা,- সৰল জালোৱা অতি গল জাললই।
স্মৰাচোঁ ইবেলা নাথ, তাল বেতালক ;—
দেৱৰ বলেৰে ফল জানোচা ফলায়।

শ্ৰীবৎস,- সাঁচাকৈয়ে ভাল কথা পেলালা মনত।

(ওপৰলৈ চাই চকু মুদি মনে মনে তাল বেতালক স্মৰণ কৰিলে।)

বলাঁ দেবি, বহোঁগই তৰুৰ মূলত
ক্ষন্তেক জুৰণি দিওঁ অৱশ অঙ্গক।

(দুয়ো গৈ গছৰ তলত বহিলগৈ।)

অতিকে কাতৰ তুমি। হতভাগা মই—

চিন্তা,- (কৰলৈ নিদি)
নহওঁ কাতৰ নাথ, নাই ক্লান্তি লেশ ;
পাতল লাগিল যেন আশাৰো আশাত।

শ্ৰীবৎস,- নোহোৱাঁ কাতৰ ?—হাঁহি উঠে শুনি।
আলসুৱা চকুজুৰি অলস লাসেৰে
সোমাল সুৰঙ্গ মাজ ক্লান্তি আমনিত ;
বসন্তৰ কুঁহিপাত-সজা শৰীৰৰ
অভাৱৰ তীব্ৰতাপে কৰিলে মলিন
অহো !—
গভীৰ ৰহস্যময় নিৰ্ম্মাণ বিধিৰ!
সুকোমল ঢাকনীৰে সহিষ্ণুতা সাৰ,
শ্ৰান্তিৰ মালিন্য জিনি কান্তি আনন্দৰ,—
নিশা যেন জিলিকিছে জোনালী ৰশ্মিত !

চিন্তা,- চোৱাঁচোঁ আহিল, নাথ, ৰঙ্গেৰে জালোৱা।
সফল জাননী দিছে গতি উলাহত।

(জালোৱাই হাঁহি এভাৰ মাছেৰে আহি ওলালহি।)

জালোৱা,- হোঃ। ইয়াকেহে বোলে কপালীৰ কপাল। (মাছৰ ভাৰ থৈ) সকৰে পৰা মাছ মাৰিয়েই লৰাৰ বাপেকী হলোঁহি। এনে সেও নিজে যি মৰাই নাই আনকো মৰা শুনা নাই। একে সেওতে ভগৱানে মোৰ দেউতা! এই গাল বৌ, এই গাল বাহু। যি লাগে লোৱাঁ। হৰি, হৰি! মোৰ মানত আজি দেৱতা হে ওলালাহি।

শ্ৰীবৎস,- কিবা লাভ মিছামিছি অসাঁচনি সাঁচি।
দিয়াঁ মাথোঁ এটি মাছ দুজন জোৰাই।

জালোৱা,- সেৱা কৰিবলগীয়া কথা কৈছা মোৰ দেউতাটি! এৰা বোলে ভালৰ ভাল সৰ্ব্বতি কাল। শুকতি খোৱা হলে তেও আছিল। এনেই গেলাবলৈ কৈলে ? পিচেন্ পোন দং দঙেই এই ডাঙৰ বৌটো ধৰিছিলোঁ। তাকে ৰাখাঁ। দুইকো দুসাজ জোৰাই উপচি হে যাবগৈ—লাগে মই সৌ পানী যুৰলিতে সৰি-সেৰ এসোপাৰে যতাই দিওঁগৈ, আহাঁ তাতে যি হয় কৰাঁহি! —আজি ভাল তাৰিলা, মোৰ দেউতাটি!

(মাছ বান্ধি জালোৱা গুচি গ'ল।)

চিন্তা,- (মনে মনে ভাবিলে।)
শুনিছিলোঁ তাহানিয়ে মাতৃৰ মুখত
তুষ্ট হয় কষ্ট শনি ভুঞ্জি দগ্ধ মীন।
(প্ৰকাশ্যে)
নাইতো যতন একো, কিহেৰে কি কৰোঁ!
পোৱোঁ নে যতনে, নাথ ?—কেনে লয় মনে ?
শ্ৰীবৎস,- মনে কেনে লয় ?—কিবা লব মনে ?
জ্বলিব যেতিয়া জুই জুৰি জঠৰত,
কিহৰ সন্তাৰ তাৰ, কিহৰে বা জুতি !
সাথি সাথি পালা মাছ কত যতনেৰে
দুনাই যতন লই নকৰোঁ যতন।
আশাৰ তৃপিতি শেষ নাই ধৰণীত।
যোৱাঁ, যোৱাঁ শীঘ্ৰে, দেবি ! কৰাঁ যিবা হয়।
(চিন্তা মাছ'লৈ গুচি গ'ল।)
আগন্তুক দেখি যেন অৰাতি-আহাৰ
ক্ষুধা, তৃষ্ণা, পথশ্ৰান্তি মিলিত শক্তিয়ে
জ্বলিছে দুগুণ তেজে, দহিছে শৰীৰ।
আগে মানে নেজানিলোঁ যন্ত্ৰণা যে এনে।
নিৰ্ব্বাত নৰক এই যাতনাৰ শেষ,
নেজানো কিমান দিনে হয় অৱসান।
—কিবা সুখ আশা কৰি অচিন্ বনৰ,
এৰি দিলি অকালৰে ৰাজ সিংহাসন ;
অতনা ঐহিক সুখ ঐশ্বৰ্য্য অতুল,
তেনিটি অটুট্ চাক্ ভোগ বিলাসৰ
ফুৎকাৰে উৰালি তই জুৰাবীৰ দৰে,
ঢালি দিলি ভীৰু দেহা বিদ্ৰোহ বানত,
নহল শকতি তোৰ সোঁত ৰোধিবৰ ?
নুতলিল ক্ষত্ৰ তেজ তোৰ ধমনীত ?
আঁতৰ, আঁতৰ ভীৰু, দূৰ বনলই,—
দুৰ্ব্বলৰ নাই স্থান জন সমাজত।
(উঠি'গে মৃৰ মোহ্যৱি অইন এঠাইত বহিলগৈ।)
কুবাসনা জাগে কিয় মন মন্দিৰত !!
আদৰি আনিলি নিজে নিজৰ দুৰ্দ্দিন ;
কিহৰ সন্তাপ তোৰ ? জগবীয়া কোন ?
পান কৰি কালকূট নিজৰ অৰ্জ্জন
নীলকণ্ঠ মহাদেৱ আদৰ্শ উজ্জ্বল।
পিছলিব খোজ কিয় সেন্দুৰী আলিত ?
পালিব নোৱাৰি নিজে দিলি সিংহাসন,
সুখে আছে প্ৰজা তোৰ, এয়ে পুৰস্কাৰ,
এইয়ে দীপিতি তোৰ ঘোৰ আন্ধাৰত।
(এনেতে আধা তিতা কাপোৰেৰে
কান্দি কান্দি চিন্তাৰ প্ৰৱেশ।)
ইকি ! ইকি ! দেবি ! কি হল তোমাৰ ?
তিতিল বসন !—কান্দিছা কি হেতু ?
চিন্তা,- অতি আচৰিত, নাথ ?—
শ্ৰীবৎস,- কোৱাঁ, কোৱাঁ। নসহে পলমে।
চিন্তা,- পুৰিলোঁ যতনে মাছ, সিজিল সুন্দৰ।
বাহিৰে কুৎসিৎ দেখি ছাই-মাকটিৰে
যেতিয়া ধুবলে ললোঁ সৰসি-জলত,
কিনো ক'ম, প্ৰভু মোৰ,—পানীত পলাল !
শ্ৰীবৎস,- পানীত পলাল !—পলালে পানীত ?
অথবা উটিল মাছ অথিৰ হাতৰ ?
চিন্তা,- পানীত পলালে, প্ৰভু, পলাল পানীত ?
নামিলোঁ জলত তাৰ সন্ধান আশাত ;
সাঁতুৰি আগতে গল, পুনু পালে প্ৰাণ !
(কান্দে)
শ্ৰীবৎস,- দৈৱৰ প্ৰদত্ত ধন হৰিলে দৈৱই !
নেকান্দিবাঁ প্ৰাণ মোৰ, নহবা আকুল।
যাচিছোঁ যতনে হয় দৰ্শনৰ সাৰ,
নেমানে নিজৰে প্ৰাণে, বুজনি কি দিম ?
জ্বলিছে জঠৰ জুই ভীষণ তেজেৰে
কুৰলী কণিকা যেন সান্ত্বনা স্বৰ্গৰ
তাপেৰে ওলটে ঘূৰি স্বৰগ থিয়াই।
উস্ !—
প্ৰৱঞ্চনা ! —ইন্দ্ৰজাল ! ষড়যন্ত্ৰ ঘোৰ !
গোটেই জগৎ জোৰা শনিৰ জালেৰে।
ব্যাধগ্ৰস্ত হৰিণৰ আৰু কি উপায় ?
পলোৱাঁ, পলাওঁ আহাঁ ;—নাই পৰিত্ৰাণ !
(এনেতে পাচ ফালৰ পৰা
বিমৰ্ষ মনেৰে লক্ষ্মীৰ প্ৰৱেশ।)
লক্ষ্মী,- বাছা !— বাছা !—
শ্ৰীবৎস,- মাতৃ ! মাতৃ !—
পৰিল মনত ভাল হতভাগালই ?
তোমাৰ কৃপাত আই, দিলোঁ প্ৰাণদান,

কত শত ক্ষুধাতুৰ তৰিল এদিন।
আতুৰৰ ত্ৰাণকৰ্ত্তা সন্তান তোমাৰ
অনাহাৰে উজাগৰে এই যায় যায়।
প্ৰাণ যায় !— উস্ ! ইমান যন্ত্ৰণা !
(প্ৰণাম কৰে।)

চিন্তা,- লোৱাঁ মাতৃ অভাগীৰ কোটি নমস্কাৰ।
(প্ৰণাম কৰে।)

লক্ষ্মী,- নেভাবিবাঁ বাছাধন, পাহৰি এতিয়া
তোমাৰ যাতনা দাহে দহ্য নাই হিয়া।
কাত ৰৰ হুমুনিয়া প্ৰতিটি তোমাৰ
প্ৰলয় ধুমুহা যেন হানিছে হিয়াত।
একেৰি শক্তি গৰ্ব্ব দৃপ্ত ক্ৰুৰতাৰ
কৰে তাকে আস্ফালন ফান্দৰ মাজত।
আৰু কত কাল তাৰ, আৰু কত কাল ?
নকৰিবাঁ আৰু শোক ; আহিল সুদিন।
ক্ৰোশাৰ্দ্ধ দূৰত আছে কাঠ-ব্যৱসায়ী,—
ধনৰ আদৰ জানা নৰ-সমাজত,—
সাদৰি সাৱটি লব কৰিব যতন।
অদূৰ বনত আছে চন্দনৰ সাৰ
যতনে আহৰি আনি বেচিবা নিতউ,
অলপ শ্ৰমতে হব বহুত অৰ্জ্জন।
লোৱাঁ পুনু এইধাৰি মালা মাণিকৰ
(চিন্তাক দিয়ে।)
সাৱধান !—
নেজানে কোনোৱে যাতে মালাৰ সন্ধান।
লাহেৰে লুকাই লোৱাঁ আঁচলেৰে বেৰি,
মাণিকৰ কান্তি যেন লাবনি অঙ্গৰ,
মিলিব মাণিকমালা—মেলা মাণিকৰ ;
জনমিব মহাভ্ৰান্তি তস্কৰ চকুৰ।
আহাঁ বাছা আগুৱাই, কি ভয় তোমাৰ ?
(আগে আগে লক্ষ্মীৰ আৰু পাচে পাচে
শ্ৰীবৎসৰ আৰু চিন্তাৰ প্ৰস্থান।)

---

# দ্বিতীয় দৃশ্য
## পাৰ্বতীয়া বাট
### দুপৰীয়া

(একালৰ পৰা গাঠি আৰু ইকালৰ পৰা এটা খৰিকটীয়াৰ প্ৰবেশ।)

খৰিকটীয়া,- কি অ' গাঠি ? নুমলীৰ চোতালত বৰ্বৰে ঘোগোলা ডিঙ্গি মেলি কথা বিয়াইছিলি দেখোন ? মই বোলো আমাৰ বাপুৰেহে ৰামায়ণ মেলিছেহি হব পায় !

গাঠি,- কব জানিলে ইও এক ৰামায়ণেই। কথা কবি কি ? এই চকু গজাৰ কথা ওলাইছিল।

খৰিকটীয়া,- কাৰ চকু গজাৰ ? কুকুৰৰ নে মেকুৰীৰ ?

গাঠি,- নহয়, সিহঁতৰ গৰাকী মানুহৰ। মানুহৰ হে।

খৰিকটীয়া,- থ বোপাই ! মানুহৰ আকৌ চকু গজে ! আমি এনেখন কথা দেখাও নাই, শুনাও নাই।

গাঠি,- গজিলেহে দেখিবি। নাই দেখা যেতিয়া শুন তেনে, শুন,—এক চকু গজে, এক চকু ফুটে, আৰু এক চকু গেঠেলা মাৰে।

খৰিকটীয়া,- এইবোৰ সেই নুমলীক কবিগে। জানোচা তোলে তাইৰ চকু গজেই।

গাঠি,- কৈছিলোঁ নুমলীকেই হে। তই সুধিছ গুণে হে তোৰ আগত কৈছোঁ। শুন তেনে ভাঙ্গি পাতি কওঁ। শুন,—এক চকু গজে,—এই ধৰ, যেনে, মোৰ চকু ; এক চকু ফুটে,— যেনে, নুমলীৰ বাপেকৰ—সেই কেটোৰ-কলীয়াটোলে নুমলীক দিব খোজাটোৰ ; এক চকু গেঠেলা মাৰে, যেনে, তোৰ চকু। এতিয়া বুজিলি ?

খৰিকটীয়া,- হয় তো, তোৰ চকু গজিল, আৰু মোৰ গেঠেলা মাৰিলে।

গাঠি,- হেৰ, গেঠেলা নেমাৰিলে নো কি ? গেঠেলা নেমাৰিলে নো কি অ' ? অতদিন কটনা কাটি সেই বেলি এডোখৰতে হাবি মহামিাই কান ছিগা খৰি একোভাৰ আনি তেও তিনি অঁৰা কড়ি হে পাইছিলি ? এতিয়া আমাৰ আঁতে আহিৰৰ পৰা চন্দনৰ সাৰ বেচি টিপতে দেখোন পোনে পোনে কড়ি ঘটিৰ পৰা হলি। ধন ঘটাৰ বুধি দি আমাৰ আঁতেয়ে চকু নগজালে নো কি ? এনে এটা উপায় পাই তই সেই কৌটিকলীয়া স'জটো এৰিব নোৱাৰিলি ? আকৌ ওলালি কটনা কাটিবলৈ। তোৰ চকুৱেই যদি গেঠেলা নেমাৰিব, তেনে মাৰিব কাৰ ?

খৰিকটীয়া,- হওক বাৰু। আমাৰ চকুৱেই গেঠেলা মাৰক।

তোমাৰ দৰে পুৰিবলৈ আমাৰ চকু গজিব নেলাগে। তোমাৰ কথাতে বোপাই কালৰ বিৰ্‌তিটোকো এৰি দিওঁ। আমি চন্দনৰ সাৰ বেচিও ধন ঘটিম, খৰি লুৰিও ধন ঘটিম।

গাঠি,- তাকে হে কৈছোঁ অ' বোপাই! অলপ ভাগৰতে ধন ঘটি সুখ এফেৰাও নকৰিলি? নতুন বুধিটো পালি, তাৰ মৌ ফেৰাও নুচুহিলি? গেঠেলা চকু ঐ, গেঠেলা চকু!

খৰিকটীয়া,- মৌ-মাখি নহে মৌ চুহিবলৈ হে তোৰ চকু গজিল? তেনে পাই, তোৰ গজা চকু তোতে থাকক। ৰবি, আতৈৰ নাম শুনি কথা এটা মনত পৰিছে। আতৈৰ সিধাপাতি দিবলৈ আমাৰ পাল পৰিছে কাহানিকৈ?

গাঠি,- হেৰ, বিজনে চকু গজায় তেওঁকে তই দেখা নাই। তোৰ নো চকু গজে কেনেকৈ?

খৰিকটীয়া,- নাই দেখা তো! সদায় হাঁহি মাতি ৰঙ্গে ধেমালিৰে সেইয়া একেলগে হাবিলৈ গৈ চন্দনৰ সাৰ আনি বজাৰত বেচিয়েই আছোঁহি দেখোন। তহঁতৰ দৰে লেপেটি কাঢ়ি জানিবা হোৱাই নোহোৱাই তেওঁৰ ওচৰত পৰি নেথাকোঁগই—এই হে কথা।

গাঠি,- অ' তোৰ কাণো গজা নাই। সেই হেন সিংহজনে শিয়ালৰ দৰে তোৰ সিধাপাতিলৈ টপালি থাকে বুলি নো শুনিলি ক'ত? তই দেখোন চকু কাণ দুয়োটাকে খালি। হেৰ, মাজে মাজে আতৈৰ ওচৰত বহিবিগে। জঃনোচা তোৰ মতি-গতি লৰেই।

খৰিকটীয়া,- সঁচা কথা কবলৈ হলে, পাই, মানুহজনৰ ওচৰত বহিলে উঠি আহিবৰ মন নেযায়। সেই হে তেও নবহোঁ।—বাৰু, ৰ। আজি যদি সোনকালে আজৰি হওঁ এফেৰা বহিমহি।

(প্ৰস্থান।)

গাঠি,- তোৰ নামেৰে মৰা শাকৰ জুৰ এটাও কোনেও নেপায়। খাওঁতা নাই, বওঁতা নাই—হেৰ, ইয়াৰ আঁজোৰ পিজোৰ খন কিহৰ?—স্বৰ্গৰ দেৱতাইও তোক উধোৱাব নোৱাৰে।—তই বি ধনগুলৈ, ধনগুলৈয়ে হে। মৰিলেও গুলৈ, জীলেও গুলৈ।

(এনেতে ইফালৰ পৰা সদাগৰ ওলালহি।)

সদাগৰ,- হেৰ, তহঁতৰ এইখন দেশত মতা মানুহ নাই নে কি?

গাঠি,- (সদাগৰক আগে গুৰিয়ে চাবলৈ ধৰিলে।)

সদাগৰ,- হেৰ, মাতিব নোৱাৰ নে কি? বোলোঁ তহঁতৰ দেশত মতা মানুহ নাই নে কি?

গাঠি,- ৰব', বোলোঁ, আমাক নো কেনে যেন দেখিছে?

সদাগৰ,- বোবা নহয়, টেঁথৰ হে।

গাঠি,- ৰ'ব, আপোনালোকৰ ফালে হব পায় মাইকী মানুহৰ গোফ আছে; নাই সিহঁতে পোন্ধ মাৰি ফুৰে?

সদাগৰ,- অ' ই দেখোন সাত ঘাটৰ চেঙ্গেলী। এইখন কি গাওঁ বোলে অ'?

গাঠি,- অ' ভালেটিহে। সকলো কথাই ওভোতা। নহলে নো মতাক মাইকী যেন দেখে নে?

সদাগৰ,- কিহৰ ওভোতা অ'?

গাঠি,- কিহৰ আৰু? কথাৰ।

সদাগৰ,- কথাৰ ওভোতা কি?

গাঠি,- সেইটোৱেই।

সদাগৰ,- সেইটোৱেই কি?

গাঠি,- বোলোঁ গাৱঁৰ নাম আগে সোধা হলে মতাৰ বিচাৰ লোৱাত লেঠা নেলাগিলহেতেন।

সদাগৰ,- বাৰু, এতিয়াও কচোন কি গাওঁ।

গাঠি,- কি গাওঁ। যি গাৱঁত মতাবোৰে দিনত হাবিত খৰি লোবৈগে, আৰু মাইকীবোৰে ঘৰ ৰখে, এইখন সেই গাওঁ। এই দুপৰত মতা মানুহ এটা বিচাৰি উলিওৱাঁচোন চাওঁ। মোক যে পাইছা তাকো 'দৰবলৈ' বুলি হে।

সদাগৰ,- বাৰু, তই এটা কথা কৰিব নোৱাৰ নে? যি হয় অলপ ধনকে ল। শকত আবত্ চই একুৰি মান ডেকা ল'ৰা মোক আনি দিব নোৱাৰ নে?

গাঠি,- কেলৈ? যুঁজাই চাব খুজিছা নে কি?

সদাগৰ,- সিও এক যুঁজেই। সৌ ঘাটত মোৰ নাওখন লাগিলেহি। কোনোমতেই টানি এৰুৱাব পৰা নাই। তাঁলৈকে—

গাঠি,- বৰ যুঁজখন। জানোচা এজনী তিৰোতাইয়ে হেঁচোকে একা।

সদাগৰ,- তই নোৱাৰিবি। যা, পাৰ যদি মাতি আনগৈ। লাগিলে, সিহঁতে খৰি বেচি যি পায় তাৰ তিনি গুণ দিম।

গাঠি,- খৰি বেচাক জানিবা দিলাই। খৰি পোৱাক একা?

সদাগৰ,- তোৰ কথাবোৰ থচোন। মই পচা কামটো কৰি দে তোক মন জোৰাই ধন দিম।

গাঠি,- কিনো বোলে 'ধনৰ দেশৰ পৰা আহিল ধনাই' ঐ!

ইমান নো ধন সিঁচিব লাগিছে কেলৈ ? গধূলি গাৱঁৰ গোটেইবোৰ ডেকা গোলাৰ আগত ৰং ধেমালি কৰিবলৈ বহিবহি। তেতিয়াহে তামোল পান এটা দি ভাৰসা কৰিবা, তোমাৰ নাওখন বামেদি ডাঙ্গি নিবলৈ কলেও লৈ যাব।

সদাগৰ,- মই আকৌ গধূলিলৈ খপিয়া পৰিব পাৰিলেহে।

গাঠি,- নহলে টানাগৈ নিজে।

সদাগৰ,- নহয়, বোপাই, তইয়ে কাৰবাৰ এটা কৰি দে।

গাঠি,- গধূলি হওক, বোৱাঁ।

সদাগৰ,- বাৰু, ক'ৰ হাবিত খৰি লুৰিছে তাকে দেখুৱাই দে।

গাঠি,- ওকণী বিচৰাদি বিচাৰিবাগৈ নে কি ? ভাল কথা কলে আকৌ নুশুনা।

সদাগৰ,- নহয় অ' মোক এতিয়াই লাগে।

গাঠি,- ৰ'বা। নাওত নো আনিছা কি ?

সদাগৰ,- আনিছোঁ কিবাকিবি। তোক নো কেলৈ ? তই নো বাৰু এতিয়া কৰিবি কি ?

গাঠি,- কৰিম কিবাকিবি। তোমাক নো কেলৈ ?

(এই বুলি উচটি মাৰি গ'ল।)

সদাগৰ,- ই বৰ টেঁথৰ হয় ! ছে,- ! মিছাতে লগুৱাকেটোক কিলালোঁ। পালেহে নিব। দহোটা বা বাৰটা হলেও হয়। তালৈকে এতিয়া —। (ভিতৰলৈ চাই) সৌৱা, সৌটো মতা মানুহ। ই — মিছা ! ফোটে লগুণে তমস্কাৰ ! হজুৰাটোৰেই নেটানিলে যেতিয়া, তেওঁ নো টানিব খুজিছে নে ? কিজানি আকৌ টকাৰ লোভত আঁজোৰ এটা মাৰেই।

(দৈবজ্ঞ বেশে শনিৰ প্ৰবেশ।)

শনি,- আপুনি বণিক ? আপোনাৰ ঘৰ কাঞ্চীনগৰত ?

সদগাৰ,- হয়। আপোনাক দেখোঁ মোৰ দেখা মনত নপৰে।

শনি,- আপোনাৰ অপাৰ সম্পত্তি, ঘৰত এজনা সুন্দৰী গৃহিণী, এটি পুত্ৰ সন্তান। লৰাটিও ডেৰ হৈছে।

সদাগৰ,- হয়।

শনি,- আজি ডেৰ বছৰ হ'ল, আপুনি ঘৰ এৰি সমুদ্ৰত বাণিজ্য কৰি ফুৰিছে ?

সদাগৰ,- হয়। আপোনাক হে—

শনি,- আপুনি সিংহল দ্বীপৰ মুকুতাৰ নিমিত্তে মন কৰিছে ?

সদাগৰ,- (স্বগত) মোৰ মনৰ কথা এওঁ জানিলে কেনেকৈ ? (প্ৰকাশ্যে) আপোনাবো ঘৰ কাঞ্চীনগৰতে নে কি ?

শনি,- নহয়, এই খনতে। আপোনাৰ নাওখন ইমান সজ্জিত লাগিল যেতিয়া এতিয়া যায় কেনেকৈ ? নগলেও সিফালে মোহনামুখৰ সদাগৰ আজি ভালেমান দিন ৰল, আৰু নৰয়। আজি গধূলি গধূলি আপুনি নেপালেগৈ আৰু পোৱাৰ আশা নাই।

সদাগৰ,- আপুনি দেখোন মোৰ আটাইবোৰ কথাকে জানে।

শনি,- মহা মস্কিল হল। আপুনি ধন দি পঠিয়াব নোৱাৰিলে সিফালে কাঞ্চীপুৰৰ বৰ সদাগৰে আপোনাৰ দায়গ্ৰস্ত পৰিবাৰক শিশু সন্তানটিৰে সৈতে কাৰাগাৰত দিয়াৰৰ ফান্দি আঁটিছে। নাওখনো লাগিল বৰ সজ্জিত।

সদাগৰ,- আপুনি নিশ্চয় সৰৱজান ! — আপুনি জুতিষীয়া ?

শনি,- হয়। আমি সেই গ্ৰহৰে কাম কৰোঁ। পাচে আপুনি এতিয়া নাও উলিয়াবলৈ যি উপায় পাঙ্গিছে সেই উপায় নেখাটিব। অন্য উপায় কৰক।

(যাব খোজে।)

সদাগৰ,- ৰ'ব, ৰ'ব, প্ৰভো ! কি উপায়ৰে নো নিস্তাৰ পাম ? একো প্ৰতীকাৰ নাই নে ?

শনি,- (আঙ্গুলিত লেখি) —নাই, মিছা ! যি উপায় আছে সেই উপায় কৰিব নোৱাৰিব।

সদাগৰ,- নোৱাৰাৰ একো মানে নাই। অলপ বেচি খৰচ হব, —ইমানেই হে কথা। ধনৰ অসাধ্য কি আছে ?

শনি,- (স্বগত) মূৰ্খ !
ধনৰ চকুত তোৰ ধনবেহে ধৰা !
ঐশ্বৰ্য্যৰ মদিৰাত মজিলি মজিলি !

(প্ৰকাশ্যে) ধনেৰে কৰিব নোৱাৰা কাম গুণেহে কৰোঁ। কৰিব নোৱাৰিব।

সদাগৰ,- আপোনাৰ যি লাগে তাকেই দিওঁ, মোক প্ৰতীকাৰ এটা দিয়ক। হিয়াত জুই লাগিছে যদি এতিয়া নুনুমায়, বধে ছুব।

শনি,- মই অৰ্থলোভী নহওঁ। আপোনাৰ মুঠে সুখ হওক এই আশাৰে হে দেখা পাই যি জানো তাকে কৰোঁ। প্ৰতীকাৰ যে নাই এনে নহয়। চেষ্টা কৰি চাব পাৰে। সিদ্ধি যে নহব তাতো বিশেষ বাধা নাই। আপোনাৰ কৰ্ম্মস্থান একেবাৰেই মুকলি বুলিব লাগে। শুনক তেনে,—এই গাওঁখনিৰ অলপ দূৰতে এজনা ভাগ্যৱতী তিৰোতা আছে। তেওঁ সৰ্ব্ব সুলক্ষণ-সম্পন্না। পদত ধ্বজ বজ্ৰাঙ্কুশৰ চিহ্ন আছে। তেওঁক যদি আনি নাওখন

কেনেবাকৈ ছোৱাব পাৰে তেনে আৰু ভয় নাই। এহেঁলে আপুনি এশটা মদমত্ত হস্তীৰেও সেই কাম সিজাব নোৱাৰে।

সদাগৰ,- তেওঁক অনাটোত নো কি লেঠা আছে ?

শনি,- লেঠাও এনেকৈ ডাঙ্গৰেই। সম্প্ৰতি তেওঁৰ স্বামী হাবিত খৰি কাটিবলৈ গৈছে। আপোনাৰো বেচি পৰ ৰবলৈ হলে মোহনামুখ পোৱাটি হৈছে। এটা কথা কৰি চাব পাৰে। তেওঁৰ শৰণাগত হে কাতৰে কৈ চাওকচোন। কিজানি আহেই। ধন বিতৰ কথা মচুলুমে উত্থাপনকে নকৰিব। ধনে তেওঁক লৰাব নোৱাৰে। আনে যদি ধৰ্ম্মহি হে আনিব।

সদাগৰ,- ৰ'ব, কিমান দূৰত বুলিলে ?

শনি,- সৌৱা, সৌ বৰগছজোপাৰ তলৰ চিকণকৈ লিপাপোচা সেই ঘৰটোতে আছে। গলেই ওলাই দেখা দিব। ইস্ মানুহজনা মোৰ মঙ্গলত জিলিকি আছে। তেওঁক যেয়ে ৰাখিব সেইয়ে তেওঁৰ কপালৰ বলতেই ৰাজ-চক্ৰবৰ্ত্তী হব। জ্যোতিষৰ বচন কথিও মিছা হব নোৱাৰে। বৰ ভাগ্যৱতী তিৰোতা! বৰ ভাগ্যৱতী! ইমান দিন ভাগ্য মুদ্ গৈ আছে! নেজানো তেওঁৰ কপালেৰে কোন ক'ত ৰাজ-চক্ৰবৰ্ত্তী হয়।

সদাগৰ,- ভাল তেনে দৈবজ্ঞ দেউ, আপুনি ঘাটলৈকে আগবাঢ়ক। মই যি পাৰো দান দক্ষিণা কৰিমহি। ইতিমধ্যতে মই সেই তিৰোতাজনীৰ ওচৰৰ পৰা আহোঁ। আহিব যেন লাগিছে নে বাৰু ?

শনি,- লাগোতে লাগিছে।

সদাগৰ,- ভাল, চেষ্টা কৰি চাওঁ, কি বোলে ?

শনি,- এৰা, যাওক।

(সদাগৰ লৰালৰিকৈ গুচি গ'ল।)

শনি,- ৰচিছ ধৰাৰ স্বৰ্গ বিনয় ধৰ্ম্মেৰে।
হেৰ, হেৰ স্থূল চক্ষু, মাটিৰ পুতলা,
ধৰ্ম্মৰ বিঘিনি আছে, সৌজন্যৰো জ্বালা।
জ্বলাম ধৰ্ম্মেৰে তোক কোনে ৰাখে চাওঁ।
চক্ৰীৰ নিৰ্ম্মম চক্ৰ চলিল বেগেৰে,
পাৰা যদি ৰাখাঁ তুমি, অবলা কমলা।

(প্ৰস্থান।)

---

## তৃতীয় দৃশ্য

**—বৰ গছৰ তলৰ পজাঁ—**

**বেলি ভটী দিছে**

(চিন্তা আৰু বিলাহী বহি কথা পাতি আছে।)

বিলাহী,- তাকে হে কৈছোঁ বোলো আমাক নো আৰু কি খুৱালে কব নোৱাৰোঁ। ৰাতিয়ে দিনে যেন আপোনাৰ ওচৰতে পেট পেলাই পৰি থাকিম।

চিন্তা,- সৰল শিশুৰ সেই সৰল চকুত
কুটিল বিশাল সাপ সিও যে সৰল।
নেজানিলোঁ আগে, বাই, নিজান হাবিত
দয়াৰ অক্ষয় খনি আছে এনেদৰে ;
অতি ক্ষুদ্ৰ ইয়াৰেই মণি এটি পিন্ধি
স্বাৰ্থময় অন্ধকাৰ দূৰ নগৰত
অশেষ প্ৰশংসা পাই জ্বলে দীপিতিত।

বিলাহী,- (বাটলৈ চাই) নোমলৰ মাকহঁত এতেপৰে নাহিল দেখোন। আজি আহিলেই কালি এৰি যোৱাৰ পৰা সীতা আইৰ কথাখিনি কব লাগিব। কালি শুনি গৈ সেই কথাকে গুণি গুণি ভালেখিনি ৰাতিলৈ সাৰে আছিলোঁ। আজি আৰু আজৰি হৈ আহিছোঁ। গৰু গাই চপালেকে শুনিম। অ' সেই ভনীজনীৰ ঘৰৰ পৰা গাখীৰ এটোপা দি পঠিয়াইছিল। সৌ টোপা বেৰৰ আগতে আৰি থৈছোঁ। তাইৰ হেনো গৰুজনীৰ পোনৰ গাখীৰ টোপা আপোনাত লাগিব লাগে।

চিন্তা,- পোনাৰ নৰিয়া বুলি কালি এতেপৰে
গুচি গল অসুখেৰে ভনীয়া তোমাৰ।
নেপালোঁ সংবাদ, বাই, আছে নে কুশলে ?

বিলাহী,- কিহৰ নৰিয়া, মোৰ আই! কালি নে পৰহি আপোনাৰ ইয়ালৈকে আহিবলৈ বুলি লৰাটোক থাঁহি থাঁহি এধাখুন্দা এগাল খুৱাই থৈ আহিছিল। নাহিলেও জানো ৰাইখ আছে ? লৰাও লৰা, যি হে লৰা, অহাৰ পাচতে 'ভোক, পিয়াহ ঔ, পিয়াহ ঔ' বুলি বাউচিত গছৰ পাত সৰুৱাব নহয়। তাতে তাক আল'খনিয়ে ধৰি মাটিয়ে পটিয়ে বাগৰালে, তৰুৱা কদমৰ ছাল এফেৰা পৰিলতে জানিবা সেই কালেই থাহ মাৰিলে। লৰাটো সেইটো, সি আৰু তাইক জুলুকিয়ে জুলুকিয়ে শিকাইছে।

চিন্তা,- যতনা নিকাৰ ভুঞ্জে নিৰীহ সন্তানে,

জগদীয়া আধেকৰ আজলী জননী।
একেটি ইঙ্গিত, বাই, সুনীতি দেৱীৰ
ধ্ৰুৱ হ'ল ধ্ৰুৱতৰা যাঁৰ জ্যোতিৰ্ম্ময়,
জিলিকিছে নিজ গুণে দূৰ গগনত।

বিলাহী,- এৰা। সেই লৰাটোৱে তাইক আৰু নকৰিবৰ চকৰি কৰিছে। কেনেকৈ নো তাক মানুহমুৰা কৰিব পাৰি, পাৰে যদি তাৰে কিবা এটা দিহা তাইক দিয়ক। তাইও ওলায়হি হে লাগে। কাপোৰ সাজ ধুই শুকাবলৈ দিছে। তাইৰ হেনো আপোনাৰ আগলৈ লেতেৰা কাপোৰেৰে আহিবলৈ লাজ লাগে। (বাটলৈ চাই) সৌ জন নো কোন ? চুচুক চামাককৈ এই ফাললৈকে আহিছে। গড় গতিত এই অঞ্চলৰ মানুহ যেন নাই লগা দেখোন !

(সদাগৰৰ প্ৰবেশ।)

চিন্তা,- দুপৰৰ অভ্যাগত সাক্ষাৎ ঈশ্বৰ
ৰবাঁ, বাই, এক্ষন্তেক, আনো কুশাসন।

(ভিতৰলৈ উঠি যায়।)

সদাগৰ,- নেলাগে, নেলাগে আসন। ত'ত হাক দিয়াঁ হে, হাক দিয়াঁ। আসন আনিবলৈ যোৱাই আসন দিয়াতকৈ শতগুণে বেচি অভ্যৰ্থনা জনাইছে।

বিলাহী,- কিমান দূৰৰ পৰা আহিছে চাঁগে ! অলপ বহি জিৰাওকেইচোন।

সদাগৰ,- ব'বা, এইজনাই হব পায় এই ঘৰৰ গিৰিহঁতনী ?

বিলাহী,- হৈছে, ত'ত এগৰাকী গোঁসানী। ভাইগৰ বলেহে আমি সেৱা কৰিবলৈ পাইছোঁ।

সদাগৰ ,- (স্বগত) জানিবা এছাট বিজুলীহে হিয়াৰ মাজেদি গুচি গ'ল। মানুহো ইমান ধুনীয়া ! অহহ' ! ভাল সেন্দুৰী আমত ঢোঁৰা কাউৰীয়ে টুকৰিয়াইছে।

চিন্তা,- (প্ৰবেশ কৰি আসন দি)
কি ভাগ্য আমাৰ আজি দেখিলোঁ চকুৰে
দুপৰৰ অভ্যাগত দীন কুটিৰত।
দয়া কৰি পদধূলি দিলে যদি দেৱ
আসন গ্ৰহণ কৰি কৃতাৰ্থ কৰক।

সদাগৰ,- আপোনাৰ সৌজন্যত মই আজি বিমান আনন্দ পাইছোঁ জন্মাৱধি সিমান আনন্দ পাইছিলোঁ নে নাই পোৱা সন্দেহ। ক্ষমা কৰিব। মোৰ অনুৰোধ ৰক্ষা নকৰিলে মই আসন গ্ৰহণ কৰিব নোৱাৰো। মই বৰ আতুৰত পৰি প্ৰাৰ্থনা জনাবলৈ আহিছোঁ। প্ৰাৰ্থনাটি পূৰণ কৰক, চিৰদিনলৈ আপোনাৰ দুৱাৰৰ দুৱাৰদলি হব পাৰিলেও কৃতাৰ্থ মানিম।

চিন্তা,- আপুনি আশ্ৰিত আমি অতি দীনহীন,
আছে কি শকতি এনে তাৰিম আনক ?
তথাপিতো— পাৰোঁ যদি উধাৰিব কিবা
সাজু আছোঁ সৰ্ব্বদায় ক্ষীণ শকতিৰে।

সদাগৰ,- নিশ্চয় পাৰিব। মোৰ দৃঢ় বিশ্বাস। মই কাঞ্চীপুৰৰ সদাগৰ। বাণিজ্যৰ আশাত এই দেশলৈ আহি কি দুৰ্য্যোগত ঘাটত নাও লগালোঁহি কব নোৱাৰোঁ। অত চেষ্টা, অত যত্ন কৰিছোঁ তত্ৰাচ নাওখন লৰাবই পৰা নাই। আজি বেলি মাৰ যোৱাৰ আগতে মোহনামুখ নেপালেগৈ মোৰ ভাগ্যৰ বেলি চিৰদিনলৈ মাৰ যাব। মোৰ যত সম্পত্তি, যত ঐশ্বৰ্য্য সকলো হেৰাব। মোৰ প্ৰাণৰ প্ৰতিম তিৰোতাই যাৰ নিমিত্তে দেশ-দেশান্তৰে অনাই-বনাই ফুৰিছোঁ সেই একমাত্ৰ কেচুৱা সন্তানটি বুকুত বান্ধি বন্দীশালত জীৱন কটাব। এই মুহূৰ্ত্তকেইটাই যে কি ভয়ঙ্কৰ ভঙ্গীৰে মোৰ চকুৰ আগত তাণ্ডৱ নৃত্য কৰিছে তাক কবলৈ মোৰ ভাষা নাই। হয় এই মুহূৰ্ত্তই অতুল ঐশ্বৰ্য্যেৰে এক সোণৰ সংসাৰৰ অধীশ্বৰ কৰিব, নহয় জ্বলন্ত নৰক সদৃশ এক ভীষণ মৰুভূমিত দহি পুৰি মাৰিব। এই ঘোৰ্যোৰ জীৱন মৰণ সমস্যাত মোক উদ্ধাৰ কৰক। সপোনত কোনোবা দৰে এজন জ্যোতিষীয়াই কলে, —এই গাৱঁতে এগৰাকী সৰ্ব্বসুলক্ষণীয়া তিৰোতা আছে বোলে। তেওঁ কেঞা আঙুলিৰে চুলেই নাও ভাহিব। নহলে এশ মদমত্ত হস্তীয়েও তাক লৰাব নোলাৰে।

চিন্তা,- (লাজেৰে অৱাক হয়।)

সদাগৰ,- মই সবিশেষকৈ সোধাত আপোনাৰ ঘৰে সৈতে ঠিকনা দি পঠিয়াইছে। যদিহে আতুৰক তাৰিবৰ মন আছে, তেনে এখন্তেক ঘাটলৈ গৈ নাওখনি স্পৰ্শ কৰি জীৱদান দিয়ক। যাওঁ বুলিলে পদব্ৰজে গৈ কষ্ট কৰিব নালাগে। আদেশ কৰক, মোৰ লগুৱা আছে, সিহঁতে চৌদোলত লৈ যাবহি।

চিন্তা,- নুবুজিলোঁ, সদাগৰ, কি কলে আপুনি।
পদুৰে লজ্জাৱ খোজে গিৰি ভাঙৰ ?
পুৰুষ দূৰৰ কথা, বলে বলীয়ান
মদমত্ত শত হস্তী হাৰ মানে যত,

কিবা বল অবলাৰ দৰ্ব্বল বাহুত
স্পৰ্শমাত্ৰে উটোৱাব তৰণী দুস্তৰ ?

বিলাহী,- ঔ আই ! এনে আৰু গছত গৰু উঠা হোলোঙাৰে কাণ বিন্ধোৱা কথা শুনা নাই । শয়ে শয়ে মত গজ হাতীয়ে একৰাব নোৱাৰা নাওখন নো তিৰোতা এগৰাকীয়ে একবাব পাৰে ! আমাৰ দুখ বন কৰা হটঙী তিৰোতা এজনী হোৱা হলেও আছিল । কোমলৰো আওকোমল কপাহৰ পাঁজী যেন আঙুলিকেটাৰে আমাৰ আইয়ে গৈ এতিয়া নাও টানিবগৈ ? এইবোৰ কিবা উপকথা যেন হে লাগিছে।

সদাগৰ,- সঁচা কথা ! বলৰ দৰে বল লগা হলে তিৰোতা এগৰাকীৰ ওচৰলৈ অহা মোৰ মহাভুল হলহেতেন। কিন্তু দৈব-দুৰ্য্যোগত মোৰ এই দশা । দৈব বল বিনে যে মোৰ আৰু উদ্ধাৰৰ আশা নাই । —এইয়ে মোৰ প্ৰাৰ্থনা, মই বেচ জানিছোঁ, জনাবলগীয়া কথা জনাই মই অন্ত কৰিব নোৱাৰিলোঁ । হৃদয়ৰ মাজত এক তুমুল তৰঙ্গে গৰ্জ্জিব লাগিছে । মই আৰু কি ক'ম ? আপুনি জ্ঞানী আৰু বিদুষী—

চিন্তা,- মানো মই দৈব বল মহা বলবান।
প্ৰত্যক্ষে দেখিছোঁ কত লীলা আচৰিত।
কতদিন কোকানলে অশ্ৰুধাৰা ঢালি
চেঁচনি লভিছোঁ নিজে দৈব বল বুলি।
অতি অভাগিনী মই, কিবা গুণে মোৰ
ফলিব দৈবিক শক্তি অযোগ্য দেহত ?

বিলাহী,- বাৰু, ৰ'ব । কোন বাপুৱে নো চাইছিল ? আমাৰ গাৱঁৰ বাপুৱেই নে ? সেই থাওকালকৈ জামুকলীয়া মানুহ গৰাকী ?

সদাগৰ,- ইয়াৰেই বাপু । সৌৱা সৌ তাতে লগ পাইছিলোঁ।

বিলাহী,- অ' তেন্তে আই ধৰি লওক, সি শিলৰ ৰেখ । চোৰা চিতাৰ ফালে হলে আমাৰ বাপুক এজন লেখত লবলগীয়া । অনেকে অনেকত পৰ্‌মাণ পাইছে। সিদিনা মোৰ ভাগিন লৰাটোৰ গৰু এটা হেৰাইছিল । তাকে চোৱাবলৈ বুলি বাপুৰ ওচৰলৈ গলোঁ । বাপুৱে এনে হে ধৰি দিলে জানিবা শিলৰ হে ফোঁট । যি বাঁহজোপাৰ তলত বিফালে মূৰ কৰি শুই আছে বুলি কৈছিল হুবহু তাকেই পালেগৈ । বাপুৰ মঙ্গল যেতিয়া হওঁতে মিছা হব নেপায় ।

চিন্তা,- সদাগৰ !
ক্লান্তি তপ্ত গগনৰ ৰক্তিম নয়ন
মুদিব যেতিয়া নিজে, মুদাব ধৰণী,
আহিব দেৱতা মোৰ এই পঁজালই।
খন্তেক ৰবচোঁ তেনে আশ্বস্ত মনেৰে
জানো মই নাথে মোৰ বিহিব উপায়,
আনন্দেৰে সধোৱাব সাধ্য যদি হয়।

সদাগৰ,- অহহ ! মোৰ প্ৰাণৰ মাজত যে কি অগনি জ্বলিছে ! প্ৰতি মুহূৰ্ত্তই কি ভয়ঙ্কৰ আঘাত কৰি জীৱাধাৰ কঁপাব লাগিছে, কি হুতাহেৰে হাহাকাৰ কৰি জীৱন মৰণৰ মাজত বিকট চিংকাৰ কৰিছে, তাক যদি জানিলেহেতেন, তাক যদি এখন্তেকলৈ ভাবিব পাৰিলেহেতেন,—উস্ ! আৰু যে কথা নুফুটে ! আতুৰক ৰক্ষা কৰা বৰ ধৰ্ম্ম। এই ধৰ্ম্ম ৰক্ষা কৰিবলৈ তিৰোতাৰো সমান অধিকাৰ । আপোনাৰ স্বাধীনতা আছে। আপুনি যে স্বাধীন।

চিন্তা,- সঁচাই স্বাধীন নাৰী, প্ৰেমাধীনা গুণে।—
তেওঁ যেন মনে মনে লাগে যেন কিবা !

সদাগৰ,- তেনে তাৰ মানে আপুনি দয়া নকৰে। বেচ কথা। আৰু মোৰ কিহৰ আশা। এই ভৱ দুপৰত উপায়হীন এটি আতুৰে হাহাকাৰ কৰি আপোনাৰ আশ্ৰয় মাগিছিল, আপুনি ঘিণ কৰি মুখ ঘূৰালে, নিৰ্ম্মম চিতেৰে আপোনাৰ কৃপাৰ দ্বাৰ ৰুদ্ধ কৰি ঘোৰ হুতাশত ছট্‌ফট্ কৰিবলৈ এৰি দিলে। ভাল হ'ল। —মোৰ কৰিবলগীয়া কৰিলোঁ। দৈবেই যদি প্ৰতিকূল হল, আৰু চেষ্টাৰেই বা লাভ কি ? এই এক মুহূৰ্ত্ত ! এই মুহূৰ্ত্ততে মোৰ জীৱনৰ আকাশ-কুসুম ছাই হৈ গ'ল। আৰু জীৱনতে বা কাম কি ? যাওঁ, নাও নিব নোৱাৰিলোঁ, ভেলটোকে অতল জলত উটাই দিওঁ, সিয়ে গৈ কৰবগৈ,—দিবলগীয়া ধন দিব নোৱাৰি লক্ষপতি সদাগৰে নিজৰ প্ৰাণ বিসৰ্জ্জন দিলে। শত যন্ত্ৰণাৰ মাজত এই বাতৰি পাই বন্দীশালত মোৰ প্ৰাণ-প্ৰতিম সন্তান আৰু নিৰপৰাধিনী ভাৰ্য্যাই অলপ নহয় অলপ মন তাপৰিব পাৰিব। আৰু মোৰ কথা নাই। যাওঁ। যদি নেজানি কিবা অপৰাধ কৰিছিলোঁ ক্ষমা কৰিব । এই উদাৰ আকাশৰ তলত, এই সুউচ্চ সূৰ্য্যৰ কিৰণত, এই সুবিস্তীৰ্ণা বসুন্ধৰাৰ শ্যামল কোলাত কৃপাৰ অধীশ্বৰী হৈ সুখে সন্তোষে হাঁহি থাকক। মনত ৰাখিব, আজি আপোনাৰ কৃপাকণা এটিৰ পৰা বঞ্চিত হৈ আশাভৰা জীৱ এটিয়ে চিৰদিনলৈ

মেলানি মাগিলে।

(উচাট্ মাৰি যোৱা দি গুচি গ'ল।)

চিন্তা,- (অলপ পৰ অবাক হৈ সদাগৰলৈ চাই কলে,—)
সৰ্ব্বনাশ ! সৰ্ব্বনাশ !
দুপৰৰ অভ্যাগত বিফল মনেৰে
গুচি গল ক্ৰোধ কৰি দুৱাৰৰ পৰা !
শুনিলে কি কব মোৰ স্বামী দেৱতাই ?
এই মই অভাগীনী মোৰ কাৰণেই
কত আশা ভৰা দেহি ক্লিষ্ট জীৱ এটি
নিদাৰুণ হতাহেৰে মেলানি মাগিব !
কি কৰিলোঁ, বাই, মই ? কি হ'ল, কি হ'ল !

বিলাহী,- এৰা মানুহটো কিবা একা-চেকা ! কিবা কৰেগে কি চৰেগে হে। এটা কথাকে কৰক, আইদেউ ! লাগে যদি মইও বোপা দেউতাক কম। মইও লগতে যাওঁ, ওলাওকেই। দিন দুপৰত নো কিটো আছে। — যিটো হে বেগৰ্ত গৈছে, মোৰ হলে কেনেবা হে লাগিছে !

চিন্তা,- মাতাঁ, মাতাঁ অতিথিক, মাতাঁ বেগেতায়,
নাই মোৰ এনে ভাগ্য, নহয় বিশ্বাস।
কিবা সাধ্য অভাগীৰ সাধে দেৱ-কাজ ?
নোৱাৰি যদিও তেওঁ নাওখনি ছুই
তুষ্ট কৰোঁ অতিথিক বলা দুয়ো গই।

বিলাহী,- এৰা, এৰা, ভাল কৈছে,আইদেউ ! বাৰু মই মাতোঁ। (সদাগৰলৈ চাই) এ—এই ফালে। এইয়া—আইয়ে—ৰ'বচোন, ৰ'ব।

(আগবাঢ়ি গ'ল।)

চিন্তা,- আতুৰৰ ত্ৰাণকৰ্ত্তা হৃদয়-দেৱতা !
ক্ষমা কৰাঁ, সেৱকীৰ লোৱাঁ নমস্কাৰ।
জানা মই তুমি মোক দিবা অনুমতি।
অলক্ষিতে থাকি যেন দিয়া আশীৰ্ব্বাদ,
সাধোঁগে তোমাৰ কাম দাসীয়ে তোমাৰ।

(প্ৰণাম কৰে।)

—হঠাৎ কঁপিল কিয় হৃদয়ৰ তলি ?
একেটা জিকাৰ তাতে ছিন্ন ভিন্ন কৰি
আঁতৰালে প্ৰাণ যেন দেহাটিৰ পৰা !
সমুখত জ্বলে সেউ ধৰ্ম্মৰ মন্দিৰ,
ওলালি নিবীহ যাত্ৰী, কিবা ভয় তোৰ ?
কিহৰ দৌৰ্ব্বল্য এই, সন্দেহ কিহৰ ?
যিবা আছে কপালত, হ'ক যিবা হয়—
আতুৰৰ ত্ৰাণ ধৰ্ম্ম নেৰো কদাপিতো

(বিলাহীৰে সৈতে সদাগৰ ঘূৰি আহিল।)

সদাগৰ !
অতি অভাগিনী মই, অনা কাৰণতে
হলোঁ আজি অতিথিৰ বিৰাগ-ভাজন।
মৰষক নিজ গুণে অবলাৰ দায় !
নোৱাৰো জানিছোঁ নিজে, নেলাগোঁ কাষত ;
তথাপিতো পৰাঙ্মুখ নকৰোঁ অতিথি।
মিছাতে সময়ক্ষেপ কিয় কৰোঁ তেনে।
নিয়াঁ বাই বাটে বাটে, বলাঁ বেগেতায়।

সদাগৰ,- আপোনাৰ দয়া মাগিছিলোঁ, দিয়ে নিদিয়ে আপোনাৰ অনুগ্ৰহ। তাত আকৌ দায় কিহৰ ? যদি দয়া কৰোঁ বুলিছেই, আহক ; আৰু বেলি কৰাৰ সকাম নাই ?

বিলাহী,- ৰ'ব। আপুনি আলিয়ে আলিয়ে আহিল হব পায় ?

সদাগৰ,- এৰা।

বিলাহী,- এ, বহুত ঘূৰিলে। আহক সৌটো বাটে সাউৎ কৰে লৈ যাওঁ।

চিন্তা,- (স্বগত)
ক্ষমা কৰাঁ, ক্ষমা কৰাঁ, হৃদয় দেৱতা !

(প্ৰণাম কৰে।)

(আগে আগে বিলাহী আৰু চিন্তা পাচত সদাগৰৰ প্ৰস্থান।)

---

## চতুৰ্থ দৃশ্য

### —নৈৰ পাৰ—

### বেলি ভাগি দিছে

(ডাঙৰ নাও এখন পানীত লগা আছে। তিনিটা লগুৱাই নাও টনা লেজু এজালত ধৰি কখন-মথন কৰিব লাগিছে।)

১ম লগুৱা,- লেজুডাল লৈ থাকিলে কি হ'ব ? ই সমুলি বলকে নিদিয়ে।

৩য় লগুৱা,- সেইকেটা কেঁচা কিলে কমবোৰ বল খালে নে ? তইঁতৰ পিঠিত নপৰিল। সেই হে পট্পটাইছ।

২য় লগুৱা,- তইয়ো আৰু ভাল। দুটা চৰ লাঠি সহিব নোৱাৰিলে কিহৰ লগুৱা অ'। লগে লগে ভুবিবি, কথাও

নাই বতৰাও নাই এজাউৰি কিল আহি পৰিবহি তোৰ পিঠিত,—তই কৰিবি 'উবা'। এইয়ে সেইয়েহে লগুৱা।

৩য় লগুৱা,- সহিবি, সহিবি তইঁতেই। মই যি কলোঁ কলোঁয়েই। এইবাৰ দেশ পালেগৈ খাবে বান্ধে ধন ফেৰা শোধাই ইয়াৰ পৰা ওলাম। কোন গোলামে এই বৰ্হম্ বইখৰ ঘৰত গোলামি কৰে অ'।

১ম লগুৱা,- (ভিতৰলৈ চাই) অ' সৌৱা পালেহিয়েই।

২য় লগুৱা,- হয়, হয়। সেইয়া আমাৰ গেৰেলা ভকতেই। লগত সেই দুজনী মাইকী নহয় নে ? অ' মাইকী হে পালেগৈ !

৩য় লগুৱা,- যাৰ য'ত চকু। সামাইন বুলিছ। নিজে গৈও দেখোন মতা মানুহ আনিব নোৱাৰিলে। এতিয়া মই এজাউৰি দিব পৰা হব লাগিছিল,—তেহে।

১ম লগুৱা,- হেৰ, মাইকীৰে নো নাও টনায় নে ?

২য় লগুৱা,- বৰ পাক্‌টো লাগিল। বাঁজী মহেৰে হাল বায় কেনৈ ?

১ম লগুৱা,- কিল নৌ খাওঁতে আহহঁক ঔ! এনেই থকাতকৈ নাওখনকে আঁজোবোঁ।

২য় লগুৱা,- হয়, উঠ্, উঠ্।

১ৰ লগুৱা,- আহ। সমানে বল দিবি।

(তিনিওটাই লেজু টানে।)

১ম লগুৱা,- দে। মাৰ টান্ ! হৈছ্—অ'।

বাকী দুয়ো,- হৈছ্—অ'।

১ম লগুৱা,- পাট পীতাম্বৰ।

বাকী,- হৈছ্—অ' !

১ম লগুৱা,- ঘূদ্ঘূৰী গাঠি।

বাকী দুয়ো,- হৈছ্—অ'।

১ম লগুৱা,- (জোৰেৰে) ঘূদ্ঘূৰী গাঠি।

বাকী দুয়ো,- (জোৰেৰে) হৈছ্—অ'।

১ম লগুৱা,- উদি টিকাত।

বাকী দুয়ো,- হৈছ্—অ'।

১ম লগুৱা,- খাবি লাঠি।

বাকী দুয়ো,- হৈছ্—অ'।

(এনেতে আগে আগে সদাগৰ পাচত বিলাহী আৰু চিন্তাৰ প্ৰৱেশ।)

সদাগৰ,- হ'ল হ'ল আৰু, বৰমতাকেটা। ফলালাঁ। মনে মনে থাকহঁক। এৰ, এৰ, একতীয়া হহঁক। (চিন্তালৈ চাই) আহক। এইখনেই নাও। চকচোন কি সন্মিত লাগিল হি। অত টনাটুনা কৰা হ'ল, তেওঁ কেৰেপকে কৰা নাই।

৩য় লগুৱা,- (স্বগত) আমি ফলাইয়ে থাকোঁ। এতিয়া মাক বুৰীমাকৰ হতুৱাই ফলোৱাব চাবা।

বিলাহী,- হয় যে হয়। সি যি বান্ধোৰে লাগিছে, কি কেৰেপ কৰিব ?

সদাগৰ,- এতিয়া অলপ আগলৈ আহি দয়া কৰি নাওখনি ছুই কৃতাৰ্থ কৰক।

চিন্তা,- (চুক্ চমাক্ কৰে।)

বিলাহী,- এৰা হোৰা কথা যেতিয়া ছুবইহে লাগে আৰু। বেলি কৰাৰ সকাম নাই।

চিন্তা,- (আগবাঢ়ি)

পুণ্য যদি আছে কিবা এই অভাগীৰ,
বিশ্ব-জোৰ দৈব-শক্তি অতৰ্কিতে থাকি,
দিয়াঁ বল অবলাৰ দুৰ্ব্বল বাহুত ;
আতুৰৰ ত্ৰাণ হওক স্বামীৰ নামত।

(নাওখন ছোৱে।)

(নাওখন উটি যায়। সকলো অবাক্ হয়।)

বিলাহী,- এ—এ—হয় যে হয় !

১ম লগুৱা,- যাদু নে ভেলেকী ! যা, যা, কৃণাৰিলৈ যা ! উটি যাব, ধৰ্।

(দ্বিতীয় লগুৱাই পানীত নামি নাও ধৰে।)

চিন্তা,- (স্বগত)

ধন্য হক নাম মোৰ স্বামী দেৱতাৰ।

সদাগৰ,- (মনে মনে উত্তেজিত হৈ) জ্যোতিষৰ কথা আখৰে আখৰে ফলিয়ালে। আকৌ নাও লাগিলে, গতি কি হব ? বাকীবোৰো যে নফলিয়াব তাৰ প্ৰমাণ কত ? ৰাজ চক্ৰবৰ্ত্তী—! কপালৰ বলেৰে—! একো আচৰিত নহয়, একো আচৰিত নহয় ! মানুহে বনৰ হাতী বইচ্ মনাইছে !—তিৰোতা মানুহ হে তেও। মতা মানুহৰো সঁচ নাই ! নাৰত তুলি নিলে কোনে ধৰে ? — ৰাজ-চক্ৰবৰ্ত্তী !—ফলিয়াব নে ?—

বিলাহী,- অ' বোলো, কি নো ভাবিছে ? আমি যাওঁ আৰু, হওক তেওঁ কৰলৈ হ'ল ; এনে নাভূত—নাশ্ৰুত কথা আইৰ জহতে দেখিলোঁ। বলক এতিয়া আই, বলক।

সদাগৰ,- (মনে মনে) পুণ্যৰ প্ৰতিমা ! — হাতখন কঁপিছে !

—ৰাজ-চক্ৰবৰ্ত্তী !

বিলাহী,- অ' বোলোঁ, আমি যাওঁ হে।

সদাগৰ,- ওঁ, ওঁ—যাওঁহে ? ৰ'বাচোন।(আগবাঢ়ি চিন্তাৰ কালে গৈ থোকাথুকিকৈ কৰঁলে ধৰিলে,–) মোৰ অনন্ত ধন, বস্ত্ৰ, দাস, দাসী সকলো তোমাক দিওঁ। এইৰূপে হাবিৰ মাজৰ জুপুৰি এটাত পুৰি মাৰিব লাগিছে কিয় ? মোৰ অপাৰ মণি-মুকুতাৰ মাজত জিলিকি থাকাঁগৈ ব'লা।

চিন্তা,- কি কলি, কি কলি হেৰ পাপিষ্ঠ চণ্ডাল !

(একতীয়া হৈ যাব খোজে।)

(সদাগৰে আগ ভেটা ধৰে।)

বিলাহী,- এ—এ—কি বোলে অ' ! দেশখন তল গ'ল নে কি ? সঁচায় নে ? বাট নেৰ নে ? এৰ, এৰ। নহলে মা-টিয়েৰে কি ৰং দেখুৱাওঁ দেখুৱাম একা !

সদাগৰ,- তোমাৰ এই হেন শৰীৰত অলঙ্কাৰ এডালিও নাই। বলা তোমাক দেবী প্ৰতিমা সজোৱা দি সজাম, তুমি কি ইয়াৰ লায়েক ?

(চিন্তা যাব খোজে আকৌ সদাগৰে আগ ভেটে।)

চিন্তা,- ফালি দিয়াঁ অন্তৰীখ, শূণ্য আৱৰণ,
চোৱাঁ চোৱাঁ দেৱবালা ত্ৰিদিব দেশৰ !
চোৱাঁ চোৱাঁ হৰিপ্ৰিয়া, চোৱাঁহি এবাৰ,
চোৱাঁ আহি বৈদেহীৰ বিৰহী চকুৰে,–
ইকি !—নিৰ্ব্বাত নিস্পন্দ হ'ল গোটেই ভুবন !
অন্ধকাৰ, অন্ধকাৰ ! —নাই সাৰ সুৰ !

(আঁতৰি পাচ হৈছকে।)

সদাগৰ,- তুমি এৰিলেও যে মই নেৰোঁ। আহাঁ, আহাঁ মোৰ আৰাধ্য দেৱতা !

(হাতত ধৰে।)

চিন্তা,- এৰ, এৰ মহাপাপী, এৰ, নিশাচৰ !
নিলাজ শিয়ালে কৰ সিংহী অপমান ?

(এহাৰ মাৰি হাত এৰুৱায়।)

নেজান নে স্বামী মোৰ বীৰ চূড়ামণি ?
এই তোৰ মাংসপিণ্ড নখেৰে বিদাৰি
মুহূৰ্ত্ততে নিক্ষেপিব ক্ৰব্যাদ্ অগ্নিত।

সদাগৰ,- খৰিকটীয়াও বীৰ চূড়ামণি ! লয় যদি তোমাৰ জোখেৰে সোণ লব। আৰু কি কৰিব ?

চিন্তা,- বোৱাঁ বাই তীৰবেগে স্বামী মোৰ য'ত—
অহহ !—
জানোচা স্বামীৰ হিয়া ভাগি ছিগি যায় !

(কান্দে।)

বিলাহী,- ৰ মাটিয়েৰে পোটক তুলিম। ভৰ গাৱঁৰ মাজত ইমান মহতালি !

(লৰি গুচি গ'ল।)

(সদাগৰে পাচ ফালৰ পৰা সাৱট মাৰি নাওলৈ তুলি নিয়ে।)

চিন্তা,- ৰক্ষা কৰাঁ, ৰক্ষা কৰাঁ, কোন আছা ক'ও।
জগতৰ চক্ষু তুমি, সাক্ষী দিন মণি,
তুমিও মুদা নে চকু অভাগিনী বুলি ?
বাসন্তী সুষমা এই ধৰণী বুকুৰ
তুমিয়ে তো চুহি নিয়া প্ৰখৰ কৰেৰে ?
আছে যত উত্তেজক দেহাৰ ননীত
নিয়াঁ চুহি মোৰো তেনে, নিয়াঁ এই বেলা ;
দুৰ্গন্ধ গলিত কুষ্ঠ দিয়া সলনিত ;
দিয়াঁ দিয়াঁ জীৱন্ততে নৰকৰ ছবি,
লাজেৰে হতাশ হক চকু পপীয়াৰ।

(হঠাৎ চিকিমিকিকৈ বিজুলীৰ দৰে পোহৰ হৈ আকৌ আন্ধাৰ মুধাৰ হয়।)

সদাগৰ,- হেৰ, ভেটৰ গোঁজকেডাল ! কি চাই আছ ! দে—নাও মাৰি।

(লগুৱাকেইটাই হুৰাহুৰিকৈ নাও মাৰি গুচি গ'ল।)

(অলপ পৰ নিতাল মৰাৰ পাচত লৰি লৰি গাঠি আৰু বিলাহী আহি ওলালহি।)

গাঠি,- সেই পেটুৱা মুদেটোৱেই ? ভাল সাৰিল, ভাল সাৰিল।

বিলাহী,- যা হেৰ, বোপাই ! সৌ খনেই, সৌ খনেই।

গাঠি,- এ, ভালেমান পালেগৈ। হেঃ কটা ! কি কৰা হয় ? গুটীয়া নাও এখন হলেও—। ৰ'বি, সিহঁতৰ মানুহ কিমান ?

বিলাহী,- নহয় ঔ, বেচি নহয়। তিনিটা কি চাইটা।

গাঠি,- নহয়, বুইছ জেঠাই, তই চাই থাক নাও কেনি যায়। মই থাপতে বাকে যতে পাওঁ লৈ আহোঁগৈ। ক'ত সাৰিব সিহঁত।

(লৰি গুচি গ'ল।)

বিলাহী,- (নাৰঁলে চাই) উস্ বাপুৰে ! এইখন ভাল খৰদূষণৰ দেশ হ'ল। আই গৰাকীয়ে চাগৈ কান্দি-কাটি বাউলী হৈছে !—মোৰ আইক নো কোনে মাত একেআষিকৈ নিছে ! — মই হতচিৰিহতীয়ে ভালখনলৈকে মোৰ আইক লৈ

আহিছিলোঁ। —মোৰ গোঁসানীক মই নৈত উটাই দি কাক লৈ এতিয়া ঘৰলৈ যাওঁ!

(উখাতুৰে শ্ৰীবৎস আৰু গাঠিৰ প্ৰবেশ।)

শ্ৰীবৎস,- জানা যদি কোৰাঁ বাই!
কেনি নিলে কঙ্গালৰ পঁজাৰ প্ৰদীপ?

বিলাহী,- কিনো ক'ম, মোৰ বোপা দেউতা! ইয়াকে হে বোলে উপকাৰীক অজগৰে খায়!—

শ্ৰীবৎস,- অহহ!
সাধনাৰ চিন্তামণি হাতলৈ হেৰাল!
কোৰাঁ বাই, কেনি নিলে হৃদয়ৰ ধন?

বিলাহী,- সৌৱা, মোৰ বোপাদেউতা! সৌ ৰিণিকি দেখা নাওখনেই।

(নাৱলৈ দেখুৱায়।)

শ্ৰীবৎস,- হেৰ, হেৰ প্ৰাণহন্তা দুৰন্ত ৰাৱণ!
নবধি আগেয়ে দেহা নিবি তই প্ৰাণ?

(উখাতুৰে নৈত জঁপিয়াই পৰে।)

(গাঠি আৰু বিলাহীও নৈলৈ নামি গল।)

---

## পঞ্চম দৃশ্য

### খৰিকটীয়া গাওঁৰ ওচৰৰ হাবি তলীয়া বাট

### — বেলি দুপৰীয়া —

(বিদূষকৰ প্ৰবেশ।)

বিদূষক,- (আচৰিত হৈ) কিনো বোলে ঐ! সেই একেজোপা বহঁতৰ গছ, সেই একেটা তিনি মুৰনি আলি! সেই একেখন পথাৰ! এতিয়াই যাওঁতে এইকালেই গৈছিলোঁ নহয়!— হয়, হয়। সৌ শাৰী বাঁহ, সৌ খন দলং। চকু থাকি কণা গৰুৰ দৰে ঘূৰিলোঁ। পৃথিবীখন ঘূৰণীয়া নে কি? ই, বাট দেখুৱাই দিয়া মানুহটো বৰ টেঁথৰ! চাবাচ্, চাবাচ্! মহৰ শিঙত কঁকিলাৰ ডাঁৱ! এইবাৰ ঘূৰাচোন চাওঁ। আৰু প্ৰমাণ নলৈ নুঠিছোঁ। ইয়াতে অলপ বহোঁও আৰু পকৰাই পোৱা ঔষধো কৰোঁ। (বহি চুৰিয়াত গাঁঠি দিয়ে।) আগেয়ে ভাবিছিলোঁ মোৰ হে ভৰিত পাখি আছে। এতিয়া দেখিলোঁ সখিৰ ভৰিৰ পাখি মোতোকৈ চৰা। খুব আহিল হয়!—এই চেচুকৰ ডেৱ-ডেউকা যেন আমাৰ সখিয়নীয়ে নো এইটো বেগত তত্তিল কেনেকৈ? যাকে সোধোঁ সেয়ে বোলে খৰিকটীয়া গাওঁ সৌখন। হেৰ, সৌখন সৌখন বোলোতে দেখোন কোনোবাখন পালোঁহি।— যেনেহে পাকত পৰিছোঁ, খোজ লৰাবলৈকো লাগিছে ভয়। জানোচা খোজ লৰালেই গোলোকধামৰ দৰে মাৰি পঠিয়ায় একে কোবেই—শহুৰৰ ঘৰ!

(এনেতে খৰিকটীয়া গাওঁৰ ছোৱালী এজাকে কাষত কলহ লৈ নাম গাই গাই পানী নিবলৈ আহিল।)

(নেপথ্যত নাম গাই,---)

জোন বেলি কি চৰাই মাতিলে,
জোন বেলি কাহিলি কাহিলি,
তৰা ঐ মালতীৰ মুখলৈ চাই।

(বিদূষকে মনে মনে ভবিলে।)

বিদূষক,- হেৰ, এইখন কি বোলে? গোটেই জাকি মাৰি পখিলাৰ দৰে আহিছে দেখোন! জানোচা ছাটিতে উৰুৱায়। নহয়, ইহঁতৰ ধৰণ কাৰণ, কথা-বতৰা অলপ চাই লওঁ। যাওঁ, সৌ গছজোপাৰ আঁৰতে অলপ লুকাওঁ।

(প্ৰস্থান।)

(নাম গাই গাই ছোৱালীজাক ওলালহি।)

জোনে বেলি মালতীৰে কলি,
জোনে বেলি আছে ফুলি ফুলি
তৰা ঐ কোনোৱে তোলোতা নাই॥
জোনে বেলি দলনিৰ সৰালি,
জোনে বেলি দলতে লুকালে
তৰা ঐ অচিনা সঁহাৰি পাই।
জোনে বেলি বুকুৰে গহনা,
জোনে বেলি বুকুতে লুকালে,
তৰা ঐ কি নো কেৰাহিকৈ চাই॥

(হঠাৎ গল খেকাৰি মাৰি বিদূষক আহি পাচ ফালৰ পৰা ওলালহি, ছোৱালীবোৰে উচাপ্ খাই পিয়াঁ-পি দিলে।)

১ম ছোৱালী,- ইয়ে আই, ক'ত মৰোঁ ঐ!

২য় ছোৱালী,- জানো এইটো বলিয়া নে বটিয়া!

বিদূষক,- বলিয়া নহয়, আইহঁত! সেই পাচত কোৰাটোহে। বটিয়া—বটিয়া! নেগুৰ ছিগি বেজী আগে আগে গল, মই বটিয়াৰ দৰে তাৰ বাটে বাটে লী-লিয়াই ফুৰিছোঁ।

৩য় ছোৱালী,- মাইকী ছোৱালীৰ আগত এইদৰে উচাপ্

খোৱাকৈ গল-হেঁকেৰিয়াৰলৈ লাজো নেলাগে।

বিদূষক,- হেৰ, বাজিব লাগে টেমি কটাৰি বাজিছে হাঁচটি। মোৰ গল - হেঁকাৰি মোৰ। তহঁতৰ উচাপ্ তহঁতৰ। বচ্। তাত আকৌ জগৰটো লাগিল কিহৰ ? গল খেকাৰি মৰাটো যে তহঁতৰ দেশৰ লাজৰ কথা, তেনে কিটো নো ভাল কথা ?

১ম ছোৱালী,- হয়, হয়। এনেকৈ গল-খেকেৰিয়ালে মানুহে উচাপ্ নেখায নে কি ?

বিদূষক,- জানো, তহঁতৰ ইয়াত হে দেখিছোঁ। আমাৰ নগৰত হলে গল খেকাৰি নহলে নচলে। ঘৰত মাৰি দিম গল খেকাৰি, —ঘৰৰ ঘৈণীয়ে বুজিব, —তত ডাঙৰীয়াই মাতিছে। পৰত যেই গল খেকাৰি, সেই তিৰোতাই বেৰৰ জলঙ্গাই খকুৱা চকুৰ ফেৰ—। ডেকা গাভৰুৰ মাজত একো একোটা গল খেকাৰিয়ে একো একোখন অনাদি পাতন।—অ' আমাৰ তিৰোতাক দিয়াৰ দৰে গল খেকাৰি মাৰি সঁহাৰি দিবলৈ গলোঁ, তহঁতে খালি উচাপ্। খাবি তো। তহঁত জানো তিৰোতা—ভেলেঙ্গী শৰ হে।

২য় ছোৱালী,- আহহঁক, পাহ। কি অচিনাকী মানুহেৰে কথা পাতি থাকহঁক। ককাইটিয়ে দেখিলে গালি পাৰিব।

(যাব খোজে।)

বিদূষক,- বাৰু, যাহঁক, মোৰ আইহঁত। এই বামুণটোৰে আজি পাঁচ সাজ ভাত খোৱা নাই একা ! যাহঁক। পথাৰৰ মূৰৰ এইখনতে পেটুছিগা বামুণক শগুণে খাওক, তহঁতে ঘৰাঘৰি গৈ একোসাজ দকচি খাঁগৈহঁক। যা, বাৰু যা।

৩য় ছোৱালী,- অ' আপুনি বাপু নে কি ?

বিদূষক,- এৰা, আমি ব্ৰাহ্মণ।

৩য় ছোৱালী,- আপোনাক নো কি লাগে পাচে ?

বিদূষক,- লগাতো দিব পাৰিলে তোকে লাগে।

৩য় ছোৱালী,- ইয়ৌ এইটো ! সেইহে তেওঁ কথা সুধিবৰ মন নেযায়।

১ম ছোৱালী,- এইজন বৰ ধেমেলীয়া বাপু। আহ অ' এটাইখনেই ধৰি নচুৱাওঁ।

বিদূষক,- এটাইখন লাগিছে কেলৈ ? তহঁতৰ নিচিনা এজনীয়েই নাকত ধৰি চাকত ঘূৰাইছে মোৰ আই ! এটাই কি জনী লাগিলে সি নাচোনৰ বায়ু পিত্ত কফ তিনিওটা জঁকিব।

৩য় ছোৱালী,- বাৰু বাপু ! আপোনাৰ নো ঘৰ ক'ত ?

বিদূষক,- হেৰ, বাপু বাপু যে বুলিছ, মই জানো তহঁতৰ কৰমকাৰী বামুণ ?

৩য় ছোৱালী,- তেনে কি নো বুলিব লাগে বাপু ?

বিদূষক,- আকৌ ! (আটাইবোৰে হাঁহে) নাই, মিছা তহঁতক বুজালে হব কি ? ঢেকৰাঠাৰি কি সিজিবি ?

৩য় ছোৱালী,- কেনে নো ঢেকৰাঠাৰি দেখিলে, বাপু ?

বিদূষক,- কেনে নো নাই দেখা।—চকুৰ গঢ় এই, একেবাৰে ভেলেঙ্গী শৰ ! ধাতুটোও সেই, একে গল-হেঁকাৰিতে উচাপ্। তাৰ পৰা এতিয়া কি গাইছিলি ? কি, কি ?— অ' কেৰাহি (হাঁহে) কে—ৰা—হি (হাঁহে)। কে—ৰা—হি (হাঁহি)।

৩য় ছোৱালী,- কি কেৰাহি ?

২য় ছোৱালী,- নহয় অ', আমি যে এতিয়া কি নো কেৰাহিকৈ চাই বুলি যে গাইছিলো !

বিদূষক,- কি ? কি ? কে—ৰা—হি (হাঁহে)।

৩য় ছোৱালী,- কিয়, বাপু, আপোনালোকৰ দেশত কেৰাহিকৈ কোনেও কাকো নেচায় নে কি ?

বিদূষক,- এৰা, এৰা, কেৰাহীৰ তলি যেন মুখ কেখনেৰে কেৰাহিকৈ নেচাই, কিকৈ চাবি ?

৩য় ছোৱালী,- আপোনালোকে নো পাচে কেনেকৈ চায় ?

বিদূষক,- আমি নেচাওঁ, কটাক্ষ হানো। কাটি ক্ষাৰ অৰ্থাৎ খাৰণি দিয়ে যি সি কটাক্ষ। অৰ্থাৎ আমাৰ তিৰোতাই নেচায় চকুৰে কাটি খাৰণি দিয়ে। বুজিলি ?

৩য় ছোৱালী,- পাচে চেক্ নেচেকায় নে ? ইয়ৌ !

২য় ছোৱালী,- লাগিছে আমাক তেনেখন চাৱন।

বিদূষক,— সেই হে তহঁত ভেলেঙ্গী শৰ। আগৰ পৰা গুৰিলৈকে চমুচা অসভ্য।

৩য় ছোৱালী,- বাৰু বাপু, বামুণী আইয়েও সেইদৰে চায় নে ?

বিদূষক,- অ' এই ছোৱালীজনী বৰ টেক্‌টেকী। হেৰ, এটাইখনে ধৰি এইক নিবুকা চামোন এটালৈ বিয়া দিব নোৱাৰ নে ?

৩য় ছোৱালী,- ইয়ৌ এইটো। (আটাইবোৰ হাঁহে)।

২য় ছোৱালী,- বাপু, বামুণী আই গৰাকী কেনেকুৱা ?

বিদূষক,- তহঁত এটাইবোৰৰে নিচিনা।

১ম ছোৱালী,- বুজিছোঁ, বামুণী আই কেৰা গৰাকীও।

বিদূষক,- বৰটো বুজিলি। এই ধৰ,—নাকটো তোৰ দৰে।

চুলি কোছা,— সৌ তাইৰ দৰে। আৰু মুখখন, সৌ তাইৰ,— নহয়, নহয়, ছেঃ। —সৌ, সৌ তাইৰ দৰে। পালি এতিয়া ?

২য় ছোৱালী,- বাৰু আপুনি ঘৰ এৰিবৰ কিমান দিন হল ?

বিদূষক,- সি এক বেচ সাধু-কথা। যিমানে শুনিবি সিমানে শুনিবৰ মন যাব। পাচে, ভাত পানী এগাল খুৱাই ল।

২য় ছোৱালী,- বাৰু, তেনে দেঁউ, আমাৰ ঘৰলৈ যাব লাগিব।

১ম ছোৱালী,- নহয়, দেঁউ, আপুনি আমাৰ ঘৰলৈ যাব লাগিব।

৩য় ছোৱালী,- নহয়, দেঁউ, আপুনি কলৈকো যাব নোৱাৰে, আমাৰ ঘৰলৈ হে যাব লাগিব।

বিদূষক,- এটা মানুহ। পেটো এটা। জোলোঙ্গা হোৱা হলে সোলোকায়ে দিলোহেঁতেন।

২য় ছোৱালী,- সেইবোৰ কথাই নহয়। পোনৰ সাজ আমাৰ ঘৰত।

১ম ছোৱালী,- আমাৰ ঘৰত।

৩য় ছোৱালী,- মই নেৰোঁ। আমাৰ ঘৰত।

বিদূষক,- বাৰু ৰ। এইখন খৰিকটীয়া গাওঁ হয় নে নহয় ?

২য় ছোৱালী,- হয় খৰিকটীয়া গাওঁ। সেইবোৰ নেলাগে। এতিয়া গৈ আমাৰ ঘৰতে খাবগৈ লাগিব।

১ম ছোৱালী,- কেলৈ খাব হয়, তহঁতৰ ঘৰত ?

২য় ছোৱালী,- তহঁতৰ ঘৰত নো খাবলৈ কেলৈ ?

৩য় ছোৱালী,- আমাৰ ঘৰত হে খাব লাগিব।

বিদূষক,- হেৰ, লাগহঁকেই নে কি ? ভাল দেশখনত ওলালোহি। ৰ ৰ। আলহী লৈ চুলিয়াচুলি কৰিব নেলাগে। এটা কথা কৰ। তহঁত পানী আনিবলৈ আহিছ যেতিয়া যা পানী আনগৈ। যি জনীয়েই আগেয়ে পানী আনি মোৰ ওচৰত পাবহি তাইৰে ঘৰলৈ যাম।

আটাই কেঁউজনীয়ে,- বাৰু তেনে, বাৰু তেনে।

(লৰি লৰি গুচি গ'ল।)

বিদূষক,- মোৰ সখি সখিয়নীয়ে চাগৈ ইহঁতৰ লগত অময়া সুখত আছে।

(ইফালৰ পৰা গাঠিয়ে টাঙ্গোন এডাল লৈ বিদূষকক মাৰিবলৈ লৰি আহিল।)

গাঠি,- আকৌ আহিছ নে এইটো ভঁজেবে ? একে টাঙ্গোনেই জোৰা লৰাবলৈ দিছ নে ? ওলা, ওলা, এতিয়াই গাওঁৰ সীমনাৰ পৰা ওলা।

(৩য় ছোৱালী লৰি আহি কলেহি।)

৩য় ছোৱালী,- হেৰ, ককাইটি। কৰ কি ? কৰ কি ? বাপুলৈকে হাত দাঙ্গিলি নে ?

গাঠি,- তেহেলৈ বাপুৱেই হওক বা চাপুৱেই হওক। মই সেইবোৰ নেজানো। ওলা, এতিয়াই। নহলে সঁচাকৈ কৈছোঁ একে টাঙ্গোনেই থম একা।

(লৰি লৰি বাকী কেঁউজনী ওলালহি।)

২য় ছোৱালী,- নহয়, নহয়। এই গৰাকী অইন অচিন মানুহ নহয়। নগৰৰ বাপু হে।

গাঠি,- বাপুৱেই হ'ল জানিবা তহঁতক খেদিছিল কিয় ?

২য় ছোৱালী,- আমাক নো খেদিছিল কেতিয়া ? আমি হে ধেমালিত লৰিছিলোঁ।—দেঁউ, সেৱা এটি কৰিছোঁ, ককাইটিৰ কথাত নেলাগিব। বলক, আমাৰ ঘৰলৈ।

৩য় ছোৱালী,- হয়, হয়! মইহে আগেয়ে আহিলোঁ।

বিদূষক,- অ' সামান্য ব্ৰাহ্মণ জ্ঞানে তই মোক তাচ্ছিল্য কৰিলি ? ব্ৰহ্মাগ্নিৰ এটা ভ্ৰূকুটিৰ ইন্ধন নহব, তোৰ ইমান দম্ভ ! জান নে চকুৰ একেটা পাকতে তোৰ পাচোঁটা ভূত দেহ সজাৰ পৰা খেদাব পাৰোঁ ? জান নে হেলাৰাঙ্গে তোৰ আত্মাক পৰমাত্মাত মিলাব পাৰোঁ ? জান নে তোৰ ঘটাকাশ মহাকাশত বিলীন কৰাব পাৰোঁ ?

৩য় ছোৱালী,- নহয়, দেঁউ ! দুটি ভৰিত ধৰিছোঁ, ককাইটিৰ দোষ এৰক। সি নেজানি কৰিলে।

গাঠি,- নহয়, দেঁউ ! বন্দী হতশ্ৰী হোৱা মুঁদে এটাই আমাক বৰকৈ একামোৰ দি গল। তাতে আমাৰ আতৈক সুৰভি আশ্ৰমত এৰি থৈ অহাৰ পৰা আমাৰ মানুহ মখাৰ গাত গোঁসাই নাই। মন চন কিবা জ্বলি আছে। বিদেশী মানুহ দেখিলেই যেন হাঁহ মোচৰা দি মুচৰিম। খঙ্গৰ ভমকত কিবাটো দেখি কিবা কলোঁ। ক্ষমা কৰক, দেঁউ !

বিদূষক,- বাৰু, তই যে ক্ষমা খুজিলি, একো কথা নাই। মই অভয় দান কৰিলোঁ।—ব'বি। ক'ৰ আতৈক ক'ৰ সুৰভি আশ্ৰমত এৰিলি ?

গাঠি,- আমাৰ কুসুমপুৰীয়া আতৈক।—এ, দেঁউ, তেওঁক ৰখাই টান হৈছিল। গোটেখন গাৱঁৰ মানুহৰ বাধা নেমানি বিদ্ৰাশবদে নৈত জঁপিয়াই পৰিল। শেহত সাঁতুৰি সাঁতুৰি অচেতন হলত হে নাৱেৰে ধৰি তুলি আনি সেকি পুতকি সুৰভি আশ্ৰমত থলোঁগৈহঁক। আমি চুলি ছিঙ্গি কাতৰ কৰিলোঁ, তেওঁ আৰু আমাৰ গাৱঁলৈ ঘূৰি নাহিল। কি

ক'ম দেউ। কলিজা কলা পৰি যায়। মনত এনে হে লাগিছে যেন তেওঁক সুৰভি আশ্ৰমত এৰি থৈ অহাতকৈ আমাৰ আই, বোপাই, ভাই, ভনী সকলোটিকে চিতাত পুৰি থৈ নাহিলোঁ কিয় ?

বিদূষক,- মই তোৰ কথাটো ভালকৈ ধৰিব পৰা নাই।

৩য় ছোৱালী,- নহয় অ' ককাইটি ! সেই নষ্ট যোৱা মুঁদেটোৱে আমাৰ আই গৰাকীক মনে মনে নাৱত তুলি নিয়াৰ পৰা ক। দেউ আলহী মানুহ, আগৰখিনি নেজানে।

বিদূষক,- হেৰ, ক'ৰ আইগৰাকীক ক'ৰ মুঁদেয়ে মনে মনে নাৱত তুলি নিলে ? তহঁতে দেখোন মোক বলিয়া কৰিলি ! ব'ল, ব'ল, কৈ ব'ল। আগবাঢ়।

৩য় ছোৱালী,- আহক এই ফালে। মই আগেয়ে পানী আনিছিলোঁ।

বিদূষক,- হোঁ,---হেৰোৱা দামুৰীৰ গোন্ধ পোৱা মাকক ঘাঁহ খুৱাব খুজিছ ? সেইবোৰ অথন এৰ। আচল কথাটো ক। ব'ল, যি বাটে দি সুৰভি আশ্ৰমলৈ যায় সেই বাটে ব'ল।

গাঠি,- আহক, এই বাটে, এই বাটে।

(গাঠিয়ে বাট দেখুৱাই'লৈ গ'ল। পাচে পাচে ছোৱালীবোৰো গুচি গ'ল।)

---

## ষষ্ঠ দৃশ্য

### সুৰভি আশ্ৰম

### নৈৰ দাঁতি

— গধূলি হওঁ হওঁ হৈছে —

(সোণৰ যুগ্ম-পাতৰ টোপোলা এটাত ভেজাদি শ্ৰীবৎসই নৈলৈ চাই বহি ভাবি আছে।)

শ্ৰীবৎস,- চিকণ মৰাল জুৰি নীল সৰসীৰ,
সুচিকণ ঘাঁহনিৰ হৰিণ হৰিণী
বহি বহি চায়,—ইকি অকলে অকলে !
নেহাঁহি হাঁহিটি মাৰে,—হিয়া জ্বলি যায়,—
সাধনাৰ চিন্তা তোৰ হাতভে হেৰাল !
দিনে টিটিকাৰি পাই এই লগৰীৰ,
লৰি যাওঁ নিৰাশ্বাসে উচুপি উচুপি,
নিৰাশ্ৰয় দীনহীন ল'ৰাটিৰ দৰে,
বিচাৰি চেঁচনি ধাৰা, এটি মউমাত,
মাতৃৰ শ্যামল কোলা সুৰভি কুঞ্জত ;
দৰিদ্ৰৰ লঙ্কা সি যে,—নৰকৰ সুখ !
লৰি যায় ভোলা মন প্ৰিয়া বুলি মোৰ,—
বসন্তৰ কুঁহিপাত, হাঁহিটি ফুলৰ,
লতাৰ লাহৰী লাস, কুলিৰ পঞ্চম,—
ধৰোঁ ধৰোঁ এই মোৰ প্ৰিয়াৰ ছবিটি,
এনেতে গৰজে বিশ্বে ঘোৰ কিৰিলিৰে,—
সাধনাৰ চিন্তা তোৰ হাতভে হেৰাল !
উস্ !—
পূৰ্ণ মাজে অপূৰ্ণৰ কি যে জ্বালাতন !—
লৰি যা, লৰি যা, মন, লৰ যত পাৰ,
সাধনাৰ চিন্তা তোৰ হাতভে হেৰাল !
মৰীচিকা আশা তোৰ, মৰীচিকা সুখ,
অন্ত,-সাৰ-শূন্য প্ৰাণ মমতা কিহৰ ?
মিলিলে মিলিব সুখ দূৰ দিগন্তত,
নিমিলিলে পটক্ষেপ এই জনমৰ !

(উদভ্ৰান্তৰ দৰে যাব খোজে, এনেতে দৈবজ্ঞ এজনৰ প্ৰবেশ।)

দৈবজ্ঞ,- কলৈ যায় ? কলৈ যায় ?

শ্ৰীবৎস,- জনা হলে যোৱা শেষ জঙ্গম চৰণে,
গোটাই জগত জুৰি ভ্ৰমিলেহেতেন !
কেনি গলে পাওঁ মোৰ হেৰোৱা ৰতন ?
নোকোৱা কিয়নো তেনে জানা যদি তুমি ?

দৈবজ্ঞ,- যি জানো কৈয়ে আছোঁ দেখোন। ই তো মানুহৰ কাৰ্য্য নহয়। এতিয়াও কওঁ, এই নিজান ঘাৰিত এটিবাৰ মাথোঁ শনি দেৱতাক শ্ৰেষ্ঠতৰ বুলি ক্ষমা মাগক। ভাবগ্ৰাহী দেৱতা, আপোনাৰ ভাব বুজি নিশ্চয় দয়া কৰিব।

শ্ৰীবৎস,- ক্ষমা কৰা, দ্বিজবৰ, এনে উপদেশ
দুনাই নুশুনো যেন মুখত তোমাৰ।
হাতভে হেৰাল মোৰ পঁজাৰ প্ৰদীপ,
আছে মাত্ৰ ধ্বনি এটি এই জীৱনৰ
স্বাৰ্থৰূপী প্ৰভঞ্জনে নোৱাৰে উৰাব।
সজাগ দূৰৰ কথা, সপোনতো যদি
ইচ্ছা কৰি পাৰে নৰে ভাঙিব পাতিব,
বিচাৰক অবিচাৰ নোবোলোঁ কদাপি।
আক কিবা বাকী মোৰ আছে হৰলাই ?
এখনি শ্মশান হিয়া, এটি দগ্ধপ্ৰাণ,
আবৰি ৰাখিছে নিতে জ্বলাই, পোৰাই ;

উৰালে উৰক, তাৰ উৰণ মঙ্গল।

দৈবজ্ঞ,- হিত উপদেশ অহিত যেন শুনাটো অকল আপোনাৰেই নহয়, মানুহ জাতিৰেই স্বভাৱ। সুধিছিল দেখি হে কলোঁ। ভাল তেনে থাকক।

(প্ৰস্থান।)

শ্ৰীবৎস,- যাওক!—

ভাঙিলেহি অকস্মাৎ মোহন সপোন।—
শান্তি যেন পাই মনে চিন্তি চিন্তামণি,
নিতে নিতে পাতে কত আকাশত চাং;
হৃদিভেদী দীৰ্ঘশ্বাস পুৰস্কাৰ তাৰ।
বিৰহিনী দেহি মোৰ চিন্তা চেষ্টাহিনা!
কি ফল ফলাব তাই?— আশা বহুদূৰ,

(খোজ লবাৰলৈ ধৰিলে।)

আদেশিলে কমলাই, "এই আশ্ৰমত
নিশ্চিন্তে নিজানে থাকাঁ ৰচি স্বৰ্ণপাত,
ইয়াত শনিৰ নাই কোনো অধিকাৰ"।
সুৰভি দুগ্ধৰধাৰা তাল বেতালেৰে
ৰচিলোঁ অলেখ এই স্বৰ্ণযুগ্মপাত;
নিজমে জানোচা চিন্তা মজিলে কামত।
দ'মালো এদ'ম। আৰু দ'মাম কিমান?
লেখি লেখি নিতে শেষে কৃপণৰ দৰে
হেৰোৱা ৰতন মোৰ বিচাৰি নেপাই,
আকুলি বিকুলি কান্দে আতুৰ পৰাণে!
দিনেৰে গণিছে পল নিতে মনে মোৰ,
পলেৰে গণাব দিন চেষ্টা কমলাৰ?
ৰাতি দিন চেষ্টাহীন আশ্ৰমত থাকি,
সবল দুবাহু মোৰ, বুদ্ধি মগজুৰ
হতাশে অৱশ হল বিৰহত জ্বলি,
জীৱন্তে মৃত্যুৰ ছবি, অৰ্দ্ধাঙ্গীৰ দশা,
তেওঁচো শনিৰ বোলে নাই অধিকাৰ?
ক্ষমা কৰাঁ, হৰিপ্ৰিয়া, মাগিছোঁ বিদায়;
উলঙ্ঘিম এই বেলা আদেশ তোমাৰ।
—নিশ্চিন্ত নিশ্চেষ্ট সি যে মৃত্যু-নামান্তৰ!

(দূৰলৈ চায়।)

ইকি!—
আহিছে তৰণী সঁউ তটিনী কোলাত!—

(হাত বাউলি দি মাতে।)

শুনিলে আহ্বান যেন দীন দৰিদ্ৰৰ!
—তৰাবা নে অগতিক, অচিন তৰণি?

(নেপথ্যত ৩য় লগুৱাই চিঞৰি সোধে।)

—"অ' বোলোঁ, কি হল হে? লাগে কি?"

শ্ৰীবৎস,- ঘাটত লগোৱাঁ তৰি, নামা পাৰলৈ।
আছে গুৰু প্ৰয়োজন বাণিজ্য বিষয়ে।

(সদাগৰ, লগুৱা আৰু বন্ধা কোঠাৰ ভিতৰত চিন্তাৰে নাওখন নৈৰ দাঁতিত বান্ধি ৩য় লগুৱা ওপৰলৈ উঠি আহি সোধেহি।)

৩য় লগুৱা,- কি হ'ল হে? কেলৈ মাতিছিলা?

শ্ৰীবৎস,- তুমিয়ে নে অধিকাৰী এই তৰণীৰ?

৩য় লগুৱা,- দিনৰ দিনটো লগী মাৰি গধূলিও আলপৈচান ধৰাটোকে যদি অধিকাৰী বোলে, সেইয়ো। কি কব লাগে কোৱাঁ।

শ্ৰীবৎস,- কথা আছে গৰাকীত, কি কম তোমাক?

৩য় লগুৱা,- নাই, মুঠে আমি কথা শুনাৰ লায়েকেই নহওঁ। নোকোৱা যদি নো মাতিছিলা কেলৈ?

(নাৱৰ ফালে গুচি গ'ল।)

শ্ৰীবৎস,- কিজানি তৰণী এই মায়া তটিনীৰ!—
নকঁপিৰি হৃদয়ত আশঙ্কা শাঁখিনী,
কৰ্ত্তব্য পথৰ তই চিৰ অন্তৰায়;
লুকাগে ওৰণি টানি ভীৰুৰ হিয়াত।

(ভয়ে ভয়ে সদাগৰ আহি ওচৰ পালেহি।)

সদাগৰ,- (স্বগত) এই চেহেৰাৰে খৰিকটীয়া হব নোৱাৰে।— হলেও লগত কোনো নাই।—হাততো একো নাই। (প্ৰকাশ্যে) কি হে? কিহৰ প্ৰয়োজন?

শ্ৰীবৎস,- দিবা নে এফেৰি স্থান তৰিত তোমাৰ?
বন্ধা ৰম চিৰদিন কৃতজ্ঞ ডোলত।
বিত্তৰ তোমাৰো লাভ, নিয়া যদি তুলি,
বেচা হলে বিতোপন সুবৰ্ণৰ ৰাশি
লাভৰ দুভাগি হব, এভাগি তোমাৰ।

সদাগৰ,- কি? এই টোপোলাত থকা এটাইবোৰ সোণেই নে? (চাই) হয়, সোণেই! ক'ত পালে? কি কথা, কি বতৰা? আপোনাৰ ঘৰ ক'ত? কেনেকৈ এইখন পালেহি? নাই ঘৰ ইয়াৰে কৰবাত?

শ্ৰীবৎস,- লাহে লাহে কথা ছলে শুনাম সকলো।
গতিহীন যাত্ৰী মই ভাগ্য বাণিজ্যৰ,
হেৰাল তৰণী মোৰ অকূল জলত!—

(নীৰৱ।)

সদাহৰ,- (আগে গুৰিয়ে চাই মনে মনে কৰ্বলৈ ধৰিলে) মানুহটো কিবা বলিয়া চানেকীয়া ! সোণো ইমানবোৰ ! লাভো দুভাগৰ এভাগ ! মূলৰ একোডাল নাই !— ইমানখিনি সোণ !—(ফুটাই) ৰবচোন বাৰু। মই ইহঁতকো সুধি-পুছি চাও।

(নাৱলৈ গৈ লগুৱাকেটাৰ লগত কথা পাতিৱলৈ ধৰিলে।)

শ্ৰীবৎস,- (মনে মনে)

ইয়ে নে কি সদাগৰ ? এয়ে নে তৰণী ?
জীৱন-তাৰিণী মোৰ আঁতৰালে যেয়ে ?
স্থিৰ হ' হৃদয় ! ধৈৰ্য্য ধৰ সযতনে ;
নুহুৱাবি লক্ষ্য তোৰ হুৰামূৰি কৰি।

সদাগৰ,- অ' শুনিছে নে ? আহক। আপুনি অকল যেতিয়া ঠাই তো বেচি নিজিনে। আহক, আহক। ঠাই কৰাইছোঁ।

শ্ৰীবৎস,- (টোপোলা ডাঙিলৈ মনে মনে কৰ্বলৈ ধৰিলে।)

সুৰভি জননী মোৰ দীন-দয়াময়ী !
শিৰে তুলি ললোঁ ঋণ জন্মান্তৰলৈহি।
নিদিয়া তো অনুমতি মাগিলে বিদায়,
অলক্ষিতে কোটী কোটী নমস্কাৰ,
ক্ষমিবাঁ যতেক দায় দীন আশ্ৰিতৰ।

(নমস্কাৰ কৰে। এখুজি দুখুজিকৈ গৈ নাৱত উঠে।)

সদাগৰ,- দে, দে, নাও এৰি দে।

(নাও মাজলৈ নিয়ে।)

সদাগৰ,- (খোকাখুকিকৈ) বহক। বৰ ভাগৰুৱা যেন দেখিছোঁ। ঠেং ঠেং মেলি বহক। হেৰ, খোৱা-বোৱাৰ অলপ যো-যা কৰহঁকচোন।

শ্ৰীবৎস,- (ভৰি মেলি বহে।)

সদাগৰ,- এৰা। অলপ জিৰাই লওক, তাৰ পাচত বস্তু বাহানিৰ থানথিত লগাই থমহঁক।

(হঠাৎ পাচফালৰ পৰা তিনিওটা লগুৱাই শ্ৰীবৎসক হাতজপটিয়াই বান্ধিবলৈ ধৰিলে।)

শ্ৰীবৎস,- (জোটাপুটি কৰি) কি কৰ, কি কৰ হেৰা—

৩য় লগুৱা,- ৰবাঁ দেউ ঐ ! ভাগৰত আহিছা হাত কেইখনকে পিটিকি দিওঁ।

(সদাগৰেও পেহুত ধৰি হাতে ভৰিয়ে শ্ৰীবৎসক বান্ধি পেলালে।)

শ্ৰীবৎস,- চা তেনে, চা তেনে—

মৃত্যুক জোকালি আজি।

(জোটাপুতি কৰি ছিঙিব খোজে।)

সদাগৰ,- মাৰ, মাৰ। লঠিয়া মাৰ ! কি গুঁই আছ।

(এটাই কেউটাই লঠিয়া মাৰি শ্ৰীবৎসক পানীত পেলাই দিয়ে।)

শ্ৰীবৎস,- অহ !—চিন্তা মোৰ !—

৩য় লগুৱা,- বচ্ !—উস্ মুখামুখিকৈ হলে আৰু দহোটা ললেহেঁতেন পাই।

(এনেতে বন্ধ কোঠাৰ খিৰিকি খোল টোপনিৰ পৰা উঠি চিন্তাই চকু মোহাৰি কেউফালে চাই কৰ্বলৈ ধৰিলে,—)

চিন্তা,- আহিছিল আজি নাথ সাজি কিবা সাজে !
ৰাজ ৰাজেশ্বৰ মোৰ, শিৰত মুকুট,
হাতত কঙ্কণ কিনো পাৱত নুপূৰ ;
শুনিলোঁ মাতিলে যেন মধুৰ কণ্ঠেৰে
'আহাঁ মোৰ চিন্তা' বুলি চিন্তাৰ নায়কে !—
কেনি নো বাজিলে বীণ, কেনি নিজমিলে ?

(চাৰিওপিনে চায়।)

সদাগৰ,- (চিন্তাৰ ফাললৈ চাই) সৌ খিৰিকিখন আকৌ মেলিলে কোনে ?

১ম লগুৱা,- জানো কোনে মেলে ?

৩য় লগুৱা,- গোটেইখন তেজে পূঁজে একাকাৰ। গোন্ধত ভেঁট্ ভেঁট্। ঘিণত বৰ মাখিও ঘূৰি আছে। খিৰিকি মেলিবলৈ ধৰিছে আমাক জগৰে !

(নাকত সোপা দি খিলিখি মাৰে।)

২য় লগুৱা,- দেউতা, এনেও নাই তেনেও নাই, ইয়াতে তেওঁকো নমাই থৈয়ে যাওঁ।

সদাগৰ,- আকৌ নাও লাগিলে কৰিবি কি ? (পানীলৈ চাই) সৌটো তাৰ মূৰ নহয় নে ?

৩য় লগুৱা, কেনৈ হব ? সেইটো শিহু। মাৰ, মাৰ, নাও মাৰ।

(নাও বাই গুচি গ'ল।)

---

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

– দীপাদিৰে সুশোভিত উগ্ৰ ভৈৰৱৰ মন্দিৰ –
মাজ নিশা ।

(নগৰপাল এজন থিয় হৈ আছে ।
এজন ব্ৰাহ্মণ বৰ বেগেৰে আহি ওলাল ।)

ব্ৰাহ্মণ,-ৰাম, ৰাম ! ৰাম, ৰাম ! মহা ভৈৰৱ, মহা ভৈৰৱ !

নগৰপাল,- কোন সেইটি ? দেউ নে ? টোপাকাঁড় যোৰাদি দেখোন ?

ব্ৰাহ্মণ,- অ’ সেইয়া তুমি হে ?

নগৰপাল,- আকৌ নো কোন বুলিছিল ?

ব্ৰাহ্মণ,- এ, মই আকৌ সঁচা এই উগ্ৰ ভৈৰৱৰ লগৰে দূত বুলিছিলোঁ ।

*নগৰপাল,- অ’ ভালেটিহে আপুনি নাম গুণ লৈছিল ?*

ব্ৰাহ্মণ,- এৰা । আকৌ নো কি ? যেই সেই দূতৰ এক দূত নেদেখিলে সংসাৰীৰ মুখত নামে পুট্‌নুপুটায়, মোৰ সোণাই !

নগৰপাল,- তেনে দূত হোৱাৰ সাৰ্থক, মোৰ দেউ ! বাৰু, ৰব । শিয়ালে এই দুপৰৰ হোৱা দিয়ে হে লাগে, এতিয়াও আপোনাৰ কামৰ শেষ হোৱা নাই নে ?

ব্ৰাহ্মণ,- এই হ’ল আৰু । এই লখিমী তুলিবলৈকে বুলি আহিছোঁ ।

নগৰপাল,- এই ফালে. কলৈ ?

ব্ৰাহ্মণ,- ইয়ালৈকে । ‘

নগৰপাল,- ইয়ালৈকে ?

ব্ৰাহ্মণ,- ইঃ আকাশৰ পৰা পৰিল ! কিয়, আজি মহাৰাত্ৰি ৰাজকুমাৰী এই উগ্ৰ ভৈৰৱৰ মন্দিৰত পূজা কৰিবলৈ নাহিব হে জানিবা ?

নগৰপাল,- (আচৰিত হৈ) আপুনি কেনেকৈ জানিলে ?

ব্ৰাহ্মণ,- আমি যে শগুণতকৈও ওপৰত বনাই ফুৰোঁ, মোৰ সোণ ! অকল মইয়ে হে আহিছোঁ হৰ পায় । বাটলৈ চোৰাঁচোন গুৰি পৰুৱাৰ লালী লগা দি লাগিছে ।

নগৰপাল,- আপুনি আহোঁতে বাটে বাটে কোটা’ল পাই অহা নাই নে ?

ব্ৰাহ্মণ,- কোটা’ল পোৱাৰ হে কথা কৈছা, কোটালৰ খেতালত লালকাল দি আহিছোঁ ।

নগৰপাল,- সিহঁতে আপোনাক বাট এৰি দিলে নে ?

ব্ৰাহ্মণ,- ক’ত এৰি দিয়ে, মোৰ সোণাই ? দিন হোৱা হলে এইখিনি পোৱাহি হৈছিলেই । লোকৰ বেয়াটো কব নেপায় । ভালেখিনি কোটালৰ সৈতে মোৰ জানিবা চিনা পৰিচয় আছে দেই । ভালেখিনিয়ে জানিবা মোক আকৌ মৰম পুতৌ কৰে ।

নগৰপাল,- মই একা, দেউ ?

ব্ৰাহ্মণ,- তোমাৰ আকৌ কথাই বেলেগ । তোমাক মই *নগৰপাল বুলি নধৰোঁয়েই নহয়* । আপোন মানুহ, নলে গলে লগা । তোমালোকৰ ঘৰ হৈছে সেই আমাৰ জেঠৈৰীৰ জেশাহুয়েকৰ ঘৰৰ যজমান । মুঠে ইঘৰ আৰু সি ঘৰ ।

নগৰপাল,- বাৰু দেউ ! সঁচা কথা কওকচোন, আজি পুৱাৰ পৰা কিমান চপালে ?

ব্ৰাহ্মণ,- মিছা কলে কি হব ? মহাচেৰেক সোণ চাপ খালে দেই । কিমানে কিমানক দিব ? ৰজা হল যদি এশটা সি খোজনীয়া মগনীয়া হল হেজাৰে বিজাৰে । জানিবা গেলা ঘাত মাখিৰ জাক হে ।

নগৰপাল,- দিয়া থোৱাত কাক বলী পালে ?

ব্ৰাহ্মণ,- কোনো নহয় কম । তেওঁ বুলি চেদি ৰজাৰ হাতখন বলী । ব’বা । ৰজা সকলোটি গোট খালেহি জানো ।

নগৰপাল,- নিমন্ত্ৰণ পোৱা সকলোটিয়েই আহিছে । দুই চাৰিজন হে কৰবাত কেনেবাকৈ অহা নাই । আজি ৰাতিও বোলে জনদিয়েক পাবহি ।

ব্ৰাহ্মণ,- এইবাৰ, এইবাৰ হলে ৰাজকুমাৰীৰ কপালখন শলাগিলোঁ ।

নগৰপাল,- কিয়, দেঁউ, কিয় ?

ব্ৰাহ্মণ,- যিথিনি হে ৰাজকোঁৱৰ আহিছে কাক এৰি কাক চাবা ? এটাইতকে তেওঁ সেই কৌশাম্বীৰ যুবৰাজ ! ইস্ জানিবা সাইলাখ পূৰ্ণিমাৰ জোনটি হে। ৰাজকুমাৰীতো ৰাজকুমাৰীয়েই ; মোৰেই মলা এডাল দি বৰি থবৰ মন গৈছিল ।

নগৰপাল,- সঁচাকৈ দেঁউ, আমাৰ ৰাজকুমাৰীৰে বেচ জোৰ হব ।

ব্ৰাহ্মণ,- শুনাত শুনি আহিলোঁ বোলে ৰাজকুমাৰীৰো মন খাইছে হেনো। হক, ঈশ্বৰে কৰিলে, এই হালি বেচ জোৰ হব ।

নগৰপাল,- বাৰু, দেঁউ, চেদিৰজাক কেনে দেখিলে ?

ব্ৰাহ্মণ,- ওঁ, কাণে, নাকে, মুখে সম্পূৰ্ণ ।

নগৰপাল,- বয়সৰ পোণে একা ?

ব্ৰাহ্মণ,- অঁ, বয়সৰ পোনে পোনে হলে দাঁতে উঠিলে দেই। কমকৈও আমাৰ ৰাজকুমাৰীৰ ককাকৰ সমনীয়া নহলেও দুই চাৰি বছৰৰ ডাঙ্গৰ হব ।

নগৰপাল,- কোনটো লাজেৰে নো এই ডেকা ৰজা জাকৰ লগত শাৰী পুৰাই স্বয়ম্বৰ সভাত বহিব ? ভাল হাঁহিবৰ কথা হৈছে ।

ব্ৰাহ্মণ,- নহয়, নেহাঁহিবা । এন্ধাৰে মুধাৰে চিনিব নোৱাৰি জানোচা ককাইক গিৰিহঁত বোলেই। তেওঁৰ ভিতৰত প্ৰেম পকি বাহিৰে ৰহ্ দিছে। চিনাই হে চিনিব ।

নগৰপাল,- তেও চকু থাকি কোনেও সেই মৰিশালিটো নবৰে ।

ব্ৰাহ্মণ,- সাবিত্ৰীয়ে নো সত্যবানক বৰিলে কেনেকৈ, ঔ ? আশাধাৰী প্ৰাণী দেহি ! আহিছে থৰক্বৰক্ কৈ । দেখিলে পুতৌ লাগে ।

নগৰপাল,- থওক, দেঁউ, পুতৌ লাগে নে হাঁহি উঠে ?

ব্ৰাহ্মণ,- এ বোপাই, তুমি মোৰ কথাটি নুবুজিলা ! প্ৰেমটি নো কি বুজিবা ? যেইয়ে বিহুকে কওক তুমি নুশুনিবা । সি এটা ভিয়ঁহ ! ভিয়ঁহ ! বতৰৰ বস্তু নেখাইও নোৱাৰি, খালেও হয় অগ্নি মান্দ্য । জালিটিহঁতো খাবা, কুমাটিও নেৰিবা । চেদিৰজা জানিবা বুৰা তিয়ঁহ ! ইমানেই হে কথা ! (নেপথ্যলৈ চাই) সৌৱা পালেহি। জোৰে চোৰে গোটেইখন দিন যেন হৈ আহিছে ।

নগৰপাল,- হয়, পালেহিয়েই আহক, দেঁউ, আমি একতীয়া হৈ গড়ৰ বাহিৰলৈ যাওঁ ।

ব্ৰাহ্মণ,- অ' এৰা । তুমি হলা ক্ষত্ৰিয় । তুমি তো দক্ষিণাৰ অধিকাৰী নোহোৱা । এৰা, অলপ আঁতৰা । গড়ৰ বাহিৰত থাকিলেও হব । যোৱা, পালেহিয়েই ।

নগৰপাল,- আপুনিও আহক ।

ব্ৰাহ্মণ,- মই যাম কেলৈ ?

নগৰপাল,- ভাললৈ ।

ব্ৰাহ্মণ,- ভাললৈ কি ?

নগৰপাল,- আহক, দেঁউ, মিছাতে বেলিখন নকৰিব। সৌ বাঘৰ চকুৰ দৰে যে জোৰ দুডাল দেখিছে সেয়া আমাৰ শ্যালক । তেওঁৰ আদেশ গড়ৰ বাহিৰে কি ভিতৰে কি মতা মানুহৰ সঁচ থাকিব নোৱাৰে ।

ব্ৰাহ্মণ,- কেলৈ ? তুমি নো কি ? তেওঁ নো কি ?

নগৰপাল,- আমাৰ কথা বেলেগ ।

ব্ৰাহ্মণ,- ধৰি থোৱা, মই নিতাই বামুণৰ কথাও বেলেগ । অকল কিবা মোৰ লাভলৈকে আহিছোঁ নে, ৰাজকুমাৰীৰো যে মঙ্গল ।

নগৰপাল,- আপুনি দেখিছোঁ মোৰ মুখ হিলাই হে এৰিব ।

ব্ৰাহ্মণ,- নহয়, দক্ষিণা লৈ হে এৰিম ।

নগৰপাল,- আহক, পালেহিয়েই ।

ব্ৰাহ্মণ,- যদি নেযাওঁ ?

নগৰপাল,- ভৰিত ধৰি চোচোৰাই নিম । (আগবাঢ়ে)

ব্ৰাহ্মণ,- (বাধা দি) হে হে নেলাগে টপিনাৰ মাখি ছাল ছিঙিব। মই নিজ খুচিতে যাম। অ' এইবোৰ গালোঁ বালোঁ খোলাকটিৰ হে তাল !

নগৰপাল,- আহক আৰু কথা নকৰ । মনে মনে ।

ব্ৰাহ্মণ,- নগৰপালে হলিগলিকৈ কথা মেলোঁতেই মই আগেয়ে বুজিলোঁ, "ভাললৈ ভাদত কলী গৰু নজগে ।"

(দুয়ো গুচি গ'ল ।)

(হিকালৰ পৰা ধূপ ধূনা ফুলৰ থাললৈ সখীসকলে
গীত গাই ভদ্ৰাৱতীক লৈ আহিল । শ্যালকে আগে আগে
জোৰেৰে বাট দেখুৱাই আহে ।)

গীত ।

আজি নিখিল মাজে বাজে কি নিক্কণে
মধুৰ গম্ভীৰ মন্দ্ৰে ।
আৰতি কৰে চন্দ্ৰমা কিৰণে ঢুলু ঢুলু তাৰকা বৃন্দে ।
বলে ৰিবি ৰিবি মলয়া চামৰ
আমোদিত অগৰু গন্ধে ।
কুসুম অঞ্জলি ধৰি ধৰিত্ৰীয়ে
গাইছে নীৰৱ ছন্দে ॥
মিলি দিগঙ্গনা উৰুলি জোকাৰে
আবেগ কম্পিত কণ্ঠে ।
মন্দিৰে মন্দিৰে বাজিছে দুন্দুভি
গুৰু গুৰু গম্ভীৰ মন্দ্ৰে ॥
নাচে তালে তালে জগত জননী
আকুল পুলকানন্দে ।
বাবা বিশ্বনাথ জয়তি জয়তি
সন্তানে সাদৰে বন্দে ॥

(গীত অন্তত সকলোৱে মন্দিৰত প্ৰণাম কৰে ।)

(মন্দিৰৰ দুৱাৰ মেলি পূজাৰীৰ প্ৰৱেশ ।)

পূজাৰী,- হৰ, হৰ, বম বম, ভোলা মহাদেউ ।

(শ্যালক ৰণজিতে আৰু ভদ্ৰাৱতী সহ
সখীসকলে পূজাৰীক প্ৰণাম কৰে)

পূজাৰী,- জয় হওক । জয় হওক ।
ৰাজবালা !—অতি ভাগ্যৱতী তুমি ।
অখণ্ড প্ৰদীপ যিটি পঠালা যতনে
দুগুণে জ্বলিছে তোমাৰ মাজ মন্দিৰত ।
হাতে হাতে পূজা যেন ললে ধূৰ্জটিয়ে ।
মা—ভৈ মা—ভৈ বাছা ! অসীম কামনা ।
তোমাৰ বালা, পূৰাবহি হৰ কল্পতৰু,
ভক্তিভাৱে খুলি প্ৰাণ জনোৱা বাসনা ।
ভোলানাথে ভোলা প্ৰাণে শুনিব নিশ্চয় ।

(হাতত পূজাৰ থাল লৈ ভদ্ৰাৱতী
মন্দিৰলৈ সোমাই দুৱাৰ মাৰি দিলে ।)

(পূজাৰীয়ে সকলোকে নিৰ্মালি দি সুধিবলৈ ধৰিলে,)

পূজাৰী,- আছা নে কুশলে সবে প্ৰিয় সহচৰী ?

প্ৰথম সখী,- প্ৰভুৰ আশীৰ্ব্বাদত সকলোৰে কুশল ।

পূজাৰী,- জয় হওক, জয় হওক ।
কোন সিটি ?—শ্যালক ?

ৰণজিৎ,- হৈছে, প্ৰভু ।

পূজাৰী,- জয় হওক ! জয় হওক !
শ্যালকৰ নিশ্চয় মঙ্গল ।

প্ৰথম সখী,- (আগবাঢ়ি মূৰ খজুৱাই কৰলৈ ধৰিলে) প্ৰভু, আজি তিনি চাৰি দিনৰ পৰা সখীৰ মনটো কেনেবা । কান্দিকাটি নেখায়ও নবয়ও—গোটেইজনী আউলী বাউলী ! আনকি ৰাতিও শয্যাত পৰি উচুপি কান্দি থাকে । তাকে আমাৰ মা-দৈয়ে কৈ পঠিয়াইছে বোলে প্ৰভুক কবিচোন একেষাৰ মহাপ্ৰভুক জনাই থব আইদেউৰ এই মনৰ অশান্তি যেন দূৰ কৰে ।

পূজাৰী,- অশান্তি ?—অশান্তি কিহৰ ?
শান্তিময় সুখদাতা ধাতা বিধাতাৰ
সুপ্ৰসন্ন আজি, বাছা, ৰাজনন্দিনীত ।
কৰাঁগই সবিনয়ে ব্যগ্ৰ-মহিষীক,
অভয় ভৈৰৱে দিলে আৰু কিবা ভয় ?

ৰণজিৎ,- মই ভাবোঁতে, প্ৰভু, মাক বাপেকৰ ডেউকাৰ তলৰ পৰা ওলাবলৈ হলে স্বভাৱতে জীয়ৰী ছোৱালীৰ মন বেয়া লাগেই ।

প্ৰথম সখী,- নহয়, নহয় । অইন কিবা কথাহে । আমি ইমান কুটুৰিও উলিয়াব পৰা নাই । দাঁতত কূটা এগছি লাগিলেও যিজনী সখীয়ে মোৰ আগত কয়, তেনে জনীৰ শৰম সুধিও যেতিয়া উলিয়াব পৰা নাই, তাতে বুজিব । মন জুখিবলৈকে বুলি আজি কওঁ অমুক ৰজা আহিছে, কালি কওঁ তমুক ৰজা আহিছে । কথা কওক চাৰি উকা চকু জোৰেৰে লৌকে ৰ লাগি চাই থাকি লক ছোৱালীটিৰ দৰে ৰজনিয়া একোটা কাঢ়ি উচুপি উচুপি কান্দিবলৈ

ধৰে । আমাৰো এইকেইদিন কান্দোনকাটোনতে
বাতি পুৱাইছে ।
পূজাৰী,- অহহ ! ধন্য কৰাঁ, দয়াময়, দয়াময় নাম ।
দয়া কৰি আশ্ৰিতাৰ সিজোঁৱা বাসনা ।
ভক্তিৰ প্ৰতিমা এই ৰজাৰ নন্দিনী
নিতে নিতে গাঁথি নিজে প্ৰেমৰ মালিকা
পঠিয়ায় সযতনে তোমাৰ কাৰণে ;
নিমাতী বাসনা যিবা আজলী দাসীৰ
তোমাৰ নজনা নাই,—সৰ্ব্বজান তুমি !
জাগাঁ, জাগাঁ, জাগাঁ আজি ভকত-বৎসল !
পূৰক ভক্তৰ আশা, জ্বলক মহিমা ।
গোৱাঁ, বাছা, মধুকণ্ঠে গীতি সুমঙ্গল,
গলিব গঙ্গাৰ ধাৰে ভোলা গঙ্গাধাৰ ।
(সখীসকলে আকৌ গীত গাবলৈ ধৰিলে ।)

গীত ।

উঠাঁ উঠাঁ পিতা মোৰ ধৰাঁ চাকিটি ;
এইয়া আহিছে চোৰাঁ লাজে ভয়ে পলৰীয়া
নিজা লোতকেৰে নিজে তিতি তিতি ।
ভীষণ আন্ধাৰ ৰাতি হাহাকাৰ মহামেঘে
কৰচে বিজুলি বজ্ৰ গুজৰি ধুমুহা বেগে,
লুকালে ভয়েৰে তৰা, মহাত্ৰাসে কঁপে ধৰা,
ধৰাঁ, ধৰাঁ, পিতা মোৰ, ধৰাঁ সাবটি ॥
পাহৰি তোমাৰ কথা নেজানো কি খেলি খেলি,
খেলাতে হেৰালোঁ নিজে, হাততে হেৰালে বেলি,
ধৰোঁ যাকে নিজা বুলি দুচকুত দিয়ে ধূলি
আচানত চিনি পালে নেচায় উলটি ॥
আঁতৰিলোঁ যদিবাও তোমাতে যে মজি আছোঁ,
তুমিয়ে খেলিব দিলা, নিতে কান্দি নিতে নাচোঁ,
কোনে আৰু লব তুলি, নিজৰো নিজাটি বুলি,
নেলোৱাঁ যদি হে তুমি কোলাত সাবটি ॥
(মন্দিৰৰ ভিতৰৰ পৰা থালি থালেৰে ভদ্ৰাৱতীৰ প্ৰৱেশ ।)
পূজাৰী,- নকৰিবা চিন্তা, দেৱি ! নাই কোনো ভয় ।
জানিছে বেদনা নিজে শান্তিৰ নিধানে ;
অৱশ্যে কৰিব দয়া নিজা আশ্ৰিতাক ।
যোৱাঁ, বাছা, ঘৰলৈ আনন্দ মনেৰে ।
শয্যাত শোৱাৰ আগে অতি ভক্তিভাৱে
সুঁৱৰিবা ভৈৰৱৰ চৰণ দুখানি ;
ত্ৰিগুণ অতীত প্ৰভু পৰম আত্মনে
সুক্ষ্মলীলা সপোনত জনাব আদেশ ;
অক্ষৰে অক্ষৰে তাৰ কৰিবা পালন ।
সপোনত পাবা পতি অশ্ৰুজলে ধুই ;
নেৰিবাঁ নেৰিবাঁ, বাছা, জীৱনে মৰণে ।
ভদ্ৰাৱতী,- (তলমুৰ কৰি ভৰিৰ আঙুলিৰে মাটি খিৰে ।)
পূজাৰী,- ৰজাৰ নন্দিনী তুমি ৰাজৰাণী হবা,
যতনে মানিবাঁ নিতে সাৰ উপদেশ ;—
সুদীৰ্ঘ জীৱন জোৰা অন্ধকাৰ বাট,
ঈশ্বৰ জেউতি তাৰ, যাবাঁ বিশ্বাসেৰে ।
নেগায় যদিহে ৰাগে, নুফুলে ভকতি,
জীৱন নিকুঞ্জ এই অসাৰ, নিষ্ফল ।
বিলাবাঁ আঁজলি ভৰি আমিয় নিতৌ
সেয়ে জানা শ্ৰেষ্ঠ দান এই ধৰণীত ।
সতীৰ চানেকি চাই বাছিবা জীৱন ।
যোৱাঁ বাছা, সুমঙ্গল কৰক মহেশে,
জিলিকোৱাঁ পিতৃবাজ্য জিলিকি আপুনি ।
(সকলোৱে মন্দিৰত সেৱা কৰি
পূজাৰীক সেৱা কৰে ।)
পূজাৰী,- জয় হওক । জয় হওক ।
(পূজাৰীৰ বাহিৰে সকলো গুচি গ'ল, পূজাৰীয়ে
একে খিৰে ৰাজকুমাৰীলৈ চাই ভাবিবলৈ লাগিল ।)
পূজাৰী,- সিদিনা সিদিনা মুঠে কেচুৱা পুতলি,
হাফোঁলি হাফোঁলি মোৰ উকমাল লেখি,
হাঁহিছিল কিনো সেই উৱাৰ হাঁহিটি !
সাক্ষাৎ স্নেহৰ মূৰ্ত্তি, আনন্দৰ ধাৰা,
মণিছিলোঁ জ্যোতি তাৰ দূৰে দূৰে থাকি ।
সংসাৰ বৰাগী মই এই শ্মশানত,
কান্দিছে পৰাণে মোৰো বিদায় বাৰ্ত্তাত ;
একেটি নয়নমণি পালি অতদিনে,
সহিব কেনেকৈ দেহি, ৰজাৰাণী দুয়ো ?
লীলাময় !
অচিন্ত্য তোমাৰ লীলা, বুজে সাধ্য কাৰ ?

ভাঙ্গি পাতি নিজৰোৱা জুৰণি শাস্তিৰ !
শাস্তি দিয়াঁ, পৰমেশ, ৰাজদম্পতীক ।
হৰ হৰ ব'ম ব'ম্ ভোলা মহাদেউ ।
(মন্দিৰলৈ সোমাই গ'ল ।)

---

## দ্বিতীয় দৃশ্য

— ৰাজবাৰীৰ ফুলনি —
বেলি এপৰীয়া হৈছে

(মালিনীয়ে গীত গাই গাই আহি মালতী ফুলজোপালৈ চাই গাবলৈ ধৰিলে,–)

গীত –

আৰু কি কোমল প্ৰাণে সহ্য যায় যাতনা ?
জ্বলালি বাসনা, বিধি, নিদিলি তো প্ৰতিদান ?
এনেয়ে আজলী লৰনু পুতলী,
তাতে যে বিৰহ বান ;
নুবুজা জুমুৰি সহিবি কতনা
কতনা সহিবি টান ?
নিজানে ফুলিলি, নিজানে জহিবি, নিজানে
বিনাবি গান ॥

মালতী,- আজলী মালতী ঐ । আজিৰ পৰা তোৰ আৰু কোনে পতি কৰিব ? কৰবাত কেনেবাকৈ পাত এখিলি লেৰেলিলে আইদেউৰ মুখ চাইয়ে তোৰ বাতৰি পাইছিলোঁ । সেই নাহৰৰ কুঁহিপাত যেন হাতখনিৰে পানী আনি নিৰাই তুলি তালি তোক ইমান জোপা কৰিলে । আজিৰ পৰা তোৰো কপাল ফুটিল, মোৰো ফুটিল !—যাওক্ । মা দৈয়ে কৈছিল বৰণৰ শৰাইলৈ চম্পাফুলৰ মালা এধাৰি গুঁঠিবলৈ । তাহানি চম্পাফুল সিওঁতে চম্পাফুল বুলি নিজৰ আঙ্গুলিত বেজী দিয়াৰ দিন ধৰি আইদেউৰে যে লাজতে চম্পা ফুলৰ নামকে নুশুনে তাক মা দৈয়ে কি জানে ? নিৰ্বলৈ কৈছে নিম এধাৰ । তেওঁ বুলি এই মালতীৰ মালাও নিনি নোৱোঁ । যাওঁ, মালাকে গাথোঁগে । মালা গাঁথিবলৈ এতিয়া যাৰ ডিঙ্গিত মালা পৰিব সেই ডিঙ্গিটি যদি চাই লবলৈ পালোঁহেতেন তেহে !

(এনেতে জীৰ্ণশীৰ্ণবেশেৰে পাচ ফালৰ পৰা শ্ৰীবৎসৰ প্ৰবেশ ।)

শ্ৰীবৎস,- চোৰাঁ আই !

মালিনী,- (উচাপ্ খাই পাচ হুহঁকি ।)
এঁ—এঁ—এঁ—।

শ্ৰীবৎস,- অহহ !
মৃত্যুয়ে ঘিণালে মোক অপদাৰ্থ বুলি,
মৃত্যুৰ পুতলি তুমি নিঘিণাবা কিয় ?
সমুখে সাগৰ দেখি কৰুণাৰে পূৰ,
হিয়াত হুতাহ লই চাপিছোঁ কাষৰ,
সাগৰো শুকাবা নে কি দেখি অভাগাক ?
নেযাবাঁ জননি মোৰ ! নকৰিবাঁ ঘিণ
নিৰীহ তেজেৰে গঢ়া সন্তান তোমাৰ ।

মালিনী,- কোন ?—কেনেকৈ ?—এই ফুলনিত ?—বাটৰ দুৱৰীয়ে বাট এৰি দিলে নে ?

শ্ৰীবৎস,- যি পথে পশিলোঁ এই সুন্দৰ উদ্যান
অনন্ত প্ৰবাহ সি যে, অবাৰিত দ্বাৰ ;–
বাধা দিয়ে সাধ্য কাৰ অবাধ্য ধাৰাক ?

মালিনী,- কিয় ? ৰাজ আলিয়ে অহা নাই জানো ?

শ্ৰীবৎস,- ৰাজ আলি !–
এৰি দিলোঁ ৰাজ আলি জন সমাগম,–
কত দিন ৰাতি গল নপৰে মনত !

মালিনী,- ঘৰ ক'ত ?—কি কথা ?—এই দৰে ?

শ্ৰীবৎস,- বিস্তৰ কাহিনী সি যে অলেখ কথাৰ,
নোলাব সিমান শক্তি শুকান কণ্ঠত !
বিদেশী বণিক মই বাণিজ্য আশাত
আহিছিলোঁ তৰণীত স্বৰ্ণপাত লই ;–
স্বৰ্ণই মোহিলে মন সঙ্গী বণিকৰ,–
বান্ধি মোৰ হাত ভৰি ধৰি অতৰ্কিতে
নিক্ষেপিলে দুৰাচাৰে নদীৰ গৰ্ভত ।

মালিনী,- ইস্ ! ইস্ !–

শ্ৰীবৎস,- ছিঙ্গিলোঁ ভৰিৰ বান্ধ আঁজুৰি পিজুৰি,
ওপঙ্গি ওপঙ্গি শেষে হেৰাল চেতন :–
দেখিলোঁ সপোন যেন এটি এটি কই

জীৱনৰ যত লীলা সকটিৰে পৰা
জিকিমিকি নাচি গল মুগ্ধ নয়নত ;
উঠিল ভীষণ হাঁহি, নেজানোঁ কিজানি ।
হাঁহি হাঁহি মুদোঁ চকু চিৰদিনলই,
এনেতে দেখিলোঁ যেন দূৰ স্বৰগৰ
নামিল দুজনা দূত দিব্য জেউতিৰে,
বুলাই চেঁচনি হাত নিৰাশ্ৰয় বুলি
দিলে পাৰি দিব্য উৰু উপাধান ৰূপে,
আহিল গভীৰ নিদ্ৰা নদীৰ কোলাত
দিলোঁ সঁপি কত কাল নিদ্ৰাৰ কোঁচত
নপৰে মনত একো,—ভুলিলোঁ সকলো ।
লাগিলোঁ ঘাটত এই, জাগিল চেতনা,
জাগিল যাতনা পুনু হৃদয় বিদাৰি ।

মালিনী,- ইস্ ! — যাতো গুণে আয়ুসত চাউল আছিল । এঃ দেহি ! মুখৰ মাততে চিণ্ ! আজি চাগে কেইবা সাজো নাই । ৰব অলপ, দেউতাটি ! মোৰ জানো আজৰি আছে । আজি আকৌ স্বয়ম্বৰ ।

শ্ৰীবৎস,- স্বয়ম্বৰ !—কাৰ স্বয়ম্বৰ ?
নাম কিবা নৃপতিৰ ? কিবা এই দেশ ?

মালিনী,- এইখন প্ৰতাপপুৰ । ইয়াৰ ৰজাৰ নাম বাহুক । তেওঁৰেই ভদ্ৰাৱতী নামে একেটি ছোৱালী । আগলৈও নাই পাচলৈও নাই, মোৰ দেউতা ! তেওঁৰে আজি স্বয়ম্বৰ ।

শ্ৰীবৎস,- উস্ !—
অজ্ঞাতে উটিলোঁ পথ কত যোজনৰ !
—আহিছে জানা নে কোনো কুসুমপুৰৰ ?

মালিনী,- বহুত দেশ বিদেশৰ ৰজা আহিছে । নামেই অপাৰ । শুনিলেও জানো মনত ৰয় ?

শ্ৰীবৎস,- চলিছে নে কিবা কোনো মেলা বণিকৰ ?
আহিছে নে শ্ৰেষ্ঠী কোনো সুদূৰ দেশৰ ?

মালিনী,- মেলা চলিছে নে বুলি সুধিছেহে ? বীৰ দি বাট পাৰলৈ নাইকিয়া হৈছে । দেশ বিদেশৰ লাখে লাখে বেহানি আহি মাটি ছাটি পেলালেহি । বাক ব'ব, আপোনাক সোধপোছ কৰি অলপৰ পাচত তালৈকে লৈ যাম । ৰব, মই এই ফুল কেপাহি তুলি লওঁ ।

(ফুল তুলিবলৈ লাগিল ।)

শ্ৰীবৎস,- (স্বগত)
খন্তেক বিশ্ৰাম কৰি যাম মেলালই,
জানোচা বিচাৰি পাওঁ চিৰলক্ষ্য মোৰ ।
চিন্তাহাৰী স্বৰ্ণহাৰী দস্যু সদাগৰ
পাওঁ যদি লগ সেই মেলাৰ মাজত,
দাঁতেৰে আঁজুৰি ছিঙি মাংস শৰীৰৰ
পান কৰি ৰক্ত তাৰ হেপাহ মিটাম ।

মালিনী,- মই ফুল তুলি মালা গাথোঁ মানে ভালেখিনি পৰ হ'ব । আপুনি মিছাতে থিয় দি থাকিব লাগিছে কিয় ? আহক, আপোনাক থানথিত লগাই মোৰ ঘৰতে থৈ আহোঁগৈ । বাটৰ দুৱৰীয়ে সুধিলে সম্বন্ধত আপুনি মোৰ ভাগিন হয় বুলিব । মোক মাহী বুলি মাতিব । আহক ।

(দুয়ো গুচি গ'ল ।)

---

## তৃতীয় দৃশ্য

— ৰাজগড়ৰ দুৱাৰ —

(দুৱাৰ মৰা আছে । দুৱৰী এজনে দুৱাৰৰ সুৰুঙাই ভিতৰলৈ জুপি আছে । ভিতৰত বাদ্য যন্ত্ৰৰ কোলাহল ।)

(লাহে লাহে শ্ৰীবৎসৰ প্ৰৱেশ ।)

শ্ৰীবৎস,- সগৰ সুতৰ দৰে তন্ন তন্ন কৰি
বিচাৰিলোঁ নগৰীত হেৰোৱা ৰতন,
সুধিলোঁ আতুৰ প্ৰাণে কত জনে জনে,
কষ্টেৰে ভ্ৰুকুটি কৰি ব্যস্ত জনতাই
আমনিৰে গুচি যায় মুখনি ঘূৰাই !
উৎসৱত মতলীয়া গোটেই নগৰী,—
হেৰাল পৰাণ মোৰ কাৰ কিবা হ'ল !—
ক্ষুদ্ৰ এটি পৰমাণু বিশাল বিশ্বৰ
আকুলি বিকুলি কান্দে হিয়া হেকৰাই,
কিবা ক্ষতি হল তাত বিশ্ব জগতৰ ?—
বেহানি-আগত দেখি মূৰ্ত্তি কঙ্কালৰ
কতনা বণিকে কথা ঘৃণাতে নিদিলে

ইঙ্গিতত গুঞ্জৰিলে, 'আঁতৰ, আঁতৰ' ।—
আছিল এদিন এনে এই অভাগাৰ,
এষাৰি মুখৰ মাত শুনা লালসাত
কত কোটি মুদ্ৰা ব্যয় কৰিলে বণিকে ;
ৰাজ্যহীন ৰজা এই বিষহীন ফণী
গৰবে দলিলে আজি ঘৃণাৰ চৰণে !
অহহ !—
জৰাগ্ৰস্ত গণিকাৰ কি থাকে আদৰ !—
অৱশ লাগিছে দেহা পথৰ শ্ৰান্তিত !
অৱসান হলে এই মত্ত উৎসৱৰ
বণিকৰ সত্ৰে সত্ৰে চাম ঘূৰিবাৰ,—
কিজানি কেনিবা পাওঁ অকণি সন্ধান ।

(এজোপা গছৰ তলত বহে ।)

দুৱৰী,- (ঘূৰি চাই) উৰা ! এই ছাট্ আকৌ কৰ পৰা ভোৰোকাই ওলালহি । মাটি ফুটি ওলাল নে কি ?

শ্ৰীবৎস,- অহা হলে মাটি ফুটি সসীম সংস্কাৰে
নেপাওঁ কাচিতো এনে যাতনা দাৰুণ ।
আপোন কপাল ফুটি ফুৰিছোঁ বনাই ।

দুৱৰী,- স্বয়ম্বৰ চোৱা হলেই নে ?

শ্ৰীবৎস,- যুৱতীত ৰবাগীৰ কিবা প্ৰয়োজন ?
নাই মোৰ চিন্তা সেই মেলাৰ মাজত ।

দুৱৰী,- বুজা গৈছে । সোমাইছিলা চাঁগে হেন্দোলদোপৰ মাজত, চেপা খুন্দাত তিষ্ঠিব নোৱাৰি উফৰি পৰিলা এইখিনিত । ইস্ ! জানিবা কমাৰৰ ভাতিহে ।

শ্ৰীবৎস,- বণিকৰ সত্ৰ কত ? কোন দুৱাৰত ?

দুৱৰী,- বণিকৰ সত্ৰত এতিয়া বণিক পাবা নে ? কৈলে সেই সিংহ দুৱাৰৰ আগত লাখে লাখে বণিক বোৰ দেখি নাহিলা নে ?

শ্ৰীবৎস,- আহিছে নে এনে কোনো বিদেশী বণিক,
লগত তিৰোতা যাৰ পৰমা সুন্দৰী ?

দুৱৰী,- বণিকে দেখোন অইন কিবা হে আনিছে ।
তিৰোতা অনা বণিক—! ক'তা ?

(এনেতে ভিতৰৰ বাজনা আহি দুৱাৰ ওচৰত বাজেহি । দুৱৰীয়ে জুপি চাই খৰখেদাকৈ দুৱাৰ মোকোলাই দিয়ে ।)

(অমোলৰ বটা, বৰণৰ শৰাই, বিচনী আদি লৈ সখীসকল আৰু লগে লগে ভদ্ৰাৱতীৰ প্ৰৱেশ ।)

ভদ্ৰা,- (শ্ৰীবৎসৰ কাষ চাপি)
ৰবা, সখি, এয়ে মোৰ চিন্তাৰ ঈশ্বৰ !
(আঠুকাঢ়ি দণ্ডৱৎ কৰি মালা দিব খোজে ।)

শ্ৰীবৎস,- (হঠাৎ উঠি অবাক হৈ)
ইকি !— ইকি !—
স্বপ্ন, স্বপ্ন !—নতু ইন্দ্ৰজাল !
মায়াবিনি ধাত্ৰি হেৰ নিঠুৰ সংসাৰ !
হেৰোৱা পুতলী মোৰ ভুলাবৰ মনে
নচুৱাব ঘূৰিবাৰ নতুন পুতলী !
—ৰাজবালা, মালা কিয় দিবা কঙ্গালক ?
ৰুদ্ধ হল দ্বাৰ মোৰ দগ্ধ হৃদয়ৰ
নাই স্থান তোমালই, —নাই প্ৰতিদান ।
বাহিৰে দেখিছা হয় মানবী আকাৰ,
বাসুকীৰ দীৰ্ঘশ্বাস ফোকাৰি সঘনে
ভয়ঙ্কৰ চিতানল জ্বলে ভিতৰত !
পলোৱাঁ, পলোৱাঁ তুমি কোমল কলিকা,
লেৰেলিবা অনৰ্থক সুতীব্ৰ তাপত !

ভদ্ৰা,- হৃদয়ৰ অধিকাৰ দুৰাকাঙ্খা মোৰ !
দিয়ে যদি দয়া কৰি চৰণত স্থান—
(এনেতে ভিতৰৰ পৰা বেগেৰে বাহুক, সুমন্ত্ৰ, সাবল আৰু নগৰপালৰ প্ৰৱেশ ।)

বাহুক,- কি কৰিলি ? কি কৰিলি ?—
অযাচিতে দিলে কাক বৰণৰ মালা ?
অতুল প্ৰতাপশালী সিংহ পৰাক্ৰমী
কন্দৰ্প সদৃশ কত চক্ৰৱৰ্ত্তী ৰাজে
আকাঙ্ক্ষিছে অনিমেষে এই মালালই ;
অৱহেলি অত ভোগ ঐশ্বৰ্য্য লালসা
চৰণেৰে ঠেলি দিবি আপোন সন্মান ?
চকু থাকি অন্ধ হলি আজি অতদিন !
এতিয়াও কথা শুন, ঘূৰ এতিয়াও,
ঘূৰি বল সভালই, বৰ অন্যজন ।

ভদ্ৰা,- ৰাতি দিন কান্দি কান্দি চাতকী পৰাণে
পালে এই নিম্নগামী অমৃতৰ ধাৰা,
সাগৰত সেৱকীৰ কিবা প্ৰয়োজন ?

আশীৰ্ব্বাদ কৰাঁ, পিতা, আনন্দ মনেৰে
স্থিৰ হক মতি মোৰ পতি চৰণত ।
বাহুক,- হেৰ, হেৰ গৰবিনি, অবাধ্য তনয়া ।
লাজ তোৰ অকণিকে নাই নে প্ৰাণত ?
কোন মুখে শিক্ষা দিলি জ্ঞানগৰ্ভবাণী ?
এয়ে তোৰ শিক্ষা ফল ? এয়ে নে সাধনা ?
লৰালিৰে উৰুৱাবি বংশৰ সম্মান ?

সাবল,- ছেঃ আইদেউ ! এইবোৰ কি কথা ! চপৰা লদিৰে মিছিৰী কি মিলিব খুজিছা ? এতিয়াও কথাটো আমাৰ ভিতৰতে আছে । আহাঁ মই বামুণে অনুমতি দিছোঁ ৰজাৰ ডিঙ্গিত মালা দিয়াঁহি । হে হে এই এবালচন্দক গলগ্ৰহডাল দি বংশৰ কুখ্যাতি নানিবাঁ, মোৰ আই !

ভদ্ৰা,- বিধিৰো বিধাতা নিজে ধুৰ্জ্জটি ভৈৰৱে
যোৱা ৰাতি সপোনত জনালে আদেশ,
কলেহি বীণাৰ সুৰে, "এয়ে স্বামী তোৰ" ।
—যাৰ প্ৰাণ দিলোঁ তাক ফিৰাম কেনে ?
এয়ে মোৰ স্বামী গুৰু জীৱনে মৰণে ।

সাবল,- অ' সপোনত দেখিছিলা ? সপোনত এতিয়া কতই কি নেদেখে ? সপোনত কাৰবাক খকৰা মুকুটি এটা মৰা দেখিলা, সাৰ পাইও এতিয়া তাক বিচাৰি গৈ খকৰা মুকুটি এটা মাৰি দিবাঁগৈ নে কি ?

বাহুক,- কি হব মথিলে কথা অবুজ জনেৰে?
ভদ্ৰা, জান নে তই কোন মই তোৰ ?
ভদ্ৰা,- জানো ।
বাহুক,- কোন মই ?
ভদ্ৰা,- প্ৰাণদাতা পিতা মোৰ ।
বাহুক,- বেছ কথা, শুন তেনে আদেশ পিতাৰ ।
ঘূৰি বল ততালিকে ৰাজ সভালৈ ।
মনে বাছি মালা যাচ ৰাজমণ্ডলীত ।
নুশুনি যদিহে মানা নিজা মইমতে
দলিয়াব মালা তোৰ নীচ ভিখাৰীত
উপযুক্ত শাস্তি তাৰ পাবি অচিৰতে ।
শ্ৰীবৎস,- নীচ নাই, অতি নীচ পথৰ ভিক্ষাৰী ?
অনুৰো কণিকা যেন হীন নৰাধমে
কি সাহি ধৰিব বেগ আকাশী গঙ্গাৰ ?
চিৰদিন সুখে থাকাঁ ঐশ্বৰ্য্য কোলাত ।
মহাৰাজ !—
ভিক্ষা খুজি ফুৰিছিলোঁ প্ৰাণৰ মায়াত ;—
উৎসৱত ঢুলু ঢুলু সমস্ত নগৰী,—
ভয়েৰে কাষৰি কাটি ঘৃণাৰ মূৰতি
নিজানত বিনালোঁহি কৰুণ ৰাগিণী ;
তাতো আহি ভেজিলেহি দুৰ্য্যোগৰ থানে ?—
অন্ত কত দৰিদ্ৰৰ অনন্ত দুখৰ ?
ক্ষমা কৰাঁ মহাৰাজ ! নকৰোঁ আমনি ।
চোৱাঁ, চোৱাঁ চক্ষুশূল এই আঁতৰিল ।

(উচাট মাৰি গুচি গ'ল ।)

(সকলোৱে চোৱাচুই কৰে । ভদ্ৰা উঠে ।)

১ম সখী,- নললে যেতিয়া দান, মিছাতে কি কাম ?
ঘূৰি বলা, প্ৰাণ সখি, ৰাজসভালৈ ।
ভদ্ৰা,- সাগৰ যদিহে যায় মানেৰে আঁতৰি
থমকেনে কদাপিতো প্ৰেম প্ৰবাহিনী ?

(এই বুলিয়েই পাচে পাচে লৰি গুচি গ'ল ।
সখীসকলো এজনী দুজনীকৈ পাচে পাচে লৰ ধৰিলে ।)

বাহুক,- ধৰাঁ, ধৰাঁ পাগলীক, কোন আছা কত ?

(নগৰপাল আৰু বিদূষকো
পাচে পাচে লৰ ধৰিল ।)

উস্ !—
টিপতে ডুবালি মোৰ বংশৰ সম্মান ।
হেৰ হেৰ কালকূট, কাল ভুজঙ্গিনি !
হৃদয়ৰ ৰক্তত ঢালি তুলিলোঁ যতনে,
এয়ে তাৰ প্ৰতিদান ? এয়ে পুৰস্কাৰ ?
কুলৰ কণ্টক তই ডুবিলি, ডুবালি,
ভাঙ্গিলি গৰবে মোৰ আশাৰ সপোন ।
ভদ্ৰা !—আজি ধৰি ত্যাজ্য পুত্ৰী তই ;
মৰ জীয় যিবা ইচ্ছা, নলওঁ সন্ধান ।

(মুখ ঘূৰায় ।)

(ব্যগ্ৰভাবে ৰণজিতৰ প্ৰৱেশ ।)

ৰণজিৎ,- মহাৰাজ ! স্বয়ম্বৰ সভাত ৰজাবিলাকে আসন এৰি গোৰগোৱাব লাগিছে । দুজনমানে ফুটাইয়ে

কৈছে বোলে আমাক মাতি আনি যি অপমান দিলে দিলে, আৰু কিবা বাকী আছে নে কি ? এতিয়া বোলে আপোনাক লগ পালেই দেখা কৰি দিহাদিহি যাবগৈ পাৰে ।

বাহুক,- দেখা কৰা ?

আঁকি বাকি বীভৎসৰ কলঙ্কিত ৰেখা
গৌৰবে ৰঞ্জিত মোৰ নিৰ্ম্মল মুখত,
কোন লাজে দিম দেখা ৰাজমণ্ডলীৰ
নন্দিনীৰ ৰূপে নিন্দা সহস্ৰচকুত ?
যোৱাঁ, যোৱাঁ মন্ত্ৰীবৰ, ৰাজসভালৈই
সমাদৰ জনোৱাঁগে প্ৰতিটি ৰজাক,—
ভদ্ৰা নামে এটি কন্যা তুলিলে বাহুকে,—
একেটি নয়নমণি প্ৰাণতো অধিক,—
মৰিল, মৰিল তাই ! —উস্ !
কি হ'ল, কি হ'ল মোৰ, জানা নে সচিব ?
ঘূৰিছে মস্তক যেন ! ধৰাঁ, ধৰাঁ মোক ।
ভদ্ৰা !—ভদ্ৰা !—
বৰ ঠেকা দিলি অই এই হৃদয়ত !

(বুকুত হাত দি বাহুক গুচি গ'ল ।
পাচে পাচে মন্ত্ৰী আৰু ৰণজিতো গ'ল ।)

---

## চতুৰ্থ দৃশ্য

### প্ৰতাপপুৰৰ ৰাজপথ

### গধূলি হোৱাৰ অলপ আগতে

(বিদূষকৰ প্ৰবেশ ।)

বিদূষক,- ছিটিকাত লাগিল । লাগিলো লাগিল বৰকৈয়ে লাগিল । ইমান দিনৰ মূৰত তেও কব পৰা হলোঁ বোলে আমাৰ সখি সেই প্ৰতাপপুৰতে আছে ! দেখা দিবলৈকো এতিয়া—! নহয় । তেওঁ বা আছে কি তালত, মই বা যাওঁ কি সুৰত—জানোচা কিবা ভেকো-ভাবনাখন হে হয় ! নতুন প্ৰেমৰ সোৱাদ পাই জানোচা সখিয়নীৰ ফালে মুখেই ঘূৰায় । ঘূৰাব নে ? নাই, মহা প্ৰলয়লৈ এতিয়াও বহুত দিন বাকী । মই জীয়াই থকাত সেই প্ৰলয় নেচাওঁ ।

(বেগাবেগিকৈ নগৰপালৰ প্ৰবেশ ।)

নগৰপাল,- এইয়া, আপুনি ন চকীৰ ওচৰত থিয়াথি কৰা নাই নে ?

বিদূষক,- ন—চ'—কী ?

নগৰপাল,- সৌটো, নৈৰ দাতিত সজা নতুন কোঠটোৰ ওচৰত ?

বিদূষক,- হয়, থী-থিয়াইছিলোঁ ।

নগৰপাল,- ভাল তেনে ।

বিদূষক,- তোমালোকৰ যিটো ভাল সি আকৌ অইনলৈ কিবা হে !

নগৰপাল,- একো কিবা নাই । ভয় নকৰিব ।

বিদূষক,- সেইদৰে কলে হে ভয়ত লৰ মাৰিবৰ মন যায় ।

নগৰপাল,- আপুনি আহিছে ক'ৰ পৰা ?

বিদূষক,- মধ্য ভাৰতৰ ।

নগৰপাল,- আপুনি কিবা জানে ?

বিদূষক,- কি কিবা ।

নগৰপাল,- নহয়, আপুনি জানে !

বিদূষক,- (স্বগত) মানুহটোৱে তেওঁ নকয় ! (ফুটাই) হয়, জানো ।

নগৰপাল,- এৰা, মই ঠিক ধৰিছোঁ । নহলে নো আপুনি আমন-জিমন কৈ পৰেৰে এপৰ ডিঙ্গি ভাঙ্গি ভাঙ্গি ন চকীলৈ চাই থাকে নে ? আপুনি আগে পাচে কৰিছে নে ?

বিদূষক,- কৰিছোঁ ।

নগৰপাল,- কিবা যতন লাগিব নে কি ?

বিদূষক,- লাগিব ।

নগৰপাল,-আমি কিবা কৰিব লাগিব নে কি ?

বিদূষক,- লাগিব ।

নগৰপাল,- কি কি কৰিব লাগে কওক ।

বিদূষক,- কৰাঁ কিবাকিবি ।

নগৰপাল,- তেও কি কি কৰিব লাগিব ?

বিদূষক,- কৰাঁ কিবাকিবি ।

নগৰপাল,-নকলে নো আমি কেনেকৈ কি কৰোঁ ?

বিদূষক,- নেজানিলে নো আমি কেনেকৈ কি কওঁ ?

নগৰপাল,- দেউয়ে কিবা চুপতি হে কৰিছে !

বিদূষক,- ওঁহোঁ, মচুলুমে !

নগৰপাল,--কেলৈ, কোনো জৰাফুকা দেৱাই জাতি নজানে জানো ?

বিদূষক,- তাকে কোৱাঁ । কিহৰ জৰাফুকা লাগে ?

নগৰপাল,- ৰজাৰ জোঁৱায়েকৰ ।

বিদূষক,- ৰজাৰ জোঁৱায়েকৰ আকৌ হ'ল কি ? সিদিনা স্বয়ম্বৰ হৈ গৈছে হে !

নগৰপাল,- সেই স্বয়ম্বৰে হে মুৰত ধৰিলে ! ৰজাই খঙৰ ভমকত হালিকে খেদাইছে দিছিল । ৰাণী আইয়ে হে কান্দি কাটি হালিকে অনাই এই এমুৰীয়াকে নৈৰ দাঁতিত কোঠ এটা সজাই সুমুৱাই থৈছে ।

বিদূষক,- কোঠতে আছে নে ?

নগৰপাল,- যায়েই এতিয়া ! যাবলৈ দিলেহে !

বিদূষক,- বাৰু, বেমাৰটো কি ?

নগৰপাল,- বেমাৰটো আৰু কি আৰু নিবুকা চামোন ! নৈত কেতিয়াবা কেতিয়াবা ডাঙৰ নাও দেখিলে একে চোঁচাতে নাৱৰ ওচৰত পায়গৈ । নাওখন আগে গুৰিয়ে চাই গোটাচেৰেক হুমুনিয়া কাঢ়ি আকৌ উভতি আহি কিবা বোৰ বিৰ বিৰাই থাকে । বহুতে বহুত কয় বোলে নাৱত হে কিবা ।

বিদূষক,- ৰ'বা, তেওঁ নো কোন ?

নগৰপাল,- সেইটো জনা হলে কথাই নাছিল ।

বিদূষক,- ৰাজকুমাৰীয়েও নাম নকয় নে ?

নগৰপাল,- তিৰোতাই নো গিৰিয়েকৰ নাম কাঢ়িব নে ?

বিদূষক,- এনে এখন ঠাই নাই নে য'ত তিৰোতাই গিৰিয়েকৰ নাম পটাপট্ কাঢ়ি পেলায় ? সেইখন দেশলৈ লৈ গৈ সুধিব নোৱাৰি নে ?

নগৰপাল,- তেনে এখন দেশত এনে এখন ধেমালিও জানো দেখিব ?

বিদূষক,- বাৰু, ৰ'বা । বেমাৰ হব পাই এইটোৱেই ?

নগৰপাল,- বেমাৰ এইটোৱেই । দেশে বিদেশে জাননী দিছে তেওঁক যি ভাল কৰিব ৰাজকুমাৰীৰ জোখেৰে সোণ পাব আৰু যি ভাল কৰা মানুহজন আনি দিব সেই একে জোখেৰেই ৰূপ পাব । দেশ বিদেশৰ ৰাজবৈদ্য অনাই ঔষধ দিয়াইছে । ঔষধ খালে হে গুণ ধৰিব । তাকে হে আপোনাক সুধিছোঁ বোলোঁ জৰা-ফুকা কিবা জানে নে !

বিদূষক,- দৈউতাটি ঐ ! সেই বাণে হে আমাকো এই কৰিছে । আমাৰো সেইয়েহে ঘুমটি-ঘূৰণ ! ঘৰ দুৱাৰ এৰি টলৌ টলৌ কৰে ফুৰিছোঁ । ৰজাৰ জোঁৱায়েক দেখি তেওঁৰ যতন লবলৈ জাঁইটো তোলাইছোঁ ; এই ফটুৱা বামুণৰ জানিবা সেই ফেৰাই উঠা নাই । তেওঁৰ শোৱন নাই ; মই জানিবা এযেৰা শুব পাৰোঁ দেই । শোওঁ বুলিও মিছা । যেই চকুকেটা মুদ গল সেই নাকে ফোঁচ ফোঁচাবলৈ, ঘোট ঘোটাবলৈ ধৰে আৰু চকুকেটাৰে একো নেদেখা হওঁ ।--পাচে এটা কথা জানিবা দেই । মোৰ বিশ্বাস হৈছে মোৰ বেমাৰটো ভাল হব । দুদিনৰ বাটতে ঔষধ এটা থকাৰ গম পাই হে ওলাই আহিছোঁ । যদিহে মোৰ গাত ফলিয়ায় তেনে--

নগৰপাল,- তেনে দেউ, মোৰে শপত, মোক খবৰ কৰিব । মই ৰাণী আইৰ ওচৰলৈ লৈ যাম । অইনৰ হাতত পৰিলে আকৌ বা কি চক্ৰান্ত হয় ! মোৰ নাম ভক্তৰতন নগৰপাল । ভক্ত বুলিলেও হব । খবৰ কৰিব নে, কওকচোন ?

বিদূষক,- কৰিবলগীয়া হলে তোমাকেই খবৰ কৰিব লাগিব । মোৰ নো ইয়াত আছে কোন ? ঔষধ পাওঁচোন অথন ।

নগৰপাল,- নামটো মনত ৰৈছে নহয় ?

বিদূষক,- ওঁ, ৰৈছে জানিবা ।

নগৰপাল,- পাচে দেউ, খোৱাৰ কৰে কি ? আহক অতিথি শালাতে দিহা লগাই থওঁগৈ । তাতে দেৱতা পূজাদি পূজিব ।

বিদূষক,- বাৰু, কৰিম এটা । (ভিতৰলৈ চাই ।) সৌজন কোন আহিছে ?

নগৰপাল,- সৰ্ব্বনাশ ! মই পলাব লগীয়া হ'ল, আমাৰ বিদূষক দেউ । আপুনি আকৌ বিদূষক নুবুলিব । সভাপণ্ডিত বুলিলেহে পেটে পেটে ভাল পায় ।

বিদূষক,- কিয় ? কিয় ?

নগৰপাল,- আমাৰ সভাপণ্ডিত গৰাকী হানি হোৱাৰ পৰা সভাপণ্ডিত হৰলৈ বুলি ৰজাক খাটিছে হে খাটিছে, এতিয়াও হৈ উঠা নাই ।

বিদূষক,- এওঁ বিবাহিত নে অবিবাহিত ?

নগৰপাল,- দুইটাৰ মাজতে। বিয়া কৰাইছিল, মৰিল।

বিদূষক,- আকৌ নকৰায় নে ?

নগৰপাল,- নিতৌ কৰায় । বহুৱা বামুণলৈ আকৌ ছোৱালী দিওঁতা হলে হে। পাচে ঔষধৰ কথা আকৌ মোৰে শপত তেওঁক কৈ নিদিব । বধে ছুব একা, দেউ !

বিদূষক,- যোৱাঁ বাৰু, আজি তেওঁৰ ঘৰতে আলহী ৰমগৈ ।

নগৰপাল,- আও, নৰ'ব, নৰ'ব। ব্ৰহ্ম কৰাইছু। পালে ঠগিঠুগি আপোনাৰ পৰা হে সৰকাব ।

বিদূষক,- তুমি নেজানা, খাব জানিলে কৰাইচৰ ঘৰত হে খাৱন ।

নগৰপাল,- তেও বুলি জীয়া জুইত নপৰিব । আপুনি অতিথিশালাত হে থাকক গৈ । কাইলৈ পুৱাই মই লগ ধৰিম । মৌলৈ নেপাহৰিব দেউ ! সেৱা হে ।

বিদূষক,- বাৰু, কুশল কৰক । যোৱাঁ, মোৰ ভলুকাটোকোন ।

নগৰপাল,- নহয়, দেউ ! মোৰ নাম ভক্তৰতন হে।

বিদূষক,- অ' এৰা, এৰা । বাৰু, এইবাৰ মনত থাকিব ।

নগৰপাল,- যদিস্যাতো পাহৰে তেনে ভকতলৈ মনত পেলালেই ভক্ত বুলি মনত পৰিব । ভাল, দেউ, সেৱা হে ।

বিদূষক,- বাৰু, মোৰ ময়না !

(নগৰপাল গুচি গ'ল ।)

(অলপ ৰৈ) ভয়ো লাগিছে,— সখি যদি এই অৱস্থাত বেচি দিন থাকে জানোচা সঁচাসঁচিকৈ মগজুৰ কিবা বিকাৰ হয়েই ।—বাৰু, বেজো লাগক, মইও চিন্তামণি প্ৰলেপ বিচাৰোঁ । এফালৰ পৰা আজৰি হলোঁ যেতিয়া পাৰিম আৰু ।

(এনেতে এফালৰ পৰা সাবল আহি ওলালহি ।)

বিদূষক,- (একতীয়া হৈ ভক্তিভাৱে) নমস্কাৰ ।

সাবল,- (অমিত্ৰাক্ষৰ ছন্দৰ সুৰেৰে) কুশল মঙ্গল নে আপোনাৰ ? নমস্কাৰ ।

বিদূষক,- হৈছে । পৰমেশ্বৰ আৰু আপোনাসবৰ অনুগ্ৰহ ।

সাবল,- শুভাগমন ক'ৰ পৰা নো হ'ল আপোনাৰ ?

বিদূষক,- সম্প্ৰতি কাঞ্চীৰ পৰা। পাচে এতিয়া শেহছোৱা শুভ নে অশুভ সেইটো সভাপণ্ডিত মহাশয়ে হে জানে।

সাবল,- জনা হল নো কেনেকৈ বুলি মই সভাপণ্ডিত ?

বিদূষক,- স্বয়ম্বৰলৈ অহা মানুহৰ মুখে ।

সাবল,- অ'

হোৱা নাই নিশ্চয় এতিয়াও ।
আছে মাথোঁ মানুহৰ মুখ কন্দৰত ।
বাগৰিবলৈ চেলু পোৱা নাই মুখেদি ৰজাৰ ।

বিদূষক,- বাগৰিব, বাগৰিব। ৰাইজ নো কোন ? ৰজা হে দেখে ?

সাবল,- আছে নে কি প্ৰয়োজন কিবা লগত আমাৰ ?

বিদূষক,- প্ৰয়োজন নহয় নিবেদন হে নিবেদন ! কন্যাদায়ত পৰি তালুত চলুৰে চলুৰে পানী লৈছোঁ। সভাপণ্ডিত মহাশয়ৰ বাতৰি দহ চাৰিৰ মুখে শুনি ঢাপলি ধৰি আহিছোঁ। বোলোঁ অইন কৰবাত সম্বন্ধ কৰাৰ আগেয়ে দুৱাৰ দলিতে পৰি থাকোঁগৈ, ঘিণ কৰে যদি কৰিব ।

সাবল,- গোত্ৰ কিবা আপোনাৰ পৰিয়ালবৰ্গৰ ?

বিদূষক,- গোত্ৰৰ লেঠাই নেপায়—কাশ্যপ ! ৰাহি জোৰাৰ লেঠাই ও নেপায়—"চিত্ত শুদ্ধি গৰিয়সী", ছোৱালীকে আনি একেবাৰেই তামে কুশে সভাপণ্ডিত মহাশয়ৰ ওচৰ পালোঁহিহেতেন । পাচে মিতিৰ পাতিবলৈ আহিছোঁ যেতিয়া মিছা কথা কলে হব কি ? বোলে "মিতিৰৰ কৰা আগত, হাতীৰ খুচিবা কপালত" । ছোৱালীজনী হল একেবাৰে আলসুৱা। দেখিবলৈ যেনে, খাৱনটিও লাগে তেনে । তাকে আইয়ে বোলে যা চোন পৰমাণটোকে চাই আহগৈ, জানোচা খাৱনত মোৰ ছোৱালীয়ে দুখ পায় । মই কলোঁ বোলোঁ সভাপণ্ডিত মানুহ খোৱাৰ কথা আৰু

কব লাগিছে নে। তিৰোতাৰ তিৰী কথা, নহয় বোলে চাইয়ে আহঁগে। সেইহে সাতে পাঁচে ওলালোঁহি। পাচে এতিয়া আতুৰক দয়া কৰে নে নকৰে ?

সাবল,- কথা জানো বাটে পথে হোৱা এইবোৰ ?
ভাবি চিন্তি বাৰু চাওঁ হয় কি নহয় কি।
কৰিছিলি নে অধ্যয়ন পূৰ্ব্ব মীমাংসা দৰ্শন ?

বিদূষক,- অধ্যয়ন কৰা হলে জানো মহাশয়ৰে সৈতে সম্বন্ধ কৰিবৰলৈ আহোঁ। গাত গা লাগিলে জানোচা তৰোঁয়েই।

সাবল,- পাতোঁ তেনে কথা আৰু গ্ৰাম্য ভাষাৰেই।
বুজিব নোৱাৰিব এনেদৰে ওখ কথা কলে।
বুইছে—অৰ্থাৎ সেইখন আপোনাৰ পঢ়া উচিত আছিল। তাৰ প্ৰণেতা হ'ল মহামুনি কপিল। তাত লিখা আছে—(সুৰ লগাই) "যৎ যেন যোজতি" অৰ্থাৎ যি যাৰে জোৰা পাতে সি পূৰ্ব্বতে মীমাংসা হেয়ে আছে। আমি দিওঁ বুলিও দিব নোৱাৰোঁ, কৰাওঁ বুলিও কৰাব নোৱাৰোঁ! বাৰু, ৰাতি আহাৰান্তত সুবিশদৰূপে চিন্তা কৰি যি কৰণীয় বা কৰ্ত্তব্য হয় তাৰ অৱশ্যে অনুষ্ঠান কৰিব লাগিব। আপুনি এই পথে পথে সৌ নাগেশ্বৰ বৃক্ষজোপাৰ তললৈকে যাওক। মই তাতে লগ ধৰি আপোনাক লৈ যাম। তাতে ক্ষন্তেক অপেক্ষা কৰিব। মই এই নব্য চকীৰ পৰা ৰাজজামাতাক কিঞ্চিৎ সদুপদেশ দি আহোঁ। আজি লাগিলে দেখা কৰিয়ে আহিম, বেলি নহয়। আহিলোঁ।

(বেগেৰে প্ৰস্থান।)

বিদূষক,- যোৱাঁ, যোৱাঁ! — মাৰিব নোৱাৰাৰ বৰ কাৰৈ!—হিয়াত বিটো ধুমুহা বোৱালোঁ উপদেশ দিয়াৰ্তকৈ লৈ হে তত নেপাবা। — বাৰু, ভাতৰ দিহা লাগিল জানিবা। এতিয়া সখিয়নীৰ দিহা হয় কি ?—ৰজাকে কৈ চাম নে কি ?—এনেয়ে বোলে ঋলি আছে। জীয়েকলৈ সতিনী চপাব হৈছে! চিনি পালেও জানোচা কোঠৰ পৰা মোকোলাই দিয়ে। আকৌ কুবক অনাই বনাই! তেহেলেই বেই হুওক লক্ষ্মী আহিব কথামতে ধৰোঁ সখিয়নীৰ পম—

তাঁলৈকো লাগিছে ভয়! সতীৰ গাত হাত যি দিছে সি যে বামুণগুৰুৰ কথা শুনিব তাৰ নো ঠিক কি ? তাক কথা শুনাব পৰা কিবা এটা কৰিব নোৱাৰি নে ?—চাওঁচোন বাৰু, কি কৰিব পৰা যায়।

(এখুজি দুখুজিকৈ গুচি গ'ল।)

(এনেতে আহন কালৰ পৰা ফুচফুচকৈ কথা পাতি মালিনী আৰু নগৰপালৰ প্ৰবেশ।)

নগৰপাল,- তই ভাবিছ নে তোক শাস্তি দিব, মই হাঁহি চাই থাকিম ? তই মন চন বেয়া কৰি নেথাকিবি। আগেয়ে মোৰ নেলু, তাৰ তলত হে তোৰ।

মালিনী,- নহয়, পাই! শ্যালকৰ আশে পাৰলৈ নাই। সি বোলে দাঁত কৰচিব লাগিছে। কোন বন্দী নষ্ট যোৱাই লগালে এতিয়া ?

নগৰপাল,- ৰবি, তোৰ ঘৰত তেওঁ নো কেইদিন আছিল ?

মালিনী,- তইও আৰু পাই! ক'ৰ নো কেইদিন ? সেই স্বয়ম্বৰৰ দিনা ৰাতিপুৱা পৰেৰে এপৰ। দুখ দেখিব নোৱাৰি মুখত টোপ এটা দিলোঁহি। তাৰ পাচৰ বাটৰ মগনীয়া বাটলৈ গ'ল! মইনো বাৰু কোনটো ছেগত ৰাজকুমাৰীক আহুদি খুৱালোঁ। মোৰ মনেৰে সেই দুৰৰীটোৱে হে কিবা লগাইছে।

নগৰপাল,- কোনে ? গদাই ? পাৰে নে ? তাক পৃথিৱীত থম বুলি ভাবিছ নে ?

মালিনী,- তাক আকৌ তোৰ দৰে বিশ্বাস কৰিব পাৰিলে হে ?

নগৰপাল,- বাৰু, ৰবি। আজি এইয়া গৈয়েই মই গদাক ধৰিমগৈ। সি কি কয় মই আহি আজি ৰাতিয়েই কমহি। তই যা গৈ। মই থাকোঁতে তোৰ কাহি পাতেও গা নেকাটে। ৰাতি দুপৰলৈকে আকৌ আজি নচকীত পহৰা আছে। তাৰ পাচত হে আহিব পাৰিম।

মালিনী,- কিবা হবলৈ হলে একেবাৰেই প্ৰাণদণ্ড। উপজিলে মৰিবই লাগিব, কিন্তু তোৰ যে দুখ হব ইয়ালৈ চাই হে মোৰ হিয়াখন ফাটি যায়।

নগৰপাল,- কৈছোঁ নহয় আগেয়ে মোৰ নেলু, তাৰ পাচত হে তোৰ। যাগে যা।

(প্ৰস্থান ।)

মালিনী,- জানো মই কুলক্ষনীক কিহে পাইছিল ? কেনৈলে সেই বাটৰ বলিয়াটোক পুতৌ কৰি ভাত এসাজ খুৱালোঁ ।

(এনেতে হঠাৎ পাচফালৰ পৰা গল খেঁকাৰি মাৰি বিদূষক ওলালহি । মালিনীয়ে কেৰাহিকৈ চাই যাব খোজে ।)

বিদূষক,- বাইটি ! আমি আহিলতে যে যাবলৈ ওলালা আমি কৰবাৰ অজীণ পাতকী নে কি ? ৰবাচোন, অ' আই ! এটাৰ প্ৰাণ এটাক দিয়া দস্তুৰটো সকলো দেশৰ সকলো মালিনীৰেই আছে দেখি হে কাষ চাপিছোঁহি ।

মালিনী,- কি এটাৰ প্ৰাণ এটাক দিয়া । আমি আকৌ সেইবোৰৰ ভু পালে হে ?

বিদূষক,- চকুৰে চিকুটি বাহিৰে যদি ভু পোৱাই যেন দেখুৱালা তেনে প্ৰেমৰ ধেমালিটো নো পকে কেনেকৈ ? হয়তো । নহয় জানো ?

মালিনী,- কি হয় নে নহয় আমাৰ লগত পেঘেনিয়াই থাকিবলৈ নাহিবা । বাটৰ মানুহ বাটে বাটে গুচি যোৱাঁ । আমাৰে চুপতি কৰি নলবা ।

(যাব খোজে ।)

বিদূষক,- বাৰু, যোৱাঁ মোৰ আই ! যোৱাঁ । উজুটি খাবা চাবা ।—শ্যা—ল—ক !

মালিনী,- (উভতি চাই) শ্যালক কি ? কি শ্যালক ?

বিদূষক,- একো নহয় । আওৰাইছোঁ ! ফুলনিবাৰী, ফু—ল—নি—বা—ৰী ।

মালিনী,- ফুলনিবাৰী হ'ল কি হ'ল পাচে ?

বিদূষক,- হ'ব কিটো পাচে ? গদা বোলা ৰখীয়াটোৱে ৰখিয়ে যে আছে ।

মালিনী,- পাচে কি হ'ল ?

বিদূষক,- হব আৰু কি ? দিয়াই দিলে আহুদি । ৰজাৰ জী মগনীয়ালৈ গ'ল । আমাৰো কাপোৰকাণি কলা হ'ল ।

মালিনী,- (স্বগত) আমাৰ কথা পতা শুনিলে নে কি ?

বিদূষক,- অ' মনে মনে থাকিলা দেখোন ?

মালিনী,- আপুনি কৰ পৰা আহিছে, দেউ ?

বিদূষক,- যৰে পৰা আহোঁ তোমাক নো কৈনৈ ? বাটৰ মানুহ বাটে বাটে গুচি যোৱাঁ ।

মালিনী,- (লেপ্ চুকি) হে দেউ, তিৰীবধ কৰে নে ? তিৰোতা এজনী বধি আপোনাৰ লাভ কি ?

বিদূষক,- আমাৰ লোকচানেই বা কি ?

মালিনী,- ভৰি দুটিত ধৰিছোঁ, দেউ, তিৰীবধ নকৰিব ।

(ভৰিত ধৰে ।)

বিদূষক,- ভৰিত ধৰিছাই । কিনো বৰ নকৰা কামটো ? হয় কিবা এটা নকৰা কাম যদি কৰিব পাৰিলাহেতেন, তেও ৰাখোঁ বাৰু তোমাৰ প্ৰাণ । তাতো লেঠা হে । আকৌ কাৰবাক কৰবাত আহুদি দি লগোৱা গণ্ডগোল খন ।

মালিনী,- নহয়, দেউ ! আপোনাৰ ভৰিত ধৰি শপত খাই কৈছোঁ । মই কাকো কতো আহুদি দিয়া নাই । একেবাৰে মিছা কথা । আগে-গুৰিয়েই ফাঁকি ।

বিদূষক,- বাৰু, ৰবি । এটা লাভ কৰি দিব পাৰ যদি তোৰ প্ৰাণটো এৰি থৈ যাব পাৰোঁ । পাৰিবি জানো ?

মালিনী,- বেটীক দয়া কৰিলে বেটীয়ে চাব পাৰোঁ ।

বিদূষক,- ই চোৰাচুইৰ কথা নহয় ! ফাঁকি ফুকা নাই । একেবাৰে কৰিম বুলি ক' ।

মালিনী,- কামটো বা কেনে এতিয়া ?

বিদূষক,- শ্যালকৰ হাতত মুৰটো শোলোকাই দিয়া যিমানে টান, মই যি কাম দিম সি সিমানে ঢিলা । ক' পাৰিবি ?

মালিনী,- পাৰিম ।

বিদূষক,- বেছ তেনে । এই নগৰপালটো তোৰ তালৈ আজি ৰাতি আহিব নহয় ?

মালিনী,- নাহি পাৰে নে ?

বিদূষক,- বেছ যেনেকৈ হওক, সি গম নোপোৱাকৈ তাৰ সাজটো মোক আনি দিব লাগিব ।

মালিনী,- তা—ৰ সাজটো !

বিদূষক,- নোৱাৰোঁ বুলি কচোন । মই বামুণ একাচেকা ! টিপাই গুচি যাম শ্যালকৰ ওচৰলৈ ।

মোৰ দয়া মায়া নাই । ক' পাৰিবি ?
মালিনী,- পাৰিম ।
বিদূষক,- কাইলৈ প্ৰত্যুষতে লাগে ।
মালিনী,- দেউক কত পাম ?
বিদূষক,- তোৰ দুৱাৰ মুখতে ।—যা এতিয়া ।

(মালিনী সেৱা কৰি গুচি গ'ল ।)

বিদূষক,- দেউক ক'ত পাম ?—যা । তহঁতৰ অসাধ্য একো নাই । (অলপ ৰৈ) সুবিধাবোৰ দেখোন বেয়াকৈ টপাটপ ওলাব লাগিছে । শনিৰ ষড়যন্ত্ৰ নে কি আকৌ ?— দে, দেখাই যাওক । — যাওঁ নতুন মিতিৰৰ ঘৰলৈকে যাওঁ ।

(গুচি গ'ল ।)

---

## পঞ্চম দৃশ্য

### ন'চকীৰ কোঠৰ ভিতৰ

### সন্ধ্যা লাগিছে

(শ্ৰীবৎসই আকাশলৈ চাই গালে মুখে হাত দি বহি থাকে, লগত সাবল ।)

সাবল,- লেখত তৰা কিমান পাইছেগৈ ? পিচে জানিবা এটাইবোৰ তৰা নক্ষত্ৰ নহয় দেই । নক্ষত্ৰকেটাৰ হলে লেখ পাওঁ । সিহঁতৰ লৰচৰ নাই । এহেলে তৰাবোৰ কেতিয়াবা কেতিয়াবা আম কঠাল সৰি পৰা দি সৰিও বোলে পৰে । তাহানিখন "জোন বাই এ', তৰা এটি দিয়াঁ" বুলি কলেই জোনেও হেনো এটা এডখৰ তৰা দলিয়াইয়ে দিছিল । এতিয়ালৈহে বোলে কট্‌কিনা হৈছে ।
শ্ৰীবৎস,- (অন্যমনস্ক হৈ)

মিছা কথা, মিছামিছি আকাশ কুসুম !
বোধে বেগ তৰঙ্গৰ শক্তি কি বাগিৰ ?
একোটিৰে চিন নাই, নোৱাৰি চিনিব ।

সাবল,- নাই, নাই । "বাহিৰে দেখিবা পৰম সাধু, ভিতৰি দেখিবা কঠালৰ বাদু" ! একোকে চিনিব নোৱাৰি । কালি এটা বৰ্হমৰথীয়ে খিউয়ে মৌৰে দকচি খালে, ৰাতি পুৱাৰলৈ নেপালে ক'ত নো পলাই ফুট মাৰিলে তৰ্কিবই নোৱাৰিলোঁ । বাৰু, মইও তাক খুৱাম । এবাৰ লগ পালে সুতে মূলে তেজ বটিওৱাইহে এৰিম । আপুনি তাক চিনি পায় নে ?
শ্ৰীবৎস,- আহ !—কত কৰা অত্যাচাৰ ?
জাতিত ব্ৰাহ্মণ তুমি, কি কম তোমাক !
সাবল,- সেঠাও ন্যেত হে । মইতো ব্ৰাহ্মণ নহওঁ । তাতৰ মাকো হে । আপুনি মাৰি পঠিয়াওক, ৰজাৰ ওচৰ; ৰজাই মাৰি পঠিয়াওক, আপোনাৰ ওচৰ । এইদৰে এইদৰেই দিনৰ দিনটো ! বেয়াও হোৱা নাই । মাকোৰো ভাত কাপোৰ, মোৰো ভাত কাপোৰ । মাকোৰ ব্যবসায় কাপোৰ বোৱা, মোৰ ব্যৱসায় কৌতুক ।
শ্ৰীবৎস,- কৌতুক ?—জানানে কৌতুক কেনে ?

কৌতুক মদিৰা সি যে তীব্ৰ কালকূট,
এনেয়ে কৰিলে পান উতলাব হিয়া
উচটাই চুপি নিব পৰমায়ুধন ;
মোদক মাত্ৰাৰে তাক কৰা ব্যৱহাৰ
আমনিৰ প্ৰতীকাৰ, শক্তি সঞ্জীৱনী,
মগজুৰ শান শিলা, উলাহ মাদলী
তালে তালে পাতলাব ব্যথিতৰ ভাৰ ।
কৌতুক পবিত্ৰ, সি যে দেৱ আশীৰ্ব্বাদ,
থল বুজি পৰে যদি কাব্য বাল্মিকীৰ,
দৈত্যৰ দৌৰাত্ম্য সেয়ে পৰি অথলত ।—
হতাশৰ দগ্ধ হিয়া কৌতুক গঙ্গাত
প্ৰাণান্তক আশীবিষে কেনে জ্বলোৱায়
জানিলাহেতেন যদি, নকৰা কৌতুক ।
নিৰলে নিজানে বহি আছোঁ বাট চাই
নুমক নুমাই যদি তীক্ষ্ণ হুতাশন ;
নজ্বলাবা মিছামিছি ৰজৰ ৰসেৰে ।

সাবল,- এৰা । ই "নৃপনাপিত পুত্ৰ ন্যায় সিদ্ধ" কথা ! নাপিতে নিজৰ লেলাই ফুৰা ঢোৰোকা পেটীয়া লৰাটোকো সংসাৰৰ সকলো লৰাতকৈ ভাল বুলি দেখিবই । শুনক, এক নৃপতি আছিল,—
শ্ৰীবৎস,- আছিল নৃপতি এক বৰ পৰাক্ৰমী,

অতুল ঐশ্বৰ্য্য ৰাশি কুকাৰি উৰাই

আবেগে বুকত বান্ধি বুকৰ মহিষী
পলাল পৰাণ লই অৰণ্য মাজত।
ভাবিছিল মনে মনে লোকাৰণ্য ত্যজি
ৰচিব শান্তিৰ ৰাজ্য গহন বনত,
শান্তি-সুখ প্ৰেমতৃষ্ণা একে আধাৰতে
মিলি যাব স্বৰ্গ মৰ্ত্ত্য একেটি চুমাতে।
নসহিল সুখ তাৰ,—জহি পচি গল!
শূন্য কৰি হৃদিকুঞ্জ দুষ্ট নিশাচৰে
হৰি নিলে প্ৰিয়তমা আঁজুৰি বলেৰে;
ৰাতি দিন ছট্ ফট্ সজাৰ পখীটি,—
জগৎ নিষ্ঠুৰ কি যে, নিদিয়ে সন্ধান!—
এদিনা উৰিলে প্ৰাণ যবনিকা ভেদি
শূন্য সজা পৰি ৰ'ল শূন্যৰ কোলাত!
কোনে দিয়ে বাৰ্ত্তা তাৰ? লয় কোনে যাচি?
কেনে মজা? আ-হা-হা কেনে মজা?
কেনে এই সাধু কথা? কেনে পালা শুনি?

সাবল,- শুনোঁতে শুনিলোঁ। মোৰটোৰ দৰে নহয় জানিবা। শুনোঁতাই শলাগি নগলে সাধু কৈ ও ভাল নেলাগে। বাৰু, কি কথা কলে নো ভাল পায়?

শ্ৰীবৎস,- নোৱাৰা যেতিয়া কব প্ৰাণে সোধা কথা
নিমাতে নিবোলে থাকাঁ, সেয়ে মোৰ ভাল।

সাবল,- অঁ এৰা। আপুনিও নিবুক্-বুক্ কৰে সিফাললৈ মুৰ কৰি বহি থাকক। মইও আপোনালৈ পিঠি দি নিমাতে নিবোলে বহি থাকোঁ। ঠিক জানিবা পিঠিয়াপিঠিকৈ থকা দুটা শিলৰ মগৰ হে।

শ্ৰীবৎস,- ভাৰ যদি নাই কোনো দুৰ্ভৰ ভৰিত
নাচি নাচি গুচি যোৱাঁ নিজা ঘৰলই।

সাবল,- এৰা, তাকে কৰোঁ। সেইটোৱেই উজু। শ্যালকে সুধিলে কব বুলি বামুণ খেমালি-খুমলা কৰি এই গৈছে হে। আহোঁ হে এতিয়া।

(প্ৰস্থান।)

শ্ৰীবৎস,- অনৰ্থক জ্বালাতন কৰে ৰাতি দিন।
এছাৰতো সাবটিলে কি আছে উপায়?
পগলা কৰিবি দেখোঁ সকলোটি মিলি।
যাওক।—

(আকাশলৈ চাই)

অস্ত গল দিবাকৰ দূৰ গগনত;
জ্বলিছে চিতাৰ জুই, পুৰিছে আকাশ,
হাঁহি ভৰা বিশ্ব যেন নিস্তেজ নিস্প্ৰভ,
সৰ্ব্বগ্ৰাসী অন্ধকাৰে গ্ৰাসিছে ধৰণী।
নিমিষতে লুপ্ত হল সৌন্দৰ্য্যৰ খেলা!
লুপ্ত হওক! ধ্বংস হওক!—নাই চিন্তা অত!

(ওপৰলৈ চাই)

ওপৰত ইকি পুনু সুন্দৰ ৰচনা,—
জিলমিল তৰা মালা সুনীল আকাশ!
এফালে বিকট ছবি দীপ্ত চিতানল,
ইফালে দি নাচ গান একে আকাশতে!
মধুৰ কদৰ্য্য, ই যে অশ্লীল সুন্দৰ!
নাই নে প্ৰলয় মেঘ? নাইনে ধুমুহা?

(এনেতে ক্ষীণ সুৰেৰে দূৰত গায়।)

গীত।

যাচি যদি দিলা প্ৰাণ
আপুনি তুমি।
ৰাতি দিনে জ্বলি পুৰি
কান্দোঁ কি বুলি॥

শ্ৰীবৎস,- সঙ্গীতৰ ধ্বনি পুনু,—পগলা কৰিলে!
নুশুনো নেচাওঁ একো মুদিলোঁ নয়ন।
নামি আহ, ব্ৰহ্মাণ্ডৰ অন্ধ অন্ধকাৰ।
আদি মোৰ, অন্ত মোৰ, ইহ পৰকাল!
হেপাহে সাবটি তোক প্ৰাণ শীতলাওঁ।

(একতীয়া হৈ থাকে।)

(দূৰৰ পৰা আগৰ গীত গাই গাই ভদ্ৰাৰ প্ৰৱেশ।)

গীত।

মজিলে মজিব অলি, নেযাবাঁ আশাৰে জ্বলি,
নিজে নো নমজা কিয় নিজেয়ে ফুলি॥

ভদ্ৰা,- (আগবাঢ়ি)
বিশ্ৰামৰ পৰ হল, আহাৰ প্ৰস্তুত।

শ্ৰীবৎস,- কোন তুমি? কিবা প্ৰয়োজন?

ভদ্ৰা,- চিৰদাসী সেৱকিনী পদকমলৰ।

শ্ৰীবৎস,- অ' ৰজাৰ নন্দিনী!

আচৰিত ! বোৱা নাই এতিয়াও তুমি ?
বচনৰ বধ্যমালা পিন্ধাবা কিমান ?
পৰিছে শালত বলি, আছে ডিঙি পাতি,
ছিঙি দিয়া কণ্ঠনালী একে আঘাততে ।
নকৰে কোনোৱে মানা, কোনো শঙ্কা নাই,
কেনিও এটুপি অশ্ৰু নসৰে পাহৰি ;
ঘটিব বিচ্ছেদ মুঠে দেহাৰে চিন্তাৰ ।
ভদ্ৰা,- কিবা দোষ অধিনীৰ ?
শ্ৰীবৎস,- কিবা দোষ ?—
উদাৰ আকাশ তলে আকুল হিয়াৰে
উৰিছিলোঁ নিজ মনে নিৰীহ পখীটি ;
যাদুকৰি ! জাল পাতি আগুৰি বান্ধিছা
কোৱাঁ পুনু কিবা দোষ অম্লান মুখেৰে ?
স্মৃতি-গাঁথনিৰে গঁথা জানকী প্ৰতিমা
শূৰ্পনখা হুতাহেৰে নিব খোজা কাঢ়ি ?
হত্যা কৰা, কাঢ়ি নিয়া কেনেকৈ চাওঁ ।
প্ৰেতৰো দৌৰাত্ম্য আছে, লম প্ৰতিশোধ ।
ভদ্ৰা,- আমনি নকৰোঁ একো অকচি কথাৰে,
বিশ্ৰাম আছেহি বুলি দিলোঁহি সন্ধান ।
শ্ৰীবৎস,- আমনি অকচি কথা সহিছোঁ কতনা,
তাতোকই সাংঘাতিক দৰ্শন তোমাৰ ।
ৰচিছে নিজানে মনে কল্পনা ৰাজ্যত
সুন্দৰ শূন্যৰ সৃষ্টি শান্ত সুমধুৰ,
চন্দ্ৰ সূৰ্য্য তৰা তাৰ একে আকাশতে
জিকিমিকি নাচি থাকে মোহন ভঙ্গিমে ।
অনিমেষ নয়নেৰে প্ৰাণৰ পিয়াহে
চাই থাকোঁ দিনে ৰাতি সৃষ্টি বিতোপন ।
যেনেকি দিয়াহি দেখা বিজুলীৰ দৰে
খহি যায় চন্দ্ৰ তৰা, নুমাই তপন.
মুহূৰ্ত্ততে চুৰমাৰ আকাশৰ চাং,
প্ৰলয়ৰ হাহাকাৰ গৰ্জ্জে চাৰি দিশে !
শেহত নেজানো কিয় কৰোঁ ছট্‌ফট্,
কি হ'ল কি হ'ল বুলি চকি চকি লৰি
আছে নাই খেপিয়াও শিৰটি নিজৰ !
জানা কি যে জ্বালাতন দেখিলে তোমাক ?
সুখ যদি পোৱা এই জ্বলন জ্বলাই
জ্বলোৱাঁ, জ্বলোৱাঁ, মোৰ চিন্তা নাই তাত ।
উস্ ! জ্বলি গল ! ভস্ম হ'ল ! নোৱাৰি সহিব ।
সহজে নাতৰা তুমি আতৰোঁ নিজেই ।
(উচাট্ মাৰি গুচি গ'ল ।)
ভদ্ৰা,- অনাহাৰে প্ৰভু মোৰ ক্ষীণ কলেৱৰ ;
দিনৰ দিনটি গল বিনা বিশ্ৰামেৰে ।
কেনেকৈ বিশ্ৰাম হয় চাওঁ যত্ন কৰি ।
(শ্ৰীবৎসৰ পাচে পাচে গুচি গ'ল ।)

---

# পঞ্চম অঙ্ক

## প্ৰথম দৃশ্য

### নৈৰ দাঁতি

### দুপৰীয়া

(সদাগৰে খোজ চলাই ভাবিব লাগিছে ।)

সদাগৰ,- সংসাৰ গোটেইখনে কৈছে বেতিয়া সি সঁচা হলেও মিছা । হেঃ ভাল ।দাওটো সাৰি গ'ল। কতা আৰু চাই দিন আগেয়ে আহোঁ । মজলতিৰ মুখে হওঁতে নহে ভালেই হল ।—মজলৰ মূৰতে বেতিয়া ইমান বাহাদুৰী হৈছে, মজলৰ কথা নো দলিয়াই পেলোৱাঁ কেনেকৈ ? বেগাবেগিকৈ আজিয়েই ঘূৰি যাওঁ । সেইকালে মূৰকে নকৰোঁ । এইবোৰ বুকত বান্ধি লোক সমাজত মুখ দেখুৱাবলৈকো মনে দেখোন কিবা ছাটোকে বাঘ যেন দেখে !—মিছা ! মনৰ দৌৰ্ব্বল্য ! দিগ্বিজয়ী বজাই নো সিংহসনত বহি বাহাদুৰী কৰে কেনেকৈ ?

(এনেতে হাতত গাখীৰৰ চুঙা এটা লৈ তৃতীয় দণ্ডধৰ আৰু পাচে পাচে মগনীয়া এটাৰ প্ৰৱেশ ।
তিতৰৰ পৰাই কপ্‌কপাই আছে ।)

তৃতীয় লগুৱা,- (মগনীয়াক) কচোন এতিয়া । নকৰ কেলৈ ? এতিয়া সেপ ঢুকিছ ? লাঠুৱা ! ডগাবাজ !

সদাগৰ,- কি হ'ল, কি হ'ল ?

তৃতীয় লগুৱা,- মানুহে যে ফাঁকি কৰি চুলি ছিঙ্গি এইদৰে কান্দিব পাৰে মই এইখন দেশত হে দেখিলোঁ, মোৰ দেউতা! উস্! ভাল ব্ৰহ্মঠগৰ দেশত পৰিলোঁহি।

মগনীয়া,- হে দেউতা ! হে ঈশ্বৰ !—

তৃতীয় লগুৱা,- চক দউতা চক । আপুনি দউতা নহয় আপুনি ঈশ্বৰ । দেখিলে তাৰ যে ফাঁকিৰ গোট ।

মগনীয়া,- গাখীৰ নিদিয়ে নেলাগে । মহাটোকে ঘূৰাই দিয়ক । এটা ফুটা মহা, দেউতা ! মৰিবৰ সময়ত তিৰোতাজনীয়ে দি থৈ গৈছিল। মোৰ গোটেই সোপা হেপাহ তাতে সোমাই আছে । তাকে বুকুত লৈ বুকুখন চেঁচা কৰি থওঁ । আপোনাকে খুজিছোঁ, দিয়ক, মোৰ ঈশ্বৰ ।

তৃতীয় লগুৱা,- সাত বিহুৰ সৈয়া কণী আমি । তই কি ঠগিবি ? ফাঁকিবাজ !

সদাগৰ,- এমহা দি যে ইয়াৰ পৰা গাখীৰ কিনিবলৈ আহিলি গাঁৱলৈ নো নগলি কিয় ?

মগনীয়া,- পাৰোঁতে, দেউতাটি ঐ। গাঁৱলৈ ওলাই যাব পৰা হলে এচুঙ্গা হে নেলাগে কলহে কলহে এনেয়ে আনিব পাৰিলোহেঁতেন। এটাইবোৰ মৰি হাজি পাঁচ বছৰীয়া ছোৱালী এজনী থৈ গল । তাইকে বুকুত বান্ধি লৈ নৈৰ দাঁতিৰ এমূৰীয়াত পৰি আছোঁ। মোৰ আইৰ আজি মাহেকীয়া নৰিয়া । মুখৰ মাত নাই । কালি ৰাতি এডখৰৰে পৰা কুতুৰি কুতুৰি সুধিছোঁ "হেৰ আই ! মোক মাত একেষাৰ মাত । হেৰ, আই ! চকু কেটা মেলি মোলৈ এবাৰ চা । তোৰ চকু দুটাই বাকী আছে। তই চকু দুটা মুদিলে মোলৈ চাওঁতা আৰু কোনো নাই । আই ঐ ! কিবা খাবনে ?" এতিয়া কোনোমতে সেহাঁই সেহাঁই কলে, 'গা-খী-ৰ' ! তাইক এৰি থৈ গাঁৱলৈ যাব নোৱাৰোঁ । ওচৰতো মানুহ দুনুহ নাই । পদূলিলৈ ওলাই আহি এওঁক দেখা পাই ভাবিলোঁ বোলো মোৰ আইৰ কপালেৰে হে গাখীৰ ওলালেহি ! অ' গৈ থৈ এনেয়ে যি নেপালোঁৱেই বুকুৰ মহাটো যাচি অকো হেৰুৱালোঁ । এতেপৰে বা তাইৰ কি হৈছে অথন । যি হ'ল, হ'ল মোৰ দেউতাটি ! গাখীৰ এধানকে দিয়ক । তাকে তাইক দি কওঁগৈ তোৰ মুখত গাখীৰ এটোপা দিবলৈ বাপেৰ এতিয়াও জীয়াই আছে ! দিয়ক, মোৰ দেউতাটি ! কাবোঁকে মাতিছোঁ ।

তৃতীয় লগুৱা,- উস্ ! ৰাম, ৰাম ! মানুহটোৰ নোমে নোমে ফাঁকি । বেছ সাধু কথাটো কৈ পেলালি । যা—যা । কৰবাত নাকে মুখে একে ঠাই হব ।

মগনীয়া,- মগনীয়াৰ ফাঁকি কি ? ক'ৰবাত মগনীয়া নোহোৱাকৈ থাকিব পাৰি বুলিহে ফাঁকি দিয়ে।—হোঁঃ ঈশ্বৰে দেখিছে।

সদাগৰ,- এৰা । তহঁতে ঈশ্বৰক আৰু ঈশ্বৰকৈ থৈছ জানো। পথাৰৰ মাজৰ মূঢ়া, যেনিয়ে চায় তেনিয়ে দেখিব । হেৰ, গাখীৰ এচলু ৰূপৰ মহা এটাৰে যদি কিনিবই পাৰ তেনে মাগি খুজি ফুৰ কিয় ?

মগনীয়া,- এতিয়া নো বাৰু নপতিয়ালে কৰিম কি ? যি হ'ল হ'ল, দেউতা ! মোক গাখীৰ এচলু—চলুৰে এচলু, সৰহ নেলাগে তাকে দিয়ক, মোৰ ঈশ্বৰ !

তৃতীয় লগুৱা,- এৰা বাটকুৰি বাই গাখীৰটোপা আনিছোঁ তোমাক দিবলৈ ? নহয় নো কি ?

মগনীয়া,- দেউতাই কি কয় ?

সদাগৰ,- তোৰে সৈতে চুপতি মাৰিবৰ সময় নাই । হেৰ, লঠৌ ।

তৃতীয় লগুৱা,- দউতা !

সদাগৰ,- আহ, খৰ্পোচ্ কৰহি ! এই বেলাতে নাও মেলিব লাগে ।

মগনীয়া,- দেউতা ! আপোনাক কিহে নাটিছে! দুখীয়া মগনীয়াক টাঙোন মাৰি নেমাৰিব ।

সদাগৰ,- কেপ্ কেপাই নেথাকিবি । মই তোৰ গোচৰ শুনিবলৈ অহা নাই। কাম নাই, কাজ নাই ; মাগি খাবি, খুজি খাবি । সংসাৰৰ গলগ্ৰহখন কটা, যা মোৰ আগৰ পৰা । কাক গোচৰ দিয় দেগৈ ।

মগনীয়া,- গোচৰ আৰু কাক দিম ? দুখীয়াৰ গোচৰ কোনেও নুশুনে শুণেহে আজি ইমানখিনি কৰিব পাৰিছে। যিজনে আচল গোচৰ সোধে তেওঁয়েই দেখিব। মগনীয়াৰ তেজ ! তাক খাই আপুনি কি জীণ নিয়াব।

তৃতীয় লগুৱা,- শুনিছে দণ্ডতা ! তাৰ মুখখন !— ডগাবাজ ! লাঠুৱা ! নগলি নে ? ৰ এদপালি দিওঁৱেই।

(গাখীৰৰ চুঙ্গাটো থৈ কমৰ মাৰে।)

মগনীয়া,- মগনীয়াক নেমাৰি কাক মাৰিবা ? তেও বুলি ঈশ্বৰ আছে একা !—মোৰ আই ঐ ! আজি এইখন হে কৰিলোঁ !—

(কান্দি গুচি গ'ল।)

সদাগৰ,- চাওঁ, চাওঁ মোহৰটো !

তৃতীয় লগুৱা,- মোহৰ নহয়, কণা মহা এটাহে।

সদাগৰ,- চাওঁ। (লগুৱাৰ হাতৰ পৰা মহাটো লৈ) ৰূপেই অ'। আচল চিকাৰূপ। ককালৰ মেটেলিত সুমাই হেৰুৱাব নেলাগে, যোৱাঁ।

তৃতীয় লগুৱা,- (মুখ ওফোন্দাই যাব খোজে।)

সদাগৰ,- (নেপথ্যলৈ চাই) হেৰ ঐ ! চা চোন সৌজন ৰজাঘৰীয়া বিষয়া নহয় নে ? জানোচা,—

তৃতীয় লগুৱা,- সি আহিছে এই ফালে, মগনীয়া গল সৌফালে ভয়টো আকৌ কিহৰ ? যম ৰজাৰ দূতেও মোক বেগায় ধৰকচোন চাওঁ।

(প্ৰস্থান)

সদাগৰ,- স্বভাৱটো ধুৰাঁখুলীয়া নোহোৱা হলে ই এটা হ'লহেতেন। ইয়াৰ দৰে গোটাচেৰেক লগুৱা পোৱা হলে—। এওঁ দেখোন এই ফাললৈকে টৌৱাই আহিছে। নাওখন ডিঙি মেলি মেলি চাই আহিছে দেখোন ! কিবা—!

(এনেতে নগৰপালৰ সাজ পিন্ধি ধনঞ্জয় বিদূষক আহি ওলালহি।)

বিদূষক,- সৌখন নাও কাৰ ?

সদাগৰ,- বাণিজ্যৰ নাও।

বিদূষক,- বাণিজ্য নো কোন ? মতা নে মাইকী ?

সদাগৰ,- বেহা-বেপাৰ কৰি ফুৰা নাও।

বিদূষক,- বেহা-বেপাৰ নাওখনে নিজে কৰে নে নাই কৰি ফুৰোঁতা আছে ?

সদাগৰ,- আছে।

বিদূষক,- কোন ?

সদাগৰ,- সদাগৰ।

বিদূষক,- অ' তেনে এইখন সদাগৰৰ নাও। (আগে শুৱিয়ে সদাগৰক চাই মনে মনে) অলাওটো বুলিছিল। ইয়েই নে কি ?

সদাগৰ,- আপুনি ৰজাঘৰীয়া বিষয়া নে কি ?

বিদূষক,- সাজটো দেখিও চিনিবলৈ বাকী আছে নে ? এইটো কাৰ সাজ জানা নে ?

সদাগৰ,- কাৰ ?

বিদূষক,- প্ৰতাপপুৰৰ সৰ্ব্বপ্ৰধান নগৰপালৰ। এতিয়া চিনি পালা ?—বাৰু, ৰ'বা। সদাগৰ কেনি আছে ?

সদাগৰ,- এইয়াই।—ৰ'ব, কিনো হ'ল ?

বিদূষক,- অ' আপোনাৰ নাও। বাৰু ভালেই হ'ল ? আপোনাৰ নাৱত কি কি আছে ?

সদাগৰ,- বেহা-বেপাৰৰ অলপ অচৰপ বস্তু আছে।

বিদূষক,- কোনো ধাতু আছে নে নাই ?

সদাগৰ,- কিহলৈ কি ধাতু লাগে ?

বিদূষক,- ৰজাৰ জোঁৱায়েকৰ বায়ুৰ বিকৃতি। তাঁলৈকে এৰাঁ ছোৱালীৰ জোখেৰে এজোখ কৃত্ৰিম সোণৰ পাত লাগে। অকো হ'ব লাগিব আকৌ একে ঠাইৰ। অ'ৰ এটুকুৰা ত'ৰ এটুকুৰা হলেও নহয়। সেই সোণেৰে হেনো এভাগেৰে কিবা মূৰ্ত্তি সজাই যদি পূজা কৰে আৰু এভাগেৰে কিবা ঔষধ প্ৰস্তুত কৰাই খুৱায় তেহে বোলে আৰোগ্য হ'ব।

সদাগৰ,- ঔষধত নো সিমানবোৰ সোণ লাগিছে নে ?

বিদূষক,- সেইবোৰ এতিয়া ৰাজবৈদ্যই হে জানে। আমি হ'লো নগৰপাল। আদেশ হ'ল বিচাৰি দিব লাগে, ৰাতিয়ে দিনে বিচাৰি ফুৰিছোঁ।

সদাগৰ,- পিচে কৰবাত কিবা সন্ধান পাইছে জানো ?

বিদূষক,- পোৱা হলে দেখোন কথাই নাছিল । কেনিও একো কৰিব নোৱাৰি সিদিনা ৰজাই ঘপহ কৰে অঙ্গীকাৰ কৰি পেলালে বোলে যেয়ে এই সোণ দিব পাৰিব তেওঁকে ৰাজ্যৰ সমানে এফাল দি দিব ।

সদাগৰ,- (স্বগত) ৰাজ্যৰ এফাল !—জ্যোতিষৰ কথা ফলিয়ায় নে কি ? ৰাজ্যৰ এফাল !—মঙ্গলে দেখোন প্ৰতাপপুৰলৈ যাবলৈ বাধা দিয়ে !—ইয়াৰ অৰ্থ কি ?— ইয়াৰ ৰহস্য কি ?—ই যে মোৰ জীৱন ! ই যে মোৰ মৃত্যু ! দুয়ো হাতত ধৰাধৰিকৈ নাচিছে !— একো নুবুজিলোঁ ।

বিদূষক,- আপোনাৰ ভাব ভঙ্গি দেখি বুজিছোঁ আপুনি দিব পাৰিব । আহক নাৱত কি কি আছে চাওঁগৈ ।

(আগবাঢ়ে)

সদাগৰ,- (স্বগত) ফাঁকি দিব নোৱাৰিম । কি কৰোঁ ? (ফুটাই) দিব যে—দিব নোৱাৰিম সিও নহয়, দিব যে পাৰিম—

বিদূষক,- সেইবোৰ আকৌ কি কথা ! আপোনাৰ ওচৰত একে ঠাইৰে এৰাঁ ছোৱালীৰ জোখেৰে এজোখ সোণৰ পাত ওলাব ?

সদাগৰ,- ওলাওঁতে ওলায় কি চোলায় ! পাচে—

বিদূষক,- (হাত কৰযোৰ কৰি) অধমৰ প্ৰগলভতা বহুত হল । চিনিব নোৱাৰি যধে মধে কথা আৰম্ভ কৰিছিলোঁ । নিজ গুণে বন্দীৰ দোষ মাৰ্জ্জনা কৰক । আহা ! আজি মোৰ কি ভাগ্য ! পোণ প্ৰথমে অইন কোনেও বুলিবলৈ নৌ পাওঁতেই মই মহাৰাজক মহাৰাজ বুলিবলৈ পালোঁ । হে মহাৰাজ ! হে মহাৰাজাধিৰাজ !

সদাগৰ,- ই আকৌ কি ? মই একো বুজিব পৰা নাই !

বিদূষক,- বুজিবলৈ একো নাই, মহাৰাজ ! প্ৰতাপপুৰৰ মহাৰাজৰ অঙ্গীকাৰ ! সি কি অথলে যায় ? কাইলৈ এতে পৰে মহাৰাজৰ এটা পচাৰতে মোৰ নিচিনা সহস্ৰ সহস্ৰৰ আয়ুলীলা শেষ হব পাৰে। মোৰ নিচিনা সহস্ৰ সহস্ৰই প্ৰাণদান পাব পাৰে। উস্ ! মোৰ কি ভাগ্য !

সদাগৰ,- শুনা তেনে নগৰপাল !

বিদূষক,- আদেশ কৰক মহাৰাজ !

সদাগৰ,- কৃত্ৰিম সোণৰ পাত এজোখ নেলাগে দোজোখো দিব পাৰোঁ । পাচে এটা কথা । মঙ্গলতি এজনে কৈছিল বোলে প্ৰতাপপুৰলৈ গলে মোৰ সৰ্ব্বনাশ হ'ব । সেই কাৰণে পেটে সমষ্টিতে মোৰ যাবৰ মন নাই ।

বিদূষক,- সৰ্ব্বনাশ হ'ব ?—নহয়, মহাৰাজ ! খিয়ালত হে কৈছিল । অ' নহয় নহয় মহাৰাজ ! — এতিয়াহে বুজিলোঁ । আমাৰ মহাৰাজে অঙ্গীকাৰ কৰাৰ লগে লগে ইয়াকো কৈ থৈছিল বোলে যি সোণ থাকি সোণ নিদিব তাক ৰাজদ্ৰোহী বুলি ধৰি লব । তাৰ বংশৰ সকলোটিকে আনি তাৰ আগত এটা এটাকৈ পিঙ্গত দি শেহত তাক জীয়াই জীয়াই পুতি থব । মই যদি আহি নেপালোঁহিহেতেন, আৰু কোনো দুৰ্জ্জনে যদি এই কথাটোকে আমাৰ ঘাই মহাৰাজক জনালেহেতেন তেনে অৱশ্যেই সৰ্ব্বনাশৰে কথাই । এৰা, এৰা ! এই সৰ্ব্বনাশৰ কথাকে মহাৰাজক মঙ্গলতিয়ে কব পায় । ঠিক্ এই হে কথা ।

সদাগৰ,- ব'বা । কৃত্ৰিম সোণৰ পাত কৰিব পৰা ইয়াত জানো কোনো নাই ? আগেয়েও নাছিল নে ?

বিদূষক,- থকাহলে নো আধাৰাজ্য ধূলিৰ দৰে উৰাব খোজে নে, মহাৰাজ ? কৃত্ৰিম সোণ নো কি, সোণৰ পাত নো কি, তাকো আমি ৰাজবৈদ্যৰ মুখে হে শুনিছোঁ ।

সদাগৰ,- ৰাজবৈদ্যজনা নো কব মানুহ ? বিদেশলৈ কেতিয়াবা গৈছিল নে কি ?

বিদূষক,- প্ৰতাপপুৰেৰে, মহাৰাজ ! বিদেশলৈ কোনোবা কাহানিবাই গৈছিল যদিও কব নোৱাৰোঁ । আজি মোৰ বিষয় থাবৰ এই দহ পোন্ধৰ বছৰে তেওঁক ক'তো দেখোন সিংহ দুৱাৰৰ বাজ ওলোৱাকে নেদেখিলোঁ ।

সদাগৰ,- পাচে, এতিয়া কি কৰোঁ ? নগলেও—

বিদূষক,- নেযাব কিয়, মহাৰাজ ? কতই কত কটাকটি, মৰামাৰি, কত ৰক্তপাত, কত ষড়যন্ত্ৰ কৰিও সিংহাসন

নেপায়। ৰাজলক্ষ্মীয়ে আজি আপোনাক নিজে বিচাৰি আহিছে, মহাৰাজ! ইমান সাদৰ আপুনি নেওচিব কিয় ? নিজে গৈ কষ্ট কৰিব নেলাগে, মহাৰাজ ! মইয়ে লগুৱাইঁতক নাও লগাবলৈ কওঁগৈ ।

সদাগৰ,- যাবলৈ কৈছা ?

বিদূষক,- নেযাব কিয়, মহাৰাজ ?

সদাগৰ,- বাৰু, তেনে অলপ ৰ'বা । সিহঁত আজৰি হওক ।

বিদূষক,- মহাৰাজৰ আদেশ শিৰোধাৰ্য্য । (নৈৰ ফাললৈ চাই মনে মনে) গাইছোঁ বাইছোঁ হয়, সখিয়নীক বা কৰিলে কি ? খবৰটোকে লওঁচোন । — চিনি পালেও লাগিব লেঠা !—(ফুটাই) মহাৰাজৰ তেনে প্ৰতাপপুৰলৈ যোৱাৰ অভিপ্ৰায় নাছিল ?

সদাগৰ,- এৰা ! আমি মঙ্গলতিৰ কথা মতে উলটিব খুজিছিলোঁৱেই ।

বিদূষক,- উস্ ! মোৰ হে ভাগ্য বুলিব লাগে ! কুষ্ঠাশ্ৰমত সোমোৱা হলে লগ পোৱাটো হৈছিলেই । সেইটিয়ে আহিলে নোসোমাইও নোৱাৰি ।

সদাগৰ,- কি কুষ্ঠাশ্ৰম হে ?

বিদূষক,- ইয়াৰ পৰা দুপৰমান গৈয়ে এক কুষ্ঠাশ্ৰম পাম গৈ । তাত গোটেই জম্বুদ্বীপৰ গেলা, পচা আনকি উৰলি যোৱা কুষ্ঠ ৰোগীও সাদিনতে দীপ্‌লীপ্ হৈ যায় । তেজতেই বোলক বা চেহেৰাতেই বোলক আগতকৈও একাঠি চৰে হে । ধন্বন্তৰি যেন যি হে এজন বেজ ! তেওঁৰ মায়াই নে এতিয়া চিকিৎসাই, দেখি শুনি কোনে কব তেওঁ মানুহ ।

সদাগৰ,- ৰ'বা । আমি বাটতে পাই যাম নে ? চাই যাব নোৱাৰিম নে ?

বিদূষক,- বাটতে পাম । পালেও এনে শুভকামলৈ ওলাই সেইবোৰ নো কিয় চাব লাগিছে ?

সদাগৰ,- পাৰোঁতে চাব খোজোঁ ?

বিদূষক,- পাচে পৰে চালেও হব, মহাৰাজ ! কি জানি সেই আশ্ৰম মহাৰাজৰ ভাগ ৰাজ্যতে পৰে । তেও বুলি কিবা সহজে নোহোৱা লেঠা যদি আছে বন্দীক আদেশ কৰক, বন্দীয়ে নিজে গৈ সেই লেঠা ভাঙিব ।

সদাগৰ,- এ, আমাৰ নো কথা কি কথা ? তিৰোতা একাঠিৰ সেই ৰোগ । নাৱতে লৈ ফুৰাইছোঁ । পেলাইও দিব নোৱাৰি, ৰাখিবও নোৱাৰি । কি কৰোঁ, কি নকৰোঁ লাগিয়েই আজি ইমান গৈছে ।

বিদূষক,- কাৰ কথা কৈছে ? আমাৰ মহাৰাণীৰ নে কি ?

সদাগৰ,- বোলা যিহকে বোলা । যাৰ পৰা এক মুহূৰ্ত্তলৈ অলপো সন্তোষ নেপালোঁ, তাক নো মই বুলিম কি ? আমাৰ কপাল !—

(হুমুনিয়া কাঢ়ে ।)

বিদূষক,- দুখ নকৰিব মহাৰাজ ! মহাৰাজৰ সামান্য এটি হুমুনিয়াত কাইলৈ এতেপৰে গোটেই ৰাজ্যত ঘূৰ্ণবায়ু বৈ যাব । এটুপি চকুপানীত গোটেই ৰাজ্যত লোতকৰ বান উঠিব । মহাৰাজৰ দুখ কিহৰ ? ৰম্ভা, তিলোত্তমা সদৃশ শত শত সখীয়ে মহাৰাজৰ চৰণ ছুবলৈ অৰিয়াঅৰি কৰিব । মহাৰাজৰ অভাৱ কিহৰ ?—মুঠে মহাৰাজৰ যাত্ৰা কৰিবলৈ আদেশ হওক ।

সদাগৰ,- তুমি সঁচাকৈ মোক মহাৰাজ বুলিলাই নে কি ?

বিদূষক,- সঁচাকৈ মিছাকৈ কি ? আপুনি মোৰ মহাৰাজ, মোৰ নাতি-পুতিৰ মহাৰাজ, আৰু উপৰি এখাৰ পুৰুষৰ মহাৰাজ !

সদাগৰ,- শুনা, নগৰপাল ! যদি—

বিদূষক,- যদি নাই, মহাৰাজ !—আপুনি মহাৰাজ ।

সদাগৰ,- বেছ কথা তেনে, তোমাক মই প্ৰধান বিষয়া পাতিম ।

বিদূষক,- হেঁ—হেঁ, মহাৰাজৰ অপাৰ অনুগ্ৰহ ! উৎসৱ আনন্দত যেন মহাৰাজে এই কথাষাৰি নেপাহৰে ।

(এনেতে তৃতীয় লগুৱা আহি ওলালহি ।)

তৃতীয় লগুৱা,- দউতা !

বিদূষক,- (হাক্ দি মনে মনে) হে—হে ! মনে মনে, মনে মনে । দউতা নুবুলিবি । মহাৰাজ ! মহাৰাজ !

সদাগৰ,- সি নেজানে । জানিলে আৰু নোবোলে ।

বিদূষক,- ভাল, মহাৰাজ ! সি নেজানে যেতিয়া বোলক । জানিলে আৰু নুবুলিবি দেই ।

তৃতীয় লগুৱা,- এইবোৰ নো আকৌ কি ?—আমাৰ হ'ল। নাও মেলিম জানো ?

সদাগৰ,- ব'ল, মেল গৈ। নগৰপাল, আহাঁ, নাৱতে একে লগে যাওঁ। তুমি বাট দেখুৱাই পোন বাটে লৈ ব'লা।

বিদূষক,- মহাৰাজৰ আদেশ যেতিয়া কৰিবই লাগিব।

(নাৱঁলৈ গুচি গ'ল।)

---

## দ্বিতীয় দৃশ্য

### নতুন কোঠৰ এৰাঁতি
### এপৰীয়া

(শ্ৰীবৎসই আকাশলৈ চাই ভাবিবলৈ ধৰিছে,–)

শ্ৰীবৎস,-ক্ৰমাৎ বাঢ়িছে তেজ শিশু সুৰুযৰ !
জ্বলি যোৱাঁ, চৰি যোৱাঁ। যাবা কত কাল ?
এনে এটি সীমা পাবা মধ্য গগনত,
অতৃপ্তিৰ আৰম্ভণ, জ্বলনৰ শেষ ;–
আৰু তো নজ্বলে তেজ, নিফিৰে যৌৱন,–
ক্ৰমে ক্ৰমে টুটি যাবা,–নিস্তেজ মলিন–
চেনেহী চুমাই ঘূৰি জুই বৰষিব,
আমনিৰে আমোলাব অৱনিৰ মুখ।
তাৰে পাচে হুতাহৰ আঙঠাটি যেন
চাওঁতে নুমাই যাবা, লাজ-হেঙুলীয়া ;
জ্বলনৰ শেষ হব,–ছাঁই, ছাঁই, ছাঁই !
আহিছিলা হাবিয়াষে মুখত পোহৰ
পিঠিত আন্ধাৰ লই যাবা হতাশেৰে।
তেওঁচো জ্বলিবা কালি নতুন হাঁহিৰে ?
আশাৰ সুফল যদি নাই ধৰণীত,
নাই যদি বিৰহৰ মিলন মঙ্গল,
কিয় এই নিত্য লীলা ? অৰ্থ কিবা তাৰ ?
আছে, আছে চিন্তা মোৰ ! উদ্ধাৰোঁ কিমতে ?
সাত সাগৰৰ জল ঢালিছোঁ তথাপি
জ্বলিছে বাড়ৱানল জলৰ কোলাত !
প্ৰাণ লই পূৰ্ণাহুতি আছে মাত্ৰ বাকী !

(অলপ খোজ চলাই আকৌ ভাবিলে।)

কি এক অদৃশ্য শক্তি ঘূৰে অবিৰাম,
বাৰিষাৰ নদী যেনে উগ্ৰ, সুগভীৰ,
কল কল নাদে নাচি ফেনে ফোটোকাৰে
ভাঙিছিঙি এই কূল সাজিছে সিকূল ;
চন্দ্ৰ, সূৰ্য্য অগণন ঘূৰিছে ছাটত,
ঘূৰিছে বিশাল বিশ্ব অনন্ত উজ্জ্বল,
সান্ত মোৰ ক্ষুদ্ৰ চেষ্টা ৰোধে যতবাৰ,
উফৰি নুমাই যায় ফিৰিঙটি যেন।

(এনেতে ভিতৰৰ পৰা গান গাই
গাই ভদ্ৰা লাহে লাহে দেখ্ নেদেখাকৈ ওলালহি।)
(শ্ৰীবৎসই মুগ্ধ চিত্তেৰে অবাক হৈ গান শুনিবলৈ ধৰিলে।)

ভদ্ৰা,- গীত—

অমিলে নিমিলে যদি অমিলেৰে মিল নাই,
মিলে যে মিলিয়ে আছে অমিলেৰে নিমিলাই।
মিলিলে বা নিমিলিলে,
মিলা আহি মিলে মিলে,
সুখে দুখে নিমিলিও মেলা মাজে মিলি যায়।
এই যে জ্যোতি মহামেলা,
মিলাঁ মিলাঁ এই বেলা,
মৰিলে মৰিবা তেহে মিলে মিলে মিলি যাই।

শ্ৰীবৎস,-আহাহা ! কি মধুৰ ! কি সুন্দৰ ! কি সুন্দৰ !
ই যে ধৰাৰ স্বৰ্গ ! ই যে উৎস অমৃতৰ !
এইয়া এইয়া মাথোঁ হৃদি গগনত
মহামেঘ, ঘূৰ্ণবায়ু, লাগিল উৎপাত,
এছাটি দক্ষিণা বায়ু নিমিষতে যেন
হাঁহিটি মেলিলে সেই স্নিগ্ধ নীলিমাত,
চালি ধৰি ৰামধেনু নাচে তিৰ্ বিৰ !
আহাহা ! কি সুন্দৰ ! কি মধুৰ !
অন্তৰবো অন্তৰৰ হৃদি নিকুঞ্জত
মাতে যেন চেনেহেৰে গম্ভীৰ বীণাই
"আহাঁ, আহাঁ শ্ৰান্ত তুমি কাতৰ পথিক !
ফুৰিবা কতনা কাল বাট হেৰুৱাই ?
এইয়া লক্ষ্যৰ শেষ, মৰ্ত্ত্যৰ অমৃত

শান্তিৰ মদিৰা পান কৰোঁ অবিৰাম ।”
ই হেন উজ্জ্বল লোক আজি অতদিনে
নিমাতে নিফুটে কেনি আছিল লুকাই !
নিয়াঁ, নিয়াঁ, টানি নিয়াঁ, বাজাঁ, বীণা, বাজাঁ;
এটিবাৰ——আৰু এটিবাৰ ।
জীৱন সৰ্ব্বস্ব মোৰ দিওঁ সলনিত,
নিয়াঁ মোৰ পুণ্যৰাশি, চতুৰ্ব্বৰ্গ ফল,
নিয়াঁহি জীৱন মোৰ, নিয়াঁহি মৰণ,
বাজাঁ, বাজাঁ এটিবাৰ, আৰু এটিবাৰ !
অহহ !—
দগ্ধ মই, নিঃস্ব মই অতি দীনহীন,
আলোক বঞ্চিত এই বিশাল বিশ্বৰ
মন্দিৰৰ দুৱাৰত অন্ধ মগনীয়া,
দুহাতে খুন্দিছোঁ বুকু নাই ৰাতি দিন,
নেযাবাঁ, নেযাবাঁ, বিশ্ব ভৰিবে মোহাৰি ।
হে-তীব্ৰ, হে-স্নিগ্ধ, নিঠুৰ দয়াল !
নহবা নে পূৰ্ণ তুমি এই অপূৰ্ণেৰে ?—
হাঁয়, হাঁয় ! কোন আছে এই দুৰ্দ্দিনত ?
কোনে নিব আগুৱাই হাতখনি ধৰি ?
(চুচুক্ চামাককৈ ভদ্ৰা আগলৈ আহিল ।)
নোহোৱা নে দেৱী তুমি সেই শঙ্খধ্বনি
ভক্তিভাৱে ভগীৰথে ফুটালে যিদিনা
নমিছিল মন্দাকিনী সুৰে সুৰে নাচি ?
আহাঁ, আহাঁ, নামি আহাঁ স্বৰ্গৰ বাতৰি ।
খুলিলোঁ হৃদয় দ্বাৰ বাজোৱাঁহি বীণা
অন্ধ মই, অতি দীন, ঘিণ নকৰিবাঁ ।
নিয়াঁ, নিয়াঁ, টানি নিয়াঁ হাতখনি ধৰি !

ভদ্ৰা,- প্ৰভু ! দাসী মই শ্ৰীচৰণৰ ।

শ্ৰীবৎস,- কোন তুমি ?—ৰাজবালা ?
কেনেকৈ পশিলা ই উজ্জ্বল লোকত ?
ইয়াত কিয় ?—যোৱাঁ, যোৱাঁ, যোৱাঁ ।
(খন্তেক বৈ ভাবি ।)
—কিবা বুলি কিবা কলোঁ ?—অদ্ভুত প্ৰলাপ ।
নানিবি নানিবি বীণা, আন ধ্বনি তাৰ ।
নেহাঁহিবা ৰাজবালা, এই প্ৰলাপত ।
খন্তেক অচলা হোৱাঁ, বজ্ৰৰ বিজুলী !
দিয়াঁ এটি সমিধান খোজোঁ হুতাহেৰে ।
তুমিয়ে তো গালা এই অপূৰ্ব্ব সঙ্গীত,
এই যে উজ্জ্বল লোক, শান্তিৰ নিজৰা,
দুখ, সুখ নিমিলিও কৰে কোলাকোলি,
সন্ধান কেনেকৈ পালা ? দিলে বাৰ্ত্তা কোনে ?

ভদ্ৰা,- কোনে দিব বাৰ্ত্তা, প্ৰভু, আৰু আছে কোন ?
দয়া কৰি অধিনীক দিলে ব্যাকুলতা,
সেয়েহে সহায় মোৰ অনন্ত পথত !

শ্ৰীবৎস,- ব্যাকুলতা !!—

ভদ্ৰা,- ব্যাকুলতা,—তীব্ৰ ব্যাকুলতা ।
চাওঁতে চাওঁতে, প্ৰভু, সেয়ে চিকোণালে
নয়নৰ যত অশ্ৰু একেলগে লই
বাসনাৰে মলিয়ন হৃদয় দাপোণ ।

শ্ৰীবৎস,- ব্যাকুলতা,—কত সেই ব্যাকুলতা ?
ভয়ঙ্কৰ যন্ত্ৰণাত মজি কতকাল
চৌদিশে আন্ধাৰ দেখোঁ, কৰোঁ হাহাকাৰ ।
ব্যাকুলতা আছে যদি দিব পৰা মোৰ,
নিদিয়ে সন্ধান কিয় শান্তি নিজৰাৰ ?

ভদ্ৰা,- মনত পৰিছে, প্ৰভু যিদিনা দাসীৰ
উচ্চ আশা নিমিষতে হল চুৰমাৰ,
কুৰূবীৰ অভিমান, ঘৃণা সম্বন্ধৰ,
ইতৰৰ নিন্দাবাদ, ধিক্কাৰে প্ৰাণৰ
দংশিছিল মৰমত উগাৰি গৰল,
কঁপিছিলোঁ জীৱনৰ মৰণ সন্ধিত !!—
অন্ধকাৰ, অন্ধকাৰ,—খালি অন্ধকাৰ ।
চাৰিপিনে গৰজন মহা প্ৰলয়ৰ !
দেখিছিলোঁ কত তৰা এটি এটিকৈ,
কত চন্দ্ৰ, কত সূৰ্য্য খহি খহি পৰি
উৰ্ফালি ফিৰিঙ্গটি চকুৰ আগত !
বিশ্বনাশী অনলৰ ভীষণ শিখাই
ছাটি নিলে দশো দিশ,—উঠে হাহাকাৰ !—
নাৰীৰ হৃদয় গুণে ভসম নহল !!

ঘনে ঘনে হৃদিকম্প, ঘনে দীৰ্ঘশ্বাস ।
এই মহা আড়ম্বৰ, এই যাতনাত
আহিছিল চকি চকি, কিযে মূৰ্চ্ছনাৰে
কোন সুদূৰৰ সুৰ, জ্যোতি অজান্তীৰ,
স্নিগ্ধ, শান্ত, জননীৰ মূৰতি মঙ্গল !
অসীম মহিমাময়ী চেনেহী হাতেৰে
মচিলে লোতক মোৰ, যাচিলে আশ্বাস,—
"অনন্ত তটিনী প্ৰেম নাৰীৰ হিয়াৰ,
নিৰিচাৰে প্ৰতিদান প্ৰেম-সাগৰৰ !"
বিচাৰত যত দুখ, নিৰিচৰা সুখ !
চৰণে দলক দলে কোমল পাহিটি,
আদৰেৰে লক লগে হিয়াত সাবটি ।
নোপজে বিকাৰ তাত ; নাই তাৰ ক্ষতি ।
আৰু তো নেকান্দোঁ নাথ,—কান্দোনৰ শেষ !

শ্ৰীবৎস,- এখনি নাৰীৰ হিয়া,—ইও কি সম্ভৱ !—
নহয়, নহয়, ই যে মৈথিলীৰ দেশ !
শুনিছোঁ কতনা কাল কত মৈত্ৰেয়ীৰ
স্বৰ্গ মৰ্ত্ত্য মিলি যোৱা বীণাৰ ঝঙ্কাৰ !
অত ধৈৰ্য্য সহিষ্ণুতা নাৰীতো সম্ভৱ ।
দেৱী নে মানবী তুমি, কোৱাঁ ৰাজবালা ?
অত উচ্চ, অত ধীৰ অন্তৰ তোমাৰ ।
নৰৰো অধম বুলি দিম পৰিচয়,
তাতো যে বেৰিছে লাজে, কি কম তোমাক ?
কিমান লুকাবি আৰু নিঠুৰ হৃদয় !
—শুনা তেনে ৰাজবালা, মৰমৰ বাণী
প্ৰাণৰ প্ৰতিমা মোৰ আছে বিবাহিতা ;
যাৱতে নিমিলোঁ মানে আৰু অন্যদাৰ,
অটল প্ৰতিজ্ঞা মোৰ, নকৰোঁ গ্ৰহণ ।
বেচ কথা, বহোঁ তেনে ব্যাকুলতা লই
নিৰলে একোণে এই বিৰাট বিশ্বৰ ;
অতি উচ্চ গগনৰ উজ্বল লোকত
তুমিও জিলিকি থাকাঁ, লোৱাঁ ব্যাকুলতা ।
আছে যদি সফলতা, মিলিব ভাগ্যত ;
নাই যদি খহি যাবা পখীয়া তৰাটি,
কেনি জ্বলি কেনি গলা নেথাকিব চিন ।

(দুৱৰীৰ প্ৰবেশ ।)

দুৱৰী,- প্ৰভু, নৈত ৰূপৰ মগৰেৰে নাও এখনি আহিছে ।
তাত বোলে বহুত স্বৰ্ণপাত আছে ।

শ্ৰীবৎস,-ৰূপৰ মগৰ !—স্বৰ্ণপাত !
তুৰন্তে আটক কৰাঁ, ধৰাঁ পাষণ্ডক ।
—কোনেবা আটক কৰে নগলে আপুনি ।

(বেগেৰে গুচি গ'ল, লগে লগে দুৱৰীও গ'ল ।)

ভদ্ৰা,- (ভয়ে ভয়ে)
আহাঁ লৰি ততালিকে, কোন আছা ক'ত ।
হঠাৎ লৰিল নাথ ;—নেজানো কি হয় ।

(ব্যগ্ৰভাৱে পাচে পাচে গুচি গ'ল ।)

---

## তৃতীয় দৃশ্য

### প্ৰতাপপুৰৰ মন্ত্ৰণাকক্ষ
### দুপৰীয়াৰ অলপ পাচতে

(বাহুক আৰু সুমন্ত্ৰ ।)

সুমন্ত্ৰ,- নিবেদিলোঁ চৰণত দূতৰ সংবাদ,
নেপালোঁ উত্তৰ একো, কিহৰ উপায় !
ওন্দোলায় মহামেঘ দূৰ দক্ষিণত
ঘনে ঘনে বজ্ৰাঘাত,—প্ৰলয় গৰ্জ্জন,—
থাকি থাকি কঁপে ধৰা মহা আতঙ্কত,
নিমিষেৰে জীয়ে যেন যাত্ৰীৰ মৰণ !
উত্তাল জলধি মাজে এই দুৰ্য্যোগত,
কিবা সাহে উদাসীন ৰাজ-কৰ্ণধাৰ ?

বাহুক,- পাৰোঁতে নো উদাসীন শাসন কাৰ্য্যত !
তুমি কি বুজিবা মন্ত্ৰী জ্বালা হৃদয়ৰ ?
থাকিলহেতেন যদি দুহিতা ৰতন,
একেটি, একেটি মথোঁ বন্তি জীৱনৰ !—
অহ !—
স্বৰ্গ, মৰ্ত্ত্য খেলিছিল সিখনি মুখত,
কতনা সপোনে আহি দিনে নাচিছিল !—
হিয়াৰ সম্পদ সেই আশাৰ পুতলি
সঁপি দিলোঁ উন্মাদক ওমলক বুলি !

আৰু কি থিৰৰ কথা কোৱাঁ মন্ত্ৰীবৰ ?
স্থিৰে আছে কোন ? বৃদ্ধ হিমাচল ।
তুলি তালি সযতনে একেটি তনয়া
হাঁহি হাঁহি দিলে তুলি তোলনী অদ্ভুত
চিৰযোগী দিগম্বৰ ভোলাৰ কোলাত !
মই কি কৰিলোঁ ? চোৱাঁ, চোৱাঁ তললই
শিৰবোগী দিগম্বৰ কঙ্গালী কোলাত,
উস্ !!—
মাজে মাজে কেতিয়াবা লাগে যেন এনে
আঁজুৰি কামুৰি নিজে, আকুটি বাকুটি,
ভাঙি ছিঙি হৃৎপিণ্ড জ্বালা পলুৱাম !

সুমন্ত্ৰ,- নেচেচেৰে নিজে যদি আপুনি শোকৰ ।
আনৰ সান্ত্বনা বাঁহি কিবা শীতলাব ?
নেভাবিব, মহাৰাজ, এই বিপত্তিত
অকল আপুনি মুঠে শোকত বিহ্বল ।
ঘৰে ঘৰে হুমুনিয়া, ভেজিল আকাশ,
নিৰানন্দ ৰাজপুৰ, অশান্ত, মলিন !
নিৰাশ্বাস এই হেন ব্যাকুলতা মাজে
ৰাজ্যৰ ধৰণী ধীৰ, প্ৰজাৰ সাহস,
নিজে যদি মহাৰাজ হয় বিয়াকুল,
অজলা প্ৰজাক তেনে কোনে নিচুকায় ?
তাতে পুনু সাংঘাতিক দূতৰ বাতৰি ।
জিকাবিছে চেদিৰাজ ভগ্ন হুতাহেৰে,
জাগিছে কৰ্ণাট-নাথ, জাগিল গান্ধাৰ ।
উল্লঙ্ঘি সন্ধিৰ বান্ধ সুতীব্ৰ বেগেৰে
বলাব তেজৰ ধল প্ৰতাপপুৰীত ।
কত শত বছৰৰ সঞ্চিত সাধনা
ডুবোৱাব নিমিষতে বিস্মৃতি গৰ্ভত !
পুত্ৰ, জায়া, ধন, জন, প্ৰাণৰ চেঁচনি
উটি বুৰি সকলোটি হব ছিন্ ভিন্ !

বাহুক,- জাগিল কৰ্ণাট !—
সিদিনা সিদিনা মুঠে ৰণ তৰঙ্গত
জাঁকি মাৰি প্ৰতাপৰ প্ৰতাপী সেনাই
উৰুৱালে কৰ্ণাটত বিজয়ী পতাকা,
মহাত্ৰাসে মৃতপ্ৰায় কৰ্ণাটৰ ৰজা
প্ৰাণৰ মায়াত শেষে দন্তে তৃণ ধৰি
অদিষ্ট সন্ধিৰ মোলে লভিলে প্ৰাণ দান ।
পাহৰিলে সেই দিন, পাই যে লাঞ্ছনা ?
বিবেক বিচাৰহীন শস্যনাশী পশু
নেপাহৰে অভশীঘ্ৰে সিও তো তথাপি
দাৰুণ প্ৰহাৰ পালে শস্য ৰক্ষকৰ ।
অশুকন অস্ত্ৰলেখা, নিলাজ পিঠিৰে
জাগিল কৰ্ণাট !—

সুমন্ত্ৰ,- জাগিল কৰ্ণাট, প্ৰভু গান্ধাৰো জাগিল !
অতদিন তুষানল জ্বলি মনে মনে
দহিছিল হৃদিস্থল আলম নেপাই
ফুৎকাৰি জ্বলালে জুই হুতাশ চেদিয়ে,
অনুকূল বায়ু বুজি জ্বলিব ভীষণ !
ভাবিছে কাতৰ ৰজা দুহিতা দুখত,
ৰাজকাৰ্য্যে উদাসীন, শাসন শিথিল ।
পাৰে যদি এই বেলা ছিঙিব জোঁটনী
মৰিলেও বাচে যেন এই সমস্যাত ।

বাহুক,- নকৰিবাঁ ভয়, মন্ত্ৰী নহওঁ কাতৰ ।
যতদিন ৰক্তবিন্দু থাকে ধমনীত
আগুৰি ৰাখিম শোক হৃদি কন্দৰত,
নিদিওঁ আনক তাৰ স্পৰ্শিব শিখাই !
যোৱাঁ তেনে, মন্ত্ৰীবৰ, এই বেলাতেই
চোৱাঁ নিজে অস্ত্ৰাগাৰ, আছে কত বল ;
কিমানে বা আছে সাৰ, মেলাঁ ৰাজকোষ ।
সাৱধানে গুপ্তচৰ চলোৱাঁ চৌদিশে,
মনে মনে জুখি চক মিত্ৰৰাজদল
শত্ৰুৰ প্ৰমাণ বুজি, বুজি আপোনাৰ
তুমি আমি, সেনাপতি, সভাসদ মিলি
কৰিম উচিত যিবা কালিৰ সন্ধ্যাত ।

সুমন্ত্ৰ,- প্ৰভুৰ আদেশ যিবা শিৰে তুলি ললোঁ ।

(এনেতে ব্যস্ত হৈ দ্বাৰী আহি দণ্ডৱৎ জনালেহি ।)

দ্বাৰী,- মহাৰাজ ! দুৱাৰত জীৰ্ণশীৰ্ণ কাপোৰেৰে এজন লোকে ৰাজদৰ্শন মাগিছে । কিবা বোলে গোচৰ আছে ।

সুমন্ত্ৰ,- মন্ত্ৰণাৰ কক্ষ ই যে পাহৰিলা দ্বাৰী !
বিচাৰৰ দুগ্ধ ধাৰা নিমিলে শিৰত ।
মেলিলে উদাৰ দ্বাৰ বিচাৰ মন্দিৰে
সাদৰি ধৰাবাঁ বাট, পিব প্ৰাণ ভৰি ।

দ্বাৰী,- দাস নিয়ম লঙ্ঘনৰ অপৰাধী । তেওঁক খন্তেক, অপেক্ষা কৰিবলৈ কোৱাতকৈ নিয়ম ভঙ্গাৰ অপৰাধী হোৱাতো বেচি আৱশ্যকীয় যেন পালোঁ । এতেপৰে চাঁগে দেৱালত মূৰ খুন্দিয়াই তেজেৰে ৰাঙলি হ'ল ।

বাহুক,- পাবোঁতে নো মাগিছেহি তৃষিত চাতকে
অকালত সুশীলত স্নিগ্ধ বৰিষণ !
নেবাধিবাঁ, মন্ত্ৰীবৰ, আনা বেগেতায় ।
এখাৰি আশ্বাস বাণী,—কিবা মূল্য তাৰ ?
তাকো কি ভাৱিবা শেষে গণি কালাকাল ?

সুমন্ত্ৰ,- (মনে মনে)
আকাশী কৃপাৰ কণা গলে এনেকৈয়ে !
(স্ফুটাই)
যোৱাঁ দ্বাৰী বেগেতায় আনা আতুৰক,
জানাওক প্ৰাৰ্থনা তাৰ কল্পতৰু মূলে ।

দ্বাৰী,- প্ৰভুৰ আদেশ শিৰোধাৰ্য্য ।
(প্ৰস্থান ।)

বাহুক,- এটি পল ৰক্ষা হলে জ্বালা হৃদয়ৰ
কিমান চেঁচনি তাত, আৰাম কিমান !
হুঁঃ !

(নীৰৱ)

(আগে আগে দ্বাৰী পাচে পাচে কটাছিটা কাপোৰেৰে সদাগৰৰ প্ৰৱেশ । দ্বাৰীৰ ইঙ্গিতত সদাগৰে দণ্ডৱৎ কৰি কৰঁলে ধৰিলে,—)

সদাগৰ,- জীৱন্তে মৰিলোঁ মহাৰাজ ! হে ধৰ্ম্মাৱতাৰ ! হে মহাৰাজ ! ধৰ্ম্মাধিকৰণত মোৰ কোটি দণ্ডৱৎ । সন্তৰ পালন আৰু দুষ্টৰ দমন ৰাজধৰ্ম্মত মোৰ কোটি কোটি দণ্ডৱৎ ।

বাহুক,- স্থিৰ হোৱাঁ ! কোন তুমি ? কিবা প্ৰয়োজন ?

সদাগৰ,- স্থিৰ হম মহাৰাজ ? মোৰ জোখেৰে এজোখ একে ঠাইৰে স্বৰ্ণপাত ! অপাৰ মণি মুকুতা ! উস্, মোৰ নাও ভৰা সম্পত্তি ডকা দি কাঢ়ি নিছে, মোৰ হাৰে ছালে একে কৰি জনম-ঘুনীয়া কৰি দিছে ! আৰু স্থিৰ হ'ম, মহাৰাজ ? ইমান নিদাৰুণ প্ৰহাৰ, মহাৰাজ ! ইমান নিদাৰুণ ! মোক যে এককালীন বাটৰ মগনীয়া কৰিলে ! উস্ ! মোক মাৰি নেপেলালে কিয় ?

বাহুক,- আছা ৰাজ সীমপত, কি ভয় তোমাৰ ?
নিঃসঙ্কোচে কোৱাঁ খুলি কিবা নিবেদন ।

সদাগৰ,- দিন ডকাইত ! মহাৰাজ, দিন ডকাইত ! মোৰ জোখেৰে এজোখা সোণৰ পাত ! অ'ৰ এটুকুৰা ত'ৰ এটুকুৰা নহয়, একে ঠাইৰে, একে টোপোলাৰে সোণৰ পাত, মহাৰাজ ! সকলোবিলাক লৈ গ'ল । মোৰ কেঁচা সোণ ! মোৰ চকচকীয়া সোণ, মহাৰাজ !

বাহুক,- প্ৰতাপপুৰত মোৰ দস্যু-অত্যাচাৰ !!

সুমন্ত্ৰ,- কি যে এই অভিযোগ, নুবুজিলোঁ একো !

সদাগৰ,- মইয়ো একো বুজা নাই, মহাৰাজ ! মহাৰাজৰ অঙ্গীকাৰৰ কথা শুনি যেই ঘাটত নাও লগালোঁহি সেই প্ৰেতালোকৰ প্ৰেতাত্মাৰ দৰে কৰ কোনে মোক আগুৰি ধৰি মোৰ যথা সৰ্ব্বস্ব কাঢ়ি নিছে, মোক জীৱন্তে জুইত দিছে ! কাতৰ হৈ চিঞৰিলোঁ,—ইমান দিন যেয়ে মোৰ ছাঁৰ দৰে ঘূৰিছিল সেয়ে মোক এৰি থৈ গুচি গ'ল । মোৰ কোনো নাই, মহাৰাজ ! মোৰ কোনে নাই ! মনত আছে মই কাঞ্চিপুৰৰ সদাগৰৰ ! মনত আছে এই ৰাজ্যৰ প্ৰধান নগৰপালে মোক ইয়ালৈ মাতি আনিছল । মোক ৰক্ষা কৰক, মহাৰাজ !

বাহুক,- কাঞ্চিপুৰ ! কাঞ্চিপুৰ মিত্ৰৰাজ মোৰ ।
মিত্ৰ হ'ক, শত্ৰু হ'ক, নিৰীহ বণিক,
সৰ্ব্বস্ব হৰণ হয় ৰজা বৰ্ত্তমানে ।
শুনিলা নে মন্ত্ৰীবৰ ! ঘটনা অদ্ভুত ?
সচাঁয় কি অৰাজক প্ৰতাপনগৰ ?
কি কৰে নগৰপালে ? শ্যালকে কি কয় ?
(দ্বাৰীয়ে দণ্ডৱৎ কৰি জনায় ।)

দ্বাৰী,- মহাৰাজ ! শ্যালকে দুৱাৰতে অপেক্ষা কৰিছে ।

বাহুক,- মাতি আনা অতি শীঘ্ৰে,—বিলম্ব নসয় ।

(দ্বাৰী বাহিৰলৈ গৈ লগত শ্যালক আৰু শ্ৰীবৎসক লৈ আহে।)

সদাগৰ,- (দূৰতে শ্ৰীবৎসক দেখি ভয় কৰি বাহুকক কয়) মহাৰাজ ! মহাৰাজ ! মোক ক্ষমা কৰক। (ৰজাৰ পাচলৈ গৈ) ই জীৱন্ত নহয় মহাৰাজ ! সৌ পাচৰটো, সৌ পাচৰটো !

সুমন্ত্ৰ,- ভয় নাই, ৰাজদণ্ডে ৰাখিছে আবৰি।
কাৰ সাধ্য আচৰিব অনিষ্ট তোমাৰ ?
(শ্যালক আগলৈ আহি বাহুকক দণ্ডৱৎ কৰে
শ্ৰীবৎসই মুখটো হাওলাই দণ্ডৱৎ জনাই
অপৰাধীৰ দৰে থিয় হৈ থাকে।)

বাহুক,- (মনে মনে)
কিবা কয় সদাগৰে ?
দস্যু মোৰ নন্দিনীৰ স্বামী !!–
ছিগি যা, ভাগি যা হিয়া শিৰাগ্ৰন্থী খুলি,
লুপ্ত হ'ক সংজ্ঞা তোৰ চিৰদিনলৈ।
স্থিৰ হ, নতু আৰু কত খুন্দিয়াব।
(নীৰৱ)
শ্যালক !
জানা নে সম্ভেদ কিবা এই ৰহস্যৰ ?

ৰণজিৎ,- জানো, মহাৰাজ ! আজি এই বেলা ঘাটত ৰূপৰ নগৰেৰে নাও এখন লগা শুনি এখেতে বিশ্বাসবাদে নাৱৰ ওচৰ পালেগৈ। আমিও পাচতে লৰি গৈ দেখিলোঁ,–নাৱত উঠি সদাগৰৰ যেই এখেতে হাতখনত ধৰিলে সেই তেওঁ কঁপি কঁপি থিৰ দিলে। "তই নিগনি, তোক মাৰিলে কি হব যা" বুলি এখেতে তেওঁৰ হাতখন এৰি দিবলৈ হে পালে তেওঁ একে জাঁপে আহি বাম পালেহি। লগৰীয়া কেটাই ঝপাঝপ পানীত জাঁপ দিলে। দিয়েই গোটেইখন কোঢ়াল লগালে, "মাৰিলে ঔ, খালে ঔ, দিন ডকাইত ঔ !" চাৰিওফালৰ পৰা মানুহ চাপিলত সদাগৰ চিঞৰি বাখৰি নগৰৰ ফাললৈ লৰি আহিল। কটোৱালে পঠিয়াই তৎক্ষণাৎ লগুৱা কেউটাক ধৰোৱালোঁ। এওঁক ধৰিবলৈ অহা কটোৱালে কলেগৈ বোলে এওঁ মহাৰাজৰ ওচৰত গোচৰ দিছে। কেনে ভাবে কি গোচৰ দিছে মনে মনে আশঙ্কা হোৱাত এখেতক অনুনয় বিনয় কৰি মহাৰাজৰ ওচৰলৈ লৈ আহিছোঁ, নাওখন গোটাদিয়েক কটোৱালৰ হাতত থৈ আহিছোঁ।

বাহুক,- আচৰিত প্ৰতিবাদ ! কোৱাঁ কোন জনে
কৰিছিল বণিকক দাৰুণ প্ৰহাৰ ?

ৰণজিৎ,- মহাৰাজৰ শ্ৰীচৰণলৈ চাই কৈছোঁ এই চকুৰে তেওঁক কোনেও প্ৰহাৰ কৰা দেখা নাই। মাত্ৰ হাতত ধৰিছিল।

সদাগৰ,- হাতত ধৰিছিল ? হাতত ধৰিছিল ? নাই ছোৱা বুলিও কওকচোন। মাৰত হাৰ গুৰুলা-গুৰুল কৰিলে। মহাৰাজ ! মোৰ মাতিবৰ শক্তি নাইকিয়া কৰিলে ! নাই মৰা ? নেমাৰিলে মোৰ কাপোৰ-কাণিয়ে বেঁত মেলে ?

ৰণজিৎ,- ইমান মিছা কথা ! ইমান বিলাক প্ৰজাৰ সজাগ চকুৰ আগত ইমান ফাঁকি ! কাপোৰ-কাণি নিজে আঁজুৰি ফলা নাই নে ? এটাইবোৰ প্ৰজাই তোমাৰ কাণ্ড দেখি গিৰ্জনি মাৰি হঁহা নাই নে ?

সদাগৰ,- মই আগেয়ে কৈছোঁ, মহাৰাজ ! মোৰ হৈ মাতোঁতা কোন ওলাব ? সেই হে অনাথৰ নাথ ৰাজ-চৰণত শৰণ লৈছোঁ। এই বিদেশত মোৰ কোনো নাই, মহাৰাজ ! মোৰ কোনো নাই !

বাহুক,- (স্বগত)
একালে মায়াৰ টান, ধৰম !
নন্দিনী পাগলী হব ! বাকীয়ে বা কি ?
এনেয়ে কলঙ্ক ঘোৰ,–যিবা গ'ল গ'ল !
গৌৰৱৰ সিংহাসন, মৰ্য্যাদা বংশৰ,
তাকো কি ডুবাই দিম প্ৰাণৰ মায়াত ?
(প্ৰকাশ)
গ্ৰাহ্য হল অভিযোগ, শুনিম সকলো,
সময় সুবিধা দিলোঁ মাত্ৰ দুই পৰ ;
আজিৰ সভাত হব উচিত বিচাৰ।
দয়া নাই, মায়া নাই ন্যায় বিচাৰত
দস্যুৰ কঠোৰ শাস্তি, যন্ত্ৰণা দাৰুণ
নিবাৰক পাবে যদি ৰাজাৰে মুক্তিৰ।

সদাগৰ,- জয় হওক, মহাৰাজ ! জয় হওক !
শ্ৰীবৎস,- (মনে মনে)
অহহ !—
উচ্চ গিৰি চূড়া ক'ত ? ক'ত ৰসাতল ?
আপুনি বিধাতা সাজি সুউচ্চ আসন
কৰিছিলি অধিকাৰ কত গৰবেৰে !
বৰ অভিমান তোৰ ! নিন্দিলি কতনা
দোষীৰ মোলান স্থান ঘৃণনীয় বুলি !—
মিলি যা, মিলি যা, আজি ধূলিৰো ধূলিত ।
যাওক !—
নীৰৱে সহিম মই লাঞ্ছনা যিমান ।
তাৰো তো সীমান্ত আছে অনন্ত পথত ।
(নীৰৱ ।)
সুমন্ত্ৰ,- আছে নে প্ৰমাণ কিবা কাৰ স্বৰ্ণপাত ?
শ্ৰীবৎস,- কি দিব প্ৰমাণ আৰু কাৰ স্বৰ্ণপাত ?
অভিৰুচি হয় যদি ৰাজাধিৰাজৰ,
লব পাৰে বণিকৰ সামান্য প্ৰমাণ ।
একেখনি স্বৰ্ণপাত বাহিৰে দেখাত,
এপাততে দুটিপাত—প্ৰকৃতি পুৰুষ ;
পাৰেহে পৃথক যদি কৰিব বণিকে,
স্বৰ্ণপাত হব তাৰ, অপৰাধী মই ;
দোষৰ উচিত দণ্ড লম শিৰ পাতি ।
সদাগৰ,- (স্বগত) এপাততে দুটিপাত !!—
সুমন্ত্ৰ,- কিবা কোৱাঁ সদাগৰ ? পাৰিবা নে তুমি ?
সদাগৰ,- (স্বগত) কি জানি কিবা কিটিপ আছিলেই । ইমান লিৰিকা তো চকুত নপৰিল নে ? (প্ৰকাশ্যে) কিবা কলে মন্ত্ৰী ডাঙৰীয়াই ?
সুমন্ত্ৰ,- একেখিলি স্বৰ্ণপাত দুই খণ্ড কৰি,
পাৰা যদি কৰাঁ তেনে সন্দেহ ভঞ্জন ।
সদাগৰ,- স্বৰ্ণপাত পাত পাত কৰে সোণাৰিয়েহে আমি বেপাৰী, সদাগৰ । যেনে ইচ্ছা তেনে কৰিব পাৰে বুলিয়েই চমুচা সোণ সোণাৰিৰে হব নে ?
বাহুক,- দিহাদিহি যোৱাঁ তেনে নিজা কাম কাজে ।
সকলো মিলিম পুনু বিচাৰ সভাত ।

সদাগৰ,- ৰক্ষা কৰক, মহাৰাজ ! মই এওঁবিলাকৰ লগত গলে আৰু মোক গোচৰ দিবঁলৈ নথয় । চক, মহাৰাজ ! মোক একো কৰিব নোৱাৰি ৰঙা চকুকেটাই কেনেকৈ গাঁতৰ ভিতৰত পাক লব লাগিছে । মই মহাৰাজৰ পদধূলিৰ দৰে পাচে পাচে উৰি ফুৰিম, মোক নেৰিব মহাৰাজ !
বাহুক,- নিৰ্ভয়ে জিৰোৱাঁ তুমি ব্যাকুল বণিক !
সাধ্য কাৰ পৰশিব কেশাগ্ৰ তোমাৰ ?
(সকলোৱে দণ্ডৱৎ কৰি গুচি গ'ল । শ্ৰীবৎসই মূৰ দোঁৱালে । সদাগৰ অইন ফালে ভয়ে ভয়ে আঁতৰিল ।)
বাহুক,- (খোজ চলাই ভাবিবলৈ ধৰিলে ।)
সামান্য প্ৰমাণ সেয়ে মীমাংসাৰ শেষ !
অত উজু, অত তীক্ষ্ণ বুদ্ধি বিচাৰৰ !
অতনা স্বৰ্ণৰ পাত, অথচ কঙ্গাল,
কোন এই নৰৰত্ন, কলঙ্কিত জোন ?
নিৰ্ব্বাসিত মহেন্দ্ৰৰ দেহকান্তি প্ৰায়,
গলি যায় হিয়াখনি মু'খনি দেখিলে !
মৰ্থোতে জানোচা এই ৰহস্য জলধি,
পোৱা যায় জামাতাৰ কোনো পৰিচয় !
সপোন, সপোন সি যে আকাশৰ চান্দ !
যাওঁ, খন্তেক বিশ্ৰাম লই শ্ৰান্তি পলুৱাওঁ ।
যাম কলৈ ?—অন্তঃপুৰলই ?
শোকতপ্তা মহিষীৰ মলিন ছবিটি
আৰুও মলিন কৰোঁ এই বাতৰিৰে ;
হুমাবাৰে কান্দোঁ দুয়ো গলাগলি ধৰি ।
আৰু কি উপায় আছে মন্দভগীয়াৰ !
—ইয়ালৈকে তুলিছিলি তনয়া ৰতন ?
(দীঘল হুমুনিয়া কাঢ়ি গুচি গ'ল ।)

---

## চতুৰ্থ দৃশ্য

### নৈৰ গুপ্ত গড়াৰ ওপৰত

### আবেলি

(হাঁহি হাঁহি বিদূষকৰ প্ৰৱেশ ।)

বিদূষক,- জানিবা কোদো বাহত হৈ জুই দিলোঁ, গোটেইখন ৰ—ৰাবাৰ লাগিছে,—"ক'ত নগৰপাল, কেনি নগৰপাল ?"— সি যে নগৰপালে নগৰত পাল দেখুৱাই এইফাল পালেহি কোনে পাইছে তাৰ তাল । হওক বেছ এখন ধেমালিয়েই হৈ গল । এতিয়া আৰু ভয় নাই । সখিও সৌৱা আহিছেই । এই নিজানত দেখা দি ঠিককৈ লৈ যাওঁ । — নহয়, ধেমালিকে কৰোঁচোন, অলপ লুকায়ে থাকোঁ ।

(গছৰ আঁৰত লুকায় ।)

(শ্ৰীবৎসই হতাহেৰে নৈলৈ চাই চাই আহি কৰলৈ ধৰিলে,—)

শ্ৰীবৎস,- নোখোজা সুবৰ্ণৰাশি জ্বলি অযাচিতে,
জলকালি কিয় তই চেঁচা চকুজুৰি ?
পচাৰতে পাহৰালি সাধনাৰ পথ ।
উলটিলি স্বৰ্ণপাত, চিন্তা মোৰ কত ?
দিলোঁ ডুব জলধিত মাণিকৰ আশে,
হাতেৰে তুলিলোঁ ইকি কীট কালকূট,
দংশিছে মৰ্ম্মত সিযে স্মৃতি নিদাৰুণ !
—জানোচা সংশয় কৰি দুষ্ট সদাগৰে
লুকুৱালে চিন্তা মোৰ দুৰ্গম স্থানত !
দাঁতেৰে আঁজুৰি তাৰ হৃৎপিণ্ড খুলি
নললোঁ সন্ধান কিয় এই এতেপৰে ?
তেনে কি সমূলি মিছা লক্ষ্মীৰ আশ্বাস !
নেচালোঁ নিখুঁতে কিয় নাও বণিকৰ ?
চালোঁ, তেও চোৱা যেন নহ'ল নহ'ল !
ঘূৰিবাৰ চাওঁগে তন্ন তন্ন কৰি,
সোধোঁ প্ৰতি অনুটিত চিন্তাৰ সন্ধান ।

(যাব খোজে ।)

বিদূষক,-(আঁৰৰ পৰা) — সখি !—

শ্ৰীবৎস,-(চমকি) কোন ? কেনি মাতে ?
নিজমিল হিয়া যেন এৰাবি মাততে !

বিদূষক,- (ওলাই আহি) সেই ফটুৱা নোম নেগুৰ বৰ্জ্জিত বামুণ ডোখৰ এৰি থৈ আহিছিল নহয়, লুকাই সাৰিব কত ? এইয়া দেখোন ধৰিলোঁহি ।

(হাতত ধৰে ।)

শ্ৰীবৎস,-সখি ঐ !
আহিলা ইমান দূৰ কাক চাবলাই !
নাই আজি চিন্তা মোৰ প্ৰাণৰ চেঁচনি ।
কত দিন ৰাতি গল পল পল কৰি,
নেপালোঁ প্ৰাণৰ তেওঁ অকণি সন্ধান ।
আজিও নপচি আছে, ৰাখিছোঁ সজাটি,
কিজানি এদিনা আহি সোমায় পৰাণ,
কিজানি এৰাবি মাতে হিয়া শীতলায় !

বিদূষক,- আটাইবোৰ খবৰ পাইছোঁ, সখি ! আৰু কব নেলাগে । কি কৰিম দুদিনৰ আগা-পিচা । তাকো নহলহেতেন । আপোনাৰ পাচে পাচে কঞ্চুকী বুৰা ওলাই আহি হাবিৰ মাজ পাই আৰু লৰিব নোৱাৰা হ'ল । সেৱা শুশ্ৰূষা কৰিলোঁ হে হয় বুৰা আৰু নুঘূৰিল । ইষ্টদেৱতাৰ নাম লোৱাৰ আগলৈকে আপোনালোকৰ নামকে ললে ।—কি যে যাওঁ বুলি গুচি গ'ল !—

শ্ৰীবৎস,-কঞ্চুকী ঢুকাল ? সখি, কঞ্চুকী ঢুকাল ?
অহ !—

(মূৰে কপালে হাত দি বহি পৰিল ।)

হেৰুৱালোঁ পিতৃ মোৰ এই কঞ্চুকীত !
স্নেহৰ জ্বলন্ত মূৰ্ত্তি, প্ৰশান্ত, উজ্জ্বল !
কত আশা ভাৰসাৰে উদাৰ বুকুত
সততে সাৱটি ধৰি তুলিছিল মোক !

(নীৰব ।)

বিদূষক,- সজ আত্মা সজ ঠাইলৈ গুচি গ'ল । নিজ হাতে দেহাৰ অস্থিও গঙ্গাত লগাই থৈ আহিছোঁ । কাল হ'ল ! গুচি গ'ল ! তাত আমাৰ শোক কি ? উঠক । উঠক ।

(হাতত ধৰি তুলি দিয়ে ।)

শ্ৰীবৎস,-কেনেকৈ তাপৰে মন ! নাইতো সান্ত্বনা ।

সখি ঐ !
এৰিলে ৰাজ্যৰ সুখে, এৰিলে বিভৱে,
পুলকিল বন্ধু যত এটি এটিকৈ ;
শেহত হিয়াৰ সাৰ, প্ৰাণ-সঞ্জীৱনী
নিৰুদ্দেশ চিন্তা মোৰ আজি কত দিন !
অতল জলধি মাজে তুমি মাথোঁ মোৰ,
সখা মোৰ, বন্ধু মোৰ, দিয়াঁ আলিঙ্গন,
বলক শান্তিৰ বায়ু দগ্ধ হৃদয়ত ।
সখি ঐ
(আলিঙ্গন কৰে ।)
চকু আছে অন্ধ মই, অতি দীনহীন !
আৰু তো নোৱাৰো, সখি ! সহিম কিমান ?
শেষ লক্ষ্য চিন্তা মোৰ মিলাবহি কোনে ?
সপিলোঁ দুখনি হাত লোৱাঁ তুলি সখা
টানি নিয়াঁ, আছে যত সান্ত্বনা প্ৰাণৰ ।

বিদূষক,- বেছ, বেছ ! এই ডাল লাখুটি যেন জঁৱা । ধৰক ইয়াকে । (গা পাতি দিয়ে । শ্ৰীবৎসই কান্ধত হাত এখনি থয় । তাৰ পাচত এখোজ আগলৈ দি কৰ্বলে ধৰিলে,) সখিৰ হাতখন ইমান তপত ! ৰবচোন, চেঁচা পেলাব পৰা কিবা আছে নে চাওঁ ।
(এই বুলি গড়াহ দি নামি গ'ল ।)

শ্ৰীবৎস,- অতৰ্কিতে কত বল পালোঁ হৃদয়ত !
চিৰসখা বিশ্বাসৰ সাক্ষাৎ সুগ্ৰীৱ
ওলালেহি বৈদেহীৰ উদ্ধাৰ হেতু ।
কয় কোনে অলক্ষিতে প্ৰাণৰ মাজত,
"কি ভয়, কি ভয় তোৰ ? পালি চিন্তামণি ।"
(গড়াৰ তলৰ পৰা কুষ্ঠৰোগিনী চিন্তাক লৈ বিদূষক ওলালহি ।
অলপ ওলাইয়ে বিদূষকে কলে,)

বিদূষক,- কুৰু—ভা ! এইটি এইটি কোন ?

শ্ৰীবৎস,- (আবেগেৰে চাই)—ইকি !—

চিন্তা,- (বেগেৰে আহি আঠুকাঢ়ি দণ্ডবৎ কৰি কৰ্বলে ধৰিলে)—
আৰাধ্য দেৱতা মোৰ !—(উচুপি উচুপি কান্দে)

শ্ৰীবৎস,- (স্বগত)
আবেগৰ থোকাথুকি সেই কণ্ঠস্বৰ !
একে সেই গজ গতি, সেই একে ঠাচ্ !
অথচ নহয় যেন ! নহয়, নহয় !
ইকি তেনে !—
বিচ্ছেদ অশ্ৰুৰ ইকি মলিন পলস !—
অথবা বিৰহগ্ৰস্ত চন্দ্ৰমা নিস্তেজ !
সৰ্ব্বনাশ ! সৰ্ব্বনাশ !—আৰু ভয়ঙ্কৰ !
তেজে পূজে একাকাৰ বীভৎ্স ভীষণ !
উস্ !—
ভমকি ভমকি জ্বলে ভীষণ উত্তাপ ।
ফাটি যায় ব্ৰহ্মৰন্ধ্ৰ !—কি যে অন্ধকাৰ !
(প্ৰকাশ্যে)
কেনি গলা, সখি মোৰ ?—

বিদূষক,- কেনৈ ? ভয় লগিছে হব পায় ?—চাবাইচ্ মা-দৈ । চাবাইচ ! কাউৰী খেদাবলৈ বুলি মুখা পিন্ধি এতিয়া গিৰিহঁতকে খেদালে !!
(বাগৰি বাগৰি হাঁহে ।)

চিন্তা,- ধৰ্ম্মৰ ছলেৰে ছলি দুষ্ট সদাগৰে
আঁজুৰি আনিলে, নাথ, আঁজলী দাসীক ;
নুজুৰিল বলে মোৰ অবলা বাহুত ।
কতনা কাকূতি কৰি বিনালোঁ কিমান,
নীলিমাৰ দিনমণি শুনি সি বিননি
দয়া কৰি অধিনীক দিলে এই ৰোগ,
তাৰে হে ৰাখিলোঁ প্ৰাণ আশাৰো আশাত,
—অন্ত হল ব্ৰত মোৰ আজি অতদিনে ।

শ্ৰীবৎস,- (স্বগত)
ইকি !—
ছলনা, ছলনা নতু পৰীক্ষা বিষম !
ঢকা যেন ধৰ্ম্মাৰণ্য মায়াৰে ঘৃণাৰ !

বিদূষক,- মইও চিনিব নোৱাৰিছিলোঁ । এতিয়া আকৌ মাতেই ওলাইছে । মুখত পানী এটোপা দি কোনো মতে কে আৱাৰ মান সুধি হে উৰহী গছৰ ওৰটো লৈছোঁ । আজি ৰোলে আপোনাক এৰিবৰ পৰা জলগ্ৰহণকে কৰা নাই ।

শ্ৰীবৎস,- ইয়াকে কি চাবলাই আজি অতদিনে

অনাহাৰে উজাগৰে খুন্দিছিলি হিয়া ?
পিশাচ ! চা আজি । থিৰ চকু মেলি,
বিৰহ তাপত তোৰ কোমল কলিকা,
নন্দনৰ পাৰিজাত কেনে মলিয়ন !—
আহাঁ, আহাঁ প্ৰাণ মোৰ চিৰ জনমৰ,
সহিলা কিমান দুখ অভাগাৰ গুণে !
(হাত মেলি ধৰিব খোজে ।)

শ্ৰীচিন্তা,- (দুৰ্বলে আঁতৰি যায় ।)
পচি গল মাংস পিণ্ড দুৰ্গন্ধ পূজত,
গোন্ধাব দুখনি হাত নেলাগে নুছুব ।

শ্ৰীবৎস,-মাংসৰ জনম আছে, মাংসৰ মৰণ ;
অবিনাশী প্ৰাণ মোৰ, আহাঁ প্ৰাণ লই,
মিলি যক দুটি প্ৰাণ প্ৰাণৰ হুতাহে ।
(লৰি গৈ সাবটি ধৰে ।)

শনি,- (নেপথ্যত)
উস্ !—
নোৱাৰিলোঁ, নোৱাৰিলোঁ আৰু নোৱাঁৰিলোঁ ।
(তাৰ পাচত বেগায় বাহিলে ওলাই আহি কৰ্বলে ধৰিলে,—)

শনি,- জুৰিছিলোঁ ষড়যন্ত্ৰ অতি ভয়ঙ্কৰ,
প্ৰলয়ৰ বজ্ৰ হানি মিলন পথত,
মিলি অহা দুটি প্ৰাণ ছিন্ন ভিন্ন কৰি
খুজিছিলোঁ উটুৱাব অগ্নিৰ ধলত !
টানো এই সূত্ৰ তাৰ,—ঘূৰাল মস্তক,
কঁপিলে যতনা তৰা, লৰিল আসন,
কঁপি গ'ল মহাব্যোম ঘোৰ আতঙ্কত ।
সৰি গ'ল সূত্ৰ মোৰ, কঁপিছে শৰীৰ !
পৰাজিত দৈবশক্তি আজি অত দিনে ।
ক্ষমা কৰাঁ, দেবি, মোক, জ্বলিলোঁ জ্বলিলোঁ !
দীন দয়াময়ী তুমি, করুণাৰ ধাৰা,
শনি মই মৰুভূমি, নিৰ্দ্দয় নিষ্ঠুৰ,
নিদিবা নে দয়াবিন্দু দগ্ধ দেৱতাত ?
(সকলোৱে দণ্ডবৎ কৰে ।)

চিন্তা,- নমস্য দেৱতা নিজে এনে কথা কই
অপৰাধী কৰে কিয় ক্ষুদ্ৰ মানবক ?

শনি,- যিমানে উজ্বল তুমি নাৰী-শিৰোমণি,
জ্বলালো সিমানে মোৰ হৃদি তমোময় !—
বিশ্বদাহী হুতাশন যেনে জ্বলিছিল,
জ্বলাব নোৱাৰি দেহ জানকী সতীৰ ।
ভয়ঙ্কৰ জ্বালা ই যে ! ক্ষমা কৰাঁ, দেবি !
বোলোঁ, বোলোঁ দয়া কৰি ক্ষমিলোঁ তোমাক ।

চিন্তা,- জপি জপি ৰাতি দিন পালোঁহি যেতিয়া
সাধনাৰ ধন মোৰ ইষ্টৰ চৰণ,
পাহৰিলোঁ কিবা জ্বালা, কিবা পথশ্ৰম ।—

শনি,- যথেষ্ট, যথেষ্ট, হ'ল !—ইমান উদাৰ ।
লাজেৰে কিনিলোঁ আজি চেঁচনি প্ৰাণৰ ।
লোৱাঁ, লোৱাঁ—মহাৰাজ, সতী-শিৰোমণি,
জাহ্নবীৰ জলধাৰা, উচ্ছিষ্ট যজ্ঞৰ,
ধৰাৰ গৌৰব এই, নন্দনৰ ফুল
যতনেৰে ৰাখাঁ নিতে হৃদি নিকুঞ্জত ।
তোমাকো অশেষ দুখ দিলোঁ, মহাৰাজ ।
নকৰিবাঁ অসন্তোষ, শিক্ষা সাঙ্গ হল ;
লোতকেৰে ধোৱা ধৰা কৰাঁ উপভোগ ।
ধনঞ্জয় !
নিন্দা বা প্ৰশংসা কিবা তোমাৰ কাণত !
তুমিও চিকাৰ মোৰ, দেই গলা ফান্দ্ !
সুখে থাকাঁ চিৰদিন দিলোঁ আশীৰ্ব্বাদ ।

বিদূষক,- মোক দিয়াতকৈ দয়া কৰি এই হালিকে দিয়ক ।

শ্ৰীবৎস,-কৰিলোঁ অশেষ দোষ দেৱ চৰণত,
ক্ষমা যেন নিজগুণে নিকৃষ্টৰ দায় ।

শনি,- উজলে ক্ষমাৰ মূৰ্ত্তি চোৱাঁ সমীপত,
ক্ষমা শান্তি একাধাৰে এই ধৰণীৰ ;
আৰু কি থাকিব পাৰে অক্ষমা-আন্ধাৰ ?
জয় হওক, জয় হওক । যাওঁ এইবেলা,
মিলনৰ গন্ধ এই ধন্য ধৰণীৰ
উঠক অনন্ত কাল ভূমণ্ডল ভেদি ।
(বেগেৰে গুচি গ'ল ।)
(সকলোৱে প্ৰণাম কৰিলে ।)

বিদূষক,- মই এতিয়া কি কৰোঁ ? দুয়ো দুঁইৰো চকুঁলে

চাই থাকক মই হেপোৰ পিটি অলপ নাচনকে দিওঁ।
(হেপোৰ পিটি ঘূৰি ঘূৰি নাচে। হঠাৎ জুলা পোহৰ হয়।) ইয়ে।
পাক-ঘূৰণি খালোঁ নে কি ? পোহৰটো যেন অলপ
বেচি হ'ল। সূৰ্য্যও ইমান জ্বলে নে ?
(সকলোৱে আচৰিত হৈ সূৰ্য্যলৈ চায়।
চাওঁতে চাওঁতে সূৰ্য্য আহি ওলালহি
সকলোৱে সেৱা কৰে।)

সূৰ্য্য,- জয় হওক, জয় হওক শ্ৰীবৎস চিন্তাৰ।
দেৱতা বাঞ্ছিত ই যে স্বৰ্গতো বিৰল
গভীৰ প্ৰেমৰ দৃশ্য এনে বিতোপন
দেখা নাই কতদিন ধৰণী বুকুত।
অধিষ্ঠাতৃ-দেৱ মই সূৰ্য্য-মণ্ডলৰ,
চোৱাঁ, দেবি, মুখ তুলি মুগ্ধ অতিথিক।
উদ্‌যাপন হল ব্ৰত, পূৰিল কামনা ;
নকৰিলা স্নান তুমি ব্ৰতৰ অন্তত ?
যোৱাঁ, যোৱাঁ কৰা স্নান নদীৰ গৰ্ভত,
সুঁৱৰিবাঁ হৃদয়ত ইষ্টৰ চৰণ।

শ্ৰীবৎস,-যোৱাঁ, দেবি, পালাঁ শীঘ্ৰে দেৱৰ আদেশ।

বিদূষক,-এইয়া আমি অহাঁই দি যাওক হি।
(চিন্তা স্বামীক আৰু দেৱতাক প্ৰণাম কৰি গুচি গ'ল।
বিদূষকে বাট দেখুৱাই আহিল।)

সূৰ্য্য,- ৰমণীৰ চিন্তামণি আদৰ্শ সতীৰ !
সুকোমল লতাডালি অত তাৰ তেজ !
দেহাৰ সৌন্দৰ্য্য সধা লক্ষ্য মানবীৰ,
মাগি ললে কুষ্ঠ ৰোগ,—অতি আচৰিত !
পচি পচি খহি গল লাৱনি দেহাৰ
নহল আক্ষেপ তেওঁ নিদিলে ধিক্কাৰ ;
অকাতৰে সহিছিল স্বামীৰ কাৰণে !
ই হেন নাৰীৰ ৰত্ন দেখিছা নে তুমি ?
কত ভাগ্যে পালাঁ এই পুণ্য প্ৰেমধাৰা ;—
ধন্য হল পুনৰ্ব্বাৰ ধৰণী মণ্ডল।
জগতৰ জ্বলা চকু জলে চিৰকাল,
নেদেখিলোঁ কোনো দিন আশঙ্কাৰ লেশ,
নিঃসন্দেহে লোৱাঁ তুলি শূণ্য হিয়ালই
গম্ভীৰ বেদৰ বাণী, পুণ্য মন্দাকিনী,
শান্তিৰে সাৰ্থক হক মানবী জীৱন।
—বৈৰাগী, অথচ গৃহী, এই দ্বিজবৰ,
যেনে ৰজা, তেনে ৰাণী, তেনে সহচৰ !
এদিনা এনেকে নীল জলধি তীৰত
মিলিছিল সীতাদেবী ৰাৱণাৰি ৰামে,
সহচৰ সৌমিত্ৰেয় আনন্দে বিহ্বল।
নামিল স্বৰ্গৰ শান্তি, নামিল সুষমা,
ক্ষীণ দীপ্তি স্বৰ্গ ত্যজি নামি দেৱকুল
কলহংস মালা যেন মানস হ্ৰদৰ
শুনিছিল কি যে সেই মিলনৰ বীণ !—
সিদিনা কি মহাসুখ, আনন্দ মহান !
(এনেতে নেপথ্যত বিজুলীয়ে চিকমিকায়
আৰু সুন্দৰ সুৰ এটি বাজি উঠে।)
শুনা কেনে বাজি উঠে বিশ্বৰ সঙ্গীত !
খেলে কি যে দিব্য জ্যোতি ফুল্ল গগনত !
চোৱাঁ সউ, মহাৰাজ, আহে চিন্তাদেবী
সাঙ্গ কৰি ব্ৰত স্নান নদীৰ জলত।
হৰিছিলোঁ পুৰ্ব্বকান্তি গলিত কুষ্ঠেৰে,
অযাচিতে পুনৰ্ব্বাৰ দিলোঁহি ঘিৰাই।
হয় নে নহয় চিন্তা, চোৱাঁ প্ৰাণ ভৰি,
আহে কেনে লয়লাসে সুধীৰ গতিৰে,—
মন্দিৰৰ অভিমুখে দেৱবালা যেন !
কিমান স্বাৰ্থৰ ত্যাগ, চোৱাঁ মহাৰাজ !
নেচালেতো নিজা ছায়া নদী-দাপোনত।
(পৰ্ব্বৰ ৰূপেৰে চিন্তাই প্ৰৱেশ কৰি স্বামীক,
বিদূষকক আৰু সূৰ্য্যক কৰযোৰে প্ৰণাম কৰে।)
সুস্থা হলা ৰাণী তুমি, নাই আৰু ৰোগ।
ধৰাৰ সৌন্দৰ্য্য সাৰ অকলে নহয়,
স্বৰ্গৰো সৌন্দৰ্য্যে ৰচা বাহুক নন্দিনী
সাধিছিল দিনে ৰাতি চৰণত ধৰি ;
ৰুদ্ধ কৰি হৃদি দ্বাৰ তীব্ৰ সংযমেৰে
দুৰ্ল্লভ যিখনি স্থান ৰাখিছে আগুৰি
লোৱাঁ, লোৱাঁ সেই স্থান মহা আনন্দেৰে ;

পুণ্যেৰে ৰঞ্জিত হ'ক কীৰিতি তোমাৰ,
শান্তি সুখে পূৰ্ণ হ'ক ইহ পৰকাল !

শ্ৰীবৎস,- প্ৰকাশিলে দয়া কৰি, জগত-প্ৰকাশ !
অপাৰ করুণাৰাশি এই অধমত !
সাৰ্থক কৰিলে আজি জন্ম মানৱৰ !

চিন্তা,- দীনজন বন্ধু প্ৰভু দেৱ দিনমণি !
কোটী কোটী নমস্কাৰ ৰাতুল পদত ।

বিদূষক,- প্ৰভু, দাসেও শ্ৰীচৰণত কোটী কোটী নমস্কাৰ জনাইছে ।

সূৰ্য্য,- জয় হ'ক, জয় হ'ক ; থাকাঁ চিৰ সুখে ।
মেঘ মুক্ত হলা আজি ৰোহিণী চন্দ্ৰমা !
সাগৰৰ শীতলতা, অগ্নিৰ তেজেৰে,
সুউচ্চ পিতৃৰ দৰে, চন্দ্ৰ কিৰণেৰে
যত দিন জগতত জ্বলে গ্ৰহতৰা,
জ্বলি থাকাঁ ততদিন শান্তিৰ কোলাত !
ধন্য হ'ক, পুণ্য হ'ক কাহিনী তোমাৰ !
(প্ৰস্থান ।)

বিদূষক,- বেছ এটা বাজি কৰি গ'ল ।—এতিয়া মোৰ মা-দৈ ফট্ ফটকৈ জিলিকিল !

চিন্তা,- (লাজেৰে হাঁহি ।)

শ্ৰীবৎস,- (হাঁহি চিন্তাৰ কাষ চাপে ।)

(এনেতে নগৰপাল আহি প্ৰণাম কৰি জনায় ।)

নগৰপাল,- প্ৰভু, বিচাৰৰ পৰ হল বুলি শ্যালকে বাতৰি জনাইছে । দেঁউ ! আপোনাক অলপ আঁগেয়ে মাতিছে ।

বিদূষক,- কিবা খোৱাৰ দিহাপোহা নে কি ?

নগৰপাল,- একেবাৰেই বিচাৰ সভাঁলৈ নিৰ্বলৈ আদেশ হৈছে ।

বিদূষক,- বিচাৰ সভাঁলৈ ? বাৰু, বলা । একো কথা নাই । সখি, আহিলোঁ হে । ৰ'বা, ৰ'বা নগৰপাল ! এওঁ কোন চিনি পোৱা নে ?

নগৰপাল,- পাওঁ ।

বিদূষক,- মই এওঁক কি বুলি মাতিছোঁ মনত আছেনে ?

নগৰপাল,- সখি বুলি মাতিছে ।

বিদূষক,- বচ তেনে, বলা । তত লৰাঁ একা !
(দুয়ো গুচি গ'ল ।)

(শ্ৰীবৎসই চিন্তাৰ হাতত ধৰি কৰ্ষলৈ ধৰিলে,—)

শ্ৰীবৎস,- দূৰৰ নীলিমা কেনে প্ৰশান্ত শীতল,
ৰিবি ৰিবি বলে কি যে দিব্যগন্ধি বায়ু ;
মধুৰ ঝঙ্কাৰ যেন নিমাতী গীতিৰ
বই যায় বিশ্ব জুৰি ! শুনিছা নে, প্ৰাণ ?

(এনেতে শান্ত সুধীমল বেশে গম্ভীৰ
অচলা মূৰ্ত্তিৰে লক্ষ্মীৰ আবিৰ্ভাৱ ।)

শ্ৰীবৎস,- (আচৰিত হৈ)
অৰূপাৰ ৰূপ আজি, ইকি জ্যোতিৰ্ম্ময় !
জিলিকায় ভূমণ্ডল ফুলাম অঞ্চলে,
অনন্ত গৰিমাময়ী জীৱন্ত কৰুণা,
অন্নপূৰ্ণা মহামায়া, এই ৰূপৰাশি
অতদিনে কিয়, দেবি, ৰাখিলা লুকাই ?
দয়া কৰাঁ জগন্মাতা অনন্তৰূপিণী !
লোৱাঁ, লোৱাঁ সন্তানৰ দীন নমস্কাৰ ।

(শ্ৰীবৎস আৰু চিন্তাই কৰযোৰে প্ৰণাম কৰে ।)

লক্ষ্মী,- অন্ত হল, আৰু নাই কৰ্ম্মৰ বন্ধন ;
ব্যাকুল বিৰহ শেষ, শেষ বিধিনিৰ !
পাতিলোঁ প্ৰশান্ত কোলা ধৰণী বুকুত,
অশ্ৰুৰ স্নাতক দুটি সন্তপ্ত সন্তান
শান্তিৰ অমৃত পান কৰাঁ প্ৰাণ ভৰি ।
বলা বাছা দুয়োজন ৰাজপুৰলৈ ।
অতিকে কাতৰ মোৰ প্ৰত্যাপৰাজন,
ভয়ঙ্কৰ হুতাশনে দহিছে হৃদয়
প্ৰাণৰ জুৰণি দিওঁ শান্তি জল ঢালি ।

(আগে আগে লক্ষ্মীৰ পাচে পাচে
শ্ৰীবৎস-চিন্তাৰ প্ৰস্থান ।)

---

## পঞ্চম দৃশ্য

### প্ৰতাপপুৰৰ বিচাৰ সভা

### আবেলি

(বাহুক, সুমন্ত্ৰ, সাবল, সভাসদসকল নিজ নিজ স্থানত বহি আছে। দূৰত দ্বাৰী নগৰপাল আদি সতৰ্ক হৈ আছে।)

সুমন্ত্ৰ,- আৰু এটি আছে বাকী জটিল বিচাৰৰ।
অপুত্ৰক মৃত শ্ৰেষ্ঠী বিলোমা তীৰৰ।
অপাৰ সম্পত্তি তাৰ স্বত্ব নিৰুপণ!

বাহুক,- অপুত্ৰক বণিকৰ স্বত্ব নিৰূপণ!—
হোঁ,- !—যাওক!
সময় সাপেক্ষ সি যে সহজ নহয়?
স্থগিত থাকক আজি, কালিৰ সভাত
বিচাৰিম সুবিচাৰ মিলি মণ্ডলীৰে।
যদিহে প্ৰজাৰ নাই আৰু অভিযোগ,
আনা মাতি এই বেলা সেই সদাগৰ।

সুমন্ত্ৰ,- অদ্ভুত কাহিনী তাৰ ৰহস্য জটিল,
উমায় তলিত যেন ষড়যন্ত্ৰ ঘোৰ!
আহিছে শ্যালক নিজে কব সবিশেষ।
(ইঙ্গিত কৰে।)

(শ্যালক, বিদূষকে পিন্ধা নগৰপালৰ সাজ লৈ নগৰপাল, সাধাৰণ বেশে সাজ-হেৰোৱা নগৰপাল, মালিনী, সদাগৰ আৰু বিদূষকৰ প্ৰবেশ। বিদূষকত বাজে সকলোৱে দণ্ডৱৎ কৰে। বিদূষকে হাত দাঙি আশীৰ্বাদ দিয়ে।)

বিদূষক,- জয় হওক! জয় হওক! মহাৰাজৰ মনৰ ক্লেশ মেকুৰীৰ আগত নিগনিৰ দৰে পলাই পত্ৰং দিয়ক।

সাবল,- (অগ্ৰহেৰে চাই) অ' এই ডেখৰ! ঠিক, ঠিক্! সেইটোৱেই। মহাৰাজ, ইয়াৰ কথা নুশুনিব। ই মহা লাঠুৰা! ইয়াৰ মূৰৰ টিকনিৰে পৰা ফটুৱাই ফটা ভৰিলৈকে ডগাবাজ!

বিদূষক,- (নিজৰ টিকনি খেপিয়াই আৰু ভৰি চাই) ইমান ফুৰাতো ফাট নেমেলিল! (সাবলৰ ভৰিলৈ চাই) দোহাই, মহাৰাজ! এবাৰ নয়ন মেলি চাওক সৌ তেওঁৰ গাত হে ডগাবাজে উজানভাটী লগাইছে।

সাবল,- ই বামুণ নহয়, মহাৰাজ!

বিদূষক,- ভৰিয়ে বেঁত নেমেলিলে দেখি নে কি?

সাবল,- ই বামুণ নহয়, মহাৰাজ! এই কৰবাৰ ব্ৰহ্মঠগ! ইয়াক দেখিলেও গতি নাই।

বিদূষক,- মই বামুণ নহওঁ যদি মাতি নি মজিয়াৰ বৰ ভেটিত ঘিঁউয়ে মৌৱে দকচি খুৱাই আন নেলাগে চুৱাখনিও ধুৱলৈ নিদিছিলা কিয়, ঔ? কৈ দিম নে? মিতিৰ!—

সাবল,- কিহৰ মিতিৰ? মিতিৰ কিহৰ?

বিদূষক,- ৰাজদ্বাৰত মাত একেষাৰি নেপালে নো—

সুমন্ত্ৰ,- ক্ষান্ত হোৱাঁ।
সুথিৰে শুনিব দিয়াঁ শ্যালকে কি কয়।

ৰণজিৎ,- (আগবাঢ়ি দণ্ডৱৎ কৰি কৰযোৰে জনায়) মহাৰাজৰ ধৰ্ম্মাধিকৰণত দাস শ্যালকৰ নিবেদন,—গজপতি নগৰপালৰ হেৰোৱা পৰিচ্ছদ পিন্ধি এই ব্ৰাহ্মণে এই সদাগৰক নানাৰকম প্ৰবঞ্চনা দেখুৱাই ইয়ালৈ মাতি আনি আমাৰ নগৰপাল দেখি দূৰতে আঁতৰি নিৰুদ্দেশ হয়। নহয় নে, সদাগৰ?

সদাগৰ,- হয়, হয়। নহব কিয়? মহাৰাজে সোণৰ সলনি আধা ৰাজ্য দান দিব বুলি যি হে বুকু ফিন্দাই কৈছিল।

বিদূষক,- (সদাগৰক উদ্দেশি) অ' প্ৰধান বিষয়া পাতিব খুজি এইখন হে কৰিলে, মহাৰাজ!

ৰণজিৎ,- তাৰ পাচত মালিনীৰ ঘৰত হেৰোৱা পৰিচ্ছদ পাই বহুত অনুসন্ধানৰ মূৰত এই ব্ৰাহ্মণেই যে নিছিল তাৰ প্ৰমাণ পোৱা গল। নৈৰ পাৰত ৰাজজামাতা আৰু এগৰাকী মহিলাৰ লগত এওঁ কথা পাতি আছিল। তাৰপৰা মতাই আনি মহাৰাজৰ আগত উপস্থিত কৰাইছোঁহি। কি অভিপ্ৰায়ে, কৈলৈ সদাগৰক মাতি আনিলে কব নোৱাৰোঁ। স্বৰ্ণপাত যদি ৰাজজামাতাৰ বুলিয়েই প্ৰমাণ হয়, তেনে হয় এওঁ ৰাজজামাতাৰ অন্তৰঙ্গ বন্ধু, নহয় কিবা অসদ্ অভিপ্ৰায়ে বণিকক মাতি আনি তেওঁৰ স্বৰ্ণপাত আত্মসাৎ কৰিব খুজিছিল। মহাৰাজে বিচাৰ কৰি চোৱাৰ প্ৰাৰ্থনা।

বাহুক,- উপবীত ধাৰী বিপ্ৰ নমস্য আমাৰ,

কোৱাঁ কিয় স্পৰ্শিছিলা নীচ পৰিচ্ছদ ?
আনিলা বা বণিকক কিবা অভিপ্ৰায়ে ?
যদিহে যুক্তিৰে পাৰা, কৰাঁ প্ৰক্ষালন
পৰস্ব হৰণ পাপ, কলঙ্ক দাৰুণ !

বিদূষক,- দান গ্ৰহণকে যদি পৰস্ব হৰণ বোলে, তেনে তবাম্ ব্ৰহ্মণবোৰ পৰস্বহাৰী ! ফাও মাৰি যদি নগৰপালৰ পৰিচ্ছদ পালোঁৱেই, তেনে তাক নো পিন্ধি ফাও মাৰি নুফুৰিম কিয় ? সেই ফাওতে যদি ফাওমৰা বণিকক ফাওৰে ফাওৰে ৰজাই নেপাতিলোঁ তেনে ফাও নো মাৰিলোঁ কি ? — এইবোৰেই মোৰ যুক্তি ! অভিপ্ৰায় চভিপ্ৰায় কি সেইবোৰ থাওক অথন । যি কৰিলোঁ সি অৱশ্যে তিতা হলেও মহাৰাজৰ ঔষধ ! মহাৰাজ ! যদি এই ঔষধৰ গুণ পায় তেনে কথা বান্ধক, মহাৰাজে মোক দুটি বৰ দিব লাগিব । যদি হে নাপায় তেনে মোক যি ইচ্ছা তাকে কৰিব ।

সাবল,- কথা বান্ধে, কথা বান্ধে ! এইদৰে কথা বান্ধি বান্ধিয়ে মোক যি কৰিব লাগে কৰিলে । তাক বামুণ বুলি যদি শাস্তি দিবলৈ ভয় কৰে তেনে মোলৈ এৰি দিয়ক, মহাৰাজ ! মই ? মই নে তাক ? মই তাক আকটা নৰসিংহৰ ছাল কটিয়াই পেটৰ নাৰীভুৰু হোলোকা-হোলোকে উলিওৱাম, মোৰ ঘৰত দকচি খোৱাৰ মজা দিম ।

(এনেতে লক্ষ্মী, শ্ৰীবৎস আৰু চিন্তাই দূৰতে দেখা দিয়ে । সকলো আচৰিত হয় ।)

বিদূষক,- ছেঃ মাটি কৰিলে ! মাটি কৰিলে ! ঘপক্ কৰে ওলাই একেবাৰে খান্তাং কৰি পেলালে ।

(লক্ষ্মী আৰু শ্ৰীবৎস-চিন্তাক দেখি সকলোৱে আসন পৰিত্যাগ কৰিলে ।)

লক্ষ্মী,- জয় হ'ক প্ৰজাসহ প্ৰতাপৰাজৰ ।
মহাৰাজ !
ভাগ্য লক্ষ্মী মই এই প্ৰতাপপুৰৰ !
(সকলোৱে কৰযোৰে প্ৰণাম কৰে ।)
দেখি পুণ্য ভাগ্যোদয় আশ্ৰিত জনৰ
জগালোঁহি সশৰীৰে, চোৱাঁ চকু মেলি ।—
এই যে দেখিছা ৰজা প্ৰশান্ত, উদাৰ,
অমিত বিক্ৰম, যাৰ মহা প্ৰতাপত
সসাগৰা বসুন্ধৰা কঁপিলে এদিন,
জ্বলিল যশস্যা যাৰ দিগন্ত বিয়াপি,—
ভাৰতৰ গগনত তৰামালা যেনে ;—
গৰুড়ৰ নামে যেনে তীব্ৰ ভুজঙ্গম,
নত হয় অৰিদল নাম শুনি যাৰ,
পুৰুষৰ সিংহ সেই, ৰজাৰ মুকুট
মহাত্মা শ্ৰীবৎসৰাজ কুসুমপুৰৰ ।
সতীকুল শিৰোমণি, প্ৰিয় সহচৰী,—
কি দিম তুলনা,—ই যে অতুলন ফুল !
মহেন্দ্ৰৰ শচী যেনে সীতা শ্ৰীৰামৰ
সাধ্বী এই পতিব্ৰতা চিন্তা শ্ৰীবৎসৰ !

বাহুক,- (স্বগত)
শ্ৰীবৎসৰাজ কুসুমপুৰৰ !—

সদাগৰ,- (স্বগত) সেই মুখখনেই নহয় নে ? (কঁপে)— এইবোৰ কিহৰ কুৰঙ্গী !—উস্ ! ইমান তপত ! মই নিশ্চয় মৰিলোঁ । — ই মোৰ পৰকাল ! উস্ মোৰ মুৰটো ঘূৰাইছে !—
(মূৰত হাত দি বহে ।)

লক্ষ্মী,- শনিগ্ৰস্ত মহাৰাজ ৰাজ্য পৰিহৰি
অশেষ যাতনা ভুগি কঙ্গালৰ বেশে
ফুৰিছিল বনে হিয়া ভুকুৰাই !
কঁপিছে মস্তক তোৰ ? মূৰ্খ সদাগৰ !
তয়ে তো নিমিত্তে তাৰ, সহিবি কি সাহে ?

বাহুক,- বান্ধ বান্ধ শীঘ্ৰে বান্ধ এই পাপীঠক ।
(নগৰপালে সদাগৰক বান্ধিব খোজোঁতেই লক্ষ্মীয়ে ইঙ্গিতেৰে বাধা দিয়াত শ্ৰীবৎসই বান্ধিবলৈ হাক দিয়ে । নগৰপাল নিজ ঠাইলৈ গুচি গল ।)

সদাগৰ,- উস্ ! মোৰ আচগ্ৰাই লাগিছে । মোক টনাটনি নকৰিবাঁ । মোৰ আপোন মানুহবোৰ কলৈ গ'ল ?—
(হিয়া খুন্দে ।)

লক্ষ্মী,- অতিক্ৰান্ত বিধিনিৰ কৰুণ ৰাগিণী

মধুৰ জিৰণি সি যে, প্ৰাণ শীতলায় ।
আবেগে বীণাৰ সুৰ চিন্তা সীমন্তিনী,
কান্দি যাব পশুপক্ষী শুনি ৰই ৰই !
মুক্ত হ'ল গ্ৰহযোগ আজি এই বেলা,
মিলি গ'ল দুটি প্ৰাণ চিৰ হেপাহৰ ।
দিনমণি নামি নিজে তটিনী তীৰত
বৰষি আশীষ ধাৰা অজস্ৰ ধাৰেৰে
উটালে অৰিষ্ট ৰাশি ৰাজদম্পতীৰ ।
মিলনৰ পুণ্যতীৰ্থ প্ৰতাপনগৰ,
নামিল দেৱতা নিজে সেই তীৰ্থলই ।
ধন্য হ'ল, মহাৰাজ ! সাধনা তোমাৰ ।

বিদূষক,- আই ! এই ফটুৱা বামুণক পাই এওঁবিলাকে বহুৱা তুলিছে । পাৰে যদি একেষাৰি বোলক ।

লক্ষ্মী,- শ্ৰীবৎসৰ প্ৰিয়সখা বিপ্ৰ বিদূষক—

বিদূষক,- বচ, বচ। পালেঁগে। মিতিৰ কেনে পালোঁ ?

(আটাইবোৰে হাঁহি বিদূষকক চায় ।)

বাহুক,- মাতৃ !
কৰিছিলোঁ কিনো পুণ্য কোন জননমত,
দেখা পালোঁ অযাচিতে ৰাতুল চৰণ !
ধ্যানৰ ধাৰণা নাই, নাই ভক্তি লেশ,
দয়া কৰি দিলা আজি নিজে দৰিশন ।
(শ্ৰীবৎসক উদ্দেশি)
অশেষ মহিমান্বিত শ্ৰীবৎস ৰাজন্ !
নেজানি লগালোঁ দায় ভয় হৃদয়েৰে,
বয়োবৃদ্ধ বাহুকৰ যুক্তি আৰু কিবা ?
বুঢ়াৰ লৰালি বুলি নহব নে ক্ষমা ?

শ্ৰীবৎস,- ক্ষান্ত হ'ক, মহাৰাজ ! পিতৃতুল্য মোৰ !
যেনে কৰ্ম্ম তেনে ফল ভুঞ্জিলোঁ আপুনি !
মানব কাৰণ মাত্ৰ, বৃথা চেষ্টা তাৰ ।—
যিমানে কৰিব শ্ৰম মাখিটিৰ দৰে
সিমানে জোঁটিব নিজে কৰ্ম্মৰ জালত ।

বাহুক,- (চিন্তাক)
সতীৰ আদৰ্শ তুমি ৰমণী ৰতন,
ধন্য হ'ল ৰাজ্য আজি চৰণ ধূলাৰে ।

চিন্তা,- পিতৃতুল্য মহাৰাজ, পূজাৰ আস্পদ,
কিয় কয় তেনে কথা নিজা তনয়াক ?

বাহুক,- অতুল প্ৰতাপী বুলি ইমান নিষ্ঠুৰ ?
নিদি কিয় অতদিনে নিজা পৰিচয়,
দাৰুণ যন্ত্ৰণা এই দিলা অনৰ্থক ?
শ্যালক !
শোকত মূৰ্চ্ছিতা ৰাণী অন্তেসপুৰত,
যোৱাঁ শীঘ্ৰে তীৰবেগে দিয়াঁ ই সংবাদ,
আনন্দত মূৰ্চ্ছা যক তপ্ত লোতকেৰে !
সি যে মধুৰ মূৰ্চ্ছা !—যোৱাঁ শীঘ্ৰে যোৱাঁ,
নেপাহৰা যেন মোৰ দুখিনী ভদ্ৰাক ।
(শ্যালক বেগায় গুচি গ'ল ।)
(দূতে প্ৰবেশ কৰি দণ্ডৱৎ জনায় ।)

বাহুক,- কিবা বাৰ্ত্তা দূত ?

দূত,- মহাৰাজৰ গৌৰৱমণ্ডিত চৰণত দাসৰ নিবেদন,— সীমান্তৰ কোঠৰ পৰা তেজীঘোৰাৰে বাতৰি আহিছে বোলে কৰ্ণাট, গান্ধাৰ আৰু চেদিৰ মিলিত শক্তিয়ে যে প্ৰতাপপুৰ আক্ৰমণ কৰিব খুজিছিল, সি নহ'ল । সেনাপতি লৈয়ে পৰস্পৰৰ ভিতৰত ভয়ঙ্কৰ মনোবাদ হোৱাত তিনি শক্তি তিনি ফালে গুচি গ'ল । এতিয়া পৰস্পৰৰ ভিতৰত তুমুল সংগ্ৰাম ঘটাৰ অনেক লক্ষণে দেখা দিছে

বাহুক,- শুনা, মন্ত্ৰী ! কেনে এই সুখৰ বাতৰি !—

সুমন্ত্ৰ,- নাই আৰু ভয়, প্ৰভু, ডাঠ হ'ল হিয়া ।
জাগে যদি জম্বুদ্বীপ জিনিম হেলায় ।

দূত,- দুৱাৰত কুসুমপুৰৰ দূত এগৰাকীও বৈ আছেহি ।

বাহুক,- কুসুমপুৰৰ দূত ? আনা শীঘ্ৰে মাতি ।
(দূতৰ প্ৰস্থান ।)
(কুসুমপুৰীয়া দূতে সকলোকে দণ্ডৱৎ কৰি শ্ৰীবৎসৰ কাষ চাপি ৰজা ৰাণী উভয়কে সুকীয়াকৈ দণ্ডৱৎ কৰি কৰ্যলে ধৰিলে,)

কুসুমপুৰীয়া,- মোৰ কি ভাগ্য ! কি ভাগ্য ! মহাৰাজ ! দাস কুসুমপুৰৰ ! অৱশ্যে চিনিছে ।

শ্ৰীবৎস,- দূত !
কুশলে আছে নে প্ৰজা কুসুমপুৰৰ ?

কুসুমপুৰীয়া,- আৰু কি, মহাৰাজ, কুসুমপুৰত কুশল হব ? যিদিনাই সকলো কুশলৰ নিধান মহাৰাজ আৰু মহাৰাণীক হেৰুৱালে সেইদিন ধৰি কুসুমপুৰে চিৰশান্তিক বিসৰ্জ্জন দিলে। ঘৰে ঘৰে প্ৰচুৰ পৰিমাণে খাদ্য, ঘৰে ঘৰে সুন্দৰ স্বাস্থ্য, ঘৰে ঘৰে শাৰদীয় পূৰ্ণিমাৰ স্নিগ্ধ জিলিকনি, অথচ সি যেন বিধবাৰ মুখৰ দৰে ম্লান, নীৰস, জ্যোতিহীন ! নাট্য মন্দিৰ, মদনমন্দিৰত প্ৰাণ নাই। তাৰ সুললিত যন্ত্ৰী বিলাক নীৰব ! যেন এক মহা হাহাকাৰ মন্দিৰৰ মাজেদি বৈ গ'ল। ৰাতি দিন প্ৰজাকুল কান্দি কান্দি বিয়াকুল হৈছে,— যেন হৃদয়ৰ ভিতৰত কিবা এটি নাই। ৰাজ প্ৰতিনিধিয়ে অত চেষ্টা কৰিও প্ৰজাৰ এই নাটনি পূৰাব পৰা নাই। শেহত উপায়ন্তৰ নেদেখি দেশে বিদেশে মহাৰাজৰ সন্ধান লবলৈ দলে দলে দূত পঠিয়াইছে। মোৰ কি ভাগ্য ! আজি অতদিনৰ মূৰত মহাৰাজ আৰু মহাৰাণীৰ শ্ৰীচৰণ দৰ্শন পালোঁহি।

শ্ৰীবৎস,- মুকলি মুৰেৰে ফুৰি আজি কত কাল,
ৰাজ্যৰ বন্ধন পুনু কেনে যেন লাগে !

লক্ষ্মী,- সি কি কথা, মহাৰাজ !
তুষ্ট হলে বহু প্ৰাণ এটিৰ কষ্টত.
নকৰিবা কষ্ট কিয় অম্লান মুখেৰে ?

বাহুক,- যোৱাঁ তুমি, দূতবৰ ! কৰাগে বিশ্ৰাম।
ফিৰিলে দেহাৰ বল ফিৰিবা আপুনি,
দিবা বাৰ্ত্তা অতি শীঘ্ৰে কুসুমপুৰত,
আহিল হেৰোৱা শান্তি, নাই কোনো ভয়।
অহ !—
অযোধ্যা আবেগেৰে আছে চাগে ৰই !

দূত,- ক্ষমা কৰিব, মহাৰাজ ! বিশ্ৰাম কি ? মহাৰাজৰ ৰাজ্যত সাক্ষাৎ অমৃত সঞ্জীৱনী পান কৰিলোঁহি। আৰু খন্তেকো বিলম্ব কৰিব নোৱাৰোঁ, যাওঁ ! মহাৰাজ ইয়াত আছে এই বাতৰি পোৱা মাত্ৰকে বাৰিষাৰ নদীৰ দৰে চকুৰ পানীৰে পথ তিয়াই দলে দলে সকলো সন্তান আহি আগুৰি ধৰিবহি। কাৰ শক্তি সেই পবিত্ৰ প্ৰেম প্ৰবাহক বাধা দিয়ে ? আহিলোঁ, মহাৰাজ ! দাসৰ দণ্ডৱৎ গ্ৰহণ কৰক।

(দণ্ডৱৎ কৰি গুচি গ'ল।)

(অহল কালৰ পৰা শ্যালকৰ প্ৰৱেশ।)

ৰণজিৎ,- মহাৰাজ ! দাসৰ নিবেদন,—ৰাজকুমাৰীয়ে সখীসকলৰ সৈতে বিচাৰ সভালৈ আহিবলৈ অনুমতি খুজিছে।

বাহুক,- পুণ্যতীৰ্থ আজি এই বিচাৰ মন্দিৰৰ !
বাধা নাই, বিঘ্ন নাই, মুকলি দুৱাৰ !
মাতি আনা কুমাৰীক যোৱাঁ বেগেতায়।

(শ্যালক গৈ থালত দুখাৰ দীঘল মালা লৈ অহা সখীসকলক আৰু ভদ্ৰাক আগবঢ়াই আনে।)

বাহুক,- আহাঁ, মোৰ আই !
ৰাজ্য লক্ষ্মী দেবী এই দীন দয়াময়ী,
নমস্কাৰ কৰাঁ, বাছা, সভক্তি অন্তৰে।

ভদ্ৰা,- (মালা এধাৰি দি সখীসকলৰ সৈতে নমস্কাৰ কৰে।)

লক্ষ্মী,- (মালা পিন্ধি।)
অচিৰে পূৰক, বাছা, কামনা তোমাৰ।

বাহুক,- (শ্ৰীবৎসক দেখুৱাই)
এইয়া চিনিছা কোন,—নকলা, নকওঁ।
এদিন যাচিলা মালা, খিনালোঁ আপুনি,
আজি যদি লয় মালা নিজে নিখিণাই
সাৰ্থক মৰ্য্যাদা মোৰ, গৌৰব সাৰ্থক !
দেৱতাৰ স্বপ্নাদেশ হব নে বিফল ?
জয় জয় দেব দেব ধূৰ্জটি ভৈৰব !
(চিন্তাক দেখুৱাই)
সতীকুল শিৰোমণি সমীপত এই,
সাক্ষাৎ জানকী এই চানেকি তোমাৰ।
ভক্তিভাৱে চৰণত কৰাঁ নমস্কাৰ।

ভদ্ৰা,- (মালা দি নমস্কাৰ কৰিব খোজে।)

চিন্তা,- (হাতত ধৰি)
কাঁলৈ আনিছা মালা প্ৰাণৰ ভনীটি ?

ভদ্ৰা,- আৰু কোন আছে এই দীন দুখিনীৰ ?
মিলাম যতনে আজি কুসুমমালাৰে
জিলিকা যুগল ছবি কুসুমপুৰৰ !—

ধৰণীত নন্দনৰ দৃশ্য মনোৰম !
(লাজত তলমূৰ কৰে।)

লক্ষ্মী,- আই ঐ, লাজুকী লতা কুঁচিমুচি গ'ল !
দিয়াঁ, বাছা, মালাধাৰি দেখিছোঁ চিকোণ ;
মধুৰ গম্ভীৰ দুয়ো সুন্দৰ মালাৰে
মিলি যক মাধুৰ্য্যত গাম্ভীৰ্য্য সুন্দৰ !
(ভদ্ৰাই শ্ৰীবৎস-চিন্তাক মালা পিন্ধায়।)
(দূৰৰ পৰা চাৱৰ মনেৰে অলপ আঁতৰি আহিৰ খোজে।)

চিন্তা,- (ভদ্ৰাৰ হাতত ধৰি)
নেযাবাঁ নেযাবাঁ ফিৰি চিকোণ জুৰিটি।
আছে স্থান তোমালৈই এই জলধিত।
পতি মোৰ কল্পতৰু হ'ব গঙ্গাধৰ,
সেৱকিনী দুয়ো ভনী সেবিম যতনে।
(মালাধাৰৰ ভিতৰত সুমাই লৈ শ্ৰীবৎসৰ হাতত সঁপি দিয়ে।)

লক্ষ্মী,- পৰিলা, পৰিলা ধৰা। পলাবা কলৈ ?
জয় হ'ক, জয় হ'ক,—অপূৰ্ব্ব মিলন !
(লক্ষ্মী হাঁহি হাঁহি ধীৰ গম্ভীৰ ভাবে ভিতৰলৈ গ'ল।)
(লক্ষ্মীক উদ্দেশি সকলোৱে প্ৰণাম কৰে।)

বিদূষক,- জয় জয় চিন্তাদেবীৰ জয়।

সকলোৱে,- জয় জয় চিন্তাদেবীৰ জয়।
(সখীবিলাকে উৰুলি দিবলৈ ধৰিলে।
ৰাজ অন্তঃপুৰত উৰুলিৰ ৰোল উঠে।)

বাহুক,- সোণাময় ৰাজ্য মোৰ দিলোঁ যৌতুকত !
এই এক নিমিষতে কৰ্ত্তব্যৰ শেষ !
হাঁহি হাঁহি যাম মই পৰকাললৈ !
এয়ে মোৰ স্বৰ্গসুখ, শান্তিৰ নিজৰা !
মহাৰাজ ! আলসুৱা ফুলৰ পুলিটি
হৃদয়ৰ ৰক্ত ঢালি তুলিলোঁ তালিলোঁ !
আই অ' !—ভদ্ৰা মোৰ !—
(চকু পানী টোকে।)

বিদূষক,- (হাত চাপৰি মাৰি) বহ্, বহ্ !— কেনে, মহাৰাজ ? —এতিয়া আৰু বেজাৰ কৰিব নেলাগে। মোৰ ঔষধ ফালিল। সি কথাই কথা নহয়। মোক বৰ লাগে। বৰ দিয়ক। পোন প্ৰথমেই মোক মহাৰাজে বৃত্তি এটা দিব লাগে। দিয়ে নে নিদিয়ে কওক।

বাহুক,- বৃত্তি কিয় ? কি কৰিবা ? ৰজাৰ ভাণ্ডাৰ
বল খোলা তোমালৈই ভুঞ্জা চিৰকাল।

বিদূষক,- নহয়, মহাৰাজ ! সেইদৰে হলে মোৰ মিতিৰৰ চকু পুৰি পুৰি সি গাঁতৰ ভিতৰত গলি যাব। মোক এটা ভালুক দিয়ক তাকে নচুৱাই দেশে বিদেশে এই মহামিলনৰ গন্ধ দি ফৰোঁ, লগে লগে নিজৰ চাউল কঠাও মুকলি কৰোঁ। আপোনাৰ ৰাজ্যত ঢেৰ ভালুক আছে, তাৰে এটা লৈ যাওঁ, অনুমতি কৰক।

বাহুক,- (হাঁহি)
সহস্ৰ ভালুক নিয়া,—কৃতাৰ্থ মানিম।

বিদূষক,- বহ্ তেনে ! (সদাগৰৰ পিঠিত ঢকা মাৰি) এই বুঢ়া ভালুক ! আহাঁ মোৰ মন্তৰাম। আহাঁ মোৰ মহাৰাজ ! মই যেতিয়াই "নাচ, ভালুক, নাচ" বুলি কম তেতিয়াই তুমি এইদৰে নাচিবা দেই। (নাচি দেখুৱায়।) জয় জয়তে মিলন মন্দিৰতে এনাচন দিয়াঁচোন। দহ ভকতে চাওক। "নাচ, ভালুক, নাচ"।
(সদাগৰে মূৰে কপালে হাত দি তলমূৰ কৰে।)

বাহুক,- ইমান পাষণ্ড ইযে ভণ্ড সদাগৰ !

শ্ৰীবৎস,- দোষ চাই দণ্ড যদি হয় বেচেৰিৰ,
সঙ্কীৰ্ণ শৰীৰ তাৰ শাস্তি নধৰিব !

বিদূষক,- অ' এওঁ মুঠে পেট হে দেখুৱায়, নেনাচে। ৰাজদৰবাৰত লাজ লাগে যদি বনৰ ভালুক বনতে নাচগৈ যা। দুই ৰজাৰ নামত তোক মুক্তি দিলোঁ। —যা। নেযাব কিয় ?

সদাগৰ,- (কঁপি কঁপি) কলৈ যাম ?—খন্তেক দয়া কৰক, মোৰ স্বৰ্গৰ দেৱতা ! আপোনাৰ পদধূলিত এখনি উজ্জ্বল লোক লুকাই আছে। (গোট গাত পদধূলি সানি ললে) লক্ষপতি সদাগৰ আজি মৰিল ! তাৰ যত সম্পত্তি, যত ঐশ্বৰ্য্য এই দুখনি চৰণত অৰ্পণ কৰিলোঁ। সাক্ষী আজি চন্দ্ৰ সূৰ্য্য ! সাক্ষী এই মহাৰাজ !

বিদূষক,- তোৰ সম্পত্তি দীন দৰিদ্ৰক বিলাই দে।

সদাগৰ,- (বিদূষকৰ ভৰিত ধৰি) মোৰ গতি কি হব, দেউ ? মোৰ গতি কি হব ? এই দানবী হিয়া ভাজি-

ছিঙ্গি পেলালে ভগৱানৰ ৰুদ্ধ দুৱাৰত কৃপাৰ কণিকা এটি নেপাম নে ? মই ইহকাল খালোঁ !—মই পৰকাল খালোঁ ! মোৰ হিয়াৰ গাঁঠিৰ মাজে মাজে একুৰা ভয়ঙ্কৰ জুই জ্বলি শৰীৰ পুৰি নিছে। (চিন্তালৈ চাই) হে মাতৃ ! হে দেবি ! এটি নৰকৰ কীটত আপোনাৰ যে ক্ৰোধ নুশুৱায়। দয়া কৰক। কওক, মোৰ গতি কি হব ?

চিন্তা,- মাতে যেয়ে পিতা বুলি দীনতাৰণক
সাদৰে সাৱটি লয়, মাতাঁ প্ৰাণ খুলি।

বিদূষক,- যা। এবাৰ প্ৰাণ খুলি "হে ভগৱান" বুলি মাত। তোক নিশ্চয় দয়া কৰিব। এই বিৰাট বিশ্বক তই কি ফাঁকি দিবি ?—

সদাগৰ,- হে ভগৱান ! হে ভগৱান !

(সকলোকে দণ্ডৱৎ কৰি আকুল ভাৱে ভগৱানৰ নাম লৈ সদাগৰ গুচি গ'ল।)

বিদূষক,- আৰু ইটি বৰ, মহাৰাজ ? — ইটি বৰো নেবোঁ। মহাৰাজে যেন পৰিচ্ছদ দিয়াৰ বাবে মালিনীৰ আৰু নগৰপালৰ অপৰাধ মৰ্ষণ কৰে।

বাহুক,- আৰু কি নমৰ্ষি পাৰি এই দৃশ্য দেখি ? বিদূষক

বিদূষক,- অ' কন্যাদানৰ অৱিহণা থাকিল। মহাৰাজ, এই মিতিৰক মোক দান দিয়ক।

সাবল,- (আচৰিত হৈ ভয়ে ভয়ে) কি কৰিলে, মহাৰাজ ? কি কৰিলে ? একেবাৰে মুখৰ কথাতে ইমান দিনৰ বন্ধুত্ব দান কৰি পেলালে। এ্যাঁ ? মই কেনেবা পাইছোঁ ! মোক এওঁ কিবাহে কৰিবঁগে ! মহাৰাজ ! সখি ! মৌলৈ আপোনাৰ এধানো মৰম নাই নে ?

বিদূষক,- ভয় নেখাবাঁ, মিতিৰ ! নেখাওঁ। খুলশাস্ত্ৰী ছোৱালী এটি আছে তেওঁৰে সাজুৰি এৰি দিম। কেনে পালা ?

সাবল,- (সেমেনাসেমেনি কৰে।)

বিদূষক,- তাৰ পাচত দুইটি শালপতিয়ে (সাবলৰ কঁকালত ধৰি) এইদৰে জোঁটাশালী মাৰি নাচনৰ কোবত গোটেইখন পৃথিবী ধূলিয়ৰি কৰি দিম। (সখীসকলক কয়) ভেলেঙ্গা লাগি চাই থাকিব নেলাগে, মোৰ আইহঁত ! এই মহামিলনৰ সুৰত তোমালোকৰ ভগা ঢোল যেন সুৰকেটাও মিলাই দিয়াঁ। গোটেই বিশ্ব ৰজন্‌জনাই যাওক।

সখী সকল,- গীত।

শুনা কিনো বাজে মোহন মুৰলী !
নবীন সঙ্গীত উচলি উঠিছে, নিমাতে নন্দনে
ৰিণি ৰিণি শুনে ॥
উৰে হিয়া জুৰি অমিয় মলয়া,
আকুল আবেগে ৰিবি ৰিবি দোলে ;
প্ৰিয় পৰিশনে প্ৰেম আলিঙ্গনে
কনকলতিকা লাজে মানে খেলে ॥
কেনে চঞ্চলা তটিনী, শাৰদ যামিনী
জোনে জিলিমিলি জিলিমিলি
কিৰণ ঢালে ;
নাচে তালে তালে মিলন মাধুৰী,—
আজি মিলিলে মিলিলে,
কেনে মণি কাঞ্চনে মিলিলে মিলিলে।

---

**যৱনিকা পতন**

**ওঁ মধু, ওঁ মধু, ওঁ মধু !**

---

# বিশ্বামিত্র

*ন যোনির্নাপি সংস্কারো ন শ্রুতির্ন চ সন্ততিঃ।*
*কারণানি দ্বিজত্বস্য বৃত্তমেব তু কারণম্ ॥*

—শ্রীব্রাহ্মে
(ত্রয়োবিংশতিধিক দ্বিশততমোঃধ্যায়)

# চিনাকি

| | | |
|---|---|---|
| বিশ্বৰথ | .................. | গাধিৰাজ্যৰ ৰজা পাচলৈ বিশ্বামিত্ৰ |
| সুৰথ | .................. | গাধিৰাজ্যৰ পাৰ্শ্বচৰ আৰু সাৰথি |
| বলবৰ্ম্মা | .................. | অনুচৰ |
| বাস্কল | .................. | ঐ প্ৰিয় বিদূষক |
| বসিষ্ঠ* | .................. | ব্ৰহ্মৰ্ষি |
| দেৱব্ৰত | .................. | ব্ৰহ্মৰ্ষি শিষ্য |
| মেধীতিথি | .................. | ব্ৰহ্মৰ্ষি শিষ্য |
| সত্যব্ৰত | .................. | ৰাজকুমাৰ (ত্ৰিশঙ্কু) |
| পাৰ্ব্বন, বিতাণ্ড, দণ্ডিল, বঙ্কুল } | .................. | ব্ৰাহ্মণবৰ্গ |
| লটকু, বুধু, চেৰেপা } | .................. | চণ্ডাল বৰ্গ |
| কল্মাষপাদ | .................. | অযোধ্যাৰ ৰজা |
| নাগদত্ত | .................. | অযোধ্যাৰ সহচৰ |
| উতঙ্ক, উদ্দালক } | .................. | ব্ৰাহ্মণদ্বয় |
| হৰিশ্চন্দ্ৰ | .................. | সত্যব্ৰতৰ পুত্ৰ। অযোধ্যাৰ ৰজা |
| শৈব্যা | .................. | হৰিশ্চন্দ্ৰৰ স্ত্ৰী। |
| ৰোহিতাশ্ব | .................. | হৰিশ্চন্দ্ৰৰ পুত্ৰ |
| হাৰিয়া | .................. | চণ্ডাল |
| শম্ভুদত্ত, তঁথে, সুধামা } | .................. | ব্ৰাহ্মণ |
| শক্তি | .................. | বসিষ্ঠৰ জ্যেষ্ঠপুত্ৰ |
| শুনঃশেফ, পুৰোহিত, কঞ্চুকী, বেত্ৰৱতী ইত্যাদি | | |
| বলাকী, অপৰাজিত } | .................. | হৰিশ্চন্দ্ৰৰ প্ৰিয় সহচৰ |
| অৰুন্ধতী | .................. | বসিষ্ঠৰ পত্নী |
| শালৱতী | .................. | বিশ্বামিত্ৰৰ পত্নী |
| সুৰভি | .................. | বসিষ্ঠৰ পালিতা কন্যা |
| পাঁঝে | .................. | চণ্ডাল কন্যা |
| তাপসী | .................. | তপস্যাৰ অধিষ্ঠাত্ৰী দেৱতা |
| বনদেৱী | .................. | বনৰ অধিষ্ঠাত্ৰী দেৱতা |

---

* ব্ৰহ্মৰ্ষিৰ নামটি বশিষ্ঠ নিলিখি ইন্দ্ৰেশ্বৰ বৰঠাকুৰে লিখি যোৱা মতে বসিষ্ঠ বুলিয়েই ইয়াত লিখিলোঁ।

# প্ৰস্তাৱনা

(ৰঙ্গবালিকাই কৰযোৰে মঙ্গলাচৰণৰ গীত গায়।)

গীত।

ধীৰে অধীৰ-সমীৰে মানস-সৰস-নীৰে হৰশিৰশশীকৰে
লহু লহু দোলে।
কিন্নৰ কলকণ্ঠে মুখৰিতগীতগন্ধে যৈছে নাটছন্দে মধু মধু বোলে।
তাণ্ডব-ভৈৰোঁ-ভাসে ভীৰু ভৈৰবী লাস্যে (দুহু) বিলোকন চাৰুহাস্যে
জগজন ভোলে।
ৰঙ্গনাথ ৰসলীলা পূত চৰিত শীলা (আজু) নাদতু-নভ-নীলা
চিৰজয় ৰোলে।

---

এনেতে সূত্ৰধাৰ আহি কলেহি

সূত্ৰধাৰ, - ৰঙনাথৰ মহিমা—সচাঁ কৈছা আইদেউ, —নহলে আমি কি এনে পুণ্য সাধি আহিছোঁ যে এই সভামণ্ডপ এনে হেন সুধীমণ্ডলীৰে জিলিকি পৰিব।

ৰঙ্গবালিকা, - দুখীয়াৰ দুৱাৰত ৰাজ অতিথি দেখি যে মোৰ হিয়াখনি কঁপিব লাগিছে। মই কি দি অতিথিৰ মান ৰাখোঁ ?

সূত্ৰধাৰ, - তোমাৰ নিছলা পঁজাত যি আছে তাৰেই মান ধৰাঁ।

ৰঙ্গবালিকা, -দীনদৰিদ্ৰ ইন্দ্ৰৰ বিশ্বামিত্ৰ নামৰ নাটক এখনি আছে। সি যে দ্ৰোণফুলৰ দৰে গন্ধহীন-অতি সাধাৰণ। তাৰে জানোচা —।

সূত্ৰধাৰ, - ভয় নাই, ভয় নাই, আইদেউ ! ৰঙনাথ মহাদেৱৰ চৰণত দিয়া সেই দ্ৰোণফুল— তাক নিৰ্ম্মালি বুলি সকলোৱে লব। মানৰ শৰাইত আগবঢ়াই দিয়া। এটি গীতেৰে— নহয়, নেলাগে। চোৱাঁ, চোৱাঁ, আইদেউ সৌৱা কুশকুল প্ৰদীপ গাধিনন্দন বিশ্বৰথে বজ্ৰমুঠিত বিজুলীৰ দৰে তৰোৱাল লৈ হাবিৰ বন ডালি ডালি কৰি কি বিচাৰিছে ! তেওঁক লক্ষ্য ভ্ৰষ্ট নকৰিবা।

(দুইও চাই চাই দুকাষে আঁতৰি গ'ল।)

---

# প্ৰথম অঙ্ক

## প্ৰথম দৃশ্য

বসিষ্ঠৰ তপোবনৰ দাঁতিৰ অৰণ্য। মাজে মাজে দুই এজোপা গছৰ বাকলি অলপ এৰোৱা। ৰক্তাক্ত হাত এখন ইখন হাততেৰে চেপি ধৰি এখুজি দুখুজিকৈ বিশ্বৰথৰ প্ৰবেশ।

বিশ্বৰথ, - কিহৰ গন্ধ ? হোমৰ, হোমৰ যেন লাগিছে। ওচৰতে তপোবন হ'ব পায় ! পিয়াহত অন্তে-কণ্ঠে শুকাই গৈছে। খোজ যে আৰু নচলে। সৌৱা মানুহ আহিছে। ইয়াতে বহি অলপ চাওঁ— পানী এটোপা অনাব পাৰোঁয়েই কিজানি।

(গছৰ তলত বহে।)

(এনেতে আগে আগে সত্যব্ৰত পাচে পাচে হাতত কমণ্ডলু এটা লৈ কঞ্চুকীৰ প্ৰবেশ। নেপথ্যৰ পৰা কথা পাতি আহিছে।)

কঞ্চুকী, - ৰাজকুমাৰ ! আকৌ এবাৰ ভাবি চোৱাঁ।

সত্যব্ৰত, - ভাবিবলৈ নাই। মই কেতিয়াও সেই পানী নেখাওঁ।

কঞ্চুকী, -চোৱাঁ, বাছা, তোমাৰ কুলগুৰু বসিষ্ঠৰ বিধান। তুমি অনাহকতে সাগ্নিক ব্ৰাহ্মণজনক ইমান অপমান কৰিলা। তেওঁৰ পাদোদক নললে —

সত্যব্ৰত, - অপমান কৰিলোঁ, কৰযোৰে ক্ষমা খুজিম। সেই বুলি সেইকেটা ঠেঙ্গ জুবুৰিওৱা গোকাট পানী মই খাব নোৱাৰোঁ। ৰাজপুত্ৰ অত্যাচাৰী হ'ব পাৰে, কিন্তু সিমান হীন নহয়, তললৈ নেনামে।

কঞ্চুকী, - এই অভিমান, এই অভিমানেই তোমাক খালে। তুমি যি মদেৰে তোমাৰ হিয়াৰ মদত পোহ দিছা — ই তাতোকৈ গোকাট, তাতোকৈ অকল্যাণকৰ নে ? জানা, কুলগুৰু বসিষ্ঠৰ নিচিনা এজনা ব্ৰহ্মৰ্ষিৰ কথা নুশুনিলে তোমাৰ কি হ'ব ?

সত্যব্ৰত, -হ'বলৈ আৰু কিটো আছে ? সেই বসিষ্ঠই পিতাৰ বুকুৰ ৰক্ত, বুকুৰ মাংস আঁজুৰি ছিঙ্গোৱাই মোক ত্যাজ্যপুত্ৰ কৰোৱালে আৰু বাকী কি?— পিতাৰ ওপৰত শত অত্যাচাৰ কৰিম- জন্ম দিয়াৰ হোৰ তুলিম, পিতাৰ প্ৰতিমা সাজি পূজা কৰিম —সি যে পিতাপুত্ৰৰ ৰাজ্য ! তাত বসিষ্ঠৰ অনধিকাৰ প্ৰবেশ কিয় ?

কঞ্চুকী, -তুমি ৰাজ্য জুৰি ব্যভিচাৰ কৰি ঘূৰিবা, ৰাতি দিন অনাচাৰ অশান্তিক জগাই চিঞৰাবা, জগতৰ মঙ্গললৈ বুলি মুখেৰে 'চুহ' বুলিও কোনেও নেমাতিব ?

সত্যব্ৰত, -তোমাৰ লগত তৰ্ক কৰাৰ ফল নাই। তোমাক বসিষ্ঠই পাইছে যেতিয়া যোৱাঁ, তেওঁৰ ঠেঙ্গত দীঘল দি থাকাগৈ।

(বেগেৰে গুচি গ'ল।)

কঞ্চুকী, -(অবাক হৈ চাই থাকি তাৰ পাচত লাহে লাহে কলে) — কোন দেৱতাই নো মোৰ বাছাক সুমতি দিয়ে !

(পচে পাচে যাব খোজোঁতেই বিশ্বৰথে মাত লগালে।)

বিশ্বৰথ, - ব্ৰাহ্মণ ! তোমাক উপযুক্ত পুৰস্কাৰ দিম। বাকী তেজখিনি ৰাখাঁ। অলপ পানী দিয়াঁ।

কঞ্চুকী, - পানী ? ক'ত দেখিলা ? ই যে ভৱপাৰৰ মহৌষধি, —বিপ্ৰ পাদোদক ! সাত সাগৰৰ জল !

বিশ্বৰথ, - লুনীয়া নে কি ? চেকচেকাব ?

কঞ্চুকী, - চেক্ চেকাব ত্ৰে ! সেয়ে মজহে নহয় মনে, মনে ! হোঁঃ আটকত পৰি জানিবা শালগ্ৰামেৰে হালধি বাটিব খুজিলাই ; মই দিয়াটোৰে দিম কিয় ?

(ইয়াকৈ কৈ গুচি গ'ল)

বিশ্বৰথ, - পবিত্ৰ ? প্ৰাণ ৰাখিলে যি পবিত্ৰতাৰ মৰ্যাদা যায় নেলাগে সেই পবিত্ৰতা ! পবিত্ৰতাৰ অৰ্থ কি ? —

অথচ, অথচ তোমাৰ দৰে এজন ব্ৰাহ্মণৰ প্ৰাণ দিবঁলৈ গৈ আজি মোৰ —। নাই, নাই, যাওক সেই-কথা! ব্ৰাহ্মণ, তোমাৰ দোষ কি ? সিমানখিনি গৈ বুজিব পৰা হলে ৰাজ পৰিবাৰত চাকৰি কৰিবঁলৈ নাহা। — নাই কিবা কৰিবঁলৈ গৈ কিবা ভাবিছোঁ। শৰীৰ কঁপিব লাগিছে থিৰেৰে যেন থাকিব নোৱাৰোঁ। অলপ কাতি হওঁ।

(গছৰ তলত শুই পৰে।)

এনেতে নেপথ্যত বেদৰ সুৰ, —

(ক্ষীণ সুৰ ক্ৰমে স্পষ্ট হ'ল। সেই সুৰ গাই গাই শিষ্য এজনেৰে সৈতে বসিষ্ঠৰ প্ৰবেশ।)

বসিষ্ঠ, - (বিশ্বৰথক দেখি ক'লে) আশ্ৰমৰ দুৱাৰত কোন এওঁ এনে অসহায় ভাবে পৰি আছে ?

দেৱব্ৰত, - মৃগয়াক্লান্ত কোনো ক্ষত্ৰিয়কুমাৰ হ'ব পায়।

বসিষ্ঠ, - ইকি! হাতখনিত ইমান তেজ! বিশ্ৰামৰ ব্যাঘাত নকৰি নোৱাৰি।— চাওঁ, চাওঁ- উত্তৰীয় ফালাঁ, পানী দিয়াঁ।—

(বসিষ্ঠই বিশ্বৰথৰ ঘা ধুৱাই মুখলৈ পানী মাৰি মুখত পানী দিলে। দেৱব্ৰতে বিচিলে।)

বিশ্বৰথ, - (উঠি থোকাথুকিকৈ ক'লে) কোন আপুনি ?

বসিষ্ঠ, - ভাল পাইছে নে ?

বিশ্বৰথ, - স্বৰ্গৰ দেৱতাৰ দৰে শীতল পৰশ, ভাল নেপাই পাৰিনে ?

বসিষ্ঠ, - আপুনি বৰ ক্লান্ত হৈছিল ?

বিশ্বৰথ, - চেষ্টাৰ সফলতা হোৱা হলে, - এই ক্লান্তি কি ?— দুৰ্ভাগ্য !— ব্ৰাহ্মণৰ অপহৃতা কণ্যাটি উদ্ধাৰ কৰিব নোৱাৰিলোঁ। গৈ পোৱাৰ আগতে— সেই হেন কমোৱো সোণৰ প্ৰতিমা খনিয়ে — নিজে নিজৰ প্ৰাণ হত্যা কৰি তিৰোতাৰ সম্পদ ৰক্ষা কৰিলে। প্ৰতিহিংসাত মতলীয়া মোৰ এই তীক্ষ্ণ তৰোৱলে সেই মৰা শ' বেৰি থকা শৃগালৰ দল— দস্যু দলৰ— কিমানৰ ৰক্ত পান কৰিলে কব নোৱাৰিলোঁ—এই শেষ ৰক্তপাত হয় — এনেতে অতৰ্কিত পাচ ফালৰ পৰা দুটা দুৰ্দ্দান্ত দস্যুয়ে— মোৰ হাতশিথিল কৰি পলাই গ'ল!— ধৰিব নোৱাৰিলোঁ !- জগতৰ সকলো ধিক্কাৰ শিৰত লৈ উভতি আহিলোঁ !-উস্! উস্!

বসিষ্ঠ, - কথা কোৱাত আপোনাৰ কষ্ট হৈছে। নেলাগে কব। সুস্থ হৈ লক পাচে শুনি থাকিম।—

বিশ্বৰথ, - মই সুস্থ হৈছোঁ। চিন্তা নাই !— বাৰু যাওক ! আপুনি চাগৈ দেৱতাৰ পূজালৈ পানী আনিছিল। তাৰে ক্ষত্ৰিয়ৰ তপত তেজ ধুই দিলেহি।

বসিষ্ঠ, - আজি জাগ্ৰত দেৱতাত সেই পানী লাগি ল। ইয়াতকৈ আৰু সৌভাগ্য কি ?— আহক আমাৰ আশ্ৰমত বিশ্ৰাম কৰি কৃতাৰ্থ কৰকহি।

বিশ্বৰথ, - যিখিনি দুখ দিলোঁ তাৰ ধাৰকে সুজিব নোৱাৰোঁ। আশ্ৰমলৈ গৈ ধাৰৰ ওপৰতধাৰ লগোৱাব খোজে কিয় ?— আৰু নধৰিব।

বসিষ্ঠ, - আশ্ৰমৰ দুৱাৰৰ পৰা ক্লান্ত হৈ ঘূৰি যাব ? এই দুপৰৰ অভ্যাগতৰ সেৱাত যি মহাপুণ্য, সেই পুণ্যৰ পৰা আশ্ৰমবাসীক বঞ্চিত কৰিব ? ই কেনে কথা !

বিশ্বৰথ, - মই যে অকল নহয়। মোৰ লগত অসংখ্য ঠাটকটক সিহঁতক আপুনি কেনেকৈ সুধিব ? জানি শুনি আপোনাৰ ওপৰত এনে অত্যাচাৰ কৰিম কিয় ?

বসিষ্ঠ, - আশ্ৰমৰ পূজা গ্ৰহণ নকৰাটিহে ভীষণ অত্যাচাৰ আশ্ৰম যে অতিথিৰেই।

বিশ্বৰথ,- ভূল কৰিছে। আমি অতিথি নহয়! আমাৰ ভয়ত আশ্ৰমৰ হৰিণ হৰিণীয়ে লৰি লৰি তৰুৰ তলে তলে হেন্দোলি হেন্দোলি কেনেকৈ চকি উঠিছে দেখা নাই নে ?— আমি যে ব্যাধ, ব্যাধ !

বসিষ্ঠ, - আশ্ৰমৰ তৰুৰ ছায়া অকল হৰিণ হৰিণীলৈকে নহয়, সেই তৰুৰ মূলত নিদাৰুণ কুঠাৰ মৰা ব্যাধলৈকো। আপুনি অতিথি। আপুনি দেৱতা। সানুচৰ আপোনাৰ নিমন্ত্ৰণ জনালোঁ। কৃতাৰ্থ কৰকহি।

(আগে আগে বিশ্বৰথক লৈ সশিষ্যে বসিষ্ঠৰ প্ৰস্থান।)

## দ্বিতীয় দৃশ্য

বসিষ্ঠৰ তপোবনৰ সীমাৰ বাহিৰত মৈয়েৰে মদোন্মত্ত বিশ্বৰথৰ সেনাবিলাকে হাঁহি খিকিন্দালি কৰি গোৱা গান স্পষ্টকৈ শুনা গৈছে। সীমাৰ ইপাৰে দি সুন্দৰ উপবনৰ মাজে সুৰথ আৰু

বাস্কলে আহি সেনা নায়ক এজনক মাতিব লাগিছে। সেনা নায়কে শুনা নাই।

সৈন্যবিলাকৰ গীত— নেপথ্যত।

(এনে) লৰনু মুখনি কাৰ ভুমুকি মাৰিলে আহি,—
জিলিকি লুকালে কেনি লাহৰী ফুলৰে পাহি।
জীৱন বাতি বলে হুমুনিয়া
ক'তে পোহৰৰ ৰেখা ?—
ৰূপালী পাবীৰে মেঘৰে মাজঁতে
জোনাইয়ে দিলেহি দেখা !
প্ৰাণৰে মাজতে দেহি ঐ বাঁহীটি বজালে হাঁহি।

(গীতৰ অন্তত খৰঁকে আহি সুৰথে মাতিছেহি— পাচে পাচে বাস্কল।)

সুৰথ, - বলবৰ্ম্মা, বলবৰ্ম্মা !— নাই নুশুনে !

বাস্কল, - সেঁইয়া, সেঁইয়া ! সেই মতলীয়া জাকক কথা শুনাবঁলে আকৌ মোক পঠোৱা নহয় নে ? সিহঁতে নাককাণ সোপাকে খালে। কথা শুনে কেনেকৈ ?

সুৰথ, - এই আগবেলাতে সিহঁত ইমান মতোৱাল হে গ'ল।

বাস্কল, - হোঁঃ ! যেই সেই মদ যেন পাইছা ? মৈৰেয়-মৈৰেয় মদ ! সিহঁতৰ কোন পুৰুষত তাৰ গন্ধ পাইছিল ?— তাতে আকৌ পৰৰ পাইছে।— সেই পহুমৰীয়া চৰাইমৰীয়াহঁতৰ ধুন চাগে আৰু চৰিছে !

সুৰথ, - বলবৰ্ম্মা, বলবৰ্ম্মা !

(সেনাবিলাকে নেপথ্যত কিবিলি পাৰে।
বলবৰ্ম্মা লৰি আহি নমস্কাৰ জনালেহি।)

সুৰথ, - ইমান মাতি আছোঁ শুনা নাই ?

বলবৰ্ম্মা, - কোঁহালত একো শুনা নাছিলোঁ। ক্ষমা কৰিব।

সুৰথ, - দেখা নাইনে — সূৰ্য্যৰ তাপত নিজৰ ছাঁ আহি ভৰিৰ তল সোমালহি, আশ্ৰমৰ চৰাই চিৰিকতি পাতৰ আঁৰত কেনে নিটাল, কেনে নিমাত ? তোমালোকৰ বিকট কিবিলি, বীভচ চিৎকাৰেৰে আশ্ৰমৰ এই মধ্যাহ্ন বন্দনাৰ ব্যাঘাত নকৰিবা।— সাৱধান ! যদি শান্ত হ'ব নোৱাৰে গোটেই জাকক আৰু দূৰঁলৈ লৈ যোৱাগৈ।

বলবৰ্ম্মা, - আজ্ঞা ! দূৰঁলৈ নিব নেলাগে। আদেশ হ'ল যেতিয়া ইয়াতে নিজমি যাব।

(নমস্কাৰ কৰি গুচি গ'ল)

সুৰথ, - (বাস্কললৈ চাই) আপুনি পহুমৰীয়াহঁতৰ কাষঁলে যাওক !

বাস্কল, - মই ?

সুৰথ, - এৰা, আপুনি ! সিহঁতক শান্ত কৰি ৰাখকঁগে।

(বিশ্বৰথৰ প্ৰৱেশ)

বিশ্বৰথ, - তুমি ৰথঁলৈ যোৱাঁ। এইবেলাতে যাব লাগিব।

(সুৰথে মুৰ দোৱাই গুচি গ'ল।)

বাস্কল, - এই বেলাতে ?

বিশ্বৰথ, - কিয় ? আচৰিত হ'লা দেখোন ? নাই এই দধিকুল্যা, এই খাণ্ডৱ খাবঁলে পাই ইয়াতে সবকি পৰিবৰ মন গৈছে।

বাস্কল, - মন গলেই জানিবা। আপুনি টানিলে সি যায় কঁলে ? এইবাৰৰ পৰা মৃগয়ালৈ আনিলে মোৰ সাজোৰ ছিজি এই আশ্ৰমতে থৈ যাব। খৰিকাত দিয়া মজহ খাবঁলে আহি আগতে তাৰ আশা সুপিকে খাই হজম কৰিলোঁ।

বিশ্বৰথ, - আশ্ৰমৰ সোৱাদ ইমান লাগিল নে ?

বাস্কল, - লগাৰ কথা হে কৈছে বাঁহিও একবাৰ নোৱাৰাত পৰিছে। কৰঁলৈ দিয়ে যদি মন খুলি কৈ পেলাবৰে মন যায়।

বিশ্বৰথ, - কোৱাঁ। নোকোৱা কিয় ?

বাস্কল, - মই খাই পাত ফলা মানুহ নহওঁ। আপোনাৰ খাইয়ে মতমতাই ফুৰিছোঁ।— কিন্তু খাবনো খাবন এনে খাবন — অকল আপোনাৰ নহয়; মোৰ নহয়, সেই ভুলি যেন পেটেৰে সৈন্য জাকৰ— কেতিয়াবা ভাবিব পাৰিছে নে ?— খোৱাৰ কথা এৰি দিয়ক, সাঁতুৰিবঁলে দিব পৰাকৈ গাখীৰৰ ওৱাদানি চকুৰে দেখিছিল নে ?

বিশ্বৰথ, - ভয় নাই, ভয় নাই ! এই সকলো ভোগৰ নিজৰা কামধেনু। সেই কামধেনুজনীকে লৈ যাম।

বাস্কল, - ইঃ মই জানিবা বুজা হে নাই ! মোক জুখি চাইছে ! বসিষ্ঠই দিব।

বিশ্বৰথ, - নিদিলেই জানিবা। ব্ৰাহ্মণৰ ৰাজভোগত প্ৰয়োজন কি ? অশ্ৰান্ত শয্যাত ভলেখিনি পৰঁলৈ উজাগৰে থাকি স্থিৰ কৰিলোঁ কামধেনুজনী মোৰ।

বাস্কল, - কামধেনুজনী কাহানিবাই দেখোন আপোনাৰ। যিহেতু আপুনি ৰজা। দেৱতা অসুৰে সাগৰ মথি পাইছিল পাৰিজাত। দিলে কাক ? স্বৰ্গৰ ৰজাক নহয় নে ? অ' সেইটিলৈ হ'ব পায় নেচাইয়েই। সৌৱা বসিষ্ঠ আহিছে। আৰু বেলি কৰাৰ সকাম নাই। ইয়াতে, এইখিনিতে মোৰ আগতে খোজক।

বিশ্বৰথ, - খুজিম ? ক্ষত্ৰিয়ই যুদ্ধত বাজে একোকে নোখোজে।

বাস্কল, - তেনে ? মই খুজিবলৈকো এতিয়া — মই হে যি বামুণ বসিষ্ঠৰ বৈতৰণী দানলৈ নৰলে আৰু অইন দানৰ আশা নাই।

বিশ্বৰথ, - ৰবা ক্ষান্ত হোৱা।

(এনেতে বসিষ্ঠ আহি ওলালহি। বিশ্বৰথ আৰু বাস্কলে প্ৰণাম আৰু নমস্কাৰ জনাই থিয় দিলে।)

বসিষ্ঠ, - আপোনাৰ সেৱা হৈ গ'ল ? কেনে, বেচ শান্তিৰে আছে ?

বিশ্বৰথ, - অগ্নিৰ দাহিকা শক্তি আজিও আছে, আশ্ৰমৰ শান্তি নেথাকিব কিয় ?

বসিষ্ঠ, - অনুচৰ সকলো সুখেৰে আছে ?

বিশ্বৰথ, - আপোনাৰ শুশ্ৰূষাত অইন কাৰো দুখ নাই। মোৰ হে এটি প্ৰস্তাৱৰ দুখ।

বসিষ্ঠ, - কিবা, কিবা প্ৰস্তাৱ ?

বিশ্বৰথ - সহস্ৰজনী সবৎসা ধেনুলৈ, আপোনাৰ কামধেনুজনী সলাব নে ?

বসিষ্ঠ, - (স্থিৰ নেত্ৰে বিশ্বৰথলৈ চাই থাকিল।)

বাস্কল, - এৰা ! নগৰ মাটিৰ কথা ! এহেজাৰ গৰুলৈ ঘাঁহ কত ? কামধেনুজনীলৈ গলে দুয়োকুল ৰক্ষা পৰে।

বিশ্বৰথ, - একো সমিধান নেপালোঁ।

বসিষ্ঠ, - কামধেনু ? মোৰ নন্দিনীক ?

বিশ্বৰথ, - লাগে যাঠি হেজাৰ ধেনুৰ শিং সোণেৰে বন্ধাই দিওঁ।

বসিষ্ঠ, - প্ৰকাণ্ড ৰাজ্যৰ অধীশ্বৰ আপুনি, আপুনি দিব নোৱাৰা আছে কি ? মৰুত্ত ৰজাই ৰাশীয়ে ৰাশীয়ে স্তুপাকাৰ স্বৰ্ণদান কৰিছিল।— প্ৰশ্ন হ'ল দীনহীন ব্ৰাহ্মণৰ -সেই স্বৰ্ণলৈ কৰিব কি ?— যাঠি হেজাৰ ধেনু পালন কৰোঁ কেনেকৈ ?

বিশ্বৰথ, - সহস্ৰ সহস্ৰ গোপ দিওঁ।

বসিষ্ঠ, - সিমান এখন সংসাৰ চলোৱা যে আশ্ৰমৰ উদ্দেশ্য নহয়।

বিশ্বৰথ, - এবাৰ ভালকৈ ভাবি চাওক।

বসিষ্ঠ, - ভাবি চাম ? এই দৈৱ যজ্ঞ, পিতৃ যজ্ঞ, এই অতিথি পূজাৰ একমাত্ৰ অৱলম্বন, আশ্ৰমৰ মহালক্ষ্মী কাম-দোহিনী মোৰ নন্দিনী ! মহাৰাজ !—

(তললৈ মুৰ কৰে।)

বিশ্বৰথ, - তেনে, তেনে আপুনি সহজে সন্মত হ'ব নোখোজে ?

বসিষ্ঠ, - মহাৰাজ ! —দয়া—

বিশ্বৰথ, - দয়া ? দয়া কৰি মই মোৰ সমস্ত ৰাজ্য দিবলৈকো প্ৰস্তুত। গ্ৰহণ কৰক।

বসিষ্ঠ, - মহাৰাজ ! দীন ব্ৰাহ্মণৰ ৰাজ্যত প্ৰয়োজন কি ?

বিশ্বৰথ, - ভোগতেই বা প্ৰয়োজন কি ?— ই অতিথিৰ ভিক্ষা নহয় ! ব্ৰাহ্মণৰ কৰযোৰে কৰা কাকুবাদ নহয় ! ই ক্ষত্ৰিয়ৰ দাবি !- এই কামধেনু মোৰ !

বসিষ্ঠ, - মহাৰাজ ! এবাৰ, এবাৰ সেই সেৱাৰ জীৱন্ত মূৰতি, ত্যাগৰ চিৰ আদৰ্শ আপোনাৰ পিতামহ কুশিকৰ মুখলৈ চাই—

বিশ্বৰথ, - কেতিয়াৰ মুখলৈ ? ভণ্ড চ্যবন ব্ৰাহ্মণে যেতিয়া ধৰ্ম্মৰ নামত সেই মোৰ স্বৰ্গৰ দেৱতা পিতামহ আৰু পিতামহীক ৰথ যুৱলীত জন্তুৰ দৰে জুঁটি দিছিল ? দিন দুপৰত ৰাজবাটে দি শোকাকুল প্ৰজাৰ সকৰুণ হাহাকাৰৰ মাজে দি তীব্ৰ কশাঘাত কৰি ৰথ টনাই লৈ গৈছিল ? তেতিয়াৰ মুখলৈ ? নাই, নাই আপোনাৰ আৰু কোনো কথা শুনিবলৈ প্ৰস্তুত নহওঁ। কেৱলে অনুগ্ৰহ কৰি এটা কথা শুনিম— কামধেনুৰ সলনি আপোনাক লাগে কি ?

বসিষ্ঠ, - মহাৰাজ ! আপুনি উত্তেজিত হৈছে। বুজিছোঁ মোৰ শুশ্ৰূষাৰ কিবা ত্ৰুটি হ'ল ? এইবেলা আকৌ মই নিজহাতে শুশ্ৰূষা কৰিম শান্ত হওক, মহাৰাজ !

(প্ৰস্থান।)

বিশ্বৰথ, - শান্ত হ'ম ? এই ৰাজভোগ দৈন্যেৰে আবৰি ৰাখিবলৈ এই তোৰ ধৰ্ম্মৰ অৱতাৰণা ! —

(উত্তেজিত হৈ খোজ চলাবলৈ ধৰে।)

বাস্কল, - সেইয়া, সেইয়া ইহঁতে নিজে নেখাই পেটমাৰে, লোককো নিদিয়ে খাবলৈ। গাৰ ইঙ্গুদী তেলৰ কেটেহা গোন্ধত সাতখন বিলৰ মাছমৰে —সিহঁতৰ আকৌ বৰ বৰ কথা ! এজন প্ৰবল প্ৰতাপান্বিত মহাৰাজৰ মুখে মুখে কৈয়ে দিলে — নিদিওঁ। — ইমান তেজ !

বিশ্বৰথ, - ৰবা, মনে মনে থাকাঁ। (উত্তেজিত হৈ ঘূৰি আকৌ কলে।) যোৱাঁ তুমি তীৰবেগে গৈ সৈন্যবিলাকক বাতৰি দিয়াগৈ — অস্ত্ৰ শস্ত্ৰ লৈ প্ৰস্তুত হওক। সুৰথক কবাঁ —মোৰ অস্ত্ৰ শস্ত্ৰ লৈ আশ্ৰমৰ ভিতৰলৈকে লৈ আহক। আজি মই নিজহাতে কামধেনু টানি লৈ যাম।

বাস্কল, - ভাল ! —

(বেগায় গুচি গ'ল।)

বিশ্বৰথ, - সাধ্য আছে — চাওঁ, বসিষ্ঠই কি কৰিব পাৰে কৰক। (প্ৰস্থান।)

---

## তৃতীয় দৃশ্য

তপোবনৰ এদাঁতিত বেদী এটাৰ ওপৰত বসিষ্ঠ গম্ভীৰ ভাবে বহি আছে। কাষতে মাটিতে বহি অৰুন্ধতীয়ে বসিষ্ঠৰ মুখলৈ চাই উত্তৰৰ অপেক্ষা কৰিছে।

বসিষ্ঠ, - কি কৰিব পাৰোঁ কোৱাঁ ? ৰজাই ৰাজ ধৰ্ম্ম নেৰাখে, পিতাই সন্তান পালন নকৰে — উপায় কি ?

অৰুন্ধতী, - সেই বুলি আপুনি উদাসীন হৈয়ে থাকিব ?

বসিষ্ঠ, - চিকিৎসাৰ অতীত হলে ভগবানৰ নামত বাজে আৰু গতি কি ?

অৰুন্ধতী, - প্ৰভো, প্ৰভো, — নন্দিনী যে মোৰ প্ৰাণ !

বসিষ্ঠ, - আৰু মোৰ বে ইহকাল পৰকাল !

অৰুন্ধতী, - এবাৰ এবাৰ দেখোন আপুনি হৰি নিয়া আমাৰ নন্দিনীক বসু আৰু বসু পত্নীৰ হাতৰ পৰা তপস্যাৰ প্ৰভাৱত ওলোটাই আনিছিল !

বসিষ্ঠ, - নকবাঁ, নকবাঁ সেই কথা ! ভীষণ সংযেমেৰে সেই স্মৃতিক পাহৰিব খুজিছোঁ, নহলে যে সংকল্পৰ নাশ নহয়। সেই ক্ৰোধৰ অনলত অকল বসুৰেই জঠৰ যন্ত্ৰনাত জ্বলা নাই, মোৰ তপস্যাও জ্বলি ছাই হৈ হৃদয়ৰ চিত্তবৃত্তিত কালিমা দিছিল।

(এনেতে কান্দি কান্দি সুৰভি আহি কলেহি।)

সুৰভি, - পিতা, পিতা ! সেই ৰজাজনলৈ চাওকহিচোন ! আমাৰ নন্দিনী দেবীক কি হৰিব খুজিছে। সিমানডাল ডাঙৰ জৰি লগাই আঁজুৰি পিজুঁৰি কি কৰিছে। আহিব মোৰ মুখৰ ঘাঁহ্ ডাঙ্গি ডালি হৈ সৰি পৰিছে। - (কান্দে।)

বসিষ্ঠ, - কান্দ, সুৰভি ! কান্দ। তাত বাজে তোৰ বল কি ?

সুৰভি, - মই তাৰ হাতত ধৰিছিলোঁ। মোক এছাৰ মাৰি মাটিত পেলাই দিলে। তাৰ সেনা এটা লগাই মোক চোচোৰাই ইয়ালৈ খেদালে। পিতা, পিতা ! আহক এবাৰ —ই ৰজা নে ৰাক্ষস !

বসিষ্ঠ, - ৰাক্ষস নহয়, সুৰভি — ৰক্ষক, ৰক্ষক ! — ৰক্ষকৰ ইচ্ছা ভক্ষক হ'ল। বাধা দিয়ে কোনে ?

সুৰভি, - আপোনাৰ কথা দেখোন সকলোৰে শিৰত লয় ?

বসিষ্ঠ, - *শিৰত লয়, — সি লওঁতাৰ মহত্ত্ব ! যাৰ শিৰ ঐশ্বৰ্য্য-মদিৰাত কঁপি থাকে তাত এই দীনৰ কথা হে* নেলাগে দেৱতাৰ নিৰ্ম্মালিও যে নৰয়।

সুৰভি, - আমাৰ নন্দিনী — নন্দিনী দেবীক তেনে টানি লৈ যাব ? মোকো, মোকো লৈ যাবলৈ কওক।

বসিষ্ঠ, - সুৰভি, সুৰভি !—

সুৰভি,- চাওকচোন পিতা চাওক। (ওলাই লৰি গ'ল।)

অৰুন্ধতী, - আৰ্য্যপুত্ৰ ! আৰ্য্যপুত্ৰ ! মোৰ মনটো কঁপি উঠিছে ! - — আৰু নোৱাৰি ! কি উপায় কৰে কৰক। সুৰভি, সুৰভি !

বসিষ্ঠ, - সবলৰ অত্যাচাৰ বোধ কৰি আৰু প্ৰপীড়িত হোৱাতকৈ হাঁহি হাঁহি সহ্য কৰাই ভাল।

(সুৰভিয়ে চকুত পানীৰে অস্থিৰ হৈ আকৌ কলেহি)

সুৰভি, - পিতা, চাওকহিচোন সিহঁতলৈ ! সেই হেন অসুৰ মৰা লাঠী একো ডালেৰে আহিৰ মোৰ কেনেকৈ মৰিয়াইছে। সেইয়া সেইয়া — শুনক। পিতা, পিতা — এবাৰ আহক ! পিতা, পিতা — এবাৰ আহক !

এবাৰ আহক ! আহক পিতা, পিতা — এবাৰ আহক আমাৰ সাবটি ধৰোঁগৈ। আমাকে যিমান মাৰে মাৰক।

অৰুন্ধতী, - (অস্থিৰ হৈ) আৰ্য্যপুত্ৰ ! আৰ্য্যপুত্ৰ ! আপুনি এতিয়াও শৈলশিখৰৰ দৰে স্থিৰ ! উস্ ! যাৰ গোময়ৰো পুণ্য পৰশত আজি আৰ্য্যভূমি ধনে ধান্যে পৰিপূৰ্ণা, সেই গোমাতা অন্নপূৰ্ণাৰ ওপৰত এই অত্যাচাৰ ! এতিয়াও আকাশৰ বজ্ৰপাত হোৱা নাই ! (নেপথ্যলৈ চাই খোজ চলাই অস্থিৰ হৈ) সুৰভি, সুৰভি !—শুনক, শুনক — নন্দিনীৰ কি কৰুণ ক্ৰন্দন ! — আৰ্য্যপুত্ৰ, আৰ্য্যপুত্ৰ !

বসিষ্ঠ, - আৰ্য্যে, আৰ্য্যে ! আকুল নকৰিবা, মোক আকুল নকৰিবা । মোৰ হৃদয়ৰ পাৰ ভাঙি নিদিবা । বৰ তীব্ৰ কঠোৰতাৰে তাক আগুৰি ৰাখিছোঁ। শুনিছোঁ — স্থিৰ কৰ্ণে নন্দিনীৰ ক্ৰন্দন শুনিছোঁ তথাপি, তথাপি — মোৰ শক্তি — ! নাই, ৰবা। এই মোৰ চিৰ সঞ্চিত তপস্যাৰ ফল। এই মোৰ জীৱন যোৰা সাধনাৰ সৰ্ব্বস্ব ধন গোমাতাৰ ত্ৰিলোক পাৱন পদৰ তলত ঢালি দিলোঁ। (কোষাৰ পৰা পানী এচলু নন্দিনীৰ উদ্দেশ্যে দি নমস্কাৰ কৰে ।) — আৰ্য্যে, আৰ্য্যে — বসিষ্ঠৰ বাকী যি আছিল তাকো দিলোঁ। বাৰুণী নন্দিনী মোৰ, তাই পাৰে যদি নিজৰ মান নিজে ৰক্ষা কৰক।

(এনেতে নেপথ্যত হাহাকাৰ আৰু বজ্ৰপাতৰ দৰে ভীষণ শব্দ হ'বলৈ ধৰিলে। পৃথিবী যেন কঁপি উঠিল। সুৰভিয়ে হাঁহি হাঁহি কৰিলৈ ধৰিলেহি।)

সুৰভি, - পিতা, পিতা! চাওকহিচোন, চাওকহি — ইস্ কৰ পৰা হেজাৰে হেজাৰে, ইস্ লাখে লাখে, —ইস্ আকৌ সৌজাক ! খেদি নিলে, খেদি নিলে। এ দেহি, এ দেহি ! সৌৱা নন্দিনী আহিয়ে লেজু ছিঙি আমাৰ ফালে ঢপলিয়াই আহিছে। আহক, আহক, পিতা।—

(লৰি ওচি গ'ল।)

বসিষ্ঠ, - সুৰভি, সুৰভি! আনন্দত তাই বাউলী হ'ল। যোৱাঁ, যোৱাঁ তিৰোতাবিলাকক লৈ ঘৰৰ ভিতৰ সোমাৱা। মই তাইক ঘুৰাই আনো।

(একালে অৰুন্ধতী আৰু ইফালে বসিষ্ঠ ব্যস্ত হৈ ওচি গ'ল।)

---

## চতুৰ্থ দৃশ্য

বসিষ্ঠ আশ্ৰমৰ সীমান্ত। মাজে মাজে প্ৰকাণ্ড হাহাকাৰ আৰু বিকট শব্দ শুনা গৈছে। একালৰ পৰা বাস্কল লৰি আহিছে, ইফালৰ পৰা বলবৰ্ম্মা আগচি ধৰি সুধিলে।

বলবৰ্ম্মা, - ৰ'ব, ৰ'ব। পলাইছে কিয় ?

বাস্কল, - নপলাই হ'ব পাই তোমালোকৰ দৰে দাঁত মুৰ নিকটাই পৰি মৰি থাকিব লাগে ?

বলবৰ্ম্মা, - মৰিব নোখোজে, নেলাগে। ভজা খোলাৰ পৰা জুইত জাপ দিয়ে কিয় ? সৌ জোপাৰ আঁৰে আঁৰে পুলিন্দৰ সেনা। তাৰ সিপাৰে সেইবোৰ কিৰাতৰ সেনা। — ইমান সেনা ! — যমৰ দুৱাৰ খুলি পৃথিবী যেন ছাটি ধৰিছে। পলাব কলৈ ?

বাস্কল, - হেৰা সিহঁতে ব্ৰহ্ম বধো কৰিব নে কিহে ?

বলবৰ্ম্মা, - আপুনি যে প্ৰাণ বচাবৰ বেলিকা বামুণ বুলিছে সেইটোও সিহঁতে ভাবিব পাৰে। ৰ'ব। সুৰুঙা পালেই আপোনাক সৰকাই দিম।

বাস্কল, - তুমি একা ?

বলবৰ্ম্মা, - মই বামুণ নহয় । ইয়াতে থাকিম । মহাৰাজে সৈন্যৰ গতি বিধি লক্ষ্য কৰিবলৈ আদেশ কৰিছে। (নেপথ্যত শব্দ হয়। দুয়ো চক্ খাই চাই।) — সৰ্ব্বনাশ ! সৰ্ব্বনাশ ! আমাৰ শেষ আশা সকলো শেষ ! চিৰবিজয়ী মাগধী সেনাৰ দল চকুৰ পচাৰতে পৰি গ'ল !

বাস্কল, - হয় যে হয় । এই মাত্ৰ থিয় দি আছিল, বৰ গছ পৰা দি পৰি পৰি গ'ল। সৌৱা, সৌৱা খড়্গ তুলি যোৱা বৰদৈচিলাৰ দৰে সেইজাক কিবৈ গ'ল হে ?

বলবৰ্ম্মা, - সেইয়ে হে, সেইয়ে হে — ! একো বুজিব পৰা নাই । আজি যে আমাৰ কি হয় ! ইমান অস্ত্ৰৰ কটাকটি, ইমান বিজুলীৰ চক্ৰবাণ, — আমাৰ সেনা, মুঠে আমাৰ সেনা মাটিত পৰি পৰি অচেতন। আপুনি আহোঁতে দেখি নাহিলনে ? কেনিও ক'তো কাৰো তেজ এটুপিও ওলোৱা নাই।

বাস্কল, - জানো এতিয়া। চকু দিবলৈ নহ'ল যদিও মনত পৰিছে, এৰা ! কিয় আমাৰ বোৰ মৰা নাই ? —

অচেতন হে? — তেজ চেজ একেৰিও মাখি ছাল ছিগি বেজোৰা নাই? — এ, তেনে আৰু মিছাতে পলাওঁ কিয়? যুঁজ যদি এনেকুৱাই হয় — সকতে কল ঠহ্‌ৰাব যোৰাত উঠি কেবাখনো কৰি যোৱাৰ অভ্যাস আছে।

(নেপথ্যত আকৌ ভীষণ শব্দ হয়।)

বলবৰ্ম্মা, - এঁ, এঁ, সৌৱা মহাৰাজে ৰথ এৰি সৌফাল পালেগৈ কেতিয়া? সৌৱা নহয় নে আমাৰ মহাৰাজ? হয়, হয় হাতত তৰোৱাললৈ সেই জাককে খেদি নিছে — সৰ্ব্বনাশ! সৰ্ব্বনাশ! ধনজুইৰ দৰে গোটেই জাকে বেৰি ধৰিলে! মহাৰাজক বেৰি ধৰিলে। - আৰু নোৱাৰি। মই যাওঁ।

(বেগেৰে প্ৰস্থান।)

বাস্কল, - ই সঁচাসঁচিকে গ'লেই নেকি? হয়, গ'লেই। কি খহনীয়া পাৰত নাও লগাইছিলোঁহি। এই ক্ষত্ৰিয়জাকৰ মুঠেই সজাত নাই। ইমান বিশ্বাসঘাতক! সৌৱা, সৌজাক এইফাললৈ হে চোঁচা লোৱা যেন লাগিছে। কৰোঁ কি? সিহঁতৰ বতাহত হামখুৰি খাই কৰবাত পৰি যোৱাতকৈ আগৰে পৰা আল-ফুলকৈ পৰি থাকোঁ। কপালত যি আছে হওক।

(বাগৰি পৰি দাঁত মুৰ নিকটায়।)

(ইফালৰ পৰা তীব্ৰবেগে হাতত যাঠিলৈ সুৰথ আহি ক'লেহি।)

সুৰথ, - দেউক যেন এতিয়াই ইয়াতে থিয় দি থকা দেখিছিলোঁ। গৈ থৈ দেউকো হেৰুৱালোঁ। — দেউ, দেউ! — — সৌৱা কাৰ শব লৰিছে? — (ওচৰলৈ গৈ চাই।) মৰা মানুহে নো ইমান বেচিকৈ দাঁত মুৰ নিকটায় নে? দেউ, দেউ! উঠক। মই সুৰথ। ভয় নকৰিব।

বাস্কল, - (উঠি) মই নিজলৈ ভয় কৰা নাই। সেই সৌজাকক ভয় খুৱাবলৈ বুলি হে কৰিছোঁ।

সুৰথ, - গাত কেনেবাকৈ কাঁড় চাব লাগি'ল নে কি আকৌ?

বাস্কল, - সিমান অঁকৰা যেন নেপাবা। কাঁড় লাগিব? মাটিত কেনে লুটি সুটিকে লিপিট্ খাই পৰি আছিলোঁ, দেখা নাই?

সুৰথ, - বেচ, তেনে আহক, আৰু কথাৰ সময় নাই। আপোনাক ৰথৰ ভিতৰত থৈ মই মহাৰাজৰ পাচে পাচে যাওঁ। যদি বাচোঁ — বাচিলোঁ। আৰু যদিহে আমাৰ ভাগ্যত কিবা হয়। তেনে আপুনি যি কোনো উপায়ে নগৰত খবৰ দিব। ৰথৰ চকা অচল হ'ল, ইমান বেলি চেষ্টা কৰিও কাকো পঠিয়াব নোৱাৰিলোঁ। — আহক।

(যাব খোজে।)

(এনেতে দূৰৰ পৰা অসংখ্য সৈন্যৰ কিৰিলি শুনি চক্ খায়।)

ৰ'ব, ৰ'ব! সৌৱা মহাৰাজ এইখিনি পালেহি।

(নেপথ্যত আকৌ কিৰিলি।)

(বৰ হতাশ হৈ বিশ্বৰথ আৰু পাচে পাচে বলবৰ্ম্মাৰ প্ৰৱেশ।)

বিশ্বৰথ, - সুৰথ, সুৰথ! এইবোৰ কি? — তুমি সাৰে আছা? এইবোৰ সেনা ক'ৰ? — মোৰ চিৰবিজয়ী মাগধীসেনা — কলৈ গ'ল? সুৰথ, সুৰথ! মাতাঁ, কথা কোৱাঁ।

সুৰথ, - সমাজিক নহয়, মহাৰাজ!

বিশ্বৰথ, - তেনে এইবোৰ কি? সুদূৰ দিগন্তজিনি মুকলি আকাশ, — প্ৰকাণ্ড প্ৰকাণ্ড সেনাৰে কেনেকৈ, — কেনেকৈ হ'ল এই ঘন ঘোৰ অন্ধকাৰ! — হেমন্তৰ কুঁৱলিৰ দৰে, দাবানলৰ ধোঁৱাৰ দৰে, — পাৰাপাৰ নাই! — এইবোৰ কি? ক্ষিপ্ৰহস্তে তৰোৱাল চলালোঁ — সি কুঁৱলি কুঁৱলি হৈয়ে থাকিল, ধোঁৱা ধোঁৱা হৈয়ে থাকিল। — কাৰো শৰীৰ ভেদ কৰিব নোৱাৰিলোঁ। ইফালে, ইফালে দেখিলোঁ, মোৰ চিৰ বিজয়ী, চিৰ সহচৰ সেনাদল, মোক এৰি চিৰদিনলৈ গুচি গ'ল। সিহঁতে বিজয়ৰ সিংহনাদ, — বিজয়ৰ কিৰিলি, — সুৰথ, সুৰথ, জানা এই বোৰ কি?

সুৰথ, - কি যে মায়া —!

বিশ্বৰথ, - মায়া? বেচ, বেচ, — মই সকলো মায়াৰ নিৰ্জান কৰিম! আনা, আনা বিশ্বৰথৰ শেষ ভৰসা, আনা সেই কৃশাশ্ব মুনিৰ মন্ত্ৰপূত বাণ!

(বলবৰ্ম্মা লৰি গ'ল।)

সুৰথ, - এনে অদ্ভুত ইন্দ্ৰজাল কোনে জানিছিল —!

বিশ্বৰথ, - নহয়, নহয় মায়া! ইন্দ্ৰজাল নহয়! তোমালোকে দেখা নাই। মই স্পষ্ট দেখিছোঁ! — আশ্ৰমৰ মস্তিষ্কই এই বিশ্ব বিজয়ী বীজ হিমালয়ৰ দৰে জটাজুটেৰে আবৰি ৰাখিছে। ইহঁতে লোকালয়ৰ বহুদূৰত আশ্ৰম পাতি এক মহাশক্তিৰ সাধনা কৰিছে, যাৰ প্ৰভাৱত ইহঁতৰ আধিপত্য অনন্ত কাললৈ বিস্তাৰ থাকিব! — সেই বীজ মই বীজতে উৎপাটন কৰিম। ক্ষত্ৰিয়ৰ গচ্ছিত গৌৰৱ আজি বিশ্বৰথৰ হাতত, তাক ভিক্ষুকৰ পদদলিত হ'বলৈ দিব নোৱাৰোঁ।

(বলবৰ্ম্মা আহি ধনু আৰু তূণ দিয়ে। বিশ্বৰথে শৰ উলিয়াই লৈ যোজনা কৰে- এনেতে আশ্ৰমৰ পৰা কোলাহ'ল উঠিল — শুনা গ'ল যেন গোটেই বিশ্বই চিঞৰিবলৈ ধৰিছে, —)

(নেপথ্যত) — "মহাৰাজ! আশ্ৰম ধ্বংস নকৰিব। আশ্ৰম ধ্বংস নকৰিব।"

বিশ্বৰথ, - এনে আশ্ৰম ধ্বংস হওক। দিগদিগন্ত ব্যাপি তাৰ প্ৰতিধ্বনি গৰ্জ্জি উঠক — ক্ষত্ৰিয় তেজ তুচ্ছ কৰাৰ কি পৰিনাম!

(ধেনু টানে। এনেতে ধীৰ গম্ভীৰ ভাবে বসিষ্ঠৰ প্ৰবেশ।তপস্যা প্ৰভাৱত যেন বসিষ্ঠ জ্বলি আহিছে।)

বসিষ্ঠ, - মোৰ এই শুকান বুকু আপোনাৰ শৰেৰে বিদীৰ্ণ কৰক, শান্ত হওক। আহক আশ্ৰমলৈ ফিৰি আহক, আশ্ৰম যে আপোনাৰ! —

(বিশ্বৰথৰ ফালে একদৃষ্টিৰে চাই আছিল। বিশ্বৰথৰ হাতৰ ধেনুশৰ কঁপি কঁপি মাটিত পৰিল। বসিষ্ঠ গম্ভীৰ হৈ লাহে লাহে গুচি গ'ল। বিশ্বৰথ আদি সকলোটিয়ে অবাক হৈ চাই থাকিল।)

(বিশ্বৰথৰ হাত অসাৰ হোৱা দেখি ক'বলৈ ধৰিলে।)

বিশ্বৰথ, - সুৰথ, সুৰথ! মোৰ বাহুদুটাৰ কি হ'ল! স্তম্ভন যদি কৰিলেই, কিয় কিয় সি তাৰ বিজয় গৌৰৱৰ জয়স্তম্ভৰ দৰে আজীৱন মোক থিয় কৈ থৈ গ'ল! মোক হত্যা নকৰিলে কিয়? দেখিলা, সুৰথ! কি গৰবেৰে অভিজাত্য অভিমানে মোক পুতৌ কৰি গুচি গ'ল। — অথচ, অথচ মোক হত্যা নকৰিলে। বিশ্বৰ কিৰিলিৰ মাজত, ক্ষত্ৰিয়ৰ উপহাসৰ মাজত বিশ্বৰথৰ পৰাজয় কালিমা কিয় থৈ গ'ল? মোক, মোক হত্যা নকৰিলে কিয়?

সুৰথ, - মহাৰাজ! মহাৰাজ! —

বিশ্বৰথ, - মহাৰাজ? মনে মনে থাকা। ছাগলীগলৰ পিয়াহৰ দৰে নিৰৰ্থক নিষ্ফল সম্বোধন! আহি তুণ্ডিকৰ খেলাৰ সৰ্প, সিও সৰ্পৰাজ! অস্থি চৰ্ম্মসাৰ দীনহীন ভিক্ষুক ব্ৰাহ্মণৰ পুতৌৰ পাত্ৰ যি মুখাপেক্ষী যি সি মহাৰাজ? এই বৃত্ৰশত্ৰুৰ তূণৰ দৰে মোৰ অক্ষয় তূণ, পশ্চিম মেঘৰ ৰামধেনুৰ দৰে মোৰ ধেনু, বজ্ৰালয়ৰ বিচিত্ৰ তৰোৱালৰ দৰে মোৰ তৰোৱাল — ইমান দিন নৰৰক্ত দি তহঁতৰ পূজা কৰিছিলোঁ, অতদিন তহঁতৰ সাৰহীন উচটনিত ক্ষত্ৰিয়ৰ বুকুৰ তেজ উতলি উঠিছিল। আজি এই আচানত সিহঁতৰ গৌৰৱ ৰাখিব নোৱাৰিলি! আৰু কিয়? নিৰ্জ্জীৱ চাটুকাৰৰ দল যা, যা। (তূণ, ধনু, আৰু তৰোৱাল এঠাইত পেলাই দিলে। বলবৰ্ম্মা আৰু সুৰথে বুটলি ললে।)
— সুৰথ, সুৰথ! — মাটিৰ পৰা আকৌ ই কি উঠিল! কিবা এটা প্ৰকাণ্ড গৰম ওপৰলৈ উঠি যোৱা নাই নে? - উস্! আকাশ যেন ছাটি পেলালে! - সুৰথ, সুৰথ! — নাই যাওক।

সুৰথ, - সুৰথ,— অনৰ্থক ইয়াত থাকি লাভ কি? ৰাজধানীলৈ ৰথত —

বিশ্বৰথ, - ৰাজধানীলৈ? ৰথত? কাক নিবা? পৰাজয় কালিমাৰে অঁকাবকা এই বিশ্বৰথৰ প্ৰতিমূৰ্ত্তিটো — যি ক্ষত্ৰিয়ৰ চিৰ অৰ্জ্জিত গৌৰব এটা ভিখাৰী বামুণৰ পদতলত ঢালি দিলে? শেহত তোমালোকেও তাক লাঞ্ছনা কৰিবা, আৰু ৰাজধানীলৈ নেযাওঁ। তোমালোক উলটি যোৱা। ব্ৰাহ্মণৰ পদ লেহন কৰি যি ক্ষত্ৰিয়ই স্বৰ্গলাভ কৰে কৰক। মোক নেলাগে। এই দেখাই কিজানি শেষ দেখা। যি শক্তিৰে এই ব্ৰাহ্মণ শক্তিমান সেই শক্তি বিচাৰি ওলালোঁ! হয় শূণ্য গগণত চাতকিণীৰ দৰে কন্ঠ ভৰি পান কৰিম, নহয় দাৰুণ তৃষ্ণাত ছটফট কৰি জ্বলি ছাঁই হৈ যাম। লোকালয়ত আৰু এই মুখ নেদেখুৱাওঁ। বিশ্বৰথ আৰু পৰাজয় — দুই দুৰ্জ্জয় বাঘ একে অৰণ্যতে নেথাকে।

সুৰথ, - ব্ৰাহ্মণৰ শক্তি!

বিশ্বৰথ, - হয় ব্ৰাহ্মণৰ শক্তি! কি, আচৰিত হ'লা? — আকাশৰ দৰে অসীম মৃত্যুৰ দৰে নিশ্চয় মোৰ অব্যৰ্থ সংকল্পেৰে এই জীৱনতে শেষ মীমাংসা কৰি দিম — ব্ৰাহ্মণত্ব সমাজৰ দান নে, হৃদয়ৰ আয়াস, ব্ৰাহ্মণত্ব জন্মৰ সুযোগ নে কৰ্ম্মৰ যশস্যা।

সুৰথ, - আমি কাক লৈ উলটি যাম?

বিশ্বৰথ, - শূণ্য ৰথ লৈ উৰি যোৱা। ইকি তোমালোকৰ চকুত পানী কিয়? আচৰিত, ক্ষত্ৰিয় জাতিৰ ওপৰত ইমান ভয়ঙ্কৰ এটা অপমান হৈ গ'ল। —তথাপি তোমালোকৰ হিয়া উতলি উঠা নাই! তুমি ক্ষত্ৰিয় নোহোৱা? — যোৱা বিনা শব্দে গুচি যোৱা।

সুৰথ, - আতুৰ প্ৰজাক কেনেকৈ নিচুকাম? কি ক'ম?

বিশ্বৰথ, - যি হৈ গৈছে তাকে ক'বা। সহজ সুন্দৰ কথাত বুজাই দিবা, তপোবলৰ ওচৰত বাহুবলৰ কি ভীষণ পৰাজয়!

-পটক্ষেপ-

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

(অগাধ অৰণ্যৰ সুকজাই দূৰত হিমালয়ৰ পদতল দেখা গৈছে। পৰ্ব্বত টিলা এটিৰ ওপৰত বিশ্বৰথ তাপসৰ বেশেৰে ধ্যান মগ্ন। দূৰত পাচফালে এখুজি দুখুজিকৈ করুণ সুৰৰ গীত গাই গাই বনদেবীৰ প্ৰবেশ।)

বনদেবী, - (গীত।)

অলাসৰে ফুলে জুপি আনিলা তুলি ;<br>
চৰণেৰে ঠেলি তুলি যাবা কি বুলি ?<br>
প্ৰাণৰে বাসনা ঢালি<br>
সজালা প্ৰতিমা খনি<br>
কান্দিছে মাটিতে পৰি, নললা তুলি !<br>
(চৰণেৰে .........)<br>
সাধিছিলা কিয় তেনে<br>
এনেনো নীৰস প্ৰাণে<br>
নুশুনা ৰাগিনী যদি, বৰাগী বুলি ?<br>
দয়া-মায়া নাইকিয়া, জ্বলা জুইয়ে জোৰা হিয়া<br>
জ্বলালা পতঙ্গ ইয়ে আপুনি জ্বলি। (চৰণেৰে ......)

(বিশ্বৰথে চ'ক খাই উঠি বিৰক্তি ভাবেৰে কৰ্ণলে ধৰিলে।)

বিশ্বৰথ, - আকৌ, আকৌ সেই ভুল ! তাৰ স্মৃতি ইমান চেষ্টাতো নাশ নহয় ! — কি নিদাৰুণ স্মৃতি ! জিকাৰি জিকাৰি বুকু কঁপি উঠে ! প্ৰাণ কান্দি উঠে ! গোটেই বনখনিয়ে যেন কান্দি উঠিছে !

বনদেবী, - (আগবাঢ়ি) নেকান্দিব ? নেকান্দিব বনখনিয়ে ? পৰা হ'লে কান্দি কান্দি চকুপানীৰ ধাৰাত উটাই নি তোমাক এক কোনেও নেদেখা দেশত পুতি থলেঁগৈহেতেন !

বিশ্বৰথ, - কোন তুমি ? কিয় মোক ককৰ্থনা কৰি আছা ? মোৰ দোষ কি ?

বনদেবী, - দোষ কি ! সোঁৱা, তোমাৰ কৰ্ম্মফল ! সোধাঁ তোমাৰ দোষ কি ? আই ঐ দেহি ! কি এক অপৰ বিধাতাৰ অপৰা সৃষ্টি, অনাঘ্ৰাত কুসুমৰ কলিটিৰ দৰে, অখণ্ড পূণ্যৰ প্ৰতিবিম্বৰ দৰে, সেই মুখখনি, যি খনি মুখত স্বৰ্গ মৰ্ত্ত্যৰ সকলো সৌন্দৰ্য্যই মিলি মিলি ভুলি যাব , চোৱাহি এবাৰ সেই মুখখনিৰে এটি সদ্যপ্ৰসূতা বালিকা গহ্বৰ তলত পৰি কি করুণ সুৰেৰে কান্দিব লাগিছে ! তাইৰ বেচেৰী দোষ কি ?

বিশ্বৰথ, - মাতৃয়ে নিজৰ কণ্যা পালন নকৰিলে মই কৰিম কি ?

বনদেবী, - মাতৃহীন সন্তান তেনে এইদৰেই কান্দি কান্দি মৰি যায় ? পিতাকে পালন নকৰে ?

বিশ্বৰথ, - সন্তান পালনৰ সেই খনি প্ৰাণ, সেইখনি বুকু বিধাতাই পুৰুষক নিদিলে !

বনদেবী, - বিধাতাই যেনেকৈ পুৰুষক সন্তান পালনৰ ভাৰ নিদিলে, সেইদৰে অপ্সৰাকো দিয়া নাছিল ? কোন অপ্সৰাই, কোন কোকিলবধূৱে সন্তান পালন কৰা দেখিছিলা ? তুমি জানি শুনি মেনকাৰ প্ৰেমত মুগ্ধ হৈছিলা কিয় ? মুগ্ধ যদি হ'লাই তাৰ প্ৰতিফল গ্ৰহণ নকৰি পাৰিবা কিয় ? তুমি এৰিবলৈ চাবাহি — তোমাৰ স্বেচ্ছাকৃত কৰ্ম্মফল সি তোমাক এৰিব কিয় ? চোৱাঁ এবাৰ — মোৰ আজলী হৰিণাবোৰে কেনেকৈ ডিঙি ভাঙি ভাঙি একে থিৰে সেই বালিকাটিলৈ চাই আছে। চোৱাঁ, চোৱাঁ মোৰ মৌপিয়া চৰাইবিলাকে কেনেকৈ বেৰি বেৰি অকণি অকণি ঠোঁটেৰে বেচেৰীৰ মুখত মউ আনি আনি দিব লাগিছে ? — তুমি মানুহ ! এই দৃশ্য যে কি সতেৰে চাই আছাঁ !—

বিশ্বৰথ, - আৰু নকবাঁ। মোৰ হৃদয় ভাঙি নিদিবাঁ। তুমি যেয়ে হোৱা তোমাক দেবী বুলি কাবৌঁকে মাতিছোঁ। মোক আৰু গঞ্জনা নকৰিবা। তুমি জানা — কি এক কাম্যভূমিৰ দৰে সুবিশাল সাম্ৰাজ্য ভৰিৰে ঠেলি গুচি আহিছোঁ ? সোণৰ প্ৰতিমাৰ দৰে তিনিটি শিশু সন্তানেৰে মোৰ প্ৰাণৰ প্ৰণয়িনীক অনাথিনী কৰি ফাটি যোৱা বুকু

হাতেৰে হেঁচি লৰি আহিছোঁ ? প্ৰাণৰ ইমান আড়ম্বৰ, ইমান হুতাহ শেষত এটি সদ্যপ্ৰসূতা বালিকাৰ পালন ব্যাপাৰত উৰাই দিম ?

বনদেৱী, - তেনে আৰু কিয় ? তোমাৰ কঠুৱা হাতেৰে তাইৰ কোমল কম্বুকণ্ঠটি চেপি চিৰদিনলৈ নকন্দা কৰি দিয়াঁ। —— দিয়াঁ শীঘ্ৰে কৰি দিয়া। তোমাৰ তপস্যা সিদ্ধি হওক, মোৰো বুকুখনি শাঁত পৰক ?

বিশ্বৰথ, - বধ কৰিম ?

বনদেৱী, - নকৰা, পালন কৰাঁ।

বিশ্বৰথ, - উস্ ! জীৱনত কি এই ভুল কৰিলোঁ।

বনদেৱী, - তাৰ প্ৰতিফল সূদে মূলে ভোগ নকৰি কি তপস্যা কৰিবা ?

বিশ্বৰথ, - যোৱাঁ, যোৱাঁ দেৱী, এই সুদীৰ্ঘকাল তপস্যা কৰি যদি কিবা এফেৰি শক্তি, কিবা এফেৰি পুণ্য হৈছিল, তাৰ সলনি, তাৰ বলত আশীৰ্ব্বাদ কৰিছোঁ —— তাই ভাগ্যৱতী হওক, তাই পুত্ৰৱতী হওক —— এনে এক পুত্ৰ লাভ কৰিব যি মোৰ যৌবনৰ সকলো স্বপ্ন সফল কৰিব। খণ্ড খণ্ড এই আৰ্য্যভূমিৰে এক প্ৰকাণ্ড সাম্ৰাজ্য ৰচনা কৰি তাত নিজৰ নাম দি চিৰপ্ৰসিদ্ধ হৈ থাকিব।

বনদেৱী, - এই জন্মত নে পৰজন্মত ? এই জনমলৈ হ'লে সম্প্ৰতি তাই জী থাকে কেনেকৈ ?

বিশ্বৰথ, - তাইৰ কপালত যি আছে সেয়ে হ'ব।

বনদেৱী, - কপালক থিয়াই তেনে নিজে উলটি নোযোৱা কিয় ? কিয় মিছাতে তপস্যা কৰি কষ্ট কৰিছা ? হাঁয় পুৰুষ ! তোমাৰ আজি পুৰুষকাৰ ক'ত ? জানানে আজি তোমাৰ এই কলঙ্কই গোটেই পুৰুষ জাতিটোকে কিমান অপদাৰ্থ কৰিছে ? নাই এনে পুৰুষৰ লগত তৰ্ক কৰাৰ লাভ নাই। (যাব খুজি নেপথ্যলৈ চাই হ'ঠাৎ ৰৈ যায়) ইকি ! ইকি ! শকুন্তৰ কৰুণ ক্ৰন্দনত কুলপতি কণ্মমুনি লৰি আহি বালিকাটি কোলাত তুলি লৈ আশ্ৰমলৈ যাব লাগিছে। এয়েহে, এয়েহে পুৰুষ ! এয়েহে ব্ৰাহ্মণ ! দেৱ প্ৰণাম গ্ৰহণ কৰা। যাওঁ কুলপতি আৰু বালিকাটিৰ শিৰত মোৰ কাঞ্চন কুসুম অলক্ষিতে সৰাই সৰাই দি যাওঁ ?

(প্ৰস্থান)

বিশ্বৰথ, - কি কুলপতিয়ে তুলি লৈ গ'ল ! (দুখলে চালে, আৰু দীৰ্ঘশ্বাস পৰিত্যাগ কৰিলে) —— ইমান বেলিৰ মুৰত আশ্বস্ত হলোঁ। (আসন পাতি বহি) ইমান দিনৰ তপস্যা, ইমান দিনৰ সাধনা —— এক ব্যসন ৰাক্ষসে ব্যৰ্থ কৰি দিলে ! আৰু নোৱাৰে। এইবাৰ প্ৰাণ দি আগুৰিম। —— ওঁ তৎ সৎ ! ধ্যানত বহিল।

(এনেতে গোটাই হাবি জুৰি দাবানল উঠিল। অৰণ্যৰ ভিতৰত হাহাকাৰ লাগি'ল। বিশ্বৰথৰ ধ্যান ভাগি'ল)

বিশ্বৰথ, - ইমান ভয়ঙ্কৰ দাবানল ! —— সৰ্ব্বনাশ ! বেৰি ধৰিলে ! আৰু ৰক্ষা নাই। পুৰি ভস্ম কৰিব। কৰক, তথাপি এই আসন পৰিত্যাগ নকৰোঁ। ভগবানক মাতিবলৈ আহিলে যদি মোৰ দৰে ভস্ম হ'বলৈ হয় হওক। সেয়ে স্থিৰ হৈ যাওক। ভগবান এক আত্মহত্যাৰ উপায়।

(এনেতে দাবানল নুমাই গ'ল। বেগেৰে আহি তাপসীয়ে সুধিলে।)

তাপসী, - কোন তুমি ? ভগবানৰ নামত আত্মহত্যাৰ বৰাই কৰিছা ? কোন ভগবানে তোমাক এনেদৰে এই অমূল্য জীৱন নাশ কৰিবলৈ কৈছে ? দেখা নাই, অৰণ্যজোৰা দাবানলৰ মহাত্ৰাসত পশুপক্ষীয়েও পলাই কেনেকৈ প্ৰাণ ৰাখিছে ? নপলালা কিয় ?

বিশ্বৰথ, - পলাই কেনেকৈ নেজানো, আৰু জানিলেও পলাব নোৱাৰোঁ ?

তপসী, - তেনে, প্ৰাণৰ মমতাত ভগবানক মাতা কিয় ? ভগবানে বিশ্বৰাজ সিংহাসন এৰি তোমাৰ প্ৰাণ ৰাখিবহি লাগে, অথচ তুমি দোখোজ আঁতৰি গৈ প্ৰাণটি নেৰাখা।

বিশ্বৰথ, - প্ৰাণৰ মমতাত নহয়। প্ৰাণৰ ধিক্কাৰত। —— ইমান দিন তপস্যা কৰিলোঁ, তত্ৰাচ ভগবানৰ কৃপা কণিকা এটিও লাভ কৰিব নোৱাৰিলোঁ। এই প্ৰাণৰ প্ৰয়োজন কি ?

তপসী, -তুমি ফলৰ আশাত এক সন্দেহৰ পথে আগবাঢ়িছা। —তেনে হ'বই তো। দোষ কাৰ ? তোমাৰ নে ভগবানৰ ? —— বেচ, ফলৰ আশাতে আগবাঢ়াঁ —— হানি নাই ! কিন্তু পথত অন্য ফলৰ আশা কৰি জীৱন ব্যৰ্থ কৰা কিয় ? কি লাগে স্থিৰ কৰাঁ। ইন্দ্ৰীয় বোধ কৰি

একাগ্রচিত্তে ভগবানক মাতাঁ। তেতিয়া ভগবানে মাতে নে নেমাতে, ফলদাতাই ফল দিয়ে নে নিদিয়ে চোৱাঁ। — তুমি মুখেৰে মাতিছা ভগবান, ইপিনে অভিমানৰ মদিৰাত, পার্থিৱ সুখলৈ বৈ যোৱা শীতল ধাৰাত নিজৰ প্ৰাণ উটাই দিছা। — প্ৰাণে যি বিচাৰিছে তাকেই পাইছে। সন্তুষ্ট নোহোৱা কিয় ? —

বিশ্বৰথ, - কোন, কোন তুমি ? গায়ত্ৰীৰ দৰে পবিত্ৰ, মন্ত্ৰপূত অগ্নিৰ দৰে তেজস্বিনী, প্ৰাণ সঞ্চাৰিণী উষাৰ দৰে উজ্জ্বল তুমি, এক মুহূৰ্ত্ততে মোৰ হৃদয়ৰ গ্ৰন্থি ছিঙি দিলা। মোৰ মুৰ দোঁ খাই আহিছে। এবাৰ তোমাক প্ৰাণ ভৰি আই বুলি মাতিবৰ মন গৈছে। আই, আই ! সন্তানক দয়া কৰিবা নে ? কোৱাঁ আই ভগবানে নো এই পথহাৰাৰ কৰুণ বিননি শুনিব নে ?

তাপসী, - নুশুনে যদি ভগবান কিহৰ ? ভয় নাই, বাছা, মই তোমাৰ হৃদয়ৰ এই একনিষ্ঠা, এই দৃঢ় প্ৰতিজ্ঞা ভালেমান দিন লক্ষ্য কৰি আহিছোঁ। — তাৰ কালিমা, তাৰ বিকাৰৰ বাতুলতা দেখি কাষ চাপিব পৰা নাছিলোঁ। তোমাৰ এই অনুতাপ, এই মতি অতীত অভিজ্ঞতাৰে স্থিৰ কৰাঁ। হৃদয়ৰ ব্যাকুলতা বিফলে নিনিয়াবাঁ। তীব্ৰ তপস্যাৰে আগবাঢ়ি যোৱাঁ। ভগবানে কোলালৈ নিৰ্বলৈ হাত দুখনি মেলি দিব। ভয় নাই, মই তোমাক উপায় দিম। কোৱাঁ তোমাক কি লাগে ?

বিশ্বৰথ, - আই, আই! তোমাৰ আগত মোৰ লুকোৱা একো নাই। প্ৰাণৰ হুতাহুত লৰি আহিছোঁ জগতৰ শ্ৰেষ্ঠ শক্তি বিচাৰি। মোক ব্ৰাহ্মণৰ শক্তিৰে শক্তিমান কৰাৰ উপায় দিয়াঁ।

তাপসী, - সেই শক্তিৰে কৰিবা কি ?

বিশ্বৰথ, - কি কৰিম ঠিক ক'ব নোৱাৰোঁ। কিন্তু এইটো ঠিক কৰিছোঁ — অন্ধৰ দৰে লৰি আহিছোঁ — সেই শক্তি নেপালে আৰু নোলটোঁ।

তাপসী, - চোৱাঁ, ভাবি চোৱাঁ ———

বিশ্বৰথ, - ভাবি নেচাওঁ। চাব নোৱাৰোঁ ! মোৰ ফুলি অহা বিশ্বাস ছিঙি নিদিবা। বিশ্বধাত্ৰী মহামায়াৰ দৰে মোক ভুলাই নিদিবা। মোৰ শেষ সন্ধান ব্ৰাহ্মণৰ শক্তি। দিয়াঁ, মাতৃ মোক তাৰ উপায় দিয়াঁ।

তাপসী, - তুমি ভগবানৰ দুৱাৰ পাই কি ভুল কৰিব খুজিছা — বুজিব নোখোজা।

বিশ্বৰথ, - ভুলতো যদি সেই শক্তি লাভ হয়, হওক সেই ভুল। সেয়ে মোৰ জীৱনৰ উদ্দেশ্য।

তাপসী, - কিন্তু !———

বিশ্বৰথ, - আৰু নকৰা। মই বেচ বুজিছোঁ, মোৰ মনত আশাঙ্কা জন্মাই ব্ৰাহ্মণৰ চিৰপ্ৰাপ্য এই মহাশক্তিৰ পৰা মন পিছলাব খুজিছা ? হায় ! মাতৃ, তোমাৰ মনতো পুত্ৰৰ পাৰ্থক্য, ব্ৰাহ্মণ ক্ষত্ৰিয়ৰ ভেদ বিচাৰ ! — আৰু আৰু কাৰ ওচৰত বিনাম ! — মোৰ এই দগ্ধ হৃদয়ৰ প্ৰাণদাহী জ্বালা স্থিৰ নেত্ৰে চাই আছা ? এবাৰ স্থিৰ হোৱাঁ। মোৰ মুণ্ডপাত কৰি অযোগ্য তেজেৰে —

তাপসী, - ক্ষান্ত হোৱাঁ। — বেচ, নিজে হাততলৈ বুজিবৰ ইমান ইচ্ছা হৈছে যেতিয়া এবাৰ তাৰ প্ৰমান লোৱাঁ। জ্ঞান পালেই আকৌ হয়তো লৰি আহিবা। ব্ৰাহ্মণৰ শক্তি কি এক তুচ্ছ বস্তু, তাঁলে ইমান তীব্ৰ তপস্যাৰ প্ৰয়োজন নাই। সৌৱা, এবাৰ হিমালয়ৰ শুভ্ৰ শিখৰৰ ফালে নিৰীক্ষণ কৰাঁ। কি দেখিছা ?

বিশ্বৰথ, - কিবা যেন জিলিকি থকা - কিবা মূৰ্ত্তিৰ দৰে ৰিণিকি ৰিণিকি দেখিছোঁ।

তাপসী, - আৰু স্পষ্টকৈ দেখিবা। সেইয়া অনিমা লঘিমা আদি অষ্ট সিদ্ধিৰ উজ্জ্বল মুৰুতি — বিশ্বৰ মূলত কেনেকৈ খেলিব লাগিছে। আৰু ফুটি পৰিব আৰু জ্বলি উঠিব। মনৰ কুৱঁলি আতৰাই দিয়াঁ চিত্তবৃত্তি ৰোধ কৰি আগবাঢ়ি যোৱাঁ। তেওঁবিলাকৰ আশীৰ্ব্বাদ লাভৰ উপায় মই কৈ দিওঁ। সাধনা কৰি কৰি গৈ থাকিবা, আহাঁ।

(আগে আগে তাপসী, পাচে পাচে মন্ত্ৰমুগ্ধৰ দৰে বিশ্বৰথৰ প্ৰস্থান।)

---

## দ্বিতীয় দৃশ্য

(হিমালয়ৰ ওচৰত প্ৰকাণ্ড হাবি। দূৰত চণ্ডালৰ গাওঁ। তাৰ কুকুৰৰ ভুকভুকনি শুনা গৈছে। হাতত লাঠী লৈ চেবেগা আৰু লটকু চণ্ডালে ভিতৰৰ পৰাই দন্ পাতি আহিছে।)

লটকু, - তই, তই, তইয়েই মাৰিছ।

চেৰেপা, - দেখিছিলি তোৰ ধেন্দেলাচকুৰে ? দেখিছিলি ?

লটকু, - দেখিব লাগিছে ! কোনোবা দেওভূতে মাৰিবলৈ আহিছিল, হয় !

চেৰেপা, - লোকে আক' গাঠিত গজায় হি পাবতে গজাই ডেও দি ধৰে ! নাই মৰা বুলিলে নুহুনে।

লটকু, - ই নেমাৰিলে — হিমান ডাঙৰ পকা চপৰা এনেয়ে মাৰখায় ?

চেৰেপা, - মাৰিছোঁ, যদি মাৰিছোঁ, যা। - কুকুৰা কাটি হুপত খাব নোৱাৰোঁ।

লটকু, - ৰ' বাপেৰে ৰজাক কৈ দিম নে নিদিম চাবি।

চেৰেপা, - কবিচেন লগনি কথা। মুৰা ভাঙ্গি নিদিম হ'ব পায়।

লটকু, - মুৰা ভাঙ্গিবলৈ বৰ ৰজাপাট ওলাইছে ! পাৰিবি ভাঙ্গিব ?

চেৰেপা, - নোৱাৰিম ?

লটকু, - পাৰিবি ? কেনেকৈ পাৰ, পাৰচোন।

চেৰেপা, - দিওঁয়েই বহাই বাপেকে।

(লাঠিৰে মাৰে। লটকুৱে লাঠিৰে বাধা দিয়ে। এনেতে দূৰৰ পৰা হাক্ দি সত্যব্ৰতৰ প্ৰবেশ। দুয়োো থিৰ দি থাকে।)

সত্যব্ৰত, - হেই ! হেই ! সচাঁয়ে নে ? — কথা নাই, কাৰণ নাই, অলপ আঘাত পালেই জঁকি উঠি মৰে এতিয়া ; মৰ অঁকৰা ভালুকৰ দৰে নিজে নিজৰ ভিতৰত কামোৰা কামোৰি কৰি !

লটকু, - ই, ই, ইমান ডাঙৰ পকা চপৰা এটা —

চেৰেপা, - ৰজাৰ আগত ফাকিফুকা —

সত্যব্ৰত, - ৰ' ৰ'। সিমান ডাঙৰ নহয়, সৰু দলি এটা ! ফাকি ফুকাও নহয়, ময়ে মাৰি চাইছিলোঁ। তহঁত ঠাকে-ঠিকে নিজ ঠাইত আছ নে নাই চাই লৈ মই মাতিব খুজিছিলোঁ। ৰ' মুৰা ভাঙ্গিবলৈ পটপটাইছ, কোনে কিমান ভাঙ্গিব পাৰ তাৰ মহলা লম এতিয়া। শুন, সৌ গাঁৱৰ খাবলৈ নাইকিয়া খেতিয়ক কেইটাৰ ফুটা কাঁহী বাটি কেডোখৰিকো বেচি ধনবৰ সদাগৰে তাৰ পাওনা জোকে চোহা দি চুহি লৈ গৈছে। ইস্ ! সি কেনে পাষণ্ড ! সি ভাবিছে দুৰ্ভিক্ষত ধকৰা মৰি যদি যায় তাৰ পাওনাও মৰিব। তাৰ টকাৰে সি জীয়াই থাকিব পাৰিলেই হ'ল। সেইহে খৰ্‌ধৰ্ কৰি পাঁচোটামান মাল লগত লৈ টেইটুকি লৈ গ'লহি। বেচেৰিহঁতে হিয়া ধুনি ধুনি বিনাব লাগিছে। এই অৰণ্যত কোনে শুনে ? শুনোতা নাই ঐ ! কোনে শুনিব ? (এনেতে বাহিৰত শিঙ্গা বাজে।) সেইয়া, দোপ্‌দৰৰ শিঙ্গা শুনিলি ? মই তাক আজিৰ দলপাতি পাতিছোঁ। যা, খুব খবৰদাৰ ! ইয়াৰ পাঁচ ক্ৰোশৰ ভিতৰত নধৰিবি। ধৰা পৰিবলৈ হ'লে জীৱ নথওঁ। — যা, কাঢ়ি আন, মই যাৰ ধন তাক বিলাই দিম।

চেৰেপা, - একো কথা নাই।

লটকু, - বল তেনে।

(যাব খোজে । এনেতে দূৰত হুৰহুৰণি শুনে। )

সত্যব্ৰত, - এই, ৰবিচোন, কিহে হুৰহুৰায় ?

(আকৌ শিঙ্গা বাজে।)

(ডিঙ্গিত দীঘল জৰী এডাল লগোৱা গালবে লবি লবি প্ৰবেশ কৰিলে।)

সত্যব্ৰত, - ডিঙ্গিত দেখোন ডোলে চোলে ? এবাল ছিঙ্গিলি নে ফাঁচ লগাবলৈ আহিছ ?

(আগভেটি ধৰে। )

(নেপথ্যত মধুছন্দ আৰু সংকৃতিয়ে চিঞৰে, —' আগচা, আগচা, ধৰা, ধৰা তাক নেৰিবা। )

গালব, - ধৰচোন, ধৰ তোৰ জীৱ লওঁ নে নলওঁ।

সত্যব্ৰত, - মুখেৰে হে জীৱ লবি, মুখত নধৰোঁ, এইয়া জৰিতে ধৰিলোঁ। (ধৰে।)

গালব, - এৰ, এৰ, এৰ এইটো !

(গালবে চেষ্টা কৰে, সত্যব্ৰতে ডিঙ্গিত টানি ধৰে।)

সত্যব্ৰত, - ৰ' লৰচৰ নকৰিবি।

(লবি লবি মধুছন্দ আৰু সংকৃতি আহি কলেহি, —)

সংকৃতি, - ইস্, বৰ উপকাৰ কৰিলা। ৰ'বা, এইবাৰ ককালত বান্ধি লম। কলৈ পলাবি। চাওঁ, দিয়াঁ।

সত্যব্ৰত, - তঁহতক দিবলৈ মই ধৰা নাই।

সংকৃতি, - তেনে কি কৰিবলৈ ?

সত্যব্ৰত, - পুহিবলৈ। মই পুহিম।

মধুছন্দ, - তোমাক পুহিবলৈ দিম কিয় ?

সংকৃতি, - আমি দিব নোৱাৰোঁ, সি যে আমাৰ ভাই !

গালব, - নহয়, নহয় — সিহঁত মোৰ মহাশত্ৰু !

সত্যব্ৰত, - শত্ৰুয়েই হওক বা মিত্ৰই হওক বুৰাৰ হাতত চেঙ্গেলী পৰিলি যেতিয়া কাৰো এৰণ নাই। তইঁতকো ধৰিম।

মধুছন্দ, - আমাক।

সত্যব্ৰত, - এৰা তইঁতক।

সংকৃতি, - জীয়াই জীয়াই ধৰিব নোৱাৰিবা।

সত্যব্ৰত, - মৰিলে মঙ্গহ নেখাওঁ যেতিয়া জীয়াই জীয়াইয়ে ধৰিব লাগিব। এই ধৰিলোঁ।

(হাতমেলে - সংকৃতি আৰু মধুছন্দই ককালৰ পৰা সৰু তৰোৱাল দুখনি উলিয়াই সত্যব্ৰতলৈ লক্ষ্য কৰে।)

সত্যব্ৰত, - চাবাইচ! ইহঁতৰ দেখিছোঁ বুকুৰ পিত কম নহয়! — ৰবি বাছা! মই ইহঁতৰ মুৰ দুটাকে লৈ যাওঁ।

(এই বুলি গালবক এৰি তৰোৱাল ডাঙিব খোজোতেই গালবে সত্যব্ৰতৰ হাতত ওলমি যায়।)

গালব, - মুৰ নিবি? মুৰ নিবি?

সত্যব্ৰত, - ইহঁত যে তোৰ মহাশত্ৰু?

গালব, - সেইবুলি হত্যা কৰিব কিয়?

(দুইয়ো দুইলে অলপ চায়।)

সত্যব্ৰত, - তেনে তোক ৰাখিম কেনেকৈ?

গালব, -নেলাগে মোক ৰাখিব। (নৰিগৈ সংকৃতিক সাবটি ধৰে) দদা, দদা! মোকলৈ যোৰা। মই আৰু নপলাওঁ।

সত্যব্ৰত, - বালক, বালক! চণ্ডাল হলো বুলিও বিধতাই বুজা শক্তি একেবাৰেই লোপ কৰি দিয়া নাই। ভ্ৰাতৃহীন হৃদয়ত বৰ আঘাত দিলি ঐ! এইয়ে হে এইয়ে হে সহোদৰ ভ্ৰাতৃ! বেচ, তইঁত কম পাত্ৰ নহৰ? মই তইঁতৰ লগত সন্ধি কৰিম। ক' ক' ক্ষত্ৰিয় কুমাৰ, মোৰ লগত সন্ধি কৰিবি?

সংকৃতি, - তাকলৈ আমাৰ যলৈ ইচ্ছা তলৈ যাবলৈ দিয়া, সন্ধি কৰিম।

সত্যব্ৰত, - তাৰ আগতে এটি কথা সোধোঁ, কবিনে?

সংকৃতি, - কি কথা?

সত্যব্ৰত, - এনে গৰু পহুৰ দৰে ডিঙিত ডোল লগাই, ক' বাছাহঁত, তাক কলৈ লৈ যাব?

মধুছন্দ, - বেচিবলৈ।

সত্যব্ৰত, - বেচিবলৈ?

সংকৃতি, -অম্বৰীষ ৰজাই বোলে ল'ৰা এটা উচিত মূল্য দি কিনি লব খুজিছে— তাকে বেচিবলৈ লৈ আহিছো।

সত্যব্ৰত, - কিয় খুজিছে তাক যদি জানিলিহেঁতেন! — পোষ্যপুত্ৰ লবলৈ নহয়, ঐ! নৰমেধ যজ্ঞত বলি দিবলৈ! —এই সোণৰ পুতলাটি বলি দিয়াৰ পাঠাৰ দৰে টানি আনিছ! তাৰ এই হেন মুখ খনিলৈ চাই কান্দোতা কোনো নাই নে? ইয়াৰ মাক আছে নে নাই?

সংকৃতি, - আছে। তেওঁয়েই বেচিবলৈ এৰি দিছে।

সত্যব্ৰত, - মাকে এই দৰে বেচিবলৈ এৰি দিলে!

সংকৃতি, কি বুজিবা, তুমি কি বুজিবা? — ইয়াৰ যেনে হে হাহাকাৰ, যেনে হে অত্যাচাৰ — বেচিবলৈ দি বেচেৰীয়ে ৰক্ষা পাইছে!

সত্যব্ৰত, - দুৰ্দ্দান্ত হলে বাপেকে এৰিব পাৰে। মাকেও এৰে? ক' ক' আপোন মাক নহয়, মাহীমাক!

সংকৃতি, মাহী আই নহয়! গৰ্ভধাৰিণী জননী! কি কৰিব? কোৱাঁ, কি কৰিব? আমাৰে ইমান দিন অনাহাৰ। আইৰ যে কিমান দিন কোনে জানে? মুখৰ মাত নাই, লৰচৰ কৰিব নোৱাৰে, তাৰ ওপৰত ইয়াৰ ইমান উৎপাত!—

সত্যব্ৰত, - তথাপি, তথাপি, শেষৰ নিশ্বাসটিয়েও যাৰ সন্তানৰ শিৰ শীতলাই যায়! — সেই জননী। বালক, বালক! তইঁতৰ সমানতে মোলৈ এটি হুমুনিয়াহ থৈ, মোক চিৰ মাউৰা কৰি এই হতভগীয়াৰ মাতৃ দেৱীক নিঠুৰ কালে কলৈ লৈ গ'ল! — এতিয়াও এতিয়াও নিদাৰুণ সংসাৰৰ বিভীষিকা ভ্ৰূকুটিত আতুৰ নয়নেৰে যাৰ স্মৃতিলৈ চাই শান্ত্বনা পাওঁ, এতিয়াও জীৱনৰ শত ধিক্কাৰত পিতৃ পৰিত্যক্ত এই পঙ্কিল প্ৰাণ যাৰ বিণিকি বিণিকি ৰশ্মি পৰি গৌৰৱ ৰাগেৰে ৰঞ্জিত কৰে — সেই মাতৃ! সেই জননীৰ মোৰ কল্পনাৰ মধুৰ মূৰতিত এই দৰে এক নিমিষতে কলঙ্কৰ কালিমাৰে বোলাই দিবি? কোনে, কোনে বাছা এই কলঙ্ক দিলে? তইঁতৰ পিতাৰ জীয়াই আছে? পিতাৰ ক'ত?

সংকৃতি, - পিতা ক'ত? কোনে ক'ব? — পিতা আমাৰ নিৰুদ্দেশ! এখন সোণৰ ৰাজ্য দলিয়াই দি আমাক বুকুত

বান্ধি লৈ আইয়ে আমাৰ পাচে পাচে লৰি আহিল। কত গিৰি, কত নদী অতিক্ৰম কৰিলোঁ, তথাপি পিতাৰ সন্ধান নাই। শেহত হতাশ হৈ দক্ষিণৰ অন্ধকাৰ চকুৰ আগত লৈ আগবাঢ়িছোঁ এই মৰণ দেশৰ পিনে। মৰণ! মৰণেও যে মৰীচিকাৰ দৰে আঁতৰি যায়। (কান্দে)

সত্যব্ৰত, - আই, আই! — জীৱনৰ এই ঘোৰ অমাবস্যাত ভালেতি, ভালেতি তই আজি কালী, কপালিনী, নিজ সন্তানৰ ৰক্ত নিজে পান কৰি পিয়াহ পলাবি! এনে স্বৰ্গাদপি গৰিয়সী মাতৃ মূৰ্ত্তিক প্ৰাণ থাকে মানে নামিবলৈ নিদিওঁ। মাতৃ পূজাৰ অতৃপ্ত পিয়াহ অতদিন হিয়াত উঠি হিয়াত মাৰ গৈছিল। আজি প্ৰাণ ভৰি পূজা কৰিম। মাতৃহন্তা বিধাতাৰ খুব প্ৰতিশোধ ল'ম!

সংকৃতি, - কোন, কোন তুমি? তুমিয়েই কি সেই কায়ব্য ব্যাধ, যাৰ পুণ্য প্ৰভাবত অন্য কি বন্য জন্তুৱেও হিংসা পাহৰিছিল?

সত্যব্ৰত, - কায়ব্য? এই পতিতৰ সিমান ঔদাৰ্য্য ক'ত? সিমান মহত্ত্ব ক'ত? কায়ব্য আছিল স্বৰ্গৰ দেৱতা, কৰ্ম্মবিপাকত অনিচ্ছাস্বত্ত্বে চণ্ডাল হৈছিল। মই যে নৰপশু; ইচ্ছা কৰি হেপাহ কৰি এই ব্যভিচাৰত গা ঢালি দিছোঁ। যাওক, বাছাৰ কোমল গলত এই ডোল! আহাঁ দুৰ্দ্দান্ত! এই দুৰ্দ্দান্তৰ হৃদয়ত সোমাই যোৱাহি। আহাঁ গালৱ! চণ্ডাল দস্যুৱে এই নামেৰে তোমাক মুক্তি দিছে, তুমি জালমুক্ত সিংহৰ দৰে চিৰদিন জিলিকি থাকাঁ। বলাঁ, মোৰ লগত বলাঁ।

(বন্ধন খোলে।)

সংকৃতি, -আমাক কলৈ নিব খুজিছা?

সত্যব্ৰত, - সেই মাতৃমূৰ্ত্তিৰ পদতললৈ। আহাঁ, মোৰ ঘৰে দি আহাঁ। মোৰ হিংসাৰে অৰ্জ্জা সুবৰ্ণ ৰাশীৰে, মোৰ এই জঘন্য জীৱনেৰে মাতৃৰ চৰণত অঞ্জলি দিম।

সংকৃতি - ইমান মৰম! ইমান মৰমতো যে চকুৰ পানী নবয়। পিতাৰ সন্ধান নেপালে যে সকলো মিছা!

সত্যব্ৰত, - এই জীৱন উকৱাই পিতাৰাৰ সন্ধান ধৰাই আনিম। কোৱাঁ, পিতাৰ নামটি কি?

সংকৃতি, - পিতাৰ নাম — আমাৰ পিতা কৌশিককুলতিলক ৰাজাধিৰাজ বিশ্বৰথ।

(সত্যব্ৰতে তিনিওটিকে লৈ গুচি গ'ল।)

---

## তৃতীয় দৃশ্য

(অৰণ্যৰ দাঁতিৰ চণ্ডালৰ গাওঁ। বেলি দুপৰীয়া। বুধুৰ দুৱাৰত বিশ্বৰথ। ঘৰৰ পৰা ওলাই বুধুৱে কৈছে।)

বুধু, - নাই বুলিনো আক' কেনেকৈ কম। তাকৰ অলপ মঙহ আছোঁতে আছে, তহঁতৰ বাপুহঁতে হলে হেইবোৰ খাওঁ শুণে আমাক ঘিণ কৰে।

বিশ্বৰথ, - তোমালোকে যি খোৱাঁ তাকেই মোক দিয়াঁ, তাৰেই মই সুদীৰ্ঘ ব্ৰতৰ পাৰণ কৰিম। এই দাৰুণ দুৰ্ভিক্ষত উদৰৰ জ্বালা আৰু জ্বলিছে।

বুধু, - আমি যি খাওঁ তই তাকে খালে আক' বাপু হৈ থাকিবি কেনেকৈ? আমি নাগলি জাতি, চণ্ডাল বুলি হ'ব পায় তই ভুপোৱা নাই?

বিশ্বৰথ, - হোৱাঁ চণ্ডাল! এই অভিমানীৰ এটা দিন আছিল, ব্ৰাহ্মণৰ সংকীৰ্ণ বেৰাৰ মাজে দি মুকলি আকাশ দেখা নাছিলোঁ — নীচৰ নামত, চণ্ডালৰ নামত নাক কুঁচিমুচি গৈছিল! তেতিয়া চিৰ শুভ্ৰ হিমালয়ৰ অভ্ৰভেদী চূড়া দেখা নাছিলোঁ; তাৰ পৰা এই বিস্তীৰ্ণ জগতৰ সৰু বৰ একাকাৰ হৈ যোৱা মহিমাময় দৃশ্য দেখা নাছিলোঁ। — তুমি হ'ব পাৰা অস্পৃশ্য চণ্ডাল। সেয়ে তোমাৰ বাপুহঁতলৈ — মোলৈ নহয়!

বুধু, - হেই হকটোৰে পৰা ভাবি চুলি পকালোঁ — এদিনো এই মঙহ বাপুহঁতে ভাল বুলি শুণোৱা নেদেখিলোঁ। জানি শুনি এই বেয়া মঙহ দি পাপ কৰিব কৰি নে? পাপকে কৰোঁ — তহঁতে বাপুহঁতে আক' উধাবিবলৈ নোখোজ।

বিশ্বৰথ, -ই বেয়া কাম নহয়, পাপ নহয়! ভয় নাই। ধৰ্ম্ম অৰ্থ কাম মোক্ষৰ নিমিত্তে এই দেহা। — ই দেহীৰ অতি পূজ্য, অতি প্ৰিয়তম! তাক ৰাখিবলৈ বুলিহে ভক্ষ্যাভক্ষ্যৰ এই কৃত্ৰিম শাসন! — এই দেশাচাৰ!

বুধু, - তহঁতৰ বাপুৰেই কয় 'নেখাবি', তই আৰু কৱ 'খাবি' — আমি নো পাচে কাৰ কথা শুনিম ?

বিশ্বৰথ, - যাৰ দেহাৰ ভিতৰৰ বস্তিটিলৈ লক্ষ্য নাই, যাৰ পুণ্যৰ শোধন শক্তিত আস্থা নাই, বিশ্বাস নাই — সি ক'ব পাৰে। তোমাৰ চিন্তা নাই। তুমি মোৰ দেহা ৰক্ষাৰ্থে সেই মাংসদান কৰা, আৰু মইও দেহা ৰক্ষাৰ্থে সেই দান আনন্দেৰে গ্ৰহণ কৰোঁ।

বুধু, - ইমানকৈ শুনালি যেতিয়া নে। আমাৰ গাৰঁত হলে নেখাবি। বাপুহঁতে দেখিলে আৰু' আমাক হাও দিব। (মাংসৰ টোপালা দিয়ে।)

বিশ্বৰথ, - মই আশীৰ্ব্বাদ কৰিছোঁ, ভয় নাই। "ওঁ স্বস্তি।"

(টোপোলা লৈ যাব খোজোতেই
সত্যব্ৰতে বেগেৰে আহি বুধুক সুধিলেহি।)

সত্যব্ৰত, - হে, হে ৰ'বা। আৰু মঙহ আছে নে নাই বুধু ?

বুধু, - নাই ৰজা ! যি আছিল হেয়ে।

সত্যব্ৰত, - (বিশ্বৰথক কলে) তেনে তুমি সেই মাংস নিব নোৱাৰা। আমাৰ দেবীৰ পাৰণ হোৱা নাই, দেবী তুষ্ট হোৱা নাই। অথচ এই হাবিত তুমি সুখেৰে আহাৰ কৰিবা ? সি হ'ব নোৱাৰে। দিয়া, মাংস দিয়াঁ।

বিশ্বৰথ, - ক্ষুধাতুৰৰ মুখৰ অন্ন গ্ৰাস;— এজনে ব্ৰাহ্মণক দান কৰিছে, সেই দান তুমি কি বুলি কাঢ়ি নিবা ?

সত্যব্ৰত, - বুলিবলৈ একো নাই। ই বেদৰ বিধান নহয়, — চণ্ডালৰ প্ৰাণৰ জঁক্। সি জ্বলি উঠিছে, তোমাৰ কুশৰ শান্তি সি নেমানে। দিয়াঁ, দিয়াঁ। নহলে আঁজোৰ মাৰি কাঢ়ি লম।

বিশ্বৰথ, - (স্বগত) কাঢ়ি লবি ? —ইয়াৰ বজা চকু যে সহিব নোৱাৰি। এতিয়াও এই তপস্যাক্লিষ্ট বাহুৰে তোৰ দৰে দহোটাক জোবাব পাৰোঁ।— নাই ! ব্ৰাহ্মণৰ প্ৰথম পৰিচয় চণ্ডালৰ লগত হতাহতি !— নোৱাৰি —

সত্যব্ৰত, - মনে মনে থাকিলে নহব। দিবা নে নিদিয়া। কোৱাঁ, কোৱাঁ।

বিশ্বৰথ, - তোমাৰ গাজনিত নগলা বহাগী ভাবৰ হয়তো কেতিয়াবা এছাটি শীতল বতাহতে গলি গ'লহেঁতেন বিনয়েৰে ক'লে —

সত্যব্ৰত, - বিনয় ? সি কেনেকৈ মাতে ? এই দুৰ্ভিক্ষ ৰাক্ষসে তাৰ কণ্ঠ চেপি ধৰিছে। কেৱ নেগাভিবাঁ। দিয়াঁ জলে জলে।

বিশ্বৰথ, - কোন তোমাৰ দেবী ? ৰজা, নিজ হাতে মই তেওঁৰ পূজা দিমগৈ।

সত্যব্ৰত, - হা হা-হা ! তুমি ভাবিছা হ'ব পায় দেবীয়ে আমাৰ নৈবেদ্যৰ গন্ধ লৈ তোমালৈ প্ৰসাদ বুলি গোটেই খিনি থৈ যাব ! আমাৰ দেৱতা যে জাগ্ৰত ! ৰক্ত মাংসেৰে গঢ়া ! — প্ৰসাদ দিলেও যে নলবা।

বিশ্বৰথ, - কোন, কোন তেওঁ ?

সত্যব্ৰত, - তেওঁ এক বিশাল সাম্ৰাজ্যৰ ৰাজৰাজেশ্বৰী — অথচ দীনহীনা ভিখাৰিণী। প্ৰভাতৰ শিৰৰ দৰে তেওঁৰ শিৰত সেন্দুৰ, অথচ বাৰিষাৰ মেঘাবৃত দিনৰ দৰে বিমৰ্ষ, মলিন, বিধবাৰ অশ্ৰুতকৈও কি কৰুণ অশ্ৰু বৰিষণ !

বিশ্বৰথ, - কোন তেওঁ ?

সত্যব্ৰত, - নেজানো কোন স্বৰগৰ পাৰিজাত তেওঁ ! — দেহি ঐ ! কি নিৰ্দ্দয় স্বামী ! সেই কোমল পাপৰি ভৰিৰে মোহাৰি গুচি গ'ল, স্বামী তেওঁৰ নিৰুদ্দেশ। সন্তান তিনিওটি বুকুত বান্ধি কি দুখত কুৰবীৰ দৰে এই অৰণ্যত বিনাই ফুৰিছিল।

বিশ্বৰথ, - (স্বগত) ৰাজৰাজেশ্বৰী, স্বামী নিৰুদ্দেশ, তিনিটি সন্তান ! বুকু কঁপি উঠিল কিয় ? (ফুটাই) কোৱাঁ, ফুটাই কোৱাঁ। প্ৰহেলিকাত নেভাজিবাঁ। কোন তেওঁ ?

সত্যব্ৰত, - এইখিনি শুনিয়েই আতুৰ হৈছা।— আৰু শুনিলে যে কি হ'লাহেতেন ! দাৰুণ দুৰ্ভিক্ষতকৈও নিদাৰুণ বৰ্ব্বৰ দস্যুৰ হাতত বেচেৰীৰ যে কি নিৰ্য্যাতন তাক যদি দেখিলাহেতেন ! নিজৰ নয়নৰ মণি হৃদয়ৰ ছবি আপোন সন্তান — তাক যে কি হতাহত পশুৰ দৰে বলি দিবলৈ বান্ধি পঠিয়াইছিল, কি যন্ত্ৰণাত বাঘিনীৰ দৰে নিজৰ মঙহ নিজে কামুৰি খাব খুজিছিল !

বিশ্বৰথ, - কোৱাঁ, কোৱাঁ, তেওঁৰ স্বামী কোন ? স্বামীৰ নাম কি ?

সত্যব্ৰত, - নুসুধিবাঁ, নুসুধিবাঁ। সন্তানৰ মুখলৈ জননীৰ স্তন্যধাৰা আকুল চেনেহত যদি কৰবাৰ্ত বৈ আহিছে — সেই নাম শুনিলে বৈ যাব। গ্ৰহ উপগ্ৰহেৰে এই বিশ্ব ৰথৰ চক্ৰতকৈও বেৰ্চিকৈ ঘূৰিছে সেই নাম শুনিলে স্তব্ধ হ'ব!

বিশ্বৰথ, - কোন তেওঁ? এটিবাৰ, এটিবাৰ মোক দূৰৰ পৰা চাবলৈ দিয়াঁ।

সত্যব্ৰত, - হা-হা-হা! তেওঁ যে চণ্ডালৰ দেৱতা! ব্ৰাহ্মণৰ অস্পৃশ্য! ক'ৰবাত কেনেবাকৈ দেখিলে তপস্যা তোমাৰ চকি উঠিব! — নহলে, নহলে নো দিনৰ বাঘিনী ৰাতিৰ সাপিনী বুলি এনে দেৱতাক অনাথিনী কৰি প্ৰাণৰ স্বামীয়ে অৰণ্যৰ মাজত তপস্যা কৰি মৰে?

বিশ্বৰথ, - আৰু নকলাবা, আৰু নকলাবা! নেজানা, নেজানা তুমি তোমাৰ প্ৰতিটো কথাই মোৰ হৃদয়ত কি তীব্ৰশেলে বিষাদি বিন্ধিছে। এটিবাৰ, এটিবাৰ তোমাৰ দেৱতাক মোৰ হিয়াৰ ছবিৰে মিলাই চাবলৈ দিয়াঁ। তাৰ পাচত, তাৰ পাচত — নহয়, বলা, মোক এবাৰলৈ বলা।

(এনেতে চকুত পানীৰে শালবতী লৰি আহি কলেহি।)

শালবতী, - ইমান দিনি যেতিয়া আহিলোঁ, এই দোখোজ কিয়? নিজে চুচৰি আহিব পাৰিম।

বিশ্বৰথ, - (কঁপি কঁপি একে থৰে চাই কলে) তুমি! তু—মি!

শালবতী, - মৰিবলৈ বিচাৰিও মৰিব নোৱাৰিলোঁ। সন্তান তিনিটা শোধাই দিবলৈ বৈ আছোঁ। মধুছন্দই দূৰৰ পৰা পিতাৰ দৰে দেখি বোলাতে লৰি চুচৰি আহিছোঁ। (কান্দে।)

বিশ্বৰথ, - দেবি দেবি! মোক ক্ষমা কৰাঁ।

(সাবটি ধৰিব খোজোতেই শালবতী আঁতৰি যায়।)

শালবতী, - আৰু কৈলৈ, আৰু কৈলৈ? — শান্তিৰে মৰিবলৈ দিয়ক।

বিশ্বৰথ, - অভিমান নকৰিবা, দেবি তুমি মৃত্যুৰ কোলাত মৰিব নোৱাৰিলা, মই যে অমৃতৰ কোলাত মৰিবলৈ গৈও উলটি আহিলোঁ। তোমাৰ, তোমাৰ নিমিত্তেই যে মৰা নহ'ল। অলঙ্ঘ্য পৰ্ব্বত বনানি লঙ্ঘন কৰি উধাতুৰে লৰি আহিছোঁ। লৰি আহিছোঁ বাতৰি দিবলৈ — বিশ্বৰথ আজি আৰু বীৰ্য্যহীন ক্ষত্ৰীয় নহয়! বিশ্বৰথ ব্ৰাহ্মণ! তোমাৰ মলিন মুখ উজ্জ্বল কৰিবলৈ, তোমাৰ নত শিৰ উন্নত কৰিবলৈ, হিমালয়ৰ শুভ্ৰ শিখৰৰ পৰা ব্ৰাহ্মণৰ মহাশক্তি নমাই আনিছোঁ। আহাঁ এই আনন্দৰ ধাৰাত ডুব দিয়াঁ। তোমাৰ অশ্ৰুজল সাৰ্থক হওক।

শালবতী, - এই বাতৰি দিবলৈ, এই আনন্দ দিবলৈ পায় ক'ত? যাতো গুণে নিজৰ প্ৰাণ দি এই বাছাই আমাৰ প্ৰাণ চাৰিটি ৰক্ষা কৰিলে! (কান্দে।)

বিশ্বৰথ, - এওঁ বাছা কোন? কোন তুমি?

যাতে (সত্যব্ৰত), -দেৱতা মোৰ সকলো দোষ ক্ষমা কৰক। মই চণ্ডাল!

বিশ্বৰথ, - এনে পৰিমাৰ্জ্জিত কথাৰে, এনে উচ্চ হৃদয়েৰে তুমি চণ্ডাল? তেনে স্বৰ্গত তোমাৰ দৰে দেৱতা কেইজন? — তুমি চণ্ডাল, চণ্ডাল? স্বৰ্গৰ প্ৰতিমা তুমি! তোমাক মই, তোমাক মই — সশৰীৰেৰে স্বৰ্গলৈ পঠিয়াম!

---

## চতুৰ্থ দৃশ্য

### পুস্কৰতীৰ্থ

অম্বৰীষ ৰজাৰ নৰমেধ যজ্ঞৰ স্থলৰ খাটি সত্ৰলৈ যোৱা তোৰণ! ভিতৰৰ বাদ্য কোলাহ'ল অলপ অলপ শুনা গৈছে।

(প্ৰহৰী এটা ওলাই কেউপিনে চাই'লৈ কয়।)

প্ৰহৰী, - নাই, ইয়াত মানুহ নাই! সৌটো, সৌটো কোন? — এ, এই এই ফালে, এই ফালে!

(সত্যব্ৰতৰ প্ৰবেশ)

প্ৰহৰী, - চণ্ডালৰ বেশেৰে তুমি কোন?

সত্যব্ৰত, - মই চণ্ডালেই।

প্ৰহৰী, - তেনে আৰু এক দণ্ডৰ পাচত নৰমেধ যজ্ঞৰ বলি এই বাটেদি স্নান কৰাবলৈ আনিব। কৰবাত স্পৰ্শদোষ ঘটিব পাৰে। তুমি ইয়াত নেথাকিবা দূৰলৈ যোৱাঁ, যোৱাঁ।

(বিশ্বৰথ, সংস্কৃতি, গালব আৰু মধুছন্দৰ প্ৰবেশ।)

বিশ্বৰথ, - দূৰলৈ গলেও যে পৃথিবীখন স্পৰ্শ কৰি থাকিব।

পৃথিবীৰ পৰা একেবাৰে ইহঁতক খেদাই দিব নোৱাৰা নে ?

প্ৰহৰী, - (প্ৰণাম কৰি ) আমাক ক্ষমা কৰিব, প্ৰভো ! — নগৰ পালৰ আদেশ, আমি কৰিম কি ?

বিশ্বৰথ, - বুজিছোঁ। যোৱাঁ মই তেওঁক পঠিয়াই দিম।

প্ৰহৰী, - ভাল।

(প্ৰহৰী প্ৰণাম কৰি গুচি গ'ল।)

সত্যব্ৰত, - নোসোমাব, প্ৰভো, আপুনি ইয়াত নোসোমাব। ইহঁতে চক্ৰান্ত পাতিছে। আপুনি ব্ৰাহ্মণৰ লগত বহিবলৈ গলেই সিহঁতে দল বান্ধি ওলাই আহিব। আপোনাৰ এই অপমান মই চাই থাকিব নোৱাৰিম। ক'ৰবাত ব্ৰাহ্মণৰ অভিজাত ৰক্তেৰে যজ্ঞস্থল পঙ্কিল হ'ব। মোক ধৰি ৰাখিব নোৱাৰিব।

বিশ্বৰথ, - ব্ৰাহ্মণে জ্বলোৱা নৰমেধ যজ্ঞৰ জুই ব্ৰাহ্মণৰ তেজেৰে নিৰ্ব্বাপিত কৰিব নেলাগে। উত্তেজিত নহবা। মই আগেয়ে শুনি স্থিৰ কৰি আহিছোঁ। অম্বৰীষৰ লগত মোৰ কোনো বিবাদ নাই ইমান হেপাহত পতা যজ্ঞ মই পণ্ড নকৰোঁ। জনমত অনুকূলৈ লৈ ধীৰে সতে ধীৰ নীতিৰে মই মোৰ প্ৰভাব বিস্তাৰ কৰিম। ইয়াত ক্ষত্ৰিয়ৰ উষ্ণ উত্তেজনাই কাম নিদিব। -ভয় নকৰিবা। মই সমূলি বিচলিত হোৱা নাই। এবাৰ আহিলোঁ এই নৰমেধ যজ্ঞৰ বলি মোৰ ভাগীনটিক নিৰলে ইয়াত চাই যাবলৈ ! ভিতৰলৈ মই এনেয়ে নেযাওঁ। কাঁচি জোনৰ দৰে নিষ্কলঙ্ক শিশু এটি ধৰ্ম্মৰ নামত তাৰ হিয়াৰ সকলো আশাভৰসাৰে হত্যা কৰিব, ভগবানৰ পালিত প্ৰিয়বন্ধুক হত্যা কৰি ভগবানক সন্তুষ্ট কৰাৰ এই নৃশংস প্ৰয়াস — মই কাপুৰুষৰ দৰে ঘাতকৰ দৰে চাই কৃতাৰ্থ মানিব নোৱাৰোঁ।

(নেপথ্যত শঙ্খ বাজে।)

সত্যব্ৰত, - আচৰিত, প্ৰভো ! ভণ্ড — যে আৰু কাক বোলে মই বুজিব নোৱাৰিলোঁ। যজ্ঞলৈ বুলি এটি সমিধৰ ডাল কাটোতে এই ব্ৰাহ্মণবিলাকৰ যি কাতৰ সুৰৰ মন্ত্ৰ পাঠ, অথচ হৃদিবিদাৰক এনে নৃশংস হত্যা অনিমেষ নয়নে কি সতেৰে যে চাই থাকে !

বিশ্বৰথ, - নকৰাঁ, সিহঁত তথাপি ব্ৰাহ্মণ। (নেপথ্যত শঙ্খ ধ্বনি।) ৰবা, বাটে বাটে আহোঁতে শুনি আহিছোঁ তোমাৰ ব্ৰাত্যষ্টোমাদি যজ্ঞত বসিষ্ঠকেই ব্ৰহ্মা পাতিব লাগিব নহলে ইমান দিনে ইন্দ্ৰৰ বিধান বুলি যি ৰীতি চলি আহিছে তাৰ যদি হঠাৎ বিৰুদ্ধাচৰণ কৰোঁ, তেনে বহুত ব্ৰাহ্মণে তোমাৰ যজ্ঞৰ প্ৰতিকূলে থিয় হ'বলৈ লোক এক সুচল পাব। গতিকে তুমি এবাৰ বসিষ্ঠৰ আশ্ৰমলৈ গৈ সকলো শিষ্টাচাৰ পালন কৰি তেওঁকেই ব্ৰহ্মা বৰণ কৰাগে। ইয়াৎ একো নকৰা। আশ্ৰমত যথাৰীতি নিমন্ত্ৰণ দিয়াগে।

সত্যব্ৰত, তেওঁ মোৰ প্ৰস্তাব শুনিব খুজিছে নে ?

বিশ্বৰথ, - নুশুনে নেলাগে। - ই এটা নীতি — পাচে বুজিবা। যোৱাঁ।

সত্যব্ৰত, ভাল।

(প্ৰণাম কৰি গুচি গ'ল।)

(এনেতে আকৌ এবাৰ শঙ্খ ধ্বনি হ'ল। আগে পাচে প্ৰহৰীলৈ যজ্ঞৰ বলি শুনঃশেফক স্নান কৰাবলৈ তেৰণে দিলৈ আহিছে।)

বিশ্বৰথ, - (আগবাঢ়ি প্ৰহৰীক কয়) চোৱাঁ, নিৰ্দ্দয় নহ'বা, মই বাছাৰ লগত দুআষাৰ শেষ কথা পাতোঁ। বেচেৰাৰ যে আৰু দিন নাই।

প্ৰহৰী, - সোনকালে খুব সোনকালে কওক, নৈৰ পাৰত ৰাজ পুৰোহিতে অপেক্ষা কৰিবগৈ। কৰবাত বেলি হ'ব।

বিশ্বৰথ, - মই তাৰ আগতে শেষ কৰিম। (শুনঃশেফক) বাছা ! বিশ্বৰথ নামেৰে তোমাৰ মামাৰ এটি আছিল, মনত আছেনে ? সেই অপদাৰ্থ এইটিয়েই !

শুনঃশেফ, - বহুদিন নেদেখো মামাক লৈ আনন্দ কৰিবৰ যেতিয়া আৰু মোৰ অৱসৰ নাই, কিয় অনৰ্থক চিনাকি দি এই মৰণযাত্ৰীক জ্বলাবলৈ আহিছে ? মোক মৰিবলৈ দিছে মই মৰোঁগে। আপোনাসকলে মোৰ মৰণ চাই নিজে যে জীয়াই আছে - আনন্দ কৰক।

বিশ্বৰথ, - ইকি ! তোমাৰ মৰিবৰ মন নাই ?

শুনঃশেফ, - এটা গলিতকুষ্ঠ ৰোগীক সোধকগৈ, সি মৰে নে ?

বিশ্বৰথ, - এইদৰে অনিচ্ছাত মৰিবৰ্লৈ আহিছা কিয় ?

শুনঃশেফ, - কি কৰিম ? উপায় নাই। মই জীয়াই থাকি যি দিব নোৱাৰিলোহেঁতেন মৰিবলৈ আহি আই বোপাইক তাতকৈ বহুত বেচি দি আহিছোঁ। আগে আগে মই স্বইচ্ছাতে মৰিবলৈ মন বান্ধিছিলোঁ ; কিন্তু, এতিয়া এই আড়ম্বৰ, এই আয়োজন দেখি প্ৰাণখনিয়ে কান্দি উঠিছে !

বিশ্বৰথ, - তোমাৰ ইচ্ছা নেথাকিলে যে কাৰো কল্যাণ নহ'ব। ৰবা, ই হ'ব নোৱাৰে। সংকৃতি, গালৱ, মধুছন্দ ! চা, আশাভৰা হিয়াৰে এই সৰু ভায়েৰটি ! তাৰ সকৰুণ নয়নৰ অশ্ৰুধাৰা মচি দে। দে দে নিজৰ প্ৰাণ দি বেচেৰীৰ প্ৰাণ ৰক্ষা কৰ। ক' কোনে এই সৰু ভায়েৰটিৰ সলনি যাবি ? — কি, এতিয়াও নিমাত ! সংকৃতি, তই ৰক্ষা কৰ।

সংকৃতি, - মই নোৱাৰোঁ।

বিশ্বৰথ, - এই হেন সুকুমাৰ জীৱটি, সৰু ভায়েৰটিৰ কষ্টত তোৰ প্ৰাণে কান্দি উঠা নাই ?

সংকৃতি, - জীৱৰ কষ্টত প্ৰাণ কান্দে বহুতৰ, সেই বুলি জীৱৰ সলনি নিজে বলি যাব পাৰে কোনে ?

বিশ্বৰথ, - বিশ্বৰথ ব্ৰাহ্মণৰ সন্তানে তাকে দেখুৱাই দে। এবাৰ তোৰ গৌৰৱত বিশ্বৰ বুকুত বিশ্বৰথক বুকু ফুলাই ফুৰিবলৈ দে।

সংকৃতি, - মই নোৱাৰোঁ।

বিশ্বৰথ, - গালৱ !

গালৱ, - মই নোৱাৰোঁ।

বিশ্বৰথ, - অথচ তোৰ এদিন এনে দশাত এটা চণ্ডাল দস্যুৰ, হিয়া ফাটি ছিটি গৈছিল ! তই তাতোকৈ হীন, তাতোকৈ নিকৃষ্ট ?

গালৱ, - হওক, মই নোৱাৰোঁ।

বিশ্বৰথ, - মধুছন্দ !

মধুছন্দ, - আমাক বলি দিয়াই আপুনি অজীগৰ্ত্তিনিয়েকক ৰাখিব ? সি আপোনাৰ ইমান আপোন ?

বিশ্বৰথ, - তহঁত যে মোৰ ইমান পৰ, ইমান হৃদয়ৰ দূৰত তাক নেজানিছিলোঁ। অথচ ৰাতি দিন তহঁতক হৃদয়ত বান্ধি লৈ ফুৰিছোঁ—এই হৃদয়েৰে তহঁত ব্ৰাহ্মণৰ সন্তান ! কোনো ক্ষত্ৰিয় সন্তানেও মৰণক এই দৰে ভয় নকৰে। তহঁতৰ গৌৰৱত এবাৰ বিজয় গৰবেৰে যজ্ঞ স্থলত সোমাব খুজিছিলোঁ, এবাৰ পৰৰ সন্তান বলি দিবলৈ অহা এই হৃদয়হীন ঋষিমণ্ডলৰ মুখত ছাই দিব খুজিছিলোঁ, নিদিলি, তাৰ সুবিধা নিদিলি ! যা, মোৰ চকুৰ আগত নেথাকিবি, কাপুৰুষ কুপুত্ৰৰ দল। আজিৰ পৰা তহঁত মোৰ ত্যজ্যপুত্ৰ !

(তিনিও মন মাৰি গুচি গ'ল।)

শুনঃশেফ, - কি কৰিলে ? ওলোটাই আনক ওলোটাই আনক। প্ৰাণ দিবৰ বেলিকা যি যাতনা মই পাইছোঁ সেই যাতনা আনক মই নিদিওঁ।

প্ৰহৰী, - সোঁৱা, নৈৰ কাষত মানুহ চাপিছে। ৰাজপুৰোহিত দেউ আহিব পায়। আহক, আৰু ৰব নোৱাৰোঁ।

বিশ্বৰথ, - ৰাৰু বলা। বলা, বাছা ! মই মোৰ তপস্যাৰে দুটা গাথা ৰচনা কৰি শেষ চেষ্টা কৰি চাওঁ। এবাৰ দেৱতাৰ দুৱাৰত কান্দি চোৱা। তুমি এবাৰ স্নান কৰি উঠি হিয়াৰ সকলো আকুলতাৰে, জীয়াই থকাৰ সকলো হেঁপাহেৰে নদীৰ বক্ষত ইন্দ্ৰ দেৱতাৰ উদ্দেশ্যে প্ৰণাম কৰি পাঠ কৰিবা। এবাৰ মইও স্তুতি কৰি চাওঁ নিৰীহৰ এই ক্ৰন্দনে, পৃথিবীৰ এই আকুলতাই মেঘবাহনৰ মেঘ গলাই নে নগলায় ! বলা, মই বাটে বাটে কৈ কৈ যাওঁ।

(শঙ্খ ধ্বনি হ'ল, সকলোবিলাক নদীতীৰলৈ গুচি গ'ল।
একদল বন্দীয়ে গীত গাই গাই ভেৰণে দি আহি নদীৰ তীৰলৈ গ'লহি।)

গীত।

পুলক স্পন্দনে গৰজে গগণে কম্পে অবিকুল প্ৰাণ
ঝঙ্কাৰে বিজয় গান।
জয় অম্বৰীষ প্ৰজাকুল ঈশ দানে দশোদিশ পুলক হৰিষ;
ৰাজ অলি কুলে
কমল পদ মূলে
তোলে অবিৰল তান ঝঙ্কাৰি বিজয় গান।

(নদীৰ কাষৰ পৰা বকুল আৰু ভেৰণৰ ভিতৰৰ পৰা দন্তিলৰ প্ৰবেশ।)

দন্তিল, - (কেটকালে চাই) সেই আমাৰ একাণী গুণক ক'ত দেখিলে ?

বকুল, - কোন একাণীগুণ ?

দন্তিল, - কিয় সেই উপবীত এৰি ন কৈ ন গুণ লোৱা

একাণীগুণ !

বকুল, - তাৰ মানে ৰাজৰ্ষি বিশ্বৰথক, হয়নে ? কিয় সেইদৰে কোৱা ?

দণ্ডিল, - আকৌ বোলে কিয় কোৱা। দেখা নাই আমাৰ ফোটে যদি কপালৰ সোঁমাজ পায়হি, তেওঁৰ লবা ছোৱালীৰ ফোটে নাকৰ আগেদি টোপাটোপে বৈ ফুৰে। —

বকুল, - যোৱাঁ যোৱাঁ সৌৱা নৈৰ পাৰতে আছে, ধৰিবহি চাবা !

দণ্ডিল, - এইয়া ইয়াতে বনাই ফুৰিছিল, এতিয়া নৈৰ পাৰ পালেগৈ নে ? অগস্ত্যৰ দৰে নৈখনকে শুকাওঁ বুলিছে নে কি আকৌ ?

বকুল, - যোৱা, দেও কিবা কথাবোৰ কৈ থাকা। তুমি তেহেঁলে যিহকে কোৱা মানুহজনৰ গাত যে এটা তোমাৰ আমাৰ গাত নথকা তেজ হৈছে সেইটো তুমি মুক্তকণ্ঠে স্বীকাৰ কৰিব লাগিব।

দণ্ডিল, - স্বীকাৰ কৰোঁতো ! তুমি আমি নাই অভক্ষ্য মাংস খাইয়ে হজম কৰিব পাৰিম, নাই চণ্ডালেৰে দেৱতা গঢ়ি কেনেবাকৈ বামুণৰ হতুৱাই পূজাকে কৰোৱাব পাৰিম ?

বকুল, - সেইয়া, সেইয়া তেওঁৰ ভাল কথা বিলাকলৈ তেও মানুহজনে চকু নিদিয়ে। শক্তি মানক শক্তিমান বুলিব নোৱাৰা কিয় ?

দণ্ডিল, - শক্তিমানতকৈও মই তেওঁক বৰ বুদ্ধিমান বুলিছোঁ। নহলে, নহলে নো তেওঁ আজি এই যজ্ঞস্থললৈ মুখ নকৰে নে ?

(এনেতে নেপথ্যত ভৰা শংখ ঘণ্টা বাজিবলৈ ধৰিলে। প্ৰহৰী এজন লৰি লৰি তেৰপে দি খৰকৈ আহি'ল।)

বকুল, - ইকি! বলি হৈয়ে গ'ল নে কি ? বলি হ'ল নে কি ?

প্ৰহৰী, - বলি আৰু নহয়। বলি নোহোৱাকৈ যজ্ঞ পূৰ্ণ !

বকুল, - বলি নোহোৱাকৈ ?

প্ৰহৰী, - কিয় আকাশবাণী নুশুনিলে ?—

(প্ৰস্থান।)

বকুল, - এওঁৰ পাতালবাণীৰ আগত আকাশবাণী শুনিবা ?

(এনেতে বিভাণ্ড আৰু অনন্দিয়েক ঋষি তেৰপে দি ওলাই আহিল। বকুলে সুধিলে.)

বকুল, - (নমস্কাৰ কৰি) বিনা বলিৰে বোলে যজ্ঞপূৰ্ণ হ'ল ?

বিভাণ্ড, - হয় যজ্ঞপূৰ্ণ হ'ল !

(এনেতে হাঁহি হাঁহি বিশ্বৰথ আৰু পাচে পাচে শুনঃশেফৰ প্ৰৱেশ।)

বিশ্বৰথ, - ধন্য, ধন্য দেৱৰাজ ! আজি বিশ্বৰথৰ মুখ উজ্জ্বল কৰিলা। (শুনঃশেফক) আহাঁ, বাছা, মোৰ বুকুলৈ আহাঁ। অকল জ্যেষ্ঠ নহয়, আজিৰ পৰা তুমি মোৰ শ্ৰেষ্ঠ পুত্ৰ ! আহাঁ এবাৰ তোমাক উতলা বুকুত সাবটি লওঁ। বলা অম্বৰীষ ৰজাৰ পৰা ঋণমুক্ত কৰি তোমাক এবাৰ ঋষি সমাজৰ মাজেদি লৈ আহোঁ।—

(তেৰপে দি ভিতৰলৈ গ'ল।)

বকুল, - বলি দেখোন এই দৰে এই খিনি পালেহি ? কেনেকৈ ? কি কথা ?

বিভাণ্ড, - দেখা নাই বিশ্বৰথৰ মুখত কি বিজয় গৌৰবৰ হাঁহি। নিজ তপস্যাৰে হেনো ৰচনা কৰা দুটি গাথা বলিৰ হতুৱাই গোৱাইছিল ; যজ্ঞপাতি ইন্দ্ৰদেৱতা তাতে তুষ্ট হৈ মেঘ গম্ভীৰ সুৰেৰে ....আকাশবাণী কৰিলে — 'বলি নিদিয়াকৈ এই যজ্ঞ সফল হওক, পূৰ্ণ হওক'। — আৰু বলি নহয়।

(এনেতে সশিষ্যে বসিষ্ঠ তেৰপে দি ওলাই আহা দেখি সকলোৱে নমস্কাৰ কৰিলে।)

বিভাণ্ড, - ৰাজৰ্ষি বিশ্বৰথৰ এই অলৌকিক কাৰ্য্য দেখি আমি সকলোৱে ধন্য মানিছোঁ।

বসিষ্ঠ, - তেওঁৰ তপস্যা সাৰ্থক হৈছে ! — ই অতি মহৎ কাৰ্য্য !

বকুল, - এখেত মহৰ্ষিত সানুনয়ে কথা এটি নিবেদন কৰিব পাৰোঁনে ?

বসিষ্ঠ, - কোৱাঁ, কি কথা ?

বকুল, - যদি ৰাজৰ্ষিৰ মন্ত্ৰ যজ্ঞপতিয়ে এই দৰে গ্ৰহণ কৰি যজ্ঞপূৰ্ণ কৰিলেই তেনে তেখেতক মন্ত্ৰদ্ৰষ্টা ব্ৰাহ্মণ বুলি লবলৈ আমাৰ কিবা আপত্তি থাকিব পাৰে নে ?

বসিষ্ঠ, - ধীৰে, ধীৰে —। হঠাৎ স্থিৰ কৰাৰ আগতে এবাৰ স্থিৰ চিত্তে ধীৰে ধীৰে চাই লোৱাঁ, এবাৰ শুনি লোৱাঁ

— তাৰ পাচত, তাৰ পাচত মনন কৰিবাঁ।
(সকলোৰে বসিষ্ঠৰ পাচে পাচে প্ৰস্থান।)

---

## পঞ্চম দৃশ্য

(বসিষ্ঠৰ তপোবনৰ কাষৰ এখনি মুকলি ঠাই। বাস্কলৰ তপস্বী বেশে প্ৰবেশ। মলা গুটি জপি ফুৰিছে। সত্যব্ৰত আৰু শক্ত্ৰিৰ প্ৰবেশ)

শক্ত্ৰি, - কুমাৰ!

সত্যব্ৰত, - ঋষিৰাজ!

শক্ত্ৰি, - কালি সন্ধ্যা তপস্যাৰ অৱকাশ পাই পিতৃদেৱতাত তোমাৰ কথা জনাইছিলো।

সত্যব্ৰত, - কিবা আদেশ কৰিলে তেখেতে?

শক্ত্ৰি, -ক'লে কি — তোমাৰ উদ্ধাৰৰ নিমিত্তে যি ব্ৰাত্যষ্টোমাদিৰ অনুষ্ঠান কৰিছে সেই যজ্ঞ পাতিবৰ অধিকাৰ বিশ্বৰথৰ নাই। গতিকে কুল পুৰোহিত হলেও পিতৃ দেৱতা সেই যজ্ঞৰ ব্ৰহ্মা হ'ব নোৱাৰে। তোমাৰ ইচ্ছা হলে অন্য ব্ৰহ্মা বৰণ কৰিব পাৰাঁ। বিশ্বৰথ ৰাজৰ্ষি, ব্ৰাহ্মণ নহয়।

সত্যব্ৰত, - ব্ৰাহ্মণ নহয়, ত'ত যে বহুব্ৰাহ্মণতকৈও ব্ৰহ্মৰ শক্তিৰে শক্তিমান!

শক্ত্ৰি, - ব্ৰহ্মৰ শক্তি বহন কৰাও এক, আৰু সেই ভাবেৰে অনুপ্ৰাণীত হোৱাও এক। গাধি পুত্ৰই শাস্ত্ৰৰ বোজা বব পাৰে, সেই বুলি সি পণ্ডিত নহয়।

সত্যব্ৰত, - তেনে মোৰ উদ্ধাৰৰ উপায় নহ'বই নে কি?

শক্ত্ৰি, - তুমি নানা অনাচাৰ কৰি কৰি তোমাৰ পিতাৰ মহাৰাজ ত্ৰয্যাৰুণিৰ হিয়া ভাজি চুন-চাত কৰিছা, সজ্ঞানে সুস্থ শৰীৰেৰে আমাৰ গাই গৰু এজনী হত্যা কৰিছা, আৰু সপ্তপদী গমন নকৰাকৈ তোমাক সম্প্ৰদান দিয়া কন্যাক উপভোগ কৰিছা। পিতৃদেৱতাই কৈছে এই ত্ৰিবিধ শঙ্কুৰে তুমি ত্ৰিশঙ্কু। অনুতাপ কৰাঁ। কিজানি জন্মান্তৰত তোমাৰ সদগতি হ'বই।

সত্যব্ৰত, - আকৌ এক জন্মান্তৰ! পাপ কৰিছোঁ, তাৰোতো প্ৰায়শ্চিত্ত আছে! কিয়, এই জন্মতে যদি কোনো দয়ালু পুৰুষে সেই পাপ ধুই নিকা কৰি দিব খোজে, আপোনালোক কুলপুৰোহিত হৈ সেই চেষ্টাত সহায় কৰিবলৈ নোলায় কিয়?

শক্ত্ৰি, - শাস্ত্ৰ বিধানৰ যি ব্যৱসায় কৰে তাৰ ওচৰত এইদৰে জন্ম জন্মান্তৰৰ দামদৰ কৰি ফুৰাঁগে। আমি নকৰোঁ, গতিকে অপাৰগ!

সত্যব্ৰত, - সেই পুৰণি শাস্ত্ৰৰ কথা।কোন আদিযুগতে ৰচনা হোৱা দুটা জৰাজীৰ্ণ শ্লোক মুখত আওৰাই থৈছে তাৰে এই নবযুগৰ মানবৰ শতমুখী চেষ্টাক সংযত কৰিবলৈ গৈ কিয় যে আপোনালোক হাস্যস্পদ হৈ ফুৰে কব নোৱাৰোঁ।

শক্ত্ৰি, - কত কল্প কত মন্বান্তৰ সঞ্চিত অভিজ্ঞতাৰে পৰীক্ষিত প্ৰমাণ লৈ অতিবৃদ্ধ জীৰ্ণ শীৰ্ণ শাস্ত্ৰক তোমাৰ দুৱাৰত দোখে, তুমি তাক ক্ষণিক যৌৱনৰ মদিৰা ঝালত আত্মপ্ৰতিষ্ঠাৰ মহা মোহেৰে ফুমাৰি উৰাই দিব খুজিছা? — সি নুৰে, নুৰে! উৰিবা তুমি! তোমাৰ দৰে কত জনৰ, কত জাতিৰ, কত মহাজাতিৰ চিতাৰ ভস্ম আপোন শৰীৰত সি উৰুৱাই আহিছে। অলঙ্ঘ্য পৰ্ব্বত এটা ফুঁৰে উৰাই দিব খোজা জন নহৈ বাৰণ কৰাজন যে কিয় হাস্যাস্পদ হ'ব বুজিব নোৱাৰিলোঁ।

সত্যব্ৰত, - বেচ আপুনি শাস্ত্ৰ লৈ থাকক। কিন্তু মনত ৰাখিব, পথ ভ্ৰষ্ট ভ্ৰাতৃ সকল আজি আপোনাৰ দুৱাৰলৈ ঘূৰি আহিছে আপুনি শাস্ত্ৰৰ দোহাই দি আপোনাৰ দুৱাৰ জপাই ধৰিছে। আপোনাৰ এই হৃদয়হীন নৈতিকতাই এই অমিত তেজৰ আৰ্য্য জাতিটিক কিমান দুৰ্ব্বল কৰিছে এবাৰ ভাবি চাইছেনে? আহিব সেইদিন - আৰু বেলি নাই, যিদিনা এই চিৰ বিজয়ী জাতি অন্তঃসাৰ শূণ্য হৈ ছিন্ন ভিন্ন হ'ব, যিদিনা পৰপদলেহন কৰি নিজে নিজে ধন্য মানিব, যিদিনা এই ধনে জনে পূৰ্ণা আৰ্য্যভূমি ছাৰখাৰ হৈ যাব।

শক্ত্ৰি, -স্বেচ্ছাচাৰী নহৱা — তাৰ আশঙ্কা মুঠেই নাই। শাস্ত্ৰ যেতিয়ালৈকে ধৰ্ম্মত প্ৰতিষ্ঠিত,ধৰ্ম্ম যেতিয়ালৈকে সত্যত প্ৰতিষ্ঠিত শাস্ত্ৰ মানি চলিলে আৰ্য্যজাতিৰ

তেতিয়ালৈকে মৰণ নাই। সি একে বাৰেই লোপ নেপায়। আলম পালে, সময় হ'লে আকৌ জ্বলি উঠিব। নিজে ভগবানে নামি আহি জ্বলাই দিবহি। ভয় কি?

সত্যব্ৰত, - নিকৃষ্ট জাতিক এইদৰে ভৰিৰে হেঁচি তাৰ মুখৰ মাত নাইকিয়া কৰিবলৈ আপোনালোকৰ শাস্ত্ৰত কি সত্য আছে বুজিব নোৱাৰোঁ।

শক্তি, - ভৰিৰে হেঁচা কথা শাস্ত্ৰত নাইয়ে, বুজিবা কিটো? অতি নীচ প্ৰবৃত্তিৰে অতি জঘন্যতাৰে চণ্ডালৰ যিটি লৌকিক শৰীৰ শাস্ত্ৰত তাৰ নিন্দা থাকিব পাৰে। জানানে, এই জঘন্যতাৰ মাজতো পবিত্ৰ আলোকেৰে উদ্ভাসিত তোমাৰ যিটি অশৰীৰী শৰীৰ তাঁলৈ যে আৰ্য্য ঋষিৰ শিৰ সদায় সকলো সময়তে দোঁ খাই আছে?

সত্যব্ৰত, - যদি সেয়ে হয়, সিহঁতৰ যোগ্যজনৰ নায্য অধিকাৰত এনেদৰে অনাদৰ কিয়? সিহঁতক উদ্ধাৰ কৰিবলৈ ইমান উদাসীন কিয়?

শক্তি, - যোগ্যজনে যে তোমাৰ দৰে আত্ম গৰিমা নকৰে। যোগ্যৰ আদৰ নুবুজিবলৈ আৰ্য্য ঋষি ইমান অযোগ্য হোৱা নাই। পিতৃ দেৱতাৰ আদেশৰ অপেক্ষা কৰিছিলা, যি পালোঁ শুনালোঁ। আৰু কি কৰি তোমাক সজ পথলৈ আনিব পাৰোঁ?

সত্যব্ৰত, - যি কৰিছে সেয়ে হ'ল। আৰু নেলাগে।

শক্তি, - ভাল, তেনে মই যাব পাৰোঁ?

সতব্ৰত, - আপোনাৰ যি ইচ্ছা। আপোনাৰ পিতাকক জনাব সতব্ৰতে উদাৰ ব্ৰাহ্মণ বিশ্বৰথক পৌৰোহিত্যত বৰণ কৰিছে।

শক্তি, - তোমাৰ যেনে ইচ্ছা।

(প্ৰস্থান।)

সত্যব্ৰত, - (শক্তিলৈ চাই চাই কৰিলে থৰিলে।) — সত্য, সত্য! সত্য এওঁবিলাকৰ আচুতীয়া সম্পত্তি! তাক অন্য কোনেও উপলব্ধি কৰিব নোৱাৰিব।—

বাস্কল, - হয়নে ইমান পৰ আপোনালোকে যে বিশ্বৰথ বিশ্বৰথ বুলি কথন মথন কৰিলে, ক'ৰ বিশ্বৰথ তেওঁ? আমাৰ গাধি ৰজাৰ পুতেক নহয় নে?

সত্যব্ৰত, - হয়।

বাস্কল, - তেনে ইমান দিনে কোৱা নাছিল কিয়? তেওঁৰেই যে বিদূষক গিৰি কৰিছিলোঁ। বলক, বলক, তেওঁৰ গুৰিতে পৰি থাকোগৈ, কোনে এইখনত আপোনাৰ দৰে আশাৰ কণ মাৰি মোৰ দৰে পেটৰ মন মাৰি নেদেখা বস্তুলৈ খাপ পাতি বহি থাকে?

সত্যব্ৰত, তেওঁক এতিয়া বিদূষক নেলাগে।

বাস্কল, বুজিছোঁ। বামুণ হৈ চুৰ্নুলিলে যেতিয়া চাই যাওক প্ৰধান শিষ্য হ'ব পাৰোঁ নে নোৱাৰোঁ। হোঃ তেওঁ বামুণ হৈ হাতেৰে চুকি পোৱাতে টিলিঙা কোবাই আছেহি — মই মিছাতে সংসাৰৰ নগনিত এইদৰে ঘূম্মুটিয়াই মৰিছোঁ। বলক, আপোনাৰ যজ্ঞতো লাগি দিম।

সত্যব্ৰত, - আহক, আহিব খুজিছে।

বাস্কল, আপুনি এখুজি দুখুজিকৈ থমকি থমকি যাওক। মই সাউত কৰে টোপোলাটো লৈ আহি লগ ধৰিম। কিবা এৰ্ফোৰ আছে এইখনত গেলি যোৱাতকৈ মুখতে যি হয় হওক। বলক।

(দুইও দুইফালে গুচি গ'ল)

---

## ষষ্ঠ দৃশ্য

(বিশ্বামিত্ৰৰ তপোবনৰ একাষে চণ্ডালবিলাকে ঢাল তাল'লৈ নাচি বাগি গীত গাই আহিছে।)

চণ্ডালবিলাক, - গীত

অ' হমনীয়া, ককাল ঘূৰাই ঘূৰাই নাচ।
অজাতি বাৰীৰে আকাহৰে বাতি হুবগৰ মাজলৈ গই।
তবাটি ঝলাদি জিলিকি মাতিছে হাততে জোৰেটি লই।
আজি ঐ নাচনী ঢোলকে কোবাহ্নি ফিঙি যাওক ৰৱতি চলা।
যোজোনাৰ কোবতে ঘকে টলে বলাই কাণতে
লাগি যাওক তাল!

ঘৰৰে লবাটি ঘৰলৈ ঘূৰিবি কিয় তই পৰিবি পাচ?
(এনেতে হাত মেলি আতুৰ ভাবে ওপৰলৈ চাই চাই বাস্কলৰ প্ৰবেশ।)

বাস্কল, - হেৰ, হেৰ — হেই — হেই— সোমা, ঘৰে ঘৰে সোমা, — সৌটো!

বুধু, - কি ? কি ? (ওপৰলৈ চায়।)

বাস্কল, - সৌৱা, সৌৱা। ওভতগোৰে মাৰি পঠিয়াইছে। গাত পৰিলে আৰু নথয়।

চেৰেপা, - কোন ঐ কোন সেইয়া সত্যব্ৰত নহয় ?

বুধু, - মাত, মাত, দেউক মাত! — এই এই — জাল আন। জাল আন।

(গোটেই জাকে হুৰামুৰি কৰি গুচি গ'ল।)

(অন্যফালৰ পৰা বিশ্বৰথে ওপৰলৈ চাই চাই বেগায় আহি ক'লেহি।)

বিশ্বৰথ, - নোৱাৰা, নোৱাৰা পৰিব। মোৰ সকলো পুণ্য সকলো তপস্যাৰ ওপৰত থিয় দি থাকাঁ। ভয় নাই, নপৰা।

সত্যব্ৰত, - (নেপথ্যত ওপৰৰ পৰা ) নেজানো মোক স্বৰ্গৰ দুৱাৰৰ পৰা কিহে কলৈ নমাই আনিছে। প্ৰভো, ৰক্ষা কৰক। মোৰ কি হ'ল ?

বিশ্বৰথ, - ভয় নাই! সুস্থ হোৱাঁ। — বুজিছোঁ! সুখ লালসাত প্ৰমত্ত দেৱতা — ঈৰ্ষা অসূয়াৰে কলুষিত হৃদয় সিহঁতৰ! সিহঁত, সিহঁত আৰু কিমান মহৎ হ'ব পাৰে! জঘন্য যজ্ঞৰ শিশুবলি পশুবলি সিহঁতলৈ তহঁতৰ স্বৰ্গত সুন্দৰ স্থান, অথচ মন্ত্ৰৰ পবিত্ৰতাৰে বিধৌত উন্নত হৃদয়ৰ এই ক্ষত্ৰিয় চণ্ডাল তাঁলৈ তাঁলৈ তহঁতৰ পদতলত ঠাই অকণ নোলাল!

সত্যব্ৰত, - (ওপৰৰ পৰা ) মোৰ যে, প্ৰভো, ইকুল সিকুল দুয়োকূল গ'ল!

বিশ্বৰথ, - কিয় যাব ? আৰু ওপৰলৈ যোৱাঁ। বেচ, বেচ! তাতে জিলিকি থাকাঁ। ভয় নাই। চাম এই দেৱতাদলৰ দম্ভ কিমান। নেলাগে, নেলাগে সিহঁতৰ এনে ক্ষুদ্ৰ হৃদয়ৰ স্বৰ্গ! তীব্ৰ তপস্যাৰে ত্ৰিভুৱন তপ্ত কৰি প্ৰাণৰ বেগেৰে এক ভয়ঙ্কৰ আলোড়ন কৰিম, এই সংকীৰ্ণ সৃষ্টিৰ ওপৰত এক অতি সৃষ্টি ৰচনা কৰিম। এনে এক উচ্চ উদাৰ স্বৰ্গ গঢ়ি তুলিম, য'ত চণ্ডালৰ ন্যায্য অধিকাৰ কড়াই ক্ৰান্তিয়ে অটুট থাকিব।

(এনেতে শক্তি আহি ক'লেহি।)

শক্তি, - গঢ়াঁ, এনে এখনি স্বৰ্গ গঢ়া, এনে এক সৃষ্টি ৰচনা কৰা, য'ত জীৱবিলাক বুৰা হৈ একে সময়তে উপজি যাব। য'ত হিমগিৰিৰ উচ্চ শৃঙ্গ লৱন সমুদ্ৰৰ অতল জলত মিলি যাব।

বিশ্বৰথ, - কোন তুমি ?

শক্তি, - কোন মই ? ইমান সোনকালে কথা পাহৰিবলৈ হলে সৃষ্টি ৰচানা কৰিবা কেনেকৈ ? সেই কামধেনুৰে যে তপোবনত দেখিছিলা, মনত নাই ?

বিশ্বৰথ, - তুমি বসিষ্ঠৰ জ্যেষ্ঠ পুত্ৰ শক্তি! তুমি ইয়াত কিয় ?

শক্তি, - বাহুৰ বলেৰে এক অভিনৱ যজ্ঞ পাতিছা, তাৰ ফলাফল চাবলৈ এই ত্ৰিভুবন আকুল আবেগত উদগ্ৰীৱ হৈ আছে, অপৰিণত মস্তিষ্কৰ এটি জীৱ সি শিশুৰ দৰে ব্যগ্ৰ ব্যাকুলতাৰে লৰি আহি এইখিনি পাইছেহি। — তাৰ দায় নধৰিবা, বিশ্বৰথ!

বিশ্বৰথ, - এদিনা বিশ্বৰথৰ বাহুবলত তিতিকাৰি দিছিলা, আজি আজি তাৰ তপোবলত তিতিকাৰি দিবলৈ লৰি আহিছা।

শক্তি, - ভুল বুজিছা, বিশ্বৰথ! আমাৰে ই যজমান এই ত্ৰিশঙ্কু সত্যব্ৰত! তাৰ হৃদয় স্বৰ্গৰাজ্যৰে অযোগ্য বুলি পিতৃদেৱতাই পৌৰোহিত্য গ্ৰহণ নকৰিলে। তুমি কোন সত্যৰ সাধনাত, কোন যজ্ঞৰ বীৰ্য্যত সেই হৃদয় স্বৰ্গৰাজ্যৰ অধিকাৰী কৰিলা —চাবৰ মন নৈযাব ? ইমান দিন যি সত্যৰ সাধনাত সকলো মন প্ৰাণ অৰ্পণ কৰিছোঁ, তাতোকৈ অতি সত্য আছে বুলি বিজ্ঞাপন দিছাঁ। হৃদয়ৰ কুতূহল যে অতিক্ৰম কৰিব নোৱাৰিলোঁ। চাবলৈ লৰি আহিছোঁ।

বিশ্বৰথ, - লাজ নেলাগিল, শক্তি, লাজ নেলাগি'ল ? এখন দেৱতাৰ হৃদয়ক দেৱতাৰ অধিকাৰ দিব নোৱাৰিলা — অথচ তুমি ব্ৰাহ্মণ! জীৰ্ণশীৰ্ণ কুটিৰত এক দেৱতাৰ মূৰ্ত্তি, তাক প্ৰণাম কৰিবলৈ তোমাৰ মুৰত ধনুষ্টঙ্কাৰ! ইমান অভিজাত্য অভিমান!

শক্তি, - তুমি, তুমি কৰিলা কি ? বেচেৰী ঘনচিৰিকাটিয়ে কেনে সুন্দৰ খোজ কাঢ়ি ফুৰিছিল, তাক ৰাজহংসৰ খোজ শিকাবলৈ গৈ কিয় এইদৰে ডেও পৰাই মাৰিলা ? বেচেৰীৰ কোলাৰ ঐহিক সুখ যে নিলাই নে কোঁচৰ স্বৰ্গসুখৰো আশা কেৰি উকৰাই দিলা!

বিশ্বৰথ, - চেষ্টা কৰিছিলোঁ, চেষ্টা কৰিম। চেষ্টাৰ অসাধ্য কি ? এই চেষ্টাত তিতিকাৰি দিয়া তুমি কোন ?

শক্ত্ৰি, - সৰস্বতীৰ তীৰত বহি সেতু বান্ধিবলৈ আঁজলিয়ে আঁজলিয়ে বালি ছাটিয়াইছা, পৃথিবীত বহি নীল আকাশৰ নীলিমা আনিবলৈ হাত মেলিছা, আমাক এফেৰা হাঁহিবলৈকো নিদিবা নে ? শুনা, বিশ্বৰথ ! তোমাৰ প্ৰাণত কষ্ট হ'ব বুলি জনাহলে কেতিয়াও নাহিলোঁহেঁতেন। ভাবিছিলোঁ বোলো ব্ৰহ্মদৰ্শন কৰিলা যেতিয়া তোমাৰ চিত্ত ইমান সহজে বিচলিত নহ'ব, সজ উদ্দেশ্যেৰে চেষ্টা কৰিছা যেতিয়া তাৰ পৰাজয়ত তোমাৰ লাজ নেথাকিব, ধিক্কাৰ নেথাকিব। — এতিয়া দেখিছোঁ ভুল কৰিলোঁ। ক্ষত্ৰিয়ত ব্ৰাহ্মণত্ব — সি যে শৈল শিখৰৰ পদ্ম ফুল — মিছাতে মিছাতে বিচাৰিলোঁ।

বিশ্বৰথ, - (খঙত কঁপি কঁপি) কি ? কি কলি ? —

শক্ত্ৰি, ভ্ৰূকুটি কুঞ্চিত কপালেৰে কৰা কি, বিশ্বৰথ ? তোমাৰ তপস্যা অযথা প্ৰয়োগ হৈছে। — সি যে বীৰ্য্যহীন, শক্তিহীন ! চকু ৰঙা কৰিছা ? হা-হা-হা ! সাজ্য গগণৰ ৰঙা ৰতোৱাল তাত যে বজ্ৰপাত বহুদূৰ, বহুদূৰ ! —

বিশ্বৰথ, - হেৰ, হেৰ সংকীৰ্ণ ব্ৰাহ্মণ ! তোৰ ইমান দম্ভ ! বিশ্বৰথৰ মুখত উপহাস ! — থ' লিখি থ' ! ক্ৰব্যাদ অগ্নিৰ দৃপ্ত শিখাৰে তোৰ বুকুত লিখি থ' — বিশ্বৰথৰ কি প্ৰতিশোধ ! কি প্ৰতিশোধ !!

(শক্ত্ৰিয়ে হাঁহি হাঁহি বিশ্বৰথলৈ চাইয়ে থাকিল।)

-পটক্ষেপ-

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

অযোধ্যাৰ কল্মাষপাদ ৰজাৰ ৰাজ অন্তঃপুৰৰ দ্বিতীয় দ্বাৰ। হাতত তৰোৱাল লৈ নাগদত্ত থিয় দি আছে। ওচৰত উদ্দালকে দীন ভাবে উত্তৰৰ অপেক্ষা কৰিছে।

নাগদত্ত, - কথা ক'লে নুশুনা কিয় ? ৰজাই মৃগয়ালৈ বুলি যাত্ৰা কৰি ওলাইছে আগত গৈ অযাতৰীয়াটো নোলাবাগৈ।

উদ্দালক, - লোকে যাত্ৰামঙ্গল কাবৌ-কোকালি কৰি আনে, আৰু তুমি কাবৌ-কোকালি কৰিবলৈ অহাকো এইদৰে খেদি দিবা ? মই যে ব্ৰাহ্মণ !

নাগদত্ত, - তেহেঁলে যেয়ে হোৱা এই যিগিনী কানি পিন্ধা এইটো ভঁজেৰে তোমাক দেখিলে সাগৰো শুকাব। যোৱাঁ। আঁতৰ হোৱাঁ।

উদ্দালক, - ৰাম। বোবাৰ আগতে কথা একেষাৰি হে — তাকো ক'বলৈ নিদিবানে ?

নাগদত্ত, - কি তোমাক উকহে খাইছে ? ৰজা মৃগয়াৰ পৰা ঘূৰি আহি অগৰ পলাই লওকহি, তোমাৰ যি চোলোথ আহে ৰাতি থাকিবা।

উদ্দালক, - ঔলেকে জীয়াই থৈ যাওক, তেহে যদি শুনেহি।

নাগদত্ত, - সৌৱা, আহিছে, ৰবা কথা ক'লে নুশুনা, দিবহি। যোৱাঁ, ভালে ভালে।

(এনেতে বিৰক্ত হোৱা ভাবেৰে কল্মাষপাদৰ প্ৰবেশ।)

কল্মাষপাদ, - সময় নাই, অসময় নাই, — কি তোমাৰ ঘৰ জ্বলি গ'ল ?

উদ্দালক, - ঘৰ জ্বলা হলে ইমান নহলহেঁতেন, মহাৰাজ ! গা জ্বলিছে। পবিত্ৰ আৰ্য্যাভূমিত ব্ৰহ্মহত্যা —

কল্মাষপাদ, - ব্ৰহ্মহত্যা ! ব্ৰহ্মাবো যদি হত্যা হয়, তেনে ব্ৰহ্ম হত্যা যোৱাই ভাল।

উদ্দালক, - হে প্ৰজাপালক, হে ক্ষত্ৰিয় কুলতিলক, হে মহাৰাজ ! নিৰীহ ভৃগু বংশৰ ওপৰত আজি এনে অত্যাচাৰ ! তাৰ কথা শুনিলে নৰকৰ পিশাচেও চকি উঠিব।

কল্মাষপাদ, - উঠক চকি। মোৰ কি হ'ল ? ভৃগুবংশৰ প্ৰজা আমাৰ প্ৰজা নহয়।

উদ্দালক, - প্ৰজা নহ'ব পাৰে। আপুনি যে বৰ্ণাশ্ৰমধৰ্ম্মৰ ৰক্ষাকৰ্ত্তা, আপুনি যে আৰ্য্যকুল তিলক। ভৃগুবংশৰ গৌৰৱ ৰক্ষা কৰা যে প্ৰত্যেক আৰ্য্যৰে কৰ্ত্তব্য। যি ভৃগুমুনিৰ চৰণ চিহ্ন আজিও বিষ্ণুৰ বিশাল বুকুত বিৰাজ কৰিছে।

কল্মাষপাদ, - অ' সেই বিষ্ণুৰ বুকুত ভৰি দিয়া ভৃগু ! তাৰ পুলি পোখা এতিয়াও আছেনে ?

উদ্দালক, - হে প্ৰবল প্ৰতাপান্বিত মহাৰাজ ! আপুনি যে সনাতন ধৰ্ম্মৰ ধ্বনি, আপুনি যে পৃথিবীৰ ইন্দ্ৰ, আপুনি বিধতা, আপুনি বৃহস্পতি ! আতুৰৰ একমাত্ৰ ত্ৰাণকৰ্ত্তা আপুনি ! আজি এই আৰ্য্যভূমিৰ ক্ষত্ৰিয় ৰজাৰ দুৱাৰে দুৱাৰে কান্দি হতাশ হলোঁ । হতাহেৰে হিয়া ধুনি আপোনাৰ দুৱাৰলৈ লৰি আহিছোঁ — এই অতীত গৌৰবৰ ভাৰ্গব বংশটি ৰক্ষা কৰক !

কল্মাষপদ, - কি হৈছে ? হৈছে কি ? বেগায় নোকোৱা কিয় ?

উদ্দালক, - হ'বলৈ আৰু বাকী থৈছে কি ? স্বামীৰ বুকুৰ পৰা প্ৰাণৰ প্ৰণয়িনীক আঁজুৰি আনি এছাৰি মাৰিছে, পিতৃমাতৃৰ আগত সন্তান বিলাকক খুচি বিন্ধি হত্যা কৰিছে, মাকৰ বুকুৰ পৰা স্তন্যপায়ী শিশু একোটি আনি পিজত দি নচুৱাই মাকৰ মুখলৈ চাই হাঁহিৰ খলকনি তুলিছে । গৰ্ভাৱতী তিৰোতাৰ গৰ্ভ ছিৰি ছিৰি শিয়াল শগুণক দিছে । তথাপি তথাপি এই ৰক্ত লালায়িত ক্ষত্ৰিয়দলৰ অত্যাচাৰ ৰোধ কৰোঁতা কোনো নোলাল ।

কল্মাষপাদ, - কিয় ওলাব ? ভৃগুবংশৰ সম্পত্তি ক'ৰ পৰা পোৱা ? সেই ক্ষত্ৰিয়ৰাজকুমাৰ সকলৰ দানৰ পৰা পোৱা নহয় নে ? গৰজত পৰি সেই সম্পত্তি ঘূৰাই খুজিছিল । ভৃগুবংশধৰহঁতে নিদিলে কিয় ? নিদিলে, নিদিলে । অপমান কৰিব কিয় ? ক্ষত্ৰিয়ৰ ভিক্ষাজীৱী ব্ৰাহ্মণ । ক্ষত্ৰিয়ৰ অভিমানৰ জ্বাল পোৱা নাই ? এতিয়া জ্বলি গৈছে । বেচ হৈছে !

উদ্দালক, - সেই সম্পত্তিৰে ক্ষত্ৰিয়ৰ বিলাস বাসনা চৰিতাৰ্থ নকৰিলে বুলিয়েই ইমান অমানুষিক অত্যাচাৰ কৰিব পায় নে ?

কল্মাষপাদ, - সেই শাস্তি শাস্তিয়েই নহয় যি সতি সন্ততিৰ হৃদয়লৈকে আতঙ্ক নজগায় । এইবাৰৰ পৰা আৰু কোনো ব্ৰাহ্মণে ক্ষত্ৰিয়ৰ দাবি অগ্ৰাহ্য কৰিবৰ স্বপ্নকো নেদেখে । বেচ হৈছে ।

উদ্দালক, - আপুনি ৰজাৰ হলেও মানুহ । ভগবানে আপোনাক বল দিছে, বীৰ্য্য দিছে — এই দুৰ্ব্বলৰ উৎপীড়ন ৰোধ কৰক । দেৱতাৰ আশীৰ্ব্বাদ আপোনাৰ শিৰলৈ নামি আহিব ।

কল্মাষপাদ, - তোমাৰ কথাতে যদি দেৱতাৰ আশীৰ্ব্বাদ নামি আহে, নিজৰ শিৰলৈ নমাই নানা কিয় ? কৈ দিছোঁ এই কাৰ্য্যত মই হস্তক্ষেপ নকৰোঁ । মিছাতে আমনি নকৰিবা । এঠাইলৈ ওলাইছোঁ তোমাৰ বক্তৃতা শুনিবৰ সময় নাই । যোৱাঁ, গুচি যোৱাঁ । —

(গুচি গ'ল ।)

উদ্দালক, - আৰ্ত্তৰ আতুৰ ক্ৰন্দনে তাৰ হিয়া ভাঙ্গি ভাঙ্গি, আপোনাৰ দুৱাৰ তিয়ালে, আপোনাৰ শুনিবৰ সময় নাই । তাৰে, তাৰে দুৰ্ভাগ্য !

নাগদত্ত, - দুৰ্ভাগ্য তো, অৱশ্যে দুৰ্ভাগ্য ! এতিয়াও ভালে ভালে গুচি যা । দুৰ্ভগীয়া আগত থাকি যাত্ৰা নেভাঙ্গিবি । মই আকৌ এবাৰ যাত্ৰা কৰি আহোঁগে । এইবাৰ দেখিলেহি গঁতা খাবি একা ! —

(প্ৰস্থান ।)

উদ্দালক, - গঁতা খাম ? ক্ষত্ৰিয়ৰ শেষ ৰজা এই কল্মাষপাদ ! তাৰ দুৱাৰতো ব্ৰাহ্মণে কান্দিবলৈ আহি গঁতা খায় ? ব্ৰাহ্মণ, ব্ৰাহ্মণ ! তই এতিয়াও জীয়াই আছ ? হেৰ, হেৰ পৰমুখাপেক্ষী ভিক্ষাজীৱি ব্ৰাহ্মণ ! পৃথিবীৰ সকলো সুখ পৰিহাৰ কৰি লোকৰক্ষাৰ নিমিত্তে দৈন্য আদৰিছিলি ? বাহুৰ অদম্য বল অনাহাৰে উজাগৰে শুকোৱাই মাৰিছিলি ? কেনে, কেনে তাৰ প্ৰতিফল ? — ছিঃ এনে জীৱনো মানুহে ৰাখে । যাঁও । কলৈ যাম ? যোৱাৰ সকলো শেষ । তীৰ্থে তীৰ্থে কান্দি ফুৰিলোঁ, কোনো দেৱতাই নুশুনিলে । ধৰ্ম্মসংস্থাপক ক্ষত্ৰিয় ৰজাৰ দুৱাৰে দুৱাৰে হিয়া ভুকুৱালোঁ, দুৱাৰদলিৰ পৰা গতিয়াই দিলে । আৰু ব্ৰাহ্মণৰ আশ্ৰয় ক'ত ? এনে নাৰকী দৃশ্য জীয়াই চাই থকাতকৈ নিজে নিজক হত্যা নকৰোঁ কিয় ?

(উন্মত্তৰ দৰে ৰাৰ খোজে ।)

(এনেতে হাতত ত্ৰিশূল লৈ তাপসী আহি আগচি ধৰিলেহি ।)

তাপসী, - হত্যা কৰিবা কিয় ?

উদ্দালক, - কি কৰোঁ ? আৰু উপায় কি ? আৰ্ত্তৰ ক্ৰন্দনলৈ ব্ৰাহ্মণৰ ক্ৰন্দনলৈ পৃথিবীত যে স্থান নাই ।

তাপসী, - কিয় নহব ব্ৰাহ্মণ ? — এই সুজলা সুফলা ধৰিত্ৰী আছে ! ভয় কি ? অন্তৰৰ সুতীব্ৰ তাপ, অন্তৰৰ অজীৰ্ণতা

ভয়ঙ্কৰ ভূমিকম্পেৰে উগাৰি পেলাব !

উদ্দালক, - উগাৰি পেলাব ?

তাপসী, - উগাৰি পেলাব। চাই থাকা।

উদ্দালক, - কোন, কোন তুমি তাপসী ? মোৰ মৰণ পথত শান্তি দিছাঁ ?

তাপসী, - মই তপোবনৰ তাপসী। তোমাক হতাশ দেখি লৰি আহিছোঁ। ভয় কি, ভয় কি ব্ৰাহ্মণ ? অবিচলিত চিত্তে কাম কৰি যোৱা।

উদ্দালক, - আপোন কাম কৰোঁ কেনেকৈ ? আজি কৰ্ম্মই তাৰ মৰ্য্যাদা হেৰুৱাইছে। আজি বৰ্ণাশ্ৰমৰ বিৰাট দেহত তাৰ ব্ৰহ্মময়ী আলোকৰ ধাৰা আৰু জিলিকি নুঠে। স্বাতন্ত্ৰ্যৰ অন্ধ অভিমানৰ ধুমুহাত বাকী যি আছে সিও যায় যায়। দানৱ মহিমাই, ভোগৰ গৌৰৱে সেৱাৰ সম্মানে —— এক ঘনঘোৰ অন্ধকাৰত ইটোৱে সিটোৰ গলা চেপি হাহাকাৰ কৰিছে।

তাপসী, - তুমি ব্ৰাহ্মণ ! তোমাৰ তপস্যাৰ অগ্নিত ঘিঁউ ঢালি দিয়াঁ। আকৌ জ্বলিব। এবাৰ শঙ্খধ্বনিৰে হিমাচলৰ পৰা কুমাৰিকালৈ শুনাই দিয়া "কৰ্ম্ম ব্ৰহ্মময়" ! এবাৰ স্বাতন্ত্ৰ্যৰ মাজত সংযমৰ বাণী; ভোগৰ মাজত ত্যাগৰ বাণী বজ্ৰ নিৰ্ঘোষেৰে ঘোষণা কৰাঁ।

উদ্দালক, - তাৰ আজি সেই শক্তি ক'ত ? বিধতাই ব্ৰাহ্মণক কৈছিল, "সুৰক্ষিত হোৱাঁ। লোকৰ কল্যাণ সাধন কৰাঁ।" আজি ব্ৰাহ্মণৰ প্ৰাণলৈ এই আকুলি বিকুলি ! অন্যৰ কল্যাণ কৰে কেনেকৈ ?

তাপসী, - তোমাৰ প্ৰাণ কোনেও ৰক্ষা নকৰে —— নকৰক ! শত লাঞ্ছনাৰ মাজত শুকান কণ্ঠেৰে চিঞৰি চিঞৰি সত্যৰ প্ৰচাৰ কৰাঁ, তীব্ৰ তপস্যাৰে ভগবানৰ সিংহাসন কঁপাই দিয়া, - তোমাৰ ব্যাকুল বিলাপত ভগবানৰ শক্তি নামি আহিব, ক্ষত্ৰিয়ৰ ৰাক্ষসী ৰক্ত শেষ বিন্দুলৈকে পান কৰিব, এবাৰ নহয়, দুবাৰ নহয় তিনি সপ্তবাৰ এই আৰ্য্যস্থান অজীৰ্ণ তেজেৰে পঙ্কিল কৰিব। তপস্যা কৰাঁ, ব্ৰাহ্মণ, তপস্যা কৰাঁ। সেই পঙ্কত এই শ্ৰদ্ধাহীন কল্মাষপাদৰ বংশৰ এনে এক পঙ্কজ ফুলাই পেলোৱাঁ যাৰ অজিনৰ সৌৰভত ত্ৰিভুবন ধন্য মানিব, যাৰ জ্ঞান, যাৰ সত্যনিষ্ঠা, যাৰ প্ৰভাৱঞ্জনৰ প্ৰাণময়ী কবিতা ব্ৰাহ্মণৰ বীণাত প্ৰথমে কৰুণ সুৰেৰে বাজি উঠিব ! এবাৰ, এবাৰ জগতক দেখুৱাই দিয়াঁ ক্ষত্ৰিয়েৰে ব্ৰহ্মৰ প্ৰতিমা গঢ়ি প্ৰাণ জোৰাই পূজা কৰাত ব্ৰাহ্মণৰ কি গৌৰৱ ! বৰ্ণাশ্ৰমৰ কি সফলতা ! সেৱাৰ মহিমাত বনৰ জঘন্য পশুও ব্ৰাহ্মণৰ কেনে শিৱৰ মণি এবাৰ শুনাই দিয়াঁ। আহাঁ, ব্ৰাহ্মণ, আৰ্য্যৰ এই সংসাৰৰ ভৰ তোমাৰ ওপৰত। তুমি অগ্ৰজন্মা ! ভ্ৰাতৃৰ পদাঘাতেৰে জীৰ্ণ হৃদয়ত তোমাৰ পথভ্ৰষ্ট ভাই সকলক সাৱটি ধৰাঁ। ভীম প্ৰভঞ্জনৰ মাজে তপস্যাৰ আলোকত মহাপ্ৰলয়লৈ গুচি যোৱাঁ। বিধতাৰ দান বিধতাক শোধাই দিয়াঁ। আত্মহত্যা কৰিবা কিয় ? তুমি মৰিলে যে বিধতাৰ পবিত্ৰ ধাৰা এটি চিৰদিনলৈ মুদ্ যাব।

(আগে আগে তাপসী আৰু পাচে পাচে উদ্দালক মন্ত্ৰমুগ্ধৰ দৰে গুচি গ'ল)

---

## দ্বিতীয় দৃশ্য

বসিষ্ঠৰ তপোবনৰ ওচৰৰ অৰণ্যৰ ভিতৰৰ এটি সৰু বাট। জুৰি এখনৰ ওপৰদি এডাল সাঁকো। তাৰ ওপৰে হাতত কমণ্ডলু লৈ শক্ত্ৰি আহিব লাগিছে। ইফালৰ পৰা ধনুৰ্বাণ লৈ খোলা তৰোৱালেৰে কল্মাষপাদ বেগাই আহি সুধিলেহি।

কল্মাষপাদ, - হৰিণীজনী কেনি গ'ল কব পাৰা নে ?

শক্ত্ৰি, - পাৰোঁ। প্ৰাণৰ ভয়ত কৰুণ নয়নেৰে তোমালৈ চাই চাই লৰি গৈছে।

কল্মাষপাদ, - কেনি, কেনি ?

শক্ত্ৰি, - কেনি, কিয় কওঁ ?

কল্মাষপাদ, - ক'লে তোমাৰ কেনি কি হয় ?

শক্ত্ৰি, - আজলী হৰিণীটিৰ যে প্ৰাণটি যায়।

কল্মাষপাদ, - দয়াৰ অৱতাৰ ! দয়া ওপজাৰ আগতে তোমাৰ জনা উচিত আছিল তোমাক কোনে প্ৰশ্ন কৰিছে আৰু কাৰ অন্নেৰে তুমি প্ৰতিপালিত।

শক্ত্ৰি, - বেচ জানো, মই পৰ অন্ন প্ৰতিপালিত হলেও সেই অনুটি নহওঁ যি তাৰ মুখৰ মাতেৰে তোমাৰ চিকাৰ দেখুৱাই দিব। মই ব্ৰাহ্মণ !

কল্মাষপাদ, - ব্ৰাহ্মণ, ব্ৰাহ্মণ! গুচ সাঁকোৰ পৰা।

শক্তি, - মোক পাৰ হ'বলৈ দিয়া, তুমিও পাৰ হ'বা।

কল্মাষপাদ, - গুচ বুলিছোঁ গুচ। আকৌ সি যেন্দ হে পাতিছে।

শক্তি, - শুনা, উত্তেজিত নহবা। শাস্ত্ৰেই বোলা বা শিষ্টাচাৰেই বোলা আজিও ক্ষত্ৰিয়ই ব্ৰাহ্মণক আগেয়ে পথ এৰি দিয়ে। মই বেগায় পাৰ হৈ যাওঁ গুচা।

কল্মাষপাদ, - মই আগেয়ে পাৰ হওঁ, গুচ।

শক্তি, - তুমি যোৱা হৰিণীৰ প্ৰাণ ল'বলৈ, মই যাওঁ হৰিণীৰ প্ৰাণ ৰাখিবলৈ। শাস্ত্ৰৰ মৰ্য্যাদা ৰক্ষা কৰাঁ।

কল্মাষপাদ, - চিকাৰ'গৈ কোন খিনি পালেগৈ ওলালহি তাৰ শাস্ত্ৰখন! গুচ, নহলে প্ৰতিফল পাবি।

শক্তি, - তুমি দাতা, যি ইচ্ছা তাকে দিব পাৰাঁ। ব্ৰাহ্মণে শাস্ত্ৰৰ মৰ্য্যাদা ৰাখিবই ৰাখিব।

(কল্মাষপাদে খঙেৰে সাঁকোৰ ওপৰত উঠি শক্তিক ঠেলি'লৈ গ'ল।)

শক্তি, - ইমান মদমত্ত!

কল্মাষপাদ, - আকৌ গালি! (বেত এডাল'লৈ কেবাবাৰো প্ৰহাৰ কৰে।) এতিয়া! ইয়াকে পাৰলৈ পট্‌পটাই আছিল?

শক্তি, - তই ক্ষত্ৰিয় নে ৰাক্ষস? ৰাক্ষস, ৰাক্ষস তই — নৰমাংস ভোজী ৰাক্ষস।

(শক্তি খণ্ডত গুচি গ'ল।)

কল্মাষপাদ, - (অবাক'হৈৰে কেউফালে চাই কিহ'বাই পোৱাৰ দৰে কৰলৈ ধৰিলে।) মই ৰাক্ষস, ৰাক্ষস! — কোনে কোনে মোক! — উস মই এই দেখি এই নেদেখোঁ যেন! — মোৰ মগজটো লুটি খাই, — নাই ঠিক'হৈ আছে যেন! অযোধ্যাৰ ৰাজ সিংহাসনৰ আগত এইবোৰ এইবোৰ নৰশোণিত কোনে ঢালিলে! — মোৰ শৰীৰৰ অণু পৰমাণুত কিহৰ ইমান জোকাৰ! — ইমান ইমান বল যেন লাগিছে! ইকি! ইন্দ্ৰজাল! মই ৰাক্ষস, ৰাক্ষস! নৰমাংস ভোজী এক প্ৰকাণ্ড ৰাক্ষস! মোক, মোক কোনে কি কৰিলে? কোন ক'ত আছা, লৰি আহাঁ! ব্ৰাহ্মণ, ব্ৰাহ্মণ! মোক ক্ষমা —

(এনেতে বিশ্বৰথ বেগায় আহি কলেহি।)

বিশ্বৰথ, - ক্ষমা? কি কৰাঁ? ক্ষত্ৰিয়ৰ প্ৰভুত্ব অটুট ৰাখিছা, ব্ৰাহ্মণৰ অভিমানত আঘাত কৰিছা। ক্ষমা কিয়?

কল্মাষপাদ, - হেৰা, হেৰা ক'ব পাৰা নে মোৰ চকু দুটি, মোৰ মোৰ কাণ দুখন লুটি খোৱা নাই নে? — মই যেন ইয়াতকৈ সুন্দৰ আছিলোঁ। মোক যাদু কৰিলে, যাদু কৰিলে! ক'ব পাৰানে মই কি হলোঁ?

বিশ্বৰথ, - তুমি তাহানি বসিষ্ঠ ব্ৰাহ্মণক নৰমাংস খুৱাব খুজিছিলা, মনত নাই?

কল্মাষপাদ, - জানো, হ'ব পাৰে। হ'ব পাৰে!

বিশ্বৰথ, - সেই বসিষ্ঠই তোমাক শাপ দিছিল নৰমাংস ভোজী ৰাক্ষস হ'বলৈ। আজি শক্তিৰ নিশ্বাসত সেই শাপ জ্বলি উঠিছে। তুমি ৰাক্ষস, নৰমাংস ভোজী ৰাক্ষস! এই অৰণ্যৰ কিঙ্কৰ নামেৰে ৰাক্ষস তোমাৰ শৰীৰত লম্ভিছে! তুমি ৰাক্ষস!

কল্মাষপাদ, - মই ৰাক্ষস! তুমি মোৰ গুৰু, ঠিক ধৰিছা মই ৰাক্ষস! হো-হো-হো — মই এক প্ৰকাণ্ড ৰাক্ষস! মই এতিয়া কি কৰিম? শিকাই দিয়াঁ, শিকাই দিয়াঁ।

বিশ্বৰথ, - তোমাৰ স্বধৰ্ম্ম পালন কৰাঁ। বিশ্বজুৰি হাহাকাৰ তোলাঁ। তোমাক যি শাপ দিছিল তাৰ প্ৰতিশোধ লোৱাঁ। এনে প্ৰতিশোধ লবা যাতে কোনো ব্ৰাহ্মণে কস্মিন কালেও কোনো দৃপ্ত ক্ষত্ৰিয়ক শাপ দিবলৈ মুখ নেমেলে।

কল্মাষপাদ, - প্ৰতিশোধ লম, মই প্ৰতিশোধ লমেই।

বিশ্বৰথ, - অৱশ্যে লবা। এশ বাৰ লবা। কথা নাই, বিচাৰ নাই, ৰাক্ষস কৰি ফুৰিব। — হাৰিত জুই দিছিল। দাবানল জ্বলি যেৰি ধৰাঁ, জুই দিওঁতাক খেদি খেদি পুৰি পোলোৱাঁ।

কল্মাষপাদ, - পুৰি পেলাম, পুৰি পেলাম। মই কেঁচাই পকাই দংশি নিম। হেৰা, হেৰা, মোৰ পেটত যেন বৰ এটা দাহ উঠিছে! মই যেন গোটেই পৃথিবীখন কেচাই কেচাই চোবাই পেলাম!

বিশ্বৰথ, - পেলোৱাঁ। বাধা কি? তুমি যে ৰাক্ষস। তোমাক কোনে আজি হঠাতে ৰাক্ষস কৰিলে মনত আছে নহয়?

কল্মাষপাদ, - কোনে? কোনে?

বিশ্বৰথ, - বসিষ্ঠ জ্যেষ্ঠ পুত্ৰ শক্তি।

কল্মাষপাদ, - অ' এৰা, এৰা শক্তি!

বিশ্বৰথ, - নেপাহৰিবা।

কল্মাষপাদ, - হজম নেযায় মানে কত পাহৰিম। উগাৰতো তাৰ নাম লমহোঁ।

বিশ্বৰথ, - প্ৰথমেই শক্তিৰ তেজেৰে লতা লগাই লোৱাঁ। তাৰ পাচত এটি এটিকৈ বসিষ্ঠৰ সকলো সন্তান আনি সিহঁতৰ কোমল মগুহ দাঁতেৰে চোবাই দাঁতেতে জীৰ্ণ কৰিবা। তাৰ বংশৰ সকলো শেষ কৰিবা। কতো যেন এক বিন্দু ৰক্ত তাৰ বৈ নেযায়।

কল্মাষপাদ, - তাৰ ৰক্ত, তাৰ ৰক্ত থম ? — হোঁ।

বিশ্বৰথ, - তাৰ পাচত মই তোমাক বসিষ্ঠৰ ওচৰলৈ লৈ যাম। মোৰ তীব্ৰ হাঁহিৰ মাজত তাক ভৰিৰ ফালৰ পৰা চোবাই চোবাই অজগৰে গিলা দি গিলি থবা।

কল্মাষপদ, - গিলি থম, একেবাৰে চোবাই চোবাই গিলি থম ?

বিশ্বৰথ, - গিলি থবা। তাৰ পাচত মই তোমাক তপস্যা প্ৰভাবেৰে ৰূপান্তৰ কৰি এবাৰ স্বৰ্গত মোৰ জিলিকাই থম।

কল্মাষপাদ, - স্বৰ্গত থবা। মই তাতো চোবাম। হো-হো-হো! মই তেনে যাওঁ, যাওঁ ?

বিশ্বৰথ, - যোৱাঁ - মনত ৰাখিবা তুমি ৰাক্ষস, — আৰু শক্তিৰ তেজ!

কল্মাষপাদ, - মই, মই ৰাক্ষস, শক্তিৰ তেজ, শক্তি তেজ, শক্তিৰ তেজ!

(লৰি লৰি গুচি গ'ল।)

বিশ্বৰথ, - যা নিজৰ যজমানক চণ্ডাল কৰিবি, ৰাক্ষস কৰিবি, — ঠেলি ঠুলি অন্ধকূপত পেলাই দিবি ? উদ্ধাৰ কৰিবৰ শক্তি নাই, লোকে কৰিব খুজিলে সি হয় অব্ৰাহ্মণ! তাৰ ব্ৰাত্যষ্টোম যজ্ঞত অধিকাৰ নাই! এই সংকীৰ্ণতা, এই হৃদয়হীন অভিজাত্যৰ অভিমান, অথচ সি ব্ৰাহ্মণ! এনে সনাতন ধৰ্ম্মৰ কলঙ্ক, এনে পৃথিবীৰ অপমান তাৰ স্বখাদকূপত ডুবি যাওক। মোৰ অন্ধকাৰত তাৰ কণ্ঠ ৰোধ হওক।

(প্ৰস্থান।)

---

## তৃতীয় দৃশ্য

বসিষ্ঠ তপোবনৰ দাঁতিৰ সৰস্বতী তীৰ।
একাষৰ পৰা লৰি লৰি মেধাতিথি আহিছে,
ইফালৰ পৰা ভৰত ব্যাকুল হৈ দেৱব্ৰতৰ প্ৰৱেশ

দেৱব্ৰত, - ৰাক্ষসটো কেনি গ'ল ?

মেধাতিথি, - অলপৰ আগতে সৌফালে যোৱা দেখিছিলোঁ। বাটৰ দুয়োকাষে টুকুৰা-টুকুৰে কোঙাৰিয়েই খৰিৰ হাৰ সৰি সৰি গৈছে। মাংসৰ মজ্জাৰে শিৰবিলাক আলি আলি হৈ পৰি গৈছে। — উস্! উস্ পৃথিবীৰ সকলো মহামাৰী একেলগ হৈ তপোবনৰ বুকু যেন গৰকি কেনেকৈ জিজি চেপি ধৰিছে।

দেৱব্ৰত, - অদৃশ্যন্তী দেৱীক ক'ত দেখিলা ?

মেধাতিথি, - সৌৱা শক্তিদেৱৰ শিশু দান কৰিছে। তাকে হে ৰখি আছোঁ।

দেৱব্ৰত, - নৃশংস ৰাক্ষসে সগৰ্ভা এই শক্তিজায়াকো নেখাব তাৰে বা ঠিক কি ? কেনেকৈ, কেনেকৈ যে এই সদ্যবিধাবাৰ দেৱী মূৰ্ত্তিটি ৰক্ষা কৰা যায়।

মেধাতিথি, - কেতিয়াকৈ ব্ৰহ্মৰ্ষি তপস্যা কাননৰ পৰা আহে, কেতিয়াকৈ এটা ভ্ৰুকুটিতে বিশ্বৰথৰ এই সংহাৰ যন্ত্ৰেৰে সি ধ্বংস হয়!

দেৱব্ৰত, - বিধাতাৰ ইচ্ছা এই সোণৰ আশ্ৰম ধ্বংস হ'ব লাগে! নহলে নো গুৰুদেৱক মাতি আহি পায়হি মানে এনে এটা অমানুষিক কাণ্ড হৈ যাব পায়নে ? আৰু যদি নহবই লাগে, শক্তিদেৱেই বা কিয় গুৰু দেৱ নথকা অৱস্থাত এনে মহামাৰী মাতি আনিব ? — উস্! চকুৰ পচাৰতে এই হেন আশ্ৰম খনি এনেদৰে মৰিশালী হৈ যাব বুলি কোনে জানিছিল ? বাকী যি আছে তাকো যদি নিৰাপদে গুৰুদেৱৰ হাতত গোটাই দিব পৰিলোঁহেতেন! (নেপথ্যলৈ চাই ভয়েৰে) সৌটো, সৌটো, আকৌ ঘূৰি আহিল! যোৱাঁ, যোৱাঁ — অদৃশ্যন্তী দেৱীক ভিতৰ বাটে দি তুমি গুৰু পত্নীৰ ওচৰলৈ লৈ যোৱাঁ। সৰ্ব্বনাশ, সৰ্ব্বনাশ! আৰু ৰক্ষাৰ নোৱাৰিবাঁ। নোৱাৰিবাঁ। বজ্ৰপাতেৰে অজৰ ঘূৰ্ণবায়ু এই পালেহি। নাই, নাই! মই আগতে তাৰ দাঁতত জাঁপ দিওঁ। মোক চোবাই শেষ কৰে

মানে পলোৱাঁ, পলোৱাঁ।

মেধাতিথি, - আপুনি ? আপুনি ? —

দেৱব্ৰত, - কথাৰ সময় নাই। পালেহি।

(কল্মাষপাদ অহাৰ ফালে লৰি গ'ল।)

(মেধাতিথিয়ে দেৱব্ৰতৰ বিপৰীত ফালে লৰি গ'ল।)

(এনেতে মেধাতিথি যোৱা ফালৰ পৰা বিশ্বৰথ আহিল।)

বিশ্বৰথ, - এই তপোবনৰ এই খিনিতে এদিন বিশ্বৰথৰ বাহুবলত তিতিকাৰি দিছিলি আজি কেনে ? নৰকঙ্কাল, ৰক্তমাংসেৰে ভীষণ শ্মশান ! কেনে নিৰব এই হৃদি-ভেদী হাহাকাৰ ! ক্ষত্ৰিয়ৰ দৃপ্ত শিৰ ভৰিৰে গৰকি নিজৰে প্ৰভুত্ব প্ৰচাৰ কৰিব খুজিছিলি ? ক'ত ক'ত আজি তোৰ অভিজাত্য অভিমান ! বলেৰে হওক ছলেৰে হওক — তোক সবংশে ধ্বংস কৰিম। সৌৱা কিঙ্কৰ আহিছে। কিঙ্কৰ, কিঙ্কৰ !

কল্মাষপাদ, - (মুখে হাতে তেজৰ বাঙেৰে ৰঞ্জিত হৈ লৰি আহি কয়, -) শক্তিৰ তিৰোতাজনী বিচাৰি যাওঁতে সৌটো বামুণে আগভেটি জোকাই চাইছিল। মুচৰি মুচৰি ফাবৌক্ কৰে তাৰ নেলুটো ছিঙি তেজবোৰ পি পোলালোঁ। হো-হো-হো !

বিশ্বৰথ, - এটা নিৰীহ শিষ্য ! তাক হত্যা নকৰা হ'লেও হ'লহেতেন ! বাৰু বসিষ্ঠৰ খবৰ কি ?

কল্মাষপাদ, - গোটেই বোৰ মাৰিছোঁ। বহুতৰ তেজ হজম হৈ গ'ল। পোনে পোনে হাউম্ কৰে জাঁপ মাৰি শক্তিৰ নেলুছিঙি দিলোঁ। — ফি-ফি কৰে তপত তেজ — এনে যে ভাল লাগিছিল ! তাৰ কলিজাখনি নখেৰে চিঙি আনি খাই চালোঁ। খাবলৈ ভাল ! তাৰ পাচত তাৰ হাৰে মুৰে যেতিয়া কাবৌচ কাবৌচ কৰে চোবাবলৈ ধৰিলোঁ সক ছোৱালী এজনীয়ে যে এনে চিঞৰিছিল ! মোৰ হো-হো কৰে হাঁহি উঠিল। তাৰ পাচত তাইকো ধৰি চোবাই পোলালোঁ। চোবাওঁতে চোবাওঁতে ঘঁৰিয়ালৰ দৰে চকুৰ পানী বৈ গৈছিল হোঁ।

বিশ্বৰথ, - তাৰ পাচত, তাৰ পাচত।

কল্মাষপাদ, - তাৰ পাচত এটা এটা কৈ বসিষ্ঠৰ এটাইবোৰ সৰু ল'ৰাবোৰ উঘালি আনি কুঁহিয়াৰ চোবোৱাদি চোবাই ৰহ কিনি সুহিঁলৈ চোবাবোৰ পেলাই দিলোঁ। লগে লগে যি হে এজাক শিয়াল, যি হে এজাক শগুণ ঘূৰি ফুৰে ! সিহঁতৰ কিৰিলিত মাজে মাজে মই খিনিকি খিন্দাওঁকে নাচি ফুৰোঁ। হো-হো-হো — এনে যে, এনে যে ভাল লাগে !

বিশ্বৰথ, - বেচ, বেচ ! ব্ৰহ্মাই ৰাক্ষস সৃজি তাৰ ফল হাতে হাতে পাইছিল. আৰু তই ক্ষুদ্ৰজীবী শক্তি, তইয়ো ৰাক্ষস সৃজি চাইছিলি ? কেনে ? খুব প্ৰতিশোধ হৈছে ! শক্তিৰ স্ত্ৰী অদৃশ্যন্তী ক'ত ?

কল্মাষপাদ, - তাইকো আজিয়ে চোবাম। তাই কৰবাত পলাইছে।

বিশ্বৰথ, - শেষ নথৰা। শত্ৰুৰ শেষ নথৰা। আজিয়েই, এতিয়াই। বসিষ্ঠ পালেহি সোঁত কেনি বয় কব নোৱাৰিবা ! — পোৱাৰ আগতে শেষ কৰাঁ।

কল্মাষপাদ, - নেৰোঁ, নেৰোঁ। পৃথিবীৰ গৰ্ভফালি উলিয়াই আনিম হোঁ। সৰু সৰু ল'ৰা এজাক নাগফেণাৰ তলত গাঁত খানি পলাই আছিল। গোন্ধ পাই নাগফেণাৰ ওপৰেদি চোচোৱাই আনি নেলু চিঙি দিলোঁ।

বিশ্বৰথ, - আজি সকলো শেষ কৰা। তাৰ পাচত বসিষ্ঠৰ পাল। মই নিজে তোমাক তাৰ ওচৰলৈ যাম। মই যেতিয়াই সঙ্কেত দিম তেতিয়াই ধৰিবা। সকলো শেষ কৰিবা। বিশ্বৰথৰ বুকুৰ পৰা এটা পৰ্ব্বত নামি যাওক। তাৰ পাচত ৰক্ত মাংস সিক্ত পাশুপত অস্ত্ৰ ধোৱাদি তোমাক ধুই নিকা কৰি দিম। যৰ অস্ত্ৰ তলৈ যাবাগৈ। ভয় কি ? যোৱাঁ। শেষ কৰাঁ।

(দুইৰো দুফালে প্ৰস্থান।)

---

## চতুৰ্থ দৃশ্য

বসিষ্ঠৰ তপোবন। আশ্ৰমৰ ডাঙৰ গছ এজোপাৰ বেদী এটাৰ ওচৰত অৰুন্ধতী মুৰ্চ্ছিতা হৈ পৰি আছে। কি এক কৰুণ ৰাগিণী তপোবনত যেন শুনা গৈছে। এখুজি দুখুজিকৈ বসিষ্ঠ তপোবনলৈ আহিছে।

বসিষ্ঠ, - থাকি থাকি ভূমিকম্পৰ দৰে এক ভীষণ আঘাতে হৃদয়ৰ সন্ধি লৰাই দিয়ে ! — বনলক্ষ্মীৰ কি কৰুণ বিননি ! — আশ্ৰমলৈ যেন নেযাম। — মন বান্ধি আনো। একো একো আঘাতত সি চিৰিকি বিৰিকি হৈ

যায়। অজ্ঞ এই ৰক্তমাংস। তাৰ ইমান বিদ্ৰোহ! উস্! তহঁতৰ স্মৃতিয়ে মোক কি কৰিব খুজিছে! সৌৱা, সৌৱা কোন? সন্তান হাৰা জননী! শোকৰ তীব্ৰতা সহিব নোৱাৰি আলুলায়িত কেশেৰে মুৰ্চ্ছিতা! শেৱালীৰ কোমল পাহীটি, শোকৰ তাপ কেনেকৈ সহিবা? (কমণ্ডলুৰ পানী দি মুৰত ছিটি) দেবি, দেবি —- আৰ্য্যে!

অৰুন্ধতী, - কোন? —উস্ (আধা উঠি) আৰ্য্যপুত্ৰ, আৰ্য্যপুত্ৰ!

বসিষ্ঠ, - স্থিৰ হোৱাঁ, আৰ্য্যে!

অৰুন্ধতী, - অলপৰ আগতে মোৰ বাছাহঁতে কান্দি কান্দি আহি ক'লেহি, "আই, আই! ৰাক্ষসে চোবালত ধৰি বিষে ধৰিছে, হাত খনি বুলাই দিয়াঁ"— হাতমেলি যে মোৰ বাছাহঁতক নেপালোঁ। (কান্দে।)

বসিষ্ঠ, - স্থিৰ হোৱাঁ। কাল্পনিক ভয়ত এজনী সৰু ছোৱালীৰ দৰে বিভীষিকা দেখিছাঁ। তুমি, তুমি যে জ্ঞানৱতী!

অৰুন্ধতী, - প্ৰভো, প্ৰভো! মোৰ বাছাহঁত যে গুচি গ'ল।

বসিষ্ঠ, - গুচি গ'ল! কলৈ যাব? সোণেৰে অলঙ্কাৰ গঢ়াই গৌৰব কৰিছিলা অলঙ্কাৰ তোমাৰ হেৰাই থাকিল। সেই বুলি পৃথিৱীৰ সোণ পৃথিৱী এৰি কলৈ যাব?

অৰুন্ধতী, - মনে যে নেমানে, প্ৰভো!

বসিষ্ঠ, - মনে কি সহজে মানে? এনে তাৰ মায়া, এনে তাৰ সংস্কাৰ! এই মিথ্যাভেদ কল্পিত জগৎ, এই প্ৰপঞ্চময় দৃশ্য — সি শশশৃঙ্গৰ দৰে অলীক, মৰীচিকাৰ দৰে অসাৰ। পদুমৰ ভিতৰৰ বীজৰ দৰে দ্ৰষ্টাৰ হৃদয়ৰ লুকোৱা এই দৃশ্য — তাক অসম্ভৱ কৰি দিয়াঁ। হৃদয়ৰ শান্তি আপুনি আহিব।

অৰুন্ধতী, - সকলো বুজোঁ। আপোনাৰ দয়াত ভলেখিনি বুজিছোঁ। ইচ্ছা কৰোঁ, আৰু নেকান্দো! কিন্তু কিয় যে কান্দো, ক'ব নোৱাৰোঁ।

বসিষ্ঠ, - মনেৰে মনক বোধ কৰাঁ। সংসাৰী জীৱনৰ প্ৰাৰব্ধ আমাৰ যি আছিল, তাৰ শেষ হৈ গৈছে! আজি আমি মুকলিমুৰীয়া। এবাৰ চিত্ত স্থিৰ কৰি হৃদয়ৰ বাণী, প্ৰাণৰ প্ৰেৰণা শ্ৰৱণ কৰাঁ। অমৃতৰ পুত্ৰ তুমি, তোমাৰ মৃত্যু ক'ত? মৃত্যুৰ এই আকুলি বিকুলি কিয়? এই অন্ধকাৰৰ মাজেদি আদিত্যবৰ্ণ মহাপুৰুষৰ মহিমাময় আলোকত লৰি ধৰা, লৰি ধৰা অতি মৃত্যুৰ চিৰমুক্তিৰ যুকুটলৈ!

(এনেতে আতুৰ ভাবে মেধাতিথি লৰি আহি ক'বলৈ ধৰিলে।)

মেধাতিথি, - সৰ্ব্বনাশ! গুৰুদেৱ! কালান্তক ৰাক্ষসে জ্যেষ্ঠা বধুক বিচাৰি সৌৱা উত্ৰাৱল হৈ আহিছে! প্ৰভো, প্ৰভো! শক্তিদেৱৰ শেষ স্মৃতি ৰক্ষা কৰক!

অৰুন্ধতী, আৰ্য্যপুত্ৰ, আৰ্য্যপুত্ৰ! — আমাৰ আশাৰ ক্ষীণবৰ্ত্তি তাকো, তাকো —

(মুৰ্চ্ছা হৈ পৰি গ'ল।)

বসিষ্ঠ, - ধৰা, ধৰাঁ। শুশ্ৰূষা কৰাঁ।

(মেধাতিথিয়ে মুৰত ছিটে।)

(ৰক্তাক্ত শৰীৰেৰে কল্মাষপাদ তীব্ৰবেগে আহি ওলালহি।)

কল্মাষপদ, - হো-হো হো —! তোমাক আজি নতয়, আজি নতয়! সিজনীক, সিজনীক!

(আগবাঢ়ি যাব খোজোঁতেই বসিষ্ঠই আগচি ধৰে।)

বসিষ্ঠ, - কোন তুমি?

কল্মাষপাদ, মই ৰাক্ষস! ৰাক্ষস!

বসিষ্ঠ, - স্থিৰ হোৱাঁ। (দুইও দুইৰ চকুলৈ একেদিঠিৰে চাই থাকি কলে, —) তুমি ৰাক্ষস নোহোৱাঁ।

কল্মাষপাদ, - (চকখাই) নহওঁ।

বসিষ্ঠ, তুমি ৰজা কল্মাষপাদ!

কল্মাষপাদ, মই ৰজা —

(বসিষ্ঠই কমণ্ডলুৰ পানী এছাটি মৰাত চক্ খাই উঠে।)

বসিষ্ঠ, তুমি অযোধ্যাৰ ৰজা কল্মাষপাদ!

কল্মাষপাদ, - মই অযোধ্যাৰ ৰজা কল্মাষপদ! উস্ কি স্বপ্ন দেখিছিলোঁ! গুৰুদেৱ, গুৰুদেৱ! মই যেন আপোনাৰ শত পুত্ৰক — উস্! ৰক্ষা কৰক, ৰক্ষা কৰক। মোৰ ব্ৰহ্মৰন্ধ্ৰ জ্বলি যায়।

(বসিষ্ঠৰ ভৰিত পৰে।)

বসিষ্ঠ, - উঠাঁ, বাছা উঠাঁ।

কল্মাষপাদ, - মই এইবোৰ কি দেখিছোঁ। মোৰ গাটো ইমান পাতল লাগিছে কিয়? গাৰ পৰা কিবা এটা যেন গুচি গ'ল! ই কি সপোন, গুৰুদেৱ?

বসিষ্ঠ, - সপোন নহয়, ৰজা, জাগ্ৰত!

কল্মাষপাদ, - জাগ্ৰত?

বসিষ্ঠ, - জাগ্ৰত, বাছা জাগ্ৰত। বসিষ্ঠৰ শতপুত্ৰৰ সকলো শেষ!

কল্মাষপাদ, - তেনে, তেনে মই সঁচাকৈয়ে এটি এটিকৈ আপোনাৰ এশটি পুত্ৰ কাটি আনি নৃশংস পিশাচৰ দৰে দাঁতেৰে চোবাই শেষ কৰিলোঁ ? তাৰ কি, তাৰ কি এয়ে শাস্তি, গুৰুদেৱ ?

(কঁপিবলৈ ধৰে।)

বসিষ্ঠ, - সেইবিলাক পাহৰি যোৱা। (পানী এছাটি মাৰে।)

কল্মাষপাদ, - পাহৰাই দিয়ক, মোক পাহৰাই দিয়ক। এই বিশ্ব ব্ৰহ্মাণ্ড, স্বৰ্গনৰক, পাপ পূণ্য সকলোবোৰ পাহৰাই দিয়ক। কেৱলে, কেৱলে এটি কথা পাহৰাই নিদিব — আপুনি যে দেৱৰো দেৱতা — মোৰ চিৰজনমৰ চিৰ হেপাহৰ ইষ্টদেৱতা !

(কঁপি কঁপি বসিষ্ঠৰ ভৰিত পৰি গ'ল।)

বসিষ্ঠ, - উঠাঁ ৰজা ! তোমাৰ এই ক্ষণিক উন্মাদনাত প্ৰিয় পূজ্য বস্তুৰ ধ্বংস কৰিলা। উঠাঁ, তোমাৰ লুপ্ত জ্যোতি ঘূৰি আহিল। ৰাহুমুক্ত চন্দ্ৰমাৰ দৰে চিকোন কিৰণেৰে জিলিকি থাকাঁগৈ। আপোন সন্তানৰ দৰে প্ৰজা পালন কৰাঁগৈ। বিশ্বৰ অনিষ্ট চিন্তা নকৰিবা, দান কৰিবা, সদায় সত্যৰ অনুকৰণ কৰিবা।

কল্মাষপাদ, - মোৰ অপদাৰ্থ শিৰ আপোনাৰ পদধূলিত মিলাই দিলোঁ। আজিৰ পৰা আপুনি যন্ত্ৰী, মই যন্ত্ৰ !

(এনেতে অৰুন্ধতীয়ে সংজ্ঞা পাই চিঞৰি উঠিল।)

অৰুন্ধতী, - আৰ্য্যপুত্ৰ, আৰ্য্যপুত্ৰ ! আমাৰ অদৃশ্যন্তী ? সেইবোৰ কাৰ তেজ ?

বসিষ্ঠ, - ভয় নাই, আৰ্য্যে, আমাৰ অদৃশ্যন্তী নিৰাপদ ! — এওঁ যে আৰু ৰাক্ষস নহয়। ইক্ষাকুকুলৰ ৰজা কল্মাষপাদ ! আমাৰ আপোন যজমান।

অৰুন্ধতী, - কল্মাষপাদ !!

কল্মাষপাদ, - দেবি, দেবি ! মই যে আপোনাক সেৱা জনাবৰো অযোগ্য ! তথাপি —

(লৰি গৈ ভৰিত পৰে।)

অৰুন্ধতী, - উস্, উস্ ! — (কান্দে)

বসিষ্ঠ, - দেবি, দেবি ! চকুৰ পানী নুটুকিবা। পথভ্ৰষ্ট সন্তান তোমাৰ ঘূৰি আহিছে। তোমাৰ শতপুত্ৰৰ সলনি তাক গ্ৰহণ কৰাঁ। আশীৰ্ব্বাদ কৰা। তাৰ সহস্ৰ অপৰাধ ক্ষমা কৰাঁ।

অৰুন্ধতী, - (কল্মাষপাদৰ মূৰত হাত ফুৰাই) উঠাঁ, বাছা, ক্ষমা কৰিলোঁ। ভগৱানে তোমাৰ মঙ্গল কৰক।

---

## পঞ্চম দৃশ্য

সৰস্বতী তীৰৰ হাবি তলীয়া বাট।
পাঞ্চেয়ে কান্ধত মাটি কলহ এটা লৈ
গীত গাই নাচি নাচি আহিছে।

পাঞ্চে, - গীত।

ৰজা যে ৰজাকৈ ৰূপহী মাদাৰ ঐ,
কিনো তোৰ জুইৰে ছাটে মোৰ চেনেঙ্গ ঐ
কিনো তোৰ জুইৰে ছাট !
দূৰতে ক্ষল তই, কাষলৈ ললে ও বুকু মোৰ হ'বনে শাঁতে মোৰ
চেনেঙ্গ ঐ বুকু মোৰ হ'বনে শাঁত ?
কেনেকৈ কমে ঐ কিনো মোৰ লাগিছে গাত !
কেতেকী, কেতেকী, অৰে ঐ কেতেকী, তোৰেগো পিঠিটি পাতে
মোৰ চেনেঙ্গ ঐ, তোৰে নো পিঠিটি পাত।
আকোলি গলতে, উৰোঁ মই লগতে মাতি যাঁও তোৰেগো মাতে
মোৰ চেনেঙ্গ ঐ মাতি যাঁও তোৰে নো মাত।
কেনেকৈ কমে ঐ কিনো জুই লাগিছে গাত।

(এনেতে বাস্কল লৰি আহি হঠাৎ থমকি ৰলহি।)

বাস্কল, - তই ও ৰলি, মইও ৰলোঁ।

পাঞ্চে, - তোকনো আৰু' মাতিছে কোনে ?

বাস্কল, - উষাৰ পাহীৰ দৰে ককালটো ঘূৰাই ঘূৰাই মুখেৰে ময়না মতা দি টানি চোচোৰাই আনিলি। বোলে 'আৰু' মাতিছে কোনে'।

পাঞ্চে, - জৰী নাই চৰি নাই, মইনো আৰু' কেনেকৈ টানিলোঁ ?

বাস্কল, - দেখ জৰী নহয়, নেদেখ্ জৰী। সেইহেন যোচামৰ বাঘ জৰীৰে আজুৰি পিজুৰি আজৰি কৰি জিবাবলৈকো আজৰি নিদিলি, — তাই বোলে জৰী নাই, চৰি নাই — দেখিছা বাৰু !

পাঞ্চে, - কিটো নো কৰ আমি আৰু' বং দিয়া কথা বুজিলেহে।

বাস্কল, - টান' অথচ নেজান। কামটিহঁত কৰ, অথচ নামটি নেজান। তহঁতৰ এই ভাবটি বৰ ভাল লাগে অ', বৰ

ভাল লাগে।

পাঞ্চে,- হয়, হয়, কি তাৰ নেহা ঐ! কালি ইমান বহনাৰে তামোল এখন কাটি দিলোঁ। তাকো নেখালি।

বাস্কল, - সেইয়া, সেইয়া! মনৰ গধুৰ ভাববোৰ বুজিবলৈ পালেই তহঁতে এনেদৰে আছাট-বিছাট খন কৰ। বুজিবি কেনেকৈ ? কিয় নেখালোঁ — তাক যদি জানিলিহেতেন! তোৰ সেই কৰবাত ধূলে পমি যায় বুলি জনমত নোধোৱা লোদোৰ পোদোৰ হাতখনিত যেতিয়া তামোল খনি দেখিলোঁ ভোৰৌক্ কৰে গোটাই পেটটো ওলাই গৈ তোৰ হাততে ধৰে যেন পালোঁ। ভাবিলোঁ — নৌখাওঁতেই ইমান, খালে জানোচা পেট আৰু নোলটেই!

পাঞ্চে, - ইঃ হয়, হয়। তোঁহতে কথাকেহে কব জান। যা, যা, নেলাগে।

(যাব খোজে )

বাস্কল, - বাৰু ; যাচোন । ৰ' মই ওভত পাকে ঘুৰাওঁ। কেনেকৈ যাব চাওঁ।

(ককালটো ঘুৰায়।)

পাঞ্চে, - ইঃ হয়। যা, যা।

(যাব খোজে। )

বাস্কল, - মানময়ি পাঞ্চে! ৰবি, পথাখাতী, নেযাবি!

পাঞ্চে, - আমাৰ আৰু বন চন নাই নে কি ?

বাস্কল, - হেৰ ব্ৰাহ্মণৰ বচন পেলাব নেপায়।

পাঞ্চে, - তোঁহতৰ বাপুহঁতে আকৌ আমাৰ লগত কথা ক'লে বেয়া বোলে। তইনো পাচে কৈছ কিয় ?

বাস্কল, - বি নকয়, সি শাস্ত্ৰ নেজানে। তহঁত যে ক'লা পিত্তাক্ক! হয়নে হেৰ! তহঁতৰ ভাল নাচোন এটা এদিন মোক দেখুৱাব নোৱাৰ নে ?

পাঞ্চে, - যাবি এদিন আমাৰ গাঁৱলৈ। তাৰিকৈ এটা ভোজ দিবি, গোটেইবোৰ খেচেৰা গাভৰুৱে নাচি নাচি বাডিটো পলুৱাই দিম।

বাস্কল,- সঁচাকৈ নাচিবি নে ?

পাঞ্চে,- আমি আৰু' নাচিয়েই থাকোঁ তই ভোজটো দিলে হবহুকৈ নাচিম।

বাস্কল, - কৰবাত জানোচা মদে ভাতে খাই টঙ্গনা টঙ্গনি খন লগাব ?

পাঞ্চে, - ইঃ হয়, কিয় মাৰিব ? মাৰিলে জানিবা, ইমানটো মানুহৰ ইমানটো ভয়!

বাস্কল, - ভয় ? তেনে, তই মোৰ আচল মূৰ্তিৰ কথা কবই নোৱাৰ। মই কিমান ডাঙৰ বনুৱা তাক তই কি জানিবি ? কামধেনু হৰণৰ মহাযুদ্ধত যদি তই মোৰ তৰোৱাল খেল দেখিলিহেতেন, কেনেকৈ তাৰ কোবত শত্ৰুহঁতৰ কাৰো নাক কাৰো কাণ, কাৰো আঙুৰ বিলা ছিটিক সৌখনমানত উফৰি উফৰি পৰিছিল! — নাই, সেইবোৰ কথা ক'লে কৰবাত তই ভয় কৰিবি। — থাওক।

পাঞ্চে, - হিমানটো বৰমতা যদি ভয় কৰ কিয় ?

বাস্কল, - হেৰ' বীৰ হলো বুলি মদখোৱা মদাহীৰ লগত টঙ্গনা টঙ্গনী কৰি পো-নাতিলৈকে এটা অখ্যাতি থৈ যাব লাগে নে ? নহল হ'ল, গাত যদি মুখৰ সেপকে অকণি পৰে কিমান তললৈ নামিলোঁ।

পাঞ্চে, - মদ খালে বুলি তোৰ নিচিনা মানুহলে আৰু' হাত ডাঙিব কিয় ?

বাস্কল, - নেডাঙে যদি ভাল কথা। মই এটা তহঁতক ডাঙৰ ভোজ দি নচুৱাম।

পাঞ্চে, - আমিও হৰহইকৈ নাচি দেখুৱাম। দিবি নে নিদিয় ? দিবি, ডাঙৰ ভোজ দিবি ? দিম বুলি ক'।

বাস্কল, - হেৰ' আমাৰ দৰে পুৰুষৰ মুখৰ কথা হাতীৰ দাঁত ওলোৱাদি এবাৰ হে ওলায়। দিম বুলিলোঁ যেতিয়া পালিয়েই বোলচোন।

পাঞ্চে, - বাৰু নিদিবিচোন চাবি। আমি গাঁৱৰ গোটেই গাভৰুজাক আহি তোক আগটি আগচি জোকাই থাকিম, তই কান্দি থাকিবি।

(যাব খোজে।)

বাস্কল, - হেৰ যাবই নে কি ?

পাঞ্চে, - ঘৰত আৰু' আমাৰ বন নাইনে কি ? হৌৱাতে তাঁবে আছে পাহি। ভয়ো যা। ভোজ হলে দিবি দেই।

(ওটি গ'ল। )

বাস্কল, - (চাই) বাওঁ বুলিয়েই গ'ল। ইস্, ইস্! উলাটি উলাটি ভিজি ভাজি ভাজি কেনেকৈ চাই গৈছে! তাই

যেন, তাই যেন মোক বহুত কথা ক'ব খুজিছিল ! ক'ব নেজানিলে ! মইয়েই নো কৰিলোঁ কি ? যিহে তিৰ্‌কপে কঁপনি উঠিল। কথাবোৰ ক'ত লুকাল ?

(এনেতে পাচ ফালৰ পৰা, বুধু আহি সুধিলেহি।)

বুধু, - আমাৰ পাঁঞ্চে গাভৰুক বৰ্বকৈ চাইছ — মন খাইছে নেকি অ' বাপুটো ?

বাস্কল, - মানুহৰ মনেই যদি নেখায় তাইৰ দৰে গাভৰু পকি জকি 'মোক খা' 'মোক খা' কৰে কিয় ?

বুধু, - খাওঁ বুলিছে যদি বিয়াখনকে পাতি পেলা।

বাস্কল, - হয়তো। ঘপক্ কৰে বিয়াখন বুলি বিয়াখন পাতিবলৈ তহঁতৰ দৰে পাইছ ? দাম্‌দৰ্ নকৰাকৈ, ৰেহৰূপ্ নোচোৱাকৈ বিয়াখন পাতিব পাৰে !

বুধু, - পাওঁ, পাওঁ তহঁতৰ কথা। এইদৰে এইদৰে মনে মনে কথা পাতি আমাৰ গাভৰু মখাৰ মন চন্ বযা কৰি গাত গোঁখাই নাইকিয়া কৰ। বিয়া কৰাই থবলৈ হলে ঘিণ কৰ।

বাস্কল, - হেৰ' বাঘে খোৱা, ঘিনেই যদি কৰিলোঁ, দিনটোত এপাক নহয় এপাক মাৰি চাই যাওঁহি কিয় ? কথা ক'ব নেজান, লেব্‌লেবাই এইবোৰ পৰমাৰ্থ কথাত মুখ মেলিছ ?

বুধু, - হয়, কথা কব নেজানো গুণে তোঁহতে এইবোৰ আমাক কব। আহচোন বিচৰথ দেউৰ কাখলৈ — তই নো কিমান কথা কব পাৰ তাকে শুনু।

বাস্কল, - যা, আচৰ্লকৈ পাবি দেউক। সৰস্বতীক শাও দি পানীবোৰ ঘোদালি দেখোন তেতিয়াই পৰিলগৈ তপস্যাত। নহলে এতিয়া এইদৰে ইয়াত টিঘিল ঘিলাই ফুৰিব পাৰোঁ ?

বুধু, অ' আমাৰ হৰেচতী নৈ দেউয়েহে ঘোদালি দিলে। আমি আক' ভবিলোঁ — উজানত মাছ মাৰিছে ! — হি নো আক' তেনে কৰিলে কিয় ? আমি নো পাচে পানী খাম কৰ পৰা ?

বাস্কল, - তহঁতে পানীকে নেখালি লাগে। — যি হে অড়িবকৰ যুদ্ধ ! জঁক্ উঠিলে কৰি পেলালে।

বুধু, - জঁকটো নো আক' উঠিলে কিয় ?

বাস্কল, - বসিষ্ঠই নো পাচে লিৰিকি বিদাৰি ফুৰাই দিলে কিয় ?

বুধু, - বসিষ্ঠৰ ওপৰত খং, আমাক আক' এনেকুৱা কৰে কিয় ?

বাস্কল, - বাহিৰত খং উঠি একা কৰিব নোৱাৰিলে তহঁতে নো ঘৈনীয়েৰহঁতৰ পিঠিত দবা পিটি দিয়গৈ কিয় ?

বুধু, - যা, যা, আমাৰ তোঁহতৰ দৰে দবা নাই। নৈখনৰ কি পানী আছিল, কি কৰিলে।

বাস্কল, - ইমান দিন গাধাই পানী খাবলৈ হলে ঘোদালি খাইছিল, এতিয়া ঘোদালি দিলে গাধাই ও খাওক ঘোৰাই ও খাওক। — নৈ খনিকো জানো সামাইন বুলিছ ? ইমান দিন তহঁতক পানী পিয়ালে হে পিয়ালে, তেও তহঁতৰ চণ্ডাল এটাকো পঁডিত পাতিব নোৱাৰিলে ! ইফালে নামটি কি — 'সৰস্বতী' বেচ হ'ল।

বুধু, - আমাৰ হৰগৰ দেওটোক হৰগলৈ নিওঁ বুলি হেইখন ওভতগোৰে ওলোমাই থলে। খাবলৈ আক' জাংথনীয়া পানী এডোঙা আচিল, তাকো কৰিলে এইখন। এনেকে কৰিলে নো কেনেকে হয় ? আহচোন হুধি চাওঁ।

বাস্কল, - সুধিবি কিটো ?

বুধু, - আহিলো যেতিয়া আজি ছিদাইকৈ হোধোৰেচোন আহ।

বাস্কল, - সুধিবলৈ হ'ব পাই দেউযে তপস্যা নকৰি তোমাৰ সন্দেহ ভঞ্জন কৰিব ? হৈছে। সেইফালে মুখকে নকৰিবি। দেউয়ে তহঁতৰ বুৰালে কি কৈ গৈছে শুনা নাই ?

বুধু, - কি ?

বাস্কল, - তেওঁৰ যাতে তপস্যা ভঙ্গ নহয়, তাৰ নিমিত্তে সাৱধান থকিবি। আশ্ৰমত কিবা লগা হলে যোগাৰ দিবি। এটাইতাকে দঢ়াই দঢ়াই কৈ গৈছে — মই যেতিয়াই যিহকে কৰিবলৈ কওঁ তাকে বিনা ওজৰে কৰি পেলাবি।

বুধু, - হেইখন অথন থ'। আজি খাবলৈকে আক' পানী নাই।

বাস্কল, - কিনো সিজালেও নিসিজা ঢেকৰাৰ ঠাবি অ'। এই হেন বিশ্বব্ৰহ্মাণ্ডখনত আৰু পানী নাই কিয়া হ'ল। আহ, আহ, কেনেকৈ কোৰৰ চাবত পাতালী গঙ্গা পেবেক্ কৰে ওলাই আহে দেখৱাই দিওঁগৈ।

(দুইয়ো ওচ গ'ল।)
(ইফালৰ পৰা গম্ভীৰ ভাৱে তাপসী আহি অৰুন্ধতীলৈ চাই কলেহি।)

তাপসী, - সন্তানহাৰা জননীয়ে আজি সৰস্বতীৰ তীৰে তীৰে বিনাই ফুৰিছে। অৰুন্ধতী, অৰুন্ধতী! তোমাৰ এই শোকৰ আকুল উচ্ছ্বাসত কবিতাৰ ধাৰা জৰি জৰি পৰিছে! এয়ে নহলে কোনে এই সংসাৰত থাকে? কান্দা, কান্দা। বিধাতাৰ সৃষ্টি মধুময় হওক।

(এনেতে অৰুন্ধতীয়ে ভাবি ভাবি এখুজি দুখুজিকৈ আহি ওলালহি।)

তাপসী, - দেবি, দেবি! নয়নত অশ্ৰু কণিকাৰ কুঁৱলি লৈ কেনি যাবলৈ আহিছা?

অৰুন্ধতী, (অবাক হৈ) আশ্ৰমলৈ।

তাপসী, - ই যে বিশ্বৰথৰ আশ্ৰমৰ পথ!

অৰুন্ধতী, - তেনে বাট পাহৰিলোঁ।

তাপসী,- বলা তোমাক তোমাৰ আশ্ৰমলৈ লৈ যাওঁ।

অৰুন্ধতী, - আশ্ৰমলৈ গৈ আৰু কি দেখিবা, আই! অতিথি দেখিলে উগুল থুগুল হ'বলৈ, হাঁহিত উত্ৰাৱল হ'বলৈ আৰু মোৰ বাছাহঁত নাই। সকলো শেষ হ'ল, আই, চাওঁতে চাওঁতেই সকলো শেষ হৈ গ'ল। — জীয়াই আছোঁ যেতিয়া চকুৰ পানীৰেই অতিথি সুধিম। আহাঁ, আহাঁ মোৰ আই!

তপসী, - শোক নকৰিবা, দেবি! ভগবানৰ বস্তু ভগবানে লৈ গ'ল।

অৰুন্ধতী, - তুমিও তাকে কোৱাঁ? তুমি যে মাতৃজাতিৰ! মোৰ প্ৰাণৰ মাজত যিজনী মাতৃ আছে সন্তানৰ মুখ নেদেখি তাই থাকে কেনেকৈ?

তাপসী, - কত অনাথ মাতৃহীন সন্তানে তোমাৰ মৌ মাতলৈ ধূলিয়ে মাটিয়ে বাগৰি ফুৰিছে — সিহঁতক কোলালৈ তুলি লোৱাঁ। তোমাৰ সকলো শোকৰ অৱসান হওক।

অৰুন্ধতী, - হোঁঃ — আশ্ৰমৰ অনাথ সন্তানবিলাক যেতিয়া লৱনু বিলাবলৈ হাত খন মেলোঁ — সিহঁতৰ মুখৰ মাজে মাজে মোৰ বাছাহঁতৰ মুখ কিখনিয়ে মাতি উঠেহি — চকুৰে কাকো নেদেখা হওঁ। হাতৰ লৱনু মাটিত সৰি সৰি পৰে।

(চকু পানী টোকে।)

তাপসী, - কল্পনা কি, বাস্তৱ কি তাক বুজাবলৈ আৰু ব্ৰহ্মৰ্ষিয়ে চাগে বাকী ৰৈছেনে? ব্ৰহ্মৰ্ষি বসিষ্ঠৰ প্ৰিয়ভাৰ্য্যা তুমি। আৰ্য্যজগতৰ বিবাহ মণ্ডপত কন্যাৰ আশীৰ্ব্বাদ, কন্যাৰ চানেকি তোমাৰ নাম! তুমি এনেদৰে আকুল হলে, আৰু অন্যলৈ শান্ত্বনা থাকিল ক'ত?

অৰুন্ধতী, বুজিছোঁ। সকলো বুজিছোঁ। তেওঁ যে প্ৰাণৰ মাজত কিটো আছে। কিয় সি ৰাতি দিন এনেদৰে উচুপি উচাপ কান্দি থাকে। এই আশ্ৰমৰ ধূলিৰ কণিকাটিইতত বাছাহঁতৰ কাহিনী একো একোটি লুকাই আছে। আৰু নোৱাৰোঁ। এই আশ্ৰম পৰিত্যাগ নকৰিলে আৰু মন বান্ধিব নোৱাৰোঁ।

তাপসী, - এই আশ্ৰম পৰিত্যাগ কৰিবই লাগিব। তাকে এতিয়া নহয়, এতিয়া নহয়। দিন আছে। তোমাৰ বিধবা বধূ অদৃশ্যন্তীৰ সুপ্ৰসৱ নহয় মানে আশ্ৰম এৰিব নোৱাৰা। জানা, কি কুতূহলেৰে বিশ্বব্ৰহ্মাণ্ডই অনিমেষ নয়নে সেই গৰ্ভলৈ চাই আছে? কি আকুল আবেগে সেই সন্তানৰ এক অপূৰ্ব্ব অভাবনীয় দানৰ নিমিত্তে জগতে হাত পাতি আছে, সি ৰাজনীতিৰ দান নহয়, কলিকালোপযোগী স্মৃতিৰ দান নহয়, এক অলৌকিক প্ৰতিভাৰে কৃষ্ণবৰ্ণ সন্তান দান। যাৰ জন্মৰ লগে লগে সৰস্বতীৰ বীণাৰ তানত পৃথিবীৰ দুন্দুভি বাজি উঠিব। অতীত ভবিষ্যৰ মানবী সাধনা, আৰ্য্য ঋষিৰ সাধিত গৌৰব সেই মুখ খনিত জিলিকি পৰিব! সেই বালকে আৰ্য্যভূমিৰ মাজত জ্ঞানময় এক অখণ্ড প্ৰদীপ জ্বলাই দিব, যাৰ অপূৰ্ব্ব আলোকত গোটেই জগত উদ্ভাসিত হ'ব, যাৰ পুণ্য ৰশ্মিত ত্ৰিভূবন ধন্য মানিব। আহিছে, সেই দিন আহিছে! আনন্দ কৰাঁ, দেবি। তোমাৰ লোতক ধাৰা সাৰ্থক হ'ব। আনন্দ কৰাঁ।

অৰুন্ধতী, - তাইক এৰি কলৈ যাম?

তাপসী, - কলৈকো নেযাবা। যাবৰ দিন আছে। আগে সেই সন্তান পালন কৰি উপযুক্ত কৰাঁ। তৰ পাচত যাব লাগিব। — য'ত হৰকোপানলত দগ্ধ কামে দুনাই কমনীয় কান্তি

লাভ কৰিছিল সেই কামদা কামাখ্যাৰ প্ৰিয়দেশ কামৰূপ। তাঁলৈ, তাঁলৈ যাব লাগিব। বিতোপন বুকুত তাৰ কেনে তপোবনে আঁচল পাতি ৰৈ আছে! শিলৰ শিৰত লতাৰ জটাজালেৰে তোমালৈ বুলি নিসৰ্গ সুন্দৰীয়ে যেনে হে এখনি আশ্ৰম গুঁঠিব লাগিছে, স্বৰ্গৰ বালিকাৰ দৰে সন্ধ্যা, ললিতা, কান্তাৰ কুলু কুলু উকলি ধ্বনি জিলীৰ মাতেৰে মিলি তোমাৰ বাটলৈ চাই দেহি, কি আকুলি বিকুলি কৰিছে! দিন আছে, দেবি দিন আছে, — দেখিবা, দেখিবা — দুয়োকাষে দুধাৰী পাৰ্শ্বচৰৰ দৰে নীলিমাত লীন যোৱা সুনীল পৰ্ব্বত, মাজেদি তীৰ্থৰাজ ব্ৰহ্মপুত্ৰ সাগৰ সঙ্গমত স্নান কৰিবলৈ কি গম্ভীৰ গৌৰবেৰে বৈ গৈছে! ওপৰে প্ৰাগজ্যোতিষৰ জ্যোতিৰ্ম্ময় আকাশ! মানসৰ কলহংস মালাই দেৱবালাৰ দৰে আকাশেদি জিলিকি জিলিকি যেতিয়া উকলি দি যায়হি — কি সেই মনোময় দৃশ্য!' চালে যে চকু ৰৈ যাব!—

অৰুন্ধতী, - কোন, কোন তুমি, দেবি?

(কৰযোৰ কৰে।)

তাপসী, - কোন মই জানিবলৈ বিয়াকুল নহ'বা। যিদিনা তুমি নতুন তপোবনৰ কোলাত তীব্ৰ তপস্যাত তন্ময় হ'বা, সেইদিনা সেইদিনা চিনিবা — মই কোন।

---

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

বিশ্বামিত্ৰ তপস্যা কানন ফল ফুল নাৰিকল আদিৰে সুশোভিত।
এজোপা গছত ত্ৰিবিদ্যা লতাৰ যেৰত বান্ধ খাই আছে।
তেওঁবিলাকে অতি আতুৰ ভাবে চিঞৰিব লাগিছে।
ত্ৰিবিদ্যাৰ এজনা, ৰক্ষা কৰাঁ, ৰক্ষা কৰাঁ,
কোন ক'ত ধাৰ্ম্মিক আছা ৰক্ষা কৰাঁ।
(নেপথ্যৰ পৰা হৰিশ্চন্দ্ৰই, শৰত্যাগ কৰি তিনিওকো মুক্ত কৰে।
তাৰ পাচত কথা কৈ কৈ হৰিশ্চন্দ্ৰই প্ৰবেশ কৰিলে।)

হৰিশ্চন্দ্ৰ, - ভয় নাই, ভয় নাই, স্থিৰ হোৱাঁ।

ত্ৰিবিদ্যা, - "জয় ৰজা হৰিশ্চন্দ্ৰৰ জয়"

হৰিশ্চন্দ্ৰ, - কোন, কোন, তোমালোক মাতৃ? এনে আতুৰ ভাবে কিয় কান্দিছিলা?

ত্ৰিবিদ্যা, - দেখা নাই, ৰজা, দিগ্বালিকা ভয়ত কেনেকৈ কঁপিছে? সূৰ্য্য মণ্ডল কেনে নিস্তেজ নিস্প্ৰভ? বিশ্বঅন্তৰীত কি আকুলতা! এই বিশ্বৰথে তপস্যাত ত্ৰিভুবন তপ্ত কৰি প্ৰকৃতিৰ কাকুতিৰ মাজে এই তিনিও বিদ্যাকে আপোন খেলাৰ পৰা টানি আনিছে! বিধতাৰ এই বিধি বিফল কৰি এক অপৰা সৃষ্টি ৰচনা কৰিব। ৰক্ষা কৰিলা, ৰজা, ৰক্ষা কৰিলা। তোমাৰ শৰ শিক্ষা সাৰ্থক হ'ল। এই পুণ্যৰ পবিত্ৰ প্ৰভাত তুমি চিৰদিন অক্ষয় স্বৰ্গত জিলিকি থাকিবা।

(হ'ঠাৎ অন্তৰ্দ্ধান।)

হৰিশ্চন্দ্ৰ, - (অবাক হৈ) অবাক কৰিলে! কৰ শব্দভেদীবান কলৈ মাৰিলোঁ? কোনে মৰালে? — মায়া, মায়া! মায়া নে সপোন! মায়া হলেও যে বৰ মধুৰ মায়া, সপোন হলেও যে বৰ সুন্দৰ সপোন!

বিশ্বৰথ, - (নেপথ্যত) ভাজি দিলে, ভাজি দিলে? কোনে ভাজিলে?

হৰিশ্চন্দ্ৰ, - বিশ্বৰথ! — সৰ্ব্বনাশ!

বিশ্বৰথ, - (খঙেৰে প্ৰবেশ কৰি) কোন কোন তই, মোৰ তপস্যা ভাজি দিলি?

হৰিশ্চন্দ্ৰ, - তপস্যা?

বিশ্বৰথ, - জনা নাই, মূৰ্খ! কি তীব্ৰ তপস্যাৰে দেৱতাৰ ওপৰত প্ৰতিশোধ লব খুজিছিলোঁ? দূৰ দক্ষিণ নীলিমাত সত্যব্ৰতৰ স্থান ৰচনা কৰি তাৰ চাৰিওপিলে নক্ষত্ৰ ৰাজিৰ সৃষ্টি কৰিলোঁ। বেদৰ ত্ৰিবিদ্যাক বান্ধি আনিছিলোঁ অপৰ ইন্দ্ৰেৰে অপৰ এক স্বৰ্গ ৰচনা কৰিম। মাহেন্দ্ৰ ক্ষণত তাৰ আৱৰ্ত্তন এই হয় হয় — এই এক মুহূৰ্ত্ত, এই এক মুহূৰ্ত্ততে মোৰ ইমান তপস্যা পণ্ড কৰিলি! কি

কৰিলি, পাষণ্ড, তই কৰিলি কি ? তোক, তোক — তই হৰিশ্চন্দ্ৰ নহয় ?

হৰিশ্চন্দ্ৰ, - হয়, ৰাজৰ্ষি !

বিশ্বৰথ, - যা — (খোজ চলায়।) হতভাগা পুত্ৰই পিতাকৰ স্বৰ্গ ৰচনাৰ খুব প্ৰতিশোধ দিলে। তই অকল মোক নহয়, পিতাৰক নহয়, গোটেই ক্ষত্ৰিয় জাতিটোকে অসাৰ কৰি পেলালি। ক্ষত্ৰিয়ৰ কুলৰ কলঙ্ক তই, তই কি বুজিবি — কি হুতাহত ক্ষত্ৰিয়ৰ হিয়াঁলৈ ব্ৰহ্মাৰ শক্তি ব্ৰহ্মাৰ তেজ নমাই আনিছিলোঁ। আৰু তই এক মুহূৰ্ত্ত অপেক্ষা কৰিব নোৱাৰিলি ?

হৰিশ্চন্দ্ৰ, - ৰাজৰ্ষি, ৰাজৰ্ষি ! আতুৰ তিৰোতাৰ বিননি শুনি —

বিশ্বৰথ, - কথা নকবি। জান, এতিয়াও তোৰ হাতৰ সেই শানিত শৰেৰে তোৰ শেষ কৰা নাই, ভীষণ শাপানলত এতিয়াও তোক পুৰি ছাঁই কৰা নাই — কিয় ? এই হাতেৰেই তোৰ পিতাৰ সত্যব্ৰতৰ স্বৰ্গ সুখ ৰচনা কৰিবলৈ গৈ এই হাতেৰেই তাৰ হৃদয়ত একমাত্ৰ পুত্ৰৰ শোকৰ শেল নিদিওঁ। হত্যা নকৰোঁ। যা — ৰক্ষা পালি। আপোনাৰ কুশল কামনা কৰ যদি এই মুহূৰ্ত্ততে তপোবন পৰিত্যাগ কৰ।

হৰিশ্চন্দ্ৰ, - (নমস্কাৰ কৰি গুচি চ'লে।)

বিশ্বৰথ, - ইমান্ ইমান চেষ্টা মোৰ ব্যৰ্থ কৰি দিলে। আকৌ এবাৰ হতোদ্যং ! জগতে হাঁহিবলৈ, বসিষ্ঠই হাঁহিবলৈ আকৌ এবাৰ সুবিধা পালে। - কাক এৰি দিলোঁ ? কিয় এৰি দিলোঁ ? এই এই বসিষ্ঠৰ পদলেহী ক্ষুদ্ৰজীবী ক্ষত্ৰিয়ক ? — বিশ্বৰথৰ তপস্যা বিফল কৰি বসিষ্ঠৰ গৌৰব কৰিবলৈ ? সি হ'ব নোৱাৰে, হ'ব নোৱাৰে। পাহৰি যা হৰিশ্চন্দ্ৰ যে সত্যব্ৰতৰ সন্তান পাহৰি যা। কোন আছ, ৰাস্কল !

ৰাস্কল, - (প্ৰবেশ) প্ৰভো !

বিশ্বৰথ, - কুলাঙ্গাৰ ক্ষত্ৰিয়ক এবাৰ মাতাঁ। মাতি আনা।

ৰাস্কল, - ভাল

(প্ৰস্থান।)

বিশ্বৰথ, - প্ৰমত্ত সিংহক জোকাইলৈ তাৰ গুহাৰ পৰা তাৰ দাঁতৰ পৰা নিৰাপদে গুচি যাবি ? সি হ'ব নোৱাৰে ! বসিষ্ঠৰ আগত গৌৰব কৰাৰলৈ নিদিওঁ। — তোক হত্যা নকৰোঁ। তই মোৰ কৰায়ত্ত যেতিয়া এবাৰ তোক লৈ বসিষ্ঠৰ তেজ পৰীক্ষা কৰিম। বললেৰে হওক ছলেৰে হওক এবাৰ তোক সমাজৰ পতিত কৰিম। চাম, বসিষ্ঠই কি শক্তিৰে তোক উদ্ধাৰ কৰে, সত্যব্ৰতউৰ্দ্ধেও কোন উজ্জ্বল লোকত তোক জিলিকাব পাৰে !— সেয়ে হওক, সেয়ে হওক !

(হৰিশ্চন্দ্ৰ প্ৰবেশ কৰি নমস্কাৰ কৰে।)

হৰিশ্চন্দ্ৰ, - ৰাজৰ্ষি, আদেশ !

বিশ্বৰথ, - বিশ্বৰথৰ ক্ৰোধানল প্ৰদীপ্ত কৰি তাত দগ্ধ নোহোৱাকৈ এইদৰে গৌৰবেৰে গুচি যাবি ? সিমান দয়া মই নকৰোঁ। — তই মোৰ কি সৰ্ব্বনাশ কৰিলি !

হৰিশ্চন্দ্ৰ, - ৰাজৰ্ষি ! মই এতিয়াও বুজিব পৰা নাই। নেজানি হয়তো অপৰাধ কৰিছোঁ দণ্ড কৰক।

বিশ্বৰথ, - দণ্ড কৰিম। দণ্ড লবি ?

হৰিশ্চন্দ্ৰ, - দণ্ড কৰক ! প্ৰকৃতিৰ দৰে নিৰ্ম্মম দণ্ড বিধান কৰক।

বিশ্বৰথ, - দণ্ড কৰিম। বেচ — তোৰ এই বেশ পৰিত্যাগ কৰি চণ্ডালৰ লগত মিলি যাব পাৰিবি ? চণ্ডালৰ লগত মিলি মোৰ তপস্যাৰ বিঘ্ন দূৰ কৰিব পাৰিবি ?

হৰিশ্চন্দ্ৰ, - তপস্যাৰ বিঘ্নকে যদি দূৰ কৰিব লাগে মই সদায় প্ৰস্তুত — সি যে দণ্ড নহয়, আশীৰ্ব্বাদ ! চণ্ডালৰ লগত নিমিলিও ক্ষত্ৰিয় হৈয়ে সেই কাৰ্য্য অতি সহজেৰে সাধিব পাৰি।

বিশ্বৰথ, - কিহেৰে ? ক্ষত্ৰিয়ৰ বাহুবলেৰে ? বিশ্বৰথৰ বাহুবলৰ কি প্ৰকাণ্ড প্ৰলয়, সিও তোক জগাব নোৱাৰিলে ?

হৰিশ্চন্দ্ৰ, - কিয়, দানেৰে ? দানো যে ক্ষত্ৰিয়ৰ ধৰ্ম্ম।

বিশ্বৰথ, - ক্ষত্ৰিয়ৰ ধৰ্ম্ম — দান, দান ! স্বাৰ্থপৰ ব্ৰাহ্মণৰ মুখে, বসিষ্ঠৰ মুখে দানৰ মহিমা শুনিলি ?

হৰিশ্চন্দ্ৰ, - দোষ কৰিছোঁ যদি মই। মোক দণ্ড কৰক। মোৰ গুৰুদেৱৰ পবিত্ৰ নাম মিছাতে নলব।

বিশ্বৰথ, - বেচ — পিতৃভক্ত — নহয় নহয় গুৰুভক্ত ! শুন, তোৰ গুৰুৱে মোক ব্ৰাহ্মণ বুলি স্বীকাৰ নকৰে।

ক' ক' মই তোৰ দানৰ উপযুক্ত হওঁ নে নহওঁ ?

হৰিশ্চন্দ্ৰ, - আপুনি যেয়ে নহওক ৰাতি দিন তপস্যাত জীৱন যাপন কৰিছে। গুৰুদেৱৰ মুখে শুনিছোঁ তপস্যাৰ বৃদ্ধিৰ নিমিত্তেই ক্ষত্ৰিয়ৰ দান। —আপুনি নিশ্চয় উপযুক্ত পাত্ৰ।

বিশ্বৰথ, - বেচ, তেনে, মোৰ উপযোগীতা চাই কি দান কৰিবি কৰ।

হৰিশ্চন্দ্ৰ, - মোৰ যথাসৰ্ব্বস্ব দিলেও যে আপোনাৰ উপযোগীতাক জোৰাব নোৱাৰোঁ।

বিশ্বৰথ, - জোৰা খিনিলৈকে দে। দে তোৰ তিৰোতা আৰু সন্তানত বাজে যথা সৰ্ব্বস্ব দান দে।

হৰিশ্চন্দ্ৰ, - সি যে মোৰ পৰম সৌভাগ্য! — দয়া কৰি এবাৰ ৰাজ্যত পদধূলি দিয়কহি। মই যথা সৰ্ব্বস্ব উৎসৰ্গ কৰি দিওঁ। দয়া কৰক। অৰণ্যৰ সিপাৰেই ৰথ প্ৰস্তুত!

বিশ্বৰথ, - সেয়ে হওক — বল।

(আগে আগে বিশ্বৰথ আৰু পাচে পাচে হৰিশ্চন্দ্ৰৰ প্ৰস্থান।)

---

## দ্বিতীয় দৃশ্য

হৰিশ্চন্দ্ৰ ৰজাৰ অন্তেসপুৰৰ উদ্যানৰ শিল এটাৰ ওপৰত গৈৰিক বসনেৰে শৈব্যা বহি একমনে আকাশলৈ চাই নেপথ্যৰ গান শুনিছে। দাঁতিৰ গছ এজোপাত ভেজা দি কঞ্চুকীয়ে চকুলো টুকিছে। নেপথ্যৰ পৰা কৰুণ ৰাগিনী ভাহি আহিছে।

নেপথ্যত, — গীত

(আজি) কোনেনো বিনায় ?
নিটালে নিজানে নিশা হিয়া ভাগি যায়,
দীপ হীন অন্ধকাৰ
হেৰালে সাধনী কাৰ
ভেদি উঠে হাহাকাৰ, শুনি নাই নাই।

(গীতৰ ধ্বনি লাহে লাহে মাৰ যাবলৈ নৌ পাওঁতেই হাতত বাঘৰ পুতলা এটা লৈ লৰি লৰি আহি ৰোহিতাশ্বই মাকক কলেহি —।)

ৰোহিতাশ্ব, - আই, আই! মই হলে এইটো লৈ যাম।

শৈবা, - সেইটিও খৃষিৰ বস্তু, বাছা।

ৰোহিতাশ্ব, - ইঃ কেলেই হ'ব ? পিতাই মোক দিয়া নাই ?

শৈব্যা, - পিতাৰৰ, তোমাৰ, মোৰ যি আছিল সকলোবিলাক খৃষিৰ হ'ল। আমাৰ গাৰ কাপোৰ কেউখনি এই দেউয়েহে মৰম কৰি দিছে। সেইটি নেলাগে থৈ দিয়া।

ৰোহিতাশ্ব, - তেনেহলে যাওক। (পেলাই দিয়ে) নহয়, আই, মই দেউক দিওঁ, দেউয়ে জীৱ লগাই এৰি দিয়ক।

শৈব্যা, - যদি কাৰবাক কামোৰে কি হ'ব ? নেপায় নহয় তেনে কথা ভাবিব। গুৰুদেৱে তোমাক বেয়া নুবুলিব, পিতাৰে মইয়ে বৰ দুখ নেপাম! নেলাগে দেউয়ে জীৱ লগাব। হাবিত জীৱ লগা বাঘ বহুতো আছে পিতাৰে ধৰি দিব, বলা।

ৰোহিতাশ্ব, - সচাঁকৈ নে ? মোক জীয়া বাঘ ধৰি দিব ? মই তেনে তাৰ পোৱালী এটা নিজে ধৰি লম। মোক তিনিটা দিব লাগিব। নহয় মোক দুটা ধৰি দিব লাগিব। এইটো নেলাগে।

(আকৌ দূৰলৈ পেলায়।)

শৈব্যা,- লোকৰ বস্তু সেইদৰে পেলাই দিব নেপাই নহয়! য'ৰ বস্তু ত'ত থৈ আহাঁগৈ।

ৰোহিতাশ্ব,- মোক হ'লে জীয়া বাঘ লাগিব।

(পুতলা লৈ প্ৰস্থান।)

কঞ্চুকী, - (চকু পানী টুকি) —ইমান দুখ চাবলৈকো জীয়াই থৈছে মোক ঈশ্বৰে।

শৈব্যা, - দুখ কিহৰ, দেউ ? আগেমানে লগত নিনিয়ে বুলি দুখ লাগিছিল। ইমান মিনতিত মান্তি হ'ল যেতিয়া মোৰ সকলো দুখৰ অন্ত হ'ল। এই ৰাজ্য এৰক, দাসী যেতিয়া আছে চিন্তা কিহৰ ? মোৰ অন্তৰ ৰাজ্যত মোৰ স্বামী দেৱতাৰ মোৰ ৰাজাধিৰাজৰ প্ৰভূত্ব অকলশৰীয়া হে আৰু জিলিকিছে, আশীৰ্ব্বাদ কৰিব সেই ৰাজ্যত স্বামীৰ চৰণত মুৰটি থৈ এই ৰাজ্য এৰা দি দেহৰাজ্যও যেন এৰিব পাৰোঁ।

কঞ্চুকী, - ইমান দিন আশা কৰিছিলোঁ, তোমালোকৰ হাঁহি চাই চাইয়ে এই চকুদুটি চিৰদিনলৈ মুদি দিম। আৰু কাৰ মুখলৈ, কাৰ হাঁহিলৈ চাই এই ৰাজ সংসাৰৰ অন্ধকাৰত কাল কটাম ?

শৈব্যা, - আমালৈ চালে কি হ'ব, দেউ ? আমিও বে

আপোনাৰ দৰে যাত্ৰী। সংসাৰৰ শেষ প্ৰহৰৰ পথ এবাৰ লক্ষ্যলৈ চাই হিয়ালৈ শক্তি আনক, শৰীৰলৈ বল আনক। মাতক এবাৰ — সিপাৰৰ অনাথ বন্ধুক ! এবাৰ প্ৰাণ ভৰি মাতক। ভয় কি, দেউ ?

ৰোহিতাশ্ব, - (প্ৰৱেশ) য'ৰ বস্তু ততে এৰিলোঁ।

কঞ্চুকী, - য'ৰ বস্তু তত এৰিলা, সোন ? সিহঁতৰ সিহঁতৰ যদি আজি প্ৰাণ থাকিলেহেঁতেন ! সিহঁতে যদি আজি কান্দিব জানিলেহেতেঁন !

(চকুপানী টোকে)

শৈব্যা, - দেউ, আমাৰ মৰমত আপুনি সকলো পাহৰিছে ! এই বিশ্বজগত আমি অহাৰ আগে যেনে আনন্দত আছিল, আমি যোৱাৰ পাচতো তেনে আনন্দত থাকিব।

হৰিশ্চন্দ্ৰ, - (গেৰিক বসনেৰে প্ৰৱেশ কৰি) বিশ্বজগত তেনে আনন্দত থাকক। ঘৰে ঘৰে আনন্দৰ বাঁহী বাজি উঠক। আনন্দ কৰাঁ, দেবি, আজি পৃথিবীৰ ঋণ হাতে হাতে সোধালোঁ। জীৱনত যে হেপাহ পলাই এনেদৰে দান কৰিব পাৰিম — ভবা নাছিলোঁ। দেউ, তোমাৰ চকুত পানী ! আনন্দ কৰাঁ। তোমাৰ বুকুভৰা স্নেহ আজি সাৰ্থক হৈছে ! সেইখনি বুকুতে উমাই উমাই মোক ডাঙৰ দীঘল কৰিলা। তাৰ ত্যাগৰ তাড়িৎ শক্তিৰ পুণ্য পৰশত আজি মোৰ হৃদয়ত এই বল। আনন্দ কৰাঁ।

কঞ্চুকী, - প্ৰাণ যে নিৰানন্দময় অন্ধকাৰ হ'ল।

(চকুপানী টোকে।)

হৰিশ্চন্দ্ৰ, - হৃদয়ৰ দৌৰ্ব্বল্য পৰিত্যাগ কৰাঁ। আজি মোৰ আনন্দ উৎসৱত অশ্ৰু ঢালি মোৰ অশ্ৰু নুলিয়াবা।

কঞ্চুকী, - মই লগে লগে তীৰ্থলৈ যাওঁ বুলিলোঁ— ৰাজৰ্ষিৰ ইমান নিঠুৰ আদেশ - মোক যাব নিদিলে।

হৰিশ্চন্দ্ৰ, - নিঠুৰ নুবুলিবা। ৰাজৰ্ষি, তোমাৰ ৰজা। কায়মনো বাক্যে ৰাজাদেশ পালন কৰাঁ। দেবি ! আৰু বিলম্বৰ সকাম নাই। পৰৰ ৰাজ্যত আৰু কিয় ? আহাঁ, এবাৰ সূৰ্য্যবংশৰ ৰাজলক্ষ্মীৰ উদ্দেশ্যে প্ৰাণভৰি প্ৰণাম কৰোঁ। আমাৰ সকলো ত্ৰুটি — ক্ষমা কৰিবা। (দুয়ো প্ৰনাম কৰে।) নমস্কাৰ কৰাঁ, বাছা ! নমস্কাৰ কৰাঁ।

(ৰোহিতাশ্বই নমস্কাৰ কৰি অলপ গুনাৰ দৰে থাকে।)

ৰোহিতাশ্ব, - পিতা, পিতা, সেইয়া মোক কোনে মাতিছে ?

হৰিশ্চন্দ্ৰ, - ক'তা ? এতিয়া তোৰ মাতোঁতা নাই ঐ ! দেউ ! চিৰ জীৱনলৈ এই প্ৰণাম।

শৈব্যা, - দেউ, আমাৰ সকলো দোষ ক্ষমা কৰিব।

(প্ৰণাম কৰে।)

(কঞ্চুকীয়ে চকুপানী টোকে। ৰোহিতাশ্বইও চকুপানী টোকে।)

শৈব্যা, - বাছা মোৰ, নেকান্দিবাঁ। পিতাৰে কান্দিবলৈ হুকুম দিছিল।

ৰোহিতাশ্ব, - দেউয়ে নো পাচে কান্দিছে কিয় ?

কঞ্চুকী, - মইনা ঐ ! তোৰ জীৱনৰ সকলো অপায় অমঙ্গলৰ সলনি ঈশ্বৰে মোক এতিয়াই মাৰি নিয়ক। আহ, এবাৰ এই ভগা হিয়াখনি হেঁচি ধৰ।

(কঞ্চুকীয়ে কান্দি ৰোহিতাশ্বক সাবটি ধৰে। হৰিশ্চন্দ্ৰ আৰু শৈব্যা যাব খোজে। বেত্ৰৱতীয়ে চকুপানী টুকি বাট দেখুৱায়।)

বেত্ৰৱতী, - এই দুৱাৰে, এই দুৱাৰে। পুৰাৰ পৰাই ৰাজ্যৰ দীন দুখী ৰোগী প্ৰজাই চকুৰ পানীৰে বাট তিয়াই আছে। সিহঁতে দেখা নেপালে কান্দি কান্দি মৰিব।

হৰিশ্চন্দ্ৰ, - বলা। সেই কালেই যাওঁ। হাজাৰ হলেও ইমান দিন সিহঁতৰ আৰু আমাৰ মাজত এখনি সিজু বৈছিল। আজি আমি একে পৰীয়া। বলা, এবাৰ হিয়াখুলি আকোলা আকোলি কৰোঁ।

(এনেতে বিশ্বৰথৰ প্ৰৱেশ।)

বিশ্বৰথ, - এতিয়াও তুমি ৰাজপুৰীত ? পৰৰ প্ৰজাৰ ওপৰত মায়া কিয় ?

হৰিশ্চন্দ্ৰ, - ক্ষমা কৰিব, ৰাজৰ্ষি ! এই বিদায় - (যাব খোজে।)

বিশ্বৰথ, - ৰবা, দানধৰ্ম্মৰ নামত বৰকৈ বুকু ফুলাইছিলাঁ। ইমান এক প্ৰকাণ্ড দান, অথচ সেই মৰ্য্যাদা ৰাখি দক্ষিণা ক'ত ?

হৰিশ্চন্দ্ৰ, - মোৰ ত্ৰুটি ক্ষমা কৰক। — দেউ, দেউ ! ধনভড়ালিক আদেশ জনাওক সহস্ৰ সুবৰ্ণ মুদ্ৰা লৈ আহক — মহৰ্ষিৰ চৰণত দানৰ দক্ষিণা অৰ্পন কৰোঁ।

বিশ্বৰথ, - ধন ভড়ালিক আদেশ দিবৰ এতিয়া তুমি কোন ? ৰাজভঁড়াল যে মোৰ। অকল ৰাজ ভড়ালেই নহয়, এই ৰাজ্যৰ প্ৰজাৰ ধনতো মোৰ অধিকাৰ ! দান দি শেষত দত্তাপহাৰীৰ পাতকত লিপ্ত হ'বা। হা-হা-হা ! মনত ৰাখিবাঁ, তুমি সজ্ঞানে মুখেৰে উচ্চাৰণ কৰিছা সহস্ৰ

সুবৰ্ণমুদ্ৰা ! এক কপৰ্দ্দক কম হলেও গ্ৰহণ নকৰোঁ। দিয়াঁ, মোৰ দক্ষিণা দিয়াঁ।

হৰিশ্চন্দ্ৰ, - ঋষিৰাজ ! ঋষিৰাজ ! আমাৰ শৰীৰত বাজে যে আৰু সম্বল নাই ! তথাপি, তথাপি আপোনাৰ দক্ষিণা অৰ্পন কৰিম। ৰাজ্যৰ বাহিৰলৈ গৈ সংগ্ৰহ কৰিবলৈ এক পক্ষৰ সময় দিয়ক।

বিশ্বৰথ, - এক পক্ষ ! এক পক্ষ যে বৰ সুদীৰ্ঘ সময়। আজিৰ পৰা সাদিন। সাদিনৰ সূৰ্য্যাস্তত দক্ষিণাৰ ঋণ পৰিশোধ কৰিব লাগিব। নহলে তোমাৰ দান নিষ্ফল হ'ব।

হৰিশ্চন্দ্ৰ, - আশীৰ্ব্বাদ কৰিব যেন পৰিশোধ হয়।

(নমস্কাৰ কৰি শৈব্যা আৰু ৰোহিতাশ্বক লৈ বেত্ৰৱতীয়ে দেখুওৱা বিপৰীত বাটে গুচি গ'ল। কঞ্চুকী আৰু বেত্ৰৱতীয়ে কান্দি কান্দি পাচে পাচে যাব খোজোতে বিশ্বৰথে কলে, —

বিশ্বৰথ, - তোমালোক কলৈ ? আৰু মায়া ? নিজৰ কামলৈ যোৱাঁ।

(কঞ্চুকী আৰু বেত্ৰৱতীৰ থমকি ৰৈ যাব খোজে।)

বিশ্বৰথ, - (স্বগত) নাই, মই নিজে ৰাজধানীৰ পাৰ কৰি থৈ আহোঁ। নহলে ইমান প্ৰিয় ৰজা যেতিয়া প্ৰজাৰ মাজত আন্দোলন হ'ব পাৰে। তাৰ সুবিধা দিম কিয় ? —

(হৰিশ্চন্দ্ৰৰ বাটে প্ৰস্থান।)

কঞ্চুকী, - (বিশ্বৰথলৈ উলটি চাই) প্ৰাণ খুলি এবাৰ কান্দিম, তাকো তোমাৰ সহ্য নহয়।

(প্ৰস্থান।)

---

## তৃতীয় দৃশ্য

হৰিশ্চন্দ্ৰ ৰজাৰ শয়ন কক্ষ। সুন্দৰ সুবৰ্ণৰ কাম কৰা পালং পত্ৰ আছে। এখনি ওখ পীৰাত ভোগজৰা, সঁফুৰা, ধূপ, মালা ইত্যাদিয়ে শোভা পাইছে। ইফালৰ পৰা চোৰৰ দৰে বলাকী আহি কেউফালে চাই মাতিছেহি।

বলাকী, - অপৰাজিত, কোনো নাই। ওলাই আহ।

অপৰাজিত, - (শয্যাৰ তলৰ পৰা হাতত তৰোৱালেৰে ওলাই আহে।) কি হ'ল ?

বলাকী, - আমাৰ ফন্দি অইন ৰকমে কৰিবৰ দিহা হৈছে। ইয়াক এৰি দে আহ।

অপৰাজিত, - এৰি দিম ? এটা বহুৱা বামুনক ৰাজ সিংহাসনত বহি নাচিবলৈ এৰি দিম ?

বলাকী, - কাৰ আশাত হত্যা কৰিবি ? সেনাপতিয়ে বিদ্ৰোহ ঘলাই নিজ মুখেৰে নুমাই ফুৰিছে। বিশ্বৰথ বৰ বুদ্ধিমান, ৰাজ্য কেনেকৈ চলাব লাগে পাহৰি যোৱা নাই। অকল সেনাপতি নহয়, ৰাজ্যৰ বিষয়াবোৰ, শ্ৰেষ্ঠীবোৰ চকুৰ টিপতে বশ কৰি ললে।

অপৰাজিত, - তেনে, তেনে মহাৰাজ হৰিশ্চন্দ্ৰৰ কথা বুকুৰ পৰা আঁজুৰ ছিঙি পেলাবি ?

বলাকী, - ছিঙি পেলাম ? প্ৰাণ নেথায় মানে ছিগি যাব ?

অপৰাজিত, - তেনে আমাৰ কৰ কি ?

বলাকী, - তাঁলৈকে আহ। শ্মশানৰ শিৱৰ মন্দিৰলৈ গৈ এটা অতিশীঘ্ৰে স্থিৰ কৰিব লগীয়া হৈছে। তাঁলৈ আৰু দুইদণ্ডৰ পাচত আমাৰ সক সেনাপতি আহিব। তোৰ মুৰত বৰ গুৰুতৰ ভাৰ পৰিব পাৰে। গাধিৰাজ্যৰ পৰা অলেখ সেনা আৰু যুবৰাজ অহাৰ কথা আছে। কোনটো বাটে কেতিয়া পাবহি তাৰ সন্ধান লৈ তই আমাক মন্দিৰত লগ ধৰিবিগৈ। মই পুলিন্দৰ সেনা নায়কৰ মতামত লৈ তাঁলৈকে গৈছোঁ।

অপৰাজিত, - যদি পুলিন্দৰ সেনা নায়কেও আমাৰ সেনাপতিলৈ ভয় কৰে ?

বলাকী, - ভয় কৰে কৰক। তেতিয়া নিজে বিশ্বৰথক হত্যা কৰি ৰাজদণ্ড শিৰ পাতি লম। বিশ্বৰথক কোনেও ৰাখিব নোৱাৰিব — ভণ্ড ক্ষত্ৰিয়ৰ কলুষিত ৰক্ত পাত কৰি মই সকলো অশান্তিৰ শেষ কৰিম। বল।

অপৰাজিত, - এই বহুৱা বামুণৰ ভেজেৰে মোৰ পিতাক পদচ্যুত কৰাৰ হোৰ তুলি তৰোৱাল খন ধৰাই লব পৰা হলে কাম কৰি ভাল লাগি'লহেতেন।

বলাকী, - হেৰ' ওকণি এটাৰ কি ভেজ ! তাৰে কি তৰোৱালৰ ধাৰ উঠিব। আহ আজৰি পালে তিৰোতাবোৰক লগাই দিম চোতালত বহি ওকণিটো

নখেবে কুটাই মাৰি থব। — যি তাক সিংহাসনত বহুৱাই নাকি টানি নচুৱাই সিংহাসনৰ অপমান, প্ৰজাবৃন্দৰ অপমান কৰিছে — তাৰ তেজ তাৰ তেজেৰে ভৰোৱাল ৰাঙলী কৰ।

(দুয়োৰো প্ৰস্থান।)

(হিটো বাটে যি গোট পাটে মানিকৰ মালা, মূৰত সোণোৱ ঢোলোক মুকুট হাতত ৰাজদণ্ড আৰু শৰীৰত ৰাজ পৰিচ্ছদেৰে বাস্কলৰ প্ৰৱেশ। আগে আগে বেত্ৰৱতী, পাচত আৱোৱান ধৰা।)

বাস্কল, - শুন, আৱোৱান ধৰা! ইয়াত মানুহ দুনুহ নাই, তোক কথা এটাৰ আদেশ কৰোঁ। — ৰাজদৰ্শন কম ভাগ্যত ঘটে বুলি ভাবিছ হ'ব পায়! হেপাহত প্ৰজাবিলাকে চাবলৈ আহিল, কি হ'ল? তই চকাছন্দাকৈ মোৰ মুখ খন দেখুৱাই থাকিবি। একেবাৰেই আবুৰ ভাঙি আৱোৱান ভাঙি থব কিয়? যা, আজিৰ পৰা নকৰিবি। এতিয়া অইন কামলৈ যা। (আৱোৱান ধৰাই নমস্কাৰ কৰি গুচি যায়।) নাচনীহঁতক ইয়ালৈ আহিবলৈ আদেশ জনাইছা নহয়? আজি শোৱা কোঠাতে গান হওক। কেনে? টোপনি আহে যদি আহিব; নাহে যদি মই অকলৈ বহি বহি শুনি থাকিম। অ' ৰবা। কিবা এটা সোধোঁ বুলিছিলোঁ! কামৰ হেচাঁত সি আকৌ গুলাব পাৰিলেহে। অ' এৰা। অথনি তুমি কি জনাব খুজিছিলা?

বেত্ৰৱতী, - বন্দিৰ এটি গোচৰ আছিল। ৰাজকামৰ জুমুৰিত জনাবলৈ আজৰি নেপালোঁ। সাহো নহল।

বাস্কল, - তোমাৰ তেতিয়া সাহ নোহোৱাটো উচিত হৈছে। এতিয়া কোঁৱা, মই অভয় দিছোঁ।

বেত্ৰৱতী, - লবন নামৰ শূদ্ৰৰ এটাই মধুমন্ত নামৰ মোৰে সম্পৰ্কীয় ব্ৰাহ্মণ এজনৰ আসনত বহি উপলুঙা কৰিছিল। তাক এতিয়া ৰাজদণ্ডকে লগায় নে সমাজৰ বিচাৰতে দিয়া হয়!

বাস্কল, - এই হেন ৰাজদণ্ডডাল এতিয়া গৈ থৈ শূদ্ৰৰ টিকাত হে লগাবাগে? ৰবাচোন, চাই লোৱাঁ। দেউয়ে মোক আজি তিতৰি কথাবোৰ গৰকি চাবলৈ কৈছে যেতিয়া অলপ ভাবি চিন্তি কাম কৰিব লাগিব। এতিয়া, যোৱা, নাচনীহঁতক লৈ আহাগে সৌৱা চুচুক জমাক কৰি আছে।

বেত্ৰৱতী, - ভাল।

(নমস্কাৰ কৰি ওলাই গ'ল।)

বাস্কল, - কালি একেৰি হে তাইৰ চকুলৈ চাইছিলোঁ, কিনো মতৰী ছোৱালী ঐ! তাই চকুলৈ চাই দেখোন কেচেহ্ কৰে দাঁত দেখুৱাই দিলে। হেজাৰ হওক, হেজাৰে পিন্ধাক উৰক, হেজাৰে নাচক ৰাগক, তেও সেই গাঁৱৰ গাভৰুৰ দৰে হ'ব নোৱাৰে! সেইদিনা যে খোপাত কপৌ ফুল গিঁজি বুকুৰ মেখনি ঘনাই ঘনাই মাৰি সেই ডেও দিয়া ছাগলী পোৱালী জাকিৰ মাজত তাই বিটো নাচন দিলে! আই ঐ দেহি! ওপৰেদি বগকুলৰ মালাৰ দৰে ধাবিয়ে ধাবিয়ে বগলীয়ে ঘনাই ঘনাই তাইৰ নাচন কেনেকৈ চাই গ'লগৈ! সেই নাচোনৰ 'ন' টোকে দিয়কচোন ইহঁতে, চাওঁ। অ' পালেহিয়ে ই। দেউয়ে গম্ভীৰ হবলৈ কৈছিল। — আজি যদি তাই মোৰ চকুলৈ চায়, মই কোনোৱাকে চাম নহলে আনোচা ৰবঁকে লাই পায়!

(বাস্কল শয্যাত বহি গহীন হ'ল। নাচনীহঁতে প্ৰণাম কৰি গান আৰম্ভ কৰিলে। বাস্কলে মাজে মাজে চকু পকাই চায়।)

নাচনীহঁত, - গীত

পাতৰে আঁৰতে কিহে কুহুলিয়াই
সখী ঐ সখী ঐ বুলি!
মিচিকি হাঁহিটি কোনে লুকুৱালে লোকে কি বুলিব বুলি?
মনৰে কথাটি আবৰি লাজেৰে,
লুকালুকি কত খেলা আতুৰেৰে?
ভাল পোৱা তুমি, হাঁহে চকুজোৰে
নোকোৱা কিয়নো খুলি?

(গীতৰ অন্তত বৰ আতুৰ ভাবে এজন পাৰ্শ্বচৰ আহি বাস্কলক কলেহি।)

পাৰ্শ্বচৰ, - মহাৰাজ! মহাৰাজ! জুই দিলে। জুই — বিদ্ৰোহী সেনা! জুই! জুই!

নাচনীহঁত, - এ্যাঁ জুই, জুই! — গোটেই ঘৰ ৰাঙলী হ'ল!

(নাচনীহঁত কেনিয়ে কেনিয়ে পিয়লি দি ওলাই গ'ল।)

বাস্কল, - জুই? — জুই নে অগ্নিক্ৰীড়া?

পাৰ্শ্বচৰ, - একালৰ পৰা পুৰি ছাই কৰিছে — শিৰালকুৰা জুই!

বাস্কল, - এই ৰাতি কাৰবাৰ মৰ আৰে ধৰিছে হ'ব পায়!

ফুৰাওক।

প্ৰহৰী, (বেগেৰে প্ৰৱেশ কৰি) মহাৰাজ! মহাৰাজ! বিশ্বৰথ দেউৱে কৈ পঠাইছে, আপুনি দুৱাৰ মাৰি ভিতৰ সোমাবলৈ। আমি এজাকে বাহিৰত পৰ দি থাকিম।

বাস্কল, - কিয়, কিয়?

প্ৰহৰী, - এই অন্ধকাৰত শত্ৰু মিত্ৰৰ চিন নাই! বিদ্ৰোহ, বিদ্ৰোহ!

বাস্কল, - বিদ্ৰোহ? —দেউৱে কৈছে যেতিয়া, আহাচোন, ভিতৰৰ দুৱাৰ খন কেনেকৈ ভালকৈ মাৰে, মাৰি থোৱাহি। তোমালোক বাহিৰ ওলোৱাঁ।

(বেত্ৰৱতীয়ে বাকীবিলাকক বাহিৰত থৈ দুৱাৰ মাৰে।)

বাস্কল, - বিদ্ৰোহ! ঘৰে ঘৰে খাবলৈ আছে, পিন্ধিবলৈ আছে, কি দুখত ইহঁতে বিদ্ৰোহ কৰে?

বেত্ৰৱতী, - আপুনি ৰজা হোৱাত মনেৰে কাৰো হিয়াত জুই জ্বলিছে!

বাস্কল, - তেনে এইবোৰ বাহিৰৰ জুই নহয়নে কি? হিয়াৰ জুই হে?

বেত্ৰৱতী, - হিয়াৰে জুই বাহিৰে আহি লাগিছেহি!

বাস্কল, - সিহঁত যেতিয়া প্ৰজা হৈ ৰজা হ'বই নোৱাৰে, যেয়ে ৰজা হ'ব খোজে হ'ল। সিহঁতৰ কেনি কাঁহীপাতে গা কাটিলে? চাওঁ, মোৰ দেখোন তালুখন কড়াই খোলা শুকোৱা দি শুকালে! ৰজা হলে এইদৰে শুকায় নে কি হে? চাওঁ, সৌৱা পানী হ'ব পায়। এফেৰা দিয়াঁচোন।

বেত্ৰৱতী, - (পানী চাই নাক কোঁচাই) এইবোৰ ইয়াত কিহৰ গুৰি? বিহ হ'ব পায়! গোন্ধ পোৱা যেন লাগিল। হয় বিহকেই দিছে!

বাস্কল, - বিহ দিলে? ইহঁতৰ ব্ৰহ্মবধলৈকো আশঙ্কা নোহোৱা হ'ল। বিহ দিলে যদি আৰু কি ভাল খাবা! ইয়াতে ঢুকতে, নহয়, নহয় কোনেও নোপোৱাকৈ বাহিৰত থৈ দিয়াঁগে। মই ইয়াৰ হোৰ তুলি হে এৰিম। ৰাতিটো পুৱাওক। জৰাধৰা, তামুলী গোটেই জাককে শিকাম। মুখখন দেখোঁ আৰু শুকাল হে। পানী এটোপা!

বেত্ৰৱতী, - তেনে মহাৰাজে নিজহাতেৰেই দুৱাৰখনি মাৰোঁ বোলে যদি মই সাউত কৰে পানী এটুপি লৈ আহিবগৈ পাৰোঁ।

বাস্কল, - মাৰিম। তাকে কৰা, তাকে কৰাঁ।

(দুৱাৰ মেলি বেত্ৰৱতী গুচি গ'ল।)

বাস্কল, - (দুৱাৰ খনি মাৰি হেঁচি চাই) — আজি যদি পানী খালোহেতেন অজান বুলি বিহে মুখলৈ চালেহেতেন নে? এনে সোণৰ বনকৰা ভোগজৰাত নো মানুহে বিহ থয়নে? কি মহামুৰ্খখনৰ সৈতে সঙ্গ হ'ল! কোনোবাই দুৱাৰত যেন খুন্দিয়ায়। হয় খুন্দিয়াইছেই। মোক সিমান অকৰা নেদেখিবি। নেমেলিছোঁ দুৱাৰ। জানোচা বেত্ৰৱতীয়ে পানী লৈ আহিছে? চিন নাই। চিন নাই এই, এই মোৰ পিয়াহ গুচিলে। পানী নেলাগে। সেইবোৰ কিহৰ গুম্‌ গুমনি? বাহিৰত কিবা এটা হৈছে ভালকৈয়ে ৰজা হবলৈ আহি অ' এইখন হে হলগৈ! মোক ইহঁতে কি পাতিছিল? ৰজা? জীয়াই জীয়াই এইদৰে মৈদামত দিবলৈ মোক ৰজা পাতিছিল? বলিৰ ছাগলীক বলি দিয়াৰ আগতে ভাল নৈবিদ্যভাগ খাবলৈ দিলিহি! মোৰ চৈধ্যপুৰুষ ৰজা নাছিল! মোক কি বাঘতেলে খাইছিল? মোৰ কান্দিবৰ মন গৈছে! চকুৰ পানী পৰ্য্যন্ত পিয়াহত শুকাল। যাওঁ পাটিতে পৰি মৰভাও জোৰোঁ! — (বিচনাত পৰি উঠে) নাই, গাটোত যেন বিছাই ৰবলে ডাকিছে! টোপনি— অহা হেতেন! টোপনিতে যদি জুই জ্বলাই দিয়েহি খকা মকাত কেনি লৰ মাৰিম? (বাহিৰলৈ জুপি জুপি চাই) ইস্, বাহিৰত কি সুন্দৰ ফৰিং ফুটা জোনাক! মোৰ এই কোঠাটোহে বোন্দামহেৰে বাঁহতলৰ দৰে ঘোপ মৰা এন্ধাৰ! আকৌ দুৱাৰ কোনে হেঁচে? হেৰ সিমানকৈ নেহেঁচিবি? — সচায় নে? ভাঙেয়ে নে কি?

সুৰথ, - (নেপথ্যৰ পৰা) দেউ, দেউ! — দুৱাৰ খন মোকোলাওক।

বাস্কল, - মাতটো যেন চিনি পাওঁ, চিনি পাওঁ!

সুৰথ, - (নেপথ্যৰ পৰা) দেউ, দেউ! বাৰু মহাৰাজ বুলিছোঁ।

বাস্কল, - হয়, সুৰথৰ মাত যেন! — বি থাকে কপালত দিওঁ মাতি! — (চিঞৰি) কোন, কোন তুমি, ব্ৰহ্মবধ লাগে একা সঁচা কথা কৰা।

সুৰথ, - মই সুৰথ। সৌৱা কোন চাওকহি!

বাস্কল, - বাক! (দুৱাৰ মেলি দিয়ে) আহাঁ, আহাঁ।

সুৰথ, - এইদৰে জপাৰ ভিতৰত সোমাই গাপে ধৰাবৰ্লৈহে আপুনি মহাৰাজ হৈছে? এঃ দেহি! তেনেয়ে উখুমি গ'ল।

বাস্কল, - ৰবা, বাহিৰত যে ৰাইজ উঠিছিল, সুথিল হ'লনে?

সুৰথ, - তাঁলৈকে ভয় কৰিছিল হ'ব পায়, নহয়নে? মহাৰাজ আমাৰ ৰাজৰ্ষি হলেও ৰাজ্য চলোৱাৰ কল কৌশল পাহৰি যোৱা নাই। বাহিৰ ওলাই এটা হে ফু মাৰিবলৈ পালে ইমান ডাইল সাপৰ বিষ পানী কৃত্য হৈ গ'ল। মৌদালক লৈ মই সসৈন্যে পালোহি। আৰু ভয় নাই। কাইলে পুৱাতে মৌদালে ৰাজ্যভাৰ গ্ৰহণ কৰিব। আহক। আমাৰ মহাৰাজ ৰাজৰ্ষিয়ে আপোনাক কিবা কৰলৈ মাতিছে আহক, বেগায়।

বাস্কল, - তেনে মই ৰাজভাৰ সোধাই দিব লাগিব?

সুৰথ, - পালিব নোৱাৰা মালা আমাক কৈলে?

বাস্কল, - এৰা, এৰা! আহাঁ, আহাঁ, মোৰ হাতখনিত ধৰি অন্ধকাৰৰ পৰা আলোকলৈ লৈ বলা।

(দুইৰো প্ৰস্থান।)

---

## চতুৰ্থ দৃশ্য

কাশীৰ ৰাজপথৰ দাঁতিৰ বৰ গছ এজোপাৰ তলত বৰ ক্লান্ত হৈ ৰোহিতাশ্বই মাকৰ আঠুত মুৰটো দি পৰি আছে। হৰিশ্চন্দ্ৰই হতাশ হৈ বাটৰ ফালে চাই কৰলৈ ধৰিছে।

হৰিশ্চন্দ্ৰ, - বাবা বিশ্বেশ্বৰৰ ৰাজ্যত আপোন বেচিবলৈ লৰি আহিলোঁ, এতিয়াও বাবাৰ দয়া নহ'ল!

(এনেতে সুধামা আহি কলেহি)

সুধামা, - বাবাৰ ৰাজ্যত আপোন বিলাব লাগে, তুমি আহিছা বেচা কিনা কৰিবলৈ। তুমি বিশ্বেশ্বৰৰ দয়া খোজা নাই, খুজিছা তোমাৰ জোখায় সোণ!

হৰিশ্চন্দ্ৰ, - মই মৌলে খোজা নাই। কল্পতৰুৱে নিদিব নে?

সুধামা, - তোমাৰ দুখ দেখি ধাৰে ধুপাৰে মোৰ দিবৰ মন গৈছে, বাবা ভোলানাথ — নিদিব কিয়? —সহস্ৰ সুবৰ্ণ মুদ্ৰা — মুখৰ কথা নহয়! দিওঁ বুলিলে ভিখাৰী বাবৰ মানত সি কি? ৰবা, এটা কথা মনত পৰিছে। আমাৰে এজন নিঃসন্তান পাণ্ডাই তৃতীয় পক্ষৰ সংসাৰ পাতিছে। নিতে নিতে কতনো দাস দাসীৰ সলনা সলনি কৰিছে — তাৰ তায়েন নাই। ভাল মানুহ পালে বোলে জোখেৰে সোণ দিও কিনিব। তেওঁ লওঁ বুলিলে লব পাৰে। অপাৰ সম্পত্তি! ইচ্ছা কৰিলে তোমাৰ এই অভাব পূৰাব পাৰে। তোমালোক, দেখিছোঁ, বৰ ক্লান্ত! ৰবাচোন বাৰু, মইয়ে পঠিয়াই দিওঁগে। বাবাই জানোচা তেওঁৰ হতুৱাই তোমালোকৰ চকুৰ পানী মচোৱাইয়ে।

(প্ৰস্থান।)

হৰিশ্চন্দ্ৰ, - দুৱাৰে দুৱাৰে ঘূৰি হতাশ হলোঁ, তেও শতমুখে নশলাগি লোৱাৰোঁ। ইয়াৰ মানুহবিলাকৰ কি উচ্চ অন্তঃকৰণ, কি মহৎ আশয়, কি জ্ঞানৰ চৰ্চা! এই মানুহ জনে আমাৰ পৰা একো আশা কৰিব নোৱাৰে দেখিছেই, তথাপি ইমান দয়া! ভগবান! ইমান দয়াও যে বিফলে যায়! আজিৰ দিনটো যে কি ভয়ঙ্কৰ! দেবি, দেবি! উঠাঁ, আৰু বহি জিৰানৰ অৱসৰ নাই! চুচুৰি বাগৰি চেষ্টা কৰিবলৈকে এই — কেদণ্ড আছে। আহাঁ।

(শৈব্যাই ৰোহিতাশ্বক তুলি লয়। বুৰা পাণ্ডা শম্ভুদত্ত আহি তিনিওকো মূৰৰ পৰা ভৰিলৈ চাই ভাবিলে।)

শম্ভুদত্ত, - ই মিছাকৈ পেংলাইহে কৰিলে হ'বলা! কোনোবাই কিনি ললে নে কি?

হৰিশ্চন্দ্ৰ, - কাক চাইছে, প্ৰভো?

শম্ভুদত্ত, - ইয়াতে বোলে কৰবাত দাস দাসী আছিল?

হৰিশ্চন্দ্ৰ, - দয়া কৰক আমিয়েই।

শম্ভুদত্ত, - কতা ক্ৰীতদাস হ'বলৈ আহিছা যেতিয়া মূৰত কুটা ক'তা? এনেদৰে ৰাজপুত্ৰতকৈ সুন্দৰ চেহেৰাৰে ক্ৰীতদাস হ'বা? ধেমালি নকৰিবা!

হৰিশ্চন্দ্ৰ, - ধেমালি নহয় প্ৰভো, বিশ্বাস কৰক। বুজিছোঁ, বুজিছোঁ — মূৰত ইমান পৰে কুটা দিয়া নাই কাৰণে বিশ্বাস হোৱা নাই! কুটা যে দিব লাগে পাহৰি গৈছিলোঁ।

(হৰিশ্চন্দ্ৰই মাটিৰ পৰা কুটা এডাল তুলি মূৰত লয়। শৈব্যাইও মনে মনে এডাল তুলি লোৱা দেখি ৰোহিতাশ্বইও লয়। ৰোহিতাশ্বৰ মুখলৈ চাই

(শৈব্যাই চকু ছলছলীয়া কৰে।)

হৰিশ্চন্দ্ৰ, - এতিয়া, এতিয়া তো আপোনাৰ সন্দেহ আঁতৰিল ?

শত্ৰুদত্ত, - (মনে মনে) এনে সুন্দৰ সুঠাম চেহেৰা ! মোতোঁকে দেখনিয়াৰ, মোতোঁকে সবল ! ইয়াক মোৰ ঘৰলৈ নিয়া মানে নিজে চোৰলৈ বুলি পোলা কাটি টোপনিত পৰা ! — মাইকী জনীও ৰাজৰাণীৰ দৰে ! আমাৰ পৰিবাৰ কাৰত থিয় হলে জানোচা মানুহে গিৰিহতনী নুবুলি বান্দীৰো বান্দীহে বালে ! এঃ দেহি ! কেনে মোৰাবি সোণৰ জীৰ লগা প্ৰতিমাখনি ! জোখেৰে সোণ দিলৈ থবৰ মন যায় ! এনে ৰাজ ৰাণীৰ দৰে বান্দী কোনোবাই কৰবাত উলিয়াব পৰিবনে ? এই দেশত নোহোৱা উপহাৰ অহনে অহনৰ পৰিবাৰক হয়তো দিব। — নাই, নাই মইয়ে দিম্ ! — কিন্তু, এই মতগজ টোক হলে নিব নোৱাৰোঁ !

হৰিশ্চন্দ্ৰ, - প্ৰভুৰ ইচ্ছা কি জানিবলৈ যদি পালোঁহেঁতেন !

শত্ৰুদত্ত, - ইচ্ছা মোৰ দাসী বিচৰা। লগত তুমি আছাঁ দেখোন !

হৰিশ্চন্দ্ৰ, - বিনামূল্যে দাসী পাব। মুঠে দাসক কিনি লওক।

শত্ৰুদত্ত, - বুজিছোঁ তোমাৰ দামো তো কম নহব। তদুপৰি হাতীটোৰে মানুহটোৱে সমান ! পোহ্যৰ খৰচ ইফালে লাগক। এটাও নহয় তিনিটা ! — বাৰু দাম নো কিমান কৰিছা ?

হৰিশ্চন্দ্ৰ, - ঋষিৰ ঋণ সহস্ৰ সুবৰ্ণ মুদ্ৰা !

শত্ৰুদত্ত,- স হ স্ৰ ! আও — এখন ৰাজ্যৰ দাম ! সিমান নোৱাৰি। তিনি চাৰি শ লৈকে ৰাব পাৰোঁ — তাকো যদি অকল দাসী জনী পাওঁ।

হৰিশ্চন্দ্ৰ, - তিনিটি যাত্ৰী সুখে দুখে হাতত ধৰাধৰিকৈ ওলাই আহিছোঁ, মৃত্যুৱে পৃথক কৰাৰ আগতে কিয় পৃথক কৰিব খোজে ? দাসক এই ঋণৰ পৰা মুক্ত কৰক আজীৱন হিয়াৰ তেজেৰে পূজা কৰি থকিম।

শত্ৰুদত্ত, - ইমানবোৰ সোণ দিম যেতিয়া হিয়াৰ তেজতো দিবাই। পাচে দাস যে মোৰ নেদেৰ্ ঢেৰ্। থকাবোৰলৈকে কামে নাটে। তোমাৰ হতুৱাই পানী পেলোৱাই তাকে আকৌ টোকোৱালে হে হ'ব ! দাসী জনী যদি বেচা ভিতৰৰ কামলৈ লব পাৰোঁ।

শৈব্যা, - প্ৰভো, প্ৰভো ! সিমান যদি দয়াকে কৰে সহস্ৰ সুবৰ্ণমুদ্ৰা দি দাসীকে কিনি লওক।

হৰিশ্চন্দ্ৰ, - আৰু মোক ? — সি হ'ব নোৱাৰে, দেবি ! সি হ'ব নোৱাৰে ! এই অকৰ্ম্মণ্য জীৱন ঋষিৰ শাপত ভস্ম হওক, পৃথিবীৰ স্তূপাকাৰ কলঙ্কেৰে গ্ৰাস হৈ যাওক, — তথাপি নিজৰ সহধৰ্ম্মিনীক অৰ্দ্ধাঙ্গিনীক মই বেচিব নোৱাৰোঁ।

শৈব্যা, - স্বামীৰ ঋণেই যদি পৰিশোধ নকৰে তেনে সহধৰ্ম্মিনী কিহৰ ?

হৰিশ্চন্দ্ৰ, - এনেদৰে কোনো তিৰোতাই কেতিয়াও ঋণ পৰিশোধ কৰা নায় !

শৈব্যা, - (ব্ৰাহ্মণক) প্ৰভো, প্ৰভো ! আপুনি নুশুনিব। স্বামীয়ে মোৰ মায়াত —

হৰিশ্চন্দ্ৰ, - মায়া নহয়, দেবি ! মায়া নহয়। মই সজ্ঞানে আছোঁ। ওপৰত সৌৱা সূৰ্য্যবংশৰ আদি দেৱতা ! শেহত কি ঋণ পৰিশোধ কৰিব নোৱাৰি নিজহাতেৰে নিজৰ তিৰোতাকো বেচি দিম ?

(এনেতে বিশ্বৰথৰ প্ৰৱেশ।)

বিশ্বৰথ, - তেনে ঋষিৰ ঋণ কেনেকৈ পৰিশোধ কৰিবা ? — সৌৱা সূৰ্য্য অস্ত যায়। আজি যে সাদিনৰ শেষ !

হৰিশ্চন্দ্ৰ, - ঋষিৰাজ, ঋষিৰাজ ! সহস্ৰ সুবৰ্ণ মুদ্ৰাৰ বিনিময়ে মোক চিৰজীৱনলৈ ক্ৰীতদাস কৰি লওক।

বিশ্বৰথ, - তুমি মোৰ শিষ্য হ'বা ?

হৰিশ্চন্দ্ৰ, - মহৰ্ষি বসিষ্ঠ দেৱৰ চৰণত এবাৰ শিষ্যত্ব গ্ৰহণ কৰি প্ৰাণ উচৰ্গি দিলোঁ। প্ৰাণ যে তেখেতৰ। শৰীৰটি আছে তাকে দাস কৰি লওক।

বিশ্বৰথ, - তেনে শৰীৰটিও বসিষ্ঠক দি মোক মোৰ দক্ষিণা দিয়াঁ। অন্ধ হৰিশ্চন্দ্ৰ ! এই ৰাজক্ষমতাহীন অপদাৰ্থ দেহাটি তোমাৰ সাদিন দুৱাৰে দুৱাৰে দৰাই ফুৰি আজিও বুজিব নোৱাৰিলা তাৰ মূল্য কিমান ? তাৰ প্ৰাণ যি আছিল তাকো দিলা বসিষ্ঠক। বাকী যি আছে সি এই পদদলিত ৰাজপথৰ ধূলিতকৈ কিমান পৃথক ? নেলাগে, দিয়াঁ মোক সহস্ৰ সুবৰ্ণ মুদ্ৰা।

হৰিশ্চন্দ্ৰ, - ৰাজৰ্ষি ! তেনে মোৰ ইহকাল, মোৰ পৰকাল—

শৈব্যা , -(আগেভেটি ধৰি স্থিৰনেত্ৰে ব্যাধিনীৰ দৰে হৰিশ্চন্দ্ৰৰ চকুলৈ চাই অপূৰ্ব্ব তেজেৰে কবলৈ ধৰিলে। ) স্বামিন্, স্বামিন্ ! (অৰ পাচতলাহে লাহে ৰোহিতাশ্বক আনি হৰিশ্চন্দ্ৰৰ হাতত শোধাই দি কলে। হৰিশ্চন্দ্ৰই অনুষ্কৰ দৰে শৈব্যাৰ চকুলৈ চাই থাকিল। ) মোৰ বাছাক ধৰক ! এই অপদাৰ্থ দেহাত আশাতীত মূল্য পাইছোঁ। যাওক, হাঁহি হাঁহি শুচি যাওক। বাকী দক্ষিণাৰ চেষ্টা কৰক ! (ব্ৰাহ্মণৰ প্ৰতি) প্ৰভো, প্ৰভো ! পৰপুৰুষৰ সেৱা আৰু উচ্ছিষ্ট ভোজনত বাজে আপোনাৰ সকলো কাম আজীৱন কৰি দিম। মোক কিনি লওক।

শম্ভূদত্ত, - (মনে মনে) ইহঁতৰ কথা বতৰা দেখোন কেনে যেন লাগিছে। এবাৰ লওঁ বুলি নললে ও মিছা পৰোঁ। তেহেঁলে যেয়ে হওক, লবই লাগিল !

শৈব্যা, - দিয়ক, প্ৰভো, দয়া কৰি সমিধান দিয়ক !

শম্ভূদত্ত, - মই তোমালোকৰ দুখ দেখি আৰু দুশ এয়ে সেয়ে পাঁচ শ সোণৰ মোহৰ দি কিনি লওঁ বাৰু হ'বনে ?

শৈব্যা, - প্ৰভুৰ যেনে ইচ্ছা।

শম্ভূদত্ত, - সৌৱা সৌ তাতে মোৰ সিমানখিনি দামৰ মনি আছে বেগায় দিওঁহি তেনে, বৰা।

(প্ৰস্থান)

শৈব্যা, - (ৰোহিতাশ্বক কোলাত লৈ ) পিতাৰৰ হাতত তোক যে সোধাই আজিৰ দৰে দি যাব পৰিম — এনে ভাগ্য মই সাথি আহিছিলোঁ বুলি নেভাবিছিলোঁ। — যা বাছা ! এবাৰ এই জীৱনলৈ আশীৰ্ব্বাদ দি যাওঁ। (মুৰত চুমা দি হৰিশ্চন্দ্ৰৰ কাষত নমাই থয় ) — (হৰিশ্চন্দ্ৰৰ পদধূলি লৈ) মোৰ চিৰ জীৱনৰ আৰাধ্য দেৱতা ! পদধূলি দি আশীৰ্ব্বাদ কৰক। এই জনমত নহ'ল, পৰজনমত যে জনম জোৰাই সেৱা কৰিবলৈ পাওঁ।

হৰিশ্চন্দ্ৰ, - দেৱি, দেৱি — !

শৈব্যা, - শোক নকৰিব, শোক নকৰিব দেৱতা !

(এনেতে মোনা এটাত মনি মুঠুৱা আনি শম্ভূদত্তই শৈব্যাৰ হাতত দিলেহি। )

শম্ভূদত্ত, - এইয়া পাঁচশ' সোণৰ মোহৰৰ মনি !

(শৈব্যাই হৰিশ্চন্দ্ৰৰ হাতত দিব খোজে। )

হৰিশ্চন্দ্ৰ, - দেৱি, দেৱি ! মই কি কৰিম ?

শৈব্যা, - ধাৰ, ধাৰ পৰিশোধ কৰক। — ই কি ? ধৰক। মোৰ জীৱনৰ ব্ৰত বিফল নকৰিব।

হৰিশ্চন্দ্ৰ, - আৰু নোৱাৰোঁ !— দিয়াঁ, দিয়াঁ - মই ধাৰ পৰিশোধ কৰোঁ। গ্ৰহণ কৰক, ঋষিৰাজ ! (আঁচু কাটি দিয়ে।)

বিশ্বৰথ, - শুদ্ধচিত্তেৰে নিদিলে মই গ্ৰহণ নকৰোঁ।

হৰিশ্চন্দ্ৰ, - খুব শুদ্ধচিত্তেৰে দিছোঁ। এতিয়া নহয়, বাকী পাঁচশ সুবৰ্ণ মুদ্ৰা দি লওঁ — বিশ্বাস নকৰিলে হিয়া ফালি দেখুৱাই দিম — কি শুদ্ধ, কি স্নিগ্ধ !

বিশ্বৰথ, - বাকী পাঁচ শ ?

হৰিশ্চন্দ্ৰ, - এতিয়াও সূৰ্য্য অস্ত যোৱা নাই। এবাৰ ৰাজপথে দি চিঞৰি চিঞৰি চেষ্টা কৰোঁ।

বিশ্বৰথ, - আৰু বেচি নাই- তিনি দণ্ড ! দশাশ্বমেধ ঘাটত সন্ধ্যালৈ বহিমগৈ। তোমাৰ দান যদি সফল হ'ব লাগে তাৰ আগতে বাকী পাঁচ শ সোণৰ মোহৰ যি কোনো উপায়ে হওক মোক দিয়া।

হৰিশ্চন্দ্ৰ, - ভাল, আশীৰ্ব্বাদ কৰিব।

(বিশ্বৰথে যাব খুজি শৈব্যালৈ চাই কলে। )

বিশ্বৰথ, - এইয়ে, এইয়ে বিশ্বজননীৰ জগদ্ধাত্ৰী মূৰ্ত্তি ! এবাৰ যেন আই বুলি মাতি যাম। হৃদয় !- নাই, নোৱাৰ গলিব। কঠিন হ', কঠিন হ', কাৰ্য্যোদ্ধাৰ কৰ।

(প্ৰস্থান।)

শম্ভূদত্ত, - লৰাটি যেতিয়া বপেকৰ লগতে থৰ খুজিছে, থাওকেই। এৰা, ব'লা, অৰলৈ বলা। মই নিষিলেকো, লৰা ছোৱালী নোহোৱা ঘৰ, জানোচা আমনি কৰে !

শৈব্যা, -আমনি কৰিব ? সি আমনি কৰিব ? তাক যে কি- আশাৰে কি হেপাহেৰে কেনেকৈ তুলিছিলোঁ ? যদি জানিলেহেঁতেন ! —

(কান্দে)

ৰোহিতাশ্ব, - আই, আই !

শৈব্যা, - আই বুলি আৰু মাতি মোৰ হিয়াখন ভাঙি নিদিবি ঐ !

হৰিশ্চন্দ্ৰ, - (যাব খোজা ৰোহিতাশ্বক হাতেৰে ধৰি) আৰ্য্যে, বাছা, আইৰেৰক আৰু নোপোৱা। মোৰ ফাটি যোৱা হিয়াত এবাৰ বিচাৰি চোৱাঁহি।

ৰোহিতাশ্ব, - (হাত এৰুৱাই মাকৰ ওচৰলৈ যায় ) —মই নেযাওঁ

মইঁ আইৰ লগত যাম।

হৰিশ্চন্দ্ৰ, - যি পিতাকে সন্তানৰ আগত মাকক এনেদৰে বেচি দিয়ে, কি আশাত, অহহ, কি ভৰসাত সেই পিতাকৰ ওচৰত সেই সন্তান থাকে! বাছা, তথাপি, তথাপি এবাৰ আহাঁ — (ধৰিব খোজে।)

ৰোহিতাশ্ব, - আই, আই, মোক মোকো লৈ যোৱাঁ। (আঁচলত ধৰে।)

শৈব্যা, - (ব্ৰাহ্মণক কয়) প্ৰভো, প্ৰভো, মইঁ কি কৰোঁ? — এবাৰ লগত লৈ যাবলৈ কওক। মোলৈ দয়া কৰি যদি অন্ন এমুঠি দিয়ে তাৰেই দুইও বাটি খাম। দয়া কৰি যদি কাপোৰ এখনি দিয়ে তাকেই দুটুকুৰা কৰি দুইও পিন্ধিম। — আপানাৰ গৰু গাই চপাই আনিব, আপোনাৰ পূজালৈ ফুল বেলপাত তুলি দিব। আদেশ কৰক, প্ৰভো, লগত লৈ থওঁ। ব্ৰাহ্মণ আপুনি। সবৎসা গাভী যদি কিনিলেই কিয় তাইৰ বুকুৰ পৰা পোৱালীটি ছিঙ্গি থৈ যায়। (কান্দে)

শম্ভুদত্ত, - মইঁ ইমান পৰ কাঠৰ পুতলাৰ দৰে সাক্ষী হৈ বিশ্বৰথৰ কাৰ্য্য কলাপ চাই আছিলোঁ। মাজে মাজে ভবিছিলোঁ — ইমানবোৰ সোণৰ মোলেৰে দাসী কিনিলোঁ নে সাঁথৰ কিনিলোঁ। মা বিশ্বেশ্বৰী, মা অন্নপূৰ্ণা, এই খনি, এইখনি যে ধৰণীৰ বুকুত তোৰ ছবি! মোৰ ইমান অৰ্থ লৈ কি কৰিম? এবাৰ এই ছবিটিৰ চকুলো মচি দিওঁ। লোৱাঁ। আই, তোমাৰ লৰাটি লগত লৈ যোৱাঁ। উস্! মানুহ ইমান দুখতো যে পৰে তাক নেজানিছিলোঁ। শুনা, মইঁ তোমাক পাঁচশ সোণৰ মোহৰ দি দিওঁ, তুমি ঋণমুক্ত হোৱাঁ। ভয় নাই, মোক পৰিশোধ কৰিব নেলাগে।

হৰিশ্চন্দ্ৰ, - ক্ষমা কৰিব, প্ৰভো মইঁ ক্ষত্ৰিয়, আপোনাৰ দান লবৰ মোৰ অধিকাৰ নাই।

শম্ভুদত্ত, - বেচ, তেনেহলে, আহাঁ তোমাক মইঁ সেই মূল্য দি কিনি লওঁ।

হৰিশ্চন্দ্ৰ, - ইয়াৰ আগতে যদি কলেহেতেন তেনে আপোনাৰ পদ তলত নিজকে বিক্ৰয় কৰি ধন্য হলোহেতেন। ক্ৰীতদাসৰ প্ৰয়োজন নাই বুলি আপুনি মত প্ৰকাশ কৰাৰ পাচত কিয় আপোনাক দয়াৰ ঠেকত পেলাই অসুবিধা কৰোৱাম। আপুনি মোৰ ধৰ্ম্মপত্নীক ক্ৰয় কৰি অভাবনীয় দয়া কৰিছে। পাঁচ শ সুবৰ্ণ মুদ্ৰা দি জগতত অতি কম মানুহেহে এই দাসী কিনে! শৰীৰত একবিন্দু ৰক্ত থাকে মানে — আশীৰ্ব্বাদ কৰক প্ৰভো আপোনাৰ দৰে এগৰাকী মহোপকাৰী পুৰুষৰ দয়া অযথা ভাৱে গ্ৰহণ কৰিবৰ প্ৰবৃত্তি যেন এই দাসৰ নহয়। — তাতকৈ ঋষিৰ শাপত ভস্ম হও — সিও শতগুণে ভাল।

শম্ভুদত্ত, - তেনে, এই লৰাটিকে পাঁচশ সুবৰ্ণ মুদ্ৰা লৈ মোক বেচি দিয়াঁ।

হৰিশ্চন্দ্ৰ, - তাৰ পাচত, তাৰ পাচত মইঁ কৰিম কি? নিজৰ লৰাক নিজৰ ধৰ্ম্মপত্নীক পৰৰ পদত বিক্ৰয় কৰি মইঁ মহা স্বচ্ছন্দে বাবা বিশ্বেশ্বৰৰ ৰাজ্যত স্বাধীন ভাবে বিচৰণ কৰি ফুৰিম? এনে কলঙ্কিত জীৱনো মোক ৰাখিবলৈ কয়? প্ৰভো, প্ৰভো! আপুনি যদি শুনিলেহেতেন — প্ৰতিটো মুহূৰ্ত্তই মোৰ দগ্ধ হৃদয়ত বজ্ৰ মুষ্টিৰে আঘাত কৰি কি দাৰুণ সুৰেৰে যে কৈ কৈ গৈছে! "কি কৰিলি, কাপুৰুষ, কৰিলি কি? — তই এতিয়াও স্থিৰ!" আৰু নোৱাৰোঁ — মইঁ ঋণ পৰিশোধ কৰিম, ৰাজ পথে পথে এবাৰ লৰি চিঞৰি ফুৰিম। - মোক কিনি লোৱাঁ — সেৱা গ্ৰহণ কৰিব। — বিদায়, বিদায় দেৱি! বিদায় বাছা! (লৰি গুচি গ'ল।)

শম্ভুদত্ত, - সৰ্ব্বনাশ! কৰোঁ কি? আহাঁ, আহাঁ তোমালোকক ঘৰত থৈ উদ্ধাৰৰ অন্য উপায় কৰোঁ।

শৈব্যা, - (ৰোহিতাশ্বক হাতত লৈ হৰিশ্চন্দ্ৰৰ ফালে চাই চাই কৈ গ'ল।) বাবা, বিশ্বেশ্বৰ! মোৰ স্বামীদেৱতালৈ এবাৰ নেচাবা নে?

---

## পঞ্চম দৃশ্য

দশাশ্বমেধ ঘাটৰ পাৰিত এটা আহল বহল ৰাজবাট। ভিতৰৰ পৰা বিৰৰণ আৰু বাহ্মণে কথা পাতি আহিছে।

বিশ্বৰথ, - জানোচা কোনো দয়ালু লোকে বাকী পাঁচশ সোণৰ মোহৰ দি দিয়ে ?

বাস্কল, - আপুনিও আৰু ! এটা ফুটা কড়িৰ নিমিত্তে যত যাত্ৰীৰ ডিঙ্গি চেপি ধৰে, সেইখন ৰাজ্যত ? গোটেইবোৰ গুণ্ডা জুয়াচোৰৰ দেশ ! এমুঠি অন্নৰ নিমিত্তে নাৰীয়ে নিজ মৰ্য্যাদা অকাতৰে নৰপশুক বেচি দিছে! সেই দেশত পাঁচশ সোণৰ মোহৰ মুখৰ কথা নহয় !

বিশ্বৰথ, - ভুল বুজিছা, বাস্কল ! ই কাশীধাম ! ইয়াত মুক্তি বিচাৰাই মুক্তি পায়, নৰক বিচৰাইও নৰক পায়, বিশ্বেশ্বৰী অন্নপূৰ্ণা হৈ বহি আছে। যেয়ে যি বিচাৰিছে তাকে তাক দিছে। মোৰ ভয় লাগিছে, জানোচা কোনো সদাশয় ধনী মানুহে তাক পাঁচশ মোহৰ দি সহায় কৰে মোৰ সকলো কথা পণ্ড নহব ?

বাস্কল, - আজি সাদিনেও নোলাল। সন্ধ্যা হয় হে লাগে ইয়াৰ ভিতৰতে কৰ দানীটোৰ দানি খাব।

বিশ্বৰথ- সময় তাকৰ বুলি হাত সাৱটি বহি থাকিব লগীয়া বস্তু সি নহয়। একো একোটা মুহুৰ্ত্তইয়ে জগতৰ ইতিহাস পৰিবৰ্ত্তন কৰি আহিছে। আহাঁ, এবাৰ তুমি চেষ্টা কৰাহি। সৌ ঘৰটোতে এই শ্মশানৰ চণ্ডাল আছে। তাক কথাৰে পাৰা কথাৰে, ধনেৰে পাৰা ধনেৰে নিজৰ হাতলৈ আনি হৰিশ্চন্দ্ৰক কিনোৱাই পেলোৱা। এবাৰ বসিষ্ঠৰ প্ৰিয় শিষ্যক চণ্ডাল কৰি চাওঁ বসিষ্ঠই তাক কেনেকৈ উদ্ধাৰে। জগতৰ আগত বসিষ্ঠই যদি হাৰমানে তেতিয়া মই নিজে হৰিশ্চন্দ্ৰক উদ্ধাৰ কৰি বাপেক পুতেক দুইয়োকো মোৰ স্বৰ্গত জিলিকাই থম। যোৱাঁ — সুন্দৰ প্ৰতিশোধ ! এই মণি মুকুতা লৈ তুৰন্তে যোৱাঁ— সময় নাই !

(একালে বিশ্বৰথ আইকালে বাস্কলৰ প্ৰস্থান।)

(বাস্কল যোৱা বাটেদি মহাভৌমৰ লগত কথা পাতি হৰিশ্চন্দ্ৰৰ প্ৰবেশ।)

মহাভৌম, - মিছা ! তুমি হাজাৰে চেষ্টা কৰা — নোপোৱা। দেশ বিদেশৰ কত মানুহে কাশীবাসৰ লোভত ভাত কাপোৰ লৈ ঘৰে ঘৰে চাকৰ হৈ আছেহি — তেনে স্থলত কাৰ এনে ধৰঁলে ঠাই নাইকিয়া হৈছে হোঁ — যে চাকৰ এটা পাঁচ শকৈ সোণৰ মোহৰ দি কিনি লব ?

হৰিশ্চন্দ্ৰ, - এইফালে কোনো ধনী শ্ৰেষ্ঠী নাই নে ?

মহাভৌম, - নাই তেনে মূৰ্খ শ্ৰেষ্ঠী কোনো নাই যি লাভৰ বাট নেদেখিলে পাঁচ শকৈ সোণৰ মোহৰ হোৰ হোৰ কৈ ঢালি দিব।

হৰিশ্চন্দ্ৰ, - পৃথিবীখন যেন এন্ধাৰে ঢাকি আনিছে ! সন্ধ্যা, আজিৰ সন্ধ্যাই যে মোৰ জীৱন সন্ধ্যা ! কি কৰোঁ ? —

মহাভৌম, এটা উপায় আছে, যদি কৰোঁ বোলাঁ।

হৰিশ্চন্দ্ৰ, - কি, কি উপায় ?

মহাভৌম, - (চাৰিওফালে চাই মনে মনে) এই ঘিনিতে এগৰাকী বিধবা আছে। কোলাত এটা কেচুৱাৰে এটা সোণৰ খনিৰ ওপৰত বহি আছে। মহা কৰাইচ্। সংসাৰৰ কোনো কামত নেলাগে। মৰিলেও অত মালিকা লাগিব। তাকে কামত লগাওঁ বুলিলে পাৰা।

হৰিশ্চন্দ্ৰ, - কেনেকৈ, কেনেকৈ ?

মহাভৌম, - অইন উপায় নাই। তোমাক ভাণ্ডাৰীকেও নেৰাখে। লেখৰ পাঁচশ সোণৰ মোহৰ ৰাখি মোক যদি বাকীবোৰ দিওঁ বুলি মন্দিৰলৈ চাই শপত খোৱাঁ তেন্তে মই সকলো সুবিধা কৰি দিম, অলপ ফুট গধূলি হওক। মানুহ চিনিব নোৱাৰা হলেই মই তোমাক লৈ যামহি। তোমাৰ গাত বেচ বল আছে, পাৰিবা।

হৰিশ্চন্দ্ৰ, তাৰ মানে ডকাইতি কৰি ?

মহাভৌম, - চেপিলেও যেতিয়া ৰস নোলায়, তুই নিদি কৰিবা কি ?

হৰিশ্চন্দ্ৰ,- ব্ৰাহ্মণ !

মহাভৌম,- কিয়, মই কিবা বেয়া কলো নে কি ?

হৰিশ্চন্দ্ৰ, - তুমি ইমান তললৈ নামিব পাৰাঁ ? জানা নে এই হাতেৰেই কত দুৰ্বৃত্ত দস্যুক দণ্ড দি জীৱনৰ গতি কিৰাই দিছিলোঁ ? ব্ৰাহ্মণ, ব্ৰাহ্মণ ! — নাই, তুমি এক মহামহিমাৰ প্ৰাণহীন কঙ্কাল ! মোৰ চিৰ নমস্য !, যোৱাঁ, মানে মানে আঁতৰি যোৱাঁ।

মহাভৌম, - তেনে নো ইমানকৈ আকৌ মুখ মেলিছা কিয় ? পাবা ক'ত ?

হৰিশ্চন্দ্ৰ, - নেপাওঁ শুকান কঠেৰে এই পৃথিবীত এটা উগ্ৰ হুমুনিয়া থৈ মৰি যাম। তেও মই যি নেনাযোৱেঁই নে

তোমাকো নামিব নিদিওঁ। বোৰাঁ, গুচি বোৰাঁ।

মহাভৌম, - ভাল উপায় দিলত আকৌ বেয়া পালাঁ। থাকাঁ।

(প্ৰস্থান।)

হৰিশ্চন্দ্ৰ, -(ওপৰে পশ্চিমলৈ চাই) বেলি যে আৰু নাই! আজি কি মোৰ কাৰনেই দক্ষিণায়নৰ শেষ সংক্ৰান্তি আছিল! সৌৰা সৌৰা মোৰ আদিপুৰুষ আদিত্য দেৱ থজত বজা পৰি লাজত কেনেকৈ ডবৰৰ মাজত মুখ লুকাব খুজিছে! লুকোৱাঁ, লুকোৱাঁ, এই অকৰ্ম্মণ্য পৃথিবীত থাকে মানে ভাৰ মুখলৈ নেচাবাঁ। উস্! আজিৰ এই অস্ততে তোমাৰ বংশৰ সকলো গৌৰবৰ অস্ত গ'ল। হৰিশ্চন্দ্ৰৰ দৰে কলঙ্ক এটা কিয় তোমাৰ কুলত উপজিছিল ?— উস্! এই ৰক্তাক্ত নেত্ৰৰ ভ্ৰূকুটি, হৃদয়ৰ এই কলঙ্ক লৈয়ে মই পৃথিবীৰ পৰা যাব লাগিব — কি এনে পাপ কৰিছিলোঁ, ভগবান! — মোৰ বৰ আক্ষেপ থাকিল। বৰ আক্ষেপ থাকিল! কল্পতৰুৰ এই ৰাজ্যত এনে কোনো দয়াল নাই নে ?

(এনেতে হাৰিয়া চণ্ডাল আহি ওলালহি।)

হাৰিয়া, - এইয়ো এইটো নহয় নে ? তই বোলে হোণৰ মোহৰত বেচা যাবি ?

হৰিশ্চন্দ্ৰ, - কোন্ তুমি দয়াল ?

হাৰিয়া, - মোক জীয়াই থাকোতে হলে কোনেও চিনি নেপায় ? মৰিলে পালেহেতেন। তেতিয়া আৰু' চিনিবলৈ হুঁচেই নেথাকে। হেই দেখি চিনি পালেও হুঁচ নোপোৱাতে থাকোঁ।

হৰিশ্চন্দ্ৰ, - কোন তুমি ?

হাৰিয়া, - মই এই দেশৰ চণ্ডালৰ চৰ্দ্দাৰ। এই ঘাট কেউটা মোৰ দখল।

হৰিশ্চন্দ্ৰ, - মোক কিয় সুধিলা ?

হাৰিয়া, - মই শুনিলো বোলে তই ধনলৈ বেচা যাবি, হয়নে ?

হৰিশ্চন্দ্ৰ, - তাক জানি তোমাৰ লাভ কি ? মোৰ যে দাম বহুত।

হাৰিয়া, - কিমান নো খাবি অ', কিমান খাবি ?

হৰিশ্চন্দ্ৰ, - পাঁচশ সোণৰ মোহৰ।

হাৰিয়া, - ইস্ বৰ কথাটো! এটা জলৰ গাঁতত সোণৰ মোহৰ এক আঁঠু খুন্দ খাই আছে বুলি জান হ'বলা! খবদাৰী মানুহ পালে গোটেই গাঁত টোকে খানি দিব নহয়। কি কথা আছে। আৰু' দুবছৰতে ভৰি যাব।

হৰিশ্চন্দ্ৰ, - তোমাৰ কি কাম কৰিব লাগিব ?

হাৰিয়া, - ঘাটে ঘাটে মোৰ মানুহবোৰ আছে। হিহঁতে মোৰ বৰ লোকচান কৰে ঐ। তাকো চাব লাগিব। আৰু' ৰাতিহলে মই থকা এই ডাঙৰ ঘাটটোত থাকিব লাগিব। মৰা মানুহ চাই চাই এপোন কড়ি, তাৰ মৰ-চেওঁৰা, তাৰ গহনা-গাঠি, টেকেলি টুকুলা সকলোবোৰ বুজি বাজি লব লাগিব। তোক দেখি, নেজানো ঐ! মোৰ হলে বৰ ভাল লাগিছে। তই পাৰিবি। ক' তোক কেতিয়া কিমান মোহৰ লাগে।

হৰিশ্চন্দ্ৰ, - (স্বগত) হিমালৰ উচ্চ শৃঙ্গ ক'ত, ক'ত আজি ৰসাতল ? শেষত চণ্ডালৰ দাসত্ব ? — উস্, উস্! — তথাপি ঋষিৰ ঋণ শিৰত লৈ মোৰ চিৰ পবিত্ৰ সূৰ্য্যবংশ কলুষিত কৰাতকৈ চণ্ডালৰ দাসত্ব শতগুণে ভাল! চণ্ডালো যে মানুহ! (প্ৰকাশ্যে) চৰ্দ্দাৰ! তোমালোকৰ কোনোবাই নিজৰ লৰা ছোৱালী নিজৰ তিৰোতা বেচি খাব পাৰে নে ?

হাৰিয়া, - কিটো নো কব অ' ? নিজৰ গ'লা কাটিব তেও তিৰোতা নেবেচে!

হৰিশ্চন্দ্ৰ, - (স্বগত) তেনে, তেনে আৰু তোৰ অভিমান ক'ত ? হৰিশ্চন্দ্ৰ! আজি তোক দেখি চণ্ডালবো নাক কোঁচ খাইছে! তেনে আৰু কিয় ? পিতা মোৰ চণ্ডালত্ব প্ৰাপ্ত। মই চণ্ডাল হোৱাত বাধা কি ? যাওক, সকলো যাওক। ৰোহিতাশ্ব, প্ৰাণৰ ৰোহিতাশ্ব সিয়েই ব্ৰাহ্মণৰ বিধানত বৰ্দ্ধিত হওক।

(বিশ্বৰথৰ প্ৰবেশ।)

বিশ্বৰথ, - হৰিশ্চন্দ্ৰ! সূৰ্য্য যে অস্ত যায়!

হৰিশ্চন্দ্ৰ, - প্ৰস্তুত মই ঋষিৰাজ! যাক এদিন পৰ বুলি দূৰত ৰাখিছিলোঁ যাক এদিন ঘিণ কৰিছিলোঁ সি জন্ম জন্মান্তৰৰ সাঁথৰৰ দৰে উদাৰ বাহু মেলি সাৱটি ধৰিব খুজিছে!

বিশ্বৰথ, - বোলোঁ সূৰ্য্য যে অস্ত যায়!

হৰিশ্চন্দ্ৰ, - অস্ত যায় ? সদায়েই এই যায়। চাওক ঋষিৰাজ!

মোৰ আদি পুৰুষ অজাচলৰ চূড়াত সোণ জিলিকা দি জিলিকিব লাগিছে। ব'ৰা, ব'ৰা, দেউ, চাই যোৱা মোৰ সকলো আশা সকলো স্বাধীনতা চণ্ডালৰ হাতত সমৰ্পন কৰি ঋষিৰ ঋণ পৰিশোধ কৰিলোঁ, তোমাৰ বংশৰ গৌৰব অটুট ৰাখিলোঁ। চৰ্দাৰ, চৰ্দাৰ! মই তোমাৰ দাস। মোক পাঁচশ সুবৰ্ণ মুদ্ৰা দি গ্ৰহণ কৰা।

হাৰিয়া, - এৰা! এৰা! এনেকৈ হলে হে আৰু ভাল কথা! হোঁ-হোঁ —— মৰা বজা ৰাণীৰ হাতৰ হীৰাৰ আঙঠি এই ৰাবটা (খোচনাৰ পৰা উলিয়াই দিয়ে।) তই বিমান খুজিছ, তাতকৈ হলে বেচি হে গৈছে। লাগে যদি ৰখি থাক, সোণৰ মোহৰো আনি দিওঁ।

হৰিশ্চন্দ্ৰ, -হ'ব নে এয়ে, ঋষিৰাজ?

বিশ্বৰথ, - বেচ সেয়ে হ'ব।

হৰিশ্চন্দ্ৰ, - তেনে গ্ৰহণ কৰক।

(আঙুঠিটি দিয়ে)

বিশ্বৰথ, - শুদ্ধচিত্তেৰে দিছাঁ?

হৰিশ্চন্দ্ৰ, - ইচ্ছা হয় ভৱিৰ নখেৰে হিয়া মোৰ ফালি চাওক। বিকাৰ নাই আক্ষেপ নাই মোৰ সকলো অভিমান চণ্ডালৰ পদত ঢালি দিলোঁ।

বিশ্বৰথ, - সুন্দৰ কথা। দিয়াঁ। (গ্ৰহণ কৰি) ওঁ স্বস্তি, স্বস্তি।

(এনেতে একাষৰ পৰা সুধামা দৌৰি আহি কলেহি।)

সুধামা, - এইয়া, এইয়া ইয়াতে। ইয়াতে ৰাজৰ্ষিও। বেচ হ'ল। হেৰক, এই পাঁচশ সোণৰ মোহৰ। এই মানুহটিক মই কিনিলোঁ। বেচেৰিক ঋণ মুক্ত কৰক।

বিশ্বৰথ, - ইমান দয়ালেই যদি আৰু এক মুহূৰ্ত্তৰ আগতে নাহিলা কিয়?

সুধামা, - সৌৰা আপোনাৰ শিষ্য জনে সিখন দুৱাৰত আছে বুলি মোক মিছা কথাৰে ভুল নলগোৱা হ'লে আৰু বহুত আগতে পালেহিঁহেতেন।

বিশ্বৰথ, - সেইটো তোমাৰ ভাগ্য।

সুধামা, - হেঁৰক গ্ৰহণ কৰক।

বিশ্বৰথ, - কি? বেচা হে গ'ল। এটাই গ্ৰহণ কৰা ফুলৰ মালা উলিয়াই বুলি আইন এটাই গ্ৰহণ নকৰে। এতিয়া তুমি চণ্ডালে গ্ৰহণ কৰা দাসক গ্ৰহণ কৰিবলৈ আহিছা?

তোমাৰ সমাজে শুনিলে তোমাক পতিত কৰিব।

সুধামা, - নামিব লাগে তললৈ নামি যাম। হেঁৰক আপোনাৰ প্ৰাপ্য গ্ৰহণ কৰক।

বিশ্বৰথ, - মোৰ প্ৰাপ্য মই স্বস্তি বুলি গ্ৰহণ কৰিছোঁ। আৰু পাবলগীয়া নাই মই যি গ্ৰহণ কৰিছোঁ তাক বিদাই দি এনে এক মহৎ দান বিফল কৰিব নোৱাৰোঁ।

সুধামা, - তেনে, হেৰা ভাই চৰ্দাৰ! দয়া কৰা, এই মানুহটি মোক বেচাঁ।

হাৰিয়া, - মই ৰাবটা হীৰাৰ আঙঠি দি লৈছোঁ হেনৰ মোহৰে মোক নেলাগে।

সুধামা,- বেচ, লাগিলে হীৰাৰ আঙঠীও সংগ্ৰহ কৰি দিম। এওঁক লৈ যাবলৈ দিয়া। এওঁ এক ক্ষত্ৰিয় কুমাৰ, তুমি তেওঁৰ জাত নেমাৰিবা।

হাৰিয়া, - হি আৰু' নিজে নিজে বেচা গৈছে, মই কিয়া বেচিম কৈছো নে? বিচাৰি বিচাৰি ধৰদৰী মানুহ এটা পাইছোঁ। ইহঁতৰ চকু পুৰিছে। মই তাৰ জাত নেমাৰোঁ। নিজে নমৰালে চণ্ডালে কাৰো জাত নেমাৰে। নে, নে তাক। হি যদি যায়, নেলাগে মোক তেনেকুৱা মানুহ। মই হ'লে নিদিওঁ।

সুধামা, - (হৰিশ্চন্দ্ৰক) হেৰা, হেৰা, তুমি এই মোহৰ দি ঋণৰ পৰা উদ্ধাৰ হোৱা।

হৰিশ্চন্দ্ৰ, - ভাগ্যৰ উপহাসৰ দৰে আৰু কিয়, প্ৰভো, আপুনি এনে সময়ত দেখা দিলেহি। ক্ৰীতদাস বেতিয়া হলোৱেই, আজীৱন বন্ধনত বেতিয়া পৰিলোৱেই, কিহৰ তাত সোণৰ জিলিকি লোহৰ শিকলিৰ বিচাৰ? যি মুহূৰ্ত্তত এই প্ৰভুত আত্মবিক্ৰয় কৰিলোঁ, জাত বোলে জাত, স্বাধীনতা বোলে স্বাধীনতা সকলো গুচি গ'ল। বাকী আছে এক মুখৰ কথা, দাসত্বৰ সুখৰ আশাত তাকো লবাব দিয়েনে?

সুধামা, - তোমাৰ ধৰ্মপত্নীক ক্ৰয় কৰা পাণ্ডাজনে মোক এই সুবৰ্ণ মুদ্ৰা দি সহায় কৰিছে। মোৰ দাসৰ প্ৰয়োজন। মোৰ ঘৰত থাকিলে তোমাৰ ল'ৰা তিৰোতাক সততে দেখি থাকিবা। আহাঁ, এই অমূল্য জীৱন নষ্ট কৰাৰ আগতে এবাৰ আকৌ ভাবি চোৱাঁ।

হৰিশ্চন্দ্ৰ, - ভাবি চাইছোঁ, আৰু ভাবিব নোৱাৰোঁ। মোৰ সেৱা গ্ৰহণ কৰক মোক আৰু পৰীক্ষাত নেপেলাব। সি গৰাকী ব্ৰাহ্মণকো ইয়াৰ পৰাই প্ৰণাম জনাইছোঁ। ভাগ্যত মোৰ যি মিলিছে সেয়ে মোৰ প্ৰভু। আশীৰ্বাদ কৰিব যেন কায়মনো বাক্যে সেই প্ৰভুৰ পূজা কৰিব পাৰোঁ।

সুধামা, - তেনে, তেনে আৰু উপায় কি ? — উস্ হৃদয়ত বৰ আঘাত পালোঁ —

(প্ৰস্থান)

হাৰিয়া, - আহ, আহ, তোৰ কথা মতে যদি কাম হয় — মই, মই তোক চৰ্দাৰ পাতিম। আহ হিহঁতে কৰবাত গণ্ডগোল কৰিব। হিফালে দি কিমান মৰা ৰাখি আছে। জীয়াবোৰে হিহঁতক দেখি গা ধোৱে গুণে হিহঁতে বেচি বেলি মৰা হৈ পৰি থাকিবলৈ আৰু' বয়া পায়। আহ্ তোৰ নামটো কি ?

হৰিশ্চন্দ্ৰ, - হৰিশ্চন্দ্ৰ।

হাৰিয়া, - চণ্ডালে হিমান ভাল নাম ললে এই পণ্ডাইতৰ আৰু' বুকু পুৰিব। নেলাগে দে, মই হাৰিয়া তই হৰিয়া দেই। (পিঠি চপৰিয়ায়) আগ, যাওঁ আৰু'। মোৰ হেৰা লবি বামুণ বাবা !

হৰিশ্চন্দ্ৰ, - (বিশ্বৰথৰ আগত আঠুকাঢ়ি) সৌৱা, সৌৱা, আদিত্যদেৱৰ শেষ কলা এই যায়। — কওক ঋষিবৰ ! মই ঋণ পৰিশোধ কৰিলোঁ।

বিশ্বৰথ, - উঠা হৰিশ্চন্দ্ৰ ! তুমি সচাঁকৈয়ে ঋণ পৰিশোধ কৰিলা।

হৰিশ্চন্দ্ৰ, - আপোনাক বহুতো বিৰক্তি কৰিলোঁ। মোৰ সহস্ৰ অপৰাধ ক্ষমা কৰিব।

বিশ্বৰথ, - হৰিশ্চন্দ্ৰ, হৰিশ্চন্দ্ৰ —

(আৰু মাতিব নোৱাৰি অশ্ৰুসিক্ত নয়নেৰে চাইয়ে থাকিল।)

-পটক্ষেপ -

# পঞ্চম অঙ্ক

## প্ৰথম দৃশ্য

বিশ্বৰথৰ তপোবনৰ দাঁতিৰ হাবি তলীয়া বাট।
এফালৰ পৰা বাস্কল, আৰু ইফালৰ পৰা বুধুৰ প্ৰৱেশ।

বাস্কল, - ঘিঁউখিনি পালিনে ?

বুধু, - দিছ যেতিয়া নেপাম আৰু' কিয় ?

বাস্কল, - জুৰিব নে ?

বুধু, - চুটা নপৰে দে। চণ্ডালে নো কিমানবোৰ ঘিঁউ খাব অ' ? খাই উঠি লিং লিঙীয়া গোঁফত তাৰ হানি লবলৈ জুৰি থাব দে।

বাস্কল, - তাকে নো আকৌ পাব ক'ত ? আমাৰ দেউয়ে বসিষ্ঠক দিহা লগাবলৈ বুলি যিহে এডাল যইগু পাতিছে, পাচে শুনিবি ব'। তালৈকে দাঁতি কাষৰৰ গোটেইবোৰ ঘিঁউ চুচিলে। আজি যজ্ঞৰ শেষ হ'ব বুলিছিল, মইও আনিলোঁ টেকেলি চুচি। এতিয়া আকৌ শুনিলোঁ বোলে কেবা খোলাও হোম বাকী থাকিল -কাইলৈ হে কৰিব হেনো। এতিয়া সিমান পুৰাতে ঘিঁউ পাওঁ কৰ ? দে, বাতিটো আছে, কেনিবাদি কৰবাৰ সোপা সোলাকাই আনি দিম আৰু।

বুধু, - ইমান যদি টানেই পৰিছিল, হিমান বোৰ ঘিঁউ দি দিলি কিয় ?

বাস্কল, - নিদিলে হ'ব পায় তহঁতৰ ছোৱালীমখাৰ পৰা ৰাইখ আছে ? মোক বাটে দি ওলাব নোৱাৰা কৰিছে। সিহঁতক ভোজ দিওঁ নুবুলিলোঁ জানিবা, ভাদমহীয়া কাউৰীৰ বাঁহ হে ভাঙিলোঁ।

বুধু, - ৰজাটোও হৈছিলি বোলে। তেতিয়া নো দি নেপেলালি কিয় ?

বাস্কল, - হোঁ, যি হে ৰাজ কাজ তই কি বুজিবি ? মোৰ মুৰটো ঘূৰি গ'ল পাই, সেইহে এই কাললৈ পিঠি পৰিল।

বুধু, - এই, এই ৰজা হলে কেনেকুৱা লাগে অ, ?

বাস্কল, - কাণ চিকুটি আহিছোঁ, মোৰ সাত পুৰুষতো কোনো যেন ৰজা নহয়। মোৰ শত্ৰুবিলাকক বুকু চপৰিয়াই আশীৰ্বাদ কৰিছোঁ — সিহঁত ৰজা হওক। তইতো নহবি দেই।

বুধু, - আমি ৰজা নহওঁ। হলে তোৰ ঘৰে বামুণ হম।

বাস্কল, - আও ! তাৰ নামকে নলবি। নহ’বি, নহ’বি। মোৰ দৰে বামুণ হোৱাতকৈ যি আছ সেয়ে ভাল। — তই তপস্যাৰ লৈ বুলি মন মেলিবি পাঁচেয়ে আগচিব, পাঁচেলৈ বুলি চোঁচা লবি তপস্যাই টানিব। মাজমুৰত দৰহত দিয়া ভোবোলাৰ দৰে বেবাই অ’ৰ এডাল ত’ৰ এডাল বন চেলেকি মৰিবি।

বুধু, - ইঃ হয়। বামুন বোৰে ভালবো ভাল গাখীৰ খায় ! হেৰি খায় !

বাস্কল, - হেৰ’ গাখীৰ খাবলৈ যদি কিবা হব তেনে বনৰীয়া মহৰ পোৱালি হবি ; কোনেও কঁইটা নিদিয়ে। আৰু হেৰি খাবলৈ যদি কিবা হব তেনে হেৰি হবি।

বুধু, - তোঁহতক আমাক নেলাগে। তোঁহত নামি আহ। আমি তোঁহতৰ ঠাইলৈ যাম। যি কেটা ভাল বামুণ আছে ইহঁত থাকক। তহঁত কেলৈ ?

বাস্কল- হেৰ’ অঁকৰাটো। এইদৰে মৈত নুঠিবি ভাল বামুণ থাকিব লাগিলে আমাৰ দৰে বামুণো লাগিব, নহলে ভাল বুলি বাছিবি কাক ? — কেতিয়া কোনটো বাঁহত বংশলোচন হয় ঠিক কি ? বংশলোচন যদি লাগে বাঁহবোৰ কাটিলে কেনেকৈ হয় বুজিছোঁ, মই আমাৰ দেউক বামুণ হোৱা দেখি তহঁতেও গা সৰলি দিছ। দেউ আমাৰ ভৃলিঙ্গ পক্ষী, সিংহৰ দাঁতৰ পৰা মঙহ একৰাই খায়। সেই বুলি তই কাউৰী খাচোন, তোৰ নেলু ছিঙ্গে নে নিছিঙ্গে। হেৰ’ ঘূৰ ভালে ভালে। ভোজ খাই বাতি হোৱালী মখাক নচুবাবলৈ কাৰবাৰ কৰগৈ।

বুধু, - হয়, এইদৰে কথা পাহৰালে, আমি নেপাহৰোঁ।

বাস্কল, - এবা নেপাহৰিবি — মনত ৰাখিবি আজি মদে ভাতে খাই কুমৰধনিৰ পাচত নাচিব লাগিব (নেপথ্যলৈ চাই) এই, এই সৌটো কোন অ’ ? সি দেখোন বেয়াকৈ আমাৰ দেউক বিচাৰি টিলনীৰ দৰে বনাই ফুৰিছে। কিবা লিপিচ হে বিচাৰি ফুৰিছে হ’ব পায়। নহলে চোৰ ফুৰা দি এইদৰে ফুৰিব কিয় ? ৰ’ আজি ইয়াৰ পেটটো লব লাগিছে। এতিয়া এজাৰ হে আহিছে মই দেউক পঠিয়াই দিওঁগে সৌ গছজোপাৰ তলতে বহি থাওকহি। সি নো কি কৰে চাওঁৱেইচোন। এই, তই বা। দেউৰ কথা সুধিলে সৌ গছৰ তল্‌ ত তপ কৰি আছে বুলি দেখুৱাই দিবি। তাকে কৈ এডাল ভাল ডলুকা বাঁহৰ লেকেটীয়া চেকনি কাটি লৈ তই অলপ দুৰৰ পৰা চাই থাকিবি। কিবা টগৰ্ বগৰ্ কৰা যেন পালে সোধ নাই পোছ নাই এনে এছাট এৰি দিবি যাতে চাবৌপ্ কৰে তাকৈ জপটিয়াই ধৰে।

বুধু, বাৰু, বাৰু।

(গুচি গ’ল।)

বাস্কল, ৰজাৰ পৰা প্ৰজালৈকে হে চালোঁ। দেউ হবলৈ বাকী আছিল। আজি তাকো হে চাওঁ। জানোচা দেউৰ কিব অথান্তৰ মিলায়। ইঃ ইমান সাহ আছে কাৰ ? সৌৱা সৌ তাতে বুধু থাকিবই, দিম চিঞৰি। যাওঁ এবাৰ গছৰ তলত বহি চকু কেটা মুদি মাজে মাজে পিৰিক পাৰাক্ কৰে তাক চাই থাকোঁ। তেওঁ বুলি, তেওঁ বুলি মনটোত যেন কিবা কেনেবা লাগিছে। কি কৰোঁ ? এঃ যি হয় হওক দেউৰ কিবা হোৱাতকৈ মোৰে হওক।

(গছৰ তলত বাস্কলে ধ্যানত বহে।)

(হৈফালৰ পৰা হাতত তৰোৱাল লৈ বলাকীৰ প্ৰৱেশ।)

বলাকী, - হয়, হয়, এইয়ে হয়।

বাস্কল, - (খজেৰে) কি হয় হয় মাৰিছ ? সন্ধ্যা নিবলে এফেৰা তপস্যা কৰিছোঁহি। স্বৰ্গৰ চুক এটা সাজিবলৈ বাকী — হয়, হয়, হয় মাৰি ভুল লগাই মোৰ তপস্যা ভাঙিলি ! এদিন এই বিশ্বৰথৰে তপস্যা ভাঙি হৰিশ্চন্দ্ৰৰ কি হৈছিল, তাক ইমান সোনকালে পাহৰিলি ?

বলাকী, - প্ৰাণৰ ৰজা হৰিশ্চন্দ্ৰক পাহৰিম ? সেই হে আপোনাক চাবাইচ দিবলৈ ঘূৰি ফুৰিছোঁ। ‘চাবাইচ’ (এই বুলি তৰোৱালেৰে কেঁৰাবাবো আঘাত কৰে।) হৰিশ্চন্দ্ৰক কঙ্গাল কৰিবি। কেনে ?

বাস্কল, - এাঁ, এাঁ — হেৰৌ কাটিলে, কাটিলে — দেউক কৰি মই চাউলৰ ধাৰ সুজালোঁ ! উস্ — উস্ — পা — নী — (মৃত্যু)।

বলাকী, - ৰবি, তোৰ মুৰটো লৈ যাওঁ। ৰাজ্যত যদি দেখে, বহুতৰ হিয়া শাঁত পৰিব। (মুৰটো চাই) এইটো, এইটো — বিশ্বৰথ নহয় ! কাক কাটিলোঁ ! সৰ্বনাশ এইটো

বাস্কল ! এঃ দেহি ! বহুৱা বামুণটো ! কি কৰিলোঁ ? — যা স্বৰ্গত অপৰাজিতৰ আত্মাই তৃপ্তি লাভ কৰক।
(এনেতে বিবাশৰদে বুধু আহি এডাল লাঠিৰে বলাকীৰ মূৰলৈ মাৰে। বলাকীয়ে ব্যৰ্থ কৰি লাঠি কাঢ়ি লয়।)

বুধু, - আমাৰ দেউটোক মাৰি এনেয়ে হাবিবি ? ব'চোন।
(লাঠি বিচাৰে।)

বাস্কল, - সাৱধান ! মৃত্যু যাত্ৰীক জোকাই নলবি। নিৰ্ব্বাসন দণ্ডৰ প্ৰতিশোধ লবলৈ বিশ্বৰথ বুলি বাস্কলক হত্যা কৰিলোঁ। আক ভুল কৰিবলৈ উচটাই নিদিবি। যা — পলা।

বুধু, - পলাম ? (হাতেৰে আক্ৰমণ কৰিব খোজে।)

বালকী, - (লাঠিৰে মাৰে। বুধু অচেতন হোৱাৰ পাচত কয়, —) যা। মৃত্যুক নিজে মাতি আনিছ। কিন্তু, বিশ্বৰথ, বিশ্বৰথ ক'ত ? হত্যা, হত্যা, মোক হত্যা লাগে। কি কৰোঁ ? এতিয়াই এই হাবি জুৰি হাহাকাৰ উঠিব। এই বাস্কলৰ শৰীৰৰ অস্ত্ৰ ঘাই চিএৰি চিএৰি মোক ধৰা পেলাই দিব। ধৰ পৰোঁ, মোক হত্যা কৰক; কিন্তু বিশ্বৰথৰ যে ৰক্তপান কৰিব, নোৱাৰিম। নাই, ধৰা নিদিওঁ। থাক, থাক বিশ্বৰথ ! সিপাৰলৈ যদি প্ৰতিশোধ লৈ যাব পাৰি তাত তাতো তোক কোনে ৰাখে চাম ! মোক নিৰ্ব্বাসন দণ্ডেৰে বনবাস দিলি ? মই তোৰ দৰে তপস্যা নকৰোঁ। মোৰ তপস্যা বিশ্বৰথৰ ৰক্তপান ! সৌৱা, সৌৱা কোন ? যাওঁ এবাৰ প্ৰাণৰ ৰজা হৰিশ্চন্দ্ৰক বিচাৰি চাওঁ। তাৰ পাচত তোৰ শেষ কৰি নিজে শেষ হৈ যাম।
(লৰি গুচি গ'ল।)
(ইফালৰ পৰা হাতত জোৰ লৈ পাকৈৰ প্ৰৱেশ।)

পাকৈ, - (বুধুক দেখি উচাপ খাই হৈকি গ'ল।) ইও ! এইটো নো কি আক' !

বুধু, - (সেহাই সেহাই) পাকৈ অ'। পানী — পানী দে।

পাকৈ, - কোন, তাঁৰে ? (লৰি আহি) তোৰ নো কি হ'ল ?

বুধু, - পানী দে ঐ, পানী দে।
(পাকৈয়ে লৰি গৈ কলপাতেৰে পানী আনি খুৱায়। বুধু উঠি বহে।)

বুধু, - উস্ ! মানুহ এটা দেখিছিলি নে ?

পাকৈ, - মানুহ ? কৰ মানুহটো ?

বুধু, - হেই অখনি ভোঁহতক কথা হোধা মানুহটো অ'। উস্ ! আমাৰ দেউটোক হিয়ে কাটিলে অ'। মই তাক চিন থৰ নোৱাৰিলো ঐ।

পাকৈ, - দেউটোক কাটিলে ?

বুধু, - হৌৱাতে চা চোন। হিনো মৰিলে নে আছে।

পাকৈ, - (আগবাঢ়ি জোৰেৰে চাই) ইয়ে, ইয়ে, মইনো ক'ত মৰোঁ, তাঁৰে ! দেউটো নহয় ঐ বাপুটো, আমাৰ বাপুটো — পানী, পানী !

বুধু, - (লৰি গৈ) বাপুটো ? — হয় বি হয়। কিনো পানী আনিবি, টুকুৰা টুকুৰ কৰিলে আক'।

পাকৈ, - তাঁৰে, তাঁৰে ! (বাস্কলক চুবলৈ যায়।)

বুধু, - নুছুবি, নুছুবি — বামুণৰ মৰা হ' চুলে হিহঁতে নুপুৰিব পাই'।

পাকৈ, - তাঁৰে মোৰ নো কি হ'ল অ' ? তাঁৰে তাঁৰে — মই নো নমৰো কেলৈ অ'। (কান্দে।)

বুধু, - এৰা ঐ ! ইমান ডাঙৰ ভোজটো দিলে, বাপুটোৱে চাবলৈ নেপালে। পাকৈ তই কান্দিছ ? — এৰা বাপুটো বৰ ভাল আছিল অ' ! — নেকান্দিবি, কান্দিলে নো হ'ব কিটো ! যা তই ইহঁতৰ মানুহক খবৰ দেগৈ — পুৰি পেলাওকহি। মই ইয়াতে থাকোঁ। কৰবাত হিয়ালে কুকুৰে ছুব !

পাকৈ, - মই নেযাওঁ অ' তাঁৰে ! তয়ে যা। মই বহি বহি ইয়াতে বহি থাকিম। তাঁৰে, তাঁৰে — পুৰিবলৈ, হলে নিদিবি — ইয়াতে পুতি থবি — আমি বহি বহি কান্দি থাকিম !

বুধু, - হিয়াল কুকুৰ খেদি থাকিবি। মই যাওঁ। — বাপুটোক বি কাটিলে তাকো আজি এটাই মথাই ধৰি জীয়াই জীয়াই গাহৰি পোৱা দি পুৰিম। তই আক' বহি থাকিবি। মই মানুহ খেদাই দিম।
(গুচি গ'ল।)

পাকৈ, - যা ঐ তাঁৰে ! মই নো আক' কলৈ যাম ? মই যে মই যে কিমান বোৰ কথা ইয়াক কম বুলি ভাবি থৈছিলোঁ — মোক কবলৈ নিদিলে ঐ, কবলৈ নিদিলে।
(কান্দে)

---

## দ্বিতীয় দৃশ্য

বশিষ্ঠ তপোবনৰ সীমান্তত আঁহতৰ গছ এজোপাত পানী ঢালি অৰুন্ধতীয়ে নমস্কাৰ কৰিছে। এনেতে তপসী বৰ ব্যগ্ৰভাৱেৰে প্ৰৱেশ কৰি ক'লেহি।

তাপসী, - আই, আই! অকল আঁহতৰ গুৰিতেই পানী দিবালে? সৌৱা চোৱাহিচোন আহাঁ (অৰুন্ধতীয়ে চায়।)

অৰুন্ধতী, - কি, আই, কি?

তাপসী, - সৌৱা চুলি তুলি মেলি পাগলিনী হৈ সৰস্বতীৰ জলত জাঁপ দিবৰ্লৈ কোন লৰি আহিছে?

অৰুন্ধতী, - জলত জাঁপ দিবৰ্লৈ?

তাপসী, - দেখিছোঁ, কি হতাহত একো একোবাৰ এই আশ্ৰমলৈ চাইছে, একো একোবাৰ সৰস্বতীৰ শীতল বুকুলৈ চাই পঠিয়াইছে। ল'ৰা দুটিয়ে কেনেকৈ আঁচলত্ ধৰি টানিব লাগিছে!

অৰুন্ধতী, - কিয়, কিয় তেনে কৰিছে?

তাপসী, - নকৰি কৰিব কি? বেচেৰীৰ স্বামীয়ে যে প্ৰতিজ্ঞা কৰিছে এই দুপৰৰ লগ্নৰ আগতে যদি হোমলৈ ঘিউ নেপায় নিজৰ প্ৰাণকে আহুতি দিব। বেচেৰীয়ে ভাবিছিল পাতত ঘিউ আছেয়ে — কিন্তু দৈৱৰ কি বিড়ম্বনা! হোমত বহি বিচাৰ কৰাত ঘিউ নোহোৱা হ'ল। কান্দি কান্দি, প্ৰাণৰ থিকাৰত ঢাপলি ধৰি ঘিউ বিচাৰিলে। ওচৰৰ ক'তো নাই। স্বামীৰ প্ৰতিজ্ঞা ঘূৰাবৰ শক্তি যে বেচেৰীৰ নাই। কৰিব কি? কোৱাঁ, কৰিব কি? স্বামীৰ প্ৰাণ নাশ হোৱাৰ আগতে নিজৰ প্ৰাণ বিসৰ্জ্জন দিবৰ্লৈ লৰি আহিছে।

অৰুন্ধতী, - কিয় আমাৰ আশ্ৰমত নিবিচাৰিলে কিয়?

তাপসী, - তোমাৰ আশ্ৰমলৈ আহিলে তেওঁৰ তেনে হয়নে? তোমাৰ আশ্ৰমলৈ তেওঁ নাহে।

অৰুন্ধতী, - বলা, আই, মইহে দি আহোঁগৈ।

তপসী, - কাক দিবা? কোন সেইয়া জানা। তোমাৰ ব্ৰহ্মৰ্ষিক যি চিৰ শত্ৰু জ্ঞান কৰে সেই ৰাজৰ্ষি বিশ্বৰথৰ ধৰ্মপত্নী শালৱতী।

অৰুন্ধতী, - হওক। তেওঁবুলি হোমলৈ একেৰি ঘিউ নেপাই আমাৰ আশ্ৰমৰ সীমালৈ আহি এটি প্ৰাণীয়ে নিজৰ প্ৰিয় প্ৰাণ বিসৰ্জ্জন দিব? আৰু আমি ইমানখিনি ঘিউ ঘুৰুত ৰাখি সেই দৃশ্য চাই থাকিম? পাত্ৰাপাত্ৰৰ বিচাৰ কৰি আশ্ৰমৰ ধৰ্ম্ম পালন নকৰিম! আই, আই, আৰু দেৰি নকৰিবা। মই ঘিউ আনি দিওঁ, যোৱাঁ তুমি তেওঁৰ প্ৰাণটি ঘূৰাই আনা। যোৱাঁ, এই দাৰুণ সংকল্পৰ পৰা ৰিবত কৰাঁ।

তাপসী, - কিয় তুমি ঘিউ দিওঁ বুলিছা? কালান্তক সৰ্পক দুগ্ধ পিয়াই নিজৰ পোৱা ঘৰত মেলি দিবা? জানা, এই ঘিউৰ সলনি হয়তো তুমি আজীৱনদিনে বাতি হিয়া ধুনি কান্দিব লাগিব!

অৰুন্ধতী, - কিয় কোৱাঁ, আই, সেইদৰে? এই দুপৰত একেৰি ঘিউ দিলেই যদি এটিৰ লগে লগে দুটি প্ৰাণ ৰক্ষা পৰে সেই ঘিউ নিদিম কিয়? কেতিয়াও নকন্দাৰ হে কান্দোনলৈ ভয়! আশ্ৰমৰ ধৰ্ম্ম পালন কৰিবলৈ যদি কান্দিব লগীয়া হয় কান্দি থাকিম। ইমান দিন নিজৰ নিমিত্তে কান্দিছোঁ, আজিৰ পৰা পৰৰ সুখলৈ কান্দিম। এই কান্দোন কান্দি যে সুখ আছে, আই!

তাপসী, (মনে মনে) এইয়ে, এইয়েহে অৰুন্ধতী! (মুকলিকৈ) তোমাৰ ইচ্ছাই পূৰ্ণ হওক!

অৰুন্ধতী, - আৰু দেৰি নকৰিবা। যোৱাঁ, আই! (তপসী ওলাই গ'ল।) চোৱাঁ, চোৱাঁ আই। ল'ৰা দুজনৰ হাত একমাই নৈৰ কাষলৈ যাব খুজিছে লৰি যোৱাঁ। মই ব্ৰহ্মৰ্ষিক সুধি বেগায় ঘিউ লৈ আহোঁগৈ।

(ইফালে ওলাই গ'ল।)

(হঠাৎ কাষৰ পৰা নেপথ্যৰ পৰা কথা পাতি শালৱতীৰ হাতত ধৰি তাপসীৰ প্ৰৱেশ।)

শালৱতী, - (নেপথ্যত) মই তাঁলৈ নেযাওঁ। মোক নধৰিবা, এৰি দিয়াঁ।

তাপসী, - (নেপথ্যত) মই জানো তুমি আশ্ৰমলৈ নোযোৱা। নেলাগে যাব — সৌৱা সৌখিনিলৈ আহাঁ। তাঁলৈ নগলে মই নেৰোঁ।

শালৱতী, - (নেপথ্যত) উস্! বুকুত ইমান দুখ দুহিয়ে মোক কঁলৈ টানি নিয়াঁ?

তাপসী, - তোমাৰ নিমিত্তে তোমাক মই টনা নাই! মৰিবলৈ বিচাৰি ফুৰিব নেলাগে। যাৰ আহে তাৰ মৃত্যু এনেয়ে আহিব। মৰাৰ আগতে হাতত পোৱা ঘিউ লৈ গৈ ৰাজৰ্ষিৰ প্ৰাণ ৰক্ষা নকৰা কিয়? মৰাৰ আগতে স্বামী হত্যা কৰি যোৱা কিয়?

শালবতী, - নেজানা, নেজানা তুমি ৰাজৰ্ষিয়ে কি নিৰ্ম্মম ভাবে এই অৰুন্ধতীৰ এটি এটিকৈ এশটি পুত্ৰ হত্যা কৰি থৈছে! কি সুন্দৰ তপোবন আছিল, তাক আজি কেনে কৰি পেলালে। এই হেন শ্মশানৰ হাহাকাৰত কপালত কৰাঘাত হানি ৰাতি দিন দুচকুৰেদি চকুলোবোৱাই থকা অৰুন্ধতী — সেই কৰুণ মূৰ্ত্তিৰ — ওচৰত কোন প্ৰাণে, কোন লাজেৰে মই হাত পাতিম? মই নোৱাৰোঁ। মোক মৰিবলৈ দিয়াঁ।

তাপসী, - অভিমানিনি! তোমাৰ পতিৰ প্ৰাণতকৈও যে তোমাৰ অভিমান ইমান ডাঙৰ তাক জনা নাছিলোঁ। এই অমঙ্গলীয়া অভিমান পৰিত্যাগ কৰাঁ। তোমাৰ মান অপমানত ছাঁই দি পতিৰ প্ৰাণ ৰক্ষা কৰাঁ।

শালবতী, - কেনেকৈ, কি প্ৰাণেৰে খুজিম?

তাপসী, - অভাগিনি! অৰুন্ধতীৰ ইমান কাষতে থাকি সেই মহামণিটিৰ মোল নুবুজিলা, তাৰ চিকোন কিৰণৰ জিলিকণি নেদেখিলা? হিম গিৰিৰ শুভ্ৰ মহিমা তোমাৰ চকুৰ আগত, তুমি চকু দুটি মুদি দি হিয়া খনিত এবাৰ মহিমা নজগালা। নেলাগে তুমি খুজিব। তুমি খোজাৰ আগতে নিজে বুজি সৌৱা ঘিউ লৈ লৰি আহিছে!

(হাতত পাত্ৰ এটাত ঘিউ লৈ অৰুন্ধতী আহিল।)

অৰুন্ধতী, - এইয়া, এইয়া, আই! হোৱাঁ। এবাৰ আশ্ৰমলৈ দুয়োকো লৈ গৈ অতিথি পূজা কৰিব খুজিছিলোঁ। ব্ৰহ্মৰ্ষিয়ে ভয় লগালে বোলে লগ্ন যাবলৈ বেচি বেলা নাই। যোৱাঁ আই, লৰি গৈ তোমাৰ স্বামীৰ প্ৰাণ ৰক্ষা কৰাঁ।

তাপসী, - চাওঁ, মোক দিয়াঁ। মই সৌ ল'ৰা দুটিৰ হাতত লৰৰাই পঠিয়াই দিওঁ। (পাত্ৰটো হাতত লয়) আহাঁ, বেগায়, আহাঁ।

শালবতী, (অৰুন্ধতীলৈ চাই) —দেবি! দেবি!

অৰুন্ধতী, - যোৱাঁ, আই। বেজাৰ নকৰিবাঁ। আশীৰ্ব্বাদ কৰিছোঁ তোমাৰ স্বামীৰ প্ৰাণ ৰক্ষা পৰক।

(তাপসী আৰু শালবতী ওলাই গ'ল।)

অৰুন্ধতী, - (যোৱা বাটলৈ চাই) উস্! কি বিপদত পৰিছিল মানুহ গৰাকী!

(ইফালৰ পৰা বসিষ্ঠ আহি মাত লগালেহি।)

বসিষ্ঠ, - আৰ্য্যে, দিলা?

অৰুন্ধতী,- দিলোঁ, সৌৱা লৈ গৈছে গৈ।

বসিষ্ঠ,- কি নিলে, জানা?

অৰুন্ধতী,- ঘিউ।

বশিষ্ঠ,- ঘিউ? ঘিউ নহয়। বসিষ্ঠৰ প্ৰাণ! বসিষ্ঠৰ জীৱন!

অৰুন্ধতী, - ই কি বোলে?

বসিষ্ঠ, - বুলিবলৈ আৰু নাই। ৰাজৰ্ষি বিশ্বৰথে মোক জানিব দিছে মোৰ মৃত্যুৰ নিমিত্তেই তাৰ এই অভিচাৰ যজ্ঞ! আজি এই দুপৰত পূৰ্ণাহুতিৰ লগে লগেই বসিষ্ঠৰ প্ৰাণ মহাকাশত মিলি যাব।

অৰুন্ধতী, - (কঁপি কঁপি) মোক আগেয়ে নক'লে কিয়?

বসিষ্ঠ, - মই ইচ্ছা কৰি তোমাক নক'লোঁ, জানোচা হিয়া তোমাৰ কঁপি উঠে! হাত তোমাৰ কুঁচি যায়! — আশ্ৰমৰ অতিথি পূজা জানোচা বিফল হয়!

অৰুন্ধতী, - আৰ্য্যপুত্ৰ, আৰ্য্যপুত্ৰ! মই কি কৰিলোঁ?

বসিষ্ঠ, - পৰৰ স্বামীৰ প্ৰাণ ৰাখিবলৈ নিজৰ স্বামীৰ প্ৰাণ দান কৰিলাঁ। এবাৰ ভগবান হিৰণ্যগৰ্ভৰ নাম লোৱা। তোমাক যে এনে অৱসৰ হাতত দিলেহি।

অৰুন্ধতী, - মই যে, মই যে—

বসিষ্ঠ, - আকৌ, আকৌ সেই অন্ধ ৰক্তমাংসৰ আকুলি বিকুলি! স্থিৰ হোৱাঁ। শোক কৰি এনে এটি শ্ৰেষ্ঠ দান বিফল নকৰিবাঁ। পাহৰি নেযাবা — এই আত্মা অবধ্য, নিৰ্ব্বিকাৰ শৰীৰৰ এই ৰক্তমাংস আক্ষেপত পচি পচি মাটি হৈ যাব, অগ্নিৰ তীব্ৰ তাপত ছাঁই হৈ যাব, ৰাখিব নোৱাৰিবা, তোমাৰ ইননি বিননিৰে ৰাখিব নোৱাৰিবা। তাৰে যে আজি এটি প্ৰাণৰ প্ৰাণত শান্তি দিব পাৰিলা সেইবাবে আনন্দ কৰাঁ। আজিৰ দৰে আনন্দৰ দিন কেইটা পাবাঁ? চোৱাঁ, চোৱাঁ, আমাৰ শত সন্তানে এই

দান দেখি কি আনন্দ কৰিছে ! হাঁহিত সিহঁতৰ মুখ কেনেকৈ জিলিকিছে ! চোৱা, হাত বাউলি দি সিহঁতে সৌৰা মাতিব লাগিছে। সূৰ্য্য মণ্ডলৰ পৰা কি আলোকৰ ধাৰাঁৰে আহিছে ! তাত প্ৰাণ ঢালি দিয়াৰ আগতে এবাৰ তোমাৰ মুখৰ হাহিঁৰে শুনি যাবলৈ দিয়া এবাৰ প্ৰাণ খুলি কোৱাঁ বিশ্বৰথৰ প্ৰাণত শান্তি হওক।

অৰুন্ধতী, - সেয়ে হওক। বিশ্বৰথে শান্তি পাওক।

বসিষ্ঠ, - কি শান্তি, কি শান্তি ! — মই প্ৰস্তুত ! আহাঁ, আৰ্য্যে ! এবাৰ সূৰ্য্য মণ্ডলৰ মাজৰ ইষ্টদেৱতাৰ ধ্যান কৰোঁ। চোৱাঁ, জ্যোতিৰ ধল নামি আহিল। প্ৰাণ উটাই দিয়াঁ।

(দুয়ো সূৰ্য্য মণ্ডললৈ চাই একে থিৰে ধ্যান কৰিলে।)

নেপথ্যত গম্ভীৰ সুৰ জিকাৰি উঠিল, -

"ত্বমেব বিদিত্বাতিমৃত্যুমেতি নান্যঃ পন্থা বিদ্যতেহয়নায়।"

---

## তৃতীয় দৃশ্য

বিশ্বৰথৰ তপোবনৰ এজোপা গছৰ তলত আগত হোমৰ কুণ্ড জ্বলাই বৰ উদ্বিগ্ন চিত্তে বাটলৈ চাই বিশ্বৰথে ভাবিব লাগিছে।

(হাতত ঘিঁউৰ পাত্ৰ লৈ শুনঃশেফে লৰি আহি কলেহি।)

শুনঃশেফ, - পিতা, পিতা ! ঘিঁউ পলোঁ। এইয়া, এইয়া !

বিশ্বৰথ, - পালি ? ভাল ঠাঁইৰে ?

শুনঃশেফ, - খুব ভাল ঠাঁইৰ হোমত দিব পাৰিব। দিয়ক।

বিশ্বৰথ, - বেচ, বেচ ! তই অলপমান ফুল লৈ আহঁগে। তাৰ পাছত চোতালৰ ঘাঁটো চাই থাকিবি। চিপ হোওঁ হোওঁ হলেই মোক কবিহি ?

(শুনঃশেফ গুচি গ'ল।)

আচমন কৰি বিশ্বৰথে হোমত আহুতি দিবলৈ লাগিল। তাৰ পাছত ব্ৰহ্মৰন্ধ্ৰত সমাহুকে বিউলৈ উঠি ক'বলৈ ধৰিলে। বসিষ্ঠ, বসিষ্ঠ ! এইয়ে তোৰ জীৱনৰ শেষ মুহূৰ্ত ! এই পূৰ্ণাহুতিৰ লগে লগে তোৰ প্ৰাণ বায়ু উৰি যাব। যা — শেষ হৈ যা।

(এনেতে লৰি আহি শালৱতীয়ে সুধিলেহি।)

শালৱতী, - কি শুনিলোঁ, কি শুনিলোঁ, প্ৰভো ? বসিষ্ঠৰ হত্যাৰ নিমিত্তে এই পূৰ্ণাহুতি ? কওক, প্ৰভো কওক।

বিশ্বৰথ, - আনন্দ কৰাঁ। বসিষ্ঠৰ নিধনৰ অৰ্থেই এই পূৰ্ণাহুতি।

শালৱতী, - ইমান দিনে মোক কোৱা নাছিল কিয় ?

বিশ্বৰথ, - মনত ভৰা কথা তিৰোতাক কোৱাৰ অভ্যাস মোক সক বে পৰা কৰিব নিদিলে, জনাই দেখোন।

শালৱতী, - তেনে এখন্তেক অপেক্ষা কৰক।

(লৰি গুচি গ'ল।)

বিশ্বৰথ, - অপেক্ষা কৰিবলৈ ক'লে কিয় ?— বসিষ্ঠক ধ্বংস কৰি অপেক্ষা কৰিম। খুব শান্তিৰে অপেক্ষা কৰিম। এই ভিতৰত কোন আছ ? দবা শঙ্খ বজা।

শালৱতী, - (হাতত খোলা তৰোৱাল লৈ প্ৰৱেশ) মোৰ কপালত, মোৰ বুকুত দবা বাজিছে সেয়ে হ'ব ; তইঁত কোনেও নবজাবি। হোঁৱক এই তৰোৱাল লৈ আগেয়ে দাসীক চিৰবিদায় দি লওক।

বিশ্বৰথ, - ই কি ! —

শালৱতী, - কি নিদিয়ে, তেনে নিজৰ বুকুৰ ৰক্ত নিজে পাত কৰি অগ্নিৰ তেজদাহী শিখা নুমাই দিম। এই আহুতি লবলৈ নিদিওঁ।

বিশ্বৰথ, - হঠাৎ আজি তোমাৰ ই কি মূৰ্ত্তি ! পাগলী হ'লা নে কি ?

শালৱতী, - ইমান দিন পাগলী আছিলোঁ — আজি হুঁচ পাইছোঁ।

বিশ্বৰথ, - বেচ, তোমাৰ প্ৰলাপ পাচে শুনিম এতিয়া মোৰ আগৰ পৰা গুচি যোৱাঁ।

শালৱতী, - গুচি যাবলৈকে আহিছোঁ। নপঠিয়াই যদি নিজে নিজে যাম।

বিশ্বৰথ, - অনৰ্থক অমঙ্গল নঘটাবাঁ। মোৰ হিয়াৰ যে কি হুতাহ তাক যদি জানিলাহেঁতেন !

শালৱতী, - আৰু মোৰ হিয়াৰ যে কি বিদ্ৰোহ, কিয় জীৱনত এই মোৰ প্ৰথম অবাধ্যতা তাক যদি বুজিলেহেঁতেন। এতিয়াও যে মই থিৰ দি থিয় দিব পাৰিছোঁ ! জানে, জানে ? এই কপালৰ এই সেন্দুৰৰ ফোঁট জিলিকাই থবলৈ এজনা দেৱীয়ে আপোন কপালৰ সেন্দুৰৰ ফোঁট

হাঁহি হাঁহি ৰচি এই খিড দি পঠিয়াইছে! উস্! উস্! এনে এজনা দেৱীক চিৰবিধবা কৰি মই মোৰ স্বামীৰ মুখলৈ কোন চকুৰে চাব পাৰিম? তাতকৈ, তাতকৈ মোকে আহুতি দিয়ক।

বিশ্বৰথ, - তুমি কি কৈছা মই একো বুজিব পৰা নাই।

শালৱতী, - ক'তো খিড নেপাই আপোনাৰ ভীষণ প্ৰতিজ্ঞা দেখি প্ৰাণৰ ধিক্কাৰ লাগিল, পানীত জাঁপ দিবলৈ পাগলীৰ দৰে লৰি গৈছিলোঁ। দেৱী অৰুন্ধতীয়ে শুনিবলৈ পাই নিজহাতেৰে এই খিড দি মোক ঘূৰাই পঠিয়াইছে।

বিশ্বৰথ, - আচৰিত! বসিষ্ঠক মই জানিব দিছোঁ আজিৰ পূৰ্ণাহুতিতে তাৰ জীৱন শেষ। সেই বসিষ্ঠ পত্নী অৰুন্ধতী!

শালৱতী, - হয় সেই অৰুন্ধতী দেৱীয়ে।

বিশ্বৰথ, - উপহাস নকৰিবা।

শালৱতী, - এই মন্ত্ৰপূত অগ্নিৰ আগত, মোৰ চিৰজনমৰ স্বামীৰ আগত মই উপহাস কৰিছোঁ?

বিশ্বৰথ, - বসিষ্ঠৰ পত্নী অৰুন্ধতীয়ে নিজহাতেৰে খিড দিলে?

শালৱতী, - অকল খিডয়েই দিয়া নাই। শুনিব, শুনিব? প্ৰাণ খুলি আশীৰ্বাদ দি পঠিয়াইছে তোমাৰ স্বামীৰ মঙ্গল কৰক। প্ৰভো, প্ৰভো, এনে হেন দেৱীৰ বুকুৰ পৰা আপুনি ব্ৰাহ্মণ হৈ কি সতেৰে তেওঁৰ স্বামীক কাঢ়ি আনি হত্যা কৰিব?

বিশ্বৰথ, - যাওক! (হাতৰ স্ৰুবক্ৰক পৰি গ'ল।) কোনো ক্ষত্ৰিয়ইও এনে দৰে আত্মসমৰ্পন কৰা শত্ৰুক সংহাৰ নকৰে। উস্! মোৰ মূৰ ঘূৰি গ'ল! দস্যুৱে গৃহস্থৰ ধন অপহৰণ কৰিবলৈ ইমান আড়ম্বৰ কৰিছিল। খবৰ পাই গৃহস্থই নিজৰ ধন দস্যুলৈ দি পঠিয়ালে! সি অপহৰণ কৰিব কি? বসিষ্ঠৰ প্ৰাণ লৈ এই পূৰ্ণাহুতি! তাৰ আগতে এই খিডত বসিষ্ঠই প্ৰাণ দি পঠিয়ালে। মোৰ হিংসাবৃত্তি চৰিতাৰ্থ কৰবিলৈ অৱসৰ নিদিলে! এই মৃত্যুত মোৰ কৰ্তৃত্ব ক'ত? গৌৰৱ ক'ত? মহা দম্ভেৰে বসিষ্ঠক শাস্তি বিধান কৰি গৰ্ব্ব কৰিব খুজিছিলোঁ — মৃত্যুঞ্জয় ব্ৰাহ্মণ! তুমি ধূলি মুঠিৰ দৰে তোমাৰ প্ৰাণটি দলিয়াই দি জিলিকি জিলিকি মৃত্যুৰ সিপাৰলৈ গুচি গ'লা! — আৰ্য্যো, আৰ্য্যো! জগত খন কঁপি উঠা নাই নে?

শুনঃশেফ, - (লৰি লৰি আহি কলেহি) পিত্ৰ, পিত্ৰ হয় হেৰেৱেহে। (প্ৰস্থান।)

বিশ্বৰথ, - যা, যা ছুৰ নিদিবি। জগৎ স্তব্ধ হওক। নিৰলে বিশ্বব্ৰহ্মাণ্ডক শুনিবলৈ দে। এই খিনিতে এইখিনিতে বসিষ্ঠৰ ওচৰত বিশ্বৰথৰ শেষ পৰাজয়! — উস্! কিহে মোৰ বুকুত চেপি ধৰিছে? এবাৰ মুক্তকণ্ঠে গগন বিদাৰি চিঞৰিব খুজিছিলোঁ। নোৱাৰিলোঁ কিয়? কাৰ এই বিদ্ৰোহ?

শুনঃশেফ, - (লৰি আহি আকৌ কলেহি) পিত্ৰ, পিত্ৰ হয় ছুলে।

বিশ্বৰথ, - এই বিদ্ৰোহ, এই বিদ্ৰোহ মই ধ্বংস কৰিম। নিমন্ত্ৰিত অগ্নিক বিসৰ্জ্জণ দিওঁ। আৰু বসিষ্ঠৰ প্ৰাণেৰে নহয়, তোৰে, তোৰে!

(এনেতে শুনঃশেফ আৰু শালৱতীয়ে আঠুকাঢ়ি বিশ্বৰথক ধৰে।)

শালৱতী, - স্বমিন্! স্বামিন্! —

শুনঃশেফ, - পিতা, পিতা! —

বিশ্বৰথ, - মই মোৰ প্ৰাণ নিদিওঁ। ভয় নাই। এৰি দিয়াঁ। সেই প্ৰাণৰ চিৰশত্ৰু যি দুৰাকাঙ্ক্ষাৰ দুৰ্জ্জয় দানৱ, হিংসাৰ বিকট পিশাচে মোৰ হিয়াত তোলপাৰ কৰিছে মই সিহঁতক আহুতি দিম। ভয় নাই। (আহুতি লয়) - হে মহান্, হে উজ্জ্বল, বসিষ্ঠ! তুমি এবাৰ ভূমানন্দেৰে ভৰপূৰ তোমাৰ সেই হাঁহিটিৰে মোৰ কল্পনা ৰাজ্যত থিয় হোৱাঁ। হে পৰম ব্ৰহ্মৰ জাগ্ৰত প্ৰতীক — তুমি সঁচাকৈয়ে ব্ৰাহ্মণ! আৰু মই এই হিংসা দ্বেষৰ আবৰ্জনাৰে হৃদয় ৰুলাই প্ৰতি নিশ্বাসত হৃদয়ৰ বিষাক্ত তাপ বাসুকীৰ দৰে উদগীৰণ কৰিছোঁ। বিধাতাৰ মধুৰ সৃষ্টিত অজীৰ্ণতাৰ ব্যভিচাৰ তুলিছোঁ। হে ব্ৰাহ্মণকুল প্ৰদীপ! আকৌ এবাৰ এই হাহাকাৰ অন্ধকাৰত বিশ্বৰথৰ হৃদয়ত জ্বলি উঠাঁ। জ্বলি উঠাঁ দেৱ। হে চিৰ পবিত্ৰ হুতাশন! মোৰ হৃদয়ৰ আবৰ্জনা, মোৰ চিত্তৰ জঘন্যতা পুৰি ছাই কৰি দিয়াঁ। (নিৰবে প্ৰাৰ্থনা জনাই পূৰ্ণাহুতি দিয়ে) "ওঁ পৰমাত্মনি জুহোমি স্বাহা।" (তাৰ পাচত যোৰ্হাঁ আৰু যজ্ঞক বিসৰ্জ্জন দি পূৰ্বিৰীত পানী দি ক'লে) ওঁ শান্তিঃ শান্তিঃ শান্তিঃ। অগ্নি দেৱতাক দণ্ডবৎ কৰাঁ। (তিনিও দণ্ডবৎ কৰে)

—ইমান দিনৰ মূৰত চকুৰ আগত এক নতুন আলোক জিলিকি উঠিছে। হিয়া খন যেন পাতল লাগি গ'ল।

শালবতী, - দেৱী অকস্মাতীৰ মুখৰ হাঁহিত যেন ত্ৰিভুবন উজলি উঠিল। প্ৰভো, প্ৰভো, এবাৰ এই চিকোণ কিৰণত দাসীৰ আগত থিয় হওক। প্ৰাণৰ এটি সেৱা জনাওঁ।

(সেৱা কৰে।)

বিশ্বৰথ, - উঠাঁ, উঠাঁ আৰ্য্যে! এই আলোকত স্নান কৰি ধন্য হোৱাঁ — এই দিগদিগন্ত জিনি যোৱা জ্যোতিৰ ঢল — তেওচোঁ তেওচোঁ মোৰ কেনে লাগে! প্ৰাণ এতিয়াও ঢালি দিব পৰা নাই। নেজানো, কোন অজান যাতনাত বৈ বৈ চকুৰে এন্ধাৰ দেখিছোঁ, থাকি থাকি প্ৰাণে মোৰ উচুপি উঠিছে! —

(এনেতে তাপসী আহিল।)

তাপসী, - জগৎ গোটেই খনে উচুপিব লাগিছে, তুমি কি শান্তি পাবা। সতীৰ শিৰোমণি শৈব্যা ৰাণীৰ তুমি কি সৰ্ব্বনাশ নকৰিলা? সতীৰ চকুৰ ধাৰাত বিধাতাৰ সৃষ্টি উটি যায় — সেই সতীয়ে আজি কপালত কৰাঘাত হানি কেনে করুণ সুৰেৰে বিনাব লাগিছে! বেচেৰীৰ একেটি সন্তান! তাৰ মুখলৈকে চাই চাই সকলো যাতনা পাহৰি গৈছিল! তাকো আজি কালান্তক সৰ্পই দংশন কৰিলে!

বিশ্বৰথ, - সৰ্পই দংশন কৰিলে?

তাপসী, - ইমান যতন, ইমান চেষ্টা বিফল হ'ল। তাক বুকুত লৈ পাগলিনীৰ দৰে কি হতাহত শ্মশানৰ ফাললৈ আহিব লাগিছে! — কি সেই হৃদিবিদাৰক দৃশ্য! সতীৰ প্ৰতি খোজত যেন পৃথিবী উচুপি উঠিছে!

বিশ্বৰথ, - আৰু নোৱাৰোঁ আৰু নোৱাৰোঁ! নৃশংস বিশ্বৰথ! তোৰ নিমিত্তেই আজি শৈব্যাৰ এই দশা! এই মই আহিলোঁ। মোক ক্ষমা কৰাঁ! —

(লৰি গুচি গ'ল।)

তাপসী, - যোৱাঁ। এই সময়ত এবাৰি মুখৰ মাততে কত আশ্বাস পাব। (শালবতী ক'লে) দেৱী! আজি তোমাৰ হিয়াৰ এই মহিমা দেখি প্ৰাণত মোৰ বৰ আশা জাগিছে।

পাৰিবা। তুমি পাৰিবা। শান্তিৰ শীতল ধাৰা হিয়ালৈ কঢ়িয়াই আনিব পাৰিবা। তপস্যাৰে তোমাৰ চিত্তৰ মলি ধুই পেলোৱাহি। এই আকুলতা, আহাঁ, ভগৱানক দি দিয়াহি।

(আগে আগে তাপসী পাছে পাছে শালবতী আৰু শুনঃশেফ ইটো বাটে গুচি গ'ল।)

---

## চতুৰ্থ দৃশ্য

মহাৰাত্ৰি! করুণ সুৰৰ বেহাগে বিনাইছে। কাষত ৰোহিতাশ্বৰ মৰা শৱটি লৈ আউলি বাউলি বেশে শৈব্যাই কান্দি কান্দি প্ৰৱেশ কৰিছে।

শৈব্যা, - বাছা ঐ! জুই দেখি লৰি আহিলোঁ তোকলো জুইৰ বুকুত এৰি থালি বুকুৰে কেনেকৈ আহিম? যা- যা - মৰিশালিৰ জুই! অভাগিনীক দেখি আঁতৰি যা। মই বাছাক বুকুৰ উমেৰে উম দি গোটেই পৃথিৱীত লৈ ফুৰিম। (এনেতে উচুপি বহি পৰিল। কাষত ৰোহিতাশ্বৰ শৱ আছে।) উস্ মৰোঁ ঐ! মোক নো যাবি নিবলে? এতিয়াই এতিয়াই তোক জুইৰ বুকুত দিয়াৰ আগতে শুৱি কৰিলোঁহেতেন। নাই আৰু নেৰাওঁ (মৰাশৱটি বুকুত লৈ বহি পৰে।) কৰবাত তোৰ থিকেৰি আছে তাকো কুলক্ষণীয়ে এইদৰে পৰি জৰি আজৰি কৰিম। তোৰ কোমল হাৰ কেতালি শুৱি নকৰোঁ ঐ! ইয়ালৈকে, ইয়ালৈকে তোক ইমানকৈ তুলিলোঁ!

(এনেতে দূৰত চণ্ডাল বেশেৰে হাতত লাঠী লৈ হৰিশ্চন্দ্ৰই প্ৰৱেশ কৰি আপোন মনে ক'বলৈ ধৰিলে।)

হৰিশ্চন্দ্ৰ, - ইয়াতে ইয়াতে যেন কোনোবাই কান্দিছিল? ইয়াক দূৰত কান্দিছিল নে কি? — নহয়, নহয় — মোৰ হিয়াৰ ইমান ওচৰতে কান্দোন শুনিছিলোঁ! কান্দ, কান্দ! নিমাতে থাকিলি কিয়? এই শ্মশানৰ কান্দোন, এই শ্মশানৰ বৈৰাগ্য কোনে জনে লৈ যায়? ইয়াৰ কান্দোন ইয়াতে থৈ যা। নহলে, নহলে আৰু দুখিন পাচত সোণৰ সংসাৰ পাতি তাৰ মধুৰ হাঁহিত মজি যাব

নোবাৰিবি।

শৈব্যা, - এঁই মৰিশালিৰ ঘোৰ এন্ধাৰত কাৰো কতো মাত একেষাৰিও নাই। বাছা, বাছা ! তই যেতিয়া নিমাত হলি, আৰু মোক মাতোঁতা কোনো নাই ঐ ! — (কান্দে)। হে মহাভৈৰব ! তোমাৰ ভূত এটিয়েও যদি একেষাৰি মাতি মোক বাটটি দেখুৱাই দিলে হেতেন ! —

হৰিশ্চন্দ্ৰ, - পাগলী ! জীয়াই আছ যেতিয়া তোক শ্মশানৰ ভূতে বাট দেখুৱাবলৈ যাব কিয় ? জীয়াই আছোঁ মই, যেতিয়া মইয়ে মাতোঁ (শুনাই) কোন, কোন তুমি ? এই মৰিশালিৰ ঘোৰ এন্ধাৰত অকলৈ কিয় কান্দিছা ?

শৈব্যা, - অকলৈ ? আৰু লগ ক'ত ? হেৰা, কোন তুমি ? অলপ কাষলৈ আহাঁ। এদিন, এদিন আছিল বাছাই মোৰ এইদৰে চকু মুদাৰ আগতে পৃথিৱী ঘনে ঘনে কঁপি উঠিলহেতেন ! আকাশৰ উল্কা খহি দিন যেন কৰিলেহেতেন ! তাৰ পাচে পাচে এখনি ৰাজ্যৰ অশ্ৰুনদী ভীষণ উকমিবে বৈ আহিলহেতেন ! আজি যে সি এক দীন দুখুনী অভাগিনীৰ সন্তান ! কেনিও কতো এটি জোনাকী পৰুৱাও জিলিকি নজ্বলিল ! হেৰা, হেৰা তুমি কোন ?

হৰিশ্চন্দ্ৰ, - মই এই মৰিশালীৰ ৰখীয়া — চণ্ডালৰ দাস !

শৈব্যা, -হেৰা, হেৰা সাপে খালে জীয়াব পৰা তোমালোকৰ মাজত কোনো নাইনে ? মোৰ যে আৰু আগলৈ নাই, পাচলৈ নাই !

হৰিশ্চন্দ্ৰ, - সাপে খালে কেতিয়া, কেতিয়া ?

শৈব্যা, - আজি দুপৰতে কি পুৱাতে — কিহে কেতিয়া মোৰ বাছাৰ মুখ সোণ জিলিকনি কাঢ়ি নিলে, মুখৰ সেই মৌ-মাত হৰি নিলে মই ক'ব নোৱাৰিলোঁ। মোৰ বিননিত কত বৈদ্য আহি কিমানে যতন কৰিলেহি বাছাই মোৰ মাত নিদিলে !

হৰিশ্চন্দ্ৰ, - তেনে, তেনে আৰু উপায় কি ? মই জনাত আৰু কোনো উপায় নাই।

শৈব্যা, - হেৰা, দয়া কৰি মাতিছা যেতিয়া — উপায় নাই বুলি ন'কবা। ন'কবা ! সকলোৱে ক'লে বাছা মোৰ মৰিল। এই ৰাতি পুৱা মোক মাতি হাঁহি নাচি শুচি গ'ল, বেলি ভাটি নৌ দিওঁতেই বাছা যে মোৰ মৰে — মই মানিব নোৱাৰোঁ। মানুহ মৰিলে নো এইদৰে হাঁহি মুখেৰে থাকেনে ? তুমি ইয়াতে থাকা যেতিয়া অনেকো মৰা দেখিছা। তুমি হয়তো চিনিব পৰিবা ? হেৰা, অলপ পোহৰ আনি চোৱাঁহি — এবাৰ, এবাৰ মোক কোৱাঁ, বাছা মোৰ মৰা নাই। (কান্দে)

হৰিশ্চন্দ্ৰ, - (মনে মনে) আজি কত দিন কিমান মৰা দেখিলোঁ। ইয়াতেকেও শোকৰ কত কাহিনী, কিমান কৰুণ বিননি শুনিলোঁ। একো একো দিন ভাগিব খোজা হিয়া হেঁচি হেঁচি ৰাখিছিলোঁ ! তথাপি কোনো দিন হিয়াৰ মাজত এনে আপোন যেন নেলাগিছিল ! মাততি যদিও শোকৰ জোকাৰত ভাগি গৈছে, তেও যেন, তেও যেন কোনোবা অতি প্ৰিয় চিৰপৰিচিতৰ মাত ! এবাৰ মুখ খনি চাবলৈ গোটেই হিয়াখনি ভাগি আহি ভৰিত পৰি যেন আকুলি বিকুলি কৰিছে ! — যাওঁ, অলপ পোহৰ আনি এই সন্দেহ আঁতৰাই দিওঁ।

(গুচি গ'ল)

শৈব্যা, - (অন্ধকাৰত হৰিশ্চন্দ্ৰ ভোৱা দেখা নাই।) হেৰা, হেৰা, শুনিছিলোঁ বোলে এই মৰিশালীত অনেকো যোগী সন্ন্যাসী থাকে। এনে কোনো নাইনে যাৰ ভৰিত ধৰি কান্দি চুলি চিঙি কাঁতৰ কৰিলে বাছাৰ প্ৰাণ মোক আনি দিব ? কোৱাঁ, কোৱাঁ, নেমাতা কিয় ? এবাৰ কোৱাঁ, এতিয়াও উপায় আছে ! ইকি ! — নেমাতা ? তুমি ইমান কঠিন ! মোৰ এই বিলাইত মাত একেষাৰিও নিদিবা ? ইকি — নিমাত, নিমাত ! তেনে তুমি মৃত্যুৰ উপহাস ! মানুহ নোহোৱা ? মৰিবলৈ ধৰা নিমাত ৰোগীৰ দৰে এই মাৰিশালি, হঠাৎ মাত এটি ফুটি একেবাৰেই নিমাত হৈ গ'লা ? সৌৱা কোন ? পোহৰ লৈ এইফাললৈ আহিছে ? তুমি পোহৰ লৈ আহিছা ? আহাঁ, আহাঁ। কেনে লাগিছে ! সেই পোহৰৰ লগে লগে যেন স্বৰ্গৰ সকলো দেৱতা নামি আহিছে ! (জোৰৰ পোহৰ লৈ হৰিশ্চন্দ্ৰৰ প্ৰবেশ।) আহাঁ। এবাৰ চোৱাঁহি মোৰ বুকু পৰিহৰি চন্দ্ৰৰ মুখৰ দৰে মুখ খনিৰে বাছা মোৰ আজি ক'ব মৰিশালিত পৰি আছেহি।

হৰিশ্চন্দ্ৰ, - (মনে মনে) হৃদয়। ইমান কঁপিছ কিয় ? যদি মই ভবা কথাই হয় তেনে এক আৰু ভীষণ আঘাতত একেবাৰে হিয়া ভাঙ্গি ছাৰখাৰ কৰিবি।

শৈব্যা, - তুমি বলা কিয় ? আহাঁ চোৱাঁহি ঐ ! বাছাৰ মোৰ সোণ জিলিকা মুখ খনি কি হৈ গ'ল !

(হৰিশ্চন্দ্ৰই পোহৰ নিয়ে। শৈব্যাই মুখৰ কাপোৰ খনি গুচাই দিলত হৰিশ্চন্দ্ৰই চাই চাই কঁপিৰলৈ ধৰিলে। হাতৰ জোৰ সৰি পৰি মাটিত নুমাই গ'ল।)

হৰিশ্চন্দ্ৰ, - ইকি ! ইকি ! ই ই ৰোহিতাশ্ব নহয়। ভগবান, ভগবান ! জ্বলি উঠাঁ, আৰু জ্বলি উঠাঁ — ন'হলে ন'হলে মোৰ যে সকলো বিশ্বাস হেৰাই যায় ! —

শৈব্যা, - তুমি তাক দেখিছিলা ? তুমি তাক চিনি পোৱা ? তুমি কিয় তেনে কৰিছাঁ ? মই যেন মই যেন, মই কি দেখি কি দেখিলোঁ। জুই ! জুই ! তইও মোক এই নিদানত ভাল শত্ৰু শালিলিঐ আৰ নো মই কিমান সহিম !— (মুৰ্চ্ছাত অচেতন হ'ল।)

হৰিশ্চন্দ্ৰ, - দেবি, দেবি ! — ইকি তুমি অচেতন ! তুমিও গুচি যাবা ? যোৱাঁ, যোৱাঁ। চণ্ডালৰ দাস মই, তোমাৰ সেই মুখ খনিত পানী এচলুও দি পঠিয়াব নোৱাৰোঁ। শুকান কণ্ঠেৰে দগ্ধ হিয়াৰে গুচি যোৱা। এই অভিশপ্তৰ পৰিচয় পোৱাৰ আগতে গুছি যোৱা। বিধাতা, বিধাতা ! এনে উৎকট কৰ্ম্মফলো মানুহৰ কপালত ঘটে ! হৃদয়ত মোৰ আশাৰ বন্তি এটি টিমিকি টিমিকি জ্বলি আছিল তাকো এই ধলাই এনে দৰে নুমাই দিলা ? — অ — হ — হ । মোৰ সোণৰ সংসাৰ খনি ! এইদৰে মোৰ চকুৰ আগলৈ আনি ভাঙ্গি চুৰ্ণচাত কৰি দিলা ! বেচ, তোমাৰ ইচ্ছাই পূৰ্ণ হওক। মই নিজহাতে মোৰ পুত্ৰ পৰিবাৰক জ্বলাই দিম। তাৰ চিতানলৰ ভীষণ শিখাত তোমাৰ বিনন্দবিলাস সৃষ্টি জিলিকি পৰক। মহাশ্মসানৰ কোলাত পৰি আছোঁ। হৃদয়ত সংসাৰৰ আশা কিয় — সিও মহশ্মশান হৈ যাওক।

(এই বুলি উন্মত্তৰ দৰে লৰি গ'ল।)

শৈব্যা, - (সংজ্ঞা পাই উঠি) বাছা, বাছা ! তই আছ ? হেৰা, হেৰা ! বাছাৰ মুখ খনিলৈ চাই এবাৰ কোৱাঁ, তুমি কোন ? মই সকলো দেৱতাৰ নামত কাতৰ কৰিছোঁ, কোৱাঁ, তুমি কোন ? ইকি ! তুমি নাই ! পোহৰ আনিবলৈ গৈছিলা ? আনা আনা পোহৰ। আকৌ ধলোৱাঁহি ঐ !

(আকৌ জোৰ লৈ হৰিশ্চন্দ্ৰৰ প্ৰবেশ।)

হৰিশ্চন্দ্ৰ, - দেবি, দেবি তুমি ঘুৰি আহিলা ? কিন্তু বাছাক —

শৈব্যা, - ইকি ! — আপুনি ? আপুনি ? (— লৰি গৈ ভৰিত পৰিব খোজে।)

হৰিশ্চন্দ্ৰ, - কি কৰা ? কি কৰা ? মই চণ্ডালৰ দাস। মোক নুছুবা।

শৈব্যা, - আপুনি যাৰে দাস হওক, মোৰ চিৰজনমৰ দেৱতা ! উস্ ! স্বৰ্গৰে সৈতে মোৰ দেৱতা নামি আহিছে, এবাৰ মই চৰণ দুখানি ছুই সেৱা এটিও নকৰিম ? (ভৰিত পৰি সেৱা জনায়) — আৰু নেকান্দো, আৰু নেকান্দো ! বৰ আশা কৰিছিলোঁ, নাথ, বাছাক এদিন সোধাই দি আপোনাৰ চৰণত জীৱনৰ শেষ নিশ্বাস লম। নিদিলে, বিধতাই নিদিলে। আজি পুৱাতে মোৰ বুকু এৰি ব্ৰাহ্মণৰ পূজালৈ মৌয়ে নোচোহা পখীলা নপৰা ফুল আনিবলৈ লৰি গৈছিল ! দুপৰ হৈ গ'ল তেও নাহিল। ব্ৰাহ্মণৰ বনবাৰি কৰি দি আবেলি বাছাক বিচাৰি হিয়া ঢাকুৰি ফুৰিলোঁ। ক'তো নাই। পাগলীৰ দৰে লৰি ফুৰোতে দেখিলোঁ এখন এৰাবাৰীৰ ফুল একোপাৰ ওচৰত কুকুৰে শগুণ এজাকক খেদি আছে। লৰি গৈ দেখিলোঁ — বাছাই মোৰ বুকু এৰি তাতে পৰি আছে। অতকৈ মাতিলোঁ, ইমানকৈ বিনালোঁ — আৰু সি মাত নিদিলে। পুৱাই যি 'আই মই যাওঁ' বুলিছিল — সেই মাতেৰেই বাছা মোৰ গুচি গ'ল। (কান্দে।)

হৰিশ্চন্দ্ৰ, - মই যে তাকো নুশুনিলোঁ !

শৈব্যা,- সাপৰ বিষত চাগৈ মোক মাতি আকাশ ফালিছিল। মই এবাৰ বাছাৰ গাত হাতখনি বুলাবলৈকো নেপালোঁ (কান্দে)

হৰিশ্চন্দ্ৰ, - যাওক্। আৰু নেকান্দিবাঁ। — কান্দি লাভ কি ? এবাৰ আমাৰ গুৰু পত্নী অৰুন্ধতী দেৱীক স্মৰণ কৰাঁ। তোমাৰ এটি সন্তান, দেৱীৰ যে এটি এটিকৈ একশটি সন্তান ! কেনেকৈ সহিছিল ? এবাৰ হৃদয় স্থিৰ কৰি দেৱীৰ সেই শক্তিৰ এক কণিকা প্ৰাৰ্থনা কৰাঁ। সূৰ্য্যবংশৰ ক্ষত্ৰিয় সন্তান ব্ৰাহ্মণৰ পূজাৰ ফুল আনিবলৈ

গৈ প্ৰাণ দিলে। গৌৰৱ কৰা।

শৈব্যা, - তাৰ গৌৰৱ লৈয়ে মই মৰিম। আচৰিত আচৰিত তাৰ যি স্মৃতি থৈ গৈছে সি মোক নমৰোঁ মানে জ্বলাই থাকিব।

হৰিশ্চন্দ্ৰ, - কিমান পৰে কান্দি কান্দি বাছাৰ শৰীৰ তিয়াই আনিছা। আৰু বেলি কৰাৰ সকাম নাই -আহাঁ শেষ সংকাৰ কৰি বাছাৰ আত্মাটি মুক্ত কৰি দিওঁ — সি যৰ বস্তু তলৈ গুচি যাওক। তাঁলেকে এই শ্মশানৰ কৰ দিবলৈ মোৰ হাতত এটি কপৰ্দ্দকো নাই। কি কৰোঁ ?

শৈব্যা, - এদিন এটা প্ৰকাণ্ড সাপ মাৰি বাছাই ব্ৰহ্মণীৰ প্ৰাণ ৰক্ষা কৰিছিল। মৰম লাগি ব্ৰাহ্মণীয়ে এটি সোণৰ আঙ্গঠি তাক গঢ়াই দিছিল। তাৰ হাততে আছে। তাকে লৈ যাওক। — (আঙ্গঠি খোলে) সাপ মাৰি সাপৰ হাতত প্ৰাণ দিলি ? এইদৰে মৰাৰ কৰ দিবলৈকে এই আঙ্গঠি পিন্ধিছিলি ? হোঁৱক ! —

হৰিশ্চন্দ্ৰ, - এইয়া মই পোহৰ দেখুৱাওঁ। কৰ-তোলা সৌৱা, সৌ তাতে বৈ আছে। তুমি নিজহাতে তাৰ হাতত দি আহাঁ।

(হৰিশ্চন্দ্ৰই জোৰ দেখুৱায় — কৰতোলাৰ হাতত নেপথ্যত শৈব্যাই আঙ্গঠিটো দি আহে।)

হৰিশ্চন্দ্ৰ, - ব্ৰাহ্মণীৰ যে ইমান দয়া !

শৈব্যা, - ব্ৰাহ্মণৰ মৰমো কম নাছিল ! আজি অমাবস্যাৰ মহাপূজা ! এতিয়াও চাঁগে ঘৰলৈ অহা নাই। আহি পাই, খবৰ যদি পাইছে, হুৰাওবাৰে কান্দিছে চাঁগে। কৰবাত কেনেবাকৈ আঘাত পাব বুলি বাহিৰে বাহিৰে বাছাক মই অকলৈ লৈ আহিলোঁ।

হৰিশ্চন্দ্ৰ, - আৰু বেলি নকৰোঁ, আহাঁ। ৰাতি এই পুৱাই। এদিন সুতিকা মন্দিৰৰ অগ্নিৰ পোহৰত বাছাৰ মুখ প্ৰথমে দেখি আমি দুইও দুইবো মুখলৈ চাই হাঁহি তাক আদৰি আনিছিলোঁ। আজি শ্মশান বহ্নিৰ ভীষণ পোহৰত দুইও দুইবো মুখলৈ চাই কান্দি কান্দি তাক বিদায় দিওঁ। — (ৰোহিতাশ্বৰ ওচৰলৈ যায়।) সৌৱা, সৌ তাতে কাঠৰ থাকত বাছাৰ শেষ শয্যা পাতি থৈছে, আহাঁ এবাৰ দুয়ো ধৰি বাছাক শুৱাই থওঁ। (এইবুলি কে জোৰজান কাঠৰ থাকৰ ওচৰত থৈ আহি লগে।) আজি কাৰ সংকাৰ কোনে কৰিব ? পুত্ৰৰ সংকাৰ পিতৃমাতৃয়ে কৰিব। তাঁলেকো ব্ৰাহ্মণ নাই। — কোনো নাই। প্ৰাণৰ দেৱতাক প্ৰাণৰ কথা কম। আহাঁ ধৰাহি।

শৈব্যা, - (ধৰিবলৈ গৈ) — জুইৰ বুকুত দিয়াৰ আগতে এবাৰ মোৰ বুকুলৈ আহ বাছা ! বাছা ঐ !

(সাবটি ৰোহিতাশ্বক ধৰে।)

হৰিশ্চন্দ্ৰ, - নেকান্দিবা, আৰু নেকান্দিবা। পচি যোৱা দেহাত মমতা কিয় ? এই বিশ্বগ্ৰাসী মহিশালিৰ আগত কান্দি কি কৰিবা ? এই শ্মশানৰ চিতানলৰ মাজে সেই জ্যোতিলৈ চোৱা, যাৰ নমনা নক্ষলা জিলিকণিত বিশ্ব ব্ৰহ্মাণ্ড উজলি পৰিছে। এই ভৱসাগৰৰ পাৰ, তাত আৰু হাহাকাৰ কিয় ? এবাৰ পাৰৰ বন্ধুক প্ৰাণ খুলি মাতা। আহাঁ, ধৰা, মোৰ হিয়াৰ সুৰে সুৰে মনে মনে মাতি যোৱা। —(দুইও ৰোহিতাশ্বক কাঠৰ থাকৰ ওচৰলৈ নিয়ে) হে শান্ত, শিৱ, অদ্বৈত ! হে মঙ্গলময় মহাকাল ! তোমাৰ জন্মমৃত্যুৰ বিৰাট যজ্ঞত দীন দৰিদ্ৰৰ এই খণ্ড প্ৰদীপটি জ্বলাই দিওঁ। এই নগন্য দান গুৰুদেৱৰ নামত পবিত্ৰ হওক। ভবিষ্য আশাৰ আমাৰ যথা সৰ্ব্বস্ব নিঃকিণৰ দান গ্ৰহণ কৰা, দয়ামায়া !

(এনেতে গোটাই শ্মশান এক চিকোণ কিৰণত তিৰবিৰাই উঠিল। খৰিৰ আঁৰৰ পৰা নন্দী ওলাই আহি থাকত পৰাৰ আগতে ৰোহিতাশ্বক বুকুলৈ লৈ আনন্দ বিহ্বল হৈ কৰলৈ ধৰিলে।)

নন্দী, - হাতে হাতে এই দান লবলৈ লকবাই পঠিয়াছে ! দান, দান ! এয়েহে দান ! তোমাৰ যি আছিল, যি আছে, তোমাৰ যি আশা আছে এই দৰে এই দৰেই মহাকালক দি দিয়া — মৃত্যুৰ যৱনিকা আপোনা আপুনি উঠি যাব। — এইয়ে এইয়ে অনন্ত জীৱন ! পূৰ্ণৰ পৰা পূৰ্ণ গুচি গলেও যে সি পূৰ্ণ হৈয়ে থাকে। ওঁ আনন্দম, আনন্দম, আনন্দম। চোঁৱা, চোৱা — মহাকালৰ সঞ্জীৱনী নিশ্বাসত বাছাৰ তোমাৰ নাকলৈ নিশ্বাস ঘূৰি আহিল !

শৈব্যা, - কোন, কোন আপুনি ?

হৰিশ্চন্দ্ৰ, - আপুনি কোন ?

নন্দী, - মই কোন ? বি ইচ্ছা তাকে বোলা। বুলিব খুজিলে

বোলা মোক সাপৰ বেজ বোলা মোক মহাৰুদ্ৰৰ দাসৰো ক্ৰীতদাস ! আধাৰ লৈ আৰু বিচাৰ কিয় ? মহাকালৰ আশীৰ্ব্বাদ নামি আহিছে বুকু ভৰি গ্ৰহণ কৰা। শুনা, শুনা, বাছাই কি কৰলৈ ওঠ দুখনিৰে পুট পুটাইছে। মাতা, বাছা, মাতা।

ৰোহিতাশ্ব, - আই, আই !

শৈব্যা, - (পাগলীৰ দৰে) আই ঐ মোৰ বাছা ! মাতঐ আৰু এবাৰ মাত।

(লৰি নন্দীৰ কোলাৰ পৰা আনিবলৈ যায়। হৰিশ্চন্দ্ৰই হ্ৰাক দিয়ে।)

হৰিশ্চন্দ্ৰ, - কি কৰা, কি কৰা দেবি ! সি তোমাৰ নহয়। ভগবানৰ নিৰ্ম্মালি। তোমাৰ ৰোহিতাশ্বক ভগবানক সঁপি দিছিলা। নেপাহৰিবা। আহা নিৰ্ম্মালি লোৱাৰ আগতে এবাৰ দীন দয়ালক প্ৰাণ ভৰি প্ৰণাম কৰো। আহা, কোৱা — ভগবান ! আমাৰ হৃদয়ত তোমাৰ নিৰ্ম্মালি গ্ৰহণ কৰিবলৈ শক্তি দিয়া

(দুয়ো আঠুকাটি কয়।)

নন্দী, - আজি এই পগলাক আৰু বলিয়া কৰিলা। ওঁ আনন্দম, আনন্দম্, আনন্দম্। এনে হৃদয়তে হে ভগবানৰ নিৰ্ম্মালি শোভা পায়। হোৱা বুকুৰ ধন বুকুলৈ লৈ যোৱা।

(ৰোহিতাশ্বক দিয়ে)

ৰোহিতাশ্ব, - আই, আই ! মই সাপে খুটিলত ইমানকৈ তোমাক মাতিছিলো তুমি নেমাতিলা কেলৈ ?

শৈব্যা, - সেই হে হ'ব পায় ইমান কান্দিলতো এতে পৰে তই নেমাতিলি ?

ৰোহিতাশ্ব, - আই, আই ! এইয়া মোৰ পিতা নহয়নে ? মই শুই থাকোতে আহিলে ?

শৈব্যা, - পিতাৰ, পিতাৰ !

নন্দী, - আই, আই ! এবাৰ বাছাৰ শিৰত জননীৰ চুমা এটি নিদিবা ? কিমান হেপাহেৰে সেই চুমাটি চাবলৈ ৰৈ আছো।

শৈব্যা, - যোৱা, বাছা, পিতাৰৰ আশীৰ্ব্বাদ লোৱাগৈ।

(মুখত চুমা এটি দিয়ে।)

নন্দী, - চোৱা, চোৱা, আই ! বিশ্ব জননীৰ হাঁহিৰে আকাশ কেনেকৈ জিলিকি গ'ল। ওঁ আনন্দম্, আনন্দম্, আনন্দম্ !

(ৰোহিতাশ্বই হৰিশ্চন্দ্ৰক সেৱা কৰিব খোজোতে হৰিশ্চন্দ্ৰই সাবটি কোলাত লৈ মুখত এটি চুমা দিয়ে।)

হৰিশ্চন্দ্ৰ, - আপোনাৰ ইমান দয়া ! নামটি যদি জানিলোহেতেন ! —

নন্দী, - দয়া ? মোৰ নহয়, ভুল নকৰিবা। নামটি জানি কি কৰিবা ? এদিন জানিবা। এতিয়া নহয়। এতিয়াও এই জীৱনৰ বহুতো কৰ্ম্মৰ অৱসানৰ লগে লগে আকৌ এদিন আনন্দত বলিয়া হৈ নামি আহিম ! — তুমি কি এনেয়ে যাবা ? মোৰ পগলা বাবা পাগলী আইৰ জঁক তুলি দিছা। এই দানৰ মহিমাত অকল তোমালোকৰ নহয়, প্ৰজাবৃন্দৰ সৈতে শৰীৰেৰে অক্ষয় স্বৰ্গবাস ! ওঁ আনন্দম্, আনন্দম্, আনন্দম্ !

(হঠাৎ অন্তৰ্দ্ধান হ'ল। তিনিও অবাক হৈ চাই থাকিল। ইফালৰ পৰা কথা কৈ কৈ বিশ্বৰথৰ প্ৰৱেশ।)

বিশ্বৰথ, - সশৰীৰেৰে প্ৰজাবৃন্দেৰে অক্ষয় স্বৰ্গবাস ! কি যেন আশৰীৰী বাণী শুনিলো।

হৰিশ্চন্দ্ৰ, - ইকি ! ৰাজৰ্ষি। আমাৰ প্ৰণাম গ্ৰহণ কৰক।

(তিনিও প্ৰণাম কৰে।)

বিশ্বৰথ, - সেইয়া ৰোহিতাশ্ব ! মই ভুল দেখিছিলো নে কি ?

হৰিশ্চন্দ্ৰ, - এইয়া ৰোহিতাশ্ব !

বিশ্বৰথ, - মই লৰি আহিছো, হিয়াৰ হুতাহুত লৰি আহিছো তোমালোকৰ ৰোহিতাশ্বৰ প্ৰাণ দি তোমালোকক মুক্ত কৰিবলৈ। কতা কোনেও দেখোন মোলৈ অপেক্ষা নকৰিলে ? মই সুখী কৰাৰ আগতে তোমালোক চিৰসুখী, মুক্তি দিয়াৰ আগতে মুক্ত, জীৱন দিয়াৰ আগতে পূৰ্ণজীৱন !

হৰিশ্চন্দ্ৰ, - গুৰুদেৱৰ দয়াত ভগবানৰ আশীৰ্ব্বাদ আপুনি নামি আহিল।

বিশ্বৰথ, - বুজিলো, বুজিলো —ব্ৰহ্মৰ্ষি বসিষ্ঠই বলাই অনা এই মন্দাকিনী ধাৰা হৃদয়ৰ অক্ষয় স্বৰ্গ। স্নান কৰা, হৰিশ্চন্দ্ৰ, জিলিকি উঠা। তোমাৰ সকলো শোকৰ অৱসান হওক। এই চণ্ডালৰ দাসত্বত, এই হৃদয় সৰ্ব্বস্বৰ শেষ দানত, এই শ্মশানৰ হৃদিভেদী হাহাকাৰৰ মাজত অকল অকল তোমাকেই অভিমান ভাসি যোৱা নাই, বন্ধু,

মোৰো কঠোৰ হিয়া ভাগিছিগি জোল গৈ গৈছে! আজি যদি বিশ্বৰথৰ হৃদয়ৰ প্ৰলয় যন্ত্ৰনা দেখিবঁলৈ পালাহেতেন, আজি তাৰ দুৰাকাঙ্ক্ষাৰ যদি কণ্ঠৰোধ শুনিবঁলৈ পালাহেতেন, তোমাৰ হৃদয় সহবেদনাত গলি চকুৰেদি নিগৰি টপ্ টপ্ কৰে সৰি পৰিলহেতেন।

(এনেতে নেপথ্যৰ পৰা কৈ কৈ শম্ভূদত্তই আকুল ভাবে প্ৰৱেশ কৰিলে। )

শম্ভূদত্ত, - ক'ত, ক'ত মোৰ ৰোহিতাশ্ব ক'ত ? এইয়া, এইয়া। নহলে কি পুৰাৰ এই দিঠকৰ দৰে সপোন বিফল হয়! প্ৰভাতৰ সঞ্জীৱনী সুৰৰ চৰাই মাতত এই বিশ্বেশ্বৰৰ ৰাজ্য জুৰি মোৰ বাছাৰ কোমল কণ্ঠ ফুটি উঠিল। "দেঁউ, দেঁউ, মই ফুল তুলিবঁলৈ আকৌ আহিলোঁ।" (হৰিশ্চন্দ্ৰৰ মুখ খনিত যেন হাঁহি এটি ফুটিল। ) কি হাঁহিৰ খুজিছা ? সম্পদৰ বন্ধুৰ দৰে কুহলিয়াবঁলৈ লৰি অহা বুলি হাঁহি'ব খুজিছা ?

হৰিশ্চন্দ্ৰ, - আপোনাৰ দৰে বিপদৰ বন্ধু এগৰাকীক দেখি হৃদয় মোৰ নাচি উঠিছে। কিয় কয় সেইদৰে ?

শম্ভূদত্ত, - হোঁ ঃ মই হে জানিছোঁ। এই শেহৰাতিৰ ৰোহিতাশ্বৰ মৃত্যুৰ বাতৰিত মহাপুজাৰ মহোৎসৱৰ মাজে দি কি ঘূৰ্ণবায়ু বৈ গৈছিল। সমাজৰ শাসন ছিঙি লৰি আহিছোঁ। আহ, আহ মোৰ বাছা !

ৰোহিতাশ্ব, - দেঁউ, দেঁউ! (শম্ভূদত্তই ৰোহিতাশ্বৰ মুকত হাত ফুৰায়)

শৈব্যা, - দেঁউ ! ৰোহিতাশ্বৰ নিমিত্তে চাঁগে আপুনি কিমান কান্দিলে ?

শম্ভূদত্ত,- আৰু তুমি ? তুমি কন্দা নাই ? ইমানতো ইমানতো যদি বিশ্বেশ্বৰ বিশ্বেশ্বৰীৰ দয়া নগলিলেহেতেন তেনে সেই জড় প্ৰতিমা এই হাতেৰে ভাঙি ছিঙি এনে এক দেশত সোমাই থাকিলোঁগৈহেতেন যত ভগবানৰ নাম শুনিলে মানুহে চক্ খাই উঠে !

(হিকালৰ পৰা হাৰিয়া চণ্ডাল আহি ভয়ে ভয়ে কলেহি। )

হাৰিয়া, - ক' ক' মোৰ হৰিয়া, এই পণ্ডা ঠাকুৰ আছে, এই বামুণ ঠাকুৰ আছে হঁহা কথা কবি। মোৰ বৰ ভয় লাগিছে। ক' তই কোন ?

হৰিশ্চন্দ্ৰ, - কিয়, কিয়, চৰ্দাৰ, ভয় কিহৰ ? মই যে তোমাৰ চিৰ দিনীয়া গোলাম !

হাৰিয়া, - ফাকি নিদিবি, হাৰিয়া ! গোলাম হলে এনেকুৱা হ'ব পাৰে ! যেতিয়া ৰাতি তোৰ গিৰিহঁত হোৱে তই জাগি জাগি বৰষুণ ৰতাহত তাৰ কাম কৰ। ছিদিনা ছিদিনা ডকাইতৰ যাঠীৰ এইটো খোচ বুকুত খাই তোৰ জীউটো দিবঁলৈ গৈ মোৰ চকু খুলি দিলি, মোৰ কলিজা ইমান ডাঙৰ কৰিলি ? ইমান কৰিলি, তই ইমান কৰিলি, হিমানতো তই তোৰ ল'ৰা মৰি গল, তাৰ এইটো হোনৰ আঙঠি দি খেদালি ? মই নজনাকৈ দি খেদালি ? তই কি হৰিয়া। তই মানুহ নহৱ। তই, তই কোনোবা দেৱতা। ভেখছন কৰি মোৰ লগত আছ। মোৰ বৰ ভয় লাগিছে ক' ক' তই কোন ?

বিশ্বৰথ, - মই কওঁ শুনা।

শম্ভূদত্ত, - চিনাই নিদিব, মানুহ বুলি চিনাই দি মধুৰ প্ৰহেলিকাৰ সমাধান নকৰিব। মই মইও কল্পনাত এক দেৱলোকৰ জ্যোতি বুলি ধাৰণা কৰিছোঁ। নহলে, নহলে নো কাৰ পুণ্য পৰশত "বৃদ্ধস্য তৰুণী ভাৰ্য্যাৰ" এনে অভিমান এনে উদ্ভগালি পানী হৈ যায়, কাৰ স্নিগ্ধ দীপ্তিত মোৰ অভিশপ্ত ঘৰ কাশীধামৰ আদৰ্শ হৈ যায় ?

শৈব্যা, - প্ৰভো, প্ৰভো, আপোনাৰ ক্ৰীতদাসী মই যে —

শম্ভূদত্ত, - ক্ৰীতদাসী ? এনে ক্ৰীতদাসীৰ দৰে নহলে কি মাতৃ হ'ব পাৰাঁ ?

বিশ্বৰথ, - শুনা ব্ৰাহ্মণ, শুনা চৰ্দাৰ ! দুটি স্বৰ্গৰ তৰা মৰ্ত্ত্যত জিলিকিছে। গাত লাগি আছে। চিনিবা কেনেকৈ ? এইয়া, এইয়া সপুত্ৰ পৰিবাৰে আযোধ্যাৰ ৰজা হৰিশ্চন্দ্ৰ !

হাৰিয়া, - ৰজা হৰিশ্চন্দ্ৰ !

শম্ভূদত্ত, - দানবীৰ হৰিশ্চন্দ্ৰ !

বিশ্বৰথ, - এই হেন হৰিশ্চন্দ্ৰৰ সৰ্ব্বস্ব হৰণ কৰি বাটৰ মগনিয়াৰ কৰিলোঁ।

হৰিশ্চন্দ্ৰ, - ঋষিৰাজ, ঋষিৰাজ ! —

বিশ্বৰথ, - বাধা নিদিবাঁ, হৰিশ্চন্দ্ৰ। হৃদয়ৰ উত্তাপ তীব্ৰ বেগেৰে উঠি আহিছে, তোমাৰ বাধা নেমানে। — তাৰ পাচত এই হৰিশ্চন্দ্ৰক চণ্ডাল চৰ্দাৰৰ দাসত্ব

কৰোঁবালোঁ। সেই মুখৰ হাঁহি, সেই হিয়াৰ তেজ শত অত্যাচাৰতো সোণ জিলিকাদি, সত্য জিলিকাদি জিলিকি উঠিছে। আৰু কিমান চাবাঁ, চৰ্দ্দাৰ ? আৰু কিমান চোৱাঁ, ব্ৰাহ্মণ ? দিয়াঁ, ৰজা ৰাণীক মুক্ত কৰি দিয়াঁ। এনে মুক্ত জীৱক দাসত্বৰ বন্ধনত বান্ধিব নোৱাৰিবা। এই সুৱদি পুৱা পতিত পাৱণীৰ কি শীতল বতাহ বলি আহিছে। সেই বতাহত ৰজা ৰাণীৰ সকলো জ্বালা জুৰ হৈ যাওক। বাচা, ৰোহিতাশ্ব, আজি তোমাৰ নতুন জনম। এই শিশু সূৰ্য্যৰ কিৰণত সূৰ্য্যবংশ শিশুৰ চকুলোৰে ধোৱা মুখ খনি দেখি কি উপহাৰ দিম। লোৱাঁ, লোৱাঁ, বাছা, অকল অযোধ্যাৰ ৰাজ্যই নহয়, মোৰ ৰাজ্য, মোৰ যথা সৰ্ব্বস্ব তোমাৰ নামত অৰ্পন কৰিলোঁ।

শম্ভুদত্ত, - আৰু তোমাক বুকুত লৈ হাত বুলাবলৈ এই দেবীৰ প্ৰতিমা খনি দি দিলোঁ।

(ৰোহিতাশ্বৰ হাতখনি মাকৰ হাতত দিয়ে।)

হাৰিয়া, - আৰু তোক দিনে ৰাতি ৰাখি থাকিবলৈ এই মোৰ হৰিয়াক দি দিলোঁ। মোক ৰখিব নেলাগে, যা, হৰিয়া ! তোৰ নামটো যিঁথে যাবি হিয়ে অকল মোক নহয়, মোৰ নাতি পুতিকো ৰখিব ! হোঁ —— তোৰ হাত দে। এইটো হোনৰ আঙ্গঠি পিন্ধ। (পিন্ধাই দিয়ে।) আৰু খালি আঙ্গুলি হাতৰ তোৰ ভৰিৰ তোৰ হীৰাৰ আঙ্গঠিৰে ভৰাই দিম। ব'ল, ব'ল, হৰিয়া, তোৰ ৰাণীক তোৰ ল'বা লৈ এবাৰ মোৰ চোতাললৈ ব'ল। মোৰ হোনৰ গাত উদং কৰি বাবা বিশ্বেশ্বৰক পূজা দিম, জাত ভাইক ভোজ দিম। আহ, আহ, বৰ আৰু' কিয় ? আজি হকলো বান্ধ ছিঙি যাওক। ইমান দিন বাহিৰে বাহিৰে আছিলি আজি বুকুৰ ভিতৰত হোমাই যা, হোমাই যা —— আৰু নোলাবি (সাবটি ধৰে) আৰু নোলাবি ৰজা, ৰজা তই নামি আহি আমাক কিমান ওপৰ তুলিলি ! কিমান ডাঙৰ কৰিলি ! আজি মোক কি কৰিলি, ৰজা, কি কৰিলি ? মই নাচি দিম। মই নাচি নাচি বেহুচ হৈ যাম। আন, আন, ঢোল লগৰ আন। ৰবি, ৰবি মই তোক নিজে ঢোল লগৰ বজাই আনিয়েঁ লৈ যাম।

*(লৰি খৰি গ'ল।)*

শম্ভুদত্ত, - উস্ ! মোৰ যে ঘৰখনি আজাৰ হ'ল। হওক, আৰু এখন জগত গোহৰ হৈ যাওক। আহক এবাৰ, এবাৰ স্নান কৰি বিশ্বেশ্বৰ বিশ্বেশ্বৰীক দৰ্শন কৰকহি। মই আপোনাসকলৰ পূজাৰ সামগ্ৰী সংগ্ৰহ কৰোঁ।

(প্ৰস্থান)

হৰিশ্চন্দ্ৰ, - (বিশ্বৰথক)আপোনাৰ দয়াই অকল চিৰকৃতাৰ্থই কৰা নাই, ইন্দ্ৰজালৰ দৰে অবাকো কৰিছে। আদেশ কৰক, প্ৰভো, এবাৰ এই বিপদৰ বন্ধু দুটিৰ মনোৰথ পূৰ্ণ কৰি গুৰুদেৱৰ চৰণ ছায়ালৈ গৈ নিজৰ কৰ্ত্তব্যৰ স্থিৰ কৰোঁগৈ।

বিশ্বৰথ, - মহৰ্ষি বসিষ্ঠৰ ওচৰলৈ যাবাঁ ? সুন্দৰ কথা। ব'লা, মইও এবাৰ তোমালোকৰ লগতেই যাওঁ। এবাৰ প্ৰাণ খুলি তেওঁক ক্ষমা খোজোঁ। (যাব খোজে। হঠাৎ আকৌ থমকি ৰয়।) ক্ষমা খুজিবলৈ মোৰ কি গুণ আছে ?

হৰিশ্চন্দ্ৰ, - ৰাজৰ্ষি, ৰাজৰ্ষি ! আপুনি গুৰুদেৱক নিচিনিলে। তেখেতৰ ক্ষমা আকাশৰ দৰে উদাৰ ! দয়া বাৰিধাৰাৰ দৰে সুশীতল !

বিশ্বৰথ, - হৰিশ্চন্দ্ৰ, তুমিতো তেওঁৰ শত পুত্ৰক পিশাচৰ দৰে এটি এটিকৈ হত্যা কৰোৱা নাই ? তুমিতো তেওঁক হত্যা কৰিবলৈ বুলি পাগলাৰ দৰে ঢাপলি ধৰা নাই ? ক'তা, এদিনলৈ একমুহূৰ্ত্তলৈ মই ক্ষমাৰ কথা কল্পনা কৰা নাছিলোঁ। তথাপি, তথাপি তেওঁৰ ক্ষমা দুপৰৰ জুৰ বতাহৰ দৰে আপোনা আপুনি বলি আহিল। নহলে কি বিশ্বৰথৰ বিশ্বদাহী দাহ ইমান সোনকালে শীতল পৰি যায় ? নহয়, হৰিশ্চন্দ্ৰ ! মই নেযাওঁ। মই তেওঁক ক্ষমা নোখোজোঁ। প্ৰাণ ভৰি পূজা কৰিম। দুৱাৰ দলিত দীন দৰিদ্ৰৰ দৰে, অভিশপ্ত পাপীৰ দৰে চকুলো টুকিবলৈ নেযাওঁ। মোক ব্ৰহ্মৰ্ষিৰ পুতৌ নেলাগে, লাগে তেওঁৰ হৃদয়, লাগে তেওঁৰ প্ৰেম। বসিষ্ঠ, বসিষ্ঠ যে অতি মহৎ অতি দেৱতা ! সেই বসিষ্ঠক বুজিবলৈ হ'লে, পূজা কৰিবলৈ হ'লে নিজে মহৎ হ'ব লাগিব, নিজে দেৱতা হ'ব লাগিব। মোৰ এই দুখাৰি চকুৰ লো দেখি, মোৰ হিয়াৰ এই আকুলি বিকুলি দেখি তুমি হয়তো মোক *বিশ্বাস কৰিছা। মই মোক বিশ্বাস নকৰোঁ। ই বেন,*

ই যেন ধৰ্ম্মশাস্ত্ৰ পাঠ কৰোঁতে সৰি পৰা দুটুপি চকুৰ লো, বিজুলীৰ ছাটিৰ দৰে বৈৰাগ্যাৰ ক্ষণিক উত্তেজনা ! হৃদয়ৰ এই ভাব, চকুৰ এই তপ্ত লোতক, তাক তীব্ৰ তপস্যাৰে চিৰস্থায়ী কৰোঁ, কঠোৰ সংযমেৰে আগুৰি অক্ষয় কৰো। আৰু নিফিৰোঁ, আৰু নিফিৰোঁ। সংসাৰৰ বতাহত হৃদয়ৰ এই ক্ষীণ দীপ, তাক নুমাই যাবলৈ নিদিওঁ।

(বেগেৰে গুচি গ'ল)
(এনেতে নেপথ্যত চণ্ডালৰ ঢোল বাজিবলৈ ধৰিলে। এফালি দুখুজিকৈ হৰিশ্চন্দ্ৰ, শৈব্যা আৰু ৰোহিতাশ্ব আগবাঢ়ি গুচি গ'ল।)

---

## পঞ্চম দৃশ্য

বসিষ্ঠৰ তপোবনৰ বাহিৰ সীমাৰ দূৰত এখনি সুন্দৰ অৰণ্য তাৰ মাজৰ বাটে বাটে কথা পাতি তাপসী আৰু অৰুন্ধতী আহিব লাগিছে।

অৰুন্ধতী, - সৌ জুপি চণ্ডালবিলাকৰ দেওবৰ নহয়নে ?

তাপসী, - হয়, ইয়াৰ পৰাই সৌ বাৰুণীৰ মনোৰম দৃশ্য বিণিকি বিণিকি দেখি। শৰতৰ দৰে কেনে চিকোণ ! সিপাৰৰ বননি নীলিমাত মিলি গৈছেগৈ।

(দুয়ো একান্ত মনেৰে তৃপ্তিৰে চায়)

অৰুন্ধতী, - বাৰুণী ? বাৰুণী কি ?

তাপসী, - সেইয়া শালবতী দেৱীৰ কীৰ্ত্তি ! তেওঁৰ স্বামী তপস্যালৈ যোৱাৰ পাচত সৌ চণ্ডাল গাওঁখনিত পানীৰ বৰ কষ্ট হৈছিল। সকলো চণ্ডাল আহি দেৱীক জনোৱাত দেৱীয়ে এটি পুখুৰী খনোৱাই তাত পানীৰ নিমিত্তে বৰুণ দেৱতাৰ পূজা পাতি কিমান চকু পানী টুকিলে ! সিমনতো পানী নোহোৱা দেখি পুখুৰীৰ তলিত বৰুণ দেৱতাৰ হোম পাতি শেষত তাতো বিফল হৈ নিজকে হোমত আহুতি দিবলৈ ওলাল !

অৰুন্ধতী, - পাচে, পাচে।

তাপসী, - শেষ প্ৰদক্ষিণ কৰি এই জাঁপ দিয়ে এনেতে ভীষণবেগেৰে পৃথিৱীৰ স্তন্যধাৰাৰ দৰে ভোগবতীৰ পবিত্ৰ ধাৰা উঠি আহিল, হোম নুমাই চাওঁতে-চাওঁতে পুখুৰী ভৰাই পেলালে। চণ্ডালৰ আবাল বৃদ্ধবনিতাৰ হৈ ধ্বনিৰ মাজত আকাশৰ কণিকা বৃষ্টি হ'বলৈ ধৰিল। সেই দিন ধৰি সেই পুখুৰীটিৰ নাম হ'ল বাৰুণী !

অৰুন্ধতী, - এৰা এনে কথা শুনিলেহে ভাল লাগে। আই, এতিয়া তেওঁ ক'ত ? হয়নে, আই, তেওঁলৈ কিয় মোৰ এনে লাগে ? তেওঁ যেন মোৰ কোনোবা জনমৰ প্ৰাণৰ সখিটি। মোৰ আনন্দৰ সঁফুৰা হাতত লৈ দেখা দিবলৈ আহি লুকালুকি কি খেলিছে। মই যেন উৰা মাৰি গৈ ধৰিমগৈ। যাবানে, আই, এবাৰ তেওঁৰ ওচৰলৈ লৈ যাবানে ?

তাপসী, - এতিয়া তেওঁ তপস্যাকাননৰ গভীৰ তপত মগ্ন। তালৈ গ'লে সন্ধ্যাৰ আগতে ঘুৰিব নোৱাৰিবা।

অৰুন্ধতী, - তেনে আজিলৈ যাব নোৱাৰিম।

তাপসী, - আজি পূৰ্ণিমাত তেওঁৰ যদি জপৰ অন্ত হয়, তেনে চিকোণ জোনালীত তোমাৰ আশ্ৰমলৈ এবাৰ আহি যাবও পাৰে।

অৰুন্ধতী, - আহে যদি বৰ ভাল হয়। আহাঁ আই আজি আশ্ৰমত আমাৰ ভালেখিনি কাম আছে। তোমাক পালে তোমাৰ মুখৰ কথা শুনি হেপাহ নপলায়। সদায় যেন সকলো এৰি কথাকে শুনিম !

তাপসী, - শুনিবা, আই, শুনিবা। তোমাক নুশুনাই মই কাক শুনাম। এবাৰ নতুন তপোবনলৈ লৈ যাওঁ, তাত প্ৰাণ খুলি শুনাই থাকিম।

অৰুন্ধতী, - কেতিয়াকৈ, কেতিয়াকৈ সেইদিন আহিব ?

তাপসী, - এই আহিল, আৰু বেচি নাই। অদৃশ্যন্তী দেৱীৰ পুত্ৰ পৰাশৰ আজি উপযুক্ত হ'ল। অধৰ্ম্মগ্ৰস্ত কলিকালৰ উপযোগী এখনি স্মৃতিৰ ৰচনাত তপস্যা কৰিছে। ৰাজনীতিতো তেওঁৰ প্ৰতিভা জিলিকি উঠিছে। দৃষ্টি যেতিয়া অন্তৰ্মুখী হ'ল, আৰু ভয় কি ?

অৰুন্ধতী, - তোমাৰ আশীৰ্ব্বাদ, আই তোমাৰ আশীৰ্ব্বাদ !

তাপসী, - ইমান দিন ব্ৰহ্মৰ্ষিৰ বৈদিক ৰচনাৰ পবিত্ৰতাৰ মাজত ব্ৰহ্মৰ উপলব্ধি কৰি সৃষ্টি আৰু স্ৰষ্টাৰ মাজৰ সকলো আকুলতা তুলি দিলে। চোৱাঁ, চোৱাঁ এবাৰ

দূৰ দিগন্তৰ ভৱিষ্য গৰ্ভলৈ চাই পঠোৱা, বাক্যসৰ দৰে দলে দলে কত যুগধৰ্ম্মই জগতৰ এই প্ৰথম সাধনা এই শেষ সাধনাক গিলি থবলৈ ওন্দোলাব লাগিছে। সিহঁতৰ প্ৰলোভনত, সিহঁতৰ আত্ম প্ৰতিষ্ঠাৰ তৰ্কৰ টানত এদিন এই আৰ্য্যসন্তান ইমান তললৈ নামি যাব — হিমালয়ৰ হোমৰ অনলে আৰু তাক পোহৰাই ওপৰলৈ আনিব নোৱাৰিব। বলা, বলা, মানবৰ ব্যভিচাৰৰ মাজে দি যুগৰ প্ৰলোভনৰ মাজে দি যি সৰ্ব্বব্যাপি ভগবান জিলিকি আছে, এবাৰ তোমালোক তপস্যা বলেৰে সাধনাৰ বলেৰে সহজ সুন্দৰ ভাবে চকুত পেলাই দিয়াঁ, যাতে ঘোৰ অমাবস্যাতো কোনো আৰ্য্যৰ সন্তানে আলোকৰ অভাৱত পথভ্ৰষ্ট নহয়। ব'লা, আই, প্ৰকৃতিৰ কাম্যভূমি কামপ্ৰদা কামাখ্যাৰ দৰ্শনলৈ যাবলৈ ওলাই থাকাঁ। তাৰ পাচত, তাৰ পাচত তাৰ পৰা লৈ গৈ সৌ ধ্ৰুৱ নক্ষত্ৰৰ কাষৰ সপ্তৰ্ষিমণ্ডলত জিলিকাই থমগৈ-অন্ধকাৰত নিজৰ আলোকেৰে জ্বলি বিশ্বজগত চাই থাকিবাঁ।

অৰুন্ধতী, - তোমাৰো আই, কথাবোৰ ! ৰবা, কামাখ্যা দেৱীৰ দৰ্শনলৈ কাহানিকৈ নিবাঁ ? প্ৰবাসী সন্তানৰ হিয়াত জননীৰ দৰ্শন কামনা জগাই দিলা যেতিয়া, বলা, আই, সোনকালে লৈ বলা।

তাপসী, -যাবাঁ। আজি তাৰ চিন্তা এৰাঁ — আজি বিশ্বামিত্ৰ তোমাৰ তপোবনলৈ আহিছে নেজানা ?

অৰুন্ধতী, - ক'তা ? আজি সন্ধ্যা আমাৰ হৰিশ্চন্দ্ৰ, ৰাণী আৰু কুমাৰ হে তপোবনলৈ অহাৰ কথা আছে। গৌতমী নদীত স্নান কৰিছেহি, স্নান দান হৈ গলেই আহিব। কোন বিশ্বামিত্ৰ, হয়নে, আই ? আমাৰ প্ৰজাপতি দেৱতা ?

তাপসী, - প্ৰজাপতী ব্ৰহ্মা নহয়, বিশ্বৰথ। বিশ্বৰথ আজি বিশ্বৰথ, নহয়, বিশ্বৰথ আজি বিশ্বামিত্ৰ ! তেওঁৰ তপস্যাত মুগ্ধ হৈ নিখিল বিশ্বেদেৱাই তেওঁক বিশ্বামিত্ৰ বুলি সাবটি ধৰিলে।

অৰুন্ধতী, - মিত্ৰ বুলিলে ?

(আনন্দ প্ৰকাশ কৰে।)

তাপসী, - মিত্ৰ নুবুলিব ? এনে কঠোৰ এনে উগ্ৰ তপস্যা কোনে কিমান কৰিছে। ইন্দ্ৰৰ আসন থৰথৰি কঁপি গ'ল। বিশ্বব্ৰহ্মাণ্ডই অবাক মানিলে।

অৰুন্ধতী, - তপস্যাত ব্যাঘাত হোৱা বুলি শুনি মাজতে কেনেবা লাগিছিল !

তাপসী, - ব্যাঘাত ? কোনে কৰিব ? ইন্দ্ৰৰ প্ৰহৰণ ৰম্ভাই ? ৰম্ভাৰ শক্তি ক'ত ? জন্ম সংস্কাৰ দগ্ধ কৰি যি প্ৰতিভা জ্বলি উঠিছে তাক নো কামিনীৰ আঁচলেৰে আবৰি ৰাখিব পাৰিবনে ? বিবেকৰ তাড়নাত সোণৰ জিঞ্জিৰি ছিঙি বিশ্বামিত্ৰৰ বিশ্বজয়ী প্ৰতিভা উৰি গুচি গ'ল। উৰি গ'ল ৰূপ আকাশত অৰূপ বিচাৰি ! মন হৰণৰ জাল হাতত লৈ সেই তেজ দেখি ৰম্ভা মুৰছি গ'ল। আজিও নিৰ্ব্বাক নিশ্চল হৈ শিলাখণ্ডৰ দৰে পৰি আছে।

অৰুন্ধতী, - দুখ লাগে, আই ! বিশ্বৰথৰ এই বিশ্ববিজয়ী ৰথ, এই বিশ্ববিদাৰী বাহুবল যদি আমাৰ দৰে নগণ্যত খৰ্ব্ব নকৰি বিশ্বৰ মঙ্গলৰ নিমিত্তে চলালেহেঁতেন তেনে ইমান দিনে এই আৰ্য্যভূমিত আৰু এধাৰি পতিত পাৱনী বৈ গ'লহেঁতেন।

তপসী, - আজি বিশ্বৰ মাজত আপোন বিচাৰি পাই ঘূৰি আহিছে। আজিৰ বিশ্বামিত্ৰ যেন এক প্ৰশান্ত সাগৰ। কি ধীৰ, কি গম্ভীৰ ! হৃদয়ৰ বিকাৰ পৰীক্ষা কৰিবৰ নিমিত্তে ধৰ্ম্মদেৱতাই ব্ৰহ্মৰ্ষিৰ ৰূপ ধাৰণ কৰিছিল।

অৰুন্ধতী, - আমাৰ ব্ৰহ্মৰ্ষিৰ ? (হাঁহে)

তাপসী, - ব্ৰহ্মৰ্ষী অকল তোমাৰেই নহয়, আমাৰো। (হাঁহে) পৰমান্নেৰে পাৰণ কৰিবলৈ বুলি এদিন মধ্যাহ্ন বিশ্বামিত্ৰৰ কুটিৰৰ দুৱাৰত উপস্থিত, বিশ্বামিত্ৰই হিয়াৰ শ্ৰদ্ধাৰে পৰমান্ন পাক কৰি আনি দেখেহি দুৱাৰত ব্ৰহ্মৰ্ষি বসিষ্ঠ নাই।

অৰুন্ধতী, - পাচে।

তাপসী, - অলপ পৰৰ পাচত সেই মূৰ্ত্তি আহি আকৌ কলেহি — মই পাৰণ পচে কৰিম। বৈ থাকাঁ। বেগায় যদি আহিব নোৱাৰোঁ উত্তৰায়ণ সংক্ৰান্তিত বিচাৰি যাবাঁ।

অৰুন্ধতী, - পাচে পাচে।

তাপসী, - কত দিন গ'ল, কত ৰাতি গ'ল, কত ৰদ বৰষুণ কত ধুমুহা মুৰৰ ওপৰে গুচি গ'ল — তথাপি হাতত পৰমান্নৰ পাত্ৰ লৈ বিশ্বামিত্ৰ থিয়, — হিমালয়ৰ দৰে

অচল অটল, — বিৰক্তিৰ মেঘ নাই, বিকাৰৰ মালিন্য নাই!

অৰুন্ধতী, - ইমান, ইমান পৰিবৰ্ত্তন!

তাপসী, - এই পৰিবৰ্ত্তনত অকল তুমিয়ে নহয়, বিশ্বব্ৰহ্মাণ্ডই আচৰিত মানিছে! উত্তৰায়ণ যেই আৰম্ভ হ'ল সেই তীৰ্থৰ অভিমুখে সাত্ত্বিক যাত্ৰীৰ দৰে মৌন ব্ৰত অবলম্বন কৰি ব্ৰহ্মৰ্ষি বসিষ্ঠক বিচাৰি আহিব লাগিছে। — আজি আজি যে পৃথিবীৰ কি আনন্দ! বসিষ্ঠৰ তপস্যা ভূমি ব্ৰহ্মলোকৰ আলোকেৰে তিৰবিৰ কৰিব। বসিষ্ঠ বিশ্বমিত্ৰৰ মধুৰ মিলনত বিশ্বৰ সকলো বীণা বাজি উঠিব। ব'লা, ব'লা দেবি আনন্দময়ৰ এই আনন্দৰ আভাস মৌলে এই নাচি নাচি আহিছে, হিয়া মোৰ আকুল কৰিছে। আহাঁ এবাৰ এই আনন্দ সাগৰত ডুব দি সকলো পাহৰি যাওঁ।

(আগে আগে তাপসী আৰু পাচে পাচে অৰুন্ধতী গুচি গ'ল। ইফালৰ পৰা হতাশ ভাবে হাতত তৰোৱাল লৈ বলাকীৰ প্ৰৱেশ।)

বলাকী, - জীৱনৰ লক্ষ্য চকুৰ আগত পাই লক্ষ্যভ্ৰষ্ট হ'ল। ওপৰাউপৰিকৈ অলক্ষিতে ইমান কাঁড় মাৰিলোঁ তেও ভণ্ড বিশ্বৰথৰ বুকু ভেদ কৰিব নোৱাৰিলোঁ। ইমান কাঁড়লৈ ভ্ৰূক্ষেপ নকৰি সি মদমত্ত হাতীৰ দৰে গুচি গ'ল। কি কৰোঁ — দেখা দেখিকৈ হত্যা কৰিবলৈকো ল'ৰা তিৰোতাবোৰ সেইজাক চণ্ডালে বলিয়া বুলি হৈ দি পাচে পাচে গৈছে। ধৰা পৰিলে আৰু সাৰিবৰ উপায় নাই। কি কৰোঁ উপায়! ইমান দিনৰ মূৰত এনে সুবিধা আহি এনেয়ে যায়। হয়তো সি বসিষ্ঠৰ তপোবন সোমাব! তেতিয়া তাক হত্যা কৰা আৰু টান হ'ব। কপালত বি থাকে — নাই চণ্ডাল জাকৰ মাজতে এই তৰোৱাল তাৰ বুকুত বহুৱাই দিওঁ — আৰু সুবিধা নেপাওঁ। (লৰি যাব খোজে। এনেতে নেপথ্যত ঢোল তাল পেপাৰ মাত শুনি থমকি ৰয়।) সৰ্ব্বনাশ! নোৱাৰিম। আৰু এই দল। অভিপ্ৰায় বুজি বাধা দিলে মোৰ কাৰ্য্যশেষ নহ'ব। ধৰা পৰিম। বেচ - ইহঁত কলৈ যায়? এই দেওবৰত দেও পূজা কৰিবলৈ? ৰবি, ৰবি — নাই তহঁতক বলিয়া কৈ মোৰ বলিয়া কৰি লওঁ — ব' তাৰ পাচত, তাৰ পাচত দেখিম।

(লৰি গুচি গ'ল)

(এনেতে চেৰেপা, লটকু, ডঁহ্য, বুধু প্ৰমুখ্যে চণ্ডাল বিলাকে আগলি কলপাতত পূজাৰ সম্ভাৰ লৈ ঢোল তাল পেঁপাৰে দেও পূজা কৰিবলৈ দেওবৰলৈ আহি'ল।)

বুধু, - হেৰ, হেৰ মানুহ মখা নো নাহে আৰু কিয়? পূজাৰ পৰ্‌টো বৈ থাকিব নে?

চেৰেপা, - হৌৱাতে হেই বলিয়াটোলৈ চাই কথা পাতিছে।

বুধু, - হিহঁতক আৰু কথা পালে একো নেলাগে। ঢোলটোকে বজাই দে আহে যদি আহক। হৌ পানী ডোঙ্গাতে নোকনোকী পহুটো ধুৱাই আনিবলৈ কৰি।

(এনেতে ইফালৰ পৰা বলাকী লৰি আহি কলেহি।)

বলাকী, - সৰ্ব্বনাশ, ভাইহঁত! তহঁতে দেওবৰৰ তলত দেওঁলৈ যোৱা ভাত আৰু মদৰ টেকেলি সৌৱা সৌ বলিয়াটোৱে লৈ গ'ল! টেকেলিটো গুৰিয়াই ভাঙ্গিলে।

বুধু, - ই নো আৰু কি বোলে?

চেৰেপা, - অ' হেঁইয়া আমাৰ দেওৰ পাহ্‌ভাত হে। মই দেখি আহিছোঁ, হয় হয়।

বলাকী, - দেখাত মানুহটো বিশ্বৰথ দেউৰ দৰে নহয় নে? পাচে নহয়, বহুতে ভুল কৰে — ই কৰবাৰ বলিয়া। ককাইটিহঁত ঐ। এই বলিয়াই ঘৰত জুই দি ফুৰিব, আমি চাই থাকিব লাগিব।

চেৰেপা, - বলিয়াই হওক বা চলিয়াই হওক আমাৰ দেওভাত হি নিব কিয়?

বলাকী, - দেওভাত নিয়কেই চোন। সৌ নৈৰ নামনিত তহঁতৰ জাতভাইৰ গাওঁ খনিৰ দৰে নহলেই হয়। ঠিক এতেখিনি পৰতে ই সিহঁতৰো দেওভাত আনি গছৰ তলত খাইছিল। গধূলিলৈ দেওৰ খং উঠি গাওঁ খনিত মাউৰ লগাই দি লৰাই বুৰাই একেবাৰেই উজাৰ কৰিলে! চাগে চোন ককাইটিহঁত ঐ মেলা দুৱাৰ মেলাতে আছে!

বুধু, - আমাকো দেখোন মৰিয়াই মাৰিলে। কি কৰহঁক।

বলাকী, - কৰিবি কি? সিহঁতৰ গাৱঁত কুকুৰা ঠেঙ্গেৰে মঙ্গল চাই পাইছিল, ইয়াৰ তেজ দিলে দেওৰ খঙ নুমাৰ বুলি। ইয়াৰ তেজ দিয়ে কোনে? সি আহি গাৱে গাৱেঁ বিহু দি বলিয়া কুকুৰৰ দৰে লৰি ফুৰিছে। তাক আৰু

পায় ক'ত ?

চেৰেপা, - নহয়, আহ, আমি তাক টঙ্গনিয়াই মাৰিম। আহ, তাক ধৰি আনো।

বলাকী, - ধৰি আনিব নোৱাৰিবি। তাৰ টঙ্গনিয়াই ঠেঙ্গ ভাঙ্গ। সি যাতে আৰু যাব নোৱাৰে। মই বাৰু মঙ্গলকে চোৰাওঁ।

বুধু, - আমাৰ বুৰাক চিনি পাবি জানো। হৌৰা, হৌ বাঁহজোপাতে ঘৰ। যা তই মঙ্গল চোৰাগে। আমি তাক ধৰি আনো। বল, বল। কি নো চাই থাক ?

(এটাইবোৰে "ধৰ ধৰ, মাৰ মাৰ" বুলি লৰি গুচি গ'ল।)

বলাকী, - যা, আগে ধৰ। মই যি মঙ্গল চোৰাব লাগে চাই লৈ গৈছোঁ। — হৃদয়, আনন্দত উতলি নুঠিবি। এতিয়াও তোৰ বহুত বাকী !

(ইফালেৰ পৰা লৰি আহি পাঁচেঞয়ে সুধিলেহি)

পাঁচেঞ, - আমাৰ মানুহমখাক কলৈ খেদালি ?

বলাকী, - সৌৰা তহঁৰৰ দেওভাত লৈ যোৱা বলিয়াটো ধৰিবলৈ।

পাঁচেঞ, - তই ইমান বয়া মানুহ, তই ইমান পিখাচ। মই তোক দেখি থকা নাই। দেওবৰৰ হিফালৰ পৰা মই দেখি আছিলোঁ। তই দেওভাত পানীত পেলাই দি টেকেলিটো ভঙ্গা নাই। এতিয়া, আৰু' বলিয়া বুলি বিচৰথ দেউটোক মাৰিব খেদাইছ। — তোৰ দৰে, তোৰ দৰে —

বলাকী, - মিছা কথা নকবি। মই নিজে দেখিছোঁ বলিয়াই ভাঙ্গিছে।

পাঁচেঞ, - তই, তই —হয় তয়েই। মই তোক চিনি পাইছোঁ। এই আমাৰ বাপুটোক কটা নাই ? হয়, তয়েই — এই, এই এইটো বাপুটোক কটাটো, আহ, আহ, ইয়াক বেৰি ধৰ্। আগচি ধৰ। এইটো, আহ ঐ !

বলাকী, (মনে মনে) সৰ্ব্বনাশ ! এই মোক কেৰা দিনো দেখিছিল। চিনি পাইছে। বাস্কলক কটাৰ কথা প্ৰচাৰ হলে সকলো পণ্ড হ'ব। তাৰ আগতে তাৰ আগতে মোক চিনাই দিয়াৰ ডিঙ্গি চেপি নধৰোঁ কিয় ?

পাঁচেঞ, - এই, এইফালে আহ ঐ ! মোক আগচি দে হি, মই ইয়াক কামুৰি কামুৰি মাৰোঁ।

বলাকী, - কামুৰি মাৰিবি ? মাৰ

(ডিঙ্গি চেপি ধৰে।)

(জোটাপুটি কৰি পাঁচেঞয়ে হাত একবাৰ কাপোৰৰ ভিতৰৰ পৰা বিষাক্ত কাঁড়ৰ আগ এডাল উলিয়াই বলাকীৰ বুকুত খুচি দিয়ে।)

বলাকী, - উস্, উস্ ! - (পৰি ছটফটায়)

পাঁচেঞ, - আৰু নিজীৱ। মৰ মৰ তই। মোৰ আগতে দেও পৰি মৰি যা। বাপুটো ঐ ! তোক টুকুৰা টুকুৰ কৰিছিল ! তোৰ চকু আছে যদি এবাৰ চাই যা হি। তোক হিয়াল কুকুৰেও নেখায়। ইমান বিহ। ইয়াতে পচি পচি মৰি যা,। এই এই হেইটো কোন ? আমাৰ মখাক হাক দে ঐ ! লৰি যা, লৰি যা। বিচৰথ দেউটোক মাৰিব।

(বেগেৰে বেত্ৰৱতীৰ প্ৰৱেশ)

বেত্ৰৱতী, - কিহৰ এই চিঞৰ বাখৰ ? জনা নাই, দেখা নাই সৌৱা গৌতমী তীৰত মহাৰাজাধিৰাজ হৰিশ্চন্দ্ৰই স্নান দান কৰি বিশ্ৰাম কৰিছে ?

পাঁচেঞ, - আমাৰ ৰজাটো নে কি ঐ ! যা, তেনে বিচৰথ দেউটোকে মাৰিব এটিয়া। লগাই দে, লগাই দে। তই চাই থাকিছ ? হিহঁতে বৈ থাকিব নে কি ? তই নেযাব যদি মইয়ে যাওঁ - মইয়ে যাওঁ !

(লৰি গুচি গ'ল।)

বেত্ৰাৱতী,- এই কি ? পাগলী নেকি ? এইটি ইয়াত কোন ?

বলাকী,- বেত্ৰাৱতী দেউ, মই আপোনাক চিনি পাইছোঁ ! উস্ মই মৰিলোঁ ! ইমান জ্বালা। বিহ কাড়েৰে মোক তাই জ্বলাই গ'ল। মই বলাকী ঐ দেউ ! নিৰ্ব্বাসন দণ্ডৰে দণ্ডিত বলাকী !

বেত্ৰৱতী, - বলাকী তুমি ? তোমাৰ কেনেকৈ কি হ'ল ? ইমান দিন ক'ত আছিলা ?

বলাকী, - উস্, প্ৰাণ যায়। আৰু নোৱাৰোঁ। বিশ্বৰথৰ ওপৰত প্ৰতিশোধ লবলৈ বনে বনে পলাই ফুৰিছিলোঁ। আৰু নোৱাৰিলোঁ। এবাৰ, এবাৰ মোক মহাৰাজা হৰিশ্চন্দ্ৰৰ চৰণত এই অযোগ্য তৰোৱাল, এই তৰোৱাল ধৰবলৈ দিয়া। ধৰা নহলে প্ৰাণ যায়।

বেত্ৰৱতী, - সৰ্ব্বনাশ ! কি কৰিব খুজিছিলা ! বিশ্বৰথে মহাৰাজক কি কৰিলে তুমি নেজানা ? সেই বিশ্বৰথক ?

বলাকী, - প্ৰতিশোধত অন্ধ মই। বন্য জন্তুৰ লগত বনৰীয়া হলোঁ, মই একো নেজানো। একো নুশুনো। ধৰাঁ দেউ! — পানী, মোক পানী এটুপি দিয়াঁ।

বেত্ৰৱতী, - আহাঁ, মই তোমাক ধৰি লৈ যাওঁ। (ধৰি নিয়ে।)

বলাকী, - আৰু কিমান দূৰ, কিমান দূৰ! মহাৰাজৰ চৰণ দুখনি পাম নে ঐ!

(দুয়ো গুচি গ'ল।)

---

## ষষ্ঠ দৃশ্য

বসিষ্ঠৰ তপোবনৰ বাহিৰ কৰাপাতৰ আগৰ এটুকুৰি গছে লতাই আগুৰি থকা সুন্দৰ মুকলি ঠাই। মুখত গম্ভীৰ হাঁহিৰে বক্তাক্ত কলেৱৰেৰে বিশ্বৰথ এখুজি দুখুজিকৈ আহিৰ লাগিছে। দাতিৰ গছৰ পৰা এপাহি দুপাহিকৈ ফুল বিশ্বৰথ মুৰত পৰিব লাগিছে। বিশ্বৰথৰ হাতত পৰমান্নৰ পাত্ৰ।

নেপথ্যত, - আগচ্, আগচ্ ধৰ (হুৰামুৰি শব্দ হয়।)

চেৰেপা, - (লৰি আহি) আমাৰ, দেওবৰৰ পাহভাত লৈ কত হাৰিবি? বহ্ খোজ নিদিবি। ক' কিয় আনিছিলি? নকৰ কিয়?

বিশ্বৰথ, - (গম্ভীৰ মৃদু হাস্য কৰে।)

চেৰেপা, - দিম মুখতে খুন্দা মাৰি। দাঁত উলিয়াব গুণাইছু।

লটুকু আৰু উঁহা, - (প্ৰৱেশ কৰি) বল, উভতি বল। আজি তই ক'ত হাৰিবি?

চেৰেপা, - তাক কথা সুধিলে আৰু' হি বলিয়াৰ ভাও ধৰিছে। মুখলৈ চাই দাঁত উলিয়াই দেখুৱাইছে।

বুধু, - (প্ৰৱেশ কৰি) তাক আৰু' চাই থাকিলে নো কি হ'ব নেযায় যদি ঠেঙ্ ভাঙি চোচোৰাই ল'। ব'ল, ব'ল।

চেৰেপা, - হি নেযায়। হাঁহি হিকালে হে যায়। দিওঁ ঠেঙ্ ভাঙি।

বুধু, - মাৰ, মাৰ।

(এটাইবোৰে লাঠী ডাঙে।)

(এনেতে ইফালৰ পৰা খোলা তৰোৱাল লৈ আগে আগে হৰিশ্চন্দ্ৰ আৰু পাচে পাচে পাঁথেক প্ৰৱেশ।)

হৰিশ্চন্দ্ৰ, - নমা, লাঠী নমা। হেৰ হেৰ দুবৃৰ্ত্তৰ দল। তহঁত ইমান পালিগে।

বুধু, - ৰজা, ৰজা! ই আমাৰ দেওক দিয়া পাহাভাত কাঢ়ি আনিছে।

হৰিশ্চন্দ্ৰ, - মনে মনে থাক। কথা নকবি। সৰ্ব্বনাশ! হেৰ পাষণ্ডৰ দল! তহঁতৰ নিৰ্ম্মম কাঁড়েৰে মহৰ্ষিৰ শৰীৰ তেজেৰে ৰাঙলী কৰিলি? এই অপূৰ্ব্ব জ্যোতিৰে জ্যেতিষ্মান মহৰ্ষি, যাৰ এটা ভ্ৰূকুটিত ত্ৰিভুৱনৰ সৃষ্টি প্ৰলয় দুলি যায়, সেই মহাপুৰুষক এনে কৰিবলৈ তহঁতৰ ইমান সাহ? সাৱধান! আদেশ কৰক, আদেশ কৰক, প্ৰভো! মই ইহঁতক নিজ হাতে শাস্তি বিধান কৰোঁ।

বিশ্বৰথ, - (মুৰেৰে ইঙ্গিত কৰি বাৰণ কৰিল।)

হৰিশ্চন্দ্ৰ, - তেনে কি ইহঁতক নিজে শাস্তি বিধান কৰিব খুজিছে?

বিশ্বৰথ, - (মুৰেৰে ইঙ্গিত কৰি এৰি দিবলৈ কয়।)

হৰিশ্চন্দ্ৰ, - বিনা শাস্তিৰে এৰি দিম? মহৰ্ষিৰ সেইয়ে আদেশ?

বিশ্বৰথ, - (গম্ভীৰ হাঁহিৰে মুৰ দুপিয়াই অনুমতি জনালে।)

হৰিশ্চন্দ্ৰ, - বেচ, মহৰ্ষিৰ ইচ্ছাই পূৰণ হওক! হাঁয় মূৰ্খ! দেৱতাই যাৰ আগত কৰযোৰ কৰি কৃতাৰ্থ মানিব এনে এজন মহাপুৰুষলৈ তহঁতে হাত তুলিছিল, হাঁয় পতিত, হাঁয় চণ্ডাল! তহঁতৰ হে এটি জীৱন্ত হমুনিয়াহ পৃথিৱীৰ বুকু ভাঙি উঠি আহিছিল, এটি তীব্ৰ শক্তিয়ে আকাশ ভেদি ভগৱানৰ সিংহাসনলৈ উৰি গৈছিল। তহঁতৰ এনে সংস্কাৰ, এনে চিত্তৰ প্ৰবৃত্তি সেই বাণী সেই শক্তিক নিমাত দেখি এই নিজানত বনৰীয়া হাতেৰে ডিঙি চেপি ধৰিবি? — লোকৰ উচটনিত আজি তহঁতে জগতৰ যে কি ক্ষতি কৰিব খুজিছিলি তাক যদি জানিলিহেতেন! — তথাপি তথাপিতো তহঁতে ক্ষমা নোখোজাকৈ নিজে তহঁতক ক্ষমা বচি দিছে। এনে উচ্চ অন্তঃকৰণৰ মহিমা দেখি তহঁতৰ মুৰ এতিয়াও দোঁ খাই অহা নাই? কৰ্ তহঁতৰ কৃত অপৰাধৰ নিমিত্তে চকুলো টুকি দণ্ডৱৎ কৰ্।

(সকলোৱে দণ্ডৱৎ কৰে।)

(পাঁথেক) আৰু তুমি যদি মোক বাতৰি নিদিলাহেঁতেন আজি এই ৰাজ্যত কি ভয়ংকৰ উৎপাতেই নহ'লহেঁতেন। কোন তুমি? নিৰ্ম্মতিৰ মঙ্গলময় বাতৰিৰ দৰে উৰি আহি'লা।

তুমি চণ্ডালৰ জীয়ৰী হলেও মোৰ আই! মোৰ জননী! মোৰ অনুগত বলাকীক তুমি বিষাক্ত কাড়েৰে হত্যা কৰিছা। তাৰ এনে অজ্ঞ জঘন্যতাৰ উচিত শাস্তি হোৱাত মই আনন্দ পাইছোঁ, তাৰ প্ৰভুভক্ত হিয়াখনিলৈ চাই চকুপানী টুকিছোঁ, মোৰ প্ৰাণে থাকি থাকি কান্দি উঠিছে। তথাপি তোমাক মই দণ্ড দিব নোৱাৰোঁ। তুমি মোৰ বিচাৰৰ অতীত! তুমি মোৰ আই! কোৱাঁ জননী! কি কৰি কোমাক চিৰ সুখত ৰাখিব পাৰোঁ?

পাঁচে, - নেলাগে ঐ ৰজা! তই মোক আই বুলিলি। ইমান ডাঙৰ ৰজাটোৰ মাক পাতিলি। তাতকৈ আৰু' কি সুখ আছে ঐ!

হৰিশ্চন্দ্ৰ, - মোৰ যে হেপাহ নপলায়। কোৱাঁ তোমাক কি দিম?

পাঁচে, - মোক যি লাগে তই দিব নোৱাৰ ঐ বাছা! মোৰ এটা দিন গ'ল হেইটো তই কেনেকৈ আনিবি? খুজি তোক লাজত নেপেলাওঁ। মোৰ হকলো গ'ল ঐ, হকলো আছে। নেলাগে মোক একোটো!

হৰিশ্চন্দ্ৰ, - মই নেবোঁ, আই, কোৱাঁ কি লাগে?

পাঁচে, - হোঁ বিচৰথ দেউটোক হৰা এটা কৰিবঁলৈ লাগে। (আগবাঢ়ি সেৱা কৰে।) মোৰ হকলো হ'ল ঐ, হকলো! মই যাওঁ ঐ।

(পাঁচেয়ে নামৰ সুৰেৰে গীত গাই নাচি গুচি গ'ল।)

গীত

হকলোটি আছে হকলোটি নাই কিনো মোৰ গোঁখাইৰে বন
কাণে কাণে কৈয়ে কাণতে পমে অহ চকুৰে নমনা ধন॥
ওপৰৰ জোনলৈ হাতে মেলিছিলোঁ জোন মোৰ হাততে নাই।
গুৰিলে নামিলোঁ হিমলুৰে তুলা কিহে মোক নিলে উৰাই॥

হৰিশ্চন্দ্ৰ, - কিয়, কিয় এইদৰে গুচি গ'ল? কোনোবাই জানানে?

বুধু, - বাপুটো কটা যোৱাৰ পৰা তাই চেৰা পাগলী হ'ল। তাইৰ নাচ চাওঁ বুলি বাপুটোৰে বৰ আথা পালিছিল। নচাৰ আগতে বাপুটোক টুকুৰা টুকুৰ কৰিলে কোনোবাই। হেই দিনৰ পৰাই বেলাভটি দিলে তাইক জঁকে ধৰে। বনবাৰী এৰি লৰি আহি হাবিৰ হাবিতলীয়া ফুল খোপাত আৰি গাত আৰি বাপুটোৰ মৰিহালিত খেও ধৰি ধৰি গীত গাই নাচি থাকে। ভাগৰে ধৰিলে বহি কান্দে। কান্দিলেই আৰু' অলপ ভাল পাই ঘৰলৈ লৰ দিয়ে। তাই এইদৰে এই দৰেই ইমান বছৰ থাকি ভাল পাইছে। বাপুটোৰ দেওয়ে ধৰিছে যেতিয়া এই দৰেই থাকিব। বিয়া বাৰু নকৰাই বুবী হৈ গ'ল।

হৰিশ্চন্দ্ৰ, - আই ঐ দেহি! সৰলা বালিকাৰ দৰে কি হৃদয়! যাওক তাইৰ বাতৰি মোক মাজে মাজে দি থাকিবলৈ তোমালোকৰ বৰ মূৰীয়াক ৰাজ আদেশ জনাই দিবা। জীৱনত যদি অলপো উপকাৰ কৰিব পাৰোঁ ধন্য মানিম। যোৱাঁ, তোমালোকে আজিৰ পৰা লোকৰ উচটনিত নেজানি নুশুনি কোনো কথালৈ হাত নোটোৱাবা।

বুধু, - নকৰোঁ আৰু নকৰোঁ।

(বিশ্বৰথ আৰু হৰিশ্চন্দ্ৰ প্ৰণাম কৰি চণ্ডালবিলাক গুচি গ'ল)

হৰিশ্চন্দ্ৰ, - মহৰ্ষি, মহৰ্ষি! যথা ইচ্ছা গমন কৰক। পাচে পাচে অনুসৰণ কৰি কৃতাৰ্থ হওঁ।

(বিশ্বৰথে আগলৈ খোজ দি থমকি গ'ল।
আগকালৰ পৰা আগে আগে তাপসী পাচত বসিষ্ঠ,
অৰুন্ধতী, শৈব্যা আৰু ৰোহিতাশ্বৰ প্ৰবেশ।)

তাপসী, - এইয়া, এইয়া চোৱাঁহি ইমান দিন কাণেৰে শুনিছিলা, এতিয়া চকুৰে চোৱাঁহি হাতত তোমালৈ পৰমান্নৰ পাত্ৰ লৈ শত অত্যাচাৰৰ মাজে দি মুখত মধুৰ হাঁহিৰে আহিব লাগিছে। ৰ'দ নাই, বতাহ নাই, জাৰ নাই, গৰম নাই, আহাৰ নাই নিদ্ৰা নাই, চণ্ডালৰ চোকা কাঁড়ত শৰীৰটি কেনে ক্ষত বিক্ষত! ধাৰেৰে তেজ জৰি জৰি পৰিছে। তেও মুখত বিকাৰ নাই। চিত্তৰ কি প্ৰসন্নতা!

বসিষ্ঠ, - স্বাগতম্। স্বাগতম্! দিয়ক, দিয়ক, মোৰ প্ৰাণ খনি আকুল আবেগত হাতলৈ নামি আহিছে। দিয়ক, মোৰ হাততেই দিয়ক।

(বিশ্বৰথে ভক্তিৰে পৰমান্নৰ পাত্ৰ বসিষ্ঠৰ হাতত দিয়ে। বসিষ্ঠই পাত্ৰটি লৈ অৰুন্ধতীক দি কয়।) হোৱাঁ, আৰ্য্যে, থৈ দিয়াঁ। যি দেৱতাই এই ৰহস্যৰ লীলাপাতি মোক ইমান ভাগ্যবান কৰিলে সেই দেৱতাৰ নামত আমি দুয়ো মিলি জুলি

আজি সান্ধ্য আৰতিত অঞ্জলি দিম। যোৱাঁ অতিথিৰ স্নানৰ আদেশ কৰি আহাঁ। (অৰুন্ধতীয়ে ভিতৰত পাত্ৰটি থৈ স্নানৰ আদেশ কৰি আহিলেগৈ।) মই আপোনাৰ সাদৰ গ্ৰহণ কৰি কৃতাৰ্থ হলোঁ। এবাৰ যদি মাতিলেহেঁতেন।

বিশ্বৰথ, - (কৰযোৰ কৰি) হো ভূদেব! হে ব্ৰহ্মণ্য দেব! হে পৰম ব্ৰহ্মৰ সাকাৰ মূৰ্ত্তি। আজি এই মানবী জনম সাৰ্থক। এবাৰ প্ৰাণৰ পূজা গ্ৰহণ কৰক। (আঠুকাঢ়ি নমস্কাৰ কৰে।

বসিষ্ঠ, - (তুলি ধৰি) উঠক, উঠক ব্ৰাহ্মণ!

বিশ্বৰথ, - আৰু, আৰু নাম কিয় প্ৰভো! উপাধি কিয়? (হাঁহে)

তাপসী, - (হাঁহি) হা-হা-হা- অৰূপক ৰূপ দিয়া দেখি হাঁহি উঠিছে? আত্মদৰ্শন হ'ল যেতিয়া ব্ৰাহ্মণৰ নাম ব্ৰাহ্মণৰ শক্তিৰ স্পৃহা সকলো হেৰাল। এদিন কৈছিলোঁ — মনত নাই, ব্ৰহ্মৰ বিচাৰলৈ আহি শক্তি বিচাৰি কি ভুল কৰিছা। তোমাক তো আজি নাম নেলাগিবই, উপাধি নেলাগিবই — কিন্তু আজলী ধৰণীয়ে ধৰে কেনেকৈ? ব্ৰহ্মকো যেতিয়া নামেৰে নধৰি নেৰে, তোমাক ব্ৰাহ্মণ নুবুলি এৰিব কিয়? অকল সেয়ে নহয় — বেচেৰীৰ বুকুৰ বস্তুৰে এইয়া এই ডালি নবগুণ কৰি দি পঠিয়াইছে। ব্ৰহ্মৰ্ষিয়ে মন্ত্ৰপুত কৰি দিব, এবাৰ কৈলাসৰ বুকুত অলকানন্দাৰ দৰে কণ্ঠত লৈ নবগুণডালি জিলিকাই দিয়াঁ। (বিশ্বৰথৰ হাতত ধৰি বসিষ্ঠৰ আগলৈ আনি সুধিলে।) এইয়া, এইয়া কাৰ ছবি?

বিশ্বৰথ, - এই শৰতৰ আকাশত এই অন্তৰে (নিজক দেখুৱাই) ছবি জিলিকি উঠিছে!

বসিষ্ঠ, - এবাৰ বুকুৰ ছবি বুকুলৈ আহক।

(দুয়ো আলিঙ্গন কৰে)

নেপথ্যত দবা শঙ্খ বাজে। স্বৰ্গৰ পৰা পুষ্প বৃষ্টি হয়।
হৰিশ্চন্দ্ৰ শৈব্যা আৰু ৰোহিতাশ্বই আঠুকাঢ়ি প্ৰণাম কৰে।
সিফালে শালৱতী লৰি অহা দেখি, অৰুন্ধতীয়ে
আনন্দত বিহ্বল হৈ ক'ষলৈ ধৰিলে।)

অৰুন্ধতী, -আহাঁ, আহাঁ। আই, এই আনন্দ অকলৈ মই সামৰিব পৰা নাই! আহাঁ তপস্যাত আজি সোণ জিলিকা দি জিলিকা আহিছোঁ।

শালৱতী, - আই, লোহা টুকুৰাকো যদি জিলিকা দেখিছাঁ, তেনে, তোমাৰ দৰে পৰশ মণিৰে গুণ! তোমাৰে মহিমা!

অৰুন্ধতী, - সৌৱা কোন?

(মনে মনে বিশ্বৰথক দেখুৱায়।)

(শালৱতীয়ে লৰি গৈ বিশ্বৰথৰ পদধূলি ললেগৈ। বিশ্বৰথে শালৱতীৰ মূৰত হাত দি আশীৰ্ব্বাদ কৰিলে। তাৰ পাচত বিশ্বৰথৰ ওচৰত শালৱতী, বসিষ্ঠৰ ওচৰত অৰুন্ধতী, আৰু হৰিশ্চন্দ্ৰৰ ওচৰত শৈব্যা আৰু ৰোহিতাশ্ব থিয় হ'ল।)

বিশ্বৰথ, - (তাপসীক) হে তাপস্যাধিষ্ঠাত্ৰী দেৱতা! ইমান দিন হিয়াৰ হুতাহৰ মাজে মজে তোমাৰ স্নিগ্ধ জ্যোতি দেখি চকু মুদি দিছিলোঁ, হিয়াৰ কোলাহলত তোমাৰ মোহন মুৰুলি শুনিও নুশুনিছিলোঁ, তোমাৰ সাত্বিকি অমৃতৰ ধাৰাত প্ৰাণ উটাই নিদি পাৰৰ পঙ্কত সুখ বিচাৰিছিলোঁ হে বিশ্বজননী! অন্ধ বুলি, বধিৰ বুলি, মুৰ্খ বুলি এই সন্তানৰ সকলো অপৰাধ ক্ষমা কৰিবাঁ।

(তাপসীৰ এফালে শালৱতীৰে আঠুকাঢ়ি থাকিলে।)

বসিষ্ঠ, - হে ব্ৰহ্মময়ি জননী! তোমাৰ মহিমাৰ জয় হওক। প্ৰাণৰ প্ৰণাম গ্ৰহণ কৰাঁ।

(তাপসীয়ে ইফালে অৰুন্ধতীৰ সৈতে আঠুললে।)
(হৰিশ্চন্দ্ৰ, শৈব্যা আৰু ৰোহিতাশ্বই আঠুকাঢ়ি প্ৰণাম কৰিলে,
তাপসীয়ে আশীৰ্ব্বাদ কৰিলে।)

তাপসী, - ভোগৰ যুদ্ধত যেনে প্ৰচণ্ড, ত্যাগতো তেনে মহান তুমি ক্ষত্ৰিয় পুঙ্গব! হে সতীকুলা শিৰোমণি মণি! এই ক্ষত্ৰিয়ৰ চিৰ পবিত্ৰ আদৰ্শটি বুকুতলৈ সপুত্ৰ প্ৰজাৰে চিৰ আনন্দ লাভ কৰা, আই! (তাৰ পাচত বসিষ্ঠ আৰু বিশ্বৰথ মাজত থিয় হৈ সিবিলাকৰ মূৰত হাতদি কৰলৈ ধৰিলে।) আজি এই আৰ্য্যভূমিৰ মহাতীৰ্থত বিশ্বৰথ মিলি গ'ল। যুগে যুগে কত বিশ্বৰথ জগতৰ চকুত চমক লগাই ইয়াত মিলি যাব। জগতৰ সকলো শক্তি এদিন আহি এই মহাতীৰ্থত স্নান কৰি স্বৰূপ বুজি পাব।

তাপসী, - এই পূৰ্ণিমাৰ সুশীতল জোনালীত পূণ্য প্ৰতিভা দুটিৰ পূৰ্ণ মিলনত ধৰণী ধনে ধান্যে পূৰ্ণ হওক, জ্ঞানে গৰিমাৰে পূৰ্ণ হওক, আনন্দৰসেৰে পূৰ্ণ হওক।

সকলোৱে, - (বসিষ্ঠ বিশ্বৰথত বাজে।) (সুৰেৰে)

পূৰ্ণ হওক, পূৰ্ণ হওক, পূৰ্ণ হওক, হে ভগবান!
পূৰ্ণ হওক, পূৰ্ণ হওক, পূৰ্ণ হওক, হে ভগবান!

ওঁ শান্তিঃ শান্তিঃ শান্তিঃ।

## যৱনিকা পতন

# ৰাস বিহাৰ বা শৰতৰ শেৱালী

## প্ৰস্তাৱনা

সকলো ঋতুৰ সুষমা সম্ভাৰেৰে যমুনাৰ পাৰ। নেপথ্যত শৰত ঋতুৰ ৰাগ ভৈৰবৰ..... ঐকতান বাজি উঠিছে। ঐকতান নিজমি ...... যোৱাৰ লগে লগে ....গাবঁলৈ ধৰিলে :-

বৈষ্ণৱী : (আই নামৰ সুৰে)

ৰূপালী বালিতে কোনে বালে বেণু
যমুনাই সুধিলে ৰই,
পূৰ্ণিমাৰ জোনায়ে মিচিকি হাঁহিলে
কানুৰে বাতৰি কই।
কানুৰে বাতৰি এ কানুৰে বাতৰি মোৰ
কানুৰে বাতৰি আহিছে নিজৰি
শৰতৰ শেৱালী লই।

(দূৰলৈ চকু নভঙ্গীকে চাই চাই হাঁহি হাঁহি গুচি গ'ল।)

---

## প্ৰথম দৃশ্য

(গধূলি কদম্ব গছৰ মাজেদি দেখা যমুনাই দেখ-নেদেখ পোহৰত তিৰবিৰাব লাগিছে। জোন লাহে লাহে উঠি আহিছে—এটি আনন্দৰ ধ্বনি বৈ গ'ল। কানুৰে মোহন বেনু লৈ ধীৰে ধীৰে মিচিকি হাঁহিৰে গাবঁলৈ ধৰিলে।)

কানু : (কেদাৰা — ত্ৰিতাল)

ইকি যোগীৰ হিয়া কি বিনন্দীয়া
চিকোণী আকাশ শাৰদ ৰাতি !
অমিয় ধাৰাৰে তাতে কি পূৰ্ণিমা।
জাগে ধীৰে ধীৰে আনন্দ চন্দ্ৰমা ;
পুলকে চঞ্চলা পূবে দিগাঙ্গনা
প্ৰিয়—কৰ—পৰশ—হৰষে মাতি !

(নেপথ্যলৈ চাই হাঁহি হাঁহি গালে।)

(গোপিনী নামৰ সুৰে)

জাগাঁ জাগাঁ যোগমায়া, লীলা সহচৰী,
ৰূপৰে মাধুৰী কেনে পৰে জৰি জৰি।
কাম কুলা ব্ৰজবালা সঙ্গে আমি মিলি
ৰসৰ সাগৰে আজি কৰোঁ আহ্ৰা কেলি।

(যোগমায়াই হাঁহি হাঁহি আহি গালে)

যোগমায়া : (বিয়া নামৰ সুৰে)

গলিলা যেতিয়া প্ৰাণৰ মাজতে
নিদিকি পাৰিবা ধৰা ;
নিদিকি পাৰিবা ধৰা
নিদিকি পাৰিবা ধৰা।
তোমাৰে মাধুৰী জৰে জগততে
তুমি মধুপান কৰা !
তুমি মধুপান কৰা মধুপায়ী
তুমি মধুপান কৰা !
বজোৱাঁ তেনে সেই প্ৰাণৰে বাঁহীটি
ৰাধাকে জগাই তোলাঁ।
ৰাধাকে জগাই তোলাঁ, চিদানন্দ
হ্লাদিনী জগাই তোলাঁ।
বিৰিন্দা বনেৰে চকুতে ফলি যাওক
প্ৰাণ সপোনৰে লীলা,
প্ৰাণ সপোনৰে লীলা, লীলাময়
প্ৰাণ সপোনৰে লীলা !

(কানুৰে সেই একে সুৰে বাহীটি বজালে। সেই সুৰকে দোহাৰি যোগমায়াই গাই গাই উৰি যোৱাৰ দৰে গুচি গ'ল।)

যোগমায়া :

জয় ৰাধে, জয় ৰাধে জাগা জাগা জয় ৰাধে—

---

## দ্বিতীয় দৃশ্য

বৃন্দাবনলৈ যোৱাৰ পথ—

----- ঘৰ আৰু গছৰ মাজেদি চেগা হোৱোকাকৈ পৰা জোনৰ পোহৰত দেখা গৈছে। ৰাধাই চুলি কোচা বস্ত্ৰাৰ ভাৱেৰে মুৰটি বেঁকাকৈ আকাশলৈ চাই চাই পদূলিলৈ ওলাই আহিছে। জোনৰ পোহৰত মুখখনি জিলিকি পৰিছে। আকাশত কানুৰ মূৰতি যেন দেখি তদগত চিত্তেৰে গাবঁলৈ ধৰিলে :—

---

গীতি নাটিকা খনিৰ পাতনিৰে সৈতে প্ৰথম পাচোঁটা দৃশ্যৰ বহুখিনি পোকে খালে। যা হওক, সেই গীতৰ পাণ্ডুলিপি অ'ত ত'ত ফটা-ছিটা কাগজত পাই গীতবোৰ সযত্নেৰে সজাই প্ৰকাশ কৰিলোঁ। ...... এনে চিহ্ন দিয়া ঠাইত আখৰ বোৰ পঢ়িব নোৱাৰিলোঁ। সঃ

ৰাধা : (বিয়াৰ নামৰ সুৰে)
মুকলি আকাশে কেনে জিলিমিলি জিলিকনি,
জিলিমিলি কুণ্ডলেৰে হাঁহে যেনে নীলমণি—
(হাঁহি হাঁহি আকাশলৈ চাই থাকোঁতেই শূন্যেদি কানুৰ সেই বেনু ধ্বনি কাহিলি কাহিলি শুনা গ'ল।)

ৰাধা :
ই কি ই কি ? কেনি শুনো ?......
বেণু- বেণু- বেণু প্ৰাণ কানাইৰে বেণু
(আকুল আবেগে তন্ময় হৈ হাত মেলি, চুলি আধা বন্ধা ভাৱেৰে খঞ্জনী খোজেৰে প্ৰস্থান। ইফালে কাষত কাঁহী বাটি লৈ .....পদ্মাই কানুৰ সেই সুৰ শুনি আকাশলৈ চাই চাই গাবলৈ ধৰিলে।—)

পদ্ম : (বিয়া নামৰ সুৰে)
বুকুৰ ভিতৰেদি জমে জমায় ই কি
বাঁহীটি বাজিলে !
থক বনে বাৰী ৰ'বকে নোৱাৰি,
আজি কি লাগিলে।
(কাঁহী বাটি এদতীয়াকৈ থৈ আহিল।)
কেনি বায় বাঁহীটি কেনি লৰি যাওঁ !
নমনি চকুৰে !
বাজ ঐ বাঁহীটি আৰু চৰি চৰি
লমেগই কাণেৰে !
(বৃন্দাবনৰ মুখে উধাতুৰে গুচি গ'ল।)
(ইফালে বিৰজাই বাঁহীৰ মাত শুনি আপোন পাহৰি বৃন্দাবনৰ মুখে খোজ লৈ গালেহি :—)
(সাধুৰ সুৰ)
কানুৰে বাঁহীটি বাজিছে মনতে
কিয়নো মোৰ দেহা নেযায় !
আহ অই, আহ অই ফাগুনী পচোৱা,
নে মোৰ দেহাক বেগে উৰাই।
(বিৰজাৰ অকণমানি ছোৱালী জনীয়ে লৰি আহি পিচৰ পৰা বিৰজাৰ আচঁলত ধৰি একে সুৰেৰে মাতিলে —)

ছোৱালী :
আই — আই — আই —

বিৰজা :
(পিচলৈ চাই ছোৱালীজনীৰ থুতৰিত ধৰি আগৰ সুৰে সুৰে গালে—)
তোৰ মৌৰে মাতে, তাতোকৈ মিঠা যে
শুন ঐ, বাঁহীটি বায় !
সোমাগই মইনি পিতাৰৰ বুকুতে
মই যে মোতে নাই !

ছোৱালী :
আই — আই — আই —

বিৰজা :
উৰি যায় উৰি যায় সজাৰে মইনা,
মই যে মোতে নাই।
(উৰি যোৱাদি গুচি গ'ল। ছোৱালীজনীয়ে থোঁহ থোঁহ পাতি ঘূৰি গ'লগে।)
ইফালে জোনালীত ফুৰাৰ দৰে বসুবল আৰু তেওঁৰ প্ৰণয়নী অনুৰাধাৰ প্ৰবেশ।

বসুবল : (হুচৰিৰ সুৰ)
যমুনাৰ জলতে জোনৰ জেউতি
জিলিকে তিৰেবিৰে কই,
কিনো সুৰভিৰে বলিছে বতাহী
নাচে কি জিৰে জিৰ কই।
আবেলি যমুনাৰ জলকে আনিলা
নাহিলা মাধুৰী লই।
যোৱাঁগে লাহৰী সখীয়াৰে সতে
আহাঁগে ধুনীয়া হই !

অনুৰাধা :
তুমিও ধুনীয়া জোনো সি ধুনীয়া
আৰু যে ধুনীয়া যমুনাৰ জল, যমুনাৰ জল ;
তাতোকৈ ধুনীয়া কানুৰে বাঁহীটি
নাই তাৰ নাই তাৰ তুলনাৰ থল, তুলনাৰ থল !
নাই তাৰ সীমনা নিতে সি নতুনে
নিতে যে মজি যাওঁ অতনা কাল, অতনা কাল !
বাঁহীটি ধুনীয়া বুলিয়ে ধুনীয়া
তুমি ঐ তোমাকো লাগে মোৰ ভাল, লাগে মোৰ ভাল
(এনেতে দূৰনিত কানুৰ বেণু সেই সুৰে শুনা গ'ল।)
জী থাক জী থাক কানুৰে বাঁহীটি
যি মতে বাজিলি তই
দূৰ দূৰণিৰে কি সি বাতৰি

উলাহেৰে আহিলি লই !
কোৰাঁ মোক কোৰাঁ মোক  নিৰলে শুনোঁগে,
প্ৰাণে মোৰ কি যে কৰে !
বেণুৰ মাতে শুনি  তোমাৰে হৰিণী
নেজানে কেনি তাই লৰে !
(যাবঁলে উত্ৰাৱল হয় ।)

বসুবল :
যোৰাঁগে যোৰাঁগে  নিৰলে শুনাগে
বাঁহীয়ে কি গান গায়,
বাঁহী ভালে বুলি  মোকো ভালে পোৱা
একো মোৰ কৰঁলে নাই ।
(যোৰাঁগে বোলা মাত্ৰকে অনুৰাধা দ্ৰুত গতিৰে গুচি গ'ল । বসুবলে ইফালে নিশাদলক অহা দেখি একতীয়াকৈ এন্ধাৰঁলে গৈ চাই আছে ।)

নিশাদল : (খল্লত জঁকি পকি গাই গাই আহিছে —)
(যোৰা নামৰ সুৰ)
এই ৰাতি বেলি দিম্ মই মজা
নুসুধি নেমেলি দিম্ মই মজা
ঢাপলি ধৰিলি তই দিম মই মজা
গম পাবি আজি
জালৰে গাধীৰ তই দিম মই মজা
জালতে এৰিলি দিম মই মজা
ভাল মোক গোলামে পাই
গম পাবি আজি

বাসুবল : (ওলাই আহি সুধিলে) :-
গুজৰি গামৰি কাক দিবা মজা
জালৰ বনৰজা কাক দিবা মজা
থাকিবা জালতে পৰি কাক দিবা মজা
মজাৰ দৰে মজা জানো দিবহে পাৰিবা
ওলোৱা বাঘিনী কাক মজা দিবা
জালতে সোমালে কাক মজা দিবা
নিছিগে জালৰে জৰি কাক মজা দিবা
মজাৰ দৰে মজা জানো দিবহে পাৰিবা !

নিশাদল :
ৰাতি এডোখৰে ক'তে দেখিছা
কাৰে বোৱাৰী ক'তে দেখিছা
ফুৰেহি বা বলাই ক'তে দেখিছা
তাইৰ হৈ ওপৰতে কিয় তুমি বাজিছা !
ঘৰৰে লখিমী ক'তে দেখিছা
ঘৰৰে বোৱাৰী ক'তে দেখিছা
ঘৰতে পাৰঁলে নাই কতে দেখিছা
তাইৰ হৈ ওপৰতে কিয় তুমি বাজিছা !
(নেপথ্যত বিয়াৰ নামৰ সুৰেৰে পঙ্কজাৰ গীত)

পঙ্কজা :
আকাশৰ তলতে প্ৰাণৰ কানুৰে
বৈ বৈ মুকলীবায় । (তন্ময় হৈ প্ৰবেশ)
— মুকলী — মুকলী —
(নিশাদলক দেখি অবাক হৈ থমকি গ'ল ।)

নিশাদল : (খঙেৰে শিঞৰি)
মুকলী মুকলী ঘূৰ ভালে ভালে
দিলেহি কুকলী ঘূৰ ভালে ভালে
কৰোঁ ৰ' কুকলীপিটা ঘূৰ ভাল ভালে
ঢাকুম্‌কুমা বাম আজি তোৰ হাড়ে ছালে।
জালৰে গাধীৰে ঘূৰ ভালে ভালে
জালতে ধুপালি ঘূৰ ভালে ভালে
নেচালি দামুৰী কিটা ঘূৰে ভালে ভালে
ঢাকুম্‌কুমা বাম আজি তোৰ হাড়ে ছালে

পঙ্কজা :
কিনো মায়া মোৰে দেহাগৰাকীয়ে
দেহাকে আগুৰি ধৰে ।
কেনেকৈ জানিবা মনৰো সিপাৰে
প্ৰাণে মোৰ কিহঁলে লৰে !
(নিশাদলে হাতেৰে ধৰে ।)

পঙ্কজা :
মুকলী — মুকলী — মু —
(লতাৰ দৰে হালি পৰে)

বসুবল : (নামৰ খেদৰ সুৰে)
কি কৰিলা কি কৰিলা হাতেৰে ধৰি
দেহিকি লাজুকী লতা গ'ল জঁই পৰি !

নিশাদল :
নুছুৱা নেচাবা যক তাই গেলি

মৰা ভাও জুৰিছে যক তাই গেলি
তুলিছে কুৱঁৰী জকঁ যক তাই গেলি,
মৰকে বা তৰকে নেচাওঁ চকু মেলি
সিফালেও গ'ল মোৰ যক তাই গেলি
ইফালেও যায় মোৰ যক তাই গেলি
নাও মোৰ ডকাতে থাওক যক তাই গেলি,
মৰকে বা তৰকে নেচাওঁ চকু মেলি

বসুবল ঃ (সাধুৰ সুৰে)
ককালৰ কৰ্ধনি গলতে আৰিলে
বেনিতে কাণৰে ফুল,
মুৰুলীৰ মাততে ভাবেৰে বুৰিলে
নকৰা মিছাতে ভুল।
ইকাতি-সিকাতি কৰি আলফুলে ধৰি
আহাঁ নিও পোহৰলই।
মুৰুলীৰ মাতে শুনি আহিব পোহৰী
চকামকা পোহৰেকেই।

(দুয়ো পঞ্চজাক তুলি লৈ গ'ল।)

---

## তৃতীয় দৃশ্য

বৃন্দাবনৰ পথেদি বৈষ্ণৱীয়ে গাই গাই আহিছে ঃ–

বৈষ্ণৱী ঃ (ভূপালী – দাদৰা)
কানুৰ সুৰে সুৰে যমুনাৰে পাৰে
দোহাৰে বাঁহীৰে বোল ;
কিনো মাতে শুনি গলি তই গোৱালী
কদমৰ তলতে ভোল।
নোচোৱা ছলেৰে চালি তই কানুলে
মন তোৰ তাতে যে ৰ'ল ;
কলীয়াৰে আন্ধি লাগিছে চকুতে
চমুচা কলীয়া হ'ল
চমুচা কলীয়া হ'ল তোৰ আজলি
চমুচা কলীয়া কলীয়া হ'ল
ঘাটো পাহৰিলি বাটো পাহৰিলি
ললি তই যমুনাৰ কুল

ভৰিটিৰে ঠেলি জগা মোক গোৱালী
লগা মোৰ তেনেটি ভুলে ঐ গোৱালী
লগা মোৰ তেনেটি ভুল।

(চকুত আকুল আশা লৈ বৃন্দাবনৰ মুখে গুচি গ'ল।)

---

## চতুৰ্থ দৃশ্য

বৃন্দাবনৰ পুলি কেলিকদম্ব এডালিৰ তলত কানুৱে মুখত আদৰি অনাৰ আবেগ লৈ গোপী সকলৰ মুখলৈ চাই হাঁহিছে। পাতৰ সুৰুঙ্গাই জোনৰ পোহৰ পৰি গোপিনীৰ মুখত ঢকা-চমকা খেলিছে। কানুক দেখি গোপী সকলৰ কি কওঁ কি নকওঁ লাগিছে। কানুৱে হাঁহিৰে গাবলৈ ধৰিলে ঃ–

(কীৰ্ত্তন ঘোষাৰ সুৰ) γ

কানু ঃ
হে মহাভাগা, আছাকি কুশলে,
আজি অন্যায় কাৰ্য্য সাধি তোমোঁ গোপীদলে ॥
ঘোৰ ৰাত্ৰি সুগভীৰ ঘোৰ বন চৰ।
মোৰে নেথাকিবা বালা বনৰে ভিতৰ ॥
মাতা পিতা পৰিজন পতি পুত্ৰ সতে।
নুফুৰিব শোকে ভয়ে বিচাৰি বনতে ॥
শৰত বনৰ শোভা বাঞ্ছা যদি চোৱা।
জোনেৰে যমুনা চায়ে কিয় নোযোৱা ॥
শিশু বৎসে স্তন পান কৰে কালে কালে।
নেকান্দিব সকৰুণে বিচাৰি নেপালে ॥
মোৰে মৰমতে আহি যোৱা যদি চাই।
ভালকে কৰিলা আহি চাইয়ে লোকে যায় ॥

(গোপী সকলে ইটিৰ মুখলৈ সিটিয়ে
চাই হতাশ হৈ তলমুৰ কৰিছে।)

কানু ঃ
পতি পৰিজন সেৱা সন্তান পালন।
নাৰীৰে কি ধৰ্ম্ম এয়ে কৰিবা যতন ॥
ইহ পৰকালে নাৰী যায় সুখে মজি।
হীন ক্ষীণ অপাতকী পতিকে নোপূজি ॥
উপপতি সেৱা জানা দুকুলে যোৱা।
কুলৰে কামিনী কিয় ব্ৰজলে নোযোৱা ॥

(৭ কানুৰ এই গীতত উপেক্ষাভঙ্গি থাকিলেও তাকে দোহাৰি গাওঁতে আখৰত জোৰ দিয়াৰ এফেৰি ইফাল সিফাল কৰিলে সেয়ে প্ৰাৰ্থনা ভঙ্গিও হব,-যেনেঃ-ঘোৰ ৰাত্ৰি, ঘোৰ বনচৰ দোহাৰোতে টানৰ শেষৰ অটো আনিলে অঘোৰ হব। "মোৰে নেথাকিবা'ৰ ঠাইত মোৰেনে থাকিবা। 'নুফুৰিব নেকান্দিবৰ' প্ৰশ্নৰ জোৰ তুলি দিলে, নাৰীৰে কি'ত প্ৰশ্নৰ জোৰ দিলে, 'কিয় নোযোৱা, ব্ৰজলে নোযোৱা'ৰ ঠাইত কিয়নো যোৱা ব্ৰজলে যোৱা কৰি গালে প্ৰাৰ্থনা ভাঙ্গি ওলাই পৰিব।

(হতাশ হৈ গোপী সকলে গদ্ গদ্ স্বৰে গোপিনীৰ সুৰে গাবলৈ ধৰিলে। গাই গাই এবাৰ কানুলৈ চাই এবাৰ তললৈ চাই ভৰিৰ আঙুলিৰে মাটিত লিখিবলৈ লাগিল। এজনী গোপীয়ে কাষৰ গোপীৰ গাত আঁউজি চকু পানী টুকিবলৈ ধৰিলে। কৃষ্ণই অন্তৰত হাঁহিলে বাহিৰে গম্ভীৰ হৈ চাই থাকিল।)

পঙ্কজা : (গোপিনী নামৰ সুৰ)

কথাৰ কঠুৱা কি বাণী শুনালা
তোমাৰ মুখেৰে শোভা নেপায়।
তোমাৰ মুখে ঐ আজি কি জোনায়ে
ক'লাকৈ দিয়ে বোলায়॥
পতি পুত্ৰ যত একুলে এৰিলোঁ
ইকুলো কপালত নাই।
অনাদি পুৰুষে মোক্ষৰে যাত্ৰীকো
নাৱতে নিদিয়ে ঠাই॥
(চকুপানী টোকে।)

পদ্মা :

ৰতাহৰ নিচিনা আছা য'তে ত'তে
নব'লে চিনাটি টান।
ধৰা দিছা বুলি পালোহি ইয়াতে
এয়ে সেই মিলনৰ থান॥
তুমি আছা য'তে কিবা ভয়ে আছে
বনো সি বৈকুণ্ঠ ধাম।
চকুৰে আগতে থালে বনচৰে
ফুটিব তোমাৰে নাম॥

শৈব্যা :

পতিপুত্ৰে অসম্পূৰ্ণ হিয়া নোজোৰায়।
তোমাৰে হাঁহিটি সিযে প্ৰাণ ভৰি যায়॥
মেঘৰে কণিকা আজি চাতকীৰে আশ।
মেঘৰ বৰণে ইকি কৰিলে গ্ৰাস॥

চন্দ্ৰৱলী :

আছিল হাতে ভৰিএ ঘৰত বান্ধোন খাই।
মুৰুলী মাতেৰে চিতৰ লগে লাগি বান্ধোন খুলি যায়।
যোঁৱাযে বুলিছা এ কিনো সতে যোৱা।
এইনো হাতে ভৰি যাব কেনে কৰি চোৱা।
কি কাৰ্য্য কৰিলা এ ডলাতে জোনৰ চাকীটিলে।
মুৰুলীৰে মাতি আজলী হৰিনী নোচোৱা কেৰাহিকে!
প্ৰিয়তম প্ৰাণৰে এ আহিছোঁ উৰা মাৰি ঐ।
কিবা প্ৰিয় কাৰ্য্যে তুষিমে তোমাক নিদিয়া কিয়নো কই।
কৰুণা সাগৰ এ আছা কি নিমাতে হই।
কৰুণা ভিখাৰী কৰিছে কাতৰি নোচোৱা কেৰাহিকে॥

অনুৰাধা :

যায় জ্বলি যে যায় কামানলে হিয়া যায়।
বিৰহৰ অনলো জ্বলোৱা যদিহে তেনেয়ে হব সি ছাই॥
নুনুমালে জুই অধৰৰ অমিয়া পাই।
ধ্যানৰ যোগেৰে পদৰ কাষতে উৰি গৈ পৰিব ছাই॥

ললিতা :

এ দুঃখহাৰী এ তোমাৰ চৰণে লাগোঁ।
দেৱৰো বাঞ্ছিতা ৰমা বাঞ্ছে যিটি দিনে ৰাতি।
তাৰে দুটি ৰজকণা মাগোঁ॥
দুঃখহাৰীহে এ ভয়হাৰী! লোৱাঁ আজি নিজা দাসী বুলি।
চৰণে নেঠেলা প্ৰভো মন প্ৰাণ সমৰ্পিলো দিয়া
দুটি চৰণেৰে ধূলি ভয়হাৰী হে॥

বিৰজা :

পশু পক্ষী তৰু গলি গলি যায় মোহন মুৰুলী সুৰে।
তাতোকৈ শিলানে নাৰীৰ হিয়াখনি
শুনি সি সুৰেৰে নুৰে॥
এই ভুবনতে ক'তে এনে নাৰী
শুনিলে মুৰুলী মাতে
সন্মানে সচিতে নিপিছলি পাৰে
আচাৰে বুলোৱা বাটে॥
ৰূপে গুণে দেখি মোহন মুৰতি
সঁপি দিলোঁ এই হিয়া
নিজা দাসী বুলি চৰণেৰে ধূলি
আঁজলীৰ শিৰতে দিয়াঁ॥

ৰাধা ঃ

অনাদি অনন্ত তুমি ধন্য কৰি ব্ৰজভূমি
নিতে নিতে নৱ কত কৰা লীলা।
দেৱৰো ৰক্ষক যেনে ব্ৰজৰো ৰক্ষক তেনে
নেজানো কি আতুৰেৰে কৰা খেলা ॥
জগতৰে আৰ্ত্তি হৰা তিনি তাপ দূৰে কৰা
জগততো নাই জানো ব্ৰজবালা !
অপে জ্বলে আজি হিয়া গোপিনীৰ শিৰতে দিয়াঁ শান্তি বিনন্দীয়া।
পৰিশন কৰি হৰি নিয়া জ্বালা ॥

সকলোৱে সমস্বেৰে ঃ

এনেতি দুপৰ ৰাতি অৰ্তকৈয়ে বাট চালো
মিছা তেনে যাওঁ ঘূৰি ঘৰাঘৰি
দেখিলোঁ কি ভুলে কানাই
ধৰমে চৰমে এৰি যালকে আহিলোঁ
সেইজনে নোহোৱা যদি তেনে কাকেনো
বাটৰে আগচা জৰি ?

(আগৰ দৰে এই উপেক্ষা ভঙ্গিতো ইফাল সিফাল কৰি দোহাৰিলে প্ৰাৰ্থনা ভাঙ্গি হৈ পৰিব ; যেনে—মিছা তেনে যাওঁৰ ঠাঁইত মিছাতে নেযাওঁ দেখিলোঁ কি ভুলেৰে ঠাঁইত দেখিলোঁ কি ভুলে সেইজনে নোহোৱাৰ ঠাঁইত সেইজনে নো হোৱা। )

(কানুৱে ধৰা দিবঁলে বুলি গোপিনী সকলৰ মুখঁলে চাই মিচিকি হাঁহিলে। হাঁহিটিত যেন প্ৰাণ গলি গ'ল। আশাৰ সঞ্চাৰ যেন দেখি গোপীয়ে হাঁহি গালে ঃ—)

চন্দ্ৰাৱলী ঃ (বিয়া নামৰ সুৰ)

ওপৰে জিলিকে আকাশৰে জোন
জিলমিল কিৰণত তলেদি জিলিকে জোন।
জোনালী ৰাতিতে জগতেই জিলিকে
জিলমিল কিৰণত তৰা নিজিলিকেচোন !

(কানু মাজঁলে আহি একে সুৰে গালে ঃ—)

আকাশত জিলিকে আকাশৰে তৰা
জিলমিল কিৰণত লাজতে ওৰনি লই।
জোনায়ে নাচিছে তৰাঁইও নাচিছে
জিলমিল কিৰণত উঠি যাওক নাচোনৰ হৈ
হাৰে ৰেৰে ৰেৰে ৰেৰে ৰেৰে ৰেৰে, হৈ—

(গোপীয়ে মুখত হাতৰ তালুৰে থপিয়াই থপিয়াই একে সুৰে দি কানুৰ চাৰিওপিনে মণ্ডলাকাৰে নাচিবঁলে ধৰিলে। নাচৰ পাকত কানুৱে-প্ৰত্যেক গোপীৰ কাষঁলে আহি হাঁহি চোৰাচুৰি কৰি পাকত আতৰি যায়। শেহত ৰাধাৰ সৈতে নাচি বিশ্ৰাম লবৰ মনে ৰহি পৰিল। ৰাধাত বাজে বাকী গোপী আগঁলে আহি গল্প কৰাৰ ছলেৰে গাবঁলে ধৰিলে ঃ—)

শিব্যা ঃ (সাধুৰ সুৰ)

বাঁইটিও নাহিলে মাহীটিও নাহিলে
নাহিলে সুদাসৰ জী।
অতনা সুখে ঐ কপালত নাটিলে
অকলে মৰিছে জী ॥

(পুতৌ হাঁহি হাঁহিলে ।)

বিৰজা ঃ

মোৰে বহু পৰ নাচিলে কানুৱে
মোৰে যে নেভাগে তাল।
সকলো সখীতকৈ নটুৱা কানায়ে পাই যে মোকে ভাল॥

চন্দ্ৰাৱলী ঃ

নয়নৰ অঞ্জন ঘামেৰে বোলালি ক'লা হ'ল তোৰে কপাল
এইনো ক'লা দেখি আমাৰে কানায়ে কেনেকৈ পালে
তোকে ভাল।

সকলোৱে ঃ

থাক্ থাক্ থাক্ ঐ থাক্ থাক্ থাক্
আমাকো আমাকো পায়যে ভাল, আমিও আমিও ভাল।

ললিতা ঃ

তাতোকৈ বেচি পৰ মোৰে যে নাচিলে,
মোৰে গতি চায়ে চকু নেভাঙ্গিলে মোকে পাই কানায়ে ভাল।

পদ্মা ঃ

বুকুৰে কাচঁলী ওলোটাই পিন্ধিলি ওলালে পিঠিৰে ছাল,
এনে জলধীকে ধুনীয়া কানায়ে কেনেকৈ পায় ঐ ভাল॥

সকলোৱে ঃ

থাক্ থাক্ থাক্ ঐ থাক্ থাক্ থাক্।
আমাকো আমাকো পায় যে ভাল, আমিও আমিও ভাল॥

বিশাখা ঃ

মোৰ চকুৰ ঠাৰে যিহে কৰমিলোঁ উৰালোঁ মানৰে জলি।
পিচে পিচে মোৰে কানুকে ঘূৰালোঁ পায় মোক যেনেহে ভাল॥

শৈব্যা ঃ

কপালৰ ফোটে তই নাকতে ললিহি যি হে ফোটৰে ভাল।

এইনো ফোটেৰে নেপালে পাৰিছে আমাৰ কানায়ে ভাল।

সকলোৱে :

থাক্ থাক্ থাক্ ঐ থাক্ থাক্ থাক্
আমাকো আমাকো পাই যে ভাল, আমিও আমিও ভাল॥

অনুৰাধা :

আৰু কতমানে কৰঐ সখীয়া আৰু কত কৰ মান।
মানৰে জালকে এৰি ব'ল শিপিনী শুনোগই বাঁহীৰে গান॥

অনুৰাধাই ঘূৰি কানুলৈ চালে। কানুৱে ইতিমধ্যে ৰাধাক লৈ অন্তৰ্দ্ধান হ'ল। কানুকে নেদেখি ইটিয়ে সিটিৰ মুখলৈ অবাক হৈ চাই ইফালে সিফালে বিচাৰিবলৈ ধৰিলে। শেষত নেদেখি হতাশ হৈ গোপীয়ে গাবলৈ ধৰিলে।

(গোপীনীৰ নামৰ সুৰ।)

পদ্মা :

কিয়নো ধেমালী কৰা বনমালী নাচৰে পাতনি পাতি।
ক'তেনো লুকুৱা কেনেকৈ বিচাৰোঁ বনতে দুপৰ ৰাতি॥

ললিতা :

সোনালী কাণেৰে মইনা ঐ কেনি উৰি গলি সজাটি থই।
বনৰ বনমালী বনেৰে মিলিলে ক'তে বিচাৰোঁ গই॥

বিৰজা :

"নেদেখি আছিলোঁ ভালেই হ'ল দেখা কানাই দি কেনি গ'ল
আহাঁ যত সখী চৌদিশে বিচাৰি যাওঁ।"

সকলোৱে সমস্বৰে :

"বৃন্দাবন ঐ বৃন্দাবন
ক'তেনো লুকালে কৃষ্ণ ধন,
বৃন্দাবন বিহাৰী ক'তে কৃষ্ণ ক'তেনো পাওঁ গোপীৰে ধন"

(হতাশ হৈ সকলো গোপী কেঁউপিনে চাই নেপথ্যলৈকে গাই গাই গুচি গ'ল।)

---

# পঞ্চম দৃশ্য

বৃন্দাবনৰ দাতিকলী বনত জোনৰ পোহৰ পৰিছে। গোপীয়ে জুমে জুমে জনে জনে কানুক বিচাৰি আছে। কুন্দ, কৰুবক অশোক আদিৰে বন ভৰা। অদূৰত হৰিণীয়ে চঞ্চল নয়নেৰে চাই আছে। মাজে মাজে তুলসী একো জুপি। আকাশত জোন। বেহাগৰ কৰুণ সুৰ বাজিব লাগিছে।

গোপী সকলে গাই গাই বিচাৰি আহিছে।

অনুৰাধা : (বিহ্না নামৰ সুৰ)

এইনো চন্দ্ৰাৱলী নৌপুৰাওতেই জোন গ'ল মাজতে পৰি।
অতনা সুখেৰে নাটিলে কপালে দেখাদি লুকালে হৰি॥
শাওনৰ মেঘে যে ওন্দোলাই আহিছে আকাশে নধৰা হই।
শৰততে কিনো বাৰিষা পাতিলা গোপিনীৰ চকুলোৰ লই॥

(বিচাৰি গুচি গ'ল।)

শৈব্যা : (সাধুৰ সুৰেৰে বটৰ কাষ চাপি গালে :–)

গহীনে গম্ভীৰে বনৰ বনস্পতি দেখিছা বহুতে দুৰ।
কেনিনো লুকালে গোপীৰে গোপাল চিত্ত কৰি কি চুৰ॥

(বটৰ উত্তৰলৈ বৈ হতাশ হৈ গালে :–)

নিজে শ্যাম বুলি শ্যামৰে ৰাতৰি থাকিলা নজনা হই।
চকুলো দেখিও কুঁহিপাত এখিলি নকঁপে কেনিও ৰই॥

(হতাশ হৈ কান্দি গুচি গ'ল।)

ললিতা : (কুন্দ কুৰুবক অশোকৰ কাষ চাপি গালে :–)

কুন্দ কুৰুবকে চম্পকে অশোকে পৰলে বিলোৱা হিয়া।
কথাকে আবৰি ৰাখেকি পাপৰি ৰাতৰি বিলায়ে দিয়া।

(উত্তৰ নেপাই হতাশ হৈ গালে।)

হিয়াকে পুৰি কৰিলোঁ কাতৰি নেমাতি নুবুলি ৰলা।
নকওঁ বুলিয়ে আনৰো শোককো দেখিও নুবুজা হ'লা॥

(কান্দি গুচি গ'ল।)

বিশাখা : (গোপিনী নামৰ সুৰে)

বৰাহৰে প্ৰিয়া তুমি বসুমতী আই।
বামনৰো পদ ৰেণু আছা তুমি পাই॥
আজি পুনু পালা তুমি কানু পদ ৰেনু।
নহলে কি তৃণে বনে ৰোমাঞ্চিত তনু॥
চৰণ পৰশি আছা নকবা মিছাই।
অতনা গোপীয়ে কান্দে কানু কেনি যায়।

(হতাশ হৈ কান্দি গুচি গ'ল।)

বিৰজা :

তুলসী তুলসী কল্যানী তুলসী তুমি কেশৱৰে প্ৰিয়া।
কানুৰ চৰণতে আছা দিনে ৰাতি আমাকো দেখুৱাই দিয়াঁ॥

(হতাশ হৈ কান্দি গুচি গ'ল।)

চন্দ্ৰাৱলী : (প্ৰচলিত গীতৰ সুৰে হৰিণীলৈ চাই গালে :–)

হৰিণী এ নয়ণেৰে পালা নেকি কৃষ্ণ কেনি
চকি চকি কিয় উঠা জানা যদি কৃষ্ণ কেনি
কোবাঁ কোবাঁ নকবাঁ গোপন কোবাঁ কৃষ্ণ কেনি?

(হৰিণীৰ ফালে চাই গুচি গ'ল)

ললিতা ঃ

কালিন্দী তীৰৰে কোৱাঁ তৰুলতা কোৱাঁ এটিবাৰ কোৱাঁ।
হিয়া জুৰোৱাই তৰুৱে লতিকাই
পাৰাকি হাঁহিব এনে হাঁলিজালি ক'তো কানু নেপালে।
নয়নৰ মণি কতে নীলমণি নয়নত কেনি হেৰালে।
হিয়া ধুনি ধুনি কান্দিছে গোপিনী ক'তো কানু নেপালে।

(কান্দি কান্দি গুচি গ'ল।)

বিৰজা ঃ (চকুৰ পানীৰে হতাশ হৈ আকৌ গালেহি।)

"পুৰি গ'ল বৃন্দাবন উৰি গলে ছাই।
শূণ্য হ'ল বৃন্দাবন প্ৰাণ কানু নাই॥"

(অনুৰাধা, শৈব্যা, ললিতা, বিশাখা আহি আকৌ এটা গীত দোহাৰিলে। ইফালৰ পৰা চন্দ্ৰাৱলী আৰু পদ্মা আহি পালেহি।)

চন্দ্ৰাৱলী ঃ

নুবুলিবা নাই নাই প্ৰাণৰে কানাই
হৰিণিহে খুজি ফুৰে হৰিণৰে নাই॥
হিয়াৰে মাজতে কানু মুৰুলী বজায়।
ময়ে যে ময়ে যে চোৱাঁ প্ৰাণৰে কানাই॥

(গোপিনী সকলে ভাবত আপোন পাহৰি কৃষ্ণৰ শিশু লীলা অভিনয় কৰিবলৈ লাগিল। পদ্মাই পুতনা হৈ চন্দ্ৰাৱলীক পিয়াহৰ গাখীৰ দিয়াৰ অভিনয় কৰি গালে ঃ—

পদ্মা ঃ (নিচুকনি নামৰ সুৰ।)

মই পুতনায় যে বুকুৰে বিহেৰে কানুকে কৰামে পান।
কেনে এই কানুৰে অধৰৰ অমিয়া মুকলি হ'ল এই প্ৰাণ॥

(পৰি গ'ল।)

(সকলোৰে হুৰষেৰে হাত তালি দি হাঁহে।)

সকলোৰে ঃ

হা—হা—হা, হা—হা—হা, হা—হা—হা।

ললিতা ঃ

হুৰ্ হুৰ্ হাৰ্ হাৰ্ ৰাৰে ৰায়াই।
নিওঁ বা-মাৰলী কানুক উৰাই॥

(বিশাখাক ডাঙ্গি ধৰি বুকতলে মাটিত পৰিল।)

বিৰজা ঃ

পৰিল বা-মৰলী মাটিত কি চা।
কানুকে উৰাবি মৰি উৰি যা, যা উৰি যা।

সকলোৰে ঃ

হা—হা—হা, হা—হা—হা।

অনুৰাধা ঃ

সুৰ্ সুৰ্ সাৰ্ সাৰ্ যায় কানু যায়।
আঠু কাঢ়ি বিঙ্গ পাৰি ডিঙ্গি ভাঙ্গি চায়॥

(কানুৰ দৰে আঠু কাঢ়ি ডিঙ্গি ভাঙ্গি চাই হাঁহিলে।)

সকলোৰে ঃ

আহাঁ আহাঁ ঐ সোণ কানাই,
নেযাবা সিফালে ওখৰা ঠাই॥
মুখখনি টুল্ টুল্, চকু যুৰি ঢুল্ ঢুল্
গোপিনীৰ কেনে লাগি যায়॥
— হা হা হা — হা হা হা — হা হা হা।

বিশাখা ঃ

এই বয়সতে এনেনো আখটি মইনো কেনেকৈ সহোঁ।
ৰ ৰ বাছা ৰ ৰ আজি ভালকৈ মজাটো বিহোঁ॥

(পদ্মাক কানু পাতি পাচে পাচে খেদি গ'ল।)

সকলোৰে ঃ

ভাঙ্গিলে ভাঙ্গিলে ভাগু লৱনু চোৰ কানাই।
এইনো ৰ'দতে ননীৰে পুতলি দেই পুৰি কেনি যায়?
খোলা যেন তপতে আলীৰে ওপৰে থল।
আৰু কত লৰা গোপিনীৰ লৱনু দিম ঐ কাণতে মল।

(ফুলৰ মালাৰে কানুক বন্ধাৰ অভিনয়—হাতেৰে মুখ চকু ঢাকি ভয়ে ভয়ে যশোদালৈ চোৰা কানুৰ অভিনয়।)

সকলোৰে ঃ

ফেকুৰি ফেকুৰি চাই ঐ ভয়েৰে ব্ৰজৰে ভয়কে হৰি।
কেনে মজা পালা থাকাঁ গাঁঠি কটা গোৱালীৰ বান্ধতে পৰি॥
হা হা হা — হা হা হা — হা হা হা —

শৈব্যা ঃ

এঠেঙ্গীয়া বগ'লী নিতৌ নাচে গধূলি
পাখী তাৰ জলপ্ জলপ্।
চুপি চুপি কিটো কৰে ঠোঁট মেলি।
গিলে কিটো কলপ্ কলপ্ কৰি॥

সকলোৰে ঃ

কানুকো গিলিলে তালুত জুই লাগিলে
গ'ল সি গ'ল সি সিপুৰীলই॥

হা হা হা – হা হা হা – হা হা হা

বিশাখা ঃ

বজ্র বজ্র বজ্র বজ্র গৰ্জ্জে বজ্রে দিন মান।
কড়ড় কড়ড় কড়কা বৃষ্টি নাই যে ব্রজৰ পৰিত্রাণ॥
(সকলোৱে ভয় কৰে।)

চন্দ্ৰাৱলী ঃ

কি ভয় কি ভয় মোৰে ব্ৰজবাসী
ধৰিলোঁ গিৰি গোবৰ্দ্ধন।
সুখেৰে থাকাহি গিৰিৰ কোলাত
বজ্রে গৰ্জ্জে যেতেক্ ক্ষণ॥
(নিজৰ কাপোৰখন এহাতেৰে তুলি ধৰিলে।
সকলোৱে লৰি গৈ তাৰ তলত বহি হাঁহিবলৈ ধৰিলে।)

সকলোৱে ঃ

হা হা হা – হা হা হা – হা হা হা॥

ললিতা ঃ

ল'ৰা দামুৰি মৰে জাকে জাকে এ হ্রদৰে পানীকে খাই।
ব্ৰজৰ ব্ৰজবাসী চিঞৰি কান্দিছে আজি কি হ'লে বিলাই॥

সকলোৱে ঃ

"গ'ল কৃষ্ণাই গ'ল কালীক দমিবলৈ গ'ল।
কালীক দমোতে হ্রদত নামোতে" কাকো নেদেখা হ'ল।
(চন্দ্ৰাৱলী কৃষ্ণ হৈ নেদেখা হ'ল। তাৰ পাচত সৰ্পৰ দৰে
ফণা ধৰা শৈব্যাৰ কানত ভৰি দি কৃষ্ণৰ দৰে উঠি আহি
কৃষ্ণৰ দৰে নাচিবলৈ ধৰিলে।)

সকলোৱে ঃ

আমাৰ কৃষ্ণাই গ'ল কালীক দমিবলৈ গ'ল।
কালীৰ ফণাতে নাচে বনমালী গোপিনী চমকি ৰ'ল।
নাচে বনমালী নাচে তাঁথৈতা
তাথিয়া তাথিয়া নাঁথে তাঁথৈতা
তাথিয়া তাথিয়া নাঁথে তাঁথৈতা
তাথিয়া তাথিয়া – বোল্
নাচি বনমালী কালীকো নিকালি
যশোদাৰ কোলালৈ গ'ল॥
হা হা হা – হা হা হা – হা হা হা

অনুৰাধা ঃ

জুই জুই—বন—বনৰে জুই, ভমকি ভমকি জ্বলে কি জুই
সাবটি ধৰিলে চিতাৰে জুই
অ'ৰে ব্ৰজবাসী মৰিলি আজিহে মৰিলি হাবিতে শুই॥
(সকলোৱে ভয়ত পিয়াপী দিয়ে।)

বিৰজা ঃ

মুদা মুদা চকু মোৰে ব্ৰজবাসী
টিপতে নুমালোঁ জুই।
(সকলোৱে চকুমুদে। বিৰজাই বন বহ্নি পান কৰাৰ অভিনয় কৰে।)

সকলোৱে ঃ

হা হা হা – হা হা হা।

ললিতা ঃ

(কিবা কৰিবলৈ গৈ মাটিত হঠাৎ কানুৰ খোজ
এটি দেখি ৰোমাঞ্চিত হৈ গালে :–)

ললিতা ঃ

আঁতা খৰকৈ চোৱাঁহি সখী ঐ এইটি কিহৰে চিন্।
কানুৰ চৰণেৰে মিলে যে হুবহু নাই যেন অকণো ভিন॥
(সকলোৱে লৰি গৈ খোজটি নিৰীক্ষন কৰিলে।)
ধ্বজ বজ্র অঙ্কুশেৰে কানুৰে চৰণ
চিনিছোঁ, পালোঁ কি ভাগ্যে দৰিশন।
মাতায়ো শিৰে তুলি লয়, ধূলি যাৰ।
আহা আমাৰে তীৰ্থ কৰোঁ নমস্কাৰ।
(উকলি দি সকলোৱে শিৰত ধূলি লৈ সেৱা কৰে।)
কানুৰে চৰণ ধূলি পৰিলে শিৰতে।
কানুকো কানুকো সখী পালোঁ অচিৰতে॥
(লগতে আৰু এটা খোজ চাই –)

ললিতা ঃ

চোৱাঁহি চোৱাঁহি কানুৰ লগতে এইটি কাৰে ভৰি।
লগে লগে চেৱাঁ যায় কেনেকৈ দুয়ো ধৰা ধৰি কৰি॥
(সকলোৱে চালেগৈ চন্দ্ৰাৱলী চিন ধৰি গালে।)

চন্দ্ৰাৱলী ঃ

চাবতে চিনিছোঁ সখী ইটি ভৰি কাৰ।
যাবেনো ৰাধিতা কানু সেই গোপিকাৰ॥

বিৰজা ঃ

নকৰা কুষাৰি ইয়ে ভাগ্য গোপিকাৰ।
ৰাধা যে গোপীৰে মূৰ্ত্তি গোপী যে ৰাধাৰ॥

বিশাখা ঃ

এইয়া ইয়াতে ফুলে পৰিছিলে আগলে দোপোৱা ভৰি হে।

বচা বচা ফুলে চাকি গাথিছিলে আছে ওপচনি পৰি হে॥

শৈব্যা ঃ

কানুৰে সুৰভি পাওঁ যেন ইয়াতেই দিয়ে ফুলে হালিজালি।
অৰে অ মালতি কিনো সাধিছিলি কানুৰে পৰশে পালি॥

পদ্মা ঃ

খালে পৰি আছে এইয়া ইয়াতে বহি বান্ধিছিলে চুলি।
লাহৰী খোপাতে চাকিটি পিন্ধালে পিন্ধা মোৰ সাদৰী বুলি॥

সকলোৱে ঃ

আহাঁ মিলি যত সখী চিনে চিনে যাওঁ।
ৰাধা কৃষ্ণৰ যুগল মিলন চকু ভৰি চাওঁ॥
(উকলি। খোজে খোজে চাই চাই গুচি গ'ল।)

---

## ষষ্ঠ দৃশ্য

তাল তমালৰ মাজেদি জোনত জিলিকা যমুনাৰ ক্ষীণ ৰেখা দেখা গৈছে। গছৰ মূঢ়া এটাত কানুৱে ৰাধালৈ চাই বহি আছে। কাষতে ৰাধা অতি ক্লান্ত হৈ বহি আছে। কানুৱে এবাৰ উঠি যমুনাৰ পোনে চাই ৰাধাৰ মুখলৈ চাই হাঁহি গালে ঃ-

কানু ঃ (গীত গোবিন্দৰ সুৰ)

পাদপ লতিকা ছিদ্রে যমুনা অঞ্চলে দোলন লীলা।
তৃষাতুৰ নয়নে পিৱে অনিমেষে উজল লহৰী মালা
ব'লা বৰাণনে ধীৰ গজ গমননে জুৰাবা নয়ন জ্বালা
জুৰাবা নয়ন জ্বালা॥

ৰাধা ঃ (গোপিনী নামৰ সুৰ)

নীলা যমুনালে এ
নিজে নীলা গুণে জ্বলি যায় ঘনেকই হিয়া
দিলোঁ চকুমুদি চোৱাঁ যমুনালে
আমাৰে মনে নাইকিয়া

কানু ঃ

তোমাৰে মুখৰে জোনৰে জোনালী
উজলে যমুনা নই হে।
তোমাৰে নাকৰে মাধুৰী মলয়া
নাচিছে বুকুতে লই হে।
চকুৰ ছবি খনি চকুতে ধৰিছে
চাবেঁ কি দূৰতে থই হে।

ৰাধা ঃ (মুখ ভেঙুচিয়াই মুখ ঘূৰালে)

কানু ঃ (বনলৈ চাই হাঁহি)

এই শোৱালীৰে বাই ধীৰে জুৰেৰে বই
পদূলিৰ মুৰতে আহি আদৰিছে
নোচোৱা কাতিকে কই।
ব'লা লাহৰী ঐ মোৰে মুখলৈ চাই
শেৱালীৰে মালা বুকুতে আৰিলে
জানোচা শীতালি যায়।

ৰাধা ঃ (অভিমানেৰে)

যাবকে নোৱাৰোঁ এ থাকো মই ইয়াতে পৰি।
কণ্টকা বনৰে মাজেদি আনোতে কাঁইটে বিন্ধিলে ভৰি॥

কানু ঃ (হাঁহি ওচৰত কান পাতি গালে।)

আহাঁ এ লাহৰী মোৰ পাতিলো দুখানি কান
লাহে লাহে আহি কানতে উঠাহি বিন্ধিলে যোৱাটি টান॥

(ৰাধাই লাহেকৈ উঠি কানত উঠিবলৈ আহোতেই হঠাৎ কৃষ্ণ অন্তৰ্দ্ধান হ'ল। ৰাধাই কিছুপৰ বজ্ৰাহত হোৱাদি হৈ ইফালে সিফালে চাই প্ৰথমে ধীৰে পাচে লৰি লৰি ব্যাকুল হৈ গাবলৈ ধৰিলে)।

ৰাধা ঃ (কীৰ্ত্তনৰ সুৰে)

কানু—কানু মোৰ কেনিনো গ'ল!
সচাঁকৈয়ে কানু মোকো এৰি গ'ল!
কাকো নানিলা মোকেহে আনিলা কিয়নো নমতা হ'লা।
নমনা মনৰে মানে কি কৰিলে।
তাকো প্ৰাণে নসহিলা।
চৰণৰে দাসী চৰণেৰে ঠেলি বুকুতে কি জুই দিলা॥
জনমে মৰণে তুমি প্ৰিয়তম ৰাধিকা ৰমন হৰি
অকুল সাগৰে কিয় এৰি গ'লা এনে অনাথিনী কৰি॥
মই অভাগিনী কি কুলক্ষণী কিনো পাগলী মন।
দুহাটে সাবটি আছিলোঁ বুকুতে হেৰালে বুকুৰে ধন॥
কানু — কানু মোৰ প্ৰাণৰে ধন।
কানু — কানু দিয়াঁ — দৰিশন॥
কিহে কিহে মোক আবৰি আহিছে কোনে মোক কৰেহি পাৰ।
কানুৰে বিহনে আজি দুনয়নে দেখোঁ কি অন্ধকাৰ!
কানু — কানু — কানু

(লাহে লাহে লতা মাটিত পৰা দি পৰি অচেতন হ'ল।
আকাশত এটি কৰুণ ৰাগিনী বাজি উঠিল।)

---

## সপ্তম দৃশ্য

(বৃন্দাবনৰ পথত করুণ সুৰেৰে বৈষ্ণৱীয়ে গাই আহি'ল :-)
অৰে অ গোৱালী, আজি কি কৰিলি নেচালি অতিথিলৈ !
শেৱালীৰ মালাৰে শৰতৰ অতিথি ক'ৰে পোহৰে লই
সোণৰে ধাননিত কিনো জিলেমিলায় পদুলিত আছিলে ৰই ;
তোৰে ধনে জনে তোৰে নো যৌবনে তাৰে যে ৰাঙ্গচি পাই
জিলিকি উঠিলে তোৰে মুখেখনি জাকতে জিলিকাই ।
অতিথি নেমানি নিজকে মানিলি মানৰে চাকিটি লই,
পাৰৰে ঘাটতে নুমালে চাকিটি এন্ধাৰত ঘূৰিবি গই ॥
এতিয়াও বেলা আছে যে তোৰে ঐ অতিথিক ধৰে গই
কিনো হুতাহেৰে চায়ে যায় দেহিটি তোৰেনো মুখলই
বাৰিষা চকুৰে মলচি হিয়া তোৰ আকাশৰ নিচিনাকই
শৰতৰ অতিথি ৰাখ তোৰ হিয়াতে প্ৰাণ তোৰ পোহৰকই ॥
(বৃন্দাবনৰ মুখে ব্যাকুল চিত্তে গুচি গ'ল ।)

---

## অষ্টম দৃশ্য

আল লতিকাৰে কুঞ্জত ৰাধা অচেতন হৈ আগৰ ঠাইতে পৰি আছে । আকাশত এটি কানাৰাৰ সকৰুণ টান বাজি উঠিছে । এনেতে খোজে খোজে আহি ললিতাই খোজ দেখি গালত বাকী গোপী সকলে লৰি আহি খোজ চালেহি । তেতিয়াও সিবিলাকে ৰাধাক দেখা নাই ।

ললিতা : (বিয়াৰ নাম আৰু সাধুৰ সুৰ)
এইয়া ইয়াতে ইয়াতে ওলালে বননিৰ ওপৰে আহি ।
যমুনাৰ তীৰলে যোৱাযেন লাগিছে খোজে যেন কৈছে হাঁহি ॥
(বাকী সকলো আহি চালেহি ।)

পদ্মা :
হয় যি হয়েইনে জাকতে জিলিকা
আছে খোজে ইয়াতে পৰি ।
ৰাধাৰ খোজে নাই অকলেচোঁ কানু
ভৰতে দবে চোঁ ভৰি ॥

চন্দ্ৰাৱলী :
এন্ধাৰে মুধাৰে বনেদি বুলোঁতে কাঁইটে বিন্ধিলে ভৰি ।
মনে কুমলীয়া বেনেহে কলীয়া ললে ঐ কোলাতে তুলি ॥

বিশাখা :
ইকি আছে পৰি মাটিতে বাগৰি সৌৱা সৌটি কোন ।
ৰোহিনীকো আজি এৰি কি বনতে গ'ল ঐ আকাশৰ জোন ॥

ললিতা : (লৰি গৈ বিশাখাৰ সৈতে চাই)
এইয়া ৰাধিকা মাধবী লতিকা গা-গছ নোহোৱা হলে ।
মাটি জনমতী তাতে বুকুপাতি জানেকী জুৰণি ললে ॥
(সকলো সখীয়ে চালেগৈ ।)

শৈব্যা :
লগেৰে আছিলোঁ বিৰহৰ শোকে ভাগতে পাতলে হ'ল ।
অকলে অকলে সহিব নোৱাৰি দেহি কি মূৰছি গ'ল ॥

বিশাখা : (সুৰেৰে)
ৰাধা — ৰাধা — ৰাধা ।

বিৰজা :
মুৰুলী সুৰেৰে সধা ৰাধা নাম সাধাঁ সখী সাধাঁ সাধাঁ ।
মুৰুলী সুৰেৰে মাতিব জানিলে জাগিব আমাৰে ৰাধা ।
গাওঁতে গাওঁতে জানো বাজি উঠে গোৱাঁ আজি ৰাধা ৰাধা ।
ৰাধাকে পালোঁ যদি কানুকে পালোঁ ঐ উৰিলে সকলো বাধা ॥

ললিতা :
ৰাধা – ৰাধা – ৰাধা

অনুৰাধা :
চোৱাঁ চোৱাঁ সখী মেলে চকুযুৰি মেলো নে নেমেলোঁকৈ ।
পদুমী চকুতে কানুৰে বাতৰি আহিছে পোহৰে কই ॥

পদ্মা :
ভাবৰে লোকতে নিজকে পাহৰি খেলে কি ৰাধাৰে শ্যাম ।
দিয়াঁ দিয়াঁ সখী দিয়া সোৱঁৰাই কাণতে কানুৰে নাম ॥

ললিতা :
পাইছানে ভাল কোৱা কোৱা ৰাধে কিয়নো এনেটি হ'ল ।
কণ্টকা বনতে অকলে এৰি থৈ কানু কেনিনো গ'ল ॥
কানু – কানু – প্ৰাণ কানু ——

ৰাধা : (উঠি ভাবাবেশ অৱস্থাত)
কানু – কানু –
প্ৰাণে কানু মোৰ আহিলা —
এটি কানু মোৰ বহু হৈ আহিলা প্ৰাণৰে কানুকে লই ।
আহাঁ আহাঁ এই ম্লান মান্দিৰত বহাঁহি প্ৰসন্ন হই ॥
মই অভাগিনী অযোগ্যা তোমাৰ সেৱা যে কৰিলোঁ চুৰ ।
দুটি ভৰি ধৰি কৰিছোঁ কাতৰি ক্ষমা মোৰ নাটনি দূৰ ॥
ক্ষমা (ললিতাৰ ভৰিত ধৰিবলৈ যায় ললিতা আঁতৰে ।)
ক্ষমা (চন্দ্ৰাৱলীও ভৰিত ধৰিব খোজোতে আঁতৰে ।)

— দিয়া চৰণতে ঠাই ।
নিজা দাসী বুলি নেতাৰিলে তুমি আৰু মোৰ তাৰোঁতা নাই ॥

(চকু পানী টোকে ।)

অনুৰাধা ঃ
ভাবৰ ৰাজ্যতে আছে যে সখীয়া
সকলো কানুময় দেখি ।
কথাৰ লাচতে যমুনা তীৰলে
আহাঁ লৈয়ে যাবেঁ সখী ॥
আকাশো যে নীলা নীলা বনৰাজি
নীলা যমুনাৰে পানী
নীলে নীলে মথি ৰাধাই জানোচা
দিয়ে নীলমণি আনি ॥

বিশাখা ঃ
নিদিয়ানে সখী কানুৰে বাতৰি
কানু ক'ত বিচাৰি যাওঁ ।
আকাশতো যদি লুকালে কানু ঐ
তাকো ফালি ছিৰি চাওঁ ॥

ৰাধা ঃ (ভাবেৰে তন্ময় অৱস্থাত)
আকাশে পাতালে আছে কানু মোৰ
বিশ্ব মূৰতি ধৰি ।
চন্দ্ৰে তাৰকায় অনলে অনিলে
আছে মোৰ প্ৰাণৰে হৰি ॥
নিচেয়ে অকণি এই হিয়া খনি
সামৰোঁনো কেনেকই ।
আহাঁ আহাঁ হৰি গোলোক বিহাৰী
দ্বিভূজ মূৰতি লই ॥
কিনো ———
সুন্দৰ সুঠাম নৱঘন শ্যাম
অধৰ মধুৰ হাঁহি ।
ত্ৰিভঙ্গ ভঙ্গিমে কদম্বৰ মূলে
বজায় মোহন বাঁহী ॥
চৰণ যুগ'ল ৰক্ত শতদল
গুঞ্জৰে ভ্ৰমৰা আহি
পদমধু ৰসে মাধুৰী প্ৰকাশে
বিশ্ব ভুবন ভাহি ॥
কানু — কানু —
পদ মধুৰসে

(অশ্ৰু বৰ্বলে ধৰিলে)

বিৰজা ঃ
যমুনা তীৰৰে পানীৰে ঘাটতে
কানু যে সদায়ে আছে ।
আহাঁ সখী যাওঁ প্ৰাণৰে কানুৰে
মুৰুলীৰে য'তে নাচে ॥

ৰাধা ঃ
যাওঁ যাওঁ বলা চুচৰি বাগৰি
কানুৰে তীৰ্থ লই ।
কানুকে বিচাৰি যক দুটি ভৰি
যোৰাৰে সাৰ্থকে কই ॥
সৌৱা সৌৱা কানু বায় মোহন বেনু
লৰি গ'ল ব্ৰজৰে ধেনু ।
কানু — কানু — কানু —

(লৰি যমুনাৰ ঘাটলৈ গ'ল ।)
পাচে পাচে গোপী সকলো লৰি গ'ল ।)

---

## নৱম দৃশ্য

যমুনাৰ পানী অনা ঘাট । আগে আগে ৰাধা পাচে পাচে গোপীসকল । ৰাধাই একেথিৰে আকাশ আৰু যমুনাৰ মিলন ৰেখালৈ চাই লাহে লাহে বহি পৰিল । গোপী সকলে জনে জনে গীত একোটি গাই গীতৰ অন্তত ৰাধাৰ কাষত বহি সেই মিলন ৰেখালৈ সতৃষ্ণনয়নে চাই থাকিল ।

ললিতা ঃ
বিচাৰি পালোঁহি যমুনাৰ তীৰ,
নুপুৰিলে আশা গোপিনীৰ
প্ৰাণ কানু বিনে আৰুনো কেনেকে জীওঁ ।
মাতিলে জগতে কাতৰ কৰি
দেখা দিয়াঁ দেখোঁ অৱতৰি
নেদেখিলোঁ আজি হিয়াৰে চকুলো দিওঁ ॥

ৰাধা ঃ
ব্ৰজৰ মণ্ডলে জনমিলা বুলি এ
চিৰ লখিমীৰ ইয়ে আৱাস স্থান ।

তথাপি গোপীৰে জীৱ তোমাতেহে এ
দেখা দি আজি ৰাখাহি প্ৰাণ ॥

চন্দ্ৰাৱলী ঃ

নেত্ৰকমলৰ খৰ বাণে আজলী গোপীনি মৰে প্ৰাণে
নুছুৰকি বধে অস্ত্ৰে নেমাৰিলা বুলি ।
নিকিনা দাসী গীতেৰে মজি দুটি চৰণ চিতেৰে ভজি
কটাক্ষেৰে মৰোঁ নোচোৱা চকুটি তুলি ॥
তাৰি কত ভয় দাবানলে জ্বালি কি মাৰিবা কামানলে
নিজে জ্বলা গুণে জ্বলিছে মদনে হিয়া ।
নিজ দাসী বুলি অনাদৰে আৰু কত ঠেলা চৰণেৰে
কান্দি মৰোঁ আজি দিয়াঁ দৰিশন দিয়াঁ ॥

অনুৰাধা ঃ

যশোদা নন্দন তুমি নোহোৱা হে অন্তৰ্যামী
বিৰিঞ্চি বাঞ্চিত দেহধাৰী ।
যদুকুলে অৱতৰি জগতৰে ভাৰে হৰি
বিৰাজিছা গোলোক বিহাৰী ॥
ৰমাকো বুলোৱা কৰে ভৱভয় দূৰ কৰে
তাৰে কৰাঁ শিৰে পৰিশন ।
পূৰোৱাঁ মনৰে আশা গোপিনীৰ অভিলাষ
ৰাখাঁ ৰাখাঁ গোপীৰে জীৱন ॥

পদ্মা ঃ

জগতৰ আৰ্ত্তিহৰা গৰ্ব্ব যত নাশ কৰাঁ
হাঁহি হাঁহি আপোনা জনৰো ।
অবলা আজলী বুলি কিয়নো নধৰা তুলি
নুপূৰোৱা কামনা মনৰো ॥
কমলাই সেৱা কৰা ধেনুবৎস চাৰি ফুৰা
সেৱকৰ অভয় শৰণ ।
কালীয় ফণাত নচা উতলা বুকুতে যাচাঁ
যাচাঁ সেই দুখানি চৰণ ॥
বাক্যামৃতে অধৰৰ মোহিলে গোপীৰে চিত
দিয়াঁ তাৰে মধুকণা এ
নাথ, তোমাৰে কথাৰে বিৰচনে
গোপীনাথ, বিৰহে শান্তনা দিয়ে প্ৰাণে
শ্ৰৱন কীৰ্ত্তন কৰি তাৰ ইহ পৰকালে
সিও ভাগ্যে নফলিল এ

বিৰহৰ আগনিয়ে দহিব জীৱন
আৰু ক'তে শুনি পাম তোমাৰে কীৰ্ত্তন !

বিশাখা ঃ

কুটিল অলকা কালিন্দী ভোমোৰা
দোলে কিনো বদনকমলে ।
গধূলি গোপাল দেখি গোপিনীৰ
মাতি উঠে গধূলি গোপালে ॥
কুটিল নয়নে হাস্য নিৰীক্ষণ
কৰি হৰি হৰিলা চেতনা ।
ৰাত্ৰি সুগভীৰ বনলে আনিলা
নুপৰালো হিয়াৰে বাসনা ॥
দৃষ্টিতে তোমাৰে বলে সুমঙ্গল
কিয় তেনে নিদিয়া দৰ্শন ।
তুমি কি কপটী চিৰপ্ৰিয়তম
নুবুলালা বুকুতে চৰণ ॥

বিৰজা ঃ

গোপাল,
দিনে ধেনু চাৰা নেদেখোঁ মুখ
সন্ধ্যা দেখি কি সুখ !
অনিমিষে চাওঁ তাতো যে বিধিয়ে
পতা দি দিলে কি দুখ ॥
বেণুৰে মোহনি জানাচোঁ তুমিয়ে
এৰিলোঁ ঘৰে দুৱাৰ ।
আশ্ৰিতা ৰমনী কোনে এই ৰজনী
নকৰি থাকে নিস্তাৰ ॥
বেনু চুমি থকা অধৰ অমৃতে
শীতল কৰে ত্ৰিতাপ ।
তাৰে একণিকা মধুৰে জুৰোৱাঁ
হিয়াৰে যত সন্তাপ ॥

শৈব্যা ঃ

সহাস্য মুখৰ প্ৰণয় দৃষ্টিৰে
প্ৰাণ কানু মোৰ কানু এ
আজি কি কৰিলা গোপিনী কৰি মোহিত ।
আপোনা জনৰে হিয়াৰে বিকাৰ
প্ৰাণ কানু মোৰ কানু এ

যাতে শান্ত হয় অচিৰে কৰা উচিত ॥
অন্ধকাৰে ফুৰা বনে বনে জানো শিলা তৃনে
মোৰে কানু প্ৰাণ কানু এ
কোমল চৰণে দুঃখ দিয়ে।
জীৱনৰে ধন গোপিনীৰে চিন্তা দূৰে কৰাঁ
মোৰে কানু প্ৰাণ কানু এ
কৰিছে কাতৰি সেৱকীয়ে ॥

(সকলো গোপী ৰাধাক মাজত লৈ বহিলত ৰাধাই ঘোষা লগাই দিলে আৰু ললিতাই পদ দি নাম গাবলৈ লাগিল। ৰাধা আৰু গোপী মিলন ৰেখালৈ চাই ভাৱত তন্ময় হৈ গ'ল।)

ৰাধা ঃ
দয়াময়, নাথেৰ নাথ হে
চৰণে শৰণ লৈলো তোৰে — দয়াময়

সকলোৱে ঃ
দয়াময়, নাথেৰ নাথ হে
চৰণে শৰণ লৈলোঁ তোৰে — দয়াময়

ললিতা ঃ (উঠি পদ দিলে)
নাহি কৰ্ণ তথাপিতো শুনা কৰ্ণ ভৰি হে ---

সকলোৱে ঃ
দয়াময় ----------

ললিতা ঃ
শুনি আছা শুনি আছা গোপীৰে গোহাৰি হে

সকলোৱে ঃ
দয়াময় ----------

ললিতা ঃ
নয়ন চকোৰে মাগে ৰূপৰ মাধুৰী হে -----

সকলোৱে ঃ
দয়াময় ----------

ললিতা ঃ
দেখা দিয়াঁ দেখা দিয়াঁ চাবেঁ প্ৰাণ ভৰি হে---

সকলোৱে ঃ দয়াময় ----------

(এনেতে ভাবাবেশ হৈ ৰাধা উঠি আহি গাহ হালি জালি ধীৰে ধীৰে নাচিবলৈ লাগিল।)

ৰাধা ঃ
এই সমাজৰ মাজে
-হৰি আসিয়য়া আছে,
মই শুনি আছোঁ আপোন কাণে
মুৰুলী বজাই নাচে ॥

সকলোৱে ঃ
এই সমাজৰ মাজে ------- (দোহাৰে।)

ৰাধা ঃ
মই দেখি আছোঁ নয়নে নিজে
মুৰুলী বজাই নাচে।

সকলোৱে ঃ
মই দেখি আছোঁ নয়নে নিজে -------
(দোহাৰে।)

(এনেতে গোপীয়ে নেদেখাকৈ তালে তালে ত্ৰিভঙ্গ ভঙ্গিমে মুখত বংশীলৈ হাঁহি নাচি নাচি কৃষ্ণই ঘাটৰ ওখ বহনাটোত থিয় দিলেহি। গোপীসকলে পিঠি দি নামত তন্ময় হৈয়ে আছে। কৃষ্ণৰ মুখৰ এটি সুস্নিগ্ধ আলোকে তিৰ্‌বিৰাবলৈ ধৰিলে।)

ৰাধা ঃ (উভতি চাই দেখি)
মই দেখি আছোঁ নয়নে নিজে
কানু — কানু — কানু এ —

সকলোৱে ঃ (উভতি চাই দেখি)
মই দেখি আছোঁ নয়নে নিজে
কানু — কানু, কানু এ —

(এই সুৰটি নেপথ্যত বাজি উঠিল। অনুৰাধা বিৰজাই কানুক দেখি ধ্যান মগ্না হ'ল। পদ্মা বিশাখাই সতৃষ্ণ নয়নে কৃষ্ণৰ মুখ কমল দেখি পৰমানন্দত মজি গ'ল। ৰাধা আৰু ললিতাই পদত পৰি শিৰ দোৱাই ৰ'ল। চন্দ্ৰাৱলী আৰু শৈব্যাই বাহু আৰু উৰুত সাবটি ধৰিলে। সুৰটি দুই তিনি বাৰ নেপথ্যত গোৱাৰ পাচত সকলোৱে সেই সুৰেৰে গালে।)

সকলোৱে ঃ
কানু — কানু — কানু এ
কানু — কানু — কানু এ
(তাৰ পাচত উঠি হাতেৰে বেৰি ধৰি গালে :-)

সকলোৱে ঃ
আজি বৃন্দাবনৰ মাজে
পূৰ্ণ কৃষ্ণ চন্দ্ৰ ৰাজে।
দুন্দুভি গুৰ্গুৰু ক'তে গাজে,
বননি দুৰু দুৰু কঁপে লাজে

উকলি ঘনে ঘন কেনি বাজে
আজি কি আনন্দ ৰে ——

(উকলি দিয়ে)

চন্দ্ৰাৱলী ঃ
ক'তে এতে পৰে লুকায়ে আছিলা
কিনো লুকা লুকি খেলি।
হিয়াৰে কানু ঐ বহাঁ আসনতে
যায় যে পূজাৰে বেলি ॥

শৈব্যা ঃ
বুকুৰে আঁচলে দিওঁ পাৰি পাৰি
তোমাৰে আসন ৰচি।—

(চন্দ্ৰাৱলী, শৈব্যা, পদ্মা আৰু বিৰজাই বুকুৰ কাপোৰ বহনাত পাৰি দিয়ে।)

ললিতা ঃ
ৰঙ্গাকৈ ভৰিতে ৰঙ্গে চৰমিলে
দিওঁ এই কেশেৰে মচি ॥

(বাকী চাৰিয়ে মচি দিয়ে।)

বিশাখা ঃ
বেনীৰে মালতী দিওঁ চৰণতে
অশ্ৰুৰে চন্দন লই।
চকুৰে আগতে বাঁহী বাই থাকিবা
আৰু নুলুকাবা গই ॥

(কানুক বেৰি সকলো কানুৰে বহিলে।)

অনুৰাধা ঃ
লৰি যে ফুৰিলা হাবি বননিয়ে
বোলানে ঘেমালী হও।
লাহৰি ভৰি কি আহৰি কৰিলা
চাওঁ মই পিটিকি দিওঁ ॥

(ভৰি পিটিকি দিয়ে।)

পদ্মা ঃ
এই ৰূপে লৈ ক'তেনো সাৰিবা
ঋলালা লতাৰো ঋলা।
লতায়ো বনতে সাৰটি ছিঙিলে
সতীয়া শেৱালীৰ মালা

(মালা মোৰাই দিয়ে।)

(বাকী গোপীয়ে হাত ভৰি পিটিকি হাতখনি নিজ নিজ শিৰত বুলোৱায়। কৃষ্ণই হাঁহি হাঁহি প্ৰত্যেক গোপীলৈ চাই থাকিল।)

বিৰজা ঃ
বৃন্দাবনৰ মাজতেকি থাকিলা লুকাই।
কন্দুৱালা গোপী কিয় অত বিচৰাই ॥

কানু ঃ
বৃন্দাবনত ক'তে মোৰ লুকাবৰে ঠাই।
চকুলোৰে চকু মচি থাকাঁ এইয়া চাই ॥

চন্দ্ৰাৱলী ঃ
সোধোঁ এটি কথা কোৱা প্ৰাণ সখা,
তিনি বিধ লোকে চলে যে সংসাৰ।
ভজাকেহে ভজে তাৰে এটি বিধে
নভজাকো ভজে এটি বিধে তাৰ ॥
ভজে বা নভজে নভজি একোকে
বাকী যিটি বিধ আহি গুচি যায়।
ই তিনি বিধৰ কোন কেনে লোক
নুবুজে গোৱালী দিয়াঁ বুজাই ॥

(ৰাধাত বাজে সকলোৰে উত্তৰৰ অপেক্ষাত কৃষ্ণৰ মুখলৈ চাই হাঁহি ৰৈ থাকিল।)

কানু ঃ
ভাল পালে ভাল পায় ই যে এক ব্যৱসায়।
প্ৰেমে বা ধৰমে তাত এধানিকে নাই ॥
নেপালেও ভাল পোৱা পিতা মাতা দুয়ো চোৱাঁ
আৰু সি প্ৰেমিক সি যে প্ৰেম বিয়পায় ॥
পালে বা নেপালে ভাল নভজে যি কোনো কাল
চাৰি বিধ লোক তাৰ আছে দেখা যায়।
ব্ৰহ্মানন্দে আত্মাৰাম, বিষয়েৰে পূৰ্ণকাম।
গুৰু দ্ৰোহী, অকৃতজ্ঞে কালেকো নেচায়।

(ৰাধাত বাজে গোপী সকলে চকু টিপিয়াই ইটিৰ চকুলে সিটিয়ে চাই কানুলৈ চকু দি হাঁহিলে।)

কানু ঃ (উঠি হাঁহি)
বাজ বাজ বাজ মই তিনিও গুণৰ বাজ
তাৰ যে দোষে সাৰটি নেপায়।
হিয়াৰ বানা লাগে কেনে।
জানা জানো যদি নেহেৰায়।
আঁৰে আঁৰে চাওঁ আজি
হিয়া ঋলোৱাই জেউতি চৰাই,

অনুৰাগৰ তীব্ৰ তাপে প্ৰেম পমি যায়
প্ৰাণ পোহৰায় হিয়া ওপচায় ॥

চন্দ্ৰাৱলী ঃ
এনেনো চতুৰ কানু কথাতো বজালে বেনু
অশ্ৰু হিমে গোপিকাৰ
জ্বলে জোন জাতিস্মাৰ ॥

কানু ঃ
সংসাৰ মায়াৰে জৰি কাটি আহিলা লৰি
নোৱাৰোঁ যে প্ৰিয়তমা সুজিব ই ধাৰ।
সজ কাৰ্য্য শুদ্ধ চিত জীৱনৰ সুচৰিত
হ'ক এয়ে গোপিকাৰ প্ৰতি উপকাৰ ॥

ললিতা ঃ
যমুনাৰে বালি কিনো চকে চকায়
আছে কি মুকুতা সৰি।
জোনৰে কিৰণে ধূলি কি বালি কি
বোলালে ৰূপালী কৰি ॥

কানু ঃ
যমুনাৰ লহৰে মচি কাচি কেনে
শেৱালীৰ বতাহে সাৰি।
ব'লা ব'লা সখী বহোঁগে বালিতে
মাতিছে আসনে পাৰি ॥

(যূথপতি গজেন্দ্ৰই কৰিণীবিলাক লৈ যোৱাদি ধীৰে গম্ভীৰে কৃষ্ণই গোপিকা বিলাকক যমুনাৰ বালিলৈ লৈ গ'ল। বাটত যাওঁতে গোপীয়ে নেপথ্যত কাহিলি কাহিলি শুনালেকে গাই গ'ল।)

গোপী ঃ (ঘুনুচা যাত্ৰাৰ সুৰ।)
বাজে ঐ কানুৰে নেপুৰ
কন্ ঝুন্ ঝুন ঝুন্ ঝুন ঝুন কই এ।
নেপুৰেনে সি কি গোপিনী ভোমোৰা
গুঞ্জৰে গুণ্ গুণ্ গুণ্ কই এ ॥

---

## দশম দৃশ্য

ওপৰে আকাশ, আগত যমুনা, তলত চন্দ্ৰ কিৰণত জলমলোৱা বালি। তাৰে টান চাই বালি এডোখৰত আগে আগে গোপী আৰু পাচে পাচে ৰাধা কৃষ্ণ আহি ৰ'লহি। সকলোৰে মুখত আনন্দ জোনৰ কিৰণত জিলিকি পৰিছে। ললিতাই আবেগত হালি জালি গাবলৈ ধৰিলে —

ললিতা ঃ
ওপৰেদি নীলা হুহাঁ আকাশৰে
তলেদি নীলা যমুনাৰ।
বালিৰ নাৱত আমি ভব সিন্ধু মাজে
আমাৰে নীলা কৰ্ণাধাৰ ॥

(কানুৱে ললিতালৈ চাই হাঁহি গোপিনীলৈ চাই গালে।)

কানু ঃ
এৰি দিয়াঁ বঠা তেনে তুলি দিয়া পাল।
ঘৰৰ মুখে বলে বা ৰঙ্গে ৰঙ্গিয়াল ॥
সিটি পাৰে শুনা গীতি সাতো সুৰে মিলে।
মিলোৱা মিলোৱা সুৰ তুলি গুৰু তালে ॥

(সকলোৱে চন্দ্ৰাৱলীক আগলৈ ঠেলি দিলে। চন্দ্ৰাৱলীয়ে হাঁহি মুখ মচি ধীৰে ধীৰে সাতোটা অবিকৃত সুৰেৰে সেই ৰাত্ৰি তিলক কামোদৰ আলাপ গালে। আলাপৰ শেষত গম্ভীৰ গতি ভঙ্গি নৃত্যৰে সেই ৰাগেৰে গীত ধ্ৰুপদ চৌতালত গাবলৈ ধৰিলে।—)

### গীত —

বিৰিন্দাবন শ্যামল সুন্দৰ সুন্দৰ উপবন
শ্যামল গগন উজৰত চন্দ্ৰিকা জালে।
কুন্দ সুবাসিত সমীৰণ হিল্লোলে যমুনা
ঝলকত লহু লহু সুন্দৰ লহৰী মালে ॥
সুন্দৰ ব্ৰজমণ্ডল সুন্দৰ গোধেনু
সুন্দৰ হেৰু গুৱালা
তুহুঁ চিৰসুন্দৰ শ্যামল। সুন্দৰ সবকি মূলে ॥
বাঁশে না হোই সুন্দৰ সুন্দৰ বাঁশৰী বোলে
সুন্দৰ ৰূপে তোহাৰি জগজন ভোলে ॥

কানু ঃ (তিলক কামোদৰ সুৰে)
সাধু — সাধু — সাধু

(তাৰ পিচত নিজে উঠি আহি ধৰাৰে চন্দ্ৰাৱলীৰ মুখৰ ঘাম মচি দিলেহি। সকলো সখীয়ে মিচিকি হাঁহিলে।)

বিৰজা ঃ
চোৰাঁ চোৰাঁ সখী ম'ৰাৰ চালি ধৰে
চন্দ্ৰৰে কেনে মণ্ডলে।
নপচাৰে চকু তোমালেকে চাই
পাতে মেল দেৱতাৰ দলে ॥
নাচাঁ নটবৰ পাল্ যে তোমাৰ
নাচাঁ ঐ তাথৈ থৈ।

যশোদাৰে কোলা জুৰি নাচিছিলা
সিদিনা যে যেনেকৈ ॥

সকলোৱে ঃ

(হাত চাপৰিৰে নাচি কানুক বেৰি ধৰি গাবলৈ ধৰিলে )

যশোদাৰ কোলাতে নাচে বনমালী
হাঁহিৰে খিল খিলকই হাঁহিৰে খিল খিলকই
ব্ৰজৰে গোপিনী বাউলী কৰিলা
মুখেৰে হাঁহিটি লই
মুখেৰে হাঁহিটি লই ।

কানুৱে ৰাসৰ নৃত্য আৰম্ভ কৰিলে। কানু মাজত ত্ৰিভঙ্গ ভাঙ্গিমাত নাচি আছে গোপী সকলে লতাৰ মেৰোৱাৰ অভিনয় কৰি কুণ্ডলী আকাৰে নাচি কাষ চাপি আকৌ বৃত্তটো ক্ৰমান্বয়ে বহলাই নাচিবলৈ ধৰিলে। কৃষ্ণ দুজনা গোপীৰ মাজে মাজে সোমাই দুজনাৰে চকুত পৰা হৈ নাচিবলৈ ধৰিলে। তাৰ পাচত কানুৱে ভ্ৰমৰ নৃত্যৰ অভিনয়েৰে নাচ আৰম্ভ কৰিলে। প্ৰত্যেক গোপী যেন লতাৰ ফুলি থকা ফুল। কানুৱে ভ্ৰমৰ বেশেৰে সিবিলাকৰ ফুলমধু পান কৰিবলৈ যাওঁতে ফুলে হালি জালি ভ্ৰমৰক বাৰণ কৰে, কানুৱে মান ভাঙ্গি হাতত ধৰি নাচে এনে ক্ৰমেৰে সকলোটি গোপীৰ লগত নৃত্য কৰিলে। ইফালে নেপথ্যত খোল তালৰ লগত ভ্ৰমৰ গুঞ্জনৰ দৰে এটি অস্ফুট মধুৰ ধ্বনি বাজি আছিল।

তাৰ পাচত কানুৱে মহাৰাসৰ নৃত্য আৰম্ভ কৰিলে ঃ– কৃষ্ণ মাজত নাচিছে চাৰিও পিনে অষ্ট গোপী নাচোঁতে পাকে পাকে একো এজনা গোপীৰ মুখে মুখে পৰে প্ৰত্যেকটো ঘেটাত একোজনাৰ মুখে মুখে পৰি হাত ধৰা ধৰিকৈ নাচে আৰু অন্য গোপীয়ে ঘেটাত ঘূৰি কানুলৈ পিঠি দিয়ে। এনে যেন দেখা গ'ল কৃষ্ণ যেন প্ৰত্যেক গোপীৰ মুখে মুখে।

তাৰ পাচত নাচৰ লাচত ৰাধা কৃষ্ণই একেটি বাঁহীকৈ লৈ যুগল মূৰ্ত্তি ধৰি ৰাস মণ্ডলৰ মাজত ইটিয়ে সিটিলৈ চাই হাঁহিলে গৈ। চাৰিওফালে গোপী সকলে উকলিদি দ্ৰুতগতিৰে ঘূৰিবলৈ ধৰিলে যেন সূৰ্য্যৰ চাৰিও কাষে গ্ৰহ তাৰকাই হে আবৰ্ত্তন বিবৰ্ত্তন কৰিছে। নেপথ্যত ডবা শঙ্খ বাজিবলৈ ধৰিলে। দেৱতা সকলে পুষ্প বৃষ্টি কৰিলে। ডবা শঙ্খ নিজমাৰ লগে লগে আকাশত নিছিগা ধাৰেৰে অনাদি নাদ বাজি উঠিল—

ওঁ — ওঁ — ওঁ

# একাদশ দৃশ্য

ওখ টিখা এটাৰ ওপৰত যোগমায়া। উত্তৰীয়খন দোলাই দোলাই আকাশত উৰাৰ অভিনয় কৰি কৰি গাবলৈ ধৰিলে—

যোগমায়া ঃ

এৰি জলকেলি বনৰ বনমালী
তীৰলৈ আহিছে ঘূৰি।
বাটে এৰি যোৱাঁ আকাশৰ দেৱতা
উষা সউ আহিছে উৰি ॥ (হে এ এ)
দিনৰো দিন ঐ আজিৰ দিনে আনি
বিলাব বেদীতে থই।
কোচে পাতি পাতি পূজাৰে নিৰ্ম্মালি
যোৱাঁ ঘৰা ঘৰি লই ॥ (হে এ এ)
ঘুমটি বঞ্চিলা দেৱতাৰে জোনে
শেঁতাকৈ মুখনি কই।
যোৱাঁগে বঙ্গেৰে হিয়াৰে জোনৰে
চকুত জিলকনি লই ।(হে এ এ)
যোৱাঁ গৌৰবেৰে ৰতি মদনেৰে
শিৰতে নিৰ্ম্মালি তুলি।
সাৰ্থকে কৰিলা তোমাৰ ফুলে ধনু
গোপী গ'ল অসীমত মিলি (হে এ এ)

(তাৰ পাচত ধীৰে ধীৰে বৃন্দাবনলৈ নামি অহাৰ অভিনয় কৰি গোপীকাৰ উদ্দেশ্যে গালে—)

যোৱাগে গোপিনী কানুৱে মুখনি
যাবা সকলোতে দেখি।
যাবেঁ নে নেযাঁৱে আৰু নকৰিবা
কানুক অকলে ৰাখি ॥
নকৰে অসূয়া পতি পুত্ৰ সৰে
ভূলিলে প্ৰেমেৰে গলি।
ৰসৰে সাগৰে আজি যি মজিলা
থাকা জীৱনেৰে জলি ॥

(কৃষ্ণৰ উদ্দেশ্যে)

প্ৰাণ মোৰ তোমাৰে লীলাৰে
প্ৰাণ মোৰ ফুল চন্দনেৰে
প্ৰাণ মোৰ দিলোঁ এই অঞ্জলি তুলি।
প্ৰাণ মোৰ বাঁহীৰে ধ্বনিটি

প্ৰাণ মোৰ  দিয়া থৈয়ে যাওঁ
প্ৰাণ মোৰ  জীৱ তৰিবলৈ বুলি

(এনেতে নেপথ্যত কৃষ্ণৰ বাঁহী বাজিবলৈ ধৰিলে, তাৰ সুৰে সুৰে যোগমায়াই গাই গাই উৰি যোৱাৰ দৰে গুচি গ'ল ।)

যোগমায়া ঃ

মদন মোহন ৰাসে ৰাধা কৃষ্ণজয় ৰাধে,
মদন মোহিনী ৰাধে ৰাধে কৃষ্ণজয় ৰাধে ॥

(যোগমায়া যোৱাৰ বিপৰীত ফালৰ পৰা বৃন্দাবনৰ আকাশলৈ চাই বৈষ্ণৱীয়ে যোগমায়াৰ সুৰে সুৰে গাই আহিল—)

বৈষ্ণৱী ঃ

মদন মোহিনী ৰাধে ৰাধে কৃষ্ণ জয় ৰাধে ।
মদন মোহিনী ৰাধে ৰাধে কৃষ্ণ জয় ৰাধে ॥

(বৃন্দাবনৰ বৰ্নলৈ চকু দি গাবলৈ লাগিল—)

বৃন্দাবনতে কোনে কৈয়ে দিব
ক'তে লুকালে হৰি ।
দেখিলেও নমনি চৰণৰে চাব ঐ
ক'তে আছে সি পৰি ॥

(ভাবেৰে পুলকিত হৈ ললিত ৰাগেৰে গাবলৈ ধৰিলে—)

দে দে গোৱালী তোৰে পদৰ ধূলি
জানোচা মুৰুলী কাণে বাজি যায়,
যাকে লঁৱে তুলি আপোনটি বুলি
ধূলি দি চকুতে কেনি সি পলায়,
তেও তাকে লৈয়ে আকুলি বিকুলি
মোহৰে জালতে নমনে সমূলি
চিৰ জনমৰ মোৰে কানু ধন
সকলো পলালে কানু নপলায় ॥
গ্ৰহে তাৰকায় শূন্যে ঘৰে পৰে
কানু দেখি দেখি গোপিনীৰ দৰে
কাহানিকে যামে বাহু মেলি মেলি
মৰণৰ মাজেদি কানুলৈ চাই ॥
ৰাধা ৰাধা ৰাধা বোল মন পাগলী
পাবি তই ৰাধাৰে ধন ।
ৰাধাই শুনিছিলে য'তে মুৰুলী
সেয়ে এই বৃন্দাবন ॥

(নিজৰ হিয়া দেখুৱাই )

**(জুমুৰ)**

ৰাধে ৰাধে কৃষ্ণ কৃষ্ণ ৰাধে কৃষ্ণ জয় ৰাধে ।
ৰাধে ৰাধে কৃষ্ণ কৃষ্ণ ৰাধে কৃষ্ণ জয় ৰাধে ॥

(ৰাধা কৃষ্ণত বাজে ৰঙ্গমঞ্চত সকলো গোপীয়ে এই জুমুৰত যোগ দিলেহি । দুই তিনিবাৰ গোৱাৰ পাচত বৈষ্ণৱীয়ে অকলে শ্লথ সুৰত গাই শেষটি অনন্ত আকাশত মিলাই দিলে—)

ৰাধে ৰাধে ৰাধে — কৃ — ষ্ণ —

---

*(যৱনিকা পৰিল)*

**"॥ শ্ৰীকৃষ্ণাৰ্পণমস্তু ॥"**

# মধু মালিকা

## প্ৰথম দৃশ্য

(কুঁৱলীৰে ঢাকি থকা গাঁৱৰ মাজে মাজে বৈ যোৱা জান এখনিৰ পাৰ। তাত তেতিয়াও ৰাতি পুওৱা নাই। কাহিলি কাহিলি পোহৰৰ ৰেখা পূবেদি দেখা গৈছে। জাৱে গাত কঁথা এখন লৈ শুই আছে। দূৰৈৰ হাৰলি ঘৰত বাঁহ ফুটা শুনি ল'ৰা বিলাকে কিৰীলি পাৰি হাতত জোৰ আৰু কানত ঢোল লৈ ল'ৰি আহি ঢোলত টক্‌টকাই জাৱক বেঢ়ি গাবলৈ লাগিল।)

ল'ৰা ঃ

জাৱ, যা যা যা!

জাৱ, যা যা যা!!

হাৰলি ঘৰৰে মাৰলি ফুটিলে

কিৰিলিৰ উঠিলে ৰা।

মেজিৰে ভাপতে কুঁৱলী উৰিলে

তিনিখন কৰিছে গা!

জাৱ, যা যা যা!

জাৱ, যা যা যা!

জাৱ তই যাৱেগই মাঘকে নোৱাগই

গন্ধে গাথিয়নে খান্দি।

নিনিবি লগতে বাৰীৰ শইচে মোৰ

ৰাখিলো খেৰেৰে বান্ধি॥

(জাৱে টোপনি ভঙ্গাৰ ভাও দেখুৱাই চকু মোহাৰি কঁপি কঁপি,)

জাৱ ঃ

কেলেই ভাঙ্গিলি পুৱাৰে টোপনি

ঢেপেকা ঢোলকে বাই!

বাকী আছে মোৰ 'মাঘৰ আদি' ভোগে

বাকী ৰ'ল ঠেঁটুৱায়।

জাৱ নেযায়, নেযায়, নেযায়

জাৱ নেযায়!

(জাৱে মুৰে গাই কথাখন লৈ আকৌ মোটোকা মাৰে। ল'ৰা বিলাকে আকৌ গাবলৈ ধৰিলে ঃ)

ল'ৰা ঃ

মুৰত দিলোঁ জাৱ-মালতী, ভৰিত ফটুৱা,

সাত পুৰুষৰ ঘুগুলী কঁথা টোপনি আৰি গা।

বৰা ধানৰ বৰ পিঠা, তিলে গুৰে বৰ মিঠা

মুখত দিলে পমি যায়, এবাৰ দি চা।

আলু সিজা তিলৰ লাৰু গোট কৰাই মাহ আৰু

গাঁঠিত দিলোঁ বান্ধি কুন্ধি, তাকো লৈ যা।

জাৱ যা যা যা জাৱ যা যা যা

ন ফুল, ন পাত, বসন্তৰ কু-উ মাত

আহো নাহো কৰে অ'ই, চা

লাহতী লাজেৰে চুচুকে চামাকে—

ভাগি যাওক দূৰলৈ যা

(জাৱে আমনি পাই লাহে ধীৰে কঁথাখন সামৰি লৈ উঠি গাই গুছি গ'ল।)

জাৱ ঃ

কতনো অমুৰি কৰ, চেমনীয়া, কতনো অমুৰি কৰ,

বিহু নৌ আহোঁতেই বিহু নচুৱালি, বিহুত তই ভাগৰি পৰ।

বসন্তৰ গোন্ধতে হলি মতলীয়া, দিলিহি জাৱকে হুৰাই;

ময়ে যে বসন্ত জাৱৰ মুখা পিন্ধা চিনিবি কাহানি ক'ই।

(জাৱ যোৱা চাই আনন্দত বিহ্বল হৈ ল'ৰা বিলাকে গালে।)

ল'ৰা ঃ

জাৱ গ'ল গ'ল গ'ল! জাৱ গ'ল গ'ল গ'ল!!

জাৱৰে কাঁইটতে কুঁহিপাত মেলিলে কপৌৱে দিলেহি কণ।

ডালে ডালে নাচে নামতী চৰায়ে, কিনো ঐ ফাগুনীৰ বোল॥

ফাগুনীৰ নাচতে আজি যে পদূলি তেনেই ধূলিয়ৰি হ'ল।

জাৱকে হুৰালোঁ, জাৱৰে জুপুকা, কোনোবা দেশলৈ গ'ল॥

(এনেতে জাৱৰ বাটে বাটে ককা আহি ল'ৰা বিলাকলৈ চাই গালে —)

ককা ঃ

জাৱকে হুৰাবি এহাত দাতে গজক

ক'বলৈ কথা তোৰ নাই !
চিঞৰি বাখৰি মুখকে মেলিছে।
জপাৰি ধূলিয়ে খাই।
কি কৈয়ে বুজিবি জাৰবে মহিমা -- ছাইৰে চেকুৰা সোণ
জুইৰো জুই বেলিটো জাৰত কুঁচিমুচি ললৈগে অগণি কোণ
অ' জাৰ, বোৱা বোৱা ঐ ! দিয়া দিয়া মোক,
জাপত তোমাৰ ঠাই !
অতিকৈ চিকোণে পুৱাৰে ঘুমটি ইহঁতে দিলে হুৰাই।
ভেকো ককা, মোকো নিয়া,
দৈব-শাহান তল যক, যদি তল যায়।
নেৰিবা, নেৰিবা, জাৰ, তোমাৰে দোহাই।
(ল'ৰা বিলাকে আগভেটি ধৰি গালে–)

ল'ৰা :
ঘূৰি ব'লা ককা তুমি আমাক লগত নিয়া।
বসন্ত উৎসৱ হব, পাক এটি দিয়া ॥

ককা :
উৎসৱ ! উট্ সব !! উটি যা সব ৰসাতললৈ।
বসন্ত ৰোগো উৎসৱ হ'ল ! ক'তনো মৰোঁ মই ॥

ল'ৰা :
বসন্ত ই ৰোগ নহয়। বসন্ত যে কাল !
গন্ধে গীতে সঁচা ককা, এনে লাগে ভাল ॥

ককা :
এনে লাগে ভাল ! ৰ, এনে লাগে ভাল ॥
ধূলীয়া বতাহে বলিয়া বলাব, পাবি তই মজাটো ভাল,
চেমনীয়া এইবাৰ ততকে ল।

ল'ৰা :
চেমনীয়া এইবাৰ এইবাৰ ততকে ল।

ককা :
কবিয়ে বোলে মলয়া কিবা।
মই বোলোঁ ব্লটিং পেপাৰ।
গাত লাগিলেকি টুকি লৈয়েযাব, বুজিবি কেনে বেপাৰ।
বাতিয়ে বাতিয়ে পনীকে গিলিবি, পিয়াহৰ নেপাবি পাৰ ॥
চেমনীয়া এইবাৰ ততকে ল।

ল'ৰা :
চেমনীয়া এইবাৰ ততকে ল।

ককা :
হাবিৰ জুইয়ে দেখি, গাৰে জুই জ্বলিব
ৰাই-জাঁই লাগিব তোৰ,
কোটোহা উৰি কি মুখত ছাইয়ে দিব
লাহতীক সজাব ছো।
চেমনীয়া এইবাৰ ততকে ল।

ল'ৰা :
চেমনীয়া এইবাৰ ততকে ল।

ককা :
ছিৰাল ফটা দিব তোৰে নাকে মুখ —
আৰু যে তাতোকৈ দুখ, —
সেন্দুৰী গালতে মাটিৰ মঙ্গল চাব
কোৱাৰিৰ ফালিব চুক !
হাঁহিব খুজিকি মুখে বেকেটাবি
পাবি তাৰ কেনেটো সুখ !
চেমনীয়া এইবাৰ ততকে ল।

ল'ৰা :
চেমনীয়া এইবাৰ এইবাৰ ততকে ল।

ককা :
লগত যোৱা তোৰ কাউৰী এলাগী
কুলি কেনেহৰা কি ?
আমৰে কলিতে ৰবি মজা পাবি,
যাবগই দেদেৰাই দি !
চেমনীয়া এইবাৰ ততকে ল।

ল'ৰা :
চেমনীয়া এইবাৰ এইবাৰ ততকে ল।

ককা :
জোক জেলুকৰ লী-লিয়নি,
টোকা পকৰাৰ লালী
চেনি এফেৰিও সাঁচি তই নেপাবি
টোপোলা নিবহি ফালি !
চেমনীয়া এইবাৰ ততকে ল !

ল'ৰা :
চেমনীয়া এইবাৰ এইবাৰ ততকে ল।

ককা :

আচাৰ্য্য অৱশ হ'ল, আঘাতত মূৰ্চ্ছা গ'ল,
ৰথে সতে সাৰথিয়ে নিলে আঁতৰাই ;
—কৌৰবৰ সেনা যত বিভঙ্গে পলায়।
হতাশেৰে দুৰ্য্যোধনে দিলেগে বাতৰি,
ভীষ্মদেৱ, ধনঞ্জয় আহিল আঁতৰি,
ভীমে ভগদত্ত বীৰে, ভীষ্ম সহ যুধিষ্ঠিৰে
আৰম্ভিলে মহাযুদ্ধ এৰণ থলত,
অৰ্জ্জুনে যোগান দিয়ে খাণ্ডৱ-দাহত।

অভিমন্যু ঘটোৎকচ অগনি-কলাই,
ভমকি জলিল ঘূৰি মাৰিছে জলাই;
এই পৰে অশ্বগজ, সঁউ ভাঙ্গে ৰথধ্বজ,
বজ্ৰেৰে বিজুলী গাজে মাৰে চক্ৰবাণ,
অগ্নি অস্ত্ৰ গৰ্গৰায় স্তব্ধ কৰে কাণ !

প্ৰদীপ নুমায় এই উঠিছে জলকি,—
দিনান্তৰ যুদ্ধ তেনে উঠিল জমকি !
তেনেতে বাজিল ভেৰী। সন্ধ্যা হ'ল, যুঁজ এৰি
দিহাদিহি শিবিৰলৈ' এই গুচি গ'ল।
—করুণ শ্মশানধ্বনি মৰি পৰি ৰ'ল !

কাৰে কিনো হুমুনিয়া পচিমলৈ চাই
দুধাৰি চকুৰ লোৰে দুগাল তিয়াই!
আয়ে মোৰ ৰই ৰই কয় থোকাথুকিকই,—
"ইৰাৱান ! সিও মোৰ থাকিলেতো পৰি,
আৰু নো কিমান অই ? —নেপালোঁ বাতৰি।

---

## পঞ্চম সৰ্গ

শিবিৰে শিবিৰে সুৰাদি সন্ধ্যা
ফুলেকি প্ৰাণৰ ৰজনী-গন্ধা!—
ঘৰে পৰে মিলি আঁকোলা আঁকোলি,
মুখত হিয়াৰ হাঁহি,
কেনি বাজে অই, জোনোৱালী ৰাতি
নিমাতে মোহন বাঁহী !—

গন্ধ অনুলেপ, স্নান আহাৰেৰে
জনে জনে হাঁহি মুকলি মনেৰে,
দিয়ে ঢালি চিত গীত তৰঙ্গত
ঝঙ্কাৰে বীণাৰ তান;
নয়ন বাণেৰে জিনে নাচনীয়ে
বাণেৰে নিজিনা প্ৰাণ।

শ্ৰমেৰে অৰ্জ্জা সুখৰ নিদ্ৰাই
গ্লানি শৰীৰৰ নিয়েহি নিৰাই;
পুৱালে প্ৰস্তুত দিনৰ ৰণলৈ',
লাগে ঘূৰি মহামাৰ;
আপোন পৰৰ এনেটি সপোন,
চিনো যে নৰয় তাৰ !

এই অনুক্ৰমে যায় দহদিন,
যিদিনা জাহ্নৱী হ'ল পুত্ৰহীন,
শৰৰ শয্যাত পৰি পিতামহ
গনিছে শেষৰ দিন;
নধৰা কৃষ্ণক অস্ত্ৰ ধৰালে "
গ'ল ভকতিত লীন।

আখৰে আখৰে প্ৰতিজ্ঞা দুষ্কৰ
শেষ নিশ্বাসেৰে ৰাখিলে নিজৰ,
শৰৰ অঞ্জলি ললে অৰ্জ্জুনৰ
বুকুত দিলে যে ঠাঁই,
তীৰৰ শয্যাত পৰি ৰ'ল বীৰ,
—দিবলৈ তুলনা নাই।

এনেটি বীৰবো আতঙ্ক জগালে,
দিনে দিনে কি যে চমক লগালে,
নিজ বীৰ্য্য বলে বীৰ ঘটোৎকচ

ভাৰতত ধন্য হল ;
আৰ্য্যৰ হিয়াত অনাৰ্য্যৰ নাম
কল্পান্ত কাললে ৰল।

শুনি হৈড়িম্বই ভীষ্মৰ নিপাত,
থমকি খন্তেক কৰে অশ্ৰুপাত,
"অতদিনে ধৰা বীৰশূণ্য হল,"
—ওলাল বুকুৰ পৰা,
"সাৰ্থক জনম এনেটি বীৰৰ
বিৰুদ্ধে যুদ্ধ কৰা।"

দশম দিনৰ হল অৱহাৰ,
ঘৰে পৰে মিলি কৰে হাহাকাৰ !
ভীষ্মৰ লগতে হিয়া দেৱতাৰ
নিজাৰ পৰিল,—গল !
ভিন ভিন পথ কুৰু পাণ্ডৱৰ
অশ্ৰুৰে নেদেখা হল।

অৰ্দ্ধেকৰ বেচি উভয় পক্ষৰ
হল অতদিনে অতিথি যমৰ।
হতাশ যুঁজাৰু যুঁজত লগোৱা
কেনে সি কঠিন কাম,
সাধিলে সহজে দাতাকৰ্ণে তাক
জলালে বীৰৰ নাম,

আচাৰ্য্য দ্ৰোণক পাতি সেনাপতি
ওলাল যুদ্ধলে ক্ৰুৰ কুৰুপতি।
সেনাৰ আগত কৰ্ণ মহাবীৰ
আহিছে হুঙ্কাৰ ছাড়ি,
ভীষ্মৰ বিহনে লব প্ৰতিশোধ
আজি অৰ্জ্জুনক মাৰি।

কৌৰৱ সেনাৰ দ্ৰোণত বিশ্বাস, —
দিলে দ্ৰোণে বুজি সীমাৰে আশ্বাস, — "

"ঘেৰি ধৰি আজি শ্ৰেষ্ঠ পাণ্ডৱৰ
আনিম সিংহক বেৰি।" —
দেৱবো দুৰ্দ্ধৰ্ষ অৰ্জ্জুনে যদিহে
দিয়ে অৱকাশ এৰি।" —

দ্ৰোণে ৰচে বেহু, শকুনিৰ চাল,
উঠিছে গুজৰি কৰ্ণ মহাকাল
একে দিনে যেন দিব জিকি ৰণ,
নাচে দুৰ্য্যোধনে চাই ;
এনেতে গাজিলে শঙ্খ কেশৱৰ
কুৰুকুল চঁকি যায়।

হুৰাহুৰি লাগে দুয়োটি পক্ষৰ,
—পাখি আস্ফালন ক্ৰুদ্ধ গৰুড়ৰ !
যুঁজক সিফালে নাৰায়ণী সেনা
কৃষ্ণ অৰ্জ্জুনক ঘেৰি,
ভীম ভগদত্তে যুঁজক ইফালে
ধৰ্ম্মক মাজতে এৰি।

অলম্বুষ বীৰে ৰোধি হৈড়িম্বক
দিয়ক সুচল প্ৰমত্ত গজক,
ভগদত্তে যাতে আজিয়ে ভীমক
গচকি মাৰিব পাৰে।
চক্ৰাকাৰে বেহু ৰচে আচাৰ্য্যই
ক'ত অভিমন্যু সাৰে ?

জমকি উঠিল যত কুৰুবীৰ
দেখি সুৰক্ষিত ধৰ্ম্ম যুধিষ্ঠিৰ।
কোনে যেন কয় আকাশ কোলত,
—"অৰে অ' দুৰ্য্যোধন !
বীৰ অৰ্জ্জুনৰ ৰথৰ সাৰথি
আপুনি যে নাৰায়ণ।"

কৰি শঙ্খধ্বনি সেনা নাৰায়ণী

যেৰে চতুৰ্দ্দিশ কৃষ্ণকো নগণি,
যুঁজি প্ৰহৰেক বীৰ ফাল্গুনিয়ে
নেপায় কেনিও ত্ৰাণ,
উত্তাল তৰঙ্গ গৰ্জ্জে সমুখত
চমকি উঠিল প্ৰাণ।

হঠাৎ পাৰ্থৰ পৰিল মনত
তাষ্ট্ৰ নামে বাণ আছে যে তূণত, "১

হানে গাণ্ডীবেৰে মনৰ উল্লাসে
অব্যৰ্থ সন্ধান তাৰ,
নিমিষতে সি কি বিভ্ৰম ঘটালে
লাগি গল ধৰ-মাৰ।

পৰস্পৰ দেখে কৃষ্ণ-ধনঞ্জয়,
কটাকটি কৰি নিজে হল ক্ষয়!
এটি প্ৰহৰতে নাৰায়ণী সেনা
ভালেখিনি গল মৰি,
ফুলা মদাৰৰ অতনা গছনি
উভলি থাকিল পৰি।

উৰি গল ৰথ য'ত যুধিষ্ঠিৰ,
লাগে ঘূৰি ৰণ দ্ৰোণ ফাল্গুনিৰ।
ইফালে গজেৰে ভগদত্ত বীৰ
গৰজে ভীমক পাই,
উঠে কি জলক ৰণ জেউতিৰ
কাৰো পৰাজয় নাই।

সুপ্ৰতীক নামে প্ৰাগজ্যোতিষৰ
সুপ্ৰতীক সঁচা সমস্ত গজৰ,
এনে শিক্ষা তাৰ অদ্ভুত চালনা,
নশলাগি কোনে পাৰে?
এই—এই—ধৰি শুঁৰেৰে মেৰাই
ভীমক আকালে মাৰে!

পলকতে ভীমে বুদ্ধি প্ৰভাৱেৰে
বিদ্ধ কৰি শুঁৰ তীব্ৰ নাৰাচেৰে
বিজুলী বেগেৰে পৰিকি তলত
পেটত আঘাত কৰে;
ভীষণ চীৎকাৰ কৰি কৰীৰাজে
ত্ৰাসত আঁতৰি পৰে।

"মাৰিলে মাৰিলে, ভীমক মাৰিলে,"—
পলাতকে কান্দি গগন ফালিলে
চমকি অৰ্জ্জুন চঁকি যুধিষ্ঠিৰ
উধাতুৰে আহে লৰি,
ডেও দি উঠিছে বীৰ ঘটোৎকচ,
অলম্বুষে ৰাখে ধৰি।

আহিয়ে দেখেকি ভীমে গদা লই
আক্ৰমে গজক ঘৃতাহুতি হই,
আঁজুৰি গজে সি গদা কাঢ়ি লই
ভীমৰ মূৰলে মাৰে,
একে উচালতে বায়ুৰ বেগেৰে
বাগি দি মাৰুতি সাৰে।

ক্ৰোধত অৰ্জ্জুন জ্বলে ভয়ঙ্কৰ,
বৰষে ধেনুৰে অগণন শৰ;
শৰৰ জালেৰে আন্ধাৰ, আন্ধাৰ,
একোকে নমনা হল।
বায়ব অস্ত্ৰেৰে আন্ধাৰ উৰাই
ভগদত্ত থিৰে ৰল।
অস্ত্ৰই অস্ত্ৰই লাগে কটাকটি,
নেঘাটে কোনোটি হুটি খোজো হাটি।
খঙত ভমকি ভগদত্ত বীৰে
বৈষ্ণবাস্ত্ৰ লয় জুৰি;
কঁপিলে আকাশ কঁপিল পৃথিৱী
—আহে কালান্তক উৰি!

হঠাতে কৃষ্ণই আবৰি পাৰ্থক
ধৰে বুকু পাতি অব্যাৰ্থ অস্ত্ৰক, —
নৰকাসুৰৰ শৰ ভয়ঙ্কৰ
কৃষ্ণত বিলীন হ'ল ;
শেষৰ ভৰষা প্ৰাগ্‌জ্যোতিষৰ,
আজি সি কৃষ্ণলৈ' গল।

কৰীকুম্ভ ভেদি সিংহ-নখাঘাত,
গাণ্ডীৱীৰ সি কি শৰৰ সংঘাত,
পৰে সুপ্ৰতীক আৰোহীৰ সতে,
লবিল ৰণৰ থলী;
অৰ্দ্ধচন্দ্ৰ বাণ হানিলে বুকুত
গল ভগদত্ত হ'লি।

ছাড়ে সিংহনাদ পাণ্ডৱ সেনাই,
কৌৰব সেনাৰ আজি ধাতু নাই !
পুবলই চাই বীৰবৰে যেই
শেষৰ নিশ্বাস ললে,
এটুপি অশ্ৰুৰে এটি হুমুনিয়া
প্ৰাগ্‌জ্যোতিষৰ ব'লে।

শুনি সিংহনাদ আহি টলকতে
বীৰ ঘটোৎকচ অভিমন্যু সতে
সিংহৰ বিক্ৰমে দুয়ো দুই কাষে
জোৰে কি যে আক্ৰমণ,
মৃগযূথ যেন কৰে কুৰুদলে
নিকচ্ছাসে পলায়ন।

তিতিকাৰি দিলে বাজি সান্ধ্য ভেৰী।
—আনন্দে পাণ্ডৱ গল যুদ্ধ এৰি।
কৰ্ণ দুৰ্য্যোধন, দ্ৰোণ দুঃশাসন,
শকুনি আনেকাদিনা,
মিলিল গোপনে চিন্তিব লাগিল
কেনেকই যায় জিনা।

এক অভিমন্যু, ঘটোৎকচ একে
যেনে প্ৰতাপেৰে জিনিছে প্ৰত্যেকে,
নিতে নিতে টুটি বিপুল বাহিনী
শেষত ৰয়গে কি ?
অত আয়োজন উজাগৰে কৰা
বিফলে যায়নে কি ?

ভাবি ভাৰদ্বাজে কয় ধীৰে ধীৰে,— ৫২
"নোবাৰিম আমি এই দুয়োটিৰে;
অভেদ্য কৱচ কৰি পৰিধান
যুঁজে অভিমন্যু বীৰ,—
কাৰ্ত্তিক সাক্ষতে তাড়ক-যুদ্ধত ৫৩
অচল অটল থিৰ।

যাৰতে হাতত শৰাসন তাৰ
অজেয় ইন্দ্ৰৰ, ত্ৰাস দেৱতাৰ।
সংহত শক্তিৰে নিৰস্ত্ৰ নকৰি
অকলে আগুৱা টান;
বেহু চক্ৰাকাৰ কৰিছোঁ ৰচনা
কৰা তাৰে অভিযান।

কূটযোধী বীৰ হিড়িম্বা নন্দন—
মায়া সন্নাহেৰে উদণ্ড শমন,
মায়াক মায়াৰে নকৰিলে ক্ষীণ
তাকো যে জিনোতা নাই।
দৃঢ়চিত্তে মাৰোঁ সমস্বৰ শৰ,
চলাঁ দুয়োকূল চাই।"

আলচি উপায় নিজনে নিজমে
গল যত বীৰ নতুন উদ্যমে।
ইফালে গাজিল শঙ্খ পাণ্ডৱৰ,
ভীমৰ আস্ফোট ধ্বনি

হৈ হৈ ৰবে ৰণ সাগৰত
উঠি গল খলকনি।
কৰে কি, কৰে কি অভিমন্যু বীৰে ?—
জয় উল্লাসত বিচিত্র গতিৰে,
সোমাল অকলে অচিন বেহুত,
জিলিকে উন্নত শিৰ।
ৰুদ্ধ কৰি পথ সদৰ্পে দ্বাৰত
নিজে জয়দ্ৰথ বীৰ।

অত বিক্রমেৰে পাণ্ডৱৰ বীৰে
যুঁজি নোৱাৰিলে সিন্ধু নৃপতিৰে, "
অকলে নির্ভয়ে সিংহ শিশুটিয়ে
বেহুৰ মাজলে গই
ৰথী মহাৰথী বিতত কৰিলে
এশ জালুকৰ হই।

—পাৰ্থৰ পুত্ৰয়ো কৰে পৰাজিত !
লাজে অপমানে হল জৰ্জ্জৰিত;
নিজৰ আগতে পুত্র লক্ষণক
বধিলে যেতিয়া বীৰে,
নোৱাৰিলে আৰু ৰজা দুৰ্য্যোধনে
খন্তেকো থাকিব থিৰে।—

"লাগে প্রতিশোধ, লোৱা ছলে বলে।
ৰাজপুত্র মোৰ, অকলে অকলে
পঠাবানে আজি যমপুৰীলই
দিয়াঁ দিয়াঁ,লগ তাৰ।"
ঘৰ্ঘৰ ৰবেৰে ঘেৰে সপ্তৰথী,
উঠে কি ঝণৎকাৰ !
অলক্ষিতে কোনে কৰে হাঁয় হাঁয় !
উচুপি উঠিছে কঁত সুভদ্ৰাই ! "
একেটি লক্ষতে অস্ত্র সাতপাত—
কাটিবৰো ঠাই নাই;
বীৰৰ পুলিটি সাত কুঠাৰেৰে
কাটে কি অকলে পাই !
বিনা অস্ত্রে হয় বীৰৰ মৰণ,
সিপুৰীত কিটো দিয়ে নিদর্শন ?
সুদৰ্শন যেন ৰথৰ চক্রেৰে
শত্রুৰ আতঙ্ক হল,
দলি দলি বীৰে তাৰে অশ্বৰথ
ধীৰে ধীৰে পৰি গল ! —

নিমাত নিস্তব্ধ, পৃথিৱী আকাশ,
ৰই ৰই কোনে ছাড়ে দীর্ঘশ্বাস !—
সিংহ নিপাতিত চায় বেৰি বেৰি,
শত্রুৰ শবদ নাই ;
অহা যেন দেখি পাণ্ডৱৰ দল
ভয়েৰে আঁতৰি যায়।

পুত্র শোকাতুৰ পঞ্চ পাণ্ডৱৰ
দৰ্ দৰ্ ধাৰা বয় নয়নৰ ;
গধুৰ হিয়াৰ কথা সি নুফুটে,
ওঁঠ কঁপি কঁপি যায়,
শোকৰ ধাৰত জলি গল ক্রোধ,
—বাড়ৱ অগনি প্রায়।

কৰচি উঠিছে কি যে ভীমসেন,
ঘটাব প্রলয় আজিয়েই যেন !
আটোপ টঙ্কাৰে কৰে ধনঞ্জয়ে
আজি কি প্রতিজ্ঞা মোৰ,
বধি জয়দ্ৰথ দ্বাৰ ৰক্তকক
তুলিব পুত্ৰৰ হোৰ !
নিজ নিজ পণ পুৰাবৰ মনে
দাৰুণ হুতাহে লৰে জনে জনে ;
ৰণ থলী জুৰি কি যে হুৰাহুৰি,
চিঞৰে হুৰাও বাৰে,
মত্ত বৃকোদৰ সংহাৰি ফুৰিছে
ভীষণ গদাৰ ঘাৰে ;

কৰ্ণ মহাবীৰ আচাৰ্য্য দ্ৰোণেৰে
বুকু পাতি আহি যুঁজে পাণ্ডৱেৰে।
পৃথিৱী বিদাৰি ক'তে সি লুকাব
সুৰক্ষিত জয়দ্ৰথ,
বজ্ৰৰ বেগেৰে ধূলি ডাৱৰত
উৰিল পাৰ্থৰ ৰথ।

পুত্ৰ ঘটোৎকচ পাচে পাচে ধায়।
ৰই সাৰথিয়ে কলে ফিৰি চাই,—
"নেদেখিছা তেজ ৰণ জেউতিৰ !
পৃথিৱী কৰিব ছাঁই।
খন্তেকো নেৰিবা জ্বলন্ত ভীমক,
কৰে কি অকলে পাই।

যুঁজা ফিৰি গই মায়াৰে মায়াই।
সখা অৰ্জ্জুনৰ—সাৰথি সহায়।
জ্বলে ঘটোৎকচ আৰক্ত নয়ন,
কয় কৰি কৰ যোৰ —
"শুনা শুনা প্ৰভো, কৰিছে বিদ্ৰোহ
হিয়াৰ ৰাক্ষসে মোৰ !

জঘন্য ব্যাধৰ বীভৎ আচাৰ
ঘিণায় ৰাক্ষসে এনে কদাচাৰ।
জালেৰে মেৰাই ব্যাঘ্ৰ শিশুটিক
সাতোটাকে ব্যাধে খোচে ;
নেজানো কেনেকে আৰ্য্যৰ গৌৰৱে
এই কেলেঙ্কাৰ মচে —"
বুজি মনোভাব কয় যদুবীৰে,—
"আৰ্য্য চলে ক'ত আৰ্য্যৰ নীতিৰে ?
ভীষ্মৰ লগতে নুমায় নুমায় —
আৰ্য্যনীতি ভাৰতৰ।
অনাৰ্য্যে পালক নীতি অনাৰ্য্যৰ

প্ৰণমি ঘূৰিল ঘটোৎকচ বীৰ,
ঘূৰিলে চাবুক পাৰ্থ সাৰথিৰ।
দেখে ঘটোৎকচে ৰণক্ষেত্ৰ জুৰি
মৰা হাতী অগণন;
শেনৰ দৃষ্টিৰে কাণ্ড পিতাকৰ,
কৰে যে কি নিৰীক্ষণ,—

আঁৰে আঁৰে সেই আঁৰ পৰ্ব্বতৰ
অলেখ-অলেখ সৈন্য ৰাক্ষসৰ,
জিলিকে শূন্যত যঠী বাঘনেজী "
লক্ লক্ কৰে ৰই ;
হঠাৎ দেখিলে মুণ্ড-ধ্বজী ৰথ,
—অলম্বুষ অস্ত্ৰ লই !

দিলে হৈড়িম্বই চকুৰে ইঙ্গিত,
জুৰি নিমেষতে শতাঘ্নী শাণিত
বিন্ধা শৰদেৰে লগে বৃকোদৰে
অসংখ্য সেনাৰ প্ৰাণ,
দেখি ঘটোৎকচ জিকাক মহিষ,— "
অলম্বুষ ত্ৰস্তমান !

ৰথ লই এই হয় অন্তৰ্দ্ধান,
বেগে ঘটোৎকচ হল আগুৱান ;
একে জাপে উঠি চলন্ত ৰথত
টানি আনি হুহুঙ্কাৰে
হাতীৰ দাঁতত, কুমত, নখত,
থেকেচি থেকেচি মাৰে।
ছাড়ে সিংহনাদ পিতা পুত্ৰ দুই,
ৰণ্ জেউতিৰ জ্বলকিল জুই !
দলি কৰীদল প্ৰমত্ত কেশৰী
বীৰ বৃকোদৰ ধায়।
আগচে কৰ্ণই আস্ফোট প্ৰহাৰে
যুদ্ধৰ পথত পাই।

কৰ্ণ বৃকোদৰে যুঁজে ভয়ঙ্কৰ,
দেখি লাগে ত্ৰাস উভয় পক্ষৰ,
ক্ষিপ্ৰ প্ৰয়োগত উভয়ে সমান
কৰে অস্ত্ৰ খান খান,
নিমিটে হতাহ জ্বলি উঠি ভীম
দিলে এৰি ধনুৰ্ব্বাণ।

ভীষণ গদাৰে খেদিলে কৰ্ণক,
মাৰে আঘাতত সাৰথি অশ্বক ;
জাপ দি উঠিল আতুৰ কৰ্ণই
পুতেকৰ ৰথলই।
পলাই সাৰিল সেনা ৰাধেয়ৰ [৫৮]
নায়ক নোহোৱা হই।

আগুৰি ধৰিলে ভীমক দুনাই
আচাৰ্য্য দ্ৰোণৰ আগলি সেনাই,
আহিল সাত্যকি, আহে ঘটোৎকচ,
লাগি গল মহাৰণ;
লঘুহস্ত দ্ৰোণ গৰজি উঠিছে
বিজুলীৰে ঘনে ঘন ;

তথাপিতো তিনি বজ্ৰ মিলনত
মূৰছি পৰিল নিজৰ ৰথত ;
অশ্বত্থামা বীৰে নিলে সকবাই,
উঠে সিংহনাদ ঘনে,
এটি এটিকই ছয়োটি ৰথীয়ে
লুকায় হতাশ মনে।
আবেলি বেলিটি মাৰ যায় যায়,
কিৰীলি পাৰিছে কুৰুৰ সেনাই,
"জীলে জয়দ্ৰথ, মৰিল অৰ্জ্জুন,
প্ৰতিজ্ঞা বিফলে গল।"
শুনি পাণ্ডৱৰ অন্তৰ কঁপিল
—আজি ই কি কথা হল!

উৰি কৃষ্ণ-মেঘ ওলাল বেলিটি,
ইকি জয়ধ্বনি খলকে উলটি !
"জয়দ্ৰথ বধ, সাধিল অৰ্জ্জুন,"—
হুঙ্কাৰিছে সিংহনাদ;
পুত্ৰৰ তৰ্পণ দিলে ধনঞ্জয়ে,
উঠে কি প্ৰশংসাবাদ।

ক্ৰোধান্ধ নয়নে দেখিছে আন্ধাৰ,
দুৰ্য্যোধনে ক'ত মানে অন্ধকাৰ ?
তপতে তপতে লব প্ৰতিশোধ
এই এতিয়াই লাগে,
নৈশ-যুদ্ধ আজি কৰিব কৌৰৱে
কলে কি ভীষণ ৰাগে,—

"নাই যদি কাৰো এনে অভিমত,
সুখেৰে বিশ্ৰাম লক শিবিৰত।
অকলে ওলালোঁ জীয়া জুই লই
মাৰক পাণ্ডৱে মোক,
মাৰক মৰক, প্ৰাণৰ লগতে
যক অসহন শোক।"

দাৰুণ বচন শুনি নৃপতিৰ
কৰ্ণ, অশ্বত্থামা, দ্ৰোণাচাৰ্য্য বীৰ
জাপ দি পৰিল নিশা কণ্টকত
শ্মশান দুৰ্গন্ধময় !—
ৰক্তেৰে পঙ্কিল উজ্জ্বিত কঙ্কাল
নাই কাৰো পৰিচয় !

নৰমাংস খায় শিয়ালে কুকুৰে,
ছাঁয়া যেন প্ৰেত উৰি লৰি ফুৰে,
মিত্ৰ শত্ৰু কোন চিএৰত বাজে
একোকে নিচিনা হল,
শবৰ লক্ষ্যেৰে অজামুনি সুত [৫৯]

কতনা নো মৰি গল !
হাতীৰ আগৰ নমনি যে ৰথ,
হাৰিলে নিচিনে পলাবৰ পথ !
গৰজি গৰজি ভীমে সাত্যকিয়ে
কৰ্ণেৰে দ্ৰোণেৰে যুঁজে,
অগণি অস্ত্ৰৰ চক চমকাত
ৰথধ্বজ দেখি বুজে।

এনেতে আহিল শিবিৰৰ পৰা
দীপৰ প্ৰবাহ গন্ধে তেলে ভৰা;

আঁউসী আকাশ ৰণলে' নামিছে
উল্কা তাৰকা ভৰি;
— ঘৰজুয়ে যেন ৰেঙনি তুলিছে
স্ফুলিঙ্গ উফৰি পৰি ;

—লাখে লাখে যেন জোনাকী পৰুৱা,
কাল নিশাচৰে কৰে নিঠৰুৱা !
আহিছে শকুনি চিঁউ চিঁউ কৰি ,
কলে দুৰ্য্যোধনে মাতি,
"পুত্ৰ, ভগ্নীপতি ৰাখিছিলোঁ পণ—
গুটি যে পেলালে কাটি।

পাশাৰে নচলে, লোৰাঁ কৰৱাল
প্ৰত্যক্ষ কৰাল, ই যে মহাকাল !
মাৰাঁগে কৃষ্ণক মাৰা পাণ্ডৱক
পুৰালে' নথবা বাকী;
এই আন্ধাৰেই প্ৰেত পাণ্ডৱক
ৰাখক কাললে ঢাকি।"

লৰিল শকুনি মনৰ জোৰেৰে
দ্ৰৌণি ঘটোৎকচে যেনি যুদ্ধ কৰে,
তথা লাগি ৰয়, নচলেচোঁ ৰথ,
ইকি মূৰ্ত্তি ভয়ঙ্কৰ !

এনে ৰূপ আগে দেখাতো নাছিল
ঘটোৎকচ ৰাক্ষসৰ।

প্ৰহাৰি পট্টিশ অতি ভয়ানক
মূৰ্চ্ছিত কৰিলে দ্ৰোণৰ পুত্ৰক,
বিকট চিৎকাৰ শব্দত তাৰ
গজ-দুৰ্গ ফাটি যায়
দুঃশাসনে চায়ে উঠিল শিয়ৰি
জীয়া যম এনে নাই।

খড়্গৰ ছালেৰে অভেদ্য কৱচ,—
জাম্বৱন্ত হেন দেখি ঘটোৎকচ ;
গৃধ্ৰৰ পাখিৰে উচ্চ শিৰস্ত্ৰাণ,
লোমেৰে মণ্ডিত প্ৰাস,
কাংস্যৰ ফলক হাড় অলঙ্কাৰে
দৈত্য দানৱৰ ত্ৰাস !

দুডাল দুকাষে আৰিয়া জলাত
সি কি ভয়ঙ্কৰ ভৈৰৱ সাক্ষাত !
দেখি দুৰ্য্যোধন অত্ৰাহি ভয়ত
বিজিয়ালে —"অলম্বল,
পিতৃ হন্তা ভীম — এয়ে যে পুতেক
চূৰ্ণ কৰাঁ মায়া-বল।"

জিকাৰি উঠিল কি যে হুৰি মাৰি
সেনা দুয়ো দল পৰিঘ জোকাৰি ;
টলবল কৰে লৰে ৰণস্থল
লাগে দুৰ্ব্বাদল ঘোৰ ;
দূৰতে পলায় আৰ্য্যৰ যুঁজাৰু
নুমাই হাতৰ জোঁৰ।

গৰুড়-তক্ষক,গজ-শাৰ্দুলৰ
কত মায়া যুঁজ, নজনা আৰ্য্যৰ,
কৰি বহুক্ষণ বীৰ ঘটোৎকচে

চিলনী-থাপ্‌টো মাৰি,
আঁজুৰি আনিলে যোৱা-অলম্বল
গচকে মাটিত পাৰি।

ভীষণ হুঙ্কাৰে মূৰে ছিঙ্গি লই
দিলে দলি মাৰি দুৰ্য্যোধনলই,
"ল' উপহাৰ, আৰু আছে ৰ'।"
গল কৰ্ণলই খেদি
জুৰিলে ধেনুত ৰাক্ষসৰ বাণ
ৰথাশ্ব শালিলে ভেদি।

কৰ্ণ ৰথহীন, হৰিল উপায়,
দিব্য অস্ত্ৰ ধৰি হানে চমকাই।
বাণেৰে বিন্ধাত ঘটোৎকচ বীৰ
হল শল্লকীৰ দৰে; [৩০]
এহাতে উঘালি অস্ত্ৰ দেৱতাৰ,
ইটো হাতে অস্ত্ৰ ধৰে;

ললে মহাশনি অস্ত্ৰ ভয়ঙ্কৰ,
দেখি ৰণস্থলী ভয়ত কাতৰ,
মাৰে কৰ্ণলই প্ৰাণৰ হুতাহে,
জাপ দি কৰ্ণই ধৰি,
ঘূৰাই মাৰিলে ঘটোৎকচলই
নুমাল মাটিত পৰি।

দেখে—ঘটোৎকচে লক্ষ্যভ্ৰষ্ট কৰি
অশ্বেৰে কৰ্ণক ৰোধে বেৰি ধৰি,
"মাৰিলে কৰ্ণক," উঠে হাহাকাৰ,
চঁকি গল দুৰ্য্যোধন!
শেষৰ সম্বল, বীৰ অলায়ুধ
লগালেহি তাৰে ৰণ।

হৰি হিড়িম্বাক নিৰাশ কৰোৱা, [৩১]
ভ্ৰাতা বকাসুৰ যুঁজত মৰোৱা
বৃকোদৰ তাৰ পুত্ৰ হৈড়িম্বক
খেদে সি হুঙ্কাৰ ছাড়ি;
পকায় দুচকু, পেলাবহে যেন
চকুৰে মুচৰি মাৰি।

পিঠিৰ ফালেদি পৰি জপিয়াই
আগৰ কৰ্ণক দিলে সকৰাই
দুয়ো মায়াবীৰ মায়া ইন্দ্ৰজাল,
এই নাই, এই আছে!
ৰণ মাদলত ভমকি ভমকি
ৰণৰ জেউতি নাচে!

জ্বলি ৰবিসুত ৰথেৰে নতুন
দোৱাচিছে ৰণ জুৰি ধনুৰ্গুণ,
ৰোধিলেহি ভীমে প্ৰলয় মন্ত্ৰেৰে
শিলাবৃষ্টি কৰে শৰ,
এৰি হৈড়িম্বক ঘূৰি অলায়ুধে
ভীমলই দিলে লৰ।

লাগিল হৈড়িম্ব সেনাৰে কৰ্ণৰ;
জুই উঠি যায়,—কি যে ধনুৰ্দ্ধৰ!
এৰি ধনুৰ্ব্বাণ গদাৰে আগত
ভীমে যুঁজে ৰাক্ষসেৰে;
বজ্ৰাঘাত ঘোৰ, ভাঙ্গি যায় গদা,
কেঁৱে কোনোটিকে নেৰে।

টিমোৱা পিতাক আজৰাওঁ বুলি
টানে ঘটোৎকচে ৰাক্ষসৰ চুলি।
কামৰূপী দুয়ো লাগি হুতাহুতি
মালবন্ধে লাগি গল;
ঘটোৎকচে চাই মাৰিলে আফাল
অলায়ুধ চিৎ হল।

আঠু দি বুকুত মূৰ ছিঙ্গি লই

ফস্মুটি মাৰিলে দুৰ্য্যোধনলৈ
"ল উপহাৰ, আৰু এটা এই।"
কৈয়েকি কৰ্ণলে লৰে,
আগুৰি কৰ্ণক পাঞ্চাল সেনাই
নিশুম্ভৰ ৰণ কৰে। [৩২]

ব্যস্ত ভীমাৰ্জ্জুন, ব্যস্ত যুধিষ্ঠিৰ,
ধৃষ্টদ্যুম্ন লৈয়ে যুদ্ধে দিযে ভিৰ;
মূৰ্ত্তি কালান্তক ধূৰ্জ্জটিৰ দৰে
ত্ৰিপুৰ দহিছে দ্ৰোণে,
অস্ত্ৰ চালনাত জীৱন্ত মৃত্যুক
আজি হৰুৱাই কোনে !

জৰাজীৰ্ণ দেহা নগণে যে ক্লেশ,
আজিয়ে কৰে কি কুৰুক্ষেত্ৰ শেষ !
লৰে কৰ্ণ বীৰ পূৰ্ণাহুতি লই
নাচিছে তেজৰ ধাৰে;
পূৰাতে সূৰ্য্যক তেজেৰে পাৰ্থৰ
যাতে অৰ্ঘ্য দিব পাৰে।

কৰ্ণক আগচি ৰোধে হৈড়িম্বই
হাবি-হুবা ভাঙ্গি খেদে গছলৈ ;
কাঠে কাঠে পৰি উগাৰিছে জুই
জলকি জলকি জলে;
শব্দ কি উৎকট ! ঘোৰ ঢেৰেকনি !
ধ্বনিত ধৰিত্ৰী টলে !

দেৱৰ অস্ত্ৰেৰে কৰ্ণ শক্তিমান
জোৰে কাৰ্ম্মুকত বাছি দিব্য বাণ
চকু পচাৰতে বীৰ ঘটোৎকচে
আৰম্ভিলে মায়া ৰণ ;
ঘনে উল্কাপাত ঘনে বজ্ৰাঘাত
ঘনে শিলা বৰিষণ;

লৰে ভৰিতল, লৰিল আকাশ,
লৰে জাকে জাকে—কি যে মহাত্ৰাস !
পলাব নোৱাৰি ভৰিত কান্দিছে,
তথাপিতো ৰক্ষা নাই।
কৰাল মুখেৰে গৰজিছে যম
কোনে অব্যাহতি পায় ?

সি কূলেদি নাশ, ইকূলেও যায়,
লৰি দুৰ্য্যোধনে দেখে কি বিলাই ;
নিজান শ্মশান হল ৰণথলী,
অকলে কৰ্ণক পাই
অশ্ব সাৰথিক কাটি ঘটোৎকচে
মাৰে—মাৰে, এই যায়।

চকুৰে আন্ধাৰ দেখি দুৰ্য্যোধনে
কয় আৰ্ত্তস্বৰে কৰুণ নয়নে —
"মৰোঁ মৰোঁ সখা, শক্তি বাসৱৰ,
আৰু যে চাবলে নাই ;
অত হেঁপাহৰ কুৰুক্ষেত্ৰ মোৰ
এই—এই আজি যায়;

আগুৰি ধৰিছোঁ ক'তে সি পলায়,
হানা ততালিকে, হানা বুকু চাই।"—
কৃতান্ত আগত !— আতুৰ কৰ্ণই
ভবিষ্য নেদেখা হল।
দিলে মাৰি সেই শক্তি বাসৱৰ
জগত চমকি গল।

ভেদে বজ্ৰ বুকু —গৰজি ভীষণ
উফৰি পৰিল হিড়িম্বা-নন্দন;
আহত ব্যাঘ্ৰই মাৰি, মৰি গল
ৰজাৰ ৰক্ষক দল ;—
শেষ নিশ্বাসেৰে শাসিলে শত্ৰুক
সকলো অবাক হল। [৩৩]

সোণোৱালী সাজ দেহা বক্ষকৰ
তাৰে তলিচাত শুলে বীৰবৰ,
নুমাল প্ৰদীপ ৰণ জেউতিৰ,
হাহাকাৰ নিজমিল।
জয়ধ্বনি লই মাত একেষাৰি
কেনি ক'তো নুফুটিল !

কালৰাত্ৰি শেষ, হল অৱহাৰ,
—ক'তেনো পৰিল মণি হিড়িম্বাৰ ?
সসৈন্যে পাণ্ডৱে কান্দি কি করুণ
বোৱালে অশ্ৰুৰ নই,
আৰু কোনে কান্দে উচুপি উচুপি
লুইতৰ তীৰতে ৰই !

হাঁহিলে কেৱলে মুলত কৃষ্ণই
প্ৰসন্ন চিতেৰে ধীৰে ধীৰে কই, —
"উঠাঁ উঠাঁ দাদা মচি চকু পানী
শুনা সখা ধনঞ্জয়,
এই মৰণেৰে জীয়ালে তোমাক
—আজি কুৰুক্ষেত্ৰ জয় ! [৩৮]

অজেয় সহজ কৱচ কুণ্ডল
ছিঙি বৈকৰ্ত্তনে — ভক্তি শতদল,
দান দি ইন্দ্ৰক ললে সললিত
শক্তি কি যে তেজীয়ান,
ব্যৰ্থ কৰি যাক নোৱাৰে বিধিয়ে
বচাব পাৰ্থৰ প্ৰাণ।

পাৰ্থ-মৰণৰ সেই যে সঁজাতী
পুত্ৰ ঘটোৎকচে ললে বুকু পাতি !
আজি যে কৰ্ণৰ ঘোৰ পৰাজয়,
কান্দিছে শাক্তি সি নাই !
গুচি গল বাছা কেনে হাঁহি মুখে,
জগতে কান্দক চাই।"
—" হেৰাল মণিটি তুলসী বনত !" [৩৭]
থাকি থাকি ফুটে এই যি মুখত, —
আৰু যে নোৱাৰে কৰ জননীয়ে
দুগালেদি যায় বই
কোন অতীতৰ সুৱৰ্ণশিৰি সি
স্মৃতিকণা লই লই !

দেখি জননীৰ চকুলো দুধাৰি,
দীন হৃদয়ৰ মাত একেষাৰি
নেজানো কিজানি আজি অকস্মাত
অতৰ্কিতে যায় জৰি !
ধন্য হ'ক আই, পুণ্য হ'ক সেয়ে
দুটি চৰণত পৰি।

"শান্তিঃ শান্তিঃ শান্তিঃ"

---

### টোকা

(১) নেদেখা লোকৰ বহুতৰ অনুমান আমাৰ এই বিতোপন দেশখনি হাবি-জঙ্গলেৰে ভৰা। ইফালে "কামাখ্যাৰ দেশ" বুলিয়েই বহুকালৰ পৰা কামৰূপে ভাৰতৰ ভিতৰত প্ৰসিদ্ধি লাভৰ কৰি আহিছে। আৰ্য্য আৰু আৰ্য্যেতৰৰ প্ৰায় সকলো জাতিৰ অৱদানেৰে নীলাচল ভৰা। এই অৰ্থত নীলাচল সমগ্ৰ দেশৰ প্ৰতীক বুলি কল্পনা কৰা হৈছে। কামাখ্যাৰ দেশত কামাখ্যাক "জগন্মাতা" — (জননীবো জনমতী) বুলি হিন্দুসকলে প্ৰণাম জনায়।

(২) পুৰাণৰ মতে তীৰ্থৰাজ ব্ৰহ্মকুণ্ডত পৰশুৰামৰ মাতৃহত্যা পাপ মোচন হয়। পাপীৰ নিস্তাৰৰ অৰ্থে পৰশুৰামে পাৰ ভাঙি বোৱাই দিয়াত সেয়ে ব্ৰহ্মপুত্ৰত পৰি নীলাচলৰ দাঁতিয়েদি বৈ গৈছে । —আমাৰ জন্মভূমি ইমান উদাৰ, মাতৃঘাতী সন্তানৰ পাপ ধুই নিকা কৰা চেনেহৰ ধাৰাটিক হাঁহি নাচি খেলি থাকিবলৈ চৰণৰ ছাঁয়াত ঠাই দিছে।

(৩) ঘটোৎকচৰ পিতাক হল ভীম। কৌৰবৰ পক্ষ ভীমৰ শত্ৰু। ইফালে ভগদত্তৰ পিতাক নৰকাসুৰ। তেওঁক বধ কৰে শ্ৰীকৃষ্ণই। গতিকে ভগদত্তৰ পিতৃশত্ৰু হ'ল কৃষ্ণ সমন্বিতে পাণ্ডৱৰ পক্ষ। পৃথক পক্ষে যোগ দিলেও, উদ্দেশ্য সেই একেটা —পিতৃশত্ৰু পাত কৰা।

(৪) "অশ্বত্থামা বলিৰ্ব্যাসো হনুমাংশ্চ বিভীষণঃ। কৃপঃ পৰশুৰামশ্চ সপ্তৈতে চিৰজীবিনঃ" বুলি ভাৰতে বিশ্বাস কৰে। চিৰজীৱী ব্যাসদেৱৰ শ্ৰীমুখৰ পৰা ওলোৱা ঘটোৎকচ আৰু ভগদত্তৰ কাহিনী আজিও তেখেতৰ লগে লগে জীয়ায়ে আছে।

মূল মহাভাৰতৰ অনুক্ৰমণিকাপৰ্বৰ প্ৰথম অধ্যায় ৭৬ ৰ পৰা ৭৯ লৈকে এই চাৰিটি শ্লোকত ব্ৰহ্মৰ্ষি বেদব্যাসে অনৰ্গলকৈ বোৱা সমগ্ৰ মহাভাৰতখনি হেড়ম্বই লগে লগে লিখি যোৱাৰ কথা আছে। ঘটোৎকচ আৰু ভগদত্তৰ কাহিনীও সিদ্ধিদাতা গণেশৰ লেখনীতে এই লেখেৰে ফুটি পৰিছে।

(৫) ঘটোৎকচ জনমোতে মূৰৰ চুলি নোহোৱাৰ দৰেই অতি পাতলকৈ আছিল। যাকে ঘটোৎকচ বুলি মাতিবলৈ ললে। ঘটোৎকচ সংস্কৃত শব্দ। নীলকণ্ঠৰ ভাৰতভাবদীপ টীকাত ইয়াৰ অৰ্থ কৰিছে — ঘটসাদৃশ্যাৎ ঘটঃ শিৰঃ অস্য পুত্ৰস্য উৎকচ বিকেশো (কেশহীনো) যতস্ততো ঘটঃ উৎকচো যস্যেতি যোগাৎ ঘটোৎকচ ইতি নামাব্ৰবীৎ। আমাৰ খাহৰজীয়া মাতেৰে "লঠৰ" বা 'লঠৰামূৰা'ৰ দৰে কিবা এটা হ'লহেঁতেন। সংস্কৃতত পৰি ৰাক্ষসৰ উপযোগী নাম ঘটোৎকচ হ'ল। পাচে উৎকচ শব্দই সংস্কৃতত থিয় থিয় চুলিকো কেতিয়াবা বুজায়। জনমোতে পাতল হলেও পাচলৈ ডিমাপুৰৰ ডিমাচাসকলৰ দৰে মূৰত থিয় চুলি গজি উঠিছিল বুলিলে দুয়োকূল ৰক্ষা পৰে।

(৬) খেতৰ এবিধ উপদেৱতা। সম্ভৱতঃ 'ক্ষেত্ৰপালৰ' পৰা হৈছে। সকতে লৰাৰ গাত এই উপদেৱতা লাগিলে সমূলি কোৰ নুগুচা হয়। ভাল নামেৰে মতা শুনিলে জানোচা এওঁ আহি বেগাই লাগে —এই আশঙ্কাত আমাৰ আইসকলৰ অনেকে নিজৰ লৰা ছোৱালীক সকতে আপচু নাম একোটাৰে মাতে।

(৭) মহাভাৰতখনিক পাচলৈ ঋষিসকলে কাৰ্ষ্ণ অৰ্থাৎ কৃষ্ণসম্বন্ধীয় বেদ বুলিছিল। অথবা এনেও হব পাৰে — কৃষ্ণ-দ্বৈপায়ন যে ব্যাস, তেওঁ নিজে ৰচনা কৰা গুণে কাৰ্ষ্ণবেদ। বাকী চাৰিবেদ স্বয়ম্ভু-বেদব্যাসে সঙ্কলনহে কৰিছিল। দুয়োটি অৰ্থ ওলাই পৰাকৈ কব পাৰি —কৃষ্ণ-দ্বৈপায়নে কৃষ্ণ সম্বন্ধীয় যিখনি গ্ৰন্থ নিজে ৰচনা কৰিছিল সেয়ে কাৰ্ষ্ণবেদ। —লগৰ ব্যাসৰ প্ৰশস্তিত সংস্কৃতত থকা প্ৰণাম মন্ত্ৰটিৰ আভাস পৰিছে —"নমোহস্তু তে ব্যাস বিশালবুদ্ধে ফুল্লাৰবিন্দায়তপত্ৰনেত্ৰ; যেন ত্বয়া ভাৰততৈলপূৰ্ণঃ প্ৰজ্বালিতো জ্ঞানময়ঃ প্ৰদীপঃ ॥"

(৮) পিতৃশত্ৰু কৃষ্ণৰ বিপক্ষে যুদ্ধ কৰিবলৈ ভগদত্তক কৌৰবৰ পক্ষে আমন্ত্ৰণ কৰি নিছিল। ৰথত থাকি যি অতুল বিক্ৰমে যুদ্ধ কৰিব পাৰে তেওঁক ৰথী বোলে। অনেক ৰথীও যাৰ সমকক্ষ নহয় তেনেজনক অতিৰথ বোলা হয়। যেনে,

ভীষ্ম, দ্ৰোণ, শল্য প্ৰভৃতি। কিছু দোষ থকা বাবে ভীষ্মই কৰ্ণক অতিৰথ নুবুলি অৰ্দ্ধৰথ বুলিছিল। ভগদত্তই হাতীৰ ওপৰৰ পৰা যুদ্ধ কৰিলেও ভীষ্মৰ লেখত তেওঁ ৰথা। — "প্ৰাগ-জ্যোতিষাধীপো বীৰো ভগদত্তঃ প্ৰতাপবান। গজাঙ্কুশধৰ শ্ৰেষ্ঠো ৰথে চৈব বিশাৰদঃ।" —(উদ্যোগ পৰ্ব্ব (১৬৬ তম অধ্যায়)।

(৯) ভীম বায়ুৰ পুত্ৰ। ভীমৰ পুত্ৰক (প্ৰভঞ্জন বায়ু) ধুমুহাৰ নাতি বোলা হৈছে।

(১০) যুদ্ধৰ অন্তত শিবিৰলৈ গলে ভীষ্মই শত্ৰুপক্ষৰ বীৰসকলক আগৰ দৰেই মৰম চেনেহ কৰিছিল, অইন কি মৰমতে আপোন পাহৰি যুধিষ্ঠিৰ আদিক নিজৰ মৰণৰ উপায় পৰ্য্যন্ত দি দিছিল। —(ভীষ্ম পৰ্ব্ব—১০৭ম অধ্যায়)।

(১১) নগা পৰ্ব্বতৰ নামনিৰ শালবন। ৰাৱণৰ ভগ্নী শূৰ্পনৰ্খাই ৰামৰ আগত মোহিনীৰ বেশেৰে দেখা দিছিল। সীতাকো হত্যা কৰি তাই কাম চৰিতাৰ্থ কৰাৰ এটা কুবৃত ভাব অন্তৰত লুকাই থৈছিল। সেই কুবৃত ভাবৰ দৰে কুৎসিত ৰাক্ষস এটাই বিতোপন শালনিত জোপ লৈ আছিল।

(১২) কুমাৰণী পোকে যেনেকৈ পইতাচোৰাক নিজৰ মোহিনী শক্তিৰে মুহি বাইলৈ টানি আনে সেই দৰে মোহিনী বাণ মাৰি টানি আনিবলৈ কোৱা হৈছে।

(১৩) অচিন লোকৰ তেজেৰে দেও পূজা কৰি নিজ কাৰ্য্য সিদ্ধি কৰাৰ প্ৰথা সেই অঞ্চলত কিছুকালৰ আগলৈকে কোনো কোনো জাতিৰ মাজত থকা কথা শুনা যায়।

(১৪) হিড়িম্বাপুৰৰ ভাটীৰ ফালে একচক্ৰা নামে ঠাইত বকাসুৰে ৰাজত্ব কৰিছিল। ভীমে বকাসুৰক মাৰি ঠাইখনি শঙ্কাশূণ্য কৰে। আমাৰ জনপ্ৰিয় ভীম চৰিত পুথিতো এই ঘটনাটি আছে। হিড়িম্বই বকাসুৰৰ জীয়েকক আনিবলৈ চেষ্টা কৰিও তাইৰ মন পোৱা নাছিল গুণে দেওৰ সহায় বিচাৰিছিল।

নহুষ ৰজাই শত অশ্বমেধ কৰি স্বৰ্গ ৰাজ্য লাভ কৰাৰ লগে লগে এনে শক্তি পালে যে তেওঁ চকুৰে চায়েই যাৰে তাৰে শক্তি টানি আনিব পাৰে।

(১৫) দুৰ্গাষ্টমীত বৰ আড়ম্বৰেৰে বলি দিয়ে গুণে — দিনটোক অথবা বলিক বৰবলি বোলে।

(১৬) উঁৰিকীৰে ঘাই পাতি চৰাইমৰীয়াই উঁৰিকলৈ বুলি হাবিত ছিটিকা পাতে। ফান্দত পৰিলে নে নাই চাবলৈ যাওঁতে কেতিয়াবা চিকাৰ বিচাৰি অহা বাঘৰ মুখত প্ৰাণ দিব লগা হয়। এনে ঘটনা ঘটাৰ কথা চিকাৰী সমাজত শুনা যায়।

(১৭) দৰা কন্যাক দৈ টেকেলি ধৰি নোৱাই ধুৱাই বিয়াৰ দিনা প্ৰত্যুষতে দৈয়ন দি বাতিলৈ ভিতৰলৈ নি দুৱাৰ ধৰি যি উলিয়াই দিয়ে তেঁৱেই দৈৰকী। এই কাম (থাকিলে) মাকেইহে কৰে।

(১৮) ললিত কলাত পটু চিত্ৰলেখা সুন্দৰী — উষাৰ প্ৰিয় সখী।

(১৯) মাহ-হালধি তেলেৰে নোওৱা বিবাহৰ লক্ষ্মীস্বৰূপা কন্যাৰ ৰূপটিৰে।

(২০) কোনো অসাধাৰণ লোকৰ জন্মৰ আগত সম্পৰ্কীয়া স্ত্ৰীলোকে সপোনত বগাহাতী দেখা কথা জাতকত যি আছেয়েই আমাৰ স্ত্ৰী সমাজতো কেতিয়াবা কাচিৎ শুনিবলৈ পোৱা যায়।

(২১) কামাখ্যাৰ সেৱকিনী ৰক্ষৰাজ দুহিতাক নিজৰ বাহুবলেৰে হৰুৱাই পানি গ্ৰহণ কৰাৰ প্ৰবাদ আছে। কাশীৰাম দাসেও এই প্ৰবাদ এই অঞ্চলৰ গুণেই মহাভাৰতত উল্লেখ কৰিছে।

(২২) হস্তিনাপুৰত কৌৰব আৰু পাণ্ডৱৰ মাজত কাজিয়া লাগি তুমুল যুদ্ধৰ আয়োজন কৰাৰ ঢক উঠিছে।

(২৩) কামাখ্যাক বড়োসকলে 'কামৰা' বুলিছিল। ৰণলৈ যাত্ৰা কৰোঁতে বাটত দেৱীৰ আশীৰ্ব্বাদ লৈ যোৱা স্বাভাবিক।

(২৪) দক্ষিণবাহিনী লৌহিত্যৰ তীৰ হস্তীচিকিৎসাৰ নিমিত্তে বহুকালৰে পৰা প্ৰখ্যাত। তাতে পালকাপ্যমুনিয়ে আশ্ৰম পাতি হস্ত্যায়ুৰ্ব্বেদো ৰচনা কৰিছিল।

(২৫) অৰণ্যৰ মাজত মদস্ৰাৱী হস্তী থাকিলে তাৰ গন্ধই বহুদূৰলৈকে আমোল মোলাই থাকে। কোনো কোনো হাতীৰ হিমেজু চম্পাফুলৰ দৰে গোন্ধায় বুলি "হস্তীবিদ্যাৰ্ণৱে"ও কয়। "গজদান সুগন্ধি"ৰে কাবেৰীৰ জল সাগৰ পৰ্য্যন্ত গোন্ধাই যোৱাৰ কথা কবি কালিদাসেও কৈছে।

(২৬) ভীষ্মকনন্দন ৰুক্মবীৰে অসংখ্য গজবাজি

সেনাৰে পাণ্ডৱৰ শিবিৰলৈ আহি কৈছিল, তোমালোকে যদি কৌৰৱৰ ভয়ত ভীত হৈছা, কোঁৱা কাক মাৰি দিব লাগে। মই অকলে মাৰোঁগে। অৰ্জ্জুনে তেওঁৰ গৰ্ব্ব বাণী শুনি কলে,—ইতিপূৰ্ব্বে কেবাখনিও খণ্ডযুদ্ধত আপোনাৰ সহায় নোলোৱাকৈয়ে কৌৰৱক পৰাস্ত কৰাৰ সৌভাগ্য ঘটিছিল। এতিয়াও আপোনাৰ সহায় নোলোৱাকৈ জিকিবলৈ দিয়ক বুলি মোলায়েম্‌কৈ কৈ তেওঁক বিদায় দিলে। মৰ্ম্মাহত হৈ ৰুক্মই দুৰ্য্যোধনক সহায় যাচিছিল। তাতো প্ৰত্যাখ্যান কৰাত হতাশ হৈ কুণ্ডিললৈ উভতি গল।

(২৭) পুৱফালৰ পৰা চালে নীলাচলৰ তিনিটা শৃঙ্গ দেখি। ভুবনেশ্বৰীৰ নামনাচত কামাখ্যা, তাৰো তলত পাণ্ডুনাথ। বলৰ বেলিকাও ভীমৰ পাচতে ঘটোৎকচ, আৰু তেওঁৰ পাচত সহদেৱ।

(২৮) যুদ্ধক্ষেত্ৰৰ তম্বুক তামিঘৰা বা তামিঘৰ বোলাও শুনা যায়।

(২৯) ৰাজনীতিৰ সাম দান ভেদ দণ্ড এই চাৰিটি উপায়ৰ সামেৰে মিলাব পৰা নগল।

(৩০) যুদ্ধযাত্ৰী সৈন্যবোৰে সাধাৰণতে দেশ ৰাখিবলৈ গৈ দেশৰ ভিতৰতে নানা অত্যাচাৰ কৰি যোৱা কথাটো এতিয়াৰ নহয় আগৰ দিনতো মাজে মাজে ঘটা বুলি ধৰি লব পাৰি। মানৱৰ ভিতৰত পশু এতিয়া যেনেকৈ জাগে তেতিয়াও তেনেকৈ নজগাৰ কথা নাই, অৱস্থাভেদে হয়তো কম বেচি হব পাৰে।

(৩১) কুৰুক্ষেত্ৰৰ কিছু দূৰত থকা হিৰণ্বতী নদীৰ তীৰত পাণ্ডৱে শিবিৰ পাতি সৈন্য সংগ্ৰহ আৰু যুদ্ধৰ আয়োজন কৰি লৈছিল।

(৩২) মহাভাৰতৰ 'ষণ্ডতিল'ৰ পৰিবৰ্ত্তে বঁজাতিল বোলা হৈছে। এনে তিল কোনো কাৰ্য্যতে নেলাগে।

(৩৩) দুয়ো পক্ষ মিলাবলৈ গৈ শ্ৰীকৃষ্ণই ধৃতৰাষ্ট্ৰ প্ৰমুখ্যে কৌৰৱসকলক সদুপদেশ দিছিল। দুৰ্য্যোধনে কিছু কৃষ্ণক নিতান্ত অসহায় যেন ভাবি বান্ধি থবলৈ যোগাৰ কৰিছিল; শ্ৰীকৃষ্ণই কুঅভিসন্ধিৰ কথা জানিব পাৰি নিজৰ বিশ্বৰূপ দেখুৱাই সকলোকে অবাক কৰি গুচি আহিল; কৃষ্ণ অকল নহয়, বিশ্বব্ৰহ্মাণ্ডেৰে পৰিপূৰ্ণ তেওঁ; তেওঁক বান্ধে কোনে?— মোহান্ধ দুৰ্য্যোধনে এই কথাটি নিজ চকুৰে দেখিও নুবুজিলে।

(৩৪) মেকুৰীয়ে ব্ৰহ্মচৰ্য্য ব্ৰতৰ কপটতা কৰি নিজৰ স্বাৰ্থসিদ্ধি কৰা গল্পটি ভাৰতত বহুকালৰ আগৰ পৰাই চলি আহিছে। মহাভাৰতত ইয়াৰ উপমা কেবাঠাইতো পাবলৈ আছে।

(৩৫) কোনো মল্লই যদি বাহুত আস্ফোট ধ্বনি কৰি প্ৰতিপক্ষক আহ্বান জনায়, প্ৰতিপক্ষয়ো তেনে ধ্বনিৰেই আহ্বান মানি লোৱা ইচ্ছা জ্ঞাপন কৰে।

(৩৬) অনুক্ৰমণিকা পৰ্ব্বৰ প্ৰথম অধ্যায়ৰ ১১০ আৰু ১১১ শ্লোক দুটিত— দুৰ্য্যোধনো মন্যুময়ো মহাদ্ৰুমঃ......; আৰু যুধিষ্ঠিৰো ধৰ্ম্মময়ো মহাদ্ৰুমঃ.......বুলি আৰম্ভ কৰি সৌতিয়ে আকাৰে ইঙ্গিতে মহাভাৰতৰ অতি সংক্ষিপ্ত তাৎপৰ্য্য এটিৰ আভাষ দিছে। (সমগ্ৰ গ্ৰন্থ খনিৰ পৰিবৰ্ত্তে এই শ্লোক দুটিকে আজিও শ্ৰাদ্ধকালত শ্ৰদ্ধাৰে পাঠ কৰোৱা হয়।)

(৩৭) পৰশুৰামে পৃথিৱী নিক্ষত্ৰিয় কৰি ক্ষত্ৰিয় ৰুধিৰেৰে পিতৃলোকৰ তৰ্পণ কৰাত পাঁচোটি হ্ৰদ হয়। তাৰে নাম হল সমন্ত-পঞ্চক। তাত তীৰ্থ স্নানেৰে স্নান দান কৰে। পাচলৈ এই তীৰ্থৰ পৰিসৰ বঢ়াই গোটেই ঠাইখিনিকে কুৰুক্ষেত্ৰ বুলিবলৈ ললে।

(৩৮) অৰ্জ্জুনৰ ৰথৰ ধ্বজত কপিৰ আকৃতি আছে। তাত মহাভক্ত বীৰ হনুমান অধিষ্ঠিত থাকে বুলি বিশ্বাস কৰা হয়।

(৩৯),(৪০) দেৱতা আৰু দৈত্যসকলৰ যুদ্ধনীতি যথাক্ৰমে বৃহস্পতি আৰু শুক্ৰৰ মতেৰে চলে। যুদ্ধক্ষেত্ৰত সেনাৰ সংখ্যা তাকৰ হলে আগলৈ বেজীৰ দৰে জোঙা কৰি সূচিমুখ নামৰ ব্যূহ ৰচনা কৰাৰ বিধান বৃহস্পতিয়ে দিছে। দুৰ্য্যোধনে গৰ্ব্ব কৰিছিল,—"বিনা যুদ্ধে সূচ্যগ্ৰ মেদিনীও নিদিওঁ"। সূচিমুখ ব্যূহৰে সূচ্যগ্ৰ মেদিনী লবলৈযোৱাৰ নিচিনা হৈছে।

(৪১) ভীষ্মৰ ৰথৰ পতাকাত তৰাৰ চিহ্ন থাকে।— "ভীষ্মঃ পঞ্চতাৰণে কেতুনা"।

(৪২) শ্ৰীকৃষ্ণৰ শঙ্খটিৰ নাম পাঞ্চজন্য, অৰ্জ্জুনৰ টিৰ নাম দেৱদত্ত।

(৪৩) শান্তনুৰ পুত্ৰ ভীষ্ম; — গাঙ্গেয়, পিতামহ, ইচ্ছামৃত্যু আদিও এওঁৰে নাম।

(৪৪) কাৰ্ত্তিকৰ শুক্লা ত্ৰয়োদশীৰ পৰা আৰম্ভ হলেও কাৰো কাৰো মতে পূৰ্ণিমাৰ পৰাহে আচল যুদ্ধ।

(৪৫) দুৰ্গাদেবী —এওঁক শ্ৰীচণ্ডীত "নন্দগোপগৃহে জাতা" যোগমায়াও বুলিছে। সূতিকাগাৰত কৃষ্ণক নেপাই এওঁকেই কংসই হাতৰ মুঠিত লৈ আছাৰ মাৰিব খুজিছিল। হাতৰ মুঠিৰ পৰা এৰাই এৰেই আকাশত জিলিকি উঠিছিল।

(৪৬) ভাৰতী-সৰস্বতী।

(৪৭) ভস্মানি প্ৰমুখ্যে ভক্ত দাৰ্শনিকসকলে শ্ৰীগীতাক "আত্মগান" বুলিছে। নানা ভক্তই নিজ নিজ দৃষ্টিকোণৰ পৰা নানা নাম দিছে।

(৪৮) হৈহয়, —ক্ষত্ৰিয়ৰ এটি ফৈদ। এই ফৈদৰে তিলক আছিল কাৰ্ত্তবীৰ্য্যাৰ্জ্জুন। পূৰ্ব্বে ব্ৰাহ্মণসকলে ইবিলাকৰ লগত যুদ্ধ কৰিবলৈ গৈ বহুবাৰ পৰাস্ত হৈছিল; কিন্তু যেই বিভিন্ন পথ পৰিহাৰ কৰি একমতৰ আনুগত্য স্বীকাৰ কৰিলে সেই সিবিলাক অজেয় হল।

(৪৯) ৰথৰ সাৰথি হলেও কাৰো বিপক্ষে ভাৰত যুদ্ধত অস্ত্ৰ নধৰোঁ বুলি শ্ৰীকৃষ্ণই কথা দিছিল; কিন্তু ভীষ্মই যুদ্ধত এনে অসম্ভৱ অৱস্থা ঘটালে যে শেহত শ্ৰীকৃষ্ণই সুদৰ্শন চক্ৰ লৈ ভীষ্মক খেদি গল। ভীষ্মই শ্ৰীকৃষ্ণৰ আচল স্বৰূপ দেখি ধনু পৰিত্যাগ কৰি কৰ্বলে ধৰিলে, —"এহ্যেহি দেবেশ জগন্নিবাস, নমোঽস্তু তে মাধব চক্ৰপাণে। প্ৰসহ্য মাং পাতয় লোকনাথ ৰথোৎত্তমাৎ সৰ্ব্বশৰণ্য সংখ্যে।" ......শ্ৰীকৃষ্ণ প্ৰকৃতিস্থ হৈ নেমাৰি ৰথলৈ ঘুৰি আহিল। ভক্তৰ আগত ভগৱানে আচল স্বৰূপ আৰু লুকাই ৰাখিব নোৱাৰিলে।

(৫০) দ্ৰোণে কৰ্ণৰ দৰে দৰ্প কৰা নাই। 'যদি' বুলি এটা সীমা দি সেই দিনাৰ যুদ্ধত কি কৰিব তাকে কলে।

(৫১) ত্বাষ্ট্ৰ নামেৰে এইখনি আচৰিত দেবদত্ত বাণ। ইয়াক ক্ষেপণ কৰা মাত্ৰকে শত্ৰু সৈন্যৰ মহাভ্ৰান্তি ওপজে। নিজ পক্ষৰ সেনাকে যেন দেখি পৰস্পৰ হনাহনি কৰি মৰি যায়।

(৫২) ভৰদ্বাজৰ সন্তান দ্ৰোণ।

(৫৩) তাড়কাসুৰৰ অত্যাচাৰৰ পৰা স্বৰ্গৰাজ্য উদ্ধাৰ কৰিবলৈ দেৱতাসকলে মহাদেৱৰ পুত্ৰ এটি কামনা কৰি প্ৰাৰ্থনা জনায়। এই প্ৰসঙ্গত মহাদেৱৰ যিটি পুত্ৰ হল তেওঁৰ নাম কাৰ্ত্তিক। কৌমাৰ অৱস্থাতে তেওঁ দেবসেনাপতি হৈ অতুল বিক্ৰমেৰে তাড়কাসুৰক বধ কৰে। তেতিয়াৰ পৰাই তেওঁ আদৰ্শ বীৰ, আদৰ্শ সেনাপতি। সেনাপতি পদত বৃত হৈ ভীষ্মদেৱেও এই দেৱসেনাপতিলৈ নমস্কাৰ জনাইহে যুদ্ধলৈ আগ বাঢ়িছে,—"নমস্কৃত্য কুমাৰায় সেনান্যে শক্তিপাণয়ে। অহং সেনাপতিস্তেহদ্য কৰিষ্যামি ন সংশয়ঃ।" —(উদ্যোগ পৰ্ব্ব—১৬৪ অধ্যায়)

(৫৪) দুৰ্য্যোধনৰ বৈনায়েক জয়দ্ৰথ সিন্ধুদেশৰ নৃপতি।

(৫৫) সুভদ্ৰাৰ অতি মৰমৰ একেটি পুত্ৰ অভিমন্যু। তেওঁৰ মৃত্যুৰ বাতৰি পোৱা নাই যদিও হঠাৎ মাকৰ হৃদয় আকুল হৈ পৰিল। এনে ঘটনা প্ৰায়ে ঘটি থাকে।

(৫৬) বাঘৰ নেজৰ দৰে নোম খুওৱা যাঠীবোৰ ওপৰেদি ওলাই আছে। বিৰিণা আদিৰ সক সক জোপাৰ মাজত বাঘ লুকাই থাকিলেও মাজে মাজে তাৰ নেজডাল জোপাৰ ওপৰেদি উলিয়াই নচুৱাই থকা যেন দেখি।

(৫৭) কোনো এটা ম'হ যুঁজত যদি এবাৰ হাৰে, আগলৈ জিকাৰুটো দেখিলেই সি দূৰতে পলায়।

(৫৮) ৰাধাৰ তোলনীয়া পুতেক গুণে কৰ্ণৰ আৰু এটি নাম ৰাধেয়।

(৫৯) দশৰথ ৰজাই বাতি পশু বুলি ভাবি নিৰপৰাধী অন্ধমুনিৰ পুতেকক শব্দভেদী বাণ মাৰি মৰাৰ দৰে কত নিৰপৰাধী নিজৰ পক্ষৰ লোককো মৰা হল।

(৬০) অনেক দেবদত্ত-বাণ ঘটোৎকচৰ গাত লাগি লাগি ধৰাত, দেখিবলৈ কেঁটেলা পহুটিৰ দৰে হল।

(৬১) বকাসুৰক মাৰোঁতে ভায়েক অলায়ুধ একচক্ৰাত নাছিল। অলায়ুধে হিড়িম্বাক নিবলৈ ভিতৰি মন মেলিছিল।

(৬২) স্বৰ্গধামত শুম্ভ নিশুম্ভ আৰু চণ্ডিকা দেবীৰ মাজত ভয়ঙ্কৰ যুদ্ধ হয়। নিশুম্ভৰ পৰাক্ৰম দেখি দেৱতাসকল স্তম্ভিত হৈছিল।

(৬৩) কৰ্ণৰ গাত জন্মৰ পৰাই কবচ আৰু কুণ্ডল

স্বৰূপ আত্মৰক্ষাৰ সঁজুলি লাগি আহিছিল। সেই সহজ কৱচ কুণ্ডল থাকেমানে কৰ্ণ অজেয়, অবধ্য। দুৰ্য্যোধনে সেইদেখি কৰ্ণক হাতত লৈ কুৰুক্ষেত্ৰৰ জয় মুঠিত ৰখাদি ৰাখিছিল। অৰ্জ্জুনক বিজয়ী কৰিবৰ মনেৰে ইন্দ্ৰই এদিন দুপৰীয়া অতিথি-ব্ৰাহ্মণ বেশেৰে কৰ্ণক সেই কৱচ কুণ্ডল ভিক্ষা কৰিলেহি। কৰ্ণ বিমোৰত পৰিল। কথা-বাৰ্ত্তাৰ মূৰত ইন্দ্ৰক চিনি পাই সলনিত কৰ্ণই আশীৰ্ব্বাদ খুজিলে সেই "বাসৱৰ শক্তি" যাৰে ইন্দ্ৰই দেৱতা দৈত্যক জিনি যাকে ইচ্ছা কৰে তাকে মাৰিব পাৰে। কৰ্ণই কৱচ কুণ্ডল নিজ হাতে কাটি ইন্দ্ৰক দিলে ; ইন্দ্ৰয়ো নিজৰ শক্তি কৰ্ণক দি কলে,— "ইয়াৰে মই অনেকক মাৰোঁ। তোমাৰ হাতলৈ গল যেতিয়া তুমি কেৱল এজনকহে মাৰিব পাৰিবা। ব্ৰহ্মাণ্ডত এনে শক্তি নাই যি এই মহাশক্তি ব্যৰ্থ কৰে।" এজনক মাৰি গলেও হব বুলি কৰ্ণই কৈ সেই শক্তি গ্ৰহণ কৰিলে। তেতিয়াৰ পৰাই কৰ্ণই অমোঘ একাঘ্নী শক্তিডালি অৰ্জ্জুনৰ প্ৰাণ লবলৈ আছুতীয়াকৈ সাঁচি থৈছিল। ঘটোৎকচে ৰণক্ষেত্ৰত সেইদিনা এনে পৰিস্থিতি সৃষ্টি কৰিলে যে অন্ততঃ নিজক বচাবলৈকে কৰ্ণই সেই শক্তি প্ৰয়োগ কৰিবলৈ বাধ্য হ'ল।

(৬৪) শক্তিৰ আঘাতত ওপৰেই জাপ মাৰি ঘটোৎকচে থিতাতে মাটিত নপৰি প্ৰকাণ্ড শৰীৰেৰে দুৰ্য্যোধনৰ শৰীৰৰক্ষক সেনাবোৰৰ ওপৰত পৰি মৰিও মাৰি গল। শেষ নিশ্বাসেৰেও স্বকাৰ্য্য সাধন কৰি যোৱা এনে বীৰৰ দৃষ্টান্ত জগতত অতি বিৰল।

(৬৫) কৰ্ণৰ হাতত একাঘ্নী শক্তি থাকেমানে অৰ্জ্জুন জীয়াই থকাৰ একো নিশ্চয়তা নাই। অৰ্জ্জুন নহলেও নিমিত্ত কাৰণৰ অভাৱত কুৰুক্ষেত্ৰ জয় কৰা সম্ভৱপৰ নহয়। সেই শক্তি আজি ঘটোৎকচক সংহাৰ কৰি ইন্দ্ৰলৈ ঘুৰি যোৱাত জয় সুনিশ্চিত হল।

(৬৬) অদ্বিতীয় বীৰ দাতা কৰ্ণই দুপৰৰ অতিথি বিমুখ নকৰি নিজৰ "সহজাত কৱচ কুণ্ডল" কাটি দিয়া বাবে সেই দিন ধৰি তেওঁৰ আৰু এটি নাম হ'ল—"বৈকৰ্ত্তন"।

(৬৭) তুলসী হল শ্ৰীকৃষ্ণৰ প্ৰিয়,— "তুলস্যমৃতনামাসি সদা ত্বং কেশবপ্ৰিয়ে।" গোবিন্দবল্লভা, ভক্তচৈতন্যকাৰিণী, বিষ্ণুভক্তিপ্ৰদায়িনী আদি নামেৰে তুলসীক প্ৰণাম জনোৱা হয়। কামৰূপৰ বুকুৰ মণি যে হৈড়িম্ব, সেই মণিটি হেৰাই গল, তুলসী বনত অৰ্থাৎ শ্ৰীকৃষ্ণৰ প্ৰিয় কাৰ্য্যত নিজকে হেকবাই পেলালে। মাতৃৰ অন্তৰ, —বুকুখানিলৈ চাই খালি দেখিলেই পুত্ৰৰ শোকে আকুল কৰে, সজ ঠাইত লাগিল বুলি খন্তেকলৈ হয়তো গৌৰব কৰিব পাৰে, ঘুৰি পলকত আকৌ সেই শূণ্য—শূণ্য, আকৌ সেই হাহাকাৰ! এনে দুটি বিৰোধী ভাবৰ সংঘটনাত কত আজলী মাক শোকত বাউলী হৈ যায়, মুখত একোকে নুফুটা হয়, থাকি থাকি সেই ভাবৰ কথাকিটি হিয়া ফাটি যেন ওলাই পৰে। পাচঁলে পুতেকৰ কথা কবলৈ কিবা চল পালে যেন কৈয়ে থাকিব, —কি যে সেই আকুলতা।

---

# চন্দ্রমল্লিকা।



শ্রীঋতেন্দ্রনাথ ঠাকুর।

# নিবেদন

আধুনিক ধৰণেৰে আবৃত্তি কৰিবলৈ কেইটিমান কবিতা লেখিবৰ কাৰণে মোৰ বহুত বিশিষ্ট বন্ধুয়ে নেৰানেপেৰাকৈ লগাত, এই কবিতাকেইটা লেখিছিলোঁ। তেহেলৈ কবিতাৰ ফালে যিয়েই নহওক ইয়াৰে তেখেতসকলৰ যে মুখ মাৰিব পাৰিলোঁ — সেয়ে মোৰ আনন্দ।

উঠি অহা ব্যবসায়ী, সুসহিত্যিক শ্ৰীমান খৰ্গেশ্বৰ শৰ্ম্মা আৰু শ্ৰীমান চাৰুচন্দ্ৰ গোস্বামীয়ে 'চন্দ্ৰমল্লিকাৰ' আত্ম প্ৰকাশৰ পথ সুগম কৰি দিয়াৰ কাৰণে, তেওঁলোকলৈ মোৰ প্ৰাণভৰা আশীৰ্ব্বাদ।

মৰম ভিখাৰী

-ইন্দ্ৰ-

প্ৰথম সংস্কৰণ
(নগাওঁ)
১৮৭৩ শঁক ২২ ব'হাগ

# সূচীপত্ৰ

পৃষ্ঠা

# চন্দ্ৰ মল্লিকা
## ভাৰতী

বিশ্বত বিলীন সুন্দৰ মধুৰ আছিল নিমাতে নিথৰে বই,
যিদিনা, জননি, করুণা তোমাৰ আহিল আকুল ধাৰাৰে বই ;
উজলি উঠিল হিমাদ্রি শিখৰ,—উষাৰে সোণালী জ্যোতিৰ ধল,
চৰণ তোমাৰ পৰশ মানসে নাচিলে মানসে কমল দল,
তামসী মেঘত ৰচি ৰাম ধেনু দিলাহি লাসেৰে দুদোল্ দুল্,
হে দেবি, তোমাৰ কিনো সি হাঁহিত হাঁহিলে মন্দাৰ মালতী ফুল।
থমকি বলিলে মৃদুল মলয়, জমকি উঠিল তটিনী জুৰ,
আকুল আবেগে সুন্দৰ মধুৰে নিখিল ভুবন কৰিলে পূৰ।
মধু- মানসৰ মৰাল যুৰিয়ে সোণালী ঠোঁটত মৃণাল লই
বীণাৰ ৰণন শুনে কি তোমাৰ নিমাতে মোহন ভঙ্গিমে বই;
বনৰ হৰিণে মনৰ বাঁহীটি বিচাৰি ব্যাকুল বনত লৰি,
চকুৰ ছাটেৰে বিতত ব্যাধৰ শৰৰ সন্ধান নিয়ে যে হৰি !
শিশুৰ হিয়াৰে প্ৰথমে তাপসে দেখিলে যিদিনা জ্যোতিৰ ৰেখা
'আ জ্যোতি' বুলি জাঁপ দি উঠিল, কিনো সি আবেগ, কিবা সি দেখা!
প্ৰকাশ বিচাৰি খলক লাগিল, বলিলে বলালে প্ৰাণৰ গন্ধ,
নিজৰা বেগেৰে নিজৰি লৰিল কতনা সুৰেৰে কবিতা ছন্দ;
অনাদি বীণাৰ অমৃত ঝঙ্কাৰ গম্ভীৰ ৰবেৰে সামৰ গীতি
পুলকি পৰিল পুণ্য প্ৰেৰণা আপোন সুৰত বিশ্বৰ প্ৰীতি !
কোন অতীতৰ ঋষিৰ ধ্যানত তোমাৰ ৰূপটি চমকি গ'ল,
শুভ্ৰ বৰণে শুভ্ৰ বসনে অনন্তৰ জ্যোতি জিলিকি ৰ'ল,—
ৰাখ্যা মুদ্ৰাৰ লৱণু হাতেৰে বীণাৰ তাঁৰত তুলিলা সুৰ,
জলকে উষাৰ কনক ঝঙ্কাৰ, মনৰ এন্ধাৰ কৰিলা দূৰ।
তুমিয়েতো, দেবি, প্ৰণৱ গম্ভীৰ চতুৰাননেদি নিজৰা বেদ;
জগাই আকুলি ঢালা নিচুকনি, জ্ঞানৰ দীপ্তিত ভুল্লালা ভেদ।
নিৰালম্ব গুণ মনে যে নমনে, ব্ৰহ্মবিদ্যাৰ মূৰতি খালি
হৈমৱতী হৈ দিলাহি দৰ্শন জননী প্ৰাণৰ করুণা ঢালি !
কিনো সি বুলালা মধুৰ মূৰ্চ্ছনা শুনালা বিশ্বত অমিয় গান,
দৃপ্ত দেৱতা দেৱতা কৰিলা হাঁহিৰে মলচি হিয়াৰ মান !
সিদিনা বুজিলে, "ব্ৰহ্মাৰ গৰবে গৰবী স্বৰ্গৰ দেৱতা দল"।
ৰূপৰ মাজে সি অৰূপ জাগিল, আঁতৰি পলাল ৰূপৰ মল।
সিদিনা সুন্দৰ সিদিনা মধুৰে তোলে কি সুতানে অসীম সুৰ,—
"মধু যে তোমাৰ, তুমি মধুকৰী, গুঞ্জনে তোমাৰ ভুবন পূৰ"।
শুনি সি অনাদি আদিৰ ঝঙ্কাৰ উথলি উঠিল হিয়াৰ হৰ্ষ,
মানিলে বিশ্বে ধন্য ভাৰতী, ধন্য তোমাৰ ভাৰতবৰ্ষ !
হিমাদ্রি শিৰত প্ৰথম আলোক, হিমাদ্রি হিয়াত প্ৰথম জ্ঞান,
প্ৰথমে তোমাৰ বাণী মন্দিৰত প্ৰাণৰ প্ৰতিষ্ঠা — আনন্দ গান।
এটি তানে তাৰ বাল্মীকি বীণাত জগালে বিশ্ব অশ্ৰুৰে বই,
চিৰজীবী ব্যাসে কৰে কি আৰতি জ্ঞানৰ অখণ্ড প্ৰদীপ লই;
যুগে যুগে কত কবিৰ কাকলি নিছিগা ধাৰেৰে জৰিছে তুতি,
ৰিণিকে জিনিকে মন্দিৰ তোমাৰ চিৰ সাধনাৰ মাধুৰী ফুটি !
অকূল সমুদ্রে অটল লক্ষ্য মৌনী মধুৰ তোমাৰ তীৰ,
উত্তাল তৰঙ্গ জিলিকি দূৰত তোমাৰ বুকুত লুটাব শিৰ।
বজোৱাঁ ভাৰতী, ভাৰত ভূমিত নিতৌ নতুন অনন্ত বীণ,
শত লাঞ্ছনাৰ মাজেদি জননি, আনাহি দুনাই সোণৰ দিন !
বাণী মন্দিৰত শুনি ৰিণি ৰিণি নন্দনৰ কিনো আনন্দ ধ্বনি,—
জিলিকে আকাশ, তলে দীপাৱলী সাতো সাগৰৰ মুকুতা মণি !
অমৃত মদিৰা পান লালসাত মত্ত মধুপে গুঞ্জৰে তাত,
কান্দে মন মোৰ চাবলে এবাৰ, নেসাধিলোঁ মই, নেপালোঁ বাট !
অস্পৃশ্য অবুজ,—ছিদ্রে গবাক্ষৰ নিদিবানে দেবি, চাবলে জুমি ?
যাবকি বিফলে জন্ম ভাৰতৰ ? অবুজ, — আৰো যে জননী তুমি !

---

# মহাৰুদ্ৰ

হে ৰুদ্ৰ, হে সৌম্য, শান্তিৰ নিবাস !
কোনে বোলে প্ৰলয়ত সৃষ্টি কৰা নাশ ?
এই যে বিৰাট বিশ্ব বিকাৰ তোমাৰ,
এই যে জলধি ভৰা লহৰি লীলাৰ,
চন্দ্ৰ সূৰ্য্য অগণন, তাৰকা মণ্ডল,
তোমাৰ, তোমাৰে সত্তা জ্বালে জলমল !
সত্তাহীন সত্তা ই যে, ভ্ৰান্তিৰ বিকাৰ,—
মিথ্যা, মিথ্যা ই জগত,— অসৎ অসাৰ !
ভেদৰ ৰূপেৰে এক তুমি যে অভেদ
সংহাৰৰ ছলে কৰা সংশয়ৰ ছেদ ।
আহাঁ আহাঁ, ৰুদ্ৰদেৱ, কৰাঁ অট্টহাস,
চূৰ্ণ কৰাঁ, ভস্ম কৰাঁ ভেদৰ বিলাস ।
কিয় হবা শিৱ শান্ত তুমি সৰ্ব্ব-গ্ৰাসী ?
জ্বলোৱাঁ জ্ঞানৰ দৃষ্টি সৃষ্টি ভ্ৰম নাশি !

---

# বৰাগী

থ' থ' তোৰ অ'ৰে অ' বৰাগী
বীণৰ বিননি সুৰ,
ভাঙিদে, ভাঙিদে, মোহৰে টোপনি
হ'ল যে এন্ধাৰ দূৰ ।
পূবে দিগাঙ্গনা উঠিল উজলি,
প্ৰভাতী সুৰৰ বাজিল কাকলি,
দেশে দেশে শুন, গায় জাগৰণি,—
জগৎ প্ৰাণেৰে পূৰ ;
তোৰ ই বীণত বাজে এতিয়াও
এন্ধাৰ নমোৱা সুৰ !

শুন সুদূৰত ৰথ অক্ৰূৰৰ,—
মুক্তিৰ ঘৰ্ঘৰ ধ্বনি,
মুক্ত সূৰ্য্যৰ দৃপ্ত কিৰণে
হাঁহিছে জগৎখনি ।
কংস-কাৰাৰ জিলিকিল শিৰ,
ৰক্ত পতাকা জ্বলে তিৰ বিৰ
পদানত তোৰ উঠি দুৰ্ব্বাদল
পিন্ধিলে নিয়ৰ মণি,
এতিয়াও তই বিনোৱাতে আছ
"অসাৰ সংসাৰ" খনি !

অসাৰ অসাৰ,— অসাৰ তোৰহে
এন্ধাৰ মুখৰ মল,
অশৰীৰী নিতে আহি ভগবান
মচেহি চকুৰ জল ।
ভাৰত জুৰি কি ঘোৰ কাৰাগাৰ
ৰাত্ৰি বিভীষিকা শত লাঞ্চনাৰ,
তাৰো যে সুদিন আহিল, আহিছে,
নামিল পোহৰী ধল ;
তুলিদে ঝঙ্কাৰ ভীম ভৈৰৱৰ
নাচক প্ৰাণৰ বল ।

যুঁজতে যে তোৰ জীৱন বিকাশ,
মৃত্যু যুঁজৰ শেষ ।
কিয়, কাপুৰুষ, পিন্ধিবি জীয়াতে
মোহেৰে মৃত্যুৰ বেশ ?
'উত্তিষ্ঠ' নিনাদে পাঞ্চজন্য
কুৰুৰ ক্ষেত্ৰ কৰিলে ধন্য
চকুত জিলিকে পাৰ্থ-সাৰথি,
এৰিদে ভীৰুৰ ভেষ ;
বিজয় তিলকে জিলিকি আপুনি
জিলিকা আপোন দেশ ।

তুলিদে তুলিদে, বাজ্ঞা টানি তোৰ
তামসী বীণাৰ তাঁৰ ;

পৰি যোৱা সুৰ উটি ভাহি যক,
খুলিদে হিয়াৰ দ্বাৰ।
মুক্তিৰ বাৰ্ত্তা নৱ-দেৱতাৰ
স্বৰ্গেৰে পৃথিৱী কৰি একাকাৰ
দুৱাৰত তোৰ গুঞ্জৰি আকুল
নললি প্ৰসাদ তাৰ ?
পৰা ই কপাল আৰু কি নুঠিব
কিয় কৰ হাহাকাৰ ?

কিয়, কাপুৰুষ, জনমি গৰ্ভত
বীৰ শ্ৰেষ্ঠ জননীৰ
পুৰুষ সিংহৰ অতুল বিক্ৰমে
নোতোল নিজৰ শিৰ ?
মনৰ বৃত্তি দাস নীচতাৰ,
তামসী চিত্ত,— তাৰে অহঙ্কাৰ !
পৰাধীন তঁই, তোৰ কি ধৰম,
ক'তে বা চিত্ত স্থিৰ ?
স্বাধীন তেজেৰে মুক্তিৰ যুঁজত
কেনেকে বোলাবি বীৰ ?

পুত্ৰ অমৃতৰ, কোনে নিয়ে তোৰ
জনমৰ অধিকাৰ ?
মৃত্যুৰ ভয়ত হতাশ হিয়াৰে
কিয় দেখ অন্ধকাৰ ?
কিয় হবি হেৰ, হীন অতি দীন
দাস দাস বুলি দাসত বিলীন ?
পিতা নিজে যাৰ ৰাজ ৰাজশ্বৰ
কিহৰ দাসত্ব তাৰ ?
বুকু পাতি ধৰ বীৰৰ গৰৱে
স্বত্ব যিটি আপোনাৰ।

জীৱন সজিয়া বীণেৰে শুৱালি,
পুৰাই জগাই তোল,
শুনাহি মহিমা বীৰ বীৰত্বৰ
বুজাহি জীৱৰ মোল ;

সিৰে সিৰে তাৰ নাচি যক প্ৰাণ
দেশৰ বেদীত দে দে দান
পৰ্ব্বতে পাষণে চলা অভিযান,
তুলিদে তুমুল ৰোল,—
"জীৱন দিলেহে জীৱন ফিৰিব,"
শুনাহি মুক্তিৰ বোল !

বুজিবি, বুজাবি, মিছা দুদিনীয়া
নহয় সংসাৰখান,
সংসাৰ বেশেৰে জাগে চিৰন্তন
নিতে নৱ ভগবান।
বিশ্বৰ হিতে যে হিত আতমাৰ,
সেই হিতে হিত সাধ আপোনাৰ,
ভেদৰ বেৰেৰে বেৰা অহঙ্কাৰ,
সেয়ে সি ৰোধিলে প্ৰাণ,
ভাঙি ছিঙি বেৰা, সংসাৰ বুকুত
কৰহি অমৃত পান।

এৰি ই সংসাৰ পুত্ৰ পৰিবাৰ
ক'তেবা পাবিগে ঠাই ?
বিশ্বৰ প্ৰাণত প্ৰাণ নিমিলালে
আৰু যে মুক্তি নাই !
দেশ ভৰা এই ভাই ভনীটিৰ
বলে হিয়া ভেদি কি যে অশ্ৰু নীৰ !
ধন্য কৰহি দেশৰ মুখত
আপোন মুখনি চাই,
ধন্য কৰহি সেৱাৰে জীৱন—
ভেদত মুক্তি পাই।

প্ৰাণৰ মাজত নৱ জাগৰণে
তুলিছে নতুন তান,
ল' ল' বৰাগী, তোৰে বীণখনি
নিশা হ'ল অৱসান।
দেশৰ যিদিনা আছিল সুদিন
জিকাৰি উঠিলে তোৰে এই বীণ,

শুনি সি ঝঙ্কাৰ জাগি নৰ নাৰী
প্ৰাণেৰে যোলালে মান ।
বজাচোঁ বীণেৰে অৰে অ’ বৰাগী
আজিও তেনেটি তান ।

দূৰ অতীজৰ পুৰাতে বীণাৰ
কি সেই প্ৰথম গান !
সুনীল জলধি খলকি উঠিল,
আকাশ কম্পমান !
নৰ-বানৰৰ কি কোলাকুলি,
বিজয় পতাকা হুহুঙ্কাৰে তুলি
ভাৰত লক্ষ্মীৰ মচি অশ্ৰুধাৰ
জ্বলালে হিয়াৰ মান ;
ধন্য কৰিলে ভাৰত বৰিষ,
ধন্য ধন্য বীণাৰ তান !

সেই সৰযুৰ শীতল সমীৰ
সেই তমসাৰ তীৰ,
হৰি হৰিজন মিলনৰ সেই
আজিও জাহ্নবী নীৰ ;
আহিব সুদিন বজাঁ বজাঁ বীণ,
হ’ল অন্ধকাৰ আনন্দত লীন ;
আজি লাঞ্ছিতাৰ মচি অশ্ৰুধাৰ
তুলিদে আনত শিৰ,
জ্বলক জেউতি ভাৰত লক্ষ্মীৰ
চিৰজয়ী হাঁহিটিৰ !

---

# গৈ থাকাঁ

## (ঋষিৰ বাণী)*

পথ—শ্ৰান্তি জীৱনৰ সুদীৰ্ঘ পথত
অনন্ত জীৱন সেয়ে, নাই উপমান ;
থমকিলে মোহে মজি আলস্য-জালত
মহত্ত্বৰো মিলে নিতে দৈন্য অপমান ।
ভয় কিবা ? ভগবান লগে লগে চোৱাঁ
গৈ থাকাঁ গৈ থাকাঁ, বলাঁ বাটকৰা ।

পথশ্ৰান্ত চৰণত সুষমা ফুলিব ;
আতমা দেহাৰে হব স্বাস্থ্যেৰে মহান ;
বৈচিত্ৰ্যত মিলনৰ মধু-মাধুৰীৰে
নহব জীৱন জানো চিৰ ফলবান ?
বিনাশিব পাপৰাশি পথশ্ৰমে যোৱাঁ,
গৈ থাকাঁ আগবাঢ়ি, বলাঁ বাটকৰা !

বহাঁ তুমি,—এলাহত কপালো বহিব,
জাগি উঠাঁ,—শিৰ তুলি জাগিব কপাল,
কাতি যদি হোৱা ঘূৰি জীৱন পথত,
কপালো সি কাতি হব,- ৰীতি চিৰকাল ।
যোৱাৰ কপাল যায় লগে লগে চোৱাঁ,
গৈ থাকাঁ আগবাঢ়ি, বলাঁ বাটকৰা

অনন্ত পথত পাছু, সেয়ে কলিযুগ
যত দিন ৰোৱা তুমি সুপ্তিত মগন,
চকু মেলি জাগা যদি আহিল দ্বাপৰ,
উঠিলে উন্নত শিৰে ত্ৰেতাৰ লগণ,
যেই কি চলোৱা খোজ সত্য যুগ চোৱাঁ,
গৈ থাকাঁ আগবাঢ়ি, বলাঁ বাটকৰা ।

গৈ থাকাঁ, অমৃতৰ মধু কৰা পান ;
যোৱাতে যে আছে জানা মাধুৰী যাত্ৰাৰ,
দৃপ্ত সূৰ্য্য আকাশত,— যাত্ৰী অনন্তৰ
দিনে দিনে দিন ধৰি অনাদি উষাৰ
নাই তন্দ্ৰা, নাই শ্ৰান্তি,— গৈয়ে আছে চোৱা,
গৈ থাকাঁ গৈ থাকাঁ, বলাঁ বাটকৰা ।

---

(* ঐতৰেয় ব্ৰাহ্মণৰ “চৰৈবেতি” মন্ত্ৰৰ আভাস ।)

## বোবাৰ শত্ৰু

নেমাতে নোবোলে দেহি কথা নলগায়,
তথাপি জলায় তাক জগতে জোকাহি ;
মিলি ভাগী ভাগ তাৰ চান কাঢ়ি খায় ।
কোনে বোলে বোবা যিটো তাৰ শত্ৰু নাহি ?
ৰক্ষা নাহি ৰাগ দ্বেষে জোৰা জগতত,
থাকিলেকি দিয়ে দুখ জড় ভৱতত ?

---

## কুৎসা আৰু প্ৰশংসা

সহজে গ্ৰহণ তাৰ, সহজে প্ৰচাৰ,
মনৰ বেগেৰে কুৎসা লৰে অনিবাৰ ;
প্ৰশংসা শামুক সি যে ধীৰে শঁতে যায়,
ঈৰ্ষাহি কুৎসাৰ বেগে যদি নচলায় ।

---

## আদেশ

হোমগন্ধী তপোবন,– প্ৰশান্ত কোলাত
গুৰুকুল অধীতিৰ সমাপ্তি সন্ধিত
সংসাৰৰ যাত্ৰী যত ধীৰ অধীতীয়ে
ভক্তি ভয়ে–ভীমে যেন–মাগিছে আদেশ ।
পমিল আকাশী মেঘ চাতকী স্নেহত,–
ক্ষীৰোদধি তীৰে যথা বাণী বৈকুণ্ঠৰ,–
বেদৰ গম্ভীৰ সুৰে ভেদি অন্তস্থল
ঋষিৰ শাশ্বতী বাণী গুঞ্জৰি উঠিল :–
"সত্য কথা কবা, নিতে ধৰ্ম্ম আচৰিবা,
নঘটাবা স্বাধ্যায়ত অকনো প্ৰমাদ,
আচাৰ্য্য–অভিষ্ট ধন কৰি সমৰ্পণ
প্ৰবেশিবা গৃহাশ্ৰম পবিত্ৰ হৃদয়ে,
ৰাখা যেন সন্তানৰ অবিচ্ছিন্ন ধাৰা,
কদাপিতো বিচলিত নহবা সত্যত,
ধৰ্ম্মত প্ৰমাদ যেন নহয় কাচিত্ ।
অভ্ৰান্ত চিত্তেৰে যোৱাঁ আত্মৰক্ষা কৰি
মঙ্গল নিজৰি যোৱা বিভূতি লাভত ।
কদাপিতো উদাসীন নহবা ভ্ৰমত,
অধ্যয়ন অধ্যাপন সাধাঁ অভ্ৰান্তিৰে,
দেব-পিতৃ কাৰ্য্যে যেন নঘটে প্ৰমাদ ।
মাতৃক পূজিবা নিতে, পূজিবা পিতৃক,
আচাৰ্য্যক পূজা কৰাঁ, পূজাঁ অতিথিক ;
অনিন্দিত কৰ্ম্ম বুজি কৰা অনুষ্ঠান,
নকৰিবা কদাচিতো নিন্দনীয় কাম,
আমাৰ বিধিনি দেখা সজ আচৰণ
পালিবা যতনে তাক, নেপালিবা আন ।
শ্ৰেষ্ঠতৰ কোনোজন দেখিলে কাষত
আসনেৰে অপনয় কৰা যেন শ্ৰম ।
শ্ৰদ্ধাৰে কৰিবা দান শক্তি অনুসৰি,
নকৰিবা কদাপিতো অশ্ৰদ্ধাৰে দান ;
বিনয়েৰে দিয়া দান, দিবা ধৰ্ম্মভয়ে,
সহানুভূতিৰে দান দিয়াঁ মিত্ৰ ভাৱে ।
নহয় নিৰ্ণয় যদি কৰ্ম্ম বা আচাৰ
বিচাৰি বিচাৰক্ষম ধৰ্ম্মপৰায়ণ
আচাৰ কৰ্ম্মত চাবা নিযুক্ত সদায়
অনিষ্ঠুৰ ধৰ্ম্মকাম স্বাধীন ব্ৰাহ্মণ,
বিৰূপে নিৰত থাকে থাকিবা তদ্ৰূপ ।
কোনো কালে সিসবৰ কিবা আচৰণে
জগায় সংশয় যদি হয় অভিযোগ,

সেই কাল সেই স্থান চাই বিচাৰিবা
স্বাধীন বিচাৰক্ষম নিযুক্ত যাগত
কৰ্ম্মনিষ্ঠ অনিষ্ঠুৰ নিষ্কাম ব্ৰাহ্মণ,
যেনে কৰে আচৰণ কৰা তেনেকই ।—
এয়েই আদেশ জানা, এয়ে উপদেশ,
এয়ে আজ্ঞা ঈশ্বৰৰ, ৰহস্য বেদৰ,
এয়ে এয়ে অনুষ্ঠেয়, কৰাঁ অনুষ্ঠান ।”

—গম্ভীৰ সুৰেৰে বীণা বাজি থমকিল !
কোন অনাদিৰ এই চিৰসত্য বাণী,
প্ৰাণৰ ৰণনে তাৰ যুগ যুগান্তৰ
ব্যোমৰ স্পন্দন যেন নীৰৱ ঝঙ্কাৰে
অন্তৰত ভাৰতীৰ বাজিছে আজিও !
বীৰ্য্যবান ব্ৰহ্মচাৰী অধীতীৰ দলে,—
অব্যৰ্থ বপন যাৰ উৰ্ব্বৰ হিয়াত,—
সাধিছিল সেই সুৰ প্ৰাণ বিনিময়ে ;
তাতে যে হৃদয় জুৰি ফুলি পাৰিজাত
নন্দনৰ গন্ধ ধাৰা ৰিবি ৰিবি ঢালি
ভাৰতত পাতি গ’ল দেৱৰ আবাস !
সুৰদি সপোনে তাৰ সপোন পুৰীৰ
জগালে লালসা কত সুদুৰ দেশত ;
দৃপ্ত লুব্ধ বীৰয়ই চুটি হুতাহেৰে
যেইকি মনিলে জ্যোতি জ্ঞান গৰিমাৰ
হিমগিৰি শিখৰত ইন্দ্ৰ-ধনু-লীলা,
পৰিহৰি শৰাসন স্তম্ভিত হৃদয়ে,—
ব্ৰহ্মদণ্ড দেখি যেনে গাধিৰ নন্দনে,—
মিলিগল ভাৰতীৰ তেজ-তপস্যাত !

আজিও আজিও চোৱাঁ, বিদ্যাৰ্থীৰ দল,
অন্তৰ নয়নে চোৱাঁ ঋষিৰ মুখত
গুঞ্জৰি নীৰবে সেই চিৰসত্য বাণী
অপূৰ্ণ হুতাহে কেনে চায় মুখলৈ !
জাগাঁ জাগাঁ, উপদেশ লোৱাঁ শিৰপাতি,
অবহিত চিত্তে শুনা ৰূপ ৰাগিণীৰ,
বুকুৰ তেজেৰে আজি কৰাহি সাধনা,
প্ৰসাৰিবা তান তাৰ কাল পাত্ৰ ভেদে
দেৱৰ সঙ্গীতে ধৰা কৰা মুখৰিত,
অভ্ৰভেদি উঠে যেন উঠে সি আজিও
চিৰজয়ী ভাৰতৰ জয় জয় ধ্বনি !

---

(*তৈত্তিৰীয় উপনিষদৰ একাদশ অনুবাকৰ আভাস)

## অস্ত্ৰৰ শান্তি

কেনেকৈ আনা শান্তি অস্ত্ৰৰ বলেৰে ?
এনেয়ে নাহেযে অস্ত্ৰ নানিলে ধনেৰে ;
মঁউ যেন ধন ক’ত নিজৰি বা পৰে,
নেচেপেহে যদি তাক শোষণৰ কৰে ?
শোষণৰ কৰ,— সেয়ে অশান্তিৰ মূল ।
অস্ত্ৰত বিচৰা শান্তি কি যে মহাভুল !

---

## গৰু

মলে মূত্ৰে, পচা মাংসে, দুগ্ধেৰে, দেহেৰে
সাধে নিতে জনহিত, হাৰেৰে চালেৰে ।
কোন মৌনী উপকাৰী গৰুটিৰ মান ?
মানুহক গৰু বোলা — বৰ অপমান !

---

## টকা

চলোৱাঁ বিলোৱাঁ টকা, বাখাঁ জিলিকাই,

নুপুতিবা, নগজে সি,-ক'লা পৰি যায় !

---

## মৃত্যু যাত্ৰী
### অন্তিমত

পালঙ্কত মৃত্যুযাত্ৰী কৰে চাটি ফুটি
মাটিত মিলাব খুজি মাটিৰ দেহাটি !

---

## চিৰজয়ী মৃত্যু

তুচ্ছ কৰি আয়ুৰ্ব্বেদ,—মৰ্ত্ত্য—অৱদান,
চিৰজয়ী মৃত্যু আজি,—অমৃতৰ দান ।

---

## শৱৰ সন্মান

শৱৰ সি শোভাযাত্ৰা সৎকাৰ সন্মান,
জীয়াই জীয়ায় তাৰে জীৱনৰ মান !

---

## ফতুৱা

তাকেতো ফতুৱা বোলে গ'ল যাৰ দিন,
পকা চুলি বাজে নাই বাৰ্দ্ধক্যৰ চিন ।

---

## ধৰ্ম্মৰ ভান

ধৰমৰ ভাও ধৰি ৰলে বহুকাল
অধৰমে থকাকৈ সিও সঁচা ভাল ।

---

## পেট

হাতে পাৱে হুমিয়ায়—"ৰ',
আমাৰ যহতে, পেট, বহি বহি খাৱ ।'
পেটে হাঁহে কোৰ কোৰ কৈ,—
"নেখালে এমুঠি মই কিয়বা খিণাৱ ?"

---

## ব্যাকৰণ অশুদ্ধ

দৰাই কৰালে বিয়া হাৰ শুদ্ধ হ'ল,
পুথিৰ সি ব্যাকৰণ অশুদ্ধতে ৰ'ল ।

---

## ঈশ্বৰৰ দান

লাগেহে তোমাক যদি ঈশ্বৰৰ দান,
তেওঁৰ নামতে দিয়াঁ,—আজৰোৰা থান !

## চচ্‌মা

নাকে কয়, "চকু, তোৰ চচ্‌মাজোৰ নে, কোনে
কান-ছিঙ্গা ভাৰ বৈ মৰে !"
চকুৱে হাঁহিলে কই, "প্ৰভু মই আহি থাক্
পাচে পাচে ভাৰীটিৰ দৰে ।"
মানুহ মানুহ ইযে, নচলে নাকেৰে ।

## বাধ্য তিৰী

ৰূপৰ ফটিকা জাল কত কাল ৰয় ?
নিজে বাধ্য হলে তিৰী, গিৰী বাধ্য হয় ।

## ভুলত লেটি

মানুহে হে কৰে ভুল, সি যে স্বাভাৱিক ;
ভুলতে যে লেটি লয় সি হে পাশৱিক ।

## ফেঁচাৰ কুকলি

বীভচ ফেঁচাৰ দৰে
পাৰা যদি এজোলোকা দিয়াচোঁ উকলি
নোৱাৰি হাঁহিছা দেহি,—
ইন্দ্ৰৰ সভাত বুলি ফেঁচাৰ কুকলি !

## ছেগ

ৰক্ষা যদি কৰা তুমি ৰাখা বেগেতাই,
ভাবোঁতে গুণোতে চাবা, মৰা মৰি যায় ।

## দশা ভাল

টকাত হেৰোৰা আগে টকা যে হেৰাল,
ভাল হ'ল, মহাভোগী, দশা তোৰ ভাল

## যৌতুক

যৌতুকৰ ধন থোৱাঁ,—অশান্তিৰে সনা ;
—আনা লাজ, আনা প্ৰেম, সংযত বাসনা

## ৰ'দে বৰষুণে

ৰ'দে বোলে "তুলি দিলোঁ পানী তোক তাৰে দেখোঁ
দিলিহি তিয়াই ?"
"নিতিয়ালে তোক ৰ'দ" বোলে বৰষুণে,
"শান্তি মোৰ নাই ।"

# বিদ্যা আৰু জ্ঞান

বিদ্যা তাৰ অভিমান, বৰ জনা হ'ল,
জ্ঞান নম্ৰ' অত জানি জনা যে নহ'ল

---

# শালিকাৰ পকা আম

ায় পকা আম যি হে শালিকাই,
বিৰ্ দি এছাৰে আম পোক যদি পায় ।

---

# বিশ্বৰ ইচ্ছা

নচলে নচলে বিশ্ব ইচ্ছাত তোমাৰ
বিশ্বৰ ইচ্ছাৰে চালাঁ চেষ্টা আপোনাৰ ।

---

# গ্ৰহ ফল

গ্ৰহে নিতে কৰ্ম্মফল কৰেহি জ্ঞাপন,
গ্ৰহবো যে ফলদাতা নিজে ভগবান !

---

# সোণালী যুগ

যশস্যা, বিজয়, যুক্তি, প্ৰেমেৰে, মানেৰে
এয়েটো সোণালী যুগ,—কিনাহি সোণেৰে ।

---

# পঢ়াশালি

পঢ়াশালি ঘৰটি আজিও আছে বৰ্ত্তি ।
তাৰ যি হে পণ্ডিত ডাঢ়ি গোঁফে মণ্ডিত !
ৰাখে তেৰেঁ নামটি, চলি আছে কামটি ।
সেই আঠুভগা দ, সেই পেটকটা ষ,
ওকাৰেৰে আগটি যুটি ললে পাচটি
পাবা কিছু, তথাপি নামে গুণে প্ৰতাপী !
বৃত্তি ধৰে খাচঁকৈ, ল'ৰা যায় পাচঁকৈ,
পণ্ডিতৰ হৰ্‌দম কথা কাণ্ড ক'ৰ কম ?
দুপৰৰ ঘুম্‌টি, মেজে মুৰে ঠুম্‌টি,
মুখ মেলা ভঙ্গিত, নাকে কৰা সঙ্গীত,
আজিও সি ভাও দি মনে মনে ৰাও দি,
লৰাই কৰে ফুৰ্ত্তি মিলে যদি সুৰ্ত্তি ।
চকু মেলি সাৰপাই ফুট চুট যাৰ পাই,
ৰাগে জালে কম কি দিয়ে সেই ধম্‌কি,—

"গৰু পিটি কতটোক কৰি দিলোঁ ভদলোক ।
বাপেৰৰ বন নাই, পঢ়াৰৰ মন নাই,
থাক ফুচ্ ফাচঁকৈ দিম চাবি ঠাঁচঁকৈ ।"
গৰু ৰখা পাল দি ঘুৰি ফুৰি চাল দি,
শুনি পায়ে অঁকৰাই কলে আহি ঘপৰাই
"একলীয়া মোৰ টোক পাতা তেনে ৰবলোক ।"
টানি আনি ধম্‌কাই দিলে গৰু চম্‌জাই ।
পণ্ডিতে গম্ কৈ কয় কথাদম্ লৈ,—

মোৰ কথা শুন পাই, আজি কালি গুণ নাই,
বৰলোক বৰ হৈ নগৰত ঘৰ লৈ
থাকে তাতে বাও খাই, কয় তাৰ গাওঁ নাই ।
মাত দিলে নাই মাত, পণ্ডিতৰ যায় ভাত !
কুঁজাঘৰ উমুৰাই হেঁচি ৰাখে ধুমুহাই,
কপালত হাত দি বহি আছো পাত দি,
কুবুজাৰ কৃষ্ণাই খপি আছে তৃষ্ণাই ।
গৰু থাক বাবি হাল ভাত দিব পাবি ভাল"

অঁকৰাই টপ্‌কৈ কৈয়ে উঠে ঘপ্‌কৈ,–

"গোট গৰু মোৰ থক বৰ লোক বৰ হুক,
ওজা মৰা বিদা সেই দিলোঁ এৰি চিধা এই ।"
গৰু টানি নিলৈগৈ, এৰালত দিলৈগৈ ।–
নপঢ়িল অঁকৰাই, জ্ঞাণ দিলে ফকৰাই ।–
ৰুলে দেহি যেনে দাল দালে তাৰ তেনে ধান !
ভাবি গুণি তম্ভিত, ঘৰ পাই পণ্ডিত
হাৰ মুৰ ভাঙ্গি নিয়া কাঢ়ে যিহে হুমুনিয়া,
বয় সেয়ে ৰাতি দিন পাবা তাৰে খাটি চিন ।
যতে সেই ঘৰটি, মৰি আছে বৰ্ত্তি ।

---

# কবি

যেইকি পুৱালে ৰাতি,
ক'ৰেনো বতাহ ছাটি
সিৰে সিৰে সিৰ্ সিৰ্ কৰে বই গ'ল ;
এখিলি দুখিলি কই
পাহি মেলি পূৰ্বলে
ফুলনিৰ বেলিফুলে কিটো চাই ৰ'ল !
ওৰে বেলা কিনো চালে,
চাই চাই নামুৰালে,
হিয়া তুলি দুপৰীয়া আৰু কিটো চালে ;
দিন এই যায় যায়,
পচিমলে কিয় চাই
নমনে মানলে দেহি মুখ আমোলালে !
গধূলিগোপাল পাহে
মুৰ তুলি লাহে লাহে
সন্ধিয়াৰ এন্ধাৰত মুখ উলিয়ায় ;
কিয়নো পুৱালে তাই
দিয়ে চকু মুদোৰাই,
টুপি টুপি নিয়ৰেৰে কিটো বলি যায় !–
আলসুৰা দেহি ফুল,
ফুলি কিয় বিয়াকুল,
আকুল কৰিলে হিয়া !– কিবা লাগে এনে ।
ক' অই, ক' অই কথা, কিয় কৰ তেনে ?

যেইকি পুৱালে ৰাতি,
ক'ৰেনো বতাহ ছাটি
সিৰে সিৰে সিৰ সিৰ কৰে বই গ'ল ;
শেঁতা মুখে তগৰৰ
বলে ইকি নিয়ৰৰ
বা–তে উফৰি ফুৰে, জানো কিটো হ'ল !
সেন্দুৰীয়া মুখ পাই
নাহৰৰ মউ খাই
আছিল ভোমোৰা সেই এই এতেপৰে,
ৰেণুৰে ৰঙাটি হই
মুখত সেন্দুৰ লই
কানি মুনি উৰে কেনি, কেনি সি যে লৰে ।
পৰিল তগৰ ফুলি,
নিদিয়েচোঁ মুখ তুলি,
বতাহতে লৰি চৰি কিয় এৰি যায় ;
পাপৰিত পৰি ধৰি
ভোমোৰা ৰজাটি পৰি
উৰি ঘূৰি পাকে পতি জানো কিটো গায় !

আলসুৱা দেহি ফুল,
ফুলি কিয় বিয়াকুল,
আকুল কৰলে হিয়া ! — কিবা লাগে এনে ।
ক’ অই, ক’ অই কথা, কিয় কৰ তেনে ?

নকয় নেমেলে কথা,
তাতেহে বাজিছে ব্যথা,
বোবাৰ আপোন সউ কবি আছে ৰই !
বুজা তুমি, কৰোঁ চিন্তা দূৰ,
ফুলৰ কথাটি কোৱা মনে ধৰা কই,
কৰোঁ অ’ই হিয়া খনি জুৰ !

———

# লুকালুকি

বৰৰে তলতে আজি অই আবেলি
কিনো কিৰীলিৰে হৈ ;
বাহ গৰখীয়া খেলিব লাগিছে
ই কি লুকালুকি ঐ !
বা বিনন্দীয়া নাচে ফিৰ্ ফিৰ্,
পাতে পাতে তাল বাজে জিৰ্ জিৰ্,
ক’ৰেনো ডালতে মাৰিলে সুহুৰি
চৰাই চিনাকীটি ৰই ;
বুৰা গৰখীয়া লৰা-হাঁহিটিৰে
বহিছে ‘ঘাই’টি হই !

কিমানে লুকালে বিৰিণা জোপাতে
মাটিৰে চেপেটা হই,
লুকালে কিমানে ফুটুকা তলতে
শিয়ালী-বাদিকে লই !
লৰাৰে চেতনা,— তাকো সি লুকাই
বন চেতনাৰ সাৰ সুৰ নাই
অত ল’ৰা-হাঁহি নিমাতে নিটালে
আছে গছে জোপে ৰই,—
কোন আশ্ৰমৰ তৰু লতা হলি
আজিৰে বননি অই ?

কোনো জোপে পকা জেটুলি পকাকে
যাচিছে অতিথি লই,
কণেমৌ মধুৰী, ধেতোৰৰে ঠাৰি
যাচে জোপে জোপে কই ।
গায়ে গায়ে ল’ৰা গা চাই লুকালে,
ফুলে ফুলে চাই ফুলৰ মৌ চুপিলে ;
কিটোনো চুপিলি, চোৰ ঐ দেহিটি,
আমনে জিমনে কই ?
ইফালে সিফালে চা ঘূৰি ঘূৰি
হ’ব কি মিছাতে ৰই ।

ল’ৰাৰে লৰিলে কেচুৱা দামুৰি,
ভতুৱা লৰিলে ৰই,
সুথি চা সুথি চা, অ’ৰে অ’ চোৰেটি,
নেজানি দিয়ে বা কই ।
হেঁপাৰে নেজেনে, বিৰিণাৰে ফুল,
চা অই, চা অই, কিহে দিয়ে দুল ;
বা যে নাই তাত হেঁপা যে নাই তাত,
পছ নাই ছালিটি লৈ,
লক্ষ্য ভেদিবলৈ যাহি চন্দুৰা,
চাচোন পাৰনে গই ।

লৰাকো ধৰিলি, ঘাযো যে নুছুলি,
কিটোনো কৰিলি গই ?
হাতৰে বহুনা বাটতে পিছলে
পায়ে হেকৰালি অই !
এই অনা দেৰালি হাঁ-হুতাহেৰে,
আকৌ চোৰে পৰি যা গই লাজেৰে ;
লগৰ লগৰীয়ে হৈ দি হাঁহিছে,

তই যা তলমূৰে ;
ঘূৰি ঘানি ঘূৰাঁ, ঘূৰ ঐ ঘূৰি থাক
লৰোঁতেই মৰোঁ যেন হই !
গধূলি পিয়নী আহে চোঁচা মাৰি
দামুৰি পিয়াবলৈ,
তোৰো পিয়নীৰ চকু পদূলিতে,
যাহি ধেমালি থই ।
কালত আদহীয়া হই চেমনীয়া
সঁচা—লুকালুকি খেলিবি ধুনীয়া,
সংসাৰৰ মায়া দিয়ে সংসাৰীক
যাবি নিজগৰী হই,
মায়া ঘূৰি থক, তই নুঘূৰিবি,
বুৰা ঘাই ধৰিবি গই ।

---

# মাতৃহীন শিশু

কোনে নো লগালে অই !
মাতৃহীন শিশু দেহি গছৰ ছাঁয়াত বহি
দুগালে বোৱাই লোৰ
কান্দে কেনে কই !
কন্দাটিকে কন্দুৱাই
জানো কোনে সুখ পায়,
অকনমানি লৰাটিকো জ্বালে কেনেকই !
এষাৰি মুখৰ মাত দিয়ে এনে নাই তাত,
পুৰিলে আঁচল তাৰ
চকু মচি দিয়া,
উচুপি উচুপি ঘনে কিনো কথা ভাবে মনে,
কাঢ়ে কত হুমুনিয়া
নেপাতলে হিয়া ।

* * * *

অ'ৰে অ'ৰে মাতৃহীন, কান্দি কি নিয়াবি দিন
বিনন্দীয়া জগতত,
কোনে এৰি দিয়ে ?
সউৱা ডালত পৰি মাতে কিনো সুৰ ধৰি,—
'হেতুলুক্ হেতুলুক্'
ক'ৰ পখীটিয়ে
পুৰ্পুৰ্ৰ বালিমাহী সুৰে সুৰে নাচি আহি
থমকি সমত দোল
দিয়ে কিনো লাহে !—
সেইয়া বাৰিষা গ'ল, মুখনি মুকলি হ'ল,
শৰতৰ হাঁহি তাৰ
দুচকুত হাঁহে !
কেনেকে জুনুকা বাই দিলে আহি নিচুকাই,
হিয়া ভৰা মহাভাৰ
গ'ল কেনি উৰি ;
ক'ৰ পখী উৰি যায়, ভাৰ কিটো সৰি যায়,
পকাকে অমিতা এটি
পালে সি কি ঘূৰি ;
সুৱদি আহাৰ হ'ল, ক্লান্তি কেনি উৰি গ'ল,
বহিলেহি হাঁহিটিৰে
আকাশলে চাই ;
মাটিৰ শেতেলী পাৰি শীতল বিচনী মাৰি
গাহি কিনো নিচুকনি
জিৰ্ জিৰ্ বাই ;
চকু দিলে মুদোৱাই, দুখ নিলে উৰোৱাই
পৰিলে মুখত ৰ'দ
পাতে লুকুৱায়
কিনো দেখি সপোনত ফুটে হাঁহি দুগালত
শুই থাক, শকুন্তলা,
চিন্তা তোৰ নাই ।

* * * * *

দুটি লৰা ছোৱালীৰে সৰ্কদেয়া জাপিটিৰে
জুৰালেহি তিৰী তাত
বাট কুৰি বাই,
শিশুটিত চকু পৰি হিয়া যায় কেনে কৰি,
ঠৰ্ লাগি বৈ আছে
মুখনিকে চাই।
তেনেতে সি পালে সাৰ, নিচিনিলে তিৰী কাৰ,
মলিয়ন বস্ত্ৰ খানি
উঠিলে সামৰি।
তিৰীয়ে ললেহি ওৰ, "নাইনে আয়েৰ তোৰ,
কিয় থাক এনেদৰে
ছনে বনে পৰি ?"
কঁপি কঁপি ওঠ দুটি চকুৰ পানীৰে উটি
ওলাল শিশুৰ মাত,–
"আই মোৰ নাই !"
কি কলি, কি কলি অই ; অজান শিশুটি হ'ই
ক্ষীন কণ্ঠে বজ্ৰধ্বনি
হৃদয় কঁপাই !
আগতে জননী তোৰ, ইকি মোহৰ ঘোৰ
চিনে যেন তথাপিতো,
দেখি নিচিনিলে !
আছে বুলি সৃষ্টি জোৰা মাতৃত্বৰ জীয়া-ধাৰা
ৰোহৰ কথাটি সক,–
বৰ বেথা দিলে !
তিৰীৰ হৃদয় খনি ভেদি উঠে তীব্ৰ ধ্বনি,
বই গল হুমুনিয়া
আৰু অশ্ৰুকণা ;
মু'খনি ঘূৰোৱা ছলে ওৰণিৰে মচি থলে
অন্তৰৰ অশ্ৰুধাৰ,–
কেঁৰে নাই মনা।
দুটি ল'ৰা ছোৱালীৰ কথা শুনি চকু থিৰ,
আমনে জিমনে তাৰ
মুখলৈ চায় ;
চকু সি সেমেকি গ'ল, হৃদয় আকুল হ'ল,
উঠে তাৰ প্ৰতিধ্বনি,–
"আই মোৰ নাই !"
নিজা ল'ৰা দুটি লই তিৰী গুচি গল গই,
দি গ'ল টুপলিৰ
এটি সোণ্‌তৰা।–
মাতৃত্বৰ ঢউ এটি উঠি যেন হিয়া ফুটি
নিমাতে নিজমে দিলে
খন্তেকৰ ধৰা !

* * * * *

অ'ৰে অ'ৰে মাতৃহীন,
কান্দি কি নিয়াবি দিন ?
যাগই ঘৰলই ঘূৰি।
এটি এৰি এটি ধৰে, আয়ে ইয়ো খেলা কৰে,
লুকালত নেদিখি যে
কান্দ জলি পুৰি।
মাতৃ বাচি আছে যাৰ ইয়াতোকে বেচি কাৰ
কপালত মাতৃপ্ৰেম
পৰে নিতে জৰি ?
টোপনিৰে চকু মেলি পায়ো তই নেজানিলি,
দিলে আয়ে কত চুমা
দুয়ো গাল ভৰি।
যা উঠি দেৱব্ৰত, জননীৰ জগতত
জননী নমনি মিছা
কৰ হাঁয় হাঁয় !
আৰু কিয় আধাৰেৰে ? আকুল প্ৰেমৰ ধাৰে–
আহি দুহাত মেলি
চা তোৰ বাই !

---

# ৰতনী ৰমাই

(সাধু নামৰ সুৰে)

লুইতৰ পাৰৰে গঙ্গা চিলনীয়ে
ৰিণিকি কি বিনায় ;
ডালতে কান্দে ঐ যুৰীয়া কপৌৰে
ৰমাইৰে ৰতনী নাই !
কেল'ই ফুলিলি ক'ৰে পাৰিজাতে,
কিহে তোক মুচৰি খালে ?
কেল'ই ধুনীয়া হলি ঐ ৰতনী,
ক'ৰে সি ৰাৱনে পালে !
ৰজাৰ চকু পৰি পঁজাৰে চাকিটি
বলেৰে আঁজুৰি নি,
পতা বিয়া ভাঙ্গি ৰমাইৰে হিয়া জালি
জলালে জীয়া জুই দি !
কি কৈ ৰাখিবি জুইৰে চগাটি ?
ছাঁতে উৰি সি গ'ল !
কি কৈ ৰাখিবি অজলা হৰিণা,
বাঁহীতে বাউলে হ'ল !

*****

ৰাতি দুপৰীয়া ৰজাৰে বাহৰত
পঁজাৰে চাকিটি গই
টিমিকি জ্বলিলে এই এতেপৰে,
জলে কি নুমাবলৈ ।
ৰই চিকি মিকি খেলিছে চকুৰে,
বুকুতে ধুমুহা গাজে,
ৰমাইৰে ছাঁটি দেখি তাই চকিলে
বাঘেৰে গড়ালৰ মাজে ।
“যাগ ই, যাগ ই, জী তই থাকেঁগে
ৰতনীৰ আয়ুসো লই,
জানে জাতি-ভায়ে, জানি যক ৰজায়ো
তোৰে যো ৰতনী মই ।
তেজৰ কি মঙ্গহৰ গৰাকী ৰজা সি,
থক সি তাতেয়ে পৰি ;
মনৰে গৰাকী তয়ে মোৰ চেনেঙ ঐ
যা গই তাকে লৈ লৰি !
কিয় দেখা দিলি ?– তোৰেনো চকুতে
যায় মোৰ জীবৰে মন ।
যা গই, লুকা গই কেঁৰে নৌ পাওঁতেই
ৰতনীৰ বুকুৰে ধন !”
বেৰৰে সুৰুঙ্গাই দেখে কি ৰমায়ে
ছাঁয়া নে মায়াতে পৰি,
কিনো অন্ধকূপ ঐ, কিনো হাঁহাকাৰে,
পৰে যেন ৰতনী সৰি !
তুলি ধৰিবলে আবৰা বেৰ ঐ,
সিও হ'ল বৈৰী আজি !
সিপাৰৰে পৰা ৰমায়ে ক'লে কি,
যায় নাকে কাণে বাজি,–
“নকৰি, ৰতনী, জী থাকিবলৈ,
যাবলৈ অহা মই নাই ।
ৰজায়ো নেৰাখে, প্রজায়ো নেৰাখে,
নাই মোৰ জীবৰে ঠাই !
আহ, ঐ ৰতনী, কিবা চলে কৰি
তোকে লই উৰিয়ে যাওঁ
ৰতনী ৰমাইৰে মিলিবৰে ঠাই
আছে ক'ত বিচাৰি চাওঁ ।”
ক'ৰেনো পোহৰত চকুত চকু পৰি
দুয়োটি পাহৰি ৰ'ল,
ৰতনীক লবলৈ ৰজা সউ আহিয়ে
নিজকো পাহৰি গ'ল ।
ৰমাইৰে কথাকে দেখিয়ে শুনিয়ে
খঙেৰে কৰচি দাঁত,
বাহিৰলৈ গৈয়ে মুঠিৰ তৰোৱালে
মাৰিলে বিজুলীৰ ছাট ।
ৰমাইক বচাবলৈ লৰি তাই ৰতনী

এন্ধাৰত দুছিটা হ'ল ;
তেজৰে দাহতে ৰজা মতলীয়া
ছেৰালে ৰমাইৰে গল !
গুজৰি মাতিলে পালী পহৰীয়া,
জোৰ লৈ আহিলে লৰি,
ৰজাকো কঁপালে ৰতনীৰ হাঁহিয়ে
জোৰত নো জ্বিলিকি পৰি ।
"ল'ই যা, ল'ই য; আৰু নজলাবি
এন্ধাৰত চোচোৰাই নে ।
বাঘৰে আগতে ছাগে ডেৰা ডেৰি,
দে তাৰ পোটকে দে ।
লুইতৰ সিপাৰে ৰমাইকে জ্বলাবি,
ইপাৰে ৰতনীক পুৰি,
পূবেদি ৰাতিৰ সৌ চিতা নৌ জ্বলোতেই
বাতৰি দিবিহি ঘূৰি ।"

*****

হাতেৰে মোহাৰি ৰজাই ৰঙ্গা চকু
পুৱাৰে বাতৰি পাই,
কিনো হুতাহেৰে দুয়োখন চিতালৈ
আছে একেঠৰে চাই !
লুইতৰ ওপৰে ৰজাই কি দেখিলে ?–
দেখি যে নিথৰে ৰ'ল,–
দুয়ো ধাৰি ধোঁৱা একে ধাৰি হই
আকাশেৰে মিলি গ'ল !

---

# নাম

গুবিন্দ-তুলসী তুলসী নহয়ও, গুবিন্দ তুলসী কল ।
অধৰ অমৃত,–মুঠে মিঠা নাই,–মুখৰ সেৰেপা জল।
একেলুৱাই ভাতে ভড়ালে পেট উখহায়ে গ'ল ।
ভোগায়ে নেপায় দুবেলা দুমুঠি সিটো পৰীয়াকে হ'ল ।
জাতিৰামটো এনেনো দুষ্ট, দন্দত ভাঙ্গিলে গাওঁ ।
'চাৰু বালা'ৰ লেৰুৰা ওঠ;–এই বোৰেই হল নাও
।
শবদ হলেই হয় যেতিয়া লোৰাঁ বাহাদুৰী নাম ;
গধূলি পুৱা নামতে ধৰাঁহি, ছাড়ি দি অন্য কাম ।

---

# অতিকৈ ধুনীয়া

অতিকে ধুনীয়া তাই ; – সেয়েতো আপদ !
সহিব কিমান গৰ্ব্ব ঈৰ্ষাৰ দাপট ?
হঁহা-কন্দা-জগতৰ শিল্পী নিয়তিয়ে
ধুনত দেখিলে গুণ ফোট মচি দিয়ে !

---

# গড়গাওঁ

গঢ়ে-পিটে মিলা নাও
তোৰে যদি, গড়গাওঁ,
ক'ত তোৰ মহিমা নামৰ ?
ক'ত তোৰ ঘৰ-বাৰী,
নয়নৰ শাৰী শাৰী,
ক'ত ঠাই কুচ্ কাৱাজৰ ?
কেঁকুৰিৰে অত আলি,
কাজুৱাৰ ক'ত লালী,
বৰ চ'ৰা ক'ত বিষয়াৰ ?
মেজাঙ্কৰি চঁপা পাট,
এৰি মুগা ভৰা হাট,
গোম চেং গোষ্কা ক'ত তাৰ ?

কিয় তোৰ, গড়গাওঁ,
ফাটি ফুটি গ'ল নাও,
বঙ্গালতো ফুটিল শবদ ?
অনাভুৱা যাত্ৰী চাই,
পালে ক'ত পৰুৱাই,
মানিলে ক'তেবা তবধ ?
গড়গঞা লিগিৰীৰ,
খোপা দেখি চকু থিৰ,
আজি ক'ত পাবা চিনে ছাপে ?
গৰগঞা ফেণী পিঠা,
ক'তা তাৰ কেনি মিঠা,
কাটে ক'ত কটাৰীৰো ডাবে ?
খান খানা নবাবৰ
অবৰুদ্ধ আক্ৰোহৰ
দিলি ক'ত আঘাত বিষম ?
সেনা কেনি তুলি তালি
অত শত্ৰু চমকালি,
জিলিকালি সোণৰ অসম ?
এনে তোৰ পয়োভৱ !—
তই বোলে ভাৰতৰ
এখনি সি প্ৰধান চহৰ ?
জঁকাটিলে তোৰ চাই
কোনে কথা পতিয়ায়
সিদিনাৰ দুশ বছৰৰ ।
চাৰি পিনে আজি খালি
মৰি যোৱা মৰিশালি,
নাই ক'তো জীৱনৰ চিন ।
জীৰ্ণ এটি কাৰেঙৰ
হুমুনিয়া হুতাহুৰ
কাঢ়ি তাকে গণি আছু দিন ।
গেজেপনি মাজে মাজে
গধূলিতে বাঘে গাজে,
দুপৰত হোৱা শিয়ালৰ,
শগুণে সি মাৰে জাকি,
কঁপি উঠে থাকি থাকি
হাৰগিলা হুদুৰ চিঞৰ !
বাট পথ খানি কুৰি
কি কৰিলি স্বৰ্ণ-পুৰী ?
কৰিলি কি কীৰ্ত্তি অতীতৰ ?—
কীট তই অসমীয়া,
খাবলই নাইকীয়া
কুটি খালি গ্ৰন্থ গৌৰবৰ !—
মৈদামত ৰখা জ্বালি
কিয় চাকি নুমুৱালি,—
জ্বলা সেই জাতিৰ হেপাহ ?
—"ইন্দ্ৰপ্ৰস্থ দ্বাৰকাৰ
নাই চিহ্ন মথুৰাৰ,"
কব তাকে—"কালৰ প্ৰবাহ !
নাম থোৱা হেপাহত
কত চেষ্টা জগতত,
ৰাখে হয় শিলা কাটি কুটি,
নিতে নব নাটকৰ
খোলা সজা খনিকৰ
কালে দিয়ে যোৱা কথা পুতি ।
সন্দেহেৰে থিয় হই
অতীত মথুৰা লই
তৰ্ক আজি মথুৰা বাসীৰ ।
কত শক্তি আহে যায়,
মুখ তাৰ জিলিকায়
জল বিম্ব কাল-জলধিৰ ।"—
কত কব ? থাক থাক,
নিজা গোধো চাবি তাক ;
ভাত নাই কব একাদশী !
নিব বুলি কালে হৰি
বিনা কামে যাবি মৰি,
কৰ্ম্মময় সংসাৰত পশি ?

জল বিম্ব বিম্ব হই
নিজিলিক কিয় তই ?
গঢ়ি তোল চৰা গড়গাওঁ ।
গ'ল তাত নেৰাখিলি,
আহে তাতো নেবাদ্ধিলি,
ৰাখি যাবি ক'তে তোৰ নাও ?

——

# জাতীয় পতাকা

শত বছৰৰ ঘোৰ অন্ধকাৰ
হ'ল হ'ল এই দূৰ !
মুক্ত পতাকা দৃপ্ত তেজেৰে
উৰ আকাশত উৰ ।
ফলিল স্বপ্নসিদ্ধ সাধনা,
জাগিল উষাৰে স্বাধীন চেতনা,
মুকলি মুৰীয়া বা বিনন্দীয়া
বয় কেনে ফুৰ ফুৰ্ ;
মুকলি মুৰেৰে তিৰঙ্গি পতাকা
উৰ্ আকাশত উৰ্ ।

চল্লিশ কোটি কন্দ্ধ কণ্ঠত
ফুটে কি স্বাধীন ভাষ !
চল্লিশ কোটি দলিত হিয়াত
জলে কি নবীন আশ !
মেঘৰ শাস্তি,— কণিকা বৃষ্টি,—
ইকি দেৱতাৰ কৰুণা দৃষ্টি !
নীৰৱে উঠিছে বিশ্ব কলৰৱ
জয় জয় হিন্দ্ বোল,
জিকাৰি জিকাৰি তিৰঙ্গি পতাকা
দিয়ে আকাশত দোল !

তলেদি জিলিকে জন মানসত
সৌম্য শান্ত সুদৰ্শন !
কটিত কৌপিন যষ্টি হাতেৰে
দীন দৰিদ্ৰ নাৰায়ণ !—
বেদনা ব্যথিত মূক ভাৰতৰ
ই কি প্ৰতিকৃতি মহা মানবৰ !
আত্মাৰ বলেৰে মোহি পশুবল,
কৰিলে গৰ্ব চূৰ ;
কাৰাৰ কপাট খুলিলে আপুনি,
হ'ল হাহাকাৰ দূৰ !

দূৰ সীমান্তত আক্ৰোহে আক্ৰোহে
তৰ্জ্জন গৰ্জ্জন কই,
উগাৰি অগনি নিজমি পলালে
নিজৰ পৰাণ লই ।
আজি কি শান্তি মৌন আশ্ৰমত,
আহে ঋষিকুল প্ৰেম পোহৰত ।
বলালে শিৰত কৃতী সন্তানৰ
গৌৰবে আশীষ ধাৰ,
উৰিল ওপৰে বিজয়ী পতাকা
শান্ত সি কি চমৎকাৰ !

নতুন কিৰণে উষা সুন্দৰীৰ
আনিছে পোহৰ কই,
সাম্য মৈত্ৰী স্বাধীনতা ধন
চেনেহে কোঁচত লই ;
সজাই সুৱদি দান দেৱতাৰ
বাছে আজি ইকি চানেকি ধৰাৰ !—
আৰু থাকে ক'ত ভাৰত সন্তান
মানেৰে দুৱাৰ ধৰি ?
জিলিকি হাঁহিব এই জেউতিত
মনটি মুকলি কৰি !

আনন্দে নধৰে সোণালী উষাৰ

নতুন পাতনি লই ।
বিলোৱাঁ সাদৰে আজিৰ বাতৰি
আন্ধাৰ দেশলে গই ।
উৰ উৰ উৰ জাতীয় নিচান,–
প্ৰাণতোকে শ্ৰেয় দেশ মূৰ্ত্তিমান,–
আকাশ কোলাত বাউলি বলাই
তুলি নে প্ৰাণৰ সুৰ,
অনন্ত কাললে উন্নত শিৰে
জিলিকি জিলিকি উৰ !

———

# তৰুণ

এই পুৱতি – ইকি তৰুণ ! – কিহৰ শঙ্খ বাজে ?
শুকতাৰাৰে নীল তাৰকা জলে নীলৰ মাজে ;
সোণ-সেন্দুৰী ইমান হাঁহি
পুব গগণে আহিল ভাহি,
ফুলি পৰিল, কয় যেন কথা–কিনো কোৱাৰ লাজে !
কাৰ বাতৰি কয় অ' উষাই আজিৰ এইটি সাজে ?

ভাৰত বুকুৰ দিল্লী সভাত কিহত মন্ত্ৰ আঁচে ?
প্ৰাণ মতোৱা গন্ধে কি তাৰ ত্ৰিদশ আজি নাচে !
মানব জাতিৰ অভেদ বাণী
ঝঙ্কাঁৰে কি আকাশ ছানি
এক মহাদেশ, এক পৰিবাৰ, লক্ষ্য একেই সাঁচে,
এক ভগবান ভিন্ন দেশৰ দেহায় দেহায় আছে ।

কনফিউচিয়াচ, মহম্মদ, যীশু বুদ্ধৰ জ্ঞানে,
আৰ্য্য ঋষি জোৰাষ্ট্ৰৰ, পৃথক পৃথক ধ্যানে,
পৃথিবীৰ যে মঙ্গলত
মিলিয়ে আছে পৃথক মত
এক চন্দোৱাৰ, মহা বেদীত বহিল স্থানে স্থানে,
উদ্বোধনৰ শঙ্খ আজি বাজিল একেই তানে !

পুব গোলাৰ্দ্ধৰ পৃথক বাণী উষাই মিলাই আনে,
শুন শুন শুন অ'ৰে তৰুণ, চাতকিনীৰ প্ৰাণে ।
আহ ওলাই আহ দুৱাৰ খুলি,
চাহি উষাক মুৰটি তুলি,
বোলাই দিব কপা তোৰ সোণ-সেন্দুৰৰ বানে,
জ্বলাহি তাত বিজয় তিলক স্বাৰ্থ বলি দানে ।

বৃহত্তৰ সউ কৰ্ম্ম ক্ষেত্ৰ–যাহি বীৰৰ বেশে,
মৰণ-জয়ী হৃদয় তোৰ ক'ত ৰোধিব ক্লেশে ।
অগ্নি মন্ত্ৰ জপ হৃদয়ত
জ্বলন্ত কৰ তোৰ জীৱনত ;
এক অমৃতৰ সন্তান তই, এক অমৃতৰ দেশে,
এক অমৃতেই কৰ্ম্ম যে তোৰ, একেই অমৃত শেষে

লাল কিল্লাত জাতীয় নিচান কেনে তেজে হাঁহে,
সেই যে তেজত তৰুণ তেজৰ ৰাংচি ৰহন ভাহে ।
দেহ জোকাৰি দিলি বালি
ৰামৰ সেতুত তাৰেই তালি,
জ্বল সোপানৰ ওপৰ খাপত যাহি দুগুণ সাহে ।
মন্ত্ৰ সুফল যাতে অ' তোৰ এই জীৱনত আহে ।

বা অনুকুল, দে তুলি পাল উষাৰ কিৰণ জালে,
যক জিলিকি জীৱন তৰী সউ লক্ষ্যৰ ফালে ।
আহিল এই যে শক্তি-জোৱাৰ,
এই যে সুযোগ মানুহ হোৱাৰ,
বাহুত শক্তি হিয়াত ভক্তি যাহি তালে তালে.
নীতিত সাৰ্থক হিয়াৰ সাহস নুভুল কোনো কালে ।

হাতত জোৰা,–দীন বেশেৰে গ'ল সউ আগে আগে
মহা-মানৱ, প্ৰতি খোজত কিনো আশা জাগে !
আহ ওলাই আহ ভিক্ষুৰ দল,
ধন্য কৰহি প্ৰাণৰ বল,
সত্যৰ বাণী প্ৰেমৰ ধাৰা জিলিকক তোৰ ত্যাগে,

নতুন আলোক দে বিতৰি প্ৰাণ জুৰোৱা ৰাগে ।
গোল্ক বিভূতিৰ অত দিন সি মত্ত মাতি আনে,
নেদেখি তোৰ সিদ্ধি সুফল ঘোৰ যে নগল টানে ।
মন্ত্ৰ তোৰ কৰ জাগৰিত,
ভাৰত তীৰ্থ হক পৃথিবীত,
ভক্তি ভয়ে দূৰৰ যাত্ৰী আহক আকুল প্ৰাণে
শান্ত হওক বিশ্ব জগত ভাৰত ঋষিৰ গানে !

———

## শৰাইঘাট

শৰাইঘাট ! সঁউ শৰাইঘাট !
তিনি শতাব্দীৰ মাজতে য'ত
উঠি সি ঝঞ্ঝাবাত
লুইতৰ তীৰ লগালে খলক,
খেলালে বিজুলী গাত !
গুৰিত গাজিলে বৰ্দৈচিলা,—
'ৰমণীৰ দীৰ্ঘশ্বাস,—
তলেদি ঘনালে ঘোৰ অন্ধকাৰ
বিজেতা ৰাহুৰ গ্ৰাস ।
উচুপি উঠিলে মাতৃ শঙ্খ
ডাকে মহাকাল,—“ধ্বংস ধ্বংস !”
প্ৰলয় হুঙ্কাৰে কি যে জিকাৰিল
হাজাৰে হাজাৰে প্ৰাণ,
বীৰ পদঘাতে কঁপালে মেদিনী,
আকাশ কম্পমান !
গোঁজৰে হিয়াত প্ৰতিজ্ঞা দাৰুণ,—
প্ৰাণেৰে কাঢ়িব প্ৰাণ,
দুনাই কঁপাব দিল্লী ৰাজপাট,
ৰাখিব মাতৃৰ মান !

ছাড়ে সিংহনাদ লাচিত কেশৰী,
চকুত বিজুলী উঠিল গুজৰি,—
“আমাৰ আমাৰ গুৱাহাটী এই,
নিদিম কখিও এৰি !”
দোকোলে গাজিলে নীলা পৰ্ব্বতত
বীৰ লাচিতৰ ভেৰী ।
অটল অচলে ফিৰালে আটোপে
ভীষণ স্পৰ্দ্ধাৰ ডাক,
তবধ মানিলে দূৰ দুৰাৰত
গৰবী শত্ৰুৰ জাক ।

মোমাই তেজেৰে ৰঙ্গা হেঙ্গ-দান
হাতে চিকিমিকি, হ'ল আগুৱান,
চোৰাৰী লাচিতে যুজাৰু বুকুত
গোপনে দিলেহি লেখি,
গগণ বিদাৰি উঠিল কিৰীলি
ৰুদ্ৰ মূৰতি দেখি !
“আমাৰ আমাৰ গুৱাহাটী এই
কখিও নিদিম এৰি ।”
গিৰ্জ্জনি তুলিলে সহস্ৰ হিয়াত
বাজিল ৰণৰ ভেৰি ।

ঘোৰ পৰছাঁয়া দেখি সমুখত,
নগণে নেমানে মৰ সাহসত ;
লতা লগা বাঘ লৰি অতৰ্কিতে
ললেহি ছিদ্ৰ খুজি,
ছলে বা বলেৰে বীৰ লাচিতেৰে
চাব সি দুঘৰি যুঁজি ।
চিতোৰ দুৰ্গ চূৰ্ণ সাৎ কৰা
বজ্ৰৰ কামান পাতি,
গুৰু গাজনেৰে ভাঙ্গি ছিঙ্গি গড়
ধোঁৱাৰে পেলালে ছাটি !
ধোঁৱাৰ মাজেদি,—ক'ৰ যাদুকৰ !—
চকু পচাৰতে দিলে বাটি গড়,

গড়ৰ ওপৰে জাপ দি ওলাল
নিৰ্ভীক অসম বীৰ,
নিমাত নিথৰ কৰিলে পলকে
কাটি আততায়ী শিৰ ।
কি কৈ ৰুধিব বেগ লুইতৰ
শিলেদি বাগৰা ধাৰ ?
উটুৱালে আশা গড় ভাঙ্গনৰ
মানিলে শত্ৰুৱে হাৰ ।

লাজ লাঞ্ছনাত দেখি অন্ধকাৰ,
ক্ৰোধত কঁপিলে নাতি মান্ধাতাৰ,
মৃত্যুৰ বিবৰ পশিলে সাহসে
তুচ্ছ কৰিলে প্ৰাণ ;
লুইতৰ জল ঢাকি কি নাৰেৰে
উজালে প্ৰলয় বান !
নিটাল নিজম ধুমুহা আগত,
নেগাজে নুফুটে টোপ,
শত্ৰুৰে আন্ধাৰ আন্ধাৰু বালিত
লাগে কি হেন্দোল দোপ্ !
জ্বৰ বিকাৰত শৰীৰ কম্পিত,
গৰজি উঠিল দেখিকি লাচিত,—
"আন্ধাৰু বালিত শত্ৰুৰ কিৰীলি,
আমাৰ নিমাত কিয় ?
এতিয়াও তেজ আছে তহঁতৰ,
আছে এতিয়াও জীৱ ?
নাই সাৰি সুৰা গৰ্জ্জিছে কাণত ।—
কিয় মোৰ দেশ দিলি মৈদামত ?
আন হেঙ্গদান, শক্তি অসমৰ,—
অকলে জিনিম ৰণ ।"
কোনে যেন কলে কম্পিত কণ্ঠে,—
"মিলা নাই শুভক্ষণ ।"
"খেন খেন খেন," হুঙ্কাৰে লাচিত,—
মুখৰ ঝলক দেখি ভয়ে ভীত,—
"মাতৃৰ পূজাত ক্ষণৰ বিচাৰ ?
থক যেয়ে থাকে ক্ষণ লই তাৰ ।
বুকুৰ তেজেৰে বোলাম আগতে
মৰণৰ সন্ধিক্ষন ।
আহাঁ হেঙ্গদান,— শক্তি অসমৰ,—
তোমাৰে জিনিম ৰণ ।"
উফৰি উঠিল লাচিতে নাৱত
ৰণৰ জেঁউতি গাত,
হাতে হেঙ্গদান খেলে চিকিমিকি
মাৰে কি বিজুলী ছাট,
গৰজি উঠিল হাজাৰ কামান,—
গুৰুম গুৰুম ফাটি যায় কান,—
উত্তৰে কামান, দক্ষিণে কামান
পূবেদি কামান ডাগে,
বিকট দাঁতেৰে গ্ৰাহৰ মুখত
মৃত্যুৰ আতঙ্ক জাগে ;
হিঁলৈৰ ধুৱঁলি বালিৰ কুৱঁলী,
খড়গৰ চক্ৰবান,
ঘোৰ ঘূৰ্ণিবায়ু গাজে লুইতত
দুকুল ত্ৰস্তমান !
ভীষন আটাহ, অস্ত্ৰৰ ঝননি,
ঘন ঘৰিষনে ভমকে অগনি,
ক্ষিপ্ত লুইতে উগাৰি খেদিলে
অলেখ শত্ৰুৰ তৰী ;
তাতে কি সহিব ভীম বজ্ৰাঘাত
পলাল ভিৰাহি ধৰি !
পলাল, পলাল পৰাস্ত মহিষ
আকুল বিপক্ষ বীৰ,
তপত তেজেৰে ৰাঙলী কৰিলে
উতলা লুইতৰ নীৰ ।
নেৰাখিলে শেষ বীৰ বিপক্ষৰ,
বেলিৰে ডুবালে বেলি মোগলৰ,—
বেলিও ৰাঙলী লুইতো ৰাঙলী

ৰাঙলী পূজাৰী দল,
উটি উটি যোৱা বলিৰ মুণ্ডেৰে
ৰণচণ্ডী পূজা হ'ল !—
নিতৌ লুইতে খেলায় সপোন
সন্ধিয়া বেলিটি লই,
আৰু কি খেলাব সেই যে সপোন
খেলিছিল যেনেকই !
জিকাৰি উঠিল বুকু লুইতৰ—
"ধন্য লাচিত জয় অসমৰ ।"
ক্ষণিক আন্ধাৰে গিলিছিল দেশ,
আঁতৰি দুৰ্য্যোগ গ'ল ;
মুকলি মুৰেৰে জোনৰ মুখনি
হাঁহিৰে জিলিকি ৰ'ল !—
নীলাচলে চালে উমানন্দ লই
চালে উমানন্দে হাঁহি,
সেই যে চাৱন সৰে কিনো সোণ,
বাজে কি বিজয় বাঁহী !
যোৱাঁগে মোগল, ৰাজপুত বীৰ,
ফিৰি ফিৰি চাবা মানাহৰ তীৰ,
খাণ্ডা পখালিলে গৰবেৰে য'ত
বিজয়ী লাচিত বীৰ,
দুনাই আহিলে অভিযান লই
তাতেই দোঁৱাবা শিৰ ।
মাতে ধৰ্ম্মে ভিন নেচেৰ সন্তানে
সাবটে আপোন আই,
অসম মাতৃৰ উদাৰ কোলাত
পৰলৈ নোজোৰে ঠাই ।
যোৱাঁগে মোগল, ৰাজপুত বীৰ,
বখানিবা তেজ অসম শক্তিৰ,
শক্তিৰ কোলাত শক্তি—সন্তানৰ
নিমিলে যে পৰাজয়,
আহিলে গুজৰি প্ৰলয় ধুমুহা
মিলিব ইয়াতে লয় ।

ভাৰত বিজয়ী বীৰ অৰ্জ্জুনৰ
ইয়াতে গৰ্ব্ব শেষ ।
আৰু কি জিনিবা সোণৰ অসম
বীৰ্য্যেৰে অসম দেশ ?
শৰাই ঘাট ! সুপ্ত শৰাইঘাট !—
ঘোৰ ঘুমটিত আজি কি শুনালা,
স্বপ্নত দিলা কি মাত ?—
"মাটি ফুটি তোৰ ৰণুৱা উঠিব
শত্ৰু পৰিলে গাত ।"
কি ক'লা, কি ক'লা ?—
কি সি অমাতৰ মাত !—
দিয়াঁ দিঠকত বাণী আশ্বাসৰ,
গুচক জড়তা দীন হৃদয়ৰ ।
শৰাইঘাট ! মৌনী শৰাইঘাট !—
জননী বক্ষৰ পৰশ মণিটি,
খেলোৱাঁ বিজুলি গাত,
বোলক বিশ্বে সোণৰ অসম,
ধন্য জনম তাত !

---

# স্বাধীনতা

স্বাধীন স্বাধীন বুলি কিয়, কিয় মিছা
কৰ আস্ফালন ?
প্ৰলাপ লক্ষণ ই যে,— দাসত্বৰ নিচা,-
নহল চেতন !
সোণালী শিকলি ডাল,
পিন্ধিছিলি অতকাল
কৃতাৰ্থতা মানি,
সোণ তাৰ গ'ল উৰি,
সাঁচে ধৰে গল জুৰি,

নিয়ে সেয়ে টানি ।
বৃথা বাক্য আড়ম্বৰ,—ভেৰীৰ নিনাদ,—
নাই অন্তঃ সাৰ ;
নেবাজে মুখেৰে এনে আছে অন্তৰত
স্বাধীনতা যাৰ ।

নিজৰ প্ৰতিষ্ঠা খুজি পৰৰ শিৰত
এই দিনমান
বিজাতিৰ হুতাহেৰে কিয় আতমাক
কৰ অপমান ?
অত যুগে চেষ্টা যাৰ
মিলনেৰে আতমাৰ
মিত্ৰতা লাভৰ,
নাই সাম্য, নাই প্ৰীতি,—
ইযে তোৰ কূটনীতি
বিৰোধী ভাবৰ ।
খুলিলে দুচকু তোৰ কথাৰ জমকে
বাট নিচিনিলি ?
বিৰোধৰ বান্ধনেৰে কিয় হৃদয়ক
আগচি ধৰিলি ?

আইনেৰে প্ৰস্তাবেৰে কিনি কুটি মত
যাবি এক হই ?
মিলনৰ আকৰ্ষণ নাই অন্তৰত
মিল, কেনেকই ?
দলেৰে কৰিবি কাম,
পাতিবি দেশৰ নাম,
হলে তোৰ জয়
অকলে ভুগিবি ফল
স্বাৰ্থ ঢকা কত ছল
কৰিবি আশ্ৰয় ।
অকলই কৰি কাম ভোগা বি দিলেৰে
নীতি ভাৰতৰ,
নিমিলালি সুৰ তাত, ললি অৰ্জীণতা
দূৰ পাশ্চাত্যৰ ।

ৰুদ্ধ যত দুৱাৰত কৰি কৰাঘাত
প্ৰেমেৰে প্ৰাণৰ
জগালেহি জনশক্তি নিজে দেৱতাই
সুপ্ত ভাৰতৰ ;
অকলই অকলই
আহিল আলোক লই
ভেদি অন্তৰায়,
জন্ম জোৰা সাধনাৰ
দিলে ঢালি সুধাধাৰ
দুহাতে বিলাই,
আপুনি কৌপিন লৈ পিন্ধাই পৰক
গল বান্ধ খুলি !
এধানি আলোক তাৰ পায়ে মুখনিত
যাৰ তাকো ভুলি ?

ৰাখিবি কি স্বাধীনতা আক্ৰোহেৰে বেৰি ?—
তাৰে আয়োজন !
যিমানে তৰিবি বেৰা বাঢ়ি যাব তোৰ
সিমানে বান্ধন !
অনাসক্তি ফলত্যাগ—
মচে যেয়ে কৰ্ম্মৰাগ
মুক্ত হৃদয়ৰ,
এৰি দিলি তেনে বাট,
ভোগেৰে বান্ধিলি তাত
আতমা নিজৰ ।
ভাৰতৰ স্বাধীনতা— মুক্তি জীৱনৰ
সকলো ক্ষেত্ৰত !—
ৰাজনীতি স্বাধীনতা, নেতাৰে যে সেয়ে
জীৱন পথত ।

ভুলি যা ভুলি যা তোৰ বিজাতিৰ টান
উঠ শিৰ তুলি

বিশ্বত প্ৰচাৰ কৰা বাণী আতন্নাৰ
নিজা স্বাৰ্থ ভুলি ।
বৈচিত্ৰ্যত এক খুজি,
নিজা স্থান লবি বুজি
প্ৰেম প্যোহৰত ;
চিৰ লক্ষ্য জীৱনৰ
কৰ্ম্মেৰে প্ৰতিষ্ঠা কৰ
এই জীৱনত ।
জীৰ্ণ শীৰ্ণ কুটিৰত ছা ৰাজেশ্বৰ,—
তোৰ সি দেৱতা,—
আমিত্ব বিলাই কেনে প্ৰসন্ন উদাৰ,—
—দাতা দৰিদ্ৰতা !

---

# টিপ

সাগৰৰ এক জলৰ কণাত সাগৰ লুকাই আছে,
ভৰ সাগৰৰ প্ৰাণৰ নাচোন তাৰ যে প্ৰাণত নাচে ।
অসীম কালৰ চকুৰ এটিপ নিচেই এতিল লাগে,
সৃজন পালন লয়ৰ লহৰ টিপৰ বুকুত জাগে ।
প্ৰাণৰ মাজত এতিল বেলিৰ এই যে অনুভূতি
অনাগতৰ অসীম আভাস গতত যায় সি লুটি ।
কোন অনাদিৰ কি বাতৰি কোন অনন্তত বুৰে,
নিত নতুনৰ কিযে অমৃত তিল্ এটিত ই উৰে !
সীমাৰ মাজৰ অসীম এই যে চকুৰ সীমাই ঢাকে,
সেইহে মনৰ বন কুকুৰাই "লক্কা ক'ত"কৈ ডাকে !
নিচেই অকন চকুৰ টিপ ঐ কতনো কথা জানে !
অন্ত নাই তাৰ, অন্ত ক'ত কৈয়েই থাকে মানে ?
কিমান জীৱন, কিমান্ মৰণ, ভাঙ্গন—পাতন জোৰে,
কত জাতিৰ উঠন জাগন, কত লক্কা পোৰে,
কত চান্দ'ৰ ডিঙ্গা ডুবায়, পানীত কত মেলে,
কত কান্দোন কত হাঁহিৰ, ঢৌৱে চমক খেলে,
আকাশ কোলাত আলোক ছায়াৰ ৰঙ বেৰঙৰ বোলে
চকুৰ টিপত চিত্ৰলেখাই কত চিত্ৰ তোলে, !
উষাই অসীম অনিৰুদ্ধ চিত্ৰৰ মাজে চান্দে,
টিপৰ মাজে অসীম খুজি মনেও মোৰ যে কান্দে ?
নীহাৰিকাৰ গোপন কোলাত কিনো টিপত ৰটে ?—
কতনো গ্ৰহ উপগ্ৰহৰ অলয় প্ৰলয় ঘটে ;
সৃষ্টি কৰ্ত্তাৰ একো কল্পে কত যুগ ধৰে,
সিওযে এই কাল সাগৰত টিপত উঠে পৰে !
অলেখ ব্ৰহ্মা নুমাই জলি অসীম বুকুত ভাহে !
আ—অসীম ভয়ত পাৰ্থৰ মন সি ফিৰি আহে !
অবিচ্ছিন্ন পূৰ্ণ তোমাৰ অনুত স্বৰূপ জ্বলে,
কাল বা মায়া যেয়ে হোৱা সৃষ্টি তোমাত ফলে ।
অসীম তুমি, হে মহাকাল, তত্ত্ব নেপায় ধ্যানে,
টিপ যে তোমাৰ পূৰ্ণ পাত্ৰ এইটি জানক প্ৰাণে ।

---

# আত্মা-প্ৰীতি

অৰ্দ্ধ অঙ্গ ব্ৰহ্ম বাদিনী
মৈত্ৰেয়ী যাৰ মুক্ত প্ৰাণ,
যুক্ত সুকবি যাজ্ঞবল্ক্য
প্ৰজ্ঞাঘন যি মূৰ্ত্তিমান,
নিত্য ধ্যানত মগ্ন মনীষী,
লগ্ন দৃষ্টি চিত্ত স্থিৰ,
প্ৰেমৰ পুলকে মুঞ্জৰে প্ৰাণ,
গুঞ্জৰি উঠিল বাক্য ধীৰ ;
"অৰে অ' বিশ্ব পুত্ৰ বুলি কি
আপোন পুত্ৰক নেপাৰ ভাল ;
চিৰ প্ৰিয়তম আত্মা আপোনাৰ,
আত্মা বুলিয়ে পুত্ৰ ভাল ;

ভাৰ্য্যা বুলি কি আপোন ভাৰ্য্যাক
প্ৰাণ ভৰি তই নেপাৱ ভাল
চিৰ প্ৰিয়তম আত্মা আপোনাৰ,
আত্মা বুলিয়ে ভাৰ্য্যা ভাল !"
কিনো শুনালা, হে প্ৰীতিমান,
আত্মা প্ৰীতিৰ গৰিমা জ্ঞান !
অন্ধ মুগ্ধ নেত্ৰ দীপ্তি,
প্ৰাণৰ তৃপ্তি কৰিলা দান ।
প্ৰিয় ব্যক্তিৰ প্ৰণয়-প্ৰীতিত
মোৰেই আত্মাৰ প্ৰীতি যে লাগে,
আত্মা প্ৰীতি পৰমাত্মাৰ
বিশ্ব প্ৰেম যে তাতেই জাগে ।
পুত্ৰ ভাৰ্য্যা আত্মা মূৰ্ত্তি,
অভিন্ন আত্মা ভিন্ন বেশ,
ভিন্ন মূৰ্ত্তি ছিন্ন হলেই
বিচ্ছিন্নতাৰ মহৎ ক্লেশ ।
প্ৰেমে পূৰ্ণ পৰমাত্মা
নাইযে প্ৰেমৰ পৰিণাম,
পৰিণামী প্ৰীতিৰ আশ্বাস
নিৰাশ্বাসৰ অন্য নাম ।
মৰু দ্বীপৰ প্ৰতিচ্ছায়া
মৃগ-তৃষ্ণাৰ মায়াৰ টান,—
যাত্ৰীৰ ক'ত কষ্ট মৰণ
স্পষ্ট চিনে যি মৰূদ্যান ?
পুত্ৰ ভাৰ্য্যা প্ৰেমৰ মাজে
পৰম প্ৰেমৰ আকৰ্ষণ,
অজ্ঞাততেই ললাট ভুক্তি,
জ্ঞানৰ মুক্তি বিলক্ষণ

———

## শৰদে নমঃ

মেঘেৰে মলচা নীল গগণত আজি কি চকুৰ শান্তি ।
হাঁহে মলয়ত শান্ত তপনে,
কৰে তিৰবিৰ সোণৰ কিৰণে,
আকাশ—গঙ্গা স্নানে ধৰণীৰ জিলিকে আজি কি কান্তি ।
মুক্ত কেশেৰে পূজাৰিণী বেশে উৰালে অগৰু গন্ধ,
হতে পুষ্পাধাৰ, তিলক বেলিৰ,
মুখত উৰুলি হংস কাকলিৰ !—
পুলকে ঋষিৰ প্ৰশান্ত চিত্তে ধ্বনিলে অনাদি ছন্দ !
অশৰীৰী বাণী বাজে শৰতৰ,—"আহিছে জীৱন দাত্ৰী
আনিছে প্ৰজ্ঞা, আনিছে ঋদ্ধি,
আনিছে বিজয়, আনিছে সিদ্ধি,
চিকণ দেহত অন্নৰ তৃপিতি যাচিছে জগদ্ধাত্ৰী !"*
সমাধি যোগত ৰূপ অৰূপৰ জাগিল জননী মূৰ্ত্তি,—
জিনি দশোদিশ দশ প্ৰহৰণে,
মুখে মধুহাস, সোণৰ বৰণে
শত সূৰুযৰ শান্ত তেজেৰে জগত কৰিলে পূৰ্ত্তি !
গ্ৰস্ত দেৱতা জিলিকি উঠিল দেখি কি বিজয় দাত্ৰী,
মত্ত মহিষ,—আক্ৰোহ আন্ধাৰ,—
গুমৰি মৰিল গ'ল হাহাকাৰ,
নিখিল বিশ্বে কৰে জয় ধ্বনি "জয় মা শাৰদা মাতৃ !"
নীল নয়নত অশ্ৰু বৰিষণ, বিৰহী শ্ৰীৰাম চন্দ্ৰ
শুনি শৰতৰ শক্তিৰ আহ্বান
দীপ্ত তেজেৰে জুৰি অভিযান
আনিলে উদ্ধাৰি লখিমী লঙ্কাৰ, বাজিল বিজয়ে মন্দ্ৰ !
আহাঁ মা শাৰদা, হৃদয়ৰ মোৰ
গৰ্ব কৰাহি চূৰ্ণ ।
নমনো নন্দলে জ্যোতি সমাধিৰ,
অজলা সন্তান অবুজ অধীৰ,
আপোনাৰো তুমি আপোনাটি হই
কৰাহি হৃদয় পূৰ্ণ ।
আহা শৰতৰ অতিথি জননী জীয়ৰী অতিথি হই ।
পাতাঁহি হিয়াত হিয়া মেনকাৰ,—
দেখিকি শৰত সোণালী আভাৰ
মাতৃৰ অন্তৰ উচুপি কান্দক তোমাৰ মুখনি লই

* বৃহদাৰণ্যকৰ 'ধন বা অৰে' মন্ত্ৰৰ আভাস ।

* যজুৰ্বেদৰ 'অন্নমগ্ৰীত' মন্ত্ৰৰ আভাস ।

আজি মেনকাৰ আকুলি-বিকুলি, সমুলি নেমানে মনে,
“আই অ’ লাৱনি,—হিয়াৰে লাহৰি,
কত দিন তই আছ যে পাহৰি।
কেতিয়া দেখিমে প্ৰাণৰে পোহৰী ?—উমা আনি দিয়ে কোনে ?”
দৰ্ দৰ্ ধাৰে—গিৰি তৰঙ্গিনী—নয়ণ নিগৰি যায় !
স্বামী গিৰিৰাজ হৃদি পাষাণৰ,
জামাতা—তেৰোঁ যে ভোলা দিগম্বৰ,—
কান্দে আকুলতা নাৰী হৃদয়ৰ, আনি যে দিওঁতা নাই।
অশান্ত শয্যাৰ আকুল শিতান তিতে নয়নৰ নীৰে,
বৰ্ষা নয়নৰ, তাতো শাৰদাৰ
জিলিকিল কি যে জ্যোতি জাতিষ্কাৰ—?
সপোন ৰাজ্যত প্ৰাণ পুতলাই দিলে আহি দেখা ধীৰে।
দুয়ো হাত মেলি লৰিল মেনকা ‘আই অ’ আহিলি বুলি,
সাবটে হিয়াত শিৰ গিৰিজাৰ,
বলে আনন্দৰ অশ্ৰু অনিবাৰ,
প্ৰাণৰ হুতাহে যাচে এটি চুমা হাতেৰে মুখনি তুলি।
একেটি সপোন একে আতমাৰ দেখিলে উমায়ো আজি !
কৰুণ মূৰতি নিজা জননীৰ,
উতলা আবেগ নয়নত নীৰ,
“উমা উমা’ বুলি মাতে কি মধুৰ, কাণত পৰিল বাজি।
জাগি নেদেখিলে আকুল অন্তৰ স্বামীৰ কাষলে গ’ল,
তিনি নয়নেৰে ঢালি অশ্ৰুধাৰ
মিনতিৰে মতি ভুলালে ভোলাৰ,
পূৰ্ণ পয়োভৰে আহে যে গিৰিজা,—সপোন সফল হ’ল !
নৱ-পত্ৰিকাৰ নৱ জাগৰণ ! সোণৰ অঞ্জন লই
চোৱাঁহি মেনকা,—শিৰেৰে শকতি,
কাৰ্ত্তিক গণেশ, লক্ষ্মী সৰস্বতী,
আহিল দুৰ্গা মহিষ-মৰ্দ্দিনী কিনো দশভুজা হই !
আজি মেনকাৰ হিয়া তোলপাৰ, আনন্দে নধৰা হ’ল !
জননী কন্যাৰ সুধা সম্মিলন,
নাচিছে পুলকে নিখিল ভুবন,
মিলি পুৰ নাৰী উৰুলি জোকাৰি হাঁহিত উত্ৰাৱল।
আহা মা শাৰদা, ভুবন মোহিনি, চিকোণ হাঁহিটি লই !
বাটলই আজি এবছৰে চাই
মেনকা দেবীৰ দিনে যুগ যায়,
আৰু কতদিয়া বেদনা মাতৃক বেলৰ তলতে ৰই ;
আহাঁ মা শাৰদা, জীৱন দায়িনি, হোৱাঁহি সন্নিধান।
আদৰিছে চোৱাঁ ৰিবি ৰিবি বাও,
উচুপা ধাননি ঢউ খেলোৱাই,
হাঁহিৰে তোমাৰ সেউজ সাগৰত দিয়াহি জীয়ন দান।
আহাঁ মা শাৰদা, আনন্দ দায়িনি, কৰাঁ নিৰানন্দ শেষ।
মাতৃৰ মন্দিৰ কৰাঁ আলোকিত,
বিশ্বৰ কল্যাণে উঠক অমৃত,
গুচোৱাঁ ভ্ৰান্তি মনৰ ধ্বান্ত, গুচোৱাঁ দেশৰ ক্লেশ।
বুজোৱাঁ, শাৰদা,—তুমিয়ে জননী আৰু আচলতে নাই—
একেখনি হিয়া, দুগ্ধ একেধাৰ
একেয়ে নিশ্বাস—প্ৰাণৰ ঝঙ্কাৰ—
মিলি ভাই ভনী যত নৰ নাৰী এবাৰ বোলক আই !
গিৰি কৰুণাৰ নদীৰে পালিত জিকাৰে প্ৰজাৰ দল।
ইকি কুতূহল !—মুখেমুখে হাঁহি,
মনে মনে কিনো বাজি যায় বাঁহী, !
ৰমকে জমকে নতুন কাচোন বয় কি হাঁহিৰ ধল,
নীল আকাশত নীল পৰ্ব্বতৰ নীলৰ মিলিলে লয় !
চোৱাঁহি আজিকি কঁহুৱাৰ লালী,
নাচিছে ধৱলী ধীৰে হালিজালি,
কত কপিলীৰ পাৰত পাতিছে লুইতৰে অভিনয় !
সোণ বৰণীয়া ৰজাৰ কুমাৰী ৰূপৰ নাই যে তুল।—
অম্লান-পঙ্কজ-মালাৰে শোভন,
কৰে জল মল হেম আভৰণ,
তাতে যে বালিকা যাচিলে মালিকা তুলি শেফালিকা ফুল।
চাবলে’ তোমাক প্ৰজা জাকে জাক কিনো হাঁহিৰে নাহে !
ফুলেৰে পূজকে কত তুতি কই
তোমাৰ ফলকে যাচে তোমালই,
আনন্দময়ীৰ এই আনন্দত বিশ্ব ভুবন ভাহে !
এনে যে উলাহ আজি তিনি দিনে, চলে আনন্দৰ মেলা,
নাই অৱসাদ ৰাতি হ’ল দিন,
বাজে ৰাতি দিন উৎসৱৰ বীণ,
নিতে নৃত্য গীত, নিমিষে নাটাই উৰাই একোটি বেলা।
নবমী জুৰত জীয়ৰী-অতিথি গাৱঁলে ওলাই গ’ল ;
মানৱ শৰাই পাতি পুৰ নাৰী

যাচে সমিধান উকলি জোকাৰি,
পদুলীয়ে পতি উমা চেনেহীৰ হাঁহিটি জিলিকি ৰ'ল।
আকাশে ভূতলে আজি সমস্বৰে মেনকাৰ সুৰে গায়,—
"আৰু গিৰিজাক নিদিম যাবলে'
কান্দিয়া কৰিও ৰাখিম অকলে,
নেদেখিলে মুখ আনন্দময়ীৰ কোনে বা জীৱনে' চায় ?"
নাই, গিৰি ৰাণি, কাকে বা ৰাখিবা—বাহিৰে হিয়াৰ মাজে;
কান্দা হিয়া ধুনিতেও গুচি যায়।—
উমা থাকে ক'ত ?— যাব কন্দুৱাই।—
নৱমীৰ ৰাতি শুনা এই যাই,—হৰৰ ডম্বৰু বাজে !—
"নেযাবি নেযাবি, নুপুৱাবি ঐ, অ'ৰে নৱমী ৰাতি !
তই যে পুৱালে যাব উমা মোৰ,—
থমকে মেনকা বলে চকুলোৰ !
নৱজাৰি দবা, কোবে কোবে তাৰ যায় ঐ হৃদয় ফাটি !
গছে বিননিত সৰালে টোপাল, চৰায়ে খিনালে ৰই,
পুৱতি বতাহে ছাৰে হুমুনিয়া,
চকুৰ সঁপোন হ'ল নাইকিয়া,
মুদা চকু মেলি কান্দিছে মেনকা উমা আজি যাবগৈ।
হৰে নেমাখিলে, ওলালে গিৰিজা, আজি কৈলাসলৈ যায় !
কান্দে কি কালিত মেলানি কৰুণ !—
বিদায় বাৰ্ত্তা বজ্ৰতো দাৰুণ !—
চল্ চল্ চকু অচল বিশ্ব, উমাৰ মুখলৈ চায় !
যেই কি উচুপি বাঁৰে বোলে উমা মাকৰ ডিঙিতে দুলি,
সাৰটি মেনকা ঢালে চকুলোৰ,
"যাওঁ নুবুলিবি, অ'ৰে বাছা মোৰ,—
যমুনা তীৰতে ক' ঐ গোপীক কাইলৈ আহিমে বুলি !"
আয়ে গুচি যায় কিহৰ ই বিজয়া, নেজানো শাওটো তোৰ।
খুৱালে পিন্ধালে দিলে খেলিবলে,
আহোঁ বুলি কৈয়ে যাবলে' ওলালে,
মুখত চুমাৰে উলটি যে চালে, সেয়েহে বিজয়া মোৰ !
হাঁহিৰ মাজেদি আহিলে শাৰদা, অশ্ৰুৰ মাজেদি যায়
মিলিছে আবাল বৃদ্ধ-বনিতা,
মেলানি মাগিছে মেলান সবিতা,
নেকান্দি কান্দিছে নৈ পাৰে পাৰে শাৰদাৰ মুখনি চাই ?
উটালে উটালে সোণালী প্ৰতিমা, জগত্ এন্ধাৰ হ'ল !—

চকুত পানীৰে যত নৰ নাৰী
শূন্য ঘৰলৈ আহে মন মাৰি'—
ঘৰে ঘৰে আজি কান্দে মেনকাই—"উমা মোৰ ওলাই গ'ল !"
জড় তটিনীৰ উকা বুকুখনি সোমায়ে কৰিলা পূৰ ;
নপূৰিলে মোৰ হিয়া অতদিন,
শাৰদা তোমাৰ নেবাজিল বীণ,
জড়-হৃদয়ত দিলা শতদল, আতো চোঁ মাৰাহি বুৰ।

---

## শাবল

পাটলি পুত্ৰৰ জাহ্নুবীৰ তীৰ,—
বিধিৰ আলেখ্য খনি,—
শ্যামল বননি শান্ত ৰুচিৰ,—
শ্বেত শতদল— ধৱল মন্দিৰ,
পুৰা বদালিত কৰে তিৰবিৰ,—
শঙ্খৰ গুঞ্জন ধ্বনি।—
কৰে দলে দলে সেৱকে কতনা
উদাত্ত সুৰৰ স্তুতি।
লাজে ভয়ে ধীৰে আকুল শাবল,
আঁজলিত ফুল, চকু চল চল,
আহে নত শিৰে হৃদয় বিহ্বল,
পৰে সি কথাতে ফুটি—
"যোৱা ৰাতি, প্ৰভো, মধু সপোনত
সাত সাগৰৰ মণি
জ্বলি জিলিকিল কি যে গোঁসানী !—
এতিয়াও সেই ময় চকুপানী।
এবাৰ এবাৰ চাবলৈ' দিবনে
সেয়েহে প্ৰতিমা খনি ?"
অবাক পূজাৰী দেখি চাতকৰ
আকুল কাতৰে নীৰ;
গলি যায় হিয়া নিদিয়ে বুলিব,—
বজাৰ মন্দিৰ নোৱাৰে পশিব।
কয় কয় কথা গুমৰে হিয়াত,—

পূজাৰী—নিমাত—থিৰ্।
"হে মোৰ প্ৰভো," বিনালে শাবলে,
"পুৱতি ৰাতিতে গঁই
পতিত-পাৱনী জাহ্নুৱী জলত
ঘহি মাজি হিয়া অনা শুতাহত
কলা ই ব্যাধৰ একে ৰঙ্গাতেজ
নিদিবনে দিবলই ?
নাম লবলৈ কলে পূজাৰীয়ে,
ফুটোনে নুফুটো হল,—
"আজিলে নহব,— অমাবস্যা ৰাতি !"
কথাটি শাবলে ললে মূৰ পাতি,
ঢালি জবা ফুল শিল সোপানত
নামেৰে আঁতৰি গ'ল।
গ'ল অমানিশা মুখ আমোলাই,
ফিৰালে ব্যাধৰ হিয়া,
"ঘূৰি অমাবস্যা"— একে সমিধান,
অভিজাত শিলা নগলে এধান ;
নাম বিনে তাৰ বুজিলে শাবলে
আৰু গতি নাইকিয়া।
কত অমাবস্যা আহি গুচি গ'ল,
নাহিল শাবল ঘূৰি।
নেজানিলে কেঁৱে কেনি কি লাগিল,
কোনে কান্দি ক'ত কেনি নিচুকিল ;
চলে ৰাজঘটা ৰাজ মন্দিৰত
কতটি বছৰ জুৰি।

*****

এদিনা হঠাৎ জাহ্নুৱী তীৰত
শান্ত সন্ন্যাসী বেশে
আহি সাধু এক পাতিলে আসন,
উজ্জল দুচকু ধ্যানত মগন,
মুখ চন্দ্ৰিকাৰ সৌম্য মূৰতি
উজলে কমল কেশে ;
সুধা পাখী কত চকোৰে চৌপাশে
মুগ্ধ নয়নে চাই।
নিজ কামে ৰক সেৱী সিপিনে,
ক'ৰে সি সন্ন্যাসী নেজানে নিচিনে ;—
আগচি সাধুৰে ধন্য মানিলে
পদধূলি দুটি পায়,—
"—হে গুৰুদেৱ, পৰেনে মনত
কত অমানিশা গই
দেৱী দৰ্শনৰ কিনো সি জুমুৰি-
বামণৰ জোন খোজা কি অমুৰি,—
উতলা প্ৰাণত ঢালিলে চেঁচনি
নাম লবলই কই ?"—
কয় পূজাৰীয়ে, "চিনাকি নিদিলে
এনেয়ে চিনাটি টান ;
তেতিয়া আছিল যাত্ৰা আবিলতা,
এতিয়া জলিছে চিৰ সফলতা !
ঘূৰি অমাবস্যা মেঘেখিলোঁ হয়
তোমাৰ মুখনি ম্লান।"
"হে গুৰুদেৱ," জনালে শাবলে
"দাস আজি পূৰ্ণ কাম।
অমাবস্যা মোৰ হ'ল যে পূৰ্ণিমা,
হৃদি মন্দিৰত জাগিল প্ৰতিমা,
সপোনত কৈয়ো জাগ্ৰত জ্যোতিৰে
নামীৰে জিলিকে নাম !
কলে গোঁসানীয়ে মাতৃৰ হাঁহিৰে,—
কিনো সেই বীণাৰ সুৰ,
'মোৰেই বুকুত সাজি সি মন্দিৰ
উৰালে নিচান আপোন কীৰ্ত্তিৰ,
চকুলোৰ টুকি থাকোঁ কেনেকই,-
কৰি দিয়ে মোক দূৰ।'
"কতনা ব্যাধৰ বালক বালিকা
আছে অলিন্দত ৰই,
জাতি-কালিমাত মুখনি মলিন,
আমনে জিমনে, হায় মাতৃহীন !
দীপালী মাজত গুমৰে আন্ধাৰ
আৰু সি আন্ধাৰ হই !
ক'তে জননীৰ প্ৰেম কৃপণতা
সন্তান মলিন বুলি,

অয় অলঙ্কাৰে আছে নৰ নাৰী,
দূৰে দূৰে হীন ফুৰে মন মাৰি ;
সন্তান নিকাৰ হৃদয়ে মাতৃৰ
থাকে কেনেকই ভুলি ?"
ক্ষুদ্ৰ মন্দিৰত অতি ক্ষুদ্ৰ হৈয়ে
নাই ব্ৰহ্মময়ী মোৰ ;
ওপৰে আকাশ— মুকলি মন্দিৰ—
তলেদি শ্যামলা মূৰতি দেবীৰ,
প্ৰশান্ত কোলাত মাতৃৰ চেনেহ
পৰাণ আজি যে ভোৰ !
ইমানে অমিয়া ইমান মাধুৰী
জননী হিয়াত জৰে !—
ধন্য মই, প্ৰভো, দিলে মোক নাম,
ধন্য হক আজি প্ৰাণৰ প্ৰনাম !"—
প্ৰাণৰ প্ৰণতি জনালে শাবলে
অশ্ৰু নয়নত জৰে,
—ক'ৰ একলব্য ক'তে জিলিকিল
মেঘেৰে জোনৰ দৰে !

---

# বশিষ্ঠাশ্ৰামত চিকাৰ

বন জুয়ে পুৰি বননি পতালে,
শিশু হাঁহিটিৰে সুৰাগ চৰালে,
শিশুৰ বুকুতে শিশুকি মিলালে,-
পহু পোৱালিটি নাচে যে অই !
তিনি বাই ভনী ললিত কলাৰ,—
দেখাদি লুকুৰা সুৰ একেথাৰ,—
মিলি কি তুলিছে জিলিৰ ঝঙ্কাৰ
তাহানি বীণৰ ৰণনে বই।
মৃগ আশ্ৰমৰ, নাই আজি তাৰ
বাধা দিবলই তাপস কুমাৰ,
মাতলে' তথাপি আছে মাতৃ যাৰ
ক'ত আছে তাৰ ভয়ৰে ঠাই ?
ব্যাধ যে নহয় চিকাৰীটি সউ,
থমকি শুনিব জিৰনীয়া মউ ;
আগতে চিকাৰ দেখিলে কি নউ,
মাৰে বন্দুকৰ কালাগ্নি জাঁই।
চাটি ফুটি কৰে পোৱালিটি পৰি,
লৰাৰ কান্দোন কান্দিলে চিঞৰি ;
চকিতা হৰিণী মৰণ পাহৰি
হিয়াৰ হুতাহে আহিল লৰি !
সুঙি সুঙি তেজ ঠৰ শিশুটিৰ
সেই চকু যুৰি,— কিযে অশ্ৰুনীৰ !—
হত্যাৰে উতলে বুকু চিকাৰীৰ,
ঘূৰি ললে গুলি উলাহে ভৰি।
কাষতে হৰিণী মূৰত টৌৱায়,
জীয়া যম তাই আৰু নডৰায়,
গলি যায় চকু ওপৰলে চাই,
কিনো সি বিননি ভেদি যে গ'ল !—
এই এই এই,— চকু পলকত
কিহৰ জমক উঠে আকাশত !
টনহি ছিগিল কি হৃদয়ত ?—
ব্যাধৰ দুবাহু স্তম্ভিত হ'ল !
সেয়েনে সেয়েনে প্ৰভাৱ তপৰ,
হঠাৎ জিলিকে তেজ বশিষ্ঠৰ ?
দুনাই দণ্ডেৰে আজি উদণ্ডৰ
সকলো শক্তি কৰিলে ক্ষয় !
আছাৰি পেলালে বন্দুক হাতৰ,
হিয়া ভুকু মাৰি চিকাৰী কাতৰ,
নমনিলে কেঁৰে কেনি দিলে লৰ,—
উকৰি উল্কা কেনি সি লয় !
কেঁৰে নমনিলে বন বালিকাই
বাখিলে হৰিণী ক'তে নিচুকাই ;
জনমলে এই জঁকাটি লুকায়
শ্যামল আঁচলে আবৰি ধৰি।
কিনো বাঁহী বায় অ'ৰে গৰখীয়া,
কাণে পাতি শুনা তাই নাইকিয়া;

বনে গজলীয়া ছাৱে হুমুনিয়া ;—
কোনে নাচি নাচি যাবনো মৰি !

******

বহু বৰ্ষ গ'ল,— গুৰুৰ আদেশ,
আহিল চিকাৰী সন্ন্যাসীৰ বেশ,
চিকাৰ থলীত খুৰুৱালে কেশ,
কৰিলে তৰ্পণ অশ্ৰুজলে।
অভিশপ্ত দেহি পৰি পাষাণত
কান্দে হুমাৰাৰে ঘোৰ সন্তাপত ;
পালে কি আদেশ এদিনা স্বপ্নত,
উটালে এন্ধাৰ জেউতিৰ ধলে !
আজি কি দেখিলোঁ, হে ঋষি মহান,
উন্মাৰ্গ জীৱত কৰুণা কল্যাণ ;
চিৰ মুক্ত হৈযে অনুতপ্ত প্ৰাণ,—
হৈকি অতীতৰ বিজুলী চঁক্ !
কোনে বোলে আজি ঋষি নাইকিয়া ?
জলে পাষাণতো ব্ৰহ্মৰ্ষিৰ হিয়া !
প্ৰণাম প্ৰণাম পীঠ পাষাণত,
তোমাত প্ৰণাম সাৰ্থক হ'ক।

---

# কৰ্ম্মনাশা

সুবদি সন্ধিয়া,— ধীৰ লুইতৰ তীৰ,
সুদিনৰ ৰতোৱাল সোণ জিলিকনি
মাৰ গ'ল ধীৰে ধীৰে ; সুনীল আকাশ
পৰি হৰি স্বৰ্ণ-মদ স্নিগ্ধ শান্ত তেজে
জিলিকিছে দেৱতাৰ তৰা নিৰ্ম্মালিৰে ;
শান্তিৰ ছবিটি পৰি নদীৰ বুকুত
নীৰবে বজালে বীণ,— প্ৰাণ মজি গ'ল !
ধীৰে ধীৰে ঘন হৈ — সন্ধিয়া এন্ধাৰ
নানিলে জোনকো এটি তৰা দিবলৈ ;
অতৰ্কিতে আঁচলেৰে ঢাকি দুই চকু
আঁকিলে মনৰ মাজে সপোন দেশৰ
অন্ধ বিভিষীকা এক, কিনো ছঁয়া ময়া !
তেনে সুদিনৰ এই মৰণ সন্ধিত,—
বিৰাগৰ ক্ষীণ ৰেখা শ্মশান শেষৰ,—
চকি চকি দিলে দেখা নিমাতে মনত !
নিৰাশ্বাস হৃদয়ত আশে আশ্বাসৰ,
দলে দলে আহি আজি তাপ-ক্লিষ্ট প্ৰাণে
নতশিৰে অপেক্ষিছে বাণী আচাৰ্য্যৰ
লৌহিত্য তীৰৰ সউ মৌন মন্দিৰত।
সৌম্য শান্ত ধ্যান মূৰ্ত্তি আচাৰ্য্য প্ৰবীন
জলদ গম্ভীৰ স্বৰে জনায় প্ৰাৰ্থনা ;
তন্ময় চিত্তেৰে থিৰ মুদ্ৰিত নয়নে
নৰ নাৰী নিৰ্ব্বিশেষে শুণে কাণ পাতি
"আন্ধাৰৰ সিটি পাৰে ঋলে জ্যোতিষ্মান,
দীপ্ত যাৰ জ্যোতি জালে নিখিল ভুৱন,
পৰম কৰুণাময় প্ৰেমৰ নিধান,
উদ্ভাসিত হোৱাঁ আজি এই মন্দিৰত।
আলোকত জ্যোতিস্নান কৰা জীৱকুল।
ঢালাঁ ঢালাঁ, দয়াময়, আলোক তোমাৰ
আলোক, আলোক আৰু আহক আলোক" !
প্ৰাৰ্থনাৰ সুৰে সুৰে, সঁচা আচৰিত,
জিলিকি পৰিল যেন সমস্ত মন্দিৰ !
মুদ্ৰিত নয়ন ভেদি উঠিল জলক !—
অৰ্দ্ধ নিমিলিত নেত্ৰে উদ্ভ্ৰান্ত যুৱকে
কাণতে প্ৰাৰ্থনা থই এই এতেপৰে
মনিচিল চকামকা নেজানো কি ধন,
হঠাৎ দেখিকি জ্যোতি আলোকেই বুলি,
পুলকে ৰোমাঞ্চ দেহা চকু মেলি চাই
উদ্গাৰিলে অজীৰ্ণতা উদাৰা কণ্ঠত—
"ঢু—ত চাৰ্চ্চ লাইট্—সউ জাহাজৰ !"

---

# শক্তি সঞ্চাৰ

ৰিণিকি শুনিলে ডাক মৰণৰ
কৰ্ম্ম জীৱনৰ সীমনা পাই,
ললে অৱসৰ ৰাঠোৰ ৰনুৱা
আৰু যে যুঁজত ধাউতি নাই।
গজ শিশু যেন দূৰত শ্যামল
হিমাদ্ৰি-শিশুৰ কাষত ঘৰ,
দাঁতিত জুৰিছে নামতী নিজৰা
সি কি অনাদিৰ মধুৰ স্বৰ !
পুত্ৰী পৰিবাৰ সামৰি হেপাহে
শেষৰ দিনটি আছৈগে বৈ,—
আনৰ কতনা ভাঙ্গি ছিঙ্গি বীণা
আপোনাৰ বীণা সাৱটি লৈ।
এদিনা কি হ'ব— আবেলি বেলিকা
দিহা দিহি কামে আঁতৰি গ'ল,
চালুকীয়া কৈ সৰু ছোৱালীটি
আগ চোতালতে অকলে ৰ'ল।
ছেগ চাই চাই কুকুৰ নেচীয়া
ধাপৰ জোপত আছিল বৈ,
সেনৰ চোঁচাত দেহি ছোৱালীটি
পোৱালি নিয়াদি গ'লহি লৈ।
পদূলি মূৰত অবাক ৰণুৱা,
কেনি সি আহিল ঢাপলি ধৰি,
পাচে পাচে চুপি গ'ল সি বাঘৰ
হিলৈ লগৰী ভৰসা কৰি।
বাঘ গৈ পালেগে হাবি গেজেপনি,
ইফালে সিফালে উলটি চাই,
থলে আলফুল মুখৰ ছোৱালী
হাবিৰ এফেৰি মুকলি পাই।
ওমলা লৰালে' সাপে কি, বাঘে কি,—
হাঁকৌলি ধৰে সি লগৰে বুলি !
আঁতৰত দেখি কঁপিল ৰণুৱা,
মাৰো বুলি লয় হাতৰে গুলি।
নেলাগি বাঘত হঠাতে জানোচা
লাগে পুতলিত কেনেবা কৰি !
তাইতো নহয় লোকৰ ছোৱালী
ঠাকে ঠিকে গুলি যাব যে পৰি।
পালে এটি খাল, যুঁজৰ চালেৰে
লুকাল ৰণুৱা সুবিধা চাই,
চৌৱালে ভিৰালে, চালে কতকই
কিনো কৰে বাঘে ধাতু যে যায় !
ই কি কোঁচ কৰে মূৰৰ কাষত—
কেঁটেৰে কেঁটি যে চকৰি গোম !
মাজ মূৰতেই মাৰে মাৰে খোঁট,
ভকৰে এজাৰ শিয়ৰে নোম,
বাঁৰে মাৰে খাপ, ইহাত লৰোঁতে
বন্দুক হঠাৎ গ'ল সি ফুটি,
কৰ নোৱাৰিলে মূৰ্চ্ছিত ৰণুৱা
মাটিত মুৰটি পৰিল লুটি !
হ'ল বজ্ৰপাত নিজমি হঠাৎ
নিটাল বননি নিথৰে ৰ'ল !—
কাল ভৈৰৱৰ আট্টহাস এটি
নিয়াতে নিবোলে জিকাৰি গ'ল !

জ্ঞান পাই ধীৰে দেখেকি ৰণুৱা
হাতৰ মুঠিত সাপটো মৰা,
চকতে উঠি সি এছাৰি পেলালে
হাতৰ মেৰোৱা ঠাৰিৰ পৰা।
উল টি দেখেকি—বুকু ঢুক্ ঢুক্,—
বাঘো সি মাটিত আছে যে পৰি !
হিলৈত গুলীৰে গ'ল ততোৱাল
পুতলিলে বুলি হতাহে কৰি।
দেখে দেখে ইকি ! আঁহে খিলু খিলু,
নিগ্ৰোটিক দেহি পুতলি আৰ !
ইমান আনন্দ হিয়াত নধৰে
ৰ'লে দুচকুৰ দুধাৰি ধাৰ !
কলে ধীৰে ধীৰে অনাথপনে' কণ্ঠ—
চকুৰেদি যেন চিন্তা পৰি যায়—
"ওৰে জীৱনৰ নিজৰ হুঁচত,
আৰু কৰুণত চুমিলে হাত,"
সেই মোৰ হুঁচ নুমাই নিজেৰে
আজাৰত আজি দিলাহি মাত !

কোন তুমি ! কোন ? — মোৰ
সকলো গৰ্ব্ব কৰিলা চূৰ ?
মৰণতো মোৰ, হে সুমঙ্গল,
তোমাৰ ইচ্ছা হৱনে পূৰ !

---

# মিছা

মিছা সি মিছাতে থক,—কোনেনো কিটো কৰে ?
সচাঁ বোলাৰ খুজি হে সি নাকটো কটাই মৰে ।

---

# অবলাৰ বল

উজানৰ গাৰী আহিল গ'ল,
কিমানে উঠিল কিমানে ৰ'ল !—
যাত্ৰীৰ জাকত জিলিকি আহিছে'
কামিনী কাঞ্চন এখন ছবি,—
এতিয়াও আছে দিনৰ পোহৰ
অস্তগিৰিৰ শিৰত ৰবি ।

নগৰ সাৰথি একেটি লক্ষ্য,
আৰু কোনো নাই আগ পাচ ধৰা,
ঘোৰাৰ গাৰীৰ দুষ্ট চালকে
টিকাৰ বিচাৰি হাতত পাই
ভাৰেৰে পৰি তুলিলে গাৰীত
দাম দৰৰ যে কথাই নাই ।

ঠাই ঠিকনা জানিব পাৰি
ঘৰ্ ঘৰ্ ঘৰ্ চলিল গাৰী,
দোকান বজাৰ পাছত পৰিল,
আৰু চালকৰ কোনে পাতে ।
এপৰৰ বাট এনে পৰ লগাই
নিয়ে সি পৰাই দূৰণ বাটে ।

লোকালয়ৰ বহদূৰ,
আছে ওন্দোলাই দিনৰ জুৰ,
চকুৰে মনাত জন প্ৰাণী নাই,
আহিল তেনেটি ছেগকে চাই ।
যাত্ৰীও নামিল জুৰ লৰলাই
জোপাৰ আঁৰৰ নিজৰী পাই ।

নগৰ সহায় গাৰীত থই
চালক গ'ল নিজৰী লই ।
অচল অটল—নিজ মৰ্য্যদাত
গম্ভীৰ যাত্ৰী,—নুবুজে মন ;
মনতকৈও গলৰ সোণত
মন যে চালকৰ উচ্চাটন !

হঠাৎ যাত্ৰী দেখি কি ঘূৰি,—
চমকে তাৰ তীখ্যল ছুৰী
সিকি দানহৰ বিকট মুখ,
কি কালান্তক বীভচ ৰাগে,
বজ্ৰতো কঠিন চকুৰ দৃষ্টি,—
সোণৰ যত গহনা লাগে !

এক্কাৰ, এক্কাৰ !— কথাই নাটে !—
চমকে ছুৰিকা বিজুলী ছাটে !—
ময় ধাৰাসাৰে অবলাৰ বল
আতুৰ দুটি সেই চকুৰ জল'
মাটিত মুৰেৰে মিনতি জনালে ;
নাই পিশাচত নফলে ফল ।

খাউলি ধৰি সি নাৰীৰ গাত
ভীষন ছুৰীৰে কৰচি দাঁত
অবলা নাৰীৰ কোমল হিয়াত
এই দিয়ে দিয়ে দাৰুণ ছোট,
ফঁচ কৰে জঁকি কাল ভুজঙ্গমে
হঠাৎ মাৰিলে মূৰত খোঁট ।

তীব্ৰ বিষৰ দাহত জলি
হাতৰ ছুৰীৰে পৰে সি ঢলি !—
অবলা কামিনী, নুবুজিলে একো—
হায়, ইয়া জান,—কিটোনো হ'ল ।

চট-ফট কৰে চালক ঘাতকে,
ক'ৰে সি সাপ কেনিনো গ'ল।

মৃত্যুৰ যাতনা !— উস্ ভয়ঙ্কৰ !—
কঁপে কামিনীৰ হিয়া থৰ্ থৰ্ !
পাহৰিলে দেহি নিজৰ বিলাই,
উচুপি বিনালে শূন্যলৈ চাই,—
"কি হ'ল কি হ'ল ! মোৰ কাৰণেই
জীৱ এটি এই মৰি যে যায় !

নিয়াঁ নিয়াঁ মোৰ এই অলঙ্কাৰ,
দিয়াঁহি জীৱন সললিত তাৰ" ।—
থোকা থুকি মাত নিগৰে হিয়াৰ,
কঁপি দুটি ওঠ, নুফুটা হ'ল ;
দৰ্ দৰ্ ধাৰে শেঁতা দুগালত
অশ্ৰু দুধাৰা বৈ বৈ গ'ল ।

আহে অশ্বাৰোহী — যাত্ৰীৰ ভাই,—
নাই "শঙ্খ বেজ" নেপালে নাই।
মনত পৰিলে কান্দে দেহি আজি
সেই বুকুজলা নিজৰী পাৰ,
সেই প্ৰকৃতিৰ অশ্ৰুৰে বলোৱা
মহা প্ৰকৃতিৰ কৰুণা ধাৰ ।

---

# টোটয় পঞ্চক

ভনিবা যদি টোটয় ছন্দ ৰচাঁ ।
ৰচি ছন্দ-অনাটন-লাজ মচাঁ ।
ৰচি আপুনি খাটি কি পাতি সভা
শুভ বাৰত মানৱ পত্ৰ লভাঁ ।
লভি মান্য নিজে অৱধান কৰাঁ,
কৰি কাব্য মিছা নিগমে নমৰাঁ ।
মৰিবা ৰচিলে,—উপহাৰ বিনে
বিনয়ে বিকিলে কিনিও নিকিনে ।
কিনি কাব্য শুনাব কথা ৰষমে,—
সময়োচিত ছন্দ বিনা নজমে ।
জমকা ভমকা নহলে সি লিখা,
লিখি বিত্ত বিপত্তি কি নিত্য শিকাঁ ;
শিকি শূণ্য কৰে ফিৰিবা ভৱনে,—
বনিতা কবিতা শুনিবা সঘনে ।
ঘিণতে খুজি যে নিনিয়া কবিতা
বিতৰাঁ—খৰচে চৰচে দুহিতা ।
হিত পুস্তক কীটৰ ভোগ্য নিতে,
নতু পিণ্ড সি যাচিব জীবিততে ।
তুতি টোটয় ভোজ বিনে নুশুনে ;
শুনি আৰু কি তাবিব ইন্দ্ৰ ভনে ।

---

(†অকাৰন্ত ব্যঞ্জনত হসন্তৰ উচ্চাৰণ কৰিব নেলাগে ।)

# দুৰ্ব্বাসা

প্ৰলয়ৰ ভূমিকম্প তুমি ভয়ঙ্কৰ,
হে ঋষি দুৰ্ব্বাসা !
আতঙ্ক অতীত !—নামে কঁপে কলেবৰ,
স্তব্ধ হয় ভাষা !,
ব্ৰহ্ম অস্ত্ৰ নিয়তিৰ, স্বপ্ন সপোনতে
কৰি ছাৰখাৰ,
উন্মাৰ্গ আশাৰ অস্ত্ৰী ছিজি পলকতে
তোলা হাহাকাৰ !
ভ্ৰূকুটি কটাক্ষে শাপি ভাৰ্য্যা আপোনাৰ
দগ্ধ কৰি দিলা,
অতিৰিক্ত অপৰাধ এটি অৱলাৰ
তাকো নসহিলা ?
আৰু কি সহিবা তুমি বজ্ৰ সুকঠিন,—
সেই শকুন্তলা,—

*(বাতৰি কাকতত এনে ধৰণৰ কাহিনী এটা পঢ়ি লিখা ।)

আহি নাহে প্ৰিয় যাৰ, ক্ষণে যায় দিন,-
হৃদয় উতলা ?
পুষ্পিতাৰ প্ৰেমোন্মেষ, ত্ৰুটি অকিঞ্চিত,
তাতে অভিশাপ ?—
অনাঘ্ৰাত মল্লিকাৰ মুকলি কলিত
কি যে তীব্ৰ তাপ !
ঋষি তুমি, সুৰধুনী নমালা শাপত,
শান্ত হ'ল চিত,
ফলি গ'ল নন্দনৰ প্ৰান্ত-আশ্ৰমত
মিলন সঙ্গীত !

নোহোৱা নোহোৱা তুমি যন্ত্ৰ সংহাৰৰ,—
মূৰ্ত্ত হুতাশন,—
যজ্ঞৰ অনলে জ্বালি দৰিদ্ৰৰ ঘৰ
শুনাবা ক্ৰন্দন ।
নিৰ্বাসিত পাণ্ডুপুত্ৰ ঋষি কোপানলে
জলাবৰ মনে
প্ৰেৰিল তোমাক যত্নে প্ৰাৰ্থনাৰ ছলে
ক্ৰূৰ দুৰ্য্যোধনে ;
যেই কি পৰিল জলি অন্তৰ দৃষ্টিত—
দীন নাৰায়ণ,
তুষ্ট তুমি, কৰি গ'লা আত্মাৰ তুষ্টিত
শান্তি বৰিষণ !

ভাৰত বিজয়ী বীৰ দৃপ্ত যদুকুল,
হৰি পৰিজন,
কিবা সি পয়োভৰ, বিক্ৰমে অতুল
স্তম্ভিত ভুবন !
তাচ্ছিল্য কৰিলে যেই তেজ ব্ৰহ্মৰ্ষিৰ
জলিলা হঠাৎ ;
বিশ্ব দাহী স্ফুলিঙ্গত দাৰুণ শাপৰ
সবংশে নিপাত ।
অদ্ভুত উত্থান এনে অকস্মাৎ তাৰ
অদ্ভুত পতন,
অঘটন ঘটনৰ ক্ৰোধাগ্নি তোমাৰ
হ'ল প্ৰয়োজন ।

জিকাৰে দুৰ্দ্দম হিয়া পৰিলে মনত
প্ৰভাসৰ তীৰ,
কি যে তীব্ৰ দীৰ্ঘশ্বাস বলে শ্মশানত !
— নাই যদুবীৰ !

দুৰ্জ্জেয় তোমাৰ কৃতি ! কোৰাঁ কোন সতে
পৰীক্ষা উৎকট
দিলা আনি সৌমিত্ৰিক, একে মুহূৰ্ত্ততে
উভয় সঙ্কট ?—
শ্ৰীৰাম বৰ্জ্জন, নতু সবংশে নিধন !—
সি কি বজ্ৰপাত !
ৰাৱণৰ শক্তিশেল—কালাগ্নি দাহন—
তুচ্ছ তুলনাত ।
অনাহাৰে অনিদ্ৰায় ফুৰি ৰনে বনে,
প্ৰিয়া পৰিহৰি
সেবিছিল প্ৰাণ ভৰি কায়বাক্য মনে
চৰণত পৰি,
জীৱন সৰ্ব্বস্ব ত্যজি দেৱতা প্ৰাণৰ
চিৰ নিৰ্ব্বাসন !
নতু মধ্য গগণত সূৰ্য্য বংশৰ
সমূলে নিধন !
ত্যাগী বীৰ ৰামানুজ, স্বেচ্ছায় শিৰত
ললে অভিশাপ ;
নিজে মজি জিলিকালে স্নিগ্ধ কিৰণত
কুলৰ প্ৰতাপ !
ইন্দ্ৰজিত জিতি বীৰ অতুল তেজেৰে
তত নজলিল,
জীৱনেৰে জীৱনৰ সৰ্বস্ব ত্যাগৰে
যেনে জিলিকিল !

দ্বিজশ্ৰেষ্ঠ বিধানত ৰজা অম্বৰীষ
ভক্তৰ প্ৰধান,—
পাৰণ ক্ষণত কৰে—ভয়ে বিমৰিষ—
জলকণা পান !
অভুক্ত অতিথি তুমি, জলি ক্ৰোধাগ্নিত
কৰিলা সৃজন

খড়্গা হস্তা কৃত্যা ঘোৰ—তেজে উত্তেজিত—
নাশৰ কাৰণ ।
প্ৰণতৰ বৰাভয় দীপ্ত সুদৰ্শনে
ৰাখিলে আগুৰি,
অনীতিৰে ব্ৰহ্মতেজ জ্বলে অকাৰণে,
উঠে জ্বলি পুৰি ।
শিশুপাল—শিৰশ্চেদী দেখি ভক্তদ্বেষ
ক্ৰোধোদ্দীপ্ত হই
দুৰ্নীতি যমৰো যম, চক্ৰায়ুধ শেষ,
লৰে ঋষি লই !
ৰক্ষা নাই, ৰক্ষা নাই ক্ৰোধান্ধ ঋষিৰ,
ধায় সুদৰ্শন !—
আতঙ্কৰ উপহাস,—হাঁহি পৃথিৱীৰ,—
কৰে পলায়ন !
যোগ পথে ব্ৰহ্মলোকে কৰিলে প্ৰয়ান,
—বিৰিঞ্চি নিমাত !
ৰক্ষা নাই, ৰক্ষা নাই ক্ৰোধান্ধৰ প্ৰাণ
কৰে ভস্মসাৎ !
যোগ পথে ৰুদ্ৰলোক কৰিলে প্ৰৱেশ,
ভোলা নিৰাশ্বাস !
ৰক্ষা নাই, ৰক্ষা নাই ক্ৰোধান্ধৰ শেষ—
হয় সৰ্ব্বনাশ !
যোগ পথে বিষ্ণুলোক উধাতুৰে পশি
কৰিলে বিনয়,
শুনিলে বিষ্ণুৰ বাণী ভয়াতুৰ ঋষি
নুগুচিলে ভয়—
"মহা ভক্ত অম্বৰীষ—কিয় অকাৰণে
কৰা অবিচাৰ ?
ৰজাৰ আশ্ৰয় লোৱাঁ, নেৰে সুদৰ্শনে
—যাব হাহাকাৰ !"

ঘূৰিল ঘূৰিল ঋষি উদ্দেশ্যে ৰজাৰ,
—কণ্ঠাগত প্ৰাণ,
গগন বিদাৰি তোলে ভীষণ চিৎকাৰ,
—চূৰ্ণ অভিমান !
কঁপিল পৃথিৱী স্বৰ্গ দেখি আতঙ্কত
ঋষিৰ নিকাৰ,
কৰে কি ব্ৰহ্মাণ্ড ভেদি তীব্ৰ চিঞৰত
ভুলৰ স্বীকাৰ ।
পাচে পাচে জ্বলি যায় নেৰে সুদৰ্শনে,
ঋষি উপনীত
অম্বৰীষ সমীপত,—কঁপে ঘনে ঘনে ;
ৰজা আচৰিত !
কৰ যোৰে কয় ঋষি,—বলে অশ্ৰুনীৰ,—
"ক্ষমা-ক্ষমা ক্ষমা—!
থোকা থুকি বাজে কথা—আকুল অধীৰ
ভয়ত নিজমা ।
প্ৰাণেৰে আবৰি ৰাখে ঋষিৰ পৰাণ
ভক্ত অম্বৰীষে,
ক্ষান্ত শান্ত সুদৰ্শন হ'ল অন্তৰ্দ্ধান
পৰম হৰিষে ।
যোগত জানিলা যেই প্ৰমাদৰ বাবে
নীতিৰ লঙ্ঘন,
অনীতিৰ শাস্তি নিজে এনে তীব্ৰ ভাবে
কৰিলা গ্ৰহন ।
ভক্তিৰ প্ৰচাৰ কল্লে—এই আৰ্ত্তনাদ !
তেজস্বী মহান !
কোনে লয় তুমি বিনে বিশ্ব নিন্দা বাদ
অত অপমান ?
বিষ পায়ী নীলকণ্ঠ দেহেৰে ঋষিৰ,—
ৰুদ্ৰ অৱতাৰ !
চিৰ বিভীষিকা তুমি ভ্ৰষ্ট অনীতিৰ !
লোৱাঁ নমস্কাৰ !

---

## আয়ুসৰ—দুৰ্ভাগ্য

ৰোগী যদি ভাল হ'ল বৈদ্যাই জীয়ায়,
কেনেবাকে মৰে যদি আয়ুসেই নাই ।

---

# আশা

হৃদি নিকুঞ্জত কোন তুমি মোৰ
জীৱন অমিয়া বাহিনী ?
নোহোৱানে তুমি ক্ষীৰোদ তীৰৰ
দৈত্য দেৱতা মোহিনী ?—
প্ৰেমে চল চল নয়ন অধীৰা
দানি দনুজক ৰূপৰ মদিৰা,
মৰণ বিজয়ী অমৃত নিজৰা
দিলা দেৱতাক দান ।
মুখতে মধুৰ সুৰৰ গমকে,
অসীম সুন্দৰ ৰূপৰ চমকে
নিয়া কি লাসেৰে চকুৰ পলকে
দেৱ দানৱৰ প্ৰাণ !
হঠাতে লুকালা মধু হাঁহিটিত,—
পূৰি যে নুপূৰে কামনা ;
উৰি গ'ল ৰূপ ৰূপ-পিপাসীৰ,
বুজিলে কেনে সি ছলনা !
কিয়নো বুজালা মোহন বাঁহীটি,
মনটি কৰিলা বলিয়া,
নোহোৱা যদিহে প্ৰাণ গোপিনীৰ
কালিন্দী কূলৰ কলীয়া ?
কাহিলি কাহিলি বাজিছে দূৰত,
আজলী হৰিণী মজিলে সুৰত,
বনৰ বাঁহীটি বাজে কি অনন্ত
কিনো সি মোহিনী তান !
নিৰ্ম্মম ব্যাধৰ শানিত ছুৰিকা,
নয়নে নপৰে ঘোৰ বিভীষিকা ।
সুৰত বাউলী ফুৰিছে ৰসিকা
কিয়নো নেৰাকা প্ৰাণ ?
জীৱ যায় যায়,—বনে ছাটি ফুটি,
তথাপি বজোৱা বাঁহীটি !

হাঁহিতে তোমাৰ ছাৰি হুমুনিয়া
নুমালে প্ৰাণৰ চাকিটি ।
মৃত্যুৰ সিপাৰে জীয়াৰ ধাউতি,
ইপাৰে উঠিছে ৰিণিকি
ভীষন-আন্ধাৰ,—কাৰ অভিসাৰ ?
বাজে যে নেপুৰ ঝিনিকি ?
অচল জঙ্গম পৰাণী যতনা,—
নিমাত নিবোল জড়ৰ চেতনা,—
অন্তৰত তাৰ কাৰ ই মূৰ্চ্ছনা
উঠিল ব্ৰহ্মাণ্ড ভেদি ?
কুল্ কুল্ কুল্ বলিছে তটিনী,
তালে তালে গায় কাৰে সি ৰাগিনী ?
লৰে অবিৰল কেনিনো নিচিনি
পথৰ সংশয় ছেদি ?
মেলা চকু চাই বান্ধিলা কিহেৰে
নেজানো কিটোনো খেলিছা !
আকুল দেহিটি ধ্ৰুৱৰ পথত
বাঘেৰে হৰিটি সাজিছা ।
সোণালী শিশুৰ অকনি প্ৰাণেৰে
শুনিলে বাঁহীটি অকনি,
জুনুকা-বানৰ মাজেদি বাজিল,
লাগিয়ে ভাগিলে মোহনি ।
গ'ল ধূলি খেলা,আহিল যৌৱন,
বাউলী সুৰত হ'ল উচাটন,
জিকাৰি উঠিল শত মুখে মন,
লৰে সফলতা খুজি ।
কোমলে কঠোৰে বাস্তব জগত,
গৰ্জ্জে ঈষা তাত,—বিৰোধ বিকট
সি যে ৰক্তবীজ শেষ তাৰ ক'ত
ওৰেটি জীৱন যুঁজি !
যশ বিদ্যা ধন ধৰাৰ গৌৰৱে
আটোপে উঠে যে উজলি,
বিষয়ৰ মাজে লাগিল মোহিনী,
উৰিল হিয়া সি উত্তলি ।
চকুৰ আকাশ আৰু উৰি যায়,

নিদিয়ে পৰশ এধানি ;
তাৰ সিটি পাৰে হাঁহিটি তোমাৰ
কান্দিছে চাতকে নেমানি।
দেশ হ'ল জয়, ক'ত ক্ষান্ত হয় ;
—সমগ্র পৃথিৱী কৰিব সি জয়,
অপূৰ্ণ পিয়াহ হুতাহেৰে ৰয়,
থাকিল স্বৰ্গ বাকী।
কৰি স্বৰ্গ জয় জঁকে ঘনে ঘনে,—
আৰু কিবা জয় চান্দে জানো মনে :
লক্ষ্মী গোলোকৰ হৰিলে ৰাৱণে,
ধৰিলে মৰণে ঢাকি।
বিশ্ব-গ্ৰাসী সেই দাৰুণ হুতাহ
কিয় হৃদয়ত জলোৱা,
মৰণ যদিহে সন্ধানৰ শেষ
কিয়নো বাঁহীটি বজোৱা ?
কৰা উপহাস দেখি সি বৃদ্ধৰ
ওঠত যমৰ কাকুতি ;—
দাঁত চকু কান গ'ল সৰি পৰি,
কঁপিছে হাতৰ লাখুটি ;
এটিয়াও তাৰে কৰা কি ধেমালি ?
ব্যাকুল কৰিলা সুৰ ঢালি ঢালি,
শুকান ডালত ধৰি ম'ৰা চালি
আৰু কি ফুলোৱা ফুল ?
ফুলোৱাঁ,—বুলোৱাঁ সুৰ সুদূৰৰ
ভেদি নিৰ্য্যাতন ঘোৰ নৰকৰ
জলক আভাস ক্ষীণ পোহৰৰ,
ভুলক নাৰকী কুল।
নেচাওঁ বুলি চাওঁ তোমাকেহে,
নধৰোঁ বুলিও ধৰিছোঁ ;
জীৱনে মৰণে জনমে জনমে
তানতে তোমাৰ মজিছোঁ।
পোৱাৰ মাজেদি নিয়া নোপোৱালে'
কাৰে বা এনেটি শকতি ?
কাৰে বা এনেটি ভুৱন মোহিনী
অনন্ত মধুৰ মূৰতি ?

নোহোৱানে তুমি বৰহী হিয়াৰ
মধু-মিলনৰ জাননী ঝঙ্কাৰ ?
পূব গগণত পূৰতি তৰাৰ
দিনৰ ভুমুকি হাঁহি ?
অথবা তুমি সি ধ্বনিটি শিঙাৰ
আন্ধাৰ অৰণ্যে পথ পাহৰাৰ,
বন্তি বিপদৰ বিবুধি নৌকাৰ
আছা সমুদ্ৰত ভাহি।
প্ৰিয় অভিজ্ঞান তুমি জানকীৰ,
সুঁৱৰি কান্দিছে কাতৰি,
কালিন্দী তীৰত কন্দা গোপিনীৰ
উদ্ধৱৰ তুমি বাতৰি।
নোহোৱা পূতনা, হেমা বিদ্যাধৰী—
হাঁহিৰে পৰাণ ঘাতিনী ;
তুমি শবৰীৰ প্ৰাণৰ দীপনা,—
অনন্ত জীৱন দায়িনী।
বিধতাৰ বৰ পৰি দানৱত
অত্যাচাৰে ধৰা কঁপে আতঙ্কত ;
তীব্ৰ ৰবি তাপ জিলিকি জোনত
জগত শীতল কৰে ;
নশ্বৰৰ মাজে দীপিতি তোমাৰ,—
জিলিকা অসাৰ প্ৰাণে কৰে সাৰ,—
হৰিলে নশ্বৰ তুলি হাহাকাৰ
সহ মৰণেৰে মৰে।
কি দোষ তোমাৰ ? কোৱাঁ দেবী মোৰ,
তুমি যে মুক্তি-দায়িনী।—
চিৰ-আনন্দৰ প্ৰেমৰ আহ্বান,
মহা শক্তি যোগ-বাহিনী।
অসীম ভূমাৰ জেউতিৰ ৰেখা ;
সেইহে অসীম পিপাসা ;
সুখ সি তোমাৰ মধু হাঁহিটিত,
দুখৰ দাৰুণ নিৰাশা।
বৰ্জ্জি বকুলৰ কামময়ী হাৰ,
মুঞ্জ মেখলাৰে জলাঁ জাতিস্কাৰ,
গৌৰি শিখৰৰ জ্যোতি গিৰিজাৰ

জলোৱাঁ হৃদয় জুৰি।
প্ৰলয়ৰ লীলা, নগণি শ্মশান,
জাগে যেন মোৰ প্ৰিয় পুণ্ডৰীক
আহিব এদিনা উৰি।
ভাগৰে অঘৰী !—আৰু কত ঘৰ
ঘূৰাই নিদিয়া তৰণি ?
তুমি জ্যোতি যাৰ সেই জ্যোতি লই
কেতিয়া নিবাহি, জননি !

---

## সন্ধ্যাৰ মেঘ

সউ সুদূৰত সন্ধ্যাৰ মেঘ আকাশ কোলাত উৰি
কৃতী ৰবিৰ বিদায় সভাত বহিল বেৰি কুৰি।

জৰাত জলে শিশুৰ বেশ,—ৰাতুল গোলক তুলি,
প্ৰখৰ ৰবিৰ শান্ত তেজ বিদায় বেলাত পৰি ;
অস্তাচলত ডুবিল ধীৰে—কাইলৈ আহিম বুলি ;—
আশাৰ জালত ফিৰিল মেঘ শূন্যত চালি ধৰি।

ৰাজ দৰ্শনৰ সাজৰ জমক তুলি তমস্কাৰ,
নহয় সিয়ে কৃতাৰ্থতা তল চকুৰে চায় ;
ওপৰ উদাৰ মেঘৰ দূত জীৱন সন্ধিয়াৰ,
তল জগতৰ উৰণ কথা তাত যে নুশুৱায়।

কিহৰ আশ্বাস ? বিদায় সভাৰ সি কি বাণী কই,
মূল তিৰঙ্গৰ আকাশ জুৰি দিলে সপোন মেলি।—
জিলিক মিলিক মহামণিৰ কি হাঁহিটি লই
সোণ চৰালে ধৰাৰ বুকুত, এইনো যাদু খেলি !
নিতৌ নতুন, ক্ষণে নতুন, ক'ত অন্ত তাৰ ;—
এইটি মিলে, সেইটি ফলে, সউ জিলিকাই
জাগিয়ে আছে তৃপ্তি সিয়ে, নাই নিছিগে ধাৰ ?—
অবাক হৈয়ো সুখ কি লাগে,—কোৱাৰ ভাষা নাই !

ক্ষন্তেকতে শূন্যৰ ফলিত নানান চিত্ৰ লেখি,
ইমান অসীম, ইমান কথা ইমান ছন্দে কলে,
পাই নেপালোঁ পাৰ যে তাৰ, মোহন ছবি দেখি ;—
হিয়াৰ মাজৰ গোপন তাঁৰত কিনো ৰণন থলে !

আলোক ৰঙ্গৰ অসীম খেলাত জীৱন মৰণ মিলে,
সন্ধ্যাৰ মেঘত পুৱাৰ ইকি জীয়াৰ আভাস দিলে !

---

## দেৱদাসী

কোন অনাদিৰ আদি যে সিদিনা, কোন অতীতত দূৰ,
যিদিনা বাজিলে প্ৰকাশ্যে বিশ্বত মহা প্ৰকৃতিৰ সুৰ !
অংভৃণ কন্যাৰ কি সেই ঘোষণা,-
মুগ্ধ মানসৰ জগালে চেতনা,—
"মানবী হৈয়ো যে চিন্ময়ী মই
অনন্ত মহিমাময়ী ;
পৰা শকতিৰ চাক্ষুষ ছবিটি,
অন্তৰত জ্বলে দেৱৰ দীপিতি,
লীলাৰ ছলেৰে গঢ়োঁ যে দেৱতা
বিশ্ব ভুবন জয়ী !" *

লুকোৱা কথাটি বিশ্ব বিকাশৰ—প্ৰচাৰ কেনেকে হ'ল ?
বিচাৰি ব্যাকুল বিজ্ঞান সিদিনা কেনেকৈ নিথৰে ৰ'ল !-
পৰা শকতিৰ লীলাতে ইচ্ছাৰ
চলিছে সৃষ্টি বিকাশৰ ধাৰ,
মানবী হিয়াত বীজ দেৱতাৰ,
মানবে দেৱতা হ'ল !

শত কোলাহল এই পাৰ্তনিৰ—
অন্ধ আকুলতা শিশু-ধৰণীৰ—
লৰিল বিচাৰি দেৱৰ পূৰ্ণতা
উৰ্দ্ধমুখে অবিৰল !

মানবী মনৰ মাধুৰীৰ বোলে গঢ়িলে দেৱতা তাৰ ;
দেৱ-দাপোনত নিজৰ মূৰতি জিলিকিল পৰিস্কাৰ।
সেই দিন ধৰি মন্দিৰে মন্দিৰে
বিশ্ব কাৰণৰ মধুৰ মূৰ্ত্তিৰে
জিকাৰি উঠিল পুলকে ভাৰত
তুলিকি আনন্দ গান।

(* দেবীসূক্তৰ এটি অংশৰ অতি ক্ষীণ আভাস।)

দেৱ বিগ্ৰহৰ গুচিল জড়তা,
দেৱতা আপোন, আপোনে দেৱতা,—
দেৱ মানৱৰ উৰি ব্যৱধান
চিনালে আপোন স্থান।

নাৰীৰ হিয়াৰে, হে দেৱদাসি, সাৰ্থক কৰিলা সুৰ।
অভ্ৰান্ত চিত্তে বলাই আনিলা অশান্ত হিয়াৰ জুৰ।
যিদিনা তুমি সি জাহ্নুবী তীৰত
অৰুণৰ মুখে মৌন মন্দিৰত
ৰঙা পদুমেৰে প্ৰাণ দেৱতাক
অশ্ৰুৰ অঞ্জলি দিয়া,

মাতি উঠিছিল পদুমে হাতৰ,
মাতি কি বলিলে অশ্ৰু নয়নৰ,
দিলা জিলিকাই দেৱ শৰীৰত
তোমাৰে যে সেই হিয়া।

প্ৰলোভন কত নাৰী হৃদয়ৰ লাজেৰে কেনি সি গ'ল!
অত হামৰাও তেজ মঙহৰ ক'তে সি নিচুকি ৰ'ল।
ভোগালী বিহুৰ এনে ভোগ থৈ
প্ৰাণৰ ক্ষুধাৰে লৰিছা কলৈ ?—
পোৱাৰ ওপৰে খুজি নোপোৱাটি
যোৱা যে যোগিনী সাজে ;

তৰি তৰ্ক জাল ভোগৰ জগতে
পিছলাব খোজে প্ৰতিটি খোজতে,
গজেন্দ্ৰ গতিৰে যোৱা কি গৰবে
গুৰু গঞ্জনাৰ মাজে !

আছা বুলি তুমি দেৱতাৰ দাসী সোণৰ সপোন ৰচি,
জলিছে আজিও সেই সুদিনৰ অখণ্ড প্ৰদীপ গছি !
ভগ্ন মন্দিৰত পিতৃ পুৰুষৰ
অত ছাঁই মাটি চিৰ হেপাহৰ,—
নিজে জলি পুৰি জালিছা শলিতা,
ৰাখিছা পোহৰ কই !

ঋষিৰ আশ্বাস নাৰীৰ নিষ্ঠাৰে
সজীৱ কৰিছা প্ৰাণ প্ৰতিষ্ঠাৰে,—
পতিত-পাৱনী জাহ্নুবী তুমি
কালৰ জাঁজৰি লই।

মনৰ মূৰ্ত্তিত, কনৌজ-নন্দিনি যাচিলা বৰণ মালা,
ভৰা আঁজলিৰে আপোন বিলায়ে ভুলিছা জীৱৰ জ্বালা ;
ক্ষীণ পোহৰেৰে সেৱা-চাকিটিৰ
টানিছা নীৰৱে,—ছবি প্ৰকৃতিৰ।—
দেৱতাৰ সেই মিলন সীমালে
নজলে আলোক য'ত।

বিচ্ছিন্ন ধাৰাত ইন্দ্ৰিয়-দাসৰ,
নোহোৱাতো দাসী মৰ-মানৱৰ ?—
দাসী দেৱতাৰ !—সেয়ে তো গৌৰৱ,
তাতেকে গৌৰৱ ক'ত ?

---

# জয়মতী

চিতোৰৰ দৰে এই অসমতো
সিদিনা আকাশ ছানি
চঁকি উঠিছিল ক'ৰে অশৰীৰী
"ম্যায় ভুখাঁ হু" বাণী !
নাৰী নিৰ্য্যাতন,— কি যে অশ্ৰুধল !—
আত্ম প্ৰতিষ্ঠাৰ ঘোৰ কোলাহল !
হিয়াৰে মহিষ— অবুজ শাসকে
ৰাজ্য নিয়ালে তল,
জগত কন্দুওৱা বলি—প্ৰতিকাৰ
অতি প্ৰয়োজন হ'ল।

এনে নিদাৰুণী, অৰে অ' নিয়তি,
ইমান পিয়াহ তোৰ !
চাতকী তৃষাৰে অনালি বনালি
লগালি তেজৰে মোৰ !—
"নেলাগে কথিৰ মহাপুৰুষৰ,
নেলাগে নেলাগে ৰাজ কোঁৱৰৰ,
নেলাগে বোৱাৰ লক্ষ যুবকে
তেজেৰে কপিলী নই ;

মহা সতী তেজ লাগে কাৰেঙৰ
আছে যদি আহাঁ লই।”
অশ্ৰু অত ধাৰ ৰাজ বোৱাৰীৰ
স্বামীৰ নিকাৰ চাই,
প্ৰাণ চুটি নিয়া অত হুমুনিয়া
সি কি বিফলে যায় ?

কমলা কুৱঁৰী কল্পনা লোকৰ
হ'ল মূৰ্ত্তিমতী তৃষিতা দেশৰ,
বাজিলে প্ৰাণত দেশৰ আহ্বান
যাচিলে স্বাৰ্থ বলি,
কাৰেঙৰ জয়া হাঁহে জেৰেঙাত
তেজৰে শলিতা জ্বলি !
দেশৰ কাৰণে আপোন হাতেৰে
স্বামীক সজাই দিলে,
মাতৃৰ আশীষ লৱ কুশ দুটি—
সখীয়ে সাবটি নিলে।

দিলে পাতি বুকু ৰাজ আক্ৰোহত,—
বিদৰে শেৱালি ঘোৰ আঘাতত !
যিমানে ভীষণ দৃঢ়তা জয়াৰ,
শান্তি সিমানে তাৰ !—
শিৰ দি কান্দিলে আকুল জনতা
দেখি সি অত্যাচাৰ !

মঙহ ছিটিকি দিয়ে তিতিকাৰ,
চ'কে ঘাতকৰ প্ৰাণ !
তথাপি জয়াৰ চকুৰ জেউতি
নহ'ল অকনো ম্লান।
নিৰ্ম্মম মৃত্যু উঠিল শিয়ৰি,
সহিব নোৱাৰি নিলেহি আৱৰি।
তুচ্ছ কৰিলে শান্তিৰ শেষ
জ্বলি অশেষত প্ৰাণ।
নৰৰ ধিক্কাৰ— লীলা নৃশংসৰ
হ'ল তাতে অৱসান !

অভাগা দেশৰ শেষৰ কল্যাণ,
স্বামী যে সজাতি তাৰ।
প্ৰাণেৰে আৱৰি স্বামীৰ পৰাণ
ললে বৰি হাঁহাকাৰ।
কি বা সি জয়াৰ বল-অবলাৰ,
স্বামী সন্তানত বিজুলী-সঞ্চাৰ !-
ধ্বংস কৰিলে শেষৰ বিক্ৰমে
আক্ৰমন বিজাতিৰ,
বিভূতি জ্ঞানেৰে জলাই তুলিলে
ম্লান মুখ অসমীৰ !
ইমান সহিষ্ণু, অটল ইমান !
ৰিজনিত জিলিকে কোন ?—
গদাৰ খোজেৰে নাম চাং সিও
পুৱা আকাশৰ জোন।
জড় জেৰেঙাৰ জঁকাটিলে চাই
কোনে আজি কান্দে 'জয়া নাই নাই' ?
তেজ মঙহত নাই জয়মতী,—
জয়া সি আত্মাৰ বল,
আদ্যা শক্তিৰ শকতি বিকাশি
দমিলে দানবী দল।

দেশৰ আত্মাত আতমা মিলাই
মৃত্যু কৰিলে জয়।
জিনি ধ্ৰুৱলোক জয়াৰ জেউতি
জ্বলে কিনো জ্যোতিৰ্ম্ময় !
কিয় বোলা তিথি ? কিয় অশ্ৰুনীৰ ?
জয়োৎসব আজি জয়া জননীৰ !
ভীষণ পৰীক্ষা আহিল নাৰীলে,
জয়া যে বিজয়া হ'ল।
তেজেৰে জলোৱা জোৰ জেৰেঙাৰ
যাউতি যুগলে ৰ'ল !
আনন্দ কৰাঁহি আজি অসমীয়া,
থাকিলে দেহত প্ৰাণ,
গোৱাঁহি গৰবে মিলি ভাই ভনী
জয়াৰ বিজয় গান।
অভিশপ্ত নৰ ! কৰাঁ নতশিৰ,
মাগাঁ ক্ষমা ভিক্ষা অসমী সতীৰ।

কি ভয়, কি ভয়, জয়া যাৰ জলে
চিৰ মুক্ত গগনত,—
ল'ৰা সি অসম, অসমা জীয়ৰী,—
চিৰ জয়ী সংগ্ৰামত !

---

# বাল্মীকি

ভিতৰি আন্ধাৰ, বাহিৰি পোহৰ,-
জাগে বিশ্ব—ভীতি জীৱ জগতৰ,
প্ৰকাশ বিচাৰি প্ৰথমে যিদিনা
আকুল তমসা তীৰ !
চিত্ত তপস্বীৰ উন্মুক্ত উদাৰ,—
সিকি শোকাশ্ৰুৰ অমিয় ঝঙ্কাৰ
উঠিল জিকাৰি প্ৰাণৰ ছন্দে
কিযে ধ্বনি ভাৰতীৰ !

অবাক আশ্ৰম—আবেগে অধীৰ !—
সুধা গন্ধে যেনে ক্ষীৰোদধি তীৰ,-
ক্ৰৌঞ্চ বধূৰ নয়ন জলেৰে
নয়ন মুকলি হ'ল,
হাঁহিলে তপন, হাঁহিলে চন্দ্ৰ,
মেঘে সি গাজিলে মধুৰ মন্দ্ৰ,
বিশ্ব-প্ৰীতিৰ পুৰাৰ হাঁহিৰে
জগত জিলিকি গ'ল !

ব্ৰহ্মানন্দ চৰণ পৰশি
কৰুণ ৰসেৰে অমৃত বৰষি,
কলকল নাদে সুৰ তৰঙ্গিনী
ভাৰতেদি বলোৱালা।
সুৰেৰে আকুল—কলা সুকুমাৰ—
প্ৰাণৰ পুলকে বলে শতধাৰ,
সুদূৰ দেশত উঠি ধ্বনি তাৰ
ভুলালে ভৱৰ জ্বালা !

সিকি বিশ্বৰূপ দেখি কবিতাৰ,
হে ঋষি কবি, কৰিলা প্ৰচাৰ
সসীম ভাষাৰে অসীম আভাস,-
ক'তেবা অবধি তাৰ !
সত্যৰ জ্যোতিত ভাবৰ লহৰি
খেলে জিলিমিলি প্ৰাণৰ পোহৰী,—
অতদিন যায়, জিলিকে তথাপি
নিত্ নতুনৰ ধাৰ।

মানৱ অশ্ৰুৰে অশ্ৰু প্ৰকৃতিৰ
মিলা কি মধুৰ গীতি ভাৰতীৰ !
তন্ত্ৰী ৰতানেৰে প্ৰাণত বিনালা,
নিখিলে শুনিছে ৰই।
আকুল সাগৰ, যাত্ৰী বিয়াকুল,
সুৰে সুৰে তাৰ জলি উঠে কূল,
সান্তনা কতনা হিয়া দাহনৰ
আহে নাচি নাচি বই !

সুখৰ শয্যাত বৰণে দুখৰ
মলচি দীনতা মৰ-মানৱৰ
দেৱৰো দেৱতা দিলা সাজি তাৰে
কৰালা বিশ্ব জয়।
অশ্ৰুৰ ৰাৰিষা ঘোৰ বিৰহত
মিলন মাধুৰী ফুটালা প্ৰাণত,
বিৰহী চকুৰ তুলি যৱনিকা
উৰালা মৃত্যু ভয়।

কিনো আতঙ্কেৰে ৰচি জ্যোতিৰ্ম্ময়,
ভাতৃ বিৰোধৰ ধ্ৰুৱ পৰাজয়—
কিস্কিন্ধ্যা লঙ্কাৰ ভীষণ শ্মশান—
কন্দুৱালা আজি ৰ'হ !
বিশ্ব গিলি ধৰা দাহে ৰাক্ষসৰ
লৰি হুতাহেৰে মহা মাণিকৰ
ভাৰতৰ বুকু ছিৰি লখিমীক
নিলে সি লঙ্কা লই,

আৰ্য্যৰ সাধনা, শক্তি অনাৰ্য্যৰ,—
হৰি হৰিজন মিলি ভাৰতৰ

একেটি মন্ত্ৰে গালে জয় গাঁথা
জিকাৰি জলধি তীৰ,
উদ্ধাৰি লক্ষ্মীক বিজয় ডঙ্কাৰে,
কঁপালা লঙ্কা প্ৰলয় হুঙ্কাৰে,
ভাৰতৰ ধন থলা লুকুৱাই
বুকু খুলি ভাৰতীৰ !
কিহৰ দুৰ্দ্দিন ? শুনা গগনত
বাজে সেই বীণা কিনো উলাহত !—
সত্যৰ জ্যোতিত নিত্য লীলা তাৰ
আহিব ভাগ্য ভাগি ।
দুনাই জাগিব সুপ্ত শকতি,
জাগি কি গাঠিব ভ্ৰাতাৰ সংহতি,
চাৰি আশ্ৰামৰ মিলি চাৰি ভাই
এবাৰ উঠাচো জাগি ।

চিৰ জয়োল্লাস ঋষিৰ—বাতৰি—
বীণাত তোমাৰ উঠেযে গুঞ্জৰি ;
গালাকি মধুৰ বিজয় প্ৰেৰণা,
বাল্মীকি কোকিল তুমি !

অশ্ৰুৰ নিজৰা সহ বেদনাৰ,—
অমৃত—অমৃত—দলিতা ধৰাৰ,
অমৃত তোমাৰ তপস্যা কঠোৰ,
অমৃত ভাৰতী ভূমি !

---

# বেদব্যাস

ঋষি তুমি আশ্চৰ্য্য ধৰাৰ !
ৰচা যে দূৰৰ কথা, লিখিলা কেনেকে'
জ্ঞানময় গ্ৰন্থ স্তুপাকাৰ ?
সিদ্ধিদাতা দেৱতাৰ চলন্তা লেখনি
নহলে যে লিখে সাধ্য কাৰ ?
তোমাতে সম্ভৱ নতু যোগ বলে যাৰ
চিৰ মুক্ত জ্ঞানৰ আকৰ,—
গোমুখী গঙ্গাৰ ধাৰ বই অনৰ্গল
নিজৰা সি ৰচিলে সাগৰ !
অলৌকিক জ্ঞান যেনে, শক্তি অনুৰূপ !—
জাগে নিতে ব্ৰহ্মৰ মূৰতি,
অখণ্ড প্ৰদীপ জ্বালি ঘৃতেৰে জ্ঞানৰ
ৰাতি দিন কৰা কি আৰতি !
চন্দ্ৰ-সূৰ্য্য অগণন তাৰা প্ৰদীপেৰে
মিলি গ'ল প্ৰদীপ তোমাৰ ।
মেঘ মন্দ্ৰ ধ্বনি গগনত,—তোমাৰে সি
সংকলিত বেদৰ ঝঙ্কাৰ !
কত জ্ঞান বিজ্ঞানেৰে, কত পুৰাণেৰে
প্ৰদীপৰ জেউতি উজ্জ্বল !
সুধাংশু কিৰণে কেনে পুণ্য প্ৰেৰণাৰ
উদ্দীপিত কৰে ভূমণ্ডল !

স্থূল সূক্ষ্ম জগতৰ সি কি সত্যধাৰ
কবিতাত কৰিলা প্ৰচাৰ ;—
প্ৰত্যক্ষে দেখিছোঁ যুদ্ধ কুৰু পাণ্ডৱৰ—
নিত্য লীলা বুদ্ধি আতমাৰ !
জীৱন যুঁজৰ জয় ভূত ভৱিষ্যৰ
যত চেষ্টা মানবী ভাগ্যত,
ভাৰতত নাই যিটি, নাই ভাৰতত !
বিশ্ব-বাৰ্ত্তা দিলা কি কাব্যত !
কৰ্ম্ম ভক্তি জ্ঞান গীতা সুধা-সমন্বয়
শুনালা সি বাণী নাৰায়নী,
অকূল সাগৰে মগ্ন আকুল যাত্ৰীক
দিয়ে কূল—ৰক্ষাৰ তৰণী ।

নোহোৱা কেৱলে কবি কল্পনা ৰাজ্যৰ
জিলিকিবা নাচি পখিলাৰে,
শাসিছা ভাৰত আজি, ঋষি চিৰঞ্জীৱ,
অতৰ্কিতে ন্যায়ৰ বিচাৰে ।
নুফুলালে জগতত আজি অত যুগে
এনে এটি কবি পাৰিজাত
প্ৰাণৰ সৌৰভে যাৰ বিৰাট জাতিৰ
সুবাসিত প্ৰতিটি চেষ্টাত !

তুলি মৃত্যু যৱনিকা দিলা যোগবলে
কিবা দৃষ্টি প্ৰত্যক্ষ দৰ্শন,
স্পষ্ট দিবা আলোকত জলি পৰকাল
জ্বলোৱালে অন্ধৰ নয়ন !
শোকাকুলা বিৰহিনী কুৰু কামিনীৰ
হত যত পতি পুত্ৰ বীৰ,
চকুত মিলালা সি কি প্ৰিয় সমাগম,
উতলিল নয়নৰ নীৰ !—
শান্তোজ্জ্বলা জাহ্নুবীৰ সেই যে কোলাত
বিৰহৰ মধু সম্মিলন,
জাগি ৰ'ল সংস্কাৰত এই ভাৰতৰ,—
সিটি পাৰে অনন্ত জীৱন !
তেজে তাৰ অগণিত ৰাজপুত নাৰী
হাঁহি কেনে কৰি অগ্নি-স্নান,
পাতি পাতি ললে বুকু প্ৰিয়ৰ পৰশ
প্ৰাণ ভৰা অমৃতৰ দান !

অসীম তোমাৰ তেজ, জলকে নয়ন,—
বিশ্ব জ্ঞান বেশেৰে ঋষিৰ,
চিৰ স্নাত কিৰণেৰে চূড়া হিমাদ্ৰিৰ,—
ভক্তি ভয়ে কৰোঁ নতশিৰ ।
তীব্ৰ তপস্যাৰ বলে জিনি ব্ৰহ্মলোক
ধন্য কৰি ভাৰতৰ প্ৰাণ,
কালিন্দী কুলত, ঋষি, কিনো দেখুৱালা
মানৱত পূৰ্ণ ভগবান !
মোহাচ্ছান্ন আৱৰণ কৰি উদ্ঘাটন
অন্ধকাৰ এই ধৰণীৰ,
বাজিছে তোমাৰ শঙ্খ, বীণা বাল্মীকিৰ,—
জলে কিনো ৰূপ ভাৰতীৰ ।

---

# কালিদাস

তোমাৰে নে বীণা বাজে গগনত
পৰাণ উতলা কই,
ৰণনত যাৰ অনন্ত মাধুৰী
জৰিছে নধৰা হই ?
সকলো ঋতুৰ সুষমা সম্ভাৰ,
দেৱ মানৱৰ অমিয়া ঝঙ্কাৰ
সৰিৎ সাগৰ, দূৰ হিমাদ্ৰিৰ
সকলো সুৰভি বাস,
বলেকি বীণাত—মধুৰ—মধুৰ,—
হে কবি কালিদাস !

সমালোচনাৰ প্ৰবন্ধে কতনা
তবে কি তৰ্ক জাল,
কোন শতাব্দিৰ বুকুত থাপিব
বিচাৰি তোমাৰ কাল ।
দিনৰ বাতৰি দিয়ে কি পুবত
শুক তাৰা দেহি হেৰালে দিনত,
অনাদি কালৰ গোপন কথাটি
কৈয়ে হেৰুৱালা কাল,—
সকলো কালৰ কবি কালিদাস !
—আৰু কি তৰ্ক জাল ?
ললিত ছন্দে স্পষ্ট উপমা
নাই যে উপমা তাৰ,
এনে বাগাৰ্থৰ প্ৰতিপত্তি লাভ
খেলালে কাব্যে কাৰ ?

স্বৰ্গ মৰ্ত্ত্য কৰি অতিক্ৰম
কবি জগতৰ বাণী অনুপম,
অখণ্ড পুণ্যৰ ছবি শকুন্তলা
ৰব তত দিন জলি,
ৰব যত দিন ৰেখা মালিনীৰ
ভাৰতী বুকুত বলি !
সুৰদি সুৰত ফুটি ফুটি যায়
কিবা দৃশ্য মনোহৰ !
ত্যাগেৰে উত্থান, ভোগেৰে পতন,
ৰঘু গিৰি তৰঙ্গৰ ।
উচ্চতম চূড়া ৰাম জানকীৰ,
চূড়ান্ত কৰিলা ধাৰামাধুৰীৰ !

বিৰহী যক্ষৰ নয়ন জলেৰে
মেঘৰ মূৰতি ৰচি
অলকা সপোনে বিশ্ব বিৰহৰ
দিলাহি দুচকু মচি।
বিশাল হৰ্ম্ম্যেৰে বিশালা নগৰী,—
ভোগে ভৰা ঐশ্বৰ্য্যৰ,
নিতে নৱ তৃপ্তি, নিতে মহোৎসব
কত কিযে বিলাসৰ! —
তাতো যে হিয়াৰ খুলি বাতায়ন
তৃষিত নয়নে কৰা নিৰীক্ষণ
শান্ত হৰিণীৰ লতা সহকাৰে
হোম-গন্ধী তপোবন!
শত কলৰৱ মিলি কৰে য'ত
প্ৰণৱৰ উচ্চাৰণ!

দেৱ সমাজৰ প্ৰেমৰ আদৰ্শ
আহেকি অমৃত ভাহি,
নীল-লোহিতেৰে উমা মিলনৰ
লাজুকী চকুৰ হাঁহি
পৰিল শিৰত,—সফল সাধনা,—
ফুলাৰ আগতে ফলিল প্ৰাৰ্থনা!
হৰিলে তোমাৰ পুনৰ জনম,
হৰিলে মৰণ ভয়,
বৰ পুত্ৰ তুমি দেৱী ভাৰতীৰ,—
বিশ্বত তোমাৰ জয়!

---

# উৰ্ব্বশী

সদায়ে ষোড়শী তুমি,—হে দেৱী উৰ্ব্বশী!
ৰুদ্ধ কৰি কালৰ প্ৰবাহ
অম্লান-পঙ্কজ পাহি চিৰ যৌবনেৰে
নন্দনৰ জলন্ত হেপাহ!

অথবা লীলাৰ ছলে বিধ্বংসীয়া কালে
ভাঙ্গে গঢ়ে ঊৰ্ম্মি সাগৰত,
নিছিগা ধাৰেৰে তুমি চুমা কিৰণৰ
জ্যোতি-ৰেখা লহৰি শিৰত।

—সি কি পুষ্প বৰিষণ, জ্বলে ইন্দ্ৰ ধনু,
ঢউ খেলা কাকলি হংসৰ,
মাজেদি বলে কি নাচি স্বৰ্ণ মন্দাকিনী—
ৰঙ্গ ভূমি কিনো নন্দনৰ!
খঞ্জন নৰ্ত্তকী তুমি লীলা কমলেৰে
থাকি থাকি হাঁহি দেখা দিয়া;—
মাতি উঠে দেৱকুল ৰূপ মদিৰাত,
মজি যায় মদনৰো হিয়া!
স্বপ্নৰো সপোন তুমি জীৱন্ত কৰিলা
শৃঙ্গাৰৰ অভিনয় নাচ।
উদ্দেশ্য সাধন হ'ল,—সাজি বিধতাই
হেৰুৱালে গঢ়নৰ সাঁচ।

এনে ধনে দেৱতাৰ বৰিলে মানৱ
ত্যজি মায়া নন্দন বনৰ,
দেৱ হিতে আয়ু যাৰ ৰত্ন পুৰূৰৱা
জয় মালা ললে যৌৱনৰ।
মিলি গ'ল ধনে ৰত্নে কুসুম শৰত,
পৃথিবীত হাঁহে পাৰিজাতে,
পৰ্ব্বতে কাননে কত ফুলালে অশোক
নৰ্ত্তকীৰ চৰণ আঘাতে!
যৌৱনৰ ফুল পাহি যেই কি ফলিল,
উৰি গ'ল বধূ কোকিলৰ,
পুৰূৰৱা হৃদয়ত নুমাল প্ৰদীপ
অশ্ৰুকনা সৰে হেমন্তৰ!

কি কৰিলা মুগ্ধা তুমি, মদভৰে পুনু
যাচিলাহি মানৱত প্ৰাণ?
নহয় সামান্য যমী, পাৰ্থ গুড়া কেশ,
চোৰাঁ চোৰাঁ কৰে প্ৰত্যাখান।
ভীষণ উপেক্ষা সি কি মত্তা মানিনীৰ!—
বাজি গ'ল প্ৰাণত ধিক্কাৰ!

জাগিল বিৰাগ তীব্ৰ অসতী বৃত্তিত
নন্দনৰ বাৰ বনিতাৰ।
কোনে কয় শাপ ভ্ৰষ্টা তুমি ? লাজে ক্ৰোধে
জৰ্জ্জৰিত নাৰীৰ হৃদয়,
যোগিনীৰ বেশে সাজি অনুতপ্ত প্ৰাণে
লৌহিত্যত ললাহি আশ্ৰয়।
ভস্মীভূত কামদেৱে পালে ৰূপ য'ত,
কামৰূপ কাম্য ভূমি এই,
বৃক্ষৰ মেখলা সাজে বাজে গিৰিজাৰ
প্ৰেম বীণা শুনা ইয়াতেই !

হৰৰ চৰণ তলে আনত মস্তকে
কলেৱৰ ভস্মেৰে ধূসৰ,
অচল শিলাৰ হিয়া ৰিক্ত কৰি দিলা
যৌবনৰ পূৰ্ণ পয়োভৰ !
লৌহিত্যৰ যৌবনত শুনোৱা গভীৰ
আদি-সৃষ্টি জলৰ হুঙ্কাৰ
উমানন্দ নীলাচল কৰি মুখৰিত
উঠে ধ্বনি অনাদি ওঙ্কাৰ !
গাই থাকাঁ গাই থাকাঁ, তাপসি উৰ্বশী,
নাদ-বিন্দু পৰম ব্ৰহ্মৰ ;
শান্ত হক উন্মাদনা জনম ভূমিৰ
শুনি শুনি সেই কলস্বৰ !

---

# সন্ন্যাসিনী

নিজান শ্মাশান !—কিযে বিননি নিটাল,
উচুপি উচুপি বয় অতি ধীৰে ধীৰে
চকুলোৰে মলিয়ন সঁউ জুৰিটিৰে !
শিমলু শগুণ বাহী মাত্ৰ একে ডাল
খুৰোৱা মুৰেৰে কান্দে জাগি তাৰ তীৰে !

করুণ মূৰতি এক সেই তৰু তলে
জটাজালে সন্ন্যাসিনী নয়ন উজ্জ্বল—
কিনো শৈৱালেৰে দেহি ম্লান শতদল !—
পূৰবী ৰাগিনী এক নীৰবে নিৰলে
শ্মশানেদি কান্দি যেন এই বাজি গল !

অদূৰত কোন সঁউ আহে এক নাৰী,—
মূৰ্ত্তিমতী আকুলতা,—কিবা কি বিচাৰি
সোধে আহি হুতাহেৰে হিয়া ভুকু মাৰি,—
"কবানে কবানে, আই, কথা একেষাৰি ?"—
কঁপি কঁপি যায় মাত হৃদয় জিকাৰি,—

"মৰিলে দিয়েহি দেখা কেনেকে মাতিলে ?
মোৰাৰী সোণৰ মোৰ লৰাটি যে, আই,
সঁউৰা ইয়াতে তাক দিলে কৰি ছাঁই
চাওঁতে চকুতে গ'ল,—কপালে নাটিলে !
অতকই মাতোঁ কান্দি মাত তেও নাই।

বিয়ালই বুলি তাৰ জুৰিছিলোঁ তাঁত,
তাপৰোৱা তাঁত সিও মাৰে পুৰি ডেই ;
ছিঙ্গি ভাঙ্গি আনি তাকো দিলোঁ লগতেই,—
শাঁখিনী চিতাৰ জুই পৰি গ'ল শাঁত,
নপৰিল হিয়া শাঁত জ্বলিছে তাতেই !

হাঁহি দিলে খেল্ খেল্ শুনি সন্ন্যাসিনী,
শিয়ৰি উঠিল সি কি ভীষণ শ্মশান,
চমকি তবধ হ'ল পুত্ৰ হীনা প্ৰাণ,—
নাৰী-হিয়া নুবুজে ডাকিনী
এনে তিতা বিননিতো নিতিতে পাষান !

ক'লে যোগিনীয়ে, "তই মোতোকে পাগলী,
এটি লৰা হেৰুৱায়ে কান্দ অতকই ?
শুনিবি শুনিবি, কি যে কান্দি কাটি মই
পৃথিবী বুৰাব খুজি আহিলোঁ উফৰি ?—
নাই মোৰ কোনো আজি তুলি লবলই !

"কাণ সমনীয়া মোৰো পুতলি সোণৰ
অশোকাষ্টমীলে' গ'ল পিতাকৰ স'তে,

পিতা পুত্ৰ দুয়োটিয়ে ৰ'ল লুইতত !—
ফিৰি যাত্ৰী পান কৰি কলি অশোকৰ
বোৱালে শোকৰ ধাৰা এই কপালতে।

"বাকী ৰ'ল যিটি মোৰ আঁচলৰ ধন
দিয়া পানী নিগিলি সি পানী হুতাহুত
চকুলই চায়ে চায়ে গ'ল মাউৰত !
লাগে দুখ, মুখ তাৰ দেখিলে বিমন,—
জুই—দিলোঁ জুই পানী পিয়াহুত !

"পঁজা এটি, তাকোলই ম'হুৰ কাজিয়া—
দেওৰেৰে যুঁজে ভাই ইকৰাণি মই।
নোৱাৰি কলঙ্ক মোক দিলে মিছাকৈ।
ছোট্ লাগি পুৰি পঁজা ৰাতি দুপৰীয়া
ওলালোঁ বাহিৰ পোৰা হিয়াখনি লই !

"নাই মোৰ ঘৰ পৰ কোনো আপোনাৰ,
হানেহি যিহুত দুখে দিলোঁ আঁতৰাই।—
শিমলুৰ তুলা আজি বতাহে উৰাই
পেলালেহি নিজানত,— নাই ক্ষতি তাৰ ;
হাঁহি হাঁহি উৰি যাব উৰালে দুনাই।

"সান্ত্বনা, সিও যে ধোঁৱা মউ উজৰাৰ,
পৰৰ বেলিকা পটু পণ্ডিতৰ জ্ঞান,
অন্তৰত শোক জুই জ্বলে দিন মান
বাহিৰৰ প্ৰলোভন, প্ৰাক্তন বিচাৰ
ফিৰে কৃদ্ধশ্বাসে নুজুৰায় প্ৰাণ !

"শ্মশান নহলে নাহে শ্মশান বাসিনী,
কাৰিলোঁ শ্মশান হিয়া দগ্ধ হুতাহেৰে।
শুনো যেন বাঁহী আজি মধুৰ স্বৰেৰে
ভাহি ভাহি আহে সুৰ সন্তাপ-হাৰিণী
হিয়া মোৰ ভৰি যায় কিনো আনন্দেৰে !

"কাকে বা মাতিবি তই ? তেজ মঙ্গহক ?
পুৰি গ'ল তেজ মাংস পৰি ৰ'ল ছাই,
নিফিৰে নিফিৰে আৰু নেমাতে দুনাই !
আতিৰিক্ত কিবা তই ভাবিছ দেহক,
বিশ্বাস বলেৰে তাকে ৰাখচোঁ জীয়াই।

"অতি সূক্ষ্ম সেই ৰাজ্য বিশ্ব-আতমাৰ ;
কাষতে নমনা চকু মনিবি কি তাৰে ?
ৰাখে যদি ল'ৰা তোৰ প্ৰিয়াই সিপাৰে,
এনেকই হিয়া খুন্দি নেচেপ বেজাৰ,—
চা অ' পাগলী আজি চা সেই ধাৰে" !—

চকুৰ যোগিনী গ'ল মিলি আঁতৰত
গহনৰ ধ্বনি যেন বতাহুত ভাহি !—
দেখা দিলে হাঁহি জোনে ধীৰে ধীৰে আহি,
ধীৰে ধীৰে গ'ল নাৰী, জলিল জোনত
বিননিত হুঁহা সেই শ্মশানৰ হাঁহি।

---

# মৰণ

কত আশা ভৰসাৰ গাঁথি হাঁহি হাহাকাৰ
সাজিছিলোঁ হেপাহেৰে
যিটি ৰজা দ'ল,
কোনে তাক গুড়ি কৰি অতৰ্কিতে নিলে হৰি ?
নেদেখিলোঁ হিয়া ধুনি
ক'তা কেনি গ'ল !
এই মহা পাৰাবাৰ বিশাল বুকুত তাৰ
জিলিমিলি নাচে ঢউ
প্ৰাণ চমকাই ;
প্ৰাণ বায়ু উৰি গ'ল, নিটাল নিজম হ'ল,
সোণৰ সপোন মোৰ
দিলেহি নুমাই !
পাবলই ৰই যোৱা অত মোৰ ভালপোৱা
দাৰুণ দাহেৰে জ্বলি
কৰে হাঁয় হাঁয় !
যাচি যদি দিলা, বিধি হৰি কিয় নিলা নিধি,
দিলাহি হিয়াত জুই

কিয় ওমোলাই ?
নেমানে নুবুজে প্ৰাণ, লাগে থূল সমিধান,
ফালি ছিৰি যৱনিকা
যাব খোজে উৰি ।
এটুপি চকুৰ পানী কিয় আশা কৰে প্ৰাণী,
নিঃশেষ শূন্যত প্ৰাণ
যদি যায় বুৰি ?
চিন্তাশীল জীৱনৰ এনে কাৰ্য্য কাৰণৰ
দুদিনৰ লীলা যদি
দুদিনতে লয়
কেনি শাস্তি সুনীতিৰ ? শাস্তি ক'ত দুষ্কৃতিৰ ?
আৰু কিয় পুৰুষাৰ্থ,
প্ৰাৰব্ধৰ ক্ষয় ?
জীৱন সপোন যদি, কোনে দেখে নিৰবধি,
জাগে কাৰ জাগ্ৰতত
সপোনৰ জ্ঞান ?
সুষুপ্তি কি সপোনৰ সূত্ৰে গঁথা চেতনৰ
অবিচ্ছিন্ন ধাৰা তেনে
মিছা অনুমান ?
সন্ধানৰ পৰিশেষ অসাৰ মৰণ শেষ,
তৃষিতা মৃগীৰ ইকি
মৰু মৰীচিকা !
নহলে সি নাই সুখ, হলে যে দাৰুণ দুখ,
মৃত্যু তুমি, অশান্তিৰ
চিৰ প্ৰহেলিকা ।
বজ্ৰতো কঠিন চিতে আহি নিজে অতৰ্কিতে
পঞ্জৰৰ প্ৰাণ যিটি
দিয়া উৰুৱাই ;—
ভৰিত ভক্তিৰে ধৰাঁ, পৃষ্ঠভঙ্গ দিয়ে লৰাঁ,
সাহসেৰে পাতোঁ বুকু,
কাৰো ৰক্ষা নাই ।
বিশ্ব ব্যাপি মৃত্যু য'ত লুকাই সাৰিবা ক'ত
চলাব নিৰ্ম্মম মৈ
কৰি একাকাৰ ।
নাম ললে ইকি লাগে, ভীষণ আতঙ্ক জাগে,
দয়া নাই, মায়া নাই,
কি যে দুৰ্নিবাৰ !
কঁপি যোৱা তুলিকাৰে আৰোপিত আতঙ্কেৰে
তোমাৰ কুৎসিৎ ছবি
আঁকে কত জনে !—
দেখি চাগে জগতৰ ছবি সেই কঙ্কালৰ
"ক'তেনো মৰিম' বুলি
হাঁহা মনে মনে !
কত যগ যুগান্তৰে ছলে বলে কৌশলেৰে
চালে কত সুচতুৰে
ছলনাৰ আশে,
মৃত্যুলে শিকলি গঢ়ি নিজকে যে বান্ধে ধৰি
দাৰুণ যন্ত্ৰণা শেষ
মৰণৰ পাশে !—
স্বৰ্গ মৰ্ত্ত্য কৰে জয়, মৃত্যু কিয় বাকী ৰয় ?
উঠিল এদিনা গৰ্জ্জি
দৃপ্ত দশানন !
কিবা ঘোৰ আটোপত প্ৰেতপুৰী তোৰণত
ত্ৰিভুবন বিজেতাৰ
বিকট তৰ্জ্জন !
বিধি বৰে গৰ্ব্বিতক হাঁহি তুমি কালান্তক
মূৰ্চ্ছাৰ ছলেৰে দিলা
পৰশ কিঞ্চিত ;
বিপৰ্য্যস্ত অভিযান,—ধিক্কাৰেৰে পালে জ্ঞান,
মৃত্যুঞ্জয় শৰীৰেৰে
চেষ্টা বিড়ম্বিত !
পৰাজিত পশুবল ! জাগে কত বুদ্ধি বল—
প্ৰকৃতিৰ জয় লিপ্সা
মৰ মানৱৰ !
বিজ্ঞানৰ বিশ্লেষন, কত ক্ৰিয়া ৰসায়ন,
মৰণেৰে খেলা কৰা
কৃতী জগতৰ !
সাবিৰৰ মনে আনি বলি দিয়ে কত প্ৰাণী,
কত যন্ত্ৰ মৰণৰ
জীয়াব নিদানে !

সৃজনৰ অন্তকাৰী, সৃষ্টি তুমি যাবা মাৰি ।
তোমাৰ মৰণ ক'ত
সৃষ্টি ৰয় মানে ?
অন্তৰেদি জগতৰ জাগে যন্ত্ৰ পৰিকৰ
অমৰত্ব সন্ধানৰ
গভীৰ স্পন্দন !—
মৰণৰ আতঙ্কত চকি উঠে কৈশোৰত
অতিকে ব্যাকুল সেই
ৰজাৰ নন্দন ;
পৰিহৰি ৰাজ্য সুখ বৰি ললে দৈন্য দুখ
ত্যজি পত্নী প্ৰিয়তমা
সোণৰ সন্তান,
মথি চিন্তা ক্ষীৰোদধি তুলি অমূল্য নিধি—
জৰা মৃত্যু বিনয়ন
অমিয়া নিৰ্ব্বাণ !
মৰি মৰি যোৱা অহা, এই কন্দা, এই হুঁহা,
মৰণতে জীৱনৰ
হব চিৰ লয় !
মৰণেই অমৰণ নহলে যে অনুক্ষণ ।
মৰণ এৰিলে হয়,
ৰ'ল মৃত্যু ভয় ।
জাগি গ'ল তপোবল, দিব্য ধাম স্তব্ধ হ'ল,
হিমাদ্ৰিৰ শঙ্খ নাদে
বিশ্ব চমকায়,—
"অৰে পুত্ৰ অমৃতৰ, শুন বিশ্ব জগতৰ,
জানিলোঁ যে জ্যোতিৰ্ম্ময়,—
মৃত্যু তোৰ নাই !"—
গুচিল মৃত্যুৰ ভয়, কি শুনালা মৃত্যুঞ্জয়,
মৰণ মাধুৰী ইযে
অমৃতৰ দান ;
উঠা নমা লহৰৰ লীলা নিতে আনন্দৰ
জীৱনে মৰণে হাঁহি
তোলে জয়গান ।
মৃত্যু তুমি আতঙ্কৰ, আলোকত আনন্দৰ
প্ৰশান্তিৰে পৰিপূৰ্ণ !

আৰু কিবা ভয় ?
হিয়া ধুনা হাহাকাৰ গ'ল গ'ল অন্ধকাৰ,
প্ৰজ্ঞাত মৃত্যুৰ হ'ল
দীপ্ত পৰাজয় !
নামেৰে উপাধি মোৰ হিয়াৰ আন্ধাৰ ঘোৰ
মৰণত মৰি যাব—
মিথ্যা অহঙ্কাৰ ।
মৰণ ছায়াৰ শান্তি,—গুচাব পথৰ শ্ৰান্তি,
অনন্তৰ যাত্ৰী মোৰ
অমৰ আত্মাৰ ।
পৃথক দৃষ্টিৰে চালে জীৱনৰ শেষ পালে,
মৃত্যুত জিকাৰে মায়া
ঘোৰ আতঙ্কৰ !—
নেচালে সৃষ্টি ধাৰ সংহাৰিকা কালিকাৰ,.
ৰুধিৰাক্ত মহা খড়্গ
অতি ভয়ঙ্কৰ !
যায় যায় হুতাহত কি যে দেখোঁ আন্ধাৰত
নোহোৱা কুৰূপ তুমি
সুনীল সুন্দৰ !—
ধৰ্ম্মৰাজ দেৱতাৰ, পিতা তুমি প্ৰেতাত্মাৰ,
অশ্ৰু তুমি, ছায়া তুমি,
চিৰ আনন্দৰ !
তুমি মোৰ জীৱনৰ অতি প্ৰিয় সহচৰ,
জনম ক্ষণতে আহি
ধৰিলা আকঁলি ;
চোৱাঁ চোৱাঁ প্ৰিয়তম, তোমালই সৰ্ব্বোত্তম
আয়ুসৰ তিলে তিলে
ঢালিছোঁ অঞ্জলি ।
অন্তিম শয্যাত আহি শিতানত হাঁহি হাঁহি
মুৰত বুলাবা হাত
মৰমতে মৰি ।
হুতাহৰ হাহাকাৰ ভাঙ্গি জীৰ্ণ কাৰাগাৰ
বিমুগ্ধ আতমা মোৰ
দিবা মুক্ত কৰি ।
লোৱাঁ লোৱাঁ উপচাৰ লুব্ধ যত বাসনাৰ,

মতাৰ আগতে তুমি
আহি দয়া কই
দুয়ো খনি হাত ধৰি নিবাহি নমনা কৰি
তুমি য'ত মৰি যোৱা
সেই দেশলই ।

---

## অস্পৃশ্য

জনপুৰ্ণ নগৰীত লগৰী বিহীন,—
পৰৰ মলচি মল আপুনি মলিন,—
অস্পৃশ্যৰ চুবুৰিত অতি জীৰ্ণ জুপুৰীত
জীৰ্ণ দেহে বৃদ্ধ এক,—
এই যায় দিন !
পথৰ কুকুৰ এটি ৰথেৰে দলিত,
অনাহাৰে অনাদৰে দুৱাৰদলিত
অন্দৰলে মুখ থই—অশ্ৰু বলে বই বই—
নেথনিলে নাটে মাত,—
হ'ল ক্ৰমে ক্ষীণ !
কোনে দিয়ে সমিধান !—বুৰা নিৰাহাৰ,
ওলোৱা বেলিটি চাই কৰি নমস্কাৰ,
নোৱাৰিলে আজি দেহি ৰাজ কাজ সাধিবহি,-
গতিহীন নদী সি যে
পায় এই পাৰ ।—
সন্ধিয়াৰ বেলিটিত মুখ জিলিকাই
নোশোধায় কাম তাৰ প্ৰণাম জনাই,
দিনান্তত বন্তি জ্বালি অন্তৰৰ অশ্ৰু ঢালি,
ৰামায়ণ শুনা আজি
নহব যে তাৰ ।
দুৱাৰত দলিতৰ শুনে মাত নাই,
নোৱাৰিলে ৰব বুৰা, আহিল ওলাই ;
মাটিত বগুৱা বাই দুৱাৰডলিটি পাই
বহিলেহি ক্লান্ত শিৰ
থাপি কি বেৰত ।
শ্বাসে ধৰা কুকুৰত হাত খনি থই
বুলালে মলচি মল শেষ শক্তি লই
অন্তৰত কি যে হাঁহি,—বাজিল নিকুট বাঁহী,—
ই কি আত্মীয়তা এই
পথৰ শেষত !—
মহাযাত্ৰী আত্মা তাৰ ত্যজি দেহাগাৰ
অস্পৃশ্য লগৰী লই হ'ল ভৱ পাৰ !
আকাশ উজলি গ'ল, মৰা মুখ হাঁহি ৰ'ল,
জলে ৰঙ্গা ৰতোৱাল
সেই সন্ধিয়াৰ !
জিকি মিকি তোৰণত জলি এটি তৰা
জোৰ তুলি আদৰিছে নিলগৰ পৰা
জোনালীৰে মলয়াই নাচি নাচি ছুই যায়,-
অস্পৃশ্যতা ধৰ্ম্মধ্বজ
ক'ত দেৱতাৰ ?

---

## ঘৰীটি থৈ যাবা

সভাত বকোঁতে কথা লেলেটীয়া
পৰিলে ঘৰীটি চাবা ;
বিয়োগ শোকত কান্দিবাই যদি
ঘৰীটি থৈ যাবা ।
তোমাৰ ত'ত ফুৰি নাহিলে
ঘনাই ঘৰীটি চাবা,
গধুলি তুমি খেলত বহিলে
ঘৰীটি থৈ যাবা ।
স্কুল কছাৰীত চাৰি পাঁচ নেবাজে,
ঘনাই ঘৰীটি চাবা,
সাধুৰ সঙ্গত থাকিবৰ বেলা
ঘৰীটি থই যাবা ।
চাহাব মেমক কথা ভেটোঁতেও
ভালকে ঘৰীটি চাবা,
গোঁসাই ঘৰত নামত বহোঁতে
ঘৰীটি থৈ যাবা ।
ডাক্তৰী দৰব খাবৰ বেলিকা

ঘৰীটি চাই থাবা,
দৰব খায়ো মৰি যোৱা যদি
ঘৰীটি থই যাবা।

---

## জ্যোতি দৰ্শন

কোন অতীতত ভেদি হিমগিৰি
ঝঙ্কাৰি উঠিল বাণী অশৰীৰী
"শুনা বিশ্বজন, দিব্যধাম বাসী
পুত্ৰ অমৃতৰ, অমৃত পিয়াসী
জানিলোঁ জানিলোঁ পুৰুষ মহান
তম পৰপাৰে চিৰ জ্যোতিস্মান
জানিলে জ্যোতি যি অতি-মৃত্যু পায়,
আৰু পথ নাই, আৰু পথ নাই।"
এই যে প্ৰকাশ, নাই তাৰ শেষ !—
নিজে দিলে ধৰা প্ৰেমেৰে অশেষ—
জ্যোতি হিমাদ্ৰিৰ মহিমা মণ্ডিত,
শত সূৰুযৰ তেজে প্ৰজ্বলিত।
প্ৰাণৰ প্ৰেমেৰে ধৰি সেই দিন
চাৰি বৰ্ণ মিলি কৰে প্ৰদক্ষিণ,
ভিনে ভিনে ললে জ্ঞান, বাহুবল,
ঐহিক ঐশ্বৰ্য্য, সেৱাৰ সুফল ;
ৰিক্ত কৰি হিয়া ঢালিলে অঞ্জলি
প্ৰাণ পূৰ্ণ হ'ল জ্যোতিৰে উজলি !

সেই দিন ধৰি দৈন্যে ভাৰতৰ,
ভোগে কি সেৱাই, গৰ্ব্বে প্ৰভুত্বৰ
ললে বুজি নিজে মৰ্য্যদাৰ স্থান।
আনন্দ অপাৰ কৰি জ্যোতি স্নান !—
এক মধু চক্ৰ ৰচে ভিনে ভিনে
বৰ্ণৰ বৈষম্য হেয় কি নিচিনে,
বহু হৃদয়ত এক সেই জ্ঞান,
উঠে বিশ্ব জুৰি অমৃতৰ গান !

জীৱন যাত্ৰীৰ পথ জ্যোতিৰ্ম্ময়,

"শৃণ্বন্ত বিশ্বে" মন্ত্ৰৰ আভাষ

জ্যোতিৰে মৃত্যু কৰিলে জয় !—
কিভয়, কিভয় আৰু ভাৰতীৰ
থাকে যতদিন কেন্দ্ৰ কক্ষ স্থিৰ,
কক্ষচ্যুত তাৰা-তাৰাবাজী দৰে
শূন্য হুতাহত আৰু ক'ত মৰে ?
—জীৱে জীৱে ঘৃণা, অন্ধ হাহাকাৰ
আঁতৰে আন্ধাৰ,— কেনে জাতিস্কাৰ !
এয়ে এয়ে পথ, আৰু পথ নাই,—
ভেদেৰে অভেদ দিলে জিলিকাই !

---

## ধাত্ৰী পান্না

উদয়াচলত পূৰ্ণিমাৰ যেই
জোনাক জিলিকি গ'ল,
অচল সাগৰ—হিয়া জননীৰ
উতলি জোনাকী হ'ল।

আৰু কি জিলিকে গবাক্ষ পথত
চিতোৰ ৰাজ্যৰ ৰাজ প্ৰাসাদত ?
এই ভূবনৰ বিৰল ছবি সি
আলোকি আকাশ তল,—
সতৃষ্ণ নয়নে জোনায়ে আজি যে
ৰ লাগি চাই ৰ'ল ?

ধাত্ৰী-শিশুৰে ৰাজ-শিশুটিৰ
গলত সাবটি লই
জীৱনেৰে যেন আবৰি ৰাখিছে
সুখেৰে নিদ্ৰা গই !
জোনৰ নিচিনা মুখ দুয়োখনি
জিলিকিল তাত জোন জিলিকনি ;
ধাত্ৰী পান্নাৰ হিয়া উতলিল,
নাই আনন্দৰ পাৰ
নয়ন কোনত জলে জোনাকত

অশ্রুৰ মুকুতা ধাৰ !

আচম্বিতে ইকি, গৰ্জ্জে মহামেঘ,
ঘনালে এন্ধাৰ ঘোৰ !
কঁপিলে প্রাসাদ কি আতঙ্কত !—
নুমাল বাজেদি জোৰ !—
বিদুলী বেগেৰে আহে কোন লৰি ?
পুৰণি লিগিৰা কঁপে থৰ থৰি,—
"সূৰ্য্য বংশৰ শেষৰ প্রদীপ,
দিয়ে তাকো নুমুৱাই ;
তেজৰ দাহেৰে আহে বন-ৰজা,
কেনিও ৰক্ষা নাই !"—

নাই এক তিল ভাবিবৰ পৰ,
—কি নিয়তিৰ ডাক !
জিকাৰি উঠিল ধাত্রী পান্না,
লগালে বিশ্ব টাঁক !
ৰাজ অলঙ্কাৰ খুলি কুমাৰৰ
সজালে কি সতে লৰাটি নিজৰ ;
লুকালে পাচিত ৰজাৰ কুমাৰ
ফটা ছিটা কানি থই ;
সাৰিল লিগিৰা পাচৰ দুৱাৰে
ইঙ্গিতেৰে পাচি লই !

উলটি দেখিলে,— কি যে কংস কাল,
কৰাল মুখেৰে তাৰ,
মুক্ত খড়্গ বাঘৰ চকুৰে
মৰণৰ হাহাকাৰ !
'ৰাজ পুত্র ক'ত ?' গৰজি সুধিলে,
কঁপিলে ধাত্রী মাত নুফুটিলে,
হাতৰ লেচাৰে দিয়ে' দেখুৱাই,
ক'লত আঁতৰ হ'ল ;
বুকুত জুইৰে ভীষণা ধাত্রী
এন্ধাৰেৰে মিলি গ'ল !

এক ঘাপ শেষ,— শেষ শিশুটিৰ !—
আৰু মাৰা কত ঘাপ ?
কাচি নুথুকিলে শিশুৰ দেহাটি
নুগুচে হিয়াৰ তাপ ?
তেজেৰে ৰাঙলী হ'ল শোৱা ঘৰ ;
ই কি উপহাস ৰাজ আক্রোহৰ !—
তৃপ্তিৰে মচিলা তেজ খড়্গৰ,
মচিলা আৰু কি আঁক ?—
যিটি সপোনেৰে গ'ল ধাত্রী শিশু
কেনেকে মচিবা তাক ?

দুৰ্য্যোগ ৰাত্রি, বিজুলী ছটকে
দিলেহি সন্ধান কই ;
আগত ধাত্রী, লৰিল লিগিৰা
শিৰত পাচিটি লই ।
দুৱাৰে দুৱাৰে প্রিয় সামন্তৰ
ৰাখাঁ বুলি কান্দে সূৰ্য্য বংশধৰ
বনবীৰ ভয়ে ক'তো কোনোটিয়ে
নেৰাখে, মুখলে' চায় ;
পুত্রৰ তেজেৰে জলোৱা প্রদীপ,—
তালেকো নাই নে ঠাই ?

নডৰে শক্রক ?— শক্রৰ ভয়ত
আজি ৰাজপুত বীৰ
অনাথ শিশুকো নিদিয়ে আশ্রয়,
লাজেৰে দোঁৱায় শিৰ ।—
জাগিল জাগিল, ৰাজপুত নাৰী
সামন্ত-জননী আহি আগবাঢ়ি
বুকুত ললেহি বিপদেৰে শিশু,—
ধাত্রীৰ মুক্তি হ'ল !
ভাঙ্গি ছিঙ্গি হিয়া কাঢ়ি হুমনিয়া
শূন্য ঘৰলে' গ'ল ।
ৰাজ শ্মশানত সিখিনি পৰত
নিৰলে ধাত্রী গই,
দিঠকত যেন দেখে সি শিশুটি
আছেহি তৃষ্ণাত ৰই !—
নাই নে স্বৰ্গত সেই স্তন্য ধাৰ ?
উতলিল হিয়া আকুল পান্নাৰ !

শানিত ছুৰীৰে ছিৰি যৱনিকা
হাঁহি সিপাৰলৈ' গ'ল
নীৰৱে উঠিল বিশ্ব কলৰৱ,-
ধাত্ৰী জিলিকি ৰ'ল।

---

# ভায়ে ভায়ে

সি কি চিতকৰ সিংহৰ বিক্ৰম—
আক্ৰমি ঘটালে মাতঙ্গ বিভ্ৰম !—
অবাক অধীৰ বীৰ জাহাঙ্গীৰ,
—ভাগ্যে বাচিল প্ৰাণ !
উঠিল গুজৰি মোগল যোদ্ধা—
"ৰাজপুত, — তাৰ ইমান স্পৰ্দ্ধা" !
প্ৰলয় শিখাৰে হেজাৰে জিকাৰে
কিৰিচৰ চক্ৰবান !
মুষ্টি প্ৰমাণ ৰাজপুত বীৰ
কি সাহে ৰোধিব প্লাৱনৰ ভিৰ ?
ৰক্ত পতাকা ধৱল ছত্ৰে
দূৰতে জিলিকে ৰাণা।

তীব্ৰ বেগেৰে হুৰাহুৰি কৰে,
মোগল বাহিনী স্থিৰ লক্ষ্যে লবে।
ৰণ্ জেউতিত জাপ দি পৰিল,
নগণে ৰাণাহি মানা।
উদ্বিগ্ন অথিৰ বীৰ ঝালড়ৰ,—
কেনেকে বচায় প্ৰাণ প্ৰতাপৰ ?—
আঁজুৰি আনিলে পতাকা ছাত্ৰ—
মৃত্যু আপোনালই।
"বাচিলে প্ৰতাপ বাচে ৰাজপুত,
অতীত কীৰ্ত্তি থাকক অটুট।
ফিৰিব বিজয়, ফিৰলে প্ৰতাপ,
সেনানী সংগ্ৰহ কৰি !"—

—পাতাকা ছত্ৰে ভিৰালে প্ৰবাহ,
মিটিল, মিটালে তেজৰ হেপাহ ;
গল প্ৰাণ গুচি দেহকে থুকুচি
ঘুষিলে মোগলে জয় !
ধূলি দি চকুত চিতক উৰিল,
তিনিৰ চকুত ধূলি নপৰিল,
পাচে পাচে চুটে দাৰুণ হুতাহে
শত্ৰুৰ নায়ক দ্বয় ;

নহল তৃপ্ত জিনি মহাৰণ
ঘৰৰ সন্ধান দিয়া বিভীষণ
চুটিল পাচতে শক্তসিংহ
ৰাণাৰ সোদৰ ভাই !
দমিবলে যাক অত আয়োজনে,-
সেই যে প্ৰতাপ নহল নিধন,
জলিছে হিয়াত ঘোৰ প্ৰতিশোধ
বিন্ তেজে নুনুমায়।—
হাঁয় হিন্দুস্থান ! আৰু কতবাৰ
ভ্ৰাতৃ বিৰোধেৰে লগা মহামাৰ ?
আপুনি মৰিবি, দেশকো মাৰিবি
দেখি শুনি অতকাল !—
দুৰ্গম গিৰিলৈ' উৰিল চিতক,
নেচায় প্ৰতাপে ফিৰি এখন্তক,
কতক পাচত খুৰাৰ শব্দ,
ঝনকিল তৰোৱাল !

চুটে কি ছটক, — শত্ৰুৰ ঘোটক,
উলঙ্ঘি পাথৰ পথৰ কণ্টক,—
দেখোঁতে দূৰত পাকতে কাষত,
পাকতে কষেত হ'ল !
হঠাৎ গভীৰ নিজৰা আগত,—
উতৰে চিতক একেটা জাপত,
আৰবী অশ্ব, — বৈতৰণী তাৰ,—
তীৰতে নমৰি ৰ'ল !
পৃথিবী কম্প, — অৰাতিৰ ত্ৰাস,—
ক্ষত্ৰিয় তেজৰ অদ্ভুত উচ্ছ্বাস,—

ভাৰতী বুকুৰ এনে ক'হিনুৰ
হানিবি পহুৰ দৰে ?–
শক্ত ৰাজপুত ! – পিশাচ নহয়,–
জমকি উঠিল ভ্ৰাতৃৰ হৃদয় ;
কৰি মুণ্ডপাত দুই নায়কৰ
ৰাণাৰ খোজেদি লৰে !
খুৰাৰ শব্দ উঠে ঘূৰি বাৰ,–
"হ'হ' নীলা ঘোৰা আচোৱাৰ" !–
কোনে নো মাতিলে ? কণ্ঠ পৰিচিত !–
উলটি ৰাণাই চায় ।
শক্তসিংহ ! – দাস মোগলৰ
পৃথক মূৰতি এধাৰি ৰক্তৰ ?
গোন্ধত থমকে মুমূৰ্ষু চিতক,
ৰাণা নামি বই যায় !–
হাতত খড়গ ৰঞ্জিত ৰক্তেৰে
কব কি শক্তই কাতৰ কণ্ঠেৰে ?
হুতাহে ৰাণাৰ ভেদি অন্তস্থল
বই গ'ল কথা ধাৰ,–
"নহৱ বিজাতি, ইযে ভাগ্য বৰ !–
ছিৰি দে, ছিৰি দে বুকু অযোগ্যৰ
অশক্ত প্ৰতাপ–ডুবালোঁ চিতোৰ–
দে শক্ত মৃত্যু তাৰ" !–
পাতি দিলে বুকু ভাই সমুখত ।
নিৰ্ব্বাক শক্ত, নুফুটে মুখত,–
বুকুৰ মণিত আপোন মু'খনি
দেখি কি আকুল হ'ল !
দৰ্ দৰ্ ধাৰে অশ্ৰু বই যায়,
স্তব্ধ বিশ্ব – অনিমেষে চায় !
চাৰি চকু মিলি দৃষ্টি আকস্মিক,–
বিজুলী খেলি কি গ'ল !–
"দাদা দাদা" বুলি ভাবি আকোৱালি
তিয়ালে শক্তই ৰুদ্ধ অশ্ৰু ঢালি,
করুণ নয়নে ৰাণাৰ মুখলৈ'
কেনেকই চাই ৰয় !
শিৰত চুমাৰে তুলি বুকুলই
সাবটি শক্তক চালে মুখলই
ক'লে–"আজি মোৰ সকলো ফিৰিল ।
আজি চিতোৰৰ জয় !"
আনন্দে চিতকে লই ই বাতৰি
নেদেখা দেশলে গল গই উৰি !
"চিতক, চিতক – প্ৰাণৰ চিতক"–
ৰুদ্ধ ৰাণাৰ বাণী !–
শক্তসিংহ ওঙ্কাৰ নিজৰ,–
জিনৰ দুকাষে মুণ্ড নায়কৰ
নিজ হাতে ছিঙা নিজৰা পাৰৰ,–
দিলে উপহাৰ আনি ।
প্ৰণতি এটিৰে মাগিলে বিদায়,–
"ভাইৰ তেজেৰে ফিৰিব ই ভাই ।
আহোঁ গে শোধাই বাব মোগলৰ,
দাদা বিনে মোৰ নাই" !–
আকুল প্ৰতাপ, নুফুটিল কথা !–
ই কি সৰ্ব্বনাশ !–ই কি সফলতা !
সন্ধ্যা আন্ধাৰত ৰেখা চন্দ্ৰিকাৰ
ৰ'ল ঐ নিমাতে চাই ।

---

— অন্ত —

# উৎসৰ্গ

## শ্ৰীমতী হেমাঙ্গিনী দেৱীলৈ —

*কোৱা-মণি এটি দিলেও*
*স্বামীৰ দান চিন্তামণি বুলি লোৱা*
*দেখিয়া, তোমাৰ উদ্দিষ্ট তোমাৰ*
*নামেৰে ই জিলিকি*
*থাকক।*

# আগ-কথা

পাঠ্যাবস্থাত হাতে লিখা মাহেকীয়া কেবাখনবো সম্পাদকসকলৰ নেবানেপেৰা তাগিদাত পৰি কবিতাৰ নামত শাকে-পাতে উহোৱা জবৰা এসোপা দি কবিতাৰ ঠাই পূৰাই থাকিবলৈ বাধ্য হৈছিলোঁ। তেতিয়া নেভাবিছিলোঁ—এদিনা যে এইবোৰকে ৰাইজৰ আগলৈ উলিয়াবৰ সাহ কৰিব পাৰিম। মনৰ অনাস্থাত ভালেখিনি উৰণীয়া কবিতা উৰি গ'ল। তাৰে দুই এটিক অনদিয়েক প্ৰিয় বন্ধুৱে মৰমকৈ সিবিলাকৰ পুথিত ঠাই দি মোৰ লাজ ভাঙি দিয়া দেখি মনৰ সাহ ঘূৰি আহিল। চাকৰীয়া জীৱনত সোমায়ে সেইবিলাক এবাৰ বিচাৰি চাইছিলোঁ। বিচাৰি নেপাই গৈ যি মনতে যি আছিল, সিও ক'ৰবাত হেৰায় বুলি বহী এটাত টুকি থৈ বহীটিৰ নাম দিছিলোঁ চিন্তামণি। ই হ'ল আজি ভালেমান দিনৰ কথা। হাতত মা-মছলা পৰাত নতুন সাজেৰে পুৰণি ভাববিলাক সজাবৰ মন গ'ল। সজাওঁতে সজাওঁতে তাৰে কেবাটিবো পুৰণি গঢ় নাইকিয়াৰ নিচিনা হ'ল। 'ভস্মাচল' হ'ল উমানন্দ, 'সকলো আপোন' আৰু 'ভালপোৱা (মান)' বোলা দুটিবো ভালেখিনি লৰ্‌চৰ্ ঘটিল। পাঠ্যাবস্থাৰ ভাব চাকৰীয়া জীৱনৰ মাজেদি অহাত এই তাৰ লটিঘটি। এইদৰেই বহুতো এৰাধৰা কৰি ৰাইজৰ আগলৈ বহুদিনৰে পৰা সাঁচি থোৱা মোৰ চিন্তামণি উলিয়াই দিলোঁ।

চিন্তামণিৰ প্ৰথম পৰিচ্ছেদৰ একুঠি দুটাৰ প্ৰায় সকলোটিয়েই 'হাস্যৰসাত্মক' কবিতা, দ্বিতীয় পৰিচ্ছেদৰ বাকী একুৰি দুটা 'হাস্যেতৰ ৰসাত্মক; এই দুয়ো পৰিচ্ছেদকে উমানন্দেৰে মঙ্গলাচৰণ কৰি জোঁটাই দিলোঁ। 'কবিতা', 'হাস্যৰস', হাস্যেতৰ ৰস; এইবিলাক বৰ বৰ কথা বস্তলৈ চাই মতা নাই, মাতিছো সৌজন্যৰ খাতিৰত;—সজ্জনৰ পাতত হটা মাতেৰে 'ভাত এগাল' নেযাচি। 'অন্ন ব্যঞ্জনৰ পৰিবেশন' কৰিছোঁ।

শ্ৰীমান মহেশ্বৰ নেওগ বোপাৰ উচটনিত লক্ষীমপুৰৰ ছাত্ৰ সভা এখনিত ধেমেলীয়া আবৃত্তি কৰিবলৈ গদ্যকাৰে এটি সৰু প্ৰবন্ধ মই মুখেৰে কৈছিলোঁ, তেওঁ লিখি লৈছিল। কৈ যাওঁতে মই থমকিলে তেওঁয়েই ভালেখিনি ঠাইত পূৰাই লৈছিল। তাৰে বহুত এৰা ধৰা কৰি 'ক্ষমাৰ-মিনতি' নামেৰে পদ্য এটি পাচত কৰি ইয়াত ঠাই দিলোঁ।

মোৰ প্ৰিয় বন্ধু আৰু পৰমাত্মীয় কেবাজনেও ঘনে ঘনে কোৱা মেলাত পুথিখনি প্ৰকাশ কৰিবলৈ দিলোঁ। ৰাইজে ভাল নেপাই নোৱাৰিব—প্ৰাণত এনে এটি বিশ্বাস থকা হ'লে সিবিলাকৰ নাম উল্লেখ কৰি সুখ পালোঁহেঁতেন। নাই যেতিয়া এইবাৰলৈ যাওক।

যাওঁক বুলিছোঁ হে হয়।—মোৰ "ৰহঘৰা" দণ্ডিনাথ কলিতা আমাৰ মাজৰ পৰা সাৰি গ'ল যেতিয়া তেওঁৰ নাম নলৈ নোৱাৰিলোঁ। চকুলো এটুপিৰে প্ৰাৰ্থনা জনাইছোঁ—ভগৱানে যেন তেওঁক চিৰশান্তি দিয়ে। তেৱেঁই জয়জয়তে আগপাচ ধৰি মোৰ শ্ৰীবৎস-চিন্তাখনি ৰাইজৰ আগলৈ উলিয়াইছিল। আজি তেওঁ থকা হ'লে শেষ জীৱনৰ দুখৰ মাজতো হাঁহি এটি মাৰি যোৱা দেখিলোঁহেঁতেন।

ৰাইজৰ আশীৰ্বাদ ভিখাৰী—

—ইন্দ্ৰ—

# সূচীপত্ৰ

পৃষ্ঠা

## দ্বিতীয় পৰিচ্ছেদ

# চিন্তামণি

## উমানন্দ

নিতউ নতুন গান প্ৰাণত জগাই
জিলিকিছে লৌহিত্যত গিৰি ভস্মাচল।
সীমাৰ অসীম এয়ে,-আদি সৃষ্টি ঠাই,—
মিলি শক্তি শক্তিমান হাঁহে কল কল।

কামময়ী উৰ্ব্বশীৰ প্ৰেমৰ ৰাগিনী
বাজিছে একেটি সুৰে নগনন্দিনীৰ ;
ধৰ্ম্ম দেখি কৰ্ম্মনাশা ললেহি জুৰণি,
সোঁতত হুতাহ তাৰ উতলি অথিৰ !

আবৰীয়া লুইতৰ ভকতিৰ ভিৰ,—
দিগ পাব বুলি দেহি গিৰি নীলাচলে,
আগতে কিৰাতে তাক বুকু পাতি ললে,-
প্ৰচণ্ড প্ৰবাহ,—সি যে অৰ্জ্জুনৰ তীৰ।

অচল অটল কেনে যোগত মগন
শিৰে ৰাজে যোগীৰাজ উমানন্দ।

---

## প্ৰথম পৰিচ্ছেদ

### আগ-চুলি

সুবিধাৰ বোলে    আগতে জাঁপৰ,
এহেলে' মূৰটো টপা।
ধৰা যদি ধৰাঁ   আগৰ চুলিতে,
পাচত মিছাই খপা।
জড়-জগতৰ   কটিকৰ বোল
দাঁতি চানেকীয়া হয় ;
বগুৰা-বোবাৰ   কোক্‌লোজা সিও
লেখিয়ে কি বোল লয়।
মানুহ তুমি যে, কিয় নসলাবা
যেতিয়াৰ যিটি বেশ ?

সুবিধা-বদীৰ   হাৰা যি বলিছে
ই যে সুবিধাৰ দেশ !
বেচ্, ডেকালৰা, সুবিধাৰ দৰে
আগতে ৰাখিছা চুলি !
ধৰে কোনে কাক,  তাকে হে এতিয়া
নকয় কোনোৱে খুলি !

---

## ধনী বুলি কবা মোক

বোলাঁ মোক যত পাৰা,—কুটিল কুঞ্চচ,—
চৰ্চ্চি থাকাঁ আঁৰে আঁৰে—হানি নাই তাত।
বোলাঁ মোক কেলেহুৱা এৰি গুৰি গছ,
উটি বুৰি ফুৰিছিল অতি ছোট জাত।
বোলাঁ মোক — মহামূৰ্খ, গোবৰে মূৰৰ
সাৰ দিয়ে বিয়াজত, বাঢ়ি বাঢ়ি যায়,
অঙ্গুষ্ঠেৰে কৰে চহী লেবেৰা হাতৰ ;
ফুটা কড়ি এটা, বোলাঁ, নেপালে জগতে ;-
মৰিয়েহে কৰি যাব ভাল এটি কাম ;—
ধনেৰে কুবেৰ বোলে,—এয়ে তাৰ নাম !—
এইদৰে মুঠে তুমি কথাৰে লাচতে
ধনী বুলি কবা মোক, সেয়ে গঙ্গাজল,—
এছাটি শান্তিতে তাৰ শুদ্ধ হব মল।

---

## মীমাংসা

বুৰা-মেথা বহে আহি বড়ৰ তলত ,
জুৰ লই কথা পাতে, কঠীও ভুলায়।
কত কথা উঠে তাত, ঘোৰা সেই একে,—
"আছিল যি তাহানিয়ে, এতিয়ালে নাই !"

পাতি মেলি মথোঁতেই কথাৰ সাগৰ,
এদিনা উঠিল তাত প্ৰশ্ন গুৰুতৰ,—
"কিয়বা পিয়াহ গুচে পানী যদি খায় ?
মানুহো নো মৰে কিয় ? দিয়াচোঁ উত্তৰ।"

কিমানে কিমান কলে টিকা দাঙ্গি দাঙ্গি,
নেজীয়া কটাৰী-তাৰে ভেজা দি মাটিত ;
মৰণা মাৰিলে কত শাস্ত্ৰ পুৰাণৰ
তথাপি মীমাংসা তাৰ নহল নিশ্চিত।

এটি কথা মাথোঁ তাত ভাগ্যে ঠিক হ'ল,—
সকলোটি যাব, আজি গধূলি পৰত
পণ্ডিতৰ গুৰিলৈ তামোল পানেৰে
বুজি বাজি লব বোলে জনাবে মুখত।

সি গাঁৱৰ পাঠশালা, পণ্ডিত প্ৰবীন ;
বৰ পণ্ডিতালি বুলি দহে নাও লয়,
পঢ়িছে বিস্তৰ পুথি কাণ-খোৱা আদি,—
কাণ খাব বুলি কৰে লৰাবোৰে ভয় !—

জানে সকলোৱে "হেড় পণ্ডিত" বুলিহে।
— জানো এই শব্দ-সৃষ্টি কোন বিধতাৰ !—
মুৰটো আমাৰ দৰে, — শাক খাৰ খায়,
শব্দত যদিও নৰ-সিংহ অৱতাৰ !—

আঁখে ফুটাদি ফুটে শোলোক মুখত,
তথা লাগি কিবা ভাবে শুনি শুনোতাই ;
যোজোনা-মালিতা বান বয় যিটো ধাৰে
যেনে কি গধুৰ প্ৰশ্ন সিও উটি যায়।

আৰি কুঁজা দেখি কয় লোক নিৰন্তৰে,—
"পুথিৰ ভৰতে দেহি দোপ ললে মুৰে।"
বিকাৰত তুলা লয় কাণৰ বিন্ধাত,
লোকে বোলে, "সোপা দিছে, জানো বুদ্ধি উৰে !"

ভেমেৰে পণ্ডিত বহে মাজ চোতালত,
আগতে বটাটি লই ভাবে কিটো কেনে।
চাপিলেহি বুৰাদল গধূলি বেলিকা,
নৈমিষাৰণ্যত শ্ৰোতা মুনিবৃন্দ যেনে।

হাত ভেঁটী তামোলৰ কাটি-কুটি খাই,
মেলিলে গাঁৱৰ কথা বাদকুবাদৰ ;
বাদুলীয়ে কল খোৱা সেয়ে হই গল,
পৰি ৰল ঘাই কথা ৰাজ-ভগনৰ।

আছিল কপাল গুণে বুঢ়া মেলুৰৈ,
খুচৰি প্ৰশ্নৰ কথা সোধে উলিয়াই —
"কিয়বা পিয়াহ গুচে পানী যদি খায়
মানুহো নো মৰে কিয়"—দিৱনে বুজায়

শুনি প্ৰশ্ন সঁচাকৈয়ে পণ্ডিত নিমাত
থতমত খালে বুলি নাই একো ভয়
ঘাটিলে ও নেঘাটে যে ঘূৰি তৰ্ক পাতে।
কোনো কালে পণ্ডিতৰ নাই পৰাজয়।

পানীৰে পিয়াহ গুচে,—প্ৰশ্ন অতি টান !
পণ্ডিত থমকি ৰই ভাবি পালে পাৰ,—
"পানীৰ পিয়াহ গুচা শুনা তত্ত্ব তাৰ,
দ্ৰব্যগুণ আছে তাত পিয়াহ গুচাৰ।"

"শুনিলা শুনিলা" বুলি হাঁহে বুৰাদলে,
"দ্ৰইৰ' গুণ আছে তাত পিয়াহ গুচাৰ ;
নহলে নো পানী খালে গুচে নে পিয়াহ ?
নুবুজি ইয়াকে আমি কৰোঁ হাঁহাকাৰ।"

"মানুহো নো মৰে কিয় ?" — ইও প্ৰশ্ন টান !
পণ্ডিতে টলকা মাৰি কলে ভাবি চাই,—
"নমৰে মানুহ যদি থাকে যে জীয়াই ;
সেই হে মানুহবোৰ মৰি মৰি যায়।"

"হয় হয়"বুলি কয় হাঁহি বুৰাদলে,—
"জীয়াই জীয়াতু খায়, মৰা সাৰি যায়,
সেইহে মানুহ মৰে,—মনে ধৰি গ'ল ;
নুবুজি আগতে মৰোঁ হাবাথুৰি খাই।"
অবুজনে পালে বুজ, নাচি উঠে প্ৰাণ,
হাঁহি মাতি সকলোটি কৰিলে প্ৰস্থান।

বেঙ্গাই গায়, এণ্ডু এণ্ডাই কলাই শুনে গান,

এইদৰে দেখোঁ চলিয়েই আছে এই জগত্ খান !

---

## হাত-ঘড়ী

জুতি আৰু পুটি আছে সখী দুটি
ভিতৰ গাঁৱৰ পৰা
নগৰত আজি সভা মহিলাৰ,
মুনিছে ভিৰ দি ধৰা !
জুতি মাজে মাজে থাকি নগৰত
কিছু আও ভাও পায়,
পুটিটিহে দেহি এনে অনাভুৰা
ভেলেঙী চকুৰে চায় !

গন্ধ পুষ্প মালা পিন্ধি চাপৰিৰে
উঠিল এজনা আই,
কলে কিবা কিবি, নুশুনি একোকে
পুটিয়ে জুতিলে' চায়।
"মুখ-লগা কিবা জাৰে নে কি, জুতি ?-
মুখ পুট্ পুট্ কৰে।"
হাঁহি ঠেলা মাৰি বুলিলে জুতিয়ে,—
"চাচোন কি গুণ ধৰে।"

কঁহ্যাৰে কমাৰে, মটৰে গাৰীয়ে,
বাহিৰত বাহিৰৰে ;
ভিতৰত বিহে কেচুৰাৰ টেঁৰা,
লৰাই কৌটাল কৰে !
তাতে তিৰোতাৰ বিয়নীৰ মেল
হিটিয়ে সিটিলে' চায়।
ঘোগোলা ভিজিয়ে "মনে মনে" বুলি
চিএৰি তুলিছে হাঁই !
মেল পাতি বোলে মাতিবা উচিত,
উচিত কৰিব লাগে।
নেলাগে উচিত, হাঁই-ছাঁই আছে
তাকে কৰাঁ ভাগে ভাগে।
কি সুৰ তুলিছা, জনমতি আই
সুৰৰ গোঁঠনি থোৱা।
সুৰ যে নেলাগে বজোৱাহে লাগে
কেৱলে বজাই যোঁৱা।

নুশুনি মিছাতে উঠি কেবাজনা
সুৰ তুলিবলৈ গ'ল ;
ইফালে লাগিল উদুলি-মুদুলি
সভা ভাগিবৰে হ'ল !
এনেতে দেখোন মটৰত উঠে
আহে ভালেখিনি আই ;
সমজ্যা মাজত থিয় দি আছেহি,
আগত মাচিয়া নাই।
কেবা গৰাকীয়ে হাতৰ ঠাৰিকে
চাই তুলি ঘনে ঘনে ;
তলা-নলা একো নুবুজি পুটিয়ে
সোধে তাই মনে মনে ?—
"এৰি মুঠি খাৰু গাম খাৰু পিন্ধি
দেখুৱায় তাকে লই ?
এহাতে হে আছে,— কিয় পিন্ধে, জুতি,
এনে একণীয়া কই ?"

জুতিয়ে শুনি কি
হাঁহিলে মিচিকি,—
"কৰে গাম খাৰু পালি ঐ চাহিনি ?
বোলে তাকে হাত-ঘড়ী ;
বেলিৰ বাতৰি দিয়ে ডাঁৰে ডাঁৰে
সিয়ে ঠিকে ঠাকে ধৰি।"

কথাটি শুনিয়ে
ধৰিলে পুটিয়ে,—
"হাততে বেলিটি তেওঁচো দিছেহি
ভগা সবাহত ৰাও ?"
জুতিয়ে বুলিলে "নেলাগে থই দে
নগৰীয়াণীৰ ভাও।

উঠ, পুটি, বল, যাওঁ গাঁৱলৈ,

সঁউৰা লগৰ যায় ;
বেলিটি থাকোঁতে, উঠ ভালে ভালে
আমাৰে বেলিটি চাই।
নগৰলে চালে গাকে ৰখাবি।
কেতিয়া চপাবি কৰি ?—
কাউৰী নহলে বাতি নুপুৰায়,
দিন দুপৰলে' শুবি।"

---

## পমিলাৰ হাকিম

দেৱানী হাকিমে দিছিল তলপ,
পমিলা আহিল ঘুৰি।
পথিলাই সুধিলে,— "ক, কি দেখিলি
গোটা কেছৰীটো ফুৰি।
আছে বোলে তাত যিটিহে হাকিম
হুকিত বন্দুক ফুটে ;
জাকেৰে জিকাৰি বণুৱা চিপাহী
যাঠী জোন্ লই উঠে !
কেনেকে গলিলো, গই কি কৰিলি,
মোকোচোঁ নিনিলি তই ;
কেনেনো হাকিম কচোন তাকেই
দেখি নেলাগেনে ভয় ?"

ভটীয়াই আহে পমিলা জানিবা,
যি হে কলে গইনাই,—
"পেটতে লুকালে মোৰ হাতে ভৰি
কৰঁলে কথাকে নাই
থলেগে' পিতায়ে হাকিমৰ সেই
গড়ালেৰে ভেটিটোত
খৰ খমা দিলোঁ, কঁপনি উঠিল
গোটেই শৰীৰটোত !
লেখাৰ লাচতে হাকিমে দেখোন
চায় মোৰ চকুলই ;
লাজে-বিজে ধৰি মুখকে ঘুৰালোঁ,
দেখি চকা মকা কই !

চাহাব নহয়,— অসমীয়া লোক,
দেখি চাহাবৰ দৰে ;
সোণ বৰণীয়া, চকু দুটি তাতে
জলে তিব্‌বিৰ কৰে ;
কপালৰ পৰা বলি অহা নাক,
দেখাত চেহেৰা ভাল ;
ডাঢ়ি গোঁফ নাই, চুককি আহিছে
জীপাল দুখনি গাল ;
বৰতীয়া মুখ, শুকান হাঁহিটি
কেনেবা কেনেবা পায়,
হাঁহিটি উঠিলে হাঁহি চেপি ধৰি
দিয়ে দাঁত উলিয়ায়।

উৰোৰা কাগজ ধৰে এহাতেৰে,
ইহাতে লিখিয়ে যায়,
নাক'টি তলতে পৰে ভেনা মাখি,
আৰু খেদা হাত নাই ;
নাক সিকটাই দিয়া যেন দেখিলোঁ,
তেওচোঁ মাখিটো নুৰে !"——
খেল্ খেল্ কৰে হাঁহিলে পিতাকে
খোঁটালীৰ ইটো মুৰে,——
"এনেনো আঁকৰী, কঁৰে ভেণা মাখি ?
সেইটো গোফঁৰ বঠি
পুৰুষৰ চিন ৰাখিছে তাতে হে,
বাকীবোৰ মঠি মঠি।

চাহাবৰ কাম, কথা চাহাবৰ,
চাহাবী পুথিৰ জ্ঞান,
চাহাবে কথাটি পাৰি নকৰিলে
মিল ৰখাটিয়ে টান।
যি খনি দেশত গোছাক দেখিয়ে
তিনিখাৰ নমস্কাৰ ;

চাহ্যবী পোছাকে সিখনি দেশত
কৰে কাম চমৎকাৰ।
ভিতৰি ভেহেলে' যিয়ে হুক লাগে
কোনে কৰে তালে কাণ,
বাহিৰে চাহ্যব বোলাব লাগিব
তেহে যদি ৰয় মান।"—

পথিলা জনীহে এনে টেক্ টেকী,
নেৰে তাঁই কথাৰে ধাৰ ;
পিতাকৰ কথা শুনি ঘপৰাই
উত্তৰ কাটিলে তাৰ ;—
"কাপোৰ পিন্ধিলে যদিহে চাহ্যব,
শুনচোঁ পিতাই কথা,—
ল'বা নাই তোৰ পিন্ধো দে চুৰিয়া,
শুচক লবাৰ লেঠা।"

---

## সভাৰ ভোট

"আগবাঢ় আগবাঢ়, তৰুণৰ দল,
খোজে খোজে কঁপি যক ধৰা টল্‌বল্‌।
কাঢ়ি আন ঢালি তোৰ আহুতি ৰক্তৰ,
আন কাঢ়ি যত ভাগ অমিয়া মৰ্ত্তৰ।
আগবাঢ়ি আগবাঢ়ি ব'ল আগলই।
নুঘূৰিবি কিয় তই চাবি পাচলই ?"
গিৰ্জনিৰে উঠি গল চাপৰি সভাত,—
"বেচ কলে এয়ে কথা,— লাগিছে হিয়াত।"
পণ্ডিতেহে ভাবে দেহি চকু স্থিৰ কৰি, —
মনে এই ডেকা জাক খালে ডোঙে পৰি
কৰে তাৰে প্ৰতিবাদ উঠি লাহেকৈই,—
"আগ বঢ়া" কথা শুনি মানিছোঁ বিস্ময় !
"আগবাঢ়" বুলিছা যে নুগুণিলে পাচ
টোপে ধৰি মাৰে জানো ৰবৰিৰ মাছ !
আগবঢ়া জাল ভাৰ যেনি তেনি পায়,
আগবঢ়া আগো বাঢ়ে ফুৰিলে পকাই।
আগবাঢ়োঁ কোন মুখে ? স্বৰ্গ নে নৰক ?
স্বৰ্গ যদি স্বৰ্গী কৰি সজোৰাঁ নিজক।"
গৰ্জ্জি উঠে ডেকা বীৰ ফোৰোহনি মাৰি,-
"কাৰো কথা নুশুনিবি ব'ল আগবাঢ়ি,
তপ্ত আজি ৰক্ত তোৰ, শক্ত বাহুদ্বয়
ৰুদ্ধ কৰে সাধ্য কাৰ ?— স্তব্ধ পৰাজয় !
জ্বলি উঠে অভ্ৰ ভেদি উল্কা পিণ্ড প্ৰায়,
দন্তে তোৰ জলস্তম্ভ উঠ প্ৰকম্পাই ;
ৰুদ্ৰবেগে প্ৰভঞ্জন হুহুকাৰ কৰ,
উল্লঙ্ঘন কৰ শৃঙ্গ গৌৰি শঙ্কৰৰ ;
আগবাঢ়ি, ডেকা দল, বল আগবাঢ়
ভ্ৰষ্ট কৰে চেষ্টা তোৰ এনে শক্তি কাৰ !"
হুই উঠে চাপৰিৰে শুনক শুনক।
পণ্ডিতেও টেটুফালে "যেয়ে যিবা কক-,
"আগবাঢ়ি এবং ক্ৰমে ঘোৰ হুতাহত
দশাননে খুন্দা খালে গিৰি কৈলাসত,
চেপা খাই ৰাও জুৰি হল সি ৰাৱণ ?
চকুলোৰে হুই গ'ল হ্ৰদ যে এখন !
হুকা বাধা উৰবাই কপোতৰ দল
লুব্ধকৰ জাল লাগি বন্দী হৈ বল
নেমানে হে যদি কেৰে বৃদ্ধৰ বচন
আপদত কষ্ট পায়, বিধিৰ লিখন।
নুশুনিলে পাচ কথা আগবাঢ়ি গই
কেঁকাবা যে বিপদত, চাবা পাছলাই।"
"বহি থক বহি থক" উঁৰে ডেকা বীৰে,
"শাস্ত্ৰ কথা নীতি কথা পাতে ভয়াতুৰে।
বিধতাৰ ইচ্ছা যদি পাছ চাবলই
পাছ ফালে চকু তেনে নিদিলে কেলাই ?"-
যুক্তি শুনি সভাখনে দিলে তুলি হই,
ভোট ললে ততালিকে এই তৰ্কলই।
বুঢ়া-মেথা সমস্তই দিলে হাত তুলি,
ফোকাবিলে ডেকাবীৰে 'জয় ডেকা' বুলি।
হ্যবি ঘাটি পাছ চাই পণ্ডিত পলায়,

ভোটে-ধৰা ডেকা তেজ- পতিয়ন নাই।
বাটে বাটে পাছ কথা ভাবে আজি ত'ত,
পণ্ডিতকো ভোটে ধৰে, আৰু ৰক্ষা ক'ত।
সাজে পাৰে ভোটে ভূতে বিকল্পৰ ভাই,
ভূতলাই আছে ওজা, ভোটলে 'ৰূপাই'।
শাস্ত্ৰ শুনি ডালভূতে ধৰি এৰি যায়,
ভোট সি যে ব্ৰহ্মদৈত্য, শাস্ত্ৰ পুৰি খায়।
হেজাৰে যে হয় বোলা কথাটিয়ে হয়,
হেজাৰৰ কেই জনে সত্য বাছি লয় ?
ভোটে পালে মূৰ্খ যদি হয়হে পণ্ডিত,
বিকি দিয়া শিৰ তেনে ভোটৰে ফন্দিত।

## দেশৰ দশা

বৰ কথা হ'ল, — দেশ আমাৰ বিদেশেৰে ভৰিল !
আয়ে শিকোৱা মুখৰ মাত ঐ তাৰো মিঠা মৰিল।
বাৰে জতুৱা ঠেও আমাৰ কথাৰ মাজে মাজে ;
'মডৰ' নুবুলি আই বুলিলে নাকত ধৰে লাজে ;
গীতা ভাগৱত পানী হৈ যায় 'ইংলিচ দিলে মাতি,
এয়ে হোৱা নাই, তত লোৱাচোঁ, আৰু আছে যে বাকী ;
যেতিয়া দেৱতা সকলে ইংৰাজী বুজে, চাহাব-চুহাব মাতি,
উইলচনৰ অনুবাদ গায়ে দিব সকাম পাতি ;
তেতিয়া কৰিবা কি ঔ, তেতিয়া কৰিবা কি ?
এতিয়াই যে মুখ মেলিলা
চকু থিৰ দি ?

বৰ কথা হ'ল—দেশ আমাৰ সাহিত্যিকে ভৰিল ?
ঈকাৰ উকাৰ চন্দ্ৰবিন্দুৰ তয়াময়া লাগিল
বানান আহি নানান হ'ল অৰ্থৰ যিহে গতি
বিয়াৰ চিঠিত পখিলা পৰি হল প্ৰজাপতি।
"বেবেল"†ৰ মুখে হলা লয়চোঁ শব্দ মাৰি-কাটি
এয়ে হোৱা নাই, তত্ লোৱাচোঁ,আৰু যে আছে বাকী,
যেতিয়া জিকাৰি উঠে প্ৰভাসতীৰৰ কটাকটিৰ ৰাগী
ভোঁ মাতেৰে ভগ্ন-দূত খালি ৰৰঁগে বাকী !
তেতিয়া কৰিবা কি ঔ, তেতিয়া কৰিবা কি ?

এতিয়াই যে মুখ মেলিলা
চকু থিৰ দি !

বৰ কথা হ'ল—দেশ আমাৰ সংস্কাৰকে ভৰিল।
বামুন, বড়ো, কোচ, কলিতা জাকেই জঙ্গী উঠিল।
সকলো যায় আগ ভৰাতে, পাছত এতিয়া কোন ?
গিৰ্ গিৰ্ কৰে উঠেগে মাৰত, নাওখন বুৰেচোন !
ওলাইছা হয়, বুঢ়া ভায়া, নোমেৰে দুচকু ঢাকি !
এয়ে হোৱা নাই, ৰৱা অলপ, আৰু আছে যে বাকী !
যেতিয়া গাই গুটীয়া প্ৰজা মুঠি বলাই ঘটাই নি,
'ধুম্‌কা' নাচোন নচাই দিব নাকী টানি দি !
তেতিয়া কৰিবা কি ঔ, তেতিয়া কৰিবা কি ?
এতিয়াইযে মুখ মেলিলা
চকু থিৰ দি !

বৰ কথা হ'ল — দেশ আমাৰ উদ্ধাৰকে ভৰিল।
এৰি দি এণ্ডি, জওহৰ বণ্ডি, পাগেও টুপিত ধৰিল !
অস্পৃশ্যতা বৰ্জ্জন কৰি মুৰহে ঘূৰে যেনি,
ফাটেকতো উদ্ধাৰকৰ নহলে নহয় শ্ৰেণী !
পেটে নাটিলে মোট সলাব নতুন স্বৰ্গ পাতি,
এয়ে হোৱা নাই, তত লোৱাচো, আৰু আছে যে বাকী !
যেতিয়া বত্ৰিশ বিধেৰে কথাকে খুৱাব ভোজলৈ মাতি নি,
দেশৰ লঘোন উগাৰি উঠিব ঢেল ওপঙ্গা দি !
তেতিয়া কৰিবা কি ঔ, তেতিয়া কৰিবা কি ?
এতিয়াই যে মুখ মেলিবা
চকু থিৰ দি !

বৰ কথা হ'ল,—দেশ আমাৰ ধৰ্ম্মধ্বজে ভৰিল !
বামুনৰ পালী আছেয়েই নে, তেৰা সকলো জঁকিল।
ধৰ্ম্মেৰে দেখোন নুযুকিয়ায়,—গোট গোটকৈ বান্ধে ;
বেৰাৰ ভিতৰি বেৰিয়ে আছে ফান্দ জুৰিছে ফান্দে !
আঁজুৰি পিজুৰি পদৰ বাখ্যা পেটতে লয় পাতি ;
এয়ে হোৱা নাই, তত লোৱাচোঁ, আৰু আছে যে বাকী !
যেতিয়া বাঘে -ঘোঙে লগে চৰি কাকো কেৰে নেৰি ?
জীৱ জন্তুৱে একে কৰিব ধৰ্ম্মটোকে ধৰি !

† বাইবেলৰ "বেবেল"
(কোনেও কাৰো কথা বুজিব নোৱাৰা এটা পৰিস্থিতি।—সঃ)

তেতিয়া কৰিবা কি ঔ, তেতিয়া কৰিবা কি ?
এতিয়াই যে মুখ মেলিবা
চকু থিৰ দি !

বৰ কথা হ'ল,—দেশ আমাৰ কাজুৱাৰে ভৰিল !
গা-গাবোৱান দিন হজুৱাৰে হৃঙ্গম লাগি পৰিল !
অসমীয়া নহয়,—কিবাবোৰহে !—মুখ যদি চোৱা।
ডাঙ্গৰীয়াই নো গেবাৰী খাটে,—ভাল কথাটি কোৱা।
টোপোলাটো হাতত ললেই যায় বংশৰ খ্যাতি,
ই, চাই থাকাচোঁ, আৰু আছে যে বাকী !
যেতিয়া বন্ধুৱা ৰাখি আছে যি কণি বাপতীয়া মাটি,
ৰান্ধনি ঘৰকে আঁতৰাই নিব নুচুই চুৱা বাটি !
তেতিয়া কৰিবা কি ঔ, তেতিয়া কৰিবা কি ?
এতিয়াই যে মুখ মেলিলা
চকু থিৰ দি !

বৰ কথা হ'ল,—দেশ আমাৰ প্ৰগতিত লৰিল !
আগবাঢ়িল তৰুণ দল, দেশ পাছত পৰিল।
নৌ গজোঁতেই চাবোন সানি খুৰায় গোঁফ ডাটি,
পুৱা টো ধৰি দুপৰ কৰে মজাৰ ঘুমটি মাৰি।
পাছত কৰাটো আগেয়ে কৰাৰ উঠিছে যিহে ৰাগী,
এয়ে হোৱা নাই, চাই যোৱাচোঁ, আৰু আছে যে বাকী
যেতিয়া গোটেই দেশৰ ভদ্ৰলোক ছপাৰ চিঠিৰে মাতি,
জীয়ন্তে দিব মাক বাপেকৰ শোকৰ সভা পাতি !
তেতিয়া কৰিবা কি ঔ, তেতিয়া কৰিবা কি ?
এতিয়াই যে মুখ মেলিলা
চকু থিৰ দি !

বৰ কথা হ'ল,—দেশ আমাৰ বিদেশেৰে ভৰিল।
বৰাগীয়ে গায়, 'আলহীৰ ঘৰ,' সেয়ে কামত ফলিল !
পেটত লুকাওক হাত ভৰি বি, নুলুকাৱাচোঁ তুমি ;
আগাআগিকৈ নোৱাৰা যদি চোৱাঁহি লাগে জুমি।
বিজ্ঞানৰ যি জলে বন্‌জুই প্ৰগতি হাৱা তাত,—
থৰ্ থৰ্ আকাশ, কঁপে পৃথিৱী জুই জলিছে গাত !
ৰ'বা, ৰ'বা
এয়ে হোৱা নাই, ৰবাচোঁ অলপ, আৰু আছে যে বাকী !
জোনো নুমাব, বেলি ও নুমাব, নুমাব তৰাৰে চাকি,
তেতিয়া মেলিবা মেলাহী মু'খন,
যদি থাকাগই বাকী।

---

## আৰু ভালেই হ'ল

বোন্দা মহৰ কামোৰত
ডেও দপালি পাৰি,
ভাবি পেলালোঁ,—তিতা লাগে
চাপৰ চুপৰ মাৰি।
নেগুৰ এডালি বিধতাই
দিয়াহেঁতেন জানি,
জুৰ লওঁতে কি ডেও পাৰে
এই অতনা প্ৰাণী ?
একেটা কাড়ঁতে কত পখী
তলৰ পোঙ্গো ধৰি,
মাৰিলেহেঁতেন জেঙ্গা কিছু
চুৰিয়া চুটি কৰি !
লৰাই লুৰিয়ে ভিৰ ভাঙ্গি
তাতে ওলমি লই !
তৰিলহেঁতেন বেলে-চেলে
বৈতৰণী নই !
—গাজিলে মনত,—লঙ্কা দাহ,—
নেজৰ যিটোহে ফল !
পোৰক লাগিলে মুখে চুখে,
—নাই যে ভালেই হল !

চোৱাঁচোন, দেহি ঐ !
আমাৰদৰে কেনেকৈ
শুই পৰিল বলধিটি
নোৱাৰি বোকাত পৰি !
আঁজোৰত তাৰ লটি ঘটি
নেজ মোকোটায় ধৰি !
নেগুৰ নহল, কাল হ'ল ,

শোৱাটিও তাৰ গ'ল।
নেলাগে আমাৰ নেজ নাই
আৰু ভালেই হ'ল !—
আমি যে একোটা জীয়া বাঘ
পাই কোনে তাৰ গম ?
নেগুৰ্ কাটি মেলে টুমনিত,—
বিধতাটি জানো কম !

---

## অনুশীলনী

উপদেষ্টা এক আহি গুটি গ'ল
উপদেশ ইমান দি,
হৰ্বলে কোৱা নোহোৱা যদিহে,
শুনাৰ নো লাভটো কি ?
অত উপদেশ, অত পটন্তৰ,
যিহে মেট্মৰা ভাৰ !—
সেই বুলিয়ে কি তাতে এৰিবা
দিয়া উপদেশ তাৰ !
উপদেশ নহে হলে কুঁহিয়াৰ,
কি হলহেঁতেন কোৱাঁ,—
লাঠীৰ লাচতে আনা যত পাৰা,
বাটত চোবাই খোৱাঁ।
উপদেশ দেখি এঙ্গাই আহিছা,
ই কেনে ব্যৱহাৰ ?
এটি বা দুটিকে পুৰি খাৰলৈ,
কিয়নো নানিবা তাৰ।

নহয় নচলে, শুনা ডেকা লৰা,
নচলে এনেকৈ কাম।
লওঁ তুলি আহা কথা এটি তাৰ,
কেনে তাক পালি চাম।
নাইনে মনত গালি যে পাৰিলে
কথাৰে কানীয়া বুলি ?
ভাষাটিয়ে হেনো জাতি পৰিচয়,—
কয় সি ভিতৰ খুলি।
হিন্দীত কয় কি, "মাৰ দালুংগা,"
অসমীয়াত — "মা ৰি ম"।
মাৰিবাই যদি মৰম কিহৰ ?
বোলোঁ — "ৰাইডাং ফালিম"।
কাম যে কানীয়া কথাটো কানীয়া,
নাকে লে-নিয়াই মাতি,
এনে টান দিন খাবা কেনেকৈ
নিজা ঘৰখন পাতি ?
টিলাত গেঙ্গেৰি টানত সেঙ্গেৰি,
এয়ে সংসাৰৰ ভাও।
টান হোৱাঁ তুমি কথাৰে কামেৰে
নহলে নৰৰ নাও।
খাবা টান খোৱা, খোৱাই বুজক
এৰেঁই খাইছে হয় ;
কবা টান কথা, বুজক কথাই
হয়, এৰেঁই কয়।
পুলুকা মৰাটি দন্তৰ তোমাৰ,
সদায় পিচলে' পৰা,
মুখৰ কথাৰে নহব যে আজি,
টান মুঠীয়াকে' ধৰাঁ।
গধূলি পুৱাই অভ্যাস কৰিবা,
কথা কবা টান টান।
ধৰাঁ এতিয়াই পূৰবী সূৰত
তলৰ এইটি গান,—

*(গান)*

কঁলে গলা জৰদ্গৱ চক্ষুৰে কটাক্ষ মাৰি ?
— কুহূৰ কুহূৰ শ্লেষ্মাৰ শব্দ,—
পৰভৃত্ সি লাজে, স্তব্ধ,—
প্ৰবেশি কৰ্ণৰ ৰন্ধ্ৰ তত্ ভত্ সি যে নিলে কাঢ়ি।
পাক পাত্ৰৰ তলি যেনে,
বক্ত্ৰৰ বৰ্ণ সাক্ষাৎ তেনে,
স্মৰি স্মৰি বৰ্ষে মোৰ হূৰ্হৰ্ কৰে নেত্ৰ বাৰি

---

## ভাগ্যৰ উপহাস

বজাৰ লৰা হ'ল,
ঔ
বজাৰ লৰা হ'ল !
বিদুলী বেগেৰে বাতৰি উৰিল,
বজাৰ লৰা হ'ল !
ঢোল্ দগৰৰ পিঠিয়ে কোবত
ফৰ্ ফৰাই গ'ল !
হেঁপাহ নপলাল তাল কাঁহ খুন্দি
যেয়েঁই য'তে পাৰে ;
কল্মটিওৱা শালৰ হাতীকো
চিঞৰাই দি মাৰে !
ৰাজ-চোতালত পেটৰ জ্বালত
উঠে গায়েনৰ ধল ;
গোট নগৰৰ গিৰ্ গিৰণিত
খলক লাগি গ'ল ;—
তিনি সন্ধিয়াৰ পাচতে বোলে
বজাৰ লৰা হ'ল !

লুকাই কিটো ফল !
সেই
একেই দণ্ড পল,—
ৰাজ নাপিতৰো লৰাই নে ছোৱালী
কিবা একটি হ'ল ;
ওচৰৰ ঘৰে গমকে নেপালে,
কথা থোৰতে ৰ'ল।
বাদ্য যে বজা নাই,
কোৰাঁ
কেনেকৈ চাই,—
ভেৰণিত আছে অৱসৰ পাই
ভগা বাল্টি পৰি,
খেদায় এঘৰে হাঁহৰ শিয়াল
তাকে কোবাই ধৰি ;
চোৰাশলীয়াৰ আমা-ডিমাই
কান্দি ধৰিছে জে'ৰ ;—
নাপিতৰ লৰা, —বাজিব কিমান ?
এই বাজনেই ঢেৰ !

বজাৰ নাপিতৰ
আজি
ৰগৰ লাগে বৰ !
বজাৰ লৰাৰ খেনতে যেতিয়া
পোহৰ কৰে ঘৰ,
অত দিনে তাৰ কপাল ফুলিল,
দিলে বিধিয়ে বৰ !
ৰাজ দৈবজ্ঞৰ ভৰিটি তেলাই
কোষ্ঠী কৰাই আনে।
দৈবজ্ঞই বোলে,— "বজাৰ কোঁৱৰ,-
তোৰ কপালে জানে !"
কোঁৱৰৰ নাম মল্ল নাৰায়ন
সিংহ ৰাশিত পৰি ;
ইয়াৰ নামত মলুৱা বহিল
পালে গণনা কৰি।
ডলুৱা মলুৱা যেয়েঁই হওক,
ৰাশিটো ভাল বৰ ;—
ভালেহে আজি পিৰিকা হাঁহি
ৰাজ নাপিতৰ !

কেইবা মাহো হ'ল,
তাৰ
আশাতে দিন গ'ল।
এদিনা নাপিতে শুনে কাৰেঙত
দিন দশাৰ ফল,—
কোঁৱৰৰ ভাগ্যে,— জন্তু চতুষ্পদ
লাভ গণনা হ'ল।
কই থাকোঁতেই কিনো আচৰিত,
হাতী পোৱালী এটি
কছাৰী বজাই ৰাজ কোঁৱৰক
চাই দিলেহি ভেঁটী।
লুদুৰ পুদুৰ পোৱালিটি কেনে,

চালে চকুটি ৰয় !—
খৰা খৰিকই নাপিতে দেখোন
ঘৰলৈ' খোজ লয় !
—আমাৰ কপালে হাতীটো হবনে ?-
—গৈঁৰা এটিও হলে,—
নহয় নেলাগে — পাঠা একণি
তাৰেই ভাগ্য ফলে — !
ঘৰত দেখেহি, — চতুষ্পদ সিও,
বাগুা মৰা ঠেং ;
ল'ৰা চোৰা ভেঁটা দিলে কেনোবাই
যিহে ভেকোলা বেং !

কোষ্ঠীৰ তুলাপাত,
জানো —
কিনো নেলেখে তাত !
আকউ এদিনা দৈৱজ্ঞই কলে,
লেখিছে অস্ত্ৰাঘাত ।
ততেৰে থাকিবা পালী পহৰীয়া,
ৰোধিবা ৰক্তপাত ।
ৰাজ কোঁৱৰৰ নখটি কাটোঁতে
হল সূতত ৰাজ
জান্নে নেজান ৰেজনি তেজৰ,—
লবিল বৈদ্যৰাজ !
গুজৰি হুঁকৰি লিগিৰা লিগিৰী
গালি শপনি ধৰে ;
কেৰে নোছোৰাকে পিঠিটি নাপিতে
ঘৰলৈ' লই লৰে ।
ঘৰত দেখিয়ে উৰে নাপিতৰ
ধাতু যি কেৰা বাকী !—
লৰাটোৰ বোলে ঠেঙটো কাটিলে;
বেজে ধৰিছে ঢাকি ।
মতাৰ দৰেই খৰি ফালিছিল
মাকে কুঠাৰ ধৰি,
পিছলি কুঠাৰ বৈয়াই হে নিলে
ঠেঙত দেখোঁ পৰি !
বাছে আৰু ক'ত, দেওধন বেজে
নখৰা হলে লাগি ?
আজি অতদিন ৰাজ নাপিতৰ
গল সপোন ভাগি ।

লাভৰ বেলা বেং
তাৰ
যাবৰ বেলা ঠেং
লবিবা কেনেকে' পাচত যদিহে
ভাগ্যে মাৰেহি লেং !
ছাই হই য'ক ভাগ্য খন তাৰ,
য'ক বাটৰ জেং ।
খঙৰ কোবত কোষ্ঠীখন লই
জুইত পেলালে পুৰি ;
ঢেক্ ঢেক্ কৰে হাঁহি ভাগ্যই
ফুৰে ধোঁৱাৰে উৰি !
বোন্দা মহটো গালত কামুৰি,
আৰু কি লাগি আছে ?—
চৰটো মৰাই হাঁহি সি তোমাক
কোঁ কোঁৱাই নাচে ।
পাৰা যদি তাক খেপিয়াই আনা,
মাছ পোৰা দিওঁ ধৰাঁ,
নহয় যাতে মোৰো কবিতাত
উপহাস তাৰ কৰা ।

---

## কন্যাৰ মিনতি

(সভাৰ প্ৰতিনিধি সকলৈলে)

টোকোৰা পঁজাত ৰজাৰ অতিথি,—
দেখিয়ে লাগিছে ভয় !
নেজানো লোকে যে সুত লগাকই
কেনেকে নো কথা কয় ।
কিবা বুলি কম, হই যাব কিবা,
মুখ খনো যি হে কটা ;

বৰ্বকৈ কলে   গোন্ধায় জানোচা
দীন দুখীয়াৰ কথা।
দুখীয়া ঘৰলৈ   আহিলে যেতিয়া
গাঁঠিৰ গুৱাকে খাই,
সেৱাৰ অন্তত   ক্ষমাৰ মিনতি
নেগালে লাগিব দাই।
অসমীয়া আমি,   পেটটিতে কথা,
পেটটিকে কওঁ খুলি,—
পেটলৈ কৰিলোঁ   পেটে পেটে তেও
ভালকৈই পাব বুলি।
হয় পেটে মুখে   ঠিক কৰি যাব
কৰিব লাগিব কিটো,
কৰিবৰ বেলিকা   দিম আমি কৰি
পেটলৈই ভাল যিটো।
সবাতো ডাঙৰ   হৰিৰ কথাটি
চালে ভকতিৰ ধাৰে,
তাতোকে ডাঙৰ যে   পেটৰ কথাটি
নেমানি কোনেবা পাৰে।
সকলো এৰিলোঁ,   পেটতে ধৰিলোঁ
সেয়ে সকলোৰ মূল ;
বাকী ডাল পাত   কি লাভ তিয়ালে
নকৰোঁ মিছাতে ভুল।
জতুৰা ঠাচেৰে   অত খোৱা আছে,
আনত নেপাওঁ হাত ;
বাৰ বজলুৱা   এসোপা খুৱাই
নেমাৰোঁ পেটৰ জাত।
দুখীয়া আমি,   জানেৰে ধনেৰে,
খোৱাৰে নহওঁ তেনে।
কওকচোন সঁচাকে   কোনো চহৰত
খালেনে খাৱন এনে।
পৰে নে মনত   'ষ্টেচনত' নামি
চকু দিলে বাটলৈই,
আপোনাৰ নামে   কোনেও নেদেখা
'পেপুৱা' আছেগে বহি ?

অকলে নিৰলে   খালে তাকে লই
বাহিৰতে ঘূৰি ঘূৰি ;
তেনেতে দেখিলে   খুলি চুলি মেলি
আছে 'বাচ্' এক উৰি ;
কাষ পাই দেখোঁ   সেৱক এটিয়ে
আহক বুলিয়ে গ'ল,
'বিচুৰ্ত্তি এফেৰা   খাবলৈ দিয়ে
ঠাইতে নোহোৱা হ'ল।
চেহেৰাত 'বাচ'   হাৰাঁ গাড়ীয়েই
আছিল তাত যে 'ভয়'
দেখি খালে তাকে,   —যিটো ভঁজ তাৰ,
জানোচা খালেদি বয় !
অলপ পাচতে   সেৱক ঘূৰিল,
যাত্ৰীৰ এজুম লই,
মনে মনে দিলে   'কোঁচ' খাবলই
—ঠাই হয় কেনেকই !
কি কৰিব আৰু,   নাহিলে নহয়,
ইফালে সিফালে চালে,
দুৱাৰতে আছে   'দোঁ' আপোনাৰ
সোমাবলৈ গৈয়ে খালে।
এৰি দিলে 'বাচ্',   মন গলে বায়,—
জানোচা আমনি পায়,
ওৰে বাটটোত   'জোকাৰ' খুৱাই
আনিছিলোঁ নচুৱাই।
ভোজন-ঠেলাৰ   'খেকেচা' একোটা
তাৰো কেবাটাও খালে,
এতিয়াও চাগে'   ৰম্ ৰমাই আছে
সেই কালিৰেই জালে !
নমাই দিলেহি   আলহী বহাত,
আনোতা হোৱা নাই ;
আপোনাৰ ভাগ   'থমক' আছিল,
ৰ'ল পদূলিতে খাই।
বহালই আহি   অতৰোৰ খাৱো
'চাহ জলপানো' খালে,

নিসন্ধি মেলত বহি কি আকউ
'ঠাহ' খাবলই পালে।
ভাত সজাওঁতে বেলি হয় বুলি
'খঙ্গ'কে খাবলৈ দিলোঁ।
পাতত বহিয়ে 'লেপেটা' খাবলে
ভাৰেৰে মতাই নিলোঁ।
শাকে খাবে পাই 'দকচি' যি খালে,
'দবনি পিটি'ও খালে,
খাই বই উঠি 'তামোল' খায়ে কি
শুবলই বুলি চালে।
শোৱাৰ আগতে 'চিৎ' খাবলই
পৰালোঁ বিছনা পাটী।
টোপনিত কিয় নেখাব লাগিছে
এই চাওপৰ ৰাতি ?
আঠুৱা তলতে "মহৰ কামোৰ"
হেঁপাহ পলাই খক,
"আল্ মোকোটা" খায়ে পুৱাতে
এফেৰি শুয়েই লক।
দিহ্‌দাৰৰ যিহে শুৱলা মাত
ঢোঁৰা কোৱাটিৰ দৰে,
পাটীতে খুৱালে সিয়ে 'চক্‌মক্'
উঠিল ঘপহ কৰে।
মুখ হাত ধুই 'চাহ তাহ' খাই
ওলাল বাটলই চাই,
'মিতিৰ' যদি আছে কাৰবাৰ
ফুৰিলে তাকেই খাই।
একো নথকাৰ 'হাৱা চাৱা' আছে
গোন্ধতে মন্দে মলায়,
খায়ে ফুৰক যত প্ৰাৰে মানে,
নেখাবি বোলোঁতা নাই।
'ভাত' খাই বই 'উধাতু' কো খালে,
আহিল সন্ধ্যালৈ লৰি,
বাটতে আহোঁতে হুল 'দ'ম' খোৱা
অইনৰ লগত পৰি।

সভাত সোমায়ে "জাঙ্গুল" খালেহি
'চেপা' খাই গল বহি ;
গৰমে গৰমে 'গেলেপা'ও খালে
থাকিল জ্বালাটো সহি।
বাহিৰতে আছে মুকলি 'বতাহ',
আহকগে তাকে খাই,
ওলোৱা বাটতে 'হেঁচা ঠেলা' আছে
খাই যাব তাকো চাই।
কথি মথি কত কথাতে যে 'বান্ধ'
খাব একেমুঠি হই,
অতকৈ পতা 'সভাখন' খাই
যাবগে গধূলিকই।
অতিথিৰ পদ চুমা খাওঁ বুলি
আলিত শিলৰ গুটি
মুৰ তুলি আছে 'উজটি'ৰে বই,
খাওক এটি বা দুটি।
বহাত খাবগে কালিৰ খোৱাকে,
নতুনো এফেৰা পাব,
তিতি ধুতি হোৱা মুখ ধোৱা বাটে
খৰকৈ ওলাই যাব ;
'পিছল' টি খায়ে 'তিনি পাক' খাব,
লাগিলে বহিয়ে লব,
দেহাৰ ভাৰটি কোনোমতে আনি
শোৱাৰ পাটীতে থব।
পুৱাই উঠক ঘৰলৈ বুলি
বেগায় 'এমুঠি' খাই ;
খাওক 'যি'খায় এৰি দিলোঁ আৰু
কালিৰ "বাচ" কে পায়।
বাটত খাবলে 'বাচ'ত যাওঁতে
সিদিনাতকৈ বেচি,
লাগিব অৱশ্যে দুই এক পদ,
ভিৰে ধৰিব হেঁচি।
'থোপা আছে আৰু, 'থেঁতেলা'ও আছে,
দিছোঁ "হামখুৰি" চাকি,

খাব চন্স পালে,   শেষ কৰি যক
ইয়াৰ 'খৰলি' খাই।
সবাবো শেহত   সামৰণী মধু
সীমাত খাবগে খুলি,
প্ৰকাণ্ড 'শপত'  এই ফাললই
মুখকে নকৰোঁ বুলি।
ইমান খায়ো   পাত ফালে যদি
আমাৰ উপায় নাই।
মিছাতে মৰিলোঁ   আমিও ইয়াতে
অত হাবাথৰি খাই।
"আঠীয়া কলৰে   পাতে নেকাটিব ;"
এঠা যে ছিটিকি যায় ;
ঘৰত সুধিলে   বেয়াটি নকব,
আমাৰে মুৰকে খায়।
দোষ থই যক   বোজা বয় কিয় ?
গা-টি নিয়াই টান।
লাগিলে নিয়ক   তেনেয়ে পাতল
মোৰেই এইটি গান।

---

## খোজনিয়াৰ

সন্ধিয়া আৰতি শুনি নিখিল বিশ্বৰ
মন্দিৰৰ প্ৰাঙ্গণত গম্ভীৰ দুন্দুভি
গুৰু গুৰু ৰবে তাৰ গুমৰি উঠিল ;—
গুমৰে বথৰ † যেনে আধা-জাতি হাতী
শুড়েৰে সুঘ্ৰাণ পাই দূৰতে জাতিৰ।
মন্দিৰত অন্তৰত সুৰৰ হিল্লোল,
ভক্তৰ কণ্ঠত উঠে প্ৰাণৰ ঝঙ্কাৰ—
দেৱতাৰ স্তুতি পাঠ পবিত্ৰ মধুৰ।
বিশ্বৰ আৰতি জাগি হৃদি মন্দিৰত,
বিশ্বৰ পুলকে হ'ল চিত্ত পুলকিত।—
জাগ্ৰত দেৱতা আজি জাগ্ৰত চিত্তত !

অজাগ্ৰত চিত্তে দেহি এই আলমতে
জাগিল দেৱতা বুলি বাসনা জগাই
জনায় প্ৰাৰ্থনা কত, আহে দলে দলে।
নিৰ্ধনক লাগে ধন, — ঢালে অশ্ৰুধাৰ ;
ধনীয়ে মিনতি কৰে, আৰু লাগে ধন—
খেলিছেহি মন্দিৰত পূজা-পাতলেৰে
এটকাৰ চিঠিখেল, — লাগে লাখে লাখে।
কৃপনকো লাগে বোলে, চুলি ছিঙি মাগে ;
সামৰি হাতৰ খিনি ৰাতি নিদ্ৰা নাই,
কিমানে হেঁপাহ জোৰে অন্ত তাৰ নাই,
তথাপিতো লাগে, লাগে হেঁপাহ জোৰাই।

বিদ্যাৰ্থীক লাগে বিদ্যা, লাগে যুক্তিজাল,
ঘূৰাব জগত খনি নিজা মতলই,—
আইনে নেচালে ইচ্ছা, ইচ্ছাৰে চলায়,—
আপোন প্ৰতিষ্ঠা বোলে লাগে জগতত ;
বেচিব মুখৰ কথা, বিকিব বিবেক,
লাগে লাগে নিতে তাৰ শকতি নতুন,
যুক্তিত জগত যাতে পৰি যায় জঁই।

যশস্বীক লাগে যশ জগত জোৰাই,
ধৰ্ম্মেৰে যশস্যা খোজে, খোজে ভকতিৰে ;
দেৱতালৈ' বুলি সাজি মন্দিৰ সুন্দৰ,
তোৰণত লিখি দিয়ে নাম আপোনাৰ,
দেৱতা নিষ্প্ৰভ কৰি যশস্যা জলক।

যুঁজাৰুক লাগে জয় যি কোনো ক্ষেত্ৰত
বিজয়ৰ গৰ্ব্ব লাগে ক্ষমতা চেৰাই,
তুলিব আপোন শিৰ দলি দুৰ্ব্বলক।
সেৱা বুলি ঠুম্ মাৰি দৃপ্ত অভিমানে
তৃপ্তিৰে শুনিব খোজে পিঁহি পিঁহনাৰে,
জগতৰ কান্দোনত নিজা স্তুতি গান।
জনে জনে খোজে লাভ বিবিধ বিধানে,—
লাভ লাগে, আৰু লাগে আনন্দ লাভৰ,
অন্যক চলাব পৰা সেই লাভলই
লাগে শক্তি শৰীৰত, মস্তিষ্কত বল।

---

† কেচেলুৱা হাতীয়ে জাবণিত বনৰীয়া হাতীৰ গোন্ধ পালে শুঁড়ডাল দাঙি পেটেৰে গৰগৰকৈ উঠে, - সেয়ে কাণীৰ ভাবাত বথৰ দিয়া।

শোষণৰ যাতনাত পীড়িতৰ দলে
নীৰবে প্ৰাণৰ তাৰ বেদনা জনাই
ভয়েৰে নিমাত দেহি খালী অশ্ৰু ঢালে !—

শৰীৰৰ ৰক্ত শোহা আছে কত প্ৰাণী,
দেখাদেখি ৰক্ত পিয়ে, নাই প্ৰতিকাৰ ;
আধি ব্যাধি, দেওভূত, ক্ৰোধ দেৱতাৰ,
প্ৰকৃতিৰ ভ্ৰূকুটিত প্ৰলয় হুঙ্কাৰ,
প্ৰাণ যেন যায় যায় প্ৰাণ ৰাখোঁতেই !
ইমানতো জোৰা নাই, আৰু অসহন ;—
স্বজাতিৰ অত্যাচাৰ তীব্ৰ হুতাহৰ
মানুহে মানুহ খোৱা আছে সংসাৰত !—

মানুহেই শ্ৰেষ্ঠ হেনো, সবাৰে ওপৰ !
নপতা ফুকন এই শ্ৰেষ্ঠ মানুহেই
পিঠিত বুলাই হাত মুখত হাঁহিৰে
তিল তিল কৰি ৰক্ত চোপে অতৰ্কিতে,
নুমাই মানবী জ্যোতি সাৰ জীৱনৰ
জীয়ন্তে দুখীয়াক পেৰেত সজায় !
খেতি কৰি দিয়ে দেহি বলধিৰ দৰে
কানেৰে চপাই আনি ভঁৰাল ভৰাই
মৰণাত খুৰি মৰে,—মোখোৱা মুখত,—
জানোচা এচিৰা ধান যায় মুখলৈ !
ডুলিত ভৰাব ধান, পতানৰ ভাগ—
তাকো নি পেলাব সাৰ আদাৰ ভঁৰীত ।
শুকান খেৰেৰে ধৰি ধান জাল দিব,
ভুলতো এমুঠি ধান নেযাকে এদিন ।
দাবী কৰি খাব খুজি খায় মাথ'মাৰ !
কতনো ৰূপেৰে আজি নিপীড়ে পীড়কে ;
অন্ত কৰি অত্যাচাৰ কৰাঁ পৰিত্ৰাণ ।
অগতিৰ গতি তুমি দুৰ্বলৰ বল,
নুবুজা বেদনা যদি এই দলিতৰ
কান্দিবৰ স্থান তাৰ আৰু আছে ক'ত ?
আতুৰৰ বম্ব পুনু পৰিল কাণত,—
মন্দিৰৰ পাচ কালে এক্কাৰে মুখাৰে

সাপে খায় বেঙ এটি পেটৰ জ্বালত,
প্ৰাণৰ প্ৰাৰ্থনা কৰে দুয়ো দুই ভাগে,
প্ৰাণৰ কাৰণে কান্দি বেঙে আটাহত,—
ৰক্ষা কৰাঁ, ৰক্ষা কৰাঁ — সৰে গছ পাত !—
কাৰ নো কান্দন দেহি শুনে দেৱতাই !

নামে গাঁৱে খোজনীয়া আহিল ইবাৰ,—
অন্ত পুত্ৰ পৰিবাৰ, অন্ত অন্ন ধন,
জীৱনত সীমান্তৰ চাপিছেহি কাষ,—
মাটিত মুৰটি থই জনায় মুখেৰে,—
"লাভ কৰি দিবা প্ৰভো দুখানি চৰণে ।"
সুধিলোঁ কাষলে গই,—"লাগে কি তোমাক ?"
হুমুনিয়া মাৰি এটি কলে লাহেকই,—
"ই সকলে লই মেলি বাকী যিবা ৰয়,
তাৰেই অলপ হলে জুৰি যাব সেয়ে ।"
সুধিলো দুনাই কথা আৰু চাপি কাষ,—
"খুজিছে যে ইবিলাকে নিজ নিজ ভাগে
যতমানে পাব পাৰে বিশ্ব জগতত,
বাকী ৰব নোপোৱাৰ আনন্দ অপাৰ ।
নোপোৱাৰ ধন আছে মহানন্দ যিবা
অন্ত খুজি দেৱতাৰ মহা মহিমাৰ,—
লাগে নে একেৰি তাৰ, হবনে সেয়েই ?"
চকি উঠে খোজনীয়া,— "নোপোৱাৰ ধন ?
জানো কি মস্কৰা কৰে দীন ভিখাৰীৰে !
দিন ভিক্ষা কৰি কৰি দুৱাৰে দুৱাৰে
নেপাই নেপাই হলোঁ — চলন্তা নোপোৱা ।
নেলাগে নোপোৱা আৰু, পোৱাৰে একেৰি
কেৰোণে মেৰোনে ধৰা দিলে দলিয়াই
সেয়ে মোৰ জুৰি যাব । বেচি দিয়ে কোনে ?"
বুজিলোঁ বুজিলোঁ, তুমি লাভৰ খবৰে ।
বই গল বৈৰাগ্যৰ প্ৰভাতী সমীৰ,
তথাপিতো নুফুলিল চিত্ত পাৰিজাত ।
সমুখত মৃগ তৃষ্ণা তৃষিত অন্তৰে
লৰি লৰি খোৱা ভেনে লৰাৰ লগতে ।

ইফালে দি ঢউখেলা প্রেম পাৰাবাৰ
জল্‌মল জলি আছে মাজ মন্দিৰত ;
জাগিছে দেৱতা তাত আপোন বিলোৱা,
সাৰটি লৰলে বুলি মাতিছে প্রেমেৰে।
পালে যাক হ'ই যায় পোৱা সকলোটি,
কোনোৱে নোখোজে দেখোঁ সেঁই দেৱতাক।
গোষ্পদৰ লাগে জল, নেলাগে সাগৰ,
যাচে তুচ্ছ উপচাৰ, নেযাচে নিজক !
বিধতাবো ধাতা আছে—মানে প্রার্থনাত,
কামত নেমানে কেৰে, — পাহৰি যে যায়।
লাভ লাগে, ৰক্ষা লাগে, আৰু কি যে লাগে ;
নেজানে কিমানে ভাল, তেও লাগে লাগে।
আছে মিল কানীয়াৰ কানীৰ খোলাত,
কি যে জীৱ খোজনীয়া, মুঠে মিল নাই,
ইটিয়ে সিটিক দেখি বোঁ বোঁ কৰে।

শুনি শুনি মাগনৰ মদাহী কোৰ্হাল
জাগিয়ে দেৱতা ঘূৰি শিল হৈ গ'ল !
নেজানিলোঁ নুশুনিলোঁ কোনোবাই কেনি
পালে বুলি খোলা খুলি কিবা সন্নিধান।
শুনিলোঁ মৃদঙ্গ মুঠে উঠিল তেনেস্তে
গম্ভীৰ ধ্বনিৰে তাৰ নাট মন্দিৰত,
অসমীয়া বোলে বোলে ফুটি সেঁই বোল
বাজি বাজি গাই গল কাণৰ মাজেদি,—
"ধি দিওঁ দিওঁ দি দি দিছোঁ,
থুনুপাক্ চা ;
তোকো নিদিওঁ তাকো নিদিওঁ,
হাকো নিদিওঁ বা !"

---

## উৎপাত

ভাবেৰে অধীৰ হিয়া কাব্য বাৰিধিৰ !
শুনিছিল তাহানিয়ে গুৰুৰ বিধান,—
দুগ্ধ আৰু শৰ্কৰাৰ অপূৰ্ব মিশ্ৰণ
মধুৰ সি ৰসগোল্লা, ৰজাৰী যদিও
ব্রাহ্মণেও খাব পাৰে, বাধা ক'তো নাই।
এটি ইঙ্গিতকে যদি গুৰুৰ মুখৰ
কাৰ্য্যত ফলাব পাৰে,—বেচি নহলেও,—
অপাৰ ভাগ্যৰে কথা !

নগৰলে গই
আনিলে যতনে কিনি বান্ধি গামোচাৰে
পোৱামাত্র ৰসগোল্লা ৰসে তুল্ তুল্ ;
তিতি গল টুপলিটি উহি গল ৰস,
এটুপি দুটুপি পৰে নিগৰি নিজৰি ;
চকি গল হিয়াকড়ি কাব্য বাৰিধিৰ,
কাব্যৰ নহয়, ই যে ৰসগোল্লা ৰস,
জৰি জৰি ৰয়গই জানোচা ভাবৰি !
নিজান নদীৰ পাৰ দেখি গল নামি,
সময় থাকোঁতে হক সজ ব্যবহাৰ।
নদীৰ জলেৰে সাধি বিধি প্রক্ষালন
মেলি যেঁই টুপলিটি তুলি ললে এটি,
মোহন ভঙ্গিমে চালে মুগ্ধ নয়নেৰে,—
সজল মুখনি কেনে মেলে নে নেমেলে,—
অভিসাৰ মিলনৰ প্ৰথম হাঁহিটি
ফুটি তাত জিল্‌মিল্ জিলিকি পৰিল।
দোকানৰ সোপানত সুন্দৰ সাজেৰে—
কামময় বিলোকন চমকি চচ্‌মাত—
বেলোলৰ মাজে কি যে লোল্ দৃষ্টিটিয়ে
টানিছিল মন প্রাণ থাকি দূৰে দূৰে,—
মিলালে বিধিয়ে নিধি আজি অতদিনে !

লাহেকে' মুখত দিলে আলফুলকই,
জানোচা বেদনা পায় দন্ত আঘাতত !
অন্দৰলে গ'ল এটি। চালে স্বৰ্গলাই
অবহেলা সনা এক চকুৰ চিয়াৰে
কলে যেন নুকুটাই তৃপ্তিৰ নিচাত,—
"কতে বা অমৃত, আজি ৰসগোল্লা ক'ত !"
ইটিৰ পাচত সিটি,— আধা শেষ কৰি
মিঠাৰে চেৰেমা মুখ যেঁই থমকিল,

মনেদি কবিতা বান ব'লে বোম্বানলে,—
"অমৃত, অমৃত, অহো, মৰ্ত্ত্যৰ অমৃত !
কিহেৰে তুলনা দিওঁ, নেপাওঁ বিচাৰি।
ভাৰতীৰ বৰপুত্ৰ কবিকহিনুৰ
উপমাৰ গৌৰবেৰে শ্ৰেষ্ঠ কালিদাসে
তোমাৰ সৌন্দৰ্য্য সুধা নেদেখি নয়নে
বুলিলে ওলোৱা জোন গুড়ৰ লাককে। †
নেজানিলে ভবিষ্যতে তুমি যে সাক্ষাৎ
ক্ষীৰ সাগৰৰ সেই সদ্যে উঠি অহা
তুষাৰ ধাৰাৰে সিক্ত নিষ্কলঙ্ক শশী,
পৰাণৰ আতঙ্কত শত খণ্ড হই
লুকালহি মৰতত অমৃতৰ ঘৰা !
এনেয়ে ৰাহুৰ ভীতি,—নাই পৰিত্ৰাণ,—
ক্ষুধাত নগনি তাতে জানোচা দুনাই
লৰালিৰ অভিনয় কৰি বাৰ্দ্ধক্যত
দিয়ে ঝম্প ভয়ঙ্কৰ বৃদ্ধ হনুমানে;—
যেনেকে এদিনা দিলে খাদ্য কিবা বুলি
শিশু সূৰ্য্য উঠা দেখি গিৰি শিখৰত !—

ধন্য ধৰা, ৰসগোল্লা, ৰসেৰে তোমাৰ,
সৌন্দৰ্য্যৰ উপভোগ সাৰ্থক তোমাত।
কদম্ব কুসুম – সি যে নয়ন জুৰায়,
মুখনি জুৰোৱা নাই মাধুৰী ৰসৰ ;
নয়নৰ ৰসনাৰ তৃপ্তি একে কালে
নাই আৰু দ্বিতীয়টি এই ধৰণীত।
বিধে বিধে ফল, বিধি, ধৰালা ধৰাত
ৰসগোল্লা নধৰালা কোনো গজনতে
ইয়াতে মানিলা হাৰ।

মানুহে তোমাৰ
অতিক্ৰম কৰি গল সৃষ্টি-ৰচনাৰ !"
এনেতে দেখিলেচোন—আহিছে কোনোবা।
টপাটপ্ গিলে বাকী বিটোহে বেগেৰে,—
পাৰয়ো আধাৰ তাৰ নিগিলে সি বেগে,—
নিমিষতে ৰসগোল্লা দিলে গোল্লা কৰি।

প্ৰক্ষালন কৰি মুখ গামোচা তিয়াই
উঠিয়ে আগত দেখে,—কি নো সৰ্ব্বনাশ !—
নগৰৰ সুশিক্ষিত ভদ্ৰৰ সন্তান,
বেকাৰে কোবাই গঢ়া গ্ৰাম-সংস্কাৰক,
হাতলে মুখলে চাই কলে তিক্তসুৰে,—
"ইতিমধ্যে ৰসগোল্লা কৰি দিলে শেষ ?
শুনিয়ে আহিলোঁ লৰি, নেপালোহি লগ।
কি কৰিলে, দেউ,আজি চালে নে গৰকি ?
আছিল এদিনা এনে আদি যৌৱনত
'ধুই খোৱা' গতি দেখি আপোনাসবৰ
বৰষি বিদ্ৰূপ বাণ কত হাঁহিছিলোঁ।
এই গোড়া নৈষ্ঠিকতা আছে বুলিয়েতো
আজিও যঁতৰ আছে দুৰ্ভগা দেশত ?
আজিও অতীত কৃষ্টি শলিতা শিল্পৰ
টিমিকি টিমিকি জ্বলি জীৰ্ণ কুটিৰত
মুমুৰ্ষ দেহাত তাৰ ৰাখি আছে প্ৰাণ !
অসমীয়া জাতি আজি ঘোৰ প্লাৱনত
উটি উটি বুৰা নাই আপোন গুণত।
হিয়াৰ উদ্দীপ্ত তেজে কৰি বিচৰণ
ঘূৰিলে আশ্ৰয় আছে হিয়া জুৰোৱাৰ।
অচিন অজাতি ছুই জাত যাব বুলি
অতদিনে সুধিছিল ৰাখি বাহিৰত,
তত্তিছিল অতৰ্কিতে তাতে হে জতুৰা।
ভাঙি ভেঁটা ভিতৰৰ কাটি নিলে লোৰ,
আৰু কি ৰোধিব বীজ পানী মেটেকাৰ ?
জতুৰাৰ শ্বাসৰোধ হল এই বেলা।
কেৱলে তো দিয়া নাই শাস্ত্ৰৰ বিধান,
জতুৰা বিধান তাকো দিলে অতদিন
অজাতি আদৰি আনি কি কৰিলে দেউ,—
গমিৰি, চকোৱা, পেচী, ধান মালভোগ
এমুঠি বিধান যদি আছে চুকে কানে
অজাতি জুতিত তাৰ হ'ল মৰিমুৰ !
কিয় খায় বিজতুৰা ? কিবা প্ৰয়োজন
খোৱা নাই ৰসগোল্লা বীৰ চিলাৰায়ে;

† "হী হী ! ভো এসো খণ্ডমোদঅ সৰিসো উদিদো ৰাআ ওসধীণম্"
"হী হী ! ভোঃ এষঃ খণ্ডমোদক সদৃশঃ উদিতঃ ৰাজা ওষধীনাম্" — বিক্ৰমোৰ্ব্বশীয়ম্।

হিলৈৰ গোল্লাৰে খেলি ৰসগোল্লা কিনো
নেদেখিলে কোনো দিন লাচিত ফুকনে ;
তথাপিতো ৰাখি গ'ল দেশৰ গৌৰৱ।
আমি কি কৰিছোঁ আজি পেটৰ প্ৰেমিকে ?
—হৃদয় বিদৰি যায় দেখি বিপৰ্য্যয় !
পৰৰ মুখলে চাই হাতলে পৰৰ
ৰসগোল্লা ৰস দেখি টোপালিছোঁ মুখ !"—

ভাবে কাব্যবাৰিধিয়ে,—আহিল উৎপাত !
মধুপান কৰোঁতে ই হ'ল মক্ষিকাৰ।
"তিতা লাগি কলে কথা বিৰক্তিৰ সুৰে,—
খোৱা নাই ৰসগোল্লা লাচিত ফুকনে,
তাত যে গৌৰৱ নাই,—দুৰ্ভাগ্যৰে কথা ।
ক্লান্তি হৰা পুষ্টিকৰ এনে খাদ্য ক'ত ?
জানিলে হেঁতেন যদি প্ৰয়োগ ইয়াৰ,
তামি-ঘৰা ভৰাকই ৰণৰ অন্তত
ভুলিৰেহে ৰসগোল্লা দবালে হেঁতেন !—
গোলাপৰ গন্ধ নাই প্ৰচীন কাব্যত ;
দুৰ্ভাগ্য সি ৰসিকৰ, সেই বুলি যদি
আজিও নলই থাকে গন্ধ গোলাপৰ।"
কলে পুনু সংস্কাৰকে আচৰিত হই,—
"সাক্ষাৎ লখিমী যেন লখিমী তিৰোতা
জাতৰ জেউতি তাকো কৰি নিৰ্ব্বাসন,
ৰচকী নাচনী তেনে দেশ বিদেশৰ
নেথাপে আনিকি কিয় নিজা মন্দিৰত ?
পুষ্টিকৰ ৰসগোল্লা !—শুনি উঠে হাঁহি,—
বঢ়ায় পেটৰ ফেৰ হিয়া চিঞা কৰি ;
গিলি গিলি পেটটিৰ লতা লাগি যায়,
গৰ্ৰলেকে বাঢ়ি যায় তাতে গিলোঁ বুলি ;—
অন্তঃসাৰ শূন্য দেহা যেনে ভিণ্ডাকাৰ,
অগ্নিমান্দ্য অম্লপিত্ত—শেষ পৰিণাম !
সাত্বিক উদৰ কিয় ৰজৰ আহাৰে
ভৰায় মিছাতে এনে মিছা জাবৰেৰে ?
কলে কাব্যবাৰিধিয়ে,—"কিয় মিছা বোলে ?
সভা-সমিতিয়ে দেখোঁ আপোনাসবেই
বচন উদ্ধৃত কৰে বিলাতী কবিৰ,—
'সুন্দৰেই সত্য বোলে, সত্যই সুন্দৰ,'—
আছে সত্য সৌন্দৰ্য্যতা, আছে মাধুৰ্য্যতা,
ৰসগোল্লা একেধাৰে— মধুৰ সুন্দৰ।
ছিঙ্গি দিলে তৰ্ক ঘূৰি সংস্কাৰকে কই,—
উদ্ধৃত বচন তাৰ অযথা প্ৰয়োগ,
সিও এক মহামাৰী নকলী দেশৰ।
ভাবৰ ৰাজ্যতো এই, খাদ্যতে নহয়,—
আহাৰ মাত্ৰতে আজি ঘোৰ অজীৰ্ণতা ;
নহলে কি দেশ জুৰি উঠে হাহাকাৰ !
সৌন্দৰ্য্যত মাধুৰ্য্যত আছে সত্য যিবা
পায় যদি খুজি এক ৰসগোল্লাতেই,
বিচাৰে তাতেহে যদি প্ৰাণৰ আৰাম,
আৰু মোৰ যুক্তি নাই, —প্ৰণাম, প্ৰণাম।"

---

## বুৰীৰ বিয়া

বছৰ হ'ল একুৰি,
মুখ গল ভেঁকুৰি,
দামে দৰে নাহে গুণে কোনেও নাই নিয়া ;—
এতে দিনৰ মুৰত হ'ল আজি বুৰীৰ বিয়া !

চেৰ পৰিল ৰৰ-জাপি,—
আহিচু আহিলে চাপি,
ভাবে ভেঁটীয়ে জোৱণ দেখে সঁউ সুমাই নিয়া !
নো পাওঁতে হয়ে জানোচা বুৰীৰ জোৰণ দিয়া !

জীয়ৰীৰ হিচ্ হিচ্
বোৱাৰীৰ ফিচ্‌ফিচ্,
দুৱাৰে জলঙ্গাই ঠাহ খালে,—কেনিনো কিটো নিয়াঁ,
আনিছে বোলে সোণৰ সোলেং দেশত নাইকিয়া।

ভেঁটী যিবোৰ ভাবে চাবে সঁউ ফালেদি নিয়াঁ,
ঘোৰ সঁফুৰাত কি আনিছা ! শৰাইত মেলাই দিয়াঁ।

গেজেৰা বালা সাতসৰি,

গলপতা ওলোম্ বিৰি,
সোণৰ খাৰু, আজঠি যি হে জেঠী-নেগুৰীয়া ;–
কেৰু মণিৰে টঁক্ লগালে বুৰীৰ জোৰণ দিয়া !

গাভৰুৰ চোৰা চুই,–
বুকু জুৰি জলে জুই,
অ মোৰ কপালে হে এনে দৰা হ'ল নাইকিয়া,
চালেই জানো পেট ভৰিব লোকৰ জোৰণ দিয়া।

মঙ্গল আগত লই
জোৰণ পিন্ধালে গই,
দোঁৱাই নিলে বুৰীৰ ডিঙি অলংকাৰৰ ভৰে,
উকলিলেকো পাহৰিলে লগৰ লগৰীবোৰে !

মাকৰ হে মন মৰা,
মাজে মাজে দৰক্ ধৰা,
নিবোক বোকে অঁলে আহি ত'ত দিছেহি থিয়,
দহে বোলে –"গজাটোপ, মুখ মেলিব কিয় !"

জোৰণ দি ঘূৰি গল,
জলপানো খুন্দা হল,
থমাদেয়ে নিচিকোনালে বাহ হোৱালীৰ মন,
বাটে বাটে চৰ্চ্চে খালি বুৰীৰ কপাল খন।

কালি গল বুৰীৰ জোৰণ, আজি বৰ-বিয়া,–
হ'ল বিয়া উকলি দিয়া –গম নাইকিয়া।

অতবোৰ কেকমণি !–
দৰাবোলে বৰ ধনী !
আগচে হেনো চেম্‌নীয়াই, কাটে বাঁহৰ জেং,
তিনিমুৰনিৰ মুৰে মুৰে পাতি থৈছে পেং।
কি কথা কি বতৰা,
কি দেশৰ কেনে দৰা,
চাকলি শব্দৰ আগে তাৰ উৰা শবদ আহিল,
বু বু,ৰা ৰা,–দৰাৰ ভেদ ভাগিল !

কলীয়াৰৰত দৰাৰ ঘৰ,
দৰাৰ নাম বিৰ্কোদৰ ;

বিৰ্কোদৰৰ গদা নাই, আছে এডাল লাঠী,
তাৰেই দেহি পোনাই ফুৰে নিজ কঁকালৰ গাঁঠি।

তিনিজনীৰ 'মাছভাত ছুই' দাঁত উঠি গ'ল ,
ঠোলা পৰা গাল দুখনিও শোটোৰা শোটোৰি হ'ল।

ইয়ে বোলে –আইৰে আই,
এনে কথা দেখা নাই ,
ধনগুলে বিৰ্কোদৰ মৰিশালিৰ মুঢ়া
গৈ থৈ দেখোন হলগৈ সিয়ে বুৰীৰ কপালে বুৰা !

কইনাই কান্দে পৰি,
গাভৰুৱে বিচে ধৰি,
নিচুকনিৰ লাচত দিছে চেল্লা তেলৰ ছাট,
জোৰণৰ সি যি হে পোৰণ, নহলে নহয় শাঁত।

ককায়েকৰ ছোট লাগি
আগ দিনাই গল ভাগি ,
বাৰীৰ চুকলে বুৰীক মাতি মাত লগাই গ'ল,
বুৰীৰ মাকৰ চকুৰ পানীৰে বাট নেদেখা হ'ল।

কোনে বুজে কাৰ কথা,
বিৰ্কোদৰৰ বুকু-ব্যথা,–
গাগৰীৰে ধন সোণ যে এনেয়ে উটি যায়,
বংশত বোলে পেঁড়ু দিবলৈ কণকঠীয়া নাই !

খিতপীয়া বংশটোৰ
কেনৈলে পেলোৱাঁ ওৰ ?
চকলে হেনো জাল নেথায় নাম লগে যাৰ ,
দৰবতো বোলে কাঁপি যায় পোক সকওৱাৰ।

যেয়ে কান্দে কান্দক ,
বিহুকে বোলে বোলক ,
এনে পুৰুষৰ সঁচ্ নেৰাখি আৰু কিটো কৰা,
দাই দিলেও নো বাপেকৰ, তুমি কেনেকৈ ভৰা !

বাপেকৰ লাগে ধনৰ ঘৰা,বুৰীক লাগে দৰা,
আমাক লাগে জা-জলপান বাট উপচি পৰা।

আজি বুৰীৰ বিয়া বি হে আজি বুৰীৰ বিয়া ,
গঞা গাভৰু ভিৰ দিলেহি, ঠাই নাইকিয়া।

কিমান খাবা লোৰাঁ খাই ,
পৰৰ পালে কোনে চায় ?
ঘোকা ঘোকে বিলায়ে আছে, খোৰাঁ আৰু নিয়াঁ।
খোৰা খোলেৰে থাল ভৰিল,—আজি বুৰীৰ বিয়া।

ল'ৰাই পদূলি পাই
হেঁপোৰ পিটি গ'ল গাই,
ৰ'দ্ বাদলে হাঁহে কান্দে বিৰ্‌কোদৰৰ বিয়া,—
ঘৰ্ চিৰিকাই তামোল কাটে, তামোল এখনি দিয়াঁ।

বাতি হলহি এপৰ,
ঢোলত পৰিল চাপৰ,
"দৰা আহিল দৰা আহিল"—খদমদম্ লাগিল !
বুৰীৰ বুকুত ইফালে দি ধান বনাদি বানিল !

আদৰা নাওটো কই,
ৰভাৰ তলঁলৈ লই
যোবা নামৰ খোৰাৰে খুন্দি খেঁতালিলে দৰা,
লাজৰ সোপা নথহিল দেহি নাকটিৰ পৰা।

পুৰোহিতে মন্ত্ৰ মাতি
বৰ হোম দিলে পাতি ,
অলপ পাচতে চিঞৰি উঠে,—কন্যা লগা হ'ল,
থোক্ তামোলৰ মানৰ শবাই মড়লঁলৈ গ'ল।

কন্যা লাগে কন্যা লাগে —
চিঞৰিলে আগে আগে ;—
ভিতৰঁলৈ গল কন্যা, ওলাই নাই অহা ;
নিৰাই যেতিয়া লৈয়ে যাবা, অলপ পৰ ৰহাঁ।

যোবা যোৰে খেদা যায়,
কন্যা দেখোঁ অনা নাই
উলিয়াই কেলে' নিদিয়ে জানো কিয় এতেপৰ ;—
বাট চাই চাই দৰাৰ দেহি কঁকালে দিছে থৰ !

পৰেৰে এপৰ হ'ল,
কন্যা লাগে, কঁলে গ'ল !
কইনা লাগে কইনা লাগে,—কইনা দিয়ে কোনে ?
কোনেও দেখোন কৰ নোৱাৰে কইনা কোন পোনে !

—"কথাঁলৈ কৰ কাণ,
কন্যা লাগে কন্যা আন,
ভৰ সমাজৰ মাজৰ পৰা কোনে নিব হৰি
চান্দৰ তলে দুৱাৰ চুকে চা বিচাৰ কৰি।"

চাৰি পিনে চাই চাই
কেৰে কতো পোৱা নাই,
নাই বোলোঁতে কন্যা সঁচা নাইকিয়াই হ'ল,
বুৰীৰ বাপেকৰ চুলিয়েদি গোঁসাই উৰি গল !

—"বিচাৰি যা বিচাৰি যা,
বাৰীৰ চুকে টুকে চা,
ডাললে' চা, খাললে' চা, পুখুৰীত মাৰ বুৰ,
জাল মাৰ, জুলুকি মাৰ, চিঞৰি বিচাৰি ফুৰ।"

যেয়ে যতে যেনি পায়
পিতাপিত কৰি চাই
নেপালে কেৰে কন্যা ক'তো,—নোহোৱাই হল।
কাঁহ পৰি কি বিয়াৰ ঘৰ তেনেয়েই জিম্ গল !

বাপেক আহিল ঘূৰি
বিচাৰি নেপালে বুৰী !
মুৰে কপালে হাত দি দেখোঁ ৰভাৰ তলত বহিল,
কৰ খুজিবঁই ৰই যায় —মুখৰ মাত মৰিল !
মুক্তিয়াৰ মাত্তি আনি,
দৰা হৈও কলে টানি,—
"ছলাহী কোন নামটো লাগে, তাকে টুকি লোৰাঁ।
কিমান খায় বগাঘৰত তাৰে পৰ্‌মান্ চোৰাঁ।
সোণৰ অয়-অলঙ্কাৰ কন্যাৰে তাক লাগে,
গোট গাঁৱৰে পোটক তুলিম যদি হে বিয়া ভাগে।"

হাত খুন্দনাত মচলা দি তামোল খুন্দি খাই

হেঁকাৰ মাৰি পুৰোহিতে কলে গহীনাই ,—
"নাই ছোৱালী নাই,সোণেৰানে অইন এজনী দিয়াঁ।
নাই বুলি জানো নঁহে পাবে বিৰ্কোদৰৰ বিয়া।

দেৱতা আনিলোঁ মাতি
পুৱায় হে লাগে ৰাতি,
দেৱতাৰে পেংলাই কৰা ভালকৈ সেকা পাবা,
মাউৰ মৰকে গজালিলে'কৈ ধুনি নিব চাবা।"

পুৰোহিতৰ কথাৰ মূৰত কুকুৰাই দিলে ডাক্,
হুৰাহুৰিকৈ ঘৰলৈ গল গোট গাভৰুৰ জাক ;
গলাগোপা কৰিও গঞাই মাত নিদিয়া হ'ল ,
যেন্থৰ জালি উকলিবে বিয়া খন ভাগি গল।

উজাগৰ অপমান,—
এনেয়ে বুৰা তন্দ্ৰা টান,
উঠিল তাতে বাকচুৰ কামোৰ খামোচা মাৰি ধৰি ,
ৰভাৰ তল খন বাগৰিলে 'আইও আইও'কৰি।

গাঁৱতেই মুক্তিয়াৰ—
বিয়াৰ যি দিহ্দাৰ,
বাহী-চন্দনৰ দৰা নিলে তেঁৱে গাড়ীত তুলি,
বুৰীৰ বাপেক লগতে গল নৰিয়া বাটোঁ বুলি।

সোলা মুখ বিকটাই
দৰা দেখোঁ যায় যায়,—
বেজ গিয়ানী কত লগালে, একো নফলিল,
পাচ দিনা কেঁৰা দুপৰত বিৰ্কোদৰ চলিল।

চলে বীৰ বিৰ্কোদৰ,
এন্ধাৰ কলীয়াবৰ ;—
ইনাই বিনাই কান্দিবলৈ বাঁৰীও এজনী নাই ,
মুক্তিয়াৰবহে মুৰ ঘূৰিল —পকা গুটিটো নাই।

বাহঁ কাঠ আনে কাটি
আলিৰ কাষত চিতা পাতি
হাত উজানি ৰিলে গাঁৱৰ বুৰা কেইটা মিলি,
মুখ নোপোৰা চিতাৰ ধোৱাই-আলিকে পেলালে গিলি

ধোঁৱাৰ মাজে দি কোন !—
জালত দিয়া সোণ ?—
জালত দিয়া সোণেই সঁচা, চোৰাচোন চোৰাঁ চোৰাঁ।
পাবা যদি নাম কেইটাকে টপৰাই কৈ যোৰাঁ।

আগে আগে ককায়েক, পাচত ৰঙ্গমন, বুৰী,
চাৰিও কাষৰে তৰুণ -দল ভুলুকা টোকোন ধৰি,
ভাবেৰে আনে ৰাঘ' বৰালি চুঁচৰি আহিছে ফান্,
নাচি বাগি ৰঙ্ ৰঙ্গিয়াল গোটেই মখাৰে প্ৰাণ।

বিৰ্কোদৰৰ যিটো হ'ল
বাটলে বাতৰি গ'ল ,
গোটেই হুজ ৰল সেইহে চিতা দেখা পাই,
সিংহনাদেৰে তৰুণ-দলে কলে বিজিয়াই ;—
"কোন কত আছে বিৰকোদৰ আন চোঁচোৰাই,
একে চিতাতে জাহ যাওক,—লেঠা ছিগি যায়।
তৰুণৰ কথা ৰজিব লাগিব, তৰুণ দেশৰ ধ্বজা ,
তৰুণে আনিব সত্য যুগ সকলো যুগৰ ৰজা।"

বুৰীৰ ঘৰলে ' গোটেই হুজ হুৰি মাৰি আহিল,
বিজুলী বেগেৰে গাঁওখনেই জিকাৰ খাই উঠিল !

বুৰী বুৰী বুৰী আহিল,
তল ওপৰ বিহে লাগিল ;
জাক গাভৰু আহে লৰি
বুঢ়ী-মেথী নৰল পৰি,—
"কলৈ গ'লি, ক'ত আছিলি, কিনো কথা তোৰ ?"
ইটিয়ে সিটিয়ে মুখে মুখে ভাঙ্গে কথাৰ থোৰ।

ককায়েকৰ মন পাই
বিয়াৰ ৰাতি ছেগ ছাই,
ৰং মাৰি ৰঙ্গমনে মেম ধৰি নিলে,
ৰূপে গুণে মিলিলে বোলে—দহে ৰায় দিলে

লাঠিলুঠা হাতত লই
তৰুণ-দলে বেৰি গই
জিলা পাই কেছাৰী ঘৰত দিলে খালাচ কৰি,

সকলোৰে বোলে—বেচ বেচ বেচ, বেচ আমাৰ বুৰী !
বুৰাই পিন্ধালে জোৰণ বাৰণ ডেকাই কৰালে বিয়া
কেনে মজাৰ বুৰীৰ বিয়া—নাচোন এটি দিয়াঁ।

ঢোলে বোলে দাওঁ দাওঁ,
নাচি উঠে গোট গাওঁ।
পেঁপাৰ ছেৰে, নামে গুণে আজিহে, পকি উঠিল,
বিয়াৰ ভোজ আজি ৰাতিয়ে হৈ চৈ লাগি পৰিল !

শ্মশানত ৰাতি হ'ল,
বাপেক বাজতে বল;—
বাজৰ মানুহ বায়ঙ্গে থক কুমৰধনি শুনি,—
সমাজিক নে দিঠক ইটো ৰাতিটো থাকক গুণি।

বুৰীক বুকুত লই
মাকে সোধে মৰমকৈ,—
"কেনেকৈ নো গলি আই ঐ, নেলাগিলনে ভয় ?
অতকৈ নো বিচাৰি তোক কত কান্দিলোঁ মই।"

বুৰীৰ মুখ ফিচিকি
ওলাল হাঁহি মিচিকি,
ককায়েকৰ মুখলৈ হাঁহি কেৰাহিকৈ চায়,
কয় কয় কয়, লাজে ধৰে, -বঙ্গাপৰি যায় !

ককায়েকে বোলে—"আই,
বিজনী হে বুৰী বাই,
যিডাল পাগ মুৰত মাৰি মাৰিলে যিটো পোন,
ময়ে চাই চিনিকে নেপালোঁ—এইটি আমাৰ কোন ;
গম্ গমাই গল বালিবাটে, কেৰে নপালে গম ;
বুৰীক তুমি তিৰি পাইছা, তাই যে নহয় কম !"

উঠিল আকৌ হাঁহিৰ ধ্বনি,
তৰুণ-দলে কলে শুনি,—
"তিৰী বুলিয়ে জীয়ৰীৰ হ'লে অত্যাচাৰ,
বিয়া নেপাতি গৰু বেচিলে এয়ে বিধি তাৰ।
বুৰীয়ে দিলে পোনৰ ইজ্জৎ,—আমাৰ উকলি দিয়াঁ,—
—হৰগৌৰী বসন্তি হওক,—এয়ে বুৰীৰ বিয়া !' —

## বলিয়া

অচিন চেহেৰা এক জলহ বেশেৰে
ফুৰি ফুৰে নগৰত আপোন মনেৰে;
ভগাকৈ পাচি এটা আনে ওলোমাই
আমৰ বাকলি তাত,—আম মুঠে নাই।
বাটে বাটে চিঞৰিছে—'আম লাগে আম' ;
টকাটোৰ চাৰি অঁৰা, বজ্জা এক দাম।
লান্ লাগে ল'ৰা লুৰি — হাঁহি খিকিন্দালি
কতনো ভঁজেৰে তাৰ কৰে ভেঙ্গুচালি !
ব্যস্ত জগতৰ যেয়ে য'তে দেখা পায়
বলিয়া বলিয়া বুলি হাঁহি গুচি যায়।
নিকিনে কোনোৱে আম, হাঁহিলে কেৱল,
চিঞৰি চিঞৰি দেহি মাত ভাগি গ'ল ;
দেখিলে বজাৰ মন্দা, গ'ল সি যে কেনি ;—
কোনে বা খবৰ ৰাখে, যক লাগে যেনি।
হাঁহিমুৰা দাৰ্শনিক বজাৰলে আহি,
কথা কাণ্ড দেখি তাৰ, ভোল গ'ল হাঁহি,
পমে পমে খেদি তেওঁ পালেগে বিচাৰি—
বহি আছে চেহেৰাটি ভগা ঢাৰি পাৰি।
এৰি গল ভঁকে যেন থিৰ হ'ল মন,
কথা বাৰ্ত্তা পাতি দুয়ো বঙ্গত মগন।
কয় কথা দাৰ্শনিকে গহীনে গম্ভীৰে,
লগে লগে চেহেৰাই শলাগে হাঁহিৰে।

দা, -"খোলা খুলি আম বুলি বেচ' বাকলিক,
সামান্য নহয় তয়ো বাক্ লা দাৰ্শনিক ;
হাঁহিৰ জগতে দেখোঁ তোকে চাই চাই,
হাঁহিত বাগৰি মৰোঁ হহাঁ দেখা পাই।
হাঁহিৰ বাকলি যিটো ফুৰ্ত্তি জোকাৰাৰ
তাকেই আনন্দ বুলি মানপী হিয়াৰ,
হাঁহিছে ল'ৰায়ো তোক, ক'লৈ যাব যা।"—

চে, — "ল'ৰাই হাঁহক দিয়া—হাঃ হাঃ হাঃ।"—

দা, —"তেনেয়ে মাখন তোলা ৰং মাত্ৰ লই
বেচিছে গাখীৰ বুলি ঘৰে ঘৰে গই,
সেই গুৱালে যে হাঁহে, জানো কেনে পা।"—

চে, —"গুৱালেও হাঁহে মোক! হাঃ হাঃ হাঃ।"—

দা, —"জিকিমিকি হালধীয়া ধূলি এমুঠিকে
জীৱনৰ সোণ বোলা বিষয়া বণিকে;
সিহঁতেও হাঁহে তোক, কেনি যাব যা।"—
চে, — "সিহঁতে ও হাঁহে মোক!!— হাঃ হাঃ হাঃ।"—

দা, —"পতানকে ধান বুলি বেচে ফাকে ফাকে,
ধৰ্ম্মৰ, বিদ্যাৰ এই ব্যৱসায়ী জাকে;
হাঁহিছে কেনেকে হেৰ', সিহঁতলে চা।"—

চে, "—সিহঁতেও হাঁহে মোক!!!—হাঃ হাঃ হাঃ।
হাঃ হাঃ হাঃ — হাঃ হাঃ হাঃ,
হাঃ হাঃ হাঃ ঔ হাঃ হাঃ হাঃ!"—
উঠিল হাঁহিৰ জঁক, আৰু কোনে পায়;
হাঁহি ঘূৰি চেহেৰাটি নগৰলৈ যায়।
ইটিয়ে সিটিক হঁহা ধ্বনি প্ৰতিধ্বনি
নগৰৰ বাটে বাটে লাগে খলকনি।
নেহাঁহিবা, হাঁহিমুৰা, হাঁহিটিলৈ' চাই,
তোমাকো বুলিছে হাঁহি — "চেৰা বলিয়াই!"
হাঁহিছে হাঁহক দিয়া বাক্‌লা দাৰ্শনিকে,
জগতে ভাবিছে নিজে আছে ঠাকে ঠিকে!

---

## নৈয়ায়িক

স্মৃতিৰত্ন ছাত্ৰ হ'ল ন্যায় উপাধিৰ,
গুৰুৰ সমস্যা মুঠে হোৱা নাই থিৰ।
চাকি চালে হুমাহতে লেখৰ হুজন,
কোনোমতে এজনতো নবহিল মন।
স্বভাৱতে স্মৃতিৰত্ন নৈতিক সবল,
স্মৃতিৰ চৰ্চ্চাত চৰা মানসিক বল।
সত্যৰ পিপাসী প্ৰাণ চাতকীৰ দৰে
বৰিষণা জল খুজি অধীৰ অন্তৰে
উৰি ফুৰে মেঘে মেঘে, জানো কোনোটিয়ে
খোজা মাত্ৰে স্নিগ্ধ জল আনন্দৰে দিয়ে,—
নেজানে যে বঁজা মেঘ কত আকাশত
চালি ধৰি মিলি যায় শূণ্যৰ গৰ্ভত,
বৰষিব খোজে খোজে,—নাই বৰিষণ,—
পিওঁ পিওঁ বুলি মিছা কান্দে অনুক্ষণ!
নামে গুণে ৰামৰজা আছে কেইজন?
তথাপি কৰিলে দেহি প্ৰতিজ্ঞা ভীষণ —
হঠাতো গুৰুৰে যদি মিছা কিবা কব
ত্যাগ কৰি ততালিকে অন্য গুৰু লব।
ন্যায় যে নিমিত্ত এক সত্য সন্ধানৰ।
ন্যায়ৰ চৰ্চ্চাত কিয় মিছাৰ আদৰ?
তুচ্ছ এটি মিছা কথা — সিয়ে বাছিবলৈ'
হেজাৰে বিজাৰে মিছা চোহে অনৰ্গলে।
যত তুচ্ছ হক লাগে মিথ্যা ব্যভিচাৰ
সৰ্ব্বতো ভাৱেৰে তাক কৰি পৰিহাৰ,
এটি এটিকেই গুৰু কৰি বিসৰ্জ্জন
সপ্তমৰ গুৰু এক কৰিলে বৰণ।
তৰ্কচুঞ্চু উপাধিৰে বিদগ্ধ পণ্ডিত,
হিয়া ভৰা ৰস যাৰ দেশতে বিদিত,
গৌৰবৰ্ণ বদনত কৃষ্ণ শ্মশ্ৰু কেশ,—
চন্দ্ৰৰ কলঙ্ক যেন সুন্দৰ সুবেশ।
ভক্তিভাৱে স্মৃতিৰত্ন চাপিলেগৈ' কাষ,
কথা কলে প্ৰতিজ্ঞাৰ, লভিলে আশ্বাস।
দিনে দিনে যতনেৰে সূত্ৰ বুজি যায়।
তৰ্কচুঞ্চু সাৱধান, — জানো মিছা পায়।
নক'লে নচলে যদি মিছা নিতান্তই,
ভিতৰত মনে মনে কই আহেগই।
চলি গ'ল বহুদিন, শাস্ত্ৰ হয় শেষ,
অতদিনে হোৱা নাই কলিৰ প্ৰবেশ।
বহিলেহি তৰ্কচুঞ্চু এদিনা টোলত,—
ভাৰ ভাৰ লাগে দেহা ভূৰি ভোজনত,
গুপ্ গুপ্ কৰে উঠে জেঠৰ দুপৰ,
শৰীৰে বিশ্ৰাম মাগি কৰিছে কাতৰ;

বলিল তেনেতে কেনে বা ভুৰ্ ভুৰ্,
প্ৰাণৰ পোৰণি যেন কৰি নিলে দূৰ,
ফু-মাৰি চকু যত দিলেহি জপাই।
ব্ৰহ্মচাৰী স্মৃতিৰত্ন দিবানিদ্ৰা নাই,
দেখে দেখোঁ মুৰ তুলি—ইনো কিটো হ'ল !
গুৰুৰ বি গুৰু চকু আগে জাপ গ'ল।
ঘনে ঘনে টোপনিয়ে যেনেকৈ টোপায়,
জানোচা চিপত পৰি পৰি কষ্ট পায়।
গুৰু নিদ্ৰাভঙ্গ,—সিও অবিধি ছাত্ৰৰ,
নেভাঙিলে নিদ্ৰা যদি মিলে অথান্তৰ।
শিল আৰু মাটিলদি †,—তাৰে লদিকেই
অবিধিৰ বিধি বুলি সুধিলে তাবেই,—
"দেউ,—দেউ, দেখোঁ টোপনি আহিলে ?"
—"ওঁহো" বুলি তৰ্কচুঞ্চু দুচকু মচিলে।
জাগ্ৰত আৰু সুষুপ্তিৰ সুন্ধিৰ ক্ষণত
হেৰাল শাসন,—জানো কি বায় মুখত !
জাগি উঠি জগা পাই থকমক্ কৰি
জাগি থকা কথাটিকে ললে দেহি ধৰি !
আগতে টোপনি আহে ওঁহোঁ বোলে তাক,
দেখি শুনি স্মৃতিৰত্নে মানিলে অবাক।
প্ৰতিজ্ঞাত ভীষ্ম যেন অচল অটল
পুথি পাঁজি বান্ধি ললে, চকু চল্-চল্,
থোকা থুকি হল কথা অশ্ৰু বই যায়,
গুৰুৰ চৰণ ধৰি মাগিলে বিদায়,—
"বৰ আশা কৰিছিলোঁ—এই চৰণত
শিক্ষা মোৰ সাঙ্গ হব, নাই কপালত।
প্ৰত্যক্ষে দেখিলোঁ—মিছা, ঘটে অঘটন !
শত অপৰাধ মোৰ কৰিব মৰ্ষণ।"—
উঠি গল স্মৃতিৰত্ন, ছাত্ৰবৰ্গে চায়,
কথা দেখি গুৰু দেৱে কলে গহীনাই,—
"ক্ষান্ত হোৱাঁ, বাছা মোৰ, আহাঁ, শুনি যোৱাঁ,
ক'ত মোক মিছা পালা, তাকে খুলি কোঁৱা।"
সভক্তিৰে স্মৃতিৰত্নে ঘূৰি আহি কয়,—
"পৰা দেখি টোপনিত সুধিছেলোঁ মই,—
'দেউ—দেউ দেখোঁ টোপনি আহিলে ;
'ওহোঁ' বুলি আপুনিচোঁ আসই মাতিলে ?"
হাঁহি হাঁহি গুৰুদেৱে দিলে মিঠা মাত,-
"যিবা কলোঁ এখানিকে নাই মিছা তাত।—
দেউ দেউ বুলি তুমি মাতিলা দুবাৰ,
ওঁ নোবোলোহে যদি যায় শিষ্টাচাৰ,
টোপনি আহিলে বুলি সুধিলা পাচত,
হোঁ বুলি কলো হয়, তাৰ উত্তৰত।
একে লগে কলা তুমি দুয়োটি কথাকে
একে লগে ওঁ হোঁ পালা দুয়ো উত্তৰকে।"—
মাতি দিলে ছন্দ দ্বন্দ, হ্য-না অলঙ্কাৰ,
পদে প্ৰমাণেৰে কথা কৰি পৰিষ্কাৰ।—
"ইয়াত মিছাটো তুমি কেনি ক'ত পালা,
প্ৰাঞ্জল কথাটি এনে ভাবিও নেচালা ?"—
লাজ পালে স্মৃতিৰত্নে কথা ভাবি চাই,
কৰ যোৰে কলে আহি, — "মৰষক দায়।"
ক্ষমা কৰে গুৰু দেৱে প্ৰসন্ন মুখেৰে,
গুৰু ছাত্ৰ মিলি ৰ'ল মনৰ সুখেৰে।
সুন্দৰ প্ৰমাণ হ'ল,—কথা বাস্তৱিক ;
এইয়ে কলিৰ ন্যায়, এঁৰে নৈয়ায়িক !

---

## সমুকৰা ভাৱৰীয়া

সমুকৰা কাকা মোৰ আজি সি পুৰীত।
কত দিন শুনা নাই কথা খুহুটীয়া !
ইহুবালা,— এই, এই মনৰ ৰাজ্যত,
উৰিল হাঁহিত মৃত্যু,— মৰা নাইকিয়া।

থকৰা কামত কাকা সুন্দৰ সৰল,
কালকটা টেটুকুটি নাই তাত লেশ ;
গহীন মু'খনি দেখি মোহ লাগে বৰ,
ধুন নাই পেচ নাই হজুৰাৰ বেশ।

যেই কি ঢোলটি লই ঢুলীয়া সভাত
আঙুলি ঘঁহাই তোলা "কাঁড" বোলটিৰে ;

---

† অশ্মলোষ্ট্ৰ ন্যায়।

নেজানো কি মন্ত্ৰবলে অনোৱা জগাই,
জগতৰ হাঁহি যেন আছে সশৰীৰে !
যিটিহে চকৰ্ দিয়ে দিয়া হাঁহি মেলি,
মাদলত উলহৰ মাদলি বজাই
সেই যে খুলিলা হাঁহি, হাঁহিৰ ধলত
হাঁহিত হাঁহিটি চৰি ঢউ খেলি যায়।

চলি চলি একেৰাহে কাঠ মৰা গাওঁ,—
দুৰ্বৰ মনৰ তাৰ ভাৰ পাতলাই
হৃদয় জুৰাই যোৱা হাঁহিয়ে তোমাৰ
টিপতে একোটা ৰাতি দিয়ে উকৰাই।

মনত পৰিছে আজি—দুৰ্য্যোধন হই
যেনে জলমেৰে চাই সৈন্য পতোৱাৰ
কোৱা সেই অতীজৰ থিয়েটৰী সুৰ
—"সেনা সৈন্য, কি ভীষণ, কি চমৎকাৰ !"

কত কথা খুহুটীয়া, কি যে উদগনি—
প্ৰাণ টাকি হেঁচি নিয়া মহাযুদ্ধ লই ;
কেৱলে আগতে 'অস্ত্ৰ' আহল বহল
পলোৱাৰ বাট এটি ৰাখি নিজলই।

যেতিয়াই ধৰি ভীমে আটোপ টঙ্কাৰে
পেলালেহি গৰা মাৰি এঁকে থেকেচাতে,
উঠিল গিৰ্জ্জনি হাঁহি পৰা চেহেৰাত,
মৰ-ভাও জুৰি তুমি থাকিলা নিমাতে।

আঁতৰিল ভীমসেন, ডিঙ্গি মেলি চাই,
কাষতে দেখি কি নিজা যুঁজাক বিলাক
যি হে গৰবেৰে ক'লা ধূলি-মাটি জাৰি
—"হুঃ চাউ, বলে ন'ৰি ফেলাই দিলাক !"

চোঁচা ললে ঘূৰি ভীমে উঠা দেখা পাই,
ধৰিলা শিয়ালীবাদি—ভয়ত অথিৰ ;
পাচে পাচে সুখি যায় বৰ ঢুলীয়াই,—
"পলাহ্, পলাহ্ ক'ক, বৰ ধুমা বীৰ !"
যেনেহে গেজেৰি মাৰি বিজয় দম্ভেৰে
দিলা যিটি সমিধান হাঁহোঁতালে' চাই,—
"নপলাই তুৰ্ দৰে ভয় কইৰ্‌বা লাগে ?—
আজিও কাণত বাজি হাঁহি তুলি যায়।

দেশে দেশে বুৰঞ্জীত, সাহিত্য ধাৰাত,
নিজৰ কলঙ্ক ঢকা দেখিলে স্পৰ্দ্ধাক,—
গৰবেৰে কোৱা শুনো কাকা মোৰ আহি—
'হুঃ চাউ, বলে ন'ৰি ফেলাই দিলাক।'

দিনে দিনে জীৱনৰ কথাই কথাই
হাবিলে বৰাই কৰা য'তে দেখে যাক,
আঁৰে আঁৰে থাকি তাৰ হাঁহে মোৰ কাকা,—
'হুঃ চাউ, বলে ন'ৰি ফেলাই দিলাক।'

গৰবেৰে অক্ষমতা, সাহসেৰে ভয়—
জগত জোৰোৱা এই চুণৰ অন্তৰ ;—
জগতৰ হাঁহিটিত হাঁহিটি মিলাই
হলা আজি কাকা তুমি হাঁহি জগতৰ।

এনে হাঁহি,—নাই তাত ঈৰ্ষাৰ গৰল,
গন্ধ নাই এধানিকে অশ্লীল ভাষাৰ,
জগতৰ অতি শ্ৰেষ্ঠ কবিৰো কাব্যত
মৰ্য্যাদাৰে স্থান দিব হাঁহিটি তোমাৰ।

জঘন্যতা নীচতাৰ অগনি জলাই
জলিলা সাৰেৰে তাৰ অগ্নিশালাতেই,
নেজানিলে নুশুনিলে বাহিৰে জগতে,
লয় পালে বনফুল ফুলি বনতেই।

অশ্লীলতা অসূয়াৰ হাঁহি কদাকাৰ,
তাত বাজে নেনাচে যে গাঁৱলীয়া প্ৰাণ,—
মৰি তুমি শক্তিমান, মচি দিয়াঁ, কাকা,
—অসমীয়া জাতিটিৰ এই অপমান।

পবিত্ৰ নীতিৰ নাট নাম ঘৰে ঘৰে,
বহুবাৰ অশ্লীলতা তাত মুখ্য স্থান ;
মচি দিয়াঁ কাকা তুমি হাঁহিৰে তোমাৰ
গাঁৱলীয়া নাটকৰ এনে অপমান।

শিকোৱাহি গাঁৱে গাঁৱে থাকি অলক্ষিতে
তোমাৰ জীৱন জোৱা জোঁৱাটিকে লই,
সঞ্জীৱনী সুধা য'ত জৰে অবিৰাম
অসমৰ ভাবৰীয়া নিয়াঁহি তালই।

---

## নিজৰাৰ পাচে পাচে

ক'ৰ পানী কেনি যায়—চাওঁ বুলি তাকে
পৰ্ব্বতৰ ডেউকাত নিৰলে নিজানে
বহিলোঁ আজিনা যেন শিল এলদাত।
তলে দি বলিছে ধাৰা কোন অনাদিৰ,—
পিৰ্ পিৰ্ পাৰ্ পাৰ্ গুড়ি পকৰাই
খেৰৰ সোপাৰ মাজে গুড় কলহত
মিঠা মুখে লান পাতি নামে যেনেকই,—
গছ তলে, বন তলে, শিলৰ ফাকে দি
চিৰ্ চিৰ্ কৰে পানী নামি তেনেকই
জৰি জৰি বয়চোন — বেচ গেৰুধাৰা !

চাই চাই সঁচাকৈয়ে লাগি গ'ল ভাল।
চাই আছোঁ, চাই আছোঁ,— আদি অন্ত নাই !
— অইৰে, অইৰে চোন — জীৱ লাগি গল !
নহয় পানীৰ লোৰ, নহয় পকৰা,
টুবুক্ টাবাক্ কৰে এই অ'ত ত'ত —
অগণন কণিকলি নাগিনী ছোৱালী —
ভুমুকি মাৰিয়ে লৰি হাঁহি কিৰীলিৰে
লগৰীৰ লগে লগে নামি তললই
জুমেৰে নিগৰি যায় নাগিনী নিজৰা !
ডাল পাত বিৰা পায় হাতে হাতে লই
নাচি বাগি গাই বায় নিজ দোৱানেৰে ; —
কৱিৰ কাণত ইয়ে কৰে 'কুল্ কুল্' !—
থকা হলে পেটলই কান সি কৱিৰ
শুনিলেহেঁতেন — হোঁঃ — 'কোঁট্ কোঁট্ কৰা।-
কেতেকীৰ ৰিনিনিত সুৰৰ লহৰী —

'অ কেতেকী', কেনে 'বউ কাকা ক'ত' —
খোৱা জীয়া মনে শুনে তাতে স্পষ্টকই
সজ ইচ্ছা কেতেকীৰ — 'কঠাল পকক' !
খাওঁ মই, জীওঁ মই, তেওঁচো সিদিনা
কাণত বাজিল মোৰ চল্ চল্ কৰা।
চলি গল চকু দুটি সুৰে সুৰে তাৰ,-
নাচোনত হালি জালি ফুলতী লতাই
দলিয়ায় ফুল কত এটি দুটি কই,
অ'ত ত'ত গুজি তাকে উতলা বুকুত
বই যাৰ, বনৰীয়া হাঁহি খেল্ খেল ;
দেখি তোৰ টালি-ভুলি এনে বিনন্দীয়া
আৰু কি নিজানে পাৰি নিৰলে বহিব ?
লই যা, লই যা মোকো মন নিলি যদি,
পাচে পাচে যাওঁ তোৰ নাচোনকে চাই। —
নধৰিবি চঁক্ তই, আজলী নিজৰা,
তোৰেই নাচোন দেখি দুয়ো পাৰে তোৰ
খাপে খাপে গছনিৰ পাতৰ আঁৰে দি
নানান মাতেৰে মাতি নানান চৰায়ে
যদিহে সুহুৰি মাৰে সুৰত জিকাৰি ;—
নগৰত যেনেদৰে বহি খাপে খাপে
আঁৰে আঁৰে লগৰীৰ মুখনি লুকাই
চেঙ্গেলীয়া ল'ৰাবাহে, উদ্ভ্ৰান্ত ডেকাই
চিঞৰি নাচনী দেখি ৰঙ্গৰ মঞ্চত
তুলি দিয়ে গিলি ধৰা কিৰীলি কোৰ্হাল !
পৰ্ব্বতৰ নখে নখে, বৰ গছে গছে,
নাচোনত নাচি উঠি সোণা মইনাই
অ'ৰ ত'ৰ একো লানি শুনি যোৱা মাত
দিয়ে এৰি বই বই মউ সানি সানি ;—
আমাৰ যেনেকে' এৰে কণ মইনাই
ঠেঙ্গ্ ঠুঙ্গমেলি বহি মহা আমমেৰে
অ'ৰ ত'ৰ এডুখৰি আধকৰা গান !
ভৈয়ামৰ দুৱাৰতে ৰিৰি ৰিৰি বাহি
দুৱাৰ গঁৰিলা লই গা-চোলাটিত
কোঁচ তুলি দিলে কেনে এৰাধৰাকই,—

লাঠুৰা দৰ্জ্জিয়ে পাই গাঁৱৰ ছোৱালী,—
পিন্ধি উৰি হ'লি তাকে আটক-ধুনীয়া।
সামৰি মেলাই হাঁহি বল আগবাঢ়ি,
নিদিবি নিদিবি ডেও,ভৈয়াম পালিহি।
মনত যিহকে আহে তাকে গাই বাই
নকৰিবি কেল্ কেল্ আগৰ দৰেচোঁ,
গহীনোৱা খোজ চাই ভাল মানুহৰ
ধীৰে ধীৰে বই থাক সুৰ সুৰ কই ; —
ভৈয়ামে বুলিব চাবি ক'ৰে কানীয়ানী,
মনেৰে ভবাটি কথা নেভাবি মনেৰে,
মুখে দিচোঁ দিয়ে ভাবি ভব্ ভব্ কৰে !
কি কৰিলি, হেৰ অই আজলী নাচনী ? —
ঘোদা ঘোদা হ'ল পানী ফটিকৰ ধাৰ —
সলালি নাগিনী নাম, কোবালে কি বাই ?
হ'লিহি 'লাহৰীজান' ভৈয়াম পায়েই ;—
নগৰৰ গোন্ধ পাই হয় যেনেকই
খাহৰ 'খছুৱা' গুচি 'খঞ্জন কুমাৰ' !
উঠিল দুনাই তাতে নাচোনৰ ঢউ,—
নাচিল দোকোলটকা বান-বাৰিষাৰ,
ফুলি পৰি, নাচি গাই, আপোন বিলাই
নেপালে বিষম বাধা নগণ' একোকে,
অলিয়া বলিয়া মন বয় যেনি তেনি ;—
বই যায় যেনেকই আদি যৌবনত
তেনেয়ে জুলীয়া মন ল'ৰা ছোৱালীৰ
নেপালে ভালকে খুন্দা মাক বাপেকীৰ !
চল্ চল্ বুকুখনি প্ৰেমৰ ধলত —
মন জিনা নাচোনৰ তালে তালে যেন
লাগি যায় লাচে লাচে জাকেৰে জাঁজৰি
লাগি যায় গজলীয়া জাকে যেনেকই
আলিবাটে চালি ধৰি গলে নাচোৱালী।
বই বই নিজবাটি পালেগৈ' বাগিছা।
মৃদু মৃদু বাজি যোৱা প্ৰাণৰ গুঞ্জন
সন্ধিয়া নুশুনি আৰু, — ক্ষীণ ক্ষীণ যায় ; —
যেনেহে জুমুৰ উঠে পাৰে পাৰে তাৰ
মতলীয়া বনুৱাৰ ঢোল মাদলেৰে,
নিজৰাৰ গান তাত আৰু বাজে ক'ত ?
ঘোদা পানী খাই খাই দাদুৰীৰ দলে
যেতিয়া জাকেৰে জাঁকি খালে ডোঙ্গে পৰি
ঘোগোলা গলাৰে দিয়ে তুলি টোৰ্টোৰণি
আৰু কি জিনিব তাত মেৰে খোৱা মাতে ? †
দিনত হ'লহি নিকা তাৰ পানীৰেই,
খচি ধুই, ঘুলি লই খাৰ চাবোনেৰে
কৰিলে লাহৰীজান মলিৰে আহৰি !
নিজ স্বত্ব বাগিছাই বাহাল ৰখাই
বাধা দিয়ে বাটকৰা বছৰি এবাৰ ;
দিয়ে বাধা দেশাচাৰে দেখিলে বিধুতি,
তোকচোঁ নিদিয়ে বাধা ? দিয়ে কেনেকই ?
মেকুৰী 'গমনে শুদ্ধি' চুৰা ছাই লই।
নেযাবি তথাপি তই আৰু মাজলই
ভীষণ হুতাহ জাগে যন্ত্ৰ-দানহৰ, —
নাইনে নাইনে দেখা আকাশ মোলান,
ফোকাৰিছে ক'লা ক'লা নিকৰুণ শ্বাস ?
পিঁহিব পাতেৰে চাবি কুঁহি-হিয়া তোৰ !
বই যা মলিনা জুৰি মলিৰ গন্ধেৰে,
থাকক বাগিছা পৰি ধনৰ মোনাৰে !
সঁউৰা দূৰত তোৰ আছে ভৰ গাওঁ।
ধীৰে শঁতে বই বল গড়াৰ মাজেদি ; —
পথাৰত নাচি বাগি জাঁকেয়া ছোৱালী
জাঁত জাঁত উৰুৱাই বনৰীয়া নাম,
মুখৰ হাঁহিটি চেপি পিৰিকা চকুৰে
গাওঁ পালে হয় চাবি থীৰ, জাতি, জুৰ।
গাঁৱত কৰিছে পাৰ জাকে জাকে গৰু
নেজে নেজে ধৰি যায় ল'ৰা গৰখীয়া ;
নিতউ আখৰা কৰে — নেজানে কি কৰি,
নজনাটি হৈয়ে সি যে তৰে বৈতৰণী !
বুকু ভৰা মউ লই গাঁৱৰ গাভৰু
সাতুৰি নাদুৰি খেলে নামি বুকু লই,
উটি যায় সোঁতে সোঁতে কলহত ধৰি

† ল'ৰাই হাবলি ঘৰত ৰৰাকে চিএৰি হৈ ধ্বনি দিলে তৰ মাত যেতিয়া ভাগে তেতিয়া তৰ মাত মেৰে খালে বুলি ধেমালিতে কোৱা হয়।

লুকালুকি খেলি খেলি কোনোবা চকুৰে !—
থমকিব খোজ কিয় ? যাবি কিয় ভোল ?
হৰিণীৰ চকু তোৰ বিলাস বিহীন,
নেচাবি ইবোৰ বিদা ব'ল আগলই।
সঁউৱা সঁউৱা তোৰ দুয়োটি পাৰত
বহে ল'ৰা, বুৰা, ডেকা — অ'ত ত'ত কেনে ; —
স্থিৰ দৃষ্টি, মগ্ন যেন তীব্ৰ তপস্যাত !
— হে মোৰ জনমভূমি, কি দেখিলোঁ আজি, —
প্ৰাচ্যত আৰ্য্যৰ ইকি স্মৃতি অতীতৰ,
তটিনীৰ তীৰে তীৰে তপ তপস্বীৰ ! —
নহয় নহয় চোন, — কিবাটোহে কৰে,
টোপেৰে টোপাই দেখোঁ দিয়ে বৰষিত !
আঁতৰি আঁতৰি বল, আজলী নিজৰা,
টোপত পৰিবি চাবি সংসাৰ-বেহাৰ।
কত মান অপমান, -- কত আবৰ্জ্জনা,
কত ভেটা, কত গোঁজ, শালেৰে বুকুৰ —
প্ৰাণৰ আহ্বান যিটি নকৰিবি ভুল ;
সবলতা ভৰা তোৰ নিষ্ঠাৰে প্ৰাণৰ
পথাৰৰ মাজে মাজে মাজেদি সত্ৰৰ
পিঠিত হোৰাটি লই চুৰা-মকৰাৰে
মুখেৰে হাঁহিটি মাৰি নাগিনীৰ দৰে
বই থাকে, গই থাক সেই সুৰে সুৰে।
আগত নগৰ তোৰ। ফালবি কাটিলি ?
নগৰ, নগৰ কিয় ? — আঁতৰিলি ভাল ! —
মানুহে মৰণ ঢালি মাৰিব মানুহ,
চেৰেকা পানীৰ তোক বিহেৰে বোলাব। —
হাঁহিব নগৰে দেখি ধুতিমতী বুলি,—
ধুতিতে ধৰম ধৰি ডকৰা কালত,
ছাৰে বুলি কোনোবাই আলেঙে আলেঙে
নগৰৰ বেহ ৰূপ চাব দূৰে দূৰে।
ইহাই হাঁহিয়ে থাকে। কিয় যাবি বই ?
বিৰিঙনি নলনিৰ, বননিৰ মাজে
বই বা নিজস্ব লই নিৰ্জ্জু নিজৰাটি, —
নগৰে গলে যে সঁচা ধুতি ভাগি যাবি !

আহিল বাতৰি বলি লুইতৰ বা ; —
মিলনক জাননীতে লাজ লাগি গ'ল !
ধৰিলি কনীয়া-খোজ এখুজি দুখুজি ;
দুই হাত মেলি জুলি বৰ জনী হই
মিলি গলি লুইতৰ শীতল কোলাত ;—
মিলি যায় যেনেকৈ ছোৱালীৰ লান
এড়লীয়া শাৰী ভাগি, চাপি পুতলেৰে
সোমালে ভঠেলি খোলা মেলাত লুকাই। —
লুকাল, লুকাল তাই চকুতে লুকাল !
নেদেখি নিজৰা মোৰ কিবা লাগি গ'ল ;
পানীখোৰা ছুটী পাই ছাত্ৰটিৰ যেন, —
কিনি যি এমুঠি চেনি পাত্ৰ অভাৱত
পেলাই পটক্ কৰে শিৰ সাগৰত,
হাতেৰে আঁজলি তুলি চাই চাকি চাকি
নেপাই পানীত চেনি কিবা লাগি গ'ল !
কেনি গ'ল চেনি তাৰ ? কেনি গ'ল জান ?
কেনি মোৰ নিজৰাটি নিজাৰ পৰিল ?
হেৰাল ? হেৰাব ক'ত ? আছে যে নিজৰা !
বই আছে গই আছে নিছিগা ধাৰেৰে ;—
আহিছিলোঁ যিথিনিৰে সেই খিনি গ'ল,
নাগিনী নিজৰা জৰি হলগে' সাগৰ,—
ৰিক্ত কৰি প্ৰাণ তাই পালে চিৰ-প্ৰাণ ;—
মই হে ঘূৰিলোঁ দেহি মুখ আমোলাই,
নেপালোঁ টিকট্ তাৰ কালিয়নলই !

---

## তোমাৰ কাৰণে

সংসাৰে যে ধৰে লৰ মই লৰা নাই,
ভাবিছা হবলা তুমি মোৰ ফালে চাই,—
—যিটিহে গেৰেহা তুমি লৰা কেনেকই ?
নোৱাৰিবা ল'ব দম মৰি পৰি গই।
নহয়, নহয় যোৱাঁ,
কিবা ভাবোঁ, কিবা কোঁৱা।
লৰিলে যে আগ হম, কথা বন্ধা ধৰা।

জাকেৰে দেখিলে মোক আগবাঢ়ি লৰা,
যেনেহে জগতখন হাঁহি দিব ধৰি,—
—চোৰখেদা দিছে চোৰাঁ পাচে পাচে লৰি ! -
এনে এটা বদ্‌নাম কিয় লওঁ খুজি ?
তুমিয়ে চোঁ পাবা বেয়া কথা দেখি বুজি।

ফোঁ ফোঁ ফৰ্ৰ্ ফৰ্  গেৰ্ গেৰ্ কই
সংসাৰে যে নাচি বাগি যায় যুঁজলই,
ভাবিছা হবলা তুমি মোৰ মুখ চাই,—
—কি সাহে নো শেঁতা মুখ যুঁজলই যায় ?
নাই, নাই কোনে কয় ?
ভয় মোৰ ? ক'ত ভয় ?
মুঠিতে বিজয় যাৰ যুঁজিলেই জিনে,
এনে বীৰ পুৰুষৰ ভয় কোনো দিনে ?
চিকিমিকি খাণ্ডা লই কচুকটা দিলে,
ক'ৰ মুৰ, কাৰ গাঁৰি ছিটিকি পৰিলে,
তুমিয়েচোঁ কবা পাচে কৰি পিত্ পিত্,—
—এধানো মৰম নাই, এনে কাঠ-চিত !

সাৰে সাৰে সংসাৰে কত ফন্দি কৰি
আঁকোহি চপায় ধন কোৰোণাৰে ধৰি ;
ভাবিছা হবলা তুমি মোৰ নাইকিয়া।
কেনেকৈ ঘটেনো ধন ধুতৃকপলীয়া ?
নহয়, নহয় তেনে,
দেখোঁতে দেখিছা যেনে।
চৰাইদেউ চৌচুক মৈদামৰ দৰে
ময়োতো দ'মাব পাৰোঁ নেদেৰ ধনেৰে।
ধনে যে নুধুনি নেৰে কাকো কোনো চলে,
ঘটা দুখ, ৰখা দুখ, দুখ হানি হলে।
দুখ দেখি বুকু পোৰে, তাত দুখ নাই,
পুৰিব তোমাৰে বুকু, ধন দেখা পাই।

দানে দানে গানে আজি তুলিছে ঝঙ্কাৰ !
দান দিয়ে তাকে শুনি যথাশক্তি যাৰ।
ভাবিছা নিশ্চয় তুমি মোৰ পোনে চাই,—
ইয়োনো কৰে নে দান, সেই ধাতু নাই।
নাই, মোৰ ধাতু নাই ?
ক'কচোন কোনোবাই।
দিব পাৰোঁ এনে দান চমক লগাই,
হটি যাব দাতাকৰ্ণ দেখি চঁক্ খাই !
নেলাগে নেলাগে মোৰ উচটনি গাব ;
দান দিলে হাত সি যে খালি হই যাব।
খালি হাত, খালি পেট, খালি বুকু চাই,
তোমাকে মিঁতিৰ বোলোঁ,— যাবা লাজ পাই,

বাৰ বুৰি বিদ্যা লই চলিছে সংসাৰ !
জিলিকি বিদ্যাৰে মুৰ জলে চমৎকাৰ !
ভাবিছা হবলা তুমি মোলৈয়ে চাই,—
বুকুত কুঠাৰ মাৰাঁ ক এটি নোলায় !
নহয় নোলোৱা তেনে।
কিয় তুমি ভাবা এনে ?
পঢ়িলে যে নোৱাৰিম, সি কথা নহয়।
জিলিকোঁ যদিহে জোন তৰা ক'ত ৰয় ?
পঢ়াশুনা জানা গুণে, নপঢ়াটি হই
তোমাকে যে তুলি ধৰোঁ নিজে তল গই।
তোমাৰ ফেৰেৰে কিছু বিদ্যা বুদ্ধি হলে,
ৰটিবা তুমিয়ে কুৎসা নানান কৌশলে।

হব পাৰোঁ সকলোটি হব খোজা মনে !
তোমাৰ কাৰণে, খালী তোমাৰ কাৰণে,
চাবা বুলি তুমিয়েই মুখখনি তুলি,
নহল একোটি হোৱা হওঁ হওঁ বুলি।
ব্যৰ্থ কিয় কৰা কোৱাঁ
অত মোৰ ভালপোৱা ?
যদিহে নোপোৱা বেয়া, শুনা, জানি থোৱাঁ,
তোমাৰ ভাললে' বুলি হলোঁ লাউ-লোৱা।
হাত পাতি মুখ মেলি আছোঁ যে সঘনে,
তোমাৰ কাৰণে, খালী তোমাৰ কাৰণে।
তুমিতো নোচোৱা মোক, চাওঁ তোমালই,
স্বৰ্গত খাবাগে' কিটো ? কাক দানকই ?

ভাল পাবা বুলি তুমি দিনে কতবাৰ,
তোমাৰ পোহৰ বুলি উৰাওঁ এন্ধাৰ !
সেয়েতো সাধনা মোৰ — প্ৰণৱ হুকাৰ ! —
আজি কিন্তু সীমান্তত ইকি অন্ধকাৰ !
দুহাতে ধুনিছোঁ হিয়া নমনি সিপাৰ,—
কৰিছে মহামেঘে — গৰ্জ্জে হাহাকাৰ ! —
ক'ত তুমি, কেনি আছা, কোনে কৰে পাৰ ?
তোমাৰে পোহৰ বোলোঁ — নুৰে যে এন্ধাৰ !

---

## ভতুৰা

মাজ নিশা গোট গাওঁ দিলে নিহপালী !
নিশাৰ নিটাল ভাঙ্গি মাজে মাজে খালী
চিল্‌মিল্ টোপনিত ধনীৰ ধান্দাই
খিৰিক্ কৰিলে —'কোন'— সোধে চক্ খাই ;
ঘিণ কৰে নোক্‌নুকী,— লাগি তাৰ শাৰে,
মেদা মেদা নাক চাই হাঁহে তাৰ বাৰে ! —
এহেঁতে ভয় লগা নজনা নিটাল,
চঁকি উঠা কোলাহলে দিলে লালকাল !
শুই থাকা, গাঁও খনি, নিৰ্ভয় মনেৰে,
জাগি আছে পহৰীয়া বিন বেতনেৰে।
নাই মান অপমান, নাই নিমন্ত্ৰণ,
সন্তোষ চিত্তেৰে কেনে কৰি আগমন,
চুৰনিত পেলনীয়া ভাত দুটি খাই,
মানুহে নকৰা কাম কৰে ভতুৰাই।
পৰ দিয়ে পিৰালিত, পাইচাৰ কৰি
অত কৃতজ্ঞতা তাৰ — নুশুনি নপঢ়ি।
দীঘল চকুৰা বক্তা দীৰ্ঘ দৃষ্টি লই,
অচিনা অজীণ যদি আহে দেশলই,
সচকিত কৰি তোলে গৰ্জ্জি বক্তৃতাৰে
ভুকে ভেৰী বিপদৰ ঘোগোলা গলাৰে।
দেখাকে দিনত যুঁজি সুচল নেপাই
ৰাতি ফুৰে চান্-কঢ়া চল চেলু চাই।
পুলুক পালাক কৰি বিনা নিমন্ত্ৰণে
মাজ নিশা দিয়ে দেখা সউ সেই জনে।
দেখি এনে অসহজ অচিন অন্যায়,
বকি জঁকি ঘমঘণ্ট তোলে ভতুৰাই।
জানে ধাতু ভতুৰাৰ দগধা সিজনে,
লম্প ঝম্প দেখি তাৰ হাঁহে মনে মনে।
একে চাবে মাটি ছুই যেই দিলে থিৰ,
সগৌৰবে পলায়ন কৰে বাক্য-বীৰ !
পলায় পলায় চোৰাঁ পাচলৈ চাই,
সলায় মুখৰ সুৰ নেজ মোকোটাই !
নেহাঁহিবা দেখি এনে বক্তাৰ বিলাই,
ভাবুকিতে উৰে ধাতু, আৰু কি উপায়।
একে মুখে কথা কই কামোৰা নহয়
নোকোৰা কুকুৰ, সিহে কামোৰেৰে কয়।—
কয় কথা কথকিয়ে, কাজুৰাৰ কাম,
কাজুৰাৰ কথা নাই, কথকি নিকাম।
কাজুৰা জগাওঁ বুলি লৰিল কথকি,
পালেগৈ পানীপোতা বলকি জলকি।
ভাঙ্গি দিলে ভতুৰাই ভাতৰ ঘুমটি।
খঙ্গে জালে কাজুৰাচোঁ জলি ঘৃতাহুতি,
লাহেকে দুৱাৰ মেলি ডাং ডাল লই
যিটোহে শোধালে মাৰ টপিনাত গই,
উঠা সুৰ ভাঙি ছিঙি বাজে কেং কেং
ডেও পাৰি নাচি গল লেংকুচি ঠেং !
নুবুজিলে ভতুৰাই একো পৰিষ্কাৰ,—
কোনটি অৰ্থত মাৰ কৰে ব্যবহাৰ !
চোৰেও ধৰিব মাৰ, মাৰে গিৰিহঁতে,
এনেখন সংসাৰেৰে চলে কোন সতে ! —
"ওঁ-ওঁ"—বুলি দেহি ইয়াকে শলাগি
এৰি যায় পানীপোতা দূৰলৈ ভাগি।
দেখি শুনি কথা কাণ্ড তিতা লাগি গল ;—
পাৰোঁতে নো বক্তা আজি জলকাটি হল ;
সংসাৰৰ ছাই ভস্ম তাতে লেটি লই,
শুলেগে বিৰাগী বেশে আটিমুটিকই।
চুণৰ ছিটিকা দিয়া চাই টপিনাটি

নেভাবিবা ভাৱনাৰ আৰিয়া-ধৰাটি,
আৰু তুমি বৰ চৰু পাবা প্ৰশংসাৰ,—
আধাকটা জগতৰ সেয়ে পুৰস্কাৰ !
আৰু কি ভাবিছা বক্তা ? ৰাতি বহু হ'ল।
পালে সাৰ গিৰিহঁতে, চোৰ ভাগি গল।
চোৰৰ পিঠিৰ মাৰ থলা তুমি খাই,
পৰি থাকা এন্ধাৰত কেঁকাই গোঁথাই।
থাকে থক বক্তা যিটি নেমাতি নুবুলি,
নুভুকি নেৰিবা তুমি সকলোটি ভুলি।
বঁটা গঁতা জগতৰ নিদি তালে কাণ,
নিবিচাৰি প্ৰতিদান দিয়া নিতে দান ;—
আগে গোৰে আচলতে তুমিহে জতুৰা,
ফটুৱা সংসাৰে পাই পাতিলে ভতুৰা !

---

## সামাইন বুলিছা

ৰূ—ৰূ, ৰা—ৰা—
বলিল কথাৰ বা,
বাঁহত বজালে বাঁহী বিন্ধা এটি পাই ;
হয়বৰে কয় কথা ভেবাটোকে চাই, —
"কোন পোনে পৰা মই, কেনি নাও নাই ?
চকুপোৰা ইহঁতে যে কৰে পেংলাই !
পেহীটিৰ নন্দেকৰ বৰজনী যা
বি, এ, পাচ কৰি সেই জিলিকায় গা।
মাহীটিৰ নন্দেকৰ আপোন শহুৰ,
সেইয়া চৰ্কাৰে পাতে ৰায় বাহাদুৰ।
যোৰ ঘোৰাৰেহে টনা উঠে টম্ টম্ !
ধন বোলা, জন বোলা, কোন ফালে কম ?
পেহী মাহী কথা থোৰাঁ,
গাৰ ফালে মোৰে চোৰাঁ,—
আৰু বৈছা দিলোঁ সেই কুৰু-সৈন্য ভাও,
আজিও ৰাজ্যত আছে ফাটি ফুটি নাও ;
যিটো ফোৰোহনি মাৰি দিলোঁ যিহে পাক,
কঁপি গল নাম ঘৰ চঁকি প্ৰজা জাক !
খিয়ালত মাৰে বুলি ভীমে গদা ধৰি,
বুধিৰে সাৰিলোঁ কেনে আগতেই মৰি।
বৰ বৰ বীৰবোৰো নকৰিলে গইণ
হাঁহিৰে গিৰ্জ্জনি মাৰি মোকে বোলে ধইন্।
সামাইন বুলিছা মোক ? সামাইন নহয় !"
শলাগিলে ভেবাৰামে,—
"—হ—অয়, হ—অয়।"

হয়বৰে কই যায়
দূৰলই দেখুৱাই, —
"ৰিণিকি দেখিছা যাৰ সউ পকী ঘৰ,
জীয়েকৰ ল'ৰা সিও আইৰে নিজৰ ;
আইৰ পুতেক মই, মতা ল'ৰা হই
ভাবা নে কি ভেবা তুমি নোৱাৰিম মই
বান্ধি দিব পকাকই ধকেধকী ঘৰ ?"
শলাগে ভেবাই,— "এৰা, কিনো কথা বৰ।"—
"নেবান্ধো যে মই ঘৰ",
মাতি উঠে হয়বৰ,
"নহয় থোৰতে জানা কথা সাধাৰণ,
আছে তাৰ মস্ত এক প্ৰকাণ্ড কাৰণ।"
—"কোৱাচোঁ, কোৱাচোঁ, কিনো" সুধিলে ভেবাই।
হয়ে কলে ফুচ্কই,—"টকা এটিও নাই।"
ভেবাৰ মুখলে' চাই হয়বৰ ৰয় ;
শলাগে ভেবাই দেখি,—
—"হ—অয়, হ—অয়।"

শলাগে নোপোৱা পাই
দোপে দোপে বাঢ়ি যায় ;
কমৰটো টানি লই
হয়বৰে যায় কই, —
"সেইয়া সিদিনা চোৰাঁ বৰ বাঘ মৰা,—
হাঁহি উঠে চাং পতা বৰ জাল তৰা।
মহৰি মাজৰ মহ, তাকে মাৰোঁ বুলি
এই মহা আড়ম্বৰ হই ধনি তুলি !
নেপায়, নিদিওঁ বলি ; আনাচোন ধৰি,

খাহীটো মৰা দি মাৰোঁ ডিঙিটো মুচৰি।
ই ঔ! — সৌটো কি!
আহেচোঁ ইফালে দি!
খালে, খালে! নিলে মোক, বাঘোঁ ঢাকি ধৰি!"-
সাবটি ভেবাকে 'হয়' কঁপে থৰহৰি!
নাই ক'তো একোটোৱে, কৰে কিয় ভয়?
ভেবাই ভাবিলে 'হয়' সামাইন নহয়।
তথাপিতো চাৰি পোনে চকুটো ফুৰাই
অভয়ৰ বাণী দিলে নির্ভয়ে ভেবাই, —
"ক'তা দেখোঁ একো নাই। ক'লা বোন্দা এটা
সৌৱাতে ভয়টো দেখি লাগিল চেপেটা!"
—"হয় হয়, ক'লা বোন্দা!" —হয়বৰে কলে,—
"সিয়েতো হয়গে ঘোঙ্ আৰু বৰ হলে!" —
কথা কৈয়ে হয়বৰে ল'লৈগে চাং,
ভেবাক বাহিৰে থই মাৰি দিলে ডাং;
জুমি চাই জলঙায়, কথাচোঁ নকয়।
ভেবাই শলাগি দিলে,
—"হ—অয়, হ—অয়!"
হাঁহিলে ভেবায়ো আজি; হাঁহি গুচি গ'ল!
ভেবাই হাঁহক দিয়াঁ — নহবলে' হ'ল!
তুমি আজি বুদ্ধিমানে হাঁহো কি কাৰণে?
অসামান্য ছিদ্র এনে অসামান্য গুণে।
য়ুৰোপ বিজয়ী বীৰ নেপ' যে "লিয়ন"
তেওঁৰো বিজেতা যিটি "ওৱেলিংগটন",—
কলা বোন্দা দেখি বোলে চটে ত'ৰ ঘাম,
এতেকেসে চাই চিন্তি বোলা ৰাম' ৰাম।

---

## কিৰ্ত্তি—মাত

মই কওঁ যদি ফেপেৰি পাতিবা,
আৰু নকৰিবা কি?
জিভাৰে ঘালিবা, কাপেৰে খুঁচিবা
চিয়াহী ছিটিকা দি।—
এইয়া শুনাহি, সঙ চুবুৰিৰ
পঁড়িতে পুথিলে' চাই
বাগৰ গুৰিৰ তানানানা যিটো
ভোঁহাৰি পেলালে গাই।
ভাবিছিলা তুমি ফাঁকি দি দিয়েই
মানৱ চকুটি খাবা,
সাপৰ ঠেংটি দেখা যিটি সাপ
ছলেৰে চেৰাই যাবা?
ফেৰেৰে নোৱাৰি চেঙেকি কোৱাৰি
কিকই উগাৰ ছাৰে;—
গোজৰণি ক'ত? -কোঁ-কোঁৰ নি,
তাকেই কেনেকে জাৰে! —

আমাৰ হেনো বোলে বুৰঞ্জীবোৰ
এইয়া সিদিনা লেখি,
ধোঁৱাৰ চাঙত ধোঁৱাই আনিছে,
পুৰণা যেনকৈ দেখি।
বুৰঞ্জী নিচান যদি কেনিবাদি
আছিল ক'বাত উৰি,
কীৰ্ত্তিয়ে আমাৰ কীৰিতি মাজিলে
ছাইৰে চমুচা পুৰি।
এতিয়াৰ যি বুৰঞ্জী বুলিছা
সকলো মনেৰে সজা,
বাবে জোৰা মৰা ৰং দিয়া কথা
এনেয়ে পাবতে গজা।

কথাচোঁ কেনেটো হ'ল?
ডা-ডাঙৰীয়াৰ খিতাপৰ চাকিটি
ফু তে নুমাই গ'ল!
গ'ল ঐ সাধনী, গ'ল জয়মতী,
ভাস্কৰো নজনা হ'ল! —
সাধু-ভঁড়ালৰ বীৰবোৰ নামি
বুৰঞ্জী উধাৰি গ'ল!
দিক্ৰাই মুখৰে ক'ৰে ঐ কীৰিতি
ক'তে ঐ শৰাইঘাট?
একে ফুৎকৰিতে ভাঙি 'ৰজাদ'ল'

কিস্তি কৰিলে মাত্!

আনা যাকে তাকে,
ময়ো কওঁ তাকে —
মিছা ফুচ্ ফাচ্ —
নাই — নাই বাছ!
বুৰঞ্জী বুৰঞ্জী যহোৱা মিছাতে
বুৰঞ্জী তোমাৰ নাই।—
ভালৰি বোলোৱা কথাৰে বোলালে
কোন চাটুৰাই পাই!
অতীতক তুমি অতীত নকৰা
নিজ গৌৰৱৰ জোৰে,
শুনাব নিতউ কত কথা এনে
কীৰ্ত্তিৰ লিক্‌চৌবোৰে।

শুকালেও শুঁঠ আদা যদি হয়
তাৰচোঁ নেযায় জাল
বীৰৰ সন্তান যদি তুমি কিয়
আঠুৰ ছিঙিছা ছাল?
জয়াৰ গৌৰব কৰিছা চিঞৰি
পৰাজয় শিৰত লই,
তুমি যে জয়াৰ মহালাজ আজি
চায় যদি তোমালই।
জোতাৰ ভৰিৰে পিঠিত তোমাৰ
কৰে যিটো পদাঘাত,
এনে নো ধুনীয়া দামী জোতা বুলি
কৃতাৰ্থ মানিছা তাত!
তোমাৰ আকউ অতীত গৌৰৱ?
এহ্ — এহ্ — এহ্!
নাকৰ নাওটো, ফুলি পিন্ধি তাতে
তেনেয়ে শুচালা, ছেঃ! —
শুই থাকা যোৱাঁ, লাগে যদি নিয়াঁ
সউটো ধোদৰ আলি,
নামে গাঁৱে মিলি থোঁচ্ খোটনিত
টেটুটো দিয়াগে' ফালি। —

দিবযে খুজিছোঁ সেই আলিটোকো,—
অনিচ্ছাৰে কৰা দান।
বঙ্গালে বন্ধোৱা ৰেলৰ আলিটো
দেখিলে দিয়াটো টান।
আছিল আছিল বুলি যে বিহোৱা
আছে কি গাঁঠিত চোৰাঁ,
হাটৰ মাজত খালি গাঁঠি খুলি
কিয় বহুৱাটো হোৱা!
আছিল এদিন ভৰা সুঁতি বুলি
বোৱাচোঁ বালিতে নাও;
দাঁত যে আছিল, আহাঁ আজি সোলা,
নাৰিকল চোবোৱাঁ চাওঁ।
বহতীয়া তুমি, কথা ছহতীয়া —
কোনে পতিয়াব চাই?
বৰ বৰ কথা নুশুৱায় থোৱাঁ,—
বুৰঞ্জী তোমাৰ নাই।
লেখক 'গেইটে', লেখক 'ফেইথে',
লেখক ত্ৰিদশৰ দেৱে,
মই অসমীয়া নুবুজোঁ বুলিলে,
বুজাব নোৱাৰে কেৱে!

---

## দ্বিতীয় পৰিচ্ছেদ
### সকলো আপোন মোৰ

এই যে বিশাল বিশ্ব নীলিমাত জলি
ঘূৰি ঘূৰি গান গায় বিশ্ব আতমাৰ;
শুনাহি শুনাহি তুমি, জোন বেলি মিলি
কয় মোক কেনে সুৰে—'তুমি যে আমাৰ।'

নিশাৰ আঁচল জুৰি বুটা বছা তৰা
জ্বলে কেনে দূৰণিত আৰু দূৰ লই;
প্ৰাণৰ বাতৰি তাৰ তিৰ্‌বিৰ্ কৰা
প্ৰাণত নাচিছে মোৰো 'মোৰ' বুলি কই!

প্ৰকৃতি জননী সউ নানান ফুলেৰে,

গুণ্ গুণ্ গায় কিনো নিচুকনি গান ;
নিফুট বাঁহীটি লই শুৱলা সুৰেৰে
তোলে তাতো নিতে নিতে 'তুমি মোৰ' তান !

উত্ৰাৱল তৰঙ্গিনী সাগৰৰ টানে, —
নিতউ নতুন সুৰে ৰচে কি সপোন !
হাঁহি নাচি গাই যায় কল্ কল্ গানে —
'মোৰ মোৰ' বোলে মোকো,—মই যে আপোন।

ক্ষণপ্ৰভা বিজুলীৰ মিচিকিয়া হাঁহি
চুচুক্ চামাক্ কৰে ঢাপলিকা খুলি,
ডাৱৰৰ বুকু এৰি ছাট্ কৰে আহি,
কৈয়েকি উলটি যায় 'তুমি মোৰ' বুলি।

জুৰ্ জুৰ্ মলয়াই দিলেহি বলাই
ভোমোৰাৰ গুণ গুণ ফুলৰ কাণত,
ফুৰ্ ফুৰ্ কৰে ফুলে সুৰভি বিলায়,—
'মোৰ মোৰ' বুলি মোৰো বাজে যে প্ৰাণত।

বিশ্বজুৰি উঠে শুনো মধুৰ সঙ্গীত,—
মিলি গ'ল উচ্চ নীচ, কোমল-কঠোৰ ; —
বাজে কিনো 'তুমি মোৰ'— সুৰ সুললিত !
কোনে বোলে কোনো নাই সংসাৰত মোৰ ?

---

## কুলি আৰু কাউৰী

জিল্ মিল্ অগ্নিগড় !
নামে উষা নন্দনৰ —
নামে, নামে, — সঁউ সঁউৰা !
মিচিকিয়া হাঁহিটিত
জিলিকে জগত খনি,—
দেহি ঐ, এনে ধুনীয়া !
আদৰি অনাৰ নাম
লগালে কুলিয়ে যেই,
বই গ'ল ফুৰ্ ফুৰ্ বা ;
ফুলি গল ফুলে ফুল,
মাতোৱাল অলিকুল,
ঢলে তুলি ভোণ্ ভোণ্ ৰা !
নিতে নিতে একে দিন,
তথাপি নবীন বীণ,
বীণা নতুনৰ বোল ;
নাচি উঠে শুনি প্ৰাণ
শুৱলা সুন্দৰ এই
অজানিতে আনন্দৰ ৰোল !

কাউৰী কামিলা জাগি
কৰ্কশ কণ্ঠেৰে তাৰ
ডাকি গ'ল কা-কা-কা,—
"জাগাঁ জাগাঁ জীৱকুল,
লাগি যোৱাঁ কামে কাজে,
শুই শুই নৰব যে গা !"
সেই ঘানি, সেই কোৰ,
তাৰে কি কঠুৱা ৰাও
গাজি যায় ধল পুৱাতেই ?
টোপনি গধুৰা চকু
চমকি উঠিয়ে দেখে,
আছে কাম জাগি আগতেই !
জাগি গল যন্ত্ৰ যত
ভঁচ্ ভঁচ্ ৰবে ঘোৰ
ঘূৰি যায় ঘূৰি চকা তাৰ ;
উঠিল জগত জুৰি
ঘৰ্ ঘৰ্ ঘৰিষণ
গৰ্জ্জি উঠে সুপ্ত হাহাকাৰ !
নিজে যি নেজানে গাব,
আজৰিও নাই তাৰ
শুনে বই কুলিটিৰে গান ;
অকল চাবণি দিয়ে
নেথাকে নিবোকা হই,
ক্ষিপ্ৰ কাক কাম মূৰ্ত্তিমান !
সংগ্ৰহ সঞ্চয় দুয়ো
চিজিলেৰে চলি যায়,

এনে বুদ্ধি এনে তাৰ কল।
এজমালি জগতত
নিদিয়াটি ডকা দিয়ে,
জানে কত গান্ কঢ়া ছল!
হাঁহি অহা হাঁহিটিৰ,
আপদৰ ভ্ৰূকুটিৰ,
কিনো বলে বুজে তাৰ চাল;
যেনে কি সন্ধান পায়,
মুখেৰে মঙ্গল মাতি
জগতক কৰে ততোৱাল!

সম্পদে কি বিপদত
সদায় হাততে লগা,
নাই তাৰ মান অভিমান;
কাৰে যদি নিজলই,
তথাপিতো আছে গুণ,—
বিহ্ খাই স্বাস্থ্য কৰে দান।
নোচোহে ফুলৰ মধু,
নেপায় মাতৰো মউ,
আবৰ্জ্জনা কপালত লই,
দুৱাৰে দুৱাৰে ফুৰে;
এনে বন্ধু বিপদৰ,
চায় কোনে তাৰ মুখলই?
জীৱনৰ জাৰ কালি
সম্পদৰ বন্ধু ক'ত,
ক'ত সেই কুলিটিৰ মাত?
এদিনীয়া অতিথিৰ
একেষাৰি মিঠামাতে
হিয়া কিয় কৰি যায় শাঁত?

বসন্তৰ সহচৰী
হাঁহি নাচি গান গায়,
বিলাসৰ পুতলাটি প্ৰায়;
পোৱালিকো তুলিবৰ
নাই মুঠে অৱসৰ,—
নন্দনৰ বিদ্যাধৰী তাই।
কামিলা কাউৰী পাই,
চতুৰত চাতুৰীৰে
এৰি গ'ল তোলনীয়া ভাৰ।—
পোৱালিটি কুলি হ'ল,—
সঁউৰা মাৰিলে উৰা;
কাউৰীৰ লাগে হাহাকাৰ!
নিজৰে পোৱালি বুলি
চকু মুদা কুলিটিক
তুলি তালি দিলে পোহপাল;
পাচে পাচে খেদি যায়,
পালে মাংস ছিৰি খায়,
-বিনা তেজে নুনুমায় জাল।

নেখেদিবি, নেখেদিবি।
কি সাধ্যে ধৰিবি তাক,
নিজে ধৰা নিদিলে সি সুৰ?
কঠোৰ হৃদয় তোৰ,
ৰসেৰে তিয়াই তাৰে
কৰে জানো শান্ত সুমধুৰ।
এচকুৱা †কোৱা তই
চাব খালি কামলই,
নহৱ যে আনন্দত ভোল।
আনন্দৰ জিল্‌মিল্—
অজান্তিৰ জ্যোতিকণা,—
নুবুজিলি কেনে তাৰ মোল।
হেৰ' হেৰ' অৰসিক,
হেৰ' অন্ধকৰ্ম্মবাদী,
কৰ' কিয় নিজ অপমান?
দুৱাৰলৈ' আজি তোৰ
আহিছিল মধুদূত,
খেদি দিলি,— এনে অভিমান!

ৰসহীন সংসাৰত
বান্ধি বা ৰাখিবি কাক?

† একাক্ষ - এই অৰ্থত। কাউৰীয়ে বোলে এটা চকুৰেহে চায়।

একেবাহে — কাম কাম কাম।
জীৱন প্ৰদীপ জ্বলি
টিমিকি নুমাব নিজে,
হুমুনিয়া বলি অবিৰাম।
আদি অন্তে কৰমৰ
মাজে মাজে ভাগৰৰ
বাজি উঠে আনন্দৰ ধ্বনি ;
সুমধুৰ জিৰণিয়ে
হৃদয়ৰ ডাৱৰত
ৰামধেনু জালে জিলিকনি।
পঞ্চম বিহীন ৰাগ
মধুময় বসন্তৰ,
পঞ্চমেৰে কুলিটিয়ে গাই,
কোন মধুৰৰ ধ্বনি
বাতৰি বলাই আনি,
অপূৰণ পূৰ কৰি যায় !

নেখেদিবি, আন আন,—
প্ৰশান্ত সংসাৰ এই
দুয়োলই পতা আছে স্থান।
কৰক কৰ্ম্মীয়ে কাম,
কুলিয়ে ধৰক গান,
ভুমুকিত চৰি থক মান।
কবি শিল্পী কুলিটিয়ে
অতিথিৰ বেশে আনে
— মধু বাণী কোন অমৃতৰ !
সম্পদৰ বন্ধু সি যে —
বন্ধু চিৰ-সম্পদৰ,
ঢালি যায় সুধা আনন্দৰ।
কঠোৰ কামৰ মাজে
সুন্দৰ বীণাৰ সেঁই
বাজি থক সুমধুৰ সুৰ ;
অজানা জ্যোতিৰে তাৰ
কৰ্ম্ম যত জিলিকক,
হ'ক তোৰ হিয়া ভৰ্পূৰ।

———

## ভালপোৱা
## (মান)

নেলাগে নোপোৱা ভাল,
সিও শত গুণে ভাল ; —
নোৱাৰোঁ তথাপি নিতে
কান্দি কাতি থাকিব ;
আপোন বিচাৰি যোৱা —
দেহি মোৰ ভাল পোৱা,
নেলাগে নেলাগে তাক
ভৰিটিৰে দলিব।
সোণৰ হৰিণ খেদি
নেলাগে বিঘিনি ভেদি,
হিয়াৰ হৰিণী মোৰ
হেকৰাই কান্দিব ;
সাগৰৰ মাজ পাই
নাৱৰীয়া আঁতৰাই
নোৱাৰি নোৱাৰি তেও
উটি বুৰি ফুৰিব।
দুদিনীয়া জগতৰ
এৰি আশা বিলাসৰ,
নিৰলে নিত্যৰ নাম
নিজ মনে গাম,—
প্ৰবঞ্চনা হয় যদি
শেষ পৰিণাম।

নেলাগে গোলাপ কলি,
ফুলোঁ নে নুফুলোঁ বুলি

পাতৰ মাজেদি দুলি
মিচিকিয়া হাঁহিব ;
কেতেকী ৰেণুৰ দৰে
টুপি টুপি নিয়ৰেৰে
বতাহত জিকি-মিকি
লুকালুকি খেলিব।
ফুলোঁ ফুলোঁ হোৱা ফুল,
মতলীয়া অলিকুল
নেলাগে আকুল কৰি
মলয়াৰে বলাব ;
মুখতে মজাই প্ৰাণ,
শেষত বিষাদ-গান, —
চাওঁতে নেলাগে যোৱাঁ
জহি সৰি পলাব।
তুলি ললে ছল কৰা
আদৰত জঁই পৰা
এদিনীয়া ফুল এনে
কোনে ভাল পায়,
ফাঁকি দি যদিহে ফুল
একেবাৰে যায় !

নেলাগে উঠন জোন
জিলিকিব কেঁচা সোণ —
মিচিকিয়া হাঁহিটিৰে
মন মোৰ মুহিব ;
ডাৱৰৰ সুৰুঙাই
মুখ্ খনি চমকাই
নেলাগে নেলাগে যোৱাঁ
কুক্-ভা খেলিব ;
মাজে মাজে থাকি থাকি
নেলাগে মড়ল আঁকি
ৰামধেনু ৰহনেৰে
মঁৰা চালি ধৰিব ;
নেলাগে শৰত ৰাতি
শেৱালি শেতেলি পাতি
সুশীতল কিৰণেৰে
বিৰহিনী দহিব ;
আঁউসীৰ এন্ধাৰত
হিয়া ভৰা হুতাহত,
জোন জোন বুলি চালে
এন্ধাৰে ভৰাই,
ফাঁকি দিব জানা যদি
তুমি জোন বাই।

এন্ধাৰৰ চল চাই,
বিজুলী,— নেলাগে নাই
নাচতে ওৰণিখনি
তুলিয়েকি জুমিব ;
থমকি, চমক চাই
নেলাগে প্ৰেমিকা তাই
অভিসাৰ এন্ধাৰত
বাট-পথ চিনিব।
নীলাকই আকাশত
বগা বগা ডাৱৰত
নেলাগে ডিঙিটি ভাঙি
ঘনে ঘনে নাচিব ;
মোৰ মুখে নামি আহি
দুৱাৰে দুৱাৰে হাঁহি
নেলাগে তোমাৰ নেহা
জনে জনে যাচিব ;
মধুৰে ঢাকনি আঁকা
আবুৰত বিষ থকা
যদি হে অন্তৰ ছুলে
প্ৰাণ উৰি যায়,
ছলেহে তোমাৰ যদি
মোহিনী মায়াই।

পলতে আপোন হোৱা
পলতে আঁতৰি যোৱা

নেলাগে অনিত্য একো
কায মোৰ চাপিব ;
ধুন ধৰি লৈ'নিয়াহি
নেলাগে ভুমুকি চাই
পিৰিকিৰে কথা কই
মন প্ৰাণ টানিব ;
আজি আছে কালি নাই —
এনেবোৰ ভাল পাই
সুখৰ নামটি আনি
নেলাগেহি যাচিব !
লাগে এনে এটি জুৰি
নিতেকুল্ কুল্ কৰি
অনন্ত শান্তিৰ ধাৰা
জৰি য'ত পৰিব ;
এৰা এৰি নাই যাৰ,
নাই চল ছলনাৰ,—
তৃষা জাগি তৃপ্ত হয়
ললে যাৰ নাম ;
নাইনে তেনেটি নিত্য ? —
তাকে ভাল পাম।

---

## ভালপোৱা
## (সন্নিধান)

টানত আঁতৰি গলে,
খন্তেক নেদেখা হ'লে,
নুশুনাব কিনো কথাবোৰ !
হেৰ' হেৰ' বাঁৰীৰ কোঁৱৰ,
এনে ঠেহ তোৰ !

ফুলি ফুল নামোলাব,
নসৰি সি বহি যাব ?
নুফুলিব হাঁহিৰে দুনাই ?
বৈ বৈ নাচি নাচি ননচাব
মধু মলয়াই ?

কিৰণে যে চুমা খাই
ঢউ তুলি জিলিকায়,-
মজা লাগে জিলমিল্ চাই !
উঠি উঠি নাচি থক ঢউ।-
কিয় পৰি যায় ?

নেবাঢ়িবি কাঁচি-জোন,
নেঢালিবি কেঁচা-সোণ,
নুলুকাবি আঁউসীটি পাই
দেহিটিয়ে মোৰ-জানোচা বা
এৰি চেৰি যায় !

অ'ৰে উঠি-ৰজা মোৰ,
ভাঙিবলে পেঁচ তোৰ,
জোন ফুল যদি বহি যায়,
ৰবি জানো বাকী চাবলৈ ?
যাবি যে হেৰাই !

ঘনে এটি এটি কই
শ্বাস আহে শ্বাস গই,
গোঁঠে তোৰ মধুৰ জীৱন ;-
এই আহি যায়, হাঁহি যায়
নিখিল ভুবন !

ফুল একো একো পাহি
ঢউ এটি যায় ভাহি -
বিশ্বজোৰা লীলা লহৰৰ ;
ক্ষণিক সুন্দৰ, —শ্বাস সি যে
চিৰ সুন্দৰৰ।

তৃষা জাগি মৰি গই
তৃপ্তি ৰাখে মিঠা কই,
তৃষা-তৃপ্তি — অনন্ত নবীন।
তৃষা বিনে তৃপ্তি, — নাই তাত
নবীনৰ বীণ ?

সংসাৰ ব'ৰাগী হই

অনিত্য যে এৰি থই
লবি নাম নিৰলে নিত্যৰ,
কেনি পাবি তই ? নিত্য তোৰ
ধ্যান অগোচৰ !

অনিত্য নশ্বৰ এৰি,
আৰু কি ধৰিবি বেৰি ?
দিয়ে কোনে সন্ধান নিত্যৰ ?
নিত্য যিটি প্ৰাণ, সেয়ে প্ৰাণ
এই অনিত্যৰ !

এৰি দে ব'ৰাগী সুৰ,—
এন্ধাৰ নহয় দূৰ !
বিচাৰিবি তাতে কায়মনে,—
বিৰহত মিলনৰ বাঁহী
শুন বৃন্দাবনে।

মান কৰ', কৰ্ মান,—
অলপে নোজোৰে প্ৰাণ,—
ভূমা প্ৰাণ, ভূমা তোক লাগে ;
মানৱ মাজেদি যদি তোৰ
আকুলতা জাগে।
জাল আকুলতা জাল।
কান্দিবি কতনা কাল ?
মান ভাঙি শুন ৰাতি দিন
সান্ত মাজে কি যে অনন্তৰ
বাজে মধু বীণ !

জীৱন মধুৰ তোৰ
মৰণ মধুৰ তোৰ,
সুমধুৰ — এই অহা-যোৱা ; —
কান্দি যদি নেলাগে মধুৰ,
সি কি ভাল পোৱা !

---

## চহা—দেৱতা

টোপা টোপে কেঁচা ঘাম টুকি কপালৰ
অকাতৰে তোলা কত শস্য বতৰৰ
ফুলে ফুলে লখিমীৰ— প্ৰাণ ধাৰা পৃথিবীৰ
ব'লে শতধাৰে ;
জিলিকিল তাতে হাঁহি বাজিল নীৰৱে বাঁহী
অমিয় ঝঙ্কাৰে।
গন্ধ উঠে অমৃতৰ,— দেৱাসুৰ হৃদয়ৰ
জাগিল দুনাই ;
শাসনৰ প্ৰয়োজন,— হ'ল তাৰে আয়োজন,
—অন্ত তাৰ নাই।
তোমাকে আবৰি লই
কত মুখে আছে বই
ধৰ্ম্ম নীতি, অৰ্থ নীতি, নীতি কতনা,
চহা তুমি, কিবা তুমি ! —একো নেজানা।

অন্নে ভৰা ধাননিত বিনৈ-নগৰ !
ঠেলি ঠুলি উঠে ঘৰ ইটা পাথৰৰ
ঠাই ক'ত চহালই ? সাপে বাঘে হাবিলই
লোৱাঁ, খোজ লোৱাঁ।
নাই ক'তো খেল মাটি শস্য খেতে ললে ছাটি,
যোৱাঁ, চহা, যোৱাঁ।
লাগে আৰু লোৱাঁ ধন, কিয় বাজা অকাৰণ ?
আছে ঢেৰ ঠাই।
—পৃথিবীৰ ক'তো নাই প্ৰাণৰ ওপজা-ঠাই —
নকবা মিছাই।
জাগিল বাৰণ যাৰ,
নোকোমলে হিয়া তাৰ
নেকান্দিবা, চেপি যোৱাঁ হিয়া বেদনা।
চহা তুমি, কিবা তুমি ! — একো নেজানা।

শাসনৰ সমস্যাত শ্বাস হেৰুৱাই
জগতৰ অন্ন কত জাগি মৰি যায় !
কৰ্ম্মকৰ্ত্তা শাসনৰ প্ৰেমহীন অন্তৰৰ
সঙ্গতি যে নাই ;
শোষণ প্ৰবল হলে, ভাৰ তাৰ চৰি গলে
নাও বুৰি যায় !

উৎপনত ব্যস্ত হাত, শাসনত নাই মাত,
— নাই অৱসৰ ;
শাসকৰ মুখ চাই চহা নিতে চলি যায়,—
সৰল অন্তৰ !
হিয়াত ভাৰসা লই
একেবাৰে যোৱা বই,—
পদে পদে শোষণৰ কত ছলনা ;—
চহা তুমি, কিবা তুমি ! — একো নজনা।

ধনী বোলা, মানী বোলা, অচহা প্ৰজাই
কাৰ খাই নিতে নিতে গুণ কাৰ গায় ?
ভাগ্যে যদি মিলিবৰ পাতে কোনো শোষণৰ
কিবা অনুষ্ঠান ; —
মাটিৰ মানুহ চহা, মাটিত মিলিয়ে বহাঁ।
— কিয় উচ্চস্থান ?
যিটিহে তোমাৰ ভঁজ,— মন নেটানা।
চহা তুমি, কিবা তুমি ! একো নেজানা।

আন্ধাৰত আছা পৰি,— জগত্ পোহৰ !
ফুলিলে ও নুফুলে সি ফুল এন্ধাৰৰ।
তোমাৰ প্ৰতিভা চাকি কুঁৱলীয়ে আছে ঢাকি,
দীপ্তি নাইকিয়া।
খোৱা-মেলা দূৰ কথা, হিয়াৰ এফেৰি বেথা,
এটি হুমুনিয়া,—
তাকো যে নোপোৱা তুমি, — কেঁৰে নগণা।
চহা তুমি, কিবা তুমি ! — একো নজনা।

হঠাৎ উঠিল ধল খণ্ড প্ৰলয়ৰ !
জুৰি আছে ভয়ঙ্কৰ দুৰ্ভিক্ষ দেশৰ !
অন্নাভাবে নগৰৰ লাগি গ'ল খৰ্‌বৰ্, —
— কঁপি উঠে প্ৰাণ !
জীয়াজুই জলি গ'ল, মানুহ পিশাচ হ'ল,
উৰি গ'ল জ্ঞান !
কেনি গ'ল শাসকৰ ৰাজ-দণ্ড আতঙ্কৰ ?
কেনি গ'ল চন্দুকৰ ধন ?
কেনি গ'ল শিল্পী তাৰ কল কব্‌জা হাতিয়াৰ,
ক'ত তাৰ শিল্প নিদৰ্শন ?
ক'ত আজি ৰণুৱাৰ দম্ভে ভৰা অস্ত্ৰ-ভাৰ,
কেনি তাৰ গ'ল ৰণ-চালি ?
আজি ক'ত মগজৰ ছল্ বল বিজ্ঞানৰ ?
ক'ত ক'ত বেজৰ বেজালি ?
মহামাৰী হাহাকাৰ, বোধে তাক সাধ্য কাৰ ?
— প্ৰাণ যায় — যায় !
মগৰৰ বিননিৰ বই যায় অশ্ৰুনীৰ
কাৰ মুখ চাই ?
ৰাখাঁ ৰাখাঁ, প্ৰাণ যায়, — কি যে হিয়া ধুনা !
চহা তুমি, কিবা তুমি ! — তেও তুমি শুনা !

চহা তুমি, কোন তুমি ওচৰ দেশৰ ?
নোৱাৰিলা ৰব শুনি কন্দা আতুৰৰ !
সকলো লাঞ্ছনা ভুলি সাঁচনীয়া দিনা খুলি,
— বই গল তাৰ
নগৰৰ সিৰে সিৰে নাচি নাচি শোণিতেৰে
অমৃতৰ ধাৰ !
যত অশ্ৰু অভিযোগ, যত দুখ যত শোক,
হ'ল অৱসান !
দুনাই উঠিলে তান — - উঠিল প্ৰাণৰ গান,
— শান্ত হ'ল প্ৰাণ !
তৃপ্তিৰ ধলত স্মৃতি উটি উটি গ'ল।
নিদানৰ বন্ধু কোন চিনো যে নৰ'ল !
কন্ধ কৰি দিওঁ দিনে শত অপমান,
তথাপিতো, কোন তুমি, ৰাখা মোৰ প্ৰাণ ?
তলৰ তাপত গলা আকাশী ভাৰৰ,
ইমান পাতল তুমি, — ইমান আঁতৰ
আঁতৰ — আঁতৰ, — তেও প্ৰাণ দিওঁতা।
চহা তুমি, কিবা তুমি, — চহা দেৱতা !

---

## পূজা

মন্দিৰৰ ফুলনিত ফুলে আজি অগণিত
কত ৰঙে ফুল !
কৰণিটি তুলি লই যেই গলোঁ ফুললই,
— লাগে কিনো ভুল !
—হেৰাল মনটি মোৰ ; কোন তুমি মনচোৰ,
নিলা কোন ছলে ?
পুৰবতীৰ জুৰ বাই কাণে কাণে নাচি যায়,
টিপতে কি কলে !
মঁউ মাখি ভোমোৰাই উৰে ঘূৰি জুনা গাই,
— বাজি যায় বীণ ;
কত কথা, কত তুতি ঢঁউ খেলি নামি উঠি
হয় তাত লীন !
ফুলে চুমা লাজ কৰি হালে-জালে এৰি ধৰি
লুকুৱায় হাঁহি ;
চকু মুদি মেলি চায়, —নেবাজি যে বাজি যায়
মিলনৰ বাঁহী।

— মোৰে এই মানসৰ ছবি খনি যৌবনৰ
ফুলে আঁকি ললে ;
ভালেহে মনটি আজি গোন্ধে গোন্ধে যায় বাজি
এনে কুতূহলে ! —

আই ঐ দেহিটি বুলি যেই মই আনো তুলি,
ফুলে দিলে কই, —
"নেমেলিবি হাত তোৰ, নিছিঙিবি ফুলো মোৰ
তেজীমলা মই।
সতিনী হাতেৰে ঠেলি নাও মোৰ দিলে মেলি,
গ'ল সেই কূল।
মানুহৰ দুৰণিত দেৱতাৰ ফুলনিত
ফুলি আছোঁ ফুল।
তোৰেই, তোৰেই দৰে আশা ভৰা হৃদয়েৰে
হাঁহিলো এদিন ;
সংসাৰে হৃদয় ফালি ঈৰ্ষাৰ আক্ৰোহ জ্বালি
পুৰি দিলে বীণ — !"

—পুৰি গ'ল ! ছাঁই হ'ল ! —বীণা যে থমকি ৰ'ল,
নেবাজে দুনাই।
চমকে চেতনা শুনি, ফুলৰ কথাটি গুনি
কিবা লাগি যায় !
এই যে সতিনী জাল জ্বলিছে সৰ্ব্বতি কাল
লাগি তাৰে ভয়,
ফুলে আজি বাধা দিছে কঁপি কঁপি চমকিছে,—
নেজানে কি হয় !
তেজীৰঙ্গা, তেজীমলা, সঁচা তুমি, সঁচা কলা,—
নাই পতিয়ন।
ভাগ্যে কাকো ভাল পাই ভাগ্য যদি জিলিকায়,
পোৰে দেখোঁ মন !
তেনে এটি মন লই গলে তেজীমলালই, —
সহে কেনেকই ?
সুৰভি সুষমা ৰাজি ভাগ্যই তোমাক আজি
দিছে এনেকই।
নাই মোৰ ঈৰ্ষা নাই, ফুল, তুমি ফুলা পাই
দেৱতাক দিওঁ।
তেও বুলি —তুমি এনে সুন্দৰ, হাঁহিছা কেনে,
কিয় ছিঙি নিওঁ।
ফুলাঁ ফুলাঁ, তেজীমলা জ্বলি উঠাঁ, আৰু জ্বলাঁ,—
দূৰে দূৰে চাওঁ।
চাই চাই তোমালই আপোন পাহৰি গই
পমি জমি যাওঁ।
কতনা সপোন আঁচি ফুলে কেনে হাঁহি নাচি
ধীৰি ধীৰি ঢলে ;
এই আশা, এই গান, প্ৰেম ভৰা এই প্ৰাণ,
যাবনে বিফলে ?
এনে হাঁহি নন্দনৰ হতাহেৰে দানহৰ
তুলি হাহাকাৰ,
নখৰ আঘাতে ছিঙি সোণালী সপোন ভাঙি
দিওঁ কিয় তাৰ ?
দেহি, কেনে মনোময় ! ছিঙিলে পৰিব জঁই
পাহি যাব সৰি ;

জননীৰ কেঁচা সোণ   কিয় ছিঙো কাঁচি জোন
বুকু খালী কৰি ?
মনে গাজে ঘন ঘোৰ,  ফুল তোলা আজি মোৰ
আৰু যে নহ'ল।
হাঁহে ফুল, কাক দিওঁ,   কন্দুৱাই কিয় নিওঁ,
কিবা তাৰ ফল ?
মন্দিৰৰ দুৱাৰত   এই মধু মালঞ্চত
ফুল দেৱতাৰ।
কিয় ফুল ফুলোৱালে   প্ৰাণ কিয় মজোৱালে
কিনো মানে তাৰ,—
নেপালোঁ অলপো ওৰ, ভাল লাগে দেখি মোৰ
এই মাথোঁ জানো।
অনেক বঞ্চনা কৰি,   ভালৰো ভালটি হৰি,
কিয় ছিঙি আনো ?
ফুলা ফুল ফুলি থক,   বিনা ফুলে পূজা হ'ক্,
তাতে তুষ্ট হোৱাঁ ;
হিয়া জৰি বলা মোৰ   এই টুপি চকুলোৰ
দিওঁ তাকে লোৱাঁ।
খালী কৰণিটি লই   মন্দিৰলৈ' গলো গই
দুখ লাগে কি যে !
চক্‌মকী !—দেখিলোঁ কি ? ভিখাৰীৰ বেশে 'ই কি
কল্পতৰু নিজে !
একে এটি চমকত   নেজানো 'ই অন্তৰত
কিনো উজলিল ;
সকলো সুন্দৰ হাঁহি   জিলিকি বজালে বাঁহী
বিশ্ব জিল্‌মিল !
ভিখাৰীয়ে আছে চাই   দিবলই ভিক্ষা নাই,
নাই মোৰ ফুল।
আৰু কিবা দিম মই   ফুল এটি দিবলই
মোহত আকুল !
কাৰ ফুল ভুলি গলে,   মোৰা বুলি মযে ললে,
সৰিলে হেৰায় ;
যাৰ ফুল তেওঁ পাব,   মোলৈ' সৰি মিলি যাব,
আৰু ক'ত যায় !

তয়েতো চলোৱা ভাৰ   চিন্তা বুদ্ধি আপোনাৰ
লাগি নিজলই ;
নিদিলি, নথলি ঠাই,  কৰিব কি দেৱতাই
আহি হিয়ালই ?
বুদ্ধি বিদ্যা অভিমান,   —এয়ে যে ভিক্ষাৰ দান,
আছে হিয়া ভৰি ;
দেৱতাৰ আশীৰ্ব্বাদ   ভৰাবিহি যদি তাত,
দে ৰিক্ত কৰি।
মোৰেই ওমলোঁ বুলি   সউ সউ ভিক্ষাজুলি,
— মই নাই বুজা।
ৰবাঁ, ফুল আনোগই,   গঙ্গাৰ জলকে লই
কৰোঁ গঙ্গা পূজা।

---

## কৃষ্ণ গকুল

জেঠৰ যি বাৰে খৰ ;
দুপৰে দিলেহি ভৰ,—
ৰাতিৰ দুপৰ যেন সংগোপনে আহিছে,
ৰিণিকা মঞ্জীৰ ধ্বনি জিৰ্ জিৰ্ বাজিছে !

হে কদ্ৰ ভয়ঙ্কৰ !
ই কি ছবি আতঙ্কৰ ! —
মিলনৰ পথে পথে বাজে কিয় বেদনা ?—
কঁপি কঁপি উঠে —ইকি ভ্ৰমে ভৰা চেতনা !

চৰে তাপ, চৰি যায় ;
কেনি ক'তো শান্তি নাই,
ধ-ধ- কৰে ৰ'দ জলি পকি পৰিছে,—
নিমাতে জগতখনে ছাটি ফুটি কৰিছে !

প্ৰাণ এই যায় জলি ;
আহিল এনেতে বলি,
জুৰ্ জুৰ্ কৰে বা মন প্ৰাণ জুৰালে ; —
'কৃ-ষ্ণ গকুল' বুলি কোনে বাঁহী বজালে ?

কোন বনে বাজে বাঁহী ;

কৰ সুৰ আহে ভাহি ?—
অশৰীৰী বাণী যেন অজ্ঞাতিৰ বাতৰি !
শান্তিৰ জাননী ই যে দিয়ে আজি বিতৰি।

জুৰালে জুৰালে প্ৰাণ ;
ভাহি যায় কিনো গান !
আমোলোৱা ফুল পাত দুল্ দুল্ দুলিলে,
পঙ্কাকুল বেদনাত শতদল ফুলিলে !

কিনো সুৰে গালা, গুণী !
মাতিলে তোমাকে শুনি,
আমনি মাজৰ মঁউ—কুঁউ কুঁউ কুলিটি ;—
অনুগামী বীণে যেন তুলি ধৰে বুলিটি !

কৃ-ষ্ণ বকুল বুলি
দিলাহি হিয়াত তুলি
তাহানিৰ কৃষ্ণলীলা কালিন্দীৰ কূলেৰে,
পুলকেৰে নাচে প্ৰাণ গকুলৰ দোলেৰে !

উৰি উৰি যায় মন,—
ক'ত সেই বৃন্দাবন,
ক'ত মঞ্জু কুঞ্জবন, মধু মধু মুৰুলী,—
শুনি যি অনাদি সুৰ ব্ৰজবধূ বাউলী !

ক'ত সেই কল্ কল্
যমুনাৰ নীলাজল,
ৰূপালী বালিত যাৰ কানু ফুৰে উমলি !—
কত কথা, কত গান ! — প্ৰাণ যায় কুমলি !

— হে কম্র ক্ষেমঙ্কৰ !
ই কি ছবি মিলনৰ !
দীপকৰ দাহনেৰে সুৰধুনী নমালা,
আতঙ্কেৰে আনন্দৰ মুখখনি জলালা ! —

কোৰাঁ কোৰাঁ মনচোৰ,
বিৰহী বিহগী মোৰ,
নোহোৱানে বাক তুমি বসন্তৰ বাণীটি,
সুন্দৰৰ মাজে চিৰ সুন্দৰৰ ধ্বনিটি ?

'সখী ঔ সখী ঔ' —
বৰষি ধাৰেৰে মঁউ
সখীত বাউলী হ'ই বুকু-ধুনা ভিখাৰী,
সখীৰো সখীটি পালা অতদিনে বিচাৰি !

নোপোৱা বাতৰি পাই
প্ৰাণ ভৰি ফুৰা গাই,
নগৰে কাননে তুমি সুৰ ঢালি বনোৱা,
হতাশৰ হৃদয়ত আকা' বাতী জলোৱা !

কৃষ্ণময় কলেৱৰ,
পিন্ধি তাতে পীতাম্বৰ,
কৃষ্ণৰ বান্ধৱ তুমি উদ্ধৱৰ প্ৰাণেৰে,
প্ৰেমৰ আশ্বাস বাণী বিলোৱা গানেৰে !
নাই মোৰ সেই প্ৰাণ,
আৰু কি বুজিম গান,—
যিটি গানে গোপিনীৰ জীৱ-জ্বালা ভুলালে,
মথি প্ৰেম-পাৰাবাৰ সুধাধাৰা পিয়ালে !

অ' মোৰ পখী অই,
বোৱাঁ বোৱাঁ, যোৱাঁ থই
সুৰৰ ৰণন্ যিটি মিঠা মুখে চুমুকি,
সংসাৰ তাপত সেয়ে মাৰে যাতে ভুমুকি।

---

## সাত্ত্ব্য গ্ৰহণ

এনেয়ে মধুৰ মাস,
মৃদু মৃদু মধু বাস,
মধুৰ মলয়া বলি মাধুৰী বিলায় ;
মাধৱী মুকলি দেখি
মাতিছে মধুৰ পখী,
মধুকণ্ঠে সুমধুৰ  কুহু কুহু গায় ;
মাধৱৰ ফুলবান,
মাধৱীৰ অভিমান,
মানভঙ্গা মধুপৰ মধুৰ গুঞ্জন ;

মধুৰ মধুৰে মিলি
মধুৰিমা দিলে তুলি,
মধুজা মাধুৰীময়ী — কি যে মধু মন ; —
বাসন্তী পূৰ্ণিমা তাতে কেনে বিতোপন !

আজি নন্দ দুলালৰ
দোল লীলা আনন্দৰ,
প্ৰাণে প্ৰাণে বাজে কিনো বেণু বিনন্দীয়া ;
নানা ছন্দ, নানা গানে,
হিন্দোলৰ তানে তানে,
নন্দনৰ গন্ধ বলি আন্দোলিছে হিয়া !
চন্দ্ৰমুখী আছে ৰই
চাই চন্দ্ৰাৱলীলই, —
সন্ধ্যাৰ প্ৰদীপ জ্বলি আশা-চন্দ্ৰিকাৰ !
ঘন নীল চান্দোৱাৰ,
ধীৰে নামে অন্ধকাৰ,
হাঁহে ঢাকি ছুঁৱা-মৱা মালতী মন্দাৰ, —
গাঁজৰৰ আঁৰে আঁৰে যেনে পেচন্দাৰ !

ওলাব পূৰ্ণিমা জোন, —
জিল্‌মিল্‌ কেঁচা সোণ, —
উদুলি মুদুলি লাগে নিমাতে প্ৰাণত ;
হিল্লোলেৰে পুলকৰ,
উকলিবে উলাহৰ,
উঠিল কুকলি বাজি আজি জগতত ! —
ই কি ইকি অকস্মাৎ
বিনা মেঘে বজ্ৰপাত !
মলিন,—মোলান কিয় জিলিকা আকাশ !
মলিন, — মলিন জোন !
নেহাঁহে নেমাতে চোন !
উৎসৱত অশ্ৰু, — ই কি বাম বনবাস ! —
মিলে ক'ত শকুন্তলা, — হ'ল সৰ্ব্বনাশ !

কি হ'ল কি হ'ল ৰব, —
উঠে ভয় কলৰব,
আকুল জীৱৰ কুল ঢালে অশ্ৰুধাৰ ;
মূৰত ওৰণি নাই,
কান্দে যত ভাবকাই,—
কি হ'ল, কি হ'ল জোন, কি হ'ল আমাৰ ;
শোকে বোধা হাহাকাৰ !—
লোতকৰ ধাৰাসাৰ ! —
কুমুদিনী কান্দি দেহি চকু নেমেলিলে !
মৰামুখে পূৰ্ণিমাৰ, —
ছায়া পৰে বিধবাৰ !
নীৰৱ নিস্তব্ধ ধৰা এন্ধাৰেৰে ঘেৰিলে ;
কি যে এক হুমুনিয়া আকাশেদি বলিলে ! —

— এনেকৈয়ে এনেদৰে
কান্দিছিল ব্ৰজপুৰে,
কালীয় হ্ৰদৰ তীৰ অশ্ৰুৰে তিতিলে,
যিদিনা ব্ৰজৰ জোন গৰলে গ্ৰাসিলে ! —

* * *

সঁও সঁও, দেখাঁ দেখাঁ, —
জ্বলিল জোনালী ৰেখা।
জগতৰ হিয়া যেন ঢুক্ ঢুক কৰিছে !
কোৰাঁ অঁই আছ্য কোন —
দুনাই জ্বলিব জোন !
জ্বলিল জ্বলিল আৰু — জলমল চৰিছে !
নাই ছায়া, — এই গ'ল !
জোনটি নতুন হ'ল !
জিলমিল্‌ জগতৰ কিনো হাঁহি নুঠিলে !
নীৰৱে বাজিলে বাঁহী,
কুমুদিনী দিলে হাঁহি ;
হাঁহিত হেৰাল ভৰা — যেই জোন দেখিলে,
লুকালে ওৰণি টানি লাজে-বিজে ধৰিলে !

মৰণৰ ছায়া বাজী
জীয়াত দেখিলে আজি,
স্নান কৰি হাঁহে যাতে কত নৰ-নাৰী ; —

তেওঁচোঁ মৰণ চাই
আতঙ্কত কঁপি যায়,
আকুলি-বিকুলি কৰে হৃদয় বিদাৰি !
টানে যি সিন্ধুৰ জল,—
মাতৃ প্ৰেম অবিৰল —
অমানিশা মৰণতো পৰশ প্ৰেমৰ —
কয় সেই চন্দ্ৰমাই,—
"মৰণ, মৰণ নাই" ;
পূৰ্ণিমাৰে জ্বালে আজি নিজ পটন্তৰ,
গ্ৰহণ, মৰণ সিযে মায়া অমৃতৰ !

---

## মাগনী

কৌপীন জটাৰে জাগ্ৰত সন্ন্যাসী
শ্মশানত জলায় ধুনি ;
ইটি সিটি যায়, —উজালোঁ জাকেৰে
সন্ন্যাসীৰ মহিমা শুনি।
কাটি নিয়া জাৰ সকলো প্ৰজাৰ,
কঁপনিত তৰণি নাই ;
উলঙ্গ সন্ন্যাসী নিৰ্ব্বাক, নিশ্চল
ভূকৰ মাজলৈহে চাই !
নাই দীপ কাঠি, নাই ফিৰিঙটি,
লোৰা নাই হাতেৰে ছুই ;
অনোৰাই লোৰা খেৰ এমুঠিত
ফু-তে তুলিলে জুই !

অলপ দূৰতে ডাল্-অঙঠাৰ
বৰ জুই আছিল জলি।
উঠি অকস্মাত্ যায়চোঁ সন্ন্যাসী,
প্ৰজা গ'ল লগতে ব'লি।
প্ৰদক্ষিণ কৰি গালে কিৰাকিৰি,
জীয়া জুই মাজলৈ' গ'ল ;
ধুলেগে' শৰীৰ পানীত খোৱা দি
অবাক অগ্নিস্নান হ'ল ! —

শিয়ৰি উঠিল বিস্ময়ে প্ৰজাই
হৰি গ'ল মুখৰ মাত ! —
অদগ্ধ শৰীৰ,— সোণ জিলিকিল,
স্নানেৰে সুশীতল গাত !
বহিলেহি ঘূৰি নিজা অসনত,
মু'খনিত চিকোণ হাঁহি ;
নিমাতে নিবোলে আছে প্ৰজাদল
বিস্ময়ৰ সোঁতত ভাহি।

সাক্ষাত সাধক বুলি সকলোৰে
সেৱা জনাবলৈ' গ'ল ;—
টকা আধলিৰে সিকি দুআনিৰে
থউখেন ধৰলি হ'ল।
অত টকা দেখি ভাবিলোঁ মনতে,—
অদ্ভুত ব্যৱসায় ইযে !
আজি যি দেখিলোঁ তাতোকে দুগুণ
আচৰিত সন্ন্যাসী নিজে।
দেৱতাৰ বৰ, যোগৰ প্ৰভাৱ
দানৱৰ নিচিনাকই
ইন্দ্ৰিয় ভোগৰ ধন লালসাত
উকৰায় তৃপিতিলই।
পৰিহৰি সেই প্ৰেম-পয়োনিধি
দুৰ্গন্ধ বিললই নামি,
জীৱন পথৰ সন্ধান লভিও
সন্ন্যাসী বিপথগামী !

এনেতে দেখিলোঁ জীৰ্ণ শীৰ্ণ বেশে
আ'হে এক মাগনী লৰি,
আঁচলত বন্ধা ভিক্ষাৰ চাউল
ললেচোন মুকলি কৰি ;
আঁজুৰি ছিঙিলে কাপৰে মাদলী —
হিয়াৰ যে চিয়া ডালি,—
দিলে সকলোটি চকুৰ পানীৰে
সন্ন্যাসীৰ পাৱত ঢালি !
থিৰ নয়নেৰে চালে সন্ন্যাসীয়ে,

পৰি গল লোতক জৰি।
কলে ধীৰে ধীৰে,— "তাকো দিলি তই
ডিঙ্গিটো অশুৱন কৰি ?"

শুনি মাগনীৰ চকু চল্-চল্,
কয় হুমুনিয়া ছাৰি,—
"ডিঙ্গিৰে শুৱনি জীয়ন্ত মাদলী
কেবাটিও দিছিল আৰি।
লগালোঁ সকলো সজ ঠাইতেই,
ৰূপৰ মাদলীটি বাকী,
কাল ধুমুহাই উৰালে জুপুৰি
আৰু কি ই ধৰিব ঢাকি—!"
থমকে মাগনী, বাকী বোবা কথা
শ্মশানে পূৰাই কলে —
চউ দিশে তাৰ হু-হু কৰে
নজলি চিতাজুই জলে !

কত দিন গ'ল শোকৰ কাহিনী
মাগনীৰ মুখে দি বই।
আজি ইকি হ'ল এই সন্ন্যাসীৰ
চেহেৰাৰ সলনি হই ! —
মুখ খনি যেন জিলিকি উঠিল
কাটি গ'ল চকুৰ আন্ধি ;
যত ধন পালে দিলে সন্ন্যাসীয়ে
আঁচলৰ আগত বান্ধি।
মাগনীৰ মুখ চাই সকাতৰে
সন্ন্যাসীয়ে লগালে মাত,—
"দে থুত্কাৰ্ দে দে হিয়াত
জগাৰ্কই চৰণাঘাত।"

কঁপিল মাগনী, একো নুবুজিলে,
নুফুটিল মুখত বাণী।
বলেৰে সন্ন্যাসী মাগনীৰ ভৰি
ললেহি হৃদয়ত সানি।
সন্ন্যাসী পলত পৰে কি মাগনী,
সন্ন্যাসী এৰা দি যায় ;
কম্পিত কণ্ঠেৰে কলে দূৰে দূৰে
মাগনীৰ মুখলৈ' চাই,—
"বিলাবি কেৱলে, কেৱলে বিলাবি,
চিৰ সন্ন্যাসীনী — তই ?
সন্ন্যাসীৰ বেশে মোৰ ই সংগ্ৰহ !
— প্ৰকৃতিৰ কলঙ্ক মই !" —
কব খুজি আৰু কব নোৱাৰিলে
আবেগত উফৰি গ'ল,
চাওঁতে চাওঁতে অদ্ভুত সন্ন্যাসী
চকুতেই নোহোৱা হ'ল।
অপৰাধী যেন আজলী মাগনী,—
দেখোঁ অই — দুচকু মচা !
নিস্তব্ধ প্ৰজাই থৰ দিলে চাই,—
সন্ন্যাসী অদ্ভুত সঁচা !

---

## সাঁজৰ তৰা

অ'ই ৰে সাঁজৰ তৰা !
অক'মানি হাঁহিটি তোৰ
জিলিক্ মিলিক্ কৰা ! —
কিহৰ ধাৰা ঢালিলি ঐ,
কোন দুৰণিৰ পৰা ;
বান তুলিলি কি আনন্দৰ
বিশ্ব ভুবন ভৰা ;
কি বুলালি প্ৰাণৰ মাজত
মন বলিয়া কৰা !
অ' আকাশৰ তৰা !

অ'ইৰে সাঁজৰ তৰা !
এনে নো তোৰ তীব্ৰ বেগ
মনত নেযায় ধৰা ;
তেওঁচোঁ মোৰে বৈয়ে খেল'
নীল আকাশৰ পৰা !
মনত পৰে সকল্ড সেই

মোৰ লগত লৰা,—
মই ৰলে কি তয়ো যে ৰই
মিচিক মাচাক কৰা !
অ' মোৰ লগৰ তৰা !

অ'ইৰে সাঁজৰ তৰা !
বেলিত লগা বস্তি তই,
কাৰ আৰতি কৰা ; —
জগত জোৰা জ্যোতিৰ ধাৰ
বৈ নিছিগি পৰা !
ঘোৰ এন্ধাৰৰ এই যে তোৰ
ক্ষীণ চাকিটি ধৰা,
পাতালৰ সি সঞ্জীৱনী
জীয়ায় জ্যোতি মৰা !
অ' জিলিকা তৰা !

অ'ইৰে সাঁজৰ তৰা !
থুনুক্ থানাক্ মাতটি তোৰ
ধাৰেৰে মউ সৰা ;
ক'ৰ অনাদিৰ কথা কলি
বুজ্ নুবুজো কৰা !
কৌটি কালৰ কি তই মোৰ
দি নিদিয় ধৰা
তই বাজিলে মইচোঁ বাজোঁ
একে সুৰত অঁৰা !
অ' মোৰ আপোন তৰা !

অ' মোৰ সাঁজৰ তৰা !
সোণ ৰেঙ্গনিৰ অগ্নিগড়
প্ৰবেশ পথত ধৰা,
কোন ভাৱনাৰ সূত্ৰধাৰী
কৰত 'স্বস্তি' কৰা।
মেলি দিলি কি অভিনয়
নিখিল গগন জোৰা ; —
কিনো নাচোন,কি ৰাগোন ঐ
ৰূপত যে ৰাং চৰা !

অ' নটুৱা তৰা !

অ' মোৰ সাঁজৰ তৰা !
কি বুলি কি দেখুৱালি
নিতৃ নতুনে ভৰা ! —
অন্ত নাই ই অন্ত নাই,
সৰু ডাঙৰ তৰা,—
নীহাৰিকাৰ গোপন কোলাত
আজিও সৃষ্টি গঢ়া ! —
দেখাৰ মাজৰ কি যে সউ
মন পিছলি পৰা !
অ' অজানৰ তৰা !
অ' মোৰ সাঁজৰ তৰা !
নাই, নহয়, নোৱাৰি ঐ,
নহয় চোৰা-কৰা ;
কোন অজানৰ কি যে লাগে
চকুত চঁকে ধৰা ! —
অক'মানি মনটি কঁপে,—
ভয় যে হেৰাই পৰা !
দে ঢালি দে সপোন পুৰীৰ
নিদ্ৰা নয়ন-ভৰা ।
অ' মোৰ বুকুৰ তৰা !

অ' অসীমৰ তৰা !
শুৱাই মেলি নে নিচুকাই
নে এন্ধাৰৰ পৰা ;
শিশুৰ সুৰাগ হাঁহিটিৰে
ব'ল ধৰি ব'ল জোঁৰা ।
দেখাৰ মাজৰ নেদেখ্ যিটি
যদিহে নহয় ধৰা,
মচে কোনে চকুৰ পানী
দিন ৰাতিয়ে জৰা ?
অ' অসীমৰ তৰা !
বুকুত লগা
তই যে মোৰ

অতি আপোন তৰা !

---

## মধুমতী

জোপা জোপে বাঁহে বেৰা এচমকা ঠাই !
সৰি জেকি বাঁহ পাত
তল ভৰি আছে তাত,
লেউ লেউ জোকে পোকে, — ক'তো সন্ধি নাই,
দেখিলে কি কিচ্ কিচ্ কৰি উঠে গাই !

শগুণে এবেহ্যা জঁকা ঘকৰা জন্তুৰ
আছে তাত পৰি পৰি,
গেলা জাহি পৰে পাৰি
উৎকট কদৰ্য্য কি যে ভেদি বহুদূৰ,
ৰোধিছে দুৰ্গন্ধে তাৰ নিশ্বাস বায়ুৰ !

কাষৰে দি বলে লোৰ আবৰ্জ্জনা লই ;
গেলা চিকা এন্দুৰেবে
ভৰা যত দুৰ্গন্ধেৰে,
ওল-পেতা মেলে মুখ, গোন্ধ যায় বই,—
সোমাসে উকটি আহে নাড়ী-ভুঁৰুলই !

নৰকৰ বিক্‌চিনা পাতিছেহি থুল !
এচিকটা খোলা ঠাই,
এফেৰি উশাহ পাই
ফুলিছে ফুলৰ লাজ কেটেহ্যা গুফুল ;
গুণ্ গুণ্ কৰে তাতো,—
তাতো অলিকুল !

আক কাৰ কণ্ঠস্বৰ গুণ্ গুণ্ কৰে !
ওঁৰলা খেৰৰ চালি
বতাহত আছে হালি,
নেথ্ পাৰে জীয়া-বাঁৰী গলিত কুঠেৰে ;
দুৰ্গন্ধত জন-প্ৰাণী নেযায় ওচৰে !

থোকাথোকি ৰজা মাত নাকে কাণে যায়,
উকত মুৰটি থই
আনন্দে তন্ময় হই
কাৰ চকুযুৰিলই আছে চাই চাই,
জীৱনৰ হাহাকাৰ কেনি ভাহি যায় !

চিতাৰ জঘন্য ছাই গায়ে মুখে সানি
কোন সেই কাপালিক
পতি কৰে কুঠুনীক ?
মুখ যাচি মু'খনিত শুনে শেষ বাণী,—
"নৰকতো আজি মই স্বৰগৰ ৰাণী ?"

কঁপি কয় কাপালিকে শোকাকুল প্ৰাণে, —
"তুচ্ছ এক অভিমান,—
ভমকি উঠিল প্ৰাণ ;
পৰিহৰি সঙ্গসুখ নেজানো কি টানে,
হতাহেৰে দীৰ্ঘযুগ খপিলোঁ নিজানে।

শুনি যোৱাঁ, প্ৰাণ মোৰ, প্ৰাণৰ বিনতি,
যিহৰ আশাৰে উৰি
বিজনে বিপিনে ঘুৰি,
কন্দুৱালোঁ জালি পুৰি মায়াৰ মুৰতি,—
তোমাৰ বুকুতে আছে, — তুমি মধুমতী !"

শেষ ৰশ্মি মাৰ গ'ল জলি যোগিনীৰ,
চোৱা চকু চায়ে ৰ'ল,
নিৰ্ব্বাক নিস্পন্দ হ'ল ;
নিৰালয় কাপালিক, — বলে অশ্ৰুনীৰ ; —
ঢাকিল এন্ধাৰে ঘোৰ মুখ ধৰণীৰ !
তাতো, — তাতো তিৰবিৰ
জিলিকিল মধুমতী — হাঁহি জোনটিৰ !

---

## সোণাজুৰা

কোন নন্দনৰ প্ৰাণৰ জলক নাচিছিল সি ৰলি, —
পুৱ গগণৰ সোণাৰ বৰণ,
মন মতোৱা ৰাংচি বহুণ,
তৰুণ তোৰ ই অৰুণ মুখত পৰিছিল যে জলি

দে জ্বলাই দে আকাশ জোৰাই সোণৰ জিলিকনি ;
নদীৰ বুকুত, নীল পাহাৰত,
ঢউ খেলি য'ক গছৰ শিৰত,
নিজক জ্বলাই দে উজ্জ্বলাই উদাস জগত খনি !

পুৱাৰ বনুৱা-চকুত ভাগৰ- থমক্ ধৰে ৰই,
কানাই-কোলাৰ বাৰ্ত্তা বিলাই
দে উকৰাই মনৰ বিলাই,
সপোন-পুৰীৰ হাঁহিত তাৰ মনটি মুকলিকই।

দুপৰ ৰদত শ্ৰান্ত শ্ৰমীৰ হৰিল মুখৰ হাঁহি,
আমোলা মুখত হাঁহি বোলাই,
গছৰ তলত পেঁপাটি বুলাই,
নচাই তোল ক্লান্ত জগত বাজক প্ৰাণৰ বাঁহী।

নামৰ জাঁতত বিয়লি বেলা আহ সুতুলি বাই,
আকাশী চুমাত ৰঙ্গা পৰি
গো-ধূলি ডাৱৰ উৰক লৰি,
হাঁহক মোলান বাট পদূলি তোৰ হাঁহিটি চাই।

মুখৰ হাঁহিত পুণ্য পোহৰ, পুণ্য প্ৰাণৰ বল ; —
কিহে ৰোধে তোক, কিয় যাবি ৰই ?
যোৱাই জীৱন, — যা আগলই ;
য'তে দিবি হাত সোণ দে পতাই কৰক জলেমল্।

বাটৰ বিলাই উদাস আন্ধাৰ দে দে জ্বলাই জুই ;
ছাই কৰি দে উখুমা আচাৰ ,—
বৰ্ষশতৰ ঘোৰ অবিচাৰ ;
ওপৰে দি তাৰ আন মন্দাকিনী নে উটুৱাই ধুই।

সুপ্ত দেশৰ ৰুদ্ধ দ্বাৰত হান্‌হি কৰাঘাত ;
দে ভাঙ্গি দে মোহৰ কৱাট ,
পুৱাৰ সমীৰ য'ক্ লাগি গাত ;
জগত জোৱা জ্যোতিৰ ধল জিলিকি পৰক তাত।

পুৰণি বীণত শলাগে বিৰাগ, নাই আগৰ সুৰ,
প্ৰাণেৰে পৰণি বেসুৰা তাঁৰত
তুলি দে জোকাৰ প্ৰভাতী সুৰত,
বাজক মধুৰ, গধুৰ জড়ত্ব হ'ক্ অচিৰে দূৰ।

এই ভাৰতৰ উদাৰ উষাত উঠিল যিটি গান ;
সত্যৰ জ্যোতিত সি কি প্ৰকাশ। —
চমকে পৃথিৱী, চমকে আকাশ,
চমকি উঠিল তমসা তীৰৰ পথ-পাহৰা প্ৰাণ !

সৰল প্ৰাণৰ তোৰেই সি সুৰ, মধুৰ তোৰেই লয় ;
দুৰ্ব্বল হিয়াৰ বিলাস-ভ্ৰমত,
কিয়নো পাহৰ ' এই জনমত,
সেয়ে যে তোৰ পাৰ্থ-সাৰথি, জীৱন যুঁজৰ জয়।

মুখত হাঁহিৰে নতুন তেজেৰে যা আগলই লৰ,
অলঙ্ঘ্য গিৰিৰ উচ্চ শৃঙ্গত,
ক্ষিপ্ত সাগৰ- তাৰ তৰঙ্গত,
মৰুৰ তৃষাত প্ৰাণৰ অমিয়া বিচাৰি চলথ্ কৰ।

দৈত্যৰ বাহুৰে উবাৰি মন্দৰ্ সাগৰ লগাহি টাক্,
দৈবী-হিয়াত অমৃত পৰক,
ধৰাৰ বুকুলে ' নামক স্বৰগ,
দেশ বিদেশৰ অমৃত মধুৰে ৰচ্‌হি, মৌৰ চাক্।

ভৰিৰে দলিছ' ক্ষুদ্ৰ পিপৰা, চা কি প্ৰাণৰ জোৰ !
মৃতুৰ মুখত অকলে বিচৰি,
সমূহ তৃপিতি আনিছে আহৰি
মৰণ ভয়ত ৰিহাত লুকালে, কতে বা গৰিমা তোৰ ?

কিহৰে বা ভয়, বিষাদ কিহৰ ? ছাঁ,- আহি যে য়ায,
বুক পাতি ধৰ, কৰ তাক জয়.
পুত্ৰ অমৃতৰ, ক'ত তোৰ ভ'য় ?-
মৰণ চিতাত সোণ জিলিকিবি,- তোৰ যে মৃত্যু নাই।

পুবৰ ৰহণ পচিমে পিন্ধিব দিনৰ মেলানি লই,
মেলোৱা জীৱন চপাই হাঁহিব,
শেষৰ হাঁহিতো সোণ বৰষিব,
সোণেৰে সোণাই যা জিলিকনি জগত এন্ধাৰ কই।

দিনৰ চেতনা, তই সোণামুৱা, তোৰেই পৰশ পাই,
দেশ জুৰি হ'ক আনন্দ-বিকাশ,
কৰ অনন্তত আপোন প্ৰকাশ,
হাঁহি হাঁহি তয়ো যা সোণামুৱা, জগতে কান্দক চাই।

---

## সোণ পাহি

নাছিল তপন চন্দ্ৰতাৰকা,
দিগ দিগন্তে নাই নীহাৰিকা,
শ্যামল ধৰণী উদাৰ আকাশ
অসীম শূণ্যত লীন।
যিদিনা হঠাতে ভেদি নীৰবতা,
কোন অৰূপৰ চিৰ-আকুলতা
উঠিল জিকাৰি শতবাসনাৰে,
বাজিল ৰিণিকি বীণ।

সুৰে সুৰে তাৰ মূৰতি জাগিল,
শূণ্যৰ কোলাত জল জিলিকিল,
ফুলিলে তপন, ফুলিলে চন্দ্ৰ,
ফুলিল তাৰকা ফুল।
জিলিকি নাচিল সৰিৎ সাগৰ,
জিলিকে বননি, জিলিকে ভূধৰ,
পৃথিবী কোলাত নাচিল জিলিকি
পুলকে পৰাণী কুল।

প্ৰাণৰ মূৰ্চ্ছনা সৃজন বীণাৰ,
সুললিত তাৰে একণি ঝঙ্কাৰ,
বালিকা বেশেৰে নামিকি ধৰাত
জিলিকে পৰশ মণি।
ছুলে সি চনকা বুকু অধিনীৰ,
প্ৰেমে ভৰ পুৰ বিশ্ব জননীৰ,
সীমাৰে ক্ষুদ্ৰ অসীম মহান,
অক্ষয় স্নেহৰ খনি। -

চিৰ-তাপসৰ ভেদি জটাজাল
যিদিনা উঠিল উৰুমি উচাল,
নামিল জিলিকি ধাৰে সুৰধুনী, -
প্লাবিত হিমাদ্ৰি-কোল।
সিদিনা বিশ্বত সেই যে আনন্দ
জিকাৰি উঠিল প্ৰাণৰ ছন্দ,
নীৰৱে ধ্বনিলে সহস্ৰ হিয়াত,
সুৰ সঙ্গীতৰ বোল !-

নামে মন্দাকিনী মহা মহিমাৰ,
আজিও, আজিও নিত্য-লীলা তাৰ ;
জিলিকি নামিছে কত শত ধাৰে
জগত আলোক কৰি ;
আগে আগে কেনে শঙ্খ ধ্বনি কৰি
শত ভগীৰথে আনিছে আদৰি
হাঁহে ঘৰে ঘৰে হিমৰ লখিমী
পৰে কি অমৃত জৰি !

নুভুলিবি তই অ'ৰে সোণ পাহি
বিপুল বিশ্বৰ প্ৰাণ-জোৰা হাঁহি !
অক'মানি হই আহিলি অকণি
অকণক তুলিবলৈ।
চলকি থমকি অনন্ত নিজৰা,
দুহাতে বিলাবি হাঁহি বুকুভৰা,
নীৰস শিলনি প্ৰেমৰে বোলাবি
কুলু কুলু যাবি বই।

ভৰা বৰিষাৰ প্ৰেমে টুল্ বুল্,
একূল উবাবি পাতিবি সি কূল,
দুয়োকূল তোৰ আকুল উদাস
ফুলক হাঁহিটি লই।
ব'দৰ তাপত জুৰে হেন্দোলিবি,
ৰাতিৰ জুৰত উমাই বলিবি,
তীৰে তীৰে তোৰ ফুৰিব উদাসী,
চকুৰে নামুৰা কই।

মৰমতে পমা ধাৰা করুণাৰ
তাৰে তই কৰ, জাতিস্মাৰ,
হওক ধৰণী নদন্-বদন
স্বাস্থ্য সম্পদে পূৰ।
হব যিদিনাই লীলা অৱসান,
প্ৰাণ ঢালি তই লবি চিৰ প্ৰাণ,

ক্ষুদ্ৰ নিজৰা হবিগে সাগৰ
সুৰত মিলাবি সুৰ।

দুপাততে কেনে ধূলি বালি খেলি
নাট জীৱনৰ ললি নিজে মেলি,
কনীয়া দৰাৰ লীলাৰে সাধিলি
সুৰ সি যে জগতৰ ;
সাজিলি সজালি, ধূলিৰে খুৱালি,
বিয়া-বাৰু পাতি হাঁহিলি কান্দিলি,
নামেৰে শুৱালি, নামেৰে জগালি,
জিনিলি নামেৰে ঘৰ ।

তই-তো নহৰ, অ'ৰে সোণ পাহি,
কামৰ পুতলি বিলাসত ভাহি
লোধ্র-কুঙ্কুমে মুখ ৰহনাই
মাৰিবি মিচিকি হাঁহি।
নহৰ নহৰ বাটৰ মাগনী,
কোঁচ পাতি লবি ভোগৰ পেলনি,
পিঠিত কিলেৰে টুকি চকুপানী
ফুৰিবি সোঁতত ভাহি

আনন্দ ময়ীৰ পুণ্য প্ৰতিমা,
ক্ষয় কিয় তই কৰিবি মহিমা ?
উঠ জাগি উঠ প্ৰাণৰ সুৰেৰে
বিশ্ব সজাগ কৰ।
তোৰেঁই ৰচনা এই যে জগত
জিকাবি উঠিব তোৰে আঘাতত,
কনীয়া দৰাৰ জীয়ন্ত লীলাৰে
জিলিকা আপোন ঘৰ।

য'তে পাবি পাপ —মলিন এন্ধাৰ,
বিকাশ-বিৰোধী বিৰস বিকাৰ,-
বৰষিবি বেথা গুৰু গাজনিৰে
নিবি নিকাকই ধুই।
বেসুৰে বাজিলে বিশ্ব সঙ্গীত
অজীন-পাতকী জীৱন ত্ৰাীত,
বান্ধি দিবি তই ঢিলা তাঁৰ ডালি
মাতৃৰ হাতেৰে ছুঁই।

মৰ্য্যাদাত তোৰ যদি অবুজনে
হানে দানহৰ ঘোৰ উৎপীড়নে,
জয়মতী হই জল জেৰেঙাত,
দেখুৱা নাৰীৰ বল।
দুৰ্দ্দান্ত হৃদয় জঁই পৰি যক,
জুৰি ই জগত মহিমা জলক
নাৰীৰ নামত হ'ক্ নতশিৰ,
বলক শান্তিৰ ধল।

ৰণ-ভঙ্গনীয়া জীৱন যুঁজৰ
প্ৰিয় কোনো তোৰ চাপিলি ওচৰ,
গোঁহাই গাভৰু মানৰ গৰবে
চেতনা জগাই তোল।
নহয় ৰমনী ভীৰুৰ ভোগ্যা
জয়-মালা তাই বীৰৰ যোগ্যা,
শত ধিক্কাৰৰ বজ্ৰ বেদনাৰে
বুজাবি নাৰীৰ মোল।

জাতীয ৰণৰ ৰণুৱা তুলিবি,
মুৰৰ চুলিৰে গুণা বাটি দিবি,
যিদিনা ঘূৰিব বিজয় গৰবে
লবিহি বুকুলৈ টানি।
অসতে এন্ধাৰে বিষাদে মৰণে,-
আতুৰ দেহিটি ভয়ৰ তাড়নে !
মাতা মৈত্ৰেয়ীৰ প্ৰাণৰ প্ৰাৰ্থনা
শুনাহি ত্ৰাণৰ বাণী।

বোৱাহি শিৰত দেৱ আশীৰ্ব্বাদ,
উটি ভাহি যক দেশৰ প্ৰমাদ।
গা জাগৰণী, তোল গঢ়ি তোল,
ধৰমে কৰমে বীৰ।
উজলি উঠক হিয়াৰ বিভৱ,
উঠক উজলি জ্ঞানৰ গৌৰৱ,

জাগ্ৰত্ জাতিৰ এই জাগতত
জিলিকক তাৰ শিৰ।

বজাঁ বজাঁ বীণ পুলকিত হই,
সুৰে সুৰে তোৰ নে সুৰলই,
সকলো প্ৰাণতে বাজে যিটি সুৰ
দে তাক চিনাকি কৰি।
শিক্ষা সি য'ত আপোন প্ৰকাশ,
দীক্ষা জীৱনৰ মাতৃত্ব-বিকাশ,
জীৰ্ণই জগত দে পূৰ্ণ কৰি
মাতৃৰ মূৰতি ধৰি।

একো একো টৌৱে তোলে চমকনি,
সেয়ে যে অসীম -চিৰ-জিলিকনি!
নিজিলিকি কিয় নুমাবি মিছাতে
অতনা আলোক লই।
ৰাতিৰে শুৱনি জোন জিলিকনি,
কেনে শুৱনিকে যায় ধৰা খনি!-
ঘৰৰে শুৱনি তয়ো সোণপাহি,
যাচোঁ শুৱনি কই

## আশ্বৰ্য্য প্ৰদীপ

অতি দীন আলাদিন, জীৱন বীণত যাৰ
আদি যৌৱনত বাজিছিল অমিয় ঝঙ্কাৰ।
লগে লগে লই অহা সুধা ঢালি স্বৰগৰ
অম্লান হাঁহিৰে হুহুৱালে চাৰিও কাষৰ।
বাঁৰীৰ কোঁৱৰ, -নাচি বাগি ফুৰে ওৰেবেলা,
অন্ন-চিন্তা নাই অন্য, দিনমান খেলা- খেলা।
নিৰ্ভীক নিষ্পাপ মন, নথমকে কোনো দিন
ঘোৰ বিপদতো উঠে বাজি আনন্দৰ বীণ;
পায় যত অনায়াসে দুহাতে বিলাই যায়,
নিজৰ মুখৰ দিও জীৱ-দুখ পাতলায়।
ইমান উছাহ, আপোনাত বিশ্বাস ইমান,-
ভাগ্যই জিৰাই যায় পালে এনে খনি প্ৰাণ!

পুৰতীৰ হাঁহি দেখি ভাগ্যহীনে দূৰণীত,
যাদুকৰ বেশে আহি হাঁহি হাঁহি উপনীত,-
উত্তৰ-সাধক পাতি পূৰাব সি নিজকাম,
যেচ মাজতে পৰি লয় ভাগ্য দিয়া নাম।
বুদ্ধিমান আলাদিন যেনে, নেলাগিল চিপ্;
যচে ভাগ্যে অযাচিতে- এনে গুণ প্ৰদীপৰ!
ইচ্ছা জাগি কাম হয়! -অন্ত যত অভাৱৰ!
আনন্দে নধৰে হিয়া, জয় জয়-ময় ময়,—
অগনন মণি মুকুতাৰে লগালে বিস্ময়!

বিজুলীৰ চমকেৰে দেখিছিল অকস্মাত্
হাঁহি ৰাজনন্দিনীৰ- নন্দনৰ পাৰিজাত।-
যেনে কি মেলিলে মন,- আহে অঙ্কলক্ষ্মী কাৰ?
বৰিলেহি দেখোঁ-আচম্বিতে কন্যাই ৰজাৰ!

ঐশ্বৰ্য্য ইমান, - তথাপিতো নাই অভিমান,
বাজিছে প্ৰাণত আজিও যে শৈশবৰ গান!
শিশুৰ হাঁহিৰে মচিছিল ব্যথা দুঃখিতৰ,
ধনেৰে সোণেৰে মচি আজি অশ্ৰু ব্যথিতৰ
হাঁহে আলাদিনে দুহাতেৰে অজস্ৰ বিলাই,
" জয় আলাদিন জয়" - ৰাজ্য ৰিণি জিনি যায়!

কিয়, দীনবন্ধো, কিয় তুমি মহত্ ইমান,
ৰাজ জুৰি বাজে কিয় তোমাৰেই জয়গান?
অত সুখ, অত হাঁহি নসহে ই জগতৰ!
উমি উমি ঈৰ্ষানল জ্বলি পুৰি ভয়ঙ্কৰ,
সোণালী সপোন এনে চাঁওতেই ছাইকই
আহে সঁউ ৰাজদূত বজ্ৰ সম বাৰ্ত্তালই,-
অপৰাধী তুমি, প্ৰাণ দণ্ড আদেশ তোমাৰ;-
হৰা কৰি, কিয় হৰি নিলা নন্দিনী ৰজাৰ?

মহাযাত্ৰী আলাদিন, — যায় আজি জীঁজিৰিৰে,
বই যায় অশ্ৰু নদী অনাথৰ অশ্ৰুনীৰে!
ওন্দোলোৱা বধ্যভূমি নিজান নিটাল-টাল!—
আলাদিনে হাঁহে অকলই — দেখি অন্তকাল!

আশ্চৰ্য্য প্ৰদীপ সি যে পাচতেই পৰি ৰ'ল

অত ধন, অত বস্ত্ৰ, ক'ত আজি কেনি গ'ল !
কেনি পৰি ৰল বদনৰ আশ্চৰ্য্য মাদলী,
কেনি ৰাধা ৰুক্মিনীৰ সেই ৰণৰ কাচলি !
নাই নাই জনপ্ৰাণী, কতো কেনি সাৰ সুৰ ,
নিমাত-নিস্তব্ধ,-কিবা যেন শোকত গধুৰ !
ক'লা কাপোৰেৰে ঢকা চকুদুটি অন্ধকাৰ,
শেষৰ পোহৰ নাম ললে নিজা দেৱতাৰ !
জলকি উঠিল খড়্গা নিদাৰুণ জল্লাদৰ,
এই- এই কণ্ঠনালী চিঙ্গে এই জনমৰ !

হঠাৎ দেখিলোঁ, -তোলা খড়্গা ধীৰে যেন নমা !
ৰুদ্ধশ্বাসে কয় কোনে -ক্ষমা-ক্ষমা !
লৰি আহে ৰাজপুত্ৰ বয় অশ্ৰু ধাৰাসাৰ ;-
নিজৰ হাতেৰে মোকোলাই বান্ধোন লোহাৰ
কলে, -"ভাই আলাদিন, ৰাখাঁ পিতাৰ জীৱন।
জঁকি উঠে জঙ্গী প্ৰজাদল, নেমানে শাসন,
লাগে ঘূৰি আলাদিন, নহলে ৰজাৰ প্ৰাণ,
নোৱাৰে ৰোধিব কেৱে, নাই আজি পৰিত্ৰাণ
বিপন্ন ৰজাৰ জীৱ সঁউ চোৱাঁ যায় যায়,
আলাদিন বিনে কোনে প্ৰজা আজি নিচুকায়।"

যোৱাঁ হাঁহি আলাদিন, ৰাখাঁ প্ৰজা নিজমাই।
তোমাৰ মৰণ ক'ত ? দীপ ৰাখিছে জলাই।
শান্ত হ'ল প্ৰজাকুল দেখি অক্ষত শৰীৰে
চিৰ বন্ধু দুঃখিতৰ- সেই চিৰ হাঁহিটিৰে।
দীন আলাদিন ৰাজ্যহীন-প্ৰজাৰ অধিন,
অন্তৰৰ জনসেৱা-সিহে আশ্চৰ্য্য প্ৰদীপ !

---

## মানসী

ক'ৰে গান্ধে কলাই কেনি মলেমলায়
নেজান মজাৰা তাৰ ;
লৰি যা লৰি যা, অ'ৰে অ' হৰিণা,
লৰাৰ তই পাবি কি পাৰ ?
নৈৰে পাৰিতে কি হেন্দোলিলে,
পানীতে পানৈচে চৰে ;
ময়ো চেমনীয়া মনো উৰনীয়া
উৰি কি উৰি কি পৰে।
পানৈচে মাজতে উৰি কি দেখোঁ ঐ
কাৰে নো চকু সি দুটি,
নীলাকৈ পানীতে ক'ৰে যুৰি তৰা
জলে কি জেউতি ফুটি !
হিয়াৰে তলি সি মিচিকি মিচিকি
চকুতে বিৰিঙ্গি পৰে,
প্ৰাণৰে মাজতে খেলে কি বিজুলী,
নেজানো কি মোৰ কৰে !
চকুত তকু পৰি কিহৰ বোলে ধৰি
তেনি সি পুলকি যায়;
লুকোৱা ছলেৰে নিয়েঐ, নিলেঐ,
কিনো কেৰাহিঁকৈ চাই !
লাহেৰে তুলিলে বুকুৰ ৰিহা খনি
ঘনে কি সুলকি পৰে,
জেটুকী গালতে আৰু কি জিলিকে,
কিহেৰে মুকুতা সৰে !
কিটোনো লাচেৰে নেহাঁহি হাঁহিটি
ফুটালে ক'তে নো থই,
উতলা হিয়াতে কি চকু বুলালে
মন মোৰ বলিয়াকই।
ফুলাকই বুকুৰে ৰিহাৰে পিঠিতে
কি সি বিধতাৰ লেখা,
মাতিব নোৱাৰি, -মাতে মোৰ মনে
দূৰতে পায়ে কি দেখা,
নিচিনো নেজানো কৰে তাই তৰুণী
কাৰে নো লগতে যায়,
নিমাতে নিবোলে নিলে মনে হৰি
খন্তেক চকুলে' চাই !
নাৰে ভটীয়নি নাই মোৰ থাউনি,
নাদোৰা ছলেৰে লৰোঁ।
নেযাবি পানৈচে নিনিবি পানে-সই

ৰ'অ'ই কাতৰি কৰোঁ।
সোলোকা খোপাৰে মেলি চুলি তাৰি
সামৰি সাবটি নিয়ে,
এছৰা ছলেৰে চায়ে কাতি কৰি
হতেৰে বাউলি দিয়ে!
মাতৃ ঐ এষাৰি,
মাতৃ ঐ মাতৃ ঐ, -অমাতৰ মাতৃ!
দূৰলৈ যায় মানে অঁতৰি চাই মানে
জুই মোৰ, জুই মোৰ
জলে যে গাত!
ৰ' অ'ই, ৰ'অ'ই অৰে অ' পাৰ্নেচৈ,
ভেল্ল মোৰ কেনেকৈ যায়,
ৰ' অ'ই এফেৰি চাবেঁ চকু ভৰি
পিয়াহ যে পলোৱা নাই।
জনাটিৰে পৰা কৰ্তলৈ নেচালোঁ,
নেপালোঁ এনে যোৰ চকু;
তাৰে নো লাচতে কাৰে ঐ বাতৰি,
আজি যে কঁপিলে বুকু।
কোনোবা জনমৰ প্ৰাণৰে চিনাকি
আহে মোৰ অতিথি হই,
যেই হাতে মেলোঁ, -হৰেৰে মোহিনী,-
হাঁহিলে কেনিবা গ'ই।
ৰূপৰে পোহাৰী ৰূপকে সামৰি
ৰূপত তাঁই মাৰি গ'ল বুৰ,
ৰূপে ৰূপে বুলি কিটোনো বিচাৰি
হিয়া মোৰ নপৰে জুৰ!
গ'লঐ গ'লঐ বুকুৰে বহনা
বুকুতে বিননি থই
বহনা বিনে মই আৰু যে নমনো
মাৰে মোক কি হৰাকৈ!
চকুতে হেৰায় ঐ কেতেকী চৰাইটি
মিঠাকৈ মাতেৰে তাৰ,
দেখোঁ মই তাতে নো বহনাৰ পাৰ্নেচৈ
দুৰণিত বায়ে যে মাৰ!

পুৱাৰে ৰাঙ্গলি হাঁহে জিলিমিলি
ধৰে কি ৰহনে তুলি,
দেখোঁ মই তাতে ঐ বহনাৰ বৰণে
দুগালে পৰে যে ফুলি!
নাচে বালিমাহী কিনো লয়লাসে,
পৰিয়ে উৰো যেন কৰে;
দেখোঁ ঐ দেখোঁ ঐ বহনাৰে চকু
নাচোতে কেঁচা সোণ সৰে!
পুৱাৰে পদুমী হালে কি জালে ঐ
বেলিৰে চকুলৈ চাই,
দেখোঁ যে বহনাৰ তাতে হাতে খনি
বাউলি বলায়ে যায়!
বাহিৰে বহনা ভিতৰি বহনা
বহনা চাৰিও পিনে,
তেও যে কৰোঁ মই অতকে আকুলি
বুকুৰে বহনা বিনে!
ক'ৰে অ'ই ষোড়শী, অ'মোৰ মানসি,
ক'ৰে তিলোত্তমা তই?
কতনা ঘূৰাবি জনমে জনমে
চিনাকি নিদয়াকৈ
ক'ৰে গান্ধেকলাই কেনি মলে মলায়
নেজান' মজবা তাৰ;
ল'ৰি যা ল'ৰি যা আ'ৰে অ' হৰিণা
লৰাৰ তই নেপালি পাৰ!

---

## ৰামলী

ৰামলী,
ৰামলী তাই
পাঁচ বছৰীয়া।
ফাগুনৰ চুমা দুটি দুয়ো গালে পৰি ফুটি
বাবুলি অকণমানি
ভাই নুমলীয়া!
মুখলই যেয়ে চায় হাঁহিটিৰে হাঁহি যায়,
থুনুক্ থানাক কই

কিনো কথা কিটা;
ৰ'লাগি শুনে ৰ'ই 'ৰ' যায় ৰ'ই ৰ'ই,
"মানিকি মধুৰী" মঁউ,-
এনে লাগে মিঠা !

দলনিৰ দুটি কলি হাঁহি আছে মুখ তুলি
কেতিয়া পদুম ফুলে
হিয়া পোহৰাই
চাই চাই মুখলই বাছি আছে তাকে লই
ৰামলী মাকৰ আজি
আৰু কোনো নাই।
হেৰাল প্ৰাণৰ স্বামী, বাৰিষা আহিল নামি,
বৰষিছে নয়নেৰে
অন্ত নাইকিয়া।
মাহ এটি দুটি কই একুৰিটি হল গই
নেযায়- নেযায় দিন,
কি - দীঘলীয়া !
এহাতে চকুলো মচি ইহাতে শলিতা গছি
ৰাখিছে জলাই নিতে
জীৰ্ণ জীৱনৰ ;
বিধবাৰ অশ্ৰুভৰা কুঁৱলীয়ে গিলি ধৰা
জোনৰ পোহৰ যেন
হাঁহি সন্তানৰ !

সেই দিনো এনেকই ডাকিছিল ৰাতিলই
পদূলিৰ শিমলুত
কাল নিয়ঁতীয়ে।
ডাকিছিল যেনেদৰে বিদিনা সিমান পৰে
জনমলে' চকু মুদি
দিলে 'দেউতি'য়ে।
*ৰামলীয়ে ভয় কৰি দুহাতে সাৱটি ধৰি*
জননীৰ বুকুখনি,
মুখ লুকোৱালে ;
নিমাত মাটিৰ হিয়া সাৰ সুৰ নাইকিয়া
শীতল পৰশ তাৰ,
সেয়ে নিচুকালে।

চৰাই মাততে জাগি উঠিল শীতল লাগি
নুবুজিলে ৰামলীয়ে
আজি ৰিটি হ'ল ;
মেলা আছে চকু দুটি নপৰে হাঁহিটি ফুটি
আয়েকৰ মেলা মুখ,-
মাত কেনি গল !
নীৰৱে পৰিল ডাক, সপোনতো চিন্তে যাক
সেয়ে আজি নামি নিজে
নিলে লগলই;
পোনা দুটি ললে চাই -কান্দে জানো সাৰ পাই,-
দুগালে দুধাৰি অশ্ৰু
ৰ'ই গ'ল ৰ'ই !
ডিঙিটি ধৰি ধৰি কান্দে দুয়ো পৰি পৰি,
কতনা কাতৰি কৰি
মাতে-আই, আই।
আই তোৰ কেনি গ'ল ? দেখিও নেদেখা হল
-নেমাতে নোবোলে কিয় ?
আই তাত -নাই।

নাই ? -আই নাই ?
আজিও জগতে এই জননীৰ কোলাতেই
খেলে কেনে লুকা লুকি
আনন্দত ঢলি ;
শিলৰ মুখলে', চাই কান্দে যেয়ে-আই আই,
নুবুলিবা নাই তাক
যাৰ প্ৰাণ জলি !

বুৰী এটি লৰি গই দুয়োকো আকোলি লই,
মুৰত বুলালে হাত
-আছে, আই আছে;
*শিমলু তলত সউ পাৰিছেগে পকা মঁউ*
*নেযাবা বিস্কিৰ মৌৰে,*
আমি যাম পাচে !
সেন্দুৰীয়া আমটিত কলিতে যে ঈৰ্ষা কীট !-
-মাতৃৰ মৰম লই
আঁজোৰা আঁজোৰি !

সিদিনা বামলী তই    বাবুলিক লোৱা চাই
পাতিছিলে কত ঠেহ
মাৰ কিল কৰি !
দলনিৰ পোনা দুটি    হল এনে অনাথিতি,
যেয়ে দেখে ভাবিছিল-
হব কি বিলাই !-
আজি তাই কি হ'ল !  দৰা কন্যা কেনি গ'ল !
বাবুলিক কোলা লই
যি হে নাম গায় !
কেনে অলফুলকই    খুৰাই ধুৰাই লই
টোপনিতো ধৰি থাকে
হাত খনি দি ;
কাৰবাৰ লগ লই    যদিহে ওমলে গই ,
খুবায় খাবৰ বেলা
নিজে মাতি নি ;
ধূলি মাটি জাৰি জুৰি    পিন্ধায় কাপোৰ যুৰি,
থুকুচি এছাৰি ধোৱে
যদি মলি পায় ;
ডালি ডালি উবা চুলি    আঙুলিৰে নিয়ে তুলি,
কেনেকই ডিঙি ভাঙি
বাবুলিলে' চায় !
বামলি, -বামলি তই    এনে অক'মানি হই
ক'ত পালি জননীৰ
এই মহাপ্ৰাণ ;
বিকট মৃত্যুলে' চাই    দিলি হাঁহি উবোৱাই
পালি ক'ত এনে শান্তি
প্ৰাণ ভৰা গান ?
শুনি তোৰ মধুগান    হাঁহিছে পৃথিবী খান
আঁৰে আঁৰে আকাশৰ
আৰু কোনে হাঁহে ?-

জননীৰ প্ৰেমধাৰ    বই যায় অনিবাৰ,
বামলী বাবুলি দুয়ো
আনন্দত ভাহে !
* * * * *
সুন্দৰে হৰিলে চিত,    ফুলে ফুলে দলনিত,
ধৰা ধৰি কৰি দুয়ো
যায় পাৰলই ;
লাগে লাগে ফুল লাগে, -বাবুলি নামিল আগে
এহাতেৰে বামলীৰ
হাত ধৰি লই ;
হঠাৎ পিছলি গ'ল    বাবুলি নোহোৱা হ'ল
পিছলিল বামলী
-নাই দুয়ো নাই !-
ফেনৰ ফুটুকা দুটি    বুৰ্ বুৰ কৰে ফুটি
জলৰ সমাধি ভেদি
কেনি উটি যায় !-
লগে লগে সন্তানৰ    অন্ত হল মাতৃত্বৰ,
ঢোপাতে সৰিলে দেহি
পদুমৰ কলি !
এই হাঁহি কেনি গলি    বামলি, -বামলি !
সিপাৰেদি মাতে কোনে
বামলী-বামলী !

সেই জুপি শিমলুতে    সেই দিনো গধূলিতে
সেই কাল নিয়ঁতীয়ে
ডাকে নিওঁ নিওঁ !
আৰু কিটো বাকী বল ? এটুপি চকুৰ জল,
আৰু এটি হুমুনিয়া ?-
নিয়াঁ তাকো দিওঁ !
কত শত বামলীৰ    সকৰুণ কাহিনীৰ
শেষ স্মৃতি কেনি গ'ল
নাই তাৰ চিন ;
নিয়াঁ-নিয়াঁ ধুই নিয়াঁ,    যত অশ্ৰু হুমুনিয়া
শ্মশানৰ কান্দোনত
বাজি য'ক বীণ !

## পাগলী

ভাগ্য গগনত লৰা  দুৰ্য্যোগ-নেজাল তৰা
ভীষণ ফণাত তাৰ
মহামণি জ্বলে !
চেষ্টা মোৰ ব্যৰ্থ কৰি অতৰ্কিতে আহি লৰি
সহায় সাৰথি হীন
আনিলে অকলে !—
সেইদিনা শনিবাৰ,  কৃষ্ণ পক্ষ অন্ধকাৰ,
মাজ নিশা তাতে তাৰ
নিস্তব্ধ — নিটাল।
ভয়ৰ যতনা কথা  সংস্কাৰত আছে গঁথা
জীৱ লাগি জিকাৰত
তুলি দিলে জাল !
মৰিশালি মাজে বাট, কি যে কেনে লাগে তাত;
ভূতৰ জয়াৰ ৰাজ্য
হূ-হূ-কৰে
সোঁ-সোঁ কিটো যায়  গছ লতা কঁপোৱাই ;—
—পেৰেতৰ হুমুনিয়া
ঘনে উঠে পৰে !
তেজডাঁহী ডাইনীক  নিকটোৱা কিৰীলিৰ
হঠাৎ জিকাৰ উঠে
মনৰ চকুত ;
ডাকে ডাকে মৌন স্তব্ধ,  শব্দ ? — পদশব্দ ?
গুম্ গুম্ গাজি যায়
এন্ধাৰ বুকুত !
কুঁৱলীয়ে গিলি ধৰি  চিনাকো অচিন কৰি
ৰাখে কাল ভুজঙ্গম
এন্ধাৰেৰে বেৰি !
আগলে নচলে ভৰি  পাচলে নচলে ভৰি
পাৰি দি কালৰ নই
দিলোঁ দেহা এৰি।

সেই মৰা অমৰাৰ  পোতা পুখুৰীৰ পাৰ,
জলি সউ ভূত জুই
টিমিকি নুমায়।
মাতে ঘূৰি কিহে তাত ?—মৰ চৰাইৰ মাত ?—
—"মোৰ বোপাই অ—ই—",
ডাকিলে কঁপাই !
তীব্ৰ তাপ এটি ফুটি  মুৰেদি ভমকি উঠি
ভেদিলে আকাশ যেন
বিশ্ব কঁপি যায় !
"মোৰ বোপাই অ—ই",  কিহে মাতে এনেকই ?-
—আকৌ আকৌ মাত !  মই মোৰ নাই গাত,
মন্ত্ৰ মুগ্ধ সৰ্প প্ৰায়
কোনে লই গ'ল !
কাষৰ পালোগে যেই  মোৰে পৰিচিতা সেই
ভীষণ পাগলী তাই !
আজি ই কি হ'ল !
দেখে ৰাতি হুঁচ্ পাই  বুকুত সন্তান নাই ,
বিচাৰিছে শ্মশানত
কোনে কেনি নিলে।
প্ৰাণ মোৰ গলি গলি  চকুৰেদি পৰে বলি
পাগলীৰ বিননিত
নীৰৱে কান্দিলে।
এই ভয়ঙ্কৰ ৰাতি,  উদাৰ হৃদয় পাতি
জাগি আছা, মাতৃ তুমি ?
—ই কি আকুলতা !—
আকাশ মুকলি হ'ল,  অন্তৰ জিলিকি গ'ল,
পথ মোৰ পোহৰাই
গ'ল বিকলতা !

---

## নাৰী

আকাশ উদাৰ, তাৰ
হাঁহিটি লুকাল, — জিকাৰি উঠিল
মহামেঘ অন্ধকাৰ !
—এইয়া মূৰতি কাৰ ?

বেণী দুয়োডাল কাল ভুজঙ্গম, নাকেদি বাসুকী-শ্বাস,
চকুত ভয়কে বিজুলী চৰক, হাঁহিত মৃত্যুৰ ত্ৰাস ,
ঘোৰ ঘূৰ্ণিবায়ু ঘূৰে গৰ্ভত,
ভ্ৰকুটি কুটিল প্ৰলয় মেঘত

কৰাল মুখেৰে কৰচে জিকাৰি, —কোন তুমি এনেকৈই ?
যম-ডাকিনী ডাক দি উঠিল, —"নাৰী—নাৰী—মই !"

নাৰী—তুমি ? কি—ভয়ঙ্কৰ !—কিহেৰে বন্ধোৱা হিয়া ?
ক্ষীৰ সাগৰৰ তীব্ৰ কালকূট জগত জলাই নিয়া !—
দেখিছিলোঁ যেন 'ই ৰূপ তোমাৰ
যিদিনা কামুকী দূৰ দণ্ডকাৰ
আঘাতত জলি বিষাল সাপিনী হুৰাই অনালা সীতা,
নিশ্বাসত যাব অজেয় লঙ্কাৰ জ্বলিল ভীষন চিতা !

দেখিলোঁ তোমাক কুৰুৰ ক্ষেত্ৰত বজ্ৰতো দাৰুণ প্ৰাণ, —
সহস্ৰ কৃপান উঠিল ঝলকি—প্ৰলয়ৰ অভিযান,
অজস্ৰ ধাৰেৰে তেজ ক্ষত্ৰিয়ৰ
বোৱালে যিদিনা ভাৰত বৰ্ষৰ
ভ্ৰাতৃ-হৃদয়ৰ তপ্ত শোণিত ভ্ৰাতৃয়ে কৰিলে পান, —
সেই তেজেৰে কবৰী বান্ধিলা, জলালা আপোন মান !

আজিও দেখিছোঁ ভ্ৰুকুটি তোমাৰ পৃথিবী কঁপাই যায়,
সোণৰ সংসাৰ শ্মশান গঢ়িছে, কটাক্ষে কৰিছে ছাই ;
পিতৃ তেজৰ প্ৰেম একেধাৰ
ছিঙ্গি ভাঙ্গি তাক কৰি ছাৰখাৰ
কত হাহাকাৰ তুলিছা হেলাৰে নিতে এই জগতৰ !
নাৰী!—নাৰী !— এনে নিদাৰুণী !
—তুমি বিজুলী যমৰ !

আকাশ উদাৰ, তাৰ
জালে মৰীচিকা, হাঁহিৰে লুকালে
অন্তিমৰ হাহাকাৰ !
—এইয়া মূৰতি কাৰ ?—

ক'লা পাপৰিৰে ক'ৰে পাৰিজাত, কি তাৰ মোহিনীটান, -
চল্-চল্ চকু পলকে পলকে টানি নিছে মন প্ৰাণ,
খোজে খোজে যেন বাচি যায় ফুল,
মউ মতলীয়া লৰে অলিকুল,
কথা লাচে লাচে নাচে বে চকুৰে, —"কোন তুমি এনেকৈই ?
ব্যাধৰ বাঁহীটি বাজিল মধুৰ, —"নাৰী—নাৰী—মই !"

নাৰী—তুমি, ইমান ধুনীয়া ? কিহেৰে বন্ধোৱা হিয়া ?
দেখিলোঁ তোমাক এইটি ৰূপেৰে অমৃত বিলাই দিয়া !
মোহিনী বাণেৰে মধু হাঁহিটিৰ
উতলি উঠিল ক্ষীৰোদধি তীৰ,
ৰূপৰ মদেৰে মুগ্ধ দানৱৰ সুধাধাৰা নিলা হৰি,
মৰীচিকা খেদি মৰুৰ পথিক হতাহত গ'ল মৰি !

দেখিছোঁ তোমাক স্বৰ্গৰ কামিনী—অব্যৰ্থ ইন্দ্ৰৰ বাণ,
ইন্দ্ৰত্ব পদৰ প্ৰাৰ্থী কতনাৰ তপস্যা কৰিলা ম্লান
শাতকৰ্ণি কত বিহাৰ বাৰিত
ডুবি ডুবি ৰ'ল ৰূপ মাধুৰীত !
বন্দী গজৰাজ ভুজৰ বন্ধনে সুকোমল লতিকাৰ !
—তোমাতে আঁতৰি মজিছে তোমাতে মায়া কিনো সাধনাৰ !

দেখিছোঁ তোমাক নৰক পথত চকুখুলি এৰি দিয়া,
বিলাস-বিভ্ৰম মধুৰ হাঁহিৰে অজানিতে টানি নিয়া !
জিলিকা চাকিটি ডলা-চিকাৰীৰ
আঘাতত হিয়া কৰা ছিৰাছিৰ,
ৰাজ-অতিথিক ভিখাৰী সজাই কৰি দিয়া তাক দূৰ !
নাৰী!—নাৰী!—এনে প্ৰতাৰিকা !
—তুমি মদিৰা মধুৰ !

আকাশ উদাৰ, তাৰ
হাঁহিৰে বোলালে কামধেনু খনি
কেনে জলে জাতিস্কাৰ !
—এইয়া মূৰতি কাৰ ?—

শান্ত সুমধুৰ, মধুৰ মধুৰ চকুৰ চেনেহ ধাৰ,
হিয়া ফুলনিত অশোক ফুলিলে চৰণ পৰশি যাৰ !
মিঠা মাতটিত বাজিল সঙ্গীত,
লাস্য উঠলিল মোহন ভঙ্গিত,
নিতউ পিওৱা সুধাৰ পিয়লা, —কোন তুমি এনেকৈই ?
প্ৰাণৰ মাজত কি বীণা বাজে ঐ !—"নাৰী—নাৰী— মই !"

নাৰী তুমি, ইমান আপোন মোৰ চিৰ সহচৰী,
দেখিছোঁ তোমাক লগে লগে যোৱা ইচ্ছাৰে চিতাত পৰি !
শত পদ্মিনীৰ জ্বালা অগনিৰ,
নীৰবে সহিছা ঢালি অশ্ৰুনীৰ,

শ্ৰাৱণৰ ধাৰা বয় বিধবাৰ নিতউ নয়ন ভৰি ,
মিলন মুখেৰে আছা দুৱাৰত আশাৰ প্ৰদীপ ধৰি !

জননী প্ৰাণত দেখিছোঁ তোমাক আকাশ নিজৰি পৰা,
সন্তানৰ হাঁহি বিচাৰি বিচাৰি বেদনা বৰণ কৰা !
ভগ্নী তুমি মোৰ, ভাৰ্য্যা তুমি মোৰ,
জলোৱা প্ৰেমেৰে জীৱনৰ জোঁৰ,
কন্যাৰ ৰূপেৰে নন্দনৰ ফুল, —কৰে আনিলা হাঁহি !
অপূৰণ যিটি পূৰণ কৰিলা, বজালা প্ৰাণৰ বাঁহী !
সচিতে সপোনে, জীৱনে মৰণে ৰাখিছা চেনেহে ধৰি ;
যৌৱনত তুমি কবিতাৰ ধাৰা অজস্ৰে পৰিছা জৰি,
চিত্ৰত তুমি প্ৰাণৰ প্ৰেৰণা,
সঙ্গীতত তুমি মধুৰ মূৰ্চ্ছনা,
দৃপ্ত বীৰত্বৰ চিৰ উদ্দীপনা, —অলঙ্ঘ্য তোমাৰ বাণী !
নাৰী তুমি, — অধিনীৰ বেশে
—স্বাধীনা হৃদয় ৰাণী !

আকাশ উদাৰ, তাৰ
হাঁহিটি চৰিলে নীহাৰিকা তাৰকাৰ
খুলিলে ভাণ্ডাৰ !
—এইয়া মূৰতি কাৰ ?—

মুখৰ জেউতি পুৱতীৰ তৰা কিনো তিৰবিৰ কৰা !
নয়ন যুৰিত কি যে চেনেহ, জিলিকে যুগল তৰা,
বুকুৱেদি দেখি প্ৰেম পাৰাবাৰ
ইপাৰ সিপাৰ কৰি একাকাৰ, —
অপাৰ—অপাৰ, নমনি চকুৰে, —কোন তুমি এনেকই ?
কোন অজান্তীৰ মুৰুলী বাজিল, —"নাৰী—নাৰী—মই !"

নাৰী তুমি, ইমান গভীৰ, উজ্জ্বল অন্তৰ খনি ?
ক'ৰ সুদূৰৰ সুৱদি সুৰৰ বলাই আনিছা ধ্বনি
দেখিছোঁ তোমাক ৰাণী সুনীতিত,
আকুল ধ্ৰুৱক ধৰি আজুলিত
অশ্ৰু ধাৰেৰে দিলা দেখুৱাই দীপ্তি বিশ্ব-দৰ্শনৰ !
দেখিছোঁ তোমাৰ গণিকা প্ৰাণত মুক্তি বিল্বমঙ্গলৰ !

স্বৰ্গৰ কল্পনা তোমাৰ বিহনে নীৰস নিৰ্জীব প্ৰাণ ;
মউ ৰাণী তুমি মাধুৰী ধাৰেৰে জীয়াই ৰাখিছা গান ;
অনন্ত কবিতা উৎস আনন্দৰ,
চিৰ অপমান—চিৰ হেঁপাহৰ,
হোৱা নোহোৱাৰ—চিৰ আকুলতা, চিৰ-প্ৰহেলিকাময় ;-
অবলা বাহুৰে আঙুলি বুলাই জগত কৰিছা জয় !

পুৰুষৰ তুমি মনৰ মাধুৰী, পুৰুষৰ তুমি প্ৰাণ,
বাহিৰা প্ৰকাশ নাৰী মূৰতিৰে, —ৰচিছা সংসাৰ খান !
পাতিছা পালিছা উমলি ভাঙিছা,
উদাস হৃদয় ভুলাই ৰাখিছা,
শত বিকাৰেৰে উদাৰ আকাশ —জগতৰ শিৰোমণি !
নোহোৱানে তুমি—আদ্যা শক্তিৰ
জীয়ন্ত প্ৰতিমা খনি ?

---

## জয়ধ্বজ—জায়া

ওপৰে দি জলে ৰতোৱাল, —মাৰ যোৱা বেলিটিৰ
ৰই যোৱা মায়া ;—
সীমান্তত জলি যৌৱনৰ তলে কৰে তিৰ্‌বিৰ্
জয়ধ্বজ-জায়া ।
চকুযুৰি যুৰি তৰা, একো একোবাৰ দিয়ে হাঁহি,
কান্দে একোবাৰ, —
কত আশা নিৰাশাৰ হিয়াভৰা আলো ছাঁয়া ভাহি
কয় কথা তাৰ !
তুমিতো নোহোৱা ৰাজ হাঁউলীৰ ফুল বিনন্দীয়া
নিকা নিয়ৰেৰে ।
স্বালত জিলিকি উঠা কোন তুমি সোণ চানেৰীয়া
মানসী শৰীৰে ?
তাহানি যিদিনা ঘোৰ দুৰ্দ্দিনত এই অসমৰ
নামিল এন্ধাৰ,
ৰাজলক্ষ্মী গ'ল কাষলই খান্‌খানা নবাবৰ ;—
দেখি অভিসাৰ
কিবা লজ্জা, কিবা ঈৰ্ষা, উগ্ৰ ক্ষিপ্ত কি যে খিঙালৰে
উঠিছিলা জলি ;
চৰাইদেউ খোৱোঙত ভমকিল জুই , হুতাহেৰে

হুমুনিয়া বলি।
এই নয়নেৰে তুমি বিদুলী সঞ্চাৰি দিলা তৃপ্তি
চেতনা প্ৰাণৰ,
জাগিল আকুল প্ৰজা দেখি কি আগত গ্ৰন্ত দীপ্তি
চিৰ গৌৰৱৰ!
যিদিনা ভাগৰি গ'ল বীৰ অসমৰ, ব্যৰ্থ হ'ল
সকলো যতন,
ছিৰাছিৰ কৰি বুকু দৃপ্ত লৌহিত্যৰ লৈ গ'ল
'ৰমনী' ৰতন ;—
ব্যাধে নিয়া হৰিণীটি, দেহি ঐ, কিনো নিমাতেৰে
কত নিবিনালে!—
নমনা মানলে তুমি চাই চাই এই নয়নেৰে
কান্দিলা নিটালে!

ক্লান্ত তপ্ত জয়ধ্বজ মাৰ গল হুমুনিয়া ছাবি ;
ছাবি চকু দুটি,
দিনে ৰাতি বই যায় য'ত বিধবা নিজৰা ধাৰি
অন্তঃস্থল ফুটি ;—
জাগে আশা সুদিনৰ, —জানোচা দুনাই বাজে বীণা
অন্ধকাৰ হৰি!
পূৰ্ণ হ'ল আশা, শৰাই ঘাটৰ ৰণত যিদিনা
শত্ৰু শেষ কৰি
গৰ্জ্জিছিল সিংহ দুৱাৰত সিংহনাদে লাচিতৰ,
—কি যে সেই ৰোল!
টলবল্ কৰে ধৰাতল জঁকি সহস্ৰ কণ্ঠৰ
সাগৰ কল্লোল!—
আদৰিলা বীৰ বিজয়ীক সুমঙ্গল উৰুলিৰে
মিলি পুৰ-নাৰী।
সেই দিনা এই নয়নতে ব'লে কিনো আনন্দেৰে
চকু পানী ধাৰি ;
ইমান আবেগ, —নাই আজি জয়ধ্বজ কেনেকই
সামৰে অকলে।
অত তৃপ্তি, অত হৰ্ষ, বিষাদেৰে গলাগলিকই
দগ্ধ-হিয়া জলে।
কলা বগা ডাৱৰৰ ঢকা চমকাৰে সুচিকোণ
প্ৰবীন পূৰ্ণিমা
জিলিকায় অন্তঃপুৰ মহা মহিমাৰে, —সকৰুণ
মানসী প্ৰতিমা!

তীব্ৰ তাপ হৃদয়ৰ কেনি জলি ক'ত কেনেদৰে
তেজ সঞ্চাৰিলে
নিবিনালে যুৱতীয়ে ; বাজিছিল বিন শবদেৰে,
জানি নেজানিলে!

ৰাজ ৰক্ত পান কৰি লতা লগা ক্ৰূৰ ডেৰেৰাৰ
পাপ চকু উৰি
পৰিলেহি সেই প্ৰতিমাত, খোজে আজি তৃপ্তি তাৰ
দেখি চকু যুৰি।
নেজানো কি চল চাতুৰীত আঁতৰাই জন প্ৰাণী
মত্ত নিশাচৰ
সোমালেহি কুঠৰীত, কুঁৱৰীৰ ভ্ৰূকুটি নেমানি
চাপিল কাষৰ।
দেখি যেন দময়ন্তী কলে কথা ব্যাধে লাহেকৈ
মদাহী—ভাষাত, —
"অকলে বা আছে কিয়, যাব লাগে মোৰ ঘৰলই!
কি কাম ইয়াত ?"

বজ্ৰতো দাৰুণ কথা শুনি পিশাচৰ, সেই হেন
ৰজাৰ কুঁৱৰী
লাজে ক্ৰোধে জলি অপমানে জালৰ সিংহিনী যেন
উঠিল গুজৰি, —
"লাজ নাই ? হঁচ নাই ? নাই তোৰ মমতা প্ৰানৰ ?
নেবাড়িবি আগ।
ইমান—ইমান স্পৰ্দ্ধা! কলঙ্কিত কীটে নৰকৰ
খোজ ৰাজ ভাগ ?
বোধিব নোৱাৰি শত্ৰু নাৰী বস্ত্ৰ কৰি সমৰ্পণ
বচালি জীৱন।
ক'ত সেই দিনা ? কাৰ আঁচলেৰে ঢাকি মুখ খন
সাৰিলি মৰণ ?
বীৰে ভোগে নাৰী, বসুন্ধৰা, —নিজ বাহুৰ অৰ্জ্জন,
বুজে তাৰ মান ;
ছাই সনা মুখ তোৰ, তই কি বুজিবি কেনে ধন
তিৰোতাৰ প্ৰাণ!

তয়োতো বিষয়া, আছে তোতো স্বদেশ ৰক্ষাৰ ভাৰ
ৰজাৰ আদেশ।
কি লাজেৰে ৰমনীৰ শয়ন কক্ষৰ খুলি দ্বাৰ
কৰিলি প্ৰৱেশ ?
আছে বুলি পশুবল দুৰ্ব্বলক দল' তাকে লই, —
তাৰে অভিমান !
অবলাৰো আছে বল, চাবি আজি ৰাখে কেনেকই
আপোনাৰ মান।
বাঢ়িছে দিনক দিনে লক্‌লকে লালসা বীভচ,
—তেজে কলঙ্কিত।
নেমেলিবি হাঁত তোৰ, গুচ্ গুচ্, নিলাজ কুক্কুচ
পাবি যথোচিত।"—
চিকিমিকি দাঙ্গে হেঙ্গদান ক্ৰোধে কম্পে থৰ্থৰ্
—এই বজ্ৰপাত !—
ইঙ্গিতত ডেৰেৰাৰ অকস্মাতে গুপ্ত ঘাতকৰ
ই কি — অস্ত্ৰাঘাত !

পিঠিয়ে বুকুৰে শালি তেজডাঁহী দাৰুণ যঠীয়ে
নিলে প্ৰাণ হৰি,
কি যে মৃত্যু যন্ত্ৰণাত থৰ দিলে ৰাজ কুৱঁৰীয়ে
ছাটি ফুটি কৰি !
নুমাল—নুমাল বন্তি মৈদামৰ বাহিৰেদি আজি
জ্বলি অতদিন ;
কেনে দেহি সুৰদি সুৰত মধুৰ মূৰ্চ্ছনা বাজি
ছিগি গ'ল বীণ !
চল্‌চল্ চকু যুৰি জিলিকালে শেষ ৰতোৱালে
শেঁতা পৰি গ'ল।
জীৱনৰ হাঁহি হাহাকাৰ নাচিছিল তালে তালে
অন্ধকাৰ হ'ল !—

কি কৰিলি কি কৰিলি, অত ৰাজ-তেজ তেও তাত
তৃষ্ণা নুগুচিল ?
এনে মাতৃ মূৰতিত বহুৱালি পেৰেতৰ দাঁত,
প্ৰাণ নকঁপিল ?

নামিল ন্যায়ৰ দণ্ড, নাৰীহন্তা, নাই ত্ৰাণ তোৰ
মৰ জ্বলি পুৰি ;
মাৰে—মাৰে চাবি এই তোক, —দেশৰে জঘন্য কোৰ
তাৰে কুৰি কুৰি !

যোৱাঁ, জয়ধ্বজ-জায়া, স্বৰগৰ জ্যোতি স্বৰ্গলই
থাকাগে' শুৱাই।
জগতে জলায় তাক আহুতিত হিংসাদ্বেষ লই,
—সাধ্য কি নুমায় ?

ওপৰত কান্দক আকাশে অশ্ৰু ঢলা নিয়ৰেৰে
বিষাদৰ ছায়া,
তলত নিজান জান্ পৰি থক থিৰ শৰীৰেৰে
জয়ধ্বজ-জায়া।

পৰি থাকাঁ, পৰি থাকাঁ, যৌৱনৰ পূৱ নীলিমাত
জয়মতী প্ৰাণে
নিজক তেজেৰে জলা ৰাজকাপোৰেৰে জেৰেঙাত
জলি নুঠে মানে।

---

## তৰ্পণ

কপিলী পাৰৰ ৰণ-ৰাঙ্গলিত
উঠিল বাঘিনী গাজি !
সি কি জিকাৰ বিধবা বুকুৰ,
কি সি প্ৰতিজ্ঞা মূলা গাভৰুৰ !—
পতি হন্তাৰ তেজেৰে কৰ্কৰী
যাচিব নিজেই আজি !
উঠিল বাঘিনী গাজি !

জাঁপ দি পৰিল ৰণ-তৰঙ্গত
কঁপিল বিপক্ষ বীৰ !
খেলে কি ঝলকি বিজুলী চৰকে,
গাভৰু মূলাৰ তীখাল খড়্গে !
তৰধ শত্ৰুৰ তপত তেজেৰে
পঙ্কিল কপিলী তীৰ !
কঁপিল বিপক্ষ বীৰ !
পতি-ঘাতকক নেৰে যে নেকাটি,
এৰিলে প্ৰাণৰ মায়া !
হঠাৎ আটোপে টোপে শতকৰ

বিন্ধ কৰে বুকু ই কি গাভৰুৰ !
ঢালি অত তেজ তেজৰ তৃষাৰে
পৰিল বীৰৰ জায়া !
এৰিলে প্ৰাণৰ মায়া !

পৰিল গাভৰু প্ৰাণৰ হুতাহে,
উঠিল শূন্যত গাজি !—
"দে দে তেজ ৰঙ্গা ডকাডকে,
জলে কণ্ঠ মোৰ পিয়াহৰ ঢঁকে,
পতিহন্তাৰ বাকী ৰ'ল তেজ ,
নাইনে দিওঁতা আজি ?"
উঠিল শূণ্যত গাজি !

পূৰে গুজৰিল কনচেং কেশৰী
শুনি সি ভীষন ডাক !
বজ্ৰৰ মুঠিৰে দাঙ্গি হেঙ্গদান
ডাকে সেনাপতি, —"হোৱাঁ আগুৱান" ।
হুঙ্কাৰি উঠিল বীৰ অগণন
বাজিল ৰণৰ ঢাক্ !
শুনি সি ভীষণ ডাক্ !
আছেনে দেশত এনে যি দ্ৰোহীয়ে
নিদিয়ে কধিৰ বাকি ?
ডাকে যে মাতৃৰ হুতাহে হিয়াৰ ! —
শুনি সি নুশুনে ক'ৰ কুলাঙ্গাৰ,
কোনে পিছুৱায় ৰণ-কদমত
মুখত কলঙ্ক আঁকি,
নিদিয়ে কধিৰ বাকি ?
যায় বীৰ জায়া বীৰৰ লগলে'
বীৰৰ চিনাকি লই, —
শত্ৰু শৰীৰৰ তুলি-তলচাত
তেজে কেপ্‌কৰা ৰণৰ শয্যাত
বৰিলে বিশ্ৰাম বীৰৰ বাঞ্চিত
বক্তেৰে বঞ্জিত হই, —
বীৰৰ চিনাকি লই !

"ব'লা ব'লা বীৰ, ব'লা আগবাঢ়ি
জলায় মূলাই জোঁৰ !
অবলা বাহুৰ নুজুৰিল বলে,
সবল বাহুৰে ব'লা দলে দলে,
লোৱাঁ কাঢ়ি জয় আঁজুৰি গৰবে,
গুচোৱাঁ কলঙ্ক ঘোৰ ;
জলায় মূলাই জোঁৰ !"

বাজে জয় ঢোল গজ ঘণ্টা বোল
তুমুল কোৰ্হাল লাগে !
ঝ-ণ-ণ ঝ-ণ-ণ ৰণ তাণ্ডৱত
কঁপিল পৃথিবী বীৰৰ খোজত,
অলক্ষিতে যেন তেজৰ দাঁহত
ডাকল্ ডাকিনী জাগে !
তুমুল কোৰ্হাল লাগে !

দিক্ৰাই মুখত লাগিল খলক,
গাজিল প্ৰলয় বাণ !
যঠী খাপৰৰ কালাগ্নি ভমকে,
কিৰিচ কাণ্ডাই শূণ্যত জমকে,
কলই পলাবি হুচেন, তুৰ্ব্বক,
ক'তে বা ৰক্ষাৰ স্থান ?
গাজিল প্ৰলয় বাণ !

গৰজে সঘনে শত্ৰুৰ কামান
লাগি গ'ল মহামাৰ !
বুকুত বৰছা, গুলীৰ বৰ্ষণ,
লৰে আচোৱাৰ, —নডৰে মৰণ, —
আহোম বীৰ্য্যৰ কালিকা জাগিল,
আৰু আছে ৰক্ষা কাৰ ?
লাগি গ'ল মহামাৰ !
পৰিল, পৰিল শত্ৰুৰ কটক,
হ'ল বিপক্ষৰ ক্ষয় !—
ই—কি—কনচেং, —খড়্গাৰ চমক !
পৰিল হুচেন, পৰিল তুৰ্ব্বক !
বিজয় গৰবে কৰে জয়ধ্বনি, —
"মূলাৰ দেশৰ জয় !"
হ'ল বিপক্ষৰ ক্ষয় !

ওপৰে হাঁহিলে মূলা গাভৰুৱে,

তলত হাঁহিল দেশে !
হুচেন ভুৰ্ব্বক দুয়োটিৰে শিৰ
ওলমা হাতেৰে কনচেং বীৰ
ছাৰে সিংহনাদ হাঁহি হুহুঙ্কাৰ
বীৰ ভৈৰৱৰ বেশে !—
তলত হাঁহিল দেশে !

---

## পাৰ ঘাট

বেলি ডুব যায় !
তোৰো বেলি ডুবিব এদিন !
মৰণৰ ইটি পাৰে ঘনঘোৰ অন্ধকাৰে
কাৰো ক'তো নেৰাখিব চিন,
মাৰিব ডুবায় !

মলয়া মধুৰ
নাচি যাব, — আনন্দে বিভোৰ !
সন্ধিয়া আকাশখনি জ্বলি তাৰ জিলিকনি
মাতি অতকই, মাত তোৰ
নেপাব বুকুৰ !

অসাৰ, —অসাৰ !
মেলা চকু মেলাতেই ৰ'ব,
দেহ-লাউ কোনে নিলে, কান্দি কোনে হাঁহি দিলে,
নোৱাৰিবি একোটিকে ক'ব,
এয়ে'ই সংসাৰ !

স্বাৰ্থৰ নিচাতে
দিলি কত অভিশাপ জ্বলি !—
শত্ৰু তোৰ মৰি যক, —তোৰে তেও শান্তি হক,
যাবলৈ যিটি বাটে কলি,
যা সেই বাটে !

নিজা কামে কাজে
ক্লান্ত প্ৰাণ ঘূৰে ঘৰলৈ।
ঘৰে ঘৰে মধু হাঁহি, ঘৰে ঘৰে বাজে বাঁহী ;
তই যাবি জ্বলি যাবলৈ
তাৰ মাজে মাজে ।

ফুৰি অতকই
হাতী, ঘোৰা, বিচিত্ৰ গাৰীত,
ললি সুখ পৰা গাৰে, মৰা'ই দেহাটি তাৰে
নিব তোক নোচোচা চাঙ্গীত
পাৰ ঘাটলৈ !

দিবি কি ঘাটত !
টকল্বৰি, একো তোৰ নাই !
কি কৰিলি টকা কৰি ? পাবি দুটা ফুটা কড়ি,
ঘট এটি, তাকো ফুটুৱাই
থবহি কাষত !

দিবি তাকে দান ?
ভয়ঙ্কৰ যি হে পাৰোৱাই,
নকৰে নকৰে পাৰ, কৰ্ যত হাহাকাৰ,
ভাঙ্ বুকু জোৰে ভুকুৱাই, —
লাগে তোৰ প্ৰাণ।

মঙ্গল মালিকা
দিয়ে কোনে অন্তিম শয্যাৰ ?
কোনে মোক চাব বুলি দিবহি বিননি তুলি
মিলি যত পুত্ৰ পৰিবাৰ
যাবৰ বেলিকা !

প্ৰাণ যে নেযায় !
তেতিয়াও তাৰ মুনিষাই !
সিয়ে নচলালে বই বিশ্ব যাব ছাই হই ;
কতবাৰ নিজে হ'ল ছাই,
তেও হুঁচ নাই !

এই তোৰ 'তই'
বাখ' যাক আছুতীয়াকই,
যত আশা অভিমান, টাঁহি মুহি দিয়া টান
যাব, যাব বাসনাৰে বই
নহ্ব বিলয় !

মৰিবি মিছাতে,
মৰি মৰি নহ'ব যে মৰা।
ঘূৰি ঘানি ঘূৰা সেই, সেই জ্বালা পুৰি দেই,
সেই ঘূৰি লৰি ঘূৰি পৰা
একেটা নিচাতে !

আৰু কি উপায় ?
ঘূৰ ঘূৰ মৰু পিয়াহেৰে,
নিৰ্বাত নিৰ্জল দেশ, ধৰি পেৰেতৰ বেশ
যা ঘূৰি হা-হুতাহেৰে
শান্তি তোৰ নাই !

নাই শান্তি নাই,
মৃত্যু তোৰ অন্ধকাৰ ঘোৰ !
কি কৰিলি, কি কৰিলি ? চকু থাকি নমনিলে
চিন্তামণি এনে জন্ম তোৰ,
দিলি দলিয়াই ?

কান্দ' কিটো চাই ?—
পাৰোৱাল যায় পাৰলই,
যাচি যাচি দিয়ে প্ৰাণ, মুখে মুখে হাঁহি গান,
পাৰি দিয়ে জীৱনৰ নই ।
তোৰ কোনো নাই !

নাই কোনো নাই,
একেষাৰি মাতে নিদানত !
নেমাতে আপোন জনে, আৰু কি তাৰিব ধনে ?
নগ্ন বেশে দেখি সন্মুখত
কাতিকে' নেচায় !

ঠাই কোনে দিব ?
চুৱা তই, —দেখিলে কি ম্লান !
চাপিবি কাৰৰ কাৰ ? কাকে বা কৰিব পাৰ ?
ইপাৰে দি বল তোৰ প্ৰাণ,
জঁকা কোনে নিব ?

প্ৰানে কি কান্দিব
এটিবাৰ বুলি পাৰোৱাই !

মকলই ললে লোৰ যিবা তোৰ চকুলোৰ,
ৰোধিলেহি কণ্ঠ বাসনাই,
নিদিয়ে মাতিব।

আৰু ক'ত মাতৃ ?
কোনে তোক কৰে ভৱ পাৰ ?
জীৱনক দিলি ফাঁকি দিবহি জীৱনে বাকি
ফাঁকি ভৰা অশ্ৰু ধাৰাসাৰ,
—নাই প্ৰান তাত !

প্ৰাণ তোৰ ৰ'ল
বাসনাৰে বন্ধা কত কাল !
চেনেহৰ পৰিজনে, যত মান, যত ধনে
তৰঙ্গালে যি হে মায়াজাল,
বাট মৰি গ'ল।

বন্ধু নিৰ্য্যানৰ
এৰি তই দিলি কাক চিত ?
যাক ললে নাই ভয়, নাই কোনো কালে ক্ষয়,
নিচিনিলি সেই পৰিচিত
চিৰ জনমৰ !

বিক্ৰমে বীৰৰ—
ভাল হ'ল — কৰিলি সঞ্চয় ;
কাৰ দান ভুলি গলি, ভোগেৰে বাৰণ হুলি,
নুটুটালি বন্ধনৰ ভয়
প্ৰেমে নিখিলৰ !

কি ভয়, কি ভয় !
দিনান্তত এতিয়াই মাতৃ।
তয়ে তো মাতিবি বুলি আছে চা দুৱাৰ খুলি,
যাৰ প্ৰাণ মিলাইছিলোঁ তাত, —
তোৰ চিৰজয় !

প্ৰাণ ভৰি মাত,
অকূলৰ কূল কৰ্ণাধাৰ,
মুখত প্ৰেমৰ হাঁহি, হাত মেলি নিব আহি,
উজলি উঠিব — অন্ধকাৰ
তোৰ পাৰ ঘাট !

---

# গীতালী



শ্রীরবীন্দ্রনাথ ঠাকুর

সঙ্গীতজ্ঞ ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱৰ নিজ হস্তাক্ষৰৰ প্ৰতিলিপিৰে:-

# গীতালী

## — মানৱ শৰাই —

মানসী হিয়াৰ মাধুৰী ফুটাই সঙ্গীতে যে ৰসময় আনন্দলৈ বোলাই নিয়ে, একল চিত্তবিনোদৰ কাৰণেই নহয় সঙ্গীত যে একাধাৰে সুৰ সাধনা, ~~[illegible]~~ শ্বাস সাধনা, সংযম সাধনা, আৰু চৰিত্ৰ সাধনা ইয়াক নজনা লোক আমাৰ সমাজত আজি অতি বিৰল; সেইকে সঙ্গীতৰ প্ৰয়োজনীয়তা লৈ আজি আমাৰ প্ৰশ্ন নহয়, — আজিৰ প্ৰশ্ন কি সঙ্গীত কি প্ৰণালীৰে সহজে আয়ত্ত কৰি অসীম সুৰৰ সুৰধুনীত প্ৰাণ ঢালি দি জীৱন সাৰ্থক কৰিব পাৰি। সঙ্গীতৰ প্ৰতি অযথা বিৰাগৰ যি এক অন্ধকাৰ যুগ আমাৰ অসমত কিছু বছৰৰ আগলৈকে আছিল, সেই যুগ ভাগ্যে আজি ফুৰাইছে, প্ৰভাত কাকলিৰ সুৰে সুৰে দেশ জুৰি জাগৰণৰ জোনাকে জ্বলি দি আছে, গাঁৱে নগৰে স্বাধীন কণ্ঠৰ মুকলি-মুৰীয়া সুৰ অবাধে বৈ লাগিছে, তেতিয়া লোকৰ সঙ্গীত শিকিবলৈ এক যেন আকুলতা জাগি উঠিছে, — কি শিকিম, কেনেকৈ শিকিম?

উত্তৰাধিকাৰী সূত্ৰে ভাৰতীয় সঙ্গীতেই যে আমাৰ, আৰু সেয়ে যে আমাৰ শিকিবৰ ঘাই বিষয় তাক আৰু বহলাই নকলেও হয়। পাশ্চাত্য সঙ্গীতৰ ধাতু আমাৰ নহলেও পাৰিলে পাশ্চাত্য সঙ্গীতো যে শিকিব নেলাগে তাৰো কোনো মানে নাই। দূৰদেশৰ মধু আহৰণ কৰি ভাৰতৰ মৌচাক মধুৰে পৰিপূৰ্ণ কৰিব পৰাটো সৌভাগ্যৰে কথা। ভাৰতৰ ঋষি সকলে তাৰে দুৱাৰ খোলাখুলিকৈ খুলি থৈছে। তাকে কৰিবলৈ হলেও ভাৰতীয় সঙ্গীত চৰ্চা কৰি নিজৰ ধাতুটো আগেয়ে ভালকৈ চিনি লব লাগিব, নহলে ভ্ৰান্তিৰে অনুকৰণ হৈ যাব।

ভাৰতীয় সঙ্গীত দুটা ৰূপেৰে আমাৰ চকুৰ আগলৈ ভাহি আহিছে, — এটা কৰ্ণাটী সঙ্গীত, ইটো হিন্দুস্থানী সঙ্গীত। দুয়োটাৰে

এই দুটিৰ পৃথক সত্তা নাই,— একোটিতে দুয়োটিৰ প্ৰকাশ। ভাৰতৰ প্ৰাচীন সঙ্গীতেই মুছলিম প্ৰতিভাৰ আলোকত হিন্দুস্থানী সঙ্গীত হৈ উত্তৰ ভাৰতত চলি আছে। আমাৰ কামৰূপী সঙ্গীতৰ পম অঙ্কক-এ যুগত হেৰাই গল। তিব্বতীয় বৰ্মান সকলৰ প্ৰতিভাৰ সংমিশ্ৰণ হৈ ই কি ৰূপেৰে কোন খিনিত প্ৰাচীন সঙ্গীতৰ পৰা আঁতৰি কেনে বৈশিষ্ট্যতাৰ অধীন ধাৰা এটি বোৱাই ৰাখিছে — এইটো আজিও অনুসন্ধানৰ বিষয় হৈয়েই আছে। কৰ্ণাটী সঙ্গীতৰ প্ৰাচীন ধাৰাটো কামৰূপী সঙ্গীতত পৰিলক্ষিত হলেও এতিয়া অন্ততঃ দুহেজাৰ বছৰে বিভিন্ন জাতিৰ আদান প্ৰদান স্বাধীন ভাৱেৰে চৰ্চা হৈ বৰ্তমান যি আকাৰত পৰিছেহি তাক ভাৰতৰ চকুৰ আগলৈ নিবলৈকো বিশুদ্ধ সুৰ সাধি লোৱাৰ নিতান্ত প্ৰয়োজন। সঙ্গীত শিক্ষাৰ্থীয়ে নিজৰ কণ্ঠত বিশুদ্ধ ভাৱে সুৰ ফুটাই সেই সুৰ অন্যৰ কণ্ঠত অভ্ৰান্ত ভাৱে চিনি ভাৰতীয় ৰাগেৰে সবিশেষ পৰিচিত হব লাগিব। তেহে সুৰৰ খেলা, তাৰ অনুধাৱন, তাৰ উপভোগ, আৰু তাৰ অনুসন্ধানৰ অধিকাৰলৈ কৰিব পাৰিব। ইয়ালৈকে লাগে সুৰ শিক্ষাৰ প্ৰণালী। ভাষাৰ বৰ্ণমালাৰ দৰে সঙ্গীতৰ এই সুৰ, তাকে যদি নুফুটালোঁ, তাকে যদি নিচিনিলোঁ, তেনে সঙ্গীতলৈ স্পৃহা জাগিলেই বা কি, নজাগিলেই বা কি!

বৰ্তমান 'হাৰমোনিয়ম'ৰ জৰিয়তে যি সুৰ বা সঙ্গীত শিক্ষাৰ উক্ত প্ৰণালী প্ৰবাৰে অসমত চলিব লাগিছে তাৰ আশানুৰূপ ফল ফলিছে বুলি কোনো এফালৰ পৰাই কব নোৱাৰি। 'হাৰমোনিয়ম'ৰ যোগে গান কৰি কৰি আজি কালিৰ উঠি অহা গায়ক গায়িকা সকলে 'হাৰমোনিয়ম' নহলে গানৰ নামেৰে মুখ মেলিব নোৱাৰা দেখি প্ৰাণত বৰ দুখ লাগে। 'হাৰমোনিয়ম' হলেও লাগে নিচা। আনকি সময়ত গীত শুনিবলৈ গৈ তাৰ অনুগামী 'হাৰমোনিয়ম'ৰ সুৰটোকে শুনি সন্তোষেৰে ফিৰিব লগাত পৰে। এতিয়াৰ বাটলৈ বিলিঙাই শুনায় পৰা অসমীয়াৰ কণ্ঠস্বৰ,— তাৰ আজি কি দুৰাৱস্থা! যৌৱনৰ গায়ক গায়িকাৰ কণ্ঠস্বৰো 'মাইক' নহলে কাথাত মুকুতাত পৰিছে। ই স্বাস্থ্যৰ নহয়, ৰোগৰ লক্ষণহে; তাৰ ফল হৈছে — সুকণ্ঠী কণ্ঠৰ গীত গোৱাৰ এক নতুন ঢং,— সিও বিদেশৰ পৰা নিৰ্বিবাদে আমদানি হব লাগিছে,

অনেক ৰাগৰ মীড় লৈও বিশেষত্ব আছে। তাঁৰৰ যন্ত্ৰত এনে নিখুঁত ধাৰেৰে সুৰ তাঁৰত আঙুলি টোঁচোৱাই তাৰ অন্তৰৰ সকলো শ্ৰুতিৰ মাজেদি বোৱাই আনিব পাৰি। 'হাৰমনিয়ম'ত সেই সুৰ নিখুঁত ধাৰেৰে নহয়, খণ্ড খণ্ড হৈ ছিগি যায়। স ৰ পৰা ম লৈ মীড় দি উঠিলে কণ্ঠত বা তাঁৰৰ যন্ত্ৰত নটা শ্ৰুতিৰ মাজেদি সুৰ ফুটি যায়, 'হাৰমনিয়ম'ত সেই সুৰ ফুটাবলৈ ফুটাওঁতে কেইটা শ্ৰুতিৰ ঠাই নাই,— স ঋ গ ম স্পষ্ট সুৰকেইটা বাজি উঠে আমাৰ কাণত বাজে 'সৰেগমম'।

ইয়াত আৰু এটা প্ৰধান কথা হ'ল — 'হাৰমনিয়ম'ৰ সুৰবোৰেই আমাৰ অনুকৰণৰ বিষয় নহয়, সুৰৰ উচ্চতা আৰু পৰিমাণৰ একমাত্ৰ আমাৰ লক্ষ্য কৰিব লগীয়া কথা। ধাতু জিভাৰ কম্পনত উঠা সুৰ মনুষ্য কণ্ঠৰ আদৰ্শ হ'ব নোৱাৰে। গায়কৰ স্বাভাৱিক কণ্ঠৰ সীমা-টি হাৰমোনিয়মত পাবনে পাওঁ? তাত সুৰৰ সাদৃশ্য থাকিব পাৰে, একত্ব নাই। ভাৰতীয় সংগীতত সুৰৰ আদৰ্শ আছিল — মুক্ত গগনত উন্মুক্ত কণ্ঠেৰে প্ৰাণৰ আবেগত গোৱা পশুপক্ষী বিশেষৰ কণ্ঠস্বৰ,— দুই প্ৰকোষ্ঠত ধাতুৰ সিক্ত-জিভাৰ স্পন্দন তাৰ তুলনাত কিমান হীন, কিমান নিঃকিন! — স এই সুৰটোৰ আদৰ্শ হ'ল মৰা ময়ূৰৰ কণ্ঠস্বৰ,— "ষড়জং ৰৌতি ময়ূৰঃ" (নাৰদ)। দুটা প্ৰত্যঙ্গ — (নাক, কণ্ঠ, বুকু, তালু, জিভা, আৰু দাঁত) স্পৰ্শ কৰি ফুটি উঠে তাক ষড়জ অৰ্থাৎ ছটাৰ পৰা জাত স্বৰো বোলে। এই দৰেই প সুৰৰ আদৰ্শ হ'ল কুলিৰ কণ্ঠস্বৰ,— "কোকিলা ৰৌতি পঞ্চমং" (নাৰদ)। পাঁচোটা প্ৰত্যঙ্গ (নাভি, উৰু, হৃদয়, কণ্ঠ, আৰু মূৰ্দ্ধা) স্পৰ্শ কৰি বায়ু উঠি এই সুৰ ফুটি উঠে বাবে ইয়াক পঞ্চম বোলে। ভাৰতৰ তানপুৰা যন্ত্ৰত এই স আৰু প (স্ব-স্ব-স্ব-স্ব) লৈয়ে বাকী সুৰৰ ক্ৰম অনুযায়ী মাপ নিৰ্দ্ধাৰণ কৰি নিজৰ কণ্ঠত সকলো সুৰ ফুটোৱাৰ ৰীতি আছে। বিখ্যাত সুৰজ্ঞ সকলৰ প্ৰায় ভাগেই এই ৰীতিৰেই সুৰ সাধনা কৰে। ভাৰতৰ অতি বিজ্ঞ সংগীতজ্ঞ সকলে এক বাক্যৰে মানিছে 'হাৰমনিয়ম' ভাৰতীয় সুৰ প্ৰকাশলৈ উপযোগী নহয়। গতিকে 'হাৰমনিয়মত' সাধাৰে সিদ্ধাত যতো নষ্টঃ ততো ভ্ৰষ্টঃ হোৱা আমাৰ আৰু সন্দেহ নাই। সুৰ সাধনাৰ বেলা তাক সৰ্ব্বতোভাৱে বৰ্জ্জন কৰাই মঙ্গল।

ভাৰতীয় ৰীতি মতে সুৰ সাধিবলৈ হ'লে তানপুৰাৰ সহযোগত সাধিব লাগিব। ইয়াতকৈ আৰু উৎকৃষ্ট পথ বৰ্তমানলৈকে আৱিষ্কাৰ হোৱা দেখা নেযায়। তানপুৰাত ষড়জ (স) আৰু পঞ্চম (প) সুৰ দুটাকৈ আয়ত্ত কৰি কাণত অভ্যস্ত ভাৱে বাজি থকা হ'লেহে স-গ-প-ন সুৰ সাধনা কৰিব লাগে। তাৰ পাছত সাধিব লাগে স-ৰে-ম-ধ-র্স। এই সাতোটা সুৰ নিভুল ভাৱে কণ্ঠত ফুটালে আৰু

গানত থাকিলে ক্ৰমে ক্ৰমে কোমল আৰু তীব্ৰ সুৰৰ অভ্যাস কৰি মন্দ্ৰৰ ধৰ্-ৰ পৰা তাৰাৰ প পৰ্য্যন্ত কণ্ঠত সহজে সাধি থাকিব লাগিব। এই অভ্যাস যেতিয়া সহজ হৈ যাব তেতিয়া গানত বিশুদ্ধ ঠাটৰ সুৰ বিন্যাস আৰু গানত একাংশকৈ বিকৃত সুৰৰ ঠাট বনাই লৈ শিক্ষা চলাবলৈ বিকৃত সুৰৰ ঠাটত শেষ কৰিব পাৰিলেই সুৰ সাধনা এক ৰকম হৈছে বুলি ধৰি লব পাৰি। এয়ে সঙ্গীতৰ কথা, দ্বিতীয় ভাগ, আৰু তৃতীয় ভাগ, এই তিনিও ভাগ কণ্ঠত সহজ নোহোৱালৈকে গান গোৱা বিড়ম্বনা মাত্ৰ,— নিজৰ যে তৃপ্তি নাইয়েই নে, অন্যৰো তৃপ্তি নাই, — ভাৰতৰ সঙ্গীত চৰ্চা সি যে আৰু দূৰ!

এই অভ্যাস গানত বৰ টান লাগে; কতৰ ধৈৰ্য্য হেৰাই যায়; কিন্তু উপায় নাই; — নিজৰ কণ্ঠ বিশুদ্ধ সুৰত মিলাবলৈ গলে এক সাধনা, এক তীব্ৰ তপস্যাৰেই প্ৰয়োজন। সাধনা আৰু তপস্যাত মন বহিলেই কৰ আমনি, কৰ কষ্ট কলৈ যায়। এই সাধনাৰ মাজেদিয়েই গৈ লোৱা এনে অনেক শিক্ষাৰ্থী এতিয়াও ভাৰতবৰ্ষত ঠায়ে ঠায়ে আছে যি সকলে কোনো যন্ত্ৰৰ সহায় নোলোৱাকৈ কেৱল কাণৰ তৃপ্তিয়েই সিদ্ধ সঙ্গীতজ্ঞ সকলে বিনা যন্ত্ৰে গোৱা গীতবো নিখুঁত সুৰলিপি তুলি দিব পাৰে। এই সকলৰ সুৰ সাধনা সাৰ্থক হৈছে। এনেকুৱা শিক্ষাৰ্থীক আমাৰ মাজত আতি লাগে।

এই সম্পৰ্কে নতুন শিক্ষাৰ্থী সকলে সঙ্গীত গগনৰ উজ্জ্বল জ্যোতিষ্ক তানসেনৰ সুৰ সাধনাৰ সফলতাৰ প্ৰবাদটি মনত ৰাখি আগবাঢ়িলে চলিলে সুফল ফলিব পাৰে বুলি আশা কৰিব পাৰি। — সম্ৰাট আকবৰৰ দৰবাৰত গান গাবলৈ আহি যেতিয়া দেখিলে তানসেনৰ গীতৰ অনুগামীকৈ যন্ত্ৰ বজাবলৈ আৰু কোনো ওস্তাদ আগবাঢ়ি নাহে, তেতিয়া হতাশ নহৈ তানসেনে সাধনায়ে সম্ৰাটকে শুনালে, — 'সিবিলাক আহিব নোখোজে যেতিয়া নেলাগে আহিব। মোৰ গীত যদি সঁচা-কৈয়ে গীতেই হয় যন্ত্ৰবিলাক আপোনা আপুনি বাজি উঠিব।' —তানসেনৰ কণ্ঠ সুৰৰ লগে লগেই যন্ত্ৰবিলাকত ঝংকাৰ উঠিল, ৰাজ দৰবাৰ স্তম্ভিত হ'ল! — ইয়াত অতিৰঞ্জিত কথা একোৱেই নাই। কোনো কোনো সেতাৰীয়ে সেতাৰৰ প্ৰতিধ্বনি তুলিবলৈ একে সুৰত বন্ধা কেইখানিও সেতাৰ চাৰিও পিনে লৈ মাজত বহি সেতাৰ বজায়, — লগে লগে সুৰবোৰ প্ৰতিধ্বনি ৰিণিকি ৰিণিকি

ভাঙি যায়। এচৰাজৰ তাঁৰ বিলাকত সহানুভূতিৰ স্পন্দনৰ কথা অনেকেই জানে। তানসেনৰ কণ্ঠস্বৰত আচলতে সুৰৰ সাদৃশ্যতকৈ আদিম সুৰৰ স্বৰূপ — সেই যে সেই সুৰৰ লগে লগে বিশুদ্ধ সুৰ ঝঙ্কাৰি উঠিছিল, — শুনোতাৰ হিয়াৰ তাঁৰ কঁপি কঁপি প্ৰাণ গলি পৰিছিল! — এয়ে হল আমাৰ সুৰ সাধনাৰ আদৰ্শ। তানসেনৰ বাণীক সাৰোগত কৰি সুৰক্ষেত্ৰৰ সেন্দুৰী আলিত নিৰ্ভয়ে আমি প্ৰথম খোজ দি যাব পাৰোঁ;—

× × × ×

"প্ৰথম স্বৰজ্‌ সাতোঁ উত্ৰ ঋষভ গান্ধাৰ মধ্যম পঞ্চম
ধৈৱত নিষাদ সুৰ সপ্ত তিন গ্ৰাম শুদ্ধ অক্ষৰ প্ৰমাণ
যহ সব অপান মনমে ধৰ সমঝাৱে
তব গুণী জনসোঁ নাদকো চৰচা কীজিয়ে।
একৈশ মূৰছনা উনঞ্চাশ কোটি তান বাইশ সুৰুতত
সব অঙ্গনসোঁ গাৱে ঠিক তান শুদ্ধ তাল সাতোঁ সুৰনসোঁ
স ঋ গ ম প ধ নি উলট পালট ঘোৰ ঘোৰ তাঁহ সমঝি কৰ
ধ্ৰুৱপদকে ধৰন বিচাৰ কৰ লীজিয়ে।"

— তানসেন।

সুৰ সাধনা কাম্যটো এনেয়ে ইমান কঠিন, তাতে যদি কিতাপ চাই শিকিব লগাত পৰে তেন্তে সি একেবাৰে দুঃসাধ্যই হৈ পৰে। "ওস্তা লগা বিদ্যা আৰু পাখি লগা কাঁড়" বোলা কথা থাকিয়ে অন্য ক্ষেত্ৰত ইমানি ইয়াৰ বেচিকৈয়ে গুণ ধৰে। ভাগ্যে আমাৰ মাজত নগৰে নগৰে দুই একোজন সুযোগ্য সন্তান আছে যি কেইজনে লক্ষ্ণৌত এই প্ৰনালীৰ সবিশেষ পৰিচয় পাই আহিছে। সেই কেইজনক আগত লৈ কাম আৰম্ভ কৰিলেই সকলো কষ্টই কাম্যাৰ্থ ক্ষান্ত হ'ব। তানসেনৰ কিছু কাল পাচৰ সুবিখ্যাত সঙ্গীতজ্ঞ বৈজুৱেও আমালৈ এই উপদেশকে দি থৈ গৈছে;——

"তাল সুৰ ভেদ গুণীজনকে সঙ্গত তো বহুত কছু পাৱে।
শিখত শুনত বহুত ধৰন মূৰখন পৰন প্ৰমাণ বতাৱে।"

— বৈজু।

আমাৰ সঙ্গীত শিক্ষাৰ্থীয়ে 'আধুনিকতাৰ' মোহ এৰি দি কানত ভাল লগা ধুনবোৰ পৰিত্যাগ কৰি, অবাইত চিত্তেৰে কানে প্ৰাণে ভাল লাগি যোৱা ভাৰতীয় ৰাগৰ অভ্যাস কৰিব লাগিব। যেই সেই বিষয় একোটাত উপৰে উপৰে. বহুদূৰলৈকে নাবি বিয়ায়েই জনাৰ প্ৰবৃত্তি আমাক বৰ্তমান শিক্ষা পদ্ধতিবিলাকে যথেষ্ট দিছে; — দৰা নাই সেই ভ্ৰান্তিৰে আমি আমাৰ হৃদয় সংযত কৰিব, সজীৱ কৰিব। কাৰ দোষ কৰ

নোৱাৰোঁ। অভ্যাস আৰু প্ৰয়োগৰ তাল যদি জীৱনত ঘটাই তুলিবই নোৱাৰে -হীনক যেনেকৈ বীৰ্য্যবান মন্ত্ৰ এটাই শুনাৰ ফল হয় কি? সেইদৰে সঙ্গীত প্ৰাণত যদি নেথাকিলেই সেই সঙ্গীত শিকাৰ লাভ হ'ল ক'ত? ভাৰতৰ ৰাগ এটাই যে কি প্ৰাণময় সাধনাৰ ধন তাক জীৱনত প্ৰয়োগেৰে, জীৱন জোৰা অভ্যাসেৰে তেজস্বী কৰিব লাগিব। তেতিয়া এনে কোনো আবেগ নাই, এনে কোনো ৰস নাই যাক ভাৰতৰ ৰাগেৰে প্ৰকাশ কৰিব নোৱাৰি। সাতোটা শুদ্ধ সুৰ দোষী, তেৰ টিক্নাট ঠাট দোষী আমাৰ হতাশ হবৰ কোনো কাৰণ নাই। তাতেই জীৱনত শেষ কৰিব নোৱাৰা "সুৰৰ জাল বুনি" ৰবীন্দ্ৰ নাথে অবাক হৈ শুনিলে শুনিয়েই থাকিল —হেপাহ নপলাল; তান আগৰ তানসেন জীৱন জোৰাই তান প্ৰসাৰ কৰি কৰি শেষত গাই গ'ল,—"নাদ সমুদ্ৰ অপৰম্পাৰ কাহু ন পায়া যাহকো ভেদ।"

কোৱা বাহুল্য, সাতোটা শুদ্ধ সুৰ আৰু পাঁচোটা বিকৃত সুৰে ক্ৰমানুযায়ে পাতি পাতি আমি এটাই এটাইকৈ বাইশটাকৈ ঠাট পাওঁ, ছটা, পাঁচোটা, বা চাৰিটা শুদ্ধ সুৰ লৈ এবা ধৰা কৰি পাতি গলে ইয়াতকৈ আৰু অনেক ঠাট পাব পাৰি। এই সকলোবিলাক ঠাট ভাৰতীয় সঙ্গীতত নেলাগে; কিয়নো, ঠাট মাত্ৰেই যে শ্ৰুতিমধুৰ অথবা ৰস সৃষ্টিৰ পৰিপোষক এনে নহয়। ইমান ঠাটৰ মাজৰ বাৰ কি তেৰটা ঠাট লৈয়েই ভাৰতৰ সঙ্গীত সৃষ্টি। এটা-এটাই ঠাটত সুৰ বিন্যাসৰ তাৰতম্য লৈ কেবাটাও ৰাগ হয়; কেৱল সাতোটা শুদ্ধ সুৰ লৈ যিটো ঠাট হয় তাতেই বিন্যাস ভেদে খাম্বাজ, আলাইয়া প্ৰভৃতি কেবাটাও ৰাগ পোৱা যায়। এই দৰেই বাকী ঠাট বিলাকতো অনেক ৰাগৰ সৃষ্টি হৈছে।

সুৰ সাধনাৰ পাছত ৰাগ পৰিচয়ৰ পালি। প্ৰত্যেক ৰাগৰ আৰোহ অৱৰোহৰ সুৰ অভ্যাস কৰি ৰাগৰ বৈশিষ্ট্য ভালকৈ ধৰাটো সাধি বুজি লব লাগিব। ইয়াত শিক্ষাৰ্থীৰ কিছু পৰিমাণে সহায় হওক বুলি এই পুথিখনি লিখিবলৈ ললোঁ, যাতে ৰাগৰ সাদৃশ্যৰ মাজৰ বিশেষত্ব ধৰি আচল ৰাগৰ ৰূপটো নেহেৰায়। ৰাগৰ মোটামুটিকৈ এটা চিনাকি আৰু কালাকাল লৈ মূৰত ৰাখিবলৈ সহজ কৰি সেই সেই ৰাগৰ তান এটাইৰে গাব পৰাকৈ এটা এটাই সূত্ৰ ৰচনা কৰি দিয়াৰ লগে লগে তাৰ ব্যাখ্যা আৰু সুৰলিপিৰ সহিতে সেই উদ্দেশ্যেই ইয়াত দিয়া হ'ল। সূত্ৰ এটাইত ৰাগৰ

সৃষ্টি নাই নাই। এই ৰাগৰ উপক্ৰমো চিনাকিটো ভালকৈ আয়ত্ত কৰি পাচলৈ তানসেন, বৈজু অদৰঙ্গ, সদৰঙ্গ আদি সঙ্গীতজ্ঞ সকলৰ ৰাগৰ "লক্ষণগীত" বিলাকৰ আৰু অন্য বিশিষ্ট গায়কসকলৰ স্বৰলিপি চৰ্চা কৰিব পাৰিলেই একোটা ৰাগ সম্পৰ্কে যে সম্যক জ্ঞান হ'ব তাত কোনো সন্দেহ নাই। সেই তৃতীয় স্তৰলৈকে আগুৱাই যাব যাতে পাৰে তালৈকে এই দ্বিতীয় স্তৰৰ অৱতাৰণা।

ৰাগবিলাক প্ৰথমে শুদ্ধ স্বৰৰ ঠাটৰ পৰা আৰম্ভ কৰি ক্ৰমে ক্ৰমে এটা এটাকৈ বিকৃত স্বৰৰ ঠাটলৈ বঢ়াই নিয়াটোও এটা উৎকৃষ্ট প্ৰণালী। যি সকলে এই ক্ৰমেৰে অভ্যাস কৰিব খোজে সিবিলাকে সাধকৰ উক্ত ৰাগৰ নামেৰে দিয়া ঠাট বিলাকলৈ চাই সহজে চলিব পাৰিব।

আমাৰ মাজত বহুকৈ প্ৰচলিত হোৱা দুকুৰি ৰাগৰ পৰা ৰাগ কেইটালৈকে বাদ দি বাইশটা ৰাগৰ সূত্ৰ, ব্যাখ্যা স্বৰৰ স্বৰলিপিৰ লগে লগে প্ৰাচীন ৰাগৰ স্বৰলিপিৰে একো একোটা ধ্ৰুপদ অংগ আৰু একোটাকৈ খেয়ালৰ গীত ৰচনা কৰি এই পুথিৰ প্ৰথম পৰ্যায়ত দিয়া হৈছে। অভ্যাসৰ নিমিত্তে আৰু আঠাইশটা ৰাগৰ সূত্ৰ, ব্যাখ্যা, আৰু সূত্ৰৰ স্বৰলিপি দ্বিতীয় পৰ্যায়ত দিছোঁ; পুথিৰ কলেৱৰ বাঢ়ি যাব বুলি এই পৰ্যা-য়ত গীত দিবলৈ ভয় লাগিল। অনুশীলনৰ নিমিত্তে তৃতীয় পৰ্যায়ত উপৰত ৰাগ আৰু ঠাটৰ উল্লেখ কৰি কেইটামান আৰু একো উল্লেখ নকৰাকৈ পাঁচোটা আগোৱে ৰচি থোৱা গীত লগাই দি এইবাৰলৈ শেষ কৰিলোঁ।

ৰাগ লোৱাৰ কালতো চাই ইয়াত সত্তোৰা ৰাগৰ-ক্ৰমত কয় ঠাইতে আগা পিছা হ'ল; — উদাহৰণ ৰাগ ললিত যে প্ৰথমতে হ'ব লাগিছিল; কিন্তু নটৰাজৰ ভৈৰৱ নামেৰে-পুথি খনিৰ মংগলাচৰণ হওক বুলিয়েই ভৈৰৱ আৰু ভৈৰৱীক সৰ্ব প্ৰথমতে আগি সেৱা জনালোঁ।

ৰাগৰ কালাকাল লৈ নানা মুনিৰ নানা মত। কোনো কো-নোৱে ইয়াৰ প্ৰয়োজনীয়তা স্বীকাৰ নকৰি কয় — প্ৰায় সকলো ৰাগেই ভালকৈ গাব পাৰিলে সকলো কালতে ভাল লাগে। যদি এই কথা ভাল লগাকৈ লৈ থাকিবলৈ হয়, তেন্তে প্ৰাচীন সঙ্গীতজ্ঞ সকলৰ এই কথা লৈ ইমান মূৰ ঘমানি কিয়? কোন কোন

ৰাগৰ সুৰবিন্যাসে কোন কোন কালৰ উপযোগীকৈ ৰস সৃষ্টিৰ সহায়তা কৰে বা বিভোৰ উপজায় তাক লৈ এনে বিৰ ডিয়া অনুসন্ধান কৰাৰ আৱশ্যকতা কি ? উদীয়মান সূৰ্য্যই আমাৰ মনত যি ভাবৰ উদ্‌-বোধ কৰায় অস্তগামী সূৰ্য্যই সেই ভাব জগায় জানো ? দিনৰ দিনটোত ভাব প্ৰকাশ কৰা আৰু গ্ৰহণ কৰাৰ 'মিজাজ' আমাৰ পৰিবৰ্ত্তন হৈ নথাকেনে ? পুৱাতে আমাৰ কণ্ঠস্বৰ মন্দ্ৰ মুদাৰাত জাগি ক্ৰমে চৰি চৰি ৰাতিশেষলৈ মুদাৰা তাৰালৈ উঠি যোৱা এটা যে স্বাভাৱিক ধাৰা আছে তাক নমানি থাকিবৰ উপায় নাই। মনীষী ৰবীন্দ্ৰনাথেও কৈ গল, — ভৈৰোঁ যেনেকৈ ৰাতি পুৱা আকাশৰ প্ৰথম জাগৰণ, মূলতান তেনেকৈ দিনান্তৰ ক্লান্ত নিশ্বাস, পূৰবী তেনেকৈ বিধবাৰ অশ্ৰুমোচন ! — ই এক বাৰে কবিৰ কপোল-কল্পনা বা গায়কৰ অন্ধবিশ্বাস বুলি উৰাই দিব পৰা কথা নহয়। পুৱাতে দিনান্তৰ ক্লান্ত নিশ্বাস কেনেবা পেলাব পাৰে নে ? ইয়াত অন্তৰ্নিহিত সত্য এটি নিশ্চয় আছে। তাৰ সন্ধান নোপোৱালৈকে সেই পথেই গৈ ৰস-ভাব বুলি ইয়াত কালাকালৰ ক্ৰমলৈ চকু দিয়া হল।

সুৰৰ লহৰ খেলাত গুৰু স্বৰে খেলিবলৈ আকাশ পায়, অৱকাশ পায়। লঘু গুৰু মাত্ৰাৰ সংস্কৃত চলেকীয়া শব্দ যোগ-নাৰে প্ৰাচীন হিন্দুস্থানী সংগীতত সকলো গানবিলাকত এক অপ-ৰূপ জোলন আৰু সঁচাৰেই মনোমোহা বৃত্তভঙ্গী দি থৈ গৈছে। ইয়াক সিবিলাকৰ ভাষাত 'বোলন্দ' বোলে। তাৰে সেইবিলাকে যি আনন্দ ৰসৰ অৱতাৰণা কৰি গৈছে এবাৰ তাৰ সোৱাদ পালে সেই চলেকীয়া শব্দ প্ৰয়োগৰ লোভ সহজে সম্বৰণ কৰিব নোৱাৰি, আমাৰ ভাষাৰ ঘৰুৱা শব্দবিলাকত ইমান দীৰ্ঘ স্বৰৰ অনাটন ইমান হ্ৰস্বৰ প্ৰাচুৰ্য্য যে অইন নেলাগে আমাৰ গ্ৰাম্যগীত বিলা-কতো অনেক ঠাইত সুন্দৰ সুৰ ৰক্ষা কৰিবলৈ যে গ্ৰাম্যকবিসকলে অদীৰ্ঘক দীৰ্ঘ কৰি উচ্চাৰণ কৰিও নোৱাৰি মাজে মাজে পাদপূৰণ কৰিবলৈ বৰ্ণ একোটাও লগাই যায়। 'তোক মনৰ কথাটি কৈ যাওঁ' এই সহজ সৰল ঘৰুৱা কথাখিনিত গভীৰ সুৰ এটি থাকিলেও তাক গীতৰ ছন্দত প্ৰাণৰ সুৰেৰে সিবিলাকে গায়,— 'তোকে নো কৈয়ে যাওঁ মনৰে কথাটি'। উচ্চাঙ্গ অংগৰ শুদ্ধ শাস্ত্ৰীয় গান বিলাকত, বিশেষকৈ ভগৱানৰ প্ৰশস্তি, অপাৰ্থিৱ প্ৰেম আদি শুদ্ধভাৱৰ গভীৰ আবেগ সুৰে যি প্ৰকাশ হবলৈ অনেক সময়ত এক মেঘ-মন্দ্ৰ ধ্বনিৰ অলঙ্কাৰ, এক গাম্ভীৰ্য্যৰ ঝংকাৰ

এক শাস্ত্ৰৰ গাত-ভাগি বিচাৰে, যাক সকলো সময়তে আমাৰ কথিত সৰ্বাঙ্গীন কথাত পোৱাটো টান। মহাপুৰুষ শঙ্কৰদেৱে মিথিলা-প্ৰান্তৰ উত্তৰাধিকাৰী সূত্ৰে বিদ্যাপতিৰ ব্ৰজবুলি আনি এবাৰ বৰগীত নিজস্ব কৰি লোৱাৰ আগতে তেখেতে যে এনে এটা বিমোক্ত পৰিস্থিতি তাক সেই কালৰ লিখিত ভাষাৰে বৰগীতৰ ভাষা বিচাৰি চালে বেচ উপলব্ধি কৰিব পাৰি। অৱশ্যে এইটো কব খোজা নাই যে আমাৰ কথিত ভাষাত এনে গুৰু গম্ভীৰ ভাবৰ গীত ৰচনা বা আলাপ কোনো কালেই হব নোৱাৰে। যেতিয়া অন্তৰত সুৰৰ উৎপত্তিয়ে আন্দোলন তোলে তেতিয়া অনুপযোগী শব্দকো অনেক সময়ত নিজৰ বাহন পাতি শুৱলাকৈ গুৱাই আহে। তাৰ পাছে দেশ জোৰা সুৰৰ আন্দোলন। কেতিয়া কোন মুহূৰ্তত কোন প্ৰতিভা-শালীৰ মুখে ভাষাই এই ভাগ্য পায় তাক কোনেও কব নোৱাৰে সেই শুভ দিন অনাকালে আহক বুলিয়েই সুৰ প্ৰচাৰৰ এই যতন। তাহানিয়ে ভাবিছিলোঁ সুৰলিপিৰে প্ৰচাৰ কৰিবৰ চেষ্টা পাৰোঁ নোৱাৰোঁ কৰি চাম আমাৰ মহাপুৰুষ সকলৰ গীত সমূহৰ সুন্দৰ সুৰাদি ৰচনাৰে; কিন্তু ইতিমধ্যে দেখিলোঁ শ্ৰীমান গোলোক চন্দ্ৰ বৰাই এই গীত সুৰান্তৰলৈ নিবলৈ যি যত্ন কৰি-ছিল তাত কেবা খানৰ পৰাও আপত্তি উঠিল। সুৰ প্ৰচাৰ কৰিবলৈ গৈ কোনো লোকৰ অন্তৰত দুখ দিয়াটো আমাৰ উদ্দেশ্য নহয়; গতিকে এই চেষ্টাৰ পৰা বিৰত হৈ জনাই নতুনাই এক বুলি আৰু হিন্দীৰে বাগৰ কাল দুটা ৰচনা একোটা কৰি এই পুস্তিকাত দিবলৈ বাধ্য হলোঁ। ৰচনাৰে নেচাই দেশৰ ভাই ভনীয়ে তাৰেই কোনো মতে সুৰ একোটা ধৰি ৰখা দেখিলেই কৃতাৰ্থ মানিম।

হিন্দুস্থানত প্ৰচলিত দুই বকম সুৰলিপিকাৰ সুবিধা আৰু অসুবিধা ইমান দিনে আমি পাই অহা হৈছে আ. মু.। সঙ্গীতজ্ঞ সকলৰ অধিকাংশ সুৰবিন্যাস আমাৰ মাজত প্ৰচলন হোৱা নিতান্ত প্ৰয়োজন। এই উদ্দেশ্যেই ভাৰতৰ সুপ্ৰসিদ্ধ সঙ্গীতজ্ঞ উত্তৰ আৰু দক্ষিণ ভাৰতীয় সঙ্গীতৰ প্ৰমাণ স্বৰূপ পণ্ডিত বিষ্ণু নাৰায়ণ ভাতখণ্ডেৰ অধিকাংশ সুৰবিন্যাসৰ সুৰলিপি আৰু মাজে মাজে দুই এখনি বিখ্যাত সঙ্গীতজ্ঞ মহম্মদ আলি চাহেব, চাহেবজাদা ফুৰ্মান চাহেব, ৰায় প্ৰসন্ন বানাৰ্জি, আৰু দিলীপ কুমাৰ ৰায়ৰ সুৰবিন্যাসৰ সুৰলিপি উদ্ধৃত কৰি নিজৰ ৰচনাৰ গীত একোটা দিয়া হৈছে, যাতে গুণী সকলৰ

 

স্বৰবিন্যাস আমাৰ মাতেৰে আমাৰ মাজত প্ৰচলিত হয়।

স্বৰলিপিৰ ৰচনা কৰা প্ৰায় কাৰ্য শেষ হল। সিদিনাখন পাকৰ পাতিলোঁ এনে স্বৰ ৰচনাৰ চেষ্টা হিন্দী ভাষাৰ বাগ চন্দ্ৰিকা আদিত হৈ গৈছে। তেহেলে যেই হওক, আমাৰ দেশৰ শিক্ষাৰ্থীসকলে আগ লৈ ৰচনা কৰা স্বৰলিপিক সিবিলাকত নলগাই আৰু পথাম কওঁ? বঙ্গদেশৰ মাহৰ স্বৰলিপিৰ আলোচনা পোৱা হল মোৰ ভালিমান্তি. প্ৰথম পাইৰ হল থ্ৰেতেল

প্ৰথম খনি ৰচনা কৰাৰ কালত সুৰালঙ্কাৰৰ গুণী শ্ৰীযুত বেনীমাধৱ সিংহৰ (বেনী বাবুৰ) লগত কেবা দিনো কেবাটা বিষয়ে আলোচনা কৰিছিলোঁ। তেখেতলৈ কৃতজ্ঞতা জনালোঁ। যোৰহাটৰ শ্ৰীমান গোলোক চন্দ্ৰ মাতঙ্গ বাপাই তেওঁৰ সংগীতৰ পুথি-ভঁৰালৰ পুৰস্কাৰ কৰিবলৈ দিয়াত মোৰ ভাল যোগ সহায় হল। ইয়াত দিয়া গানবিলাকৰ স্বৰলিপিৰে সমান গাই কেৱা ঠাইত আখৰ আদি সহায় কৰিছিল শ্ৰীমান প্ৰেম চন্দ্ৰ শৰ্মাই। দুয়োজন মোৰ পৰম প্ৰীতি; — এওঁবিলাকক বিলে পুনাগ নেলাগে, আশীৰ্বাদ দি আছো; প্ৰান খুলি তাকেই দিলোঁ।

সৰ্বশেষত কবা সংগীতলৈ এটা আকুলতা আছিল।। সময়োচিত উৎসাহ আৰু সুচল পোৱাই জীৱনৰ শেষ ভাগত সুকান কাণ্ডৰ এটি ইমূলিয়া যেঁপিয়াৰ পগীয়া পাৰিল। আমাৰ আইৰ "সুৱীয়া মত" বিশুদ্ধ ভাৰু কণ্ঠত ফুটাই প্ৰাচীন কামৰূপৰ অৱদান, মহাপুৰুষ সকলৰ অৱদান, পৰ্বত ভৈয়ামৰ ভাই ভনী সকলৰ অৱদান সকীৰ কৰি ভাৰতৰ সংগীত সভাত নিজ গৌৰৱৰ আসনত কেতিয়াবা একোটি কৃতী সন্তান বাহিৰে তাৰ সপোন [illegible] সাপোনতে বল, [illegible]। তাকে নিৰ্ভৰত পাৰিলত কৰাবলৈ তুলি বাটৰ অগ্ৰভাগ এটি উচাবৰ মনৰে এই স্বৰ সাধনৰ প্ৰনালীটো ভাই ভনীসকলৰ হাতলৈ দিলোঁ। এই বাটে আগবাঢ়ি কৰবাত কোনো বাটৰে সঁফলতা লাভ কৰিলে কৃতাৰ্থ মানিম। আজি পঁচিশ বছৰ মানৰ আগত ভাৰতীয় সংগীতৰ যথেষ্ট জ্ঞান থকা এগৰাকী যুক্তপ্ৰদেশৰ সন্ন্যাসী পৰিব্ৰাজকে সুৰাহাটত লগ পাই মোক সুধিছিল — অসমত কি উচ্চ স্তৰৰ সংগীত চৰ্চা হয়। তেওঁৰ গৌৰীপুৰ আৰু তিৰুপতিত বাজে অন্য ঠাইৰ কথা কব নোৱাৰিলোঁ। উত্তৰ শুনাৰ পৰা ছুৰি আহোঁতে সেই একেঠাইতে অকস্মাৎ এদিনা লগ পাই তেখেতে হঠাৎ কৈ কৈছিল — এই যেন প্ৰাণ জাতীয় পুৰুত [illegible] আজি 'গানে বাজা' যি নাহয়ে সে 'শুননে বাজা'

এখনো লিখা নোঁ। কথাখাৰ শুনি ইয়াত যিটো আঘাত পালিলে, সি আজিকোপাতি নশুকাল। প্ৰতিবাদ কৰিবলৈ খুজিও ৰচনাৰ লিখা নোঁ। গান শুনাৰ দৰে শুনিবলৈ কোনো ধাৰা আৰু তাৰ যথেষ্ট স্থান লাগে, বৰ্ত্তমান দুই এঠাইত গান শুনাৰ বিলাস থাকিলেও গান শুনাৰ স্থান যে অতি বিৰল তাক প্ৰকাশকৈ নকলেও হয়। কাৰণেকে দেশৰ এই কথাটো শুনি, কাৰণেইকে দেশৰ ভাইভনীসকলে অন্য ক্ষেত্ৰত তোলাকৈ এৰা দি এই ক্ষেত্ৰতো তোলাকৈ দেশৰ সন্মান ৰক্ষা কৰে। সেই দিন, — সেই দিনলৈ স্থানৰ প্ৰতীক্ষাত চাই থাকিলোঁ।

---

## — সংকেত —

উপৰত দিয়া নিচান আদি সংকেতেৰে প্ৰাচীন কড়ি কোম-সৰ দণ্ড মাত্ৰিক স্বৰলিপি, অথবা ধ্ব ঙ ধ দ ন থকা আকাৰ মাত্ৰিক আধুনিক স্বৰলিপি আওকাই মুখত ধাৰিবলৈ খকা-মেথা লাগে। ইয়াৰ স্বৰলিপি বিলাক মুখত ধাৰিবলৈ উন্নত কৰি দিবৰ মানেৰে দুই এঠাইত প্ৰচলিত হোৱা স্বৰলিপি অনুযায়ী আকাৰ ইকাৰ বৰ্জ্জিত কৰি 'স ৰ গ ম প ধ ন'ৰে শুদ্ধ স্বৰবিলাক আৰু "ৰো গো মী ধো নো"ৰে বিকৃত স্বৰবিলাক দিয়া হ'ল। আশা কৰোঁ এই স্বৰলিপিত নতুন শিক্ষাৰ্থীসকলে অলপ সুচল পাব।

স = ষড়জ, ৰ = ঋষভ, গ = গান্ধাৰ, ম = মধ্যম, প = পঞ্চম
ধ = ধৈৱত, ন = নিষাদ।

ৰো = ৰ কোমল, গো = গ কোমল, ধো = ধ কোমল, নো = ন কোমল
এই কোমল স্বৰ বিলাকক মৃদু, মৃদুল, বা বিকৃত স্বৰো বোলে।

শুদ্ধ ম আচলতে মৃদু স্বৰ, তাৰ উপৰৰ কড়া স্বৰটোক তীব্ৰ ম
বিকৃত ম বা কড়ি ম বোলে; অইনৰ পৰা পৃথক কৰিবলৈ
ইয়াক ইয়াত মো নুবুলি মী বোলা হৈছে।

স ৰ গ ম প ধ ন — শুদ্ধ স্বৰ, — এই বিলাকক অবিকৃত, স্বাভাৱিক,
কড়ি বা তীব্ৰ স্বৰো বোলে।

স্ ৰ্ গ্ ম্ প্ ধ্ ন্ — উদাৰা, উদাত্ত, বা মন্দ্ৰ।
স ৰ গ ম প ধ ন — মুদাৰা, বা অনুদাত্ত।
স' ৰ' গ' ম' প' ধ' ন' — তাৰা, তাৰ, বা স্বৰিত।

আৰোহন — সুৰৰ পৰা সুৰান্তৰলৈ ক্ৰমান্বয়ে উঠি যোৱা ধ্বনি, যেনে—
স ৰ গ ম প ধ ন র্স ।
অৱৰোহন — সুৰৰ পৰা সুৰান্তৰলৈ ক্ৰমে নামি অহা ধ্বনি, যেনে—
র্স ন ধ প ম গ ৰ স ।
আৰোহ-অৱৰোহ = সুৰ উঠা নমা ।

সুৰ এটিৰ এটা আখৰেই এক মাত্ৰা, যেনে — স ।
এটা আখৰৰ লগত আৰু এটা, দুটা, নাইবা তিনি
চাৰিটা আখৰ নিগৃঢ়ভাৱে একে লগে থাকি
এটা জোট হলেও — এক মাত্ৰা, যেনে— সৰ, সৰগ, সৰগম ।
কোনো এটা সুৰৰ আগত বা পাছত সৰু
আখৰ একোটি দি সেই সুৰটি ছুই যাবলৈ
আৰু তাৰপাছত প্ৰাধান্য দিবলৈ কোৱা হৈছে।
সিহঁত একে লগে থাকিলে সেই এক মাত্ৰাই, যেনে — সগ, পধা, গম।
ইয়াকে ভূষিকা বোলে।
মীড় — কোনো এটি সুৰৰ পৰা অইন এটি সুৰলৈ নিগৃঢ় ভাৱে
গড়ালি যাবলৈ হলে সেই সুৰ দুটিৰ ওপৰত ⌒ এনে এটি
চিন দিয়া হয়। তাকে মীড় বোলে, যেনে — স ম, ধ-র্স।
গিটকাৰী — কিছুমান খণ্ড খণ্ড সুৰ নিৰ্দিষ্ট সময়ৰ ভিতৰত
খৰকৈ ফুটাই তোলাকে গিটকাৰী দিয়া বোলে, যেনে—
এক মাত্ৰাৰ স বোলোঁতে যিমান সময় লাগে, সৰগৰ
বোলোঁতেও সিমানকে লাগে। সেই সময়ৰ ভিতৰতে খণ্ড খণ্ডকৈ
সুৰ কেইটা উচ্চাৰিত হয়। ধ্ৰুপদ আদিত গিটকাৰী নিদিয়ে;
মীড হে দিয়ে।
আশ — গানৰ কোনো এটা আখৰত এটাতকৈ বেছি সুৰ দিয়াকে
আশ দিয়া বোলে, যেনে আ এই সুৰটি ফুটাওঁতে সৰ
বা সৰগ সুৰ কেইটা ফুটালেই আশ দিয়া হয়।
মূৰ্চ্ছনা — সুৰগ্ৰামৰ সুৰাৱলীকৰ অষ্টম সুৰ পৰ্য্যন্ত যি ক্ৰমিক
আৰোহন বা অৱৰোহন তাকে মূৰ্চ্ছনা বোলে; যেনে —
স ৰ গ ম প ধ ন র্স, র্স ন ধ প ম গ ৰ স ।
স ৰ পৰা ন লৈ যি সাতোটা ক্ৰমিক সুৰ তাকে সুৰ সপ্তক বোলে।
সেয়ে মাদ বা মন্দ্ৰ হলে উদাৰা, মধ্যমীয়া হলে মুদাৰা, আৰু
চৰা বা তীব্ৰ হলে তাৰা।
ৰাগৰ আদি সুৰক 'গ্ৰহস্বৰ' আৰু অন্ত সুৰক 'ন্যাস সুৰ' বোলে,
ৰাগ এটিৰ যিটো সুৰত প্ৰাধান্য দি তাৰ ৰূপ ফুটোৱা হয়,
তাকে 'বাদী সুৰ' বোলে। তাৰ পাছে-পাছতে আৰু এটি সুৰো বেছিকৈ

ব্যৱহাৰ হয়। এই সুৰটোক "সম্বাদী" সুৰ বোলে। সুৰ নামি আহিবৰ বেলিকা কেতিয়াবা কোনো একোটা সুৰ ছুই আহে — এনে একোটা সুৰক "বিবাদী" সুৰ বোলে। যি সুৰবিলাক ৰাগ একোটাত মুঠেই লগোৱা নহয়, সেই সুৰ সেই ৰাগৰ "বৰ্জ্জিত" সুৰ।

{ } — এটা পদৰ আগে পাচে এই বন্ধনীৰ চিন থাকিলে তাক দোহাৰি গাব লাগে।

| — দ্বিমাত্রিক, ত্রিমাত্রিক, বা চতুর্ম্মাত্রিক ছন্দৰ পদৰ বিভাগ বিলাক এই চিন দিয়া হয়। ই ছেদৰ চিন নহয়। তালৰ সমুদায় পদ পূর্ণ হলে তাৰে দুটাকৈ || চিন দিয়া হয়)— প্রত্যেক চৰণ বা কলিৰ পাচতেই এই চিন ব্যৱহাৰ কৰা হয়।

গানৰ পদ বিভাগৰ ওপৰে ওপৰে ০ ১ + ৩ এনে চিন দি অনাঘাত, প্রথম (১), দ্বিতীয় বা সম (+), তৃতীয় (৩) তাল দেখুওৱা হয়।

পণ্ডিত বিষ্ণুনাৰায়ণ ভাতখণ্ডেৰ স্বৰলিপিত এই তালৰ ক্রম বিলাক ০৩+২ এনে দৰে দিছে। কথা আচলতে একেটাই,— অনাঘাত বা ফাঁক (০), সম বা তালৰ ঘাত (+) ঠিক থাকিলে বাকী দুটা তালৰ, এটি প্রথমেই বোলোঁ বা তৃতীয়েই বোলোঁ বিশেষ একো লোকচান নাই। ধ্রুপদৰ গান বিলাক ধৰে সমত, গতিকে সমক (+) একতাল ধৰি তাৰ পাচটোক ২, তাৰ পাচৰটো অনাঘাত (০), তাৰ পাচৰটোক ৩ বুলি দেখুওৱা হৈছে। ইয়াৰ স্বৰলিপিত—যত প্রায় গান ফাঁকত (০) ধৰে তাত ০,১,২(+),৩ কৈ দেখুওৱা হয়। কথাটো পাচে সব লগীয়া গুনেই প্রায় স্বৰলিপিত পণ্ডিত-ভাতখণ্ডেৰ ক্রমকে ৰাখি দেখুওৱা হৈছে।

স্থায়ী, অন্তৰা —— স্থায়ীক কোনো কোনোৱে অস্থায়ী বোলে। অস্থায়ী বোলাৰ ভুলটো ঢাকিবলৈ দুই এক যদিও কেবাটাও যুক্তি দিছে, সেই যুক্তি দুর্ব্বল যেন লাগে। আমি স্কুলক ইস্কুল বোলাদি স্থায়ীক অস্থায়ী বোলা ভুলটো ঘটিছে যেন পাওঁ। পণ্ডিত ভাতখণ্ডেই চাই চিতি স্থায়ী বুলিছে যেতিয়া তো আমাৰ স্থায়ীকে লোৱা ভাল।

গান বা আলাপত ৰাগ একোটি সম্পূর্ণকৈ ফুটাবলৈ সাধাৰণতে তাক চাৰি চৰণত ভাগ কৰিব লগাত পৰে। এই চাৰি চৰণৰ নাম যথাক্রমে — স্থায়ী, অন্তৰা, সঞ্চাৰী, আৰু আভোগ। অন্তৰাত গান বা আলাপৰ সুৰ সাধাৰণতে মুদাৰাৰ মধ্যম বা পঞ্চমৰ পৰা তাৰ তাৰাৰ কিছু দূৰলৈ গৈ স্থায়ীলৈ ঘূৰি আহে; সঞ্চাৰীত মুদাৰাৰ পৰা সুৰ উদাৰাৰ কিছু দূৰলৈ নামি আকৌ মুদাৰাৰ স সুৰলৈ প্রায় ঘূৰি আহে। আভোগত আকৌ তাৰাৰ কিছু দূৰলৈ সুৰ

সূত্ৰ :— কোমল গ ধ নি প নি নাহি চড়ে ।
ধা বাদী আশাৱৰী দিবস দুপহৰে ॥

স্বৰলিপি :— মৰে পম প পধা । ধা — প — । মপ পগো ধা প । ধোপ ধোপ ধা ম,
মপধা পপম মগো — । মগো মগো — ৰ । মৰে স — স । মৰে ৰ স — ॥

ব্যাখ্যা — এই ৰাগ দিনৰ দুপৰীয়া গায় । ইয়াৰ গ ধ ন কোমল, সুৰ চাৰি ঘাঁতত গ আৰু ন নলগায় । ধা ইয়াৰ বাদী সুৰ । কোনো কোনোৱে ইয়াত ৰ কোমল লগায় । পণ্ডিত ভাতখণ্ডেই শুদ্ধ ৰে ইয়াক এই ঠাটত ৰাখিছে ।

ঠাট — স ৰ ম প ধো সঁ, সঁ নো ধো প ম গো ৰ স ।

---

## (৮)
## — তোড়ী —

সূত্ৰ :— কোমল ৰে গ ধ কড়ি মধ্যম লাগে ।
ধা বাদী তোড়ী দিবা দুপৰে গায় ॥

স্বৰলিপি :— পমী — প ধো । ধোমী গো — ৰধো । ধামী গো — গোমী । গো ৰো স — ।
সৰে গো — ধোমী । ধো ন ধো প । মীপধোপ মীগো — গোমী । গো ৰো স — ॥

ব্যাখ্যা — সাধাৰণতে পুৱাৰে এই ৰাগ দিনৰ দুপৰীয়া গায় । ইয়াৰ ৰ গ ধ কোমল; কড়ি মা ও ইয়াত লাগে । ধ ইয়াৰ বাদী সুৰ । পণ্ডিত ভাতখণ্ডেই ইয়াক এই ঠাটত ৰাখিছে ।

আৰোহ-অৱৰোহ — স ৰো গো মী প ধো ন সঁ, সঁন ধো প মী গো ৰো স ।

---

## (৯)
## — জৌনপুৰী —

সূত্ৰ :— গা নি ধা কোমল নাহি গা চড়ে ।
ধা বাদী জৌনপুৰী দুপৰ লাগে ॥

স্বৰলিপি :—

সঁ নো ধো প । ম ম ধো প । গো গো ৰ ম । ম প প সঁ ।
নো ধো প ধো । ম প ধো ম । মগো ৰ ম । ম প প সঁ ॥

ব্যাখ্যা— এই ৰাগ দিনৰ দুপৰীয়া গায়। ইয়াৰ গ ন ধ কোমল, আৰোহনত গ নলগায়। ধ ইয়াৰ বাদী সুৰ। এই ৰাগ আশাৱৰীৰ দৰেই — আৰোহনত ইয়াত গ নাই, আশাৱৰীত গ ন দুয়োটা নাই। এয়ে জৌনপুৰীৰ পৃথক স্বৰূপ দিয়ে।

পণ্ডিত ভাতখণ্ডেই ইয়াক আশাৱৰী ঠাটত ধৰিছে।

আৰোহ-অৱৰোহ — স ৰ ম প ধ্ ণ্ র্স, র্স ণ্ ধ্ প ম গ্ ৰ স ॥

---

(১০)

— গৌড় মল্লাৰ —

সুৰ :— সৰ শুদ্ধ ঠাটে নি দুনো পৰশা।
গৌড় মল্লাৰ গায় ঋতু বৰষা॥

স্বৰলিপি:— স ৰ ৰ স । ম ৰ ম ৰ । প প ম প । ধ র্স – ধ ।
প ম – প । ৰ ৰ ৰ ম । ৰ স – ৰ । ন্ স ৰ স ॥

ব্যাখ্যা— এই ৰাগ সৰ্বিবৰ্ণতে বাৰিষা গায়। ইয়াত এটাইকেইটা শুদ্ধ সুৰ লাগে, ন দুয়োটা দুই হে যায়।

সুপ্ৰসিদ্ধ গায়ক মহম্মদ আলী চাহেবৰ প্ৰমুখ্যে গম দিয়েক এই কোমল গ আৰু বোটাকে কোমল ন ও ব্যৱহাৰ দেখুৱাই গৈছে। সঙ্গীত-চন্দ্ৰিকা সাৰ'ৰ মতে ই সম্পূৰ্ণ শুদ্ধ ঠাটৰ; ন দুইটো দুই যাব পাৰে, পণ্ডিত ভাতখণ্ডেই উল্লেখ কৰি যোৱা মতে এই ৰাগ খাম্বাজ ঠাটৰ দ্বাৰা ধৰি এই সুৰ ইয়াত দিয়া হল। কোনো বাইজ্য — গ্ৰাম আৰু বিস্তাৰৰ আগ-পাছ এবা-উবা লৈ এক মল্লাৰ ৰাগক কেবাটি নামেৰে কেৱা ধৰণেও শুনা যায়।

আৰোহ-অৱৰোহ — ৰগ ৰ ম গ ৰ স ৰ প ম প ধ র্স, র্স ধ ণ প ম গ ম ৰ স ॥

---

(১১)

— মিঞা মল্লাৰ —

সুৰ :— কানাৰা ঠাট গাৱত মিঞা মল্লাৰা।
বৰষা সুখ দায়ক সুৰা সম্ভাৰা॥

স্বৰলিপি:— ণ্ স স ৰ । স স ণ্ প্ । ম্ প্ ণ্ ধ্ । ণ্ স – স ।
ম ৰ প গ । ম ম ৰ ৰ । স র্স ণ ধ । ণ স স – ॥

ব্যাখ্যা — এইটি গান্ধারের রাগ। ইহার ঠাট কানাড়ার মতোই, অর্থাৎ ইহাতে গ ধ ন কোমল, শুদ্ধ ন দুই হয়। দরবারী কানাড়ার চলনে যদিও এই রাগ গাওয়া হয়, মন্দ্র অর্থাৎ উদারাতে যে এই সুরের খাঁচল স্বরূপ ফুটে উঠে।

সঙ্গীত সাগর অনুসারে নামে প্রচলিত এই রাগ, ইহার আকৃতি সম্মান আর প্রাধান্য আছে। পণ্ডিত ভাতখণ্ডেই ইহাকে দরবারের লগতে কাফি ঠাটে ধরিয়াছেন।

আরোহ অবরোহ — র ম র স ম র প নো ধো ন র্স, র্সনো প ম প গো ম র স।

---

(২২)

— পূরিয়া —

সূত্র :— সব কড়ি কোমল ঋ পঞ্চম নাহি।
আদি রাতে মাতে ধনী পূরিয়া গাহি।।

স্বরলিপি :— মী মী গ রো / স — ন্ ধ্ / ন্ — মী ধ / ন্ রো — স /

স রো স — / ন্ ধ্ ন্ — / রো গ — মী / গ রো স — ।।

ব্যাখ্যা — কড়ি মধ্যমের এটাইবার রাতে পুরলে সাবহিয়া এই রাগ গায়। ইহাতে ঋ কোমলও বাদে অইন কোমল সুর নাই। প ইহার বর্জিত সুর। মিশ্র সম্প্রদায় দেরে ইহার সুরকে উদারাতে যে ফুটে। পণ্ডিত ভাতখণ্ডে এই রাগ মারবা ঠাটে ধরিয়াছেন।

আরোহ-অবরোহ — ন্ ন্ রো স গ মী ধ ন রো র্স, র্স ন ধ মী গ রো স ।।

---

(২৩)

— পূরিয়া ধনাশ্রী —

সূত্র :— ঋঁদু রে ধা কড়ি মা বাদী পঞ্চম গাই।
পূরিয়া ধনাশ্রীরে সাঁঝে শুনাই।।

স্বরলিপি :— ন্ রো গ মী / প দো মী প / মী গ মী রো / মী গ — — /

রো গ — মী / গ রো স — / প দো মী প / মী গ রো স ।।

ব্যাখ্যা — দিনের শেষে সাবহিয়া এই রাগ গায়। ইহাতে ঋ ধ কোমল, মা কড়ি; প: হল বাদী সুর। পণ্ডিত ভাতখণ্ডেই ইহাকে পূর্বী ঠাটেই স্থান দিয়াছেন।

আরোহ-অবরোহ — ন্ রো গ মী প দো প ন র্সং, র্রো ন দো প মী গ মী রো গ রো স ।।

---

ইহাতে ম আছে ন বর্জিত হয় ও — গ মা প নর্স গ প ম, ধ ন র্স নর্স ন ধর্স ধে-
লেখন শুদ্ধ কয়; অবরোহণের বেলায়ও নর্স, মপ বোলে, — এরূপ এই
রাগের বিশেষত্ব। পণ্ডিত ভাতখণ্ডেই ইহাকে এই ইমন ঠাটে ধরিয়াছে।

ঠাট — স র গ প ধ র্স, র্স ন ধ প মা গ র স।

---

## (১৯)

### — ইমন-কল্যাণ —

সূত্র :— শুদ্ধ কড়ি মধ্যম দো লাগে প্রাণা।
আরোহ রাত গাওত ইমন কল্যাণা॥

স্বরলিপি :— ন ধ ন ধ | প মা গ র | ন ধ প মা | গ গ র র ।
র গ মা গ | মা প মা ধ | প প মা প | গ ম র স ॥

ব্যাখ্যা — এই রাগ প্রথম রাতে গায়। ইহাতে সকলো শুদ্ধ স্বর লাগে, তার উপরে কড়ি মধ্যমের যথেষ্ট ব্যবহার হয়। প ইহার বাদী স্বর। আরো-হিয়াতে কড়ি মধ্যম দিলে ই তার দরের দুই পরে। পণ্ডিত ভাত খণ্ডেই ইহাকে এই ঠাটে ধরিয়াছে।

ঠাট — স র গ মা প ধ ন র্স, র্স ন ধ প মা গ ম গ র স।

---

## (২০)

### — ইমন-ভূপালী —

সূত্র :— ভূপালী ইমন ভিয়ে কড়ি মা নি সাথে।
ধারে ঐসা আরোহণে গাবে আদি রাতে॥

স্বরলিপি :— প মাপ গ র | স স স সর | ধ় ধ় স র | স র গ ধ ।
মা মা গ র | গ গ ধ প | গ গ র র | স র গ ধ ॥

ব্যাখ্যা — প্রথম রাতে এই রাগ গায়। ভূপালী ঠাটে কড়ি মধ্যম আর ন লাগালেই এই রাগ হয়। আরোহণের বেলায় ধ ন র্স নাই ধ র্স হয়, — ইও এই রাগের এক বিশেষত্ব।
পণ্ডিত ভাতখণ্ডেই ইহাকে ইমনের ঠাটে ধরিয়াছে।

ঠাট — স র গ মা প ধ র্স, র্স ন ধ প মা গ র স।

---

আছে :— মোৰ, প ন ধ, ধ র্স ন ইত্যাদি।

কাৰো কাৰো মতে ইয়াত কড়ি ম দুই ধাৰ পাৰি; কোনো কোনোৱে শুদ্ধ মধ্যমো লগায়। পণ্ডিত ভাতখণ্ডেই ইয়াক বিলাৱল ঠাটৰ মূলৈ তলত দিয়া আৰোহ-অৱৰোহ দিছে :—

আৰোহ-অৱৰোহ — স গ ম প ন ধ র্স, র্স ন প ম ধ র্স ন প ম গ ম. স. স. ম

---

(২৬)

— জয় জয়ন্তী —

মূল :— মৃদু পৱন চলে ৰেমা আৰো শুদ্ধ ঠাটে।
দুপহৰ গাহে জয়জয়ন্তী ৰাগে॥

স্বৰলিপি :— ৰ গো ৰ ম | ম ম প প | ন ন র্স র্স | র্স র্স নো ধ |
প ধ প ম | প ধ নো ধ | প ম ম ম | গ ৰ ৰ স ॥

ব্যাখ্যা — দুপৰ ৰাতি এই ৰাগ গায়। ইয়াত দুয়োটা গ আৰু দুয়োটা নৰে মূৰ নটা সুৰেই লাগে। প আৰু ৰ ৰ ব্যৱহাৰ বেচি। ৰ ৰ পৰা ম লৈ যোৱাও ইয়াৰ এক বিশেষত্ব। পণ্ডিত ভাতখণ্ডেৰ মতে ই খাম্বাজ ঠাটৰ ৰাগ। কোনো কোনোৱে ইয়াত কোমল গ নিদিয়ে,
ঠাট — স ৰ গো ৰ স ৰ গ ম প ন র্স, র্স নো ধ প ম গ ৰ স ॥

---

(২৭)

— দেশ —

মূল :— সৰ শুদ্ধ ৰেমা ধন নি মৃদু বোলে।
শুনে দেখা দুপহৰে যামিনী ভোলে॥

স্বৰলিপি :— স ৰ ম প | ম প ধ ধ | র্স নো ধ প | ম গ ৰ স |
নৃ স ৰ ম | প ৰ ৰ ৰ | স ৰ ম ম | গ ৰ ৰ স ॥

ব্যাখ্যা — এই ৰাগ দুপৰ ৰাতি গায়। ইয়াত সাতোটা শুদ্ধ সুৰ আৰু ন কোমল লাগে। জয়জয়ন্তীৰ দৰে ইয়াতো ৰ ৰ পৰা ম লৈ যোৱা আছে, সেয়ে বৰ ধুনা। ইয়াত ন টো কোমলকৈ গালে অনেক সময়ত তিলককামোদ দৰে শুনি। পণ্ডিত ভাতখণ্ডেৰ মতেও ই এই ঠাটৰ।
ঠাট — স ৰ ম প ন র্স, র্স নো ধ প ম গ ৰ স।

(২৮)

— সুরট মল্লার —

সূত্র :— ছোড়তি সখী গান্ধার লিয়ে সাথে দুনু নি ।
সুরট মল্লার শুন ঝরত রজনী ॥

স্বরলিপি :— স র ম প / প র্স র্স র্র / র্স ণো ধ প / মর স স— ।

ণ ণ র্স র্স / ণ র্স ণ র্স / র্স র্র র্স ণো / ধ ণো ধ প ॥

ব্যাখ্যা— এই রাগ মাঝ রাতি গায় । ইহাতে গ নিষিদ্ধ । ন দুইটাই লাগে ।
ই পণ্ডিত ভাতখণ্ডের খাম্বাজ ঠাটের রাগ ।
ঠাট— স র ম প ধ ম প ণ র্স, র্স ণো ধ প ম র স ॥

(২৯)

— ঝিঁঝিট —

সূত্র :— শুদ্ধ ছোড়তি কোমলাই নিষাদ গারে ।
আধী রাত ঝিঁঝিট সখী শুনারে ॥

স্বরলিপি :— স ধ ধ ধ / ধ ণো ধ ধ / প প ম প / ম গ প গ ।

গ গ র স / স র গ গ / স র গ ম / প ম গ গ ॥

ব্যাখ্যা— এই রাগ দুপুর রাতি গায় । ইহাতে শুদ্ধ ন নিষিদ্ধ কোমল ন দিয়ে লাগে । পণ্ডিত ভাতখণ্ডের মতেও ই খাম্বাজ ঠাটের রাগ ।
ঠাট— স র গ ম ধ র্স, র্স ণো ধ প ম গ র স ॥

(৩০)

— মালশ্রী —

সূত্র :— রে ধা মা পরিহারি কড়ি মা করলে ।
শুন সখী নিশিথিনী মালশ্রী বোলে ॥

স্বরলিপি :— ন স গ প / মী প প মী / প ন প মী / গ গ প প /

র্স ন র্স র্স / র্স ন প মী / ন ন প মী / প গ -গ স— ॥

ব্যাখ্যা— এই রাগ সন্ধ্যায় রাতি গায় । স গ মী প ন — এই পাঁচটা সুর যে ইহাতে লাগে । পণ্ডিত ভাতখণ্ডের মতে এই রাগ ইমন ঠাটীয় ।
ঠাট— স গ মী প ন র্স ।

(৩৬)

— সোহিনী —

সূত্র :— পঞ্চম বিরহিনী শেষে নিশাথিনী ।
কোমল ঋষভে শুনরে সোহিনী ॥

স্বরলিপি :— স ন্‌ স ঋ / গ ঋ স ন্‌ / স গ ম ম / গ গ ঋ স ।
ম গ ম গ / ম ধ ন র্স / ন ধ ন ধ / ম গ ঋ স ॥

ব্যাখ্যা — রাত্রির শেষ ভাগে এই রাগ গাওয়া হয়। ইহাতে ঋ কোমল লাগে, প একেবারেই লাগে না। গানের শেষে প্রায়ই ন ধ ম গ ঋ স এই কয়টা সুর লাগায়, ইহা ইহার এক বিশেষত্ব। পণ্ডিত ভাতখণ্ডের মতে ইহা মারবা ঠাটের রাগ, — কোনো কোনো ইহাতে কড়ি মধ্যম ব্যবহার করে।
ঠাট — স গ ম ধ ন র্স, র্স ন ধ ম গ ঋ স ।

---

(৩৭)

— কালিংগড়া —

সূত্র :— শুদ্ধ রে ধা ধা বাদী কালিংগড়া ভাষে ।
শেষ প্রহর রাতে গা সুখা ন্যাসে ॥

স্বরলিপি — প ন র্স র্ঋ / র্স ন ধ প / ম প ধ প / গ ম গ ঋ ।
ঋ স গ ম / প ধ ন র্স / র্স র্ঋ র্স ন / ধ প ম গ ॥

ব্যাখ্যা — রাত্রি শেষের প্রহরে এই রাগ গায়। ইহাতে ঋ আর ধ কোমল, ধ ইহার বাদী সুর। গ ইহার ন্যাস সুর, অর্থাৎ গাতে গানটাতে অনেক শেষ হয়। পণ্ডিত ভাতখণ্ডের মতে ইহা ভৈরব ঠাটের রাগ।
ঠাট — স ঋ গ ম প ধ ন র্স, র্স ন ধ প ম গ ঋ স ।

---

(৩৮)

— মেঘ —

সূত্র :— বর্জিত গা ধৈবত নি দুনো লাগা ।
বরখা সময়ে ধ্বনী শুন মেঘ রাগা ॥

স্বরলিপি :— স র র প / ম র র স / স র ম র / ম র র স ।
ম প ন প / ন ন র্স র্স / নো প ম প / ম র স স ॥

ব্যাখ্যা — এই রাগ বর্ষা ঋতুতে গাওয়া হয়। ইহাতে গ আর ধ বর্জিত। ন দুয়েরই ব্যবহার আছে যদিও কোমল ন প্রায়ই অবরোহনে লাগায়। ইহাকে পণ্ডিত ভাতখণ্ডের কাফি বা খাম্বাজ ঠাটের রাগের পারি।
ঠাট — স র ম প ন র্স, র্স নো প ম র স ।

# তৃতীয় পর্য্যায়

---

## অনুশীলনের নিমিত্ত গীতাবলী

---

### ১।— ভৈরব — একতাল

নিদ আলস নয়নে উঠো জাগ ভৈরব রাগে ॥
অলকে উতারি বিভাবরী ইন্দুন,
সারি তন মন চউঁকে চেতন,
আদি রজে চলি ধীরে পবন, কাঁপে বন-বন্ধ নব অনুরাগে ॥
তিমির তরাসে গোপই গহ্বর,
হিংস্র বনচর ছিপয়ে খাঁচরে,
ইন্দর হিয়ে এহ বাজই ভৈরব, অরুণা তিমির দূরহি ভাগে ॥

---

### ২। ভৈরবী — ত্রিতাল

আর মোরে মাই জগাইনকো,
আর মোরে মাই চিত চেতাইনকো, —
জগাইলি মোহে তুঁহি ঘাল বালকো ॥
বিকস দিন তেঁয় রৈন সমানা —
নাহি হেরে হাঁরে মোর নৈন নয়নকো ॥

---

### ৩। রামকেলি — ঝপতাল

কনক থালে কুসুম কতানি
পূজনক লিয়ে চলে রাজবালা ॥
চঞ্চল গমনে মঞ্জীর কঙ্কন
ঝন ঝনকারে সপ্ত তালা ॥

নয়নক দীঠি হানে জনু বানা
মদভৰে ঢুলে গজমতি মালা ॥
মন্দিৰ দ্বাৰে না লখে ভুলি
মদন দহন চিত কৰালা ॥

---

৪। যোগিয়া — ধমাৰ

নাহি ভেজব কানু আজু গো চাৰণে
তুসব মিলে খেলন ধাব ॥
নিতাই দানব বনমাহি ঢুণ্ডৰত
এক পুতকো ফেৰু যাব ॥
নাহি মানত শুন বোলত ব্ৰিজবাল
বোলত কানু বিন নাহি ধাৰত গাব ॥—
যোহি দানব-দাৰ ব্ৰিজবিহাৰ উহি
অম্বৰে গোৰোবিনী ঢ়িপায়ন চাৰে ॥

---

৫। বেলাবলী — চৌতাল

কমল তাপন উঁৰে কয়লি জল পৰবেশ
পিয় কৰ তাপে ফুলায়ল তাথি লেহে ॥
ভীষন পাৱন পিয় জানলুঁ সব হাম
কৰ পৰশন মুখে মিলায়বি দেহ ॥

---

আশাবৰী — ঝপতাল

তীবৰ ৰবি কিৰণ তাতল ধৰনী
ঢুঁণ্ডত সব আৰে ॥

তরুবর শাখে কপোত কপোতী
ঝুম ঝুম শাওন গারে ॥
মদন দাহন তপত তপন
কাতর তরুনী বীজন হিলারে ॥
কিয়ে রতিসজে ডোলত সমীরা
পিয় পারিশন সমুঝারে ॥

---

৭। বৃন্দাবনী সারঙ্গ — চৌতাল

বৃন্দাবনকে মাঝে সারঙ্গী বাজে
কাই ন চাবে আভীর বালা ॥
ছোড়ে নাহি তৃন ধেনুরা
না বহে যমুনা উজানা —
কৈসে ধুনাবৈ ধুনল ঘেরে
মোহন বাঙ্কিম বাঁশরীয়ালা ॥

---

৮। মুলতান — চৌতাল

সব বন্ধু-রস-দায়িনী চিত্তহারিনী আসাম মাই
তেরো চরনমে শীষ লগাউ ॥
যাঁহা কামরূপ ভেয়ে অরূপ অপায়ন
উর্ব্বশী গুণ গাবত অম্বরাউ ॥
যাঁহা যোগরাজ পগপর হিমাগির চারত ধারা
দেখে হাস হরদারা চিত হোত উদাউ ॥
উর পর শ্যাম পদ উর পুলকায়ে
জনম জনম লিয়ে তুঁহে জনম পাউ ॥

---

৯। পূরবী — একতাল

মেরে নন্দলালা —
রাতকো আলা ॥
ঝুঠে রইনা ভীতি বতারে —
হাজারোঁ শশী দিয়ে উজ্বারে
বহে যঁহা চিকন কালা ॥

---

১০। ইমন — একতাল

জগ জ্যোতন ভারত মাতা ॥
সাগর উচ্ছল উচ্চ হিমাচল
কাবেরী সিন্ধু লোহিত গঙ্গা
গাহে জয়-যশ-গাথা ॥
পাহিলে ঋষি তপোবন শান্তে
উদ্গীত উভর জ্ঞান সবিতা
উতারে শান্তি আজু দিগন্তে —
জয় হ' জয়তু সুজাতা ॥

---

১১। শ্যাম — একতাল

কাজরে সাজায়লি নয়নকী আড় দীঠি লাজা
মৃগমদ আলেপন কর লাল কপোলে
ঝুলি অতর মলে চলে ধনী থমকে ॥
উমত ভমরা তাহি বৈঠি যাহাঁ প্রেম-মধু রস পাবে
কুসুম ছাবি পর না যাবে মধুকর —
ভুলাবি কৈসে ধনী —
প্রেম-সাগর-নাগরকে ॥

১২। কেদার — ত্রিতাল

ওঙ্কার নাদ প্রথম প্রণব
সৃষ্টি স্থিতি প্রলয় কারী (হরি) ॥
ভব দব দাহন তারণ কারণ
অজন জনার্দন দীন-জন-পাবন
মুনি মন রঞ্জন দানব গঞ্জন
মূরতি হীন নামা মূরতি ধারী (হরি) ॥

---

১৩। খাম্বাজ — সুলতাল

আরে কল্পতরু ভিখ মাগ মাগ যাবে
অন মোহি নিত গনবেগ ভূতাবৃত ভবানী
সনেহ ভরে ॥
অব নিন্দ মগন সব জগ নীরব
ধ্বনত লম্বোদর মৃদঙ্গ মোর্চ্ছি ধর
থিকি থিকি নাচত হরগৌরী নিখিল
রস রঙ্গ ভরে ॥

---

১৪। হাম্বীর — চৌতাল

বিজন ভেয় গেহ হামারু
সাজন বাজন সব দূর গেল ॥
সাধিনু বরিষ ভর পিয়বারা আয়ন লাগি
তিল দরিশন মিলল ভাগি
নৈন না মোরে তিরপিত ভেল ॥

---

১৫। কানাৰা — ত্ৰিতাল

সুন্দৰ নাগৰ ৰাই চিত্তচোৰ
খেলত কালিন্দীকূলে (এ ধনী) ॥
গোপিনী জল ভৰি নেহাৰত মুসকাৰি
থাড়ি থাড়ি পথ ছোড়ি চলায় ভুলে (এ ধনী) ॥

---

১৬। দেশ — চৌতাল

নিশীথে কপালিনী কালী নৰমুণ্ডমালী
বনাৱলি ঘোৰ বেশা ॥
অকত ৰকত পগ নটন তাপে জগ টগমগ
কাম্পিত থৰ থৰ নৰ দানৱ শেষা ॥
ডাকিন যোগিন গণ কৰ দশন প্ৰকটন
গগন ভেদী বিজাৰল বিকট অট্টহাসা ॥
ভয়ানক ৰূপে এহু ভৱমৰো নাশ কৰ?
হৰ' ভক্তন ভয় ক্লেশা ॥

---

১৭। বাহাৰ — সুলতাল

এহু নিশীথিনি লালন লাগি
সাজিনু সাধি কুসুম শেজা
দীপ জ্বালায়নু ধীতাৰনু সাৰি নিশা
হাঁৰে পিয় আৱল নাহি মোৰে ॥
কহ ধনী পিয় পাশা তন দহই দীপ সমানা
নিবাৰৱ অব তন দীপা
জনমকি তিয়াস ভৰে
নাহি হেৰৱ তোৰে ॥

---

১৮। শাহানা — চৌতাল

পূর্ণিমাকি যামিনী কামিনী অচল চৈয়
ঘুম ঘুমকারে মৃদুল বিলাসে ॥
মিলল দামিনী না মিলে পরশন
উমত চকোরা আকুল পিয়াসে ॥ —
শুন অরে পার্থিয়া হৈরনু হাম নিশানা
স্বপনে চলত নাহি চরণ সকালে ॥
চল জাগো সাথে চলাবো সাথ তুহারি
চললোহি সব সুখ পীতম পগুঁ পাশ ॥

———

১৯। বাগেশ্রী — আড়াঠেকা বা তিনতাল

কহ মুখে বংশীধারী
বাচাওবি কব প্রান ॥
কই কই বহেঁ শুনই বংশীকি গান ॥
কাহিয় নাহি হারিনী ভুলাবলে
এহি প্রার্থকো তান ॥

———

২০। সিন্ধু — চৌতাল

গম্ভীরা রজনী গগন ঢেকারত এমন শোভা
ঝীবর জগজোত মৃদুল বালসত
অম্বর নীলে মানী মনলোভা ॥
ব্যোম ব্যোমে মহ জগ অগণিত
জ্বলে নিত বিশ্ব বিশালা
বিষয় বিষত নয়নে হের জাগত
একাই সো বহুরূপ চিরজোত আভা ॥

———

২১। জয়জয়ন্তী —— চৌতাল

প্ৰলয় জলদ শ্যামা শ্যাম বনি ব্ৰিজধামা
লোচন বঙ্কিম নীলা কমল দানা ॥
ফোড়ই মুণ্ডন হাৰা পাইৰালি ফুলন মালা
অট্টহাস উঠে মুৰলী তানা ॥
ব্ৰিজবালা সাজ আজ যোগিন প্ৰেম পিয়াৰা
কাণ্ড ভাব ভজনে কৰ বৰদানা ॥ ——
হেৰে ক্ৰোধানল যৈছন উঁৰায়নু মাই তুঝে
তনু এব উঁৰ যশোৱা গৰুত্মানা ॥

———

২। শঙ্কৰা —— ঝপতাল

সাজে সাজন ভীষণ তাৰা
দানব দলনক লাগি
খৰ খৰক কৰত ধৰণী গোৰ ভাৰে ॥
বাজে বাজন ঘন ঘোৰ গৰ্জ্জন ৰোলা
শুনই সুৰাৰিপ চলা সব মুৰছাৰে ॥
শৈল পলম্বলে খৰ সৰ নাশন
ইতন সাজন অখল যাৰে ॥ ——
ঐসে উঁৰ দৰশাই সমুঝাত মুঝে মাই
ভয ভঞ্জলি ভয় খল সো পাৰে ॥

———

৩। মেঘ — ঝপতাল

দাক্ষিণ গগনক কোৰ নিৰখ ঘন ঘোৰ
থিৰত নীড় সাঁঝ ভৰে বগমালা ॥
দেখে শিখী ইন্দ্ৰধনু দেখাৱত নটনে
মকমক ঘন দেত দাদুৰ তালা ॥
তাড়িতাকি আতিসাথে গৰজত গুৰু মেঘা
পিয়াসে পাপিয়া ফুটে পিউ পিউ ৰোলা ॥
ভক্তাৰ্থিন বাদৰ ঝড় কাথি ভাক গায়ো ——
থিৰ মোৰে পাপিয়া উনহে বৰহাৱালা ॥

(১)

নীরবে বিনানি তুলি কান্দে আজি কিনো
অসমা মাতৃ !
ঘনঘোর লোতক জালে কেনে ভীষনা
তামসী রাত্রী !
উঠান কর্ম্ম রঙ দাত্রী বীর মাতৃ জাগাঁ
জয়দা বরদা জগ-ধাত্রী ।
মাতাঁ মাতৃ স্নেহময় কণ্ঠে,
মাতাঁ আজি জাগরন মন্ত্রে,
কান্দিছে তোরাঁ চরনে পাতি এত পীড়িত
লাঞ্ছিত সন্তানে ॥

আজিও প্রকৃতি সুষমা বন প্রান্তে সুরভি গন্ধে
ভ্রমর গুঞ্জিত কুঞ্জে বলে মলয়া মারুত মন্দে
কাতরে তনয়ে বন্দে শোক ছন্দে জাগাঁ
ভুবন মোহন গীতি গন্ধে !
মাতাঁ মাতৃ স্নেহময় কণ্ঠে
মাতাঁ আজি জাগরন মন্ত্রে
কান্দিছে তোরাঁ চরনে পাতি এত পীড়িত
লাঞ্ছিত সন্তানে ॥

---

(২)

কাম-"বরনীয়া অসম আই দুনীয়া
ভারতর" মাদরী "ঝী,
বীর সন্তানকে তুলিলি জালিলি
আজি তোর বিলহ কি ॥"

আজি তোৰ দুইতৰ বুকু ছিৰি ছিৰি
কাষ লাও ভটিয়াই যায়,
কঁত তোৰ লাচিতই কঁত তোৰ চিলাৰায়
কোনেও নোবোলে আই !!
মানে ভাঙে বুকু সাইৰ পাৰি ঐ
মানৰ মান নিজাৰাণ নাই,
মানৰ বেশে ধাতি ভাঙিলে সন্তানে
আজ কউ বিনাৰৰ ঠাই !!

---

(৩)

মেলানি মাগিছা তুমি
যোৱাঁ বোলোঁ কেনেকই,
সুখেৰে মেলানি দিও
নেপাহৰোঁ তোমালৈ ॥
সৰু সৰু লৰা বুলি, দিলোঁ কত গালি ধুলি
এটোপি চকুলো তাতে দিওঁ তাকে যোৱাঁ লৈ ॥
যত থাকা তাত যেনে
নোৰ সুখে থাকি দিন
এযোৰ আতাৰি পালে ভাবি চাবা আমালৈ ॥

---

(৪)

কঁত গাঁথিলি এইনো চন্দ্ৰাৱলী
কঁৰে বাঁহীটি বাজেলী সুৰে,
ঝিনি ঝিনি শুনো লাগে যেন চিনো চিনো
দুশুনি নেজ্জানি মনে
আকুলি উৰে ॥

বলে আকুল মলয়া ধীৰে
দিয়ে নিয়ে মেলে তাৰে বতাহটিৰে,
মনটি মুকলি কৰি, যতোঁ পাৰিতে পাৰি,
তুলি তাৰো প্ৰতিধ্বনি আলোচা ধুৰে ॥

---

(৫)

কি কৌলি কি কৌলি কৈয়ে যে গালৌলি
পুঁৱাতিৰে তৰা কঁত লুকালে ॥
কাৰ নিশ্বাসত ফুলি ফুল কলি,
নেপুৰত কাৰ বাজিছে কাকলি,
কোন ঐ কোন ঐ আহে। উজলি মেলি
খোজে খোজে উৰে সোনৰ ধূলি ॥
'ও জ্যোতিৰেতি" সৰস্বতী তীৰে,
উঠে পুণ্য গীতি কাৰ সুৰে সুৰে;
খোল ঐ খুলি দে হিয়াৰে দুৱাৰ
সুৰ সাগৰত পৰোঁ গৈ ঢলি ॥

---

ওঁ শান্তি ওঁ শান্তি ওঁ শান্তি

## ইন্দ্ৰেশ্বৰ বৰঠাকুৰে ৰচা অপ্ৰকাশিত গীত কেইটিমান

**১। অসম সাহিত্য সভাৰ (?১৯৩৮) চনৰ উত্তৰ লক্ষীমপুৰ অধিবেশনৰ বাবে ৰচা এটি গীত**

দুবৰি বনতে মুকুটা সৰিলে
তেও নেজাগিলি তই !
তেও নেজাগিলি তই !

চোতালৰ মুকুটা আনে সুহি নিলে,
তেও নেজাগিলি তই !
তেও নেজাগিলি, তেও নেজাগিলি,
তেও নেজাগিলি তই !

আইৰে পূজা এ,
আইৰে পূজা।
আইৰে পূজা পাতি পূজাকে পাতিলি
খালি তই পূজাৰে থাল !

আইৰে চকু পানী এ,
আইৰে চকুৰে পানী !
আইৰ চকুৰ পানী চকুতে থাকিলে
কান্দিব কতনা কাল !

হিয়াৰ তেজেৰে,
হাতেৰে কামেৰে
মুখেৰে হাঁহিটি লৈ,—
চকুলোৰে তিতা আইৰ মুখে খানি
মচিবি কাহানিকৈ !

মচিবি কাহানি !
মচিবি কাহানি !
মচিবি কাহানিকৈ !!

আইৰে চকুৰে পানী এ,
আইৰে চকুৰে পানী,—
আইৰ চকু পানী
চকুতে থাকিলে
মচিবি কাহানিকৈ !

---

**২। সিংহাসন নাটৰ গীত — ( ১৯২৭ চন।)**

(ক) (ইমন)

নেজানি তুলিলোঁ আজলী বীণা
আৰু কি বাজিব তাহানিৰ তানে।
এদিনা ই বীণে ভাগীৰথী কূলে
তুলি বেদ ধ্বনি ভুবন জিনিলে
শুনি ধ্বনি তাৰ আপুনি মাতিলে
দস্যু ৰত্নাকৰৰ হৃদয় বীণে।
আহাঁ বীণা-পাণি আহাঁহে জননী
বজোৱাহি মোৰো এই বীণাখনি
কিজানি কেনিবা আপুনি মাতে
তাহানিৰ সুৰেৰে এখনি প্ৰাণে।

---

(খ)

জনা হলে তুমি প্ৰাণৰ পোৰণি
ধাকাঁ কি নিমাতে ৰই।
কব খুজিলতো কথা যে লুকালে
লাজৰে ওৰণি লই ॥
সৰে যদি পাত কেনিবা এখিলি, জানোচা আহিছে সখিটি
নিজৰ লাজতে নিজে জয়ঁ পৰোঁ চকুৰে নেদেখি উলটি
বুকুতে যে আছে বুকৰ ছবিটি
কোনোৰে নমনা কই ;
তেও যে নেমানে ইননি বিননি
বাহিৰে ছবিটি লই।

---

(গ)

হে গঙ্গে নিৰমল ধাৰা,
নিৰমল ধাৰা।
জাতক-স্নাতক বিঘ্ন বিঘাতক
পাতক হৰ হৰ দাৰা।
ত্ৰিতনু ধাৰিণী তান তৰঙ্গিনী
তাপিত তন মন তাৰা ॥

---

(ঘ)

গৌৰব গাজনে গৰজে গগনে !
ইকি মাদকতা বিশ্বতন্ত্ৰীৰ,
ইকি আকুলতা হৃদয় সন্ধিৰ !
জিলিকি পৰিছে মাতৃৰ মন্দিৰ
বিজয় নিচানে।
আহাঁ পুৰ নাৰী, বাজিছে শঙ্খ,
ঢালাঁহি গৌৰবে উকলি ছন্দ,
ফিৰিছে বিজয়ী তনয় বৃন্দ
দেশৰ সম্মানে !

---

৩। দক্ষায়ণ নাটৰ পৰা। ( ১৯২৭ চন।)
(নামৰ সুৰে)

"বিশ্বেশ্বৰী বিশ্বম্ভৰ বিশ্বে দুখ হৰ।
প্ৰণত পালিনী দেৱী দেৱ দিগম্বৰ ॥
বিশ্ব বীজ বিকসিত কৈলাস শিখৰ।
অৰূপৰ ৰূপে আজি উজলে অম্বৰ ॥
অমঙ্গল আভৰণে মঙ্গল সুন্দৰ।
অপূৰ্ণৰে পূৰ্ণ কৰাঁ বিশ্ব চৰাচৰ ॥"

---

৪। বিশ্বামিত্ৰ নাটৰ পৰা — অন্ধ বালিকাৰ এটি গীত —

প্ৰাণৰে চাকিটি আজি কোনে কেনি নুমুৰালে ?
নিলে যদি বীণাধ্বনি বীণা কিয় থই গলে ?
নিজ কৰম বুলি চকু দুটি কাঢ়ি নিলে ;
কিয় আজি তাতে তেনে অশ্ৰুধাৰা বব দিলে ?
ঢালি দি শান্তিৰে ধাৰা কিয় বিধি ঘুৰালোৱালে ?
নেহাঁহে কি বিশ্বে এই অন্ধ দীনে নেকান্দিলে ?

---

৫। ইন্দ্ৰেশ্বৰ বৰঠাকুৰে ৰচা এই গীতটি তেওঁৰ ভতিজাক গঙ্গাধৰ বৰঠাকুৰে (? ১৯৩৩/৩৪ চন) চেনলা গ্ৰামাফোন কোম্পানীত বাণীবদ্ধ কৰিছিল।

বহাগী লুইতৰ বিহুৱালি সুতি
বাইকি সোণৰ ভুৰ,
জিল্ মিল্ পানীৰে আহিলা নামি
সপোন সখীটি মোৰ।
ঘামি জামি আহিলা প্ৰিয়া মোৰ
ৰূপহী প্ৰিয়া মোৰ কুমলীয়া
ৰ'দে চৰালে মুখৰে লাহ ;
বতাহে পেলালে জুৰ,—
জিল্‌মিল পানীৰে আহিলা নামি
সপোন সখীটি মোৰ।
চপালা নাও মোৰে ঘাটত
মোৰে মনৰ বিজন পাৰত
বিহুৱতি চৰায়ে বিহুৱালি বনত
বোৱাই দিলে বিহুৰ সুৰ ;
জিল্‌মিল্ পানীৰে আহিলা নামি
সপোন সখীটি মোৰ।

---

(" দুবৰি বনতে...... " আৰু "বহাগী লুইতৰ......" গীত দুইটিৰ পাণ্ডুলিপি বিচাৰি নেপালোঁ যেনে ধৰণেৰে মোৰ মনত আছিল তেনে ধৰণেৰে প্ৰকাশ কৰিলোঁ। সঃ)

মোৰ দেশৰ
ব্ৰতপৰায়ণা বিধৱা আই
সকললৈ -

# আগ-কথা

দুখৰ কথা কৈ হিয়া পাতলাবলৈ বুলিয়েই কেতেকীৰ কথা কবলৈ ললোঁ । কথা শুনি কোনবা কাৰবাৰ নয়ন কোনও আশ্রুৰ কণিকা এটি বিৰিঙি পৰিলে তাকেই আহোভাগ্য বুলি মানিম ।

মৰম- মগনীয়া

—ইন্দ্ৰ—

# কেতেকী

১

মাৰ যাবলৈ ধৰা বেলিটিৰ মুখে মুখে গৰু গাৰী এখনি ছেউনিৰ ওপৰেদি বৰ মানুহে যোৱাদি গৈ আছে, অইনলৈ কাষৰি কাটি দিব লগীয়া চিন্তা তাৰ এধানিও নাই; --তেতিয়াও হোজা প্ৰজাৰ চকুৰে নাকে ধূলি দি যাবলৈ মটৰ যানৰ চলাচল হোৱা নাছিল। সেই বৈদিক যুগৰে গো-যান,— কত উত্থান পতন, কত এৰণ ধৰণৰ মাজেদি এইয়া সিদিনালৈকে অসমৰ বাটে বন্দিয়াই ঘিলা সংযোগৰ গাৰী হৈ এটুপি তেলৰ পিয়াহত দহি যোৱা হিয়াৰ করুণ সুৰেৰে দিখিদিগ্ চকি উঠাকৈ বিঙ্গি য়াই কান্দি ফুৰিছিল ; সোণতলীৰ সোণৰ আশাত দলে দলে 'দেচুৱালি' জাকি মাৰি আহি নগৰে নগৰে ভাগ্যে লোহৰ ধুৱাত গুলেৰে চকৰি খুৱাই একোহাল নিপোটল মৰঙ্গিয়াল বলধিৰে সেই হেন তামসিক ৰথ একো খনি কিছু পৰিমাণে ৰাজসিক কৰি তুলিলে। নিজৰ কাঠ-বাঁহ আৰু টকৌ পাতৰ হৈ একো খনিৰে আমাৰ দেশে তাতে নিজৰ কৈ ছাপ্ একোটি মাৰি ললে । এনে এখনেই হ'ল সেই গাৰী। গৰু হালৰ উছাহৰ মাজেদি গাৰোৱানৰ হাৱভাবেৰে চৰি অহা গতিৰ বেগত ভালকৈয়ে ফুটি পৰিছিল গাৰীখনি যে ঘৰমুৱা।

গাৰীৰ পাচে পাচে গৈ আছে পোছাকে পাটিয়ে দেখাত সম্ভ্ৰান্ত বংশৰ এগৰাকী লোক,— শামুকৰ খোলাৰ বগা গুদামেৰে ক'লা 'পেৰেমেটা'ৰ কোট এটি, তাৰ তলত গলেদি আৰু হাতৰ ঠাবিয়েদি ভুমুকি মৰা কামিজ, গাত গুণা-ফুলীয়া চেলেং, আগ থোৰ কোঁচাই পিন্ধা তেতিয়াৰ দিনৰ বিলাতী ধুতি এখনি, ভৰিত মুগাকৈ 'কেনভাচ'ৰ জোতা এযোৰ, আৰু মুৰৰ ওপৰত এটি মেলা ছাতি। এখোজৰ পাচতে যাব লাগিছে আৰু এটি লোক, — যাৰ পিন্ধন-উৰণত নগৰৰ আবৰণ থাকিলেও লাগ-বান্ধ নোহাৱা হোজাৰ গোন্ধ যেৰা মাৰ যোৱা নাই। বজাৰৰ কোন কেঞা, কোন মুদিয়ে কেনেকৈ সৰহকৈ সৰকাবলৈ চাল মাৰিছিল, কি ওলোটা চালেৰে তাক তেঁও চন্দুৱা পেলালে ইত্যাদি কথাৰ ভমকত কেতিয়াবা কেতিয়াবা এটা হাতৰ লাখুটিৰে আৰু ইটো হাতৰ বিবিধ মুদ্ৰাৰে ভদ্ৰলোকৰ শাৰী পূৰাই যায়হি, আৰু কথা চেঁচেঁৰা পৰিলেই য'ৰ মানুহ তলে যায়। কথাই বতৰাই লগুৱা যেন নেলাগে। গাঁৱৰে কোনোৱা হাতত লগা মানুহ, অইন হওক নহওক দোকান বজাৰ কৰাত সাত বিহৰ সৈয়া যেন লাগিল।

চাঁওতে চাঁওতে গাৰোৱানে গৰুৰ নাকীজৰী টানিও ঘুৰাব নোৱাৰি গালি শপনিৰ জাউৰি তুলি দিলে। ঘৰৰ বাট এৰি দিনৰ দিনটো খালি পৰা চাৰ পেটেৰে অইন বাটে যাবলৈ গৰু হাল যেন নাৰাজ। পাচৰ মানুহটিয়ে আগলৈ চোঁচা এটিলৈ লাখুটি ডালৰ সেই অলপ সময়োচিত ব্যৱহাৰ কৰিলে, সেই ঔষধৰ খুন্দাত অবাক বিদ্ৰোহ তাপ মাৰি গ'ল। গাৰীখনো ছেউনিৰ পৰা ফাটি এটি গাঁৱলীয়া বাটে দি সুৰুসুৰুকৈ যাবলৈ ধৰিলে । কেৰা খনিও বাৰী, কেৰা ছিটাও সৰু পথাৰ পাৰ হৈ অৱশেষত আগত এটি আহল বহল পুখুৰীৰে এখন গাভী গৃহস্থালিৰ নঙলাই গা ৰীখন সোমাই গ'ল ! গৰুৰ ডিঙ্গিৰ জুনুকাৰে টিলিঙা আৰু চকাৰ ঘৰ্ঘৰণি শুনি লিগিৰী চানেকীয়া সৰু ছোৱালী এজনীয়ে দুৱাৰ খন মোকোলাই গাৰীখন দেখি হাঁহিৰে মুখখন মেলি ভিতৰলৈ খবৰ দিবলৈ লৰি গ'ল । চুককি থোৱা চোতাল খনিৰ একাষে গাৰীখন ৰাখি গৰু হাল মোকোলাই দিয়া হ'ল।

গিৰিহঁতে গৰু হাললৈ চাই ভৰালৰ গাধৈৰ ধান খেৰ এমুঠা গৰুহালৰ মুখত দিবলৈ নিৰ্দ্দেশ দি ঘৰৰ লগুৱাটোক গাৰীৰ মালবোৰ চৰাঘৰৰ ভিতৰত থবলৈ কৈ লগত অহা মানুহটিৰে চৰাঘৰৰ মুখ পালে গৈ। আগে আগে পানীৰে সৰু পিতলৰ কলহ এটা আৰু এখনি ভৰি মচা হাতত লৈ এফালে হাওলি দোপ দিয়া খোজেৰে সৰু ছোৱালীজনী সাউত্ কৰে আহি পানী পোতাৰ গড়ডালতে থৈয়ে মাল বস্তু নিয়া চাবলৈ লাগিল। পাচতে চিকোন টিটাবৰীয়া লোটা এটা আৰু নিকাকৈ গামোচা এখনি লৈ মূৰৰ ওৰণি খন মুখ নঢকাকৈ টানি ধীৰ গম্ভীৰ গতিৰে ওলাই আহিল এগৰাকী মাতৃ মূৰ্ত্তি,— অন্তৰত যেন কিবা এক তীব্ৰ বেদনা, অথচ প্ৰিয়জনৰ দৰ্শনত সুখৰ ঢকা চমকা ফুলি পৰিছে । নিয়ৰ নিজৰি পৰা পুৱাৰ পদুম পাহি বতাহত যি লাহেৰে হালে সেই লাহেৰে হালি লোটাটিৰ মুখত গামোচা খনিৰে আগবঢ়াই থৈ লাহে লাহে ভিতৰলৈ গুচি গ'ল। যাবৰ বেলিকা সৰু ছোৱালীলৈ চাই কৈ গ'ল, — 'গায়েনৰ বৰাক হাত মুখ ধুবলৈ পানী নিদি কি চাবলৈ লাগিলি ?' সৰু ছোৱালীয়ে মনটি তাতে থৈ ততালিকে আহিবলৈ বুলি লৰি গুচি গ'ল। অলপৰ পাচতে দুইৰো হাত ভৰি ধোৱা হ'লত মাতৃ মূৰ্ত্তি গৰাকীয়ে আকৌ এবাৰ দেখা দি দুইকো ভিতৰলৈ লৈ গ'লহি। গিৰিহঁতৰ ইঙ্গিতত লগুৱাটোৱে খোল দুটা কাটি ভৰালৰ আগত গাবোৱানকো চাহে জলপানে দি গ'ল।

চ'ৰা ঘৰত কোনো নাই । ছেগ বুজি সৰু ছোৱালীয়ে ভিতৰৰ দুৱাৰখন কাণি দুবৰিকৈ মেলি, এই যেন ফুলি অহা ফুল এপাহিৰ দৰে গাভৰু এগৰাকীক টানি আনি দেখুৱালেহি, — "চোৱাঁহি সৌৱা। মই মিছা কৈছোঁ ?" কোনোবাই কৰবাত দেখে বুলি ইফালে সিফালে চাই গাভৰু গৰাকীয়ে সৰু ছোৱালীক আগলৈ হেঁচুকি দি বিজুলী ছাটৰ দৰে কৈয়ে লুকাল,— "যোৱাঁ তুমিয়েই চোৱাঁগৈ।" লাজেৰে বোলোৱা কি সেই চকুযুৰি। — যেন চায়ো যে নেচালে। সোণ সেন্দুৰীয়া কি সেই মুখ খনি। মিচিকি হাঁহিটি তাৰ ফুটিও যে নুফুটিল। — বৰ ঘৰ শুৱনি এই যে জীয়ৰী ছোৱালীটিৰ বিজুলী চমক, ই যেন অৰ্থগৌৰৱেৰে পৰিপূৰ্ণ অতি বিতোপন এক নান্দী । তাৰ ধ্বনী বৰণে প্ৰাণৰ মাজত অতৰ্কিতে কি অতি বৃষ্টিৰ সূচনা কৰি গ'ল, — মনে তাক ধৰিলে, অথচ বুজা তাৰ নহ'ল।

পুখুৰীৰ পানী নিয়াৰ চেলু লৈ ইতিমধ্যে এটি দুটিকৈ কেবাটিও পাট গাভৰু আহি চৰাঘৰত থোৱা গাৰীৰ মালবোৰ বিশেষকৈ সেইকালত নতুনকৈ ওলোৱা দেৰাজেৰে আইনাখন বেৰি কুৰি চাবলৈ লাগিল। ছুই চাবলৈ মেলা হাত দুই এখনি ঠেলি আঁতৰাই সৰু ছোৱালীয়ে গৰাকিনীৰ ক্ষমতা প্ৰকাশ কৰাত দূৰৰ পৰা ভিৰৰ মাজেদি মুৰ সুমুৱাই খন্তেক মুখ খনি চাব, তাকো ঠেলাঠেলিৰ কোবত পাৰি উঠা নাই। কেজনীমানে তাত নোৱাৰি পালেঙৰ ফুল পাহকে পিটিকা দেখি একে সময়তে কেবা ঠাইতো আগুৰিব নোৱাৰাত বেচাৰী সৰু ছোৱালীয়ে মুখেৰে জোকোৰ মাৰি ক'লে, — 'ছোচোন বাৰু। মই দেউতাক কওঁনে নকওঁ।'

এনেতে মুখত তামোল এখনি লৈ ঘৰৰ গৃহস্থ ওলাই আহি গায়েনৰ বৰাক মাতিলে, "বৰা, তামোল এইয়া ইয়াতে খোৱাঁহি।" বৰা আহে মানে ছোৱালীমখালে চাই ক'লে, "বস্তুবোৰ উলিয়াই মেলি গঢ় লগাই থওঁ অথন। কাইলৈ পুৱা ভাগতে চাই যাবিহি, মোৰ আইহঁত।" ছোৱালীজাকে "বাইৰু" বুলি তললৈ মুৰ কৰি লাহে লাহে গা মাৰি ওলাই গ'ল। বৰা ওলাই লগতে উজান দি ক'লে, — "এৰা কাইলৈকে হেপাহ্ পলুৱাই চাবিহি। উলিয়াই দিয়া ছোৱালীৰ লগত এই অঞ্চলৰ কোনো মাইকী বাপেকিয়ে ইমানকৈ দিব পৰা নাই, ঐ আইহঁত। নিজ চকুৰে চাই পতিয়াই যাবিহি, যা।" গৃহস্থই তামোল এখনি বৰাৰ হাতত বটাৰ পৰা দি ক'লে, "বৰা, কাইলৈ পুৱাই পাক এটা দি যাবাহি।" বৰাই 'ভাল' বুলি কৈ চুকত থোৱা লাঠীডাল এহাতে লৈ এহাতে বজাৰৰ পৰা অনা ভাগৰ বৰালি মাছটো ওলোমাই গ'ল হেঁকাৰি এটি মাৰি ওলাই গ'ল। গৃহস্থই কিছুপৰ দবক মাৰি চালে বাৰে চাই জেপলৈ হাতখন নি কৈ উঠিল, "হোৱাঁ, বোলো এই টোপোলাটি বাকচত থৈ দিয়াঁগৈ। এইটি হেঙ্গুলীয়া সেন্দুৰৰ টেমা,

আৰু এইটি সেন্দুৰ গোলা বেলোৰৰ খুৰী।" জেপৰ পৰা ধনৰ সৰুকৈ টুপলিটিৰে বাকীবোৰ উলিয়াই গিৰিহঁতনীৰ হাতৰ আঁজলিত দিবলৈ ধৰোঁতেই কেনেবাকৈ গোটেই সুপি সৰকি মাটিত পৰিল। সেন্দুৰৰ টেমা উবুৰি হৈ সেন্দুৰ সোপাই পৰি গ'ল। বেলোৰৰ খুৰীটিও ভাগি কেবা ছিৰাও হ'ল। দুয়ো দুইৰো মুখলৈ চাই ৰ' লাগিল। মুখৰ মাত হৰি গ'ল। আকস্মিক উৎপাতৰ আতঙ্কত দুইৰো বুকু কঁপি উঠিল। গৃহস্থনীৰ দুচকুৰেদি লোৰৰ ধল বাগৰি আহিলে। চকুৰে আন্ধাৰ মুধাৰ দেখি হাতেৰে যিমানলৈকে পাৰে সেন্দুৰখিনি টেমালৈ তুলি ভগা খুৰীটি আৰু ধনৰ টোপোলাৰে ৰিহাৰ কোঁচত লৈ বেৰত খুন্দা খুন্দলি খাই গৃহস্থনী ভিতৰলৈ গ'ল। গৃহস্থই এটা হুমুনিয়া কাঢ়ি তামুলী পীৰা খনত বহি পদুলিলৈ চাই আকাশ পাতাল ভাবিবলৈ লাগিল।

গোলোকেশ্বৰ বৰুৱা থিৰ জুৰ প্ৰকৃতিৰ এগৰাকী ভদ্ৰলোক বুলি নগৰলৈকে বেচ সুখ্যাতি আছে। আজিৰ এই অকস্মাৎ জিকাৰি উঠা মনটি বিষয়ান্তৰলৈ নিবলৈ বুলি এবাৰ নঙলাৰ গুৰিলৈ এবাৰ বাৰীলৈ খোজ চলায়ো কোনো মতেই নিব পৰা নাই। এনেতে দেখিলে পদুলি মুখত বৰ মইনা। কি এক অজানিত বিপদৰ আশঙ্কাত ভৰিৰ তলৰ পৰা তপত বতাহৰ ভমক এটা মূৰলৈ উঠি সমূলি নীৰৱ কৰিলে, বৰুৱা আৰু থিৰেৰে ৰব নোৱাৰিলে, — চৰা ঘৰলৈ আহি চাল পীৰা খনত ভেজা দি বহি পৰিল।

চৰা ঘৰৰ মাজেদি নাহি বৰ মইনা পাচবাটেদি ভিতৰ সোমাল। মুখত মাত নাই। গৰভত বা- মাৰলী থকা মেঘৰ দৰে গম্ভীৰ, — ভীষণ। ভিতৰত মাকে দিয়া চাহ পানী এটোপাৰে শুকান মুখ খনি তিওৱাৰ পাচত মাত ওলাল, সিও গেজেৰা-গেজেৰিকৈ এষাৰ কি দুষাৰ। বৰুৱাই ৰব নোৱাৰি ভিতৰলৈ গৈ সুধিলে, "বৰ মইনা, বৌনায়েৰ ছুটি লৈ আহিল নে?"

— "আহিল।"

— "তই মাতি আহিলি নে?"

— "মাতিলোঁ। নাহে।"

— "নাহে । কাহিলে নাহিব নে কি?"

— "নাহে।"

— "শান্তি নলব নে কি?"

— "তাৰ ঘৰত গৈ দিলেগৈ ল'ব।"

— "ইয়ালৈ নাহে কিয়? মাকহঁতে কি কয়?"

— "তাৰ ওপৰত মাকহঁতৰ মাত নাই। যোৱা নাম গোৱা অসভ্যৰ গাঁৱত তাৰ বোলে পদধূলি পৰিবলৈ নিদিয়ে।"

— "ইমান কৈ বৰাই বুজাই কাবৌ কোকালি কৰি আহিলোঁ, সেই বিয়াৰ দিনাৰে খং আজিও নেনামিল নে?"

— "আঁকৰা মৈত উঠিছে । অইন নামিলেও সি নেনামে ।"

— "তই পাচে কি কৈ আহিলি?"

— "তাৰ পদুলিত নমবোঁ মানে ভৰি নিদিওঁ বুলি কৈ আহিলোঁ।"

— "দেখিলা বাৰু।"

— "খোল পখলা বামুনৰ ল'ৰা, বাগিচাত ছোট কেৰেণীটো হবলৈ পাই মাটিত ভৰি নিদিয়া হ'ল। দি আহিছোঁ জোখাই জোখাই।"

— "উস্ ৰাম, মোক কি খনে পালে। হেৰ', মোমায়েৰক লগত লৈ নাহিলি কিয়?"

— "সন্তিয়ালৈ বোলে সইতনাৰায়ণ এভাগ আছে। কাহিলে পুৱাই আহোঁ বুলিছে।"

— "পাচে কাহিলে শান্তিৰ হয় কি?"

— "তাৰ ভৰিত ধৰি শান্তি দিবলৈ মোৰ ভনীক তাৰ ঘৰলৈ নানো বুলি খোলোচাকৈ কৈ আহিছোঁ।"

— "কৈ আহিলি হয়, শান্তি এতিয়া দিয় কাহানিকৈ?"

— "শান্তি নলয় যাওক। সেই বুলি জোতা নোহোৱাৰ জোতাৰ কোব খাবলৈ গাল পাতি দিব নোৱাৰি।"

— "শুন বৰ মইনা, তোৰ দৰে দুপাত ইংৰাজী বেল্-বেলাবলৈ মই নিশিকিলোঁ; এইখন ঘৰৰ দা-সম্ভৰ, এই খন ঘৰৰ ৰীতিনীতি চলাই কৰাই খাবলৈকে ইয়াত মোৰ জনম, ইয়াত মোৰ শিক্ষা ; আৰু মই তাকেই জানো । নমবো মানে তাকে কৰি যাবলৈ দে । যোগা কৰাই

দেৱতাক সাক্ষী ৰাখি কন্যাদান কৰিছিল, দান কৰি কৃতাৰ্থ মানিছিল। সেই দানত অভিমান নাই, আছিল প্ৰাণ উপচি পৰা শ্ৰদ্ধা।"—

— "শ্ৰদ্ধাহীন অপাত্ৰত শ্ৰদ্ধা দিবলৈ গৈয়ে আজি আমাৰ যি হ'ব লাগে হৈছে। আৰু হ'ব নেলাগে।" এই বুলি বৰ মইনাই পাচ চোতাললৈ গুমাই গৈ পচিমৰ মেলাই অহা আন্ধাৰলৈ চাই চাই খোজ চলাবলৈ ধৰিলে। ওলাই যাওঁতে দেখি গ'ল মাকে নেওৰাতলতে বহি বিহাৰ আগেৰে চকু মোহাৰি আছে।

২

বৰুবাৰ পদূলিতেই পাৰ লগা এপুৰা মাটি জোৰাই এটি বৰ পুখুৰী। পুখুৰীটিৰ সোঁমাজতে এডালি নাগ। তাত আজি কালিৰ ধৰণৰ দণ্ডৰ ভয় দেখুৱাই নিষেধ আজ্ঞা প্ৰচাৰ কৰা লোকেল বৰ্ডৰ কোনো ফলক নাই, আৰু তাকে নেমানি মান ৰখাৰ আশঙ্কাও তাত নাই। প্ৰবাদ আছে বৰুবাৰ দেউতাকে এই পুখুৰী খনাই পূব পাৰে ঠগুৰাকে গোঁসাই ঘৰ এটি সজাই বিধিমতে উছৰ্গি দিছিল। অকল নেদেখা জনে দেখি থকাৰ ভয়তেই নহয়, বৰুবাৰ ঘৰলৈ থকা আন্তৰিক শ্ৰদ্ধাতো কোনেও পুখুৰীটি কোনো প্ৰকাৰে অশুচি নকৰিছিল । আন কি টিঙ্গনাশালিৰ পৰা অহা গা ওচৰৰে আৰু এটি কাপোৰ কানি ধোৱা পুখুৰীত তিয়াই শুদ্ধ হৈ হে ইয়াৰ পানী স্পৰ্শ কৰিছিল। ফটিকাৰ ধাৰ যেন এই পানী টুপিয়ে আজি ইমান বছৰ গোটা গাওঁখনিৰ বাজেও বাটৰুৱাবো চকুৰ তৃপ্তি আৰু তৃষ্ণাৰ শান্তি দিবই লাগিছে। ইয়াত উঁৰিত বান্দৰ নচুওৱাৰ কাৰ বাৰ নাই। বান্দৰে যাতে মুক্ত আকাশৰ তলত মুকলি মূৰেৰে আপুনি নাচি উঠে তাৰে হে এই সুন্দৰ বিধান। কি,— কি এই শ্ৰদ্ধাৰ দান! অকল ইয়াতে নহয়, আজি দুপুৰুষৰ আগত আমাৰ পূৰ্ব্ব পুৰুষসকলে ঠায়ে ঠায়ে শ্ৰমিকৰ শ্ৰমেৰে উৎপন্ন কৰা বেচি ভাগ বিত্তেৰে বিত্তশালী হৈও কি শ্ৰদ্ধা কি ভক্তিৰে ৰাইজৰ সজ কামৰ নিমিত্তে ত্যাগ কৰি গৈছিল। গাঁৱে গাঁৱে পুখুৰী খনাই, পঢ়াশালি পাতি, আলি পদূলি দিয়াই, নাম ঘৰ সজাই, বছৰে ভাৱনা বৰসবাহ আদি উৎসবেৰে একো খনি গাঁও ৰজনজনাই ৰাখিছিল। ৰাইজৰ ধন ৰাইজৰ হিতাৰ্থে মুক্তহস্তে ব্যয় কৰি সবাকো সাবটি আপোন কৰি লৈ কি সুখেৰে কি শান্তিৰে বাস কৰিছিল। আজি ক'ত সেই অতকালে টিকি থকা গাঁৱৰ আদৰ্শ!

এই পুখুৰীটিলৈকে ইফালে সিফালে করুণ নয়নেৰে চাই হাতত চিকমিকোৱা পিতলৰ সৰু কলহ এটি লৈ বৰুবাৰ একমাত্ৰ কন্যা কেতেকী পানী নিবলৈ বুলি লয় লাসেৰে আহিব লাগিছে। এওঁৰেই বিজুলীচমক আমি বৰুবাৰ ঘৰত দেখি আহিছোঁ। এতিয়া দেখি মনত এনেহে হ'ল যেন এটি জীৱন্ত আকুল কবিতা 'পাৰতে পাৰে চলাই' ধীৰে জুৰে বলি আহিছে। পুখুৰীৰ দক্ষিণ পাৰৰ দলঙ্গে-দি পানী নিবলৈ আহি ঠিক সেই মুহূৰ্ত্ততে কেতেকীৰ দূৰ সম্বন্ধীয়া মাহীয়েকৰ জীয়েক কানসমনীয়া কাঞ্চনীয়ে কেতেকীক দেখি কাষৰ কলহ পাৰতে থৈ বালিমাহীটিৰ দৰে একে চোঁচাই আহি সুধিলে, —

— "হয়নে কেতেকী, আজি বোলে শান্তি লবলৈ নাহে?"

কেতেকীয়ে ঢুলঢুলীয়া চকুৰে তললৈ চাই ক'লে,—

— "জানো, নাহে হ'ব পায়।"

—"কোন কাহানিয়েই বিয়াত যোৱা নাম গালোঁ, পাট গাভৰুৰ পাট এৰি তয়ো আজি গাভৰু হলিহি, এতিয়াও তেওঁৰ সেই কোপটিকে এৰিবৰ হোৱা নাই নে?"

—"মোক যে সুধিছ— মই জানো যোৱা নাম গাইছিলোঁ?"

—"তাকে হে কৈছোঁ, পাই, এইদৰে উৰহৰ খং ভগা ঢাৰিত সাৰিব নেপায় হ'বলা।"

—"পায় নেপায় মই কি জানো।" কথাষাৰ শেষ কৰিবলৈ নৌ পাওঁতেই কেতেকীৰ মোমায়েক গোপীনাথ ভাগতী কাষলতিৰ তলত ছাতিটো আৰু এহাতে লাঠী ডাল লৈ বেগাই অহা দেখা পালে। কেতেকীক দেখা পাই থমকি সুধিলে,—

—"দেউতাৰে গা ধুই উঠিলে নে?"

—"উঠিব পায়। দোক মোকালিতে উঠি কৰবালৈ গৈছিল, এতিয়া অলপতে হে পাইছেহি।" এই বুলি পানীৰ কলহটি কাষত লয়লাসে লৈ মোমায়েকৰ পাচে পাচে

ঘৰলৈ খোজ ললে। কাঞ্চনীয়ে কেতেকীহঁতলৈ চাই চাই যাওঁতে কলহটোত উজাটি নোখোৱা হ'লে গৈয়েই থাকিল হেঁতেন ।

ভাগতীয়ে হাত ভৰি মুখ ধুই চৰাঘৰৰ দুৱাৰ চুকত ছাতিটো আৰু লাঠীডাল থৈ নেওৰা তলত পাৰি থোৱা তামুলী পীৰা খনত বহিলগৈ। কেতেকীয়ে ৰান্ধনি ঘৰ সোমাই কৰিব পোৱা বন খিনি কৰিছে গৈ। এনেতে গা ধুই বৰুৱা আহি ভাগতীক দেখি কৈ গ'ল, "এখন্তেক বহক, মই গোঁসাইখন তিয়াই লওঁ।" ইফালে বৰুৱানীয়ে সোঁ হাতত বান বাটি এটাত চাহ পানীলৈ বাওঁ হাতেৰে ঠাইখনিত হাত ফুৰাই ভাগতীৰ আগত দিলেহি। কেতেকীয়ে লগতে তামোল পানৰ বটাটো আগবঢ়াই দি বৰঘৰ সোমাই বেৰত কাণ পাতি বৈ আছে গৈ। ভাগতীয়ে লাহে ধীৰে চাহ তামোল খাই উঠিলত বৰুৱানীয়ে সুধিলে, "কণ মইনাই ধেমালি ধুমুলা কৰি ফুৰিছেনে?"

—"ফুৰিছে। এই যাত্ৰালৈ ৰক্ষা পালে যেন লাগিছে।"

—"আমাৰ আৰু মেলা চকু মেলাতে ৰাতি পুৱাল। কপালত জানো কি এই খন লিখিছে।"

—"কি খন লিখিব, হোঁ। ই হ'ল ডেকা তেজৰ মটমটনি। তাতে হাতত দুপইচা পৰাত গৰম চৰিছে। সংসাৰৰ ঠেলা পাওকচোন, আপোনাআপুনি কুঁচি মুচি খাব।"

এনেতে বৰ মইনাই গা পা ধুই খাবলৈ বুলি আহি মোমায়েকক দেখা পাই ওচৰতে বহি ক'লে, "হয়নে মোমাইদেউ, মইনো সিহঁতৰ তাত কালি কেতিয়া গৰম গৰম কথা কৈছিলোঁ, দেউতাকে কবচোন।"

খন্তেক টলকা মাৰি মোমায়েকক ক'লে, "এনে পানী যেন চেঁচা কথা উলামুলা ডেকা ল'ৰাৰ মুখত বৰকৈ নোলাব হবলা।"

—"মই যে আহিবৰ বেলিকা কথা কেআষাৰ কৈ আহিলোঁ, তাকে ধৰিছে।"

—"সিও সেই ভাত খাওঁতে পানী খোৱাৰ কথাই। সিহঁতৰ কথাৰ ভমকত উতলি ওফন্দি বাগৰি পৰি তোৰ পানীটোৱে সিহঁতৰ জাল নুমাই পেলালে। সেয়ে নহলে বৰুৱাৰ ল'ৰাৰ মান বল হেঁতেন কেনেকৈ? তাৰ মাক জনীয়ে আৰু সেই অজগৌ ভায়েকটোৱে যোৱা কথা উকটি তাক খুচৰি জলাই দিয়া দেখি কোনে ধৈৰ্য্য ৰাখিব পাৰে হোঁ?"

এনেতে গোঁসাই ঘৰত শঙ্খ ঘন্টা দবা বাজি উঠিল। সকলোৱে খন্তেক নিটাল মাৰি চকু মুদি সেই উদ্দেশ্যে মুৰ দোঁৱালে। বৰুৱানী ভাত বাঢ়িবলৈ ভিতৰলৈ গ'ল। কেতেকীয়ে মোমায়েকক ধুতি সলাবলৈ দি গ'লহি। বৰুৱাই গোঁসাই ঘৰৰ পৰা ওলাই ভাগতী আৰু বৰ মইনাৰে ৰান্ধনি ঘৰলৈ গ'ল। ভাতৰ পাতত বহি ইটো সিটো কথাৰ পাচত ভাগতীয়ে সুধিলে, "আজি ইমান পুৱাই নো গৈছিল কলৈ?"

—"কলৈ যাব? দোলাভাৰী কেটাকে আৰু গাৰী কেখনকে হাক দি আহিলোঁ। পুৰোহিতৰ ঘৰত আৰু যাকে যতে পালোঁ মিতিৰ কুটুমকো কৈ থৈ আহিলোঁ। ভদীয়াক গায়েনৰ বৰা আৰু ৰাজমেধিৰ ওচৰলৈ পঠিয়াই আহিছোঁ।" এনে ধৰণৰ আৰু দুই এটা কথাৰ পাচত ভাত খাইবে মুখহুদি কৰি তিনিও চৰাঘৰ পালেহি। চৰাঘৰত ইতি মধ্যে পাটী ঢাৰি এখনিত ৰাজ মেধি আৰু চটাই ঢাৰি এখনিত গায়েনৰ বৰা বহি আছেহি । ভিতৰৰ পৰা সৰুছোৱালীয়ে তামোল ছালি দি গ'লহি । বৰুৱা আৰু ভাগতীয়ে দুয়ো দুখন পীৰাত বহিল। বৰ মইনাই বাটৰ বেৰৰ দাঁতিৰ পীৰা এডুখৰিত বহি চৰা ঘৰলৈ চাই থাকিল। বৰুৱাই ক'লে, "আমি ভাতকে খালোঁ, আপোনাসকলে পানীকে এটুপি ধৰক।" ৰাজ মেধিয়ে ক'লে,

—"পানী খায়ে আহিছোঁ, পিয়াহ লাগক, পাচে খামহঁক।"

গাওঁবুৰাই বায়েনক লৈ এনেতে সেইখিনি পালেহি। সৰু ছোৱালীয়ে দুইকো দুখন ঢাৰি বহিবলৈ দি তামোল পানৰ বটাটো আগবঢ়াই থৈ গ'ল। অলপ পৰ নিমাতে নিবোলে কথাহ বাট বিচাৰি দবক লোৱাৰ পাচত ভাগতীয়ে ভেটা ভাঙ্গি দি ক'লে, "তাহানি বুঢ়ী আইৰ মুখত শুনিছিলোঁ মদাহী গাঁৱত বোলে কোনোবা এটা মদাহীৰ সৰুদুৰুষীয়া ল'ৰাটোৰ নাম থৈছিল—"বাপু"। এদিনা মাকে বাঢ়নীৰে চোতাল সাৰি থাকোঁতে মেখেলাত ধৰি পেনপেনাই থকা বাপুৰ গালত কিবা পাকত

বাঢ়নীতাৰ লাগিল। তাতে বাপুৱে ৰাউচি জুৰি গছৰ পাত সৰুৱালে। ওচৰৰ চুবুৰীয়াই ৰিঙিয়াই সুধিলে, “কি হ'ল?” ৰিঙেৰে উত্তৰ ঘূৰিল, “বাপুৰ গালত বাঢ়নী লাগিল।” অলপৰ পাচতে যোৰাযোৰে মানুহ আহি ঘৰ ভৰি গ'ল। ইয়ে বোলে—“তইনো এনে হলিনে?— বাপুৰ গালত বাঢ়নী লগাব পাইনে?” সিয়ে বোলে, —“তইনো ইমান পালিগৈ নে?” প্ৰশ্নৰ জাউৰিত বেচাৰী মাক জলাকলা। আমাৰো আজি তেনে দশা।”

সকলোৰ মুখত হাঁহি একোটি বিৰিঙি পৰিল। বৰুৱাৰ আজিৰ পৰিস্থিতি যেন কথাৰ কথাই নহয় এনে এক শান্ত্বনাৰ বা এছাটি নীৰৱে বৈ পৰিল। ৰাজমেধিয়ে হাঁহিটি চলাই ৰাখি মাত লগালে, “নামেৰে বাপুক কামতো বাপু বুলি ধৰি ললে এনেকুৱাই হয়।” ভাগৱতীয়ে ক'লে, “এৰা, আমিও ধৰি লৈছিলোঁ, — হওক নহওক দুপাত ইংৰাজী পঢ়িছে, তেহেঁলে যিয়েই হওক বাগিছাৰ মহৰী এটি হৈ দুপইচাৰ বাট দেখিছে, ——আমাৰ ইবোৰত কৈ সি এফেৰি জনা-বুজা খাব জীব পৰা হৈছে। জানিলে বুজিলে হ'ব কি? জ্ঞানৰ নামেৰে অলপো কিবা হোৱাৰ ফুট এটিও নাই। তাকেহে কালি সত্য নাৰায়ন ভগাৰ পাচত সভাপণ্ডিত দেৱে কৈ হঁহুৱাই মাৰিলে বোলে বিয়াৰ বিধিৰ সম্প্ৰদানৰ মন্ত্ৰ খিনি গোঁসাইসকলক ধৰি সলাই এনে কৰিব লগীয়া হ'ল — 'ইংৰাজৰাজ্যান্তৰ্গত ইংৰাজীবিদ্যালয়েকদেশ ধ্যায়িনে শ্বেতাঙ্গপদাঙ্কনুগামিনে বৰায় তুভ্যমহং সম্প্ৰদদে।'— নহলে অপাত্ৰক পাত্ৰ বুলি স্বীকাৰ কৰাৰ দোষে ছুব।”

কথা শুনি ভালকৈ যি নুবুজিলে তেঁবো লাচতে হাঁহিলে। গাঁওবুৰাই ক'লে, —“ৰব, বিয়াত যোৰা নাম গোৰাটো কি নো দেশত নাইকিয়া কথা হ'ল। তাতে নো ইমান লৈ কে নামিব পায় নে?” বায়েনে গহীনাই ক'লে, “যি নিজকে দেশত নাইকিয়া বুলি ভাবে তালৈ সকলো কথা নাইকিয়াই হয়।” ৰাজমেধিয়ে গম্ভীৰ সুৰেৰে আৰম্ভ কৰিলে, “কৰ নো দেশত নাইকিয়া কথা হোঁ? ভটিয়াই যাওঁতে শুনি আহিলোঁ ভাটি দেশৰ ফালে বোলে বিয়া ভাগিলে বাহুছোৱালীবোৰে দৰাটোক কোঠা এটাৰ ভিতৰত সুমাই লৈ ঠাট্টা মস্কৰাৰ কথাই নাই চিকুটি বাকোহি বহুৱা তোলে, খুলশালীয়েক জেশাহুয়েকহঁতে হেনো কাণতো ধৰি চায়।” গায়েনৰ বৰাই সুধিলে, “ৰব, সেই খন জানো মেলেছৰ দেশ?” ৰাজমেধিয়ে ক'লে, “ক'ৰ মেলেছৰ দেশ? তোমাক আমাক যি 'আচামী ভূত' বুলি হাঁহে সেই সকলৰে দেশ।” গায়েনৰ বৰাই টপৰাই মাত লগালে, “তেনে মুকলি ৰভাৰ তলত যোৰা নাম একেষাৰি গাই আমি নো কিবা বোলেনে কেনেকৈ অসভ্য মেলেছ হ'লোঁ?” ভাগতীয়ে মেলোৱা কথা সামৰিবৰ মনেৰে একে ষাৰি একেষাৰিকৈ কবলৈ লাগিল আৰু ৰাজমেধিয়ে ঠাই বুজি শলাগি গ'ল —“যোৰা নাম উপভোগ কৰিবলৈ হ'লে অসমৰ আইসকলক বুজা এখন বহল বুকু লাগে। গাভৰুৰ গলৰ গেজেৰা-গেজেৰিত কি গেজেৰা আছে তাকো বুজাই হে বুজে। কপালত ৰেঘা, মুৰত পাগ, পাটৰ চুৰিয়াই কাপোৰেৰে সহস্ৰ চকুৰ নিচান হৈ ভেমেৰে বৰ গাৰুত আউজি বিষ্ণু স্বৰূপ বৰটি হৈ বহি থাকিলে আই সকলে আপোনাৰো আপোন কৰি লবলৈ কেনেবা পায়।- -গকুলৰ গোপবালক আৰু গোপিনীসকলে কোলাত উঠি কাণত কগাই টানি আজুৰি কেনেকৈ ভগবানক আপোনাৰো আপোন কৰি লৈছিল। কথাৰে যোৰাই হাৰ ভাঙি বৰৰ বৰত্ব লঘুকৈ আপোনাৰ মাজলৈ টানি আনি মৰম বিলাই বৰক যে নিজৰ এজন কৰি লয়, ই সচাঁকৈয়ে সিবিলাকৰ বুকুভৰা মৰমৰ মধুৰ মায়া। তাকো সুৱদি ছন্দৰ সুললিত সুৰেৰে, অনৰ্গল মুখে দি ফুটি পৰা কথাৰ ধাৰেৰে কেনেকৈ কৈ যায়। ইয়াৰ মৰম মাধুৰী বুজিবলৈ হ'লে লাগে জ্ঞান, লাগে হৃদয়ৰ সুগভীৰ প্ৰেম।” গায়েনৰ বৰাই ইমানতে আকৌ সুধিলে, “এই দৰে ইস্কুলত পঢ়ি নিস্কুল হবলৈ হ'লে ইস্কুলত পঢ়াৰ লাভ হ'ল কি?” ভাগতীয়ে উত্তৰ দিলে, “স্কুলৰ বিদ্যা এফেৰি যি ওঠত সানি গোটেই খন মহতিয়াই ফুৰে তালৈ “অল্প বিদ্যা ভয়ঙ্কৰী” কিন্তু যি সেই বিদ্যাৰ অন্তৰত থকা সুবিমল জ্ঞানৰ জ্যোতিলৈ লক্ষ্য কৰি সৰুটি হৈ স্কুলত সোমাই পৰে সি গঙ্গালৈ এখোজ দিও গঙ্গা স্নানৰ ফল পোৱাদি বিদ্যাৰ ফলো পাই থাকে।”

আচল কথাৰ পৰা বহুতো আঁতৰি যোৱা যেন পাই বৰুৱাই এইবাৰ মাত লগালে, "পৰ্ব্বতত পদুম ফুল নুফুলে যেতিয়া তাক নিবিচাৰি বৰ্ত্তমান অৱস্থাত কি কৰা উচিত — তাৰে এটি মীমাংসা কৰি দিয়ক। ছোৱালী নি দৰাৰ ঘৰত শাস্তি দিয়া কথাটো বোপা-ককাৰ দিনৰ পৰা চলি অহা নাই যেতিয়া সেই কথাটো ভাবিব লৈকে মনত কেনেবা যেন লাগে দেখোন।"

ৰাজমেধিয়ে ক'লে, "আমিও তেনে কৰিবলৈ ক'ব নোৱাৰোঁ। নামনি আসামত এনে আচাৰ আছে যদিও হঠাতে ইয়াত তাৰ প্ৰচলন কৰোৱাৰ কোনো যুক্তি নাই। চিৰদিন চলি অহা আচাৰ এটি অভিমানী ডেকা এটিৰ ফুঁহুৰি উগাৰত এই দৰে উৰি যাবলৈ দিব নোৱাৰি।"

গায়েনৰ বৰা প্ৰমুখ্যে সকলোটিয়েই এক বাক্যে কোৱা দি ক'লে, —"মিছা, তেনে কৰিবলৈ আমি নিদিওঁ। আমাৰো বৰুৱাৰ ঘৰৰ নাও এটা আছে।" বৰুৱাই ক'লে, " শ্ৰদ্ধাৰে দান কৰিলোঁ যেতিয়া, সেই দান শ্ৰদ্ধাৰে শোধাই নিদিলে সফল হ'ব কেনেকৈ? — তালৈকে এটা কথা কৰিলে কেনে হয়? বাগিছাত হাজিৰ হ'বলৈ বুলি আজি পুৱাই তেওঁ জিলাত ৰেল ধৰিবলৈ যোৱা আমাৰ ভদ্ৰেশ্বৰে বোলে পাই আহিছে। দুই এদিনতে ময়ে এবাৰ বাগিছালৈ গৈ গাহ বাই চাওঁচোন। বৰ কেৰেণীজন হামদৈৰ কটকীৰ ঘৰৰ। মানুহ জন ভাল বুলি শুনিছোঁ। তেখেতকেই লাগিলে ধৰি মেলি চাম।" গাওঁবুৰাই ক'লে, "এৰা, ভাল কথা, দিয়া বস্তু যেতিয়া নিবলৈকো এই দৰে দিয়াবই লাগিব।" বায়েনে লগতে উজান দিলে, তাকে কৰক। হানি নাই। যোৱাৰ আগতে মাকৰ আগত গুৰু ঘৈতাটো মাৰি গলে বেয়া নহব হবলা? ৰাজমেধিয়ে ক'লে, "গ'লে মাকক জনাই যোৱাই ভাল। এৰা, ইয়াতকৈ ভাল উপায় দেখোন মনত ওলোৱা নাই। - - মই হ'লে নুবুজিলোঁ কন্যা বিধতাৰ শাও নে স্বৰ্গৰ আশীৰ্ব্বাদ।" ভাগতীয়ে কৈ উঠিলে, " উভয় পক্ষে দানৰ মৰ্য্যাদা নুবুজিলে কন্যা সচাঁসচিকৈ বিধতাৰ শাও, তাকে বুজি শ্ৰদ্ধাৰে দান আৰু গ্ৰহণ কৰিলেই কন্যা হয় 'স্বৰ্গদাত্ৰী'।" ইয়াৰ পাচত দুই এটি অন্য কথাকৈ তামোল একোখনি খাই বৰুৱাক সোনকালেই বাগিছালৈ যোৱাৰ পৰামৰ্শ দি সকলোটি দিহাদিহি গুচি গ'ল।

৩

অসমত চাহখেতিৰ আলম লৈ বিলাতৰ যন্ত্ৰযুগে প্ৰথম সূত্ৰপাত কৰা কেবা বছৰো হৈ গ'ল। বিলাতৰ মূলধনেৰে কোম্পানি এটিয়ে "আসাম কোম্পানি" নাম লৈ নাজিৰাত খোপনি পুটি আশে পাশে পৰ্ব্বতৰ নখ চাই কেবা খনো বাগিছা পাতিলে । কম সময়ত কম পৰিশ্ৰমেৰে বিস্তৰ উৎপন্ন কৰি বিস্তৰ লাভ কৰিবৰ সোণালী সুযোগ এই যন্ত্ৰযুগে আনি দিয়াত চাওঁতে চাওঁতে অসমে আজি গোটেই জগতকে চাহ যোগাব পৰা হ'ল। লাভৰ যিটি বনৰজাৰ ভাগ সি বাহিৰে বাহিৰে বিলাততে বৈ অহাৰ যহত অসমৰ আৰ্থিক অৱস্থা সুথিল হৈ নুঠিল। চাহৰ গুটি আনি পুলি জোৰাই প্ৰতিপাল কৰি চাহপাত ছিঙি কল ঘৰৰ ডলাত তুলি দিবলৈ, আৰু কল চলাই বিধে বিধে চাহ কৰি বেলে জাহজে তুলি দিবলৈ বহুতো মানুহৰ প্ৰয়োজন হৈ পৰিল। ইবিলাকৰ বানচ গা জোৰাই দিবলৈ হ'লে লাভৰ ঘৰত বহুতো ঘাটি পৰে। সেই কালত অসমৰ বনুৱা সকলে হাল কোৰ বাই সাধাৰণতে যি উৎপন্ন কৰে সেই অনুপাতে চাহ বাগিছাৰ কামত আয়ৰ বিশেষ আশা নেদেখি কোনোৱে তালৈ আগ বঢ়া নাছিল। গোটেই ভাৰত জয় কৰি অহাৰ বলত বিদেশী বনিকে অইন প্ৰদেশৰ যিবিলাক ঠাইত জন সংখ্যা বৃদ্ধিৰ অনুপাতে উৎপন্ন অতি কৈ কম, সেই সেই ঠাইৰ পৰা নাও নিমিত বানচত বেচি বনুৱা যোগাৰ কৰি ইয়ালৈ আনি লাভৰ ঘৰ অটুট ৰাখিলে। ফলত দেশ বিদেশৰ হোৱাহোৱে বনুৱা আহি অসম দেশ ছাটি ধৰিলেহি। অন্তৰে দি নিতে নিতে নতুন সমস্যা অন্ধকাৰ কৈ আহিল। বাহিৰত নতুন ৰোগ নতুন অত্যাচাৰে গোটেই জাতিটিকে গিলিবলৈ বুলি মুখ মেলি ৰহিল। মানৱ নিপীড়নত তেনেয়ে পেপুৱা লাগি থকা অসমীয়াই গা কঁটালি উঠিব পৰা নাই। তাৰ ৰাজশক্তি আজি উদাসীন, তাৰ সমাজ

শক্তি নিঠৰুৱা— শক্তিহীন। বাহিৰৰ ধল বুকু পাতি ধৰি নিজৰ কৰি লবলৈ তাৰ হৃদয়ৰ শক্তি বাহুৰ বেৰে আৰু নোজোৰা হ'ল। গুৰিয়াল নোহোৱা নাও খনিৰ দৰে লুইতৰ বুকুত প্রত্যেক ছাটি বতাহৰ কৃপাৰ পাত্র হৈ সি আজি উটি বুৰি ফুৰিছে। সমাজৰ নেতা ব্রাহ্মণসকলে ৰাজভগনৰ লগে যজমানৰ সংখ্যা হেৰুৱাই নিজৰ বাঢ়ি অহা পাৰিবাৰিক সংখ্যাৰ অন্ন বস্ত্রৰ সংস্থান কৰিব নোৱাৰি কাতৰ হৈ পৰিল। শিক্ষা আৰু সাধনাৰ অভাৱত সিবিলাকে নিজ আদর্শৰ পৰা বহুতো আঁতৰি অতীত গৌৰৱৰ জীর্ণ উপহাস একোটিৰ দৰে পৰি পৰি দিন নিয়াবলৈ ধৰিলে। তেতিয়াৰ দিনত যজমান আদিৰ পৰা মাহে যিফেৰা বিত্ত বা সহায় পায় তাৰে সংসাৰ কোনোমতেই নচলাত অগত্যা তাতকৈ অলপ বেচিলৈ মন মেলিব লগীয়াত পৰিল। সমাজ-কল্যানৰ পথৰ পৰা এইদৰে পিছলৈ পৰি সিবিলাকে স্বার্থৰ পথেদি আগুৱাবলৈ গৈ অন্তৰৰ আলোক-ৰেখা মলিন কৰি পেলালে। বাগিছাৰ বনুৱাৰ মাজত অসমীয়া নাই যদিও মহৰী কেৰেণী হবলৈ অসমীয়াৰ, বিশেষকৈ ব্রাহ্মণ সন্তানৰ, নাটনি নহল, ইংৰাজীৰ দুপাত বা দুই তিনি শ্রেণীলৈ পঢ়ি চিৰ দিনলৈ কিতাপ সামৰি বাগিছাৰ মহৰী হবলৈ লৰ ধৰিলে। সিবিলাকৰ পূর্ব্বপুৰুষৰ সুকৃতিৰ বলত অসাধাৰণ তেজেৰে এই সাধাৰণ আদর্শৰ ওপৰলৈ গৈ দুই এজনে চাহৰ মূল খেতিটি নিজৰ কৰি নিজে জিলিকি দেশকো জিলিকালে যদিও এশৰ ভিতৰত চাৰিকুৰি ওঠৰ উনৈশ জনেই নিজ নিজ গাঁৱত বগীতামৰ ঘৰ একোটিৰে আহল বহলকৈ বাৰী পাতি অমুক বৰমহৰী অমুক কেৰেণীৰ ঘৰ বুলি নিজা প্রতিপত্তি প্রচাৰ কৰিয়েই জীৱনৰ কাম সমাধা কৰি গ'ল।

কেতেকীক দিয়া ল'ৰাটি এই সাধাৰণ শ্রেণীৰেই এজন মহৰী, তেওঁ নগৰত পেহীয়েকৰ ঘৰত থাকি তৃতীয় শ্রেণীলৈকে ইংৰাজী স্কুলত পঢ়ি প্রমোচন নেপাই বাগিছাত মহৰী হবলৈ গ'ল। যি বাগিছাত তেওঁৰ চাউল আছিল তাৰে বৰ কেৰেণীজনৰ ল'ৰা দুটিক ইংৰাজী আখৰ চিনাই ছমাহ মানৰ মুৰতে মাহে একুৰি পাঁচ টকাত ছোট কেৰেণী হৈ পৰিল। স্কুলত থাকোঁতে তেওঁৰ নাম আছিল যজ্ঞকান্ত পূজাৰী। ছোট কেৰেণী হবৰ দিন ধৰি তেওঁ নাম লিখিবলৈ ললে জগমোহন বৰপূজাৰী। কি পূজা পাতল কৰি এই খিতাপ অর্জ্জিলে নেজানো। দেখাৰ ভিতৰত দেখিলোঁ —মেনেজৰ চাহাবৰ বঙ্গলালৈ যাওঁতে পানীপোতাতে জোতাযোৰ থৈ বেচ সন্তর্পনেই যায়, আৰু বঙ্গলাৰ আগত চাহাব থাকক বা নেথাকক বৰ বৰষুণতো ছাতিটি জপায়; ইফালে বিয়াৰ দিনা বিবাহ মণ্ডপত দেৱতাৰ বিগ্রহ থকা সত্বেও বৰৰ আসনত বহিবলৈ যাওঁতে মুৰ দোঁওৱাৰ কথা দূৰতে থাওক জোতা যোৰ খুলি যোৱাৰ শিষ্টাচাৰ ফেৰাও পালন নকৰিছিল। সেই বোৰ যেই হওক, ল'ৰাটিৰ মুখখনি ঠানুবাকৈ জোঙ্গা ঠাচৰ আৰু বুদ্ধিটিও বেচ জোঙ্গা বিধৰেই ; নহলে পঁচিশ টকা দৰ্মহাৰে 'চার্জ্জ' কাপোৰৰ কোট, ' ড'চনৰ ' জোতা আৰু জেপঘৰী লৈও মাহে মাহে মাকলৈ দহ পোন্ধৰ টকা পঠিয়াব নোৱাৰিলেহেঁতেন। কামত সোমায়ে আঢ়ৈ বছৰৰ পাচতেই সেই হেন পয়োভৰেৰ বিয়া খন পাতিলে, আৰু তাৰ দুবছৰৰ পাচতেই শান্তি লবলৈ বুলি কাকো হাত নপতাকৈ ঘৰ দুৱাৰ বোৰ চকুত লগাকৈ সজাই বেঁটীয়ে বন্দীয়ে বৰুৱাৰ ঘৰতকৈও জিলিকাই পেলালে।

সেই দিনা শান্তি নলৈ ৰাতি পুৱাই জিলাৰ বেলত উঠি গধূলি বেলিকা বাগিছা পাই দুখে ভাগৰে ভাত পানী নেখাই জগমোহন শুই থাকিল। পাচ দিনা পুৱাই বৰ কেৰেণীক লগ ধৰি বৰুৱাৰ বাৰ পাচি বদনাম কৈ শান্তিৰ দিন হোঁহকালে বুলি জনাই গ'লহি। সেই দিন ধৰি আজি দুসপ্তাহ কেনিও কাৰো খা-খবৰ নাই। ইতিমধ্যে বৰুৱাই জগমোহনৰ মাকক ভকতীয়া বান্ধেৰে লাগি দুমাহৰ পাচৰ দ্বিৰাগমনৰ দিন এটাতে শান্তিৰ দিন ধার্য্য কৰি বাগিছালৈ নিজে গৈ ল'ৰাক ধৰি মেলি শান্তি লবলৈ মান্তি কৰাম বুলি ভৰসা দি আহিল।

শান্তি নোলবোৰ কথা লৈয়ে আজি অফিচৰ পৰা আহোঁতে হাজিৰা বাবুৰ লগত জগমোহনৰ থোঁতা মোজা লাগি আহিছে। আন দিনা সাঁজ লগাৰ লগে লগে নাই হাজিৰা বাবুৰ তাত, নহলে কামজাৰি বাবুৰ ঘৰত তাঁচৰ

নিত্য নৈমিত্তিক খেলাত বহি ছিদ্র পালেই জগমোহনে পৰ চৰ্চ্চাৰ বিশেষ বাগ্মিতা দেখুৱায়। সেই দিনা গধুলি কলৈকো নোলাই পাচফালৰ আগ চালিত 'কেনভাচৰ' আৰামী চকীত বহি পানী গোতালে চাই কিবা কথা ভাবি আছে, তেনেতে কোৱোকাতলীৰ সোমাই বাপু গৈ বাহিৰত মাত লগালে, — "ছোট হাকিম, আছেনে?" "আছোঁ আহক," বুলি জগমোহনে কাষৰ মুঢ়াটো আগবঢ়াই দি বহিবলৈ দিলে, আৰু "আপুনি বহক , পানী এটোপা আপুনিও খাওক, ময়ো খাওঁ" বুলি ৰন্ধা চালিখনৰ ভিতৰ সোমাল। সোমাই বাপুৱে ইতিমধ্যে চাল বাৰ চাই কীৰ্ত্তনৰ ফাঁকি দিয়েক জাত লগাই দহে শুনাকৈ গাবলৈ ধৰিলে। বাপুৰ বয়সে ভাটি দিলে, বৰলা হুবৰো কেবা বছৰ হ'ল। দুদিন ইখনি বাগিছাত দুদিন সিখনিত জুতি লৈয়ে বছৰৰ ন দহ মাহ কটাই দিয়ে। চাহ আৰু দক্ষিণালৈ বিশেষ জোঁক নথকা হ'লে, নিজা ঘৰত অনাসক্তি আৰু গঞ্জিকা সেৱনৰ প্ৰবৃত্তিলৈ চাই বাপুক বেচ এজন যাযাবৰ সন্ন্যাসীকে বুলিব পৰা গ'লহেঁতেন। কাৰো হয়তো ইয়ালৈ নাই তাত আছে, কাৰো কাৰো আকৌ ইয়াত আছে তালৈ নাই; বাপুৰ আমাৰ ইয়াতো নাই তাতো নাই। তথাপিতো-যিকেটা বস্তু নহলে বাপুৰে জীয়াই থকা অসম্ভৱ বুলি ভাবে সেই বস্তু কিটাৰ অনাটনত এদিনলৈকো বাপু নপৰিল। ভিক্ষা কৰিও ধন ঘটি নিব পৰা যি হে আমাৰ দেশ, তাত বাপুৰ ভয় ক'ত? এনে ধৰণৰ লোকে অকল সেই কালতে নহয় আজিও মহৰীসকলক প্ৰায়েই অতিথি সৎকাৰৰ পুন্য কৰা দি হাতে হাতে স্বৰ্গ যাচি ফুৰা দেখা যায়। মহৰীসকলেও এনে লোকক সমাদৰে ঠাই দিয়ে অকল স্বৰ্গৰ আশাতেই নহয়। গাঁৱে ভূএঃ, বাগিছাই বাগিছাই ক'ত কোনে কি কৰে কি কয় তাক শুনাৰ লালসাত হে; লগতে নিজৰ বদাণ্যতা আৰু কীৰ্ত্তি কলাপ প্ৰকাশ কৰোৱাৰ গোপন আশা এটি যে নাই— এনে নহয়।

আধৰীয়া বাতি এটাত চাহ এবাতি বাপুক দি নিজে গিলাচ এটাত চাহ লৈ খাই জগমোহনে ক'লে, "আজি পান অনাবলৈ দোকানলৈ পঠোৱা নহ'ল। হোঁৱক, চিগাৰেটকে এহোঁপা মাৰক।" দুয়ো দুটা চিগাৰেট হুঁপি আয়েমেৰে বহি আলাপত লাগি গ'ল। বাপুৱে সুধিলে, "বৰ হাকিমৰ মুখে শুনিলোঁ দেখোন শান্তি বোলে নহ'ল।"

— "নহ'ল কি, নহয়েই। বৰুৱাৰ ল'ৰাৰ বৰ কথা আৰু কিমান সহিব? সেই ফালে পানী এচলুকে দিলোঁ।"

— "এৰা, এৰা। সিহঁত বৰুৱাৰ ল'ৰা - এইটোৱেই ফিতাহি। আজি কালি যে সেই ৰামো নাই, সেই অযোধ্যাও নাই এই কথাটো কিবা বোলেনে পাহৰোঁ বুলিয়েই পাহৰি পেলায় কেনেকৈ তাকে হে কব নোৱাৰোঁ।"

— "বৰুৱাৰ ল'ৰা গেলা গপতে থাওক। আকৌ এদিন শান্তি খন পাতি সেই দিনাই শান্তিলৈ নগৈ অইন এঠাইত বিয়া এখনকে কৰাবৰ মন বৰকৈ গৈছে। পৰা হব নে?"

— "এঃ, বগাভাত হ'লে কোৱাৰ কি আকাল আছে হোঁ?"

— "সঁচাকৈয়ে নে?"

— "সঁচাকৈয়ে আকৌ। আপুনি কৰাওঁ বোলকচেন, আমাৰে মিতিৰৰ ছোৱালী এজনী আছে। নাম লখিমী — বোৱাই কটাই, দেখাই শুনাই লখিমী যে লখিমীয়েই হে । মানুহ ঘৰ হ'ল দুখীয়া, কতো ভাল দৰাত পেলাব পৰা নাই। আপুনি ওঁহ বোলকচোন, আঘোনতে আগ আনি মাঘ মানলৈ লখিমী চপাই দিওঁহি।

— "ময়ো দুখীয়া চাই হে বিচাৰিছোঁ। বৰুৱাৰ দৰে বৰ কথা শুনিবলৈ নেপালেই হয়।"

— "বৰ কথা শুনাব? ভাল কথা কৈছে। আপোনাৰ দুৱাৰডলিতে পৰি থাকেহি নে নেথাকে চাব চোন সোমদেউ শৰ্ম্মাই কি ক'লে। তেহেলৈ নেলাগে, ছুটি নেপাওঁ বুলি কওক চোন, নেপায় যদিও, এই ভাদ মাহতে বিয়াখন পতাই দিব পাৰোঁ নে নোৱাৰোঁ।"

— "সঁচাই পাৰিব নে?"

— "ৰ'ব, আপোনাসবৰ গোত্ৰটি কি?"

— "জানো-বাৎস্য হবলা।"

—"এ তেনে কথাই নাই, দিয়ক, কাইলৈকেই যাওঁ।

আপোনাৰ এই নামেই নাম নহয়?"

— "হয়।" অলপ পৰ ভাবি আশাত জিলিকা চকু ঘূৰিৰে জগমোহনে শোৱা কোঠাৰ পৰা হাতৰ মুঠিত টকা আনি বাপুৰ হাতত দি ক'লেহি, " ইয়াৰ তিনটকি আপোনাৰ যোৱা অহাৰ খৰচ, বাকী দুটকি অৰিহণা। বিয়াখন পতাই দিব পাৰিলে মন জোৰাই আৰু পাব।"

— "হেঃ হেঃ। বিয়াখন দিব পাৰিলে, মোৰেই যে এই খন ভাত ঘৰ হব। সেইটো আৰু কব লাগিছেনে? ভাল কাইলে বেলি নৌ ওলাওতেই মই ওলাম। আজি ৰাতিটো বৰমহৰীৰ ঘৰতে এমুঠি খাই পৰি থাকোঁ গৈ।"

— "চাওক আপোনাক এটাই বোৰৰে শপত দিলোঁ একা, এই কথাৰ নাম গোন্ধ আপোনাক আৰু মোত বাজে কোনেও যেন নেজানে।"

— "সেইটো কি কয়? আমি কিবা চুৰ কৰিবলৈ ওলাইছোঁ নে? ছোৱালীৰ বাপেকক নকলে কেনেকৈ হব? বিয়াৰ ঢোল নোকোবোৱাকৈ বিয়া পাতিব খোজে নে?"

— "বিয়াৰ দিনা কোবাব লাগিলে ঢোল এনেদৰে কোবাব যাতে তাৰ ছেৱে ছেৱে বৰুৱাৰ বুকুত দবা বাজি যায়। তাৰ আগতে একো নবজাব। আগতে জানিব লৈ হ'লে শান্তি পাতিব কেনেকৈ?"

— "অ' মই এতিয়াহে তৰ্কিলোঁ। ভাল, ভাল, আপুনি কোৱাৰ মতেই কৰিম। বিয়াৰ কথা ঘুণাক্ষৰে কাকো নকওঁ। মই তেনে আহিলোঁ। কাইলে পহিলা ঘন্টাতে উঠি যাম। মাত একেবাৰ দি যাবলৈ নাহোঁ আৰু।" এই বুলি সোমাই বাপু গুচি গ'ল। তেওঁৰ পাচে পাচে দুৱাৰ জপাই দোকানেদি তহলি আহিবলৈ বুলি জগমোহনো ওলাই পৰিল।

মনৰ ছোঁচত জগমোহনে যদিও বাপুৰ লগত ইমান খিনি কথা পাতি পেলালে তেওঁৰ ভিতৰি কথা কোৱাৰ প্ৰবৃত্তি মুঠেই নাছিল। শৰীৰটি যেন কেনেবা লাগিছিল। সোনকালে ফুৰি আহি চাকিটি লগাই কাম কৰিব খুজিছিল। মনে কোনোমতেই নেমানিলে। দুৱাৰ ঘুৱাৰ মাৰি পানী এটুপি খাই শুই পৰিল। অলপৰ পাচতে তৰ্কিঁপে জ্বৰ উঠি আহিল। চোলা কাপোৰ বিহকে যতে পালে গাত ললতো জাৰ নকমিল। ৰাতিলৈ ঠেৰেঙ্গা দি একোকে কব নোৱাৰা হ'ল। পহিলা ঘন্টা বাজি গ'ল। ছোট কেৰেণীৰ জপোৱা দুৱাৰ মেল খোৱা নাই। দোচোৱা ঘন্টা বাজি গ'ল, পানী আৰু খৰি দিবলৈ আহি চকীদাৰে মাতিও মাত নেপাই আগ-চালিতে থৈ গুচি গ'ল। বাগিছাৰ আঠ সোণকালেই বাজিল। বেজেৰা বেজেৰি লাগি থকা মহৰীসকলে মাত দিবলৈ কেনেবা পাই জপোৱা দুৱাৰলৈ চকু দিও মন নকৰি নিজ নিজ কামলৈ গুচি গ'ল। কিছু পৰৰ পাচত বনুৱাবিলাকক কামলৈ উলিয়াই বৰ বাবুৱে টৌতে খঁৰ মাৰি পানী এটোপা খাই যাবলৈ বুলি ঘৰলৈ আহিল। বাটতে চকীদাৰে খবৰ দিলে, —" ছোট বাবুৰ দুৱাৰ ভিতৰৰ পৰা মৰা। ইমান মাতিও মাত পোৱা নাই। কি জানি ৰাতি কৰ'বালৈ গলেই নে ভিতৰত আছে একো ঠিকনা নেপালোঁ।" "বাৰু বল" বুলি পাচত চকীদাৰক লৈ বৰবাবুৱে ছোটবাবুৰ ঘৰত বাৰে চালে ঢকিয়াই মাতি মাতি মাত নেপাই শেহত দুৱাৰ কাটি সোমাই গৈ দেখেগৈ ছোট বাবু চিৎ খাই পৰি আছে। চকু দুটা থিৰ, জুই যেন ৰঙ্গা, গাটো কৰাই খোলাৰ দৰে তপত। বৰমহৰীয়ে ততাতৈয়াকৈ ডাক্তৰক খবৰ দিবলৈ চকীদাৰক কৈ নিজে দুৱাৰ খন জপাই ওলাই আহিল। বাটতে বঙ্গলাৰ চকীদাৰে বৰবাবুক পাই বাহিৰে বাহিৰেবঙ্গলালৈ মাতি লৈ গ'ল। বেচাৰাৰ বকা পানী বকাতে থাকিল। সিফালে হাস্পতালত ডাক্তৰ বাবুও এবাৰ বজাত ডাক্তৰ চাহাব আহিল বুলি কম্পাউণ্ডাৰেৰে সৈতে ডাক্তৰ খানাৰ বহীপত্ৰ সৃজিল কৰাত বৰ ব্যস্ত। চকীদাৰে কি কলেহি কানত ভালকৈ নোসোমাল। "যা, মই যাম" বুলি ওপৰে ওপৰে কৈ ডাক্তৰে তাক বিদায় দি নিজা কামত লাগি গ'ল। চকীদাৰেও ডাক্তৰ অহাৰ আশাত ছোট বাবুৰ ঘৰৰ দুৱাৰ খিৰিকি মেলি বাটলৈ চাই বৈ আছে।

চাৰে বাৰ মান বজাত ডাক্তৰ চাহাবক ভালে ভালে পঠিয়াই ডাক্তৰে ঘৰ সোমাই খাই বৈ দেড় মান বজাত ছোট বাবুৰ কাষ পাই নাড়ী আৰু হৃদযন্ত্ৰ পৰীক্ষা

কৰি চাই শৰীৰৰ তাপ লৈ ১০৬ ডিগ্ৰীৰো ওপৰত পালে। জ্ঞান মুঠেই নাই। বাহিৰলৈ ওলাই চালে মহৰীসকল তেতিয়াও পাত লৈ অহা নাই। চকীদাৰক পঠিয়াই বেগাই কম্পাউণ্ডাৰক মতাই দিবলৈ দি ডাক্তৰ বৰ কেৰেণীৰ ঘৰলৈ গ'ল। বাতৰি পাই বৰকেৰেণীয়ে শোৱা পাটীৰ পৰা উঠি চকু মুখ ধুই মুখত চুৰত এটা লৈ ডাক্তৰকো এটি দিলেহি, দুয়ো বেমাৰৰে কথন মথন কৰি ছোটবাবুৰ ঘৰৰ ফালে লাহে লাহে আহিব লৈ ধৰিলে। কেৰেণীয়ে সুধিলে, " ইমান কম সময়ৰ ভিতৰতে ইমান টান হব পাৰেনে?"

— "পাৰে। আজি এমাহ মানৰ আগতে ডাক্তৰ চাহাবে এই হাসপতালতে এনে এটা ৰোগী পাইছিল। ই হ'ল চেৰিব্ৰেল মেলিৰিয়াৰ কেচ।"

—"চিকিৎসা আছে নে নাই?"

—"আছে ও নায়ো। ডাক্তৰ চাহাব অহাৰ আগতে খবৰ পোৱা হ'লে আনি দেখুৱাব পাৰিলোহেঁতেন। জ্বৰটো অলপ কমিবলৈ যি পাৰি কৰি চোৱা যক।" এনেতে কামজাৰি বাবু পাত লৈ অহা দেখি ডাক্তৰে তেওঁক ঘৰৰ পৰা ছাতিটো বেগাই থৈ আহি কম্পাউণ্ডাৰক অজৰাই দিবলৈ ক'লে। ডাক্তৰ কেৰেণী দুয়ো এবাৰ ৰোগীৰ কোঠালৈ এবাৰ বাহিৰৰ কোঠালৈ অহা যোৱা কৰি আছে। ইতিমধ্যে কম্পাউণ্ডাৰে হাস্পতালৰ পৰা ডাক্তৰে কোৱা ঔষধটো আনি মুখত বাকী দিলেহি; সি আৰু পেটলৈ নগ'ল। কম্পাউণ্ডাৰে তাকে দেখি ডাক্তৰক কিবা এটা মনে মনে কৈ হাস্পতালৰ পৰা আনি বেজী দিয়াৰ যোগাৰ কৰিলেহি। ডাক্তৰে আকৌ এবাৰ পৰীক্ষা কৰি অইনক দেখুৱাবলৈকে বুলি বেজী এটাও দি চালে । বেজীৰ উত্তৰ একোকে নেপাই বাহিৰলৈ আহি ক'লেহি, —" ঘৰলৈ খবৰ দিবৰ কথাই নুঠিব হবলা। মই ভাল দেখা নাই।" বৰবাবুজন অলপ বয়সস্থ লোক। তেওঁ আহি একে থিৰে আধাঘন্টা মান চাই থাকি থাকি কৈ উঠিল, "ডাক্তৰ বাবু, চাওকহি চোন। লওঁইক নে?" ডাক্তৰে চাই ক'লে, "লওকেই।" দুটি মিনিটৰ পাচতে মুক্ত আকাশৰ তলত জগমোহনৰ শেষৰ নিশ্বাসটি মিলি গ'ল। জগমোহন আৰু নাই।।

মহৰীসকলে ইটিৰ মুখলৈ সিটিয়ে চাই তললৈ মুৰ কৰি মৰা শৰটো বেৰি কিছু পৰ বহি থাকি সংকাৰ কৰিবলৈ ওলাই আহিবৰ নিমিত্তে এটি এটিকৈ আঁতৰি আহিল। হাজিৰা বাবুৰ খুলশালিয়েকে দ্বিতীয় শ্ৰেণীলৈ পঢ়ি আজি তিনি মাহে কামৰ নিমিত্তে খাপলৈ আছেহি। সৰ্ব্বসম্মতিক্ৰমে তেঁৱেই মুখাগ্নি কৰাৰ ঠিক হোৱাত লাগতিয়াল বস্তুবোৰ আনিবলৈ লা-ঢো-কৰি তেঁৱো দোকান পালেগৈ। বৰ বাবুৱে চাহাবক বাতৰিটো দি বেগাই আহিবলৈ বুলি কেৰেণীক পঠিয়াই নিজে কাঠ বাঁহৰ যোগাৰত লাগি গ'ল । কম্পাউণ্ডাৰৰ সৈতে ডাক্তৰ বাবুও আঁতৰি পৰিল। পৰি ৰল মাটিত জগমোহনৰ প্ৰাণহীন শৰীৰটি, চাৰিওপিনে জাগি থাকিল এক অজানা ভয়, আৰু সকৰুণ এটি হুমুনিয়া।

৪

বিপদৰ বাতৰিৰ বেগ বেচি যদিও, জগমোহনৰ ঘৰ পাবলৈ এদিনতকৈও অলপ বেচিয়েই লাগিল। তিন দিনৰ দিনা ভাত খাবৰ পৰত লাইনৰ চকীদাৰে কেৰেণীৰ চিঠি খন নি জগমোহনৰ ভায়েকৰ হাতত দিলে গৈ। বঢ়া ভাত বঢ়াতে থাকিলে; ঘৰ গোটেই খনৰ হুৰাদুৰা লাগিল। চাওঁতে চাওঁতে গাঁৱৰ ইটি সিটি আহি চোতালে ঘৰে ভৰি পৰিল। দুই চাৰিয়ে চকীদাৰৰ মুখৰ পৰাই সকলো বাতৰি উলিয়াই লৈ মাকক ভায়েকক যি যেনেকৈ পাৰে সান্ত্বনা দিয়াত লাগিল। দুঘন্টা মানৰ পাচত চকীদাৰে ভায়েকক সোধালে — কিবা চিঠি-তিঠি দিবনে কি? উত্তৰটো গএগ্ৰ এজনে আনি দিলেহি,— বিমান সোনকালে পাৰে ভায়েক বাগিছালৈ গৈ কেৰেণীবাবুক লগ ধৰিবগৈ । আজি আৰু চিঠি নিদিয়ে। শোকৰ বাতৰি দিওঁতাৰ কপালত সাধাৰণতে যি ঘটে চকীদাৰৰো সেয়ে ঘটিল। মুখৰ মাত একেবাৰি যে নাইয়েই নে লঘোনে ভোকে যি মুখেৰে আহিছিল সেই মুখেৰেই বাগিছালৈ উভতিল । বেলি পৰাৰ অলপ আগতে ঠিক হ'ল বাতৰিটো বৰবাৰ ঘৰলৈ দিবলৈ বুলি ভাগতীৰ ঘৰলৈ

চিঠি এখন দিয়া হওক। শোকৰ বাতৰি,— তাকো দিওঁতে এই কৃপণালি। এনে দাৰুণ অৱজ্ঞা মানুহে শত্ৰুকো অতি কমেই হে কৰে।

ৰাতি সেই চিঠিখন ভাগতীৰ হাতত পৰিলগৈ। ভাগতীৰ ঘৰতো নীৰৱে এক হুৱা-দুৱা লাগি গ'ল। ৰাতি এপৰ মানৰ কথা বৰৰ্কে সদৰি হবলৈ নেপালে যদিও কাৰো ক'তো টোপনি নাহিল। পাচ দিনা পুৱাই ভাগতী উঠি ঠিক কৰিলে নিজে জগমোহনৰ ঘৰলৈ গৈ সেই দুআঙুলীয়া কাগজ খনত থকা কথাতকৈও বেচি যদি কি'বা জানি আহিব পাৰে আহিব গৈ, আৰু বাহিৰে বাহিৰে বৰুৱাৰ ঘৰ পাবহি। ইতিমধ্যে তেওঁৰ বিধবা জীয়েক যশোদাই গাঁৱৰ বুঢ়ী দুগৰাকীক লগত লৈ চিঠিখন বৰুৱাৰ ঘৰত দিয়কগৈ।

বিয়োগৰ শোকে প্ৰিয়জনৰ অন্তৰত আগতে যে ছায়াপাত কৰে তাক ভুক্তভোগীসকলে মুক্তকণ্ঠেৰেই কয়; নহলে অদূৰ ভবিষ্যৰ বা স্থানান্তৰৰ সফল সপোন মানুহে দেখে কেনেকৈ? সূক্ষ্ম জ্ঞান এই দৰেই মানুহৰ মনত জাগি উঠে, — তাৰ মানত দূৰে নাই, ওচৰ নাই, — ভূত নাই ভবিষ্যত নাই। তাকে স্থূল ইন্দ্ৰিয়েৰে বিচাৰ কৰা মনে স্থূল নিদৰ্শন নেপাই মানে বুজি উঠিব নোৱাৰি মোহেৰে আচ্ছন্ন হৈ থাকে। শোকৰ গন্ধত সূক্ষ্ম অন্তৰ আকুল হৈ পৰে, অথচ নেজানে স্থূলজগতত সেই আকুলতা ক'ৰ। জগমোহন মৰা ৰাতিৰ পৰাই অকল কেতেকীৰেই নহয় মাক বাপেকৰো মন যেন মৰা মৰা। থাকি থাকি চকি উঠে, — কিয় চকিছে নেজানে। মৰাৰ পাচ দিনা চাদৰ এখনত গুণাৰ ফুল বাছি দিবলৈ কাঞ্চণীয়ে শপত শাতি দি কেতেকীক মাতি গৈছিল। যাবলৈ ওলায়ো কেতেকী যাব নোৱাৰিলে; সৰু ছোৱালীক পঠিয়াই খবৰ দিয়ালে গাটো কেনেবা লাগিছে, যাব নোৱাৰে। তাৰ পাচ দিনা কাউৰী এজনীয়ে বৰকৈ খাইছিল। ভাগতীৰ ভনীয়েক বৰুৱানীয়ে কাক চৰিত্ৰৰ লেখটো জানে। ততাতৈয়াকৈ ছাঁটো জুখি অলপ পৰ টলকা মাৰি চকুত পানীৰে বৰ ঘৰ সোমালগৈ। ইফালে বৰুৱাৰ মনটিও বৰ আকুল। এঠাইলৈ যাওঁ বুলি এঠাই পায়গৈ, এটাত ধৰি অইন এটা কৰে; —একোতেই যেন শান্তি নেপায়। মনৰ এই আকুলতা নোহোৱা হ'লে অন্ততঃ এই তিন দিনলৈ নজনাটিয়েই সুখৰ কথা হ'লহেঁতেন।

সেই দিনা দুপৰীয়া খাই বৈ চৰু হাড়ি সামৰি বটাটো আগত লৈ বৰুৱানী মাড়ল ঘৰত বহি আছেহি। বৰুৱাই চ'ৰা ঘৰৰ চালপীৰাৰ ওপৰৰ পাটী ঢৰা খনতে হাতত বিচনী খন লৈ বাগৰ দিছে। কেতেকীয়ে পকা কল আৰু কঠালৰ ডলা কেখন ৰদত দি তাৰ ওপৰত কাউৰী নপৰিবলৈ উঘাৰ সুতা দীঘে বাণিয়ে কেই মেৰ মান মেলাই দিছে। সিটো পুখুৰীত কাপোৰ আওডালি থকা সৰু ছোৱালীক মাতি আনিবলৈ গৈ বৰ মইনাই পদূলিলৈ ওলাই দেখিলে — দুটি বুঢ়ীক লগত লৈ ৰ'দত মুখ খন ক'লা ম'লাকৈ যশোদা বাইদেৱেক আহিছে। আগবাঢ়ি মাত লগালে — "এইটো জীয়া খোৱা ৰ'দত ভাল আহিলা, বাইদেউ!" যশোদাই শুকান মুখেৰে ক'লে, — "জীয়াখোৱা ৰ'দ ঐ! পাৰোঁতে।—বৰ মইনা। গাঁৱলৈ গৈ ৰাজমেধি আৰু গায়েনৰ বৰাক কোৱাগৈ বোলে যশোদা বাইদেউ আহিছে, কিবা এটা কথাত যেনে মুখে আছে তেনে মুখেই মাতিছে।" বৰ মইনাই আচৰিত হৈ সুধিলে, "কি কথাত, হোঁ?" যশোদাই ক'লে, "আগে যোৱাঁচোন পাচে হেনেও জানিবা নহয়।" বৰমইনাই অলপ ধেমালিৰ সুৰে ক'লে, "তেনে পাচে জানি শুনিয়েই যাম, কি কথা আছে।" যশোদাই মুখ খনি আমোলাই ক'লে, "কিবা জানো ধেমালি কৰা। যোৱা, মইনা, মোৰে শপত যোৱাঁ। বেগাই আহাঁগৈ আকৌ।" বৰ মইনাই ভাবিলে কিবা তেওঁৰ আগত ক'ব নলগীয়া কথা হব পায়; গতিকে আৰু কথা নকৈ থিতাদহে গাঁৱলৈ খোজ ললে। বুঢ়ী দুটিৰে যশোদা পাচ বাটেদি বৰুৱাৰ ঘৰৰ ভিতৰ পালেগৈ।

যশোদা ভাগতীৰ এক মাত্ৰ জীয়েক, কণ মইনাৰ ছমহীয়া কালতে বিধবা হ'ল। একেবাৰেই সহায় সাৰথি হীন হোৱাত কণ মইনাৰ পাঁচ বছৰীয়া বায়েক আইকণৰ সৈতে ভাগতীয়ে যশোদাক তুলি নিজৰ ঘৰলৈ লৈ আহিল। সংসাৰৰ শোকে তেওঁক ভাজি সিদ্ধ কৰি

থৈছে। গতিকে এনে ধৰণৰ শোক কেনেকৈ চম্ভালিব লাগে তাক তেওঁ জানি থৈছে । প্ৰিয়জনৰ বিয়োগৰ বাতৰি হিয়া নভঙ্গাকৈ দিয়া সহজ কথা নহয়। শোকৰ অভিজ্ঞতাৰ লগে লগে তালৈ লাগে সৰল সহানুভূতি আৰু অন্তৰৰ মৰম।

বৰুৱানীয়ে বহিবলৈ দি ঘৰুৱা দুই চাৰি কথাৰে সিবিলাকক সোধ পোছ কৰাৰ পাচত যশোদাই সুধিলে, পেহাদেউৰ টোপনি নে কি?" বৰুৱানীয়ে ক'লে, "টোপনিয়ে চিল্মিলাব পায়। শোৱাকৈ নোশোৱে।" অলপৰ পাচতে গুণগুণনি শুনি বাহিৰলৈ কাণ দি যশোদাই ভাবিলে ৰাজমেধি আৰু বৰা পাইছেহি। যশোদাই বাহিৰলৈ ওলাই দেখা দিলতে ৰাজমেধিয়ে ব্যস্ত হৈ সুধিলে, "ইমান ততাতৈয়াকৈ যে মাতিলা, কি হৈছে, আইদেউ?" "হৱ নলগীয়াটোৱেই হ'ল আৰু" বুলি মুখখন আমোলাই হুমুনিয়া এটাৰে যশোদাই হাতৰ চিঠি খন পেহাকৰ হাতত দিয়েই সাউৎ কৰে ভিতৰলৈ গৈ মাকৰ ওচৰত বহি থকা কেতেকীক সাবটি ধৰি কপালৰ সেন্দুৰৰ ফোটাটি মচি পেলালে । বৰুৱানীয়ে ব্যগ্ৰ হৈ ক'লে, —"এঁ, এঁ ফোটটো? ফোটটো?" যশোদাই থোকাথুকিকৈ ক'লে, "ফুটা কপালত ফোট? তাইৰ কপাল ফুটিবৰ আজি চাইদিন হ'ল।" বৰুৱানীয়ে শোকৰ তীব্ৰ আঘাতত আন্ধাৰ মুধাৰ দেখি কঁপি কঁপি চিঞৰি উঠিলে, —"এঁ, এঁ, কি বোলে এ, ইয়ালৈকে ইয়ালৈকে মোৰ হাত কঁপি সেন্দুৰ পৰিছিল।। উস্ । উস্। —" আৰু কব নোৱাৰিলে ; লাহেঁকৈ হালি মাটিত পৰি গ'ল । বুৰী দুটিয়ে শিকাই অনা মতে বিচনী লৈ বৰুৱানীৰ মুৰত বিচিবলৈ লাগিল। বাহিৰত বৰুৱাই চিঠি খন পঢ়ি কঁপি একে চাবেই উঠি ভিতৰলৈ গৈ চিঞৰি ক'লে, "ভাল খালে মোক, ভাল খালে। মোৰ আই কেতেকী ঐ। ভাল খালে।" ভিতৰত দেখিলে শোকৰ বাতৰি যি পাব লাগে পাইছে। যশোদাই কেতেকীক সাবটি চকু পানী টুকিছে। 'আই অ' যশোৱা, তাইৰ কপালত এই হে আছিল। - উস্ । উস্ ।—মোক, মোক, —হে প্ৰভো। কোন জনমৰ মহাপাপ ভোগ কৰিবলৈ মোক জীয়াই ৰাখিছা?" - - এই বুলি উধাতু হৈ চৰা ঘৰলৈ আহি বৰুৱাই গোঁসাই ঘৰৰ ফালে তললৈ মুৰ কৰি মাটিত দীঘল দি পৰি হুক্ হুক্ কৈ কান্দিবলৈ ধৰিলে। ৰাজমেধি আৰু বৰাই লৰি গৈ ওচৰতে বহি বিচনীৰে বিচি চকু ঢুলঢুলীয়াকৈ আছে। বৰ মইনাই দেউতাকৰ ভৰিৰ ফালে হাতেৰে মাটিত ভেজা দি তললৈ মুৰ কৰি বহি আছে, ধাৰাষাৰে বৈ পৰা চকুৰ পানীৰে মাটি তিতি গৈছে। সিফালে কেতেকীয়ে কিছু পৰ স্তম্ভিত হৈ কি কৰিব,— কান্দিব নে কাটিব একো ঠিক কৰিব নোৱাৰি উকা চকুযুৰিৰে যশোদাৰ মুখলৈ চাই থাকোঁতেই মুখ খনি ক্ৰমে নিস্তেজ হৈ দাঁত দুয়ো পাৰি লাগি চকু দুটি মুদ গ'ল। ঠৰ দিয়া যেন দেখি যশোদাই আলফুলকৈ মাটিত শুৱাই দিলে। বিচিবলৈ বুলি বাকী বুৰীটো কেতেকীৰ ওচৰলৈ যাওঁতে যশোদাই কান্দি কান্দি ক'লে, —"এই যেৰাই, এই যেৰাই তাইৰ শান্তি ।"- - এই বুলিয়েই পেহীয়েকৰ আৰু কেতেকীৰে মাজত বহি হাত দুখনিৰে নিজৰ চকু মুখ ঢাকি হুমাৰাৰে কান্দিবলৈ ধৰিলে। অতপৰ প্ৰাণৰ কাতৰে হেঁচি থোৱা অশ্ৰুৰ ধল আৰু নোৱাৰিলে, —তীব্ৰ বেগেৰে বৈ পৰিল। কেতেকীৰ ভৰিৰ ওচৰতে বহি সৰু ছোৱালীয়ে উচুপিব লাগিছে। বুৰী দুটিয়ে চকুৰ পানীত একো নেদেখা হ'ল।

গুণাৰ ফুল বাছিবলৈ কাঞ্চনীয়ে সৰু ভায়েকক লৈ কেতেকীক মাতি নিবলৈ আহি কথা কাণ্ড দেখি শুনি কঁপিবলৈ ধৰিলে, সৰু ভায়েকক ঘৰলৈ পঠিয়াই দি নিজে কেতেকীৰ মুখলৈ চাই চাই চকুপানী টুকিবলৈ লাগিল। চাওঁতে চাওঁতে কেতেকীৰ সমনীয়া ছোৱালী কেৰাজনীও আৰু আই সকলৰ কেবা গৰাকীও আহি কাষতে বহি হুমুনিয়া ছাৰি নীৰৱে বৈ অহা চকু পানী ৰিহাৰ আঁচলেৰে মচিব লাগিছে। বৰুৱানীয়ে এনেতে জ্ঞান পাই কেতেকীৰ সমনীয়ালৈ চাই হঠাৎ কৈ উঠিলে, " আহিলা? আঁহা । আজি আমাৰ কেতেকীৰ শান্তি। তোমালোকে নাম গোৱাঁ, উৰুলি দিয়াঁ। মই তাইক দুৱাৰ ধৰি উলিয়াই দিওঁ। আই অ' মোৰ কেতেকী।—" এই বুলি কেতেকীক থৰক্ বৰক্ কৰে ধৰিবলৈ গৈ ধাঁচ্ কৰে পৰি গ'ল। ওচৰৰ আই কেগৰাকী মানে গায়ে মুৰে

হাত বুলাই বিচিবলৈ লাগিলে। অলপ পাচতে কেতেকীয়ে চকু মেলি কাঞ্চনীক দেখি তাইৰ ডিঙ্গিত ধৰি সুধিলে, "মোৰ নো কি হ'ল ঐ কাঞ্চনী !" — আৰু কব নোৱাৰি টানকৈ সাবটি ধৰি দুয়ো হুকহুককৈ কান্দিবলৈ ধৰিলে। সেই যে কান্দোন। —উস্! তাৰ সকলোৰে প্ৰাণ আকৌ এবাৰ ভীষণ আঘাতত জিকাৰি উঠিল। চকু উপচি চকুলো বৈ গ'ল। কিছু পৰ টলকা মাৰি থকাৰ পাচত যশোদাই উঠি ক'লে, "কান্দিবলৈ সাধি আহিছ যেতিয়া জীয়াই থাক মানে কান্দিয়েই থাকিবি। ব'ল, মোৰ আই, এবাৰ গাটো ধুৱাই দিওঁগৈ।" যশোদাৰ ইঙ্গিতত কাঞ্চনী আৰু অইন এজনী ছোৱালীয়ে কেতেকীক বৰঘৰৰ মূধলৈ লৈ গ'ল। তাৰ পাচত যশোদাই পেহীয়েকক ক'লে, "তুমিও উঠাঁ, গাটো ধুই লোৱাঁ।" বৰুৱানীয়ে করুণ নয়নেৰে যশোদালৈ চাই ক'লে, "পানী ঢালী কি নুমাবি ঐ, এই জুই কি নুমাবি?" যশোদাই ক'লে, নুমায় নুনুমায়, গা ধুব লাগে যেতিয়া ধোৱাঁগৈ ব'লাঁ, — এই বুলি বাহুত ধৰি লাহে লাহে লৈ গ'ল।

ইফালে বাহিৰত এপৰ মান বেলিৰ পাচত বৰুৱাকে বৰমইনাকে বৰাই বুজাই পাটী চৰাত বহুওৱা হ'ল যদিও, সিবিলাকৰ মুৰ তলৰ পৰা ওপৰ হোৱা নাই। মানুহে ঘৰ ভৰি পৰিছিল, কাৰো মুখত কথা এটিও নাই বুলিলেই হয়। বুৰা মেথা দুই এজনে কি হৈ কেনেকৈ মৰিল জানিবৰ নিমিত্তে দুই একেষাৰ কথা তোলাত ৰাজমেধিয়ে চিঠি খনৰ কথা কেইটাকে উত্তৰত লাহে লাহে কৈছিল। দুই এজনে নিয়তিক চৰ্চ্চি দিয়া শান্ত্বনা ঘৰ পোৱা জুইত কুশৰ শাস্তিৰ দৰে পৰিছিল, —তাপ পাতলাব নোৱাৰি নিজে নিজে নিমাত হ'ল।

এনেতে ভাগতী দেউ ৰ'দে বেজাৰে অন্তৰে বাহিৰে বিবৰ্ণ হৈ চৰাঘৰ পালেহি । দুয়ো দুইৰো চকুলৈ চাই নীৰৱে চকুলো টোকাৰ পাচত বৰুৱাই চকু মোহাৰি সুধিলে, "তাৰ পৰা বাহিৰে বাহিৰেই আহিলে?" ভাগতীয়ে ক'লে, "এৰা।"

—"তাতনো কি খবৰ পালেগৈ?"

—"কি — টো পাব? কেৰেণীৰ চিঠি খন দেখি আহিলোঁ — সেয়ে। জ্বৰ মুৰত উঠি চৌব্বিশ ঘন্টাৰ ভিতৰতে শেষ কৰিলে। ডাক্তৰ লাগি থাকিও একো কৰিব নোৱাৰিলে। ঘৰলৈ খবৰ দিবৰ সময়কে নেপালে। মহৰীসকলে বিধিমতেই বাকীবোৰ কাম সমাধা কৰিলে — ইমানেই।"

—"আজি চতুৰ্থাৰ কি হ'ল?"

—"চতুৰ্থা ভায়েকে কৰিবলৈ যোৱা দেখি আহিছোঁ ।"

—"আদ্য শ্ৰাদ্ধ কৰিব কোনে?"

—"ভায়েকেই বোলে কৰিব।"

—"এইৰ নাম নলয় নে কি?"

—"নাম লব ? যি বোৰ ললে সেইবোৰ নুশুনাই ভাল। শাস্তি লোৱা নাই যেতিয়া ময়ো টানি নধৰিলোঁ। টানি ক'লেও মিছা। সিহঁতৰ দহখন মুখ বাজি মোৰ এখন নিমাত কৰি দিয়ে।"

অলপ পৰ সকলোৱে টলকা মাৰি থাকিল। বৰুৱাই আকৌ সুধিলে, "আমাৰ এইনো এতিয়া কৰিব কি?"

—"যদি সিহঁতে একো নকৰে, শাস্ত্ৰমতে যি কৰোৱাব লাগে কৰামহঁক । এঘাৰ দিনৰ দিনা ইয়াতে তাইৰ ববীয়াকৈ দুই চাইজনক মাতি যি হয় জা-জলপান অলপ কৰোৱাব লাগে। তাত বাজে সম্প্ৰতি আমাৰ কৰিব লগীয়া একোকে ভাবি পোৱা নাই।"

ৰাজমেধিয়ে মুৰ দাঙ্গি ভাগতী দেউক প্ৰশ্ন কৰিলে, "শৰাধলৈকো কেতেকী আইদেউক নিনিয়াব নে?"

—"মই তালৈকে হে টানি ধৰিয়েই আছিলোঁ । সিঁহতে বাৰ বাং কৰা গাবলৈ ধৰিলে।"

—"মনৰ ছোটত কোনোৱে বলিয়ালি কৰেই। তাকে জানো ধৰি থকাটো আমাৰ ফালৰ পৰা ভাল হব?"

—"মৰাৰ আগৰ পৰাই সিঁহতৰ বলিয়ালি; মৰাৰ পাচত আৰু চাৰ হে উঠিছে। চাঁওইঁকচোন, সময়ে শাঁত কৰিলে আকৌ চেষ্টা কৰি চাব লাগে। তাইৰ কপালেৰে গিৰীয়েকক সেবা কৰিবলৈ নেপালে যেতিয়া গিৰীয়েকৰ মাক আৰু ভায়েককে স্বামীৰ সংসাৰ বুলি সেৱা কৰিয়েই জীৱন সাৰ্থক কৰক। মোৰ যশোৱাৰ বেলিকা মই তাকে

কৰিছিলোঁ । গিৰীয়েকৰ সংসাৰ একেবাৰেই শেষ হৈ নোযোৱালৈকে ইমান অত্যাচাৰতো মই তাইক তুলি অনাৰ কথা ভৱাই নাছিলোঁ। দেওৰেকে মোৰ যশোৱাকে ঠুকিবলৈকে নিদিয়াৰ কথা নহৈছিল; এতিয়া হ'ল সেইটোৱেই । দেখা নাইনে সিহঁতৰ কথা? মৰাৰ বাতৰিটিও বৰুৱা লৈ নিদি দিছে মোলৈ।"

—"তেও বুলি বাপেকিৰ কৰ্ত্তব্য এবাৰ কৰি চোৱাটো বেয়া নহব হ'বলা।"

গায়েনৰ বৰাই মাত লগালে , "ইমানতো বিপদ জানোচা বাঢ়ে হে ! ৰাজমেধিয়ে ক'লে, "যি বিপদ ঘটিছে তাতকৈ বাঢ়িবলৈ বিপদৰ চোন ঠায়েই নাই । গালি পাৰিব? গালি পাৰিবলৈ বাকী থৈছে কি?"

ভাগতীয়ে বেলি লৈ মন কৰি লাহেকৈ উঠি বৰমইনালৈ চাই ক'লে, "বৰ মইনা, তই যশোৱাকে বুৰীদুটিকে লৈ আমাৰ ঘৰলৈ যাগৈ; ক'ৰবাত ৰাতি হব। মই আজি ইয়াতে থাকোঁ । তই কাইলৈ খাই বৈ আহিবি।" ইয়াকে কৈ সকলোটিলৈ চকু ফুৰাই বৰ মইনাাক লৈ ভিতৰ পালে গৈ । অলপ বেলি নিমাতে থকাৰ পাচত বৰুৱাই ৰাজমেধিলৈ চাই থোকাথুকিকৈ ক'লে, ময়ো ভাবি চাইছোঁ, মোৰ ফালৰ পৰা খা-খবৰো লোৱা হওক , আৰু গালিয়েই খাওঁ বা শপনিয়েই খাওঁ, শৰাধলৈ কে এইক লৈ যোৱাৰ কথাও নিজে কৈ মেলি চাওঁ।" বৰুৱাৰ এই কথাত বাধা দিয়া কোনেও উচিত যেন নেদেখিলে । দুই এক কথাৰ পাচত বৰুৱাই সকলোলৈ চাই ভিতৰলৈ যোৱাৰ লগে লগেই বাহিৰৰ মানুহখিনিও দিহা দিহি গুচি গ'ল।

## ৫

এই দৰেই সাধাৰণ সুখে দুখে সংসাৰ চলি যোৱা বৰুৱা আদিৰ মনত বেচি যেন লাগিলেও আমাৰ মানত আঢ়ে বছৰৰ বেচি যেন লগা নাই। ইয়াৰ ভিতৰতে বিশেষ উল্লেখ যোগ্য কথা হ'ল— বৰ মইনা, আলোকেশ্বৰ বৰুৱাই, এণ্ট্ৰেচটি মাজে মূধে পাচ কৰি ছমাহ মান সোতৰ টকা দৰ্মহাত জিলাৰ কেছৰীত শিক্ষা নবীচ্ হৈ আজি তিনি মাহৰ আগত তৌজি নবীচত মকৰল হোৱা, তাৰ লগে লগে কেছৰীৰ হেড্ক্লাৰ্ক গগন ফুকনৰ ভাগিনীয়েকক বিয়া কৰাই তেওঁৰ আপোনাটি হৈ পৰা। আজি কালি গধূলি বৰ মইনাই প্ৰায়েই ফুকনৰ ঘৰত খবৰ কৰিবলৈ যায়।

ফুকনৰ বয়স একুৰি পোদ্ধৰৰ বেচি হোৱা নাই। বিয়া কৰোৱাৰ ছবছৰ মানৰ পাচত প্ৰসবৰ বেদনাত তেওঁৰ পৰিবাৰৰ পৰলোক হোৱা আজি এবছৰ উকলি গ'ল। কেছৰীৰ হেডক্লাৰ্ক,— তাতে মানুহটিও হ'ল অতি দেখনিয়াৰ, গুৰি গছো শকত, — শৰাধৰ পাচৰ পৰাই নতুন সংসাৰ পতাৰ প্ৰস্তাবে পোনতে বুৰ্ বুৰাই পাচলৈ খলখলাবলৈ লাগিল। ফুকনে ও মনত যেন কিবা এটা ঠিক কৈ লৈ এই প্ৰস্তাববোৰৰ যিটিৰ যেনে সমিধান অফিচত দিয়া দি পুৱা গধূলি ঘৰত তাকেই দি দি বেচ দুয়ো কুল ৰাখিছিল। ফুকনে যেতিয়া এণ্ট্ৰেচ পাচ কৰি কলিকতাত এফ্,এ, পঢ়ে তেতিয়া তাত বিদ্যাসাগৰৰ মতানুযায়ী বিধবাবিবাহৰ আন্দোলন কামত বৰকৈ নহলেও হুজুগত পুৰাদমে চলিছিল। এই আন্দোলনকে প্ৰমুখ্য কৰি আৰু কেবাটাও দেশহিতকৰ কল্পনাৰ আগশাৰীত থকা বাবে ফুকন পৰীক্ষাত পাচ নহল। কলিকতাৰ পৰা আহিয়েই,— কপাল ভাল, — ভিনিহিয়েকৰ খাতিৰত কেবছৰ মান চেকেণ্ড ক্লাৰ্ক হৈ হেডক্লাৰ্ক কাম পোৱা পোক লেখেৰে আজি চাৰি বছৰত পৰিল।

কিছু দিনৰ পৰা ফুকনৰ মনত এটা নতুন কিবা কৰাৰ ধাউতিয়ে দেখা দিছে। আকৌ সেই পুৰণি কলিকতীয়া ব্যাধি উক দিয়া যেন লাগিল। শূণ্য ঘৰত অকলে বহি কেনেবা লগাৰ আশঙ্কাত, নাহিলেও আলোক বৰুৱাক প্ৰায়েই মতাই আনে। বহি চাহ তামোল খোৱাৰে লগে লগে ঘূৰি ঘূৰি সেই যোৱা — অসমত বিধবা বিবাহৰ প্ৰচলন। কোনো নিৰ্দ্দিষ্ট বিধবাক বা বৰলাক লৈ এই চৰ্চ্চা নহয় যেতিয়া, আলোকে ইয়াত মাত মাতিবলৈ প্ৰথমতে ইতস্ততঃ কৰিলেও শেহত মুকলি মনেৰে যোগ দিছিল। এদিনা কথাই কথাই আলোকে ক'লে, "এইবোৰ আমাৰ ভিতৰত আলোচনা হোৱাতকৈ সমাজৰ নেতা স্থানীয় লোক সকলৰ লগত হব লাগে। তেহে -" ফুকনে

ক'লে, "নেতা স্থানীয় লোক নো কাক বুলিবা? কৰবাত চুকে কাণে এটি থাকিলেও দেখিবা- তেওঁৰ শিক্ষা নাই, হৃদয় খনি ও অতি সংকীৰ্ণ, — সেই অন্ধ প্ৰবৃত্তি, - - এক পূৰ্ব্বৰে সজৰ ধ্বজ লৈ গতানুগতিক চলি যাব লাগিছে।"

—"অইন অঞ্চলৰ সমাজৰ নেতাসকলৰ সংস্পৰ্শত মই বৰকৈ অহা নাই। আমাৰ অঞ্চলৰ মোমাইদেউক জানেই। তেখেতে বঙ্গালী খবৰ কাগজ আৰু মাসিক পত্ৰ কেবা খনো পঢ়ে। অকল পঢ়াই নহয়, পঢ়ি তাৰ মতামত এনে উদাৰ ভাবে দিয়ে আমি শুনি শুনি আচৰিত হওঁ। আজি কালিৰ শিক্ষিত ডেকা সকলৰ মন জোৰাই ভাগৱত কব পৰা মানুহ তেখেতৰ দৰে বেগেতে নোলায় বুলি মানুহে কয়।"

—"তৰ্ক চূড়ামণিয়ে সেই টিকনিত ইলেক্‌ট্ৰিক ক্ৰিয়াৰ বাখ্যা দিয়া দি দিয়ে নে কি আকৌ?"

—"নাই, নজনা কথাৰ ধাৰে তেখেত সমূলি নেযায়। তেখেতৰ কোৱা কথাৰ মূল্য আছে বুলিয়েই বেদবাক্যৰ দৰে আমাৰ সমাজ মানি লয়।"

কি কথাৰ কি ভৰসা পাই ফুকনৰ মুখ খন ফুলি পৰিল কব নোৱাৰিলোঁ। অলপ পৰ বৈ দেখোন আলোকক আকৌ ক'লে, "তেনে ৰবা, এই ইদৰ বন্ধত তেওঁৰ তো লেঠা নেথাকে। বলাঁ, সেইদিনা দুপৰীয়াই তোমাক লৈ তেওঁৰ মনটো এবাৰ জুখি চাওঁ।" আলোকে 'ভাল' বুলি সেই দিনালৈ উঠি গ'ল।

আজি বেলা ভাটি দিয়াত ভাগতীৰ চৰাঘৰত বিহুৱে সংক্ৰান্তিৰে উলিওৱা চকীখন খুটাত লগাই বহিছেহি গগন ফুকন। আলোকে বাহিৰ ভিতৰ কৰি নগৰীয়া দস্তুৰেৰে চাহ তামোল দিছেহি। মুথাৰ কথ পৰা চালপীৰা খনৰ ওপৰত আধা মেলা "সঞ্জীবনী" কাগজ খনেৰে ভাগতী বহি আছে। অইন এটা খুটাৰ দাঁতিত চটাই ঢৰাত বহি হেডক্লাৰ্কৰ ৰেহৰূপ চাই আছে গাঁৱৰে এজন বুৰাই। ভিতৰৰ দুৱাৰে দি নতুন ছোলা এটাৰে চুৰিয়াখনি পিন্ধি কণ মইনাই কেবাবাৰো ভুমুকিয়াই গ'ল। তাক সামৰি নিয়াৰ ছলেৰে আইকণেও দুই এবাৰ চাই গ'লহি। ঘৰুৱা কথা পাতি মেলি ফুকনে লাহে লাহে গহীনাই খবৰ কাগজ খনলৈ চিয়াৰ দি সুধিলে, "আজি কালি আন্দোলন হোৱা বিধবাবিবাহ সম্বন্ধে আপোনাৰ মতামত কি?" ভাগতীয়েও হাঁহি মুখেৰে গহীনাই ক'লে, "আমাৰো আকৌ মতামত! তালৈ অপেক্ষা নকৰি চলা সংসাৰ দেখোন চলিবই লাগিছে। আমাৰ মতৰ বা অমতৰ মূল্য কি, হোঁ?

—"কিয়, মূল্য থাকক বা নেথাকক সেই সম্বন্ধে ভাল বেয়াৰ এটা স্বাধীন মত জনা বুজা মানুহ মাত্ৰৰেই নেথাকে জানো? মই সেই মতৰ কথা হে সুধিছোঁ।"

—"সেই মতটো ভালকৈই বুলিলোঁ, অথচ কামৰ বেলিকা পুলুকা মাৰিলোঁ; ধৰক, বেয়াকে বুলিলোঁ — কামৰ বেলিকা আৰিয়ৈ কৈ বিধবা ৰাখিলোঁ, এনে বন্ধ্যা মতকো মত বুলিবৰ সত যায়নে? মোৰ ঘৰত মোৰ ছোৱালী এটি বিধবা, তাইক বিয়া দিয়াৰ কথা কোনো মতেই ভাবিব নোৱাৰিলোঁ যেতিয়া, বিধবাবিবাহে ভাল বুলিলে অইনক আগলৈ হেঁচি নিজে পাচ হোঁহকাৰ দৰে নহব জানো?"

—"বুজিলোঁ। —পাচে চকুৰ আগত ব্ৰাহ্মণৰ বিধবাৰ এই নিৰ্য্যাতন কিমান দিন আৰু চাই থাকে? হয় বিয়া দিবলৈ, নহয় নিদিবলৈ কিবা এটা এই মুহূৰ্ত্ততে কৰি পেলোৱাৰ নিতান্ত প্ৰয়োজন বুলি আপুনি নেভাবে নে? কি ভীষণ ব্যভিচাৰে আমাৰ সমাজ অন্তঃসাৰ শূণ্য কৰি পেলাইছে! মাক বাপেকৰ বুকুৰ পৰা প্ৰাণৰ জীয়ৰীবিলাকক বিসৰ্জ্জন দিয়াই বিজাতীয়ৰ সেৱাদাসী কৰি চিৰ কলঙ্কত ডুবাই অকল নিজৰে নহয় সমাজৰ নাকো কটাব লাগিছে! সমাজৰ এই বীভৎস কাণ্ডলৈ ইমানতো আপুনি উদাসীন হৈয়ে থাকিব নে?"

—"উদাসীন হৈ থকাটো কোনো মতেই উচিত নহয়। আপোনাসকল হ'ল সমাজৰ শিক্ষিত লোক ; ইংৰাজী, বাঙ্গলা, সংস্কৃত বিস্তৰ পঢ়িলে, দহ ঠাই ঘূৰি দহ কথা শিকিও আহিছে, চৰকাৰৰ ঘৰত ডাঙ্গৰ কামো কৰিছে, এনে স্থলত আপোনাৰ সৈতে তৰ্ক কৰি মীমাংসা এটা কৰিবলৈ যোৱা মোৰ দৰে কূপমণ্ডুক এটাৰ প্ৰগল্‌ভতাত

বাজে কি হব পাৰে? আপুনি সুধিলে যেতিয়া, আপোনাক সুধিবলৈ সাহ হৈছে। কৰ্ত্তকচোন বাৰু, আপুনি নো ইয়াৰ প্ৰতিকাৰ কি কৰিবলৈ কয়?"

—"বৰ্ত্তমান দেশ কালৰ গতি বুজি আপোনাসকলে ধীৰ স্থিৰ ভাবে আলোচনা কৰি মতৰ পৰিবৰ্ত্তন কৰক, পুৰণি ৰীতি নীতি লৈ থাকিলে আৰু নচলিব। গতিশীল ব্যক্তিৰে গঠিত এই সমাজ — সিও যে গতিশীল। তাহানিখনৰ কত ৰীতি নীতি বৰ্ত্তমান যুগত খাপ নেখাই নিজে নিজে উফৰি পৰা নাই জানো?"

—"অৱশ্যে পৰিছে।"

—"ইমান দিনে হয়তো কোনো কোনোৱে ধোঁৱাই খোৱা চকুৰে মনিব নোৱাৰা পুথিৰ আগ গুৰি নোহোৱা শ্লোক দুটা মুখেৰে ফৰ্ফৰাই শাস্ত্ৰৰ দোহাই দি ফুৰিছিল। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ দৰে মহা পণ্ডিত এগৰাকীয়ে শাস্ত্ৰৰ সকলোমত খণ্ডন কৰি অকল মুখেৰে বিধবা বিবাহ সমৰ্থন কৰাই নহয়, কাৰ্য্যেৰেও নিজৰ পৰিয়ালৰ ভিতৰতে প্ৰচলনৰ দৃষ্টান্ত ও দি থৈ গ'ল। তেওঁৰ আঁৰ ধৰিব পৰা সুবিজ্ঞ পণ্ডিত হিন্দু সমাজত আজিও ক'তো নোলাল। এনে স্থলত তেওঁৰ মততে হৰি ভৰ দি দেশ কাললৈ চাই নিজৰ সমাজকো সময়োপযোগী কৰি লোৱাই সকলো ফালে মঙ্গল।"

—"কোনোবা এঠাইত পাইছিলোঁ — তেখেতে বিয়া দিওৱা বিধবাটী আকৌ বোলে অতি সোনকালেই বিধবা হ'ল।"

—"বিধবাবিবাহ চলিলে বুলিয়েই কোনো যে কেতিয়াও বিধবা হব নেলাগিব এনে কথা কেতিয়াও হব নোৱাৰে।"

—"সঁচা কথা। সেই বিধবাটীৰ কথা এক পক্ষে চালে একো কথাৰ কথাই নহয়। কিন্তু অন্য পক্ষে চাবলৈ গলে দ'কৈ ভাবিব লগীয়া কথাই। এবাৰ বিধবা হ'ল, বিয়া দিলে; আকৌ বিধবা হওক, বিয়া দিয়ক; — এই বিবাহৰ ছেদ পৰিব কেতিয়া? এই দৰে একাধিক পতি গ্ৰহণৰ স্বেচ্ছাচাৰিতা যদি থাকিলেই তেনে বিবাহৰ প্ৰয়োজন কি?"

—"আপুনি ঠিক মোৰ কথালৈকে আহিছে। সমাজত গোপনে গোপনে একাধিক পতি গ্ৰহণৰ কথা অবাধে চলি কত ভ্ৰূণ, কত গৃহশান্তি ধ্বংস কৰিব লাগিছে, — তাক বাধা দিয়াৰ উপায় হৈছে এই বিধাবাবিবাহৰ প্ৰচলন। কি বৈজ্ঞানিক বোলক, কি সামাজিক বোলক সকলো ফালৰ পৰাই ইয়াৰ নিতান্ত প্ৰয়োজন হৈ পৰিছে। ব্ৰাহ্মণ সমাজতে ব্ৰাহ্মণী বিধবাৰ বিবাহ হ'লে বিলোম বিবাহৰ যি কুফল সি ফলিব নোৱাৰে। সমাজৰ বস্তু সমাজতে থাকিব, সি বুকুৰ পৰা আঁতৰি গৈ কলঙ্কিত নহয়ো, নকৰেও; অন্য পক্ষে সমাজৰ ব্যভিচাৰ আৰু ভগুালি লোপ পাই সমাজ খনি মানুহমুৱা হব।"

—"এৰা, ইও এক ভাবিব লগীয়া কথাই। এগৰাকী নেপালৰ উপাধ্যায় ডাঙৰ পণ্ডিত আমাৰ সত্ৰৰ ফালে আহিছিল। তেখেতক লগ পাই ইয়াতে কাবৌ কোকালি কৰি দুদিন ৰাখিছিলোঁ। তেখেতৰ মুখে শুনিলোঁ বোলে নেপালত দুই শ্ৰেণীৰ ব্ৰাহ্মণ আছে — উপাধ্যায় আৰু যৈশী। উপাধ্যায় শ্ৰেণীয়ে পুৰণি ৰীতি নীতি মানি যজন যাজন কৰ্ম্মকাণ্ড চলায়। যৈশীৰ মাজত কটকটীয়া বান্ধোন অলপ শিথিল। বিধবাক স্ত্ৰীৰূপে গ্ৰহণ কৰা প্ৰথাও সিবিলাকৰ ভিতৰত দোষজনক নহয় বোলে।"

—"বেচ কথা। ভাৰতৰ হিন্দু সমাজ এখনত যদি চলিয়েই আছে, আমাৰ ইয়াৰ চলোৱাত বাধা কি? এই ধৰক, —"আমাৰ দৰে চাকৰিয়াল বহুতো ব্ৰাহ্মণৰ সন্তানে ব্ৰাহ্মণৰ বৃত্তি পৰিত্যাগ কৰি অন্য উপায়ে জীৱিকা আৰ্জ্জি প্ৰাণ ৰাখিছে। এইবিলাকে যজন যাজন কৰিবলৈ এৰিয়েই দিছে। ইবিলাকে যদি কেনেবাকৈ বিধবা ৰাখিব লগীয়াত পৰে প্ৰকাশ্য বিবাহেৰে সিবিলাকৰ বন্ধনটি পবিত্ৰ কৰি সিবিলাকক ব্ৰাহ্মণ বুলি সমাজত সাবটি ধৰক, যাতে অন্য সমাজলৈ যাব লগীয়া নহয়; আৰু যিবিলাকে প্ৰাচীন ৰীতি নীতি অকপট ভাবে পালন কৰিয়েই আছে, যিবিলাকৰ ভিতৰত বিধবাৰ এনে সমস্যা উঠা নাই, সিবিলাকে যজন যাজন লৈ এটা একে সমাজৰে সুকীয়া বিভাগ হৈ থাকক। এয়ে হ'লে পুৰোহিতালিৰ মৰ্য্যাদাও থাকে, আৰু পুৰোহিতৰ মাজৰ বেকাৰ সমস্যাও পাতলি পৰে।"

—"আজি কালি হ'ল মিছাই সঁচা বোলোৱা, অধৰ্ম্মই ধৰ্ম্মৰ ভাও দিয়া এক প্ৰবল যুগ । এনে এটি বিভাগ নিয়াৰিকৈ পাতিবলৈ গলে যি হেঁতোওপৰা লাগি পৰিব তাক শাসন কৰিব পৰা শক্তি আপোনাৰ ক'ত? নেপালত বোলে হিন্দু ৰজাৰ ৰাজশক্তি সমাজৰ পাচত জাগি আছে। আপোনাৰ তেনে ৰাজ শক্তি কত? নহয় বোলে সমাজৰ নেতা গুৰুগোঁসাই সন্ত মহন্ত সকলে এই ভাৰ লবও পাৰে। তাওঁলৈকো সিবিলাকে বৈচিত্ৰ্যৰ মাজৰ একেডাল ডোলেৰে সকলোক গাঁঠি একে ঘৰীয়া কৰক ছাৰি নিজে ভোগ কৰিবলৈ ঘৰ ঘৰ কৰিয়েই আজৰি পোৱা নাই।"

—"সেই বুলি সমাজৰ ব্যক্তি সকলক হাত সাবটি বহি থাকিব লৈকে দিবনে? নিজে আৱশ্যক বুজি তিনি চাৰি জনীও বিয়া কৰাব আৰু তিৰোতাৰ বেলিকা সেয়ে যদি হয় তেনে বেচাৰীৰ ঘৰৰ আগত টাব্ চিলিঙ্গি পুটিব। এয়ে হ'ল সমাজৰ বিচাৰ।"

—"অৱশ্যে মই সন্তান থকা পুৰুষৰ একাধিবাৰ বিবাহৰ পক্ষপাতী নহওঁ। কিন্তু আপোনাসকলৰ এই যুক্তিটি অনেকো ভাবি চাইছোঁ। আজিও ঢুকি পোৱা নাই। সিদিনা এগৰাকী বৈজ্ঞানিকৰ প্ৰবন্ধ এটাত পাইছিলোঁ বোলে এঙ্গাৰ আৰু হীৰা আচলতে একেটা বস্তু; সেইবুলি দেখোন এঙ্গাৰ এঙ্গাৰেই, হীৰাও হীৰায়েই। আপোনাৰ যুক্তিটিকে দি তিৰোতাৰ পক্ষৰ পৰা কোনোৱে যদি টানি কয়, — সৃষ্টি পাতনিৰে পৰা কেৱল তিৰোতাই কৰিব পৰা কামবোৰ তিৰোতায়ে কৰি আহিছে। মতাৰ সৈতে সমান অধিকাৰ যেতিয়া, মতাই নো নকৰিব কিয়? তেতিয়া মতা তিৰোতাৰ সমান অধিকাৰ মানি লওঁতাই কোনো কোনো ক্ষেত্ৰত তিৰোতা যে মতা নহয় এইটোও নেমানি নোৱাৰিব হবলা।"

ফুকনে কিছু পৰ টলকা মাৰি চকীৰ হাতখন হাতেৰে মোহাৰি তললৈ চাই থাকিল। কথাৰ ফেৰ ক্ৰমে মেলি যোৱা দেখি বুৰাটিয়ে তামোল পানৰ টুপলিটি ভাগতীলৈ আগবঢ়াই দি ক'লে, "মই তেনে অলপ গধূলি ভাগলৈকে আহিম।" এই বুলি ভাগতীৰ আগত আঠু চোঙ্গাই হাতেৰে মাটি ছুই কপালত লগালে। ভাগতীয়ে বৰ আগ্ৰহেৰে ক'লে, "বাৰু ককাইটি ।" বুৰা গুচি গ'লত ভাগতীয়ে আগৰ ভঙ্গি বদলাই গম্ভীৰ সুৰেৰে আকৌ পূৰ্ব্বৰ কথাতে ধৰিলে, "এই বোৰ কথা এৰক, আচল যিটি কথা প্ৰাণেৰে বিশ্বাস কৰি বিধবাবিবাহলৈ উদাসীন হৈছোঁ তাৰে অলপ কওঁ, শুনি যাওক।— আমাৰ গাঁৱৰ ব্ৰাহ্মণেতৰ সকলৰ ভিতৰত বিয়াৰে হাড় শুচি কৰি লোৱা বিধবাবিবাহ একৰকম আছেই বুলি ধৰি লব পাৰি। সিবিলাকৰ অনেকেই আকৌ ব্ৰাহ্মণৰ এই আদৰ্শলৈ চাই নিজে সুচাৰু ৰূপেৰে ব্ৰত পালন কৰি আজীৱন বিধবা হৈ থাকি প্ৰাণৰ শান্তি ভোগ কৰাও দেখা যায়। কেৱল প্ৰশ্ন হল এতিয়া ব্ৰাহ্মণ সমাজক লৈ। ব্ৰাহ্মণ সমাজৰ বিধবাৰ সংখ্যা কিমান? আমি দেখাতে এই সংখ্যা ব্ৰাহ্মণৰ সধবাসকলত কৈ বহুতো কম। আপুনি কি বোলে?"

—"অৱশ্যে বহুত কমেই বুলিব লাগিব।"

—"তেনে এই লঘু সংখাই গুৰু সংখ্যাৰ কল্যাণৰ অৰ্থে যদি ত্যাগ স্বীকাৰ কৰে, কোনো এটা সামাজিক আদৰ্শৰ গৌৰৱ ৰাখিবলৈ গৈ নিজক বলি দিয়ে, বহুৰ নিমিত্তে অল্পৰ ত্যাগ স্বীকাৰ বুলি সমাজৰ তৰপৰ পৰা আমি তাক ধৰি নলম কিয়?"

—"তাৰ মানে?"

—"তাৰ মানে — এই ধৰক, ৰাজ আক্ৰোহকে বোলক বা ৰাষ্ট্ৰীয় আদৰ্শৰ গৌৰৱকে বোলক তাক অটুটে ৰাখিবলৈ কত আশাভৰা নিৰপৰাধী যুৱকক উচটাই বুকুৰ কেচা তেজ ঢালিবলৈ আগুৱাই দিছোঁ। কতৰ ঘৰত, কতৰ নিৰাশ্ৰয় পৰিবাৰত, কত বিধবাৰ কত অনাথ সন্তানৰ হাহাকাৰত প্ৰাণ দিয়া এই জাতীয় যুদ্ধৰ হত আৰু আহত যুজাৰু সকলৰ মুখভৰা প্ৰশংসা কৰি স্মৃতিৰ তৰ্পন যাচিছোঁ। অথচ তিৰোতাসকলৰ ভিতৰত গৃহশান্তিৰ এক মহান আদৰ্শ ৰক্ষা কৰিবলৈ গৈ ব্ৰাহ্মণৰ মুষ্টিমেয় বিধবাই সংসাৰৰ ইন্দ্ৰিয় সুখলৈ জলাঞ্জলি দি চিত্তৰ প্ৰসন্নতা লৈ আগবাঢ়িব লাগিছে। তাত প্ৰশংসা কৰাৰ কথা দূৰতে থাওক, প্ৰতিপদতে আমি বাধা দিওঁ কিয়?"

—"আপুনি কি আদৰ্শ ৰক্ষাৰ কথা কৈছে মই ভালকৈ

ধৰিব পৰা নাই।"

—"যি বিশ্বাস, যি আদৰ্শ আছে বুলিয়েই এই দুৰ্দ্দিনত আমি সকলো হেৰুওৱায়ো গৃহ শান্তি হেৰুওৱা নাই মই সেই আদৰ্শ কথাকেই কৈছোঁ। আমাৰ মাজৰ প্ৰত্যেক পুৰুষৰে অন্তৰৰো অন্তৰত বিশ্বাস— মোৰ সহধৰ্ম্মিনী, মোৰ অৰ্দ্ধাঙ্গিনী মই চকু মুদিলেই অইনৰ হব নোৱাৰে, মৰণৰ সিপাৰলৈকে অচল্য হৈ মোতে থাকিব। মৰণেও পতি পত্নীক পৃথক কৰিব নোৱাৰিব। প্ৰত্যেক তিৰোতাই বিধবা সকলৰ মুখলৈকে চাই বিশ্বাস কৰে একমাত্ৰ পতিত বাজে মোৰ আৰু অন্য গতি নাই। জীৱন মৰণৰ এই মোৰ পতিৰ মই অৰ্দ্ধাঙ্গিনী। ইচ্ছা গলেই এৰি দি ইচ্ছা গলেই ধৰিবলৈ পতি মোৰ খেলাৰ পুতলি নহয়। অইন কথালৈ নগৈ এই বিশ্বাস, এই আদৰ্শটি কি কম কথা? কোনো কোনো দেশত বোলে দুপৰীয়া ফুৰিবলৈ ওলাই গলে গধূলিকৈ তিৰোতা তিৰোতা হৈ স্বামীৰ ঘৰলৈ ফিৰে নে নিফিৰে ইও এক ভীষন চিন্তা। এনে বিলাক আদৰ্শৰ তুলনাত, কওকচোন, এই আদৰ্শ মহান নহয় নে? আৰ্য্য ঋষিসকলৰ এই শ্ৰেষ্ঠ বিধান, এই আদৰ্শৰ অখণ্ড প্ৰদীপটি জ্বলাই ৰাখিবলৈ মুঠিৰে এমুঠি ব্ৰাহ্মণৰ বিধবাই সংসাৰত সুখৰ মুৰত ভৰি দি ওলাই আহিছে। ইবিলাকৰ এই ত্যাগে হিন্দুৰ সমাজ আজিও অলপ নহয় অলপ পোহৰাই থোৱা নাই নে? যদি সেয়ে হয়, ইবিলাকক সেই ব্ৰতত থাকিবলৈ উৎসাহ নিদি প্ৰশংসা নকৰি, পূজা নকৰি আমি ইন্দ্ৰিয় লালসাৰ বাটলৈ টানি আনো কিয়? বিধবা হোৱাটো যেন বৰ দুৰ্ভাগ্য, ঘৰে পৰে এই কথাটো বিধবা মাত্ৰকে অনুভৱ কৰাবলৈ কথাই বতৰাই, গালিয়ে শপনিয়ে, আচাৰে ব্যৱহাৰে ব্যতিব্যস্ত কৰি তোলোঁ কিয়? কিয়, — কাল নাই অকাল নাই, বিধবাৰ আগত বিধবাবিবাহৰ আলোচনা ঘনে পতি কৰি সিবিলাকৰ মনৰ তেজ পানী কৰি দিওঁ। এইদৰেই আমি সিবিলাকক প্ৰতি খোজতেই পিছলাব খোজা নাই নে? ইমান বাধা, ইমান অত্যাচাৰতো যে সিবিলাক এতিয়াও বিধবা হৈ আছে —সি অসীম সহনশীলা মাতৃৰ মুৰ্ত্তি বুলিহে।" তৰ্কৰ আবেগত ভাগতী আজি ঈষৎ কঁপি উঠিছিল যদিও, তৰুণুৱা নৈৰ দৰে চাঞ্চল্য প্ৰকাশ কৰা নাছিল। কথা খিনিয়ে ফুকনৰ অন্তৰ স্পৰ্শ কৰি মুখৰ মাত হৰি নিলে। ঢুলু ঢুলু চকুযুৰিৰে বৰমইনাই মোমায়েকৰ মুখলৈ চাই আছিল। এনেতে আইকণ আহি বৰমইনাক ভিতৰলৈ মাতি নি সপোন ভাঙ্গি দিলেহি। ভাগতীয়ে আকৌ গহীন সুৰেৰে কবলৈ ধৰিলে, 'আপোনাৰ আৰু এটি প্ৰশ্নৰ কথা মনত পৰিল। বৰ্ত্তমান বিধবা লৈ আমাৰ মাজত যি অৱস্থাৰ উদ্ভৱ হৈছে তাৰ প্ৰতিকাৰ স্বৰূপে সমাজৰ বন্ধন শিথিল কৰা আৱশ্যক নে কটকটীয়া কৰা ভাল। মোৰ বিশ্বাস — আমাৰ আদৰ্শ খৰ্ব্ব নকৰি আকাশত সতেজকৈ সভক্তিৰে ৰখাই ভাল, কিয়নো সমাজৰ সৰ্ব্ব সাধাৰণৰ শৰে আকাশ লবগৈ নোৱাৰিলেও অন্ততঃ গছৰ ওপৰলৈকে যাব পাৰিব। সাধাৰণ মনুষ্য ধৰ্ম্ম পালনতকৈও মানুহে এই জীৱনতে পালন কৰিব পৰা নিস্বাৰ্থ প্ৰেমৰ দৈবী ধৰ্ম্মও আছে। সেই আদৰ্শলৈ কোনোৱে যদি যাব খোজে তাক বাধা দিয়া আমাৰ সম্বন্ধি ভাল হব নে আকৌ এবাৰ দকৈ ভাবি চাওক।"—

তেনেতে বৰমইনা আহি ফুকনক ভিতৰলৈ নিবলৈ বুলি ইঙ্গিতেৰে সোঁৱৰাই দিলে। ভাগতীয়ে ক'লে, "অ এৰা, দয়া কৰি যেতিয়া আপুনি এই টোকোৰা পঁজাত ভৰি দিলেহি, এবাৰ ভিতৰ খনি চাই যাব লাগে।" — ফুকন মন্ত্ৰমুগ্ধ ; এটি কথাও নকৈ ভাগতীৰ লগে লগে ভিতৰলৈ খোজ ললে। বৰ ঘৰৰ মুখৰ কোঠাৰ দুৱাৰ মুখ পায়েই ভাগতীয়ে মাত লগালে, "আই অ' যশোৱা, এই ফালে আহাঁ, চিনাই দিওঁ । এইয়া হ'ল আমাৰ বৰমইনাৰ মোমাশহুৰেক। নাম ধাম শুনিছাই। এইটি মোৰ একেটি বিধবা ছোৱালী — যশোদা। এইক ছোৱালী বোলাতকৈ অন্নপূৰ্ণা আই হে বুলিব লাগে । তাই অকল আমাক অন্নকে দিয়া নাই, জ্ঞান বৈৰাগ্য সিদ্ধি সকলো দিছে।" বাপেকে অতিথিৰ আগত প্ৰশংসা কৰা দেখি নাৰীসুলভ লজ্জাৰে ওৰণি খন অকণিমান টানি মুখ ঢাকি ধীৰে ধীৰে যশোদা ভিতৰলৈ সোমাই গ'ল। গগন ফুকনে এক মুহূৰ্ত্ত ৰ' লাগি চাই থাকিল— কি সৌম্য শান্ত সেই দেবীৰ মুৰ্ত্তি। তাৰ পাচত আগে আগে বৰ মইনা, পাচে পাচে

ভাগতীক লৈ ফুকন কোঠত সোমাই দেখিলে — কলাপাতেৰে উলুৰ পৰা চৰিয়ালেকে সকলো সজুঁলিৰে পৰিপাটিকৈ সজোৱা তিনিটি জলপান। কাঁহীৰ ওপৰত কেবাটিও বান বাটি জালি কটা কল পাত চাকলিকৈ কাটি ঢাকি থৈছে। বস্তুগত সৌন্দৰ্য্যতকৈও প্ৰাণৰ এটি পবিত্ৰ মৰমে ঠাই খনি যে জিনি আছে এই কথাটিয়েই ফুকনৰ মনত লাগিল বেচি। মনে মনে ভাবিলে— ই সঁচাসাঁচিকৈ অন্নপূৰ্ণাৰেই দান। দুই এটি কথাৰ পাচত জলপান, চাহ আৰু তামোল খাই চৰাঘৰ পাই খন্তেক বহি ফুকনে মাত লগালে, "কথা শুনি শুনি উঠিবৰ মনকে যোৱা নাই। দিনে পোহৰে ঘৰ পাবগৈ লাগে যেতিয়া উঠিবৰ কাৰবাৰ কৰিব লগীয়া হ'ল।" ভাগতীয়ে বিনয়কৈ ক'লে, "এৰা, আজি আমাৰ পৰম সৌভাগ্য বুলিব লাগে। আপোনাৰ দৰে পুৰুষ এগৰাকী আহি ধৈৰ্য্য ধৰি বহি মোৰ লাগ্‌বান্ধ নোহোৱা কথা এই এতেপৰ শুনিলেহি।" ফুকনে হাঁহি এটিৰে উত্তৰ দিলে, "কাৰ যে সৌভাগ্য, আপোনাৰেই নে মোৰেই,— তাক ফুটাই কবলৈ কথা নোপোৱাত পৰিছোঁ। এনে গধুৰ কথা মধুৰ জলপানেৰে সমাপতি কৰি লোভ বৰকৈয়ে লগোৱালে। আপোনাৰ কথাখিনি ভাবি চিন্তি চাই কিবা ধৰিব নোৱাৰিলে সুধি যামহি। কেতিয়াকৈ আহোঁ আগতে খবৰ দিম।" "ভাল, ভাল, পৰম আনন্দৰ কথা।" বুলি ভাগতীয়ে কৰযোৰ কৰিলে। বৰমইনাই ভিতৰত মাত লগাই ওলাই আহে মানে দুয়ো নঙ্গলাৰ মুখলৈ এখুজি দুখুজিকৈ ওলাই গ'ল। সকলো শিষ্টাচাৰেৰে বিদায় গ্ৰহণ কৰি ফুকন বৰমইনাৰ সৈতে জিলালে উলটিল।

বাটত আহোঁতে ফুকনে বৰমইনাক ক'লে, "তোমাৰ বাইদেৱেৰাক দেখি সঁচাকৈয়ে দেবীৰ মূৰ্ত্তি দেখা যেন লাগিল।" বৰমইনাই ক'লে, "মোমাইদেৱে এষাৰ কথাও বঢ়াই কোৱা নাই। বাইদেৱে নিদিয়ে মানে কোনেও একো লৈ সুখ নেপায়। বাইদেউক সুমুওৱা দিন ধৰি ৰান্ধনি ঘৰে মছুৱা কি বোলে নজনা হ'ল। কথাই বতৰাই, কামে কাজে কি যেন অন্তৰৰ এটি পূজাৰ ভাব বিৰিঙ্গি পৰে, দেখি শুনি সঁচাকৈ বৰ ভাল লাগে। অকল ঘৰতে নহয়, গাওঁ গোটেই খনিৰে মানত তেওঁ এগৰাকী দেবী। গাঁৱৰ আপদ বিপদ, বেমাৰ আজাৰত লাগি যে থাকেই নে নামঘৰৰ গোপিনী সবাহতো কেতিয়াবা ভাগৱতৰ কথা কৈ কৈ তন্ময় হৈ যায়, গোপিনীসকলে চকুত পানী লৈ কি যে ৰ' লাগি শুনে। —"

—"এনে এগৰাকী পুৰুষৰ জীয়ৰী হৈ সংসাৰৰ স্থূল জগত একাতি কৈ থৈ আধ্যাত্মিক জগত এখনি সৃষ্টি কৰি লোৱাটো একো আচৰিত কথা নহয়। আলোক! আজি তুমি মোক মোমাইদেৱেৰৰ ওচৰলৈ আনি এক নতুন আলোক দিলা। গাঁৱতো আজিও যে নিমাতে নিবোলে এনে কুমাৰিল ভট্ট আছে এই কথা ইমান দিনে কবিৰ কল্পনা বুলিয়েই ভাবিছিলোঁ; আজি প্ৰত্যক্ষে দেখিলোঁ।— এই বুলি বৰমইনাক আগ কৰি দি ফুকন পাচে পাচে ভাবি ভাবি যাবলৈ ধৰিলে। আলোকৰ খোৱাখুৱিৰ দিনা ফুকনে কেতেকীক প্ৰথমে দেখিছিল। বাপেকে নবৌৱেৰৰ মোমাইদেউয়েক বুলি চিনাই দিয়াত যুৱতীসুলভ সলজ্জ চকুৰে কেতেকীয়ে এবাৰ ফুকনৰ চকুলৈ দৃষ্টি দিছিল। সেই দৃষ্টিৰ লগে লগে আপোন কৰি লবলৈ হিয়াখনিও যেন বৈ পৰিছিল। ৰূপ আৰু গুণেৰে অভিমানী ফুকনে সেই সৰল দৃষ্টিটিৰ অৰ্থ নিজৰ মন অনুযায়ী গ্ৰহণ কৰিছিল। সেইহে সেই লাজ হেঙ্গুলীয়া চকুৰ চাৱনিৰে কেতেকী অতদিন অন্তৰৰো অন্তৰত ফুলিব লাগিছে। আজিৰ এই অভিযানৰ পৰ্ব্বতীত সেই চকুৰেই চিকোণ জ্যোতি। এতিয়া আশা নিৰাশাৰ মাজত দুলি তাৰেই প্ৰশ্নই ফুকনক একেবাৰে আকুল কৰিলে। বৰমইনাই সোধা কিবা কথাৰ কিবা উত্তৰ দি আকৌ খন্তেকতে শুধৰাই কেবাবাৰো লাজত পৰিব লগীয়া হৈছিল। কেতেকীক একে বাৰেই আপোন কৰি লোৱা সপোন আজিৰ কথাত ভগা যেন লাগিছে যদিও, তেওঁক তো ফুকনে পাহৰিব নোৱাৰে। প্ৰাণ ভৰি উপচি পৰা এনে এখনি ছবি হৃদয়ৰ পৰা মচ নেখালেও মচিবলৈ যত্ন কৰা ভাল নে, নাই তাক নিষ্কাম ভাৱে সজীৱ কৰি তাৰ মহত্ব তাৰ সৌন্দৰ্য্য উপভোগ কৰাই ভাল; — কি আকুলতাৰ এই প্ৰশ্ন। মনক যে ৰবাব পৰা নাই, কামৰ সংকীৰ্ণ

কূপ পৰিত্যাগ কৰি প্ৰেমৰ অপাৰ পাৰাবাৰলৈ যাব কোনোমতেই দেখোন সি নোখোজে। উতলি আকুল হোৱা হিয়াৰে আলোকক লৈ ফুকন সন্ধিয়া ঘৰ সোমালগৈ।

৬

জগমোহনৰ ভায়েক হৰকান্তই অইনত নহলেও সুবোধ ল'ৰাটিৰ দৰে "হৰমোহন" হৈ ককায়েকৰ পাচ টপ্ কৰে লৈ পেলালে, লগৰ লগৰীয়াই নেজানি নুশুনি "হৰ্কান্ত" বুলিলেও লাগে জগৰ। বৃহস্পতিবাৰে বাৰ-বেলাত নোপজা হ'লে পঢ়া শুনাতো এক ৰকম কৰিব পাৰিলেহেঁতেন, — তাকে নকৰি, ককায়েক ধন চপাবলৈ ওলাই গ'লত, মাটিবাৰী কেডৰা চম্ভালিবলৈকে বুলি বিধবা মাকৰ কণাৰ লাখুটি হব লগীয়া হোৱাত হৰমোহন ঘৰ-গোনাকে হৈ পৰিল। পূজাৰীৰ ল'ৰা. — নপঢ়িলে নুশুনিলেও সহজাত জ্ঞান যেৰাৰ অভিমান অইনৰ কথাত এৰি দিয়াৰ আৱশ্যেক বোধ নকৰিছিল । আন নেলাগে, ঘৰৰ গোঁসাই খন ধুৱাই পূজা কৰোঁতে শিবায় নমঃ, গনেশায় নমঃ, সূৰ্য্যায় নমঃ, বোলে গুণেই দুৰ্গায় নমঃ, বিষ্ণায় নমঃ, বুলিয়েই পূজা সাঙ্গ কৰি দহৰ কাণত পৰাকে টিলিঙ্গাটি কোবায়। গনেশৰ তলৰ এন্দুৰটিক পূজা কৰাৰ দৰে জগমোহনৰ তলৰ হৰমোহনক বিষ্ণুস্বৰূপায় বৰায় নমঃ বুলিলেহি নগৰৰ গাতে লগা লোকেশ্বৰ খাটনিয়াৰে। এখেত ভালে খিনি লৈ কে লোকাই মহৰী নামে জনজাত। কাম কৰে আৰ্জী মহৰী । বুদ্ধিত বৰ বিচক্ষণ । প্ৰবাদ আছে বোলে কলমৰ একোটা আঁচতে মাখিটোকো হাতী একোটাকে আঁকি দিব পাৰে । এখেতৰ লক্ষ্মী স্বৰূপা কণ্যা যেৰাৰ গাত গুণ থাকক নেথাকক ঘূনে ধৰিছিল ভাল কৈয়ে। শান্তি দিয়াৰ পাচত বছৰেকৰ ভিতৰত তিনি মাহ মান হে শহুৰি খাটে, বাকী ন মাহ বাপেকৰ ঘৰত ন ন বেমাৰ বাটোতেই যায়। তেও বুলি ঘূনে খোৱা শাল খুটাৰ দৰে গিৰিয়েকৰ ঘৰ ধৰাত তেওঁৰ আদৰ কিছুমান দিনলৈ আছিল যথেষ্ট।

ভাগতীৰ ঘৰৰ পৰা অহা দিন দিয়েকৰ পাচত গগন ফুকন আৰু আলোক বৰুৱা এদিন পুৱা ভাগতে হৰি উকীলৰ ঘৰলৈ যাওক। সিবিলাকে অলপ পৰ কথা বাৰ্ত্তা পাতি থাকোঁতেই কিবা এটা মকৰ্দ্দমাৰ অজুহাত লোকাই মহৰীও গৈ ওলাল গৈ। লোকায়ে সিবিলাকৰ কথা আদ্যোপান্ত নুশুনিলেও "বিধবাৰ ভাগ" বোলা কথা একেষাৰ স্পষ্টকৈ শুনিলে; তাতে তেওঁক দেখি আলোকে ফুকনলৈ চকু টিপিওৱাও চকুত পৰিল। "অইন এদিন আহি এই বিষয়ে কথা পাতিম, আজি আফিচলৈ যাবৰ বেলি হব পাৰে," এই বুলি ফুকনে আলোকক লৈ উকীলৰ পৰা বিদায় ললে! লোকাই মহৰীয়েও সেই দিনা হব লগীয়া মকৰ্দ্দমা এটাৰ মোচাবিদা কৰি জৰিৰ তলত বহিবলৈ বেগাই উভতিল। বাটত যাওঁতে মনত গাজি গুমৰি, উঠিল, —'হোঁঃ, চাবাইচ ! হৰমোহনৰ ভোগ দখলৰ পৰা বিধবাৰ ভাগ বৰুৱাৰ ঘৰলৈ লৈ যাবলৈ এই যিকিৰ ! বাৰু, নিয়কচোন কেনেকৈ নিয়ে,' এই বুলি কুমন্ত্ৰ কৰাৰ আগতে কপালৰ গাঁঠি থোপা কৰি তললৈ চোৱা ডাইনী জনীৰ দৰে লোকাই আহি কেছাৰী কোষৰ জৰিতলৰ নিজা চাবেক আসনত বহি পৰিল।

সেইদিনা শনিবাৰে শনিৰ শেষত গ্ৰহ বৈগুণ্য হওক নহওক গৃহ বৈগুণ্য হয় বুলিয়েই টেকেলাৰ পৰা বেঙেনা লৈকে, মহৰীৰ পৰা কেৰেণীলৈকে, উকীলৰ পৰা মুনচেফলৈকে সকলোৱেই আন দিনাতকৈ এফেৰা আগতে ঘৰাঘৰি গৈ কেছাৰী ভাঙিলে। লোকাই মহৰীয়েও বাতৰিৰে কাকতৰ টোপোলাটো ঘৰলৈ পঠিয়াই বজাৰৰ পৰা মাছ এচকল কিনি লৈ বাজে বাজে জীয়েক জোঁৱায়েকৰ ঘৰ ওলালগৈ। ৰাতি খাই বৈ এফালে জোঁয়েকক ইফালে বিয়নীয়েকক লৈ মাটিত বটাৰ কটাৰী খনেৰে আঁক পাৰি পাৰি কথাবোৰ ফঁহিয়াই দেখুৱাবলৈ লাগিল,— " যি কেইডাল অলঙ্কাৰ দিয়া হৈছিল, সেইয়া সেই ফালেই গ'ল । বাকী গৰু ম'হ কেইটা, মাটি কেই ডৰা, অইন নেলাগে এই ঘৰ কেউটাবো সমান ভাগ লৈ ভাঙ্গি ছিঙ্গি বেচি কুচি গোটেই সুপিকে বৰুৱাৰ বৰ ঘৰত সোমাবগৈ । গৈ থৈ এপইচা আৰ্জ্জন নোহোৱা এই হেন ল'ৰাটোৰ যে নাগতি হবইনে মৰিবলৈ দুটা দিন থকা মাকৰ বিলেও কাউৰী কুকুৰে নোখোৱা হব, আৰু নহে

যে থাকিব এনে কথা হবই নোৱাৰে। আজি নিজ কাণে শুনি আহিছোঁ বৰুৱাৰ পুতেকে হেডক্লাৰ্কক লগত লৈ জিলাৰ ডাঙৰ উকীলৰ লগত পৰামৰ্শ কৰিছে। গতিকে বতৰতে বিদ্ধা চাই সোপা নিদিলে পাচলৈ একোৱেই নহব । ” কথা শুনি মাকে পুতেকে চোৱাচুই কৰিবলৈ ধৰিলে। ভাবি বিপদৰ আতঙ্কত বুৰীৰ চকুৰে দি এহোলোকা পানীও ওলাল। মহৰীয়ে ক'লে, “কান্দিব লগীয়া এতিয়াও একোটো হোৱা নাই, হবলৈকো সৰহ পৰ নেলাগে। গতিকে এটা কথা কৰক, — কেমাহ মানলৈ হলেও সেই বাৰী বোৱাৰীয়েকক ইয়ালৈ অনাওক। লুলু — চুচু কৈ সম্পত্তিখিনি হাত কৰি লওক। তাৰ পাচত লঠামুৰী তিৰোতাজনী যায় বাপেকৰ ঘৰলৈ গুচি যাওক। তুলি তালি সেই হেন ল'ৰা এটি তাইৰ পোৱা কপালতে দিলে, এতিয়াও আগলৈ পাচলৈ যি কণি মাটি ভেটি আছে তাকো তাইৰ বাপেকৰ ঘৰত জাহ যাবলৈ দিব পাৰি নে?” মাকে সুধিলে, “ইমান দিনে আহিবলৈ দিয়া নহল যেতিয়া এতিয়া তাই জানোচা নাহেই।” মহৰীয়ে বুকু দাঙি ক'লে, “আপোনাৰ মানুহ আপুনি আনিলে নাহি পাৰে নে ? কব বোলে—বুৰা হলোঁ, কাহানিকৈ চিপ লওঁ ঠিক নাই। পোৰ মুৰে বোৱেৰীকে মৰাৰ আগতে বুকত লৈ মৰি যাওঁ— এই বুলি বাতৰি পঠিয়াওকচোন আহে নে নাহে দেখা যাওক। নাহে যদি পাচৰ কথা পাচে কৰা যাব। আহে যদি কাম নিসিজে মানলৈকে কিছুমান দিন ভালেৰে ৰাখিব। ইয়াৰ বন বাৰীত হাত দিয়া যেন দেখিলেই কিছু দিনৰ মুৰত মোৰ ছোৱালীজনীৰে সৈতে জোঁৱাইক আমাৰ তালৈ পঠিয়াই দিব। মই সোঁত চাই বুধি ভৰসা দি থাকিম সেই মতেই সিহঁতে কাম চলাব। ৰাতি ভালে মান হ'ল। এতিয়া শোৱক গৈ। ঘৰত গোঁসাই খন তিয়াব গৈ লাগিব। কুকুৰা ডাকতে যাম গৈ। আজি যে মই ইয়ালৈ আহিছোঁ এই কথা যেন কোনে ও নেজানে। তুমিও কাৰো আগত কৈ নেপেলাবা। কথা কেনেবাকৈ ওলাবলৈ হলে নিজৰ মহামাৰ নিজে চিন্তিবা একা ।” এই বুলি জোঁৱায়েককো সাৱধান কৰি দিয়াৰ পাচত জীয়েকক মাত একেষাৰ দি খাটনিয়াৰ বাহিৰৰ ঘৰৰ বিছনাত শুই থাকিল গৈ । বৰ্ত্তমান জনা বুজাৰ ভিতৰত লোকাইত বাজে পূজাৰী ঘৰৰ আৰু কোনো নাই। অকল অভিভাবকৰ কথাৰ দৰেই নহয় ইহ পৰকালৰ গুৰু গোঁসাইৰ মাত কথাৰ দৰে তেওঁৰ কথা, গতিকে তাক আখৰে আখৰে যে পালন কৰিব এই কথাত অলপো সন্দেহ নথকাত খাটনিয়াৰৰ টোপনি পৰি যাওঁতেই আহিল। পূজাৰীয়নীয়ে হে বহু ৰাতিলৈ উচ্‌পিচাই আছিল।

কি এই মন্ত্ৰ বল! ইমান দিনে এফালে বৈ থকা সোঁত সেই ৰাতি পুৱাৰে পৰা অইন মুখে উভতি ববলৈ ধৰিলে। বৰ পুতেকৰ স্মৃতিৰ মোহত অথবা বোৱাৰীয়েকৰ মৰমত নহয়, কণাৰ লাখুটি ডালি লৈ খেপিয়াই চাই ভাবি বিপদৰ আশঙ্কাত খাটানিয়াৰৰ কথাতে বোৱাৰীয়েকক চাবলৈ পূজাৰীয়নী আজি উদ্বাউল; চাওঁতে চাওঁতে দিনক দিনে 'হাঁ বোৱাৰী, হাঁ বোৱাৰী বুলি পাগলী হোৱাৰে উপক্ৰম হ'ল। কথাটো অহুকাণে পহুকাণে গৈ বৰুৱা বৰুৱানীৰ কাণত পৰিল গৈ । ইমান কান্দোনৰ মাজত এই এফেৰি আশ্বাসেই সিবিলাকৰ মানত বহুত যেন লাগিল। এদিনা জগমোহনৰ ওচৰ সম্বন্ধীয়া বৰ বাপেক এজনৰ মুখে মাকে প্ৰস্তাবো পঠিয়ালে। বৰুৱাই পৰামৰ্শ কৰি চাই তাৰ চাই দিনৰ পাচত ভাল দিন এটাত শাহুৱেকৰ হাতত বোৱাৰীয়েকক নিজে গতাই দি আহিব গৈ বুলি বৰ বাপেকৰ মুখে কথা দি পঠিয়ালে।

আজি চাই দিন হৈ গ'ল। কিছু দিন শাহুৱেকৰ লগত থাকি কেতেকী আকৌ ঘূৰি আহিবলৈ ওলাইছে যদিও, কালিৰ পৰাই মাক জীয়েকে চকুৰ পানীত বাট দেখা নাই। শান্তি দি উলিয়াই দিয়াটোও এক শোক, আৰু আজি যমে নিয়া জোঁৱায়েকৰ ঘৰলৈ পঠোৱাটোও এক শোক। শান্তি দিবলৈ নোপোৱাৰ সকলো শোক আজি ছেগ বুজি উজাৰ খাই উঠিছে । ঘোপ মৰা শ্মশানৰ দৰে সেই ঘৰ যত আশাৰ এটি প্ৰদীপ নাই, তুলি লবলৈ বুকুৰ দৰে বুকু এখনি নাই সেই ঘৰত বুকুৰ আলসুৱা কেতেকীক অকলশৰে থৈ আহিবলৈ কি সতেৰে মাইকী বাপেকিয়ে দিব পাৰে ? বিয়াৰ পাচ দিনা ঘৰ গছকাবলৈ

খন্তেকলৈ নিলেও মাক জীয়েকৰ কৰুণ কান্দোনে সকলোৰে হিয়াত কেনেকৈ আঘাত কৰি যায়! আজিৰ এই অৱস্থাতে কেতেকীৰে মাকৰে কি হৈছিল তাক কৈ কৈও ফুটাব নোৱাৰি।

ভাগতী আৰু যশোদা পুৱাই পালেহি। পেটে সমন্বিতে পঠিওৱাৰ মত বৰমইনাৰ অকণো নাছিল, মাকৰ মুখলৈ চাই সময়ৰ মুৰত ছুটি লৈ তেঁৱো ওলালহি। এখন গাৰীত বয়-বস্তু আৰু এখনত বাকচ দুটাৰে সৰু ছোৱালী আৰু কেতেকীক লৈ আগে আগে গায়েনৰ বৰাৰ সৈতে বৰুৱাই চকু মোহাৰি মোহাৰি বাটে বাটে খোজ দিলে। চুবুৰীৰ সমনীয়া ছোৱালীবিলাকৰ ধাৰাসাৰে অশ্ৰুবোৱা চকুৰ কৰুণ দৃষ্টিৰ মাজে গাৰী কিখন ঘৰ্ ঘৰ্ কৰে গুচি গল। বৰুৱানীৰ এটি তীব্ৰ চিএৰ সকলোৰে কাণত বাজি উঠিল। পদূলিত মুৰ তুলি চোৱা দামুৰি পোৱালী দুটা, — ডিঙ্গি ভাঙ্গি ৰ লাগি এচকুৰে চাই থকা ৰাজ হাঁহ কেইটা, — সেই টোপা টোপা অশ্ৰু কণিকাৰ দৰে ফুল সৰি পৰা বকুল জুপি, — সেই পাচে পাচে চেঁচা বা ছাটি পঠিয়াই দিয়া সুন্দৰ পুখুৰীটি, -— নিৰ্ব্বাক, নিস্পন্দ। সকলোৰে যেন নিফুট সুৰেৰে বিনাব লাগিছে, —“ আমাক নো আজি কাক দি গলি, ঐ বাইদেউ!” — আৰু নোৱাৰিলে, গাৰীৰ ভিতৰত সৰু ছোৱালীৰ ডিঙ্গিত ধৰি কেতেকীয়ে হুক্ হুক্ কৈ কান্দিবলৈ ধৰিলে। চাওঁতে চাওঁতে কেঁকুৰি এটাই গাৰী দুখনি যেন বুকুত লুকাই পেলালে। চকুৰে নেদেখা হ'লত গাঁৱৰ ছোৱালীবিলাকে কেতেকীৰ ঘৰলৈ চাই দীঘল হুমুনিয়া একোটা কাঢ়ি দিহা দিহি গুচি গ'ল। বৰমইনা অহা দেখি যশোদাক তাতে থৈ ভাগতীয়ে ভনীয়েকক বৰাই বুজাই বেলি মাৰ যোৱাৰ আগতে ঘৰলৈ গ'ল।

সুদীৰ্ঘ ৰাতিটো আগত লৈ সন্ধিয়া বেলিকা গাৰী গৈ জগমোহনৰ ঘৰ পালেগৈ। কান্দি কাটি শাহুৱেক পদূলিলৈ ওলাই আহি কেতেকীক সাবটি লৈ গ'ল। হাজাৰ হওক, — মাকৰ প্ৰাণ! —কেতেকীৰ মুখত বৰ পুতেকৰ ছাঁটো দেখি হুৱাওৱাৰে কান্দিবলৈ ধৰিলে। সেই কান্দোনত কপটতাৰ আভিনয় নাই, পুত্ৰৰ স্মৃতিত ছিটাছিটে ফাটি বৈ অহা হৃদয়ৰ সকৰুণ অশ্ৰুৰ ধাৰা।

গাৰীয়ে গুৱাই সকলোটি সেই ৰাতি থাকিবলৈ গাঁৱৰ দুই তিনি জনৰ সহায়ত হৰমোহনে যা-যোগাৰ কৰি দিলে। পাচ দিনা পুৱাই গাঁৱৰ দুই চাই জন মাতব্বৰ চাই বুৰাক মতাই আনি গায়েনৰ বৰাক লগত লৈ বৰুৱা জগমোহনৰ মাকৰ ওচৰত বহিলগৈ। হাতত লৈ যোৱা সৰু হাতনি পেৰাটোৰ পৰা কেই পদ মান অলঙ্কাৰ উলিয়াই — এই ধাৰি বানা, এই ধাৰি গেজেৰা, এই যোৰ বালা বুলি ডাঙ্গি দেখুৱাই আৰু কেৱা পদো দি কলে, “ আপোনাৰ ঘৰৰ পৰা পোৱা এই কেই পদেই অলঙ্কাৰ, এই খনি জোৰণত দিয়া মালৰ তালিকা। আজি শোধাই দি ঋণমুক্ত হলোঁ।” পূজাৰীয়নীয়ে কলে, “সেইবোৰ গৰুৰ হাৰৰ লেখ ললে আৰু কি হব? জীয়েকৰ বস্তু জীয়েকৰ হাততে দি যাওক,” বুলি কান্দিবলৈ ধৰিলে। বৰুৱাই কলে,— “এবাৰ বস্তু কেই পদ ঠাকে ঠিকে চাই কওক — আপুনি যি দি পঠিয়াইছিল সেই সকলো ঘুৰাই পাইছে বুলি।” পূজাৰীয়নীয়ে কান্দিয়েই থাকিল। বুৰা এজনে মাত লগালে, “এৰা, বৰুৱা ডাঙৰীয়াই দেশ দস্তুৰৰ কথাকে কৈছে। এবাৰ চাই পালোঁ বুলি কব লাগে।” পূজাৰীয়নীয়ে কেৱাহিকৈ চাই কলে “নেপালোঁ বুলিবলৈ কিটো আছে হোঁ? যি কেডাল দিছিলোঁ, আহিছে। নাহিল, নাহিল মুঠে মোৰ বৰ পো-টো,” — -এই বুলি কপালত ভুকু এটা মাৰি আকৌ কান্দিবলৈ লাগিল। বৰুৱাৰ সৈতে বাকী কেউজনেও চলচলীয়া চকুৰে তললৈ চাই থাকিল। অলপৰ পাচত বৰুৱাই মুৰ তুলি থোকাথুকিকৈ কলে, “তাইলৈ যি অলপ বয়-বস্তু কিনি কুটি থৈছিলোঁ তাকো তাইৰ লগতে সোধাই দিবলৈ বুলি লৈ আহিছোঁ। তাইৰ কপালে নাটিলে যেতিয়া আপুনিয়েই তাইৰ এতিয়া সকলো। মোৰো তাই একেজনী ছোৱালী, তাই বৰ অভাগিণী,—।” — ইয়াৰ পাচত মাতবোৰ কঁপি কঁপি সৰু হৈ আহি'ল,— “নিজৰ বুলি যেন ঘৰৰ এচুকত ঠাই দিয়ে,—তাইৰ আলৈ আহুকাল হলে আমি মাইকীবাপেকিয়ে যিখিনি কৰিব

পাৰোঁ তাকে কৰি চাবলৈ সময়ৰ মুৰত যেন বাতৰি এটি নিদি নেথাকে। ইয়াত কৈ মোৰ আৰু কবলৈ নাই," বুলি বৈ গ'ল। চকুৰেদি দুধাৰি লোৰ দব্‌দব্‌ কৰে বৈ পৰিল। অলপৰ পাচতে মাকত বাজে সকলোটি বাহিৰৰ ঘৰলৈ ওলাই আহিল। বৰুৱাই লগত অহা সকলোটিৰে গা-পা ধুই মুখত আহাৰ একোটি লৈ সৰু ছোৱালীক গাৰীতে তুলি শূণ্য ঘৰলৈ কান্দি কাটি উভতি আহিল। আচহুৱা ঘৰত বুকু উবুৰিয়াই কান্দিব নোৱাৰিলে যদিও, সৰু ছোৱালী আৰু কেতেকীৰ এৰি দি নিদিয়াৰ কি সেই কৰুণ বিননি। ঘৰ গোটেই খনিৰ নিজাৰ পৰিব খোজা শোক আকৌ এবাৰ উজাৰ খাই উঠিল।

যশোদাৰ শিকনি শিৰত লৈ কেতেকী সংসাৰ কামত উঠি পৰি লাগি গ'ল। নেদেখা নুশুনা স্বামীৰ প্ৰীতিৰ অৰ্থে স্বামীৰ সংসাৰকে সেৱা কৰি জীৱন উৰাই দিয়া সাধাৰণ সাধনা নহয়। কৰ্ম্মৰ আনন্দ আৰু প্ৰাণৰ নিষ্ঠাৰে কামৰ আৰম্ভ কৰাত এনে দুঃসাধ্য সাধনাও কেতেকীৰ মানত দিনক দিনে সহজ হৈ আহিল। গছ-পুলি লৰাই বলে অলপ নহয় অলপ জঁই পৰে সঁচা; — কেতেকীৰ ইমান দিনে মুকলি মনেৰে থকা মুখ খনিত স্বামীৰ ঘৰৰ আৱৰণে বৈধব্যৰ কালিমা অলপ ঘন যেন কৰিছিল। মাকৰ ঘৰত আয়তী হৈ থাকোঁতে কপালত লোৱা হাইতালৰ ৰেঘা কপালেৰে মিলি যায়,— দেখি কব নোৱাৰি কপালত ৰেঘা ললে নে নাই। কাণৰ কেৰুৰ বাখবলৈ মন নকৰিলে কব নোৱাৰি কেৰু পিন্ধিছে নে নাই। মনত পৰিছে, — সৰু ছোৱালীয়ে এদিন সেন্দুৰীয়া আম পকি থকাৰ কথা কবলৈ গৈ কৈ পেলাইছিল, "আমবোৰ কেতেকী বাইদেউৰ গাল দুখনিৰ দৰে জিলিকি পৰিছে, পাই।"

— আজি সেই কেতেকীৰ কপালৰ বগা চন্দনৰ ফোট দূৰৰ পৰাই মনিব পৰা হ'ল । দেখিলে মন মৰি যায়। গালৰ সেই ৰঙচীয়া বোল বহুতো বিবৰ্ণ হৈ পৰিল। তথাপিতো অন্তৰৰ কি এক শক্তিৰ আভাসে, কি এক আনন্দৰ প্ৰসন্নতাই মুখ খনি একাধাৰে গম্ভীৰ আৰু মধুৰ কৰি তুলিছে। চকু দুটি আগতকৈও বেচি তিৰবিৰাবলৈ ধৰিছে। যোগৰ পথত অগ্ৰসৰ হোৱা ব্ৰহ্মচাৰী যুবকৰ মুখত বাজে সচৰাচৰ এনে ছবি সংসাৰত অতি বিৰল। কেতেকীয়ে এনে ভক্তি এনে প্ৰেমেৰে শাহুৱেকৰ শুশ্ৰূষা কৰিবলৈ লাগিল, ইমান আপোন পাহৰি গৃহবৰ্ত্তী সকলোটিৰেই সেৱা কৰিবলৈ ধৰিলে, — দুদিনতে তেওঁ ঘৰখনিৰ চিৰদাসী হৈও সম্ৰাজ্ঞী হৈ পৰিল। আৰ্জী মহৰীৰ জীয়েকৰ মনে মনে বৰ ঈৰ্ষা উপজিল। উপজিয়েই সি অহিৰাৱণৰ দৰে যুঁজত লাগি গ'ল। নিজে যি শক্তিহীন, সামৰ্থ্যহীন, শিকি বুজি শক্তি সামৰ্থ্য লাভ কৰাৰ একাগ্ৰতাও যাৰ অন্তৰত এধানি নাই সিবিলাকেই ঈৰ্ষাৰ জালত নিন্দাৰে কুৎসাৰে আৰু চক্ৰান্তেৰে এইদৰেই সোণৰ গৃহস্থালি একোখনি কুৰুস্থলী কৰি পেলায়। হৰমোহনৰ ঘৈনীয়েকৰ বেমাৰ যে নাই এনে নহয়। কেতেকীৰ মনৰ শূণ্যতাতকৈ সি উৎকট হব নোৱাৰে। তথাপি তিলকে তাল কৰি আজি কালি তেঁও কুটা এডালি ও দুডোখৰ নকৰে। গধূলি ভাত খাই উঠিলেই আজি কালি তেওঁৰ পেটটোৱে খোচ মাৰি ধৰা হ'ল। নিজৰ যে চুৱাখন কেতেকীক দি থৈ আহে অকল সেয়ে নহয়, ভৰি ধুবলৈ পানী এচৰিয়া আৰু ভৰি মচা খনো শোৱা কোঠাত দি যাবলৈ আদেশ কৰি শোৱা পাটীত পৰেহি। ঘৰখনক পৰ বুলি ভাবিলে এনে সৰুসুৰা কথাবোৰেই মনত বৰকৈ আঘাত দিয়ে; কিন্তু মাকে জীয়েকৰ, বায়েকে মৰমৰ ভনীয়েকৰ এনে আব্‌দাৰ নিতে কতবাৰ সহি সুখ পায়। কেতেকীয়ে কায়মনোবাক্যে এনে আব্‌দাৰক আব্‌দাৰ বুলি নধৰিছিল। ৰাতি দিন বেটীৰ দৰে খাটিও কেতেকীয়ে জাকৰ মন যোগাব নোৱাৰিলে। এদিনা ননন্দেকক লগ পাই আৰ্জী মহৰীৰ জীয়েকে কথা সোঁৱৰালে, "তুমি যে মোৰ দৰে পালেং এখন নেপাই মুখ ওফোন্দাইছিলা — সেইয়া দেখোন মোতোকৈ ভাল এখন পালেং নবৌৱেৰে আনি সামৰি থৈছেহি। বাঁৰী মানুহক পালেং খন কেলৈ? আইৰ বাঁহৰ চাঙতে শাহুবোৱাৰী দুয়ো সুকীয়াকৈ শুইছেই। তুমি নো লৈ নোযাবা কিয়? এনেয়ে হলে আমাৰ কথাত হে ওফোন্দ পাতিব পাৰা।" পালেঙৰ প্ৰতি থকা ননন্দেকৰ হিয়াৰ তুঁহ

জুই এই একোটি ফু-তে ভম্ কৰে জ্বলি উঠিল। ননন্দেক গৈ মাকক নেৰা নেপেৰাকৈ লাগি গ'ল। ইফালে হৰমোহনকো আৰ্জী মহৰীৰ জীয়েকে লগালেহি;—" বাঁৰী জনীক সেই দেৰাজেৰে সৈতে বঙ্গলুৱা আৰ্চী খন কেনৈ? চন্দনৰ ফোট এটা গোঁসাই ঘৰৰ টেমা আৰ্চীখন চায়ো লব পাৰে দেখোন। ভনীয়েকে পালেঙৰ লগতে লৈ যাব চাব। আজিয়েই আনি থওকহি।" হৰমোহন ঘৈনীয়েকৰ কথাত প্ৰতিধ্বনি তোলাত পৰ্ব্বতৰ দৰে অচল অটল। ভনীয়েকে পালেঙৰ প্ৰস্তাৱ দিয়াৰ লগে লগে হৰমোহনে হুবহু ঘৈনীয়েকৰ কথাখিনিকে নিজৰ বৰীয়াকৈ মাকৰ আগত কলেগৈ। কেৱল প্ৰভেদ ৰল এই ফেৰা — প্ৰতিধ্বনিৰ শেহত কথাটো পৰিস্কাৰ কৈ ফুটে, হৰমোহন জীৱন্ত প্ৰতিধ্বনি গুণে শেহৰ কথা দুষাৰি পেটতে ৰাখি কামেৰে ফুটাই নিজৰ অলপ বুদ্ধি থকাৰ পৰিচয় দিলে। কথাৰ লগে লগেই মাকৰ চাং তলৰ পৰা দেৰাজেৰে আইনাখন নি হৰমোহনে নিজৰ কোঠা পোৱালে গৈ। ইফালে মাকে জীয়েকৰ লালী নিছিগা কথাত তত নেপাই বোৱাৰীয়েকক সুধিলে, "দিয় জানো?" বোৱাৰীয়েকে ক'লে, "জানো, দিয়ে নে থয়? মোক নো সেইখন কেনৈ?" মাকে জীয়েকক ক'লে, "ককায়েৰে নেপালে যেতিয়া নে তয়ে শোগৈ।" মাকে দি দিয়াত কেতেকীৰ মুখত অলপো বিষাদৰ ছাঁ দেখা নগৈছিল। বৰং উৎসাহেৰে ননন্দেকৰ হাত খনি ধৰি নি কত কেনেকৈ পাতিব লগে সকলো কথা বাৰে বাৰে বুজাই দি শাল ঘূৰোৱা লোহৰ ফাল ছটা বাকচৰ পৰা উলিয়াই দিলে। ইমানতো সিহঁতৰ সুখ নেলাগিল। ইবিলাকে মাছে চাছে খায়ে থাকে গুণে শাহুৱেকে মৰমত বোৱাৰীয়েকৰ ভাতৰ লগত গাখীৰ অকণ দিয়ে। তাকো সিহঁতে সৰহ দেখিবলৈ ধৰাত কেতেকীয়ে গাখীৰত মুখ দিবলৈকে এৰি দিলে। মুখত একোকে নেলাগে, একোকে নেখায়, কিন্তু ভিতৰি যে কথাটো তেনে নহয়, ইয়াকে প্ৰমাণ কৰিবলৈ আজি পাভটি চাঙ্গৰ পৰা চেনি কণ, কাইলৈ একাজিৰ পৰা পগোৱা গাখীৰ ফেৰা, নাইবা হাঁকোটাৰ দৈ টেকেলিৰ মুখৰ খিনি হৰি যাবলৈ ধৰিলে। পূজাৰীয়নীয়ে কেতিয়াবা বিচাৰি নেপালে মাজতে সোধে, "এইবোৰ কোনে নিলিহঁক? ভাল মোৰ ঘৰত দেও ভূত সোমাল।" উত্তৰত তপতে তপতে কোনেও একো নকয়। অকলশৰে শাহুৱেকক থকা পালেই কাণৰ ওচৰত ফুচ ফুচাই মহৰীৰ জীয়েকে কৈ আহেগৈ, "সেইবোৰ ৰৰ বোৱাৰীয়েকৰ কাম। মোৰ পেটত পানীয়েই ভালকৈ নুসুজে, গাখীৰে সুজিব খুজিছেনে?" শাহুৱেকে মুখেৰে একোকে নকয়। মিছা কথাৰ ঠেং চুটি, — একাজিৰ গাখীৰ চুকি নেপাই এদিনা মহৰীৰ জীয়েকে পীৰা দুখন যোৰাই গাখীৰত সোহা এটা মাৰোঁতেই শাহুৱেকৰ সঁহাৰি পালে; খৰাখৰিৰ বেগত হোৰোস কৰে পৰি এথেকেচা ভালকৈয়ে খালে, লগে লগে মচা মজিয়াৰ মাটিৰে টপিনাৰ মেখেলাত দাগীৰ মোহৰ এটিও দহৰ চকুত পৰাকৈ লগাই ললে। শাহুৱেকে সেইয়া কোন বুলি সুধিয়েই মজিয়া পাই সকলো দেখি বুজি ক'লে, "সেইয়া দেখোন, আজি তই নেখাতী জনীয়েহে খালি!" —"তাই সদায় খায়। মই চুৰ কৰি খাব নেজানো কাৰণে আজি গমটো পালোহি," এই বুলি তাই টপ্ কৰে কৈ মুখ খন ৰিহাৰ আগেৰে মচি নিজৰ কোঠালৈ সোমাই গ'ল। টৌটোকে বৌটো কৰি গধূলি হৰমোহনক লগাই লোকাই মহৰীহেন পুৰুষৰ জীয়েকক চোৰ ধৰা বাবে ভালকৈ এবকলা শুনোৱালে।

কেতেকীয়ে হৰমোহনৰ চকুলৈ নেচায় দেখিলেই ওৰণি লয়। এদিন বিহুলৈ গামোচা বৈ গোঁসাইৰ গামোচা খনিত ফুল বাছি তন্ময় হৈ থকাৰ পৰা মুৰটি তুলি দেখে হৰমোহনে কেতেকীলৈ একেথিৰে চাই আছে। কেতেকীয়ে দুটা উশাহৰ মান সময় ৰ লাগি চাই হৰমোহনৰ চকু হাল ভাল নেপালে। আতঙ্কত ততালিকে মন্দৰা অনাৰ চলত তাৰ পৰা আঁতৰি শাহুৱেকৰ কাষ পালেগৈ। সেইদিনাৰ পৰাই হৰমোহনৰ ছাঁটো দেখিলেও কেতেকীয়ে শাহুৱেকৰ পাচ লয়।

বৰুৱাই খবৰ লবলৈ বুলি মানুহ এযোৰা পঠিয়াইছিল। বস্তু সৰকাবলৈ অহা অপবাদ দি সেই দিনা গধূলি মহৰীৰ জীয়েকে গিৰিয়েকক লগাই অনেকো কুকৰ্থনা কৰোৱালে। সেই দিন ধৰি ঘৰলৈ বা-বাতৰি

দিবলৈকো কেতেকীৰ ভয় লগা হ'ল।

খাটানিয়াৰৰ মন্ত্ৰ মাকৰ গাত নফলিওৱা দেখি পুৰশ্চৰণ কৰিবলৈ সস্ত্ৰীক হৰমোহন শহুৰেকৰ ঘৰলৈকে যাবলৈ ওলাল। দুদিনৰ পাচত গাৰী ধৰি দুয়ো গুচি গ'ল।

ভৰালত ধান, গোহালিত গাখীৰ, বাৰীৰ কচু ঢেকিয়া আছে যদিও, লোন তেল যেৰা কিনিবলৈকো পূজাৰীয়নীৰ অৱস্থা একেবাৰেই নিতমৃতমা। উপায় নেদেখি আজি কেতেকীৰ লগত দিয়া লোতাটো, কাইলৈ বাটিটো সোঁতা থৈ পইচা আনি আনি হৰমোহন থকা দিনৰ পৰাই কেবা পদো বস্তু উৰালে। যাবৰ পৰা হৰমোহনে আজি এমাহেও ঘৰৰ কথা ভাবিব পৰা নাই। পুৰা গধূলি খাটনিয়াৰৰ ওচৰত কলাবিদ্যা শিকা দি শঠতা শিকিব লাগিছে। এনেতে এদিন পূজাৰীয়নীৰ গাত অমুৰ্ত্তক জ্বৰেৰে গ্ৰহণীয়ে দেখা দিলে। কেতেকীৰ প্ৰাণ দিয়া শুশ্ৰূষাতো কমক ছাৰি দিনক দিনে অৱস্থা কাহিল হৈ হে যাবলৈ ধৰিলে । ওচৰৰ বুৰা এটিক কোৱাই মেলাই কেবা পালীও অসমীয়া ঔষধ খুৱাই চালে, একোৰ পিনে একোৰে গুণ নিদিয়া দেখি ননন্দেকক খবৰ দি অনাই দেওৰেকক খবৰ দিবলৈ বুলি মৰকীয়া হালোৱাটিকে কাবৌ কোকালি কৰি কেতেকীয়ে কোনোমতে পঠিয়ালে। ননন্দেক আহিল হয়, কেতেকীৰ সহায় হওক ছাৰি গলগ্ৰহ হে হৈ পৰিল। ননন্দেকৰ জীয়েককো শৌচ কৰোৱাৰ পৰা বিচনী মাৰি শুওৱালৈকে ওপৰঞ্চি কাম কৰিব লগীয়া হোৱাত কেতেকীৰ ভাত পানী টোপনি সকলো গ'ল। ননন্দেকে ঠেঙৰ ওপৰত ঠেং তুলি বহিয়েই থাকে। খবৰ লবলৈ অহা মানুহৰ আগত নবৌ আমুকটো নকৰিলা নবৌ তামুকটো নকৰিলা বুলি কৈ নিজে মাকৰ লগত লাগি যেন উশাহকে পোৱা নাই এনে ভাব দেখুৱায়, আৰু মানুহ দুনুহ গলেই ধোবাং জুৰি পৰি থাকে। দুদিনৰ পাচত হৰমোহন অকলে আহি ওলাল। গাঁৱৰ বুৰা মেথা চাপি পূজাৰীয়নীয়ে সেই ৰাতিয়েই নাও মেলে বুলি জনদিয়েকক ৰাতি পৰ দিবলৈ ঠিক কৰি গ'ল। বোৱাৰীয়েকে নিজ হাতৰ আঁজলিৰে মল মূত্ৰ সকলো আঁতৰাই ধূনা লগাই ৰাখিছে। পৰ দিয়া বুৰা কেজনৰ তামোল ছালি চাহ পানী আদিৰ যোগাৰ দিব লাগিছে। পুতেক জীয়েকৰ যেন গাতেই লগা নাই। ৰাতি পুৱাৰ লগে লগেই পূজাৰীয়নীৰ উশাহৰ গতি লৰিল। ক্ষীন কণ্ঠেৰে বোৱাৰীয়েকক মাতি মুখৰ ওচৰলৈ নি এটি চুমা খালে, সেহাই সেহাই ক'লে, "তোক আয়ে তুলিব," ইয়াকে কৈ চকুলৈ চাই দুধাৰি চকু লো বোৱাই আৰু এটি চুমা দিয়াৰ লগে লগেই বুৰা দুজনে অৱস্থা বুজি বাহিৰলৈ নি পূজাৰীয়নীক নাম কথা সোঁৱৰাবলৈ লাগিল। চাওঁতে চাওঁতে পূজাৰীয়নীৰ শেষ নিশ্বাস আকাশত মিলি গ'ল। পুতেক জীয়েকে তেতিয়াহে বুজিলে মাক সঁচাকৈ মৰিল, শবটোৰ ওচৰত বহি কান্দিবলৈ লাগিল। কেতেকীয়ে শাহুৱেকৰ ভৰি দুটিত ধৰি আঠুৰে লেপেটা খাই ধাৰাসাৰে চকুলো বোৱাই নিমাতে যি অন্তৰ্জ্জলী কৰিলে সেই দৃশ্য — সেই দৃশ্য কি সকৰুণ। কোনেও নমনাকৈ তাত যেন আকাশী গঙ্গাই গভীৰ নিশ্বাস এটি দি থৈ গ'ল।

৭

মৰাৰ বাতৰি পাই তিন দিনৰ পাচতে লোকাই মহৰী দিহা পোহা দি যাবলৈ বুলি অকলৈ ওলালহি। জী জোঁৱায়েকৰ মৰমত কৈও অন্তৰত ভয়,— জানোচা বৰুৱা আহি ঘোঁকাজালি বায়। পূজাৰীয়নীৰ জোঁৱায়েকক আৰু দুই চাৰিজন সেই গাঁৱৰে মক্কেলক লৈ মহৰীয়ে মীমাংসা কৰিবলৈ লাগিল,— হৰমোহনৰ হাতত সাঁচনীয়া ধন নাই যেতিয়া, শাহুৱেকৰ মুখৰ ছাই মাটি গুচাবলৈ বোৱাৰীয়েকে যি পাৰে দিয়ক। বৰ বোৱাৰীয়েকৰ হাতত ধনৰ নামে ফুটা কড়ি এটাও নাই বোলে। তেনে যি হয় অয়-অলঙ্কাৰ কেডালিকে দিয়ক তাকে মহৰীয়ে নি বৰগোলাত সোঁতা থৈ যি পায় তাৰেই শৰাধ পাতি পাতকহি। সৰুটোৱে নো এতিয়া ভুকুতে কলটো পকায় কেনেকৈ? দিন পালে ক্ষণ পায়,— পাচে পৰেও পা-পইচা গোটাই মাল কেটা মোকোলাই আনিব। অয়-অলঙ্কাৰ উলিয়াবলৈকে মুখে মুখে নানা অলঙ্কাৰ দি বহুতো কথন মথন হ'ল, গৈ থৈ মহৰীৰ কথাই কথা

হৈ পৰিল। গিৰিয়েকক সেৱা কৰি পোৱা আঙঠীটোত বাজে গেজেৰা, বানা, গলপতা, বালা, কেৰু আদি যি আছিল গোটেই সোপাকে ননন্দেকৰ হাতত কেতেকীয়ে বাহিৰলৈ উলিয়াই দিলত মহৰীয়ে ৰাইজক দেখুৱাই তালিকা এখন কেতেকীৰ হাতলৈ দি সোপাকে সামৰি বৰ গোলালৈ লৈ গ'ল, তালৈ কেতেকীক অনাৰ অসুবিধাত তেওঁৰ নামতে পাঁচশ পঁচিশ টকাৰ বন্ধকী পত্ৰ লেখি যি কৰিব লাগে কৰি ললে। জীয়েক জোঁৱায়েকৰ মুখলৈ চাই শতকৰা দহ টকাৰ ঠাইত মুঠে পাঁচ টকাকৈ দালালি লৈ কাগজ, ষ্টাম্প আৰু লেখাৰ বানচ নিজৰেই বুলি ধৰি ৰূপ পাঁচশ আনি পুজাৰীয়নীৰ জীয়েক জোঁৱায়েকক সাখীয়াই হৰমোহনৰ হাতত দি গলহি, আৰু স্থিৰ কৰি গ'ল বাকী কাঁহী বাটি যি কেপদ আছে বিধৱাই তাৰেই বৰোৎসৰ্গ এটা কৰিব।— কেতেকীক, একেবাৰেই সন্ন্যাসিনী সজোৱাৰ সুন্দৰ ব্যৱস্থা এইদৰেই হৈ গ'ল।

শৰাধৰ এদিন আগতে হৰমোহনে কিনাই অনোৱা বজৰুৱা মালৰ গাৰীখনতে জীয়েকক লৈ মহৰী ওলালহি। গাৰীৰপৰা নামিয়েই মহৰীৰ জীয়েকে পানী লগাত সৌঁত সৌঁতোৱাৰ দৰে অলপ সৌঁত সৌঁতোৱা যেন শুনা গ'ল। কোঠা সোমোৱা মাত্ৰকে জাক ননন্দেকে আল পৈচান ধৰিলেহি। ভাটিবেলালৈ লগুৱা এটাৰ কাণত ভাৰ এখনেৰে বৰুৱা ওলালহি। কেতেকীয়ে ৰান্ধনি ঘৰত অতিথি অভ্যাগতৰ শুশ্ৰূষালৈ কিবা কৰিছে, দেউতাকক মাত একেষাৰ দিবলৈকো আজৰিকে পোৱা নাই। অলপ পৰৰ পাচত দেউতাকক পানী এটুপি খুৱাবলৈ ভিতৰলৈ মাতি নি কেতেকীয়ে দেখা দিলেহি। — মাক বাপেকৰ ঘৰত তিৰুনীলৈকো নোলোৱা যিহে জীৰিলি ৰিহা মেখেলা যোৰ, — তাকে ধুই মেলি আটমটোকাৰিকৈ পিন্ধি বাপেকৰ মুখলৈ চাই অন্তৰৰ গম্ভীৰ হাঁহিটিৰে সুধিলে, "ঘৰত ভাল নে?" বৰুৱাই ভাল বুলি কেতেকীৰ হাতৰ পৰা পানী বাটি লৈ পীৰা এখনত বহি খাই থাকোঁতে মাজে মাজে কেতেকীৰ মুখলৈ চাই কিবা যেন কব খুজি বৈ যায়। কেতেকীয়েও কিবা সুধিব খুজি তললৈ চায়। সেই "বন্ধলে নাপি তন্বী" সোণবৰণীয়া কেতেকীৰ নিসৰ্গ সৌন্দৰ্য্যই ঘৰ খনি যে জিলিকাই থৈছে, — তাৰ আগত অয়ে অলঙ্কাৰে পাটৰ মেখেলা কাৰ্চিপী কাপোৰেৰে ফেঁট মেলি ফুৰা মহৰীৰ জীয়েকে যেৰ মাৰিব যে নোৱাৰে, — এই কথা বাপেকি নোহোৱা হলে বৰুৱায়ো বেচকৈ ভাবিব পাৰিলেহেঁতেন; বাপেকিৰ মন মৰি গ'ল। ততাতৈয়াকৈ আহি নিজৰ 'কেনভাচৰ' বেগটো খুলি মাকে দি পঠোৱা কপাহী ৰিহা মেখেলা দোযোৰ আৰু মুগাফুলীয়া খনীয়া এখনেৰে টোপোলাটো নি ভিতৰত কেতেকীৰ হাতত দি ক'লে, "এইয়া মাৰাই দি পঠিয়াইছে, পিন্ধা গৈ। কেতেকীয়ে টোপোলাটো লৈ ভিতৰ সোমাল। কথাটো অইনৰ চকুত পৰক নপৰক মহৰীৰ জীয়েকৰ কোদোৱা চকুত নপৰি নেথাকিল।

লাহে লাহে দূৰনিৰটীয়া মিতিৰ কুটুম এজন দুজনকৈ কেবাজনো আহিল। গাঁৱৰ কৰমকাৰী বাপু কেইজনে নিজ নিজ প্ৰাধান্য যোৱাৰ ভয়ত ভাগতীক মতোৱাত উৎসাহ নেদেখুৱালে, মাতিবলৈ যাওঁতাও নোলাল। শৰাধৰ দিনা ৰাইজ চাপি গতানুগতিক যি যিনি কাম কৰিব পাৰে সেই সকলো কাম কৰিবলৈ ধৰিলে। এফালে মহৰীক পাচত লৈ সস্ত্ৰীক হৰমোহনৰ টান মুঠি, ইফালে বৰুৱাৰ সহায়লৈ সন্ন্যাসিনী কেতেকীৰ আন্তৰিকতাৰ মাজে দি শৰাধ মুঠতে ভালে ভালেই গ'ল বুলিব লাগে। গোটেই কামটোত যেয়ে দেখিছে সেয়ে বৰ বোৱাৰীয়েকৰ নামকেহে ললে; কোনো কোনোৱে খোলাখুলিকৈ শুনাই কলেও, — "বৰুৱাৰ পদুলিৰ কেতেকী ফুল, টোটোৱা পৰিল বুলিও তাৰ গোন্ধ যায় কলৈ?"—লোকাই মহৰীয়ে সহিব নোৱাৰি আৰু তাক কয়,— "এজনীয়ে কাষত কেচুৱা, ই জনীয়ে গাত বেমাৰ লৈ কমযোৰ লেঠা মাৰিছেনে?" কেবা বাৰ কৈও সূৰ্য্যৰ মুখত সোপা দিয়া মহৰীৰ সম্বন্ধি টান হৈ পৰিলগৈ। শৰাধৰ পাচ দিনাই অতিথি দিহাদিহি গ'ল। কেছাৰীত লেঠা দেখুৱাই মহৰী পুৰাই আঁতৰিল। দুপৰলৈ অহাৰ আগতে বৰুৱাই হৰমোনক বৈনায়েকৰ সৈতে মাতি আনি ক'লে, "এতিয়া শাহুৱেকৰ মুৰে মোৰ ছোৱালীৰ গৰাকী তোমালোকেই। মই এটা

কথা কৰিব খোজোঁ, —তাইৰ ননন্দেকে ঘৰ খন এৰি বেচি দিন ইয়াত থাকে কেনেকৈ? তাই অকলশৰে থকাটোও টান। মোৰ খৰচতে তাইৰ লগত থাকিবলৈ বুঢ়ী এজনী দিব খুজিছোঁ। লেঠালুঠলি মাৰি বুঢ়ী বোলে দহ দিন মানৰ আগেয়ে কোনোমতেই আহিব নোৱাৰে, সেই দেখি আজি মই ছোৱালীজনী লৈ গৈ দহ দিন মানৰ মূৰত বুঢ়ীৰ সৈতে থৈ যামহি। কি বোলাঁ?" হৰমোহনে এই সম্বন্ধে কিবা এটা পাং যেন পাতি থৈছে। বৰুৱাই তাত বিধি-পথালি দিয়া যেন পাই একোটোকে কব নোৱাৰি নিজৰ কোঠালৈ সোমাই গ'ল। অলপৰ পাচতে আহি ক'লে, "মাছ ভাত ছোৱাৰ পাচত হে ভনীজনী যাব। তাৰ পাচ দিনাৰ পাচ দিনাই মই নিজে গৈ থৈ আহিম। সেই দিনা যদি কিবা কথাত যোৱা নহয়, তেনে আপুনি গাৰী এখন ধৰি আনি জীয়েকক লৈ যাবহি।" মাছ ভাত ছোৱালে কেতেকীৰ বিশেষ প্ৰয়োজন কি বৰুৱাই বৰকৈ নুবুজিলে যদিও, প্ৰশ্ন কৰিবলৈ সাহ নকৰিলে,— জানোচা হৰমোহনৰ মুখত ওলোৱা কথাও সোমাই যায়। "তোমালোকে যি ভাল দেখা কৰিবা, তেনে, মই আজি যাওঁ; অতালিৰ পাচ দিনাৰ পাচ দিনা মই বাটলৈ চাই থাকিম," এই বুলি কেতেকীক মাত লগাই লগুৱাটো লগত লৈ বৰুৱাই ঘৰৰ মুখে খোজ ললে।

যথা সময়ত হৰমোহনৰ মাছ ভাত ছোৱা হৈ গ'ল। সেই দিনা বেলি তিনি পৰীয়া বাগানৰ ত্ৰিপালেৰে ছৈ তৰা গাৰী এখন লৈ তেওঁৰ শালপতিয়েক ওলালহি। হৰমোহনৰ উলহ মালহৰ তত নাই। তাৰ পৰা পোন্ধৰ মাইল মান দূৰত বাগিছা এখনত শালপতিয়েকে মাইকী-মহৰী কাম কৰে। মেনেজৰ চাহাবৰ পূৰ্ণ দৃষ্টিত তেওঁৰ সুবাগ চৰিবৰ সম্পূৰ্ণ আশা। হৰমোহনেও সৰু-সুৰা গণ্ডি মহৰী চল্টি মহৰী কাম এটা তেওঁৰ যহতে পাবৰ আশা কৰি শালপতিয়েকক বৰ খাতিৰ কৰে। কিবা কথাত তেওঁ শহুৰেকৰ ঘৰলৈ আহিছিল। বাটতে যেতিয়া খুলশালীয়েক আৰু শালপতিয়েক আছে সিবিলাকৰ বিপদত মাত একেবাৰি দিখলৈকে ঘূৰিবৰ বেলিকা সোমালেহি বোলে, — গাঁৱৰ মানুহ এজনে চিনি পাই সুধিলত তেওঁ ইয়াকে ক'লে। জা-জলপানেৰে আপ্যায়িত কৰি হৰমোহনে খোজ চলোৱাৰ ছলেৰে শালপতিয়েকক লগত লৈ কথা পাতি পাতি ভালেখিনি পালেগৈ। গৰখীয়াই গৰু গাই চপালে তেও সিবিলাকৰ কথা নিছিগিল । শেহত গাৰোৱানটো আগবাঢ়ি কিবা কবলৈ অহাত কথা ছিঙ্গি দুয়ো ঘৰলৈ ঘূৰিল। গধূলি নবৌয়েকক শুনাই হৰমোহনে শালপতিয়েকক ক'লে, "উস্, ভাগ্যে হে আপুনি ওলাই গাৰী এখন ধৰি ধন ভৰাৰ পৰা ৰক্ষা কৰিলে। আপোনাৰ গাড়ীতে নবৌক কাইলৈ দেউতাকৰ ঘৰত থবগৈ পৰা হব।" শালপতিয়েকে ক'লে, "মই কাইলৈ বাগান পাবগৈয়ে লাগিব।" হৰমোহনে ক'লে, "পাবগৈ; আপোনাৰ বাটতে, সোমাই চাহ-তাহো খাই যাব পাৰিব। ময়ো কথা-বাৰ্ত্তা পাতিবলৈ আপোনাৰ লগ-ভাগ পালোঁ। ভালেই হ'ল। কি বোলে?" শালপতিয়েকে ক'লে, "বাটতে বুলিছে যেতিয়া ওলাওক।" হৰমোহনে ক'লে, "ভাল তেনে, আমি আগবেলাতে খাই বৈ ওলাম। আপোনাৰ যাতে ৰাতি নহয়। এনেকৈয়ে পৰহিলৈ হে যোৱাৰ কথা আছিল, গাড়ীখন পালোঁ যেতিয়া কাইলৈকে যাওঁহক।" বৈনায়েকৰ মুখলৈ চাই দিহা দিলে, "মই নবৌক থৈ নাহো মানে তুমি নেযাবা দেই। বেলি পালে কাইলৈকে ঘূৰিম। নোৱাৰিলে পৰহিলৈ দুপৰৰ আগতে পামহিয়েই।" ইয়াৰ পাচত দুই-এটা ঘৰুৱা কথা, দুই এটা কওঁ বুলি বলেৰে কোৱা নীৰস ধেমেলীয়া কথা পাতি ৰাতি শুই থাকি পাচ দিনা এপৰ মান বেলি যোৱাত সিবিলাকে যাবলৈ খদমদম্ লগালে। ডাঙৰ বাকচটো হৰমোহনৰ ফালে দি সৰু বাকচটোত পিন্ধা কাপোৰ কানি কেডোখৰ লৈ কেতেকীয়ে ননন্দেক আৰু জাকক মাত লগাই গাড়ীত উঠিল। ঘৰমুৱা গাড়ী ফূৰ্ত্তিৰে ঘৰ্ঘৰাই লৰি গ'ল। পাচে পাচে দুই শালপতিয়েকে খোজ কাঢ়ি কথা বাৰ্ত্তা পাতি যোৱাকে ঠিক কৰিলে।

গাৰীত যাওঁতে দেউতাকৰ ঘৰলৈ কিমান পৰ লাগিব পাৰে তাৰ গম এবাৰ আহিয়েই ধৰিব পৰা বুদ্ধি কেতেকীৰ আছিল যদিও আজি যেন ভালকৈ ধৰিব পৰা

নাই। আহোঁতে আহিছিল জীয়েক বাপেকৰ ঘৰৰ পৰা, — কি এক আচহুৱা, কি এক শূণ্যময় নেযায় নুপুৰায় ভাব; যাওঁতে গৈছে জীয়েক মাকৰ ঘৰলৈ, — কেতিয়া পাম, কেতিয়া পামৰ ধাউতিত; —এক ক্ষেত্ৰত সময় দীঘলাই দিছিল বিষাদে, এই ক্ষেত্ৰত দীঘল কৰিছে কুতূহলৰ বিততে। তাতে গিলিপ মাৰি ধৰা ত্ৰিপালৰ ছৈ, কেনিও একোটি দেখিবলৈ নাই। আগে পাচে বৰ কাপোৰৰ ওপৰেদি আঠ আঙ্গুলিমান ফাঁক ৰখা আঁৰ। সেই ছিদ্ৰেদি বায়ু আহি যোগ মৰা এজাৰত প্ৰাণ ক্ৰিয়া চলাই বুকুখনি ঢুক ঢুকোৱাই ৰাখিছে। ভালেখিনি পৰ গৈয়েই আছে, — কত কথাই কত মূৰ্ত্তি ধৰি কেতেকীৰ মনত ভুমুকি মাৰি যাব লাগিছে। পুৰতি ৰাতিৰ চিল্ মিলোৱা টোপনিত আগ-গুৰি নথকা সপোন একোটিৰ দৰে দেখাৰ সময়খিনিতে মাথোন গম দি চিৰ বিস্মৃতিত বিলীন হৈছে। এনেতে গাত গামোচা লোৱা ছোৱালী দুজনীয়ে গাঁৱৰ মাজত পাই গাৰীৰ পৰ্দ্দা দাঙ্গি তাতনো কোন আহিছে তাকে চালেহি। গাঁৱৰ মাজে পৰ্দ্দাৰে গাৰী আহিলে, বিশেষকৈ ন-ছোৱালী অহাৰ গম পালে পৰ্দ্দা দাঙ্গি গাড়ীৰ ভিতৰ চোৱা এই ছোৱালীবিলাকৰ এক ৰকম চিৰকলীয়া ৰীতিকে বুলিব লাগে। তেহেলৈ যেই হওক বহু পৰৰ মূৰত ছোৱালী দুজনীৰ সৰল হাঁহিৰে মুখ দুখনি দেখি কেতেকীয়ে সুধিলে, "এইখন কি গাঁও?" এজনীয়ে হাঁহি উত্তৰ দিলে, —"কঁদেতল।" ইজনীয়ে সুধিলে, "তুমিনো কলৈ যাবা?" কেতেকীয়ে ক'লে, "বৰুৱা পামলৈ।" এজনীয়ে ক'লে, "ইয়াৰ পৰা দেখা সউ ডাঙৰ গছ জোপাই বৰুৱা-পাম। তেওবুলি এছোৱা আছে।" গাৰীৰ বেগত বেগ দিব নোৱাৰি ছোৱালী দুজনীয়ে কোনোৱা জনমৰ পৰিচিতৰ দৰে হাঁহি একোটি মাৰি "যাবা দেই" "যাবা দেই" বুলি পৰ্দ্দা খন পেলাই দিলে। কাপোৰখন পৰাৰ লগে লগে কেতেকীয়ে দূৰত দেখিলে শালপতিয়েকৰ লগত দেখোন দেওৰেক নাই। কঁদেতল বুলিছে যেতিয়া তাতে মিতিৰ এঘৰ থকাৰ কথা কেতেকীৰ শুনা আছে, আৰু জনা আছে দেউতাকৰ ঘৰৰ পৰা কঁদেতললৈ বেলি ওলোৱাত মানুহ আহি দুপৰৰ আগতে ঘূৰি পায়গৈ। দেউতাকৰ ঘৰৰ কাষ যে চাপিছে এই কথাটিয়ে কেতেকীক বহুতো আশ্বাস দিলে। দেওৰেকৰ কথা ভাবিবৰ প্ৰয়োজনেই নহ'ল। গাৰী চলিয়েই আছে। গাৰীয়েই বেচি পৰ চলিছে নে কেতেকীৰ মনতে বেচি পৰ লাগিছে, একো ঠিক কৰিব নোৱাৰি তেওঁ গাৰীৰ ভিতৰৰ চৰি অহা আন্ধাৰলৈ চাই ফাকে দি আকাশলৈ চকু দিলত সাঁজ লগা যেন পালে। — কেতেকীৰ মনৰ ভিতৰত কিহে জিকাৰিবলৈ ধৰিলে। যিমান খিনি পৰত অহা হ'ল তালৈ চাই আবেলি ভাগতে ঘৰ পাবহি লাগিছিল। দেওৰেক অহাৰো একো গম নেপালে। হঠাৎ কি যেন কিহে হিয়াখন বৰকৈয়ে আকুল কৰিলে। লাজ-কাজ কাতিকৈ গাৰীৰ ভিতৰৰ পৰা নুসুধি নোৱাৰিলে, "গাৰোৱান, বৰুৱা আলিলৈ আৰু কিমান আছে?" গাৰোৱানে ক'লে, "বৰুৱা আলি? কি জানি, হামি কি জানো।" কি জানে?—কি সৰ্ব্বনাশ। আকৌ কঁপা মাতেৰে কেতেকীয়ে সুধিলে, "আমি কিমান দূৰ পাইছোঁহি?" গাৰোৱানে কিবা অভদ্ৰটোৰ দৰে উত্তৰ দিলে, "বাগান আৰ এক দুই মাইল হবঁ। যাস্তি দূৰ নাই আছে।" "বাগান।!" কেতেকীৰ ভৰিৰ পৰা মূৰলৈ গৰম এটা উঠি গ'ল। বাগান?— তাকে এদিন বায়েকৰ তালৈ লৈ যাবলৈ যে বৰকৈ ফুচুলাইছিল? হৰমোহনৰ শালপতিয়েকক তো তেওঁ চিনি নেপায়। এনেকৈ ফাঁকি দি নিয়াৰ উদ্দেশ্য কি? বুকুখন আৰু ঢুকঢুকাবলৈ ধৰিলে। কেতেকীয়ে শুকোৱা মুখেৰে আকৌ এবাৰ সুধিলে, "আমাৰ বাবুজন আহিছেনে?" গাৰোৱানে ক'লে, "কি জানি, হামি দেখা নাই।" — কেতেকীৰ মুখত কথা নাইকিয়া হ'ল। হৰমোহনৰ শালপতিয়েকে গাৰীৰ ভিতৰৰ পৰা কথা কোৱা শুনি কৰবাত কিবা হয় বুলি গাৰীৰ কাষ চাপি গাৰোৱানক ক'লে, "লেম্‌টোৰ ভিতৰৰ টিপ চাকিটো লগাই নললি কিয়?" গাৰোৱানে ক'লে, "তেল লবলৈ ভুলাই গেলোঁ।" তেওঁ ক'লে, "বাৰু সৌ দোকানতে লৈ জোৰ সে হাকাবি হ। বেছি দেৰি নাই। সৌৱা পালোঁ আৰু। হোঁ, এইয়া তেলৰ পইচা।" গাৰোৱানে হাত পাতি পইচা ললে আৰু ক'লে, "তুমি

যাই থাকা বাবু, বাট্টি লাগাই জোৰসে হাকাম — পাই যাম।" "মই এইয়া আহি আছোঁ, আহ" বুলি বাবু গৰাকী আগে আগে যাবলৈ ধৰিলে। কেতেকীয়ে কি কৰিম কি নকৰিম লাগি কঁপিবলৈ ধৰিলে, প্ৰাণৰ কাতৰে অন্তৰৰ মহাশক্তিৰ নাম স্মৰণ কৰি সাৰ-সুৰ নিদিয়াকৈ গাৰীৰ পিচফালে সুৰুক কৰে নামি পৰিল। ইমান অন্ধকাৰ। বহাৰ ছলেৰে আলিৰ কাষলৈ নামি গৈ জোপোহা কেটা মান পাই তাৰ আঁৰে আঁৰে, তাৰ মাজে মাজে ভৰি দুটিয়ে যেনি নিছে তেনিয়ে তীব্ৰ বেগেৰে খোজ দিছে। কলৈ যায় কব নোৱাৰে, — কেবল জানিছে ইয়াকেই যিমানেই খোজ দিছে সিমানেই সেই কুচক্ৰীৰ অসৎ অভিপ্ৰায়ৰ পৰা আঁতৰি পৰিছে । দেহে-কেহে সজ পথত নিজক সঁপি দিয়াত ভৰি দুটিয়েও যেন ভুল কৰা নাই। এটা হোলাৰ দৰে পাই তাকো পাৰ হৈ অলপ মাটিলৈ উঠি দেখিলে অলপ দূৰতেই একুৰা জুই, — তাৰ পোহৰত দুটা জুপুৰি স্পষ্টকৈ চকুত পৰিল। আগবাঢ়ি গৈ আৰু দেখিলে জুইৰ পোহৰত মানুহ এটাই ডাঙৰ পাচি এটা বৈছে। কাষৰৰ চালি এখনত মাইকী কেজনীমানে ধান বানিছে। কেতেকীক চুচুক্-চামাক্ কৈ আগবঢ়া দেখি কুকুৰ এটাই চোঁচা মাৰি আহি ভৌ ভৌৱাই ধৰিছে। কুকুৰে কামোৰক, তালৈ ভ্ৰূক্ষেপ নাই; কিন্তু কুকুৰৰ ভৌ ভৌৱনি শুনি গাৰোৱানে জানোচা পায়হি এই ভয়ত আতুৰ হৈ একে চাবেই কেতেকী মানুহটিৰ ওচৰ পালেগৈ। মানুহটি বয়সত বুৰা। তিৰোতা মানুহ দেখি আচৰিত হৈ সুধিলে, "কে হে ৰে? লাগে কি?" তাৰ পাচত কুকুৰটোলৈ চাই ক'লে, "ভাল্লু ,ভাল্লু, চুপ কৰ্ ৰে বেটা।" কুকুৰটোৱে শান্ত হৈ নেজ জোকাৰিবলৈ ধৰাত কেতেকীয়ে বুৰাৰ মুখৰ আগলৈ গৈ কঁপি কঁপি ক'লে, "মই এজনী মাইকী মানুহ। তুমি মোৰ বোপাইৰ লগৰ বোপাই — ধৰমৰ বোপাই। মোক ৰক্ষা কৰাঁ।" মাইকী মানুহ দেখি বুৰীয়ে আৰু জীয়েক দুজনীয়ে ধান বানিবলৈ এৰি বেৰি ধৰিলেহি, জুইৰ পোহৰত কেতেকীৰ চেহেৰা দেখি বুৰাৰ মুখত তুই গুচি তুমি ওলাল, "তুমাৰ হৈছে কি?"

— "মোক বাপৰ ঘৰলৈ আনো বুলি এজন বাগানৰ বাবু আৰু এটা গাৰোৱানে ফাঁকি কৰি বাগানলৈ আনিছে। বাগানত মোৰ কোনো দৰ্কাৰ নাই। কাকো মই চিনি নেপাওঁ। আন্ধাৰত মই গাড়ীৰ পৰা নামি ভাগি আহিছোঁ।"

—"মানহুচ্ অই দুটাই না আৰু বেচি আছে?"

—"সেই দুটাই হে, আৰু নাই।"

—"তুমাৰ ঘৰ কত আছে?"

—"বৰুৱা-পামত। তাৰে বৰুৱাৰ জীয়েক মই।"

—"বৰুৱা পাম? তুমি বৰুৱা দেউতাৰ বেঁটী লাগা?"

—"তুমি দেউতাক চিনি পোৱা?"

—"চিনি নাপাম? চাৰি পাঁচ বৰিষ আগে অই থিনে দেউতাৰ বেটীৰ চাদি বিয়াত হামিলোক ছয় সাতটা মানুচ ঢোল বাঁশী লৈ কেনে তিন চাৰ ৰোজ থাকি আহিছোঁ? তাৰ পিছে বছৰ বছৰ দুই তিন দফে ধান লাগে ধান, মাটি কালাই লাগে মাটি কালাই আনি আনি খায়েই আছোঁ। বৰুৱা দেউতাক চিনি নাপাম ত কাক চিনি পাম?"

এইখিনিতে বুৰীয়ে সৰু মুঢ়া এটি আনি কেতেকীক বহিবলৈ দিলেহি। জীয়েক দুজনীয়ে মাকৰ গাত হেঁচা দি ওচৰতে বহি কেতেকীৰ মুখলৈ মুখমেলি চায়েই থাকিল। ইমান বেলিৰ মূৰত ঘৰ পোৱাদি পাই কেতেকীৰ মুখলৈ পানী আহিল। মু কলিৰ দৰে মুখৰ মাত সুৱলাকৈ ফুটি পৰিল, "আমাৰ তালৈ ইয়াৰ পৰা কিমান দূৰ?"

—"ৰাস্তাই গেলে কিজানি দুপ্পৰ ৰাতি লাগি যাব। চিধা পাথাৰে পাথাৰে গেলে হলে ৰাতি দুপ্পৰ ঘুৰি পাই যাম।"

—"তেনে কাৰোকে মাতিছোঁ — মোক যেনেকৈ হয় দেউতা লগত থৈ আহাগৈ।"

—"আচ্ছা, একটা গাৰী দেখোঁ।"

—"গাৰী গুৱা নেলাগে। আলিয়ে গলে কৰবাত আকৌ সিহঁতে পাব। পথৰুৱা বাটেই মোক লৈ যোৱা।"

—"ঠিকেই ত। হাঁ, বেচ। — হেঁ গ মাইজীকে হামাৰ ঘৰ ভিতৰলেকে লচিমী ৰকম পূজা কৰ্হে তো। কেকুৰো জাননে নাই দেবে। বেটী দুনোটা ধান কুটে হে তো। আৰ তু ছাটি লাগাইকে হুচিয়াৰ ৰহে হেতো। হামি

ৰামধনী আৰু শুক্ৰাকে হাকাইকে লে আনো।"— এই বুলি বুৰীক দিহা দি দা খন লৈ বুৰা গাঁৱলৈ ওলাই গ'ল।

ইফালে গাবোবানে দোকানৰ আগত গাৰী ৰখাই তেল কিনি লেমৰ ভিতৰৰ টিপ চাকিটো লগাই বেগাই গাৰী খেদাই লৈ গল; প্ৰায় এমাইল মান গৈয়েই দেখিলে বুধ্নী মেম আৰু তাৰ বাবুজন মেমৰ ঘৰৰ আগতে গাৰীলৈ বৈ আছে! গাৰী গৈ পালতে মেমৰ চোতাললৈ লৈ গ'ল। মেমে আগবাঢ়ি গৈ বৰ হাউচৰ পৰ্দাখন খুলি চালে, — গাৰীত দেখোন একো নাই, কাঠৰ সৰু বাকচ এটাহে আছে; আচৰিত হৈ সুধিলে, "মানুচ কতা?" বাগানৰ বাবুবে ক'লে, "তাতে আছে, মেম চাহাব।"

—"তাতে কত? বাক্‌চৰ ভিতৰত?"

বাবুজনে আচৰিত হৈ নিজে চায়ো নেদেখি গাৰোবানক সুধিলে," আবে। কত গল বে?" গাবোবানেও আচৰিত হৈ উত্তৰ দিলে, " কি জানি বাবু, হামি না জানো।"

—"দোকানত তই তেল লওঁতে আছিল নে নাই?"

—"কি জানি, আছিল ৰকম ত লাগে।"

—"তেনে কেতিয়া নাইকিয়া হ'ল? তোক ত বাট পুছিছিল, দোকানৰ আগতে তো?"

—"হাঁ দোকানৰ আগতে ত ।" — গাৰোবান ঠৰ দিলে।

তাৰ পাচত বুধ্নী মেম তিক্‌চি বিক্‌চি উঠি বাবুক জেক্ জেকাই ধৰিলে, —"কি ৰকম খেল কৰিছা, বাবু? আৰ এক দুই ঘণ্টাৰ ভিতৰ মেনেজৰ চাহাব পহুছি যাব। ছিঃ! মোকে আজি ইমান চৰম দিলা! মোৰ ইজ্জৎ মোৰ নাকটা আজি কত ৰাখিম? মই কি বাট কম?"

বাবুৰ গোটা শৰীৰত কঁপনি উঠিল। "আচ্ছা দেখোঁ, মেম চাহাব! হয়তো দোকানৰ ওচৰতে নামি ৰব পাবে।" এই বুলি গাবোবানক লগত লৈ দিলে দোকানলৈ খেদা; ভাবিবলৈকে নহল, যদি দোকানত পায়গৈয়েই গাৰীখন নিনিলে আনিব কিহত ।

বুধ্নী হ'ল আগৰ মেনেজৰ চাহাবৰ বঙালী মেম। মেনেজৰ বুৰা হৈ অৱসৰ লৈ বিলাতলৈ গ'ল। বুধ্নীক মাটিয়ে বাৰীয়ে, ঘৰে-দুৱাৰে, টকাই-পইচাই ভালকৈয়ে পাতি থৈ গৈছে । বয়সত তিনি কুৰিৰো ওপৰ। দাঁতো সৰিল, চুলিও পকি শণৰ দৰে হ'ল । এতিয়াৰ ডেকা মেনেজৰ চাহাবে বুধ্নীক লাগিয়েই আছে — ৰাখিবলৈ তেওঁক বোলে বামুণৰ বাঁধী এজনী লাগে । উপায় নেপাই সেই বাগানৰে মাইকী মহৰী হেমকান্ত ভট্টাচাৰ্য্যক বৰমহৰী পাতি চাহাবৰ সোঁ হাত কৰোৱাৰ সমাজিক দেখুৱাই এইখিনিলৈকে আগবঢ়াই অনাইছে। বন্দবস্ত আছিল, যেনেতেনে আনি বুধ্নীৰ হাতত পেলাই দিবহি, বুধ্নীয়েও ছলে বলে কৌশলে যেনেকৈয়ে হওক চাহাবৰ মেম পাতি হে এৰিব। হৰমোহনক আগলৈ বগাব পৰাকে সম্প্ৰতি বাগিছাৰ সৰুসুৰা কাম এটি দিওৱাৰ কথাৰে কেতেকীক লৈয়ে যে এই চাল দিলে ইয়াত অনেকেই সন্দেহ কৰে লোকাই মহৰীৰো ভিতৰি মদত আছে। তেহেলৈ যেই হওক, – ৰান্ধনী ৰাখিবলৈ বামুণ বিচাৰে, বুজিবি পাৰি; কিন্তু মেমকে ৰাখিবলৈকো —বাঁধী বামুণী। – ইও এক "জাৰ্ম্মান তৈয়াৰী" হোৱাদি হ'ল নে কি?— খঙে লাজে বুধ্নী ভিতৰ সোমাই বিচনীৰে বিচিবলৈ লাগিল।

ইফালে — চাহাবৰ মেম খং উঠি গুচি আহিছে বুলি পোনতে ভালেহে পাচলৈ টান কথাৰেও দোকানত আৰু আশে পাশে দুই এঘৰত কৈ চায়ো একো পম নেপাই মনৰ ছোটত আন্ধাৰে মুধাৰে আলিয়ে আলিয়ে হেমকান্তহঁতে আৰু দুমাইল মান ঢপলিয়াই চালে। শেহত ভাগৰ লাগি আৰু নোৱাৰিলে। ফোঁপাই জোপাই একেষাৰ একেষাৰ কৈ হেমকান্তই ক'লে, "আমাক ভাল খনে পালে। তয়ো মৰিলি, ময়ো মৰিলোঁ। তাই এই এন্ধাৰত যাব কলৈ? ইয়াতে কেনিবা সোমাই আছে। বল, মাৰেও মাৰক, কাটেও কাটক, চাহাবক কৈ আৰু দুটামান চকীদাৰ লৈ ভগনীয়া মাইকী বিচৰা দি বিচাৰোঁ। অকলশৰীয়া ছোৱালী এজনী,—সাৰে কত?"

— এই বুলি দুয়ো আকৌ ঘূৰি ঢপলিয়াবলৈ ধৰিলে। বাটত দোকানীয়ে পাই সুধিলে, "পালেনে কিবা খবৰ?" — উত্তৰত 'পাম বোলাত কৈ বেচি কৰলৈ

হেমকান্তৰ দমে আৰু নাটিলে।

হাতে হাতে যাঠি একোপাত আৰু দা একোখন দি এটা বাঘে খাব নোৱাৰা বেচ শকত আৰু বলী ডেকা বনুৱা দুটা মঙ্গলু বুৰাহ ইফালে আনি উলিয়ায়েই দুৱাৰ খন লাহেকৈ মেলি কেতেকীক ক'লেহি, "মাই, যাবি যখন চল। হামি লোক দুগ্লৰ ৰাতি ঘুৰি পাই যাম।" ইয়াকে কৈ বুৰী আৰু জীয়েক দুজনীক কাকো কোনো কথা নকবলৈ বুলি তৰ্জ্জনী আঙুলিৰে সাৱধান কৰি দি লাঠী এডাল আৰু দা এখন লৈ নিজেও যাবলৈ ওলাল। কেতেকী উঠিয়েই বুৰী আৰু জীয়েকহঁতলৈ চাই ক'লে, "মই মতাই পঠিয়ালে তোমালোক যাবা দেই। যাবানে নোযোৱাঁ কোৱাঁ।" বুৰীয়ে ক'লে, "কেলে নাই যাম?" ছোৱালী দুজনীয়েও ক'লে, "বাবাই লে গেলে যামেই যাম।" সজল নয়নেৰে বিদায় মাগি আগে পাচে ৰামধনী আৰু শুক্ৰুকে লৈ বুৰাৰ কাষে কাষে কেতেকী দেউতাকৰ ঘৰৰ মুখে ওলাই গ'ল। বাটত যাওঁতে— 'ৰাস্তা এইটা না ৰে ঐটা ঐটা, বাপ্ ৰে বড় আন্ধাৰ ভেলেহে। এনে ধৰণৰ দুই এটা কথাত বাজে আৰু অইন কথা কোনেও কোৱা নাছিল; — তাকো কৈছিল ফুচ্ ফুচাই। কেতেকীয়ে কোনো দিন এনে ৰাতি এই দৰে খোজ কঢ়া নাছিল যেতিয়া, ঘনাই উজটি খোৱাটো স্বাভাৱিক। তেনেকুৱা দেখিলেই বুৰাই কাষ চাপি কি মৰমেৰে যে কয়, লাগলেক্ না কি?" কেতেকীয়ে "নাই নাই" বুলি হাঁহি উৰুৱাই দিয়ে। বুৰাই আশ্বাস দিয়ে —"ঐ বড় গাছটাই বৰুৱা পাম। পাই গেলো আৰ্ কি।" — এই দৰেই আহি আহি সেই নিমাতী বকুল জুপিৰে সেই পুখুৰী পাৰটি দেখি কেতেকীৰ বুজিবলৈ আৰু বাকী নেথাকিল — ঘৰ যে পালেহি। বকুল জুপিৰ পৰা যেন অগণন জোনাকী পৰুৱা জিক মিকাই সৰি সৰি পৰিছে।

বৰুৱাই বাহিৰত কিবা এটা কিতাপ চাই আছিল। ভিতৰত গা ধুই ভাত খাবলৈ বুলি উঠিয়েই দেখিলে কোনোবা আহিছে। কোন বুলি সোধা মাত্ৰকে কেতেকীয়ে "মই, মই দেউতা!" বুলি একে চোঁচাই দেউতাকৰ ভৰিত পৰি চকু দুটি ঢুলঢুলীয়া কৰি পেলালেহি। দেউতাকে আচৰিত হৈ ডাঙৰ মাতেৰে সুধিলে, "কেতেকী, কেতেকী! এই ৰাতি কেনেকৈ আহিলি? কি কথা, কি বতৰা?" এনেতে চোতালৰ পৰা বুৰাই মাত লগালে, "গোৰ লাগো, দেউতা। মই মঙ্গলু আছোঁ।" বৰুৱাই ক'লে, "অ মঙ্গলু চৰ্দ্দাৰ? সেই দুটি কোন?" বুৰাই ক'লে, "হামাৰ লগৰে, মানুচ্ আছে।" বৰুৱাই তিনিওকো বহিবলৈ চট্ এখন দি গ'ল। এই ছেগতে কেতেকী ভিতৰলৈ যাবলৈ ধৰোঁতেই কেতেকীৰ মাত শুনি একে ঢাপলিতে মাক আহি আদবাটতে সাবটি ধৰি চকু পানী টুকিলে, লগত আহিছিল কেতেকীৰ ন বৌৱেক, — তেওঁক শাস্তি কৰাই অনোৱা তিনি মাহ মান হে হৈছে। মাকক এৰি নবৌ বুলি কেতেকীয়ে ন বৌৱেকক সাবটি ধৰিলে । কেতেকীয়ে ক'লে, "সৰু ছোৱালীক হে নেদেখিলোহি। তাই নো কাহানিকৈ আহিব?" মাকে ক'লে, "আৰু পাঁদিন মানৰ পাচতে অহাৰ কথা। এৰা, তোক দেখা হলে গোটেই জনী বাউলী হলহেঁতেন।" —তেনেতে বৰুৱাই ভিতৰ সোমাই সুধিলে, "ক চোন, কেনেকৈ এইখিনি পালিহি?" তাৰ পাচত বৰ ঘৰৰ নেওৰা তলত বহি চেপা মাতেৰে থোকা থুকি কৈ কেতেকীয়ে আদ্যোপান্ত কথা অতি সংক্ষেপে ক'লে। মাকে বাপেকে কথা শুনি শুনি চকি চকি উঠি হুমুনীয়া কাঢ়ি তেতিয়া একোকে নেমাতি নিজা কামে কামে গ'ল। কেতেকীয়ে আকৌ এবাৰ মাক বাপেকৰ ডেউকাৰ তল পাই সকলো দুখ কষ্ট পাহৰি বাহিৰ ভিতৰ কৈ ন বৌৱেকক ক'লে, "ন বৌ। মোক কিবা দিয়াতকৈ আগেয়ে বাহিৰৰ মানুহ তিনটিক পেট ভৰাই খাবলৈ দিয়াঁ। বেচাৰাহঁতে বুটলি নলা হলে মোৰ হেৰোৱা জীৱ এতে পৰে বা কত পৰি থাকিলহেঁতেন।" কেতেকীৰ কথা শুনি বৰুৱাই বাহিৰৰ পৰা মঙ্গলুহতক ভিতৰ চোতাললৈ মাতি আনি বহিবলৈ দি কথা বাৰ্ত্তা সুধি ক'লে, "আজি মোৰ আইক তোমালোকে খুব বচালা।" — মঙ্গ লুৱে ক'লে, "ভগবান বচোৱা মালিক, হামি কি বচাম! আপনাৰ চব দিন ত খাইয়ে আছোঁ। আপনাৰ কাম নাই কৰিম ত কাৰ কাম কৰিম?"

—"তোমালোকৰ মনত আছে নে, মোৰ এইজনী ছোৱালীৰ বিয়াতে তোমালোকে জয়ে জয়ে জয়ঢোল বজাইছিলা ।"

—"হঁা, হঁা। মনত কেনে নাই থাকিব? লেকিন মাইটাৰ মনত নাই কিজানি।"

—"আচ্ছা, তোমালোকে তাইক আনি মোৰ হাতত দিয়াত — যেনেহে দিন কাল, — হয় তো কিবা লেঠাত পৰিব পাৰা। কিবা অলপ হলেও মই যাতে তোমালোকক সহায় কৰিবলৈ পাওঁ, — মনত ৰাখিবা।"

বুৰাই আচ্ছা বোলোঁতেই কেতেকীয়ে ভিতৰৰ চালিলৈ তিনিওটিকে মাতি নি টাৰিকৈ জলপান আৰু চাহ খুৱালে। বৰুৱাই ভিতৰৰ পৰা আনি তিনিওকো তিনিখনি চেলেং কাপোৰ আৰু দুটকিকৈ ৰূপ দি প্ৰাণৰ কৃতজ্ঞতা জনালে। বৰুৱানীয়েও তিনিওকো তিনি খনি তামোল দি মাজে মাজে সপৰিবাৰে আহি থাকিবলৈ ক'লে। বুৰাই টকা পইচা নলওঁ বুলিছিল, বৰুৱাই কোনোমতেই নললে নেৰাত শেহত সন্তুষ্ট হৈ গ্ৰহণ কৰি ৰাতি হোৱাৰ কথা কৈ বৰুৱা বৰুৱানীক সেৱা জনাই তিনিওটি যাবলৈ ওলাল। কেতেকীৰ কাষ চাপি বুৰাই আবেগত কৈ উঠিল, "গোৰ্ লাগ্ ৰে, গোৰ্ লাগ্। এই মোৰ মাই আছে ৰে, মাই আছে।" এই বুলি তিনিও মাটি ছুই প্ৰণাম কৰি গুচি গ'ল। বৰুৱা বৰুৱানী আৰু কেতেকীয়ে চিত্ৰপুত্তলিকাৰ দৰে সিবিলাকলৈ চাই থাকিল — যেন তিনিটি দেৱতা হে চকুৰ আগৰ পৰা আঁতৰি গুচি গ'ল।

৮

ৰাম ৰাজ্যৰ দৰে ৰাজ্য এখনিত সীতা দেবীৰ দৰে এগৰাকী আদৰ্শ সতীকো নুছুই নেৰিছিল যেতিয়া, এই কলি যুগত এনে এটি ঘটনাৰ পাচত লোকনিন্দাই কেতেকীক বেৰি নধৰাটি একেবাৰেই অস্বাভাৱিক যেন লাগিলহেঁতেন। সংসাৰত লোকনিন্দা নাই কত? ভাল কৰিলেও লোকনিন্দা, বেয়া কৰিলেও লোকনিন্দা, একো নকৰি এনেয়ে থাকিলেও সেই লোকনিন্দা। ই এক জগতৰ স্বভাৱেই। লোকক নিন্দা কৰি সুখ পাওক নেপাওক, জগতে যে মন জোৰোৱাকৈ বেচ এটি তৃপ্তি পায় তাত অকনো সন্দেহ নাই; নহলে বেনামী চিঠিৰ ডাকে মাচুলৰ পৰা যান বাহনৰ গা জুৰি যোৱাকৈ খৰচ কৰিও মানুহে মানুহক নিন্দা কৰিবলৈ যাব কিয়? নিন্দা কৰে প্ৰায় সকলোৱেই — কোনোৱে কৰে ওপৰে ওপৰে, কোনোৱে কৰে তলে তলে, কোনোৱে কৰে দলে বলে প্ৰকাশ্যে। যিবিলাকে বিচাৰ নকৰি কণামুণাকৈ নিন্দা কৰে সিবিলাকৰ হুজুগৰ দলটিয়েই সংখ্যাত বেচি। কাপুৰুষ আৰু ঈৰ্ষা পৰায়ণৰ নিন্দা তলে তলেই চলে। সাহসী আৰু পোনপটীয়াই নিন্দা কৰে প্ৰকাশ্যে দলে বলে। বিচাৰ নকৰি কৰা নিন্দাৰ হুজুগত সাধাৰণতে বিষ নেথাকে, সি মাৰাত্মক নহয়। বিচাৰৰ মুখে সি কেনেবাকৈ ঘূৰিবলৈ পালে প্ৰশংসা হৈ সহস্ৰমুখে ববলৈ ধৰে, তাৰ আহ্বাৰ কাটি যায়।

মাজ ৰাতি বঙ্গালী বনুৱাৰ লগত কেতেকী হাবিয়ে বননিয়ে যোৱাৰ পৰা দেওৰেকে চণ্ডালিব নোৱাৰি খেদাই দিয়ালৈকে কত কথাৰ যে বৌৰি পাচ দিনাই ফুটি পৰিল, কতই ডাল পাত যোৰা দি এটাকে দহোটাকৈ বেহালে, কাৰ কথা কিমানে শুনিবা। তাতে বাগিছাৰ পৰা পলাই অহা মেমক বিচাৰি ফুৰা মহৰী আৰু চকীদাৰৰ দলটোৱে কথাটোত আৰু কত ভেজাল দিলে, — সেইবোৰ নুশুনাই ভাল। ইকাণ সিকাণ সহস্ৰ কাণ হৈ গধুলি কথা জিলাও পালেগৈ। সঠিককৈ জানি যাবলৈ সন্ধ্যাৰ পাচতে বৰমইনাও ঘৰ ওলালহি । আবেলিৰ পৰা ভাগতী আহি আছেহিয়েই। কেতেকীৰ মনত পাপ নাই গতিকে বাহিৰত ঘনাই ঘোপ মাৰি অহা লোক নিন্দাৰ সম্বন্ধে উদ্বিগ্নতাও নাই, আতঙ্কও নাই, — মাক বাপেকৰ অভয় কোলাত সৰলমতি শিশুটিৰ দৰে চিত্তৰ কি সেই চিৰ প্ৰসন্নতা। ইমান প্ৰশ্ন, ইমান কলঙ্কৰ ধুৱলি কুঁৱলীৰ মাজে হা-হুতাহেৰে আহি আলোকে কেতেকীৰ মুখ খনি দেখি অবাক হ'ল, তেনে এখনি মুখত অযথা কলঙ্কৰ সন্দেহ কৰাত নিজে নিজে যেন লাজ পালে।

পাচ দিনা দেওবাৰ। পুৱাই ভাগতী আৰু বৰমইনা দোকানী আৰু মঙ্গলুৰ ওচৰ পালেগৈ। দোকানীৰ তেল কিনাৰ পৰা সেই ৰাতি মেম বিচাৰি ভৰকনি দিয়া আৰু শেহৰাতিলৈ ন দহোটা চকীদাৰ লৈ বাৰীৰ পাচ ফালে

জুপি ফুৰালৈকে সকলো খবৰ অকল দোকানীৰ পৰাই নহয় আৰু কেবাজনৰ মুখৰ পৰাও ভিন ভিনকৈ সেই একে কথাকে পাই কেতেকীৰ কথাত কাৰো অকনো সন্দেহ নহল। চকীদাৰৰ দলটোৱে মঙ্গলুৰ ওপৰত জুলুম কৰিব খুজিছিল। আগৰে পৰা প্ৰস্তুত হৈ থকাত জয়ঢোলৰ একেটা ছেৱতে বিশ ত্ৰিশটা ডেকাই বিম্বাশবদে হুৰি মাৰি খেদি অহা দেখি হেমকান্তই থৰ কাছুটি এৰি ভিৰাই লৰ মাৰিলে, চকীদাৰ কেইটাই অগত্যা প্ৰাণ লৈ পলাল। সকলো কথা বাৰ্ত্তা নিজ কানে শুনি ভাগতীয়ে বৰমইনাই উভতি আহি ভাগতীৰ ঘৰতে মধ্যাহ্নৰ আহাৰ কৰি দুয়ো পোনাই হৰমোহনৰ ঘৰ পালেগৈ। হৰমোহনে পাচ দুৱাৰে পলাই ফাট মাৰি খবৰ দিয়ালে বোলে ঘৰত নাই, শহুৰেকৰ ঘৰলৈ গ'ল। গাঁৱত সি প্ৰচাৰ কৰি গ'ল, - — 'বাপেকৰ ঘৰলৈ নগৈ বাগান পালেগৈ। জানো এতিয়া পাতকে তোলে নে বাগীতে উঠে। — কাৰ পেট কোনে পায়।' — এইবোৰ দেখি শুনি ভাগতীৰে আৰু বৰমইনাৰে বিশ্বাস দৃঢ় হৈ পৰিল —ই এক লোকাই মহৰীৰেই চাল। পাচ দিনা পুৱাতে বৰমইনাই জিলালৈ গৈ সকলো কথা ফুকনক জনালে। ইফালে ভাগতীয়েও বৰুৱাৰ ঘৰত ৰাজমেধি, বায়েন, বৰা প্ৰমুখ্যে আৰু কেবা খন গাঁৱৰো মাতব্বৰ লোক কেবাজনকো চপাই কলেহি, —"লোকে যদিও বাটে ঘাটে নান কথা ফুফু — ফাফা কৰে আমি কেতেকীক অবিশ্বাস কৰিব লগীয়া প্ৰমাণ একো নেপালোঁ।" — গএগই আদ্যোপান্ত সকলো কথা শুনি গৰমিল কৰি কেতেকীৰ কৈফিয়ৎ নোলোৱাকৈয়ে ভাগতীৰ কথাতে সন্তুষ্ট হ'ল, আৰু মুখে মুখে কেতেকীৰ চৰিত্ৰবলৰ প্ৰশংসা কৰিবলৈ হে ধৰিলে। নিন্দাৰ 'বেগাত' প্ৰশংসাৰ লুইত প্ৰবল বেগেৰেই বৰলৈ লাগিল।

ইফালে জিলাত — হৰি উকীলৰ ঘৰৰ আগকোঠাটোত ফুকন আৰু আলোক গোমোৱা মনেৰে বহি আছে। উকীলে অফিচত কাৰবাক কিবা দিহা দিছে। হৰিবাবু এগৰাকী বঙ্গদেশৰ কুলীন কায়স্থ। উকীল হিচাপে তেখেতৰ বৰ খ্যাতি, মানুহ হিচাপেও কোনো গুনে কম নহয়। তেখেতক আন্তৰিক শ্ৰদ্ধা আৰু ভক্তি নকৰা মানুহ সেই অঞ্চলত নাই বুলিলেই হয়। থাকিবই বা কিয়? তেখেতে কেৱল টকালৈকে লক্ষ্য কৰি গোচৰ নচলায়, চলায় সাম্য আৰু ন্যায় পৰায়নতালৈ চাই। একেটা কথাতে কবলৈ গলে তেখেতৰ উপাৰ্জ্জিত জ্ঞান আৰু ধন দেশ কালৰ অপেক্ষা নেৰাখি সমাজৰ শান্তিলৈ মুক্তভাৱে ববই লাগিছে। আমাৰ দেশলৈ অহা ইংৰাজৰ ভিতৰত 'বড় ইংৰাজ' আৰু 'ছোট ইংৰাজ' উভয়ে আছে বোলা ৰবীন্দ্ৰনাথৰ যিটি উক্তি, তাৰ গইনা লৈ হৰি বাবুৰ সম্বন্ধেও আমি বেচ কব পাৰোঁ — তেৰোঁ অসমলৈ অহা বাঙ্গালীৰ ভিতৰত এজন বড় বাঙ্গালী। অলপৰ পাচতে লোকাই মহৰীক লৈ সেই হৰিবাবুৰে আগকোঠাত বহি কথা আৰম্ভ কৰিলেহি, —"আচ্ছা, লোকেশ্বৰ, তোমাৰ এই সব কি কথা ? হৰমোহনক লৈ এই সব কি কৰিছা?" আকাশৰ পৰা পৰা যেন হৈ লোকাই মহৰীয়ে ক'লে, "কতা, কি কৰিছোঁ? মোৰ অজলা জোঁৱাইটোক ঠগি ঠাগি যাতে তাৰ ভাগৰ চান অইনে কাঢ়িব নোৱাৰে, তালৈ হয়তো একেষাৰ মাতিছোঁ।"

—"মাতিছাই তো। এই ভাবে মাতিছা, অকল আকাশ নহয়, পাতাল ফাটিও বিদীৰ্ণ হৈছে।"

—"কি কৈছে, মই একো বুজিব পৰা নাই ।"

—"বুজিবলৈ চোৱাই নাই, বুজিবা কেনেকৈ? — সত্যৰ চিৰজয় আছেই, চন্দ্ৰসূৰ্য্যই সত্য লুকাব পাৰা নাই, আৰ তুমি লোকেশ্বৰ হব পাৰা, তথাপি সত্য লুকাব নোৱাৰা। তুমি কি ভাবা — বিধবাক ধৰ্ম্মান্তৰ কৰি জাতি ভ্ৰষ্টা কৰিব পাৰিলে তাইৰ অংশটাও তোমাৰ জামায়ে পাই যাব? এইটো হয় তো একদিন হৈছিল, এতিয়া হব নোৱাৰে। হাইকৰ্টে এই অলপতে ঠাকুৰ ফেমিলিত দিয়া নজীৰ আছে, ৰুলিং আছে, — অংশীদাৰে অন্য ধৰ্ম্মৰ আশ্ৰয় ললেও তাৰ সম্পত্তিৰ ওপৰত স্বত্ব নেযায়। গতিকে, তোমাৰ সব চেষ্টা বিফল। তুমি ধৰা পৰি গৈছা। এতিয়া এই আলোক বৰুৱাই তোমাৰ নামত যদি বিধবাৰ বিপক্ষে ষড়যন্ত্ৰ কৰা বুলি নালিচ দিয়ে, ইমানবোৰ সাক্ষী সাবুদৰ বিপক্ষে তুমি তোমাক ৰক্ষা কৰিব নোৱাৰা — - ই নিশ্চয়। তোমাৰ পতন অনিৱাৰ্য্য। তুমি যাবা, তোমাৰ

বড় জামাই, তোমাৰ ছোট জামাই — সব যাব।"

এনেতে তলৰ মুৰ ওপৰ কৰি লোকাই মহৰীয়ে চেপি ধৰা মাতেৰে ক'লে, "মই কি কৰিছোঁ — ধৰ্ম্মে দেখিছে ।"

চকু পকাই হৰি বাবুয়ে টানকৈ ক'লে, "ধৰ্ম্মৰ গতি সূক্ষ্ম কাৰণেই — ধৰ্ম্মে ঘটাব বুলি শপথ কৰিও মিছা কৈ দুদিনলৈ বাচি যাব পাৰিছা । লোকেশ্বৰ, তুমি ব্ৰাহ্মণৰ সন্তান। তোমাৰ পিতৃ পিতামহে ভূত প্ৰেতৰ প্ৰাপ্য মাষভক্ত বলি তাকো শ্ৰদ্ধাৰে নিবেদন কৰিছিল, আৰু তুমি বিধবাৰ প্ৰাপ্য সামান্য সম্পত্তি তাক দিবলৈ ইমান জাল, ইমান চক্ৰান্ত কৰিছা? ছিঃ! তুমি ইমান তলত নামিছা। তুমি নিজে তো নামিছাই, আইনৰ দৰে উচ্চ এনে ব্যবসায় এটাও হাত দিয়েই ময়লা কৰি পেলাইছা। তোমাক মহৰী কৰি ৰাখোঁ নে নেৰাখোঁ সেইটো মই ভাবি ভালকৈয়ে চাম। যোৱাঁ, মই তোমাক সাত দিন দিন দিছোঁ। ইয়াৰ ভিতৰতে বিধবাৰ বন্ধক দিয়া সম্পত্তি — বাকী স্থাবৰ অস্থাবৰ সম্পত্তিৰ সব হিচাব নিকাচ কৰি বিধবাৰ ন্যায্য ভাগত নাম জাৰী কৰাই অহা বুধবাৰে মোৰ ওচৰত দাখিল কৰিবা। তোমাৰ ভালৰ অৰ্থে মই তোমাক সাৱধান কৰি দিলোঁ।"

লোকায়ে সেমেনা সেমেনি কৰি মুৰ খজুৱাই সুধিলে, "পাচে—।"

হৰিবাবুৱে আৰু মুখ খুলিবলৈ নিদি ক'লে, "পাচে চাচে নাই। কৰিব নোৱাৰা, মোৰ ওচৰত আহিবা।" এই বুলি ফুকন আৰু বৰুৱাৰ মুখলৈ চাই ক'লে, "এওঁ কৰি দিবই লাগিব। নিদিলে মই নেৰোঁ। আপোনালোকে মাত্ৰ সাত দিন অপেক্ষা কৰক।"

লোকাই মহৰী যাওঁ নেযাওঁ কৈ ৰঙা কলা পৰি ওলাই গ'ল। হৰিবাবুৱে ফুকনৰ কানত ফুচ্ ফুচাই ক'লে, "ইমান লাজ দিয়াৰ পাচত কোমল বয়সৰ বিধবাটিক কটলৈ পৰাখিনি পক্ষত ননাটিয়েই ভাল। আপোচতে সকলো মীমাংসা হৈ যাওক। মই আশা কৰোঁ হৈ যাবও।"

ফুকনে ক'লে, "আমাৰ ধন্যবাদতকৈ বিধবাক বিপদৰ পৰা ৰক্ষা কৰাত ভগবানৰ যি আশীৰ্ব্বাদ আছে সেই আশীৰ্ব্বাদ আপোনাৰ শিৰলৈ নামি আহক।" হৰিবাবুৱে সবিনয়ে জনালে, "আশীৰ্ব্বাদ কৰিব যেন জীৱনত বিধবাৰ অশ্ৰুৰ এক কণিকা মচি যাব পাৰোঁ।" — এই বুলি পৰস্পৰ শিষ্টাচাৰ জনাই সেইদিনালৈ সিবিলাক নিজা কামে কাজে আঁতৰি পৰিল। লোকাই মহৰীয়ে ইপিনে মুখ খন এপাচি মান কৰি অসমীয়া দুই চাইজন উকীলক সুধি পুছি চাইছিল; হৰিবাবুৰ কথাৰ ওপৰত বাজি উঠিবলৈ কাৰো মুখ নেপালে গুণে অগত্যা নিৰ্দ্দেশ অনুযায়ী সকলো কাম কৰি চমুচা কাগজ পত্ৰ বুধবাৰে আগবেলাতে উকীলৰ হাতত চম্জাই দিলে। উকীলেও সেইদিনাই কেছাৰীতে সেইবিলাক ফুকন আৰু আলোকৰ হাতত দি আপোচ কৰাই পেলালে। ফুকনে উকীলক অলপ আঁতৰলৈ নি তেখেতৰ প্ৰাপ্য যাঁচোতে তেখেতে চকু দুটি ঢুলঢুলীয়া কৰি কৰযোৰে ক'লে, "মাফ কৰিব, ইয়াত উকীলে মক্কেলক কৰা খিনি কৰা হোৱা নাই ; মানুহে মানুহক যিখিনি কৰা উচিত তাকে হে কৰা হৈছে । ফিজৰ কথা তুলি তাৰ গৌৰব তাৰ আনন্দ যেন নকমায়।" ফুকনে অবাক হৈ নমস্কাৰ এটিকে জনাই গুচি আহিল, মনে মনে ভাবিলে — হৰিবাবু মানুহজন কি!

লোকায়ে ঠেকত পৰি কাম খিনি খৰচি মাৰি দিলে হয়; কিন্তু এনে অশ্ৰদ্ধাৰে কৰা সেইকাম — আইন কৰিব নোৱাৰিলেও কাগজে পত্ৰই বিধবাৰ নাম "কেতেকী বেৰাঁ" বুলি লিখি হৰমোহনহঁতৰ গাঁৱত সেই আপচু নামটো হোৱাই নোহোৱাই চালিচৰ আগত অনেক বাৰ উচ্চাৰণ কৰিলেও, কৰালেও। ফলত সেই গাঁৱৰ ডেকা দল এটিয়ে হৰমোহনক লগ পালেই "কেতেকী বেঁৰা, কেতেকী বেঁৰা" বুলি জোকাবলৈ ললে। পাচলৈ হৰমোহনে পৰাপক্ষত কাকো মুখ নেদেখুওৱা হ'ল, লগে লগে সেই নাম লোৱাৰ প্ৰয়োজনো নোহোৱাত পৰিল।

ইতিমধ্যে গগন ফুকনে ভাগতীৰ কথা মতেই নিঃসন্তান গুণে সন্তানৰ ধাৰা অবিচ্ছিন্ন কৈ ৰাখিবলৈ ঋষিৰ যি উপদেশ তাক শিৰত লৈ শ্ৰদ্ধাৰে দিয়া কন্যা

দান শ্ৰদ্ধাৰে গ্ৰহণ কৰি শান্তি কৰাই অনা আজি তিনি চাৰি মাহৰ বেছি হোৱা নাই। পুনৰ্বিবাহৰ দিন ধৰি ফুকনৰ অন্তৰত কেতেকী দেৱী হৈ দিনক দিনে জিলিকি যাবলৈ ধৰিলে।পোনতে যি সাধনা অতি কঠিন যেন লাগিছিল তাক তীব্ৰ সংযমেৰে সহজ সাধ্য কৰিলে। ভালেখিনি ধৰ্ম্ম পুস্তকে হৃদয়ত বল দিলে। তাতে সুকোমল কেতেকীৰ এই সিদিনাৰ অসাধাৰণ চৰিত্ৰবলৰ দৃষ্টান্তই মানসৰ দেৱীমূৰ্ত্তিটি আৰু উজ্জ্বল, আৰু জীৱন্ত কৰি তুলিলে। এবাৰ প্ৰাণ ভৰি পূজা কৰাৰ হেপাহ বৰকৈ জাগিল, —সেই শনিবাৰেই আলোকৰ সৈতে ফুকন আহি ৰঙ্গৰাৰ ঘৰ পালেহি।

ৰাতি সৰহখিনি পৰ ৰঙ্গৰাৰ লগতে বাজত কাগজ পত্ৰাদিৰ বিষয়ে কথাবাৰ্ত্তা পাতি তাৰে কৰ্ত্তব্যাকৰ্ত্তব্যৰ দিহা দি শুই থাকিল। পাচ দিনা পুৱাই গা পা ধুই চাহ জলপান আদি খোৱাৰ পাচত আলোকৰ কোঠালৈ ফুকন সোমাই গৈ ভাগিনীয়েৰক মাত দিলে, আৰু আলোক আৰু কেতেকীক তালৈকে মাতি আনিবলৈ ক'লে। আলোক আহিল, পাচে পাচে আহিল সেই সলজ্জ চকু যুৰিত কৰুণ ৰসৰ কাহিনী লৈ ধীৰ মন্থৰ গতিৰে কেতেকী। কোঠাটি যেন পোহৰ হৈ গ'ল। ফুকনে কেতেকীক সুধিলে, "মোলৈ মনত আছেনে?" কেতেকীয়ে ওঠখনি বিহাৰ আগেৰে ঢাকি ক'লে, "আছে।" —"মই তোমাৰ নবৌৰেৰৰ মামাক হলে, তোমাৰ হম কি?" কেতেকীয়ে মিচিক কৰে হাঁহি এটি মাৰি ক'লে, "মোৰো মামা।" ফুকনে সুধিলে, "মোৰ তুমি কি হোৱা?" কেতেকীয়ে আকৌ আগৰ হাঁহিটিকে অলপ বেচিকৈ মাৰি ক'লে, "—ভাগিনীয়েক।" ফুকনে ক'লে, "নহয় ৰবাঁ।"— এই বুলিয়েই কেতেকীৰ আগত আঠুলৈ আবেগেৰে ক'লে, "— তুমি, তুমি মোৰ মা !"— কৈয়েই ভক্তিৰে সেৱা এটি জনাই চল্চলীয়া চকু যুৰিৰে কেতেকীৰ চকুলৈ চায়েই থাকিলে। কেতেকীয়ে আবেগত ৰঙ্গা চঙ্গা পৰি কৈ উঠিলে, "জানো মামাই কি কৰে! মোক নো সেৱা কৰিব পায় নে?" ফুকনে ক'লে, তেনে কাক সেৱা কৰিম? নিজে নিজক ৰক্ষা কৰিব নোৱাৰা এক অচৈতন্য জড় প্ৰতিমাক?— মা, মা,। আজি তুমি মূৰ্ত্তিমতী হৈ মোৰ চকুৰ আগত জলি পৰিছা। এনে নৱনী কোমল মাতৃৰ হৃদয়ত কি সেই মহাশক্তিৰ প্ৰথম উন্মেষ, —কি সেই ভুৱন বিজয়ী চৰিত্ৰৰ বল —।" এই বুলি আৰু কব নোৱাৰি হঠাৎ থমকি ৰুমালেৰে চকু দুটি মচি চকীত বহি পৰিল। আলোকৰ আৰু ভাগিনীয়েৰৰ চকুৰেদিও নীৰৱে অশ্ৰুধাৰা বৈ গ'ল। কেতেকীৰ অন্তৰত মাতৃশক্তিয়ে যেন কি এক আলোকৰ চমকেৰে বুজাই দিলে, ই অভিনয় নহয়, মাতৃভক্তৰ প্ৰাণ নিজৰি বৈ পৰা সৰল নিবেদন। খন্তেক নিঁটাল মৰা দেখি কেতেকী ওলাই আহি আকৌ বটা এটাত তামোল ভালকৈ নি ফুকনৰ আগত ধৰি ক'লে, "হোঁৱক মামা, তামোল নেখালে?" ফুকনে ক'লে, "আকৌ, আকৌ,— মহামায়াই মহা মোহ আনি দিলে । এনেয়ে নো তোমাক মহামায়া, মোৰ মা, বোলো নে?" এইবুলি প্ৰসাদ লোৱা দি তামোল এখন মুখত লৈ ওলাই যাওঁতে কৈ গ'ল, "অলপ ফুৰি আহোঁগৈ দেই, আইহঁত। আহাঁ, আলোক।" ফুকনৰ এনে পৰিৱৰ্ত্তনৰ পৰিচয় আলোকে ইতি পূৰ্ব্বে পাই থৈছে; গতিকে, এই মহৎ দৃশ্য দেখি মুগ্ধহে হৈ গ'ল, আচৰিত নহল । কেতেকী ওলাই গৈ তাঁতৰ শালৰ খুটা এটাত আউজি ইমান ডাঙৰ মানুহ এজনৰ সেৱা এটি এনে নিঃসঙ্কোচ ভাবে কেনেকৈ লব পাৰিলে তাৰে কথা ভাবি ভাবি পাৰ নোপোৱা হৈ আছে, তেনেতে নবৌৰেক পাচ ফালৰ পৰা আহি হেঁচোক এটা মাৰি মাত লগালে, "হয়নে বাইদেউ, মামাক সুধিব লাগিব, মামাই যেতিয়া মা বুলিছে, তেতিয়া তুমি মোৰ আইতা নহবা নে বাৰু?" কেতেকীয়ে গম্ভীৰ ভাবে হাঁহি এটি মাৰি ক'লে, "যোৱাঁ, যোৱাঁ, আগে তোমাৰ মাহৰ বৰ খিনি ভাজাঁ গৈ। ভজা ভাল হলে তাৰে সুধিবা। এনেতে কিবা এটা ৰন্ধাৰ কথা সুধিবলৈ মাকে কেতেকীক ৰান্ধনি ঘৰলৈ মাতিলে। লগে লগে আলোকৰ পৰিবাৰ জোনালী ও গুচি গ'ল।

দুপৰীয়া হাঁহি ধেমালীৰে ভাত পানী খাই উঠি বৰ ঘৰৰ আওলাত বহি ৰঙ্গৰা আৰু ৰঙ্গৰানীৰ আগত

ফুকনে ক'লে, "ইমান দিন এই খন দেখি শুনি ভাগিনী জনীক মোৰ নতুন সংসাৰ চাবলৈ নিয়াৰ কথা তোলাই নাছিলোঁ। এতিয়া আৰু কোনো আলে আহুকাল নাই যেতিয়া, মই মঙ্গলবাৰে মহৰ গাৰী এখনি ধৰি আলোকক আৰু পিয়ন এটাকে পঠিয়াম, বুধবাৰে দুপৰীয়া পোৱাকে মোৰ মা কেতেকী আইদেউৰ সৈতে বোৱাৰীয়েকক পঠিয়াই দিব। বুধে বৃহস্পতিয়ে আমাৰ বন্ধ। বৃহস্পতিবাৰে আবেলি আকৌ আলোকে থৈ যাবহি।" প্ৰস্তাব শুনি বৰুৱাই মাত লগালে, "ভাল, কি কথা আছে, নিয়াব।" বৰুৱানীয়ে ৰিহাৰে মুখ খন ঢাকি হাঁহি এটি মাৰি ক'লে, "ইমান দিনে নিনিওৱা দেখি বেয়া হে লাগিছিল।" তাৰ পাচত ফুকনে মাত লগাই যাবলৈ ওলাই আহি আলোকৰ কোঠালৈ গৈ দেখিলে — আগে আগে জোনালী, পাচে পাচে কেতেকীয়ে হাঁহি এটা মুখেৰে চেপি আহিব লাগিছে। জোনালীয়ে হাঁহিটি মেলাই দি সুধিলে, "হয়নে মামা, বাইদেউ যদি মামাৰ মাক হয়, তেনে মোৰ আইতা নহব নে?" মামাকে হাঁহি ক'লে, "ভাল আঁকৰীজনী এই আলোকৰ ডিঙ্গিত সাঙ্গুৰি দিলোঁ। — হেৰ, নবৌৱেৰৰ মামাক হলে যদি তোৰ বাইদেৰেৰো মামাক হয়, তেনে মামাকৰ মাক তোৰ বুৰীআইদেউ হব। ইমান দীঘল কথাটো ফুটাবলৈ জিবাই খতৰ খায় যদি, চুটিকৈ তাকে 'বাইদেউ বুলিবি। হানি কি? ইমান ফেৰা কথাকে ইমান দিনে নুবুজিলি। আলোকত পৰি গছাটোৰ দৰে এন্ধাৰতে আছ দেখিছোঁ।" কেতেকী আৰু জোনালীয়ে খেল খেলকৈ হাঁহিবলৈ ধৰিলে। ফুকনে আকৌ ক'লে, "তোৰ কি হয় মামীয়েৰে বুজাই দিব। কালিয়েই মোৰ জেপতে সোমাই আহোঁ বুলিছিল। মই হে গধূৰ পাই জাৰি জোকাৰি উলিয়াই থৈ আহিছোঁ। পৰহিলৈ মই আলোকৰ হাতত গাৰী পঠাই দিম, বুধবাৰে খুব পুৱাই তয়ো যাবি, মোৰ মাকো লৈ যাবি। যাবাঁ দেই, মা।" কেতেকীয়ে হাঁহি ক'লে, "দেউতাই বৌৱে যাবলৈ কৈছে নহয়?" জোনালীয়ে মুখ খন ওফোন্দাই কেঁৰাকেঁৰিকৈ চাই ক'লে, "মই হলে কি কৰো একো ঠিকনা নাই। মোৰ ভয় লাগিছে। আপোনালোকে মামীৰো আনে জেপত আৰু গাৰী দি পঠিয়ায় মানুহৰ হাতত।" ফুকনে হাঁহি ভেঙুচালি কৰি টপ্ কৰে সুৰেৰে পাদপূৰণ কৰা দি কৰি দিলে, —"আৰু আৰু? — চিঠি দি পঠিয়াওঁ বিদুলী ডাকত।" — আলোকে হাঁহি আৰম্ভ কৰি দিলত এটাইবোৰেই খো খোৱাই হাঁহিবলৈ ধৰিলে। জোনালীয়ে লাজত ওৰণিৰে মুখ ঢাকি কুঁচি মুচি বেৰলৈ মুখ দিলে। —শান্তিৰ আগতে জোনালী মাকৰ সৈতে মামাকৰ ঘৰত ভালে মান দিন থকা কালত নামতী নাম পাইছিল। এদিন —"কাকত, চিঠি দি পঠিয়াম বিদুলী ডাকত" এই পাদ পূৰক শব্দেৰে ছন্দ মিলোৱা জাত এটা তেওঁৰ মুখত শুনি মামাকে হাঁহি হাঁহি কৈছিল, —"হেৰ আঁকৰী, বিদুলী ডাকত চিঠি দি নপঠিয়ায়, খবৰ হে পঠিয়ায়।" এই বুলি হো হোৱাই মুখলৈ চাই হাঁহি দিছিল বাহিৰত শুনি আলোকেও হাঁহিত বাগৰি পৰিছিল। — - হাঁহি ৰলত মুখখন ঘূৰাই জোনালীয়ে গধূৰকৈ ক'লে, "কেছাৰীত কাম কৰিলে মানুহ বোৰ মনেৰে এনেবোৰেই হয় হবলা।" ফুকনে ক'লে, "হয় আকৌ, হয়। তয়েই সেইয়া আলোক নুবুলি মানুহ বুলি পেলালি দেখোন।" জোনালীয়ে গেজেৰা মাৰি ক'লে, "যাওক।" ফুকনে ক'লে, "যাবলৈকে ওলাইছোঁয়েই, ভালে ভালে কত লুকাইছিলি ছাতিটোৰে লাঠীডালে লৈ আহগৈ, আমি টকৰ্ টকৰ্ কৰে খোজ ধৰোঁ," বুলি জোনালীৰ মুৰত ঠেলা এটা মাৰিলে; কেতেকীৰ কাষ চাপি সেৱা এটি জনাই চকুলৈ চাই ক'লে, "আহোঁ দেই, মা।" কেতেকীয়ে তললৈ মুৰ কৰি মুখ খন আমোলাই ক'লে, "ভাল।" কোঠাৰ পৰা ওলাই বৰুৱা বৰুৱানীক আকৌ এবাৰ মাত দি আলোকৰ সৈতে ফুকনে জিলালৈ খোজ ললে।

অফিচৰ পৰি থকা কথাৰ মাজে মাজে ইটি সিটি কথা কৈ কৈ ভালেখিনি বাট দুয়ো আহিল, এনেতে হেডক্লাৰ্কক দেখি জিলাৰ ফালৰ পৰা ঘূৰা কৃষক এজনে চেলাম এটি দি কৰযোৰে সুধিলে, "দেউতা, কোনফালে অহা হৈছিল?" ফুকনে ক'লে, "এই গাঁও ফুৰিলোঁহি।" —"ফুৰিবই হে লাগে, ভাল, ভাল" বুলি হাতখন কপালৰ কাষলৈ নি কৃষকে বাট এৰি দি নিজৰ বাটে গুচি গ'ল। অলপ আঁতৰ হ'লত ফুকনে আলোকক সুধিলে, "এই

মানুহটিক মই চিনি নেপাওঁ, অথচ সি মোক পৰিচিত মানুহৰ দৰে কেনেকৈ চেলাম এটি দি বৰ্ত্তমান দেশদস্তুৰ পালন কৰিলে।"

—"সি নিশ্চয় আপোনাক কেছাৰী ঘৰত দেখিছে।"

—"হব পাৰে। কিন্তু চেলাম দিলে কিয়?"

—"ভয়ত। পোছাক দেখি। হেট কোট দেখা হলে চেলামটো আৰু তলৰ পৰা উঠিলেহেঁতেন।"

—"ঠিক কলা। এই চেলামৰ গুৰিত আছে এক ভয়, এক আশঙ্কা। ক্ষমতাশালীৰ কাষত ই এক আত্মনিবেদন, —তেওঁক মনা বুলি জনাই দিয়া এটি নম্ৰ পৰিচয়।"

—"পৰাক্ৰমী সকলক বুজাবলৈকে সিবিলাকৰে চেলাম সিবিলাকৰ ভাষাৰে সিবিলাকক দিয়া নহয় জানো। চাহাবক দিবৰ বেলিকা গুড মৰ্ণিং গুড ইভিনিং আমাৰ নহয় গুণে খকৰমকৰ লাগি কিবাটোৰ ঠাইত কিবাটো হৈ যায়। ভাগ্যে সিবিলাক ভাবগ্ৰাহী কাৰণে পুতৌৰ হাঁহি একোটি মাৰি মোৰ বুলি লয়।"

—" ঠিক কথা। চেলাম আমাৰ নহয়। আমাৰ সেও হৈ পৰা যি সেৱা তাত ভয় আছে, তাতোকৈ আছে তাত ভক্তি, —সিয়েই তাক কেনে মহান কৈ তোলে।"

—"এৰা, আমাৰ গুৰু গোঁসাইক বা কোনো নগ্ন সন্ন্যাসীক যি সেৱা জনোৱা যায়, দেৱতাৰ মূৰ্ত্তিৰ আগত যি সেৱা কৰা যায় সি সঁচাকৈ বৰ পবিত্ৰ।"

—"দেৱতাৰ বিগ্ৰহৰ উদ্দেশ্যে যি সেৱা কৰা যায়, বিগ্ৰহে হয়তো নেদেখে, নেজানে; তেও সেই সেৱা কৰে কিয়?"

—"ভক্তৰ বৈ পৰা ভক্তিৰ ধাৰ সেৱাৰ আকাৰেৰেই ওলাই যায়। এই সেৱাৰে ভক্তিৰ পাত্ৰক আপ্যায়িত কৰক নকৰক ভক্ত নিজে ধন্য হয়, নিজে কৃতাৰ্থ হয়, নিজে নিজক পবিত্ৰ কৰে।"

—"আলোক, আলোক, তুমি ঠিককে কৈছা। যোগ্যজনক সেৱা জনোৱাটো এক পবিত্ৰ হৃদয়ৰ নিৰ্ব্বাক পৰিচয়, আলম পালেই সেৱাৰ আকাৰে সি আপোনা আপুনি ওলাই পৰে। মন কৰিছানে, আলোকে, আজি কালি আমাৰ তথাকথিত শিক্ষক সকলৰ কি দুৰ্দ্দশা? হৃদয়ৰ সিংহাসনত পবিত্ৰতাৰ ঠাইত বহুৱাই লৈছে শিক্ষাৰ অভিমান, ধনৰ অভিমান, বিষয়ৰ অভিমান, এই অভিমানেই সিবিলাকৰ উচ্চ শিৰ ইতৰ আদৰ্শৰ আগত, পবিত্ৰ যোগ্যতাৰ আগত দোঁ খাই যাবলৈ নিদিয়ে।"

—"হৃদয়ৰ সিও যে এক অভ্ৰান্ত পৰিচয়। তাত আছে কি,

—"অভিমান নে পবিত্ৰতা।"

এনেতে অফিচৰ পিয়নটো লগ পাই ফুকনে তাক আলিৰ এদাঁতিলৈ মাতি নি কিবাকিবি বহুতো দিহা দিলে, তাৰ পাচত বজাৰে দি ঘৰ পালেগৈ।

বুধবাৰে পুৱাই পিয়ন এটাৰ সৈতে আলোকে মহৰ গাৰী এখনত কেতেকীকে জোনালীকে জিলালৈ লৈ গলহি। মাজে মাজে পেড়োৱাই মৰা বৰ কাপোৰ খন মানুহ দুনুহ নেদেখিলে দাঙ্গি দি মুকলি বতাহেৰে আলোকে মনবোৰ মোকোলাই নিছিল। কেতেকীয়ে হয়তো গাৰীৰ ওপৰত নেভাবিও ভাবিছিল — সেই এদিন, আৰু এই এদিন! গাৰী গৈ দুপৰৰ ভালেখিনি আগতে ফুকনৰ ঘৰ পালেগৈ। পদুলি মুৰত নামিয়েই আগে আগে কেতেকী পাচে পাচে জোনালী, আলোক, আৰু টালি টুপলিৰে পিয়নটি ধীৰে ধীৰে সোমাই গ'ল। হাতত থাল এখনিত জলাই লোৱা ধূনাদানি আৰু প্ৰদীপ এগছিৰে ফুকন, লগে লগে ঠগুৱা সৰু শৰাই এখনিত ফুল এশৰাই লৈ ফুকননী গৈ কেতেকীৰ দুয়ো ফালে থৈ দুয়ো সভক্তিৰে দেৱতাক জনোৱা দি সেৱা একোটি জনালে । ইফালে ঘৰৰ ভিতৰত শঙ্খ এটি উলাহেৰে বাজি উঠিল। কেতেকীৰ ভৰি দুটিলৈ চাই ফুকন ফুকননী এখুজি দুখুজিকৈ পাচে পাচে গৈ মাৰল ঘৰত বগা কাপোৰ পাৰি থোৱা তামুলী পীৰা এখনত অতিথিক বহুৱাই আলোক আৰু জোনালীক সুকীয়া কোঠালৈ লৈ গ'ল। গোবৰ মাটিৰে মচি কাচি কি সুন্দৰকৈ ঘৰকিটি থৈছে । তাত ফুলৰ মালা, ফুলৰ তোৰা, বা বিচিত্ৰ পৰ্দ্দা নাই, — অথচ কেউপিনে ধূপ ধূনা লগোৱা এক পবিত্ৰতাই দেৱতাৰ মন্দিৰ যেন কৰি তুলিছে। দুই এটি কথাৰ পাচত জোনালী আৰু মামীয়েকে কেতেকীক গা

পা ধুবাই বান্ধনি ঘৰলৈ মাতি নি গাখীৰ পানী খুবাই এতালত ফুকন সোমাই গৈ ক'লে, "মা, আজি আমি গোটেইবোৰে তোমাৰ প্ৰসাদ পাবলৈকে আশা পালি আছোঁ। বাপুটিয়ে সকলো দিহা কৰি থৈছে । মাজৰ কোঠাত নতুনকৈ মচি থোৱা আখা কেঁটাত বহি লোবাঁগৈ । এওঁবিলাক দুজনীয়ে আলপৈচান ধৰক। আমি চৰা ঘৰত মানুহেৰে কথা-বাৰ্ত্তা পাতোঁগৈ ।" জোনালীয়ে মামীয়েকক আগে দেখা নাছিল যদিওঁ, সমধৰ্ম্মী প্ৰাণ দুখনি মিলি যাবলৈ অলপো বেলি নেলাগিল । দুইৰো হাঁহি ধেমালীৰ মাজে দি কেতেকী আজি অন্নপূৰ্ণা হৈ জয়াবিজয়াৰে ৰন্ধন শালাত বহিলেগৈ। মুখৰ কান্তি, মুখৰ প্ৰসন্নতাই গোটেই ঘৰখনি যেন তুলি ধৰিলে।

অলপৰ পাচতে নানা ব্যঞ্জনেৰে আহাৰ প্ৰস্তুত হ'ল। বাপুটিৰ ইঙ্গিত পাই ফুকন আৰু আলোকে ধুতি সলাবলৈ বুলি ভিতৰৰ ডাঁৱলৈ গৈ দেখে ধুতিৰ ঠাইত ফুকনলৈ ৰিহা মেখেলা এযোৰ হে আছে। ফুকনে ডাঙ্গ ৰ মাতেৰে সুধিলে. "হেৰ এইবোৰ মোক কোনে কি দিলিহঁক? মোৰ ধুতি কত?" জোনালীয়ে টপৰাই মাত লগালে, "ধুতি হলেহে দিম? যিবা বোলে পেন্ট এটা আছে, তাকো উলিয়াই দিলে মামীয়ে পিন্ধিব কি?" ফুকনে ক'লে, "হোঁ, তেনে এইযোৰ আলোককে দেগৈ।" গোতেই পাচ চোতাল খনত হাঁহিৰ খো-খোৱনি উঠি গ'ল। উৰণি খন টানি সাউৎ কৰে ফুকননী আহি ফুকনক ধুতি খন দি গলহি। ধুতি সলাওঁতে আকৌ ভিতৰৰ পৰা জোনালীয়ে চিঞৰি ক'লে, "মামা, মামা, চাওকহিচোন, মোক দেখোন চিকুটি আজৰি কৰিলে।" ফুকনে ক'লে, "তয়ো দে কামুৰি। হাঁহি হাঁহি ফুকনে ভাতৰ পাতত বহি ব্যঞ্জনৰ বিধ দেখি অবাক হৈ গ'ল, পৰম তৃপ্তিৰে ভাত পানী খাই ক'লে, "আজিৰ দৰে এনে খাবন জীৱনত কিমান খালা, আলোক?" আলোকে ক'লে, "সঁচাকৈ আঞ্জা কিখন বৰ ভাল লাগিল ।" কেতেকীলৈ চাই সুধিলে, "তই নো এনে ৰান্ধিবলৈ কত শিকিলি? কেতিয়া শিকিলি?" —কেতেকীয়ে হাঁহি এটি মাৰি ভিতৰলৈ গুচি গ'ল।

ঘৰ গোটেই খনে খাই কিছুপৰ বিশ্ৰাম কৰাৰ পাচত কেতেকী মাৰল ঘৰৰ আগৰ ঠাইতে বহিলহি। কেতেকীৰ কাষৰে পাটী চৰা এখনত জোনালী আৰু মামীয়েকে বহিছেহি। কেতেকীৰ সমুখে আলোক আৰু ফুকন দুয়ো দুখন পীৰাত বহি দুই এটা ঘৰুৱা কথা, দুই এটা ৰং ধেমালিৰ কথাৰ পাচত লাহে লাহে গভীৰ কথালৈ নামি গ'ল । কেতেকীয়ে সেমেকা চকু দুটিৰে তললৈ চাই কবলৈ ধৰিলে,—"মই মামাৰ ইয়ালৈ আহিলোঁ ইমান আপোন বুলি আজলী ভাগিনীয়েকটিৰ দৰে, মোক আকৌ এই বোৰ ধূপে ধূনাই, ফুলে চন্দনে কৰে কি?" ফুকনে ভক্তি গদগদকণ্ঠে একেষাৰি একেষাৰিকৈ কৈ গ'ল, "সেয়েতো, সেয়েতো,— তুমি মোৰ অন্তৰলৈ আহিছিলা প্ৰথমে প্ৰথমে আপোন কৰি লোৱা এক প্ৰেমৰ দৃষ্টিৰে; মোৰ হৃদয়ৰ অভিমানে তোমাৰ মহিমা তেতিয়া বুজিব নোৱাৰিলে। তোমাৰ যশোদা বাইদেৱেৰাৰ ছবি খনি দেখিবৰ দিন ধৰি কল্পনাত যিমানে তোমাৰ সকৰুণ মুখ খনিৰ কথা ভাবোঁ, সিমানে তুমি কি চকামকা, কি লুকালুকিৰ মাজে নিৰলে নীৰৱে অন্তৰ মোৰ আলোকিত কৰি যোৱা — কব নোৱাৰোঁ। পুনৰ বিবাহৰ কিছু দিন পাচত এদিনা পুঁৱতি ৰাতিৰ শুভক্ষণত তোমাৰ আচল ৰূপটি সপোনত দেখি মোৰ প্ৰাণ ভৰি গ'ল। কি দেখিলোঁ? — শুনিবা? —তুমি যেন, তুমি যেন ইয়াত কৈ ও উজ্জ্বল, —তপ্তকাঞ্চন-বৰ্ণাভ্য, আলুলায়িত কেশেৰে এক মহা মহিমাৰ প্ৰতিমা,— সজল চকুযুৰি — দিব্যলোকলৈ স্থিৰ দৃষ্টি যোজনা কৰা যুগল তাৰকাৰ দৰে — কি তাৰ তিৰবিৰণি;— হাতত এগচি স্বৰ্ণ প্ৰদীপ, —যাৰ সুশীতল ৰশ্মিয়ে ঘৰ মোৰ পোহৰকৈ তুলিছে, তাৰেই স্নিগ্ধ পোহৰত মই যেন মামীয়েৰৰ মুখলৈ চাই প্ৰাণৰ হাঁহি এটি মাৰিছোঁ, —মামীয়েৰেও যেন আপোন পাহৰি মোক প্ৰাণৰ সৰ্ব্বস্ব দি সাবটি ধৰিছে। — এনেতে যেন্থৰ উৰুলিত সাৰ পাই দেখিলোঁ — মোৰ চকুৰ আগত এক নতুন প্ৰভাত। আজি, আজি মোৰ স্বপ্ন সফল হ'ল, জীৱন ধন্য হ'ল, মোৰ মাক মোৰ ঘৰলৈ আনি প্ৰাণেৰে পূজিবলৈ যে অৱসৰ পালোঁ। দেখিছ ,দেখিছ,

জোনালী। দেখিছা তুমি। অনৰ্গল নিজৰি পৰা সীতা দেৱীৰ নয়ন ধাৰাত বিশ্বভূবন জোৰা প্ৰেমৰ শান্তি উজলি পৰাৰ দৰে আমাৰ এই অন্ধকূপ, এই বদ্ধগৃহৰ চিৰশান্তি মোৰ মাৰ অশ্ৰুধাৰাত ৰিবিঙি ৰিবিঙি জিলিকি পৰিছে। মই মোৰ মাৰ এই মাটিৰ দেহাটিৰ মাজে চিন্ময়ী সেই মূৰতিটি স্পষ্টকৈ দেখিবলৈ পাইছোঁ — জিলিকি উঠিছে। জোনালী, জোনালী দেখিছ; দেখিছা তুমি? —স্বৰ্ণ প্ৰদীপেৰে সেই সোণবৰনীয়া আই মোৰ — আমাৰ হাঁহিটি ফুটাবলৈকে বুলি এই অন্ধকাৰেৰে আমাৰ শিতানত থিয় হৈ জাগি আছে। — ইমানতো, ইমানতো আমাৰ মুৰ তোমাৰ চৰণতললৈ দোঁ খাই যে যাবলৈ নিদিয়া —তুমি মা, মহামায়াৰ জ্যোতিৰ কণিকা তুমি। কেতিয়াকৈ মা বুলি বুজাই দিবা? কেতিয়াকৈ কেতিয়াকৈ চিনাই দিবা?" — এনেতে আবেগত উতলি জোনালীয়ে উঠি আহি কেতেকীৰ ভৰি এটিত ধৰি টোপা টোপে চকুৰ পানীৰে তিয়াই ক'লে, "আজি ধৰা পৰিলা, তুমি, তুমি মোৰ মা।" ফুকননীয়ে ইটো ভৰিত মুৰটি থৈ উচুপি উচুপি ক'লে, "মা ঐ!" কেতেকীয়ে ভৰিৰ সাবট এৰুৱাই দুইকো দুকাষে হাতেৰে আবৰি ধৰি দুইৰো মুৰত দুটি চুমা দিলে, চকুৰেদি দুধাৰি লো বৈ গ'ল, খন্তেকলৈ ঘৰ গোটেই খন নিজম পৰিল।

অতিথিক চাবলৈ বুলি এনেতে বোৱাৰী জীয়ৰী সমন্বিতে চুবুৰীৰ ভদ্ৰলোকৰ পৰিবাৰ কেবাগৰাকীও ওলালহি। মুধৰ সপোন এটি ভাগি যোৱাৰ পাচত চকু মোহাৰি উঠি অহাৰ দৰে ফুকন আৰু আলোক বাহিৰলৈ উঠি আহিল। ফুকননীয়ে চকু মোহাৰি আহি প্ৰতিবাসিনী সকলক সাদৰেৰে আগবঢ়াই নি যথাযথ আসনত বহুৱাই জোনালীক চিনাবৰ আবশ্যক নোহোৱাত কেতেকীকে আমাৰ মা বুলি চিনাই দিলে। সোণৰ প্ৰতিমাত বৈধব্যৰ চিহ্ন — অথচ ইমান শান্ত, ইমান গম্ভীৰ!— সকলোৱেই অবাক হৈ কিছুপৰ চায়েই থাকিল, মাতিবৰ সাহ কাৰো নহল। জোনালীয়ে ইতিমধ্যতে বটাটি লৈ আহি পৰিচিত সকলোটিৰে সম্ভাষা কৰি তামোল চালি দিবলৈ লাগিল। প্ৰতিবাসিনী সকলে সচৰাচৰ যি ছন্দ নোহোৱা কথা কৈ বিশেষকৈ বিধবাক পালে পয়োমুখৰ পুতৌৰে অবাঞ্চনীয় কথাৰ অৱতাৰণা কৰি নুমোৱা জুই খুচৰি দি যায়, তেনে কোনো কথা কবলৈ এই ক্ষেত্ৰত অকণিকে অৱসৰ নেপাই ঘৰুৱা দুই এটি কথাকে পাতিলে, যাবৰ বেলিকা সজল নয়নৰ এই দেৱী মূৰ্ত্তিটিক কৰযোৰে প্ৰণাম কৰি দিহা দিহি উঠি গ'ল।

## ৯

কেতেকী আৰু জোনালীক বৃহস্পতিবাৰেই কথা মতে থৈ আলোক জিলা পালেগৈ। দুই এদিনাৰ পাচতে যেনিয়ে যায় তেনিয়েই আলোকৰ কাণত পৰে — সেই ফুকনৰ বিধবা পূজাৰ কথা। কথা গৰকি চোৱা ভাৱপ্ৰৱণ বিজ্ঞ সকলে কয় — সমাজৰ কল্যাণলৈ চাই ফুকনে যি কৰিছে সি যুক্তি যুক্তই হৈছে। আমি এতিয়াও ফুকনে কৰাদি কৰিব নেৱোৰাত লজ্জিত হোৱা উচিত। — দুৰ্ভাগ্যবশতঃ এনেলোকৰ সংখ্যা অতি কম। বাকীবোৰৰ এভাগে ফুকনৰ এশ এটা নাম দি কুৎসা ৰটনা কৰি ফুৰে। সাধাৰণ শ্ৰেণীৰ মানুহৰ সাধাৰণ নিন্দাবাদৰ কথা তো আছেয়েই। আলোকৰ বন্ধু বান্ধৱে আৰু সহপাঠী সকলে কেতিয়াবা কেতিয়াবা তৰ্ক তুলিলে সিবিলাকক নিৰস্ত কৰি নিমাত কৰিবলৈ তেওঁৰ মুখত ব্যায়াম চৰ্চ্চা কৰা দি কৰা যুক্তিৰ ধাৰ, আৰু মস্তিষ্কত তীক্ষ্ণ বুদ্ধি যথেষ্ট আছিল; কিন্তু তৰ্কত ঘাটিও প্ৰতিপক্ষৰ মতটি পৰিষ্কাৰ কৈ বুজি, বিশ্বাসেৰে তাকে কামত প্ৰতি ফলিত কৰাৰ দৃষ্টান্ত হে সিবিলাকৰ ভিতৰত তেনেয়ে নাছিল বুলিব লাগে। তাৰো ভিতৰত যিবিলাকে তৰ্কত হাৰিও গোপনে মুখ বজাব পাৰে সিবিলাকে কৈ ফুৰিছিল, — ভনীয়েকৰ কুচৰিত্ৰ ঢাকিবলৈ এই পূজাৰ আয়োজন। — এনেবোৰ সমালোচনা গণ্য নকৰি নৈতিক সাহসৰ বলত আলোকে মুৰ তুলি স্বচ্ছন্দে ফুৰি ফুৰিব পাৰিছিল। ফুকনকো তেওঁৰ সহপাঠী সমবয়সীয়া সকলে চল পালেই একো একোষাৰ শুনাই দিছিল। অইন কি গদাধৰ উকিল— যি সম্বন্ধীয়া বিধবা এজনীক পথভ্ৰষ্ট কৰোৱাই অনুন্নত সম্প্ৰদায়ৰ আদহীয়া বৰলা এটাক সঁপি দি নিজে সমাজত বম ভট্ট

হৈ আছে — তেঁৱো সিদিনা কেছাৰীৰ বাৰান্দাত অকলে পাই ফুকনক কৈ চালে, — "কি হে গগন ভায়া! আজি কালি বোলে তুমি বিধবাবিবাহৰ পাণ্ডাগিৰি এৰি কিবা বাৰী শৰণীয়া পন্থা উলিয়াইছা?" ফুকনে ক'লে, "এৰা দেও, তোমাৰ দৰে আঁজুৰি পিজুঁৰি চাইছিলোঁ। বলে নোবাৰি শিলক নমস্কাৰ নকৰি কৰিবা কি, ভাই?"
—"নমস্কাৰ কৰাঁ, অন্তৰেৰেও তো কৰিব পাৰি?"
—"কেনেকৈ? সেই মানুহে নেদেখা ঠাইলৈ মাক বাপেকক মাতি নি নমস্কাৰ কৰা দি, হোঁ?"
—"তোমাৰ দৰে দবা শঙ্খ নবজায়ো তো পাৰি?"
—"পাৰিতো। তোমালোকৰ দৰে নঙ্গলাত কল পুলি পুতি চাহাব চুম্বক মাতি নি মাটি ছোৱা চেলামেৰে নমস্কাৰ যে কৰিব নোবাৰিলোঁ, আৰু সেই নমস্কাৰ কৰাৰ কথা লৈ খবৰ কাগজৰ জৰিয়তে জয় ঢোল কোবাব নোৱাৰিলোঁ,
— পুতৌ কৰাঁ, ভাই,তোমালোকৰ মান যে হব নোৱাৰিলোঁ, পুতৌ কৰাঁ।"

এনেতে দূৰত ফোকৰা শুনি মক্কেলৰ হাত বাউলিলৈ চাই উধাতু হৈ লৰ ধৰিব নলগা হলে উকীলে আৰু বা কিমান শুনালেহেঁতেন। উকীলৰ যোৱা পোছাকী খোজটি দেখি মিচিকি কৰে হাঁহি ফুকন আফিচত সোমাই পৰিল, মনে মনে ভাবিলে, — গোচৰত হাজিৰ হবলৈ আহি এই ফেৰা দবক মাৰিবলৈ পাইছিল, তাতে আহি মোক খুচি থৈ গলহি। হাঁয় ৰে অভ্যাস।

কেতেকী আৰু জোনালীয়ে গগন ফুকনৰ ঘৰত এক নতুন জোনাক পাই আহি উলাহেৰে সংসাৰৰ কাম চলাবলৈ লাগিল। জোনালীৰ হাঁহি ধেমালি আগতকৈ সংযত হৈ দিনে দিনে গৃহলক্ষ্মীৰ হাঁহিটিৰ মাজত এক অনুপম গাম্ভীৰ্য্য ফুটাবলৈ ধৰিলে। কেতেকীয়ে দিনক দিনে আগবাঢ়ি অদূৰ লুইতৰ ৰূপালী ৰেখা দেখা পাই অশোকাষ্টমীৰ যাত্ৰীটিৰ দৰে আনন্দৰ আভাসত সকলো গ্লানি সকলো ক্লান্তি পাহৰি আগলৈ খোজ দিবলৈ লাগিল। সংসাৰীৰ হাঁহুন কান্দন ধূলিৰ ধেমালি যেন লগা হল; — তালৈ তাচ্ছিল্য নাই, বিৰাগ নাই; —পৰিণত বয়সৰ জননীয়ে নিজ সন্তানৰ ধুলাখেলাৰ মাজত বহি খেলি থকাৰ দৰে খেলি থাকিবলৈ লাগিল। বৰুৱাই ভালেখিনি ধন ভাঙি সৰুছোৱালীক কেছাৰীৰ ভাল চাই পিয়ন এটিলৈ বিয়া দিয়া কেবা মাহো হ'ল। মাকৰ অনুমতি লৈ ফিৰাই পোৱা অলঙ্কাৰৰ কেপদমান জোনালীক আৰু কেপদমান সৰুছোৱালীক দি কেতেকীয়ে নিজে নিপিন্ধি ও পৰক পিন্ধোৱা সুখত মজি আছে। সৰুছোৱালী মাজে মাজে আহি কেতেকী বাইদেৱেকৰ লগত একো ৰাতি থাকি, ৰাতি এডোখৰলৈকে হাঁহি খিকিন্দালিত কটাই যাযহি। গাঁৱৰ ছোৱালী বিলাকৰ কি উলহ-মালহ! কেতেকী বাইদেউ নহলে কাৰো যেন নোহোৱাই হ'ল। যশোদা মাজে মাজে আহি কেতেকীৰ মনৰ চাকিটি লিৰিকি আৰু জলাই দি যায়। ভাগতী আহি শাস্ত্ৰালাপেৰে একোখনি উজ্জ্বল লোকৰ বাতৰি দি যায়। ঘৰে পৰে কেতেকীৰ কি সুখ। তথাপি একো একোটি দুৰ্ব্বল মুহূৰ্ত্তত কিবা এটি নাই নাইৰ ভাবে কেতেকীক যে জলকা লগাই থৈ নেযায়,— এনে নহয়। পাচ মুহূৰ্ত্ততে কেতেকীয়ে ভাবি আকৌ অন্তৰৰ বলেৰে জ্বলি উঠে - — নাই নহয়, নাই কত ?—হেৰাল। পলকতে প্ৰাণৰ পুলকত হৃদয়ৰ বেদনা পতলি পৰে। অলক্ষিতে কেতেকীক সংসাৰৰ শোকৰ মাজে দি হিয়াখনি জ্বালি পুৰি নিয়তিয়ে কলৈ নিব লাগিছে কোনে জানে? এই ফেৰি সুখেও যেন নিয়তিক নসহিলে। অলপ দিনৰ পাচতে বৰুৱানী জ্বৰ নৰিয়াত পৰিল। তীব্ৰ জ্বৰ। — চাওঁতে চাওঁতে ত্ৰিদোষ বিকাৰত পৰিণত হ'ল। জিলাৰ পৰা ফুকন আৰু আলোকে ডাক্তৰ কবিৰাজ পঠিয়াই নিজেও আহি কত চেষ্টা কৰিলে; কেতেকী, জোনালী, যশোদা, সৰুছোৱালী আদিৰ আপোন পাহৰি অনাহাৰে উজাগৰে কৰা শুশ্ৰূষাতো চকুৰে চাই থাকোঁতেই বৰুৱানী এদিন পুৱাই চকুতে হেৰাই সকলোকে কন্দুৱাই গুচি গ'ল। তুলসী গুৰিত বৰুৱাৰ কোলাৰ ভৰিত মুৰটি থৈ বৰুৱানীয়ে পচাৰ নপৰা চকুৰে যেন বৰুৱাৰ মুখলৈকে চাই পৰি আছে। বৰুৱায়ো অনিমেষ নয়নেৰে বৰুৱানীৰ মুখলৈ চাই ঠৰ দিছে, হিয়া খন যেন জোল হৈ টোপাটোপে পৰি বৰুৱানীৰ মুখ খনি

তিয়াব লাগছে। চকুৱে চকুৱে অশ্ৰুৰ ধাৰা লৈ আলোক, কেতেকী, জোনালী, যশোদা প্ৰমুখ্যে গাঁৱৰ অনেকো মতা তিৰোতাই বেৰি ধৰিছে। কাৰো মুখত মাত একেবাৰি নাই। এনেতে ভাগতীয়ে সেন্দুৰৰ টেমাটি আনি বৰুৱাৰ হাতত দি ক'লে, "হেপাহ পলাই এই জনমলৈ তাইৰ কপালত সেন্দুৰৰ ফোট এটা দি দিয়ক।" বৰুৱাই ফোট এটি দি বৰুৱানীৰ মুখলৈ এক দৃষ্টিৰে চাবলৈ লাগিল, হেপাহ যেন নপলায়, হুক্ হুক্ কৈ কান্দিবলৈ ধৰিলে। আৰু নোৱাৰিলে,—কেতেকীয়ে বিকট চিঞৰ এটা মাৰি "ঔ মোৰ বৌ ঐ" বুলি মাকৰ ভৰিত ধাঁচ্ কৰি পৰিলগৈ। যশোদাৰ ধৈৰ্য্যৰ পাৰ ভাঙ্গি অশ্ৰুৰ ধল বাগৰি গ'ল। আলোক আৰু জোনালীয়ে মাকৰ ভৰিত পৰি হুৰাওৱাৰে কান্দিবলৈ ধৰিলে। সৰুছোৱালীয়ে অলপ আঁতৰত আঠু লৈ বৰুৱানীৰ মুখলৈ চাই করুণ কণ্ঠেৰে বিনাবলৈ লাগিল। সেই দৃশ্য দেখি সকলোটিৰে চকুৱে চকুৱে আকৌ একো একো ধাৰি অশ্ৰু বৈ গ'ল। অলপৰ পাচতে চকুৰ পানীত কাকো নেদেখা হৈ ভঙ্গা ভঙ্গা মাতেৰে ভাগতীয়ে ক'লে, "তেও ৰাখিব নোৱাৰিবি ঐ। যোৱা সি যাবই। যা,যা, মোৰ আই! পৰম শান্তিৰে পিতৃলোকলৈ গুচি যা। আমাৰ সকলো ত্ৰুটি ক্ষমা কৰি যাবি, ঐ আই, ক্ষমা কৰি যাবি।" চকুকেটা মোহাৰি মোহাৰি ভাগতীয়ে বুৰামেথা দুজন মানেৰে সৎকাৰৰ সকলো আয়োজন কৰি যথাসময়ত বৰুৱানীক শাশন্ শাললৈ লৈ গ'ল। উলিয়াই নিওঁতে আকৌ এক কান্দোনৰ ৰোলে বাৰী গোটেই খন কঁপাই থৈ গ'ল।

ভাগতীৰ দিহামতে দেউতাকক আগত থৈ আলোকে মাকৰ ঔৰ্দ্ধদেহিক যথাকালত সমাৰোহেৰে সমাধা কৰিলে। শ্ৰাদ্ধত উপস্থিত হোৱা আহুত, অনাহুত আৰু ৰবাহুত সকলোটিকেই যথাশক্তি আপ্যায়িত কৰি পঠিয়াইছিল। গোটেই কাৰ্য্যাৱলীত ৰাজসিকতা আছিল যদিও এক শ্ৰদ্ধা আৰু ভক্তিৰ ভাবে আগৰ পৰা শেষলৈকে শ্ৰাদ্ধ শব্দটি সাৰ্থক কৰিছিল। কেতেকী আৰু যশোদাৰ তৎপৰতাত খোজনীয়া মগনীয়াক দিয়া খোল একোটিতো যেন মৰম চেনেহ বিৰিঙ্গি পৰিছিল। এই দৰে সুযোগ্য পুত্ৰ কন্যা থৈ স্বামীৰ চৰণত শিৰটি দি শিৰৰ সেন্দুৰেৰে যাব পৰাটি পৰম ভাগ্যৰে কথা বুলি শ্ৰাদ্ধলৈ অহাৰ ভিতৰত বৃদ্ধ বিজ্ঞ সকলোটিয়েই মুখে মুখে কবলৈ ধৰিলে।

শ্ৰাদ্ধৰ কেইদিন মান পাচৰ পৰাই বৰুৱাৰ মন একেবাৰেই উদাস হৈ গ'ল। কেতেকী আৰু জোনালীলৈ চাই সংসাৰ এৰিবৰ মন গলেও এৰি দিব পৰা নাই। গঙ্গাত বৰুৱানীৰ অস্থি লগোৱা প্ৰসঙ্গত এদিনা বৰুৱাই আলোকৰ আগত কেতেকীক লৈ তীৰ্থৰ পৰা ঘূৰি অহা প্ৰস্তাৱ কৰিলে। সেই প্ৰস্তাৱকে লৈ আলোকে ফুকনক সুধিলেগৈ। ফুকনে ক'লে, "কেতিয়াবাৰ পৰাই এই প্ৰস্তাৱ মোৰ মনৰ মাজতেই জিকাৰি আছে। তাৰ এটা পাৰ নেদেখি এতে দিনে মই তোমাক ঠাৰে চিয়াৰেও কোৱা নাছিলোঁ। আমাৰ শ্যাম বাবু বৰ্ত্তমান কাশীক্ষেত্ৰত তেওঁৰ বিধবা ভনীয়েকৰ লগত আছেগৈ। মই তেখেতৰ মুখে শুনি থৈছিলোঁ — কাশীক্ষেত্ৰৰ বিশ্বেশ্বৰৰ মন্দিৰৰ অলপ কাষতে 'তাৰামণি আশ্ৰম' নামেৰে বিধবাৰ আশ্ৰম এখনি আছে। তাৰ অধিকাৰিণী নিজে তাৰামণি দেবী, — তেখেত বোলে ফুলতে বাঁৰী হৈ অগাধ ধন সম্পত্তিৰে ডাঙৰ এখন জমিদাৰীৰ উত্তৰাধিকাৰিণী হৈছিল। এগৰাকী সদ্ গুৰুৰ কৃপাত সংসাৰৰ মায়ালৈ পিঠি দি মা বিশ্বেশ্বৰীৰ উপাসনাত জীৱন সাৰ্থক কৰিবলৈ হাঁহি হাঁহি ওলাই আহিল। তেখেতৰ তপস্যা, তেখেতৰ সাধনা বোলে সফল হ'ল। কাশীক্ষেত্ৰত আজি কালি যিকেগৰাকী সিদ্ধ সাধক আছে তাৰ মাজত বোলে তেখেতো এগৰাকী। নানা ঠাইত আশ্ৰয়হীনা অগণন বিধৱাই তেখেতৰ চৰণ ছায়াৰ শীতলাত দগ্ধ জগতৰ পৰা পথ বিচাৰি পাই পৰমা শান্তিৰে কাল যাপন কৰিছে। মা কেতেকী শাহুৱেকৰ লগলৈ যোৱাৰ আগতে এই বিষয়ে কেবাদিনো শ্যাম বাবুৰ লগত কথা পাতিছিলোঁ— ভাবিছিলোঁ তেনে এগৰাকী সিদ্ধাৰ পৰশ পাই জানোচা মোৰ মাৰ জীৱন ধন্য হয়েই। পাচে দেউতাৰাৰ আৰু মোমাইদেৱেৰাৰ একান্ত ইচ্ছাত বাধা দি এনে এটা নতুন প্ৰস্তাৱ মুখত লবলৈকো সাহ নকৰিলোঁ। এতিয়া দেখিছোঁ

মা কেতেকীৰ অন্তৰত মহাশক্তিৰ উন্মেষ হৈ গৈছে, তাক নুনোমোৱাকৈ ৰাখিবলৈ হলে এনে এগৰাকী সিদ্ধাৰ সংস্পৰ্শ আৰু আশীৰ্ব্বাদে যে বেচি বল দিব তাত অকণো সন্দেহ নাই। ৰবা, মোৰ মত দিয়াৰ আগতে মই এবাৰ শ্যাম বাবুলৈ লিখি চাওঁ। তেওঁৰ উত্তৰ পালেই দেউতাৰাৰ আৰু মোমাইদেৱেৰাৰ লগতক কথা-বাৰ্ত্তা হমগৈ।"

শ্যাম বাবু জিলাৰ চিৰস্তাদাৰ আছিল। তেখেতে পেঞ্চন লৈ দেশলৈ যোৱা আজি প্ৰায় এবছৰেই হয়। তেখেতৰ কামতে ফুকনক ললে, আৰু এই সূত্ৰতেই কৰ্ম্মোন্নতি হৈ আলোকৰো এখাপ ওপৰত ঠাই হ'ল। শ্যাম বাবু এগৰাকী সাত্বিক ধৰণৰ লোক আছিল। তেখেতে ফুকনৰ অমায়িকতা, কাৰ্য্যকুশলতা, আৰু নৈতিক শক্তিৰ সাহস দেখি অকল অন্তৰেৰে প্ৰশংসা কৰিয়েই এৰা নাই কামেৰেও বৰ বিশ্বাস কৰিছিল। বহুতে হযতো ফুকনক ভাবপ্ৰৱণ বোলে, কিন্তু সেই ভাব-প্ৰৱণতাৰ মাজৰ যুক্তিৰ ধাৰা আৰু কাৰ্যোপযোগিতাৰ বেগ যি কেইজনে স্পষ্টকৈ দেখিছিল তাৰ ভিতৰত শ্যাম বাবুও এজন।

তীৰ্থলৈ যোৱাৰ ধাউতি দিন যায় মানে বৰুৱাৰ অন্তৰত প্ৰবল হৈ জলিবলৈ ধৰিলে, তাত তাক ফুৱাই দিলেহি জগন্নাথৰ জনাৰ্দ্দন পাণ্ডাই। এওঁ হ'ল সেই কালৰ ভীমসেন মহাপাত্ৰৰ পালী-পাণ্ডা । এই পালী-পাণ্ডা সকলে বছৰেকত ছয় সাত মাহ অসমৰ গাঁৱে ভূঞে ফুৰি তীৰ্থযাত্ৰী সংগ্ৰহ কৰি তীৰ্থ কৰাই আনি আকৌ ঘৰত থৈ যোৱাৰ বাবদ বানচত বাজেও অহাযোৱাৰ খৰচেৰে দা-দক্ষিণা গা জোৰাই পায়। কোনো কাহানি বিদেশত নুফুৰা অসমীয়া তীৰ্থযাত্ৰীসকলে ইবিলাকক বিশ্বাস আৰু সমাদৰ যথেষ্ট কৰিছিল। ইবিলাকৰ সহায়ত অইন হওক নহওক সৰলচিতীয়া নিৰীহ অসমীয়াক বিদেশত অইনে ঠগি ঠাগি অথাই সাগৰত পেলাব নোৱাৰিছিল। আজি কালি শিক্ষা বিস্তাৰৰ লগে লগে তীৰ্থযাত্ৰাতকৈ কলিকতা, দাৰ্জ্জিলিং আদি ভ্ৰমনৰ চখ বেচি হোৱাত ইবিলাকৰ প্ৰয়োজন কমি আহিছে যদিও একেবাৰেই নোহোৱা হোৱা নাই।

বৰুৱাক ওলোৱা দেখি ভাগতীও যাবলৈ ওলাল। সৰু লৰাছোৱালীহালৰ এটা সুবন্দোবস্ত কৰিব নোৱাৰি অগত্যা এই বাৰলৈ যশোদাক লৈ নোযোৱাকে ঠিক কৰিলে। লগত আৰু ওলাল ৰাজমেধি আৰু ভাগতীৰ গাঁৱৰ দুগৰাকী ভকত। জনাৰ্দ্দন পাণ্ডাই ঠিক কৰি দিয়া যাত্ৰাৰ দিনলৈ আৰু এসপ্তাহ মান থাকোঁতেই ফুকনক লৈ আলোক ওলালহি। বৰুৱা, ভাগতী, ৰাজমেধি আৰু আলোকলৈ ফুকনে এখনি চাকলা-মেল পাতি জেপৰ পৰা চিঠি এখন উলিয়াই হাতত লৈ অনেক কথাৰ মাজত কবলৈ ধৰিলে,"আপোনাসকলে হৰমোহনহঁতৰ তালৈ পঠোৱাটো স্থিৰ নকৰা হলে ইমান দিনে মা কেতেকীক কাশীতে থোৱালোহেঁতেন। মোৰ একান্ত ইচ্ছা মাক তাৰ তাৰামণি আশ্ৰমত কিছু দিন থোৱা। এইটো সুবিধা আহি পৰিল যেতিয়া মাক লৈ যাওক, বৰুৱাদেৱে তাত থৈ গুচি আহক। যদি কেতিয়াবা আৱশ্যাক হয় ময়ে বা আলোকেই গৈ লৈ আহিম। শ্যাম বাবুৰ চিঠি পালোঁ। তেওঁক আপোনালোকে চিনি পায়েই। আপোনালোক কাহানিকৈ কাশী পায়গৈ তাৰ খবৰ পালেই বোলে ষ্টেচনলৈ আহি মাক লৈ গৈ আশ্ৰমত থৈ আহিবগৈ। সেই সম্বন্ধে যি বন্দবস্ত আৰু দিহাপোহা কৰিব লাগে সেই সকলোবিলাক মোৰ হে তেখেতেই হেনো কৰি থৈছে।" ভাগতীয়ে ক'লে, "পাণ্ডা নহলে দিনটো এতিয়া দিব পৰা নহব হবলা।" ফুকনে উত্তৰ দিলে, "একো কথা নাই, পাচে পালেও মই তাঁৰ কৰি জনাব পাৰিম।" বৰুৱাই ফুকনৰ মুখলৈ চাই মাত লগালে, "তাইক এক তিলো এৰি থাকিবৰ মন মোৰ নাই যদিও তাইৰ ভাললৈ বুলি আপোনাৰ কথাৰ ওপৰত আৰু মোৰ কথা নাই। যিহকে কৰিবলৈ কয় তাকে কৰিমহঁক আৰু।" বৰুৱাৰ কথাৰ শেষ হোৱাৰ লগে লগেই ফুকনে লাহেকৈ জেপৰ পৰা দুশ টকাৰ ন'ট উলিয়াই বৰুৱাৰ হাতত দি চকুকেটা চল চলীয়াকৈ ক'লে, "মোৰ প্ৰথম পৰিবাৰৰ নামত জমা থোৱা টকাৰ পৰা এই কেইটকা প্ৰথমে উলিয়াই আনি মোৰ মাৰ তীৰ্থযাত্ৰাৰ সজ কামত লগাবলৈ দিলোঁ; আৰু

তাত থাকিবলৈ হলে শ্যাম বাবুৰ মতে মাহে পোল্কৰ টকা হলেই সুখে স্বচ্ছন্দে থাকিব পাৰে যেতিয়া, যিমান দিন থাকে সিমান দিনলৈকে মোৰ মাৰ নামে ময়ে মাহে পোল্কৰ টকাকে পঠিয়াবলৈ গাত ললোঁ। আশা কৰোঁ মোৰ প্ৰাণৰ এই দান আপোনাসকলে শুদ্ধচিত্তেৰে গ্ৰহণ কৰিব। বৰুৱাই সাদৰে গ্ৰহণ কৰি অলপ টলকা মাৰি এটুপি চকুৰ পানী টুকিলে। ভাগতীয়ে ফুকনৰ চকুলৈ চাই ক'লে, "ভগবানে আপোনাক দীৰ্ঘজীৱী কৰি অপাৰ আনন্দ দিয়ক।" ৰাজমেধিয়েও সজ লোকৰ সজ কথা বুলি প্ৰাণ খুলি শলাগিলে। ইয়াৰ পাচত ই সি কথাৰ লগত জোনালীক জিলালৈ নি সৰুছোৱালীৰ গিৰিয়েকক দেৰ মাহলৈ ছুটি লোৱাই তাইৰ সৈতে বৰুৱাৰ ঘৰ ৰখাৰ বন্দবস্ত কৰাৰ কথা কৈ ফুকনে ভিতৰলৈ গৈ জোনালী আৰু কেতেকীক মাত লগাই যাবলৈ ওলাই অহা দেখি ভাগতীয়ে ক'লে, "আমি সকলোটিয়েই যাত্ৰা কৰি আপোনাক মাত দি যামগৈ।" ফুকনে ভাল বুলি সকলোকে নমস্কাৰ জনাই আলোকেৰে সৈতে জিলালৈ গ'লগৈ।

এক দুৱাৰে ফুকন ওলাই গ'ল ই দুৱাৰে দি কাষত তুল্ তুল্কৈ আঠ নমহীয়া লৰা এটি আৰু হাতত তিনি বছৰীয়া ছোৱালী এজনীলৈ কাঞ্চনী সোমালহি। তেওঁ কালি গিৰিয়েকৰ ঘৰৰ পৰা পাইছেহি। গিৰিয়েকে জগমোহনে কাম কৰা বাগিছাৰ ওচৰৰ বাগিছা এখনতে হাজিৰা মহৰি কাম কৰে । কেতেকী ভটিয়াই যাব বুলি শুনি চাই যাবলৈ আহিল। কেতেকীয়ে লৰাটিলৈ হাত মেলি দিয়া মাত্ৰকে সি হাঁফোলা মাৰি কোলালৈ গৈ ডিঙ্গি ত সাবটি ধৰিলে। কাঞ্চনীয়ে ক'লে, "বৰ কথা হয় দেও, কালিৰে পৰা বাইদেৱে তাক কুতুৰি কোলালৈ নিব পৰা নাই। তোমাক দেখিয়ে সাউৎ কৰে গ'ল। হাঁহিছে আকৌ। টেঁটু!" কাঞ্চনীক বছৰাই লৈ কেতেকীয়ে ভাল বেয়া ঘৰুৱা কথা দুই একেষাৰ সুধিলে, জোনালীয়ে কাষতে বহি বটাত তামোল দিছেহি। লৰা ছোৱালীহালে কি কৰে কি নকৰে তাকে কৈ কাঞ্চনীয়ে ওৰ পেলাব পৰা নাই। সাধাৰণতে তিৰোতাসকলৰ ভিতৰত যাৰ কাণে মুৰে নাই সেইবিলাকৰ আগত থকাই কাণে মুৰে অলঙ্কাৰ আৰি মুৰ জোকাৰি জোকাৰি কথা পাতি এফেৰা উম্ পোৱা কথাটি গাঁৱে ভূঞে যতে ততে পাবলৈ আছে। হয়তো, কাঞ্চনীয়ে লৰা ছোৱালীহাল নানিও কেতেকীৰ ওচৰলৈ আহিব পাৰিলেহেঁতেন; কিন্তু এই ক্ষেত্ৰত কাঞ্চনীৰ বিশ্বাস — কেতেকী তেওঁৰ অভিন্ন-হৃদয়, লৰা ছোৱালীহাল ননা হলেহে তেওঁ পুতৌ কৰি নানিলে বুলি অসন্তোষ কৰি লেহেঁতেন। কথাৰ লাচতে কাঞ্চনীয়ে কেতেকীক ক'লে, "এৰা, যোৱাঁ দেও, ফুৰি চাকি আহাঁগৈ। জানোচা মন চন বোৰ অলপ ভাল লাগেই।" কেতেকীয়ে ক'লে, "মন চন ভাল লগোৱাৰ কথা মনত নাই দেও! সিদিনা দেউতাৰে বৌৰে ছবিটোহে মনত লাগি আছে, — সতীক কাণত লৈ ফুৰা সেই মহাদেউ! এবাৰ কাশীলৈ গৈ অন্নপূৰ্ণা আইৰে মহাদেউক চাবলৈ মনটোৰ কি ধী-ধিয়নি লাগিছে কব নোৱাৰোঁ, — জানো এতিয়া চকুৰ জাল কাটেনে নেকাটে, দেখোনে নেদেখোঁ। হেঁপাহেৰে ওলাইছোঁ হয়, যশোৱা বাইদেউক নিব নোৱাৰি মনটো দেখোন মুটকি যোৱা যেন লাগিছে।"

—"কিয়, তেওঁৰ নো যোৱা নহল কিয়?"

—"কেনেকৈ নো যায়, হোঁ? সেইয়া কণমইনাই মৰামুচা নৰিয়াৰ পৰা উঠি এতিয়ালৈকে ভালকৈয়ে গা তঙ্গাব পৰাই নাই। ৰেলে জাহাজে সিহঁতক নিবলৈ কোনেও সাহ কৰিব নোৱাৰিলে। মোমাইদেউ নো যায় কত? দদাই এদিনে দুদিনে চাই যাবলৈ গাত লোৱাত হে ওলাইছে। তোমালোক অলপ বহাঁ দেই।" —এই বুলি লৰা ছোৱালীকেটাৰ মুখলৈ চাই ৰাদ্ধনি ঘৰলৈ সোমাই গ'ল।

ইফালে চৰা ঘৰত ভাগতীও গলগৈ, থাকিল ৰাজমেধি আৰু বৰুৱা। তীৰ্থলৈ যোৱাৰ কথা মথি থাকোঁতেই ওলাল চামগুৰিৰ দীন মহৰীৰ বদনাম ওলোৱা সেই বিধবা জীয়েক জনীৰ কথা। বৰমেধিয়ে সুধিলে, "তাইৰ কথা জানি শুনিও কেতেকী আইদেৱে ইমানকৈ লগত লৈ যাব খোজে কিয়?" বৰুৱাই ক'লে, "আজি কালি কেতেকীয়ে একো একোটা কথা কয়, তাৰ ওপৰত মই কথা কবলৈ বিচাৰি নোপোৱাত পৰোঁ। তাই ক'লে বোলে — দেৱতা দৰ্শন কৰাতকৈ সুস্থ দেহৰ দৰে কুষ্ঠ

দেহৰো অধিকাৰ আছে। অপবিত্ৰ বুলিয়েই তাইক লৈ যোৱা দৰ্কাৰ। জানোচা পতিত পাৱনে চকু মেলি চায়েই, — কওক ইয়াৰ ওপৰত কি কয়?" ৰাজমেধিয়ে ক'লে, "এৰা, সেই ধাৰে গলে কথা ঠিকেই। তেও বুলি তেনেবোৰ মানুহ দেখিলেই দেখোন কিবা অপবিত্ৰ বস্তু দেখিলে উঠা দি গা কিচকিচাই উঠে।" —এনেতে গাঞেশৰ বৰা ওলালহি। বৰুৱাই সুধিলে, "ভালেখিনি পাইছিলা গৈ নে কি? বহাঁ দেও।" ভাল বুলি বহি বহি লৈ বৰুৱাই দিয়া তামোল এখনি মুখত লৈ বৰাই কবলৈ লাগিল, "গৈছিলোঁ জিলালৈ, এইয়া বাজে বাজে আহিছোঁ। বাটতে পাণ্ডা ঠাকুৰক পাই চুৱা-চন্দনেৰে তামোল এখনি খাই কথা-বাৰ্ত্তা পাতি আহি আছিলোঁ; তেখেত ভাগতী দেউৰ ঘৰলৈ ফাটি গ'ল। কাইলৈ বা পৰহিলৈ হে এইখিনি পাবহি বোলে। তেখেতে কৈ পঠোৱা কথা কেটাকে কৈ যাবলৈ বুলি পোনাই আপোনাৰ ইয়ালৈ আহিলোঁ। ভাগতীদেৱে বোলে কেতেকী আইদেউহঁতৰ পুৰোহিত জনক পাণ্ডা ঠাকুৰৰ সৈতে হৰমোহনৰ ওচৰলৈ মাক আৰু ককায়েকৰ অস্থি বিচৰাই পঠাইছিল, অস্থি হেনো নিদিয়ে, — অস্থি লগাবলৈ তেওঁৰো বোলে হাত আছে।" ৰাজমেধিয়ে বিৰক্তিৰ সুৰেৰে সুধিলে, "কত? সিহঁতৰ বাৰীৰ চকুৰ পোতা পুখুৰীটোত?" বৰাই ক'লে, "জানো, কত লগায় এতিয়া।— আৰু এটা কথা হ'লে এই দীন মহৰীৰ জীয়েকক লৈ। পাণ্ডা ঠাকুৰে উৰহী গছৰ ওৰটো পাই মাটিত জাপিটো থৈ লাঠীডাল জোকাৰি কবলৈ ধৰিলে, 'সি মোক কি পাইছে? ইমান পাষণ্ড। মোক টকা দেখুৱাইছে। মই কৈ আহিছোঁ তীৰ্থলৈ যাত্ৰী নিয়া হে আমাৰ ব্যৱসায়। বেশ্যাৰ ঘৰত বিধবা জমা দি যোৱা ব্যৱসায় আমাৰ নহয়। তালৈ অন্য মানুহ আছে। তাইক নিয়া নহব বুলি পাণ্ডা ঠাকুৰে একেবাৰেই ছিদাং কৈ কৈ আহিছে হেনো।" বৰুৱাই দীঘল হুমুনিয়া এটা কাঢ়ি তললৈ চাই টলকা মাৰিলে । ৰাজমেধিয়ে আৰু নকৈ নোৱাৰিলে, "বাপেকিটো হৈ চাওকচোন পাষণ্ডটোৰ কথা। ঘৰত এজনী বাঁৰী ছোৱালী থাকোঁতেও চকুৰ আগতে সেইয়া তাইৰ কাণ সমনীয়া ছোৱালী এজনী বিয়া কৰাই আনি ঘৰ গোটেই খন বাঁহতল পাতিলেহি। আনিলে, আনিলে — ৰাতি দিন উঠোঁতে বহোঁতে কিয় তাইক মাহীয়েকে শাখিনী গজমুখীৰ পৰা আৰম্ভ কৰি দেশৰ অবাইচ গালিবোৰ পাৰি থাকে? মুখ খনি কলা কৰি বেচাৰীয়ে বাপেকৰ মুখলৈ এখন্তেক কেতিয়াবা চালেও বাপেকে দিয়ে তাতোকৈ চৰা এদপালি। তাই মুখ জুৰায় কত? এযাৰি মুখৰ মাত এটি হুমুনিয়া বিচাৰি ঘৰৰ পৰা ওলাই নগৈ তাই কৰে কি? সিহঁতেই তাইক অবাটে নিয়ালে, সিহঁতেই এতিয়া তাইক বেশ্যাৰ বজাৰত বেচিবলৈ দিয়ে। —উস্ দেশখন কেতিয়াকৈ তল যায়!" বৰুৱাই উঠি ক'লে, "এইবোৰ কথা শুনিবলৈ পালে কেতেকীৰ যে কি লাগিব। নুশুনাব তাইক একেষাৰিও নুশুনাব। বলক ভিতৰত পানী দুনি এটুপি খাওক গৈ," এই বুলি দুইকো ভিতৰলৈ লৈ গ'ল।

ইয়াৰ পাচতে যথা সময়ত জনাৰ্দ্দন পাণ্ডা আহি যাত্ৰা মঙ্গলৰ সকাম কৰি সকলোটিকে গোটাই লৈ শুভক্ষণত তীৰ্থলৈ যাত্ৰা কৰিলে। বিদায় ক্ষণত কেতেকীয়ে যশোদাৰ ডিঙ্গিত ধৰি কান্দি কান্দি সকলোটিকে কন্দুৱাই গুচি গ'ল।

## ১০

জনাৰ্দ্দন পাণ্ডাই বুলাই নিয়া মতে তীৰ্থযাত্ৰীৰ সৰু দলটিয়ে জিলাত ফুকনক মাত লগাই জাহাজে গৈ অসমৰ পঞ্চ মহাতীৰ্থ প্ৰথমে দৰ্শন কৰিলে, আৰু কাথিবাৰেদি ক্ৰমে গঙ্গা গয়া হৈ যথা স্থানত অস্থি ক্ষেপন কৰিলে গৈ। অন্ধকূপৰ পৰা ওলাই গৈ অসীম জনতাৰ সাগৰত গা ঢালি দি কেতেকীয়ে অন্তৰে অন্তৰে যেন অসীম অনন্তৰ আভাস এটি অতৰ্কিতে উপলব্ধি কৰিবলৈ ধৰিলে। সংসাৰময় সুখ দুখৰ কলৰৱত তেওঁৰ প্ৰাণৰ আকুলি-বিকুলি যেন হেৰাই গ'ল, — কান্দোন মাৰ গ'ল, কি এক অজানা আনন্দৰ ধ্বনি এটি ৰিনিকি ৰিনিকি হিয়াত বাজি উঠিল। অন্তৰৰ ভাব তেওঁৰ সেৱা আৰু পৰিচৰ্য্যাৰ মাজে দি ফুটি ফুটি গোটেই দলটিকে জিলিকাই লৈ গ'ল। গয়াক্ষেত্ৰত দুদিন বেচিকৈ থাকিব

লগীয়া হোৱাত তাঁৰ কৰা তাৰিখত সিবিলাকে কাশীধাম নেপালেগৈ। শ্যাম বাবু দুদিনো ষ্টেচনলৈ আহি উভতি গ'ল। তাৰ পাচ দিনা সিবিলাকে ষ্টেচন পাই শ্যাম বাবুক নেদেখি জনাৰ্দ্দন পাণ্ডাৰ দিহামতে এটা ধৰমশালাত উঠিলেগৈ, আৰু তাতে থাকি পাচ দিনা বিশ্বেশ্বৰ আৰু বিশ্বেশ্বৰীৰ দৰ্শন কৰি গধূলি আৰতি চাবলৈ বুলি অলপ বেলি থাকোঁতেই গ'ল। কাশীক্ষেত্ৰলৈ গৈ বিশ্বেশ্বৰৰ আৰতি নেদেখিলে কাশীলৈ যোৱাই সাৰ্থক নহল বুলিব লাগে। শিপ্ৰা নদীৰ তীৰৰ মহকালৰ মন্দিৰৰ সান্ধ্য আৰতিত ঝঙ্কাৰি উঠা সেই দুন্দুভি ধ্বনিত মেঘদূতৰ খণ্ডমেঘক পাহৰা সুৰটি মিলাই লবলৈ বুলি মহাকবি কালিদাসে প্ৰাণত লাগি যোৱাকৈ কেনেকৈ কৈছিল! সেই সুৰে সুৰে কৰৰ মন যায় — ভিন ভিন জীৱনৰ সকলো কলৰব, বিবিধ বিৰোধৰ বিকট হাহাকাৰ মিলি যোৱা অনাদি নাদৰ গুঞ্জনৰ দৰে কি সেই মধুৰ মন্ত্ৰ- ধ্বনি। কি সেই শান্ত আৰু শিৱতত্ত্ব ফুটি ফুটি নিজৰি পৰা অমৃতৰ আভাস। এবাৰ কাণেৰে প্ৰাণ ভৰি শুনি পৰশ মণিৰ পুণ্য পৰশেৰে নিজৰ জীৱন সোণাময় কৰাঁ, নিজে নিজক পাহৰি যোৱাঁ। —এই আৰতিৰ মাজত সেই প্ৰথম দিনাই কেতেকীয়ে যেন প্ৰাণৰ এটি অতি গোপন ৰণন শুনিবলৈ পালে, অন্তৰত কি লাগিল কব নোৱাৰা হ'ল। ওলাই আহি চেতন পাই দেখিলে — তেওঁৰ হিয়া খনি তাতেই যেন থাকি আহিল।

সেইদিনা ধৰমশালালৈ ঘূৰি আহি পথশ্ৰমৰ ভাগৰত ক্লান্ত হৈ সকলোটি সোনকালেই শুই পৰিল। শেহৰাতিৰ পাচত এখন্তকলৈ সেই জনপূৰ্ণ মহানগৰীয়ে নিটাল মাৰি কলমটিয়াবলৈ লাগিল, মাজে মাজে কুকুৰৰ ভুকভুকনিত কেৱলে একো একোবাৰ চকি উঠিছিল। এনেতে কেতেকীয়ে খক্‌মক্‌কৈ সাৰ পাই উঠি দেখিলে কাষত দেখোন দেউতাক নাই। কেতেকীৰ হিয়া খন টিবিং কৰে গ'ল। — সেই এক মুহূৰ্ত্ত। তাতে যেন কোনোবাই স্পষ্টকৈ ক'লে, "দেউতাৰো গ'ল ঐ, দেউতাৰো গ'ল।" —কেতেকীয়ে কঁপি উঠা হিয়া হাতেৰে হেঁচি ধৰিলে, এখুজি দুখুজিকৈ বাহিৰলৈ গৈ দেখে দেউতাকে ছিৰীত বগুৱা বাই চোতালৰ পৰা ওপৰলৈ উঠি আহিব খুজিছে। কেতেকীয়ে দেউতা দেউতা বুলি মাতি চিনি পালত সাবটি ধৰি পিৰালিলৈ তুলি আনি আগচালিৰ তলতে বহুৱালে। দেউতাকে শেঁহাই ফোঁপাই মাটিত হাত দুখনিৰে ভেজা দি কৰলৈ ধৰিলে, "কি দেখিলোঁ, আই ঐ, সৌৱা বৌৱেৰ আহি মোক লৈ যাব খুজিছে। মই কেতেকীকো লৈ আহোঁ বুলি কোৱাত বৌৱেৰে ক'লে, নেলাগে, তাইৰ কাম আছে।" কেতেকীয়ে দেউতাকক বুজালে, — "আপুনি সমাজিক দেখিছিল। বলক, মই বিচি থাকোঁগৈ, আপোনাৰ টোপনি আহিব।" দেউতাকে ক'লে, "নহয়, মোক নিনিবি। আজিয়েই নহয়, শৰাধৰ পাচ দিনাৰ পৰাই মাৰে মোক দিঠকতে মাতি থাকে ঐ। আজি, আজি মোক বৰকৈ মাতিছেহি", এই বুলি আকৌ বগুৱা বাই নামি যাব খুজিলে। কেতেকীয়ে সাবটি ধৰিলত ক'লে, "বাহিৰলৈ যাব লগা হৈছে। নধৰিবি, নধৰিবি।" এইবাৰ বাহিৰ ফুৰিবলৈ গৈ আৰু উঠি আহিব নোৱাৰিলে। তাতে এবাৰ কি দুবাৰ বমিও কৰিলে। কেতেকীয়ে মোমাইদেৱেকক মাতিলত সকলোটি উঠিল। ধৰাধৰি কৰি বৰুৱাক আগচালিতে শুৱালেহি হয়, গা গোটেইটো ভাঙ্গি মুচৰি নিয়া যেন দেখা গ'ল। পাণ্ডা ঠাকুৰে কিবা ঔষধ এটি দি স্তৱ কৱচ গাবলৈ ধৰিলে। ৰোগী খন্তেক নিটাল মাৰিল। পুৱালেই ডাক্তৰ আনি দেখুওৱাৰ আশ্বাস দি পাণ্ডা ঠাকুৰ অলপ আঁতৰত কাতি হলগৈ। ভাগতী আৰু কেতেকীয়ে বৰুৱাৰ শিল যেন চেঁচা অৱশ হাত ভৰি কেউটা পিটিকি সেকি পুটকি আছে, —ৰাতি যেন নুপুৱায়। অলপৰ পাচতে পূব ফালে পোহৰৰ ৰেখাই দেখা দিলে। গঙ্গা স্নানলৈ অহাযোৱা কৰা ভিন্ ভিন্ প্ৰাণৰ ভিন্ ভিন্ কলকণ্ঠেৰে গোটেই কাশীক্ষেত্ৰ মুখৰিত হৈ পৰিল। ভাগতী আৰু ৰাজমেধিয়ে ৰোগীলৈ নিৰীক্ষণ কৰি ইজনে সিজনৰ চকুলৈ চাই এটা যেন অস্বস্তিৰ, এটা যেন অধৈৰ্য্যৰ ভাব প্ৰকাশ কৰিলে, পাণ্ডা ঠাকুৰক মাতি সকলো ক'লে। পাণ্ডা ঠাকুৰে দীঘল হুমুনিয়া এটি কাঢ়ি আন্ত্যেষ্টি ক্ৰিয়াৰ যোগাৰ কৰিবলৈ বাহিৰলৈ ওলাই গ'ল। দেউতাকে ইমান কম সময়ৰ

ভিতৰতে যে এইদৰে এৰি যাব কেতেকীয়ে তেতিয়ালৈকে ভাবিবই পৰা নাছিল। মোমাইদেৱেকে বাকী কেউজনৰ লগত মনে মনে পৰামৰ্শ কৰি যেতিয়া আগ্ চালিব পৰা বাহিৰলৈ উলিয়ালে, তেতিয়া বজ্ৰাহতৰ দৰে খন্তেক নিস্তব্ধ হৈ কেতেকীয়ে চিঞৰি উঠিল, "দেউতাই — দেউতায়ো মোক এৰি থৈ গল। এইদৰেই এৰি থৈ যাবলৈকে মোক তীৰ্থলৈ লৈ আহিছিল। — উস্, উস্।" — এই বুলি দেউতাকৰ ভৰিৰ দাঁতিত বহি নিজৰ আঠু দুটাৰ ওপৰত মুৰটো একতীয়াকৈ দি শাওণৰ ধাৰাৰ দৰে ধাৰাসাৰে অশ্ৰুৰ ধাৰা বোৱাবলৈ লাগিল। ভাগতীয়ে চকুত পানীৰে থোকাথুকিকৈ ক'লে, "কাশীত যে এইদৰে থবহি পাৰিলি, তোৰো ভাগ্য, দেউতাৰৰো ভাগ্য, ঐ আই! আৰু নেকান্দিবি।" অলপ বেলিৰ মুৰত অগ্নি সংকাৰৰ সকলো দিহা কৰি পাণ্ডা ঠাকুৰ ওলালহি, বেঁচি জনাজনি হলে আটক হোৱা বা পৃথক কৰোৱাই ৰখাৰ আশঙ্কাত কামবিলাক এনে গোপনে আৰু চতুৰালিৰে কৰাই পেলালে যে অন্য ধৰমশালাত নতুন স্থান লবলৈ সেই দলটিয়ে অলপো বেগ নেপালে। দশাশ্বমেধ ঘাটত দাহ কাৰ্য্য সমাধা কৰি কাশীৰ গঙ্গাত দিবলৈ থোৱা মাকৰ অস্থিৰ লগত বাপেকৰ অস্থি মিলাই হাতৰ আঁজলিত গঙ্গাজল একাঁজলি লৈ বিশ্বেশ্বৰ বিশ্বেশ্বৰীৰ উদ্দেশ্যে চাই নাভীলৈকে গঙ্গাত নামি কেতেকীয়ে জাহ্নবীৰ চিৰ প্ৰবাহমান জীৱন ধাৰাত ধীৰে ধীৰে এৰি দিলে। পবিত্ৰ অন্তৰ খনি গলি গলি অশ্ৰুধাৰা বলি হাতৰ অঞ্জলিৰ পবিত্ৰ গঙ্গাজলৰ লগত মিলি গ'ল। তাৰ পাচত যথানিয়মে তৰ্পনাদি কৰি কেতেকী উঠি আহিল, উঠি আহিল এক শূণ্যময় সংসাৰৰ তীৰলৈ। —অলপ দূৰত গাই যোৱা বাউল এজনৰ গান এটিয়ে বুজা নুবুজাকৈ কেতেকীৰ কাণৰ মাজেদি প্ৰাণত যেন পৰশি গ'ল,— 'যাৰ কেওঁ নাই, মই — মই যে তাৰ, তালৈকে জাগি আছোঁ।" — কেতেকীৰ হিয়া ভৰি গ'ল, সেয়ে নহলে সেই দিনা কেতেকীৰ যে কি হলহেঁতেন তাক কল্পনাও কৰিব নোৱাৰি। অলপ টলকা মাৰি কেতেকীয়ে দলটিৰ মাজলৈ গৈ ক'লে, — "মোমাইদেউ! সংসাৰ, — সংসাৰে মোক খুব কন্দুৱালে। আৰু কন্দুৱাব কি? আজিৰ পৰা মই আৰু নেকান্দো। বলক, মোক কলৈ নিয়ে লৈ যাওক।" ভাগতীয়ে চল্চলীয়া চকুৰে ক'লে, "নিবলৈ আৰু ঠাই কত, আই? ইয়াতকৈ আৰু ঠাই নাই। দেউতাৰৰো একান্ত ইচ্ছা — কিছু দিন তোক তাৰামণি আশ্ৰমত থোৱা। পাণ্ডা ঠাকুৰৰ হাতত শ্যাম বাবু আৰু তাৰামণি আশ্ৰমৰ ঠিকনা আছেই। তেখেতে চাই চিন্তি সুধি পুছি যদি ভাল যেন দেখে তাৰে এটা বন্দবস্ত কালিৰ ভিতৰতে কৰি পেলাওক। আমাৰ কিবা কেনেবা লাগিছে। কাইলৈৰ দিনটো ধৰমশালাতে জিৰাওঁহঁক।" এই বুলি সকলোটিয়ে গধূৰ হিয়াৰে লাহে লাহে ধৰমশালাৰ মুখে খোজ ললে।

পাচ দিনা পুৱাই আহাৰাদিৰ যোগাৰ কৰি দি জনাৰ্দ্দন পাণ্ডাই শ্যামবাবুক বিচাৰি উলিয়াই সকলোবিলাক খবৰ বাতৰি দি বাহিৰে বাহিৰে তাৰামণিৰ আশ্ৰম চাই বুজি বাজি বৰ সন্তোষেৰে উলটি আহিল। লগতে শ্যামবাবু আহি ভাগতীক চিনি পাই নমস্কাৰ এটি কৰি সকলো কথা-বাৰ্ত্তা পাতিলে। এনেতে ঘোৰাৰ গাৰী এখনত এগৰাকী বিধবা সন্ন্যাসিনীয়ে লগত হিন্দুস্থানী থুলন্তৰ তিৰোতা এজনী লৈ সেই ধৰম শালালৈ আহি শ্যামবাবুক পাই কেতেকীৰ খবৰ ললে। শ্যামবাবুৱে দলটিলৈ চাই ক'লে, "*গগন বাবুৰ চিঠি পাই অনেক প্ৰবন্ধেৰে তাৰামণি দেবীৰ দৰ্শন লাভ কৰি সকলো কথা মই জনালোঁ। দেবীয়ে অলপ পৰ নয়ন মুদি থাকি দিব্য হাঁহি এটিৰে* মোক আদেশ কৰিলে, '*তেওঁলৈ* বুলি এই আশ্ৰমৰ দ্বাৰ খোলাই আছে। কাশীধাম পালেহি মোক খবৰ দিবা, মই অনাম। আজি এই পাণ্ডা ঠাকুৰৰ মুখে খবৰ পাই মই খবৰ দিলতে নিবৰ নিমিত্তে এই লগ আৰু গাৰী পঠিয়াইছে। মা, তুমি যোৱাহি। দেবীয়ে তোমাৰ ভাৰ গ্ৰহণ কৰিছে। তোমাৰ চিন্তা কি?" ভাগতীয়ে শ্যামবাবুক সুধিলে, "আমি এবাৰ আশ্ৰমৰ মাজত দেবীৰ চৰণ দৰ্শণ কৰিবলৈ নেপাম নে?" শ্যামবাবুৱে ক'লে, "আশ্ৰমত অতিথি প্ৰবেশ কৰা কাল হৈছে আমাৰ মতে অপৰাহ্ণ দুটা বজাৰ পৰা চাৰিটা বজালৈকে। কাইলৈ

সন্ধ্যাই যদি আপোনালোকে কাশীধাম এৰা স্থিৰ কৰিছে, তেনে আশ্ৰম চাই স্বচ্ছন্দে যাব পাৰিব। মই নিজে আহি আপোনালোকক লৈ যাম।" আৰু দুই চাইটা কথাৰ পাচত শ্যামবাবুৰ সহায়ত কেতেকীয়ে কাপোৰ কানিৰ টোপোলা এটা আৰু লগা টকা কেইটা মান হাতত লৈ সকলোটিকে সজল নয়নেৰে সেৱা জনাই গাৰীত উঠিলগৈ। আবেগত ভাগতীয়ে কৈ উঠিল, —"যা আই যা, আৰু যেন নেকান্দ। যা, তোৰ জীৱনৰ আদৰ্শ উজ্জ্বল কৰগৈ। তাৰ পোহৰত আমি সকলোটি যেন জিলিকি পৰোঁ," — এই বুলি হুক্ হুক্‌কৈ কান্দি দিলে দলটিৰ সকলোটিয়েই চকুপানী টুকিবলৈ ধৰিলে। চকু দুটি মচি মচি কেতেকী বিধবা সন্ন্যাসিনীৰ কাষত বহি গুচি গ'ল।

আশ্ৰম পাই স্নান কৰি কেতেকীয়ে গৈৰিক বসন পিন্ধিবলৈ পালে। সোণবৰণীয়া কেতেকীক আজি গৈৰিক বসনে তুলি ধৰি এক উজ্জ্বল লোকৰ অপৰূপ আভাৰে গম্ভীৰ কৰি পেলালে, ঋষিৰ আশ্ৰমৰ মুনি কন্যাৰ দৰে জিলিকি পৰিল। অলপ সময়ৰ পাচত আশ্ৰমৰ অধিকাৰিণী তাৰামণি দেবীৰ সমুখলৈ কেতেকীক লৈ যোৱা হ'ল। দেবীৰ তিব্‌বিবোৱা চকু যুৰি কেতেকীয়ে দূৰৰ পৰাই লক্ষ্য কৰি ভক্তি আৰু বিস্ময়েৰে শিৰ নত কৰি অতি সন্তৰ্পণে সেৱা এটি জনালে। দেবীয়েও অতি সাদৰে প্ৰতি নমস্কাৰ জনাই হাতত ধৰি মাটিৰ পৰা তুলি নি বেদীৰ ওপৰৰ নিজে বহা মৃগৰ ছাল খনিতে বহুৱাই লৈ কেতেকীৰ থুঁতৰিটিত ধৰি বীণাৰ সুৰেৰে কবলৈ লাগিল, —"মা, তুমি আহিলা? ইমান দিন অন্তৰে অন্তৰে লাগি আছিলা, আজি তোমাক হাতে হাতে পালোঁ । তোমাৰ কথা শুনিবৰ দিন ধৰি তোমাক পাবলৈ সৰু ছোৱালীটীৰ দৰে কুতূহল জাগিছিল। এতিয়া দেখিলোঁ — তুমি কুতূহল জগাব লগীয়া বস্তুয়েই সঁচা। আজিৰ পৰা এই খনি আশ্ৰম তোমাৰ। যোঁৱা, জল গ্ৰহণ কৰি বিশ্ৰাম কৰাগৈ। তাৰ পাচত সান্ধ্য আৰতিত আমি সকলোটি মিলিম।" উত্তৰত কেতেকীৰ চকুৰেদি দুধাৰি মুকুতাহে যেন বৈ গ'ল। মুখেৰে একোকে কব নোৱাৰি সেৱা এটি জনাই আশ্ৰমৰ ভিতৰ পালে গৈ।

আশ্ৰমৰ সকলো কথাই কেতেকীৰ মানত নেদেখা নুশুনা — নতুন যেন লাগিছিল। তেও বুলি অতৰ্কিতে কি এক আত্মীয়তা, কি এক সহৃদয়তাই আশ্ৰম খনি আপোনাৰো আপোন যেন লগাইছিল কব নোৱাৰি। এই খন্তেকৰ চিনাকিটি যেন খন্তেকৰ নহয়, — সি যেন এক চিৰজনমৰ অনিৰ্ব্বচনীয় পৰিচয়। আশ্ৰমবাসিনী বিলাক কি সৰল, কি শান্ত! — মুখৰ হাঁহি একোটিত স্বচ্ছ সৰোবৰৰ জলৰ দৰে অন্তৰলৈকে দেখি; কথা একোটি পাতিয়েই আপোন কৰি লয়। ইবিলাকৰ সৰল সুন্দৰ হৃদয় দেখি কেতেকীয়ে গাঁৱৰ ছোৱালীবিলাকৰ অভাব অনুভৱ কৰিব লগীয়া নহৈছিল। গাঁৱৰ ছোৱালীবিলাকৰ যি সৰল সৌন্দৰ্য্য সি যেন বেৰাৰ ভিতৰতে আপোন কৰি লব পৰা এক জানি নজনাৰ ভাব, আৰু ইবিলাকৰ হৃদয়ৰ যি স ৰল সৌন্দৰ্য্য সি উন্মুক্ত, উদাৰ,— সকলোকে সাবটি লোৱা জ্ঞান-আলোকৰ শীতল চন্দ্ৰিকা; যি চিৰসুন্দৰৰ প্ৰতিচ্ছবি বিশ্বময় অনু ভৱ কৰি আনন্দত বিভোৰ হৈ আছে। এতিয়ালৈকে কেতেকীয়ে যাক যাক লগ পাই কথা বাৰ্ত্তা পাতিছে সেই সকলোবিলাকেই উচ্চস্তৰৰ সাধিকা। সিবিলাকৰ কথাই বেলেগ। কিন্তু সেই বুলি নিম্ন স্তৰৰ কোনো সাজকাপোৰেৰে সন্ন্যাসিনী তাত নাই বুলিলে ডিৰাইকৈ হে কোৱা হব। থাকিলেও সংখ্যাত সিবিলাক তেনেয়ে তাকৰ— অন্তৰৰ কপটতা অনেক ক্ষেত্ৰত আলম নেপাই নুমাই গৈছে। স্বৰ্গত অসুৰৰ অসুৰালিয়ে দেখা দিলেও সি স্বৰ্গয়েই, আৰু এই আশ্ৰমত হঠাৎ কেতিয়াবা ভগুালিৰ গন্ধ উঠিলে ও সি আশ্ৰমেই; চিৰ পবিত্ৰ অগ্নিক অপবিত্ৰ কৰে কিহে?

সন্ধ্যাৰ লগে লগে হাতত একো একোটি প্ৰদীপ লৈ মুক্তকেশেৰে ব্ৰতচাৰিণী বিধবা সকলে উপাসনাৰ মন্দিৰলৈ গৈ বেদীৰ ওপৰত প্ৰদীপটি থৈ ভক্তি ভাৱেৰে প্ৰণাম জনাই নিজ নিজ আসনত বহি পৰিল। সেই দিনা সিবিলাকৰ সংখ্যা চল্লিশ জনাৰ বেচি নহব। বেদীৰ ওপৰত গায়ত্ৰী, দুৰ্গা, ৰাধা, লক্ষ্মী আৰু সৰস্বতী — এই পঞ্চ মূলা প্ৰকৃতিৰ চালে চকু বৈ যোৱা মৰ্ম্মৰ পাথৰৰ সুন্দৰ মূৰ্ত্তি ফুলৰ মালাৰে সুশোভিত হৈ আছে, — যেন

কথা কয়, কয়। চল্লিশটি প্রদীপ নহয় যেন ব্রতচাৰিণী সকলৰ চল্লিশ খনি হৃদয়, — যাৰ সুস্নিগ্ধ ৰাশ্মিত মূৰ্ত্তিবিলাকৰ বিশ্ব বিমোহন হাঁহি জিলিকি পৰিছে। কেতেকীয়ে সতৃষ্ণ নয়নে চায়েই থাকিল, — হৃদয় যেন ভৰি ভৰি উপচি গ'ল। এনেতে এগৰাকী দেখিলে মুৰ দোঁ খাই যোৱা ব্রত- চাৰিণীক লৈ অধিকাৰিণী লয়লাসে আহি বেদীত প্রণাম জনাই নির্দ্দিষ্ট আসনত বহিলহি। সকলোৱে সমস্বৰেৰে উৰুলি দোজোকাৰ দিলে, — সকলো প্রাণ মিলাই দিয়া এই কামিনীকণ্ঠৰ কমনীয় উলুধ্বনি, — সি যেন সকলো অমিল মিলাই লৈ মূলত জিলিকি থকা মঙ্গলৰেই মাঙ্গল্যধ্বনি, — শুনি প্রাণ শিয়ৰি উঠাৰ লগে লগেই শান্ত হৈ যায়। তাৰ পাচত দেবীসূক্তৰ এক অংশ আবৃত্তি কৰি সকলোৱে সমস্বৰে মাতা মৈত্রেয়ীৰ প্রার্থনাটি গাই নীৰৱে নিজ নিজ ইষ্ট দেৱতাৰ ধ্যান বিশ পঁচিশ মিনিট মান কৰি বেদীলৈ একো একোটি প্রণাম জনালে। ইয়াৰ পাচতেই অধিকাৰিণীয়ে লৈ অহা ব্রতচাৰিণী গৰাকীয়ে সৰল হিন্দি ভাষাত ভাগৱতৰ গোপী গীতাৰ বাখ্যা এনে শুৱলা আৰু প্রাণত লাগি যোৱাকৈ দিবলৈ ধৰিলে যে তাত থকা সকলোটিয়ে কব নোৱাৰিলে সিবিলাক কত আছে, ৰাতিয়েই বা কিমান হ'ল। বাখ্যাৰ অন্তত সকলোৱেই সভক্তিৰে প্রসাদ লৈ প্রণাম জনাই নিজ নিজ শয্যালৈ গুচি গ'ল। তাৰ কথা বক্তব্য বিলাক ভালকৈ বুজিব পৰা নাই যদিও গোটেই পাৰিপার্শ্বিকতাৰ মাজৰ সেই অস্ফুট তত্ত্বৰ পবিত্র পৰশে কেতেকীৰ গোটেই খনি হৃদয় আন্দোলিত কৰি মনৰ গ্লানি, শৰীৰৰ ক্লান্তি অন্তৰিত কৰিলে, অনেক দিনৰ মূৰত সুখৰ নিদ্রাৰ কোলাত ৰাতিটি পৰি থাকিল। কাহিলি কাহিলি পুৱা ব্রতচাৰিণী সকলে জুম বান্ধি গঙ্গা স্নান কৰিবলৈ যায়। সিবিলাকৰ মধুৰ অধৰে দি বাল্মীকি আৰু কালিদাসৰ গঙ্গাস্তৱ সুমধুৰ সুৰ আৰু সুগভীৰ ধ্বনিৰে প্রাণৱন্ত হৈ পৰে। মইনাৰ কণ্ঠলৈ বিধতাই মইনাৰ মাতটি দিয়াৰ দৰে সিবিলাকৰ কণ্ঠলৈ যেন আদি কবিয়ে সেই সুশ্রাব্য গাথা ৰচনা কৰি থৈ গৈছে। স্নান, উপাসনাৰ পাচত সিবিলাকে বিশ্বেশ্বৰ আৰু বিশ্বেশ্বৰীৰ বিগ্রহত প্রণাম পৰিক্রমা আদি কৰি মাতৃৰ প্রাণেৰে অনাথ সন্তান সকলৰ মুখে মুখে আহাৰ একোটি দি নিজে প্রসাদ লৈ, থাকিলে আশ্রমৰ নহলে নিজৰ ব্যক্তিগত কার্য্য সমাধা কৰি পাঠাভ্যাস কৰিবলৈ ধৰে। আবেলি অধিকাৰিণী আৰু প্রধান ব্রতচাৰিণী সকলৰ কাষত যাৰ যেনে অভিৰুচি উপবেশন কৰি শাস্ত্রৰ উপদেশ গ্রহণ কৰে। তাৰ পাচত আশ্রমৰ ভিতৰতে অলপ ফুৰি চাকি সান্ধ্য আৰতিলৈ প্রস্তুত হয়। ব্রাহ্ম মুহূর্ত্তৰ এক দণ্ডৰ আগৰে পৰা ৰাতি আঠ ন দণ্ডলৈকে কাম —কেৱলে কাম। শাস্ত্রৰ মুখেৰে, শ্রদ্ধাৰে, ভক্তিৰে কৰা সেই কাম, —তাৰ যেন তেজেই সুকীয়া, কামৰ লগে লগেই পৰমানন্দৰ পবিত্র পৰশ। কালিন্দী কূলৰ গোপিনীৰ দৰে ব্রতচাৰিণী সকলৰ হৃদয়ত বংশীধ্বনি শুনিবৰে পৰা যি কুচিন্তা, কুপ্রবৃত্তি আছিল সিও নিমাত হৈ হৈ মাতিবলৈ পাহৰি গ'ল। এয়ে এই আশ্রমৰ বিশেষত্ব। অধিকাৰিণীৰ অগাধ সম্পত্তিৰ উপার্জ্জনেই অকলে সেই আশ্রম সুচাৰু ৰূপে চলাই নিব পাৰে যদিও এনে এটি মহতৰো মহৎ কার্য্যত উপার্জ্জনৰ কিছু অংশ দি আশ্রম চলাত সহায় কৰি কৃতার্থ হব খোজা উদাৰ হৃদয়ৰ লোকৰ অভাৱ আজিও ভাৰতবৰ্ষত ঘটি উঠা নাই। আজিৰ নিচিনা দুর্দ্দিনতো এনে পবিত্র আশ্রম, এনে মহৎ অনুষ্ঠান এনে লোকহিতকৰ কাৰ্য্য এই সকলৰ বদান্যতাতে নির্ব্বিবাদে চলিব লাগিছে।

আবেলি দুই মান বজাত ভাগতীৰ দলটি শ্যাম বাবুৱে আশ্রমলৈ নি অধিকাৰিণীক সাক্ষাৎ কৰোৱাই সকলো তন্নতন্নকৈ দেখুৱালে, আৰু যথাসময়ত কেতেকীক মাতি সকলোটিয়েই দুই একেষাৰিকৈ কথা সুধিলে। এই এদিনাতে কেতেকীৰ মুখত তৃপ্তিৰ চমক এটি বেচ লক্ষ্য কৰিব পৰা হ'ল। ভাগতী প্রমুখ্যে সকলোটিয়েই প্রাণে প্রাণে স্বীকাৰ কৰিলে — এনেয়ে এই জগৎ পিতা আৰু জগন্মাতাৰ ধাম, তাতে এই ঋষি পত্নীৰ আশ্রমৰ দৰে আশ্রম ইয়াতকৈ আৰু উপযুক্ত স্থান কেতেকীৰ নিমিত্তে আৰু কত হব পাৰে? সজ ঠাইত লগাই থৈ যোৱাৰ আনন্দই সিবিলাকৰ বিদায় কালৰ বিষাদ বহুতো পাতলালে। কেৱল এটুপি চকুৰ পানীৰে কেতেকীয়ে কৈছিল, —

“আপোনাসকলৰ বা—বাতৰি দি থাকিব। দদা আৰু মামাক কবগৈ দেউতাই পৰমপিতাৰ চৰণ খনিলৈ মোক আগবঢ়াই দি বৌৰ লগলৈ গলগৈ। সেই চৰণৰ পৰশ এই জীৱনতে নেপাওঁ মানে আৰু মই নিফিৰোঁ।” — এনেতে কাৰ্য্যান্তৰলৈ ডাক পৰাত সকলোকে কৰযোৰে নমস্কাৰ এটি জনাই কেতেকী গুচি গ'ল।

বিদায় বেলাত সুদূৰ অসমৰ এই দলটিক অধিকাৰিণীয়ে অকল সুমিষ্ট বাক্যেৰেই নহয় সুমিষ্ট অন্নেৰেও আপ্যায়িত কৰি পঠিয়ালে। কেতেকীক গতাই দিয়া সম্বন্ধে ভাগতীয়ে আকৌ একেবাৰি কলত অধিকাৰিণীয়ে হাঁহি হাঁহি ক'লে, “মই কাক ৰাখিব পাৰোঁ? জগম্মাতাৰ নিৰ্দ্দেশত জগন্মাতাৰেই আশ্ৰমত জগন্মাতাৰ সেবিকা এটি আজি আপোনাসকলে থৈ গৈছে। তেওঁৰ সেবিকা তেওঁৱেই ৰাখিব। ইয়াত চিন্তাৰ কাৰণ নাই, ভয়ৰ কাৰণ নাই। আনন্দচিত্তেৰে দেশলৈ ফিৰি যাওক। ভগবানে আপোনাসকলৰ মঙ্গল কৰক।” অধিকাৰিণীক সেৱা জনাই দলটি ওলাই আহি শ্যামবাবুৰ বহাত জলযোগ কৰি সেই দিনা সন্ধিয়াই কাশীধাম এৰি শ্ৰীক্ষেত্ৰৰ মুখে ৰেলত উঠিল। বৰুৱাৰ ঔৰ্দ্ধদেহিক কাৰ্য্যাদিৰ পৰামৰ্শ দি এখনি চিঠি আলোকলৈ আৰু এখনি ফুকনলৈ লিখি ভাগতীয়ে শ্যামবাবুৰ হাতত ডাকত দিবলৈ দি আহিল।

আশ্ৰিতা লতাই চাওঁতে চাওঁতে গা গছ জুপি লহ্ পহ্কৈ নিজৰ কৰি লোৱাৰ দৰে কেতেকীয়ে আশ্ৰম খনি অতি সোনকালেই আপোন কৰি ললে। কেতেকীৰ প্ৰাণৰ শ্ৰদ্ধা, অমায়িকতা, আৰু চৰিত্ৰবল দেখি লগৰ ব্ৰতচাৰিণী সকলে , বিশেষকৈ অধিকাৰিণীয়ে, পৰমা প্ৰীতি লাভ কৰিবলৈ ধৰিলে। মুখৰ অকৃত্ৰিম প্ৰাণভৰা হাঁহিটি চাবলৈকে যেন সিবিলাকে হোৱাই নোহোৱাই কেতেকীক একো আষাৰি মাত লগাই যায়। উভয়ৰ অবসৰ হলেই প্ৰায়েই কেতেকীয়ে অধিকাৰিণীৰ কাষত বহি প্ৰাণৰ নুবুজা কথাবোৰ প্ৰণিপাতেৰে, পৰিপ্ৰশ্নেৰে, সেৱাৰে প্ৰাঞ্জল কৰি লৈছিল। কেতেকীৰ হিয়াৰ দুৱাৰ খুলি গ'ল, যি দূৰত আছিল সি কোঁচলৈ আহিল, যি কুঁৱলীত আছিল সি পৰিস্কাৰ হ'ল, যি এন্ধাৰত পৰি আছিল তাৰ বুকুতো জ্যোতিৰ ৰেখাই তিৰবিৰাবলৈ ধৰিলে। এদিনা কথাৰ লাচতে কেতেকীয়ে ক'লে, “—অন্নপূৰ্ণা মহামায়াই অকাতৰে আনন্দেৰে জীৱকুলক দুয়ো হাতেৰে অন্ন বিলাই দেখিলে, যাক তেওঁ অন্ন বিলালে সেইবিলাক পগলা জীৱ নহয়, তেওঁৰ প্ৰাণৰেই পগলা শিৱ।” — আগ্ৰহেৰে অধিকাৰিণীয়ে ক'লে, “হেঁ, হেঁ, ঠিক, ঠিক। পাশযুক্ত যি সি হ'ল জীৱ, আৰু পাশ মুক্ত হলেই জীৱ হ'ল শিৱ। এয়েতো, এয়েতো।” কেতেকীয়ে আকৌ হাঁহি সুধিলে, “ধৰা পৰিলত দুয়ো দুইৰো চকুলৈ চাই নিশ্চয় হাঁহি এটি মাৰিছিল, সেই হাঁহিটি এই জীৱনত দেখিম নে?” আধিকাৰিণীয়ে গম্ভীৰ অথচ মৃদু হাঁহিৰে ক'লে, “সি যে বিশ্বব্ৰহ্মাণ্ড ব্যাপি থকা বিশ্ব বিমোহন হাঁহি। তোমাৰ চকুৰ আগত জল্ জল্কৈ জলি উঠিব। আকুলতা, আৰু আকুলতা জগাই তোলা। এই জীৱনতেই সাধনা তোমাৰ সফল হৈ যাব।” — সেই দিন ধৰি কেতেকীয়ে অন্নপূৰ্ণা বিগ্ৰহৰ আগত সজল নয়নে ৰৈ থাকে, একো একো দিন ইমান তন্ময় হৈ যায় লগৰ ব্ৰতচাৰিণীয়ে লাহেকৈ হাত খনিত ধৰি টানি আনিলেও নেদেখা মানলৈ চকু যুৰি যেন তাতে ৰৈ আছে।

## ১১

জেঠৰ প্ৰখৰ খৰত প্ৰাণীকুল আকুল হৈ বাৰিষালৈ বাট চাব লাগিছে। তেতিয়াও বাৰিষা হোৱাকৈ হোৱা নাই। দূৰ দিগন্তৰ নীলিমাত ঘননীল মেঘলৈ চোৱাৰ লগে লগে কাৰো কাৰো স্মৃতিপটৰ নীলিমাত নীলাচলৰ দৃশ্যটি ৰিণিকি ৰিণিকি জিলিকি পৰিছে। যতী, ব্ৰতী, সন্ন্যাসীৰ, বিশেষকৈ ব্ৰতধাৰিণী বিধবাৰ হৃদয়ত তাৰ লগে লগেই নীলাচলত অম্বুবাচীৰ কথা জাগি উঠিছে। তেনে অৱসৰতে এদিনা কেতেকীক কাষতে অকলে বহি থকা পাই অধিকাৰিণীয়ে কবলৈ ধৰিলে, “নেজানো, আজি কিয় মোৰ মনলৈ হঠাতে নীলাচলৰ নীল ছবিটি জাকি পাতি আহিছে। আজি সাত বছৰৰ আগেয়ে অম্বুবাচী উপলক্ষে এবাৰ কাম্যাখ্যালৈ যোৱাৰ ভাগ্য ঘটিছিল। এনে অপৰূপ

সেই ঠাই , চাই চাই মোৰ হেঁপাহ নপলাল, ফিৰিবৰ মন নগল। মোৰ অভিপ্ৰায় বুজি আমাৰ ভক্ত এজনে ভুবনেশ্বৰী পাহাৰৰ মধ্যদেশত লৌহিত্যলৈ মুখ কৰি এটি কুটীৰ সাজি দিছিল। তাত ছমাহ মান বাস কৰিছিলোঁ। কি মনোৰম সেই দৃশ্য! কি উজ্জ্বল সেই আকাশ! কি গুৰুগম্ভীৰ সেই ব্ৰহ্মপুত্ৰ! — এদিনা, এদিনা অস্তাচলৰ ৰবিৰ হিৰন্ময় জ্যোতি লৌহিত্যৰ বুকুত পৰি জল্‌মল্ জল্‌মল্ কৰিছিল। মানস সৰোবৰৰ কলহংস মালা কিনো লীলা তৰঙ্গেৰে গৌৰীশিখৰৰ অভিমুখে উৰি উৰি গৈ গৈ নীলিমাৰে মিলি গ'ল। অবাক হৈ সেই পথ, সেই পথলৈ বহু পৰ চায়েই থাকিলোঁ, মই কত আছোঁ কব নোৱাৰা হলোঁ। মা, মা, তুমি যে সেই বনৰে পখী। বনৰ পখীটি বনত লৈ চাবলৈ বৰ মোৰ মন গৈছে। ওলোৱাঁ, ওলোৱাঁ মা! এইবাৰ অম্বুবাচীৰ ব্ৰত নীলাচলত সমাপন কৰোঁ।"

অধিকাৰিণীৰ ইচ্ছা পুবৰ ৰামধেনুৰ দৰে অব্যৰ্থ, —আকাশ গলি তলেদি তাৰ ধল উঠিবলৈ বেলি নেলাগিল। যথাসময়ত কেতেকীৰ সৈতে ন গৰাকী ব্ৰতচাৰিণী, দুজনা পৰিচাৰিকা আৰু অধিকাৰিণী নীলাচল অভিমুখে যাত্ৰা কৰিবলৈ প্ৰস্তুত হ'ল। ইয়াৰ ভুবনেশ্বৰী পাহাৰৰ "তাৰা কুটীৰত" সকলো দিহা কৰিবলৈ বুলি দুদিনৰ আগতে পোৱাকৈ আহিল এজন সুদক্ষ কৰ্ম্মচাৰী, দুজন পৰিচাৰক, আৰু দুজন দাৰোৱান। ৰেলে জাহেজে পোনাই আহি অধিকাৰিণীৰ দল গুৱাহাটি পাই নৌকা যোগে উমানন্দ দৰ্শণ কৰি কামাখ্যাত পূজা পাতল দি "তাৰা কুটিৰত" প্ৰসন্ন চিত্তেৰে থিত দিলেহি। অম্বুবাচী প্ৰবৃত্তি হবলৈ তেতিয়াও তিন দিন আছে। কামাখ্যালৈ দলে দলে যতী ব্ৰতী, দলে দলে বিদেশৰ বিধবা আহিবলৈ ধৰিছে। চাওঁতে চাওঁতে কামাখ্যা ধামত হৈ চৈ পৰি গ'ল। তাৰামণি দেৱীৰ নিৰ্দ্দেশ পাই কোচবেহাৰৰ পৱন প্ৰধান ৰাজবংশী সপৰিবাৰে তাৰাকুটীৰৰ কাষৰ ঘৰ এটিত আছেহি। এই পৱন প্ৰধান জাতত অসমীয়া, — কোচবেহাৰৰ কৃষাণ। ধপাত আৰু মৰাপাটৰ খেতিত বিস্তৰ টকা ঘটিছে। আগৰ পৈত্ৰিক সম্পত্তি আছেয়েই। সাজ পোছাক আৰু মাত কথাত তেনেয়ে সৰল, তেনেয়েই হোজা । দেখি কোনেও আন্দাজো কৰিব নোৱাৰে তেওঁ যে কিমানৰ মালিক। ইমান সম্পত্তিৰ গৰাকী হৈও, — সচৰাচৰ এনে মানুহৰ কপালত যি হয় সেয়ে হ'ল, — সেই সম্পত্তি ভোগ কৰোৱাবলৈ তেওঁ পুত্ৰ কন্যাৰ মুখ নেদেখিছিল। জীৱন ভাটি দিয়াত এবাৰ কাশীধামলৈ গৈ পতি স্ত্ৰী উভয়ে তাৰামণি দেৱীৰ চৰণত শিৰ বিকি দি অকপট চিত্তেৰে প্ৰায় বছেৰেক সেৱা কৰিবলৈ লাগিল। সাধনা সফল হ'ল। অন্নপূৰ্ণা মহামায়াৰ আশীৰ্ব্বাদ সিবিলাকৰ শিৰলৈ বৈ পৰিল। ডেড় বছৰীয়া আনজৰ সোণৰ পুতলি যেন এটি পুত্ৰ আৰু এটি কন্যাৰ ভৰা হাঁহিৰে সিবিলাকৰ আন্ধাৰ ঘৰ পোহৰ হৈ পৰিল। পতি স্ত্ৰী দুয়োজনৰে হিয়া কৃতজ্ঞতাৰে উপচি পৰিল। তিনি বছৰ মানৰ পাচত লৰা ছোৱালী হালিকে লৈ দুয়ো কাশীলৈ গৈ তাৰামণিৰ চৰণত দি ক'লে, "এই দুটা তোমাৰ বস্তু, তুমি দিছা। মই নোখোজাকৈ টকা পইচা ইমান দিন তুমিয়েই দি আছা। ইমান দিন বুজিব পৰা নাই। মই এতিয়া হে ঠিকে ঠিকেই দেখিছোঁ টকা পইচা তোমাৰ। মই ৰখি আছোঁ, চপাই আনিছোঁ । আজিৰ পৰা লৰা ছোৱালী তোমাৰ, টকা পইচা তোমাৰ, মোৰ যি যি আছে সব তোমাৰ। কোৱাঁ কোৱাঁ মা, তুমি এই সব চমজি লৈছা," — এই বুলি দেৱীৰ চৰণত সাবটি ধৰি দুয়ো মনৰ আবেগ সামৰিব নোৱাৰি সৰু লৰাৰ দৰে উচুপি উচুপি কান্দিবলৈ ধৰিলে। মাক বাপেকে তেনে কৰা দেখি সৰু লৰা ছোৱালীহালেও আঠুকাঢ়ি চকুত পানীৰে সেৱা কৰি মাটিৰ পৰা মুৰ নোতোলাই হ'ল। অন্নপূৰ্ণাৰ আশীৰ্ব্বাদত এই দৰে জ্ঞান আৰু বৈৰাগ্যৰ বিকাশ দেখি দেৱীয়ে মনে মনে ভাবিবলৈ ধৰিলে — মোৰ মাই আশ্ৰিতক এই দৰেই দয়া কৰে। — দেৱীৰ চকুযুৰি অশ্ৰু কণিকাৰে আপ্লুত হৈ পৰিল, —যেন নীহাৰত ৰিণিকি জলি থকা যুগল তাৰকা হে। হাত কেউখনি ভৰিৰ পৰা একুওৱাই মুখত হাঁহিৰে দেৱীয়ে ক'লে, "মহামায়াৰ দান মহামায়াক দিব পৰা সহজ কথা নহয়। তাকো তুমি অকাতৰে আজি এই দৰে দি দিছাহি।

বুজিছো, মহামায়াই তোমাক পৰামানন্দ দান কৰিব খুজিছে। যোৱাঁ, তোমাৰ ব্যৱসায় বৃদ্ধি কৰাগৈ। এই পুত্ৰ কন্যাৰ যতন কৰাগৈ, শিক্ষা দিওৱাগৈ। অনুক্ষণ মনত ৰাখিবা, প্ৰাণ ভৰি বিশ্বাস কৰিবা, প্ৰাণৰ বিশ্বাস কৰ্ম্মেৰে প্ৰকাশ কৰিবা — কি পুত্ৰ কন্যা কি ধন ঐশ্বৰ্য্য — এইবিলাক তোমাৰ নহয়, মহামায়াৰ।" —শিক্ষা নাই, দীক্ষা নাই, কি সহজ কি সৰল এই মহান কৃতজ্ঞতা। পৱনৰ আমূল পৰিবৰ্ত্তন হৈ পৰিল। সেই দিন ধৰি পৱনৰ মানত তাৰামণি দেৱী —মহামায়াৰ জীৱন্ত প্ৰতিমা। তেখেতৰ বাহিৰে যে আৰু কোনোবা আৰাধ্য দেৱী আছে সেইটো পৱনে নেজানে। অম্বুবাচীলৈ আহি সেইহে পৱনে দেৱীৰ নিৰ্দ্দেশলৈ ভক্তিভাৱে অপেক্ষা কৰি আছে। দেৱীয়ে পাচ দিনা পুৱাই পৱনক মাতি ক'লে, "অম্বুবাচী উপলক্ষে কত আশ্ৰয়হীনা ব্ৰতধাৰিণী বিধৱা আহিছে, পাণ্ডা সকলৰ ঘৰে ঘৰেও হয়তো আছে, — সিবিলাকক ফল মূল আৰু গাখীৰ মুকলি হাতেৰে বিলাই দিয়াঁ। চাবা যাতে কোনো কতো অভুক্ত নেথাকে। ব্ৰতৰ অন্তত ব্ৰতচাৰিণীসকলৰ লগে লগে কুমাৰীসকলকো প্ৰাণ ভৰি পূজা কৰিবা, তোমাৰ মাতৃ পূজা সাৰ্থক হওক। " পৱনে নিজে সুদক্ষ কৰ্ম্মচাৰিজনৰ আৰু পাণ্ডা কেজনমানৰ সহায়ত এই হেন 'বিৰাট ব্যাপাৰত আপোন পাহৰি লাগি গ'ল। দেৱতালৈ বুলি মন্দিৰ সাজি তাত দাতাৰ নামটি সোণৰ আখেৰেৰে লিখি প্ৰথমে চকু পৰা ঠাইত দিয়া কামৰ দৰে কাম ই নহয়। দেৱতালৈ দিয়া প্ৰাণৰ দানত দাতা যে হেৰাই যায়। গতিকে এনে এটি মহৎ কামত কিবা অকণি ত্ৰুটি ঘটিছিল যদিও সি সুন্দৰীৰ লৱনু মুখৰ তিল একোটিৰ দৰে গোটেই মুখখনি তুলি ধৰিছিল। আকৌ এবাৰ তাৰামণিৰ নাম কামাখ্যা ধামত মুখে মুখে ফুটি পৰিল। ইফালে নিন্দা প্ৰশংসাত নিৰ্ব্বিকাৰ তাৰামণি দেৱীয়ে ব্ৰাহ্ম মুহূৰ্ত্তে উঠি ব্ৰতচাৰিণী সকলৰ সৈতে উদয়াচলৰ প্ৰাণ সঞ্চাৰিণী ছবিটি বুকুত লৈ বৈ থকা ব্ৰহ্মপুত্ৰলৈ চাই প্ৰাতঃকৃত্য সমাপন কৰি কি এক আনন্দত ভোল গৈ থাকে। গধূলি অস্তমিত ৰবিৰ দ্বিতীয় শৈশবৰ দৰে আকাশ জোৰা ৰক্তিম আভাত জলি জলি কত কাকলিৰে বন বিহগীৰ বিনা সুতাৰে গথা মালা একোধাৰি ঢৌ খেলাই খেলাই চিৰ সুন্দৰৰ চৰণ তললৈ উৰি উৰি যায়। কি সেই দৃশ্য,— কি সেই ভাব। মনে যেন একো আৰু মণিব নোখোজে, হৃদয়ে যেন একো আৰু ধৰিব নোখোজে। গধূলি সুদূৰৰ দবা শঙ্খৰ ধ্বনি নুশুনে মানলৈ অবাকহৈ সিবিলাকে চায়েই থাকে।

অম্বুবাচী নিবৃত্তিৰ তিনি কি চাৰি দিনৰ পাচত তাৰামণিৰ পাণ্ডা গৰাকীয়ে ভিৰ কমিলত অলপ উশাহ পাই আলাপ কৰিবৰ অভিপ্ৰায়ে লগত কামৰূপৰ দুগৰাকী বিধৱা লৈ বিয়লি বেলিকা তাৰা কুটীৰলৈ আহিল। --লগৰ দুগৰাকীৰ এগৰাকী হ'ল সেই কালত বিশেষ খ্যাতি থকা কামৰূপৰ বাগীশ দেউৰ বিধৱা ভাৰ্য্যা। এখেত এগৰাকী বিদুষী মহিলা — স্বামীৰ পৰা ঐহিক বিশেষ পাওক নেপাওক জ্ঞানৰ আলোক যথেষ্ট পাইছিল। অতি প্ৰাচীন কালৰ কথা নধৰিলেও এইয়া সিদিনাই বুলিব লাগে বঙ্গ দেশৰ পণ্ডিত ৰঘুনাথ স্মাৰ্ত্ত শিৰোমণিৰ মত প্ৰচলন কৰাৰ যি অভিযান তাক এই দেশৰ পশ্চিম প্ৰান্ততে নিৰাস কৰি ফিৰাই পঠাইছিল এগৰাকী কামৰূপৰ পণ্ডিতনীয়েই। সংক্ষেপে কবলৈ গলে এখেত সেই পণ্ডিতনীৰে ক্ষীণ আভাস, কামৰূপৰ চিৰ প্ৰবাদ নিজৰ জীৱনেৰে জলাই ৰাখিছে। ই গৰাকী হ'ল তেখেতৰে সহচৰী, গাঁৱৰে সৎশূদ্ৰৰ বিধৱা।

অধিকাৰিণী প্ৰমুখ্যে ব্ৰতচাৰিণীসকলে সকলো শিষ্টাচাৰ পালন কৰি পাণ্ডা ঠাকুৰ আৰু অতিথি দুগৰাকীক যথাযোগ্য আসনত বহুৱাই অনেক বিষয়ৰ কথা বাৰ্ত্তা পাতি আনন্দ উপভোগ্য কৰিবলৈ ধৰিলে। কথাৰ মাজত তাৰামণিয়ে কামাখ্যাৰ পাণ্ডাসকলৰ সৌজন্য আৰু সহৃদয়তাৰ কথা উনুকিয়াই কবলৈ লাগিল, "মাতৃৰ কোলাৰ নিৰ্জ্জু শিশুৰ দৰে আপোনাসকল কেনে উদাৰ, কেনে প্ৰসন্ন। মুখত কি সৰল হাঁহি ! আপোনাসকলৰ সহানুভূতি আৰু সহৃদয়তা যে শীৰ্ষস্থানীয় তাক অতদিনে কথা বুলিয়েই মনে মনে ভাবিছিলোঁ, এইবাৰ তাৰ স্বৰূপ চকুত জিলিকি পৰি হৃদয় মোৰ ভৰি গ'ল।" — পাণ্ডা গৰাকীয়ে তৃপ্তিৰ গৰম এফেৰি যে অনুভৱ কৰা নাছিল

এনে নহয়, তেও বুলি মিচিকি হাঁহি এটিৰে মাত দিলে, —"মা, আমাৰ সৌজন্যতকৈও আপোনাৰ মাতৃ প্ৰাণৰ মাহাত্ম্য হে ইয়াত বেচি যেন লাগে। ধূলি বালিকো সোণ বুলি গ্ৰহণ কৰিবলৈ মাতৃৰ প্ৰাণৰ দৰে প্ৰাণ এখনি লাগে। আশীৰ্ব্বাদ কৰিব যেন চিন্ময়ী মাতৃৰ প্ৰাণতো এই দৰেই আমাৰ সকলো দোষৰ মাৰ্জ্জনা হয়। তাৰামণিয়ে ক'লে, "দোষ গুণৰ বিচাৰ কৰা নাই। মই নিজেই যেতিয়া শত সহস্ৰ দোষৰ দোষী, মোৰ আকৌ দোষৰ বিচাৰ কি? মই যি দেখিছোঁ তাকেই কৈছোঁ, —আপোনালোকে মাতৃ প্ৰেম টকাৰ ওজনেৰে বা অন্য লাভৰ আশাৰে নিবিলায়, বিলায় সহানুভূতিৰে, বিলায় সৌহাৰ্দ্যেৰে, —এই খিনিতে আপোনাসকললৈ লাগে ভাল। ভগবতীয়ে কৰক পৰ্ব্বতলৈ তুলি নিয়া আপোনাসকলৰ পথটি প্ৰতিপদতে পিছল নহৈ শিলৰ দৰে যেন চিৰকাল স্থিৰ হৈয়েই থাকে।" —অলপ নিটাল মাৰি আকৌ সুধিলে, "অম্বুবাচীৰ অতিথিৰ মাজত কামৰূপৰ বিধবাৰ সংখ্যা ইমান কম দেখিলোঁ কিয়? ইয়াত বিধবা অতি কমেই নে কি?" পাণ্ডা ঠাকুৰে ক'লে, "কম নো বোলোঁ কেনেকৈ? অশোকাষ্টমী স্নানলৈ ব্ৰহ্মপুত্ৰৰ গাতে লাগি থকা লোকতকৈ বেচি যাত্ৰী আহে দূৰৰ পৰা হে। মানুহৰ এই স্বভাৱটি বেচিকৈ লেখত লব লাগিব হবলা।" এনেতে বিদুষী বিধবা গৰাকীয়ে আৰম্ভ কৰিলে, "এই স্বভাৱটিৰ লগতে লেখত লব লগীয়া কাৰণ আৰু বহুতো আছে। অসমত প্ৰচলিত ধৰ্ম্মমত সকলোখিনিয়েই যে বিধবাৰ এই ব্ৰতপালনৰ অনুকূল তাকো কোৱা নেযায়। সেয়ে হলে ধৰ্ম্মৰ নামত লোকক দেখুওৱাবলৈ হলেও যাত্ৰীৰ সংখ্যা অনেকো বাঢ়িল হেতেন। বৈধব্যৰ যি কঠোৰ ব্ৰত — -তাক পালন কৰিবলৈ যি মহান আদৰ্শ— তাক জ্বলাই ৰাখিবলৈ সমাজে যিখিনি আদৰ যিখিনি উৎসাহ দিব লাগে, তাক দিব পাৰিছে নে নাই সিও এক গভীৰ ভাবে ভাবিব লগীয়া কথা। গাঁৱলৈ এবাৰ চকু দি চাওক - - এই সুফলা অসমী আইৰ কোলাৰ এটি কঠুৱা কঠাল, এটি চুন যেন টেঙ্গা আম, এটুপি টেঙ্গা গাখীৰৰ পানী মুখত যাচি দিওঁতা নাই গুণে কত আশ্ৰয়হীনা বিধবাই এই সাঁথ, এই বাঁৰীৰ বিহু, টঁৰা লঘোনেৰে উৰোৱাই দিছে। সমাজক যদি বিধবা লাগেই তেনে এনে অনাদৰ কিয়? দহৰ ইচ্ছাত, সমাজৰ ইচ্ছাতেই মানুহৰ স্বভাৱ মানুহৰ চৰিত্ৰ গঠন নহয় জানো? সমাজৰ সেৱা আৰু ভক্তিৰ বল নেপালে এই উদাসীন সত্ৰ বিলাক কত কালেই বা টিকিব পাৰিলেহেতেন?" —তাৰামণি দেৱীয়ে এই কথাৰ প্ৰসঙ্গত কবলৈ ধৰিলে, "আপুনি যি কথাৰ অৱতাৰণা কৰিছে সি সঁচাকৈ গুৰুতৰ। এদিন স্বামীৰ স্ত্ৰীৰ পবিত্ৰ প্ৰেমৰ আদৰ্শ ভাৰতৰ বুকুত নিজৰ তেজেৰে জলি আছিল। অন্য কি তাৰ অগ্নি পৰীক্ষাতো দলে দলে অবলা উৰ্ত্তীৰ্ণ হৈ নিজৰ ছাঁইৰে মাজি মাজি সেই আদৰ্শ জিলিকাই ৰাখিলে। ইংৰাজ ৰাজ — প্ৰতিনিধিয়ে সতী দাহৰ প্ৰথা ৰোধ কৰিলে হয়, কিন্তু এটি উজ্জ্বল আদৰ্শ ৰক্ষা কৰাৰ অন্য সুব্যৱস্থা একোকে নকৰিলে। ইংৰাজ সমাজৰ আদৰ্শ গ্ৰহণ কৰা ধাতু আমাৰ সমাজৰ নাই, গতিকে সি নিজৰো এৰি দিব নোৱাৰা হ'ল। এই দুই নাৱত দুই ভৰি দিয়া সমাজে মুখেৰে বিধবাৰ আদৰ্শ ৰাখিবলৈ গৈও কামৰ বেলিকা উদাসীন হৈ পৰিল।"

পণ্ডিতনীয়ে ক'লে, "এৰা, এৰা, ফলত সতীদাহৰ ব্যভিচাৰ ৰোধ কৰিবলৈ গৈ সতীৰক্ষাৰ ব্যভিচাৰ খুলি দিলে। সেয়েনে কি সমাজৰ ধৰ্ম্ম? সতী দাহত যি গৌৰৱ যি মহত্ব দিছিল, সতী ৰক্ষাৰ এই বৈধব্য ব্ৰতত কত আজি সেই গৌৰৱ, সেই মহত্ব? বিধবা দেখিলে সমাজৰ শিৰ দোঁ খাই নেযায় কিয়? বিধবাৰ পতি হেৰুওৱাটিয়েই যেন যথেষ্ট দুৰ্ভাগ্য নহয়, তাৰ ওপৰত বৈধব্য ব্ৰত পালন কৰিবলৈ ধৰিলেও এই ধিক্কাৰ, এই লাঞ্ছনা। সমাজৰ অস্তিত্ব কত?

—"সঁচা কথা কৈছে। চকুৰ আগত উজ্জ্বল আদৰ্শ জলিব লাগিছে, চকুৰ পতা দুখন তুলি চাবলৈকো তাৰ শকতি নাই। সি আজি এনে শক্তিহীন। সেই হে এই সমস্যাত আমাৰ বিধবাৰ দায়িত্ব আজি আৰু গুৰুতৰ হৈ পৰিছে। শক্তিহীনক এনে দৰে মৰিবলৈ দিব নোৱাৰি, আমাৰ নিজৰ তেজেৰে, নিজ দৃষ্টান্তেৰে তাৰ

দেহালৈ শক্তি ঘিৰাই আনিব লাগিব।"

—"অকল শক্তিহীনেই হলহেতেন যদি তাক শক্তিমান কৰাৰ চেষ্টাত ধনিষ্ঠামানো কষ্ট নেথাকিলহেতেন, কিন্তু শক্তিহীনতাৰ লগত তাৰ আজি কি কুৎসিৎ প্ৰবৃত্তি। -

— শক্তিমান কৰিবলৈ নামি অহা দেৱতাকো সি আজি নিন্দাৰে বোলক হিংসাৰে বোলক চিৰকলঙ্কত ডুবাই মাৰিছে।"

—"আপোনাৰ কথা মই ধৰিব পাৰিছোঁ। আপুনি কব খোজে যে বিধবাৰ ফালৰ পৰা এনে কোনো চেষ্টা হলে সমাজৰে এটি দলে প্ৰতিপদতে কত তাচ্ছীল্য, কত অপবাদ, কত হাহাকাৰ আনি দি পথ কন্টকেৰে পৰিপূৰ্ণ কৰিব? কৰক। হানি কি? প্ৰাণৰ কৃষ্ণক পাবলৈ হলে কন্টকা বনৰ মাজেদিয়েই যে প্ৰশস্ত পথ। এই জনমতে হয়তো আমি আমাৰ লক্ষ্য নেপাব পাৰোঁ; কিন্তু আমাৰ চেষ্টাৰে আমি অনেকো যে আগুৱাই যাম ইয়াত সন্দেহ কৰিব কোনে? বিধবাৰ আদৰ্শত যদি কল্যান আছে, শান্তি আছে,— সেয়েতো, সেয়েতো সত্য। সত্যৰ শেষত চিৰজয় নহৈ পাৰেনে?"

—"কওক, কওক মা, আপোনাৰ মুখত ফুল চন্দন পৰক। শেষত সত্যৰেই চিৰজয় হওক।"

—"সত্যৰ জয় হবই। আজি হওক, বা কাইলৈ হওক, বা শতেক বছৰৰ পাচতেই হওক তাৰ প্ৰতি মুহূৰ্ত্ততে হৈ থকা জয় এদিন ভালকৈয়ে আমাৰ চকুত পৰিব। দিনে দিনে আমি আমাৰ হৃদয় খনি পৰিষ্কাৰ কৰি যাব লাগিব। যাতে তাত সুদূৰৰ ক্ষীণ ৰশ্মিটি পৰি চক্ চক্ কৰে জিলিকি উঠে। আপুনি বিধবাৰ লাঞ্ছনাৰ কথা যি উল্লেখ কৰিছে, সি ক্ষনস্থায়ী,—কলা মেঘৰ দৰে পানী হৈ আকাশ খনি মলচি নিকা কৰি যাব। এই সংসাৰ দেৱতাৰ সৃষ্টি। আসুৰিকতাৰ উৎপাত ওপৰে ওপৰে চকুত পৰিব পাৰে; কিন্তু সি সৃষ্টি ধ্বংস কৰিব নোৱাৰে। গতিকে বিধবাৰ হতাশ হোৱা কাৰণ কত?"

—"সুন্দৰ কথা। বৰ আশা জাগিল, বৰ আশ্বাস পালোঁ। আজি আমি পাণ্ডা ঠাকুৰক লৈ অন্য এটি কথাৰ কাৰণে আপোনাৰ কাষ চাপিছিলোঁ; কিন্তু সমগ্ৰ বিধবাকে সাৰটি লোৱা এই মহৎ কথাৰ আগত সি নগণ্য হৈ পৰিল। এইবাৰ অম্বুবাচীত বিধবাসকলৰ দেহ ৰাখিবলৈ আপুনি অপৰিমিত যত্ন লৈছিল। গোটেই বিধবাসকলৰ হৈ আপোনাক প্ৰাণৰ কৃতজ্ঞতা জনাবলৈ আহি দেখি ধন্য হলোঁ,—সিবিলাকৰ অকল দেহালৈকে আহাৰেই নহয়, আধ্যাত্মিকতাৰ আহাৰ দিবলৈকো হাত খনি মেলি ৰাখিছে। দিয়ক, দিয়ক মা অন্নপূৰ্ণা, আধ্যাত্মিকতাৰ অন্নও দিয়ক। সমাজৰ অনাদৰ অৱহেলাত, সমাজৰ উচ্ছৃঙ্খল উদ্ভ্ৰান্তলিত আজি আমাৰ দেশৰ বিধবা সকল আকুল হৈ পৰিছে, নিজৰ হাতৰ আদৰ্শৰ প্ৰদীপ সৰি সৰি গৈছে,-

—কৰক আপোনাৰ আদৰ্শেৰে সিবিলাকৰ হৃদয়ে হৃদয়ে শক্তিৰ সঞ্চাৰ কৰি যাওক, প্ৰত্যেক গৰাকীয়েই বুজি উঠক মাতৃ হৃদয়েৰে কুপুত্ৰক সুপথলৈ অনাৰ কি আনন্দ। অসমৰ সুদিন শীঘ্ৰে শীঘ্ৰে ঘিৰি আহক। ঘৰে ঘৰে বিধবাৰ পূজা হওক, বুজি উঠক বিধবা হোৱাটি দেখাত দুৰ্ভাগ্য হলেও, বিধবাৰ দৰে বিধবা হৈয়ে যাব পৰাত কি মহান ত্যাগ, কি পৰম ভাগ্য, কি উজ্জ্বল গৌৰৱ। "অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে," পুথিৰ এই কথাটি কামৰূপৰ বিধবাসকলৰ সম্বন্ধে অৰ্থান্তৰত ব্যৱহাৰ হৈ ঘৰে ঘৰে বিধবা সকল দেৱী হৈ পৰক। বৰ আশা কৰিলোঁ, মা, মোৰ এই কাতৰ নিবেদন এবাৰ চিন্তা কৰি চাব।"

—"মা, অকল আপোনাৰেই নহয়, আজি অনেক দিন ধৰি আপোনাসকলৰ দেশৰ মোৰ এই বিনতা দেৱীৰ মুখ খনিয়ে নিমাতে নিবোলে মোৰ প্ৰাণৰ মাজত এনে এটি সজল নয়নৰ নিবেদন অনুক্ষণ কৰিয়েই আছে। আপুনি আজি মুখ খুলি আমাৰ আগত কৈছে, কিন্তু আমাৰ মাই ইমান দিনে তাকে কোৱা নাই। ভাবিছে হবলা- এই কোমল বুকুত বজ্ৰ বেদনা তুলি ললোঁ যেতিয়া, ভগবানে তালৈ চকু নিদি থাকিব নে? নহয় নে মা?" এই বুলি কেতেকীৰ মুখলৈ চালে। ইমান পৰ স্বপ্নাবিষ্টৰ দৰে আগ্ৰহেৰে কেতেকীয়ে সিবিলাকৰ কথোপকথন শুনি আছিল, হঠাৎ এই প্ৰশ্নত আপোন সুঁৱৰি লজ্জা পৰি মিচিকি হাঁহি এটিৰে তললৈ চাই অধিকাৰিণীৰ আসনৰ

দহিকেডালমান চঁপা ফুলৰ দৰে আঙুলি দুটিৰে লিৰিকিৰলৈ ললে। পাণ্ডা ঠাকুৰ, পণ্ডিতনী প্ৰমুখ্যে সকলোটিৰেই মুখে মুখে সেই হাঁহিটিৰ প্ৰতিচ্ছবি জিলিকি পৰিল। কোঠা গোটেইটি ক্ষন্তেক নিটাল মাৰি পোহৰ হৈ গ'ল। ইয়াৰ পাচত পণ্ডিতনী আৰু পাণ্ডা ঠাকুৰৰ লগত বিষয়ান্তৰৰ কথা দুই এটি পাতি অধিকাৰিণীয়ে পণ্ডিতনীলৈ চাই ক'লে, "আজি আপুনি যিক'লে সকলোবিলাক আমি অতি সাৱধানে পৰামৰ্শ কৰি চাওঁহঁক। এই বিষয়ে আপোনাৰ পৰামৰ্শবো বিশেষ প্ৰয়োজন। আপুনি দয়া কৰি পৰহিলৈ যদি এনে সময়তে আহে তেনে বৰ আনন্দৰ কথা হয়।" পণ্ডিতনীয়ে অহাৰ সন্মতি জনাই যথা নিয়মে বিদায় গ্ৰহণ কৰি সেই দিনাৰ নিমিত্তে পাণ্ডা ঠাকুৰৰ পাচে পাচে গুচি গ'ল।

পাচ দিনা আশ্ৰমৰ পৰা অহা কেউজনা ব্ৰতচাৰিণী, আৰু কৰ্ম্মচাৰীৰে সৈতে পৱন প্ৰধানক লৈ অধিকাৰিণী গভীৰ আলোচনাত লাগি গ'ল। শেহান্তৰত আৰতিৰ আগে আগে স্থিৰ হ'ল অসমৰ বিধবাসকলৰ অন্তৰত শক্তি জগাবৰ উদ্দেশ্যে সেৱাৰ মাজেদি জ্ঞানৰ প্ৰচাৰ আৰু কৰ্ম্মৰ অনুষ্ঠান কৰিবৰ সুচল দিবলৈ অতি শীঘ্ৰেই মূল আশ্ৰমৰ শাখা এখনি অসমত পাতি যাব লাগিব। স্থান, ব্যয়, আৰু কৰ্ম্মীৰ মীমাংসা পণ্ডিতনীৰ লগত পৰামৰ্শ কৰাৰ পচতহে স্থিৰ কৰা যাব।

যথা সময়ত পণ্ডিতনীৰ লগত পৰামৰ্শ কৰি উজনি অসমতে আশ্ৰম খনি পতাৰ ঠিক কৰা হ'ল। পণ্ডিতনী আৰু পাণ্ডা ঠাকুৰে আশ্ৰম খনি কামাখ্যা ধামতে পাতিবলৈ বৰকৈ ধৰিছিল। কিন্তু বাকী ব্ৰতচাৰিণী সকলৰ নিস্বাৰ্থ আৰু উদাৰ যুক্তিত সিবিলাকৰ প্ৰস্তাব নিটিকিল; কিয়নো অধিকাৰিণীয়ে সাৰুৱা যুক্তিৰে মনত লাগি যোৱাকৈ বুজাই দিলে কামাখ্যা ধামত শক্তি আপুনি জাগিয়ে আছে। শক্তিৰ পবিত্ৰ স্পৰ্শত বিধবাৰ আদৰ্শ মোলান নপৰাকৈ চিৰদিন থাকিব। যত ৰোগৰ প্ৰাদুৰ্ভাব বেচি তাত হে ৰোগ নিবাৰণৰ চেষ্টা বেচিকৈ চলা উচিত। অধিকাৰিণীৰ যুক্তিত শেহত সকলোপিনে চাই পণ্ডিতনী আৰু পাণ্ডা ঠাকুৰে আনন্দ চিত্তেৰে মত দি যাতে সিবিলাকৰ চেষ্টা ফলৱতী হয় তাৰ নিমিত্তে যথাসাধ্য সহায় কৰিবলৈ গাত ললে। নিজে চলিব পৰা অৱস্থা নোহোৱালৈকে আশ্ৰমৰ যাবতীয় ব্যয়ভাৰ যুটীয়াকৈ মূল আশ্ৰম আৰু পৱন প্ৰধানে বহন কৰা স্থিৰ হ'ল। কৰ্ম্মীৰ নামত প্ৰবীনা ব্ৰতচাৰিণী বিমলা দেৱী আৰু বিৰজা দেৱী গৈ আশ্ৰমৰ সকলো সুবন্দবস্ত নহয় মানে বিনতা দেৱী অৰ্থাৎ আমাৰ কেতেকীক সকলো প্ৰকাৰে সহায় কৰিব, লগত যাব এজন কৰ্ম্মচাৰী আৰু এজন দাৰোৱান এওঁবিলাকে যথা স্থানত তিনিও গৰাকীকে থৈ তাৰা কুটিৰলৈ ঘুৰি যাব। আশ্ৰম স্থাপনৰ সুচল হোৱাৰ খবৰ নেপায় মানলৈ তাৰামণি দেৱী তাৰা কুটীৰতে থাকিব।

গুৱাহাটি এৰিবলৈ আৰু দুদিন আছে। এই দুদিনে অধিকাৰিণীয়ে কেতেকীক কাষত বহুৱাই লৈ কৰ্ম্মৰ আঁচনি খন হৃদয় পটত এনে উদগনিৰে আঁকি দিলে যে তাত বিদায়ৰ ব্যথা বাজিবলৈ সমূলি অৱকাশেই নেথাকিল। ব্ৰহ্মবিদ্যাৰ জ্ঞান লাভ কৰি বাৰুণিয়ে ভগবান বৰুণৰ সমীপৰ পৰা যি আনন্দ, যি উছাহেৰে প্ৰত্যাবৰ্ত্তণ কৰিছিল ঠিক তেনে ধৰণৰ এক অনিৰ্ব্বচনীয় আনন্দেৰে কেতেকী আজি ইমান দিনে ঘৰমুৱা হ'ল, কেৱলে বিদায় বেলাত তাৰামণিৰ চৰণ দুখনিত শিৰটি থৈ নীৰৱে অশ্ৰু দুটুপি থৈ আহিল। তাৰামণি দেৱীয়েও হিয়াৰ হেপাহেৰে সাৱটি ধৰি মাতৃৰ আকুলতাৰে মুৰত এটি চুমা দি পঠালে,—সি যেন তাৰামণিৰেই চুমা নহয়, সকলো দেৱতাৰ প্ৰাণ ঢালি দিয়া আশীষৰ এটি অখণ্ড পুণ্যৰ পৰশন।

## ১২

তাৰা কুটীৰৰ পৰা অহা যাত্ৰী কেউজন জাহাজে আহি জিলাৰ ঘাট নিয়ম মতে পাব লাগিছিল দুপৰতে, পালেহি সন্ধ্যাৰ আগে আগে। কুঁৱলীৰ হে যি সন্দেহ তাৰ আমনি মাজে মাজে আছেই। ৰাতিটি যে ঘাটৰ অলপ দূৰতে বঞ্চিব লগীয়া নহল, তাকো ভাগ্য বুলিয়েই ধৰিব লাগিব। সন্ধ্যা লাগিল বুলিও সিবিলাক কোনো

অসুবিধাত পৰা নাই। পৰিবই বা কিয়? ওপৰে উদাৰ আকাশ যাৰ ঘৰৰ চাল, শ্যামলা ধৰণী যাৰ চিকোন শয্যা, সেই সন্ন্যাসিনীসকলৰ অসুবিধা কত? যলৈকে যায় সেয়ে সিবিলাকৰ ঘৰ। জাহাজ ঘাটত নামিয়েই সেই ৰাতি জিলালৈ খোজ নলৈ পাচ দিনা প্রত্যুষতে কৰ্ম্মচাৰীজনৰ মুখে কেতেকীৰ মামাকলৈ খবৰ দি সিবিলাকে প্রাতঃকৃত্যাদি কৰি লাহে ধীৰে দাৰোৱান আৰু ভাবী এটাৰ লগত জিলালৈ যোৱাকে ঠিক কৰিলে। গধূলি লুইতৰ "বগী ধকেধকী" বালিত সিবিলাকে স্থান আৰু সন্ধ্যা বন্দনাদি কৰি মুখে মুখে আহাৰ ললে।

বালিত আহাৰ প্রস্তুত কৰি থাকোঁতেই অদূৰত এখনি ভাত ৰন্ধা চালিৰে এটি পঁজা দেখি কৰ্ম্মচাৰী জনে সন্ধান লোৱাত জাহাজৰ বাবুৰ পৰা জানিব পৰা গ'ল—— তাত আলি মেৰামতি কৰা ঠিকাদাৰৰ মহৰী এজন মাজে মাজে থাকে। আজি যদি মহৰী নাই তাতে সিবিলাকে স্বচ্ছন্দে ৰাতিটো কটালে কাৰো কেনিও আপত্তি নহয়। সিবিলাকে ৰাতি এপৰ মানলৈকে পলকে পলকে নতুন হৈ যোৱা মহাবাহু ব্রহ্মপুত্রলৈ অপলক নয়নে চাই চাই মজি আছিল। বিশ্রামৰ আশাৰে অনিচ্ছাৰে সেই পঁজাটিৰ ফালে এখুজি দুখুজিকৈ খোজ ললে, চকু আনিব খুজিলেও যে বৈ বৈ যায়। পঁজাৰ দুৱাৰ কাণি দুৱাৰিকৈ মেলা। চাকিটি লগাই দাৰোৱানে ভিতৰ সোমাই দেখিলে—— বাঁহৰ চাঙ্গ এখনত মানুহ এটা শুই আছে, গাত কাপোৰ আছে যদিও লোৱাৰ লাগবান্ধ নাই। দাৰোৱানে মাতি চালে, মাত নাই; হেঁচুকি চালে—কেঁকনি উঠিল; কৰ্ম্মচাৰী জনে গাত হাত দি চালে—কৰাই খোলা যেন তপত; মুখলৈ চাই দেখিলে —শিৱনেত্র হৈ পৰি আছে, সকলো কথা বিমলা দেৱীক জনোৱাত তেখেতে ক'লে, "শৰীৰৰ তাপ ইমান বেচি যেতিয়া তেওঁ হয়তো কোনো জ্বৰবিকাৰ গ্রস্ত ৰোগী নিৰাশ্রয় অবস্থাত পৰি আছে। শুশ্রূষা নেপালে প্রাণ সঙ্কটাপন্ন ও হব পাৰে। যেই হওক আমি তিনিও শুশ্রূষাত লাগি যাওঁ। ইয়াত কৰবাত ডাক্তৰ কবিৰাজ পায়নে ষ্টেচনত খবৰ কৰাঁগে। দাৰোৱানে আমাৰ কমণ্ডলু কেটাত পানী দি যাওক। দাৰোৱানে পানী আনি দি পঁজাৰ বাহিৰত জুই একুৰা ধৰি দিয়ে মানে কৰ্ম্মচাৰীয়ে খবৰ কৰি আহিলগৈ জিলালৈ নগলে ডাক্তৰ কবিৰাজ পাবলৈ নাই। তিনিও গৰাকী ব্রতচাৰিণী ভিতৰলৈ গৈ ৰোগীৰ নাভিত জলধাৰা, মূৰত জলধাৰা দি কাপোৰ কানি জাপি দিলে। মাজে মাজে জলধাৰা বন্ধ কৰি লগত থকা তালপাতৰ বিচনীৰে বিচি বিচি মুখত একো একো টুপি পানী দি গাৰ তাপ বহুতো কমালে। দুপৰ ৰাতিলৈ ৰোগীৰ মুখৰ মাত ওলাল, "কোন তোমালোক? কিবা বোৰ হে দেখিছোঁ দেখোন।" কেতেকীয়ে ক'লে, "আমি জাহাজৰ পৰা নামি অহা যাত্রী।" ৰোগী আচৰিত হ'ল, "যাত্রী! তেনে আমাৰ কোনো এতিয়াও নোলালহি?" কেতেকীয়ে সান্ত্বনা দি ক'লে, "সেইবোৰ চিন্তা কৰিব নেলাগে। পুৱালৈ হয়তো জ্বৰ এৰাব। খন্তেক নিটাল মাৰি থাকক, মই বিচি থাকোঁ, টোপনি আহিলেই ভাল পাব।" ৰোগীয়ে কাতি সলাই এটা হুমুনিয়া কাঢ়ি বিৰক্তি সূচক কণ্ঠেৰে ক'লে, "ইহঁতৰ—ইহঁতৰ কথা মুঠেও বিশ্বাস নাই।" বিমলা দেৱীয়ে কাষ চাপি মূৰত হাত বুলাই ক'লে, "আৰু নকব, আৰু নকব,— শুই থাকক।" "বাৰু, শোওঁ" বুলি ৰোগী নিটাল মাৰিলে. অলপৰ পাচতে ভাল টোপনি আহিল। এই অৱসৰতে বেৰত ভেজা দি ব্রতচাৰিণী তিনিও গৰাকীয়ে চকু মুদি খন্তেক বিশ্রাম কৰি ললে। খিৰিক্ কৰিলেই কেতেকী উঠি ৰোগীক চাই দুবিচ্ মান মাৰি যায়হি। ই দুগৰাকী কেতেকীতকৈ বয়সস্থা গুণে সেই ৰাতিৰ কামবিলাকৰ প্রায় সকলোখিনিকে সিবিলাকক কৰিবলৈ নিদি তেওঁ নিজেই কৰিছিল। জ্বৰ ঘামি ঘামি চেচাঁ পৰিল। বিমলা দেৱীয়ে কৰ্ম্মচাৰীক আৰু দাৰোৱানক ষ্টেচনত অলপ বিশ্রাম কৰিবলৈ পঠোৱাত সিবিলাকে বেচি পৰ কাতি হবলৈ নৌপাওঁতেই ষ্টেচৰ কুকুৰাই প্রথম ডাক দিলেই। পূবেদি ভোটা তৰাই নতুন দিনৰ বাতৰি লৈ আহিল। অদূৰত নাৱৰ পৰা প্রভাতী শ্যাম ৰাগৰ "উঠ ৰে বাপু গোপাল" গীতটি কোনোবা নাৱৰীয়াৰ সুললিত কণ্ঠত ৰূপ পাই দিশ বিদিশ জিনি গ'ল। কাশীধামৰ প্রভাতী সুৰ শুনি অভ্যস্ত হোৱা ব্রতচাৰিনীসকলৰ কাণে

নিজানে পাই সেই সুৰটিৰ ৰূপান্তৰ প্ৰাণ ভৰি পান কৰিবলৈ ধৰিলে। আবেগত বিমলা দেৱীয়ে কৈ উঠিলে, "প্ৰাণৰ গোপাল, জাগাঁ জাগাঁ; জগত জাগি উঠক!— কি সুন্দৰ! কি মধুৰ!" এখুজি দুখুজিকৈ তিনিও গৰাকীয়ে বহাৰ দুৱাৰ জপাই বাহিৰলৈ ওলাই আহি লুইতৰ বুকুৱে দি বলি অহা উষাৰ প্ৰাণ সঞ্চাৰিণী হাঁহিটিত স্নান কৰি সন্ধ্যা বন্দনা আদি সমাপন কৰিলে; দাৰোৱানৰ হতুৱাই বিচৰাই অনাই ৰোগীৰ পথ্য প্ৰস্তুত কৰি যথানিয়মে ৰোগীৰ সেৱন কৰোৱাই নিজেও আহাৰ একোটি লৈ বেলি উঠাৰ লগে লগে দিনৰ কামলৈ প্ৰস্তুত হ'ল। কৰ্ম্মচাৰী ক নগৰৰ অভিমুখে পঠিয়াই ব্ৰতচাৰিণী তিনিও গৰাকী ৰোগীৰ ওচৰলৈ আহিল, আৰু বিমলা দেৱীয়ে কেতেকীৰ মুখে ৰোগীক সোধোৱালে, "আপুনি পাচে আজি ইয়াত অকলৈ কেনেকৈ থাকিব?" ৰোগীয়ে ক'লে, "অকলে থাকিব নোৱাৰোঁ। চুচৰি বাগৰিও জিলালৈ যাবই লাগিব।" কেতেকীয়ে ক'লে, "খোজ কাঢ়ি যাব নোৱাৰিব। জিলালৈ উভতি যাবলৈ ওলোৱা গাৰী দুখন জাহাজ ঘাটতে আছে, তাৰে এখন মতাই দিওঁ, তাতে যাওক গৈ তেনে।" ইয়াকে কৈয়েই গাৰী এখন মতাবলৈ দাৰোৱানক পঠিয়াই দিলে।

দিনৰ পোহৰত ভালকৈ দেখি ৰোগীয়ে কেতেকীক চিনি পাবলৈ বাকী নেথাকিল, লাজত তললৈ মুৰ কৰি সুধিলে, "মোক জানো চিনি পোৱা নাই?—মই হৰমোহন!" ৰাতি মুৰত পানী ঢালোঁতে আৰু পুৱা পথ্য দিওঁতে মুখৰ সাদৃশ্য দেখি যাৰ কথা ছয়াময়াকৈ মনত পৰি জিকাৰি উঠিছিল, —সেয়ে যে এই ; — নামে তাক পৰিস্কাৰ কৰি দিলে, শ্বাস ৰোধ কৰি দিয়া কি এক অতীতৰ নিঠুৰ স্মৃতিয়ে কেতেকীৰ অন্তৰ খনি কঁপাই তুলিলে; নিজৰ ওপৰত শাসন যেন এই যায় যায়! চকুৱে ৰঙা কলা দেখি খন্তেক নিটাল মাৰিলে । ঘূৰি মুহূৰ্ত্তত অন্তৰৰ মহাশক্তি উষাৰ দৰে জাগি উঠিল, গুৰু গম্ভীৰ স্বৰেৰে কেতেকীয়ে কবলৈ ধৰিলে, "আপুনি কোন তাক জনাৰ আমাৰ বিশেষ প্ৰয়োজন নাই। আপুনি যে এজন ৰোগী এয়ে আপোনাৰ যথেষ্ট পৰিচয় ; আৰু আমি যে ৰোগীৰ শুশ্ৰুষাকাৰিণী আমাৰ সম্বন্ধে আপুনি সিমানকে জানি থলেই হব। আমাৰ এই কণ শুশ্ৰূষাতে যে ভগৱতীয়ে আপোনাক দয়া কৰিলে সেয়ে আমাৰ আনন্দ।" এই বুলি তিনিও পদুলিলৈ ওলাই লুইতৰ সোণ জিলিকা বুকুৰ তিৰ্‌বিৰণি চাই প্ৰাণ জুৰাবলৈ লাগিল। ব্ৰতচাৰিণী সকলৰ এনে সৰল কথা সৰল ভাবেৰে গ্ৰহণ কৰিব পৰা শক্তি হৰমোহনৰ নাই বুলিলেও বঢ়াই কোৱা নহয় । সেইযা যে তাক ঠেকত পেলাই নিজমতে বাট বোলা কেতেকী এতিয়া দেখোন ফকিৰণী হ'ল,— ইয়াতকৈ আৰু বেচি সি ভাবি উঠিব নোৱাৰিলে,— ওলগ লোৰাটোতো দূৰৰ কথাই!

এনেতে দাৰোৱানে গাৰী এখন আনি পঁজাৰ আগ পোৱালেহি। গাৰোৱানে ৰিঙিয়াই সুধিলে জিলাৰ কাৰ ঘৰলৈ যাব লাগিব। ৰুগ্ন কণ্ঠেৰে হৰমোহনে ভিতৰৰ পৰা উত্তৰ কৰিলে, "ন আলিৰ লোকাই মহৰী বাবুৰ ঘৰলৈ ।" গাৰোৱানে খৰচি মাৰি আকৌ সুধিলে, "উকীলৰ মহৰী?" হৰমোহনে ক'লে, "এৰা।" গাৰোৱানে ক'লে, "গাৰীৰ কেৰেয়া আগতে লাগিব নহলে নিনিও।" হৰমোহনে মোলায়েম সুৰেৰে ক'লে, "কেৰেয়া আগতে দিবলৈ গাৰীতে দেখোন লগে লগেই যাম। সদায় আহি গৈ থকা মানুহ. মোক নো চিনি নেপাৱনে?" এই বুলি মুখ খনো দুৱাৰৰ ফাকে দি উলিয়াই দেখুৱাই ক'লে, "বল, বল, পইচা তাত নেপাব যদি নমাই নিদিবি। কি কথা আছে।" গাৰোৱানে ক'লে, "হাঁ, ঠিক ঠিক। পইচা নিদিয়াকৈ গাৰীতে উঠিয়েই থাকিবা । বাঃ! মই হেই সব কথা নেজানো। হাতত পইচা নাই তো গাৰীত নুঠিবা। চাফা কথা। বচ্।" গাৰোৱানে গাৰী ঘূৰাবলৈকে কাৰবাৰ কৰা দেখি কেতেকীয়ে সুধিলেই, "কেৰেয়া তোমাক লাগিব কিমান?" গাৰোৱানে বিনয়েৰে ক'লে, "ডেড় টকা।" কেতেকীয়ে ৰূপ ডেড় টকা বিমলা দেৱীৰ পৰা আনি দাৰোৱানৰ হাতে দি গাৰোৱানক দিয়ালে । টকা পাই গাৰোৱানে গাৰীৰ ভিতৰৰ খেৰৰ মুঠাত থৈলা এখন পাৰি দিলে। তাতে চাউল পাতৰ টোপোলা এটাৰে কানি কাপোৰ কেডোখৰ লৈ হৰমোহন উঠিলেহি। জিলাৰ মুখে

গাৰী এৰি দিলে। হৰমোহনক কেতেকীৰ ব্যৱহাৰে অবাক কৰিলে। মাত একেষাৰি দি যাবলৈকে মুখত নাইকিয়া হ'ল। গাৰীখনলৈ চাই বিমলা দেৱীয়ে ক'লে, "—এই সেৱাৰ মাজেদিয়েই আমাৰ কাৰ্য্যক্ৰমৰ পথ,— 'শিবাঃনো সন্তু পন্থানঃ। গাৰীখন দৃষ্টি গোচৰত থাকোঁতেই আমাৰো যাত্ৰা কৰাই ভাল; কিয়নো অনৰ্থক জিলাৰ পথ সুখি বাটত বেগ পাব নেলাগিব।"

এই বুলি আগতে বন্দবস্ত কৰি থোৱা ভাৰীটিৰ কানত টালি টোপোলা খিনি দি সাঁফৰ দিয়া পিতলৰ বাল্‌টি এটাত লুইতৰ পানী লৈ দাৰোৱান অনতিবিলম্বে যাত্ৰাৰ নিমিত্তে প্ৰস্তুত হ'ল। আধ্যাত্মিক আধিদৈবিক, আৰু আধিভৌতিক এই তিনিও শূলৰ পৰা ত্ৰাণ পোৱা কবচ স্বৰূপ ত্ৰিশূল একোডালি বাওঁ হাতত, সোঁহাতত ওলোমাই লোৱা চিকচিকীয়াকৈ সুগঢ়ি তামৰ সৰু সৰু কমণ্ডলু একোটি, কণ্ঠত সৰু পদ্মবীজৰ দীঘলকৈ মালা একোধাৰি পৰিধানত নিকা গৈৰিক বসন, কপালত গঙ্গা মৃত্তিকাৰ হৰিদ্ৰাভ তিলক, আলুলায়িত কেশকলাপেৰে কি সেই মূৰ্ত্তিমতী মাতৃৰ সোণৰ তিনি খনি চলন্তা প্ৰতিমা। ধীৰ মন্থৰ মৰালৰ গতিৰে ৰাজপথ জিলিকাই নিজ নিজ ইষ্টদেৱতাৰ নাম স্মৰণ কৰি জিলালৈ খোজ চলালে। কাৰো মুখত কথা নাই, তিনিও গৰাকীৰ মুখে দি শুনা নুশুনাকৈ সমস্বৰৰ সমলয়েৰে স্তৱ এটি ফুটি ফুটি এক যেন বীণাৰ গুঞ্জণৰ দৰে ধ্বনি তুলিছে, চাওঁতাৰ অকল চকুকেই নহয় কাণ দুখনিকো মুগ্ধ কৰি গ'ল । অন্তৰলৈকে শীতল লুইতৰ বা বলি পাচে পাচে লৰি গৈছে, কলা চোৰৰৰ দৰে চুলি কেউতাৰি আলফুলকৈ টৌ খেলাই খেলাই আগলৈ বৈ বৈ উঠাই নিছে। বাটৰ বাটৰুৱাই চকুৰে নমনে মানলৈ চকু নভঙ্গাকৈ চায়েই আছে। গাঁৱৰ লৰা ছোৱালীয়ে পৰা খিনিলৈকে জাকে জাকে লগত লাগিয়েই গৈছে। ওপৰে শব্দগুণ আকাশৰ মাজে দি নীৰৱে যেন দেশৰ আকুল আহ্বান এটি অন্তৰৰ গভীৰ আনন্দৰ ৰণন এটি, আই নামৰ সুৰদি সুৰেৰে জিকাৰি উঠিল,— কানে কানে বাজি গ'ল ঃ—

"উজায়ে আহিলে আহিবে তিনি ভনী,
বালিতে পেলালে পোষা ;
শিশুৰে বিকলে দেখিব নোৱাৰি
আয়ে লগালে ঘোষা।
লুইতৰে বালি তিয়াব নোৱাৰি
বৰুণে নিতিয়ায় মানে,
মনিচৰ পোৱালি তুলিব নোৱাৰি
আয়ে নোতোলে মানে।"

ই কপোল কল্পনা নহয়। যেয়ে দেখিছিল যেয়ে শুনিছিল সেয়ে প্ৰাণৰো প্ৰাণত অনুভৱ কৰিছিল দেশমাতৃকাৰ প্ৰাণ জুৰাই যোৱা এই নিফুট সঙ্গীত। আজিও ভাবিলে হিয়া শাঁত পৰি যায়।

সেই দিনা কিবা এক পৰ্ব্বৰ উপলক্ষে স্কুল কেছাৰী বন্ধ আছিল। জিলাৰ বৰচাহাব মফস্বললৈ যাবলৈ ওলাই পুৱাই চিৰস্তাদাৰক মতাই পঠালে। কৰ্ম্মচাৰীজনে ঘৰ বিচাৰি উলিয়াই তেখেতক ঘৰত নেপাই চাহাবৰ বঙ্গলাৰ ফাললৈকে আগবাঢ়ি আহিল। ইতিমধ্যে সেই দিনালৈ আজৰি পাই চিৰস্তাদাৰ ঘৰলৈ ঘূৰিছে। বাটতে কৰ্ম্মচাৰীয়ে লগ পাই সাজে গঢ়ে চিৰস্তাদাৰৰ শ্ৰেণীৰে লোক যেন ভাবি নমস্কাৰ এটি জনাই আগবাঢ়ি চিঠি খনি দি ক'লে, "মহাশয়, এই খনি আপোনাৰ চিঠি হয়নে?" চিৰস্তাদাৰে বিযোগটো চাই ক'লে, "হয়, কত পালে ?" কৰ্ম্মচাৰীয়ে ক'লে, "তাৰামণি আশ্ৰমৰ তিনি গৰাকী দেৱীয়ে এই জাহাজ ঘাটৰ পৰা দি পঠাইছে। মই সিবিলাকৰেই কৰ্ম্মচাৰী।" ফুকনে ততাতৈয়াকৈ কুতূহলত চিঠি খনি শিৰত লগাই খুলি পঢ়ি প্ৰাণ ভৰা হাঁহিৰে কৈ উঠিলে, "পৰম ভাগ্য। পাচে আগতে মোলৈ তাঁৰ নকৰিলে কেলৈ?" কৰ্ম্মচাৰীয়ে অলপ আশয় পাই হাঁহি এটিৰে উত্তৰ দিলে, "সিবিলাকে তাঁৰ দি কোনো বিশেষ আয়োজনৰ প্ৰত্যাশা নেৰাখে। যলৈ যায়, অতিথিৰ দৰে যায়, অতিথিৰ দৰেই থাকে।" ফুকনে আকৌ এবাৰ চিঠি খনি পঢ়ি চাই ক'লে, "বাৰু আহক। এতিয়াও শক্তিৰে যতদূৰ পাৰোঁ কৰোঁগে।" এই বুলি কৰ্ম্মচাৰীক লগত লৈ বাটে বাটে সিবিলাকৰ আহাৰ আৰু বাসস্থানৰ সুবিধা আদিৰ বিষয়ে প্ৰশ্ন কৰি জানিব লগীয়া প্ৰায় সকলো

খিনিকে জানি লৈ বাহিৰে বাহিৰে আলোকৰ ঘৰ পাই তেওঁক পদূলিলৈকে মাতি ক'লে, "শুনা, এই খন চিঠি চোৱাঁ। মোৰ কথা কবৰ সময় নাই। এখেত কৰ্ম্মচাৰীয়ে কৈছে সিবিলাক হয়তো আৰু দুঘন্টা মানৰ মূৰতে পাবহি। এতিয়া যান বাহনৰ প্ৰশ্ন তুলিবই নোৱাৰি। সন্ন্যাসিনী মানুহ, যত দূৰ পাৰে যান বাহন বৰ্জ্জন কৰিয়েই চলে বোলে। তোমাৰ ইয়াত ইমান খিনি মানুহেৰে কাকো থবলৈ সুবিধা নহব। মোৰ তাতেই সকলোটি থকাৰ বন্দবস্ত কৰিব লাগিব। তালৈকে ঠাই অজৰাই মাচি কাচি ঠিক কৰাবলৈ মই যাওঁ। তুমি বেগাই ওলাই আহাঁ। ঘাটৰ আলিয়ে গৈ আগবঢ়াই আনাগৈ। বাটত যাওঁতে তোমাৰ বন্ধু গুবিন্দ আৰু গোপীক লগ ধৰি মই বৰ দৰকাৰত মাতিছোঁ বুলি কৈ তৎক্ষণাত পঠিয়াই যাবা,—বজাৰ সমাৰ কৰাব লাগে। ইয়াকে কৈ ফুকনে কৰ্ম্মচাৰীক লৈ নিজ ঘৰলৈ আহি কম সময়ৰ ভিতৰতে সিবিলাকৰ সকলো যোগাৰ সুচাৰুৰূপেৰে কৰি পেলালে। অলপৰ পাচতে লৰা ছোৱালীহাল লগত লৈ জোনালী আহি ওলাল। সিহঁতক মামাকৰ ছোৱালী দুজনীৰ লগত ধেমালি কৰিবলৈ দি নিজে মামীয়েকৰ সৈতে ঠাইকুৰ মচাত আৰু কাঁহী বাটি মজাত লাগি গ'ল। সিবিলাকৰ উলহ মালহ চায় কোনে? আলোকৰ মুখে কেতেকী অহাৰ বাতৰি পাই সৰুছোৱালীয়ে কাষত লৰাটো লৈ উৰি অহাদি আহি যি যেৰা বাকী আছিল তাকো পূৰাই দিলেহি। ভিতৰত হাঁহিৰ ৰোল শুনি ফুকনে মাতিলে, "সৰুছোৱালী।"

—"দেউতা!"

—"পায়হি হে লাগে। বাইদেৱেৰৰ লগত আৰু দুগৰাকী আহিছে।

—"শুনিছোঁ।"

—"শুনিলেই নহয়। লৰাটো থৈ বেগাই কামত লাগ। হাত চাত ধুই যিমান পাৰ ফুল তুলি আন, আৰু চিকোনকৈ মালা কেবা ধাৰিও গাঁথহি।"

"ভাল" বুলি লৰাটো লৰাৰ লগলে দি সৰু-ছোৱালী পখিলাৰ দৰে ফুলনিত উৰি পৰিল গৈ।

ইফালে কৰ্ম্মচাৰীয়ে আহাৰৰ নামত টানি ধৰাতো কেবল মিছিৰী পানী এটুপি খাই বাহিৰৰ চকী খনত বহি ফুকনৰ যোগাৰ বিলাকলৈ তাতোকে তেওঁৰ ভক্তিৰে কৰা শক্তিলৈ চাই তবধ মানিছে। হঠাৎ ঘৰিটিলৈ চকু দি ক'লে, "এঘাৰ বাজিলে, পাবহি লাগিছিল । মই অলপ আগবাঢ়ি যাওঁচোন," বুলি ফুকনক মাত দি ওলাই গল।

অলপৰ পাচতে গুমাই আহি আলোকে ফুকনক খবৰ দিলেহি— আহিছে। ফুকনে খবৰটি পায়েই ধূপ দীপ ফুলৰ মালাৰে সজাই থোৱা শৰাইৰে ফুকননী, জোনালী, সৰুছোৱালী আৰু সৰু সৰু লৰা ছোৱালী কেউটিৰে গলবস্ত্ৰ হৈ পদূলি মূৰৰ যোৰ কলপুলিৰ মাজত পাৰি থোৱা তিনি খনি চাম কাঠৰ তামুলী পীৰাৰ কাষত বৈ ধূনাৰ ধোঁৱাৰে গোটেই খন ধূৰঁলি কৰি তুলিলে। এগৰাকী দুগৰাকীকৈ ওচৰৰ বাঙ্গালী অসমীয়া কেবা গৰাকীও সধবা মহিলা জীয়ৰী বোৱাৰীৰে আহি ভিৰ দি ধৰিলে,— সিবিলাকৰ কপালত সেন্দূৰৰ তিলক, হাতে হাতে শঙ্খ আৰু সোণৰ বালা, কাৰো কাৰো মূৰত বিচিত্ৰ শেলেৰে শাৰী, কাৰো কাৰো জিলিকা পাৰিৰে ৰিহাৰ ওৰণি,— সংসাৰ- পালন-পৰা মাতৃজাতিৰ এই বিশিষ্ট বিভাগটি নিজৰ তেজেৰে পূজাৰিণী বেশে মুখে মুখে মধু হাঁহি একোটিৰে কি যে জিলিকি পৰিছিল!— সকলোৰে স্থিৰ দৃষ্টি অদূৰৰ আলিৰ মাজেদি অহা সেই সৰুকৈ জুমৰ মাজৰ তামবৰণীয়া জিল্‌মিলনিলৈ যেন কোন অজান্তিৰ পাহ মেলি ফুলি পৰা পদুম এপাহিৰ মাজৰ পাপৰীৰে চলন্তা চকাটি হে! চাওঁতে চাওঁতে সকলোৰে চকুত জিলিকি পৰিল— গৈৰিক বসনেৰে তিনি গৰাকী সন্ন্যাসিনী, হাতে হাতে ত্ৰিশূল কমণ্ডলু,— সোণ জিলিকা দি জিলিকি আহিছে! পাচে পাচে কগা পোছাকেৰে আলোক, কৰ্ম্মচাৰী, গুবিন্দ, গোপী প্ৰমুখ্যে নগৰৰ সম্ভ্ৰান্ত আৰু সাধাৰণ লৰা, ডেকা, বুৰাৰে এটি বুজন জুম— অপৰূপ দৃশ্য দেখি যি এতিয়াও চকু ফিৰাই নিব পৰা নাই। ওচৰ পালত সিবিলাকৰ মুখৰ সুমধুৰ স্তবৰ সেই বীণাৰ গুঞ্জন স্পষ্টকৈ শুনা গ'ল, পথশ্ৰমে তাক ক্লান্ত নকৰি আৰু গম্ভীৰ কৰি তুলিছে। সকলোৰে হৃদয় পুলকত নাচি গ'ল।

ফুকনৰ পদূলি পালতেই কেউপিনে দবা শঙ্খ বাজি উঠিল। জোকাৰে জোকাৰে উৰুলিৰ মাঙ্গল্যধ্বনিৰ মাজত সন্ন্যাসিনী কেগৰীকীয়ে— 'শান্তিঃ শান্তিঃ শান্তিঃ বুলি স্তৱৰ আধ্যা পেলাই এক উজ্জ্বল লোকৰ পৰা বলাই লৈ অহা মধুৰ হাঁহিৰে সকলোৰে চকুলৈ চাই আপ্যায়িত কৰিলে। কি সেই অপুৰ্ব্ব মিলন, স্বৰ্গ যেন পৃথিবীলৈ নামি আহিল! সকলো শিৰ ভক্তিৰ ভৰত দোঁ খাই গ'ল। কেতেকীৰ মুখৰ এক নতুন জ্যোতি দেখি ফুকনকে আদি কৰি ঘৰৰ সকলোটিৰে চকু যেন ভৰি পৰিল। নীৰৱে আনন্দৰ একো একো ধাৰি অশ্ৰু বৈ গ'ল। আলোকৰ ইঙ্গিতত ইতিমধ্যে কেতেকীয়ে প্ৰথমে বিমলা দেবীক পাচত বিৰজা দেবীক তামুলী পীৰা একোখনত তুলি বাকী খনত নিজে উঠিলে। আনি থোৱা পানীৰে ফুকননীয়ে সভক্তিৰে কেউজনৰে ভৰি ধুৱাই গ'ল, জোনালীয়ে একোখনি গামোচাৰে প্ৰত্যেকৰ ভৰি মচি দিয়াৰ পাচত সকলোটিয়েই গলবস্ত্ৰ হৈ প্ৰণাম জনাবলৈ আঠু ললে, ফুকনে ফুল চন্দনৰ অঞ্জলি তিনিওৰো ভৰিত দিয়াৰ পাচত ধুপদীপ ঘূৰাই প্ৰণাম কৰি জোনালী আৰু ফুকননীলৈ ঠাই এৰি দিলে। সিবিলাকেও যথানিয়মে অঞ্জলি দি প্ৰণাম কৰাৰ পাচত ফুকনৰ ছোৱালী দুটি আৰু আলোকৰটিয়ে প্ৰত্যেককে একোটিকৈ সেৱা জনাই শৰাইৰ পৰা শ্বেত পুষ্পৰ মালা একোধাৰি লৈ তিনিওকো পিন্ধাই দিলে। সৰুছোৱালীয়ে তাহানিৰ দৰে বকুল ফুল এআঁজলি কেতেকী বাইদেৱেকৰ ভৰিত দিবলৈ বুলি সুকীয়াকৈ লৈ আহিছিল, এই হেন দৃশ্য দেখি বেচাৰীয়ে আৰু নোৱাৰিলে, তিনিওৰো ভৰিত সমানে দি সেৱা একোটি জনাই উঠি নিজৰ চকু দুটি ৰিহাৰ আগেৰে মচিবলৈ লাগিল। তেনেতে তাত থকা সকলো মহিলাই উৰুলিৰ জোকাৰ দি প্ৰণাম জনালে। সিবিলাকেও অতি গম্ভীৰ সুৰেৰে শুৱলাকৈ সংস্কৃতৰ শ্লোক এটি এটি গাই সকলোটিকে আশীৰ্ব্বাদ কৰিলে। ইয়াৰ অন্তত কেতেকী নিজে নামি আহি বিমলা দেবীক আগত লৈ বিৰজা দেবীৰ সৈতে ফুকনৰ ঘৰলৈ ধীৰ গতিৰে খোজ ললে, পাচে পাচে চোঁৱৰেৰে বিচি বিচি ফুকনো আহিল, আৰু অনুগমন কৰিলে মহিলা আৰু ফুকনৰ আত্মীয় সকলে। নিৰ্দ্দিষ্ট স্থানৰ নিৰ্দ্দিষ্ট আসনত বহুৱাই দিলত সিবিলাকে দুই এটি কুশল প্ৰশ্ন কৰাৰ পাচত আৰু সৰহ কথা নকৈ বিমলা দেবীয়ে সুৱদি ভাষাৰে সকলোৰে মুখলৈ চাই চাই ক'লে, "কথা কবলৈকে আপোনাসকলৰ মাজলৈ আহিছোঁ। আমনি নেপাই মানে কৈয়েই থাকিম। আজি চাগে এই দুপৰলৈকে আপোনাসকলৰ গৃহবৰ্ত্তী সকলে আহাৰৰ অপেক্ষাত এই হাতখিনিলৈ চাই আছে। অৱসৰ পালেই যেন আহি যায়," এই বুলি সকলোৰে উদ্দেশ্যে কৰযোৰে নমস্কাৰ এটি জনালে । 'ভাল ভাল বুলি মহিলা সকলেও একোটিকৈ প্ৰণাম কৰি দিহাদিহি প্ৰসন্ন চিত্তেৰে আঁতৰি পৰিল। বিমলা দেবীৰ অনুজ্ঞা লৈ কেতেকী ৰান্ধনি ঘৰত লাগিলগৈ। সৰুছোৱালীৰ লৰাটোৰে তাত থাকিল মুঠতে পাচোঁটি লৰা ছোৱালী। কেউটিকে কাষলৈ মাতি নি মুৰে গালে চুমা খাই বিমলা আৰু বিৰজা দেবীয়ে নিজৰ ডিঙ্গিৰ মালাবোৰ পিন্ধাই দি ধেমালি কৰিবলৈ লাগিল। ফুকনে বেৰৰ দাঁতিত থিয় হৈ সিবিলাকলৈকে ঢুলঢুলীয়া চকুৰে চাই থাকিল। লৰা লৰাই। এই একেৰা আশয় পায়েই বিৰজা দেবীৰ কমণ্ডলুটি ছুই চোৱাৰ অধিকাৰ লৈ লাগিল সিহঁতৰ ভিতৰত ফেৰিয়াফেৰি। মতা লৰা দুটা যে বৰমতা তাক সিহঁতে গাৰ বলেৰে বুজাই দিবলৈ ওলাল। ফলত ছোৱালী তিনিওটি বয়সত ডাঙ্গৰ যদিও বলেৰে নোৱাৰি ভীষণ ৰোহেৰে সিহঁত একলীয়া হৈ ইহতঁলৈ ঘোপাকৈ চাই মুখ ওফোন্দাই পেলালে। সিহঁতৰ মুখৰ ঘৰ জিনা হাঁহি কত, কত সেই ঘোপ মৰা চকুৰ আন্ধাৰ দৃষ্টি! বিৰজা দেবীয়ে অৱস্থা বুজি কৈ উঠিলে, "হাঁয় ৰে সংসাৰ !" ইফালে বিমলা দেবীয়ে কমণ্ডলুটি সিহঁতৰ হাতৰ পৰা নি পঞ্চৰ শিঙ্গত আৰি থলেগৈ। বিৰজা দেবীয়ে মুখ খন শাৰীৰ আঁচলেৰে ঢাকি ক'লে, "মোৰ মুখত যি হে ডাঙ্গৰ হাঁহি এটা আছে, কোনে চায় ? কোনে চায় ?" আমি চাম, আমি চাম ।" বিৰজাই ক'লে, "সিহঁতৰ ডিঙ্গিত ধৰাধৰিকৈ নাহিলে নেদেখা।" আৰু কথা নাই, লৰা ছোৱালী কেউটিয়ে ডিঙ্গিত ধৰাধৰিকৈ মুখত মিচিকীয়া হাঁহিৰে

ডাঙৰ হাঁহিটো চাবলৈ বিৰাজ দেৱীক উবুৰি খাই ধৰিলেহি। সুযোগ বুজি বিৰজা দেৱীয়ে পোনতে দেখ্ নেদেখাকে আঁচলৰ ফাকে দি নিজৰ ৰঙা পদুমীয়া ওঠ দুখনিৰ মাজে ডালিমৰ গুটিৰ দৰে চিক্‌চিকীয়া দাঁত দুয়ো পাৰি উলিয়াই পাচত খপ্ কৰে কাপোৰ খনি অঁতৰাই খেল্ খেল্‌কৈ হাঁহি দিলে। হাঁহি দেখি লৰা ছোৱালী কেউটাই হাঁহিৰ খলকনি তুলি ইটিৰ মুখলৈ সিটিয়ে চাই আপোন পাহৰি গ'ল। ফুকনক আৰু সবান্ধবে আলোকক সেই হাঁহিয়ে ইন্দ্ৰাই চকু সেমেকাই দিলে। বিমলা দেৱীয়ে নিজৰ টোপোলাৰ পৰা মিছিৰী একো কণ আনি সিহঁতৰ মুখে মুখে দি সুধিলে, "হাঁহিটো মিঠানে?" এটাই কেউটাই সুৰ দুপিয়াই ক'লে" মিঠা, মিঠা, খুব মিঠা।" দেৱীয়ে ক'লে, "বেচ, তেনে, দিদিৰ লগত ফুলৰ হাঁহি চাই আহাঁগৈ, সি যে আৰু মিঠা।" বিৰজাই লৰা ছোৱালী কেউটাকে ফুলনিলৈ লৈ ওলাই গ'ল। সিবিলাকৰ কাৰ্য্যকলাপ দেখি মুগ্ধ হৈ থকা ফুকনৰ সৈতে ইতিমধ্যে বিমলা দেৱীয়ে দুই এটি কথাৰে আলাপ কৰিবলৈ লাগিল, "আপুনি বিনতা দিদিৰ মামা যেতিয়া আমিও আপোনাক মামাকেই বুলিম।" ফুকনে বিনম্ৰ সুৰেৰে ক'লে, "সি যে মোৰ পৰম সৌভাগ্য।" বিমলা দেৱীয়ে ক'লে, "মামা, আপোনাৰ ঘৰখনি মামাবাৰী যেন লাগিছে, বেচ। আপোনাৰ দেশ খনিও যে কি মনোৰম। গছ-লতা বিলাকৰ কি সুন্দৰ শ্ৰী। তাৰ মাজে মাজে নিপোটল কৃষাণ কন্যা সকলৰ কি সেই আশ্ৰমৰ হৰিণীৰ দৰে নয়ন। চাই চাই হেপাহ নপলায়। সবাটোকৈ চকুৰেদি অন্তৰত লাগি যায় সেই মহাবাহু ব্ৰহ্মপুত্ৰৰ মহান দৃশ্য। ব্ৰহ্মপুত্ৰ যি ব্ৰহ্মপুত্ৰই। সচাঁকৈ মামা, আপোনাসকল বৰ ভাগ্যবান।" এনেতে কেতেকী আহি বিমলাৰ কাণে কাণে আহাৰ প্ৰস্তুত হোৱাৰ কথা ক'লে। লৰা ছোৱালী কেউটাৰে বিৰজাক মতাই আনি বিমলা দেৱীয়ে কেতেকীৰ লগত ভিতৰলৈ গৈ আহাৰ উছৰ্গা কৰি বান্ধনি ঘৰত পাঁচখন পাত পাৰি তাতে পাচোটিকে খুৱাবলৈ লাগিল। কেতেকীয়ে ভিতৰৰ পৰা আনি দি আছে, বিমলা আৰু বিৰজা দেৱীয়ে ইটি সিটিকৈ খাবলৈ কৈ আছে। সিহঁতৰ আজি কি সুখ তাক বেচাৰীহঁতে ফুটাব নোৱাৰি এনেই হাঁহিৰ নলগীয়া কথাতে হাঁহি হালি জালি পৰিছে। খুৱাই ধুৱাই সিহঁতক বাহিৰত উমলিবলৈ মেলি দি বিমলাই কেতেকীক কিবা দিহা দিবলৈ ভিতৰলৈ গ'ল। ফুকনে নিজৰ ঘৰতে আজি কৃপা ভিখাৰীৰ বেশে নগ্ন পদে গলবস্ত্ৰ হৈ সিবিলাকৰ নিৰ্দ্দেশ অপেক্ষা কৰিছে। অশ্ৰুসিক্ত নয়ন ঘুৰিত যে কি আনন্দ বিবিঙ্গি পৰিছে। ফুকনৰ এই ৰাপাটি দেখি প্ৰাণ শীতল পৰি যায়। কেতেকীয়ে আকৌ এটা কোঠালৈ মামাকক, দাদাকক, গুবিন্দ গোপীৰে সৈতে কৰ্ম্মচাৰীক মাতি নিলেহি। বাটত ফুকনে সুধিলে, "সিবিলাকে নেখালে আমাৰ খোৱাটো উচিত হব জানো?" কেতেকীয়ে মিচিক কৰে হাঁহি ক'লে, সিবিলাকে খাবলৈ হলে আপোনালাকে আৰু খাবলৈ নেথাকে বুলি মামীহঁতক বুজাই আহিলোঁ, এতিয়া আপোনাক বুজাওঁ কেনেকৈ? আহক, আহক, আপোনাসকলক নুখুৱাই সিবিলাকে কেতিয়াও নেখায়", এই বুলি লৈ গৈ পাতৰ আগত বহুৱাই দিলে। তাৰে দাঁতিৰ কোঠা এটাত দাৰোৱানক আৰু আওলাত পিয়ন দুটিৰে লগুৱাটিক মাতি নি পাত দি গলহি। বিমলা আৰু বিৰজা দেৱীয়ে নিজ হাতেৰে বিবিধ ব্যঞ্জনেৰে অন্ন আৰু পায়স্ বিলাবলৈ লাগি গ'ল, যেন সশৰীৰেৰে অন্নপূৰ্ণা আহিহে সিবিলাকৰ মাজত অন্ন বিলাইছেহি। পৰম তৃপ্তিৰে আহাৰ সমাপন কৰি কেউজনে বাহিৰত বিশ্ৰাম কৰাৰ লগে লগে কৰ্ম্মচাৰী আৰু দাৰোৱানৰ লগত নানা বিষয়ৰ আলাপ কৰিবলৈ লাগিল। ঘৰৰ কেজনে ঘৰৰ কামত ধৰিলে। ইতিমধ্যে মচা কচা ঠাইত ভিতৰৰ ছয়ো জনালে ঠাই কৰি বাঢ়ি কুঢ়ি দি কেতেকীয়ে সকলোটিকে ভাগে ভাগে বহুৱালেহি। সকলোটিয়েই নিসবদে প্ৰসন্ন চিত্তেৰে সেই অমৃতোপম আহাৰ ভুঞ্জি তৃপ্তি লাভ কৰিলে। নিমাতে খাবলৈ বহি প্ৰথমতে সৰুছোৱালীয়ে অলপ সেমেনা সেমেনি কৰিছিল। তাইনো এতিয়া মাত বোল নকৰাকৈ খায় কেনেকৈ? পাচে আজাৰ সোৱাদত বেচাৰীৰ জলকীয়া এটিলৈকো মনত যি নপৰিলেই নে মিঠা মুখত ওলাব খোজা মাতো হেৰাই পৰিল। খাই উঠি নিজা কাম কাজ কৰি কাপোৰ

কানি কেডুখৰি গড় লগাই থৈ গধূলিৰ আৰতিৰ ঠাই সজাই মেলি বাহিৰৰ আগে বহা ঠাইতে বহি তাৰামণি দেৱীলৈ তিনিও তিনি খনি চিঠি লিখিলেহি। আবেলি এজনা দুজনাকৈ চুবুৰীৰ বোৱাৰী জীয়ৰীৰে বাঙ্গালী অসমীয়াৰ মহিলা সকল আহি ঘৰ ভৰাই পেলালে। সকলোৰে পৰিচয় লৈ কুশল মঙ্গলৰ কথা সুধি তিনিও গৰাকীয়ে নানান কথা আৰম্ভ কৰিলে, আৰু ঠাই বুজি যত যেনে উপদেশ দিব পাৰে তাক সহজে গ্ৰহণ কৰিব পৰাকৈ দি হিয়াই হিয়াই আশাৰ আলোক জগাই পঠালে। তাৰে প্ৰৌঢ়া কেগৰাকীক পাৰিলে সন্ধ্যা আৰতিলৈ আহিবলৈ অনুৰোধ জনাই কৰযোৰে সকলোকে সেই দিনালৈ বিদায় দিলে।

সন্ধ্যাৰ লগে লগে সিবিলাকৰ ইচ্ছা অনুযায়ী ফুকনে মতা তিৰোতাৰ মুখিয়াল চাই অসমীয়া, বাঙ্গালী, আৰু মাৰোৱাৰী সমাজৰ প্ৰায় চল্লিশ পঞ্চাশ জন শ্ৰোতাক প্ৰথমে নিমন্ত্ৰণ দি আনিলে। আৰতিৰ কোঠাটিত তাতকৈ আৰু নধৰে। হাত, ভৰি, মুখ আদি ধুই কপালত হৰিদ্ৰাভ তিলক ধাৰণ কৰি গৈৰিক বসনেৰে হাতত একোটি পিতলৰ সুন্দৰ প্ৰদীপলৈ তিনি গৰাকী দেৱীৰ মূৰ্ত্তি আহি ধীৰে ধীৰে কোঠাত প্ৰবেশ কৰিলে। সকলোটিয়েই আসন পৰিত্যাগ কৰি দণ্ডায়মান হ'ল। সিবিলাকে লয়লাসে প্ৰদীপ কেউটি বেদীত থৈ নিজ ইষ্ট দেৱতাৰ উদ্দেশ্যে প্ৰণাম জনোৱাৰ লগে লগে সকলোটিয়েই সভক্তিৰে প্ৰণাম জনালে। তাৰ পাচত সিবিলাকে মুক্ত কেশেৰে দৰ্শকলৈ পিঠি দি ত্ৰিসন্ধ্যা যেন এক সায়ং সন্ধ্যা হৈ জোকাৰে জোকাৰে উৰুলিৰ মাজত ধূপ দীপেৰে যথাক্ৰমে আৰতি, কেবাটিও সূক্তৰ আবৃত্তি, মাতা মৈত্ৰেয়ীৰ প্ৰাৰ্থনাৰে বৈদিক আৰাধনা আদি কৰাৰ পাচত অন্নপূৰ্ণা আৰু পশুপতিৰ অষ্টক গাই ব্যক্তিগত নীৰৱ ধ্যানেৰে উপাসনাৰ সামৰণি মাৰিলে। কি বৈদিক ভাষাৰ, কি সংস্কৃত ভাষাৰ বিশুদ্ধ উচ্চাৰণ, উদাত্ত, অনুদাত্ত, স্বৰিত স্বৰৰ কি সেই তৰঙ্গায়িত ঝঙ্কাৰ, জাতি লয় সমন্বিতে বিবিধ ছন্দৰেই বা কি সেই সুৰ বিন্যাস,- —সবাতোকৈ, সবাতোকৈ কি সেই শব্দাৰ্থৰ ভাব ব্যঞ্জক অভিব্যক্তি,-কিসেই কামিনীৰ কমনীয়া কণ্ঠৰ কলধ্বনি। —যি সকলে শুনিছিল সেই সকলে এতেপৰ কোন উজ্জ্বল লোকত কাণেৰে অমৃত পান কৰিছিল কব নোৱাৰিলে, তন্ময় হৈ সিবিলাকৰ চৰণৰ উদ্দেশ্যে চায়েই থাকিল । ইয়াৰ পাচত সিবিলাকে দৰ্শকলৈ মুখ কৰি কৰযোৰে নমস্কাৰ জনালে, "নমো ভক্তেভ্যঃ, নমো পৰম ভক্তেভ্যঃ, নমো ভগবতে বাসুদেবায়" প্ৰথমে বিমলা দেৱীয়ে সুবলা শান্তিপুৰীয়া ভাষাৰে, পাচত বিৰজা দেৱীয়ে প্ৰাঞ্জল হিন্দীৰে ধৰ্ম্ম বিষয়ক দুই চাৰিটি কথা কৈ সিবিলাক যে জন সেৱাৰ উদ্দেশ্যেই এই অঞ্চললৈ আহিছে তাকে অতি উপাদেয় কৈ নানা কথাৰে বুজাই দিলে। সিবিলাকৰ অভিপ্ৰায় বুজি বাঙ্গালী উকীল হৰিবাবু, বৰগোলাৰ কিষণ লাল, পাঞ্জাবীৰ হৰ দয়াল ঠিকাদাৰ, আৰু অসমীয়াৰ ধনী ব্যৱসায়ী মহেশ্বৰ বৰুৱাই ফুকনেৰে লগ লাগি মীমাংসা কৰিলে কালিৰ পৰা এই সান্ধ্য উপাসনা জিলাৰ মাজৰ ধৰমশালাৰ আগত হব, যাতে জিলাৰ যি কোনো লোকেই শুনি কৃতাৰ্থ হবলৈ সুবিধা পায়। মতা তিৰোতাই স্বচ্ছন্দে শুনিব পৰাকৈ এখনি ডাঙ্গৰ ৰভা পাতি দিবলৈ হৰদয়াল বাবুৱে গাত ললে, আসন আৰু চাকিচুকাৰ ভাৰ কিষণলাল বাবুৱে ললে, অভ্যৰ্থনা আৰু নিমন্ত্ৰনৰ ভাৰ পৰিল মহেশ্বৰ বৰুৱা আৰু হৰিবাবুৰ ওপৰত, যিমান দিন হয় সিবিলাকৰ আতিথ্য সৎকাৰৰ ভাৰ গগন ফুকনেই উপযাচি ললে। ইয়াৰ বাহিৰেও আৰু যি কোনো সহায় কৰিব লাগে, তাকো কৰিব এই কেউগৰাকীয়ে মিলিজুলি। মীসাংসাৰ শেষ হলত হৰিবাবুৱে কৰযোৰে সিবিলাকক পাচ দিনাৰ নিমন্ত্ৰণ জনালে আৰু সকলোৰে হৈ কলে, "আমাৰ পৰম ভাগ্য. আপোনাসকলৰ দৰে বিদুষী ব্ৰতচাৰিণী সুদূৰ কাশীধামৰ পৰা স্বৰ্গৰ জ্যোতিলৈ আমাৰ এই অন্ধকূপলৈ নিজগুণে নামি আহিছে। আপোনাসকলৰ জ্যোতিৰ একো কণা আমাৰ হিয়াই হিয়াই যাতে ৰাখিব পাৰোঁ তালৈ শক্তি দিয়ক, আশীৰ্ব্বাদ কৰক, আমাৰ প্ৰতি প্ৰসন্ন হওক," এই বুলি মাটিত মূৰ লগাই প্ৰণাম কৰি বিদায় ললে। এজন এজনকৈ সকলোৱেই দেৱতাক প্ৰণাম জনোৱা দি

জনাই সেই দিনাৰ নিমিত্তে দিহা দিহি আতৰি পৰিল। সিবিলাকেও প্ৰত্যেককে প্ৰসাদ বিতৰণ কৰি হাঁহি মুখে কৰযোৰে নমস্কাৰ জনাই বিদায় দি বেদীত প্ৰণাম কৰি ভিতৰলৈ গ'ল।

পাচ দিনা আগবেলাতে কৰ্ম্মচাৰী আৰু দাৰোৱানে বা বাতৰি লৈ গুৱাহাটিলৈ বুলি জাহাজ ধৰিবলৈ গ'ল। ইফালে তিনিও গৰাকী বিদুষী ব্ৰতচাৰিণীৰ গুণ গৰিমা আৰু পাণ্ডিত্যৰ কথা গোটেই নগৰতেই প্ৰচাৰ হৈ পৰিল। কেনেবাকৈ কৰবাত দূৰৰ পৰাই দৰ্শণ পোৱাৰ আশাত ফুকনৰ ঘৰৰ আগে এনাকামতে পাক একোটা মাৰি যোৱা লবাৰ তো কথাই নাই, ডেকা বুঢ়াৰ সংখ্যাও তেনেয়ে কম হোৱা নছিল। সন্ধ্যাৰ আগতে সভা মণ্ডপ শ্ৰোতাৰে ভৰি পৰিল। ধনৰ গৰমত বা বিষয়ৰ তেজত প্ৰবেশৰ অধিকাৰ নিবিচাৰি হিয়াৰ সৰল ভক্তিৰে বিচাৰি যোৱাত শ্ৰোতাৰ মাজত বেচ এক শৃঙ্খলাৰে পবিত্ৰ নিস্তব্ধতা ফুটি পৰিছিল। বেদীৰ চাৰিও পিনে জোৰ জলাদি জলিছিল চাৰি গছি ঘৃতপ্ৰদীপ, এহেলৈ কেবা শাৰীও তেলৰ চাকিয়ে ঠাই খনি অকল পোহৰকে কৰা নাই শুবনিও কৰি তুলিছিল। যথা সময়ত বহুতো বোৱাৰী জীয়ৰীৰে মহিলা সকলক পাচে পাচে লৈ আগে আগে ফুকন আৰু বৰুৱাই ধৰি যোৱা চাকিৰ পোহৰত ব্ৰতচাৰিণী সকলে সভা মণ্ডপৰ উদ্দেশ্যে ধীৰ গম্ভীৰ গতিৰে যাবলৈ ধৰিলে, —মুখত সেই স্তবৰ গুঞ্জন,— এহাতে প্ৰদীপ, এহাতে কমণ্ডলু, — পাচৰ মহিলা সকলে নিজমনে দি যোৱা জোকাৰে জোকাৰে উৰুলিৰে ৰাজপথ মুখৰিত হৈ গ'ল। তাহানি ফুকনে তীব্ৰ আবেগত কল্পনা কৰিছিল, — কাহানিকৈ আমাৰ দেশত বিধবা এটি আলিয়ে দি গলে দেৱতা যেন দেখি বাটৰ বাটৰুৱাই শিৰ দোঁৱাই বাট এৰি দিব। আজি সেই কল্পনা প্ৰত্যক্ষে কাৰ্য্যত পৰিণত হোৱা দেখি ফুকনৰ হিয়াত আনন্দৰ তোলপাৰ লাগি চকুৰেদি দুধাৰি লো বোৱাই দি গ'ল। ব্ৰতচাৰিণী সকল সভা মণ্ডপত প্ৰবেশ কৰা মাত্ৰকে সকলোৱে আসন পৰিত্যাগ কৰি সভক্তিৰে মূৰ দোঁৱাই পথ এৰি দিলে, সিবিলাকে প্ৰদীপ যথা স্থানত থৈ প্ৰণাম কৰাৰ লগে লগেই শ্ৰোতা মণ্ডলীয়েও প্ৰণাম জনাই নিমাতে নিবোলে নিজ নিজ আসন গ্ৰহণ কৰিলে। বেদীৰ আগৰ মঞ্চত সুখাসীনা হৈ সিবিলাকে শ্ৰোতা মণ্ডলীক জিনিব পৰাকৈ মুক্তকণ্ঠে দৈনিক আবৃত্তি আৰম্ভ কৰিলে। ইমান এক জনতাই আকুল তৃষ্ণাৰে সেই অমৃত পান কৰিবলৈ লাগিল। কোন চিৰমধুৰৰ মধুবাণী মধুদূতৰ মুখেদি জৰি জৰি পৰিছে, কোনো দিন দেখা নাই, কোনো দিন শুনা নাই, — প্ৰাণ পুলকত ৰোমাঞ্চিত হল;— ইমান জনতা জনতা নহয়, যেন চিত্ৰৰ পুতলি! কাম জগতৰ কামিনীৰ কোকিল কণ্ঠৰ মুৰ্চ্ছনা হয়তো বহুতে বহুক্ষেত্ৰত দেখি শুনি লোকলৈ অলক্ষিতে তুলি নিয়া অভিনৱ ঝঙ্কাৰ শুনা কিমানৰ কপালত ঘটিছে নেজানো;— তাত মনৰ চমক নাই, মুখৰ বাহ্ বাহ্ নাই; আছে চিত্তৰ অচলা বিজুলী, আছে অনুভূতিৰ অমৃত প্ৰস্ৰৱণ; উৰ্দ্ধশিখাৰে নিশ্চল প্ৰদীপৰ দৰে শ্ৰোতামণ্ডলী ধীৰ থিৰ সমুজ্জ্বল ! আবৃত্তিৰ অন্তত শ্ৰোতা সকললৈ কৰযোৰে নমস্কাৰ জনাই বিমলা দেবীয়ে ধীৰে আৰম্ভ কৰিলে ভাগৱতৰ পৰা শ্ৰীকৃষ্ণৰ জন্ম কাহিনী। যশোদাই কি পুণ্য সাধিছিল, স্বয়ং পূৰ্ণব্ৰহ্মাই জননীৰ স্তন্য পান নকৰি তেওঁৰ কোলাত স্তন্যপান কৰিলে কিয়, ---দৈবকীৰেই বা কি ভাগ্য, বিশ্বজগত যি ধাৰণ কৰে সেই বিশ্ব বিধতাক নিজৰ গৰ্ভত ধাৰণ কৰিবলৈ পালে, পূৰ্ণব্ৰহ্মাৰ অৱতাৰৰেই বা প্ৰয়োজন কি ইত্যাদি তথ্যবিলাকেৰে পাতনি খনি এনে মনোৰম কৈ তুলিলে যে আবালবৃদ্ধ- বনিতাই সাগৰৰ তীৰত থিয় হৈ থিৰ দিয়া দি থিৰ দিলে। হৃদয় অজানা আনন্দত উপচি পৰিল। মাজে মাজে চঞ্চল মন চপাই আনিবলৈ থল বুজি কীৰ্ত্তনৰ সুৰৰ টান একোটিৰে বৈষ্ণৱ কবি সকলৰ মৰ্ম্মস্পৰ্শী ৰচনা একো শাৰী গাই সকলোকে সচেতন কৰি নিজৰাৰ মুখলৈ লৈ যায়। কেনিও কাৰো মনৰ অকনিও অমূৰি নাই। যি তাচ্ছীল্য কৰিবলৈ, উপহাস কৰিবলৈ গৈছিল, সিও কথাৰ অন্তত মাটিত মূৰ লগাই আশীৰ্ব্বাদ লৈ সেই দিনৰ নিমিত্তে পৰম শান্তিৰে ঘৰাঘৰি গুচি আহিল। বাটত কথা এটিও নাই, কেৱলে তিৰোতাৰ জুম এটিৰ আগে আগে যোৱা লৰা ছোৱালী

এজাকে ডিঙ্গিত ধৰাধৰিকৈ কৈ গৈছিল—"এনে ভাল লাগিল, পাই।"

পাচ দিনা সেই একে সময়তে কথাৰ আৰম্ভ, -—একেই কাৰ্য্যক্ৰম। কেৱল বিষয় বস্তু আৰু আবৃত্তিৰ নতুনত্বই নিতৃ নতুনৰ ধাৰা ন কৈ ৰাখিছিল। আজি শ্ৰোতাৰ মাজত পশ্চিমীয়া মহিলাৰ সমাগম বৰ বেচি। আবৃত্তিৰ অন্তত যথা নিয়মে বিৰজা দেবীয়ে কালি এৰাৰ পৰাই ধৰিলে অতি প্ৰাঞ্জল আৰু শুৱলা হিন্দী ভাষাত। পিতাকক বন্দী কৰাৰ পৰা আৰম্ভ কৰি কংসৰ যিমান ঘোৰ অমানুষিক অত্যাচাৰ, ভাবৰ অভিব্যক্তিৰে দিয়া তাৰ জীৱন্ত বৰ্ণনা শুনি সকলো শ্ৰোতাই থাকি থাকি চকি উঠিছিল। মাজে মাজে শুৱলা সুৰৰ দোঁহা আৰু গীতেৰে চক খোৱা মন সামৰি আনিছিল। দৈবকী বসুদেৱৰ কাৰা যন্ত্ৰনাতে শ্ৰোতাৰ অশ্ৰু দৃৰ দৃৰ ধাৰে বৰলৈ ধৰিলে। ইমান যাতনাৰ মাজেদি, অশ্ৰুধাৰাৰ মাজেদি সুনীল আকাশৰ সুমধুৰ ভুমুকিটিৰ দৰে নবঘনশ্যাম শ্ৰীকৃষ্ণৰ আবিৰ্ভাবত সকলো হৃদয় আনন্দেৰে নাচি উঠিল। শেহত শ্ৰোতা মণ্ডলীক কি তেজস্বিতাৰে বিৰজা দেবীয়ে চেতাই তুলিলে, —কাৰাগাৰ। কাৰাগাৰ। কাৰাগাৰতেই ভগৱান কৃষ্ণৰ জনম। নিজ নিজ সংসাৰৰ এই অন্ধ কাৰাগাৰত সুপ্ত ভগবানক জগাই তোলাঁ, ঘৰে ঘৰে, হৃদয়ে হৃদয়ে ভগবান কৃষ্ণ জনমি যাওক।–আবাল বৃদ্ধ বনিতাই মনৰ আবেগত সমস্বৰে চিঞৰি উঠিল, —"বল বল ভগবান কৃষ্ণ চন্দ্ৰ কি জয়।" সেই দিনাও সিমানতে ভূমি লুণ্ঠিত শিৰেৰে আশীৰ্ব্বাদ লৈ নীৰৱে ধীৰে ধীৰে শ্ৰোতা মণ্ডলী অন্তৰ্হিত হ'ল।

পাচ দিনা কেতেকীক চাবলৈ বুলি ভাগতী দেউ আৰু লৰা ছোৱালী হালেৰে যশোদা আহি ভাটি বেলা আলোকৰ ঘৰ পাই সাঁজ লগাৰ আগতে ফুকনৰ ঘৰলৈ আহি ব্ৰতচাৰিণী সকলৰে কেতেকীক দেখা সাক্ষাৎ কৰি গধূলি সিবিলাকৰ লগতে কথালৈ আহিবলৈ বৈ গ'ল। সেই দিনাও যথাসময়ত যথাক্ৰমে কাৰ্য্যৰ আৰম্ভ হ'ল। শ্ৰোতাৰ সংখ্যা আগৰ দিনাতকৈ কোনো গুণে কম নহয়। নতুন সুৰেৰে, নতুন বিষয় বস্তুৰে, আবৃত্তিৰ নতুনত্বেৰে অন্তৰৰ কৌতূহল সকলো প্ৰাণতে জাগি গ'ল। আবৃত্তিৰ অন্তত বিনতা দেবীয়ে বিনম্ৰ ভাৱে আসন ললেহি। বয়সত কম গুণে তেওঁৰ মুখৰ লনি বেচি হলেও অন্তৰৰ আধ্যাত্মিক তেজে, মুখ কেউখনি সমানে উজ্জ্বল কৰি তুলিছিল। দেবীৰ মুখৰ নৈসৰ্গিক কোমলতাই শ্ৰোতাৰ অন্তৰত সুকোমল ভাব জগাই দিলেহি, তাতে সেইদিনা আৰম্ভ কৰিলে কৃষ্ণৰ কোমল বয়সৰ লৰনু কোমল লীলা। শুৱলা মাতৃভাষা মাতৃৰ মুখেদি নিজৰি সি কিনো সুৱদি নহৈছিল। সোনত সুৱগা যেন সেই মুখ খনিত কি যে ভাবৰ অভিব্যক্তি মাজে মাজে কীৰ্ত্তনৰ সুৰ, সুন্দৰ উচ্চাৰণেৰে সংস্কৃতৰ সুমধুৰ শ্লোক, ভাবেৰে ভৰা কথাৰ ধাৰ, —সকলোৱে অবাক হৈ শুনিব লাগিছে, শুনিয়েই আছে; তৃপ্তিৰ যেন শেষ নাই। শিশু কৃষ্ণৰ শিশু লীলাত শিশুৰাজ্যৰ সেই অতীতৰ অময়া পুৰীলৈ অতৰ্কিতে সকলো চিত্ত আকৰ্ষণ কৰি লৈ গৈ আনন্দত বিভোল কৰাই তুলিলে। শেহত ঘৰলৈ লৈ আহিবলৈ বুলি অন্তৰে অন্তৰে আঁকি পঠিয়ালে দধিমথনৰ সেই খনি ছবি, —-সংসাৰৰ বন্ধন মোচন কৰোঁতা ভগবান কৃষ্ণই গোৱালিনীৰ বান্ধত পৰি "মোক খুলি দে, খুলি দে" বুলি কি আতুৰ নয়নেৰে মাকৰ মুখলৈ চাই ফেঁকুৰি ফেঁকুৰি কান্দিছিল; মাকেও তথাপিতো ভ্ৰূকুটি কুটিল নেত্ৰেৰে সেই হেন সন্তানটিৰ মুখলৈ কি অভিমানেৰে চায়ছিল; —হাঁয় ৰে সংসাৰ। আমাৰ, আমাৰ ভৱবন্ধন মোচন কৰিবলৈকে ভগৱানৰ এই বন্ধন স্বীকাৰ। হিয়াৰ আবেগত সেই দিনাও শ্ৰোতা মণ্ডলীয়ে চিঞৰি উঠিল,—"বল বল ভগবান কৃষ্ণ চন্দ্ৰ কি জয়।" সকলোৱেই আগৰ দৰেই আশীৰ্ব্বাদ লৈ পৰম আনন্দেৰে দিহাদিহি গুচি গ'ল। ভাগতী দেৱে আৰু ৰব নোৱাৰিলে, কেতেকীৰ কাষ চাপি চকুত পানীৰে থোকা-থুকি মাতেৰে ক'লে, "আই অ। এতিয়া আৰু হাঁহি হাঁহি মৰি যাব পাৰিম। জীয়াই থকা সাৰ্থক কৰিলি, মোৰ আই।" বুলি হুক্ হুক্কৈ কান্দি পেলালে। কেতেকীয়েও দুধাৰি চকুলো বোঁৱাই পেলালে, ভাগতীৰ হাত খনি আনি নিজৰ মূৰত বুলাই দি নীৰৱে ব্ৰতচাৰিণীসকলৰ লগলৈ গুচি গ'ল।

পাচ দিনা ৰবিবাৰে আবেলি সভা মণ্ডপতে নগৰৰ মুখিয়াল চাই সকলো সমাজৰেই মতা তিৰোতা প্ৰায় দেৰ শ দুশ মানেৰে এখনি বিশেষ সভাৰ অধিবেশন পাতি তালৈ ব্ৰতচাৰিণী সকলক মাতি আনি কিছুমান কথাৰ আলোচনাৰে ভবিষ্যত কাৰ্য্য পদ্ধতি স্থিৰ কৰা হ'ল। সবাৰো আগতে বিমলা দেৱীয়ে প্ৰাণ স্পৰ্শ কৰি যোৱাকৈ কেই আষাৰ মান ক'লে, সকলোৰে হিয়া আলোকেৰে ভৰ পূৰ হৈ পৰিল, —"আপোনাসকলে এই কেদিনে আমাক যি সন্মান দেখুৱাইছে, সি আমাৰ ৰক্ত মাংসেৰে এই জঘন্য দেহালৈ নহয়, দেখুৱাইছে আমাৰ আদৰ্শলৈ যাৰ ক্ষীণ পোহৰত আমাৰ জঘন্যতা ধন্য হৈ গৈছে। আমি বেচ বুজিছোঁ, আপোনাসকলে আমাৰ আদৰ্শলৈ নীৰবে প্ৰাণৰ শ্ৰদ্ধাঞ্জলি যাচিছে, আমাক আজি আপোনাসকলে পাব খুজিছে আমাৰ আদৰ্শৰ মাজেদি। সেয়ে যদি হয়, প্ৰদীপ জলাই ৰাখক। ধুমুহাত যেন সি কঁপি নুঠে, দিনে দিনে যেন উজ্জ্বলতকৈ ও উজ্জ্বলতৰ হয়। আদৰ্শক সন্মান কৰা মানেই নিজে নিজক সন্মান কৰা। সংসাৰৰ যি কোনো আদৰ্শকে জলাই ৰাখিবলৈ হলে তাৰ চৰণ তলত প্ৰাণ ঢালি দিব লাগিব, দেহে কেহে তাক পূজা কৰিব লাগিব —যাতে সি আমাৰ তেজেৰে তেজস্বী হয়, আমাৰ প্ৰাণেৰে প্ৰাণবন্ত হয়। আদৰ্শ ৰক্ষাত স্ত্ৰী পুৰুষ দুয়ো সমান। পৰস্পৰ অধীন হৈও স্বাধীন। স্ত্ৰীযে পুৰুষৰ পৰিপূৰক এই কথা অস্বীকাৰ কৰিব নোৱাৰি। সেৱা গ্ৰহণৰ ভাব অনুযায়ী সিবিলাকৰ সমাজত স্থান। দাসীভাবে সেৱা লব খোজে তেওঁ দাসী, দেৱী ভাবে কেৱা লব খোজে তেওঁ দেৱী! আজি সেৱিকা বেশেৰে তেওঁ আপোনাসকলৰ দুৱাৰত উপস্থিত । কওক, আজি তেওঁক কি ভাবেৰে লব খোজে, —খেলাৰ পুতলিকৈ নে গৃহ-আদৰ্শৰ পৰিপালিনীকৈ?" এনেতে হৰি বাবু উঠি কৰ যোৰে ক'লে, "আমি আপোনাসকলক পাব খোজোঁ গৃহ আদৰ্শৰ মাজেদি মাতৃ স্বৰূপে।" হৰিবাবুৰ কথাৰ মুৰত সকলোৱেই কৰযোৰে "ঠিক্ ঠিক্" কৈ উঠিলে। হৰি বাবুয়ে হিয়াৰ আবেগ সামৰিব নোৱাৰি আকৌ ক'লে, "ইমান দিনে আমাৰ চেতনা জাগি উঠিছে। আপোনাসকলৰ এই তীব্ৰ কঠোৰ ব্ৰতে গৃহ প্ৰেমৰ শ্ৰেষ্টতম আদৰ্শটি জগতত সজীৱ কৈ ৰাখিছে। তাৰ স্নিগ্ধ কিৰণত আজিও আমি গৃহহাৰা হব লগীয়া হোৱা নাই। হে দেবি, হে মাতৃ, আমাক বুজাই দিয়ক, বুজাই দিয়ক; আমি ধন্য হওঁ", এই বুলি কৰযোৰে এটি নমস্কাৰ জনালে; লগে লগে সমবেত হোৱা সকলোটিয়েই একো একোটি নমস্কাৰ জনাই দেৱীৰ মুখলৈ আগ্ৰহেৰে চালে। বিমালাদেৱীয়ে আৰু তেজস্বিনী ভাষাৰে কবলৈ ললে, "বেচ, বেচ তেনে—এদিনা বিধবাই শ্মশানৰ ক্ৰব্যাদ অগ্নিৰ শয্যাত ভস্মীভূত হৈ দাম্পত্য প্ৰেমৰ মহিমা জিলিকাই গৈছিল, জগতৰ শিৰ সিবিলাকৰ উদ্দেশ্যে দোঁ খাই পৰিছিল; আজি কঠোৰ ব্ৰতৰ মাজেদি, সেৱাৰ মাজেদি সেই মহিমা উজ্জ্বল কৰিব খোজা এই চেষ্টা —বিধবাৰ দীৰ্ঘ জীৱন তিল্ তিল্কৈ জলাই আদৰ্শ জিলিকাই ৰখা এই প্ৰয়াস —সজাগে ৰাখক, জলি থাকিবলৈ দিয়ক; নুমাবলৈ নিদিব। কওক, জলাই ৰাখিব?" অধিকাংশ শ্ৰোতাই এক বাক্যে কৈ উঠিল —"আমি সদায় প্ৰস্তুত।" বিমলা দেৱীয়ে ক'লে, "তেনে আলোচনা কৰক —আপোনাসকলে আমাৰ সেৱা লবলৈ কেনেকৈ সহায় কৰিব খোজে।" আগৰ আলোচনা কৰি থোৱা মতে হৰিবাবুৱে উঠি ক'লে, "আমি আমাৰ মাজত এক ৰকমে আলোচনা কৰিয়েই থৈছোঁ। আপোনাসকলৰ মনঃপুত হলেই কাৰ্য্য আৰম্ভ কৰিব পাৰোঁ। আজিৰ পৰা পোন্ধৰ দিন এই সেৱা মণ্ডপতে এই তিনি দিন কথা চলা দি চলি থাকিব। ইয়াৰ পাচতো এনে ধৰণৰ কথা যাতে মাজে মাজে চলি থাকে তাৰ নিমিত্তে ব্ৰহ্মপুত্ৰৰ দাঁতিত জিলাৰ পৰা পাঁচ মাইলৰ ভিতৰতে এখনি আশ্ৰম পাতিবৰ আয়োজন কৰা যাওঁক। তাৰ মাটি বৰচাহাবৰ যোগে লৈ দিবলৈ গগন বাবুৱে মযে গাত ললোঁ। আশ্ৰমৰ ঘৰ দুৱাৰ সাজি দিবলৈ হৰদয়াল বাবুৱে গাত লৈছে। খৰচ পত্ৰৰ যোগাৰ চান্দাৰে হওক বা কোনো সদাশয় ব্যক্তিৰ দানেৰে হওক কৰি দিব কিষণলাল বাবু আৰু মহেশ্বৰ বৰুৱা দেৱে। আশ্ৰমৰ বাকী তত্ত্বাবধান লব শ্ৰীযুতা সুভাষিনী মজুমদাৰ আৰু শ্ৰীযুতা ঈশানী

বৰুৱানীয়ে। এনেতে বিমলা দেবী উঠি ক'লে, "আপোনাসকলৰ খৰচ পত্ৰৰ বিষয়ে একেবাৰ কব খোজোঁ। আমাৰ মূল আশ্ৰমৰ নিৰ্দ্দেশ অনুযায়ী আশ্ৰম পাতিলে নিৰ্ম্মান খৰচৰ সম্বন্ধে আপোনাসকলে একো বেগ পাব নালাগিব। আপোনালোকৰ দেশৰে এগৰাকী কৃষাণ শিষ্য পৱন প্ৰধানে আৰু আমাৰ পুঁজিয়ে সেই খৰচ সমানে বহন কৰিব। আশ্ৰম অন্ততঃ দুবছৰ চলিব পৰাকৈ আপোনা সকলে যথাশক্তি দান কৰি এটি পুঁজি আপোনাসকলৰ হাতত জমা ৰাখক। প্ৰথম বছৰ দহোটি অনাথে সন্তানেৰে এটি অনাথ আশ্ৰম আৰু দহ গৰাকী ব্ৰতচাৰিণীৰে এখানি সেৱাশ্ৰম, দ্বিতীয় বছৰত আৰু দহোটি অনাথ সন্তান, আৰু দহ গৰাকী ব্ৰতচাৰিণী লৈ আশ্ৰম সম্পুৰ্ণ কৰিব লাগিব। তাৰ শিক্ষা আৰু শাসন চলিব মূল আশ্ৰমৰ সহযোগত। যদি ইয়াকে আপোনাসকলে ভাল বোলে, তেনে কালিৰ পৰাই কাম আৰম্ভ কৰক। আমাৰ পৰা চিঠি পালেই এই ধৰক আজিৰ পৰা যোল দিনৰ ভিতৰতে টকা পইচা লৈ পৱন প্ৰধান এই খিনি পাবহি।" কিছু পৰ সকলোৱে পৰামৰ্শ কৰি শেষ সিদ্ধান্ত কৰিলে—হৰদয়াল বাবুৱে নক্সা অনুযায়ী কাম আৰম্ভ কৰিব পৰহিৰ পৰা, কালিৰ ভিতৰতে ঘৰ-চাহাবক জনাই চৰদেপুটিক লৈ ঠাই ঠিক কৰিবগৈ হৰি বাবু আৰু গগন ফুকনে, দহ গোন্ধৰ হাজাৰৰ ভিতৰতে এটি পুঁজি কৰিবলৈ গাত ললে কিষণ লাল বাবুয়ে আৰু মহেশ্বৰ বৰুৱাই। উপযুক্ত অনাথ সন্তান আৰু চৰিত্ৰবতী কোমল বয়সৰ ব্ৰতচাৰিণী যোগাৰ কৰিবলৈ ভাৰ ললে মহিলা দুগৰাকীয়ে। ইবিলাকৰ লগত প্ৰত্যেক বিভাগতে সহায় কৰিবলৈ স্ব ইচ্ছাৰে আগ বাঢ়ি আহিল মতাই মাইকীয়ে আৰু ত্ৰিশ জন। ইমানতে সভাৰ সামৰণি মাৰি গধূলিৰ আগতে আকৌ আহিবলৈ বুলি সকলোটি ঘৰা ঘৰি গ'ল।

পোন্ধৰ দিন ব্ৰতচাৰিণী সকলৰ কথা চলিবলৈ ধৰিলে। সেই পুৰণি কথাকে নিতৌ ন ন ৰসেৰে উপাদেয় কৰিব পৰা সিবিলাকৰ অসীম প্ৰতিভা দেখি শ্ৰোতা মাত্ৰই অকল মুগ্ধই নহয়, অবাকো হৈ পৰিছিল। এই পোন্ধৰ দিনে নগৰৰ এক আধ্যাত্মিকতাৰ বায়ুমণ্ডলত, কেৱল উজ্জ্বল লোকৰ কথাৰেই হৈ চৈ পৰি গ'ল। শ্মশান বৈৰাগ্যৰ দৰে ধৰ্ম্ম কথাৰ আলাপৰ গুণ ক্ষণ ক্ষণস্থায়ী হব পাৰে হয়, সেই বুলিও সজ্জনৰ সঙ্গতি ক্ষণিকৰ হলেও সি কতৰ জীৱন-স্ৰোত পৰিবৰ্ত্তন কৰে, কতৰ হতাশ হিয়াতেই বা আশাৰ সঞ্চাৰ কৰি দি যায় তাৰ লেখ দিব কোনে? অইন হওক নহওক শিক্ষা আৰু সাধনাৰে বিধৱাক যে দেৱতা কৰিব পাৰি এই কথাটি আপামৰ সকলোৱেই প্ৰাণে প্ৰাণে অলপ নহয় অলপ উপলব্ধি কৰিব যে পাৰিলে তাত কোনো সন্দেহ নাই।

ব্ৰতচাৰিণী সকলৰ কথা শুনাত কেনিও কতো অৱসাদৰ চিন দেখা নগল। সি যে অৱসাদ ওপজোৱা বস্তুয়েই নহয়। কাৰ্য্যবশতঃ কোনো দিন নগৰৰ কোনো কোনো যাব নোৱাৰিলেও সিবিলাকৰ ঠাইৰ নগৰৰ দাঁতি কাষৰ নতুন টৌৱে পূৰাই পেলাইছিল। পোন্ধৰ দিনৰ অন্ত হলত আৰু পাঁচ দিনৰ মূৰতে ব্ৰহ্মপুত্ৰৰ দাঁতিৰ সেৱাশ্ৰম স্থাপন উপলক্ষে তিনি দিন ব্যাপি যি মহোৎসব হব তাৰ কথাই সিবিলাকৰ বিদায়ৰ ব্যথা কাৰো মনত বিশেষকৈ বাজি যাবলৈ নিদিলে।

মৰ্ম্মৰ পাথৰৰ অন্নপূৰ্ণা আৰু মহাদেৱৰ ডাঙৰ সুন্দৰ প্ৰতিমালৈ উপদেশৰ পত্ৰ আৰু টকা পইচাৰে তাৰাকুটীৰৰ পৰা ঠিক যোল দিনৰ মূৰতে প্ৰবন প্ৰধান পালেহি। মহোৎসৱৰ দুদিন আগতে ব্ৰতচাৰিণীসকল দহোটি অনাথ সন্তান আৰু দহ জনা নতুন বিধৱাৰে কৰ্ম্মী সকলৰ লগত নতুন সেৱাশ্ৰম পালেগৈ। ফুকনে তাত বহা এটা কৰোৱাই আৰু এদিনৰ আগৰ পৰাই ছুটি লৈ তাতে থাকি স্থানীয় মৌজাদাৰৰ কেজনৰ সহায়ত হোম, দৈনিক নাম কীৰ্ত্তন আদিৰ যথাযথ যোগাৰ কৰিলে। আৰম্ভনিৰ দিনা শুভক্ষিণত অগণন ঢোল খোলৰ তুমুল শব্দৰ মাজত হৰিধ্বনি আৰু উৰুলিৰ জোকাৰৰ লগে লগে হোমগন্ধী আশ্ৰমৰ সুসজ্জিত মন্দিৰৰ বেদীত প্ৰতিমা স্থাপন হৈ গ'ল। তিনি দিন একেৰাহে নিয়াৰিকৈ পালে পালে মতা তিৰোতাৰ নাম কীৰ্ত্তন চলিবলৈ ধৰিলে। তিনিও গৰাকী ব্ৰতচাৰিণীয়ে অন্নপূৰ্ণাৰ বেশেৰে অক্লান্ত শক্তিৰে কৰ্ম্মীসকলক আৰু দুৰ্ব্বী অতিথি অভ্যাগতক

ভূৰি ভোজনেৰে আপ্যায়িত কৰিলে। প্ৰতি দেওবাৰে আশ্ৰমলৈ বিশিষ্ট কৰ্ম্মীসকলক নিমন্ত্ৰণো কৰি থলে। আশাতীত ভাৱে মহোৎসব সমাপ্ত হৈ বহু কাললৈকে মানুহৰ মনে মনে এক নাভূত নাশ্ৰুতৰ সাঁচ বহুৱাই থৈ গ'ল। নিজান লুইতৰ তীৰ আকৌ বেদধ্বনিৰে মুখৰিত হ'ল।

১৩

মহোৎসবৰ অলপ দিনৰ পাচতেই জন্মাষ্টমী। নগৰৰ সম্ভ্ৰান্ত মহিলা সকলে এইবাৰ জন্মাষ্টমী আশ্ৰমতে পতাৰ অয়োজন কৰিলে। ব্ৰতচাৰিণী সকলৰ মুখে শ্ৰীকৃষ্ণৰ জন্মদিনত জন্ম কাহিনী আকৌ এবাৰ শুনাৰ প্ৰলোভন পথশ্ৰমৰ প্ৰশ্নয়ো লৰাব নোৱাৰিলে। সেই দিনা আবেলি দলে দলে নগৰৰ সম্ভ্ৰান্ত মহিলা সকলে পদব্ৰজে এক মহাতীৰ্থলৈ যোৱাদি সেৱাশ্ৰমৰ অভিমুখে আহিবলৈ ধৰিলে। আশ্ৰমৰ পথ লোকেৰে লোকাৰণ্য। যাত্ৰীৰ ভিতৰত সৰহ ভাগেই তিৰুতা, সন্ধ্যাৰ পৰা ওৰে ৰাতি তিনিও গৰাকী ব্ৰতচাৰিণীৰ যথা ক্ৰমে ভাগৱত পাঠ; মাজে মাজে ৰজিতা খাই যোৱা গোপিনী কীৰ্ত্তন, পৰিণত বয়সৰ ভকতনী আৰু বিধবা সকলে বেচিকৈ এই কীৰ্ত্তনত যোগ দিছিল যদিও বাকীবিলাকে গোপিনীসবাহৰ মাজে মাজে বিয়নীমেল নচলাই মুগ্ধ হৈ চকুত পানীৰে শুনিয়েই আছিল। করুণ ৰসৰ কথাত চকুলো টুকি, হাস্যৰসৰ কথাত হাঁহি বাগৰি, শান্ত আৰু বাৎসল্য ৰসত হৃদয় শাঁত কৰি পুৱা ইগৰাকীয়ে সিগৰাকীৰ চকুলৈ চাই সুধিলে —'যোৱা ৰাতিটো কেনি গ'ল? নন্দোৎসৱৰ নাম শেষ কৰি যাবলৈ তেতিয়াও নগৰৰ আৰু দূৰ গাঁৱৰ অনেক মহিলা ৰৈ গ'ল। সিবিলাকৰ স্নান আহাৰৰাদিৰ যোগাৰ হ'ল আশাতীত ৰূপেই।

নন্দোৎসৱৰ দিনা হাতে হাতে থালত দেশি বিদেশী ফলমূল লৈ দলে দলে মাৰোৱাৰী, হিন্দুস্থানী আৰু বাঙ্গালী মহিলা সকলে কলকণ্ঠেৰে ৰাজপথ নিনাদিত কৰি আশ্ৰমলৈ আহিল। চাৰিও কাষৰৰ আঠ ন খন গাঁৱৰ আই সকলে উৰুলি বাৰুলি দি দি হাতে হাতে দধি দুগ্ধ, ফল মূল, মাহ চাউল লৈ হোৱা হোৱে ভাদ মাহৰ বান অহা দি আহিবলৈ ধৰিলে। সকলোৱেই যেন আশ্ৰমৰ অশৰীৰী শিশু কৃষ্ণৰ সুমধুৰ হাঁহিটিৰ উপঢৌকনেৰে চাই যাবলৈ উদ্বাউল। হৰি বাবু প্ৰমুখ্যে ভক্ত আৰু কৰ্ম্মীসকলৰ অন্তৰে অন্তৰে ব্ৰজধামৰ গোপিনীসকলৰ সেই মৌলিক ছবি খনিৰ অতকালৰ মুৰত জ্বলন্ত হৈ জাগি উঠিল, আবেগত মন সামৰিব নোৱাৰিলে, নিমাতে নিবোলে চকুৰে চকুৰে লোতকৰ ধাৰা বৈ গ'ল।

নন্দোৎসৱৰ ভাগৱত পাঠ কৰিছিল বিৰজা দেৱীয়ে। পাঠৰ অন্তত প্ৰায় দুঘন্টা ব্যাপি বিমলা দেৱীৰ কীৰ্ত্তন। বিৰজা আৰু বিনতা দেৱীত বাজেও অনেক বাঙ্গালী মহিলাই দোহাৰি সুৰ আৰু ভাৱৰ লহৰ জীৱন্ত কৰি তুলিছিল। তাৰ পাচত অসমীয়া গোপিনীসকলৰ নামে আশ্ৰম জিনি গ'ল, সকলোৱেই যেন অনুভৱ কৰিছিল সিবিলাক ব্ৰজৰ গোপিনী, মুখে মুখে প্ৰসন্নতাৰ যি হাঁহি বিৰিঙ্গি পৰিছিল, সি যেন অশৰীৰী শিশু কৃষ্ণৰ হাঁহিটিৰেই জিলিকনি। এনে অনুভূতিৰ পাচত শান্তি আশংসাৰ বৰকৈ প্ৰয়োজন নাথাকিলেও ৰীতি অনুযায়ী শান্তি আশংসা প্ৰসাদ বিতৰণ আদি হৈ গ'ল। নগৰৰ আৰু দূৰৰ গোপিনীসকলে প্ৰণাম জনাই অশ্ৰুসিক্ত নয়নেৰে দলে দলে বিদায় ললে। অতি দূৰৰ কুৰি গৰাকীমান সেই ৰাতি তাতে ৰৈ গ'ল। আশ্ৰমলৈ আই সকলৰ এনে এটি প্ৰাণৰ হেপাহ, এনে এটি আপোনাৰো আপোন কৰি লোৱা একান্ত ইচ্ছা দেখি বাটত যাওঁতে নগৰৰ কৰ্ম্মীসকলে কথোপকথন কৰি আশ্ৰমৰ উজ্জ্বল ভৱিষ্যত সমন্ধে এক ৰকম নিঃসন্দেহেই হৈ পাৰিল।

সেৱাশ্ৰম আৰম্ভ হোৱা আঠ মাহ হ'ল। ইয়াৰ ভিতৰতে ই আপোন তেজেৰে শিপাই বেচ লহপহকৈ উঠিবলৈ ধৰিলে। গোটেই কাতি মাহ বিয়াপি তিনি চাৰি মাইল মান মেৰৰ মাজৰ গোপিনীসকলে দিনত পাল পাতি নিতৌ নাম ধৰেহি। মাঘ মাহত মুনিহৰ নাম, মাজে মাজে ভাৱনা আদিৰে ঠাই খিনি ৰজনজনাই উঠিল। কোনো সভা সমিতিৰ প্ৰস্তাৱ অথবা বৰলোকৰ খাতিৰত নহয়, আপোনা আপুনি ভালেমান দূৰলৈ ৰাইজৰ অন্তৰৰ শ্ৰদ্ধা জাগি উঠিল। ফলত এই হলগৈ —নতুনকৈ জগা

গাইৰ প্ৰথম গাখীৰ টুপি আহে আশ্ৰমলৈ, নতুনকৈ লগা বাৰীৰ ফলমূল লগায়হি আশ্ৰমত, ন খোৱাৰ প্ৰথম সিথাটি গুৰুঘৰলৈ দিয়া লগে লগেই দিয়েহি আশ্ৰমত। ইমান প্ৰচুৰ পৰিমাণে এই বিলাক আহিবলৈ ধৰিলে যে আশ্ৰমলৈ অহা বিস্তৰ লোকৰ ক্ষুধা নিবৃত্তি কৰাইয়ো মাজে মাজে বাটকৰা পথৰুৱাক দি হে নগৰচোৰাকে ৰাখিব লগাত পৰিছিল।

আশ্ৰমৰ ভিতৰি ও ভালেখিনি উন্নতি চকুত পৰিবলৈ ধৰিলে, ছজনী অনাথিনী ছোৱালী, চাইটা অনাথ লৰা সাজে পাৰে, কথাই বাৰ্ত্তাই, পঢ়াই শুনাই, চেহেৰাই পাটিয়ে বেচ টুপটুপিয়াই হৈ পৰিল; বোহৰ অভিনয়, ফেৰিয়া ফেৰি, হাঁহি কিৰীলি সিহঁতৰ ভিতৰত বৰকৈয়ে চলে যদিও, মাকৰ কোলাৰ দৰে আশ্ৰমৰ কোলাখনিত সকলো কোলাহল শান্ত হৈ যায়। কামৰূপৰ পণ্ডিতনীয়ে পঠোৱা তিনি জনা বিধবাৰ ভিতৰত দুজনাই আৰু উজনি অসমৰ গোঁসাইৰ বিধবা কন্যা এজনাই সিবিলাকৰ অসাধাৰণ বুদ্ধিবৃত্তিৰ পৰিচয় এই আঠ মাহৰ ভিতৰতে যথেষ্ট দিছে। বি কেইজনা বছ্‌া বছ্‌া বিধবা অহিছে সেই কেইজনা স্কুলতে বাঁৰী হোৱা বয়স বোলৰ পৰা ওঠৰৰ ভিতৰতে। কি চেহেৰা, কি চৰিত্ৰ কি আচাৰ ব্যৱহাৰ —সকলো কথাতেই এটি যেন এইটিতকৈ চৰা। সিবিলাকলৈ চাই এক মুখে বিধতাৰ নিৰ্ম্মান কৌশলৰ মুখভৰা প্ৰশংসা কৰি অন্য মুখে বিধবা কৰা বিধতাৰ বিধি বিধানৰ বিৰুদ্ধে বিদ্ৰোহ তুলিবৰ মন বৰকৈয়ে যায়। আমি লোকক দোষ দিবৰ বেলিকা ইমান বৰকাজী, বিধতাও হয়তো বাদ নপৰে; নেজানো —এই ৰূপৰাশি এনে গুণেৰে মণ্ডিত কৰি কঠোৰ আবুৰেৰে বেৰি কুৰি কোন সফলতাৰ মুখে লৈ যাব লাগিছে। আগত উল্লেখ কৰা তিনিও জনা বিধবা সংস্কৃতত আৰু অসমীয়া পুথিত অনেক আগবাঢ়ি আছিল গুণে শিক্ষা সহজে গ্ৰহণ কৰি ফল দেখুৱাব পাৰিছিল। ইতি মধ্যতে সংস্কৃত আৰু বৈদিক উচ্চাৰণ সিবিলাকৰ মুখত বিশুদ্ধকৈ ফুটিল, কীৰ্ত্তনত তাল প্ৰসাৰ আৰু লহৰ খেলা এনে শুৱলা আৰু সহজ হৈ উঠিল যে এদিনা বিমলা দেৱীয়ে বিনতা দেৱীৰ মুখলৈ চাই ধেমালিতে কৈছিল, — "ইহঁতক লৈ বেচ দল এটা খুলিব পাৰি।" আশ্ৰমৰ বৰীয়াকে ব্ৰতচাৰিণী সকলে ইতিমধ্যে অনেকো লেখত ধৰিব লগিয়া সামান্য সামান্য ৰোগত বাজেও ওঠৰতা উৎকট ৰোগীক মুষ্টিযোগ আৰু শুশ্ৰূষাৰে নিৰাময় কৰিলে। ওচৰৰ ন খন গাঁৱৰ নাম ঘৰে ঘৰে একাধিক বাৰ গৈ প্ৰায় ওঠৰ উনৈশ দিন ভাগৱত পাঠ কৰাৰ লগে লগে গাঁও উন্নয়ন, চৰিত্ৰ গঠন আৰু সজ আচৰণৰ বিষয়ে লাগি যোৱাকৈ উপদেশ দি মতা তিৰোতাৰ মনবো মনত সোমাই পৰিল। সিবিলাকৰ মনৰ আঁহ-পাহ মুকলি হ'ল। এই ব্ৰতচাৰিণী সকলৰ মুখৰ মিঠা হাঁহি এটিৰে প্ৰাণ পোহৰাবলৈকে কেতিয়াবা কাচিৎ বঙ্গিয়াই দি যোৱা দেখিলেও পথাৰৰ ধান আধাকটাতে এৰি কি মুনিহ কি তিৰোতাই লৰি আহি সেৱা একোটি কৰি যায়হি। নামঘৰলৈ নিওঁতে আজৰি বতৰত গাঁৱৰ গাএঞ্জ ঢুলীয়াৰে, নহলে গাঁৱৰ সৰহ খিনি তিৰোতাৰ উকলিৰে আশ্ৰমৰ পৰা যেনেকৈ লৈ যায়, থবৰ বেলিকাও থয় সেইদৰেই। নগৰৰ কৰ্ম্মীসকলৰ অন্তৰত আশ্ৰমলৈ শ্ৰদ্ধা আৰু ভক্তি দিনক দিনে বাঢ়ি যাবলৈ ধৰিলে। কেবল নগৰৰ পৰাই আশ্ৰম চলোৱা পুঁজি ওঠৰ হাজাৰলৈ উঠিল।

কাম বহুতো পাতলিল গুণে আজি কালি কৰ্ম্মী সকল মাহৰ প্ৰথম ৰবিবাৰেহে গোট খাইহি। এদিনা সিবিলাকৰ মাজত বিমলা দেৱীয়ে ক'লে, "বৰ্ত্তমান বিৰজা দিদিৰ ডাক বিহাৰত পৰিছে, আৰু মোৰ ডাক পৰিছে মেদিনীপুৰত। অনতিপলমে আমি দুয়ো এই আশ্ৰম এৰি যাব লাগিব। এই আশ্ৰমত থাকিব বিনতা দিদি। বৰ্ত্তমান বিশেষ কাৰ্য্যোপলক্ষে বড় দিদি তাৰামণি দেৱী কাশীধামত আছেগৈও যদি আৰু দুমাহ মানৰ মূৰত তাৰাকুটীৰলৈ আহিব। তাৰ পৰা অম্বুবাচীৰ পাচতে ঠিক এবছৰ পাৰ হলেই এই আশ্ৰমলৈ আহি ইয়াৰ অভাৱ অনাটন নিজ চকুৰে পূৰাই যাবহি, আৰু নিজে আগত থাকি বিনতা দিদিৰ হতুৱাই এই দহ গৰাকী ব্ৰতচাৰিণীক দীক্ষা দিয়াবহি। এয়ে হ'ল মূল আশ্ৰমৰ বিধান। ইয়াৰ ওপৰত আমাৰ ইচ্ছা অনিচ্ছা একোনাই, যেনেকৈ বজাই

অন্ত্ৰীৰ দৰেই তেনেকৈয়ে বাজি থাকিম। কেৱল ইয়াকে কব খোজোঁ, আপোনা সকলে চকুৰ পৰা বিদায় দিলে ও মনৰ পৰা যেন নিদিয়ে।" বিৰজা দেবীয়েও কেতেকীৰ পাৰদৰ্শিতাৰ সম্বন্ধে দুই এটি কথা যোগ দি প্ৰাণত পৰশি যোৱা কথাৰে মেলানি মাগিলে। কৰ্ম্মী সকলৰ মন মৰি গ'ল যদিও, মূল আশ্ৰমৰ নিৰ্দ্দেশৰ ওপৰত নিজৰ মতামত দিবলৈ সাহে নুজুৰিলে। হৰিবাবুৱেই সকলোৰে হৈ কৰযোৰ কৰি ক'লে, " মূল আশ্ৰমৰ নিৰ্দ্দেশ আমি শিৰত তুলি লবই লাগিব। অধিকাৰিণী দেবীৰ লগত আপোনালোক দুইকো আকৌ এবাৰ যেন দেখিবলৈ পাওঁ, এয়ে কেৱল আমাৰ প্ৰাৰ্থনা।" বিমলা দেবীয়ে ক'লে, "সেইটি বড়দিদিৰ ইচ্ছাৰ কথা"। ইয়াৰ পাচত এই দেশৰ আৰু মানুহৰ প্ৰশংসাৰ লগে লগে আশ্ৰমৰ উজ্জ্বল ভবিষ্যতৰ কথা কৈ কৰ্ম্মী সকলক মিষ্টান্নেৰে মুখত মিঠা লগাই সেই দিনাৰ নিমিত্তে বিদায় দিলে, সিবিলাকৰ প্ৰাণ কিন্তু কান্দি গ'ল।

যথা সময়ত সিবিলাক দুইকো নিবলৈ বুলি কাশীধামৰ পৰা এজন কৰ্ম্মচাৰি আৰু এটি দাৰোৱান পালেহি। তাৰ পাচ দিনাই দেৱী দুগৰাকীক জাহাজত তুলিদিবলৈ কৰ্ম্মীসকল, কেতেকী প্ৰমুখ্যে আশ্ৰমৰ সকলোটি, আৰু ওচৰ গাঁৱৰ মতা তিৰোতাই ভালেখিনি আহি জাহাজ ঘাট ভৰি পৰিল। সিবিলাকক সেৱা সৎকাৰ কৰি চকুত পানীৰে জাহাজত তুলি দি নমনে মানলৈকে জাহাজখনি পাৰৰ পৰা চাই চাই শেহত দীঘল হুমুনিয়াহ একোটা কাঢ়ি দিহা দিহি গুচি আহিল।

তাৰাকুটিৰত আশ্ৰম সম্বন্ধে কথা তোলোঁতে কেতেকীয়ে আশ্ৰমৰ নাম "তাৰাবাৰী" দিব পাৰিনে বুলি পাগুৱাৰ অনুৰোধত তাৰামণিক সুধিছিল। তাৰামণিয়ে মিচিক কৰে হাঁহি কেতেকীৰ থুঁতৰিত ধৰি ক'লে, "মা, মহৎ কাৰ্য্য কৰিবলৈ উলাইছা, তাত নিজৰ নামটি ডুবাই দি মহান্‌কৈয়ে ৰাখা, যাতে তিনি চাৰি পুৰুষৰ পাচত কোনে আশ্ৰম পাতিলে ইয়াৰ তথ্য লৈয়েই বেচ এক আকুলি-বিকুলি লাগি যায়; এনে ভাবে আশ্ৰম গঢ়িবা —শিলত নহয়, মৰ্ম্মৰত নহয়, মানুহৰ অন্তৰে অন্তৰে তাৰ ধ্বনি যাতে যুগ যুগান্তৰ থাকি যায়।" কথাৰ অন্তত তাৰামণিৰ পদধূলি ললত আশীৰ্বৰ্বাদ দিলে, "—তোমাৰ দেহাটিয়েই তাৰামণিৰ আশ্ৰম হওঁক।" আজিও এই আশীৰ্বৰ্বাদ কেতেকীৰ শিৰত জলিব লাগিছে। আশ্ৰমৰ নাম "সেৱাশ্ৰম" বুলিয়েই কাগজে পত্ৰই জনাজাত যদিও, আচলতে গাঁৱৰ আই সকলে নিজৰকৈ নাম দি ললে 'আইথান বুলি। এই দৰেই আই সকলে আশ্ৰম খনি সাবটি লোৱাত কেতেকীৰ আজি আশঙ্কা কত, ভয় কত?

সেই বুলি এনে এটি মহান উদেশ্যেৰে মহৎ অনুষ্ঠানৰ মাজত কলিয়ে যে বেহা নেপাতিব এনে কথা হবয়েই নোৱাৰে। নিচেই সৰু সুৰা নিন্দা বা কলঙ্কৰ পৰা ভেটি কঁপাই যোৱা ধুমুহালৈকে কত কি যে হৈ গ'ল। ধৰ্ম্মৰ লগে লগে কৰ্ম্মনাশা আছেই। কেতেকীৰ অন্তৰৰ প্ৰদীপটি ক্ষীণ হোৱা হলে হয়তো নুমাই যাবলৈ বেচিপৰ নেলাগিলেহেঁতেন; কিন্তু সি হ'ল এখন দেশ পোহৰাই থোৱা একুৰা ডাঙৰ জুই, ধুমুহাই তাক নুমাওক ছাৰি বেচিকৈহে জ্বলাই দি যায়। —লোকাই মহৰীয়ে এদিনা গধূলি নিজ চোতালত বহি জীয়েক জোঁৱায়েক সমন্বিতে পৰিবাৰ বৰ্গক লৈ গল্প কৰোঁতে কিবা কথাত লাগি কৈছিল, শুনিছা, কেতেকী বেঁৰা গুচি আজি কালি কিবা বোলে বিনতি হ'ল, খোৱাঁ ভাত সুখেৰে।" জোঁৱায়েকে ক'লে, "সেইখন আশ্ৰম পাতিবলৈ ইমান বোৰ নো টকা পইচা কৰ পৰা পালে কবই নোৱাৰি।" লোকায়ে টপৰাই মাত লগালে, "হোঁঃ, খালাচিৰ আড্ডা পাতিলে টকা পইচালৈ আকৌ ভাবিব লাগিছে।" ঠিক ইয়াৰ দুদিনৰ পাচতে মহৰীয়ে কেচাৰীত শুনিলেগৈ বোলে কন্যাদায়গ্ৰস্ত বা উপনয়ন দিব নোৱাৰা দুখীয়া বামুণক কেতেকীয়ে মুক্তহস্তে সহায় কৰে। হৰমোহনৰ লৰাটোৰ লগুণদিয়ানিলৈ দুদিন আছে। গধূলি ঘৰ পাই পাচ দিনা পুৱাই হৰমোহনক আশ্ৰমলৈ পঠিয়াই দিলে, আৰু শহুৰেকে একো খৰচ নিদিয়ে বুলি অতি কমকৈও বাপ পোন্ধৰ টকা মান সৰকাবলৈ ক'লে। কেতেকীয়ে হৰমোহনক বাম বিশুং একো সোধা নাই, অথবা বাপ পোন্ধৰ টকি দি আশ্ৰমৰ

টকাৰেও এই সহায় কৰা নাই। কেতেকীৰ নামত কিছু টকা আলোকৰ হাতত দেউতাকে জমা থৈ গৈছিল, তাৰে এক কালীন ত্ৰিশ চল্লিশ টকাকে আনি দেশ কাল পাত্ৰ বুজি কেতেকীয়ে সমাজৰ দায়গ্ৰস্ত লোকক বিপদৰ পৰা উদ্ধাৰৰ বাট দেখুৱায়, আৰু নিৰাশ্ৰয় ছাত্ৰক পঢ়িবলৈ পুথিপাঁজি যোগায়। এই টকাৰেই লোকায়ে বজাৰৰ পৰা ঘিউ কিনি নি ব্ৰাহ্মণক দক্ষিণা পাতি দি কাম সমাধা কৰিলে। লোকাই মহৰিৰ শ্ৰেণীৰ লোকৰ এনে নিন্দাৰ অভিনয় ঘনাই ঘনাই চলিয়েই থাকে। শিক্ষাভিমানী সকলৰ ভিতৰতো সেই অভিনয় লেখত কম বুলি ধৰিব নোৱাৰি। আমাৰ জনাত উকিল গদা গোঁসায়ে ইয়াৰ ভিতৰতে এদিনা ফুকনক ঘৰৰ আগত লগ পাই ঠেহেৰ কৰে মাত দিলে, "কি হেঁ গগন ভায়া, আকৌ বোলে কিবা বাঁৰীৰ বিহাৰ এখন পাতিছা? পাতাঁ, পাতাঁ, অ দেও! জীয়াই থাকিলে আৰুনো কেইটা ৰূপ নেদেখুৱাবা।" এনেতে গোঁসাইৰ বুৰা লগুৱাটি লৰি আহি ক'লে, "দেউতা, প্ৰভু ঈশ্বৰ, সেইটোৰে মদ খাই আহি খুন্দি তাও কৰিছে। বেগাই আহক, আই গোঁসানীয়ে বেগাই যাবলৈ কৈছে।" গোঁসায়ে আচৰিত হোৱাৰ ভাও দেখুৱাই সুধিলে, "হেৰ কাক খুন্দিলে?" বুৰাই খুলি কবলৈ পাই বিৰক্তিৰে ক'লে, "কাক আৰু ভাগিনীয়েকক।" ফুকনে ব্যস্ত হৈ সুধিলে, "কোন ভাগিনীয়েকক?" বুৰাই ক'লে, "কোন হব আৰু, সেই বাঁৰী ভাগিনীয়েক জনীক ।" ফুকনৰ অন্তৰ চিৰিং কৰে গ'ল, ততাতৈয়াকৈ গোঁসাইক ক'লে, "যোৱাঁ যোৱাঁ ভাই, কিবা এটা কৰাঁগৈ ।" গোঁসাই ৰঙা কলা পৰি বেগাই গুচি গ'ল, ফুকনেও হুমুনিয়া এটা কাঢ়ি ঘৰৰ ফাললৈ খোজ ললে। — এনে বৌ বৌৱনি মাজে মাজে চলিয়েই থাকে। আচল কৰ্ম্মীয়ে ইয়ালৈ কাণ দিও মন নিদিয়ে, কিয়নো, তেওঁ বেচ জানে বৌ বৌৱনি শাঁত কৰিবলৈ গলে খেদি ফুৰাই হে হব, ৰেল ধৰা আৰু নহয়। নিন্দা আৰু প্ৰশংসালৈ কাণ নিদিয়া কেতেকীৰ কথা আজি একেবাৰেই বেলেগ। সাধাৰণে ঢুকি নোপোৱা এক আনন্দ লোকত তেওঁ বিৰাজ কৰিছে। তাতো, তাতো বুদ্ধ দেৱৰ সাধন পথত 'মাৰৰ উৎপাতৰ দৰে ধৰ্ম্মৰ নামত অধৰ্ম্মৰ কত আকস্মিক ধুমুহাই দিগ্ বিদিগ অন্ধকাৰ কৰি পথ আগুৰি ধৰেহি! কত অলপ ধতুৱা যাত্ৰী তাতেই পিছলি পৰে, কতই অন্ধকাৰ দেখি বহি যায়! অতিথি সৎকাৰৰ নামত আজি তেনে এটি বিঘিনি নিমাতে নিবোলে সন্ধ্যাৰ আন্ধাৰ আগত লৈ সেৱাশ্ৰম পালেহি। আমাৰ পৰিচিত সোমাই বাপুৱে লগত বিশ বাইশ বছৰীয়া বিধবা এজনী লৈ কেতেকী দেবীক দেখা কৰিলেহি। বিধবা জনা বাপুৰ খুলশালীয়েক; দেখাত লৈ লৰ মৰাও নহয়, দলিয়াই পেলোৱাও নহয়। কেতেকী দেবীৰ চকুত চকু পৰি বিধবাই চাব নোৱাৰা হ'ল, কুঁচি মুচি যোৱা যেন লাগিল। সোমাই বাপুৱে ভকতীয়া বান্ধেৰে দীঘল দি পৰি ধৰিবই লাগিছে —বিধবাতিক চৰণছত্ৰৰ ছঁয়া দি ৰাখিব লাগে, নহলে তাইৰ আৰু উপায় নাই। কেতেকী দেবীয়ে ক'লে, "বৰ্ত্তমান আশ্ৰমত নতুন বিধবা লবলৈ স্থান নাই, আৰু চাৰি পাঁচ মাহৰ পাচত হয়তো ওলাব পাৰে। তালৈকো কৰ্ম্মীসকলৰ বিশেষকৈ সুভাষিণী মজুমদাৰ আৰু ঈশানী বৰুৱানীৰ অনুমতি নহলে নহব।" বাপুৱে ক'লে, "এই চাৰি পাঁচ মাহ ইয়াতে বান্দী বেটী হৈয়েই থাওক লাগিলে। মুঠতে মুৰ সুমাবলৈ সুৰুঙ্গা এটি দিয়ক। তাইৰ উভতি যাবলৈ ঠাই আৰু নাই।" কেতেকী দেবীয়ে ক'লে, "তালৈকে মজুমদাৰণী আৰু বৰুৱানীৰ অনুমতি নহলে নহব।" বাপুৱে ক'লে, "জিলাত মোক মৰম নকৰা মানুহ নাই। মই কাইলৈ ৰাতি পুৱাৰ ভিতৰতে সিবিলাকৰ অনুমতি লৈ আহিমগৈ, একো কথা নাই। মুঠে আজি ৰাতিটোলৈ ইয়াতে পৰি থাকিবলৈ দিয়ক।" কেতেকীয়ে দেবীয়ে ক'লে, "আপোনাৰ ইচ্ছা হলে আশ্ৰমৰ বাহিৰৰ অতিথি শালাত থাকিবগৈ পাৰে।" বাপুৱে সেৱা এটি জনাই ক'লে, " ভাল, ভাল, তাতে থাকিমগৈ ।" মুৰটি অলপ দাঙি আকৌ ক'লে, "বিধবাটিক আশ্ৰমৰ ভিতৰৰ আপোনাৰ চৰণৰ ধূলিতে ৰাখক। অবলা জাতি! তাইনো বাহিৰত পৰি থাকে কেনেকৈ? আমি বোলোঁতে গছৰ তলত পৰি থকা মানুহ, যতে ৰাতি তত কাতি হব পাৰিম," অলপ পৰ বৈ কেতেকী দেবীয়ে আকৌ

ক'লে, "তেওঁ থাকোঁ বুলিলে ভিতৰৰ অনাথ আশ্ৰমৰ অতিথি শালাতে থাকিব পাৰে। আপোনালোকক সিধা লাগে সিধা, প্ৰসাদ লাগে প্ৰসাদ আশ্ৰমৰ পৰাই দিয়া যাব।" বাপুৱে টপৰাই মাত লগালে, "সিধা? সিধা কিয়? চৰুৰ কাণত লাগি থকা প্ৰসাদ একণ পালেই মই যি তৰিমেই নে মোৰ সাত পুৰুষো তৰি যাব তেনে স্থলত প্ৰসাদ নলৈ আকৌ সিধা লমনে? ঈশ্বৰে মোক তেনে দুৰ্ম্মতি নিদিয়ক।" কেতেকী দেৱীয়ে সিবিলাকক সেই ৰাতিলৈ বিদায় দি কাৰ্য্যান্তৰলৈ গুচি গ'ল। অলপৰ পাচতে এগৰাকী ব্ৰতচাৰিণী আহি বিধবাক বিধবাৰ ঠাইলৈ আৰু বাপুক কৰ্ম্মচাৰীক গতাই দিবলৈ লৈ গ'ল।

পাচ দিনা পুৱাই যোৱা বাপুৱে আশ্ৰমৰ পিঠা পনা, লাৰু মিঠৈ ইটো সিটোকৈ চাকি চাকি চাহ পানী টুপি ধৰোঁতেই বেলি এপৰ মান লগালে। ততাতৈয়াকৈ বিদায় লবলৈ বুলি দেৱীক সেৱা এটি জনাই যোৱাৰ কথা কৈ কৰ্ম্মচাৰীৰ লগত বাপু আশ্ৰমৰ ভিতৰলৈ গ'ল। সেৱা কৰিবলৈ মুৰ দোঁৱাওঁতেই কাষলতিৰ তলৰ জোলোঙ্গাৰ পৰা কিবা পাকত ভাঙ্গকুটা বাৰিডাল মুৰতকৈ আগতে উফৰি মাটিত পৰিল। আস্তেব্যস্তে বাপুৱে বুটলি আনি মোহাৰি সামৰি জোলোঙ্গাত ভৰাই থৈ ঠাই খনিত হাত ফুৰাই মুৰটি লাহেকৈ মাটিত লগাই সেৱা এটি জনালে। কেতেকী দেৱীয়ে সুধিলে, "সেইয়া কি পৰিছিল?"

—"মিছাক'লে কি হব? কিবা বোলেনে সেই ভুখৰি ভাঙ্গ কুটা গড়।

—"আপুনি ভাঙ্গ খায়?"

—"নেখাওঁ বুলিনো মিছাকৈ কওঁ কেনেকৈ?"

দেৱীয়ে অলপ গহীনাই হাঁহি এটি মাৰি সুধিলে, "বব, "আপুনি কালি যিবোৰ কথা মোৰ আগত কৈছিল, সেইবোৰ নিজৰেই কথানে ভাঙ্গৰ ভমকত ওলাই অহা কথা?" বাপুৱে ভূমি ছুই কৰ্ণত হাত দি ক'লে, "নাই, নাই, একেবাৰেই নিৰহ নিপানীকৈ ওলাই অহা কথা। মিছাক'লে কি হব? সেইবোৰত মুখ দি এনে গুৰু গোঁসাইৰ থানলৈ মুখকে নকৰোঁ নহয়।" আকৌ গহীন সুৰেৰে দেৱীয়ে ক'লে, "ভাল কথা। এতিয়া আপোনাক লাগে কি?" বাপুৱে সেমেনা সেমেনিকৈ পেটৰ কথা কবলৈ ললে, "এৰা, পুৱাই জিলালৈ যোৱাৰ কথা কালি জনাইছিলোঁ। ৰদটো চেৰেং বেৰেংকৈ উঠি আহিছে দেখোন। গলে জানোচা বাটতে দেই পুৰি মাৰে। তাকে বোলোঁ — দুপৰৰ প্ৰসাদ মুঠি লৈ আবেলি গলেও ঘূৰি পামহি। এখেতে বা বোলে কি?" কেতেকী দেৱীয়ে হাঁহি ক'লে, "বেচ তেনে, ভাটি বেলা জুৰে শঁতেই যাবগৈ। মোক হয়তো ভাটি বেলা লগ নেপাব।" 'ভাল বুলি সেৱা এটি জনাই বাপু উঠি আহিল।

সেইদিনা জিলাৰ পৰা বাপু যে নিফিৰিলেই নে তাৰ পাচ দিনাও তেওঁৰ দেখা দেখি নাই। ইতিমধ্যে আশ্ৰমৰ পৰিচাৰিকা সক'লে বিধবাক কথা সুধি বেচি কথা উলিয়াব পৰা নাই। ইয়াকে কেৱল জানিলে — ঘৰত বিধৱা বুলিয়েই তেওঁৰ ওপৰত বহুতো অত্যাচাৰ হয়। কেনেবাকৈ তাৰ পৰা সাৰিব পাৰে বুলিয়েই হেনো আশ্ৰমলৈ আহিছে। আশ্ৰম সোমায়ে জুইৰ পৰা ওলাই আহি পানীত পৰা হেন লাগিছে বোলে। এই পাচৰ কথাষাৰ মিছা যেন নেলাগে। কিয়নো, আশ্ৰমৰ কথা কাণ্ড দেখি স্নিগ্ধ বতাহত মুগ্ধ হৈ মুকলি মুৰেৰে ফুৰিবলৈ পাই অন্তৰৰ নবীন আশা এই দুদিনতে মুখত বেচ মনিব পৰাকৈয়ে ফুটি পৰিছে।

আশ্ৰমৰ তিনি মাইল মানৰ ভিতৰতে এখনি মছলমানৰ গাওঁ। আবেলি সেই গাঁৱৰ মাজে দি অহা আলিটিৰ নিজান ঠাইত অহাযোৱা কৰি এটি মছলমানৰ আৰু এটি হিন্দুৰ ডেকাই ভালে খিনি পৰ গোপনে কথা বাৰ্ত্তা পাতিছিল। কিছু পৰৰ মুৰত হিন্দু ডেকাজনে বৰ কাতৰ অনুনয় কৰি ইজনক চেলাম এটি দি আশ্ৰমৰ ফাললৈ বেগাই গুচি গলগৈ। মছলমানটিয়ে তালৈ ঘূৰি ঘূৰি চাই ঘৰলৈ ঘূৰোঁতেই বাটত অন্য এজন শকতে আবতে দেখনিয়াৰকৈ মছলমান ডেকাৰ লগত ভেটা ভেটি হ'ল। ডেকাজনে সিজনক সুধিলে, "কোন অ সেইটো, ৰহমত?"

—"তাহানি একেলগে পঢ়িছিলোঁ। সৌ ফালৰ কাছমাৰীৰ বামুণৰ লৰা।"

—"বৰ কথা পাতিলি দেখোন? নেৰ হে নেৰ।"

—"বৰ বজ্জাত অ। এতিয়াও তাৰ বজ্জাতালি নুগুচিল।"

—"কি বজ্জাতালি?"

—"কম নহয় অ। তোক কব পাৰি। কাকো নকবি, কওঁ শুন, —তাৰে বোলে কথা থকা বাঁধী এজনী মাক বাপেকে পলুৱাই আনি সৌৱা আইথানত থৈছেহি। সি তাইকে আজি ৰাতি আনি কাইলৈ ফজিৰে জাহাজত তুলি বিহালি পাবগৈ। দেহি ডুখৰিৰ লাগিছে ভয়; কৰবাত জানোচা তাৰ চকীদাৰে পাই টঙ্গনিয়ায়। সেই খাতিৰে আহি মোক দাদন দি লগ ধৰি গৈছেহি। এই পাঁচ টকা, পাচত দিব আৰু পাঁচ। ৰাতি চকীদাৰে খেদা দিলে বোলে তাক যেনে তেনে বচাব লাগে। এইয়ে কথা।"

কথাখিনি শুনি ইজনৰ যে এটা গৰম ভৰিৰ পৰা মূৰলৈ উঠি গ'ল, তাক ৰহমতে বেচ লক্ষ্য কৰিব পাৰিলে। থোকাথুকিকৈ ডেকাজনে ৰহমতক সুধিলে, "চাবাইচ্! ৰ, তই আকৌ খাটি মছলমানৰ লৰা হৈ এইবোৰ বিদা কাহানিৰ পৰা ললি?"

—"কোনো মছলমানৰ লৰায়ে নিজ খুচিৰে এনে কাম নকৰে, ভাই। কোনোবাই কৰবাত হাত দিলেও বামুণৰ লৰাৰ জালত পৰিহে দিয়ে। বুধি আৰু কাম হ'ল সিহঁতৰ, তাক হাচিল কৰিবলৈ কলিজাত নাই জোৰ; মছলমান লৰাৰ সহায় নলৈ কি কৰে?"

—"তই পাচে কৰিবি কি?"

—"তাকে ভাবিছোঁ, পাই। মানুহটোও হ'ল বৰ উপকাৰী। মাজে সময়ে সিহঁতৰ ঘৰৰ ধান চানকে আনি কাৰবাৰ চলাওঁ। ইফালে বাবাজানে কিনি থৈ অহা মহটো আনিব লৈ পঠিয়াইছে এই এতিয়াই। নগলে শুদাই নেৰে। তোৰ কৰবাত কাম আছেনে কি? নাই যদি যা না তয়েই। হোঁ, এই পাঁচ টকা ল। বাকী পাঁচ মই উলিয়াই দিম। তই একো কৰিব নেলাগে। লগত যাবি, মুখেৰে সাহ দিবি মুঠে, হঁ হঁ, ঘৰত বহিয়েই মুফাৎ দহোটাকৈ টকা মাৰি দিবি, হোঁ ল।" এই বুলি হাতত টকা গুজি দিলে। ইটিয়ে লওঁ নলওঁ কৈ টকা কেউটি হাতত লৈ সুধিলে, "তাক পাচে কত পাম ? সি আকৌ লগত নিয়ে বা নিনিয়ে ?"

—"নিব ৰে নিব। নিনি উপায় নাই। মই তাক কৈছোঁ মই যদি যাব নোৱাৰোঁ অইন এটা খবৰদাৰী ডেকাকে পঠিয়াম। ৰাতি এপৰ মান যোৱাত তিনি আলিৰ সৌ জৰি জোপাৰ তলতে লগ পাবি। যা, মই যাওঁ, ভাই। সৌৱা বাবাজানে মোকে ওলাই চাইছে। যাবি দেই, সকলোৰে কচম দিছোঁ।" ইয়াকে কৈ খৰাখৰিকৈ ৰহমত গুচি যোৱাৰ পাচত ইটিয়ে অলপ পৰ দবক দি এখুজি দুখুজিকৈ ঘৰলৈ খোজ চলাওঁতে হঠাৎ আবেগত কৈ পেলালে, "আকৌ আহিলি মুছলমান ডেকাৰ ঘাঁৰত গুণাহৰ ভাৰ পেলাবলৈ!"

ৰাতি দেড় পৰৰ অলপ পাচতেই হাতত মিত্ এখন লৈ মছলমানৰ ডেকা জৰিৰ তল পালেগৈ। বেচি পৰ ৰবলৈনৌ পাওঁতেই হাতত খুকৰি এখন লৈ হিন্দুৰ ডেকাজনে জৰিৰ তলত থিত দি সুধিলেহি, "কোন?"

—"মই, মোক ৰহমতে পঠিয়াইছে।"

—"বেচ, পাৰিবা তো?"

—"পাৰিবই লাগিব। কিনো বৰ কথাটো।"

—"এৰা এনেকৈ চালে কথা একোৱেই নহয়। তাই নিজ খুচিতে আহোঁ বুলিছে যেতিয়া, তাইৰ ফালৰ লেঠা নাইয়েই। মই জেওৰাৰ সৰ এটা আবেলিতে চাই থৈছোঁ : মই অহাৰ ইচাৰাও দি আহিছোঁ। একো ভয় নাই। পাচত কোনোবাই খেদিলে তুমি খালি আগুৰি ধৰি আমাক পলাব পৰা কৰি দিবা।"

—"বাৰু, খেদকচোন আগে। — ৰবা, তুমি বামুনৰ লৰা, তাইক কেনেকৈ ৰাখিবা?"

—"মই নেৰাখোঁ। বিহালিৰ ফালৰ ডাক্তৰ এটাক লাগে। বইনা লৈ আহিছোঁ। কাইলৈ জাহাজত নি শোধাই দিমগৈ।

—"সঁচাকৈ তই নিজ খুচিতে যাব নে?"

—"নগৈ কৰিব কি?"

—"কেলৈ? ৰহমতে দেখোন কৈছিল তোমাৰে তাইৰ কথা আছে বোলে।"

—"কথা আছিল গুণেই তো মেল দোৱান হোৱাৰ মুদাকে মাৰিবলৈ ওলাইছোঁ, নহলে আৰু বাঘ তেলে

খোৱা নাই।"

কথাবাৰ্ত্তা পাতি এই দৰেই হিন্দু ডেকাৰ পেটটি লৈ মছলমানৰ ডেকাজন আশ্ৰমৰ সীমা পালেগৈ। আশ্ৰমৰ পাচ ফালৰ জেওৱাৰ সৰটোৰ ছটাদিয়েক উঘালি বাটটো বহলকৈ লোৱা হ'ল। মছলমানৰ ডেকাই হিন্দুজনৰ কাণত ফুচ্‌ফুচাই সুধিলে, "আমি অহাৰ গম তাই কেনেকৈ পাব?" তেওঁ একে মাতেৰে উত্তৰ দিলে, "আগে পাচে যেনেকৈ দিওঁ, সেই দৰেই দিম। চাই থাকাঁ।" এই বুলি জোপাৰ আঁৰলৈ গৈ শিয়ালৰ দৰে হোৱা এটা দিলে। মছলমানৰ ডেকাই মনে মনে নকৈ নোৱাৰিলে, "চাবাইচ!" এনেতে প্ৰায় এশ খোজ মান আঁতৰত ছঁয়া ময়াকৈ দেখা গ'ল, ভৰিলৈকে কাপোৰ লোৱা কোনোৱা এটি ঘৰ এটাৰ পৰা লাহে লাহে ওলাই আহিছে। "ঠিক থাকিবা বুলি হিন্দুৰ ডেকাই ইজনৰ কাণত ফুচ্ ফুচাই কৈয়েই আগ বাঢ়ি গ'ল। তাৰ পাচত যি দেখিলে মছলমানৰ ডেকা জন থিৰেৰে ৰব নোৱাৰিলে এখুজি দুখজিকৈ কাষ পালেহি। মাটিৰ পৰা গৰম এটা উঠি মুৰ পালেগৈ। — মানুহজনী একো পধ্যে নাহে। ইও কোনোমতেই নেৰে, ভৰিত ধৰি চোচোৰাই আনিছে। আতুৰত মানুহ জনীয়ে চিঞৰি দিলে। ই ভৰি এৰি মুখত সোপা দি ডিঙ্গিত টেপা দি ধৰিছে, মানুহ জনীয়ে হাত ভৰি এছাৰিছে —। বিজুলীৰ ছাট অহাদি আহি মছলমানৰ ডেকাটিয়ে মিতৰ দুটা ঘাপত বামুণৰ লৰাৰ শেষ কৰি দিলে, তাৰ পাচত গৰজি ক'লে, "বেইমান। নিজ খুচিতে যাব?" মাটিত পৰি থকা মানুহ জনীলৈ চাই কোমল মাতেৰে ক'লে, "যোৱা আই। মই তোমাক নোছোঁও। তুমি ঘৰত সোমাই থাকাগৈ। তোমাৰ ভয় নাই।" এনেতে আশ্ৰমৰ ভিতৰত মানুহৰ গ'ল গলনি শুনি ৰাতি পৰীয়া দেচুৱালিটোৱে লাঠী এডাল লৈ চোঁচা মাৰি অহা দেখি মছলমানৰ ডেকাই ক'লে, "না ভাই, মাৰ পিট নকৰিবা, মই নিজে হাজিৰ আছোঁ, নেভাগোঁ।" ৰাতি পৰীয়াই চিঞৰি বাকী দুটা দাৰোৱানক জগাই কৰ্ম্মচাৰীক মতাই অনালে । সিবিলাকে ঘটনা দেখি বিবুধি হ'ল । ওচৰলৈ গৈ চাকিৰ পোহৰত দেখে— আঁতৰত বহি তললৈ মুৰ কৰি নতুনকৈ অহা বিধবা জনাই কান্দিব লাগিছে, ওচৰৰ পৰি থকা মানুহটো চায়— আগফালৰ চালত ডিঙ্গিটো কথমপি হে লাগি আছে, তাৰ ওচৰতে আৰু এটা মাপৰ তেজেৰে গোটেইখন ৰাঙ্গলী হৈ আছে, —সব শেষ। ইটিৰ মুখ চাবলৈ যাওঁতে তেওঁ শুকান কণ্ঠেৰে কলে, "মোক চাব নেলাগে। মই সৌ মছলমান গাঁৱৰ মফিজ। বিশ্বাস কৰিব নোৱাৰা, ভাগি যাওঁ বুলি যদি ভাবা, লাগে মোৰ হাত ভৰিকে বান্ধি থোৱাঁ। খালি পানী, মোক পানী এটুপি দিয়াঁ। ঠাণ্ডা হৈ সব কম।" দাৰোৱান এটাই কৰ্ম্মচাৰীৰ ইঙ্গিত পাই ডেকাৰ আগত পানী এমলা দিলেহি। মফিজে পানী মলা শেষ কৰি আৰু এমলা খুজি খাই মলাটো অতঁৰাই পেলাই ক'লেহি, "এতিয়া মোক বান্ধা।" দাৰোয়ান কেউটাই বন্ধা নামটো কৰি এটাই থিনিকে আগত লৈ ৰখি আছে। এনেতে ঘাই ঘৰৰ পৰা ব্ৰতচাৰিণী এগৰাকীয়ে চিঞৰি মাতিলে, "দাৰোৱান, দাৰোৱান।" একেচাবেই "মাইজী" বুলি দাৰোৱান ওচৰ পালেগৈ। ঘুৰি মুহুৰ্ত্তত কৰ্ম্মচাৰীৰে সৈতে দাৰোৱান আগ কাঠি পালত দুৱাৰ মেলি তিনি গৰাকী ব্ৰতচাৰিণীৰে সৈতে কেতেকী দেৱীয়ে দেখা দি কাণ্ড কি সুধিলে। ইয়াৰ ভিতৰতে কৰ্ম্মচাৰীয়ে যিখিনি যুকিয়াই লব পাৰিছিল তাকে দেৱীক জনালে। কথা শুনি আতঙ্কত বাকী কেউ গৰাকী হয়তো কঁপি উঠিছিল, নহলে সিবিলাক কেতেকী দেৱীৰ আৰু কাষ নেচাপিলহেঁতেন। দেৱী কিন্তু গৌৰিশিখৰৰ দৰে অচল অটল। অকনো বিচলিত নহৈ গম্ভীৰ ভাবে দিহা দিলে, "মৰা শটিৰ ওচৰত চাকি এটি থৈ এজনে অলপ আঁতৰৰ পৰা ৰখি থাকক, অনাথ আশ্ৰমৰ পিৰালিলৈ আনি বিধবা জনাক বহিবলৈ দি কৰ্ম্মচাৰীয়ে আৰু আঘোনী বায়ে চাই থাকক। এটিয়ে সেই আলি মুৰৰ কেশৱ আৰু দীনক মোৰ কথা কৈ মাতি লগত লৈ জিলা পুৱাই পুৱাই পাই মামাক সকলো কথা কওকগৈ। বাকীটিয়ে আশ্ৰমৰ বাহিৰৰ ঘৰ এটাত বান্ধৰ মানুহটি বহুৱাই চাই থাকক। ৰাতি পুৱাবলৈ আৰু বেচি পৰ নাই। যোৱাঁ, বাকীবোৰ শুই থাকাঁগৈ। পুৱাৰ পোহৰে সকলো পৰিস্কাৰ কৰি দিব।" ইয়াকে কৈ দুৱাৰ

মাৰি দেৱী ভিতৰ সোমাল। সেই দিনা আশ্ৰমৰ ভিতৰত মৰা শৱটো থকাৰ কাৰণে ৰাতি পুৱালতো প্ৰাতঃকৃত্যৰ আৰম্ভ নহ'ল।

আঠ বজাৰ অলপ আগতে জিলাৰ পৰা ঘোৰা ডকাই পুলিচৰ বৰ দাৰোগা আৰু দুৱলীয়া দাৰোগা আহি আশ্ৰম পাই কৰ্ম্মচাৰীৰ মুখে আদ্যোপান্ত বিৱৰণ শুনি কেতেকী দেৱীৰ অনুমতি লৈ আশ্ৰম সোমাই মৰা লাছ পৰীক্ষা কৰি আৰু ঘৰ দুৱাৰেৰে ঠাই খনৰ নক্সা লৈ জেওৰাৰ সৰটো চাই বিধৱাৰ জবানবন্দি লিখি লবলৈ ধৰিলে। বিধৱাই কবলৈ ললে, "যিটো কটা গ'ল তাৰ নাম দামোদৰ, সভাপণ্ডিতৰ ঘৰৰ, মাক বাপেক দুয়ো জীয়াই আছে, সি বিবাহিত —ঘৈণীয়েক অশৌচলৈ গৈ মাকৰ ঘৰত আছে; সি মোক কি কৰিলে, — কিবা খুৱালেই নে মন্ত্ৰকে কৰিলে কব নোৱাৰোঁ, — ৰাতি সাইলাখ শিয়ালৰ দৰে হোৱা এটা দিয়েহি, মই ৰব নোৱাৰোঁ, ওলাই যাওঁ।" বৰ দাৰোগাই চেপি ধৰা হাঁহি এটাৰে নাট্যাভিনয়ত 'স্বগত বচন মতাদি মাতিলে, "বাঃ বেচতো! বেচ্ বংশীধ্বনি। হেঁ হেঁ—তাৰ পাচত, তাৰ পাচত?" —"এই দৰেই কেবা ৰাতিও যোৱাৰ পাচত গাঁৱৰ কোনোবাই কিবা ফুট্ পাই এদিনা খাপ লৈ আমাক ধৰিলেহি। গাঁৱত ঘৰে ঘৰে সেয়েহে কথা হ'ল। অহা দেওবাৰলৈ মেল চপাই আমাৰ দুয়ো ঘৰকে এৰিবৰ কথা উঠিল। ই নষ্ট যোৱাই কোনোবা বিহালিৰ বাগিছাত কাম পাইছোঁ বুলি কৈ কালি মোক তালৈকে লৈ যাবলৈ আহিছিল। এই আশ্ৰমত সোমোৱাৰ পৰা মোৰ ভিতৰি কি লাগিছে কব নোৱাৰোঁ, —ৰাতি চকুত টোপনি নাই, হিয়াৰ মাজত হু হু কৈ জীয়া জুই একুৰা জলিছে। মই আৰু সেই বাটে দি নেযাওঁ, মন বান্ধিলোঁ। মোৰ আশ্ৰমৰ বাটেইহে বাট। কালি আবেলি আশ্ৰমৰ বাহিৰে তাক ছঁয়াময়াকৈ দেখিলোঁ। ৰাতিলৈ শিয়ালৰ হোৱা শুনি ৰব নোৱাৰি ওলাই গলোঁ, একেবাৰে কুটা ছিঙ্গি কৈ আহোঁ —মই আৰু নেযাওঁ। সি মোক নেৰিলে, কেবা হাতো চোচোৰাই নিলে। মই চিঞৰিবলৈ ধৰোঁতেই মোৰ মুখত সোপা দি ডিঙ্গিত সি চেপি ধৰিলে, মই একো নেদেখা নুশুনা হলোঁ, মাটিত পৰি আছিলোঁ; চকুমেলি গাৰ ওচৰত দেখিলোঁ সৌ মানুহটোৱে মোক দেখোন কৈছে, — 'তোমাক কোনেও নিব নোৱাৰে. ঘৰৰ ভিতৰত সোমাই থাকাগৈ। খক্ মক্ কৈ উঠি দেখিলো — নষ্ট যোৱাটো মাটিত পৰি আছে। এনেতে আশ্ৰমৰ মানুহ দুনুহ পালেহি। পোনতে আহিছিল ৰাতিপৰীয়াজন।" কথা খিনি লিখি লোৱাৰ শেষ হওঁতে নৌহওঁতেই বাহিৰলৈ চকু দি দাৰোগা কেজনে দেখিলে — ছটা কনিষ্টবলেৰে জিলাৰ পৰা গাৰী এখন লৰি আহিছে। লগত লাছ নিবলৈ মানুহ দুটাও আনিছে। বৰ দাৰোগাৰ হুকুম মতে লাছটো আলিলৈ নি গাৰীৰ ওপৰত থৈ ঠাই খনি চচাই চোৰোকাই মচাই কোচাই চাফ কৰি দিওৱা হ'ল। এনেতে বাহিৰৰ হো-হোৱনি শুনি বৰ দাৰোগাই ওলাই দেখিলে — চাৰিও ফালৰ পৰা ভেঁটা ভগা দি ভাগি মতাই মাইকীয়ে আশ্ৰমলৈ ঢাপলি ধৰিছে। কি মতাৰ, কি মাইকীৰ — - হাতে হাতে যাঠী জোং, দা কটাৰী। চকুৰ পলকতে মাইকীজাক ভিতৰলৈ হো-হোৱাই সোমাই আহি ঘাই ঘৰটো বেৰি ধৰি ফোঁপাই জোপাই সুধিলেহি, "আমাৰ আইসকল, আমাৰ আইসকল কত? চাওঁ আমি আমাৰ আইসকলক চাওঁ।" চকোৱাৰ বাহিৰেও কমকৈও ছয় সাত শ ডেকা, আদহীয়া, চেমনীয়া গোট খাই হুলুস্থুল কৰি চকোৱাৰ সুৰুঙ্গাই চকু দি গিলিপ মাৰি ধৰিছেহি। এনেতে কৰ্ম্মচাৰীৰ মুখে সকলো শুনি — উষাৰ দৰে প্ৰাণ জুৰোৱা হাঁহি এটিৰে কৰযোৰ কৰি কেতেকী দেৱীয়ে দেখা দি কলে, "আপোনাসকলৰ আশীৰ্ব্বাদে আমাক আবৰি ৰাখিছে। আমাৰ একো নহয়। আশঙ্কা নকৰিব। শান্ত হওক।" এটি হাঁহি আৰু একেষাৰি মুখৰ কথাতে এই উত্তেজিত জনতা নিমাত হৈ মাটিত মুৰ লগাই সেৱা জনালে। বাহিৰলৈকো দেখা দি মতা মানুহবিলাককো সেই একেষাৰি কথাৰেই দেৱীয়ে শাঁত কৰি গ'ল। তাৰ পাচত মতা মাইকী দুই জুমলৈকে চাই আকৌ কলে, "আচল কথাটো বিচাৰ কৰিব লাগিছে দাৰোগা বাবু সকলে। সিবিলাকে যদি কোৱাটো ভাল যেন দেখে আপোনাসকলক কৈ যাব —।"কেউফালৰ

পৰা কোলাহল উঠিল, — "আমাক লাগে, আচল কথা লাগে। আইসকলক আমি কেছাৰীত তুলিবলৈ নিদিওঁ। কেছাৰীকে লাগিলে কৰাপাটলৈ তুলি আনিম।" আইসকলৰ ফালৰ পৰাও চিঞৰ উঠিল, "নিদিওঁ, নিদিওঁ, জীৱ থাকে মানে আমাৰ, আমাৰ আইসকলৰ ভৰিৰ খোজ এটি কোনে মাৰে, মাৰকচোন চাওঁ।" কোলাহলৰ মাত্ৰা ক্ৰমে বেচি হোৱাত বৰ দাৰোগাই উপায়ান্তৰ নেদেখি কৰযোৰে কবলৈ ললে, "ৰাইজসকল, আপোনাসকলে যেনেকৈ আইসকলৰ গাত কুটা এডালো পৰিবলৈ নিদিয়াকৈ ৰাখিব খুজিছে, আমিও খুজিছোঁ তাকে। ঠাণ্ডা হওক, শুনক।" এই বুলি তেতিয়ালৈকে জানিব পৰা মোটামুটি কথাখিনি সেই বাঁৰীক, লাছটোক, আৰু মফিজক ভিনে ভিনে আঙ্লিয়াই দেখুৱাই স্পষ্টকৈ কলে, আৰু শেহত সামৰণি মাৰিলে, "এতিয়া আপোনাসকলে দেখিলে ইয়াত আইসকলৰ কোনো কথাই নাই। আপোনাসকলে যেনেকৈ কোনো কথা নেজানে, আইসকলেও এইবিষয়ে মচুলুমে একোকে নেজানে। আইসকলক কেছাৰীত তোলা কথা উঠিবই নোৱাৰে। চুৰা পাতনিত কুকুৰে কুকুৰে খোৱা কামোৰা কৰাদি কৰা এই খুন হাঙ্গামা। আমাক সহায় কৰক, বাকীবোৰ কাম শেষ কৰি আমি লাছটোৰে সৈতে আচামীক জিলালৈ লৈ যাওঁ।" ৰাইজে চিঞৰি উঠিলে, "বেচ বেচ, তাকে কৰক তেনে। আমি চাই থাকোঁ। আপোনালোকে একো নেভাবি নিজা কাম কৰি যাওঁক।" গাঁৱৰ মানুহ তেতিয়ালৈকে বলিয়েই আছে। ইয়াৰ পৰা জুমে জুমে গৈ দূৰৰ টৌ দূৰতে মাৰ নিয়াৱ লাগিছে। ইমান উত্তেজনাৰ মাজত দাৰোগাই মফিজৰ জবানবন্দি নিলিখি কেৱল মুখে মুখেই সুধিলে, "তই ইয়াক খুন কৰা হয়নে?" মফিজে স্বীকাৰ কৰিলে, "হয়।" ইমানতে তাক হাতকেৰি দিবলৈ ইচাৰা পৰিল । হাতকেৰি দিয়াৰ লগে লগে কঁকালতো বান্ধ দি চাৰিফালে চাৰিটা কনিষ্টবলে আগুৰি লৈ বৰ দাৰোগাৰ আদেশলৈ অপেক্ষা কৰি আছে। মফিজে বৰ দাৰোগাৰ মুখলৈ চাই বৰ কাতৰি কৰি কলে, "এবাৰ, এবাৰ মোক বৰ আইক চেলাম এটা দি যাবলৈ দিয়ক।" বৰ দাৰোগাই কলে, "আচ্ছা ভাল কথা, চেলাম দিবি, দে।" ইয়াকে কৈ কৰ্ম্মচাৰীৰ মুখে দেবীলৈ কোৱাই পঠিয়ালে। অনতিপলমে লগৰ তিনিও গৰাকী ব্ৰতচাৰিণী লৈ দেবীয়ে দুৱাৰ মুখত দেখা দিলেহি। মফিজে বৰ নম্ৰ ভাৱে চেলাম এটি দি কলে, "মাই! মোৰো মোৰো জন্মৰ অধিকাৰ আছিল আপোনাৰ ভৰি ছুই মাটিত মুৰ লগাই প্ৰণাম কৰা। মোক তাকে কৰিবলৈ আইৰ ফালৰ বোলক, বোপাইৰ ফালৰ বোলক, কোনেও — কোনেও নিদিলে। নিদিয়ে নিদিয়ক, মই আজি নিজমনেই আইৰ থানত এই বলি দিলোহি। মোৰ পূজা লওক নলওক, মই আজি যে আপোনাসকলৰ ইজ্জত ৰাখিব পাৰিলোঁ, এয়ে বহুত। মোৰ তাজিম্ লওক, দোৱা কৰক।" প্ৰাণ উবুৰিয়াই দিয়া চেলাম এটি দি মফিজে আৰু কব নোৱাৰি হুক্ হুক্ কৈ কান্দিবলৈ ধৰিলে। চলচলীয়া চকু যুৰিৰে গম্ভীৰ স্বৰেৰে মুখত প্ৰসন্নতাৰ হাঁহিটি লৈ কেতেকী দেবীয়ে ধীৰে ধীৰে কলে, "মফিজ! তোমাৰ সৰল অন্তঃকৰণৰ সৰল নিবেদন মই বেচ বুজিছোঁ। তুমি হয়তো আমাৰ মান ৰক্ষা কৰিবলৈকে এনে এটা হত্যাকাণ্ড কৰি পেলাইছা। তোমাৰ উদ্দেশ্য সজ হলেও তোমাৰ উপায়টি অনুমোদন কৰিব নোৱাৰি আমি দুখ পাইছোঁ; কিয়নো, হত্যাৰ মাজে হিংসাৰ মাজে মান ৰক্ষা কৰা আমাৰ আশ্ৰমৰ উদ্দেশ্য নহয়, জননীৰ হিয়াৰ গভীৰ প্ৰেম আমাৰ উদ্দেশ্য — যি প্ৰেমে তাড়না নকৰে, কান্দি কাটি সহি থাকে। ভগবতীয়ে তোমাৰ মতি পৰিবৰ্ত্তন কৰক, সুমতি দিয়ক। তোমাৰ কল্যান হওক।" সিবিলাকে তেনেতে দেবীৰ উদ্দেশ্যে চেলাম একোটি দি যাক যাক নিব লাগে লৈ গ'ল। বৰ দাৰোগাই অনুনয় বিনয় কৰি কেতেকী দেবীক চেলাম এটি দি বিদায় ললে আৰু বিধবা জনাক সম্প্ৰতি দেবীৰ তত্বাবধানতে থৈ গ'ল। তাৰ পাচত মিঠা মুখেৰে কেতেকী দেবীয়ে ৰাইজক বৰাই বুজাই সেই দিনালৈ বিদায় দিলে। জিলাৰ বাটে যোৱা খিনি পুলিচৰ লগে লগেই পৰাখিনিলৈকে গ'ল।

সেই দিনা আবেলিলৈ মতাই মাইকীয়ে সকলোখিনি কৰ্ম্মী জিলাৰ পৰা আহি আশ্ৰমত উপস্থিত হ'ল। বহু

পৰ কথোপকথন হোৱাৰ পাচত হৰি বাবু প্ৰমুখ্যে সকলোৱেই একমত হৈ স্থিৰ কৰিলে মকৰ্দ্দমা নিষ্পিগে মানে বিধবা জনা অনাথ আশ্ৰমতে থাকিব, আশ্ৰমত বিশেষ চকু দিবলৈ এটি পৰিচাৰিকা আৰু বেচিকৈ দুটি দাৰোৱান অতি শীঘ্ৰে নিযুক্ত কৰিব লাগিব, আৰু আশ্ৰমৰ ববীয়াকে আৱশ্যক হলে মকৰ্দ্দমা হাতত লব হৰি বাবুকে আদি কৰি প্ৰবীন উকীল কেউ গৰাকীয়ে।

নিম্ন আদালতত ঘটনাৰ সত্যতাত কৈও পুলিচৰ তৎপৰতা আৰু পাৰদৰ্শিতা দেখুৱাবলৈ যোৱাত গৈ থৈ মকৰ্দ্দমাৰ সুৰেই বদলি গ'ল। কটা যোৱা দামোদৰে বোলে মফিজৰ কুঅভিসন্ধিত বাধা দিবলৈ আহি হে প্ৰাণ হেৰুৱালে। কবলৈ লাজ লাগে — কোন ফালৰ পৰা কি উচটনি পাই মফিজৰ বিপক্ষে সোমাই বাপুৰে "মিছাক'লে কি হব, মিছাক'লে কি হব" বুলি গোটেই সোপা মিছাকে বাকি দি গলহি। শেহান্তৰত ৩০২ ধাৰাত অভিযুক্ত কৰি মফিজৰ বিচাৰ জজৰ আদালতলৈ দিলে।

যথাসময়ত জজৰ আদালতত গোচৰ উঠিল। গোচৰ চাবলৈ বহুলোকৰ সমাগম হ'ল। হৰি বাবু আৰু বাকী কেগৰাকী ডাঙৰ উকীলে মফিজৰ হৈ উঠি পৰি লাগিল। মফিজে জজ আৰু জুৰৰ আগত জবানবন্দি দিওঁতে কথাবোৰ কি প্ৰাণেৰে প্ৰাণৱন্ত কৰিছিল, কৰ পৰা এনে প্ৰেৰণা পাইছিল কব নোৱাৰি; চকুত পানীৰে কবলৈ ধৰিলে, —"মোৰ আই এগৰাকী বাঁৰী বামুণী। গাঁৱৰ বামুণ এজনৰ বদনামত মোৰ জনম। সমাজৰ এনে বিচাৰ বামুণ জনে আজিও টিলিঙ্গা কোবাই বৰ বামুণেই হৈ আছে, মোৰ আইক এমুঠি চাউলৰ নিমিত্তে কলিমুদ্দিন নামৰ এজন আদহীয়া মছলমানৰ ঘৰত থৈ গলহি। কলিমুদ্দিনৰ ফালৰ ছোৱালী এজনী হোৱাৰ লগে লগেই মোৰ আই জলকা লাগিল, নেখায়, নবয়, কাকো নেমাতে; ৰাতি দিন দুচকুৰে লোৰ বৈ থাকে। একো একোটা দীঘল হুমুনিয়াত যেন চাতি ফাটি যায়। বুবাক দেখিলে কামুৰিবলৈ খেদি আহে। মোক দেখিলে হবাও বাও কৰে কান্দে। শেহত উপায় নেপাই আইক বান্ধি ছাটি নি পগলা গাৰাদত থৈ আহিলগৈ। এবছৰ মানৰ মুৰত খবৰ আহিল — মোৰ আই আৰু নাই। এই বুলিয়েই মফিজে উচুপি উচুপি সৰু লৰাটিৰ দৰে কান্দিবলৈ ধৰিলে। আদালত গোটেই খনি নিমাতে ঠৰ দিলে। এক মিনিট মানৰ পাচত মফিজে জলি পকি আকৌ আৰম্ভ কৰিলে, "ডাঙৰ দীঘল হৈ বুবাৰ মুখে, গাঁৱৰ তিৰোতাৰ মুখে সকলো কথা শুনি মই কান্দিবলৈ ঠাই বিচাৰি নেপাওঁ, তেজ গৰম হৈ উঠে; কোনোবা বামুণৰ ডেকাই বিধবাক এনে জুলুম কৰা দেখিলে মই নিজক নিজে চম্ভালিব নোৱাৰা হওঁ। সেই দিনা ৰহমতৰ মুখে এই কথা শুনি মই আহিছিলোঁ বেইমানৰ হাতৰ পৰা বিধবাক বচাবলৈ; কিন্তু যেতিয়া দেখিলোঁ সি গলত টেপি ধৰিছে, আৰু বিধবাই মাতিব নোৱাৰি হাত ভৰি এছাৰিছে — মই মোক চম্ভালিব নোৱাৰিলোঁ; একে চোঁচাই লৰি আহি কি কৰিলোঁ কব নোৱাৰোঁ, ঘূৰি চাই দেখিলোঁ -—মই, ময়েই তাক কাটিলোঁ, একেবাৰেই শেষ কৰি দিলোঁ। মই খুন কৰিছোঁ, ৰাতিৰ এন্ধাৰত পলোৱা নাই। নিজে ধৰা দিছোঁ। মোক ফাঁচি দিয়ে দিয়ক, বৰষিত দিয়ে দিয়ক।"— ইয়াকে কৈ মফিজে তললৈ চাই দুধাৰি চকুলো বোৱালে। ইয়াৰ আগতে ৰহমত আৰু দুই তিনি জন সাক্ষী, বিশেষকৈ প্ৰধান সাক্ষী বিধবা জনাক জৰা কৰি মফিজৰ কথাৰ অনুকূলে যোৱা ভালেখিনি তথ্য উদঘাতন কৰি নথিত লেখোৱা পৰিল। জজ আৰু জুৰৰ আগত যুক্তি তৰ্ক দিবলৈ হৰি বাবু উঠিল। ইতিপূৰ্ব্বে ইয়াতকৈ ও অনেক জটিল মকৰ্দ্দমাত তেখেতে বহুতো খ্যাতি লাভ কৰিছিল যদিও, সেই দিনাৰ দৰে হৃদয় গলাই নিয়া ওজস্বিনী যুক্তি কাহানিবা দিব পাৰিছিল বুলি মনত নপৰে। গধুলি বন্ধু বান্ধৱৰ আগত তেখেতে কথাই বাৰ্ত্তাই প্ৰকাশ কৰিছিল, "মই কি কলোঁ মোৰ মনত নাই। ইয়াকে জানো মই কেবল মুখ মেলি আছিলোঁ। ইফালে কোন মহাশক্তিয়ে কি যুক্তি কি ভাষা প্ৰাণৰ মাজেদি বোৱাই আনিছিল মই নেজানো। জজেও চাৰ্জ্জ কৰোঁতে দণ্ডনীয় নৰহত্যাৰ ৩০২ ধাৰাত কৈ আততায়ীৰ পৰা ৰক্ষাৰ ১০০ ধাৰাত হে বেচি জোৰ দিয়া দেখা গ'ল। জুৰৰ সকলেও ১০০ ধাৰাতে ভৰ দি মফিজক নিৰ্দ্দোষ বুলি জজক যথা

নিয়মে জনালেহি। মকর্দ্দমাৰ শেষ ৰায় হ'ল —মফিজ খালাচ। মিছিলৰ বাহিৰেদি আনন্দৰ গৰ্জ্জনি উঠি গোটেই খন ৰজন্-জনাই গ'ল। সকলো হিয়া শাঁত পৰিল। বহুতো ডেকাই আবেগত মফিজক অকল সাবটিয়েই এৰা নাই, গধূলি ঘৰলৈ যাওঁতে আগবঢ়াই নি তাইৰ একেটি ককায়েক মফিজৰ বাটলৈ চাই চকুৰ পানীৰে বাট নেদেখা হোৱা মাউৰী ভনীয়েক হালিমাৰ বুকুত দি থৈ আহিলগৈ।

এই হত্যাকাণ্ডই ওপৰে ওপৰে আশ্ৰমৰ অপপ্ৰচাৰকে কৰিব লাগিছিল, কামত সেয়ে হৈ নুঠিল। মফিজৰ লোমহৰ্ষক কাহিনীয়ে আপামৰ সকলোকে এবাৰ সচেতন কৰি দিলে। আশ্ৰমৰ পবিত্ৰতা সম্বন্ধে মানুহৰ মনৰ কুঁৱলী দুপৰত আঁতৰা দি আঁতৰি পৰিল। উদভ্ৰান্ত ডেকাৰ পাশিবিকতা জগাৰ লগে লগে তেজেৰে ৰাঙলী মিতদা খনেৰে মফিজৰ কৰাল মুখৰ সাংঘাতিক ছবিটিও মনত জাগি অন্তৰ কঁপাই তুলিবলৈ ধৰিলে। দলে দলে স্কুলৰ ছাত্ৰই, দলে দলে নিবনুৱা ডেকাই একো একোজন কলেজৰ ছাত্ৰক দলপতি স্বৰূপে লৈ সেৱাশ্ৰমত নতজানু হৈ কেতেকী দেৱীৰ উপদেশ ভিক্ষা কৰিবলৈ ললে। কি তেজস্বিনী ভাষাৰে যে দেৱীয়ে সিবিলাকৰ হিয়াই হিয়াই আঁকি পঠিয়ায়— মাতৃবৎ পৰদাৰেষু, লোষ্ট্ৰবৎ পৰদ্ৰব্যেষু, আত্মবৎ সৰ্ব্বভূতেষু— এই মন্ত্ৰ ঋষিৰ এই সুভাষিত। তাৰ পাচত মন্ত্ৰৰ মুখে কুমলি যোৱা প্ৰাণ একোখনি চাই আৰু এক উজ্জ্বল লোকৰ বাতৰি দি দি সিবিলাকক আৰু আগবঢ়াই নি ভাৰতত ঋষিৰ সেই মহামন্ত্ৰৰ বীজ দিবলৈ গৈ কয়, "অকল পঢ়িলেই নহয়, জানিলেই নহয়,— যি জানিলা তাক সাধনা কৰি সহজ কৈ লোৱা, জীৱন্ত কৰাঁ, তাতেই তোমাৰ কল্যান, সমাজৰ কল্যান, দেশৰ কল্যান। জাগি উঠাঁ, ভাৰতত জনম তোমাৰ সাৰ্থক হওক। প্ৰস্তুত হোৱাঁ, ভাৰতৰ ঋষিৰ মহামন্ত্ৰ প্ৰাণেৰে গ্ৰহণ কৰাঁ—'মাতা চ পাৰ্ব্বতী দেৱী পিতা দেবো মহেশ্বৰঃ । মানবাঃ ভ্ৰাতৰঃ সৰ্ব্বে স্বদেশং ভুবনত্ৰয়ম ।" জন্ম জন্মান্তৰ সাধনা সাপেক্ষ এই মহামন্ত্ৰৰ বীজ কাৰো কাৰো হিয়াত বৈ গ'ল। দেৱীৰ সংস্পৰ্শত অহা ডেকা সকলৰ মন বহুতো মুকলি হ'ল।

## ১৪

মনত লগাৰ আগতে নতুন অসহজ কোনো অনুষ্ঠান বা আন্দোলনৰ বিপক্ষে সাধাৰণ মনৰ হুজুগ এক জাগি উঠে, মন এবাৰ লাগি গলেই সেই হুজুগৰ সোঁত উলটি বয়, কোনোবাই ওঁহ বুলিলেই লাগে জগৰ। অন্ধ বিৰোধিতাৰ যেনে উত্তুগালি অন্ধ জনপ্ৰিয়তাৰ উত্তুগালি ও তেনে। এই দুয়োৰে সংঘৰ্ষ অনাদি কালৰ পৰা জগত জুৰি চলিবই লাগিছে। আশ্ৰম সম্বন্ধে এনে জন প্ৰিয়তাৰ উত্তুগালি বাহিৰে বাহিৰে বহুতো হৈছিল; কিন্তু যি তেজেৰে আশ্ৰমৰ অভ্যন্তৰত প্ৰদীপ জ্বলিছে তাক এনে কোনোবিধৰ উত্তুগালিয়ে কঁপাব নোৱাৰি ছুগাৰ দৰে নিজৰ পাখি পুৰি মাটিত বগৰা বাই চকুতে নেহোৱা হৈ যায়।

বুধ্নী মেমৰ কোপ দৃষ্টিত পৰি হেমকান্ত ভট্টাচাৰ্য্যই বাগানৰ মাইকী মহৰী হৈ বেচি দিন তিষ্ঠিব নোৱাৰিলে, নাকত খোলা ঘঁহি ওলাই আহিল। এবছৰ অনাই বনাই বাগিছাই বাগিছাই ফুৰি দেখিলে — কতো তেওঁলৈ কাম এটিও খালি হৈ পৰি থকা নাই। শেহত অন্য উপায় নেদেখি টিলিঙ্গাতে ধৰিলেহি। পুৰোহিতৰ লৰাবিলাকে ইংৰাজী পঢ়ি দিহিঙ্গে দিপাঙ্গে চাকৰি কৰি দুপইচা বেচিকৈ মোকোলাব পৰা হোৱাত পুৰোহিতালি এৰি দিলে; কলৰ অভাৱত চেফেৰা পৰা কলো কল হৈ পৰিল। সাধাৰণ শান্তি কৰমৰ পৰা ডাঙৰ ডাঙৰ পূজা পাৰ্ব্বনলৈকে সকলো কথাতে হেমকান্তৰ বেচ হাত উঠিল। দুপইচাৰ মুখ দেখিবলৈ পাই ভিতৰি ওফন্দি পৰিল । পঞ্জিকাৰ বিজ্ঞাপন চাই সাধাৰণ শ্ৰেণীৰ ছপা কিতাপ অনাই মাজে মাজে পঢ়ি তাক আগে গুৰিয়ে বুজক নুবুজক অলপ সময়ৰ ভিতৰতে ভট্টাচাৰ্য্য এগৰাকী লেখত লোৱা পণ্ডিতেই হৈ গ'ল। এদিনা তেওঁ গাঁৱত এখন ব্ৰাহ্মণ সভা পাতি অনেক যুক্তি তৰ্কেৰে ঠিক কৰিলে — সেৱাশ্ৰমৰ বিধবাসকলৰ কাৰ্য্যকলাপ শাস্ত্ৰসঙ্গ -ত হোৱা নাই। বেদমন্ত্ৰ উচ্চাৰণ কৰিব পৰা অধিকাৰ সিবিলাকৰ যি নায়েই নে গুৰুগিৰি কৰিব পৰা অধিকাৰো

শাস্ত্ৰত নাই সিবিলাকেৰে চলাচল কৰা লোকক বিধিমতে নিষিদ্ধাচৰণ পাপৰ প্ৰায়শ্চিত্ত কৰাব লাগে। আৰু ঠিক হ'ল নগৰৰ আশে পাশে থকা পণ্ডিত সকলৰ স্বাক্ষৰ সংগ্ৰহ কৰি ভট্টাচাৰ্য্যকে লৈ দল এটি চাৰিও সত্ৰলৈ গৈ গোঁসাইসকলৰ অনুমোদন পত্ৰেৰে কথাটো একেবাৰে গজগজীয়া কৰি লব। ভট্টাচাৰ্য্যই নিজৰ মনলৈ চাই মনে মনে ভাবিছিল হবলা —গোঁসাইসকলে শাস্ত্ৰৰ ফালৰ পৰা মত দিয়ক নিদিয়ক লুইতৰ সিপাৰে এনে খিলঞ্জীয়া উদাসীন সত্ৰ থাকোঁতেও ইটো পাৰে মুখামুখিকৈ বিধবাৰ আশ্ৰম এখন হলে ব্যবসায়ৰ ফালৰ পৰাও সিবিলাকৰ গুৰুগিৰি বিপন্ন হব পাৰে —এই কথাটি সৰলচিতীয়া গোঁসাইসকলক বুজাই দিব পাৰিলে তেখেতসকলৰ মত আদায় কৰা সহজ যে হবই নে অহাযোৰাৰ খৰচো আদায় কৰিব পৰা হব। হেমকান্ত দলৰ দলপতি হৈ এই উদ্দেশ্যে আলাদা কাগজ কেবাখনতো ভালেখিনি চহীৰে কথা থকা কাগজ খন হাতত লৈ ভাগতী দেউৰ আগত ওলাই তেখেতৰ চহীটি দিবলৈ অনুৰোধ কৰিলে। ভাগতী দেৱে অলপ পৰ টলি চাই হেমকান্তৰ চকুলৈ এক তীব্ৰ দৃষ্টি দিলে। হেমকান্তৰ যি চকু সি বেলিৰ পোহৰ সহে কেনেকৈ? বেচাৰীয়ে তললৈ মুৰ কৰিলে। দেৱে গহীনাই সুধিলে, — বিধবা সকলে কাক কত শৰণ দিছে, কাক কত দীক্ষা দিছে কব পাৰে নে?" হেমকান্তই মুৰ তুলি একে আষাৰে কলে, "কেলৈ? সেইবিধবা জাকক শৰণ দিয়া নাই যে দিছে কি?"

—"কতা, আমি দেখোন আহি গৈ থাকিও এতিয়ালৈকে শুনা নাই , দিলেই জানিবা। স্ত্ৰীৰ স্ত্ৰীগুৰু হব পৰা কথা অবৈধ বুলি আপোনাসকলে কত পালে?"

—"সেইটো বিচাৰ কৰিব আমাৰ সত্ৰবিলাকে। আমি আমাৰ সত্ৰবিলাকত কৈও জনা ওলাব নোৱাৰোঁ।"

—"ওলাব নেলাগেও, তেনে সত্ৰই অবৈধ বুলি বিচাৰ কৰাৰ কৰাৰ আগতে আপোনালোকে অবৈধ বুলি লিখিছে কিয়?"

ভট্টাচাৰ্য্য পৰি দিয়া বিধৰ মানুহ নহয়, ঘপ্ কৰে কৈ পেলালে, "অবৈধ বুলিছোঁ সত্ৰই বিচাৰ কৰিবলৈকে হে।"

ভাগতী দেৱে তল ওঠটি ওপৰ ওঠেৰে মচি আকৌ একোষাৰ সুধিলে, "বাৰু, ৰব, বিধবা সকলে যে বেদমন্ত্ৰ উচ্চাৰণ কৰাৰ কথা লিখিছে, সেইটো নো কোনবেদৰ কাৰ মন্ত্ৰ?" হেমকান্তই ঠোঁট মুখ চেলেকি মাত উলিয়ালে, "বেদত নেথাকিলে হে ইমানবোৰ পণ্ডিতে চহী দিয়ে?" দেৱে মিহি মাতেৰে সুধিলে, "ৰব কাগজত লোকাই মহৰীৰ চহী আছে নে নাই ?" হেমকান্তই কাগজ খিনি লুটিয়াই পুটিয়াই কলে, "তেখেতৰো আছে , আৰু আন আন ভালেখিনি পণ্ডিতৰো আছে ।" দেৱে ইমানতে তৰ্ক সামৰি কৈ দিলে, "তেনে সেয়ে হব।" ইয়াকে কৈ কাগজ খনিও ফিৰাই দিলে। হেমকান্ত দলে বলে উঠি আহিল। মুখে মুখে কবৰ সাহ নহল, পদূলি মুৰ পাই দললৈ চাই কলে, "তেওঁৰ চহীডাল নহলেও হব ।" জব্দ হলেও গাই বাই চাব পৰা শক্তি হেমকান্তৰ গাজোৰাই আছে। সেই কাগজকে লৈ হেমকান্তই দলটি লৈ পৰৰ মুৰত খাই সত্ৰই সত্ৰই ঘূৰি আহিল, কেনিও কতো ফল নধৰিলে; বৰং ঠায়ে ঠায়ে লঘু লাঞ্ছনা হে পালে। এই লঘু লাঞ্ছনাৰ বাতৰি পাই নগৰৰ নেবাবি বুলিলেও চাৰি চাপৰ বোৱা উদ্ভ্ৰান্ত ডেকাবিলাকে লেখ জোখ নোহোৱাকৈ বাবলৈ ধৰিলে । তেওঁক দেখিলেই ফিচিঙা ফিচিঙি কৰি হৈ দি হাঁহি দিয়ে। এদিনা ভট্টাচাৰ্য্যই নগৰত পুহকৰ খেদাবলৈ বুলি হাতত ফুল তুলসীৰ ঠোলা এটা লৈ টিকনিত দূৰৰ পৰাই জিলিকাকৈ ফুল এপাহ পিন্ধি দক্ষিণা লোৱা খোজেৰে আহোঁতেই ডেকা এদলে আগচি জোকাবলৈ লাগিল । কথাত কথা বাঢ়ি গৈ হেমকান্তৰ মুখত অবাইচ্ বচন ওলাল। এজন ডেকাই তাতে জিকাৰি উঠি কলে, "অ, ইয়াৰ মুখত মন্ত্ৰ নুফুটি দেখোন গোকাট গালি হে ফুটে । ধৰ্ ইয়াৰ মুখ খন অতাই দিওঁ ভালকৈ।" হৰাহুৰি লাগি গ'ল। কেবাজনো ডেকাই হেমকান্তক গবা মাৰি ধৰি বগৰি জোকৰা দিয়াত অগত্যা তৰণি নেপাই তাৰে এজনৰ নাকত তেওঁ কামোৰ মাৰি ধৰিলে। কামোৰ এৰুৱাবলৈ বুলি পাচৰ ছুলি কোছাত ধৰি তাৰে অইন এজনে টানোতেই দীঘল ছুলি

গছি কঠীয়াৰ দৰে উঘাল খাই আহিল। ভাগ্যে তেনেতে এৰা পৰিলত কেছাৰীঘৰৰ আগলৈ খঙ্গে বিষে ভোঁ-ভোঁৱাইগৈ ভট্টাচাৰ্য্যই হুলস্থূল লগাই দিলে। জনদিয়েক মহৰী আৰু উকীলৰ মদত পাই ফৌজদাৰী আদালতত টিকনি কটা মকৰ্দ্দমা এখন দাখিল কৰি ঘৰলৈকে তেওঁ অহন এটা বাটে উলটি গ'ল। এনে নাভূত নাশ্ৰুত মকৰ্দ্দমা চাবলৈ বুলি অহা ভালে থিনি লোকেৰে এজলাচ বিচাৰৰ দিনা ভৰি পৰিল। ভট্টাচাৰ্য্যৰ কি কপাল!— সাক্ষীয়ে সাবুদে ফট্‌ফটীয়াকৈ প্ৰমাণ হ'ল, —বাগিছাত মাইকী মহৰী হৈয়ে নিজে কটোৱা টিকনি দুনাই আৰু তেওঁৰ নগজিল। তেওঁৰ টিকনি বোলে নায়েই। আইনৰ কথা! মকৰ্দ্দমা ডিচমিছ হৈ গ'ল। এই দৰে এই দৰেই কটা ঘাত চেঙ্গা তেল পৰি পৰি বেচাৰা নমৰে মানলৈ তিল তিলকৈ জলিবলৈ ধৰিলে।

মকৰ্দ্দমা লগা বিধবা জনাৰ মতি গতিৰ বিশেষ পৰিবৰ্ত্তন দেখি অনাথ আশ্ৰমতে তেওঁক পৰিচাৰিকা কৰি ৰখা হ'ল। জীৱনৰ তেনে এক অভাবনীয় কাণ্ডই তেওঁৰ মুকলি হৈ অহা অন্তৰ খনি সুন্দৰকৈ ফুলাই পেলালে, চাওঁতে চাওঁতে অনাথ সন্তানবিলাকৰ মাতৃস্থানীয়া হৈ প্ৰাণৰ নিষ্ঠা আৰু হৃদয়ৰ ভক্তিৰে সকলোৰে মৰম আৰু শ্ৰদ্ধা আকৰ্ষণ কৰিবলৈ ধৰিলে। ইতিমধ্যে মঙ্গলু চৰ্দ্দাৰৰ বুৰা বুৰী হালেই আশ্ৰম পালেহি, জীয়েকহঁতক উলিয়াই দি শেহৰ দিন কেইটা আশ্ৰমত 'মাইজীৰ সেৱা কৰিয়েই কটাবলৈ বুলি আহিল। মঙ্গলু চৰ্দ্দাৰে তিনিও সন্ধ্যা ডবা শঙ্খ আৰু উৰুলিৰ লগে লগে জয়ঢোল বজায় আৰু এহেলৈ আশ্ৰমৰ হাবি বন আজুৰি চিকোনকৈ থয়; বুৰীয়ে চোতালে ভেটিয়ে মচি কাচি ফুমাৰি ভাত খাব পৰাকৈ ৰাখে। প্ৰসাদৰ বেলিকা নিজ হাতেৰে কেতেকী দেৱীয়ে এই দুয়োটিক প্ৰসাদ দি যায়। বুৰা বুৰীৰ কি আনন্দ! ইয়াতেকৈ বেচি স্বৰ্গ আৰু বোলে নেলাগে।

ইফালে শাওণৰ শেহ ভাগত তাৰা কুটীৰৰ পৰা চিঠি আহিল ভাদৰ প্ৰথম সপ্তাহত তাৰামণি দেৱী সিবিলাকৰ দুগৰাকী পৰিচাৰিকা, এজন কৰ্ম্মচাৰী আৰু এজন দাৰোৱানেৰে আহি সেৱাশ্ৰাম পাবহি। কেতেকী দেৱীৰ কি উলহ মালহ! কি দি তেওঁৰ চিৰ আদৰ্শক পূজা কৰিব এই লৈয়েই তেওঁ যেন পাৰ পোৱা নাই। অহা দিনলৈ অপেক্ষা কৰি কৰিয়েই বাকী ব্ৰতচাৰিণী সকলো উত্ৰাৱল হৈ পৰিল। সিবিলাক পাবৰহি দিনা দুপৰৰ পৰাই দূৰ দিগন্তত জাহাজৰ ধোঁৱা চাই ডাঁৰৰ বাতৰি ডাঁৰে আশ্ৰমত দিবলৈ জুমে জুমে চেমনীয়া লৰা ছোৱালী ৰদ বাদ নগনি বেলিটো মুখত লৈ লুইতৰ পাৰত সিচৰতি হৈ আছেহি। কোনো জুমে হয়তো হাবিৰ জুইৰে ধোঁৱা দেখি টপলিয়াই আহি জনা বুজাৰ আগত কৈ ভেচভেচীয়া হৈ উলটি গৈছেহি। দূৰৰ গছৰ লানিৰ লগত লান লগা ধোৱাঁ দেখা পাই এনেতে খালাচিয়ে কলে, "সৌৱা, জাহজ আহিছে!" আৰু কোনে পায়! ধোঁৱা কে জাহাজ বুলি কোনোৱে দেখি কোনোৱে নেদেখি দে আশ্ৰমলৈ দৌৰ, আশ্ৰম আগে পোৱাৰ লাগিল অৰিয়াঅৰি। দুডাঁৰ মানৰ ভিতৰত আশ্ৰমৰ পৰা অহা আবাল বৃদ্ধ বনিতাৰে জাহাজ ঘাটত বিৰ দি বাট নোপোৱা হ'ল। অলপ দূৰতে জাহাজৰ বেৰাত ভেজা দি এই ফালে চাই থকা ৰঙচুৱা সাজ পাৰেৰে এছটি ডালিমাৰ দৰে মূৰ্ত্তি এটি যেই চকুত পৰিল, সেই ভিৰৰ মাজত শব্দ উঠিল "সৌৱা, সৌৱা আহিছে!" ঘাটত জাহাজ লাগিলহি। আগে আগে ত্ৰিশূল কমণ্ডলু হাতত লৈ তাৰামণি দেৱীৰে দলটিয়ে পাৰত ভৰি দিয়া মাত্ৰকে ঢোলে গায়েনে, উৰুলিয়ে বাৰুলিয়ে হৈ ধ্বনি উঠি আকাশ জিনি গ'ল। লৰি গৈ কেতেকী দেৱীয়ে ফুল এআঁজলি দি ভৰি ছুই প্ৰণাম জনালে। তাৰামণি দেৱীয়েও মুৰ দোঁৱাই প্ৰতি নমস্কাৰ জনাই ত্ৰিশূল কমণ্ডলুৰে সৈতেই কেতেকী দেৱীক সাবটি ধৰি চকুলৈ চাই এটি স্বৰগৰ হাঁহি হাঁহিলে। তাৰ পাচত ব্ৰতচাৰিণী সকলে, কৰ্ম্মীসকলে, মুখিয়াল মুনিহ তিৰোতাসকলে, লৰাই ডেকাই দুয়ো কাষে মাটিত মুৰ লগাই এৰি দিয়া মাজৰ বাটেদি আকৌ সেই প্ৰাণত শান্তি বৰষা স্তোত্ৰৰ মধুৰ গুঞ্জন কৰি এহাতে ত্ৰিশূল কমণ্ডলু আৰু ইহাতে আশীৰ্ব্বাদৰ মুদ্ৰাৰে ধীৰে ধীৰে তাৰামণি দেৱী আশ্ৰমৰ অভিমুখে আহিবলৈ ধৰিলে। লগে লগে হিলদল ভাঙ্গি প্ৰজা , কি এক দুৰ্লভ বস্তু

আগত লৈ মুখত হাঁহি একোটিৰে নিৰবে পাচে পাচে আহিয়েই আছে। আশ্ৰম পাই তাৰামণি দেৱীয়ে যতদূৰ সম্ভৱ পা-পৰিচয় লৈ প্ৰতি নমস্কাৰ জনাই মধুৰ বচনেৰে সকলোকে পৰিতুষ্ট কৰি কলে, "আপোনাসকলৰ দেখা মাজে মাজে পাই থাকিলে পৰম ভাগ্য বুলিয়েই ভাবিম। জানো এতিয়া আপোনাসকলক লৈ বিশেষ কথা বাৰ্ত্তা হবলৈ বিনতা দিদিয়ে কি সুবিধা দিয়ে। মোৰ কব লগীয়া আজিলৈ একো নাই। আপোনাসকলৰ দেশ খনি যে কি শুৱনি। মোৰ চকু দুটি ভৰি ভৰি আহিছে। ভগবানে আপোনাসকলক দেশৰ দৰেই শুৱনি কৰি তুলিছে। আপোনাসকলৰ জয় হওক," বুলি কৰযোৰে সকলোলৈ নমস্কাৰ এটি জনালে। এনেতে কেতেকী দেৱীয়েও ৰাইজলৈ নমস্কাৰ জনাই দুআষাৰ কলে, "মূল আশ্ৰমৰ অধিকাৰিণীক লৈ আমি কি কি কাৰ্য্য আৰম্ভ কৰিম তাৰ ক্ৰমনিকা দেৱীৰ সৈতে আলোচনা কৰি কৰিবলৈ আমি থৈ দিছোঁ। আজি গধূলিকৈ সকলো কথা ঠিক কৰি কাইলৈ পুৱাই আপোনাসকলক জনাম। আপোনাসকলে যেন দয়া নেৰে এয়ে ভাৰসা।" এই বুলি কেতেকী দেৱীয়ে নমস্কাৰ জনালত হৈ ধ্বনি দি ৰাইজ ভাগি গ'ল। উপাসনাত যোগ দিবলৈ থাকিল নগৰৰ কৰ্ম্মীসকল আৰু ওচৰ গাঁৱৰ মুনিহে তিৰোতাই দুকুৰি মান মুখিয়াল মানুহ।

সেই দিনাৰ উপাসনাত যেন আৰু এক উজ্জ্বল লোকৰ আলোক নামি আহিল। নিৰ্নিমেষ নয়নেৰে চাই চাই সকলো নিমাত, সকলো মুগ্ধ, — চকুৰে চকুৰে কি সেই ভাবৰ অশ্ৰুধাৰা। উপাসনাৰ অন্তত ব্ৰতচাৰিণী সকলৰ ভিতৰত গোঁসাইৰ ছোৱালীটিৰ বৰগীত কেউটিয়ে মুগ্ধ চিত্তসমূহক মুৰুলী ৰবেৰে আকৌ এবাৰ ব্ৰজধামলৈ বলাই যেন লৈ গ'ল। কি যে ভাবৰ গদ্ গদ্ কণ্ঠ, কি যে কোকিলৰ কুহু ধ্বনিৰ সুললিত লহৰ। তাৰামণি দেৱীৰ দুচকুৰেদি দুধাৰি লোৰ বৈ গ'ল, খন্তেক নিটালে থাকি উপাসনা শেষৰ নমস্কাৰ জনালে। কৰ্ম্মীসকলে কেতেকী দেৱীক লৈ তাতে বহি কাৰ্য্যক্ৰম ঠিক কৰিবলৈ ধৰিলে। প্ৰথমেই এসপ্তাহৰ মুৰৰ নিৰ্দ্দিষ্ট দিনত ব্ৰতচাৰিণী সকলৰ দীক্ষা, তাৰ চাৰিদিনৰ পাচত নগৰৰ ধৰমশালাত আগৰ দৰেই ক্ৰমান্বয়ে তিন দিন তাৰামণি দেৱীৰ শাস্ত্ৰালাপ; সেই তিন দিন তাৰামণি দেৱীয়ে কেতেকীৰ ব্ৰতচাৰিণীৰ দলেৰে আলোকৰ খালি কৰি দিয়া ঘৰটিত থাকি ফুকন, বৰুৱা, আৰু হৰদয়াল বাবুৰ ঘৰত ক্ৰমান্বয়ে আতিথ্য গ্ৰহণ কৰিব; তাৰ ছদিনৰ পাচত সেৱাশ্ৰমত পাঁচ দিন ব্যাপি জন্মাষ্টমী মহোৎসব পাতিব; ইয়াৰ ভিতৰতে আশ্ৰমত থকা দিন কেউটাত ভাগে ভাগে ডেকা, গাভৰু আৰু বুৰা বুৰী সকলক আবেলি আবেলি উপদেশ দিব। আশ্ৰমৰ কাৰ্য্যাৱলী পৰিদৰ্শন কৰি যত যি অভাৱ তাক পুৰাই লৈ আৰু দহ গৰাকী ব্ৰতচাৰিণী দহোটি নতুন অনাথ সন্তানেৰে লোৱাৰ দিহা কৰিব। এই খিনি কাম শেষ কৰি আহিনৰ চাই দিন যোৱাত তাৰাকুটিৰলৈ তাৰামণি দেৱীয়ে পুনৰ্যাত্ৰা কৰিব। ভাগে ভাগে কাম বাটিলৈ সেই দিনাৰ নিমিত্তে সমবেত হোৱা কৰ্ম্মীসকল যান বাহনেৰে ঘৰাঘৰি গুচি গ'ল।

দীক্ষাৰ দিনা ব্ৰাহ্ম মুহূৰ্ত্তৰ পৰাই আশ্ৰমত হৈ চৈ লাগি পৰিল। নিমন্ত্ৰিত বিধবাই প্ৰায় তিনি শ মান, কৰ্ম্মী আৰু হিতৈষীও হব মুনিহে তিৰোতাই ছ শ মান, তাৰ লগতে ৰবাহুত আৰু ছশ মান; ইয়াত বাজেও দীন দৰিদ্ৰ দেৰ শ দুশ'ৰ কম নহব, — ইমান খিনি লোকেৰে আশ্ৰমত দলদোপ হেন্দোল দোপ লাগি গ'ল। যাক যত প্ৰসাদ, যাক যত সিধা পাতি দিব লাগে তাৰো সুন্দৰ ব্যৱস্থা হৈ পৰিল।

দুপৰীয়া উৰুলি আৰু বাদ্যভাণ্ডৰ মাঙ্গল্য ধ্বনিৰ সুৰে সুৰে দহ গৰাকী ব্ৰতচাৰিণী গৈৰিক বসন পিন্ধি মুকলি সুৰেৰে আঠুত পৰা চুলি একোতাৰি মেলি উপাসনা মন্দিৰৰ ধূপ ধূনা আৰু হোমৰ ধোঁৱাৰ মাজত নিৰ্দ্দিষ্ট স্থানত থিয় দিলেহি, — কৰযোৰ কৰি থকা দহোটি যেন মৰ্ম্মৰৰ মূৰ্ত্তিহে। হাতত ত্ৰিশূল আৰু কমণ্ডলু লৈ আগে আগে তাৰামণি দেৱী আৰু পাচে পাচে কেতেকী দেৱীয়ে মৰালৰ মন্থৰ গতিৰে যথা সময়ত মন্দিৰত প্ৰবেশ কৰিলে। আকৌ এবাৰ দবা শঙ্খ উৰুলি আৰু হৰিধ্বনিৰে সমগ্ৰ আশ্ৰম জিকাৰি উঠিল। হিয়াত কুতূহল লৈ কৰযোৰে দৰ্শক সকলে নীৰৱে ভাগে ভাগে

বহি, আঠু কাঢ়ি, থিয় হৈ মন্দিৰৰ ভিতৰলৈ চাবলৈ লাগিল । তাৰামণি দেৱীৰ ইঙ্গিতত চক্রাকাৰে থিয় হৈ থকা দহ জনা ব্রতচাৰিণীৰ মাজত কেতেকী দেৱী থিয় হৈ সভক্তিৰে তাৰামনি দেৱীৰ মুখলৈ চাই আছে। হোমৰ ধোঁৱাৰ মাজত কি সেই প্ৰাণ উপচি পৰা দৃশ্য!— অতীতৰ কুঁৱলীৰ কোলাত দহোটি দিপ্তালিকাৰ মাজত যেন মূৰ্ত্তিমতী ব্ৰহ্মবাদিনী! —যি এবাৰ ভাগ্যে সিবিলাকৰ সেই মহিমামণ্ডিত ৰূপ দেখিছিল সি জীৱনতে পাহৰিব পৰা নাই। তাৰ পাচতে এই বাৰওটি বহু এক হৈ মিলিত কণ্ঠেৰে দেৱীসুক্তটি আবৃত্তি কৰিবলৈ ধৰিলে। যিখিনিত ময়ে মানুহ গঢ়োঁ, মানুহৰ পৰা দেৱতা গঢ়ো ইত্যাদি অৰ্থ প্ৰকটিত হৈছে, সেই অংশটিৰ আবৃত্তিত পূৰ্ব্বৰ পৰাই অৰ্থাভাস পাই থকা লোকসকলৰ অন্তৰ উলাহত যেন ফুলি উঠিল। যি অৰ্থাভাস পোৱা নাই সিবিলাকৰ অন্তৰো ভাবৰ অভিব্যক্তি, শব্দৰ ঝঙ্কাৰ, আৰু বিশুদ্ধ বৈদিক মন্ত্ৰৰ সুললিত সুৰে অতৰ্কিতে আৰ্কষণ কৰি মহামহিমাৰ পুণ্য আলোকেৰে ভৰপুৰ কৰি দিলে। তাৰ পাচত উপনিষদৰ কেবাটিও অংশৰ আবৃত্তি কৰি ভক্তলৈ, পৰম ভক্তলৈ, ঋষিলৈ, ঋষি পত্নীলৈ নমস্কাৰ জনাই বিনতা দেৱীৰে তাৰামণি দেৱী ভক্তি ভাবে আঁৰ কাপোৰৰ ভিতৰলৈ গৈ এটি এটিকে দহোটিকেই আগত থাকি দীক্ষা দিয়ালে। দীক্ষা দিবলৈ যোৱাৰ লগে লগে মন্দিৰৰ দুৱাৰ বন্ধ হ'ল। বাহিৰত মাজে মাজে উৰুলিৰ জোকাৰেৰে গোপিনী নামৰ ধ্বনি উঠিল। প্ৰায় চাৰি ডাঁৰ মানৰ মুৰত মন্দিৰৰ দুৱাৰ খুলিলে। মুখত প্ৰসন্নতাৰ কি এক দিব্য ভাব লৈ দহোওটি ব্রতচাৰিণী এটি এটিকে ওলাই আহি ৰাইজলৈ চাই কৰযোৰে নমস্কাৰ জনালে। দীক্ষিতা ব্রতচাৰিণীৰ এই প্ৰথম খোজটিত অৰ্চ্চনা কৰি কৃতাৰ্থ হবলৈ জনাবুজা লোক সকলৰ ভিতৰত উদুলি মুদুলি লাগি গ'ল। কোনোৱে গৈৰিক বস্ত্ৰ, কোনোৱে ৰূপৰ মুদ্ৰা, আঁঠ ন জনে সোণৰ মুদ্ৰা,কোনোৱে বা ফলমূল দি প্ৰণাম জনোৱাত সিবিলাকৰ আগৰ কেবাখনো ডাঙ্গৰ ডাঙ্গৰ থাল ভৰি উপচি গ'ল। ব্রতচাৰিণী সকলে সেই ভিক্ষা লব্ধ সামগ্ৰীখিনি সভক্তিৰে সমানে দুভাগ কৰি এভাগি বিনতা দেৱীৰ চৰণত থৈ ই ভাগি তাৰামণি দেৱীৰ চৰণত দি ভাগে ভাগে প্ৰণাম জনালে। সিবিলাকৰ প্ৰত্যেকটিকে সাবটি পৰি দুযো শিৰত একো একোটিকে চুমা দি আশীৰ্ব্বাদ দিলে। ইয়াৰ পাচত আশ্ৰমৰ অন্নপূৰ্ণাত প্ৰণাম জনাই মূৰ্ত্তিমতী অন্নপূৰ্ণা একো জনাৰ দৰে অন্ন বিলাবলৈ ওলাই আহিল। আশ্ৰম জুৰি প্ৰসাদ বিতৰণৰ ধুম পৰি গ'ল। শৰীৰৰ বাহিৰে ভিতৰে সিবিলাকৰ কি সেই মহাশক্তিৰ স্ফুৰণ, —অপৰিমিত পৰিশ্ৰমৰ যি ক্লান্তি তাৰ কালিমা নাই, অৱসাদৰ আলস্য নাই, মুখে মুখে জিলিকিছিল জননীৰ ভুবন জিনা হাঁহি একোটি। অপাৰ আনন্দেৰে অন্ন ভুঞ্জি সকলো প্ৰাণ পৰিতৃপ্ত হ'ল। অনাথ সন্তান আৰু ডাল দৰিদ্ৰ ভোলানাথক প্ৰসাদ বিলাইছিল কেতেকী আৰু তাৰামণি দেৱীয়ে নিজে। সুস্বাদু অন্ন ব্যঞ্জনেৰে পেট ভৰি যোৱাৰ আগতে হিয়া গলি যোৱা মৰমৰ হাঁহি একোটিত সিবিলাকৰ হিয়াও ভৰি ভৰি গ'ল। সকলোকে দি থৈ শেহত ব্রতচাৰিণীসকলে তাৰামণি আৰু কেতেকী দেৱীৰে সৈতে প্ৰসাদ লৈ জীৱনত নোপোৱা তৃপ্তি এই প্ৰথম খোজটিতে লাভ কৰিলে।

দীক্ষা লোৱাৰ লগে লগেই ব্রতচাৰিণী সকলে গাই গাই অন্য নাম গ্ৰহণ কৰিবলৈ পালে। গোঁসাইৰ ছোৱালীটিৰ নাম হ'ল প্ৰণতি কামৰূপৰ দুটিৰ নাম হ'ল মিনতি আৰু আৰতি, বাকী সাতোটিৰ হ'ল— সুনীতি, সুপ্ৰীতি, সুগীতা, সুব্ৰতা, সুচেতা, সুলেখা আৰু সুনন্দা। থোৰতে কবলৈ গলে এই নাম খিনি বেঙ্গা লৰাক "তৰ্কবাগীশ" বোলা ধৰণৰ নহয়। ইয়াৰ বিতৰত প্ৰণতি, মিনতি, আৰু আৰতিকে আশ্ৰমৰ প্ৰধান ব্রতচাৰিণী পাতি যথাক্রমে গুণৰ সন্মান দিয়া হ'ল।

প্ৰায়েই ডাঙ্গৰ ডাঙ্গৰ সবাহে উৰুকাই মানুহ দুনুহ চাবলৈকে বুলিয়েই আশ্ৰমৰ সীমাৰ বাহিৰতো অনেক লোকৰ সমাগম হয়, অত তত ফল মূল আৰু গাখীৰৰ দোকান পোহাৰো বহে। ইবিলাকৰ ভিতৰত যাৰ যাৰ অধিকাৰ আছে, সেই সকলে আশ্ৰমৰ দুৱাৰ মুখৰ পৰাই অধিষ্ঠাত্ৰী দেৱতালৈ নমস্কাৰ জনাই কৃতাৰ্থ মানে। ভিৰ সময়ে সময়ে বেচি হয় যদিও, অন্য মেলাৰ দৰে হুকাহুনা

বা হুট্‌-হাহাকাৰ একো নাই বুলিলেই হয়। সেই বুলি নিজৰ নিজৰ ভিতৰত অলপ অচৰপ যে হাঁহি খিকিগুলিও নহয় তাকো কব নোৱাৰি। হলেও সি সদায় মাৰ্জ্জিত ধৰণৰ হৈ সীমাৰ মাজতে থাকে। নগৰৰ ডাঙৰ ডাঙৰ মানুহসকলৰ শ্ৰদ্ধাৰ শিষ্টাচাৰ এইখিনিতে ইতৰে অৰ্তকিতে অনুকৰণ কৰা যেন লাগে। ভিৰৰ মাজত প্ৰায়েই মফিজকো দেখা যায়। ফুকনে আজিকালি তেওঁক কেছাৰীৰ "হেড পিয়ন" মকৰৰ কৰি ললে। ছেগ পালেই মফিজ মাজে মাজে আহি প্ৰাণ উবুৰিয়াই কেতেকী দেৱীক দূৰৰ পৰা কৰযোৰে নমস্কাৰ একোটি কৰি যায়।

তাৰামণি দেৱী আইথানত থাকে মানে দলে দলে ডেকা, দলে দলে গাভৰু, জুমে জুমে বুঢ়া বুঢ়ী সময়ৰ মূৰে মূৰে আহি তেখেতৰ মুখৰ অমৃতোপম উপদেশ লৈ নিজৰ জীৱন ধন্য কৰিবলৈ ধৰিলে । সিবিলাকৰ অন্তৰে অন্তৰে আলোকলৈ এক আকুলতা জাগি উঠিল । অনেকৰ জীৱনৰ ধাৰা পৰিবৰ্ত্তন হৈ গ'ল।

কাৰ্য্যক্ৰমনিকা অনুযায়ী নিৰ্দ্দিষ্ট দিনত নগৰত শাস্ত্ৰালাপ আৰম্ভ হ'ল। তাৰামণিৰ মুখৰ শাস্ত্ৰালাপ তাৰ উপমা যে তাৰামণিয়েই হে । ত্যাগৰ মাজেদি, সাধনাৰ মাজেদি নিজ জীৱনত উপলব্ধি কৰা চিৰ সত্যৰ বানী একোটি গভীৰৰো গভীৰতম প্ৰদেশৰ পৰা ধীৰে ধীৰে ওলাই আহি শ্ৰোতামণ্ডলীক অলক্ষিতে কি এক আনন্দ লোকলৈ লৈ যায় তাক কাণেৰে নুশুনিলে, চকুৰে নেদেখিলে বুজি উঠা টান। মাজে মাজে ভাবৰ আবেগত তাৰামণি দেৱী নীৰব হৈ যায়, সেই নীৰবতাই বীণাৰ ৰণনৰ দৰে প্ৰাণৰ মাজত কি যে একোটি কথা কৈ যায় তাক কথাৰে আৰু কব নোৱাৰি। এই পৰশমণিৰ পৰশতে আমাৰ কেতেকীও যে সোণ হৈ গ'ল , এই কথাটি আজি জিলাই সহস্ৰ মুখে স্বীকাৰ কৰিলে, লগে লগে অন্তৰো অন্তৰত স্বীকাৰ কৰি ললে —বিধবাৰ দৰে বিধবা হোৱাটি অভিসম্পাত নহয়, — দেৱতাৰ আশীৰ্ব্বাদ !

নগৰৰ কাৰ্য্যকলাপ সুচাৰুকৈ শেষ কৰি তাৰামণি দেৱী সেৱাশ্ৰমলৈ আহি জন্মাষ্টমী মহোৎসৱলৈ প্ৰস্তুত হ'ল। অৱসৰ সময়ত অহা উপদেশ প্ৰাৰ্থীৰ সংখ্যা দিনক দিনে বাঢ়িবলৈ ধৰিলে । দুই তিন দিনৰ বাটৰ পৰাও প্ৰজা বলিবলৈ লাগিল। যথা সময়ত জন্মাষ্টমী মহোৎসৱৰ আৰম্ভ হ'ল ।ইমান প্ৰজা! — তাৰ লেখ দিয়ে কোনে? আহি আছে, গৈ আছে,— সাগৰ-সঙ্কাশ,—তাৰ যে অন্ত নাই। আই থানৰ মহিমা দেখি সকলো অবাক, সকলো স্তম্ভিত। এনেয়ে সেই স্থান-মাহাত্ম্য, তাতে তাৰামণি আৰু কেতেকী দেৱীৰ ব্যক্তিত্বৰ প্ৰভাৱ। — উচ্ছৃঙ্খলতাই আপুনি সৃজিল হৈ, বাচালতাই নুতশিৰে নিমাত হৈ চায়েই যেন আছিল। সিবিলাক দুয়ো গৰাকীৰে চকু ৰাতি দিন জাগি আছিল, যাতে কোনো কতো অভুক্ত নেথাকে, কাৰো কতো কষ্ট নহয়। দিনে দিনে শ্ৰাস্ত্ৰালাপ, নাম কীৰ্ত্তন, ভাগৱত পাঠ, পূজা উপাসনা, গোপিনী নাম, দিহা নাম, হীৰা নাম, ভাৱনা চলিয়েই আছে । এটি মুহূৰ্ত্তৰো খতিক্ষণ নাই। তাতে ভাটি ফালৰ কীৰ্ত্তনৰ দল এটি আহি এক নতুনত্বৰ ভেজনি দি মহোৎসৱটি আৰু চিত্তৰঞ্জক কৰি তুলিলে। যেয়ে আহিছিল সেয়ে চকুৰে দেখি কাণেৰে শুনি আনন্দত মজি গ'ল, বাতৰি আৰু দিয়ে কোনে? কেবল মনে মনে বৈ গ'ল, এক অতি মহৎ অনুষ্ঠানৰ হিয়া পোহৰাই যোৱা অনিৰ্ব্বচনীয় ভাব — এক মহাসাগৰৰ বিপুলতাৰ মাজৰ অমৃত ঝঙ্কাৰ। চাওঁতে চাওঁতে এই পাঁচ দিন ব্যাপি থকা মহোৎসৱ পাঁচোটি মুহূৰ্ত্তৰ দৰে কেনিনো উৰি গ'ল কোনেও কব নোৱাৰিলে।

জন্মাষ্টমীৰ পাচৰ কাৰ্য্যক্ৰমণিকাৰ সকলো কাম নিয়াৰিকৈ কৰি নতুনকৈ বিধবা দহ জনা আৰু অনাথ সন্তান দাহেটিৰ থকা-মেলালৈ ঘৰ দুৱাৰ সজাই সকলো বন্দবস্ত নিজে তাৰামণি দেৱীয়ে পৰিপাটিকৈ কৰি দিলে। কৰ্ম্মী সকলে কেউফালেই চাই চিন্তা কৰি বাছি বাছি দহ জনা ফুলতে বাঁৰী হোৱা কম বয়সীয়া বিধবা আনি দিলেহি। উপযুক্ত দহোটি অনাথ সন্তানো আহি পৰিল। সিবিলাকৰ আশ্ৰম সম্বন্ধীয় প্ৰাথমিক শিক্ষা সুন্দৰ ভাবেৰে আৰু অতি উছাহেৰে চলিবলৈ লাগিল। ইয়াৰ আগৰ চাৰৰ অনাথ সন্তানৰ ভিতৰত দুটি বালিকা আৰু

তিনটি বালক নিজৰ জীৱিকা অৰ্জ্জন কৰি খাব পৰা হোৱাত ছোৱালী দুয়োটিকে ভাল ভাল ঠাইত বিয়া বাৰু দি আৰু লৰা তিনিওটিক ভাল কামত সুমুৱাই দি আনন্দেৰে আশ্ৰমৰ পৰা পঠিয়াই দিলে। আশ্ৰমখনিকে সিবিলাকে বাৰেওকাল নিজৰ ঘৰ বুলিয়েই ভাবি থাকিল। বিহুৰে সংক্ৰান্তিয়ে যে আশ্ৰমলৈ আহি যায়েই নে নিজ নিজ উপাৰ্জ্জনৰ ভাগ একোটিও নিজ মনেৰেই আশ্ৰমত লগাই যায়হি।

হত্যাকাণ্ডৰ বিধবা জনাৰ নাম আছিল নিছলী। তেওঁ এদিন তাৰামণি দেৱীৰ ভৰিত পৰি কান্দি কান্দি সুধিলে, "মা, মোৰ গতি কি হব?" খন্তেক নিটাল মাৰি ঢুলঢুলীয়া চকুৰে দেৱীয়ে উত্তৰ দিলে, "জীৱনত এটি ভুল কৰিছিলা, অনুতাপ কৰাঁ; যিটি পথ বাছি ললা, যোৱা, সেই পথেই আগলৈ গৈ থাঁকা । নিজৰ সন্তান জ্ঞানে অনাথ সন্তানৰ প্ৰতিপালন কৰাঁ, মাতৃসকলৰ যি গতি তোমাৰো সেই গতি। পতিত পাৱনী মা আমাৰ, তেওঁ তোমাক কোলালৈ তুলি নলৈ পাৰেনে? যোৱাঁ আজিৰ পৰা "নমিতা" নামেৰে অনাথ সন্তানৰ মাতৃ হৈ পাঁৰা ।" নিছলীৰ হিয়া ভৰি গ'ল। চকুৰ আগত এক অচল আলোক লৈ তাৰামণিক প্ৰণাম কৰি কেতেকীকে আদি কৰি ব্ৰতচাৰিণী সকলোকে সেৱা একোটি জনালে গৈ।

আহিনৰ চাৰি তাৰিখটি হাতত সাৰে ভৰিত সাৰে আহি যেন গা পালে। আশ্ৰমৰ কৰ্ম্মীসকলে তাৰামণি দেৱীক মহা সমাৰোহেৰে বিদায় দিবলৈ বুলি আয়োজন কৰিলেহি। আশ্ৰম সম্বন্ধে বাকী যি উপদেশ আছিল তাকো দি থৈ তাৰামণি দেৱী যাবলৈ ওলাল। হৰিবাবু প্ৰমুখ্যে কৰ্ম্মীসকলে সেৱা জনাই সহস্ৰ অপৰাধৰ ক্ষমা খুজি কলে, "অচিৰতে মাৰ যেন আকৌ শুভাগমন হয়। সেই দিনৰ প্ৰতীক্ষা কৰি আনন্দেৰে থাকিবলৈ আমাৰ সকলোটিকে আৰ্শীব্বাদ কৰি যাওক।" দেৱতা সুলভ হাঁহিটিৰে দেৱীয়ে কলে, "আমাৰ অহা নহা নিৰ্ভৰ কৰে ভগৱতীৰ ইচ্ছাৰ ওপৰত। আপোনাকসকলৰ ঘৰে ঘৰে আনন্দৰ বাঁহী বাজি থাকক।" তাৰ পাচত সজল নয়নেৰে দেৱীয়ে কেতেকীৰ চলচলীয়া চকুযুৰিলৈ চাই কিবা কব খুজি যেন কব নোৱাৰিলে। নিম্ন জগতৰ মাক জীয়েকৰ বিদায় বেলাৰ যি চকুৰ চাৱনি তাৰেই তুলনা নাই, ই যে আৰু উচ্চতৰ লোকৰ চাৱনি, ইয়াৰ উজ্জ্বল মহিমাৰ তুলনা কত? কেতেকীকে আদি কৰি ব্ৰতচাৰিণী সকলে প্ৰণাম জনালত সকলোকে সাবটি শিৰত চুমা একোটি খাই তাৰামণি দেৱী ধীৰে ধীৰে গুচি গ'ল। তেখেতে লগাই দিয়া স্তোত্ৰটি সুন্দৰ সুৰেৰে ব্ৰতচাৰিণী সকলে আবৃত্তি কৰি লগে লগে যোৱা ঃ কাৰো নয়ন কোণৰ অশ্ৰু কণিকা বেগেৰে বৈ পৰিবলৈ নেপালে। জাহাজ ঘাট আকৌ এবাৰ লোকেৰে লোকাৰণ্য হৈ পৰিল। যথা সময়ত উৰুলি, হৰিধ্বনি আৰু ঢোলখোলৰ তুমুল ৰোলত জাহাজৰ ৰিং তল পৰি গ'ল, জাহাজ এৰি দিলে; নেদেখা হোৱা মানলৈকে পাৰত থিয় হৈ সকলো প্ৰাণেই অস্তাচলৰ বেলিটিৰ দৰে তাৰামণি দেৱীৰ লাহে লাহে মাৰ যোৱা সেই মূৰ্ত্তিটি চায়েই আছিল। শেহত নমনা হলত একো একোটি হুমুনিয়া কাঢ়ি আশ্ৰমৰ মুখে সকলোৱেই খোজ ললে।

ৰাইজৰ যতনত আশ্ৰমৰ শ্ৰী দিনক দিনে বৃদ্ধি হবলৈ ধৰিলে। জিলাত, জিলাৰ আশে পাশে কোনো কোনো ধনী লোকৰ মাজত, কোনো কোনো ৰাজহুৱা অনুষ্ঠানত আইথানৰ আই সকলক সভক্তিৰে পূজা অৰ্চ্চনা কৰাটি কি পূজা উৎসবৰ, কি বিবাহৰ, কি শ্ৰাদ্ধৰ একো একোটি অপৰিহাৰ্য্য অঙ্গ হোৱাদি হ'ল। সাধাৰণ মানুহৰ ভিতৰত আই থানলৈ আগ কৰি আগন্তুক আপদ বিপদৰ হাত সৰাৰ প্ৰবাদো কেউপিনে ফুটি পৰিল। অতদিনৰ মূৰত সমাজে যেন বিধবাৰ মৰ্য্যদা বুজি উঠিল।

ইতিমধ্যে কাৰ্য্যোপলক্ষে কেতেকী দেৱী কাশীধামৰ মূল আশ্ৰম পাই আহিলগৈ। যাওঁতে লগত যশোদা দেৱীকো নি গঙ্গা-গয়া-কাশী কৰাই আনিলে। ভাগতী দেউ আজি কালি জৰাগ্ৰস্ত হ'ল, লগত যাব নোৱাৰিলে। তীৰ্থলৈ গৈ যশোদা দেৱীয়ে এক নতুন জনম পালে, তীৰ্থ-দৰ্শন সাৰ্থক হল। ঘৰত থাকিও সন্তান প্ৰতিপালন আৰু বৃদ্ধ পিতাক শুশ্ৰূষা কৰি, সেৱাৰ মাজে দি নিজ গ্ৰামৰ উজ্জ্বল আদৰ্শ হৈ পৰম শান্তিত যে জীৱন পাত

কৰিব পাৰি তাক এবাৰ দেখুৱাই গ'ল এই যশোদা দেৱীয়ে।

তাৰামণি দেৱীৰ তিনি বছৰৰ পাচত বিমলা দেৱী, তাৰো দুবছৰৰ পাচত বিৰজা দেৱী আহি আকৌ নতুন জীৱন নতুন উছাহ দি আশ্ৰমৰ মান জলাই গ'ল। সিবিলাক আহি আগতকৈও সমাৰোহ, আগতকৈও শ্ৰদ্ধাৰ ব্যাপকতা দেখি মহা আনন্দেৰে ফিৰি ফিৰি যোৱাত সকলোৰে সন্তোষ হ'ল। ইয়াৰো দুবছৰ হৈ গল, কথা আছিল, সেই বাৰ অম্বুবাচীলৈ আহোঁতে তাৰামণি দেৱী হয়তো আকৌ এবাৰ সেৱাশ্ৰমলৈ আহি যাব পাৰে। হঠাৎ চিঠি আহিল —তাৰামণি দেৱী তীৰ্থ-দৰ্শন কৰিবলৈ কৈলাসলৈ যাওঁতে মানস সৰোবৰৰ তীৰত তেখেতৰ চিৰ-সমাধি ঘটিল। গোটেই জিলা খনিৰ ওপৰেদি বাতৰিটিয়ে যেন এটা সুতীব্ৰ হুমুনিয়া বলাই চকুৰে চকুৰে আন্ধাৰ দেখুৱাই গ'ল। নিতৌ আনন্দত মাতি থকা আশ্ৰমখনি শোকত ম্ৰিয়মান হৈ পৰিল। কেতেকীৰ অটল বিশ্বাস—মৃত্যু, —আত্মাৰ মৃত্যু নাই, সমাধিৰ মাজেদি তেওঁৰ তাৰামণি দেৱীয়ে অনন্ত জীৱন লাভ কৰিলে। তেও বুলি স্থূল ইন্দ্ৰিয়ই স্থূল নিদৰ্শন লৈ আকুলি বিকুলি কৰাত তেওঁৰ স্থূল দেহাটি কিছু পৰিমাণে যেন মলিন হৈ পৰিল। বিধি অনুযায়ী ব্ৰত পালন কৰি ব্ৰতৰ অন্তত দেৱীৰ সুপ্ৰীতিৰ অৰ্থে আশ্ৰমত অনেক দৰিদ্ৰ ভোলানাথেৰে কৰ্ম্মী আৰু হিতৈষীসকলক ভোজন কৰোৱাই কেতেকীৰ চিত্ত প্ৰসন্ন হ'ল।

ইয়াৰ কেইদিনমান পাচৰ পৰাই উপাসনা মন্দিৰত ব্ৰতচাৰিণীসকলে বেচিকৈ লক্ষ্য কৰিব পাৰিলে উপাসনা কৰি থাকোঁতে কেতেকী দেৱীয়ে কোনেও নুশুনা সুদুৰৰ ক্ষীণ ধ্বনি এটিলৈ যেন প্ৰাণৰ পিয়াহেৰে কাণ পাতি থাকে। এদিন — এদিন যেন সেই ধ্বনি স্পষ্টকৈ শুনিবলৈ পাই উপাসনা সামৰি ওলাই আহিল, অন্তৰৰ ভাব মুখত বিৰিঙি নপৰাকৈ ৰাখিব নোৱাৰিলে, — পুৰণা ঠাই এৰি নতুন ঠাইলৈ যোৱাৰ কি সেই উগুল-থুগুল, কি সেই আকুল আনন্দ। প্ৰণতি, মিনতি, আৰু আৰতি দেৱীক কাষত বহুৱাই বাকী ব্ৰতচাৰিণীসকলৰ মুখলৈ চাই গম্ভীৰ ভাবে কবলৈ ধৰিলে, "এই যে দেহা, ইয়াৰ দৰে এই আশ্ৰমটিও হয়তো কালৰ কোলাত বিলীন হ'ব; দেহাটি ধৰি ৰাখিব নোৱাৰা যেতিয়া তাৰ অন্তৰৰ দৰে আশ্ৰমৰ সাধনা-খিনিকেই ধৰি ৰাখিবা। আমাৰ চিৰ আৰাধ্যা ঋষি পত্নী সকলে গৃহাশ্ৰমৰ নাৰীৰ হিয়াত যি অখণ্ড প্ৰদীপ গছি জলাই গল, তাক জীৱনৰ তেলেৰে জলাই ৰাখাঁ। বাহিৰৰ ধুমুহাত নুমাই যাবলৈ নিদিবা। যুগে যুগে এনে কত ধুমুহা আহে, কত যায়। প্ৰদীপটি অনন্ত কাললৈ জলি থাওক। এয়ে, এয়ে তোমালোকৰ এই জনমৰ অভিযান, ইয়ালৈকে, ইয়ালৈকে তোমালোকৰ জনম। আৰু মই বেচি নকওঁ। তোমালোকৰ অন্তৰে অন্তৰে যি মহাশক্তি আছে সেয়ে তোমালোকক শক্তি যোগাব। আজিয়েই মামালৈ আৰু কৰ্ম্মীসকললৈ এখনি লিপি লিখি থম। সেই মতেই কাম কৰি যাবা।" এই বুলি কেতেকী দেৱী উঠি গ'ল। সকলোৱেই আকৌ এবাৰ লক্ষ্য কৰিলে আজি তেওঁৰ অন্তৰত কিবা এটি ভাবে বৰকৈ তোলপাৰ লগাইছে, সেয়ে ভয়ৰ বা অন্য কোনো সাধৰণ আবেগৰ নহয়। তেওঁৰ প্ৰশান্ত চিত্তত কিহৰ এই আলোড়ন। কথা কব খুজি সৰু ছোৱালীটিৰ দৰে কি এক চাঞ্চল্য প্ৰকাশ কৰি পেলায়। সেই ৰাতি চিঠি লিখিবলৈ বহিও দুই তিনিবাৰ ওলাই আকাশ খনি চাই চাই যায়হি, দুই তিনি বাৰ উপাসনা মন্দিৰৰ ফালে কাণ পাতি ৰৈ থাকে। মামাকৰ চিঠি খন চুটিকৈ আৰু কৰ্ম্মীসকলৰ খন দীঘলকৈ বহু ৰাতিলৈকে ৰৈ ৰৈ বহি লিখিলে। প্ৰণতি, মিনতি, আৰু আৰতি দেৱীয়ে মাজে মাজে বিচি দিবলৈ বুলি কাষ চাপি আহে, কেতেকী দেৱীয়ে বাৰণ কৰি শুই থাকিবলৈ কয়। সিবিলাকে আদেশ পালি কাতি হৈ থাকেগৈ হয়, চকুত কিন্তু টোপনি নাহে। চিঠি লিখা শেষ কৰি কেতেকী দেৱী যোগাসনত বহি গভীৰ ধ্যানত মগ্ন হ'ল। পুৱাৰ কাকলিত চমকি উঠি বাহিৰলৈ ওলাই দাৰোৱানক মতাই আনি চিঠি দুখনি মামাকৰ হাতত বেগাই দিবলৈ বুলি তেওঁ লৰুৱাই পঠালে। তাৰ পাচত স্নান কৰি প্ৰণতি দেৱীক কলে, "আজিৰ প্ৰাতঃকৃত্য তোমালোকেই কৰাঁ। মোক ইয়াতে

বহি নিৰলে শুনি থাকিবলৈ দিয়াঁ।" এই বুলি আকৌ ধ্যানত বহিল। বেলি দুপৰ হ'ল। প্ৰসাদৰ থাল খনি হাতত লৈ প্ৰণতি দেৱী আহি বহুপৰ কাষত বৈ আছে। হঠাৎ কেতেকী দেৱীয়ে চকু মেলি চাই কলে, "দিয়া, আজিৰ প্ৰসাদ মোৰ শিৰতে দিয়াঁ। যোৱাঁ, তোমালোকে প্ৰসাদ লোৱাগৈ।" প্ৰণতি দেৱীয়ে বাকী সকলোটিৰে প্ৰসাদ লৰলৈ বুলি বহি নামটিহে কৰিলে, খাব নোৱাৰিলে। দুপৰৰ খন্তেক পাচতে জিলাৰ পৰা গাৱী ডকাই বিশিষ্ট কৰ্ম্মীসকল উধাতু হৈ আশ্ৰম পালেহি; লগত ফুকননী, জোনালী, আৰু সৰুছোৱালীও আহি পৰিল। প্ৰণতি দেৱীয়ে সিবিলাকক আগ-কাঠিতে বহুৰাই দেৱীৰ গভীৰ ধ্যানৰ কথা কলে। এবাৰ মিনতি দেৱীৰ পৰা ধ্যান ভঙ্গ ৰ ইঙ্গিত পাই প্ৰণতি দেৱীয়ে কেতেকী দেৱীক লাহেকৈ আহি জনালে, "সিবিলাক পালেহি।" কেতেকী দেৱীয়ে চমকি উঠি সৰু ছোৱালীটিৰ দৰে উদ্বেগেৰে কলে, "পালেহি! পালেহি! সৌৱা পালেহি! মই যাওঁ, যাওঁ" বুলি থৰক বৰক কৈ যাব খুজি পৰোঁ পৰোঁ যেনহে কলে, "মোক এখুজি দুখুজিকৈ ধৰি উলিয়াই নিয়াঁ।" প্ৰণতি আৰু মিনতি দেৱীয়ে ধীৰে ধীৰে ধৰি লৈ গ'ল। আগকাঠী পালত গোট খোৱা সকলোটিলৈ আকুল আবেগেৰে সেৱা জনাই দেৱীৰ মুখলৈ ৰ লাগি চালে, দেৱীৰ তিৰ্‌বিৰোৱা চকু যুৰি যেন কতো নপৰিল; স্থিৰ লক্ষ্যে প্ৰাণৰ হেপাহে বেলপুলিৰ বেদীটিলৈ চাই দেৱীয়ে কলে," সৌৱা সৌৱা, মোৰ স্বামী আহি বেলৰ তলত বহি আছেহি। মই কত মৰোঁ ঐ! কি সৌ 'ৰজত গিৰিনিভ সৌম্য শান্তি ৰূপৰ চমক্, 'চাৰু চন্দ্ৰ শিৰত জিল্‌মিল্ কৰিছে। বতুৰ দৰে উজ্জ্বল অঙ্গৰ স্নিগ্ধ কিৰণে দশোদিশ উজ্জ্বল কৰিলে ! সৌৱা, বৰ দিদিও হাঁহি আহিছে। দিয়াঁ ঐ দিয়াঁ, মোক এই ৰূপত ডুবাই দিয়াঁ।" দেৱীক প্ৰণতি আৰু মিনতি দেৱীয়ে ধৰি বেদীৰ ওপৰত লাহেকৈ বহুৱাই দিলে। আৰতিয়ে তালপাতৰ বিচনীৰে বিচিৰ খোজোঁতে ভেওঁক মানা কৰি দেৱীয়ে কলে, "গুঠি দিয়া, মোৰ চুলিত বেনী এডালি গুঠি দিয়া। কপালত সেন্দুৰ, —সেন্দুৰৰ টেমাটিৰ সেই চিতাভস্মেৰে ডাঙৰ কৈ ফোট এটি প্ৰাণৰ হেপাহ পলুৱাই দি দিয়াঁ।" প্ৰণতি দেৱীয়ে একে লৰে গৈ কেতেকী দেৱীৰ গাৰুটি ফালি মাকে অনাই থোৱা সেন্দুৰৰ টেমাটিত কাঞ্চনীয়ে যোগাৰ কৰি দিয়া চিতাভস্ম ফেৰি আনি কপালত সুন্দৰকৈ ফোট এটি দিলে, মিনতি আৰু আৰতিয়েও বেনীডাল গুঠি দি সেৱা এটি জনালে। কেতেকী দেৱীয়ে প্ৰাণৰ হাঁহি এটি মাৰি কলে, "শান্তি! কি শান্তি! 'মৃত্যোৰ্ম্মা অমৃতং গময় বুলি হাত দুখনি মেলিবৰ চেষ্টা কৰি উত্তৰলৈ মুখ কৰি লাহেকৈ ঢলি বেলৰ তলত পৰি গ'ল। সকলোৱে বুকুত ঢুক ঢুকনি লৈ ব্যাকুল অন্তৰেৰে বেৰি ধৰি দেৱীৰ মুখলৈ চাই ৰল, মুখত মাত নাই, আকাশত অস্তমিত ৰবিৰ শেষ ৰশ্মি গলে যেনে হয় মুখখনি তেনে হৈ পৰিল; প্ৰসন্নতাৰ কি এক গম্ভীৰ ভাব এটিৰে মুখৰ অনুপম হাঁহিটি তেতিয়াও মাৰ যোৱা নাই। আৰতি দেৱীয়ে তেতিয়াও বিচিয়েই আছে। এডাঁৰ মানৰ পাচতো দেৱীৰ মুখৰ বিশেষ পৰিবৰ্ত্তন নহল যদিও আগতকৈ যে শেঁতা পৰি আহিল এইটি লক্ষ্য কৰিব পৰা হল। কৰ্ম্মীসকলৰ ভিতৰত থকা সুবিজ্ঞ কবিৰাজ গৰাকীয়ে ব্ৰতচাৰিণী সকলৰ অনুমতি লৈ সেৱা এটি জনাই দেৱীক পৰীক্ষা কৰি চাবলৈ লাগিল। বহুখিনি পৰ দেৱীক পৰীক্ষা কৰি চাই নিজে কলা পৰি গ'ল। পৰীক্ষাৰ ফল যি পালে তাক প্ৰকাশ কৰিবলৈ অকল শোকেই নহয়, ভয়ো লাগিল, জীৱনত এনে ঘটনা আৰু যে দেখা নাই। বহুতে নেৰা নেপেৰা প্ৰশ্ন কৰাত কম্পিত কণ্ঠেৰে কলে, "মাৰ দেহাত জীৱনৰ লক্ষণ অকণিকে নেপালোঁ। আমাৰ মাই দেহত্যাগ কৰিলে," বুলি মূৰে কপালে হাত দি বহি পৰিল।

দেহত্যাগ কৰিলে। — কাৰো যে বিশ্বাস নহল। মানুহে এইদৰে যে মৰণক মাৰি মৰি যাব পাৰে কোনেও তাক চকুৰে দেখা নাই, কাণেৰে শুনা নাই। কিবা এটি হ'ল অথচ কোনেও নেজানে কি হ'ল এনে এটি ভাবত আকুল হৈ তাত থকা সকলোটিয়েই ইটিয়ে সিটিৰ মুখলৈ চাই ঠৰ দিলে। আশ্ৰম খনিত কাঁহ পৰি জিন গ'ল। এনেতে ফুকনৰ চাৰি বছৰীয়া লৰা 'বিনতা প্ৰসাদে মাকৰ ডিঙিত ধৰি ফেঁকুৰি ফেঁকুৰি কান্দি সুধিলে "বৌ বৌ,-

আজি মোকমাই ইমান বেলি মতা নাই কেলৈ? মইনো মাক কি কৰিলোঁ?” ফুকননীয়ে যেই লৰাটি সাবটি উচুপি উচুপি কান্দিবলৈ ধৰিলে, গোটেই আশ্ৰম জুৰি কান্দোনৰ ৰোল উঠি গ'ল। আলোকে এতে পৰ কেতেকী দেৱীৰ মুখলৈ একে থিৰে চায়েই আছিল। হঠাৎ উঠি কান্দি কান্দি কবলৈ ধৰিলে, “আজি-আজি হে তোৰ শান্তি! এই মহাশান্তি চাবলৈ যে জীয়াই থাকিলোঁ! মোৰ জীয়াই থকা সাৰ্থক কৰিলি ঐ আই, সাৰ্থক কৰিলি,” বুলি মাটিত দীঘল দি পৰি কান্দিবলৈ ধৰিলে। ফুকনে চকু দুটি থিৰ কৰি আকাশত সেই সোণৰ প্ৰদীপ হাতত লৈ ওপৰলৈ চাই থকা কেতেকী দেৱীৰ মূৰ্ত্তিটিৰ জলক দেখিবলৈ পাই এক দৃষ্টিৰে চাই ভাবত তন্ময় হৈ গ'ল, চকুৰেদি অবিৰল ধাৰে অশ্ৰু বৰলৈ ধৰিলে। এনেতে অশ্ৰুসিক্ত নয়নেৰে প্ৰণতি দেৱী উঠি কলে, “আমাৰ মাৰ এই মহাপ্ৰয়াণ, এই মহামিলন চকুত পানী বোৱাই নেদেখা কৰি নুতুলিব। অন্তৰ দৃষ্টিৰে চাই থাকক, এতিয়াও মা আমাৰ বাহিৰে ভিতৰে জিলিকিয়েই আছে। মিছা শোক কৰা দেখিলে মাৰ কোমল প্ৰাণত যে বাজি যাব। উঠক, চকুৰ অশ্ৰু মচি মাৰ পৱিত্ৰ দেহাটিৰ শেষ সংকাৰৰ যথাযথ আয়োজন কৰক।”

লুইতৰ বালিৰ পানীৰ যুৰলিত সৰল পদ্ম কাঠৰ চিতা খনিত সেই দিনা বিয়লি বেলিকা দেৱীৰ নশ্বৰ শৰীৰটি পুৰি ছাই হৈ গ'ল। মৃত্যুৰ বিৰাট যজ্ঞত এনে আহুতি লুইতৰ বালিৰ চিতাতে হয়তো বহুতো পৰিছে, কিন্তু এনে মৃত্যুক জয় কৰা জীৱনৰ — পূৰ্ণাহুতি কেইটি পৰিছিল নেজানো। চিতাৰ শিখা পৰি অহাৰ লগে লগে ঢোল, খোল, হৰি ধ্বনি মাৰ গ'ল। মজুল চৰ্দ্দাৰে ঢোলত জনমলৈ শেষৰ কোবটি মাৰি নমস্কাৰ এটিৰে ঢোলটি লুইতৰ পানীত উটাই দিলে; বুৰা বুৰী হালিয়ে চিতালৈ চাই সেই যি জলকা লাগিল সি আৰু এই জনমত নেভাগিল। প্ৰণতি দেৱীয়ে শাস্ত্ৰবিহিত সকলো কাৰ্য্য সভক্তিৰে সম্পাদন কৰি শোকাকুল জনতাক আশ্ৰমলৈ লৈ গ'ল। আশ্ৰমতে তাৰে ভালেখিনি থাকি সেই ৰাতিটো নাম কীৰ্ত্তনেৰে কটাই পুৱাই পুৱাই গধুৰ হিয়া একোখনি লৈ নিজ নিজ ঘৰলৈ ঘূৰি গ'ল। পুৱাৰ পোহৰত মইনা চৰাই উৰি যোৱা সাঁজাটিৰ দৰে আশ্ৰম খনি পৰি থাকিল।

## ১৫

যথা সময়ত কেতেকী দেৱীৰ ঔৰ্দ্ধদেহিকৰ কাৰ্য্যাৱলী মহা সমাৰোহেৰে সমাধা হ'ল। শ্ৰাদ্ধৰ দিনা স্মৃতিতৰ্পণ দিবলৈ বহুদূৰৰ লোকৰ সমাগম হৈছিল। এনে নোহোৱা নেদেখা শ্ৰদ্ধাৰে কৰা, এনে পয়োভৰেৰে ইমান এটি ডাঙৰ শ্ৰাদ্ধ কৰায়ো কৰ্ম্মীসকলৰ আৰু কৰাবলৈ নেপাই যেন হেপাহ নপলাল। আশ্ৰমৰ ভিতৰত ব্ৰতচাৰিণীসকলৰ অক্লান্ত পৰিশ্ৰমৰ আৰু অন্তৰৰ শ্ৰদ্ধা দেখি সকলোৰেই শলাগি গ'ল। প্ৰণতি দেৱীৰ কৰ্ম্ম তৎপৰতা আৰু হৃদয়ৰ অচলা ভক্তিলৈ চাই শ্ৰাদ্ধলৈ অহা জনতাই একমুখে কৈ গ'ল, “উপযুক্ত শিৰতেই আশ্ৰমৰ মালাধাৰি পৰিছে।”

শ্ৰাদ্ধৰ পাচদিনা ব্ৰতচাৰিণী আৰু কৰ্ম্মীসকল বহি ভৱিষ্যতে কৰিব লগীয়া কাম সম্বন্ধে আলোচনা কৰিবলৈ ললে। সিবিলাকৰ মাজত ফুকনে কেতেকী দেৱীৰ শেষ চিঠি খনি পাঠ কৰিলত ৰৈ যোৱা কামখিনি দেৱীৰ দিহা মতে কৰিবলৈ সকলোৰে একমত হৈ গাত ললে। আশ্ৰমৰ যিখিনি টকা জমা আছে তাৰে এই কুৰি গৰাকী ব্ৰতচাৰিণীৰ নিজ নিজ গাঁৱত একোটিকৈ উপাসনা মন্দিৰ সজাই দি তাত এই আশ্ৰমৰ ধৰ্ম্ম সাধন কৰি থাকিবৰ সুযোগ দিয়া হ'ল, যাতে লোক সেৱাৰ মাজে, ৰোগীৰ শুশ্ৰূষাৰ মাজে, নাম কীৰ্ত্তনৰ মাজে, সবাতোকৈ সাৰ নিজৰ চৰিত্ৰৰ বলেৰে সিবিলাকে আদৰ্শ জিলিকাই ৰাখিব পাৰে। আশ্ৰমৰ ঘৰ দুৱাৰ বিলাক তুলি নি নগৰত অনাথ আশ্ৰম এটি সাজি আমৰণ কাল নমিতা দেৱী আৰু চৰ্দ্দাৰ চৰ্দ্দাৰনীৰ সহায়ত আশ্ৰম চলাই থাকিবলৈ দি যোৱা দিহা মতে হৰি বাবু আৰু ফুকনে কামৰ পৰা অৱসৰ লৈ জীৱনৰ শেষ আয়ুস খিনি দি পৰম শান্তিৰে থাকিবলৈ ললে। কেতেকী দেৱীৰ নামৰ নিজা টকাই জোৰে মানে ওচৰৰ আশে পাশে ন খন গাঁৱত বছৰে বছৰে জন্মাষ্টমীৰ দিনা নাম কীৰ্ত্তনাদিৰে উৎসৱ পতাবলৈ আলোকে গাত ললে। ইয়াত বাজেও কোনেও নোকোৱা নেমেলাকৈ জোনালী, ফুকননী, বৰুৱানী আৰু মজুমদাৰণীয়ে মিলি জুলি কেতেকী দেৱীৰ মহাপ্ৰয়াণৰ তিথিৰ দিনা শক্তি

অনুসৰি শতাধিক চৰিত্ৰবতী বিধবাক বস্ত্ৰ নৈবেদ্য আদিৰে পূজা অৰ্চ্চনা কৰিবলৈ সংকল্প কৰিলে। হৰদয়াল আৰু কিষণ লাল বাবুৱে কেতেকী দেৱীৰ নামত এটি অতিথি শালা স্থাপন কৰি শাস্ত্ৰালাপ কৰাবৰ সুবিধা দিলে। আশ্ৰমৰ অন্নপূৰ্ণা বিগ্ৰহত নিত্য আৰু বাৰ্ষিক পূজা চলাবলৈ ওচৰৰে সাত্ত্বিক ব্ৰাহ্মণ এজন আগবাঢ়ি আহিল, তেওঁক মাসিক বৃত্তি দিবলৈ আৰু পূজাৰ খৰচ বহন কৰিবলৈ কৰ্ম্মীসকলে কিছু কিছু টকা দিয়াৰ প্ৰতিশ্ৰুতি দিলে।

ব্ৰতচাৰিণী সকলে পৰম উছাহেৰে দুই তিনি গৰাকী চৰিত্ৰবতী বিধবা লৈ নিজ নিজ গাঁৱত আশ্ৰমৰ সাধনা জীয়াই ৰাখি জীৱনৰ অমিয়া পান কৰিবলৈ লাগিল। প্ৰধান ব্ৰতচাৰিণীসকলৰ আশ্ৰম কেইখনি সেৱাশ্ৰমৰ দৰে সিমান প্ৰতাপী আৰু মহিমাময় হৈ নুঠিলেও প্ৰায় সকলো পিনে মাক চাই জীয়েকৰ দৰেই হৈছিল বুলিব লাগে। ইয়াৰ ভিতৰৰ প্ৰণতি দেৱীৰ কথা কোনো মতেই পাহৰিব নোৱাৰি। নিজ চৰিত্ৰৰ বলত, প্ৰতিভাৰ বলত কোনেও নমনাকৈ আজিও তেওঁ আমাৰ মাজত জীয়াই আছে। আজিও উজনি অসমৰ ঠায়ে ঠায়ে বিয়াই সবাহে প্ৰাণ পৰশি যোৱা নামৰ মাজত আইসকলৰ মুখে মুখে শুনিবলৈ পোৱা যায় এই প্ৰণতি দেৱীৰ প্ৰাণৰ ৰচনা, এই প্ৰণতি দেৱীৰ প্ৰাণৰ সুৰ।

চাওঁতে চাওঁতে জনাকীৰ্ণ আশ্ৰমখনি এই দৰেই জন শূণ্য হৈ পৰিল। ভাৰতৰ একোনত ভাৰতৰে আদৰ্শ ৰক্ষাৰ ঢৌ এটি জিলিকি জিলিকি উঠি আহিছিল, লাহে লাহে পৰি গল; অনাদি কালৰ পৰা জিলিকি থকা তৰঙ্গৰ ৰজত ৰেখাত তাৰ শিৰৰ জিলিকনি কণা মিলাই দি মিলি গ'ল। ইমান দিনে, বুৰা লুইতে আশ্ৰমৰ কাষ পাই একূল ভাঙ্গি একূল গঢ়াৰ শতবাৰ্ষিকী লীলা পাতিবলৈ আহি ৰাইজৰ আই-থান খনিৰ মুখলৈ চাই যেন টলকা মাৰি আছিল; সেই বাৰিষা কেতেকী দেৱীৰ চিতাভস্ম মহাসাগৰলৈ উটাই নিয়াৰ লগে লগেই ভৰ সুঁতিয়ে আশ্ৰমলৈ হনা ললে। চকুৰে চাই থাকোঁতেই এদিনা অস্তাচলৰ বেলিৰ পোহৰত বেলৰ বেদীটিৰে অন্নপূৰ্ণাৰ মন্দিৰটি লুইতৰ বুকুত লুকাই গ'ল। তাৰ দুদিনৰ পাচতে আশ্ৰমলৈ অহা আলিটিৰে আশ্ৰম গোটেই খনিৰো চিন নাইকিয়া হ'ল। প্ৰাণৰ হুতাহত কৰ্ম্মীসকল আশ্ৰমলৈ আহি দেখিলে উৎসবৰ আনন্দেৰে দুৰ্গোৎসবৰ প্ৰতিমা বুকুত বুৰাই ব্ৰহ্মপুত্ৰ বব লাগিছে; —কি গম্ভীৰ, কি উদাৰ!

একো নৰয়, একো নৰল। কিছু কাললৈ ওপৰৰ আকাশত বৈ গৈছিল এটি সুতীব্ৰ হুমুনিয়া, তাৰো আজি গন্ধ নাই, আকুলতা নাই; কেৱল আছে এটি ধ্বনি, -—সিয়েই, কেৱল সিয়েই 'বউ কাকা কত পখীটিৰ মুখে উজনিত কেতেকী ফুলিলেই কেতেকীক সুঁৱৰি বৈ বৈ অনাই বনাই কৰুণ সুৰেৰে বিনাই ফুৰে, —

"অ কেতেকী। অ কেতেকী।"

---

# সপ্তপর্ণ ।



শ্রীঋতেন্দ্র ঠাকুর ।

মোৰ

পাৰ্থিব জননী

স্বৰ্গীয়া শশীপ্ৰভা দেবীৰ পবিত্ৰ নামেৰে

এই অঞ্জলি।

" পিতুৰপ্যাধিকা মাতা গৰ্ভ-ধাৰণ-পোষাণাৎ।
আতোহি ত্ৰিষু লোকেষু নাস্তি মাতৃসমো গুৰু ॥ "

মা !

মোৰ মুখত গীতটিৰ সুৰ শুনি তুমিও মাজে মাজে এই গীতটি
গাবলৈ লৈছিলা। হেপাহ জাগিছিল, এদিনা এই গীতৰ
কথা এইদৰে লিখি তোমাৰ আগত পঢ়ি শুনাম। তাৰ
আগতে তুমি পিতৃ দেৱতাৰ লগলৈ গুচি গলা।
যোৱাঁ, যোৱা মা ! মোৰ মৰমতে মোৰ জনম
ধৰি আজি কতকাল তুমি বৈধব্য ব্ৰতৰ
দাৰুণ কষ্ট সহ্য কৰিলা। আৰু কিমান
কৰিবা ! তোমালোকৰ পুনৰ্ম্মিলনৰ
আনন্দই মোৰ চকু পানী
মচি দিছে। মই আৰু
নেকান্দো।

মা !

তুমি মোৰ ৰচনা শুনি ভাল পাইছিলা। তুমি আজি নাই।
মুক্ত আকাশৰ কোলাত বহি তোমাৰ নামেৰে এবাৰ
প্ৰাণ ভৰি পাঠ কৰি দিলোঁ, মোৰ বিশ্বাস
তুমি শুনিছা। সন্তানে দিয়া ধূলিৰ দৰে
তুমি মোৰ ৰচনা তোমাৰ নামেৰে
গ্ৰহণ কৰিছা। তোমাৰ নামত
এই অঞ্জলি পবিত্ৰ
হওক।

— তোমাৰ একেটি সন্তান। —

# আগকথা

আজি কেবা বছৰো হ'ল,—সুঁইতৰ শুকান পাৰত মাতৃ শৰীৰৰ শেষ স্মৃতি ছাই কৰি উঠি আহিছেলোঁ। পুবায় নে নুপুবায় এনে পুবাতে। পুৰ্ণতাৰ মাজত ৰিক্ত হুতাহুৰ দৰে মাতৃহীন সন্তান মই কাৰ কোলা বিচাৰি ঘৰলৈ আহিছোঁ ! সেমেকা চকু দুটি মচি বাটৰ চতীয়না এজুপিৰ মাজে আকাশলৈ চকু দিলোঁ। – বা লাগি তাৰ সাত পহীয়া পাত এখিলি ডালৰ মাজেদি শূণ্যৰ কোলাত লৰি উঠিল,— মই দেখিলোঁ মাতৃৰ কোলাত জুলি থকা পাতখিলিয়ে মাতৃহীনলৈ দিয়া ইঙ্গিত, – "নাই, নাই, মাতৃ তোৰ নাই !"– পুবাৰ পোহৰত গাবঁৰ মাজ পাই দেখিলোঁ, নিজ নিজ সন্তান কোলাত লৈ কেবা গৰাকীও মাতৃ মূৰতি চকুৰ আগে গুচি গ'ল। কেবাটিও "মা, মা," ধ্বনি কাণত বাজিল ! – মই মা বুলিম কাক ? মোৰ মাক যে ছাই কৰি থৈ আহিলোঁ ?– প্ৰাণ কান্দি উঠিল। আৰু নোৱাৰিলোঁ।– তাৰ পাচত ঔৰ্দ্ধ দেহিক হৈ গ'ল। ঋষিৰ মন্ত্ৰশক্তিত প্ৰাণ-শক্তি জাগি উঠিল। চকুৰ কুঁৱলী মুকলি হ'ল। মা মোৰ আহি চকুপানী মচি দিলেহি। ইমান দিন মা আছিল শৰীৰত। আজি মা মোৰ অশৰীৰী। কিছুদিনৰ পাচত সেইফালে ফুৰিবলৈ গৈ সেই চতীয়নাজুপিৰ সেই পাতখিলিলৈকে চকু পৰিল,– সেই দিনাও সেইদৰেই সি লৰিছিল !— আজি বুজিলোঁ,— পাত খিলিয়ে কব খুজিছিল,— 'আছে, আছে, মা তোৰ আছে।'— মা তাৰ আছে বুলিয়েই সি এনে দৰে নাচি বাগি গজি সৰি আকৌ গজিব পাৰিছে। মা আছে, মা মোৰ আছে। প্ৰাণৰ মাজত নিৰলে নীৰৱে তেওঁ মোক পৰশ দিয়েই আছে। আজি মইলৈ ৰচনা খনিৰ নাম বিচাৰোঁতে মনত পৰিল সেই সাতপহীয়া পাত খিলিলৈ।

সপ্তপৰ্ণৰ শাৰদীয় ফুল বৰ মদগন্ধি। ৰূপে তাৰ চকু নুভুলায়, গন্ধই তাৰ মন নেটানে, কোনেও আদৰ নকৰে। কিন্তু মহাৰাত্ৰিৰ পূজাত বিশ্ব-জননীক মহাস্নান কৰোৱা হয় সপ্তপৰ্ণৰ জলেৰে; গতিকে মনত আশা জাগিল,— মোৰ জননীৰ পূজাত, ভাষা-জননীৰ পূজাত লগাইছোঁ যেতিয়া এই ৰচনাৰ নামো সাতোটি পৰ্ণেৰে সপ্তপৰ্ণই হওক।

বহাগৰ বিহুৰ এই "ৰঙ শিঙ্গা," — তাৰ মাত শুনি কেনিবা কৰবাত ভাই ভনীটিহঁতৰ এখনি হিয়ায়ো নাচি উঠি পৰমানন্দৰ মুখে যদি মন মেলে, তেনে তাৰ গৌৰব ৰঙ-শিঙাৰ নহয়,— যাৰ ফুকাৰত এই অসাৰ শিঙ্গা বাজি উঠিছে, সেই ভাৰতৰ ভক্ত আৰু পৰমভক্ত সকলৰ হে।

ভাৰতৰ যুক্তাত্মা ঋষিসকললৈ, ব্ৰহ্মবাদিনী ঋষি-পত্নী সকললৈ সাষ্টাঙ্গে প্ৰণিপাত; যি সকল ভক্ত আৰু পৰমভক্তৰ চিন্তাৰ ধাৰাই এই দীনহীনৰ পাষাণ প্ৰাণো লৰাই তুলিছে, সিবিলাকলৈ সভক্তিৰে সেৱা; যি সকল মনীষীৰ ভাবৰ সোঁতত বুকু পাতি পাতি উজাই অথবা গা ঢালি দি উটি উটি মাজে মাজে নাদুৰি ফুৰিছোঁ, সিবিলাকলৈ প্ৰাণৰ শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ।

— বাইজৰ কৃপা ভিক্ষাৰী—

— ইন্দ্ৰ —

# সপ্তপৰ্ণ

## প্ৰথম পৰ্ণ

চ'ত এই যায় যায়। বিদায়ৰ বেলিকা তাই চাঁগে চকুপানী টুকিছিল। কোনোবাই মনিলে নে নমনিলে কব নোৱাৰিলোঁ। 'বৰ ঘৰ শুৱনী জীয়ৰী ছোৱালী' এজনী ন ছোৱালী পাতি এঘৰলৈ উলিয়াই দিছে। ইমান দিনে আপোন বুলি আঁকোৱালি থকা মমতাৰ বান্ধোন এৰি যাবলগীয়া হোৱাত তাইৰ অন্তৰ জোল হৈ গ'ল। তাইৰ যি চকুৰ পানী, তাইৰ যি করুন বিননি, এৰি যোৱা হিয়াৰ হুতাহৰ হুমুনিয়া, কান্দোনৰ হাহাকাৰ, দৰালি ঘৰীয়াৰ হাঁহি খিকিন্দালিত, ঢোল দগৰৰ তুমুল কোৰ্হালত সি উচুপি উচুপি নিজমি গল। কোনোৱে যদিও মনিছিল, মন নিদিলে। নিদিবৰে কথা, - নতুন সংসাৰৰ নতুন উলাহে সকলো কন্দাকটা কাটি নিলে, - গ্ৰহণ ভগাৰ পাচত জোনৰ সুচিকোণ মুখখনি দেখিলে জোনৰ মুখত ছাঁ পৰা কথাই মনত দেখোন ছাঁ নেপেলায় !

এবছৰৰ পুৰণি চ'ত এবছৰলৈ ন বহাগী হৈ আহিছে। বৰদৈচিলাই বাট পদূলি মলচি নিকাকৈ থৈছে। ন-তে ন-অঁৰাৰ জিলিকনিত অসম আজি তিৰ্‌বিৰাব লাগিছে। ঘৰ দুৱাৰ লিপি পুঁচি শালেকটা গামোচাৰে গা মচি অসমৰ লৰা-বুৰা-তিৰোতা বহাগীক আদৰি আনিবলৈ উন্মাউল। ঘৰে ঘৰে আনন্দৰ বোল, চুবুৰিয়ে চুবুৰিয়ে ঢোল পেঁপাৰ গিৰ্-গিৰণি, - বিহুৱৰৰ তলে তলে, নাচোনৰ ছেৱে ছেৱে টকাই টকালি পাৰিছে, — কাইলৈ বোলে নতুন বছৰ !

কোন দূৰ দূৰণিৰ, কোন কল্পনাতীত কুঁৱলীলোকৰ মাজেদি বৈ অহা এই বছৰ ! কত কল্পান্তৰৰ কত সৃষ্টি, কত প্ৰলয়ৰ পুৰাণেৰে, কত উত্থান পতনৰ ইতিহাসেৰে গাঁথি অনা এই বছৰ ! -ই যে দেখা দেখিকৈ পুৰণিৰো পুৰণি-আও পুৰণি। তথাপিতো কাইলৈ নতুনটি হৈ নতুন বছৰে দেখা দিবহি। আকৌ এবাৰ কাইলৈ অসমীয়াৰ পদূলিয়ে পদূলিয়ে বিঙিয়াই যাবহি -'সেই কৌটিকলীয়া বছৰ তোৰ, সি যে নিতৌ নতুন !

বছৰ আহে বছৰ যায়, আচলতে বৈ বৈ যায় বছৰৰ এই কথাটিয়েই হে। হেজাৰ বিজাৰ বছৰৰ আগতে বছৰে যেনেকৈ নতুন সৃষ্টিৰ পাতনি জুৰিছিল, আজিও সি নিমিষে নিমিষে নতুন সৃষ্টি ৰচনা কৰি নতুন হৈয়েই আছে, অনন্ত কাললৈকো নিত নতুন হৈয়েই থকিব ; অনাদি অনন্ত এই কালৰ প্ৰবাহ, তাৰ প্ৰতি মুহূৰ্ত্তই যে নতুন ! নিতৌ বেলি উঠি মাৰ যায়। ৰাতিয়ে এন্ধাৰে মুধাৰে দিনৰ ওহালি পেলাই শেষ কৰিবলৈ নামি আহি সমুখত দেখে-নবীন বেশেৰে সেই একে দিন, তাৰ অন্ত নাই। সি নিতৌ নতুন। কাঁচি জোন উপজি মুখত পোহৰ লৈ কলাকলে বাঢ়ি বাঢ়ি পূৰ্ণিমাৰ দিনা ভৰ দিয়ে ; সেই দিন ধৰি মুখত আন্ধাৰ লৈ আকৌ কলাকলে টুটি টুটি মৰ আঁউসীৰ দিনা মৰি যায় ; সি উপজি উপজি কিমান মৰিছে তেওচোঁ মাহৰ অন্ত নাই ; উপজিয়ে জোনে নতুনকৈ দেখে নতুন হাঁহিৰে আকৌ সেই নতুন মাহ ! বসন্তৰ শিশুলীলাৰে বছৰে নিজৰ জীৱনৰ পাতনি জুৰি লাহে লাহে ফুলে ফলে তমস্কাৰ হৈ শেহত শীত শীতলীয়া মৰণৰ ছবিটিৰে বাৰটি মাহৰ মেৰ এটি দি দেখিলে কি ? - অনাদি অনন্ত কালৰ ধাৰা, সি আৰম্ভণত যি অনন্ত, যি নতুন, অন্ততো অবিকল সেই অনন্ত সেই নতুনেই ! নিজে নিমিষে নিমিষে নিত্য নতুন প্ৰকাশেৰে প্ৰকাশিত হৈ যাবই লাগিছে। লাভৰ ভিতৰত বছৰে যাবৰ বেলিকা বৰ ঘৰলৈ চাউল এমুঠি মাৰি থৈ যোৱাৰ দৰে ধ্বনি এটি থৈ গল-কাল অনাদি, - তাৰ ক্ষয় নাই, পুৰণি নাই, মৰণ নাই, -সি নিতে নতুন !

এইদৰে এইদৰেই বছৰৰ পাছত বছৰ গৈ একোটি যুগ যাব। যুগৰ পাচত যুগ গৈ একো একোটি মন্বন্তৰ যাব। এটি দুটিকৈ সাতোটি মন্বন্তৰৰ পাচত এটি কল্প। কল্পৰ অন্তত মহাৰুদ্ৰৰ প্ৰলয় শিঙা বাজি উঠিব। বেলি নুমাই যাব। অন্ধকাৰৰ হাহাকাৰত বিধ্বংসীয়া ধ্বংসৰ লীলাই জগত চূৰ্ণচাত্ কৰিব। তাৰ পাচত, তাৰ পাচত প্ৰলয়ৰ ধূমাৰ্জয় ধুমুহা বৰষুণৰ সুকল্লাই আকাশৰ নীলিমাই চিকোণ মুখেৰে মিচিকি হঁহাদি এক অভিনৱ সৃষ্টিয়ে নতুন হাঁহিৰে দেখা

দিব। তেতিয়াও অনাদি কাল নতুন হৈয়ে থাকিব।

এই যে এটি মুহূৰ্ত্ত মোৰ মনলৈ আহিছে - ই এটি নিমিষৰ আগতে মোলৈ নতুন হৈ আছিল, এটি নিমিষৰ পাচতে পুৰণি হৈ যাব। মোৰ মনৰ মাজেদি যাওঁতে মোৰ মনত নতুন পুৰণি লাগি যায়। ই মোৰ মনে পতা সম্বন্ধ, মনে দিয়া নাম। মুহূৰ্ত্তটিৰ বেলিকা স্বাতন্ত্ৰ্যভাবে পুৰণি বোলা একো নাই। মানুহৰ চকুত পৰা হলেই সি পুৰণি, পৰিবলৈ ধৰিলেই সি নতুন ; এক যেন বোৱতী নৈৰ গহীন সুঁতি, - তাত মই চাই পঠোৱা সোঁতৰ ভাগ পুৰণি হলেও মোৰ ভটিয়নিত থকা প্ৰাণীলৈ সি নতুন। নৈৰ সুঁতিৰ পুৰণি ক'ত? এজনলৈ যি পুৰণি সিয়ে আন এজনলৈ নতুন! কালৰ সুঁতিৰ পুৰণি নেথাকিলেও তাক পোৱাৰ পৰা পাবলৈ থকালৈ মনটি টানি আনোতে পোৱাৰ তৃপ্তি আৰু পাবলৈ থকাৰ লালসা মনে নিজে অনুভৱ কৰে। এই তৃপ্তি এই লালসাৰ উল্লাহেই মনত এটি নতুন পুৰণিৰ ভাব জগাই দিয়ে। ইন্দ্ৰজাল আচলতে মিছা। কিন্তু মনৰ আবেগে ইন্দ্ৰজাল দেখি যি তৃপ্তি পায় সেই তৃপ্তিটি মিছা হয় কেনেকৈ? এইদৰেই দিনৰ অন্তত, বছৰৰ অন্তত কৰ্ম্মৰ অন্তই অন্তই নতুন পুৰণিৰ মধুৰ বীণ বাজি উঠে। কামৰ অন্তত জিৰণিয়ে তাৰ ক্লান্তিত শান্তি দিয়ে আৰু এই বীণৰ মধুৰ গুঞ্জনে তাৰ মনটি নতুনকৈ নচুৱাই তোলে।

জন্ম মৰণৰ জালী পুতলি মানুহৰ এনে শকতি ক'ত যে সি একেটি কামকে এতিলো নোৰোৱাকৈ জীৱন বিয়াপি কৰি থাকে? তাৰ মুখৰ কথালৈ ছেদ লগাৰ দৰে হাতৰ কামলৈ জিৰণি লাগে, ভবিৰ বুলনলৈকো নৈৰ ভুলৰ দৰে একো একোটি থমকনি লাগে; নহলে যে সি নোৱাৰে। এই জিৰণি লবলৈকে সি সাধাৰণতে হৈ যোৱাৰ তৃপ্তিৰ পাচত হবলৈ থকাৰ আদিতে তাৰ জীৱনৰ জোখ একোটি লোৱাৰ লগে লগে নতুন পুৰণিৰ দোমোজা একোটি উলিয়াই লয়। ৰাতিৰ অন্তত ধল-পুৱাতে দিনে যেনেকৈ সকলোৰে চকুত পৰাকৈ দোমোজা একোটিৰে জগাই যায়, মাহ বা বছৰে তেনে চিন অকণিও নিদিয়ে। মাহ বা বছৰৰ ক'ত ধৰণ ক'ত এৰণ তাক জানিবলৈ হলে পাঁজী পুথি মেলিব লাগে। জোনৰ মাহত ন - জোন দেখি মাহ গণিবলৈ সুচল আছে যদিও সেই সুচলত আমাৰ দেখোন সকলোৰে চল নেলাগে। কোনোৱে পাতে মাহৰ প্ৰথম - জোন দেখি শুক্লা দ্বিতীয়াত, কোনোৱে পাতে শুক্লা প্ৰতিপদত, কোনোৱে পাতে কৃষ্ণাত। জোনৰ নক্ষত্ৰ ভোগৰ পৰিমাণলৈ নাক্ষত্ৰ মাহৰ লেখ লোৱা লোকৰ লেখো তেনেই কম নহয়। ত্ৰিশটি দিন ৰাতিৰ 'সাবন' মাহেৰে আৰু ত্ৰিশটি তিথিৰ চান্দ্ৰ মাহেৰে এবছৰ ধৰিলে বেলিৰ এবছৰ হবলৈ কেবাটা দিনৰো নাটনি পৰে; সেই কাৰণে ঘূৰি ঘূৰি অহা ছটি ঋতুলৈ লক্ষ্য কৰি, পৃথিৱীৰ সৰহভাগেই এটাইতকৈ বলী বেলিৰ একো একোটি ৰাশি ভোগ কৰা কালকে সৌৰ মাহ বুলি ধৰি তাৰ বাৰটিৰে বছৰ বোলে।

বছৰৰ আঁতটি উলিওৱাও ঢিলা নহয়। চক্ৰাকাৰে ঘূৰি থকা বাৰ মাহৰ কোন মাহটি নতুন, কোনটি প্ৰথম, তাকে বা কয় কোনে? দৈৱকী দেৱীৰ প্ৰথম সন্তানটি এৰি দিয়াত সুচতুৰ নাৰদ মুনিয়ে কংসৰাজক বুজাইছিল - যিটি তেওঁ প্ৰথম সন্তান বুলি এৰি দিলে সেইটিয়েই অষ্টমো হব পাৰে। দৈৱকীৰ উদৰৰ সন্তান, - সিবিলাকৰ প্ৰথম আৰু অষ্টমৰ ভেদ নাই। কথাটি মনত লাগি যোৱাকৈ বুজাবলৈ বুলি আঠোটা গুটিৰে হাতৰ মালা ধাৰিৰ পাটন দি দেখুৱালে - এটি গুটি প্ৰথম বুলি ধৰিলে লেখত যিটি অষ্টম হয়, প্ৰথমটিৰ আগৰটিক প্ৰথম ধৰি লেখিলে আগৰ প্ৰথমটি অষ্টম হৈ যায়। অনন্তৰ গৰ্ভত বাৰমাহৰ বাৰটীয়া মণি-মালাৰ প্ৰতিটি মণিয়েই প্ৰথম, প্ৰতিটিয়েই দ্বাদশ। বসন্তকে শিশু লীলাৰ অভিনয় বুলি আঁত ওলোৱাৰ আশাত বিচাৰিবলৈ ললে শেহন্তৰত আউলৰ মাজত দেখা যায় "পচোৱা বতাহৰ আগ অনা" যেনে তাৰ আঁত উলিওৱাও তেনে। প্ৰতিটো ঋতুৱে শৈশৱৰ পৰা যৌৱনলৈকে যৌৱনৰ পৰা জৰালৈকে ভেষছন্ন কৰি কৰি চিনাকি দি যায়হি - মই সেই চিৰ-বসন্ত, এতিয়া ল'ৰা হৈছোঁ, এতিয়া ডেকা হৈছোঁ, এতিয়া বুঢ়া হৈছোঁ। আমাৰ ভিতৰৰ "বুঢ়া জীৱটিলৈ" চাই মনে নো নেমানি থাকে কেনেকৈ? তেওঁ নিজে 'বুঢ়া জীৱ' হৈও লৰা কালত যি 'মই' বুলি সমিধান দিছিল, আজৰ বুঢ়া কালতো সেই একেটি 'মই'ৰে সমিধান দিয়ে। মৰণে আমাক একেবাৰেই আঁতৰাই নি আঁৰ কৰি

লৰা যুৱাৰ তফাৎ কৰি নিদিয়া হলে, জীৱনৰ চকৰি যদি মাহৰ চকাৰ দৰে ঘূৰি থাকিলেহেতেন তেতিয়া কোন দিনা কোন খেনত আমি লৰা হলোঁ তাকে বা কোনে কলেহেঁতেন। কেতিয়া কোন মুহূৰ্ত্তত আমি ডেকাৰ পৰা যুৱা হলোঁ, ল'ৰাৰ পৰা ডেকা হলোঁ তাকে জানো কোনোবাই কাহানিবা জানিছিল।

সকলো ঋতুৰেই যদি বসন্ত, তেন্তে তাৰ আদি অন্তৰ ক্ষণ ক'ত ? বসন্তৰ নতুন জাগৰণলৈ চাই ভালকৈ চকুত পৰা হলেই লৌকিক জগতত তাকে বছৰৰ আদি বুলি ধৰিবলৈকো সকলোৰে মন সমান নহয়। অইন জাতিৰ কথা নকওঁয়েই এই ভাৰতৰ ভূ-প্ৰদেশতে জ্যোতিষ দুই এখনিৰ গইনা লৈ কোনো কোনো ঠাইত মাৰ্গশীৰ্ষ বা অগ্ৰহায়ণকে শস্য সম্পদেৰে অগ্ৰ বা শ্ৰেষ্ঠ দেখি হায়ণৰ আদি বুলি ধৰে, আৰু দীপান্বিতাৰ দীপ শলিতাৰে আদৰি আনি পাচদিনা প্ৰতিপদৰ পৰা নতুন বছৰৰ লেখ লয়। ঠায়ে ঠায়ে ৰাম নৱমীৰ পৰা, ঠায়ে ঠায়ে ভাদৰ পূৰ্ণিমাৰ পাচৰ পৰা, কোনো কোনো ঠাইত আকৌ চ'তৰ শুক্লা প্ৰদিপদৰ পৰা বছৰৰ আৰম্ভণ। এই দৰে ভাগে ভাগে যাৰ যেনে জুতি সেই অনুসাৰে নতুন বছৰ পাতে। বছৰো সি পথাৰৰ মাজৰ মুঢ়া যেনিয়ে পোনায় তেনিয়ে পোন, - তেনিয়ে নতুন।

কোনো কোনো ঠাইত বসন্তৰ আদিতে শ্ৰীপঞ্চমীৰ দিনা প্ৰথম সৃষ্টিৰ আৰম্ভণ কল্পনা কৰি তেতিয়াৰ পৰাই বসন্তোৎসৱ পাতি বাসন্তী পূৰ্ণিমাৰ দিনা ফল্গুৎসৱৰে সেই উৎসৱৰ অন্ত পেলায়। আমাৰ দেশত বসন্তৰ আকলন কালৰ পৰা হাতত লগা অৱস্থা হলেই নতুন বছৰৰ আৰম্ভণ। চ'ত মাহৰ আগ হোৱাৰ মহাবিষুৱ বা বিষুপদীৰ দিনৰ পৰাই দিন দিনে দিনে বাঢ়ি যায়। চ'ত বহাগক বসন্ত বুলি ধৰিলে দুইৰো দোমোজাত মহাবিষুৱ সংক্ৰান্তি পৰে। ফাগুন চ'তক বসন্ত বুলি ধৰিলে বসন্ত আৰু গ্ৰীষ্মৰ দোমোজাত এই সংক্ৰান্তি। বসন্ত তেতিয়া সংসাৰৰ কামত হাতত লগা হয়। ৰাশি চক্ৰত অশ্বিনীয়েই আদি নক্ষত্ৰ আৰু মেষেই প্ৰথম ৰাশি বুলি জ্যোতিষে ধৰি লৈছে। অশ্বিনী নক্ষত্ৰৰ মেষ ৰাশিলৈ সূৰ্য্য সংক্ৰমণ হোৱা ক্ষণটিকে মহাবিষুৱ সংক্ৰান্তিৰ ক্ষণ বোলে। ইয়াৰ পৰাই কেউফালে লেখৰ সুচল লাগে গুণে এই মহাবিষুৱ সংক্ৰান্তিৰ দিনাই নতুন বছৰৰ আৰম্ভণ বুলিবলৈ কেৱা ফালৰ পৰাও কেবাটি যুক্তিয়েও বল দিয়ে। এই মহাবিষুৱৰ পৰাই আমাৰ দেশৰ নতুন বছৰৰ আৰম্ভণ। বিষুৱেই মুখ বাগৰি বাগৰি বিহু হৈছেহি। সেয়ে চ'তৰ শেহত হয় গুণে চ'তৰ বিহু, আৰু বহাগত বৰ বিহু পৰে বুলি বহাগৰ বিহু।

আমাৰ মাজত কেতিয়াৰ পৰা বিহু প্ৰচলন হ'ল তাৰ পম কোনোবা অজানিত মিলি আছে। কবিৰ কথাত কবলৈ গলে সি এক —" অনাদি অতীত"। নিজে আৰ্জ্জি নতুন বস্তু এটি লৈ আত্মীয় স্বজনেৰে মিলি আনন্দ উপভোগ কৰাৰ হেঁপাহটি মানুহৰ লগে লগেই উপজি আহিছে। ঋতুৰ প্ৰভাৱত মানুহৰ মনত জাগৰণ বা সংকোচনৰ আবেগ মানুহৰ জনমৰ দিন ধৰি মনে মনে জাগিয়েই আছে। এয়ে হ'ল বিহুৰ - প্ৰাণময় বীজ। তাৰ জনম মানুহৰ সৃষ্টিৰ লগে লগে। এই বীজেই নানা বিজেতা নানা জাতিৰ বোল লৈ নিজৰি নিজৰি বিহু হৈ আমালৈ বলি আহিছে। আমাৰো বোল আমাৰো বাতৰি লৈ কোন সুদূৰ ভৱিষ্যৰ কেনি কেনে ধাৰেৰে ই বৈ যায় তাক আজি জানে কোনে ?

আচলতে আগে ফুটি পৰা ভাষাক ব্যাকৰণে সংযত কৰা দি স্বভাৱতে ফুটি উঠা নতুন বছৰৰ এই উৎসৱটি পাচলৈ পঞ্জিকাই দিন বাৰ চাই থিত লগাই ললে। মাঘৰ মুকলি পথাৰত গৰু-মহ হেদানি মেলি আজৰীয়া হৈ অসমীয়াই জিৰাবলৈ ললে। চাওঁতে চাওঁতে ফাগুনী পচোৱাই আকাশৰ শান্তিয়নীৰে জীৱন দি জাৰত মৰামুৰা হৈ পৰি থকা দেশখনিত নতুন প্ৰাণ সঞ্চাৰ কৰিলে। গছে গছে, লতাই লতাই কুঁহিপাত জিকাৰি উঠিল, নানান বৰণীয়া ফুলেৰে গোটেইখন ফুলাম হৈ জকমকাবলৈ ধৰিলে। শিমলু মদাৰৰ ৰাঙলী নিচান আকাশত তিৰবিৰকৈ জিলিকিল; প্ৰাণে প্ৰাণে যেন এটি নতুন উম্ লাগি গ'ল, আনন্দত মন নাচি উঠিল। প্ৰকৃতিৰ সন্তান আমাৰ পৰ্ব্বতীয়া ভাই-ভনীহঁতৰ পেঁপাৰ সুৰে সুৰে, জুনাৰ জাঁতে জাঁতে, ঢোলৰ কোবে কোবে গোটেই অসম ৰণ্-জনীয়া হ'ল। এই আনন্দ উৎসৱৰ বিৰাম নাই - ফাগুন, চ'ত, বহাগ বিয়াপি নিতৌ

গধূলি গধূলি তাৰ প্ৰাণভৰা আয়োজন। মধুমাধৱৰ এই মধুৰ আনন্দই সিবিলাকৰ জীৱন কেনে মধুময় কৰিছে!

ভৈয়ামৰ চহা গাৱঁলীয়াৰ মুখতো এই আনন্দৰ ৰাং পৰি হাঁহিটি জিলিকি উঠিল। হেমন্তৰ লখিমীয়ে তাক ভোগৰ সম্ভাৰ দি গল ; শীতে ৰাতি শীতলাই দীঘল কৰি শান্তিৰ শেতেলিত তাক জিৰণি দিলে ; মলয়া চন্দনেৰে আমোল মোলোৱা ফুলৰ সুৰভিৰে বসন্তই তালৈ তাঁলৈ প্ৰাণ সঞ্জীৱনী বলাই আনিছে ; তাৰ পদূলিত আজি কেতেকীয়ে মল মলাব লাগিছে। বাউলি বতাহৰ কুহুমীয়া উমত জহ কালিৰ বাতৰি পাই সি এলাহ লাহেৰে ওলাই আহি দেখিছে - আগত তাৰ বছৰ জোৰা কৰ্ম্মক্ষেত্ৰ! পাচলৈ চাই দেখে - অতিক্ৰান্ত বিপদৰ বিষ উৰি যোৱাদি তাৰ বছৰ জোৰা কৰ্ম্মই কৰ্ম্মৰ গ্লানি কৰ্ম্মৰ হাহাকাৰ লৈ জুৰুলা বেশেৰে গুচি গৈছে। কবিৰ কথাৰে সি যদি তাৰ প্ৰাণৰ আবেগ ফুটাব পাৰিলেহেঁতেন - শকুন্তলাক উলিয়াই দিবৰ দিনা তাপস বালকটিৰ দৰে পুৱাৰ আকাশত এফালে জোন পৰে পৰে, আন ফালে বেলি উঠে উঠে হোৱা দেখি প্ৰাণৰ কথাটি কবিতাৰে কোৱাদি এই নতুন পুৰণিৰ দোমোজালৈ চাই সিও আজি কলেহেঁতেন, - "এনে দিন নেথাকে ঐ!" সঁচাকৈ নেথাকে। চ'ত! ক'ত আজি তোৰ শোকৰ হাহাকাৰ ; সকলোখিনি চপাই বুটলি নিমাতে নিবোলে কলৈ গুচি গলি ? অকণি চিনো থৈ নগলি ? বহাগ! আহিছ, আহ। তয়ো এইদৰে এদিন চ'ত হৈ নিমাতে নিবোলে গুচি যাবি, তেও বুলি - তেও বুলি মুখখনি তোৰ কেনে সুন্দৰ! কোন অজান্তীৰ দীপ্তিত চকুযুৰি তোৰ তিৰবিৰাব লাগিছে! —নবীন বেশেৰে অহা বহাগৰ বিমোহন মূৰতি দেখি মাত তাৰ হৰি গ'ল। এক নতুন আশাৰ নতুন উল্লাহত মুখখনি তাৰ ফুলি পৰিল। - কি সুন্দৰ, কি মধুৰ তাৰ হাঁহিটি! এই হাঁহিটিতে দেহি, কত কবিতা, কত সুৰ জৰি পৰিছে!

নতুন সি নীৰস বা কাঠৰ কঠুৱা কিবা এটা নহয়। মুখত তাৰ আনন্দৰ গন্ধ, অন্তৰত অনৱচ্ছিন্ন আনন্দৰ ধাৰা। বছৰ জোৰা কৰ্ম্মই ফলাফল দি যোৱা দেখি স্বভাৱতে তাঁলৈ আমাৰ হেঁপাহ এটি জাগি উঠে। কৰ্ম্মক এৰি কৰ্ম্মক ধৰিবলৈ গৈ এই যে তাক নতুনকৈ দেখা - এই নতুনতে সেই হে আমাৰ ইমান কুতূহল - ইমান আনন্দ! সৰু লৰাক মৰম দিলে সি সেই মৰম বিলাই ফুৰাৰ দৰে সৰল শিশুৰ নিচিনা খেতিয়কেও তাৰ আজি প্ৰাণৰ আনন্দ চাৰিও কাষৰে বিলাই ফুৰিছে। নাচোন বাগোনৰ ৰঙ ৰহস্যেৰে, খোৱা লোৱাৰ তৃপ্তি উপভোগেৰে তাৰ প্ৰাণৰ আনন্দ প্ৰকাশ কৰিবলৈ সি আজি উৰুলীকৃত হৈ পৰিছে। আজি তাৰ মনত পৰিছে কৰ্ম্মৰ সমল গৰুগাই কেউটিলৈ। পুৱা মাহ হালধিৰে গা ধুৱাই 'বৰ বৰ গৰু' হবলৈ আশীৰ্ব্বাদ দিছে; সদায় কোবোৱা বুটি এছাৰিডাল দলিয়াই দি মাখিয়তীৰ ফুলাম পাতেৰে আবেলি আগুৰি আনি আজি সি গোহালিত যাগ দিছে ; পিঠা পনা যাচি নতুন পঘাৰে বান্ধি এবাৰ সিহঁতৰ মুখলৈ চাই কেনে তৃপ্তিৰ হাঁহিটি সি হাঁহিব লাগিছে। জবাফুলে তাৰ ফটিকৰ আবৰণ নিজা ৰাঙেৰে ৰঞ্জিত কৰাদি আজি অসমীয়া ভাই ভনীটিৰ আনন্দৰ এই জিলিকনিয়ে গছে লতাই, আকাশে বতাহে চাৰিউ কাষৰ জিলিকাব লাগিছে। বিনন্দীয়া বিহুত আজি মোৰ দেশখনি কেনে মনোময় হৈ পৰিছে!

কৰ্ম্মময় জগতত কৰ্ম্মীৰ প্ৰাণলৈ কৰ্ম্মই নতুন শকতি, নতুন উদগণিৰে যি আনন্দ লৈ আহে তাৰ লগে লগে প্ৰকৃতিৰ নিতে নতুন পৰিবৰ্ত্তনৰ যি আনন্দ, সি গীতৰ লগে লগে বাজি উঠা বীণাৰ সুৰৰ দৰে ৰূপত ৰাং চৰাই নতুনৰ মুখখনি আৰু জিলিকাই তোলে। আমাৰ ভাগ্য ভাল, শৰীৰ ৰক্ষাৰ নিমিত্তে আমাৰ নিতৌ কৰিবলগীয়া যি একে কাম আছে তাৰ আৰম্ভণৰ লগে লগে প্ৰকৃতিৰ প্ৰভাতী বীণা বাজি উঠে, পুৱাই পুৱাই নতুন সৃষ্টি যেন লাগে। একেটি কামকে নতুন যেন দেখি নতুন উছাহেৰে হাত দিবৰ মন যায়। কিন্তু য'ত বছৰৰ আধেক জুৰি দিন আধেক ৰাতি, য'ত আমাৰ এটি বছৰে তাৰ এদিন হয়, ত'ত শৰীৰ ৰক্ষাৰ এই এদিনীয়া কামটি ছমাহ জোৰা দিন এটিত কত ৰাৰ কৰিব লাগে, — অথচ তাত বাৰে বাৰে আমাৰ ইয়াৰ দৰে প্ৰভাতৰ বীণা বাজি নুঠে। তেওচোঁ তাত গ্লানি নাই, বিৰক্তি নাই, — সুন্দৰ ভাবে সকলো কাম চলি গৈছে। বাৰে বাৰে কৰ্ম্মৰ আৰম্ভণত নতুনৰ ধাউতিৰে নতুন আনন্দ নোহোৱা হ'লে, জীৱন তাত এক দুঃসহ যন্ত্ৰণা হৈ উঠিল হেঁতেন।

এনে খতিক্ষণ নোহোৱাকৈ যানি ঘূৰোৱা জগতত কোনে থাকিব খুজিলেহেঁতেন ; কৰ্ম্মৰ দোৱাডাঁৱে দোৱাডাঁৱে যদি জিৰণিৰ পাচত নতুন হৈ অহা আনন্দৰ উদগণি নেথাকিলহেঁতেন, আজি অসমীয়াই প্ৰকৃতিৰ মাতত ওলাই আহি কি দেখিলেহেঁতেন - সেই একে বহাগী ধুমুহাৰ জলৌ-জপৌ, জেঠৰ বাৰে খৰৰ গপ্‌গপনি, সেই একে বাৰিষাৰ ধাৰাসাৰে কেন্‌কেননি, -তলৰ মাটি ওপৰ কৰা, শৰীৰৰ তেজ পানী কৰা সেই একে হাহাকাৰ, - পথাৰ জোৰা ধানৰ ডাঙৰি কঢ়িয়াই আনোতে কাণৰ টৌ-ফুটা সেই একে ভক্‌ভকনি ! কেনিও ক'তো একেষাৰি 'আই ঐ দেহি' নাই, মিঠা মুখৰ মাত এটি নাই। কি ভয়ঙ্কৰ-এই হাড়ভঙ্গা পৰিশ্ৰমৰ নিকটোৱা দাঁতেৰে বিকট ছবি ! কিন্তু নতুনৰ কি মোহিনী মন্ত্ৰ, আনন্দৰ সুৰত তাৰ সকলো ভয় সকলো গ্লানি পানী হৈ গল। দোৱাডাঁৱৰ ঘৰিয়ালৰ দাঁত নৱ-মল্লিকাৰ কোমল কলিকাতকৈও সুকোমল হৈ পৰিল। কি আচৰিত এই যাদুদণ্ডৰ পৰশ ! কি মহিমাময় এই মুকলীৰ তান।

আজিৰ আনন্দ অকল আহাৰৰ প্ৰাচুৰ্য্যই দিয়া নহয়, অকল ঋতুৰ প্ৰভাৱে আনি দিয়া নহয় ; অসমীযাৰ নতুন কৰ্ম্মই আনি দিয়া আৰু এক আনন্দৰ ধাৰাৰেসি ত্ৰিধাৰা। আজি কৰ্ম্মৰ বিৰামত কৰ্ম্মৰ আচল ৰূপ জিলিকি পৰিছে। ৰৈ যোৱা বীণাৰ মধুৰ ৰণনৰ দৰে, যতিত থমকি যোৱা ছন্দৰ সোৱাদৰ দৰে ই আজি কেনে মধুময় ! কৰ্ম্ম গ'ল, কৰ্ম্ম আহিল, —বছৰ গ'ল, বছৰ আহিল ; কৰ্ম্মই আৰু বছৰে গৈ গৈ অন্ত কৰিব নোৱাৰা এক অন্তহীনৰ বাতৰি অযাচিতে আমাৰ প্ৰাণলৈ বলাই আনে, - তাত এক চিৰ নবীনতাৰ আভাস, চিৰ-আনন্দৰ উল্লাস, — ই যে অনন্তৰ পৰশ, ই যে অমৃত ! অজানিতে এই আনন্দৰ ঝঙ্কাৰে হিয়া আমাৰ নচুৱাই তোলে। সেই হে এই আনন্দ প্ৰহেলিকাৰে সমাচ্ছন্ন, — অতি সুগভীৰ ! পৰশ তাৰ প্ৰাণে প্ৰাণে পায়, অথচ নেজানে কাৰ সি পৰশ — তাৰ জাল চৰি সেই হে আজি অসমৰ নিচেই সৰু লৰালুৰিৰ পৰা আলৰ বুৰা বুঢ়ীলৈকে মতলীয়া কৰি তুলিছে। আজিৰ আনন্দক আনন্দস্বৰূপে বৰি আনিবলৈকে সি তাৰ আজৰি উলিয়াই নিজগৰী হৈ লৈছে। কেনেবাকৈ তাঁত বিহুচেৰা হয় বুলি গাঁৱে গাঁৱে গাভৰুৰ হাতৰ মাকোৱে চট্‌চটাব লাগিছে। মাহেকলৈ চাউল উলিয়াই থবলৈ বুলি ঘৰে ঘৰে নামৰ সুৰে সুৰে ৰাতি এডোখৰলৈকে ঢেঁকীযে গুম্‌গুমাব লাগিছে। গোটেই দেশ জোৰা উলহ মাদলিত মানুহৰ মন নাচি উঠিছে।

ইমান দিনৰ টোপালি পৰা বিহু আজি আহিছে। পুৱাৰ সুললিত কাকলিত আনন্দৰ নিমাত মুৰুলী বাজি উঠিল- 'আদি মোৰ আনন্দ, অন্ত মোৰ আনন্দ, নিমিষে মোৰ আনন্দ।' তাৰ প্ৰতিধ্বনি হিয়াই হিয়াই জিকাৰি উঠিল। জুমে জুমে লৰা ছোৱালীযে নতুন গামোচা লৈ পদূলিলৈ ওলাই আহিছে, - লনা লনে ফুলি ওলমি পৰা কপৌ ফুললৈ চাই হাঁহিত ৰ' লাগিছে ! ফুলৰ নাচোন দেখি মন আৰু ৰয় ক'ত ? ফুলৰ ছেৱে ছেৱে লাহ লোটনেৰে গা ভাঙ্গি ভাঙ্গি হাঁহিৰ কিৰীলি পাৰি আনন্দত বিভোল !- ফুলি পৰা মুখত কেতেকী ফুলৰ ৰেণু সানি জেট্‌কীযা হাতৰ কেতেকী ফুলটি সুঙ্গি থকাৰ লাচে লাচে অনাকথাতে বনি লৈ ইটিৰ মুখলৈ সিটিযে চাই হাঁহত বাগৰি বাগৰি ডেকা গাভৰু আজি আনন্দত বিভোল ! লৰা ছোৱালীৰ হাঁহি ধেমালিত প্ৰাণ ঢালি দি অসমৰ বুৰা বুঢ়ীযে বুৰালিত লৰালি পাতি হাঁহিৰ খিকিন্দালি তুলি আজিৰ এই আনন্দত বিভোল ! বিহুৱাৰ নাচোনৰ ছেৱে ছেৱে হাতৰ লাচে লাচে পুৰণিক যাবলৈ কৈ নতুনলৈ বুলি হাত বাউলি দিওঁতে নাচোনৰ মাজে মাজে প্ৰাণৰ কথাটি তাৰ কেনেকৈ ফুটি পৰিছে ! চুবুৰিয়ে চুবুৰিয়ে বিহুৰ ভিন ভিন আয়োজন , ল'ৰাৰ ল'ৰা ভাগে, ডেকাৰ ডেকা ভাগে, বুৰাৰ বুৰা ভাগে একেই সি বহু হৈ বিয়াপি পৰিছে ; বিহুবৰৰ তলে তলে, দেউলৰ জুমে জুমে, ভঠেলিৰ খোলাই খোলাই আনন্দৰ ধাৰা বিৰিঙ্গি পৰিছে। এই আনন্দৰ মাজেদি যে তাৰ কৰ্ম্মৰ বৰণ এইটিয়েই অসমৰ বহাগী বিহুৰ বিশেষত্ব।

এদিন দুদিনকৈ বহাগৰ সাত বিহুৰ অন্ত পৰিব। ভাগৰত কাতৰ হৈ অসমৰ ডেকা গাভৰুৱে মুখ আমোলাই ঘৰাঘৰি খোজ দিব। খোজ যেন নচলে, "অতিকৈ চেনেহৰ বহাগৰ বিহুটি" সি আজি বছেৰেকলৈ উকৰাই আহিছে। অসমৰ আকাশত তাৰ উদাস সুৰৰ প্ৰাণৰ গান

এটি করুণ হুমুনিয়াহে বৈ বৈ ব'বলৈ ধৰিছে। "এনে হেপাহৰ বহাগৰ বিহুটি হাততে মলণ্ডি গ'ল।" বিহুৱাৰ বুকু আজি খালি হৈ গ'ল। হবইতো, যাক চালে তাৰ হৃদয় নিতৌ নতুন আনন্দেৰে পৰিপূৰ্ণ হৈ উঠে, সি চাঁগে তাঁলৈ চোৱা নাই। সি চাইছিল মনৰ প্ৰবৃত্তিৰ উচটনিত খন্তেকীয়া স্ফূৰ্ত্তিৰ জুতি লবলৈ, কেতেকী ফুলটি ছিঙি আনি আলিয়ে পদূলিয়ে সুঙি ফুৰিবলৈ যাঁলৈ চালে তাৰ স্ফূৰ্ত্তিৰ উদগনি, বেজাৰৰ হুমুহুমনি, তাৰ প্ৰাপ্তিৰ আশ্বাস, প্ৰণয়ৰ নিৰাশ্বাস, তাৰ চঞ্চল মনৰ উত্তেজনা, শৰীৰৰ অৱসাদ এই সকলো বিৰোধৰ ঘোৰ এন্ধাৰৰ মাজেদি আনন্দৰ অখণ্ড আলোক জ্বলি উঠে, সি তাঁলৈ চোৱা নাছিল ; সি চাইছিল পিটনিৰ পাৰৰ যি ধন-জুই তাৰ আগুনিলৈ। এই অখণ্ড আনন্দৰ অসীম ধাৰাত সীমা পাতি এচমকা বাৰীৰে তাৰ কৰি লবলৈ তাৰ মনেৰে তাৰ ইন্দ্ৰিয়েৰে সি তৃপ্তি বিচাৰিছিল, সুখ বিচাৰি চাইছিল। সেইহে সি হতাশ হৈ সেই পুৰণি কথাটি নতুনকৈ বিনাই ফুৰিছে, - নাই ঐ নাই, - অলপত তোৰ সুখ নাই।

ইন্দ্ৰিয় সুখৰ পাচে পাচে দুখ, মনৰ তৃপ্তিৰ আঁৰে আঁৰে অৱসাদ ছাঁৰ দৰে ঘূৰি ফুৰিবই লাগিছে। এই ইন্দ্ৰিয়ৰ সুখ মনৰ তৃপ্তিৰ মাজেদি যদি এবাৰ পুৰাই উঠি আনন্দময়ৰ নাম স্মৰণ কৰাদি বছৰৰ আৰম্ভণত পৰমানন্দৰ নাম প্ৰাণ ভৰি লয়, এবাৰ যদি নামৰ মাজেদি মনটি সি কেনেবাকৈ লগাই দি বুজিব পাৰে— এই স্ফূৰ্ত্তি, এই অৱসাদেৰে বছৰ বিয়াপি কাম কৰি কৰি সি দিনে ৰাতি কৰ্ম্মময় পৰমানন্দৰ হে অৰ্চনা কৰিছে — তেতিয়াহে তাৰ সকলো আকুলি-বিকুলি, সকলো বাধা বিঘিনি কাষৰি কাটে। এই ভুলৰ বিলাই হয় বুলিয়েই অসমৰ অন্তৰ্দেৱতাই কাহানিবাই জাগি উঠি শাসন বিধান কৰি থৈছে, তাৰ যাতে আনন্দ উৎসৱৰ মাজে মাজে মূল সুৰটিও বাজি যায়, তাৰ যাতে মনৰ তৃপ্তিৰ তালে তালে বিশ্বতৃপ্তিৰ ঝঙ্কাৰ উঠে। তাৰ আনন্দৰ মাজেদি যেতিয়াহে পৰমানন্দৰ প্ৰকাশ পাব, তাৰ সকলো ক্লান্তি সকলো অৱসাদ মিছা হৈ উৰি যাব-সকলো হাহাকাৰ সকলো উত্তেজনা চিৰমধুৰৰ মধুৰ পৰশত মধুময় হৈ পৰিব। এই খণ্ড আনন্দক অখণ্ড আনন্দৰ অভিমুখে অন্তৰ্মুখী কৰিবলৈ কেনে মধুৰ বিহুৰ বিধান ! গুৰুজনলৈ সেৱা সৎকাৰ, প্ৰিয়জনলৈ প্ৰীতি সম্ভাষণ, মন্দিৰে মন্দিৰে দেৱতা দৰ্শন, নামঘৰে নামঘৰে মিলিত কণ্ঠে হৰিনাম কীৰ্ত্তন, - সেৱাৰ মাজেদি, উপাসনাৰ মাজেদি, নাম কীৰ্ত্তনৰ মাজেদি তাৰ ৰঙৰহস্য, তাৰ খোৱা লোৱা সাৰ্থক কৰি দিবলৈ কি সুন্দৰ এই চেষ্টা ! সি আজি যি হুঁচৰি গাব, যি নাচিব বাগিব - তাৰ আদিত নাম, তাৰ অন্তত নাম, নামেৰে সি চিৰ মধুৰ !

সি অকল নামেৰেই নহয়, প্ৰাণেৰেও পবিত্ৰ হৈ জিলিকি পৰিছে। এই পুণ্যময় স্থিৰ লক্ষ্যটিৰ অনুষ্ঠানটিয়ে অসমীয়াক তাৰ এচমকা বাৰীৰ পৰা এটি বহল আয়তনৰ লক্ষ্যলৈ বাট বলাই নিব লাগিছে। যাৰ হাতলৈ যাৰ মুখলৈ চাই সি বছৰ জোৰা কাম চলাব লাগিব - সেই জ্ঞাতি সেই গঞাই আজি হুঁচৰিৰ মাজেদি আনন্দ বিলাবলৈ বুলি তাৰ পদূলি মুখলৈ আহিছে; — তাৰ প্ৰাণত উদুলি-মুদুলি, — শৰাইৰে মান ধৰি গলবস্ত্ৰ হৈ দীঘল দি পৰি সি আজি জ্ঞাতিৰ আশীৰ্ব্বাদ গঞাৰ আশীৰ্বাদ শিৰ পাতি লৈছে ; তাৰ আজি 'ৰাইজেই ৰজা, জ্ঞাতিয়েই গঙ্গা';- কি মহান এই দৃশ্য ! - বহুক এক দেখি আজি তাৰ মুৰটিয়ে প্ৰেমেৰে মাটিত লেটি লৈছে ! তাৰ অহঙ্কাৰ ছাই হৈ গল, তাৰ চকু মেল খাই গ'ল। এইয়েই আনন্দধামৰ সিং দুৱাৰ ! ঈশ্বৰে কৰক, ইয়েই যেন উদগনি দি দি মঙ্গলময়ৰ আনন্দ ৰাজ্যৰ বাটে অসমীয়া ভাই ভনীটীক বছৰে বছৰে লৈ যায়।

চ'তৰ বিহুৰ ৰাতি এপৰ হৈ যোৱা নাই। নানান উৰণীয়া ভাবৰ খেলিমেলিত কত কি ভাবিলোঁ, কত কি গুণিলোঁ। ভাবৰ তীব্ৰতাত নেজানো কাৰ প্ৰতীক্ষাৰ আকুল আবেগেৰে বাটলৈ বুলি চাই আছোঁ, এনেতে আগ চোতালত শুনিলোঁ 'গৃহস্থৰ কুশলৰ অৰ্থে হৰি বোল ' বোলা হুঁচৰিৰ হৰিধ্বনি। গিৰ্জ্জনিৰ মাজৰ পৰা কুলিৰ মাতেৰে, দেহিটিঐ, কিনো সুৰ এটি বজি আহিল !- তাৰ শ্লথ লয়ৰ গুৰু গাম্ভীৰ্য্যত তাৰ ঢোল তালৰ গভীৰ আঘাতত হৃদয়ৰ গভীৰ দেশ লৰি গ'ল, চিত্ৰৰ ছবিটিৰ দৰে থিৰ হৈ শুনি গলোঁ।

"মধুৰাৰ হাটলৈ যাবকে নোৱাৰি

কানায়ে নিদিলে বাট ঐ
গোবিন্দাই ৰাম।
ৰাধাই বোলে, কানাই নিয়াঁ পাৰে কৰি
যাওঁ মথুৰাৰ হাট ঐ
গোবিন্দাই ৰাম ॥”

প্ৰাণ যেন ভৰি গ'ল, উপচি গ'ল ! লগে লগে গুণ্ গুণাই দোহাৰি গালোঁ, হেপাহ নপলাল। এই দুন্দুভি ধ্বনিৰ, এই তাল লয়ৰ মধু-মাধুৰীৰে, এই কোকিলকণ্ঠৰ মুক্ত উচ্ছ্বাসৰ মহা আড়ম্বৰেৰে এইয়া কি নামি আহিল ! যাঁলৈ বুলি বাটলৈ চাই আছিলোঁ সেই প্ৰিয়য়েই কি জিল্‌মিল পাখিৰে সুৰৰ ধাৰেৰে মোৰ হিয়াৰ মুখে নামি আহিছে !- সপোন যেন লাগিল, দুধাৰি চকুৰ লো বাগৰি পৰিল তুমি যেয়ে হোৱা - তুমি মোৰ গধূলিৰ অতিথি ! নেযাবা, নেযাবা;- প্ৰাণ খুলি দিলোঁ, শেষৰ নিশ্বাসটি নেযায় মানে গাই থাকোঁ, বাজি থাকোঁ।

হুঁচৰি গুচি গ'ল। বীণা থমকি গলেও তাৰ সুৰদি সুৰ প্ৰাণত বাজি থকা দি এই নামটিও মোৰ প্ৰাণত বাজিবলৈ ললে। হিয়াত আনন্দই নধৰা হ'ল। হুঁচৰিৰ আজিৰ আশীৰ্ব্বাদ হাতে হাতে ফলিয়ালে। ৰাতি - দুপৰ জিৰণি পাটিত পৰিলোঁগে, মগজুত জিকাৰি উঠিল সেই সুৰ ! সেই সুৰে যেন মোৰ গালে মুখে হাত খনি বুলাই নিচুকাব লাগিছে। কেতিয়া টোপনি আহিল - কব নোৱাৰিলোঁ। সাৰ পাই বাহিৰলৈ ওলাই আহি শুনিলোঁ- বহাগী বতাহে বিহুত বাউলি হৈ বলাই আনিছে - সেই সুৰ ! মান অভিমান ঢালি দি সৰু ল'ৰাটিৰ দৰে সুৰ ধৰি ধৰি গাবলৈ ধৰিলোঁ, -

“মথুৰাৰ হাটলৈ যাবকে নোৱাৰি
কানায়ে নিদিলে বাট ঐ
গোবিন্দাই ৰাম।
ৰাধাই বোলে - কানাই, নিয়াঁ পাৰে কৰি
যাওঁ মথুৰাৰ হাট ঐ
গোবিন্দাই ৰাম ॥”

---

## দ্বিতীয় পৰ্ব

দিনৰ পাচত দিন গ'ল। কত নতুন বছৰ নতুনকৈ আহিল; - সংসাৰৰ কাজ কামৰ সুৰঙ্গাই সেই সুৰৰ সেই বাণীয়ে প্ৰাণৰ মাজত ভুমুকি মাৰেহি। বতৰৰ অতিথি প্ৰাণত আনন্দৰ বাতৰি দি কেতেকীৰ দৰে নীল আকাশত মিলি যায়। যান্ত্ৰিক যুগৰ ঘৰ্ঘৰণিৰ কোৰ্হালত বীণাৰ সুৰ আকৌ এবাৰ নুশুনা হৈ পৰে। প্ৰাণৰ মাজত্তলৈ প্ৰাণৰ অতিথিক চিনিবৰ কত দিন কত যতন কৰিলোঁ - চিনো চিনো লাগে, তেওঁ চিনিব নোৱাৰোঁ। এদিনাৰ অচিন অতিথিয়ে মোক কত দিন দেখা দিলে, তেও দেখোন আজিকোপতি অচিন হৈয়েই থাকিল।

অতিথি ! তোমাৰ লৱনু মুখত এনে কি ল'নি আছে- তোমাৰ একোটী ভুমুকিত যে এই দীন দৰিদ্ৰৰ হীন কুটিৰ চিকোণ কিৰণেৰে তিৰবিৰাই পৰে ? তোমাৰ প্ৰাণত এনে কি নজনা আকৰ্ষণ যে সি মোক নিতৌ এখনি উজ্জ্বল লোকলৈ উৰুৱাই লৈ যায় ? কানাই বোলা কোনো এজনে বাট নিদিলে মথুৰাৰ হাটলৈ যাব নোৱাৰি ; সেই দেখি ৰাধা বোলা কোনোবা এগৰাকীয়ে কলে - কানাই মোক পাৰ কৰি নিয়াঁ, মথুৰাৰ হাটলৈ যাওঁ ;- এই অন্বয়ৰ সাধাৰণ শব্দেৰে তেনেযে সাধাৰণ কথা এফাঁকি, - তাত অসাধাৰণ কি থাকিব পাৰে ? এনে ধৰণৰ কত কথা আনে-বানে উঠি নিতে নিতে বিস্মৃতিৰ অতল জলধিত মাৰ যায় ! শত বিপ্লৱৰ মাজত এই স্বাৰ্থময় সংসাৰৰ যি দেৱাসুৰ সংগ্ৰামৰ তুমুল সিংহনাদ তাৰ ওপৰেদি মূৰ তুলি - কোন তুমি, বাণি, - বিজয় পতাকাৰ দৰে উৰি উৰি জিলিকিব লাগিছা ? কোন তুমি, নিতে নিতে চিৰ নতুন অতিথিৰ দৰে ভুমুকি একোটি মাৰি হিয়াৰ দুৱাৰে দুৱাৰে প্ৰাণৰ সুৰভি বিলাই ফুৰিছা ? তোমাৰ ভিতৰৰো ভিতৰত অতি প্ৰিয় অতি শ্ৰেয় কিবা এটি নিশ্চয় আছে। নহলে সি নিতৌ নতুন বোলেৰে অনন্তৰ মুখে মোক নিবই বা খোজে কিয় ?- উত্তৰৰ অপেক্ষাত সেই অতিথিৰ চকুলৈ চকু নিলোঁ, - দেখিলোঁ মোৰ চকুৰ অতিথি চকুতে লুকাল ! সেই দিনাৰ ভাবনাৰ সিমানতে আধ্যা পৰিল। বুজিলোঁ, অতিথিৰ বৰ ৰোহ। এতিয়াও যে মোৰ অতিথিৰ সম্বন্ধে মোৰ মতিৰ স্থিৰতা নাই, এতিয়াও যে অতিথিলৈ দিয়া চকু ঘূৰি পলকে পলকে অইন কিহবাই টানি নিয়ে, এইটি অতিথিয়ে বেচ বুজিছে।

সেইহে বিজুলীৰ দৰে চকুত ছাটি মাৰিয়েই চাবলৈ ললেই নাইকিয়া হয়! ই এতিয়া অতিথিৰে লীলা নে মোৰ মনৰেই বিকাৰ তাকে হে বুজিব পৰা নাই।

আকৌ এদিনা অতিথি আহিল। আগৰে পৰা মন বান্ধিছোঁ, আৰু লৰচৰ কৰিবলৈ নিদিওঁ, - এইবাৰ, এইবাৰ অতিথিৰ চিনাকি লমেই লম। - ইয়ে, ইকি দেখিছোঁ! আজি যেন অতিথিৰ মুখখনি ভাৱ্ ভাৱ, চকুত সন্দেহৰ ছাঁ, মুখৰ লাৱনি বিৰতিৰ বোলেৰে মোলান! আজি তোমাৰ কি হ'ল? শৰীৰ-ভঙ্গিত যেন এক সঙ্কোচৰ আকুলতা ফুটি পৰিছে! ভয়ে ভয়ে যেন খোজ একোটি দিছা! - ভয়? তোমাৰ ভয় বা সংঙ্কোচ কালৈ? ভয় নাই। এবাৰ তুমি তোমাৰ সৌম্য মূৰতিৰে মোৰ প্ৰাণৰ মজত থিত্ দি প্ৰাণৰ কথা শুনি যোৱাঁ।

বুজিছোঁ - বুজিছোঁ। চকুৰ কাণত লগা পচিমীয়া শিক্ষাৰ মোৰ নাওমান গোন্ধ, তাকে তুমি সহিব নোৱাৰি নাক কোঁচাব খুজিছা! তুমি ভাবিছা সেই শিক্ষাৰ যুক্তি তৰ্কই মোৰ মনত খাৰি বান্ধিছে; মই বা তোমাক কেনে ভাবে কি দৰে সোধপোছ কৰোঁ, - এয়ে তোমাৰ আশঙ্কা। বুজিছোঁ, - তুমি চাঁগে অসমৰ চহৰে চহৰে গাৱেঁ গাৱেঁ সুৰ বিলাই ফুৰি ফুৰোঁতে মোৰ দৰে কোনোবাই পাই তোমাক দুৱাৰ-দলিৰ বাহিৰে থৈ জাউৰিয়ে জাউৰিয়ে এনেবোৰ প্ৰশ্ন কৰিছিল;- "হাটলৈ যাবলৈ অহা ক'ৰবাৰ গৰখীয়া ল'ৰা ছোৱালীয়ে কাহানিবা মনৰ হাউচত গাই দিয়া বনগীতৰ দৰে উৰণীয়া গীত এটি তুমি নোহোৱানে? - তোমাক কৰবাত বিহুতলীত দেখা দেখা যেন লাগে, - বিহু মাৰিছিলা নে কি? যদি নোহোৱা, তুমি কি?- কোনে, কেতিয়া, কি উদ্দেশ্যে তোমাক ৰচনা কৰি কোন পুথিৰ কোলাত ঠাই দিছিল? - তুমি গুটিত গজা নে, ডাল ধৰি ৰোৱা? - নাই পাবত গজা?" প্ৰশ্নৰ ধৰণ দেখি লাহেকৈ কাষৰি কাটি তুমি চাঁগে আগবাঢ়ি গৈ আৰু আগবঢ়া প্ৰশ্ন এজাউৰি পালা;- "তুমি এই 'ৰাধা' আৰু 'কানাইৰ' নাম ক'ত পালা?- ক'তা কোনো এখন বেদতে দেখোন ৰাধাৰ নাম নাই, কানাইৰ নামো নাই। অতি পুৰণি বেদৰ কথা এৰাই, বেদৰ বহু কালৰ পাচত প্ৰচলিত হোৱা ভাগৱততো দেখোন ৰাধা আৰু কানাই এই দুটি শব্দৰ থানথিত নাই। - তুমি নিতান্তই আধুনিক নোহোৱা নে? - যদি আধুনিকেই হলা, তেনে তুমি ৰাধা বোলাটি মতা নে মাইকী?" - প্ৰশ্নই এনে চাঁচৰি কোবোৱা দেখি তোমাৰ চাঁগে কেনেবা লাগিল। তুমি একতীয়া হৈ গুচি আহি দেখিলা, — এইবাৰ প্ৰশ্ন নাই। তোমাৰ সুৰ শুনি তোমালৈ কোনো কোনোৱে চাইছে, - কেৱল চালে। চাই চিন্তি বিজ্ঞানগাৰলৈ লৈ গৈ তোমাৰ সুৰৰ চাপ্ পৰিমাণ, তোমাৰ শব্দ তৰঙ্গৰ দৈৰ্ঘ্য নিদ্ধাৰণ কৰিবৰ মনেৰে ভকতীয়া বান্ধে লাগি পৰিছে। তুমি হে যি গাৱঁৰ অনাভুৱা আজলী ছোৱালী, যন্ত্ৰ যুগৰ বিজ্ঞানাহাৰ দেখিয়েই চকুথাই উৰি অহা দি আহিলা। তোমাক ঘৰে এৰিলেও কপটীয়ে নেৰে। তোমাক উৰি অহা দেখিয়েই উৰণীয়া শ্ৰেণীৰ কিবা এটি বুলিবলৈ আৰু কা'ৰবাৰ চল লাগিল। এইবাৰ গহীণ গহবৰ প্ৰশ্ন উঠিল, - "তুমি এটি ৰূপক নোহাৱানে? -এই ধৰাঁ-কাণ মানে সংস্কৃতত কাউৰী, তাতে দেশজ প্ৰত্যয় দি কানাই কৰা নাই নে, আৰু ৰাধা মানে সেই একে ভাষাতে আমলখি নহয় নে? তেনে আচলতে কথাটি এইটি নহয় নে? - একালত মথুৰা হাটত আমলখি পাবলৈ নাছিল, ইপাৰৰ কাউৰীয়ে নি আমলখি এটি মথুৰাৰ হাটত নুলিয়াই মানে আমলখিৰ আৰু হাট দৰ্শন নঘটিছিল। সেই কালত মথুৰাৰ আশে পাশে ক'তো আমলখিৰ ব্যৱহাৰ নহৈছিল। এনে এটি ঐতিহাসিক তথ্যকে কবলৈ তোমাৰ এই ধেমেলীয়া গীত নহয় নে"? সত্য সন্ধানৰ নামত এনেবোৰ অবান্তৰ প্ৰশ্নৰ 'জেৰা'ই পোৱাত হেৰাই যোৱাৰ ভয়ত তুমি প্ৰাণ লৈ মোৰ প্ৰাণলৈ ভিৰাই লৰি আহিছা।

তুমি, তুমি নহয়, তুমি নহয়; তুমি অতি উদাৰ, বৰ মধুৰ; — তোমালৈ যি অশ্ৰদ্ধা তোমালৈ যি অনাদৰ সি মোক যেন সুধিছে, এইখন কাৰ দেশ? ইয়াত ঋষিৰ শাসন নচলে নে কি? কাক কেনে সোধপোছ কৰি কি সৎকাৰ কৰিব লাগে নাজানে? - সমিধান দিবলৈ মোৰ একো নাই। মোৰ ব্যৱহাৰতো যে এনে বিজাতীয় আদৱ কায়দাৰ প্ৰভাৱ পৰা নাই তাক মই কেনেকৈ কওঁ। মোৰো এদিন তোমাক এনেদৰে সুধি চাবৰে মন গৈছিল। এনে

মন যোৰাও যে মনৰেই ধৰ্ম্ম। তুমি সিবিলাকক আশীৰ্ব্বাদ কৰাঁ — তোমাৰ শুভ ইচ্ছাৰ মাজেদি তোমাৰ আচল স্বৰূপটি প্ৰকাশ পাওক। প্ৰাণৰ অতিথি! প্ৰাণৰ দেৱতা বুলি নতশিৰে মই তোমাক আজি বৰি আনিছোঁ। মোক আশীৰ্ব্বাদ ক'ৰা - তোমাৰ আশীৰ্ব্বাদত এই আমন্ত্ৰণ সফল হওক।

শুনা, অতিথি! আজি তুমি মোৰ এতিথীযা অতিথি নোহোৱা, -সকলো তিথিতে প্ৰাণত থিত দি তিথিৰ লেখ ভুলোৱা অতিথি। তোমাৰ নামে তোমাৰ যোগৰূঢ় শব্দই মোৰ প্ৰাণৰ মাজ পাই তাৰ বিশেষ মানে সলাই পেলালে। প্ৰাণৰ অতিথি মোৰ, মই তোমাক প্ৰশ্নৰে আমনি নকৰোঁ। কৰিমেই বা কিয়? তোমাক আমনি কৰাত বাজে এনেবোৰ প্ৰশ্নৰ লাভৰ নামত বিশেষ একো নাই।

ধৰাঁ জানিবা, -চকুৰে দেখিলোঁ মহাপুৰুষ মাধৱদেৱৰ "কোটোৰা খেলোৱা" নামৰ নাটকত 'ৰাধা' আৰু কানাইৰ এনে ভাবৰ বা সুৰৰ নহলেও এনে ধৰণৰেই গীত; কাণেৰে শুনিলোঁ, 'ৰাধাৰ পদূলিয়ে কোন কোন যায়। নধৰিবি নধৰিবি ৰাধাৰ জোঁৱাই' বুলি নামঘৰে নামঘৰে আনন্দত উত্ৰাৱত হৈ তোলা ৰাধা নামৰ মধুৰ জুমুৰ। কেনেবাকৈ এই গীতটিৰ শুং-সূত্ৰ পাওঁ বুলি মহাপুৰুষীযা সম্প্ৰদায়ৰ যিকেখনি পুথি হাতেতে পালোঁ পাতে পাতে বিচাৰি চালোঁ, হয়তো তাৰ গোন্ধকে নেপালোঁ। নেপাবৰেই কথা। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে কত কোটি কোটি বাৰ প্ৰকৃতি বাচক 'শ্ৰী'ৰে শ্ৰীকৃষ্ণ, 'মা'ৰে মাধৱৰ নাম নিজে লৈ লোককো লোৱাব লাগিছে— তেওঁচোঁ কেতিয়াও ক'তো 'ৰাধাকৃষ্ণ' বোলাৰ কথা পুথিতো নেপালোঁ কাণেৰেও কেঁৰে কোৱা নুশুনিলোঁ। মহাপুৰুষ প্ৰবৰ্ত্তিত মাৰ্গত শান্ত আৰু দাস্য ভাবৰ যি উপাসনা যি নাম প্ৰসঙ্গ তাত মধুৰ ভাবৰ নায়িকা শ্ৰীৰাধাৰ বিশেষ একো প্ৰয়োজন নাই। তাৰ পাচত ভাবিবৰ মন গলে ভাবি চাব পাৰোঁ, - প্ৰাক্‌শঙ্কৰী যুগৰ বৈষ্ণৱ সকলে যি ভক্তি সিন্ধু মন্থন কৰিছিল তাতে উঠা ই এক অমৃতৰ ধাৰা-শত বিপ্লৱৰ মাজতো ভক্তৰ প্ৰাণত তাৰ অমৃত বিৰিঙ্গি পৰিছে। পদে প্ৰমাণে তাৰো একো নিশ্চয় নেপাই এৰি দিলোঁ। আকৌ হয়তো ভাবিলোঁ - গাতে লাগি থকা বঙ্গদেশৰ পৰা কোনোবা ভক্ত প্ৰাণত কেনেবা কৈ লাগি অহা মধুৰ ভাবৰ এইটি জীয়া ফিৰিঙটি। তাৰো একো উৱাদিহ নেপাই এই মধুৰ ভাবৰ পমে পমে খেদি খেদি আজি প্ৰায় দুহেজাৰ বছৰৰ আগৰে পৰা ৰাধাকৃষ্ণৰ প্ৰেমত মাটি উঠা দাক্ষিণাত্যৰ 'আৱাল' সম্প্ৰদায়ৰ কাষ চাপিলোঁ ভাবিলো মধুৰ গোপীপ্ৰেমৰ এইটি সুমধুৰ তান সুদূৰ অতীতত অসমৰ কোনো তীৰ্থ যাত্ৰীযে প্ৰাণত লুকুৱাই লৈ আহিছিল। তাৰো সবিশেষ সন্ধান নেপাই ভাবিলোঁ ই জানোচা 'ৰাধাকুণ্ড শ্যামকুণ্ড গিৰি গোবৰ্দ্ধন, মধুৰ মধুৰ বাংশী বাজে শ্ৰীবৃন্দাবন'ৰ চানেকীযা বৃন্দাবনীয়া গীত, তীৰ্থযাত্ৰীৰ প্ৰাণে প্ৰাণে আহি অসমৰ মাতেৰে অসম দেশ জিনি ললেহি! বিচাৰি বিচাৰি পালোঁ বা নেপালোঁ। পালোঁ যদি পালোঁ - অমুক পুথিৰ অমুক অধ্যায়ত অমুক প্ৰসঙ্গত অমুকে লিখি যোৱা এই গীত, অথবা অমুক গৃহী বা বৰাগী ভকতে অমুকৰ পৰা আনি অসমৰ বাটে পদূলীযে গাই ফুৰা এইটি নাম! ইমান দিন ঘুৰ্ম্মুটিয়াইছিল যি কুতুহলে, তাৰ তৃপ্তি হ'ল। আৰু যদি নেপালোঁ - আঙ্গুৰ টেঙ্গা বুলি বিচাৰিবলৈ এৰি দি ই এটা অতি সাধাৰণ উৰণীয়া গীত বুলি ভাবি মন তাপৰি এফেৰি উশাহ লৈ অইন কথালৈ মন মেলিলোঁ। ইয়াৰ পাচত— ইযাৰ পাচং আৰু কি?—ইয়াৰ পাচত নো লাগে আৰু কি? আৰু নাই, ইমানতে শেষ। - তেনে খোলা কথা, - এনেদৰে শেষ হৈ যোৱা কথা, এনে বিচাৰৰ বিলাস মোক নেলাগে।

বেদত তোমাৰ ৰাধা আৰু কানাইৰ নাম নেথাকিব পাৰে; ভাগৱততো এই নাম দুটি অবিকল এনেদৰে দেখা দেখিঁকৈ নথকাৰে কথা, বা নায়েই। বেদ আৰু ভাগৱতত কি আছে কি নাই তাৰ সবিশেষ জ্ঞান নেথাকিলেও অন্ততঃ এই খিনি হলে বুকু ডাঠকৈ কব পাৰোঁ - বেদ আৰু ভাগৱত "শব্দকল্পদ্ৰুম"ৰ অত্যন্ত বৃহৎ তাঙ্গৰণ নহয় যে তাত সকলো যুগৰ সকলো ঠাই সকলো শব্দই অবিকল থাকিব। আমাৰ মনে ঢুকি নোপোৱা কালৰে পৰা যদি ব্ৰহ্মপুত্ৰ নৈ খনি অসমৰ বুকুৰেদি বৈয়েই আছে, তেহেলৈ তাৰ 'লুইত' নামটি বেদ বা পুৰাণত থাকিলেই বা নেথাকিল। এনে ধৰণৰ কথাৰ ধাৰেৰে মই তোমাক অৰ্ব্বাচীন বোলোঁ

কেনেকৈ ?

তাহানি বোলে কোনোবা এজন কবিয়ে কুলিৰ মাত শুনি মাততে পমি গ'ল। কুলি চৰাইটি কেনে, দেখাৰ ভাগ্য তেওঁৰ আৰু ঘটি নুঠিল। তেওঁৰ সম্বন্ধি অশৰীৰী কুলিৰ মাতটি ওৰে জীৱনলৈ ৰহস্যময়ী হৈয়েই থাকিল। প্ৰাণৰ অতিথি ! তুমিও আজি এই অকবিৰ প্ৰাণত ৰহস্যময়ী হৈয়েই থাকাঁ, জানোচা কবিৰ দৰে তাতে কিবা আনন্দ তাতে কিবা সুখ পাওঁয়েই।

প্ৰাণৰ লুইত ব'ব লাগিছে। বিতোপন লুইতৰ বিশাল বুকুৰে চকু দুটি মোৰ টানি নিছে, চকু নভৰ্জাকৈ চাইয়েই আছোঁ। অতি জীৰিলি বেশেৰে পাচ ফালৰ পৰা পুৰাণ আহি কাণে কাণে ফুচ্ফুচাৰ্বলৈ ধৰিলে, - "অমোঘাৰ গৰ্ভজাত শান্তনু-কুল-নন্দন এইয়ে সেই মহাবাহু ব্ৰহ্মপুত্ৰ !- বহুযুগ ধৰি ব্ৰহ্মকুণ্ডক প্ৰাচ্যৰ চেনেহী পাহাৰে আবৰি ৰাখিছিল, পাপমুক্ত পৰশুৰামে মহিমাত মুগ্ধ হৈ পৰশু কুঠাৰেৰে পাৰ কাটি কামৰূপৰ মাজে বোৱাই দিয়া ব্ৰহ্মকুণ্ডৰ এয়ে সেই পবিত্ৰ ধাৰা ! - এবাৰ প্ৰাণ ভৰি নমস্কাৰ কৰাঁ, অশোকাষ্টমীৰ দিনা ভাৰতৰ সকলো তীৰ্থ ইয়ালৈকে এবাৰ আহি যায়।" - দেশান্তৰৰ সাজ পাৰেৰে ফিট্ফাট হৈ চকুত বিতৃচকু এযুৰি লগাই ইতিহাসে আহি কাণে কাণে কলেহি, - "ৰ'বা, — হিমালয়ৰ কোলাৰ মানস সৰোবৰৰ দাঁতিৰ কেবাটিও হিমধাৰা গলি গলি চান্পু নামে এছোৱাত জনাজাত হৈ ব্ৰহ্মকুণ্ডই দি অইন ঢালে বৈ গৈছিল। কালক্ৰমত কেবাটি সুঁতিৰো পোহ পাই এই সোঁতা বিপুল আয়তনৰ হৈ অসম উপত্যকাৰ মাজেদি বৈ আহি গঙ্গা-সাগৰ সঙ্গমত পৰিছেগৈ। এয়ে সেই ব্ৰহ্মপুত্ৰ নদ। খৃষ্টপূৰ্ব অমুক শতাব্দীত অমুক পৰিব্ৰাজকৰ ভ্ৰমণ লিপিত এই নদৰ নাম উল্লেখ আছে। তাৰ সম-সাময়িক অমুক শিলালিপিতো এই নদৰ নাম পোৱা যায়; গতিকে ব্ৰহ্মপুত্ৰ বৈ অহা ইমান শ বছৰৰ কোনো মতেই কম হব নোৱাৰে।"— তেনেতে বৰ্ত্তমান ব্যস্ত জগতৰ সাজপিন্ধি এবাৰ হাতঘড়ীলৈ, এবাৰ দুৰবীণেৰে কিবা এটিলৈ চাই চাই আহি অলপ গহীনাই বিজ্ঞানে কলেহি, — "লাখ লাখ বছৰৰ আগেয়ে অসম উপত্যকাও সাগৰৰ তলিত আছিল। সাগৰ আঁতৰি গলত হিমালয়ৰ হিমস্ৰাৱ মধ্যাকৰ্ষণৰ ভৰত হিমানী ৰেখাৰ তললৈ আহি পানী হৈ যেনিয়ে চাপৰ পালে তেনিয়ে বাট উলিয়াই ঠাই বুজি মিনিটে ইমান মাইলৰ পৰা ইমান মাইল বেগেৰে সাগৰৰ অভিমুখে ব'বলৈ ধৰিলে। ইয়াৰ বিপুল কলেৱৰে মিনিটে মিনিটে ইমান ঘন পৰিমান পানী সাগৰক যোগাব লাগিছে। নানা বিধৰ জৈৱ পদাৰ্থত বাজেও ভালেমান খনিৰ মাজেদি বৈ অহাত ইয়াৰ পানীত হৰেক ৰকমৰ খনিজ পদাৰ্থৰ কণিকা পোৱা যায়।"— আৰু কত কি ক'লে ! এতিয়া মনত পৰিছে, যি শুনিলোঁ এখন কাণে সোমাই ইখনে দি সুৰ্ সুৰ্ কৰে সৰি পৰিল। দৃষ্টি লক্ষ্যত নথকা দৃষ্টি গোচৰৰ পদাৰ্থ বিলাকৰ দৰে সিবিলাকৰ যি ছঁয়া-ময়া মূৰ্ত্তি চকুৰে দেখিলোঁ সিও চকুতে হেৰাই গ'ল। চকু আৰু কাণৰ পাচত তেওঁ বিলাকক মনিব পৰা মনটি নাছিল ; জল্ জল্ পট্ পট্ কৈ ধৰি ৰাখিব নোৱাৰিলে।— মই চায়েই আছোঁ। ব্ৰহ্মপুত্ৰ সঁচা-সঁচিকৈ মহাবাহু ! কি সুন্দৰ কি উদাৰ এই বুকুখনি ! কি মহিমাময় এই দৃশ্য ! নিমিষে নিমিষে নতুন প্ৰেৰণাৰে প্ৰাণ মোৰ নাচি উঠিল। হিয়া যেন গলি যায়, — এই সৌন্দৰ্য্যই এই মাধুৰ্য্যই আনন্দৰ বীণাখনি বাই বাই হৃদয়ৰ মোৰ অন্তৰো অন্তৰতম প্ৰদেশ ৰিণ্জিনাই তুলিছে। কি হে মোক মুহি পেলালে ? চায়েই আছোঁ, — চকুৱে ক'লে — মোৰ চোৱা হৈছে ; কাণে ক'লে, — মোৰ শুনা হৈছে ; তথাপিতো দেখাৰ সিপাৰেদি, শুনাৰ সিপাৰেদি কি চাবলৈ ঘূৰাই চকু দিছোঁ, কি শুনিবলৈ কাণ পাতিছোঁ। হেপাহ যে মোৰ নপলায় ! পুৱাৰ সোণালী ৰ'দালিত চাওঁ, গধূলিৰ ৰঙা-ৰতোৱালত চাওঁ , দিন দুপৰৰ চৌফলীয়া ৰ'দত কতবাৰ বৈ বৈ চায়েই থাকোঁ ! যিমান চাওঁ সিমানে নিতে নিতে নতুন টানেৰে কিহে মোক গভীৰো গভীৰতমলৈ টানি নিয়ে ? — ই অনন্তৰ আলোক নহয় নে সৌন্দৰ্য্যৰ সুষমালৈ মাধুৰ্য্যৰ মধুৰিমালৈ মোৰ অন্তৰ বীণাত তুলি যোৱা এটি আনন্দ ঝঙ্কাৰ !— সেইহে ইমান আনন্দ, — ইমান অপাৰ, — মোৰ প্ৰাণ উপচি উপচি জৰি পৰিছে !— শতধাৰে, — সহস্ৰধাৰে, — কবিতাৰ ছন্দেৰে, সংগীতৰ সুৰেৰে, চিত্ৰৰ ৰঙেৰে মোক পুলকিত আকুল কৰিছে !— এই যে সীমাৰ মাজত অসীমৰ প্ৰকাশ এই যে অন্তৰত

অতীন্দ্রিয়ৰ আনন্দ-অনুভূতি — ইয়ে সত্য —প্ৰত্যক্ষ সত্য ! ই কল্পনা নহয়, সপোন নহয়—জীৱন্ত জাগ্ৰত সত্য ! ইতিহাসে পোৱা সত্যতকৈ বিজ্ঞানে বাছি লোৱা সত্যতকৈ ই কেনি কোন গুণে কম ? — অতিথি ! তুমি এনে এটি অনুভূতি নোহোৱা নে ? তোমাৰ মূৰতি যেন চকুৰে দেখাৰ পাচতো দেখি থাকি ! সি যেন সপোনৰ পুতলাতকৈও জীৱন্ত ! তাৰ মাজেদি কুঁৱলীৰ গিলিপেৰে যেন লুইতৰ সুঁতি বৈ গৈছে ! তাৰ আদি ক'ত একো নেজানো। কেৱলে বৈ গৈছে, — ব'বই লাগিছে, — অন্ত নাই, — এক সেই চিৰ নবীনৰ অনন্ত ধাৰা।

পুৰাণৰ চকুৰে চালে পুৰাণৰ ভাব সঁচা, ইতিহাসৰ চকুৰে চালে ইতিহাসৰ কথা সঁচা, বিজ্ঞানে যি কৈ গ'ল বিজ্ঞানৰ চকুৰে চালে সিও সঁচা। চকুৰে চাই কথাৰে কৈ অনন্তৰ শেষ কৰিব নোৱাৰি গুণেই সি অশেষ, সি অনন্ত ! মানুহৰ চেষ্টাই অনন্ত জগতৰশেষ পৰিচয় দিব পৰা হলে অনন্তৰ অতদিনে অন্তই পৰিলহেঁতেন। নিজ নিজ চকুৰে দেখা সত্যটি আচল সত্য বুলি কোনোৰে যদি বৰাই কৰে কৰক। তাত বৰাই কৰোঁতাৰ নিজে দেখা সত্যৰ প্ৰতি নিজৰ অতি আস্তিকৰ ভাব হে প্ৰকাশ পায়। কিন্তু নিজে দেখাটিহে যদি আচল সত্য, বাকী সকলোবোৰ মিছা বোলে তেনে তাতকৈ ডাঙৰ মিছা জগতত আৰু কেইটা আছে নেজানো।

কোৱাঁ তেনে, তোমাৰ নাম ধামৰ চিনাকিৰ বিশেষ প্ৰয়োজন কি ? কি পুথিৰ কি প্ৰসঙ্গত কোনে তোমাক ৰচনা কৰিছিল — এই পৰিচয় জানো তোমাৰ আচল পৰিচয় ? সি কেৱল তোমাৰ নামটিৰে মানুহটি উলিয়াই লব পৰা এফেৰি বহল ধৰণৰ উপৰুৱা চিনাকি। এটি মানুহক অইনৰ পৰা আঁতৰাই নিৰ্দ্দিষ্টকৈ চিনাবলৈ হলে কাৰ পুতেক কোন গাৱঁত থাকে কি কৰি খায় তাৰ সন্ধান লাগে ; কিন্তু এই সন্ধানেই আচল মানুহটি নিচিনায়। মানুহ চিনায় প্ৰাণে। মোক লাগে তোমাৰ প্ৰাণৰ চিনাকি — অন্তৰৰ প্ৰেম। তোমাক উলিয়াবৰ প্ৰয়োজনো মোৰ নাই। তুমি নিজে নিজ গুণেৰে মোৰ প্ৰাণলৈ লৰি আহিছা। অসমৰ গাৱঁৰে ভূঁয়ে, নগৰে চহৰে, হাবিয়ে বননিয়ে সুৰ হৈ কেতেকীৰ দৰে বিনাই ফুৰিছা। তোমাৰ সঙ্গটিয়ে যদি প্ৰাণত অপাৰ প্ৰেমৰ পৰিচয় দিব পাৰে — তোমাৰ সকলো চিনাকি আপোনা আপুনি প্ৰেমময় হৈ পৰিব। প্ৰেমিক প্ৰেমিকাৰ যিবা বাটৰ দুবৰি পদূলিৰ ধূলি সিও যে প্ৰেমৰ প্ৰভাত সুন্দৰ হয়। নাম ধামে তোমাক প্ৰেমময়ী কৰিব নোৱাৰে। নামেৰে প্ৰেমময়ী কিমান আছে; ইফালে শিলত মূৰ আফালি মৰিলেও প্ৰেমৰ কণিকা এটি জৰি নপৰে। তোমাৰ কথাত যদি সত্য আছে, সেই সত্য স্বয়ম্ভূ-স্বয়ং প্ৰকাশ ! তাক সাজি উলিয়াবলৈ গলেই সি সজা কথা হয়। সত্য সাজিব নোৱাৰি, আলম পালেই নিজে নিজে সাজি আহে। তাক প্ৰকাশ কৰাতকৈ প্ৰকাশ হোৱা বুলিলেহে আচল সত্যটি প্ৰকাশ হয়। যি ৰচনাত সত্যৰ প্ৰকাশ পায় সেই ৰচনাই সাৰ্থক হৈ পৰে। ৰচনা সাৰ্থক কৰা তত্ত্বটি হে প্ৰকৃততে আমাৰ সন্ধানৰ শেষ লক্ষ্য। ৰচনাৰ তত্ত্ব ৰচনাৰ অন্তৰত আছে, নাম-ধামত নাই। অতিথি ! তুমি যে তোমাৰ মাজতে লুকাই আছা। মই তোমাক তোমাৰ ৰচনাতে বিচাৰিম।

বিজ্ঞানৰ তেনে ধৰণৰ প্ৰশ্ন কৰিয়েই বা তোমাক বিচাৰোঁ কেনেকৈ ? তোমাৰ শব্দ তৰঙ্গত তুমি যে নাই ; তুমি আছা অন্তৰৰো অন্তৰত। তুমি ইন্দ্ৰিয়গ্ৰাহ্য বস্তু নহয় যে বিজ্ঞানে তোমাক যন্ত্ৰ-পাতিৰে জুখি-মাখি গণনাৰে গণি পিতি তোমাৰ আচল স্বৰূপটি নিৰ্ণয় কৰিব। সৌন্দৰ্য্য আৰু মাধুৰ্য্যই দেখোন বিশ্লেষণৰ নামকে নুশুনে, — পৰশ পালেই আদৰ মালতীৰ দৰে জঁই পৰে ! — পাণ্ডিত্যৰ অভিমানতে বা ভাৰসা কি ? সি নিজৰ পাণ্ডিত্য প্ৰকাশ নকৰি তোমাক প্ৰকাশ কৰিব কি বাবে ? তেনে খহনীয়া পাৰত নাও মোৰ নাবান্ধো। তোমাৰ সৌন্দৰ্য্যৰ তোমাৰ মাধুৰ্য্যৰ যি পালোঁ, যি পাইছোঁ, — সেয়ে যেন নহয়। আৰু আছে, — আৰু, আৰু আছে, কিমান আছে কব নোৱাৰোঁ। তোমাৰ আভাই পলকে পলকে মোৰ হিয়াৰ হেঁপাহত পুলকৰ প্ৰেৰণা দিছে। এই জনমটোৰে চালেও যেন নহয়, — জনমে জনমে তোমাক যেন চায়েই থাকিম ! মোৰ প্ৰাণত তোমাৰ প্ৰেমৰ পৰশ পাবই লাগিছোঁ, — তেওঁ যেন তুমি ইপাৰ সিপাৰ নেদেখা, কথাকৈ কৈও ফুটাব নোৱাৰা কিবা

এক — অসীম, কিবা এক অব্যক্ত !

ইতিহাস সাৰ্থক তেতিয়াই, যেতিয়াই সি তাৰ বিচিত্ৰ ঘটনাৱলীৰ বৰ্ণনাৰে অভেদৰ প্ৰস্তাৱলৈ বলাই নিয়ে ; বিজ্ঞানৰ সাৰ্থকতা তেতিয়াই, যেতিয়া সি জগতৰ নিয়মৰ মাজেদি নিখিল বিশ্বত এক হৈ থকা চিৰ সত্যৰ স্নিগ্ধ জ্যোতিলৈ লৈ যায়। মই আজি ইতিহাসক পাওঁ ইতিহাসক, বিজ্ঞানক পাওঁ বিজ্ঞানক, — সেয়ে নহয়, সেয়ে নহয় — যাকে য'তে পাওঁ তাকে ত'তে তোমাৰ বাতৰি সুধি ফুৰিম। তাহানি কৃষ্ণ বিৰহিনী গোপিনীয়ে প্ৰাণৰ আকুলতা লৈ তৰুয়ে তৰুয়ে, লতাই লতাই, বনে বনে, হৰিণীয়ে হৰিণীয়ে কৃষ্ণৰ বাতৰি সুধি চোৱাদি, চৰণৰ চাবে চাবে বিচাৰি যোৱাদি,ময়ো তোমাৰ আখৰে আখৰে, শব্দই শব্দই, এই আনন্দৰ বাতৰি সুধি চাম। হয়তো তোমাক পাই অন্ত কৰিব নোৱাৰিম ; সেই বুলিয়েই তোমাৰ গানটি ইনাই বিনাই ওৰে জীৱন গাই ফুৰিম। প্ৰেম ৰাজ্যৰ এইটিয়েই প্ৰশস্ত পথ।

তাৰ পাচত তোমাৰ গানটিত যদি সত্য আৰু প্ৰেমৰ পোহৰ পৰে, তেনে অকল সি গীতটিকে নিজিলিকায়; যাৰ প্ৰাণৰ ৰচনা সেই প্ৰাণো অলক্ষিতে জিলিকি পৰিব। ৰামায়ণৰ দৰে আৰু এখনি গ্ৰন্থ ৰচনা কৰিবলৈ অনুৰোধ কৰোঁতে আদি কবি বাল্মীকিয়ে কৈছিল, — এক ৰামায়ণেই মোক কৃতাৰ্থ কৰিছে, আৰু কিয় ? — এই গীতটিৰ অন্তৰৰ প্ৰেমেৰে যাৰ প্ৰাণত সুৰৰ প্ৰকাশ, সেই প্ৰাণো তেনেকৈ এই গীতটিয়েই কৃতাৰ্থ কৰিব। নাম নেজানিলেও অসমৰ এক ভক্ত কবিলৈ ভক্তিত মুৰ দো খাই পৰিব। নাম ধামৰ পৰিচয় নাই কাৰণেই সেই নাম নজনা কবি আমাৰ কল্পনালোকত অতি সুন্দৰ হৈ জিলিকি উঠিব "অ' কেতেকী" বোলা সুৰটি শুনিলেই প্ৰাণত আমাৰ কেনে আনন্দ লাগে ! চৰাইটিৰ নাম নাই, আমি দি লৈছোঁ ; সুৰটিত কথা নাই, আমি খুৱাই লৈছোঁ ; ক'ত থাকে আমি নাজানো। সেই বুলি চৰাইটি আমাৰ মানত কেনে সুন্দৰ, কেনে মধুৰ ! কল্পনাই এই দৰে সুন্দৰ কৰে কাৰণেই আমি বাস্তৱকো কল্পনাত লৈ চাবলৈ ক'ত কথাত কত মন মেলোঁ। স্বৰ্গৰ বৰ্ণনা কৰাতকৈ স্বৰ্গৰ কল্পনা কৰিহে দেখোন ভাল লাগে।

মনে কাঁইটৰ মাজৰ পৰা কেতেকী ফুল তুলি আনি মোৰ বুলি জাহিৰ কৰি বৰ ভাল পায়। নতুন বস্তু এটি পালেই সি এই প্ৰবৃত্তিৰে চিনাকি লবলৈ যায়। যেতিয়াই সেই বস্তুটিয়ে তাৰ প্ৰবৃত্তিত বাধা দিয়ে বা তাৰ বাটলৈ নাহে তেতিয়াই সেই বস্তুটিৰ মোহ আঁতৰি পৰে। মনৰ হাউচ খেৰৰ জুঁইৰ দৰে, — ভমকৈকে জলেও, সুতকৰে চেচেৰাও পৰে। 'মোৰ বুলিবলৈ চল নাথাকিলে সি আমাৰ বুলিবলৈকো চায়। এই 'মোৰ' 'আমাৰ' বোলা জুতিৰে সোৱাদ কৰি আমাৰ প্ৰাণত "মই বৰ" যিটি অহং আছে ৰাতি দিন মনে তাৰ যোগান ধৰিয়েই দিন কটায়। তাৰ অহং বোলাটিক কোনো ৰকমে তৃপ্তি দিয়াৰ আশা নেদেখিলে মনৰ 'হাউচ' নুমাই যায়। তেতিয়াই সি বস্তু একোটি উলাই কৰি উকৰাই দিয়ে। তাৰ এইটি স্বভাৱ বৰ সৰ্ব্বনশীয়া। মনৰ এই স্বভাৱেই আমাক আজি কত "ফটা কঁথাৰ সোণৰ" পৰা বঞ্চিত কৰিছে। তাৰ যেতিয়া এনে স্বভাৱো আছে, দুৱাৰদলিৰ সন্ধান নিদি একেবাৰেই তাক ভিতৰলৈ লৈ যোৱাই ভাল। ভিতৰত যদি সি প্ৰেমৰ পৰশ নেপায় সত্যৰ জিলিঙনি নেদেখে, তেনে নামৰ যি চিনাকি তাক বাহিৰে ভিতৰে তাচ্ছীল্য কৰক, — তাত যুক্তি আছে। কিন্তু ভিতৰ খনি নোচোৱাকৈ নামৰ চিনাকি লৈয়েই যদি সি দুৱাৰ দলিৰ পৰা পুলুকা মাৰে, তেনে তাৰ মান দুৰ্ভগীয়া কোন ? মোৰ মনৰ সমূলি সঁজাত নাই। আজি তাক নাম-ধামৰ চিনাকিপালেও চিনাকি নিদিওঁ। একেবাৰেই ভিতৰলৈ লৈ যাম।

মহৰ্ষি বাল্মীকিৰ তপোবনৰ নেপথ্যত সুৰদি সুৰত শিশুৰ সুললিত কণ্ঠ ধ্বনিৰ জাতি লয়েৰে আদি কাব্য ৰামায়ণৰ ঝঙ্কাৰ উঠিছে। অমৰাপুৰীৰ অমিয়া সুৰৰ লালিত্যৰে যেন জৰি জৰি পৰিছে। গধূলিৰ অতিথি শত্ৰুঘ্ন সেই সুৰ শুনি পুলকত ৰোমাঞ্চিত। মনত 'মোৰ' কৰিবলৈ যোৱাৰ হাউচ, —শান্তিৰে শুনিবলৈ নিদিয়ে। কাৰ এই কণ্ঠস্বৰ ? সীতা দেবীৰ সন্তানৰ ? মোৰ, মোৰ আপোন ভতিজাৰ এই সুৰ ? — তেতিয়াও শত্ৰুঘ্নই লৱ কুশক দেখা নাছিল। কোনে গায় বুলি ঋষিৰ চৰণত ধৰি যেন মনে সুধিব !

মনৰ ইমান অমুৰি, সি গোট হিয়া খনি আকুল কৰি তুলিলে। শক্ৰঘ্ন বীৰ। বীৰৰ হিয়াৰ কৰ্ত্তব্যৰ ভাব জাগি উঠিল। আশ্ৰমৰ বিভূতিৰ বিষয়ে ঋষিক প্ৰশ্ন ?—ঋষিয়ে নিজে মনে নিজে নকয় মানে সেই প্ৰশ্ন উঠিব নোৱাৰে ; সি শিষ্টাচাৰ বিৰুদ্ধ। মন জাগি শাসনত জঁই পৰি গল। ময়ো আজি মোৰ মনক জঁই পেলোৱাম। সেয়ে মোৰ শক্তিৰে নহয়, মোৰ কৰ্ত্তব্য জ্ঞানেৰে নহয়, — বীৰ শক্ৰঘ্নৰ নামৰ মন্ত্ৰেৰে।

অতিথি ! জাহ্নুবীৰ দৰে তোমাৰ অৰূপৰ ৰূপ মাধুৰীত অকল সৌন্দৰ্যই নহয়, লালিত্যই নহয়, চিৰপবিত্ৰতাৰ পোহৰ এটি জিলিকি পৰিছে। তুমি কোনোবা তপোবনৰ তাপসী, কোনোবা আশ্ৰমৰ সন্ন্যাসিনী। তোমাৰ নাম ধাম সুধিব নেপায়— নোসোধোঁ।— নহয়, নহয়, তোমাক তাপসী বুলিলোঁ, সন্ন্যাসিনী বুলিলোঁ — তুমি যেন মোৰ পৰা আঁতৰ, আঁতৰ ; আঁতৰি নেযাবা, মোৰ প্ৰাণৰ অতিথি, ৰ'বা ৰ'বা। তুমি আঁতৰ নোহোৱা, তুমি মোৰ অতি প্ৰিয়, — আপোনাৰো আপোন—অতি আপোন ! শুনা শুনা, অতিথি ! তুমি, তুমি মোৰ—মা ! তোমাৰ যৌৱনৰ মাধুৰ্য্যত মোৰ জনম, তোমাৰে মোৰে পোন পৰিচয়, তুমি আদিত কি আছিলা, তোমাৰ নাম ধাম কি, — জানিবৰ মোৰ প্ৰয়োজন নাই। তোমাক মই পাইছোঁ, — কেৱলে পাইছোঁ, — নিতে নিতে, নিমিষে নিমিষে, —সেই পোৱাৰ অন্ত নাই ! তোমাৰ প্ৰাণ ভৰা চুমাৰ পৰশত মোৰ মুখৰ হাঁহিটি ফুটাই তুলিলা ! তোমাৰ সুকোমল হাতৰ শীতল বুলনিত চকুৰ পানী মোৰ মুচি পেলালা। মোৰ তুমি নকৰিছা কি ? তুমি তোমাৰ অকণমানি শৰীৰটিত বিশ্ব জননীৰ অপাৰ প্ৰেম লুকাই থৈ তাৰেই মোক আবৰি ৰাখিছা। তোমাৰ মউ বৰষা মুখৰ হাঁহিটিত সেই প্ৰেম কিমান লুকাবা ? নোৱাৰিবা নোৱাৰিবা। আজি ধৰা পৰিছা। আহাঁ ! মা ! বিশ্বপ্ৰেমৰ সাকাৰ মূৰত্তি সেই চিকোণ হাঁহিটিৰে মোৰ প্ৰাণৰ মাজত জিলিকি পৰাহি। সংসাৰৰ তাপেৰে তাপিত হৈ উশাহ নেপাই ছট্ ফট্ কৰি কৰি তোমাৰ দুৱাৰদলিত পৰি দিবঁলে লৰি গ'লে, তুমি তোমাৰ হাতখনি মোৰ মুৰটিত বুলাই দিবা তোমাৰ স্নিগ্ধ প্ৰেমৰ পবিত্ৰ পৰশত মোৰ সকলো তাপ যেন পানী হৈ যায়। — তেনে বাজাঁ, বাজাঁ, আজি বাজি উঠাঁ, — কালিন্দী কূলৰ কলীয়া কানাইৰ মোহন মুৰুলীৰ সুৰে সুৰে বাজি উঠাঁ ঃ—

"মথুৰাৰ হাটলৈ যাবকে নোৱাৰি
কানায়ে নিদিলে বাট ঐ
গোবিন্দাই ৰাম।
ৰাধাই বোলে — কানাই, নিয়াঁ পাৰে কৰি
যাওঁ মথুৰাৰ হাট ঐ
গোবিন্দাই ৰাম।।"

---

## তৃতীয় পৰ্ণ

আজি এই সুন্দৰ প্ৰভাতৰ সুৱলা কাকলিৰ সুৰে সুৰে, লৱনু লতিকাৰ লাচে লাচে, সোণালী জেউতীৰে জিলিকি জিলিকি আহিছা তুমি-মাতৃ ! আহাঁ, তোমাৰ ললিত ভৈৰবীৰ সুৰ লহৰিৰে আকৌ এবা মোৰ কুঞ্জ-কুটীৰ তিৰ-বিৰ কৰি তোলা। তোমাৰ প্ৰাণৰ বাতৰি প্ৰাণলৈ আনিছা, —কোৱাঁ, কি কব খুজিছা। তোমাৰ মাজতে তুমি লুকাই আছা যেতিয়া, হোৱাঁ— এবাৰ তিনিও লোকৰ সুষমা-সুন্দৰেৰে প্ৰকাশ হোৱাঁ। তোমাৰ ৰূপটি, তোমাৰ সুৰটি যেতিয়া ইমান সুন্দৰ, তোমাৰ বাতৰিটি চাগে সখী চিত্ৰলেখাতকৈও কিমান সুন্দৰ ! কৈ যোৱাঁ, মই প্ৰাণ ভৰি শুনি থাকোঁ। কথা একেষাৰি কোৱাঁ। নিমাতে আছা কিয় ?

বুজিছোঁ, — তোমাৰ অন্তৰ পৰিপূৰ্ণ। পূৰ্ণকুম্ভৰ দৰে তুমি নেবাজা। তোমাৰ কথাৰ অলঙ্কাৰো নাই, জনজননিও নাই; যুক্তি তৰ্কৰ বাচ্যাবাচ্যি নাই, কোলাহলো নাই' তুমি ঋষিৰ সুভাষিতৰ দৰে সহজ সৰল সুন্দৰ ! প্ৰাণত আনন্দৰ অনুভূতি নেজাগে মানে মুখত বাক্যৰ বিলাস, কাকুতিৰ কাৰুণ্য ফুটি ফুটি পৰে। অনুভূতি জাগিলেই সেই বিলাস সেই কাৰুণ্য পুৱাৰ আৰ দৰে উষাৰ আলোকত মিলি যায়। ভক্তই নাম লয়, — "ৰাম পাৰ কৰাঁ ৰঘুনাথ সংসাৰ সাগৰে।" নাম লওঁতে লওঁতে নামৰ ৰতিৰ মাজেদি আনন্দৰ অনুভূতিৰে যেতিয়াই হিয়া ভৰি পৰে, তেতিয়া ভক্তৰ মুখত ফুটিবলৈ ধৰে — "ৰাম—ৰাম", কেৱলে 'ৰাম' — আৰু যে কথা নেথাকে। তুমি তোমাৰ আনন্দ অনুভূতিতেই ৰাতি দিন

মজি আছা। তুমি আনন্দেৰে ভৰপূৰ, — তুমি নিমাত ! নিমাতী কন্যাৰ দৰে তেনে তুমি নিমাতে থাকাঁ। মই তোমাক অকণমানি লৰাটিৰ দৰে ছন্দ নথকা কথাৰ লানিৰে তোমাৰ মুখলৈ চাই সুধি যাম সুধি যাম, তুমি মাথোন তাঁতবৈ থকা মাকৰ নিচিনাঁকৈ মাজে মাজে চিকোণ হাঁহিটিৰে হাঁ—না একেষাৰি কৈ যাবা।

মাক কোমলতাৰ প্ৰতিমূৰ্ত্তি যদিও, সন্তানে জানোচা নকৰ লগীয়া কয়, নকৰিব লগীয়া কৰে, এই আশঙ্কাত কঠোৰ শাসনৰ কঠিন মূৰ্ত্তিৰ ভাও দিয়াৰ প্ৰয়োজন হৈ পৰে। এই অভিনয়েই যদি অনবৰত চলি থকিব লগীয়া হয়, তেনে ঘৰখনি এক নীৰস আতঙ্কই নিৰানন্দ কৰি তুলিব। জননীৰ প্ৰেমে কিমানপৰ এই ভাও ধৰি থাকিব পাৰে ? মাজে মাজে কঠোৰতাৰ মুখা সুলকি পৰে, প্ৰেমময়ী মাতৃয়ে আচল ৰূপটি লৈ সন্তানৰ হাতত ধৰা দিবলৈ নামি আহে। ল'ৰাই ধুলি বালিৰে ভাত আঞ্জা ৰান্ধি এক প্ৰকাণ্ড ভোজ পাতি মাকক মাতিছে। মাকে হাঁহি হাঁহি ভোজৰ পাতত বহি ল'ৰাটিক কব লাগিছে —'তোৰ কচুপাতৰ আঞ্জাখনিত বাবৰি ফুলৰ যি হালধি দিছিলি, অলপমান বেচি হ'ল যেন দেখি, — তেওঁ বুলি খাবলৈ ইমান ভাল লাগিছে, পাই'; — এই যে ল'ৰাৰ মুখলৈ প্ৰেমেৰে চোৱা মাকৰ হাঁহি, — এই হাঁহিতেই স্বৰ্গৰ পাৰিজাত ফুলি পৰে, ঘৰ গোটেই খনি আনন্দময় হয়।

আহাঁ, মাতৃ ! তুমি প্ৰেম লৈ যেতিয়া নামি আহিছা তোমাৰে আজি মযো উলিম ! — ধুলি, ধুলিৰেই উলিম। তুমি তোমাৰ শব্দ একোটিৰ অৰ্থ ধূলিৰে ঢাকি থোৱাঁ। মই ভাগ একোটি চাব্ মাৰি ধৰি লিৰিকি লিৰিকি বিচাৰি যাম। যদি অৰ্থৰ অক'মানি কাঠি ডালি ওলাই পৰে তেনে সন্তানৰ সফলতা দেখি তৃপ্তিৰ হাঁহি এটি মাৰি মোৰ মুখ খনি জিলিকাই দিবা ; যদি নোলায়, তেতিয়াও লাজ দিয়া হাঁহিৰে উদগনি দি অইন ভাগত বিচাৰি চাবলৈ চিঁয়াৰেৰে কৈ যাবা। আহাঁ মা, জয়ে জয়ে আজি তোমাৰ "মথুৰাৰ হাট" বোলা কাঠি ডালিৰে আৰম্ভণ কৰোঁ। এই ধৰিলোঁ মই ইতিহাসৰ ভাগ। ৰামায়ণ মহাভাৰত, পুৰাণ আৰু ইতিহাসে কি কয় শুনা ঃ—

আদি কাব্য ৰামায়নৰ দিনৰ পৰাই তোমাৰ 'মথুৰা'ৰ নাম নানান সাললসলনিৰ মাজেদি চলি আহিছে। ৰামায়ণৰ আগেয়ে বোলে তাৰ অগাধ অৰণ্যত হিংস্ৰ জন্তুৰে অনাৰ্য্যসকল বাস কৰিছিল। এই অনাৰ্য্য সকলৰ মাজৰ মধু নামে দৈত্যে এজনে বিপন্নক ৰক্ষা কৰি সনাতন ধৰ্ম্মৰ সহায়তা কৰাত মহাদেৱে শলাগ লৈ মহাবীৰ্য্যৰ শূল এডাল তেওঁৰ হাতত দি কলে, — "বংশ পৰম্পৰা ক্ৰমে এই শূলেৰে বীৰ্য্যবান হোঁৱা। যেতিয়াই দেৱতাৰ বিৰুদ্ধাচৰণ কৰিবা তেতিয়াই এই শূল অন্তৰ্দ্ধান হব আৰু তোমাৰ অবিনাশী বংশৰো বিনাশ ঘটিব।" ত্ৰিভুবনৰ মঙ্গললৈ প্ৰয়োগ নকৰি নিজৰ ভোগ আৰু স্বেচ্ছাচাৰিটা চৰিতাৰ্থ কৰিবৰ নিমিত্তে মধুদৈত্যৰ পুত্ৰ লৱনে এই দেৱদত্ত শূল নিৰঙ্কুশ ভাবে ব্যৱহাৰ কৰিবলৈ ধৰিলে। ঋষীমন্দলীৰ ভয় ওপজাত তপস্যাৰ বিঘিনি ঘটিল। ত্ৰিভুবনৰ আতঙ্ক উঠিল। ক্ষত্ৰিয় শক্তিৰ প্ৰতিমূৰ্ত্তি মান্ধাতাক ভস্মসাৎ কৰি এক ভোগৰ হাট পাতি লৱনে মধুদৈত্যৰ 'মধুপুৰ' 'মধুবনত' পৰিণত কৰিলে। বৰ্ণাশ্ৰম ধৰ্ম্মৰ পালন কৰোতা ৰজা ৰামচন্দ্ৰৰ কাণত এই বাৰ্ত্তা পৰা মাত্ৰকে নিজৰ কণিষ্ঠ ভ্ৰাতা শত্ৰুঘ্নক অভিষিক্ত কৰাই লৱন দৈত্যক সমূলে বিনাশ কৰি সেই ৰাজ্যত ৰজা হবলৈ পঠালে। বীৰ শত্ৰুঘ্নই পুৰীৰ বাহিৰতে লৱনক আগচি ধৰি শূল আনিবলৈ নৌপাওঁতেই মধুকৈটভক মৰা দিব্য বাণেৰে লৱনৰ অবধ্য বক্ষ বিদীৰ্ণ কৰিলে। যোগী ঋষিসকলৰ প্ৰশংসা আৰু জয়ধ্বনিৰ লগে সগে দেৱতাৰ পুষ্পবৃষ্টিত আকৌ মুৰ তুলি আহিল কালিন্দীকুলৰ 'অৰ্দ্ধচন্দ্ৰাকৃতি মধুপুৰ'। ধনে জনে, ঐশ্বৰ্য্য সম্পদে, এই মধুপুৰ সঁচাসঁচিকৈ মধুপুৰী হৈ পৰিল। শিৱৰ শূলৰ বীৰ্য্যেৰে স্থাপিত এই মধুপুৰীয়ে শৈৱমন্ত্ৰৰ উদাত্ত সুৰেৰে আকাশ প্ৰতিধ্বনিত কৰি তুলিলে। লগে লগে সূৰ্যবংশীয় ৰজাৰ প্ৰভাৱত সূৰ্য্য দেৱতাৰ মন্ত্ৰও ঝঙ্কাৰি উঠিল।

কিছুকাল যোৱাৰ পাছত যযাতিৰ পুত্ৰ যদুৰ আজো নাতিনিয়েকে মধুপুৰৰ পৰা সূৰ্য্যবংশীয় ৰজাক নিজ ভুজবলেৰে ঘটুৱাই উলিয়াই দি তাত চন্দ্ৰবংশৰ প্ৰতিষ্ঠা কৰিলে। তেতিয়াৰ পৰা এই যদুবংশৰে শূৰসেন ৰজাৰ নামে নামে মধুপুৰীৰ নাম হল 'শূৰসেনী' বা শূৰসেনকা শূৰসেনীয়েই কালক্ৰমে পুৰণি মধুপুৰীৰ নামৰ মোহেৰে

নতুনকৈ 'মধুৰা' হৈ লাহে লাহে মানুহৰ মুখত পৰি 'মথুৰা' নামেৰে যমুনাৰ তীৰত এখনি বিতোপন ৰাজধানী হৈ পৰিল।

কালক্ৰমে যদুবংশৰে ভোজ ফৈদৰ কংশ ৰজাই পিতাক উগ্ৰসেনক বন্দী কৰি থৈ নিজে ভোগৰ ৰাজদণ্ড লৈ পৃথিৱী খনি ভাৰাক্ৰান্ত কৰি অনেকো উৎপাত কৰিবলৈ ললে। ভালেখিনি যাদৱবীৰে লৰা ছোৱালী চপাই কোঁচাই পৰ্ব্বতে পাষণ্ডে গৈ ভয়ত পলাই ফাট মাৰিলে। এই কংসৰে কাৰাগাৰত এদিনা নিৰীহৰ উৎপীড়নত, নিদাৰুণ নিহলৰ ঘোৰ ঘৰিষণত, যি নিমাতী যাতনাই আটাহ পাৰিছিল, সেই কোলাহল শান্ত কৰি বিজুলি ঢেৰেকণিৰ গাজনিত বিজয় শঙ্খ বাজি উঠিল ; অশ্ৰুৰ মলিনতা ধুই নিবলৈ, জগত জুৰি প্ৰেমৰ বান বোৱাই দিবলৈ, ব্যথিতৰ মুখত হাঁহি ফুটাই ধৰিত্ৰীক ধন্য কৰিবলৈ দৈৱকী দেৱীৰ উদৰত প্ৰেমময় কৃষ্ণৰ জনম হল। কৃষ্ণক প্ৰথমে বুকুত লবলৈ কি ভাগ্য সাধিছিল কব নোৱাৰোঁ, — সেই দিন ধৰি কৃষ্ণৰ জন্মভূমি মথুৰা পৃথিৱীৰ শিৰৰ সেন্দুৰ জিলিকা দি জিলিকিবলৈ ধৰিলে। কংসৰ কাৰাগাৰ আজি বিষ্ণুৰ বুকুত ভৃগুমুনিৰ পদ চিহ্ন জলাদি মধুৰ মথুৰাপুৰীৰ বক্ষ দেশত পুণ্যৰ প্ৰভাৱে জলি পৰিছে। দুৰ্দ্দান্তৰ শেষ ভাৰসা দুৰ্জ্জয় মাল বিলাকেৰে দুৰ্দ্ধৰ্ষ কংসৰাজক য'ত কৃষ্ণ বলৰামে হেলাৰঙ্গে হত্যা কৰি পৃথিৱীৰ ভাৰ পাতলালে সেই কংসটিলাই আজিও যথেচ্ছাচাৰিতাৰ নিৰ্য্যাতনৰ নিদৰ্শন দিবই লাগিছে। তাৰপাচত শ্ৰীকৃষ্ণই ধৰ্ম্মৰাজ্য সংস্থাপন কৰাৰ লগে লগে মথুৰাপুৰী পুৰুৰ ডালে দি অহা চন্দ্ৰবংশৰ ৰজা সকলৰ হাতত পৰি নিৰ্ব্বিবাদে চলি চলি বহুকালৰ পাচত জৈন আৰু বৌদ্ধ মতাবলম্বী ৰজা সকলৰ শাসনলৈ আহে।

জৈন সকলে সেই কালৰ মথুৰাত ভালেখিনি মন্দিৰ নিৰ্ম্মান কৰি নগৰ খনিৰ শোভা বঢ়াইছিল। এতিয়াও তাৰ সন্ধান পৃথিৱীয়ে বুকু উদঙাই দিবই লাগিছে।

সেই কালতে ভাৰতৰ আকাশত বেলিৰ দৰে প্ৰচণ্ড তেজেৰে উঠি অহা বৌদ্ধমতাবলম্বী ৰজা সকলে নিজ কিৰণেৰে প্ৰায় সমগ্ৰ দেশ উদ্ভাসিত কৰিলে। ছেদে ছেগে উপগুপ্ত আৰু অশোকৰ মঠ আৰু স্তূপেৰে মথুৰা ভৰি পৰিল। আজিও মথুৰাত বৌদ্ধ কীৰ্ত্তিৰ কঙ্কাল পৰি পৰি আছে। সুদূৰ দেশৰ গ্ৰীকসকলে এই বৌদ্ধ যুগতে ভাৰতলৈ অভিযান চলাই আহিছিল। সিবিলাকৰ জিভাত পৰি মথুৰা 'মেডৌৰা' হ'ল। কোনো কথাত সিবিলাকৰ নাম কৰণ ৰক্ষা কৰা হৈছে যদিও, মথুৰাৰ বেলিকা সেয়ে হৈ নুঠিল। শ্ৰীকৃষ্ণৰ স্মৃতিয়ে এই নাম অলৰ কৰি গ'ল। বৌদ্ধধৰ্ম্মৰ বেলিটি মাৰ যোৱাৰ লগে লগে ভাৰতৰ সনাতন ধৰ্ম্মৰ শঙ্খ ঘণ্টাৰ আৰতিয়ে আকৌ মথুৰা জিনি পেলালে। এইবাৰ আগৰ দৰে শৈৱ বা সৌৰ মন্ত্ৰেৰে নহয়, ৰাধা কৃষ্ণৰ প্ৰেম কীৰ্ত্তনেৰে, — কিছুকাল থমকি নিজানে বজা ৰাধা কৃষ্ণৰ প্ৰেমৰ মুৰুলী মন্দিৰে মন্দিৰে ৰং কৰাই বাজিবলৈ ধৰিলে।

এইদৰে প্ৰায় এহেজাৰ বছৰবো ওপৰ কাল কাটি গলত, আঠ শ বছৰ জোৰা মুছলমান সকলৰ দিন আহি পৰিল। এই কালত মথুৰাত ভালেমান প্ৰাচীন কীৰ্ত্তি অনাদৰত আৰু আক্ৰোহত ভাগি চুৰমাৰ হ'ল। ভিন ভিন ৰজাই নিজৰকৈ নিজক সজাবলৈ বুলি মথুৰাৰ অতুল ঐশ্বৰ্য্য ভাঙি গঢ়ি নতুন কৰিলে। তাৰ পিচত আজি প্ৰায় দেড় শ বছৰৰ আগতে মথুৰা বৃটিচ শাসনলৈ আহে। যমুনা তীৰৰ নীলা নীলা কেলি কদম্বৰ ঠায়ে ঠায়ে, তাল তমালৰ জোপে জোপে বগা ধক্ ধক্‌ধকীয়া পকীঘৰে মূৰ তুলি গেটেইখন জুৰি ল'লেহি। বানিজ্য আৰু বিভূতিৰ প্ৰতিযোগিতাত ইটিতকৈ সিটি পকীঘৰে আকাশ ভেদি জক্‌মকাবলৈ ধৰিছে। শেঠ সকলৰ বদান্যতাত ফুলি উঠা 'যমুনা বাগৰ' ফুলাম ঘৰটি চালে চকুৰোৱা হৈ গ'ল। বৰ্তমান যুগৰ ধৰণে কৰা 'হাৰ্ডিং গে'ট'খনি ওপৰৰ ঘটিকা যন্ত্ৰটিয়ে যন্ত্ৰযুগৰ জয় ঘোষণা কৰিছে। ইমান জয় জয় ময়-ময়, ইমান জাক জমক্! অথচ একালত অশেষ ঐশ্বৰ্য্যেৰে প্ৰকাণ্ড মন্দিৰৰ মাজত জিলিকি থকা মথুৰাৰ দেৱতা কেশৱ দেৱ আজি সেই মন্দিৰৰে শ্মশান-শাল যেন এটি জীৰ্ণ শীৰ্ণ ঘৰৰ মাজত সোমাই দিন গণিছে। এইখনিয়েই আজিৰ যমুনা তীৰৰ মথুৰা।

শ্ৰীকৃষ্ণৰ জনমৰ ঘটনাটি লৈয়েই ভাৰতত মথুৰাৰ নাম মুখে মুখে। ইয়াৰ এনে এটি টিলা, এনে এটি যমুনাৰ বিতোপন ঘাট নাই য'ত শ্ৰীকৃষ্ণৰ মধুৰ স্মৃতি নাই। ভক্তৰ প্ৰাণৰ স্পৰ্শ পালে এই স্মৃতি মূৰ্ত্তিমান হৈ উঠে। যি স্থানে

অকল তাৰ সৌন্দৰ্য্যৰে নহয়, মাধুৰ্য্যৰে নহয়, অতীতৰ সংসৰ্গজ চিন্তাৰ স্মৃতিৰে ভগবান চিন্তা জাগ্ৰত কৰি তোলে তাতকৈ আৰু অতি পুণ্যৰ পবিত্ৰস্থান কি হব পাৰে ? স্থানৰ যে মাহাত্ম্য নাই তাক স্বীকাৰ কৰিব নোৱাৰি। সাগৰৰ তীৰত বা হিমালয়ৰ মহিমাময় দৃশ্য দেখি মনত সহজে যি ভাৱৰ উদয় হয় জঘন্য স্থান সংকীৰ্ণতাত সেই ভাব নাহে। মথুৰা এনেয়ে মনোময়। — হাত যেন সুঁতিৰে ডিঙ্গিটি সাৰটি ধৰি অনিমেষ নয়নেৰে আজি কত কাল প্ৰেমময়ী যমুনাই মথুৰাৰ মুখখনি চাবই লাগিছে, তেও যে হেঁপাহ নপলায় ; যেনিয়ে চোৱা যায় তেনিয়ে সুন্দৰ ; তাতে বনে বনে তীৰ্থে তীৰ্থে কৃষ্ণ লীলাৰ সুমধুৰ স্মৃতি ; সেইহে তীৰ্থৰ মাহাত্ম্য প্ৰসঙ্গত মথুৰাৰ প্ৰশংসাৰে কেবাখনিও পুৰাণৰ মুখ ভৰি পৰিছে। অস্নই কৈছে — কেশৱৰ সুদৰ্শন চক্ৰই ধাৰণ কৰি থকা মধুৰ মথুৰাপুৰী সাতখন মোক্ষদায়িকা পুৰীৰ এখনি — “অযোধ্যা মথুৰা মায়া কাশী কাঞ্চি অবন্তিকা। পুৰী দ্বাৰৱতী চৈব সপ্তৈতা মোক্ষদায়িকাঃ ॥” বৰাহ পুৰাণত পৃথিবীয়ে বৰাহক প্ৰশ্ন কৰিছে, — পুস্কৰ, নৈমিষ আৰু বাৰানসীতকৈও মথুৰাক ইমান প্ৰশংসা কৰে কিয় ? তাৰ উত্তৰত বৰাহে কলে, — মথুৰা ৰম্যা, মথুৰা প্ৰশস্তা, মথুৰা মোৰ জন্মভূমি, মথুৰাতকৈ প্ৰিয়তম ক্ষেত্ৰ আৰু মোৰ নাই, — “মাথুৰং মম মণ্ডলং।” প্ৰয়াগ, পুস্কৰ, বাৰাণসী আদি তীৰ্থত পুণ্যফললৈ ঠায়ে ঠায়ে মাহেক বা বছৰেক ৰব লাগে। মথুৰাৰ পুণ্যফল ক্ষণে ক্ষণে দিনে দিনে ধাৰ নিছিগা নিজৰাৰ দৰে জৰি পৰিছে। ব্ৰজ মণ্ডলৰ চৌৰাশী যোজনৰ অন্তৰ্গত ঠাইত মথুৰাৰ মনোৰম গুহ্যতীৰ্থ কেবাখনিও আছে। এই তীৰ্থ বিলাকত স্নান দান কৰি মানৱ মাত্ৰেই সদ্গতি লাভ কৰিব পাৰে।”—এনে সুন্দৰ, এনে পবিত্ৰ এই মথুৰা পুৰী !

মথুৰাৰ পৰা প্ৰায় আধা বেলাৰ বাটত যমুনাৰ ইপাৰে এখন ইমুৰ সিমুৰ নেদেখা প্ৰকাণ্ড গো-চাৰ। তাতে গোপ সকলৰ বসতি। কৃষ্ণৰ বাল্যকালত মথুৰাত যিখনি হাট বহাৰ কথা শুনা যায়, তালৈ সেই গো-চাৰৰ গোপিনী সকলে দধি, দুগ্ধ, ক্ষীৰ, লৱণু আদি গাখীৰৰ বিবিধ প্ৰকাৰৰ শিৰত লৈ লৈ যমুনা নাৱেৰে পাৰ হৈ বেচা কিনা কৰিবলৈ আহিছিল। কানায়ে চাগে কত দিন শিশু সুলভ চাঞ্চল্যেৰে গোপিনী সকলক নাৱেৰে যমুনা পাৰ কৰি দিছিল। এই যমুনা পাৰৰ কাহিনী লৈয়েই কত ৰঙ্গ-ৰহস্যৰ কবিতাই বৈষ্ণৱ সাহিত্য ম-মৰাব লাগিছে ; — পঢ়ি পঢ়ি মন প্ৰাণ শীতল লাগি মুকলি হৈ যায় ! কালিন্দীৰ নীল জলত নীল আকাশৰ জেউতি জলিছে, নীলা তাল তমালৰ নীলা নীলা ছাঁ পৰি কালিন্দীৰ শেল দুটি ঘন নীলেৰে বোলাই তুলিছে ; নীল বৰণীয়া নাৱৰ ওপৰত নীলমণিৰ সুনীল ছবিটিয়ে অসীম নীলিমাৰ লহৰি খেলিছে, সেই নীলিমাৰ বুকুত সোণ জিলিকাদি চিকিমিকি জিলিকিছে গোপিনী-মুখৰ কেতেকী-বুলিয়া ল'নি ; নীল মেঘৰ কোলাত বিজুলী বুলি ময়ুৰ ময়ুৰী উৰুলীকৃত, তমালৰ ডালে ডালে চালি ধৰি নাচিব লাগিছে ! — এনে মনোময় ছবি এখনিৰ কল্পনা কৰিও কি সুখ ! অকল সুখেই নহয়, লগে লগে নীলমণিৰ ময়ুৰ পাখিৰ ঈষৎ হিল্লোলৰ তালে তালে আমাৰ মন ময়ুৰো নাচি কৃতাৰ্থ হব খোজে ! কি মধুৰ এই কল্পনা !— কোৱাঁ মাতৃ, তুমি এই যমুনা তীৰৰ স্মৃতিৰে পৰিপূৰ্ণ এটি জীৱন্ত কবিতা নোহোৱা নে ? ৰাধাই মথুৰা হাটলৈ যাবলৈ আহি পাৰ কৰি নিবলৈ কানাইক এইদৰে প্ৰাণেৰে মতা নাই নে ? হয়, হয়, এইয়েই।

জগত থিৰ ! কেনিবাদি আওপকীয়া বা অকণি পাই গছৰ কুহুমবুলীয়া পাত এখিলি পাতৰ সুৰুঙাই আকাশৰ কোলাত লৰি উঠাদি হাঁহি এটাৰে মুখখনি তোমাৰ লৰি উঠিল, —'নাই নাই'!— বুজিছোঁ, বুজিছোঁ, —মুখখনি লৰাই নাই নাই বুলিছা, — ফুটি পৰিছে তাত —আৰু আছে, আৰু আৰু আছে ! এই ইতিহাসৰ ওপৰৰ পৰিচয়ত নামটি তোমাৰ আছে সঁচা, আচলতে তুমি তাতেই নাই। তুমি আছা — তাতোকৈ থাউনি নোপোৱা দ'ত।

তেনে তুমি এই ইতিহাসৰ ঘটনাৱলীৰ অন্তৰ্নিহিত এটি সূক্ষ্ম জগতৰ নীতিৰ ধাৰা, যুগে যুগে স্থূলদেহত ঘটি ঘটি জিলিকি পৰিছা, - এক ৰহস্যময় চিৰসত্য জাতিয়ে জাতিয়ে, কুলে কুলে, সমাজে সমাজে সকলো কালতে নিতৌ নতুনকৈ প্ৰকাশ পোৱাদি প্ৰকাশ পাইছা। ৰামায়ণৰ দিনত পোৱা যায় —যি উচ্চ আদৰ্শৰে প্ৰহ্লাদে দৈত্যকুল তুলি আনি দেৱতাৰ শক্তিৰে মুখ পোহৰাইছিল, পিতাকৰ

এনে উচ্চ আদর্শক হিয়াৰ পৰা নিৰ্ব্বাসন দি তেওঁৰ পুতেকে মুখত মধু অন্তৰত বিষেৰে ভীষণ ভোগৰ ধাৰা বলাই আনিলে। তাৰ ফলত অকল লৰনেই নহয় গোটেই দৈত্যকুল উচ্ছন্ন হৈ গ'ল, কাৰো নিস্তাৰ নহল। বিশ্বৰ মঙ্গললৈ যেতিয়াই মানুহৰ চেষ্টা জাগি উঠে, তেতিয়াই দেৱতাৰ আশিৰ্ব্বাদ তাৰ শিৰলৈ বৈ আহে। যেতিয়াই ভোগেৰে সি অহমিকাক ভোগাৰলৈ ধৰে তেতিয়াই সি নিজৰ বন্ধন নিজে আটি আওমৰণেৰে মৰি যায়। ত্যাগৰ মন্দিৰত ভোগৰ দৈত্যে সুমুৱালে সি মন্দিৰ যি ছাৰ্-খাৰ্ কৰেই নে চাবিও কাষৰ হাৰ মুৰৰ দ'মেৰে ভৰাই পেলায়। মহাভাৰতৰ দিনতো কংসই আৰু এখোজ বেচিকৈ গৈ অলপ নতুনত্ব কৰি পিতাকক কাৰাগাৰত থৈ ভোগৰ দুৱাৰ খুলি দিলে; ফলত তাৰ সবংশে নিধন হ'ল। শেহৰ ছোৱা ইতিহাসতো মছলমান সকলৰ এগৰাকী সম্ৰাটে কংসৰ দৰে পিতাকৰ প্ৰতি আচৰণ কৰি নিজৰ কুলটিৰ সৰ্ব্বনাশ কৰিলে; এনেদৰে ফুলে জালে উঠি অহা কুল এটিৰ নাম নাইকিয়া হ'ল! কালে কালে ঘটা ঘটনাৱলীৰ ছেগে ছেগে মথুৰাত এনে এটি নীতিৰ ধাৰা চকুত লাগি যোৱাকৈ নতুন ধৰণেৰে অভিনীত হবই লাগিছে। ইতিহাসৰ নীতিৰ ধাৰাৰ গৰিলা লৈয়েই শাস্ত্ৰৰ শাসন বিধান। শাস্ত্ৰই স্তূপাকাৰ ইতিহাসৰ পৰা নীতিৰ তাৎপৰ্য্য টানি আনি ওৰে জীৱনত ইতিহাস পঢ়ি শেষ কৰি কামত লগাব নোৱাৰা দুদিনীয়া জীৱক বিপথলৈ যাবলৈ নিদি পথে পথে আগবঢ়াবৰ অভিপ্ৰায়ে একো একোটি বিধান কৰি থৈছে। তুমি কিবা এনে অন্তৰ্নিহিত নীতিৰ কথা কব খুজিছা নেকি? বুজিছোঁ মই, — তুমি কব খুজিছা ভোগ আৰু ত্যাগৰ কথা। ত্যাগেৰে ভোগ নকৰি ভোগলৈ ভোগ মথিলে বিহ উঠে। সেই দেখি ত্যাগেৰে কৰা ভোগ নুবুলি মথুৰা হাট বুলিছা।— আকৌ, আকৌ তোমাৰ মুখখনি সেই পাতখিলিৰ দৰে লৰাই দিলা — "নহয় নহয়!"

নহয়? নহয়েই তো। এতিয়াহে বুজিছোঁ। তেতিয়া হলে তুমি মথুৰাহাট নুবুলি মথুৰা বুলিলাহেতেন। মথুৰাত হাট কথাটি লগাই দি তুমি অইন কিবা হে কব খুজিছা। শব্দৰ অকল মুখ্যাৰ্থত তোমাৰ অৰ্থটি নাই যেতিয়া, তাৰ ইঙ্গিতত প্ৰকাশ পোৱা অন্য কোনো কথাত তাৰ লক্ষণা বা ব্যঞ্জনাত তোমাৰ অৰ্থটি লুকাই আছে। ৰবা, ৰবা, তেনে শুনা মোৰ মাতৃ! মই আকৌ কৈ যাওঁ, তুমি শুনি যোৱাঁ, — মথুৰালৈ প্ৰাণ খুলি গলে যেনেকৈ কৃষ্ণ প্ৰেমানুৰাগী হৈ পৰিব পাৰে, আৰু লগে লগে তেওঁৰ মথুৰা হাটৰ কাৰ্য্য সিদ্ধিও হয়, — এই মথুৰাক বুকুত লৈ থকা এনে এখনি প্ৰকাণ্ড ঠাই আছে য'লৈ গলে সেই দৰেই ভগৱানৰ কাৰ্য্য দেখি কাৰণ সত্তাৰ বিশ্বাসেৰে ঈশ্বৰৰ মুখে উন্মুক্ত প্ৰাণ ধৰ্ম্মানুৰাগী হৈ আনন্দেৰে পৰমানন্দ ধামলৈ গতি কৰিব পাৰে, আৰু লগে লগে সংসাৰযাত্ৰাও সাৰ্থক হয়। মোক্ষৰ সোপান যেন এই মধুৰ মথুৰা পাই মানুহে আজি তাত কৰিছে কি? স্বাৰ্থৰ ছলনাই, অহমিকাৰ দম্ভই প্ৰয়োজনৰ নামত এখনি হাট পাতি তাত ৰাতি দিন কিনা বেচাৰ কেৰ্জ্জেৰণি, টনা আঁজোৰাৰ ৰেক্‌ৰেকনি, এক হকাহুনাৰ হৈচৈ তুলি ভয়ঙ্কৰ কোৰ্হাল পাতিছে পবিত্ৰতাৰ যি খনি বীণা তাত বাজিব লাগিছে, — তাৰ প্ৰাণ শীতল কৰা মধুৰ মূৰ্চ্ছনা কেইজনৰ কাণত পৰিছে? আমাৰ এই প্ৰকাণ্ড সংসাৰখনি এনে এখনি মথুৰাৰ হাট নহয় নে? — হৰিৰ স্মৃতি তাৰ অন্তৰৰ বীণা, হাট তাৰ বাহিৰৰ হাহাকাৰ! সাধনাৰ সফলতাৰ সহস্ৰ সুবিধাৰে এই সংসাৰ, অথচ তাত স্বাৰ্থান্ধ অহমিকাই ভোগৰ নামত এই সুবিধা গিলি ধৰি কত জীৱন বলি দি ব্যৰ্থ কৰিছে। সঙ্গীতৰ বনি লৈ সি গৰ্দভৰ কণ্ঠেৰে যি চিঞৰ ধৰিব লাগিছে, তাৰ হাই উকমিত প্ৰাণৰ বীণাৰ ধ্বনি নুশুনা হৈ পৰিছে!

কোৱাঁ, মা, এই সংসাৰখনিকে বেটু এটিত লৈ চালে সেয়ে মথুৰাৰ হাট যেন নেলাগে নে? হয়, হয়, সেয়ে মথুৰাৰ হাট! তাৰ কৰ্ম্মেৰে, অকৰ্ম্মেৰে, ধৰ্ম্মেৰে, অধৰ্ম্মেৰে, তাৰ ঐশ্বৰ্য্যেৰে, অনৈশ্বৰ্য্যেৰে, তাৰ জ্ঞানেৰে, তাৰ অজ্ঞানেৰে, তাৰ হৰষেৰে বিষাদেৰে মনে সামৰিব পৰাকৈ ফুটি উঠা এয়ে এই সংসাৰৰ এখনি সৰু ছবি। এই মথুৰা হাটতে বেচা কিনা কৈ নিজৰ জীৱিকা আৰ্জ্জি ইহ জীৱনত প্ৰতিপত্তি লাভ কৰি সংসাৰৰ পাৰলৈকে স্বচ্ছন্দে যাব পাৰি আৰু হৰিৰ স্মৃতিৰ মাজে হৰিক দেখি জীৱনৰ অন্তত জীৱৰ পৰমা গতি লাভ কৰিব পাৰি। এইয়েই

সেই "হৰিভক্তি ৰত্নেৰে" মথুৰাৰ তথা "ভাৰতৰ হাট", যাৰ কথা মহাপুৰুষ শঙ্কৰদেৱে এদিনা শুৱলা সুৰেৰে গাই গৈছিল, — "বেসায়ো ভাৰন্তে হাট আউৰ বেলি নাটে। চলিতে নিকট ভয়ো ভৰা দিয়া ঝাটে ।। ভাৰত হাটত আছে অনেক দোকানি। নিচিনি কিনিলে পুনু মিলিবে বিঘিনি ।। যাতে তাতে নথাকয় হৰিভক্তি ৰত্ন। মহন্ত দোকানি ৰাখে কৰি মহা যত্ন ।। সাধু দোকানিৰ সঙ্গে কৰিয়া যতন। যাৱে বেলি তাহে লেহু নামৰ ৰতন ।।" — বুজিছোঁ, ইয়াকেই বিষ্ণু পুৰাণে ইঙ্গিত কৰিছে — "মথুৰায়াং হৰিং দৃষ্টা প্ৰাপ্নোতি পৰমাং গতিং" — মথুৰাত হৰিক দেখি জীৱই পৰমা গতি লাভ কৰে। মথুৰাৰ হিয়া যেন হাটখনিত আজি হৰি নাই, হৰি লুকাল ! আছে তাত বেহা বাণিজ্যৰ লটুঘটু, অৰিয়াঅৰিৰ ধৰ্মাৰ্, স্বাৰ্থান্ধৰ ঘোৰ হাহাকাৰ ! এই বিৰোধৰ বুকুত, বিচ্ছেদৰ অশ্ৰুধাৰাত, এই অজ্ঞানৰ অন্ধকাৰত, কান্দোনৰ আকাশলঙ্ঘা আটাহত — অগতিৰ গতি হৰিক দেখাই জীৱৰ পৰমা গতি। কেনে, মা ! কোৱাঁ, তোমাৰ মথুৰাহাট মানে হাটৰ হাহাকাৰেৰে বেৰি থকা হৰি নহয় নে — অন্তৰৰ হৰি সমন্বিতে মথুৰাৰ হাট নহয়নে — যঁলে গলে ইহকালৰ প্ৰতিপত্তিৰ লগে লগে মধুৰ স্মৃতিৰ আলোকত হৰিৰ বিশ্ব বিমোহন ৰূপত তন্ময় হৈ যাব পাৰি।

বুজিছোঁ, বুজিছোঁ, তুমি মোক সৰু লৰাটিৰ দৰে পাই কৰবাত ধেমালি উৰলি যায় বলি মুখেৰে ফুটাই হাঁ-ও নুবুলিলা, না-ও নুবুলিলা, মিচিক কৰে হাঁহি এটি মাৰি চাওঁতে চকুতে নাইকিয়া হ'লা। আকাশত শুনিলোঁ — কোন দূৰ-দূৰণিলৈ কাহিলি কাহিলিকৈ বলি গ'ল তোমাৰ সেই সুৱদি সুৰ ঃ—

" মথুৰাৰ হাটলৈ যাবকে নোৱাৰি
কানায়ে নিদিলে বাট ঐ
গোবিন্দাই ৰাম।
ৰাধাই বোলে— কানাই, নিয়াঁ পাৰে কৰি
যাওঁ মথুৰাৰ হাট ঐ
গোবিন্দাই ৰাম ।।"

---

## চতুৰ্থ পৰ্ব

কৰ্ম্মৰ আজৰি পাই বিশ্ৰামত গা ঢালি বহি আছোঁ তোমাৰ মধুৰ সুৰ আকৌ অকস্মাৎ বাজি উঠিল। বাজাঁ— বাজি উঠাঁ। আজি তোমাৰ সুৰত কি বাজিছে ! ৰূ ক'কৈ বৈ থকা ফাগুনী পচোৱা — ধীৰে ধীৰে ৰিব্ ৰিব্ কৈ বৰলৈ ধৰিলে। তাম বৰণীয়া সন্ধিয়াৰ আকাশ আশাৰ আলোকত ফুলি পৰিল। ফুলনি বননিৰ মুখে মুখে এক আকুল আগ্ৰহৰ আভা পৰি সুৱদি সুন্দৰ কৰি তুলিছে, — যেন কথা কয়, কয় ! তোমাৰ কন্ঠৰ সুৰত সুৰ দিবলৈ বিশ্ব প্ৰকৃতিৰ তানপুৰাখনি গুৰু গম্ভীৰ ৰবেৰে বাজি উঠিছে ! কাণেৰে যেন ৰিণি ৰিণি শুনিছোঁ — আকাশ পৃথিৱীৰ মধুমিলনৰ মধুৰ গুঞ্জন ! — যোগী ঋষিৰ প্ৰাণৰ গভীৰতম আনন্দৰ এক প্ৰনৱ ওঙ্কাৰ ! পৃথিৱী খনিয়ে যেন তোমাৰ বাতৰিলৈ চাই আছে ! — বুজিছোঁ, — আজি তুমি কানাইৰ বাতৰি বলাই আনিছা। কানাইৰ নাম শুনিয়েই আজি বিশ্ব প্ৰকৃতিৰ এনে স্পন্দন, এনে উলাহ, —নেজানো, সেইদিনা চাগৈ পৃথিৱীত আনন্দৰ কি নীৰৱ ঝঙ্কাৰেৰে বিশ্বৰ বীণা মতি উঠিছিল, যিদিনা কংসৰ কাৰাগাৰত প্ৰাণৰ কাণাই পোন প্ৰথমেই অনন্ত জীৱন সান্ত জ্যোতিৰে উজলি পৰিছিল ।

তোমাৰ কানাই কৃষ্ণাই শব্দৰ অপভ্ৰংশই হওক, বা দেশজ শব্দই হওক, ৰাধা আৰু মথুৰাৰে জোঁটাই থৈছে যেতিয়া নন্দৰ কানাইত বাজে এই নামে অইন কাকো নুবুজোৱাৰেই কথা। মৰমৰ ল'ৰা ছোৱালীক কোষ্ঠীৰ সংস্কৃতীয়া খ্যাত নামেৰে মাতিবলৈ অনেক সময়ত খকজা বাজে কাৰণে তাক কোমলাই বা তাৰ সলনি অন্য মৰমৰ মাতেৰে মতাটিয়েই মানুহৰ 'পৰ্কিতি'। এনে প্ৰকৃতিতেই আসামৰ বৈষ্ণৱ সাহিত্যত কৃষ্ণৰ সহস্ৰ নাম থাকোঁতেও আৰু এটি নাম হ'ল কলীয়া।

আজি প্ৰায় পাচঁ হেজাৰ বছৰৰ আগৰ শ্ৰীকৃষ্ণৰ জন্ম হোৱা কাহিনী পঢ়িলে প্ৰাণ অকল শীতলেই নহয় বিস্ময়ৰ পুলকে মনো যেন জিনি ধৰেহি। দৈৱকী দেৱীৰ অষ্টম সন্তানৰ হাতত যে মৰণ, — সেই মৰণৰ তৰোৱাল শিলৰ ওপৰত ওলমি থকা কংসৰ কি সতৰ্কতা ! আতঙ্কত কত সতৰ্ক কংসৰ সেই অনুচৰবৰ্গ ! ইমান সতৰ্কতা বজ্ৰ বিজুলীৰে, শিল-ধুমুহাৰে ব্যৰ্থ কৰি কোনেও নজনাকৈ

কৃষ্ণৰ জনম। প্ৰসূতিৰ শেতেলিত অকলে দৈৱকী দেৱীক এৰি থৈ দুৰ্লঙ্ঘ্য প্ৰাচীৰৰ আপুনি মুকলি হৈ থকা লোহাৰ কবাটৰ দুৰ্ভেদ্য দুৱাৰেদি ওলাই ভাদমহীয়া ভৰা যমুনা পাৰ হৈ নন্দৰ মন্দিৰৰ পৰা সদ্য প্ৰসূতা যোগমায়াক লৈ দোৱাবাৰ একে দুৰ্য্যোগৰ মাজে ঘূৰি আহি পুনৰ বসুদেৱ কংসৰ কাৰাগাৰ পোৱাৰ পাচত কেচুৱাৰ কান্দোনত প্ৰহৰীবিলাকে চক্ খাই চকু মোহাৰি নুঠালেকে কি সেই নিসাৰ নিস্তব্ধতা!— কি মোহাচ্ছান্ন মায়াৰ কুহেলিকা! — এই বিলাক ঘটনাত সৰ্ব্বসাধাৰণ চলি থকা ৰীতিৰ ব্যতিক্ৰম ঘটিলেও, সেই ৰাতিয়েই যে ইমান সতৰ্কতা নিস্ফল কৰি কৃষ্ণৰ জনম, আৰু সশস্ত্ৰ অনুচৰবৰ্গ জাগি উঠাৰ আগতে যে কৃষ্ণ আৰু যোগমায়াৰ সালসলনি এই আচল কথাটি নেমানি নোৱাৰি।

নিচেই কেচুৱাৰ পৰা এঘাৰ বাৰ বছৰৰ চেমনীয়া কাললৈকে ভালেখিনি আচৰিত কাম কৰি ব্ৰজবাসীক বিস্ময় মনোৱাই আপোনৰো আপোনটি হৈ সিবিলাকৰ বুকু জুৰি কানাই জিলিকি আছিল। পূতনা, তৃণাবৰ্ত্ত, শকটাসুৰ, ধেনুকাসুৰ, অঘাসুৰ, বকাসুৰ, বৃষাসুৰ, কেশী, ব্যোমাসুৰ প্ৰমুখ্যে অসুৰৰ প্ৰাণ অবলীলাক্ৰমে সংহাৰ কৰি, কালী নাগক দমাই, ইন্দ্ৰ আৰু ব্ৰহ্মাৰ দৰ্পচূৰ্ণ কৰি বৃন্দাবনৰ ৰাসমণ্ডলত ৰাসবিহাৰীৰ মোহন মুৰুলীৰে মদনক মুহি গকুলৰ গোপ-গোপিনীক বুকুলৈ লৈ মনুষ্য লীলা আৰু ভগবদ্ লীলা দোলনেৰে দোলাই ব্ৰজধাম প্ৰেমত মতলীয়া কৰি তুলিছিল। তোলনীয়া পুতেক স্বৰূপে, বাল্যসখা স্বৰূপে, জীৱনৰ লগৰী স্বৰূপে, অন্য কি গৰখীয়া স্বৰূপে গোপবালক কৃষ্ণই এনে উজ্জ্বল চানেকি দি থৈ গল, যাতকৈ জলা আৰু মন টানি নিব পৰা আদৰ্শ প্ৰগতিৰ জগতে আজিও হেজাৰ বিজাৰ বছৰৰ পাচতো কেনিও ক'তো তুলি ধৰিব পৰা নাই। কৃষ্ণৰ বাঁহী প্ৰকৃতিয়ে বৈ বৈ শুনিছিল! সুৰৰ লালিত্যত কেনি বোৱা যমুনা কেনি যেন বৈ গৈছিল! — "সচেতন সব থিক অচেতন হোই! তৰঙ্গিনী সব বহ অচলিত তোই॥" — সকলো সৌন্দৰ্য্য সকলো মাধুৰ্য্য লৈ ব্ৰজ-ৰমন কৃষ্ণই ব্ৰজপুৰত নিৰ্ভাজ আনন্দৰ ধাৰা বোৱাই অক্ৰুৰৰ লগত কংসৰ ধনুযজ্ঞ চাবলৈ মথুৰালৈ আহিল। ইমানতে ব্ৰজলীলাৰ প্ৰথম অঙ্কৰ আঁৰ কাপোৰ পৰে।

মথুৰালৈ আহি শ্ৰীকৃষ্ণই কুবলয়, চানুৰ মুষ্টিক আদিক হত্যা কৰি ঠাল ঠেঙুলি ভাঙি লৈ গা-গছ কংসক উভালি মথুৰাক শত অত্যাচাৰৰ পৰা মুক্ত কৰি দিলে ; আৰু অনতি পলমে পিতৃ-মাতৃৰ কাৰা-বন্ধন মোচন কৰি উগ্ৰসেনক বন্দীশালৰ পৰা উলিয়াই আনি ৰজা পাতিলে; তাৰ পাচত গুৰুগৃহত পঢ়ি শুনি নিচেই কম সময়ৰ ভিতৰতে সকলো শিক্ষাত পাৰ্গত হৈ সেই শিক্ষাৰে মনন আৰু অনুশীলন কৰিবৰ অভিপ্ৰায়ে হিমালয়ৰ মুখে গুচি গল। কিছুকালৰ পাচত উভতি আহি দেখিলে — কংসৰ অত্যাচাৰৰ ঠাইত আৰু এক অত্যাচাৰে মূৰ তুলি উঠি মথুৰাক হাৰাশাস্তি কৰিছে। জৰাসন্ধ আৰু কালযৱনৰ ঘন ঘন আক্ৰমণত যাদৱবীৰ সকলৰ মাজৰ মাৰ ভগাত সিবিলাকে প্ৰাণ লৈ পৰ্ব্বত অৰণ্যে পলাবলৈ ধৰিছে। অতি আচৰিত কৌশলেৰে এটুপিও যাদৱ ৰক্তপাত নকৰাকৈ কালযৱনক হত্যা কৰি সিঁচৰিত হৈ থকা যদুবীৰ সকলক একে মুঠিতে লৈ এক বিজয়ী যদুকুল গঢ়িবৰ মনেৰে বৃদ্ধিৰ সকলো সম্ভাৰ চপাই বুটলি দূৰ দূৰণিৰ দ্বাৰকালৈ আঁতৰি গল। এয়ে শ্ৰীকৃষ্ণৰ মথুৰালীলাৰ দ্বিতীয় অঙ্ক।

দ্বাৰকাত শ্ৰীকৃষ্ণই বিবাহাদি পাতি এখনি সোণৰ সংসাৰ ৰচনা কৰিলে। যদুবীৰ এজনৰো গাত আঁচোৰ এটি নলগাকৈ যদুবংশৰ চিৰবৈৰী দুৰ্জ্জয় জৰাসন্ধক লীলাৰ ছলেৰে হত্যা কৰি শ্ৰীকৃষ্ণই পৃথিবীৰ পৰা এটা ভয়ঙ্কৰ অত্যাচাৰীক আঁতৰাই পেলালে। চতুৰ ৰণ-নীতিৰে যাদৱ বাহিনী চালনা কৰি গোটেই ভাৰত দিগ্বিজয় কৰিলে, আৰু লগে লগে লব্ধ ৰাজ্যত সুশাসন প্ৰণালীৰে ধনে ধান্যই, বিদ্যাই গৌৰৱে, জ্ঞানে গৰিমাই, প্ৰেমে প্ৰীতিয়ে বিজিতক চিৰ কৃতাৰ্থ কৰিলে। তাৰ পাচত পাণ্ডৱসকলৰ সাৰথি হৈ কুৰুক্ষেত্ৰৰ মহাযুদ্ধৰ মাজেদি ভাৰতত ধৰ্মৰাজ্য সংস্থাপন কৰি দি গ'ল। এই মহাৰণত ভাৰতৰ অনীতি, অধৰ্ম, ব্যভিচাৰ আৰু আভিজাত্য অভিমানৰ বহুদিনীয়া প্ৰতিপত্তিৰ ইমান সাংঘাতিক পতনে এনে চমক্ লগালে, আৰু তাৰ কেন্দ্ৰত সাৰথিৰূপে ভগবান কৃষ্ণৰ জ্যোতি ইমান জক্মকৈকে জলিবলৈ ধৰিলে যে দেশে দেশে সেই স্মৃতি সেই দৃশ্য জীৱন্ত হৈ এতিয়াও পথভ্ৰষ্ট ভাৰত সন্তানক দিনে দিনে

সোঁৱাৰাব লাগিছে— "অৰ্জ্জুনৰ ৰথৰ সাৰথি নাৰায়ণ, হে' — অ' দুৰ্য্যোধন !" এই মহাযুদ্ধৰ লগে লগে ভাৰতৰ সেইকালৰ সকলো হাঁহাকাৰ, সকলো অভিমান, সকলো সমস্যাৰ শেষ হৈ গ'ল। অকল সেয়ে নহয়, ধৰ্মক্ষেত্ৰ কুৰুক্ষেত্ৰৰ সমৰাঙ্গনত ভাৰতৰ সঞ্চিত জ্ঞানৰ যি এটি উজ্জ্বল অখণ্ড প্ৰদীপ শ্ৰীগীতাৰ তৈলাধাৰত জ্বলাই দিলে, তাৰ সুচিকোণ আলোক তেতিয়াই নহয়, — এতিয়ালৈ নহয়, অনন্ত কাললৈ অন্ধকাৰ ভৱসমুদ্ৰৰ মাজত অকূল নাবিকক কূল দিয়ে থকিব ! যশোদাৰ কোলাৰ মনোময় হাঁহিটি বৃন্দাবনৰ বাঁহীৰ সুৰত ভাহি ফুৰিছিল। তাত আছিল কেৱল সুৰ ! সেই সুৰেই পাঞ্চজন্যৰ অভয় নিৰ্ঘোষৰ গভীৰ শব্দৰ আৱৰণ লৈ শ্ৰীগীতাৰ গীতৰ আকাৰে মানৱ সমাজত দেৱৰ ভাষাৰে এক অভিনৱ ভাৱৰ বিকীৰণ কৰিলে, —প্ৰতিটি ঝঙ্কাৰত যেন বিশ্বশক্তি নাচি উঠিল। প্ৰাণীৰ মোহ অন্ধকাৰৰ প্ৰভেদৰ মাজত এক সেই মিলন ক্ষেত্ৰ — আত্মাৰ যি আত্মবিদ্যা, তাৰে আত্ম গান বাজি উঠিল শ্ৰীকৃষ্ণৰ মুখকমলত। ই অকল ভাৰতৰে নহয়, — আত্মা মাত্ৰৰেই আত্মগান, — নিখিল বিশ্বৰ জীৱন সঙ্গীত, — বিশ্বব্ৰহ্মাণ্ডত ৰাতি দিন বাজিবই লাগিছে ! তাৰ পাচত নিজে সাক্ষীস্বৰূপে থাকি জগতৰ সকলো দুষ্কৃতিৰ নিৰ্য্যান কৰাৰ অন্তত বিজয় মদত মত্তলীয়া হোৱা নিজৰ উদ্ধত যদুকুলকো প্ৰভাসৰ তীৰত সমূলে বিনাশ কৰোৱাই অশেষ কীৰ্ত্তিপূৰ্ণ অনুপম জীৱন নাটকৰ যৱনিকা পেলালে।

নিচেই চমুকৈ এয়ে শ্ৰীকৃষ্ণৰ জীৱন কাহিনী। ভাৰতৰ বিশ্বাস কৃষ্ণৰ জন্ম হৈছিল দ্বাপৰ আৰু কলিৰ সন্ধিত। এই বিশ্বাস বাঁতে বলা বা গাপতে উখুমা ধৰণৰ নহয়। ভাৰতৰ কেবা গৰাকী পণ্ডিতেও পাঁজি পুথি চাই আমালৈ জাপি থৈ গৈছে। সেই হিচাপেৰে চালে শ্ৰীকৃষ্ণৰ জন্ম হোৱা আজি প্ৰায় পাঁচ হেজাৰ বছৰতকৈ কেইবছৰমান বেছি হ'ল। পচিমীয়া বিদ্বানসকলে কৃষ্ণৰ জন্মকাল সম্বন্ধে খৃষ্টপূৰ্ব্ব চতুৰ্দ্দশ শতাব্দীৰ পৰা খৃষ্টপূৰ্ব্ব ষষ্ঠ শতাব্দীৰ ভিতৰৰ কেবাটা কাললৈকো আঙুলিয়ায় ;— কৃষ্ণক বান্ধিব খোজা যশোদাৰ জৰীৰ দৰে ই তেও দু-আঙুল নাটে ! জনদিয়েকে আকৌ আৰু তললৈ নামি কৃষ্ণক যীশুখৃষ্টৰ হিন্দু সংস্কৰণ বুলি খৃষ্টাব্দৰ আদি ছোৱালৈকো আনিব খোজে। সিবিলাকৰে দেখোন বিচাৰৰ শেষ হোৱা নাই। বিচাৰৰ শেষ সিদ্ধান্ত সত্য বুলি সকলো প্ৰকাৰে প্ৰতিপন্ন নোহোৱালৈকে ভাৰতৰ বিশ্বাস সত্য নহয় বুলি কোৱা বিশেষ একো যুক্তি যি নাইয়েই নে প্ৰয়োজনো নাই।

ব্ৰজলীলা, মথুৰালীলা, আৰু দ্বাৰকালীলা লৈয়েই কৃষ্ণৰ জীৱনী। ইয়াৰ ভিতৰত মথুৰালীলাৰ যিটি মহান আদৰ্শ সেয়ে দ্বাৰকালীলাত বিৰাট ভাৱে প্ৰকটিত হৈছে। মথুৰালীলাৰ দুৱাৰদলিতে চকুত পৰে — কৰ্ত্তব্যৰ নামত হৃদয়ৰ দৌৰ্ব্বল্য শাসন, — নন্দ-বিদায়ৰ আৰু উদ্ধৱ সংবাদৰ করুণ কাহিনী আজিও ভাৰতৰ প্ৰাণে বিনাব লাগিছে। — সি যে বিৰহত ভাগি ছিঁগি জোল বৈ যোৱা বৈদেহী-বিৰহী ৰামভদ্ৰৰ হৃদয়, অথচ কৰ্ত্তব্য পালনত কেনে দৃঢ়, কেনে অচল অটল ! — তাৰ পাচত চকুত পৰে আচৰিত ত্যাগ আৰু কৰ্ম্মত নিৰ্লিপ্ততা !—উগ্ৰসেনৰ ঠাইত ৰজা হবলৈ স্বয়ং উগ্ৰসেনৰ, অইন কি বহুদিনৰ মুৰত মুখ দেখা পিতৃ মাতৃৰ, আৰু মথুৰাৰ গুণমুগ্ধ প্ৰজা-বৃন্দৰ কত কাকূতি, কত মিনতি, কত অকপটীয়া অনুৰোধ ; — তেও ৰজা যি নহলেই নে যুৱৰাজ হবলৈকো অস্বীকাৰ কৰি কৰ্ত্তব্যৰ আহ্বানত লৰি গ'ল। নিজে নিৰ্লিপ্ত থাকি নিজৰ জন লৈ তাৰ পাচত সংগঠন, পালন আৰু বৃদ্ধি ব্যাপাৰত এনে বিভূতি দেখুৱাবলৈ ললে সেইবিলাকলৈ চকু দিলে শ্ৰীকৃষ্ণৰ এই ছোৱা জীৱন অলৌকিকতাৰ মাত্ৰা কম থকাত — সি যে অতি শ্ৰেষ্ঠ মানৱৰ আদৰ্শ হৈ পৰিল তাত শত মুখে স্বীকাৰ কৰিব লাগিব। বৃহৎ মথুৰালীলা দ্বাৰকালীলাত বৃহত্তৰ হল। দ্বাৰকালীলা শ্ৰীকৃষ্ণৰ পৰিণত বয়সৰ লীলা, — ধীৰ, গম্ভীৰ, উদাৰ, — মানৱৰ আত্মা আৰু আত্মাতত্ত্বৰ মীমাংসা, — জ্ঞান কৰ্ম্ম আৰু ভক্তিৰ অভাৱনীয় সমন্বয়েৰে অতি মহান ! — সি যেন মহামানৱৰ অতি মহৎ আদৰ্শ। মথুৰালীলাৰ ক্ৰিয়াত শ্ৰীকৃষ্ণক এই জগতৰ ভাৰ হৰণ কৰি অসীম প্ৰতিভাৰে পালন কৰা জগদাত্মাৰ এক উজ্জ্বল আদৰ্শৰ অৱতাৰ যেন দেখি। এই ক্ৰিয়াই বিয়পি অতি বৃহত্তৰ জগৎ জুৰি অপৰিসীম ক্ৰিয়া শ্ৰীকৃষ্ণৰ দ্বাৰকালীলাত ফুটি পৰিল। বিভিন্ন মতৰ, বিভিন্ন দেহাৰ, বিভিন্ন ধৰ্ম্মৰ সমন্বয়েৰে

বিশ্বব্রহ্মাণ্ড জিনি আত্মবিদ্যাৰ জ্যোতিৰে জ্বলি উঠা বিশ্বাত্মা মহাবিষ্ণুৰ যি সৌম্য সুচিকোণ অমূৰ্ত্ত মূৰতি সেয়ে দ্বাৰকাৰ শ্যাম-সুন্দৰত সুন্দৰকৈ জিলিকি পৰিল।

ল'ৰাৰ গাত দেৱতাৰ ভাব দেখিয়েই আমি সৰু ল'ৰাক দেও ল'ৰা বোলোঁ। মানুহৰ জীৱনৰ শৈশৱ কালত স্বভাৱতে স্বৰ্গৰ স্মৃতিৰে এক সুন্দৰ ছবি ফুটি পৰে। শিশুৰ যি সৰলতা, যি উপযোগিতা, যি চিৰপ্ৰফুল্লতা, সেই ভাবেই যে স্বৰ্গৰ ভাব, সেইহে মহাপুৰুষ যীশুৱে কৈ গৈছে — "স্বৰ্গৰাজ্যখনি শিশুৰেই গঢ়া।" স্বৰ্গৰাজ্যৰ শিশুৰ হিয়াৰ দৰে সৰল গোপ-সমাজলৈ স্বৰ্গৰাজ্যৰ শিশু কৃষ্ণ কেনে যে দীন হীন বেশে আহিছিল! বন্দীশালৰ অন্ধকাৰত জনম, — পিতৃ-মাতৃ পৰিত্যক্ত সন্তান, — ৰাতি দিন কংসৰ ভয়, — আপোন বুলিবলৈ কোনো নাই, — অথচ সেই সুন্দৰ মুখ খনিৰ কি মায়া, কি শকতি!—গোটেই ব্ৰজপুৰ আনন্দত উদ্বাউল কৰি তুলিলে! পৰ আপোন হৈ যোৱা এই আনন্দ, — তাৰ যে তুলনা নাই! কৃষ্ণৰ জন্ম প্ৰসঙ্গৰ যি নন্দোৎসৱ, — সি অকল নন্দ যশোদাৰে উৎসৱ নহয়, — সমগ্ৰ ব্ৰজপুৰ, সমগ্ৰ ভাৰতৰ প্ৰাণৰ উৎসৱ! গকুলৰ গেপিনীৰ প্ৰতি ঘৰলৈ যেন আপোনাৰো আপোন এটি আহি জনম ললেহি। দিনটিত এবাৰ নহয় এবাৰ সেই খনি মুখ নেদেখিলে প্ৰাণত কাৰো শান্তি নাই। কেচুৱা কৃষ্ণই নেহাঁহিলে জগত গোটেই খনিয়ে যেন নেহাঁহে! কি প্ৰাণ সঞ্জীৱনী সেই হাঁহি! ল'ৰি ফুৰা কৃষ্ণই গোপিনীৰ ঘৰে ঘৰে লৰালিৰ আনন্দ আঁজলি ভৰাই বিলাই ফুৰিছিল। বনৰ বান্দৰেও বান্দৰালি এৰি সেই লৰালিৰ পাচে পাচে ঢাপলি ধৰিছিল। গোপিনীয়ে নিজৰ আমনি নিজৰ হানি-বিঘিনিলৈ মন নিদি কানাইৰ মুখৰ হাঁহি এটি চাই নিজে হাঁহি মাটি আনন্দ পাইছিল। যেতিয়া ননীচোৰ কানাইক বান্ধিবলৈ বুলি যশোদাই খেদি ফুৰে, এনে এজনা গোপিনী নাই যি সৰল প্ৰাণে কান্দি উঠা নাছিল, — "নিলে যদি নিলে, দধি লৱনী হে নিলে, সেই বুলি নো সেই হেন সুকোমল চৰণ দুখনিৰে আমাৰ প্ৰাণ কানাইক এই ৰ'দত জুই যেন তপত মাটিৰ ওপৰে খেদি খেদি লকৰাই ফুৰাব পায় নে?" — কি এই ভাব!—ভাবিলে প্ৰাণ গলি যায়! — লাহে লাহে যেতিয়াই গৰু গাই চলাব পৰা হ'ল — মুখত বাঁহীটি লৈ কৃষ্ণ গৰু চৰাবলৈ যায়। কানুৰ বেনু ধ্বনিত তন্ময় হোৱা গোপিনীৰ প্ৰাণৰ তানে বিশ্বপ্ৰকৃতিৰ উদাৰ হৃদয়ত প্ৰতিধ্বনি তুলি আপুনি যেন বাজি বজি যায়, — "শ্যাম কানু, চাৰে বৃন্দাবনে ধেনু, কানু হাততে মোহন বেনু!" কানাইৰ হাতৰ মোহন বেনু, — সি হাতী দাঁতৰ সোণ ৰূপ খটোৱা বহুমূলীয়া সুৰৰ যন্ত্ৰ নহয়, — অতি সাধৰণ বাঁহৰ এটি সৰল বাঁহী, — তাৰ ছিদ্ৰই দি কানাইৰ বিশ্বজিনা হাঁহি ফুটি পৰিছিল। তাৰ এনে প্ৰাণ ফুলোৱা সুললিত সুৰ, — হাঁহিত বাউল হোৱা গকুল বাঁহীৰ সুৰত বলিয়া হ'ল। ব্ৰজ ৰমনীৰ হিয়া নুবুলি যদি ৰাধা বুলি ধৰা যায়, তেনে বাঁহীক সুৰত বাজি বাজি উঠিছিল বিশ্বৰ হ্লাদিনী জগোৱা সেই সুৰ, — ৰা ধা — ৰা ধা — ৰা ধা —! — তাত কথা নাই অৰ নাই কেৱলে সুৰ! সুৰ যে বিশ্ব ব্ৰহ্মাণ্ডৰ প্ৰাণৰ স্পন্দন! শিশুক সৰল হিয়ালৈ লাগে সুৰ, বিশ্ব প্ৰকৃতিৰ প্ৰাণলৈ লাগে সুৰ! সেই অনাদি সুৰত সৰল প্ৰাণৰ গোপিনীয়ে নিজ নিজ নামৰ আহ্বান প্ৰাণ ভৰি শুনিছিল। বাঁহীৰ সুৰে সুৰে গৰু গাই দামুৰি-পোৱালিৰে লৰি আহিছিল, গছৰ ডালে ডালে ম'ৰাচৰায়ে চালি ধৰি নাচি নাচি নিজৰ ষড়জ কণ্ঠ বাঁহীৰ সুৰে সুৰে মিলাই লৈছিল। শ্ৰান্ত ক্লান্ত গোপবালকে হিয়া ভৰি ভৰি সেই সুৰ শুনি কৃষ্ণৰ মুখলৈ চাই তন্ময় হৈছিল। ব্ৰজধামৰ আলিয়ে পদূলিয়ে সেই সুৰ, বনে বনে, কদম্বৰ তলে তলে সেই সুৰ, — গোচাৰৰ জুৰে জুৰে, যমুনাৰ তীৰে তীৰে সেই সুৰ, ঘৰে বাহিৰে, পথাৰে সমাৰে সুললিত বাঁহীৰ সেই সুৰ, সেই প্ৰাণ ভৰি উপচি যোৱা আনন্দৰ ধ্বনি। বাঁহীৰ সুৰত ব্ৰজধাম বিভোল! এই হেন আনন্দৰ ব্ৰজধামত ভয় জাগিয়েই বিশ্বাসৰ আশ্বাসত নিৰ্ভয় হয়, লাজে সঙ্কোচৰ ওৱণি থৈ মুকলি মুৰেৰে উৰি ফুৰে, ক্ৰোধ জাগি, হিংসা জ্বলি পৰমা শান্তিৰ শীতল পৰশত নুমাই যায়। এটি আপোনেই সকলো পৰ মিলাই লৈ ব্ৰজপুৰ কেনে মনোময় কৰি কিমান ওপৰলৈ তুলিলে! স্বৰ্গত হিংসা জাগি প্ৰেম নেপায়, ক্ৰোধ জাগি শান্তি নেপায়, দৰ্প জাগিলে অনুকম্পা নাই; তাতোকৈ উচ্চ তাতোকৈ মহৎ শ্ৰীকৃষ্ণৰ এই ব্ৰজধাম! ই যে ধৰাৰ বুকুত এক — অতি সৃষ্টি! এই

সৃষ্টি দেখি সৃষ্টি কৰ্ত্তা ব্ৰহ্মাও যে মোহ হব, স্বৰ্গৰাজ ইন্দ্ৰও যে দৰ্পচূৰ্ণ হব, তাত আচৰিত হব লগীয়া আছে কি ? বাল্যলীলাৰ এই ব্ৰজপুৰত মনৰ বিকাৰে হিয়াৰ আবেগে পশুপক্ষী হৈ কথা কৈছিল। শিশু হিয়াৰ আবেগে পশুপক্ষী হৈ কথা কৈছিল। শিশু হিয়াৰ সৰল বিশ্বাস নহলে এই কথা বুজোঁতা নাই। সেইহে শ্ৰীকৃষ্ণৰ আদি জীৱনৰ এই ব্ৰজলীলাত শিশুৰ দৰে সৰল ভক্তসকলে গোলোকৰ লীলা দেখি প্ৰমত তন্ময় হৈ নাচি উঠে। ভক্তিৰ প্ৰাবল্যত কোনো কোনো ভক্তই মুক্তকণ্ঠে প্ৰকাশো কৰে, — ব্ৰজলীলাই ভগবানৰ নিত্যলীলা, ব্ৰজধামেই নিত্যধাম ! নিজৰ দলবল লৈ বাল্য লীলাৰে সেই নিত্যলীলাৰ অভিনয় কানাইয়ে কৰি গল এই ব্ৰজধামৰ ব্ৰজলীলাত। ব্ৰজলীলা নিচেই সৰু কালৰ লীলা, তাৰ অলৌকিকতাৰে ঈশ্বৰত্ব প্ৰতিপন্ন কৰাৰ কোনো গোপন অভিসন্ধি নাই। সি অতি সহজ, অতি সৰল, — দেখি কি বিশ্বাস ওপজা শিশুসুলভ বাল্যলীলা — মধুৰো মধুৰ — চিৰ মধুৰ !

সকলো অলৌকিকতাৰ মাজৰ এই মধুৰ ব্ৰজলীলা বুজিবলৈ হলে হিয়াখনি শিশুৰ সৰল হিয়াৰ দৰে কৰি লোৱাৰ আৱশ্যক। ডাঙৰ হৈ সৰু লৰাটিৰ দৰে হোৱাটো বৰ টান। বাঁহীটিৰ দৰে অন্তৰখনি ৰিক্ত কৰি দিব নোৱাৰিলে তাত বাল্যলীলাৰ মধুৰ সুৰ বাজি নুঠে। এই কাৰণেই লীলাৰ লেখেৰে ব্ৰজলীলা যেন বহু ওপৰৰ। সাধাৰণ বিদ্যাৰ অভিমানে তাক যেন ধৰিব নোৱাৰে। কম কথাত বিশ্বকবি ৰবীন্দ্ৰনাথে কোৱা নাছিল, — " যদি পরজন্মে পাইরে হতে ব্রজের রাখাল বালক। তবে নিবিয়ে দেব নিজের ঘরে সুসভ্যতার আলোক ।।" — ব্ৰজলীলাত লম্পটে দেখে লাম্পট্য, বিদ্যাভিমানীয়ে দেখে অলৌকিকতা, আৰু ভেদাভেদহীন আবাল ব্ৰহ্মচাৰী শুকদেৱে দেখে মহেশ্বৰ বিষ্ণুৰ মধুৰ লীলা। শ্ৰীকৃষ্ণৰ জীৱনৰ এই তিনি লীলাই ত্ৰিবিক্ৰম বিষ্ণুৰ তিনি পাদলৈ মনত পেলায়। মথুৰা আৰু দ্বাৰকাৰ লীলাই জগতৰ কৰ্ম্ম আৰু জ্ঞানৰ শিৰত শিৰস্ত্ৰাণ স্বৰূপে দুই পাদ দি চিৰদিনলৈ ধন্য কৰি থলে। বাকী থাকিল ব্ৰজলীলাৰ পাদ। ভাৰতৰ ভক্তি ব্যভিচাৰী হৈ মুৰ তুলি উঠাত শিৰত ইটি পাদ দি তাক চিৰকৃতাৰ্থ কৰিলে।

আজি কিছুকালৰ পৰা ভাৰতৰ উন্নত প্ৰদেশ এখনিত শ্ৰীকৃষ্ণক পূৰ্ণ মানৱ বা আদৰ্শ মানৱ পাতি ইতিহাসৰ চকুৰে চাবলৈ প্ৰকাশ্যে কেবা গৰাকীও চেষ্টা চলিছে। তাৰে টো আহি অসমো পাইছেহি। কৃষ্ণৰ পূজা কৰিবলৈকে যদি সিবিলাকে ইতিহাসৰ ভেটিত থাপনা পাতিছে, — বৰ সুন্দৰ কথা ! গীতাত শ্ৰীকৃষ্ণই কবই লাগিছে, — "মোক যি যেনেদৰে উপাসনা কৰে, ময়ো সেইদৰেই সিজনক অনুগ্ৰহ কৰোঁ।" — তাকে নকৰি যদি সিবিলাকে সকলো কাল সকলো স্থান বিয়পি থকা কৃষ্ণক কেৱলে ইতিহাসৰ সীমাৰ মাজত সুমাই লৈয়েই ইতি বুলিব খোজে, আৰু সেই উদ্দেশ্যেৰে সিবিলাকৰ ৰুচিৰে যুক্তিৰ ধাৰাত নপৰা শ্লোক বিলাক প্ৰক্ষিপ্ত বুলি উৰুৱাই দিয়ে, অথবা ৰাসলীলাৰ দৰে অতি পবিত্ৰ গভীৰ ৰহস্যৰ লীলা একোটিকো "বলডান্সৰ" শ্ৰেণীলৈ টানি আনি ইতিহাসৰ বৰাই কৰে, তেতিয়া সিবিলাকৰ কথাত হয় দিবলৈ কেনিও উপায় বিচাৰি নেপাই সঁচাসঁচিকৈ দুখ লাগে। মনে মনে আশঙ্কাও জাগে, — সিবিলাকৰ দৰে বিজ্ঞ বিচক্ষণ লোকৰ চেষ্টাই জানোচা আমাৰ মাজৰ কথা গৰকি নোচোৱা লোকসকলৰ সৰল বিশ্বাস শিথিল কৰি দিয়ে।

তেহেলৈ যেয়ে হওক, সিবিলাকে পূৰ্ণ বা আদৰ্শ মানৱ কাক বুলিছে সেইটো দেখোন সহজে বুজিবলৈ টান লাগে। পূৰ্ণ মানৱ মানে এক হব পাৰে—যি মানৱ সকলো বিষয়ে পূৰ্ণ। সকলো বিষয়ে সম্পূৰ্ণ কোন ? মানৱ নে দেৱতা ? দেৱতা মহৎ, সম্পূৰ্ণ নহয়। সম্পূৰ্ণতাৰ সুপ্ৰকাশ এক ভগৱান। মানৱক পূৰ্ণতাৰে পৰিপূৰ্ণ বুলি ধৰি ললে আৰু মানৱ হৈ নাথাকে, তত্ত্বমসি "ভক্তৰ ভগৱান" হৈ পৰে। আদৰ্শৰ পূৰ্ণতা মানুহতে শেষ হৈ গলে লক্ষ্যটি যে অতি সংকীৰ্ণ হৈয়েই নে, মানেটিও হেৰাই যায়। মানুহৰ হোৱাৰ শেষ নাই, দিন ৰাতি সি হৈ যাবই লাগিছে। তাৰ প্ৰগতিৰ শেষ—সম্পূৰ্ণতা। এই সম্পূৰ্ণতা এক ভগৱানতেই সম্ভৱ। অনন্ত পথত মানৱৰ আদৰ্শ লাভ কৰোঁতাই দেখে — আৰু থাকিল, আৰু আছে ! আদৰ্শৰ শেষো সেই অনন্ত— ভাৰতৰ শেষ আদৰ্শও যে ভগৱান।

পূৰ্ণ মানৱ মানে আৰু এক হব পাৰে—যিজন মানুহ

মানুহে হৰ পৰাখিনিৰে পৰিপূৰ্ণ। সেয়ে হলেও অৰ্থটি ভালকৈ ওলাই নপৰে যেন লাগে। প্ৰত্যেক মানুহেই নিজ সামৰ্থ্য, নিজ নিজ জ্ঞানৰ জোখেৰে নিজে পূৰ্ণ হৈয়ে আছে। ল'ৰা এটিৰ সংসাৰৰ জ্ঞানলৈ চাই ডেকাই ভবিব পাৰে সি অসম্পূৰ্ণ। ডেকাৰ সংসাৰ জ্ঞানলৈ চাই বুঢ়াই ভাবিব পাৰে সি অসম্পূৰ্ণ। আচলতে ল'ৰাৰ সংসাৰ জ্ঞান ইতৰৰ মানত অসম্পূৰ্ণ হলেও যে ল'ৰাটিলৈ সেয়ে সম্পূৰ্ণ। "পূৰ্ণৰ পৰা পূৰ্ণ ললে পূৰ্ণই বাকী থাকে।" অনন্ত পূৰ্ণতাৰ জীৱন আমাৰ, — তাৰ যি যায় সিও পূৰ্ণ, যি থাকে সিও পূৰ্ণ ! ল'ৰাটি ল'ৰালিৰে পৰিপূৰ্ণ, ডেকা যৌৱনেৰে পৰিপূৰ্ণ, বুৰা বুৰালিৰে পৰিপূৰ্ণ ! মানৱ এনেদৰে নিজ নিজ অৱস্থাৰে যদি পূৰ্ণ হৈয়ে আছে, তেনে পূৰ্ণ মানৱৰ অৰ্থ হয় কি ?

পূৰ্ণ মানৱ মানে সিবিলাকে সম্ভৱতঃ বুজাব খোজে— বহুমুখী প্ৰতিভাৰে আৰু অসাধাৰণ শক্তি সামৰ্থ্যৰে জগতৰ মাজত শ্ৰেষ্ঠ মানৱ, যাতকৈ আৰু শ্ৰেষ্ঠ আছে বুলি এতিয়ালৈকে কোনেও ক'তো সন্ধান পোৱা নাই। এনে ধৰনৰ অতি অসাধাৰণ শ্ৰেষ্ঠত্বলৈ চাইয়েই কৃষ্ণক আদৰ্শ মানৱ পাতিব পাৰি। তেতিয়াও কৰলৈ থাকে, — এই পূৰ্ণ আদৰ্শ পূৰ্ণ আদৰ্শ বুলিয়েই পূজাৰ পাত্ৰ নহয়, তাত পূৰ্ণতাৰ প্ৰকাশ গুণেহে পূজাৰ্হ। শ্ৰীমান, প্ৰভাৱান, বিভূতিমান যি কোনো আদৰ্শই হওক সকলো বিভূতিতেই ভগৱদ্বিভূতিৰ বিকাশ। এনেস্থলত ভগৱদ্বিভূতিৰ নাম নলৈ পাৰ্থিব বিভূতিৰ প্ৰশংসা কৰি ঈশ্বৰৰ প্ৰাপ্য ঈশ্বৰৰ পুত্তলিকাৰ জৰিয়তে ঈশ্বৰক নিদি পুত্তলাক দিয়াই হে আচল পৌত্তলিকতা। ভাৰতে পুত্তলিকাৰ পূজা নকৰে, পূজা কৰে পুত্তলিকাত প্ৰকটিত হোৱা অসীম ঐশ্বৰ্যশালী ঈশ্বৰৰ। শ্ৰীকৃষ্ণক 'পূৰ্ণ মানৱ' বুলি পূজা নকৰে, কৰে "স্বয়ং ভগবান" বুলি। আজি চাৰি পাঁচ হেজাৰ বছৰ ভাৰতে কৃষ্ণক ইতিহাসৰো অতীত পাতি পূজা কৰি আহিছে, দুনাই সেই কৃষ্ণক আজি ইতিহাসৰ মানৱলৈ টানি অনাৰ এনে কি নহলে নোহোৱা প্ৰয়োজন হৈ পৰিল বুজিব নোৱাৰি। ইয়াৰ প্ৰয়োজনীয়তাৰ প্ৰসঙ্গত সিবিলাকে কয়, এই চেষ্টাৰ আচল উদ্দেশ্য বোলে কৃষ্ণ চৰিত্ৰৰ যিখিনি বিশেষ প্ৰমাণ নথকা কাল্পনিক কথাৰ অত্যুক্তি আৰু অলৌকিকতা আছে, যিখিনি অতি ভক্তিয়ে বা ভো-ভকতৰ ভণ্ডালিয়ে দিয়া কলঙ্ক আছে, সেই সকলো বিলাক চাটি চুকৰি চিকোণাই সহজে সকলোৱে বিশ্বাস হোৱাকৈ কৃষ্ণক ইতিহাসৰ ভেটিলৈ আনি ঐতিহাসিক চৰিত্ৰ উদ্ধাৰ কৰি জগতৰ আগত তুলি ধৰা। তাঁলৈকে হেনো সবিশেষ প্ৰমাণ নেপাই বা সম্ভাৱনা নেদেখি কৃষ্ণৰ সম্বন্ধে চলি থকা কোনো কোনো কথা কাল্পনিক বুলি একতীয়াকৈ থৈ কৃষ্ণৰ ইতিহাস কল্পনা কৰা হৈছে। গৈ থৈ সিবিলাকৰ হাতত যি ৰ'লগৈ — সিও হ'ল ঐতিহাসিকৰ কাল্পনিক কৃষ্ণ। এই কাল্পনিক কৃষ্ণক ইতিহাসৰ যুক্তি লৈ মনেৰে গঢ়ি লোৱাত বহুতো যুক্তি থাকিব পাৰে ; কিন্তু এনেদৰে মন আৰু বুদ্ধিৰে গঢ়া কৃষ্ণ ইতিহাসে হাতেৰে চুকি নোপোৱা যুগৰ আচল কৃষ্ণ নহয় বুলি কোনোবাই যদি কয়, তেনে অতে যে কম যুক্তি থাকে অকো কব নোৱাৰি। — হব পাৰে, স্বাতন্ত্ৰ্যবাদৰ আলোকত কোনো কোনো আলোচকে শাস্ত্ৰ আৰু সম্প্ৰদায়ৰ মত বা বিবৃতি বুলিয়েই যেই সেই কথাকে বিনা বিচাৰ বুদ্ধিৰে গ্ৰহণ কৰিব নোখোজে। যি যি কথা সিবিলাকৰ বিচাৰত যুক্তিপূৰ্ণ যেন বোধ হয় আৰু মনলৈ ভাল যেন লাগে, তাকে লৈ সিবিলাকে এক পৃথক ৰচনা কৰিবৰ চেষ্টা কৰে। এনে ধৰণৰ এৰা-ধৰা উদ্ধাৰণৰ ক্ৰিয়া হাজাৰ হলেও সি সত্য সন্ধানৰ এতি প্ৰথা মাথোন। সেই প্ৰথাৰে আচল, সত্য উপলব্ধি নহয় মানলৈ, কৃষ্ণত আচল শ্ৰীকৃষ্ণ নেদেখে মানলৈ তাক পথ বুলি লব নোৱাৰি। কিন্তু আচৰিত এয়ে যে — যিসকলে সাধনাৰ গোহৰত কৃষ্ণ শৰীৰত বিশ্বব্ৰহ্মাণ্ড ধাৰণ কৰা অসীম ঐশী শক্তিৰ সুপ্ৰকাশেৰে সঁচাসঁচিকৈ শ্ৰীকৃষ্ণক দেখিছে সেই সকলো ভক্তই সহজেই হওক বা দুৰ্ব্বোধেই হওক, স্বাভাৱিকেই হওক বা অস্বাভাৱিকেই হওক কৃষ্ণৰ সমগ্ৰ চৰিত্ৰকে আনন্দময়ৰ অচিন্ত্যলীলা বুলি যুগে যুগে আনন্দেৰে উপভোগ কৰিয়েই আহিছে। সিবিলাকে দেখোন এনে এৰা-ধৰা কৰাৰ কথালৈ মন নেমেলে।

কৃষ্ণ চৰিত্ৰত চলি থকা যিবিলাক অস্বাভাৱিক বা অতি অলৌকিক কথা আছে সেই সকলো বিলাকৰে মূল

হ'ল ভাৰতৰ সেই অতি অলৌকিক ধাৰণা — কৃষ্ণ যে স্বয়ং ঈশ্বৰ। পৃথিৱীলৈ আজিলৈকে যি কেগৰাকীয়ে ধৰ্ম্মৰ পোহৰ আনিছে সেই কেগৰাকীক কোনো ঠাইতে ঈশ্বৰৰ পুত্ৰ কোনো ঠাইত ঈশ্বৰৰ প্ৰেৰিত, কোনো কোনো ঠাইত বা ঈশ্বৰৰ প্ৰেমেৰে অনুপ্ৰাণিত বুলি স্বীকাৰ কৰি প্ৰাণৰ শ্ৰদ্ধা জনাব লাগিছে। মানুহেই যে ঈশ্বৰ হব পাৰে এনে নাভূত নাশ্ৰুত ধাৰণা ভাৰতত বাজে আৰু অইন কতো দেখা নেযায়! চাবলৈ গলে ইয়াতকৈ অতি অস্বাভাৱিক, অতিপাত অলৌকিক বিশ্বাস কৃষ্ণৰ সম্বন্ধে আৰু কি হব পাৰে ?— তথাপিতো ভাৰতৰ ইমান স্পৰ্দ্ধা, সি আজি অটল বিশ্বাসেৰে মুৰ তুলি স্বীকাৰ কৰিছে— কৃষ্ণ আমাৰ স্বয়ং ঈশ্বৰ! এই বিশ্বাসতে শয়ে শয়ে পোখা ওলাই কৃষ্ণৰ জীৱনত অলৌকিকতাৰ গন্ধ দিয়াটো অতি স্বাভাৱিক। ভাৰতে কৃষ্ণক স্পষ্টকৈ ঈশ্বৰ দেখিছে বুলিয়েই ঈশ্বৰ নুবুলি পৰা নাই। কৃষ্ণ যে ঈশ্বৰ — ই অকল দৰ্শনৰ মীমাংসাই নহয়, সাধনাৰে সিদ্ধ এক শেষ সিদ্ধান্ত। দৰ্শনৰ গহনলৈ নগৈও ওপৰে ওপৰে বুজিব খুজিলে সাধৰণতে আমি ঈশ্বৰ বুলিলে কি দেখোঁ, কি বুজোঁ ? — ঈশ্বৰক আমি দেখাকৈ নেদেখোঁ, দেখোঁ তেওঁৰ সৃষ্টি, তেওঁৰ কাৰ্য্যকলাপ। তেওঁৰ কাৰ্য্যকলাপ দেখাত কেনে সহজ, কেনে সুন্দৰ, কেনে মঙ্গলময়! তেওঁৰ কাৰ্য্য কৰিব লগীয়া কোনো প্ৰয়োজন নাই, কাৰো তাড়না নাই, অথচ কাৰ্য্য কৰিছে ; — তাত স্বাৰ্থ মদৰ উত্তেজনা নাই। আসক্তিৰ লেশ নাই, গতিকে বন্ধনৰ নামো নাই, নিজে সাক্ষী স্বৰূপে থাকি নিৰ্লিপ্ত ভাৱে কাম চলাইছে। — সেই কামৰ আদিত আনন্দ, — মাজত আনন্দ, অন্তত আনন্দ, আগে গুৰিয়ে আনন্দময়ৰ আনন্দ লীলা !— যেতিয়া ঈশ্বৰক আমি তেওঁৰ কাৰ্য্যকলাপত বুজিব খোজোঁ, জানিব খোজোঁ, জানি জানি অন্ত কৰিব নোৱাৰো, — জনা নহয়, — নেজানি! তেওঁক জানি যে অন্ত কৰিব নোৱাৰি এই কথাটি জানি উঠোঁ। যাক জানিলেও জনা নহয়, অথচ জানিও অন্ত কৰিব নোৱাৰি, সেয়ে, সেয়ে যে উপনিষদৰ ব্ৰহ্ম!—"অবিজ্ঞাতম্ বিজানতাম্ বিজ্ঞাতম্ অবিজানতাম্" , — জানিলোঁ বোলালৈ যি জনা নহয়, জনা নহল বোলালৈ যি জনা — সেয়ে আমাৰ অসীম, সেয়ে আমালৈ অনন্ত! কৰ্ম্ম যাৰ আনন্দ লীলা তত্ত্ব যাৰ অসীম অনন্ত, তেওঁয়েই আমাৰ ঈশ্বৰ ! ঈশ্বৰ বুলিলে আমি তেওঁকে দেখোঁ, তেওঁকেই বুজোঁ! — কৃষ্ণৰ জীৱনলৈ চালে আমি দেখোঁ কি ?— যি তেওঁৰ পৰা আঁতৰি আছে সেই পৰ আপোন কৰি দিলে তেওঁৰ জনমে। উপজিয়েই কৃষ্ণই নিজা জননীৰ কোলা এৰি পৰক আপোন কৰা হাঁহিটি হাঁহিছিল ব্ৰজৰ গোপিনী যশোদাৰ কোলাত। লাহে লাহে সেই হাঁহিটিৰ জিলিকনিৰে গোটেই গকুল জিলিকি পৰিল। নকৰিলে নোহোৱা প্ৰয়োজন একো নাই, অথচ শিশু সুলভ পবিত্ৰতাৰে কেনে নিৰ্লিপ্ত নিৰ্ব্বিকাৰ ভাৱে আনন্দ বিকীৰণ কৰি কৰি মানৱ জীৱনৰ সাধনাৰ সুমঙ্গলেৰে ব্ৰজধাম খনি কিমান ওপৰলৈ তুলি গ'ল! কেনে সহজে, কেনে সুন্দৰকৈ মথুৰাৰ কাৰ্য্যৱলীৰে গোটেই ভাৰত আপ্যায়িত কৰিলে! তাত কোনো চেষ্টা নাই, — ভগৱানৰ কাৰ্য্যৰ দৰে জ্ঞান ইচ্ছা আৰু যত্নৰ কি সি সহজ বিকাশ! মনৰ কেনিও অকনি বিকাৰ নাই, কেনিও কোনো আসক্তি নাই, কৰ্ম্মৰ ক'তো বন্ধন নাই ; আছে কেৱলে ত্যাগৰ তৃপ্তি, সমাপ্তিৰ সুমঙ্গল নিৰ্লিপ্ততাৰ অনুপম আনন্দ! কি নিৰ্ব্বিকাৰ চিত্তেৰে কেনে সহজে দ্বাৰকাৰ কাৰ্য্যাৱলীৰে জগতক অতি উজ্জ্বল আদৰ্শলৈ লৈ গ'ল। নিজে মোহাবিষ্ট অৰ্জ্জুনৰ ৰথৰ সাৰথি ;— ভায়ে ভায়ে ৰক্তপাত, — ভাইৰ ৰক্ত ভাইয়ে পান কৰাৰ কি সেই ৰাক্ষসী তৃপ্তি ! — ইমান উত্তেজনাৰ সূচনা, ইমান অস্ত্ৰৰ জন্‌জননি, ধ্বংসৰ ইমান বিকট চিৎকাৰ! - কৃষ্ণ কেনে স্থিৰ, কেনে নিৰ্ব্বিকাৰ! আত্মীয় স্বজন হত্যা কৰিবলৈ কঁপি উঠা অৰ্জ্জুনৰ মুখলৈ চাই কি সেই হাঁহি ! পাঞ্চজন্যৰ পুণ্য নিনাদেৰে বলাই আনিলে পতিত-পাৱনী শক্তি সঞ্চাৰিণী গীতাৰ গান! কুৰুক্ষেত্ৰৰ মহাযুদ্ধত সমগ্ৰ ভাৰতৰ মদোদ্ধত ক্ষত্ৰিয়ৰ তপ্ত ৰক্তেৰে ভীষণ নদী কেনে- ফোটোকাৰে বৰলৈ ধৰিলে; সমাপ্তিত তাৰ পলসৰ সাৰত লাস-বিলাসেৰে ফুলি উঠিল—ধৰ্ম্ম ৰাজ্যৰ পাৰিজাত ! পৃথিৱীৰ কি শান্তি !— তাৰ পাচত মোহৰ গৰ্ব্বত জগতক তৃণ যেন জ্ঞান কৰা নিজৰ মতলীয়া কুলটি অশেষ কীৰ্ত্তিৰে জ্বলি উঠি এনে আকস্মিক ভাৱে নিজৰ চকুৰ আগতে ভয়ঙ্কৰ প্ৰলয় লীলাৰে মাৰ গল ;- সাক্ষীৰ দৰে কি নিৰ্লিপ্ত চিত্তেৰে

কৃষ্ণই চায়েই থাকিল ; মনত অকণিও বিকাৰ নুপজিল। এই ধ্বংসলীলাৰ মাজেদি চাওঁতে চাওঁতে জগতৰ অসীম শান্তি হাঁহিৰে আকৌ জিলিকি উঠিল। —মহাপ্ৰস্থানৰ বেলিকা জড়া ব্যাধৰ শাণিত শৰৰ প্ৰাণান্তক জ্বালত শৰীৰ এই যায় যায়, —জড়াৰ মুখলৈ চাই হাঁহি গল সেই ভুবন জিনা হাঁহি, —মমাৰ মাজেদি বৈ বৈ গল কি সেই অনুপম আনন্দৰ অমৃতধাৰা ! আবিৰ্ভাৱৰ দিন ধৰি তিৰোভাৱৰ দিনলৈকে কৃষ্ণৰ জীৱন নিজে ফুলা ফুলটিৰ দৰে কেনে সহজ ! যেনিয়ে চোৱা যায় তেনিয়ে শিৱ, তেনিয়ে সুন্দৰ, তেনিয়েই আনন্দৰ উৰ্ম্মিয়ে অন্তৰ জগত টৌৱাই যায় ! জীৱন জোৰা কৰ্মৰ তৰঙ্গ কৰ্ম্ম নহয়, আনন্দময়ৰ আনন্দলীলা !- অন্তৰেদি এই লীলা যদি কোনোৱে বুজিব খোজে, জানিব খোজে, -জানি জানি শেষ কৰিব নোৱাৰে, জনাৰ সীমা নাই, অনন্দৰ অন্ত নাই ! কৃষ্ণ যেন এক অসীম সাগৰ, -মুখতে তাৰ ইমান তৰ, নিচেই অকণি অকণি আকল্পন ল'ৰায়ো পানীত খেলখেলাই উমলি ফুৰে ;— অলপ নামিলেই থাউনি পোৱা ঠাই, সাঁতুৰিব পৰাই সাঁতুৰি-নাদুৰি আনন্দত তাত ভাহি যায় ;-আৰু তেহেলৈ তাৰ ইমান গভীৰ, ইমান দ', যেয়ে যিমান সাধনাৰ শক্তিৰে ডুব দি চাইছে সেয়ে সিমানে কব লাগিছে, - এই আনন্দৰ অন্ত নেপালোঁ, -অন্ত নাই, অন্ত নাই, —ই অসীম, ই অনন্ত ! কৃষ্ণৰ কৰ্ম্ম যি, সি হ'ল আনন্দৰ লীলা; লীলাৰ তত্ত্ব যি, সি যে অসীম, সি যে অনন্ত ! এই খিনিতে, এই খিনিতে কৃষ্ণ ঈশ্বৰেৰে একাৰ্থক, এই খিনিতে, কৃষ্ণ ঈশ্বৰ, - কৃষ্ণত ঈশ্বৰৰ সুপ্ৰকাশ ! কৃষ্ণৰ পোৱা খিনি তথ্যেৰে যিখিনি নোপোৱা তত্ত্ব আছে, বাহিৰ ভিতৰ দুয়োকোলৈ কৃষ্ণ সমগ্ৰ সম্পূৰ্ণ ! এই সম্পূৰ্ণতাতে পৰিপূৰ্ণতম ব্ৰহ্মৰ বিকাশ ! এই সত্যটিকে যুগে যুগে কত যোগী, কত ঋষি, কত সাধকে যোগৰ প্ৰভাৱেৰে, তপস্যাৰ তেজেৰে, সাধনাৰ সিদ্ধিৰে উপলব্ধি কৰি হৃদয়ত প্ৰত্যক্ষ পৰশ পাই প্ৰাণৰ বিশ্বাসেৰে কবই লাগিছে, - কৃষ্ণ আমাৰ পূৰ্ণতমৰ পূৰ্ণপ্ৰভা দিব্য জ্যোতিৰে জিলিকি পৰিছে !-এনে হেন কৃষ্ণৰ যদি ঈশ্বৰত্ব এৰি দি ইতিহাস লিখা যায়, তেনে সেই কৃষ্ণ হব ঐতিহাসিকৰ কৃষ্ণ, ভাৰতৰ কৃষ্ণ নহয় ! শব্দৰ পৰা ভাবক, বাক্যৰ পৰা অৰ্থক বাদ দিলে আৰু থাকিব কি ? গতিকে ভাৰতে কৃষ্ণ চৰিত্ৰত ঈশ্বৰত্বৰ কথা বাদ দিব নোৱাৰে। ইমান অস্বাভাবিক অলৌকিকতা ভাৰতে যেতিয়া প্ৰাণেৰে উপলব্ধি কৰি স্বীকাৰ কৰি ললেই, আইন যিবিলাকে পালী অলৌকিকতা সেইবিলাকে এই যাইৰ লগে লগে এনেয়ে চলি যাব।

কৃষ্ণ চৰিত্ৰৰ যে অপব্যৱহাৰ হোৱা নাই তাকো অস্বীকাৰ কৰিব নোৱাৰি। তেওঁ অতি মহৎ যেতিয়া তেওঁৰ অতি নিন্দা অতি অপব্যৱহাৰ থকাটো অতি স্বাভাবিক। অপব্যৱহাৰ হলেও সেইটি কৃষ্ণ চৰিত্ৰৰ দোষ হয় কেনেকৈ ? আমাৰ দেশৰ এখন চহৰৰ লুইতৰ পাৰত গনেশ মূৰ্ত্তি এটি আছে। সেই মূৰ্ত্তিটিৰ কাৰণে সদায় ঘনাই নহলেও মতাই তিৰোতাই ভালেখিনি লোক যায় ; সেয়ে প্ৰাণেৰে প্ৰাৰ্থনা জনাই ভৱসাগৰ তৰিবলৈ নহয়, দেশৰ দেৱানী মকৰ্দ্দমাবোৰৰ আৰু মেলৰ বাদ-কুবাদৰ শপত খাই দায় সাৰিবলৈ। শপত সম্বন্ধে সেই মূৰ্ত্তিটিৰ ভালেখিনি মাহাত্ম্য ইতিমধ্যতে পাঁচালী পুথিত নহলেও মানুহৰ মুখে মুখে চলিবই লাগিছে। এই ব্যৱহাৰটি যদি দোষৰ বোলা যায়, তেনে সেই দোষটি কাৰ ? মূৰ্ত্তিৰ নে শপত খাবলৈ যি দিয়ে আৰু যি খায় সেই বিলাকৰ ?- এই ব্যৱহাৰত যে অকল দোষেই আছে তাকো কব নোৱাৰি ! অন্ততঃ শপত খাবলৈকে মূৰ্ত্তিটিৰ ইজ্জৎ যেৰা যে আজিলৈকে ৰক্ষা পৰি আছে , ইও কম কথা নহয়। এই কথাৰ গুণ ললেও তেনেই অথলে নেযায় ! -ভণ্ড ভক্তই নিজৰ নীচ স্বাৰ্থ চৰিতাৰ্থ কৰিবৰ মনেৰে কেতিয়াবা কৃষ্ণৰ নামেৰে কপটতা কৰি কৃষ্ণৰ চৰিত্ৰত যে কলঙ্ক দিয়া নাই তাকো কোৱা টান। সেই কলঙ্কৰে কৃষ্ণই বা কলঙ্কিত হয় কেনেকৈ ? জোনত ছাঁ পেলাওঁ বুলি যদি কোনোবাই ক'লা কাপোৰে এডুখৰি জোনলৈ ধৰে তাৰ ছাঁ পৰে ক'ত ? কেতিয়াবা নিজৰ শক্তি সামৰ্থ্যেৰে ধৰ্ম্মৰ প্ৰাপ্যখিনি পাব নোৱাৰি তাকে পাবৰ মনেৰে অধৰ্ম্মই ধৰ্ম্মৰ ভাও ধৰে, ধৰ্ম্মৰ নামত কপটতা কৰে ; প্ৰকাৰান্তৰে অধৰ্ম্মই তেতিয়া ধৰ্ম্মৰ মহিমাকে স্বীকাৰ নকৰে জানো ? ভোগোন্মত্ত ৰাৱণে এইদৰে এবাৰ ত্যাগৰ মহিমা স্বীকাৰ কৰিছিল ত্যাগী সন্ন্যাসীৰ বেশেৰে ভাৰতৰ

মূৰ্ত্তিমতী লক্ষ্মী সীতা দেৱীক হৰণকৈ নিৰ্বলে আহোঁতে। এনে ধৰণৰ কলঙ্ক যদি পোৱা যায় তাক কলঙ্ক নুবুলি কলঙ্কিত জীৱনৰ ব্যাজস্তুতি বুলি ধৰি ললেই সকলো ওজৰৰ ওৰ পৰে। কৃষ্ণৰ আমাৰ বৰণ ক'লা ; কলঙ্ক কালিমা পৰিলে তাত নিজেই সি হেৰাই যায়! কৃষ্ণৰ জীৱনৰ ঐতিহাসিক তথ্য উদঘাটন কৰোঁতে এই ঐতিহাসিক সকলে শিশুপালে কৃষ্ণক পৰা গালিখিনিৰো প্ৰয়োজন বুজিছে। কৃষ্ণৰ যদি এনে কোনো কলঙ্ক পোৱা যায়ো, সিও যে এদিনা সিবিলাকৰ কামতে নেলাগিব তাকে বা কয় কোনে ? যুগে যুগে ভিন্ন ৰুচিৰ ভিন্ন লোকে কৃষ্ণক কি কি ভাবে চাইছিল জানিব খুজিলে সিও এক জানিবৰেই কথা। অত্যুক্তি আৰু অলৌকিকতা জগতৰ কোনো জনা ধৰ্ম্ম সংস্থাপকৰ জীৱনীত নাই ? তাৰ গন্ধ নেপালে পৃথিবীয়ে যে সহজে গ্ৰহণ কৰিব নোখোজে। য'ত গন্ধ নাই ত'তো সি গন্ধ দি লয়, - ই মানুহৰ মনৰ বিকাৰ, মন নমৰে মানে মাৰে কোনে ?

কেইটিমান ঘটনাৰ ওপৰে ওপৰে চাই কোনো কোনোৱে যাক চৰিত্ৰৰ কলঙ্ক বোলে, সেয়ে দেখোন সাধু ভক্তৰ জ্ঞান আৰু প্ৰেমৰ পোহৰত একোখনি উজ্জ্বল লোকলৈ টানি লৈ যায়। আমি হয়তো হাবিৰ মাজৰ শিল এচপৰি দেখি তাত মোনাৰ পৰা উলিয়াই কটাৰীখনি ধৰাই লোৱাত বাজে আৰু অন্য একো সদব্যৱহাৰ ভাবি নেপাব পাৰোঁ ; ৰামচন্দ্ৰৰ দৰে মহাপুৰুষৰ পদস্পৰ্শত সিয়েই এদিন অহল্যা হৈ জাগি উঠে, কথা কয়। কোনো কোনো ভক্তই কৃষ্ণৰ মহিমা উজলাবলৈ গৈ তেহেঁলে অতি ভক্তিতে হওক বা বৰকৈ বৰাই কৰাৰ ধাউতিতে হওক, অথবা নিজ নিজ সম্প্ৰদায়ৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈকে হওক মাজে মাজে কৃষ্ণ চৰিত্ৰ মলিন কৰি পেলাব পাৰে। তাকো ঠাই বুজি ভাৰতে ভক্তিৰ সৰলতা দেখিয়েই ভক্তৰ দান চিৰ পবিত্ৰ বুলি শিৰত তুলি লৈছে। বিশ্বকৰ্ম্মাই কৃষ্ণৰ এটি অতি সুন্দৰ মূৰ্ত্তি সাজিবলৈ লৈ সজাওঁতাৰ মনৰ লিকলিকনিত তত্ নেপাই কোন্মায়ে এৰি থৈ গ'ল !- উৰেষাৰ জগন্নাথ ! সেই জগন্নাথৰ চিৰ শান্ত চিৰ পবিত্ৰ মূৰ্ত্তিটিৰ বিমল আলোকত সুন্দৰ অসুন্দৰ দেখোন মিলি গ'ল। জ্ঞান, অজ্ঞান, উচ্চ নীচ, কুলীন অকুলীন সকলো একাকাৰ হ'ল ! ভক্তৰ জগতত আজি কতকাল সেই মূৰ্ত্তিটিয়ে সকলো ভেদৰ অভেদ তত্ত্বৰে ভক্তিৰ সুশীতল সোঁত বোৱাব লাগিছে।

কৃষ্ণক ঐতিহাসিক মানৱ পাতিব খোজা আৰু এক উদ্দেশ্য হৈছে মানুহে জাতে সহজে সেই আদৰ্শ জীৱনৰ চানেকিকৈ লব পাৰে। তাৰে উদ্গানি দিবলৈ বুলি সূক্ষ্ম জগতৰ হাতে নোপোৱাৰ পৰা স্থূল হাতে পোৱা জগতলৈ কৃষ্ণক আনি মানৱো যে এনে শ্ৰেষ্ঠ এনে মহৎ হব পাৰে তাৰে গৌৰব কৰা। তাঁলৈকো মানুহৰ শেষ চানেকি বুলি মানি লবলৈ ভাৰতৰ ঋষিয়ে ভাৰতক শিকাই যোৱা নাই। ভাৰতে শিকি লৈছে—"আত্মানং বিদ্ধি"— আত্মাক জান, অশেষত নিজ শেষ হৈ যা, —ব্ৰহ্ম হবলৈ সাধনা কৰ, —ব্ৰহ্মত তোৰ প্ৰকাশ হওক। এয়ে মানুহৰ শেষ লক্ষ্য। মহাপুৰুষ যীশুৱেও এই একে কথাটিকে ভাৰতৰ বাহিৰে আধেক জগত জুৰি কবই লাগিছে , —"তুমি তোমাৰ পিতা ভগবানৰ দৰে সম্পূৰ্ণ হোৱাঁ।"—মানুহে আদৰ্শ লবলৈ টান পায় বুলি আদৰ্শটি ঠেক কৰি পেলালে মানুহৰ চেষ্টাও যে ঠেক হৈ যায়, যিখিনি সি পাব পাৰে তাকো নোপোৱা হয়। কৃষ্ণৰ আদৰ্শ চুটি নকৰা কৈ আমাৰ ইতিহাসৰ অন্য এটি স্থূল মানৱৰ অতি মহৎ চৰিত্ৰলৈ আঙুলিয়াই দিলেই দেখোন কৃষ্ণৰ আদৰ্শও ৰক্ষা পৰে, আৰু টান পোৱা মানুহৰো মুখ মৰে, যদিবাও এনে কৰাটো কোনোমতেই বাঞ্ছনীয় বুলিব নোৱাৰি। মানুহ অতি শ্ৰেষ্ঠ অতি মহৎ হব পাৰে বুলি গৌৰব কৰাতকৈ, মানুহ দৈৱী ভাবেৰে স্বয়ং ভগবান হব পাৰে বুলি কব পৰাটো বেছি গৌৰৱৰ নহয় নে ? গৌৰব কৰিবলৈ গৈয়েই বা আমাৰ হৈছে কি ? অতীতৰ গৌৰব কৰি কৰিয়েই দিন নিয়াইছোঁ। ভাৰতৰ ঋষিয়ে আকাশত আজিও গৰজিব লাগিছে, — আমাৰ গৌৰব কৰি কৰিয়েই তহঁত জীয়াই থাকিবি নে ? তহঁতৰ গৌৰব কৰিবলৈ দিলি আমাক ক'ত ? তহঁতৰ দৰে ঋণ শুজাব নোৱাৰা সন্তানো আমাৰ ওপজে !— কৃষ্ণৰ কৃতিত্বৰ গৌৰব কৰিলেই কৃষ্ণৰ পূজা নহয়, কৃষ্ণৰ পুণ্য বাণীৰে নিজৰ জীৱন সঞ্জীৱিত কৰাই যে কৃষ্ণৰ আচল গৌৰব। উপদেষ্টাৰ উপদেশলৈ আওকান কৰি যুক্তিৰ

জালেৰে উপদেষ্টাক ধৰ সক কৰাৰ প্ৰযত্নকে উপদেষ্টাৰ পূজা বা সম্মান কৰা বুলিব নোৱাৰি। জনসাধাৰণৰ আজি যদি কিবা একান্ত প্ৰয়োজন তেন্তে সি ভগবান শ্ৰীকৃষ্ণৰ অমৃতময়ী বাণীৰে জীৱন জাগ্ৰত কৰি কৰ্ম্মৰ আসক্তি বিহীন বিধানেৰে মধুৰ সংসাৰ ৰচনা কৰ।

কৃষ্ণক ইতিহাসলৈ অনা যি চেষ্টা চলিব লাগিছে, খুব সম্ভৱতঃ তাৰ মূলত নকলেও লুকাই আছে — লোকভয়, —লোকে কি বোলাৰ লাজ ! লোকভয় বা লোকলাজ কৃষ্ণ সাধনাৰ অন্তৰায় ! লোকে কি বোলালৈ মন দিয়া হলে ৰাধাই কৃষ্ণক নেপালেহেঁতেন। পচিমৰ কত বিদ্বান, কত ধৰ্মপ্ৰচাৰকে কৃষ্ণৰ কত কথা নকয়, — কৃষ্ণৰ ঐতিহাসিক সত্ত্বা নাই, —কৃষ্ণ এক কাল্পনিক তথ্য, — কৃষ্ণৰ যেনেহে চৰিত্ৰ, তেওঁ নিজেই 'পৰিত্ৰাণ' পোৱাটি টান, লোকক 'পৰিত্ৰাণ' দিয়ে কেনেকৈ ?— সেই একেই কথা, এক সুৰ, কিমান বিহালে, কিমানে বিহাৱ ! সিবিলাকক সমিধান দিবলৈ গলে সিবিলাকৰ মুখ মাৰিব পৰা যি নহবই নে জীৱনত কৃষ্ণৰ আৰাধনাও নহব।—"অতো নষ্টঃ ততো ভ্ৰষ্টঃ !"— সিবিলাক গড়গাঁৱলৈ নগৈও গড়গাঁৱৰ বাতৰি দিব পৰা লোক। ইতিহাসৰ চৰিত্ৰকো সিবিলাকৰ দৰে সুচতুৰ বুদ্ধিমানে ৰূপক বুলি উৰাই দিব পাৰে। সিবিলাকৰ এজনে নিজৰ দেশৰ সিদিনাৰ ইতিহাস-প্ৰসিদ্ধ নেপ'লিয়নকো ৰূপক বুলিয়েই প্ৰচাৰ কৰিছে। এনে স্থলত কৃষ্ণক ইতিহাসলৈ আনিলেও ৰক্ষা কত ? যি যুক্তিয়ে সত্যকো অসত্য কৰিব পাৰে, থকাকো নথকা বুলি দেখুৱাব পাৰে সি যুক্তি নে ভেলেকী ? সেই মথুৰা, সেই বৃন্দাবন, সেই যমুনা জুৰি আজিও কৃষ্ণ জীয়াই আছে , সেই মহাভাৰত, সেই পুৰাণে আজিও কৃষ্ণকথা কৰই লাগিছে, — সিমানতো, সিবিলাকৰ মন যোগাবলৈ বুলি যদি কৃষ্ণৰ অস্তিত্ব প্ৰমাণ কৰিবৰ মনেৰে এখনি নতুন ইতিহাস যুগুত কৰা হয়, সিবিলাকৰ যুক্তি মতে তিনি চাৰি হেজাৰ বছৰৰ পাচত লিখা গুণেই সেই ইতিহাসো যে প্ৰমাণ্য গন্থ বুলি গ্ৰাহ্য নহব।

অইন কথালৈ নগৈ শ্ৰীগীতাৰ সকলো ধৰ্ম্ম কৰ্ম্মৰ অভাবনীয় সমন্বয়লৈ চালেই তাৰ অন্তৰালত যে এক অদ্বিতীয় প্ৰতিভাৰ অসাধাৰণ ক্ৰিয়া লুকাই আছে, এই কথাটি অস্বীকাৰ কৰে কোনে ? এই অলৌকিক প্ৰতিভাৰ নাম দি ললোৱেই জানিবা শ্ৰীকৃষ্ণ, তাত কাৰ কেনি কি দায় লাগিল। আমি নাম দি ললেই তেনে হেন প্ৰতিভাৰ সত্ত্বা উৰি নেযায়।

কৃষ্ণৰ পৰিত্ৰাণ সম্বন্ধে ধৰি ললেই হয় কৃষ্ণই আমাক যি পৰিত্ৰাণ দিয়ে, সেই পৰিত্ৰাণ দি হে তেওঁ পৰিত্ৰাণ পায়। তেনে চৰিত্ৰৰ কাৰণেই তেওঁ আমাৰ ভগৱান। পৰিত্ৰাণ পালেহে পৰিত্ৰাণ দিব পাৰে এনে এজন ভগবানো যদি আছে সেই জনা ভাৰতৰ নহয়। চুম্বকে লোহাক আকৰ্ষণ কৰে নে নকৰে, কেনেকৈ বা কৰে সেই কথা অইন ধাতুৱে বুজে কেনেকৈ ? কৃষ্ণ-ভক্তিৰ লোহা এফেৰি লগাই নললে কৃষ্ণৰ টান বা পৰিত্ৰাণৰ কথা বুজা নেযায়। মুখৰ কথাত ঢেকুৱা ঠাৰি নিসিজে।

ইয়াত বাজেও কৃষ্ণক প্ৰকাশ্যে ইতিহাসলৈ অনাৰ আৰু যদি কিবা অপ্ৰকাশ্য যুক্তি আছে থাকক। অকল ইতিহাসৰ কৃষ্ণই ভাৰতৰ কৃষ্ণ নহয়। ভাৰতৰ কৃষ্ণ তাতোকৈ বেচি, তাতোকৈ উচ্চ, তাতোকৈ মহান্ ! ভাৰতৰ কৃষ্ণ কোনো স্বীকাৰ্য্যৰ প্ৰশ্ন বা প্ৰতিপাদনীয় পদাৰ্থ নহয় ; ভাৰতৰ কৃষ্ণ জীৱন্ত জাতিগত সংস্কাৰ, - সহজ জ্ঞান আৰু অন্তৰ্দশনৰ আভাস, — প্ৰেমিক হৃদয়ৰ সৌম্যদৰ্শন, — আনন্দৰ অতি উচ্চতম অনুভূতি !– ভাৰতৰ কৃষ্ণ আৰ্য্য সংস্কৃতিৰ অধিষ্ঠাত্ৰী দেৱতা, —অন্তৰেন্দ্ৰিয়ৰ সাধনৰ ধন, — আধ্যাত্মিক জগতৰ উজ্জ্বল সবিতা, — বিশ্ববিবৰ্ত্তনৰ প্ৰাণৰ প্ৰেৰণা, — কৃষ্ণ মূৰ্তিৰ অন্তৰালত জিলিকি থকা বিশ্বৰূপৰ ত্ৰিভঙ্গভঙ্গিম শ্যামসুন্দৰ মূৰ্ত্তি, — যাৰ জনম নাই, মৰণ নাই, — নিতে নিতে ভাৰতৰ কদম্বমূলত সুললিত সুৰেৰে মধুৰ মুৰলী বজাব লাগিছে। প্ৰেমৰ ৰাজ্যত ভক্তিৰ ৰাজ্যত ভাৰতৰ কৃষ্ণ আজিও জীয়াই আছে, কথা কৈছে উত্তৰ দিছে ! ইতিহাসৰ কৃষ্ণ চলিল, অন্ত হ'ল ! প্ৰাণেৰে, প্ৰেমেৰে চালে অন্তৰ্দৃষ্টিত জিলিকি পৰিব কৃষ্ণৰ যিটি অৰূপ, সেই অৰূপৰ ৰূপদৰ্শন ! সেই হে কৰ খোজোঁ, ঐতিহাসিক যুক্তিৰে ভাৰতৰ কৃষ্ণক বুজিব নোৱাৰি ; বুজিব লাগিব অন্তৰৰ অকপট সাধনাৰে, চাব লাগিব ভক্তৰ চকুৰে। ভক্তই

চায় ভগবানৰ চকুৰে — প্ৰথমে দেখে অধ্যাত্ম সত্য, পাচত দেখে সূক্ষ্ম সম্ভাৱনাৰ সত্য, তাৰ পাচত স্থূল বাস্তৱৰ সত্য। আমি অভক্তই চাওঁ ওলোটা গতিৰে। প্ৰথমে আমাৰ চকুত পৰে বাস্তৱ সত্য। সূক্ষ্ম সম্ভাৱনাৰ মাজে দি অধ্যাত্ম সত্যলৈ আমাৰ দৃষ্টি কমেই হে যায়। বাস্তৱ সত্য, ইতিহাস বিজ্ঞানৰ সত্য লৈয়ে আমাৰ অনৰ্থক বাচ্যাবাচ্যি। আমি পাহৰি যাওঁ — স্থূল বাস্তৱ সত্যত বাজেও সূক্ষ্ম সম্ভাৱনাৰ সত্য, আৰু তাৰ পাচত অধ্যাত্ম সত্যও যে আছে।

মৃত্যুৰ সিপাৰেও প্ৰেমানন্দৰ পৰশ দিবলৈ কৃষ্ণ আমাৰ ৰাতি দিন জাগি আছে। মন্দিৰে মন্দিৰে অখণ্ড প্ৰদীপ জ্বলি থকাদি পুৰুষে পুৰুষে হিয়াৰ তেলেৰে কৃষ্ণৰ জ্ঞানময় প্ৰদীপ জ্বলিয়েই আছে। কৃষ্ণৰ হাঁহিটি আছে গুনেই ঘনে ঘনে ইমান অত্যাচাৰ ইমান প্ৰবল আক্ৰমণতো ভাৰত আজি তললৈ যোৱা নাই। — ভাৰতৰ সোমনাথ !— চিতাৰ ক্ৰব্যাদ অগ্নিৰ ভীষণ তাপত শ্যামসুন্দৰ শ্ৰীকৃষ্ণৰ সুঠাম শৰীৰটি চিৰদিনলৈ য'ত ছাঁই হৈ গল, — সেই সোমনাথ ! গোলোকলৈ গতি কৰাৰ আগতে য'ত নিঠুৰ প্ৰাণহন্তা জড়া ব্যাধক হাঁহি হাঁহি অগতিৰ গতিয়ে আমাৰ, গতি দি গৈছিল, সেই সোমনাথ !! — সেই সোমনাথ কতবাৰ বিজয়ীৰ জয়গৰ্ব্বত ছাৰখাৰ হ'ল। তেওঁচোঁ কালৰ ধ্বংস লীলা তুচ্ছ কৰি চিৰজীবী কৃষ্ণৰ মধুৰ মুৰলী আজিও ভাৰত জুৰি বাজিব লাগিছে।

এক কৃষ্ণকে কতই কত ভাবেৰে নেচায় ! কংসৰ ধনুৰ্যজ্ঞত সগৌৰবে প্ৰবেশ কৰোঁতে বিভিন্ন ভাবৰ লোক মণ্ডলীয়ে কেনে বিভিন্ন ভাবেৰে দেখিছিল, — মল্লৰ মানত ভয়ঙ্কৰ বজ্ৰ, নৰৰ মানত নৰোত্তম, স্ত্ৰীৰ মানত মূৰ্ত্ত মদন, গোপৰ মানত আত্মীয় স্বজন, দুষ্ট ৰজাৰ মানত শাসনকৰ্ত্তা, নিজ পিতাৰ মানত শিশু, কংসৰ মানত যম, অবিদ্বানৰ মানত জড়, যোগীৰ মানত পৰম তত্ত্ব, আৰু বৃষ্ণিসকলৰ মানত পৰদেৱতা, — "মল্লানামশনি নৃণাং নৰবৰঃ স্ত্ৰীণাং স্মৰো মুৰ্ত্তিমান, গোপানাং স্বজনোঽসতাং ক্ষিতিভুজাং শাস্তা স্বপিত্ৰোঃ শিশুঃ। মৃত্যুৰ্ভো-জপতেৰ্বিৰাড়াবিদুষাং তত্ত্বং পৰং যোগিনাং, বৃষ্ণীনাং পৰদেৱতেতি বিদিতো ৰঙ্গং গতঃ সাগ্ৰজঃ॥" —যেয়ে যি ৰসেৰে, যি ভাবেৰে চায়, সেয়ে সেই ৰসৰ চূড়ান্ত, সেই ভাবৰ পৰাকাষ্ঠা যে কৃষ্ণত দেখে এয়ে কৃষ্ণ চৰিত্ৰৰ বিশেষত্ব ! তেওঁ আমাৰ বিচাৰক, তেওঁক আমি বিচাৰত উৰাই দিওঁ ; তেওঁ আমাৰ চিৰগৌৰব, অথচ তেওঁক আমি তিতিকাৰি দি থকাসৰকা কৰোঁ ; তেওঁ আমাৰ চিৰ আৰাধনীয় ধন, তেওঁক আমি কলঙ্কত ডুবাই মাৰি তেওঁৰ প্ৰতিমা সাজি পূজা কৰোঁ। তেওঁ পৃথিৱীৰ এক অভগন সাঁথৰ, এক অনন্ত প্ৰহেলিকা ! তেওঁ যে আমাৰ ভগবান ! নহলে ইমান আলৈ আথানিৰ মাজতো জলি থাকে কোন ? জগত জোৰা এই উদ্‌ভণ্ডালি, অথচ দেশে দেশে, কালে কালে, প্ৰাণে প্ৰাণে তেওঁ যে ভগবান এই সত্য অনুভৱ হবই লাগিছে; আত্মাৰ প্ৰত্যক্ষ অনুভূতিত, সাধনাৰ চৰম সিদ্ধিত, অন্তৰ ৰাজ্যৰ ধ্যান ধাৰণাত তেওঁ ভগবান হৈ জিলিকি জিলিকি প্ৰেমৰ পৰশ দি ভাৰতৰ ভক্তকুল পৰমানন্দেৰে পুলকিত কৰিবই লাগিছে !

হাজাৰ হলেও ইতিহাস হ'ল মনৰ লীলা। মনে ইন্দ্ৰিয়ক লৈ স্থূল জগতৰ ইন্দ্ৰিয়গ্ৰাহ্য পদাৰ্থবিলাকৰ ভিতৰত এইটি এইটিয়েই হে, ই আৰু অইন নহয় এনে ধৰনৰ বিশ্লেষণ কৰি ফুৰে, অধ্যাৱসায়ী বুদ্ধিয়ে তাকে যুকিয়াই লৈ সংকলন কৰি একো একোটি সিদ্ধান্তেৰে বাহিৰৰ পৰিচয় সাজি লয়। ইয়াতেই সিবিলাকৰ ক্ৰিয়াৰ শেষ। ইতিহাসেই হওক বা বিজ্ঞানেই হওক, সি মন আৰু বুদ্ধিৰ সৃষ্টি পাতি জোৰা দিয়া লীলা। "মনসস্তু পৰা বুদ্ধিৰ্যো বুদ্ধেঃ পৰতস্তু সঃ।" —মনৰ ওপৰত বুদ্ধি, বুদ্ধিৰ ওপৰত তেওঁ। বাক্যই যেতিয়া তেওঁক প্ৰকাশ কৰিব খোজে, মনে যেতিয়া তেওঁক ধৰিবলৈ যায়, তেওঁক নেপাই বাৰে বাৰে বিফল হৈ উলটি আহে, আনন্দৰ মাজেদি যেতিয়াই সেই আনন্দৰ যোগ হয়, তেতিয়াই তেওঁক প্ৰত্যক্ষে পোৱা যায়। প্ৰাণৰ সকলো ভয় সকলো সংশয় দূৰ হৈ যায়। — এয়েই সেই ভগৱান, এয়েই সেই জগতৰ আত্মা, — "যতো বাচো নিবৰ্ত্তন্তে অপ্ৰাপ্য মনসা সহ, আনন্দং ব্ৰহ্মণো বিদ্বান ন বিভেতি কুতশ্চন।" মস্তিস্কৰ যুক্তিয়ে য'ত দিক বিদিকি নেদেখি থমকি যায়, হৃদয়ে ত'তে তাৰ অনুভূতিৰে অপৰূপ আলোকত সত্য স্বৰূপ আনন্দৰ জ্যোতি জলজলকৈ দেখিবলৈ পায়, প্ৰেমৰ হিল্লোলত প্ৰাণ নাচি উঠে। এই

আনন্দস্বৰূপ ভগৱানক, এই বিশ্বাত্মাৰ সুপ্ৰকাশ শ্ৰীকৃষ্ণক অন্তৰো অন্তৰ অনুভূতিৰ ৰাজ্যৰ পৰা মনৰ ৰাজ্যলৈ টানি আনি চোৱা যেনে আত্মাক শৰীৰ বুলি চাব খোজাও তেনে। ভাবতৰ প্ৰাণৰো প্ৰাণৰ কথাটি কৃষ্ণপ্ৰাণা গোপিনীসকলে ৰাসমণ্ডলত কেনেকৈ এদিনা গাই গ'ল — "ন খলু গোপিকানন্দনো ভবানখিলদেহিনামন্তৰাত্মদৃক্ ।" — সখি, তুমিতো গোপনাৰীৰ নন্দন নোহোৱা, — তুমি যে সকলো প্ৰাণীৰ অন্তৰ্য্যামী ! — সেই হে ভাৰতে ইতিহাসৰ ভেটিত থাপনা নেপাতি হৃদয়ৰ কৃষ্ণৰ থাপনা পাতিছে হৃদয়ত।

কৃষ্ণক এবাৰ হৃদয়ত থাপি লোৱা মানে অৰূপেৰে ৰূপেৰে হৃদয়ত অনুভৱ কৰা — অন্তৰ্চক্ষুৰে দৰ্শন কৰা — নিৰাকাৰক সাকাৰ ৰূপেৰে উপাসনা কৰা। মোহাবিষ্ট অৰ্জ্জুনলৈ ৰূপৰ বিটি অৰূপ তাৰো ৰূপ লাগে — আদৰ্শৰ বিশ্বৰূপ লাগে — কৃষ্ণত শ্ৰীকৃষ্ণৰ দৰ্শন লাগে ; নহলে আদৰ্শত আত্মসমৰ্পণ হয় কেনেকৈ ? ধ্যানৰ বেলিকা, উপাসনাৰ বেলিকা ভগৱানে দয়া কৰি দিব্য দৃষ্টি দিলে, অৰূপ চিন্তাই আপোনাআপুনি তদনুৰূপ ৰূপ লৈ, প্ৰতীকৰ আভাস লৈ আমাৰ প্ৰাণৰ মাজত জলি পৰেহি। তেতিয়া শব্দেৰে যি নিৰাকাৰ নিৰঞ্জন নাম সেয়ে ৰূপেৰে বিশ্বৰূপৰ সৌম্য প্ৰতিমা হৈ জিলিকি উঠে। ভাব, আবেগ আৰু শক্তিৰ অমূৰ্ত্ত গুণ একোটিৰো অৰূপৰ ৰূপ জাগি যায়। প্ৰতীকেই হওক, প্ৰতিমাই হওক, অথবা দৰ্শনৰ কোনো আভ্যাসেই হওক, ধ্যান জগতত ধ্যান ধাৰণাৰ বিন্দু স্বৰূপে সি যে অপৰিহাৰ্য্য, সি যে নিত্য প্ৰয়োজনীয় ; নহলে ধ্যান কৰা যায় কাৰ ? ভক্ত সকলে, মহাপুৰুষ সকলে, সিদ্ধসাধকসকলে নিজ নিজ আৰ্দশৰ মূৰ্ত্তি অতি স্পষ্টকৈ আগত দেখি থাকে। ৰূপ অকল ইন্দ্ৰিয় গ্ৰাহ্য পদাৰ্থৰ যোগত মনেৰে সংযোগ কৰা ইন্দ্ৰিয়তে হে যে ফুটি পৰে এনে নহয় ; ইন্দ্ৰিয় যেতিয়া ঘোৰ নিদ্ৰাত অচেতন সমূলি তাৰ সাৰসুৰ নাই, তেতিয়াও ৰূপৰ লহৰি অন্তৰ্জগতত ভাহি উঠে। মাজে মাজে সপোনে এই সত্যটিকে আমাক সোঁৱৰাই দি যায়। অকল ৰূপেই নহয়, সকল সপোনত বৰ্ত্তমানতে ভৱিষ্যতকো দেখি। যিটি স্থূল জগতত ঘটিব তাৰ হুবহু চিত্ৰও কেতিয়াবা কেতিয়াবা আগতে অন্তৰত জিলিকি পৰে। আমাৰ ভিতৰৰ সেই — "অপাণিপাদো জবনো গ্ৰহীতা পশ্যত্যাচক্ষুঃ স শৃণোত্যকৰ্ণঃ।" — যিটিয়ে হাত নহলেও লয়, ভৰি নহলেও বুলে, যিটিয়ে চকু নহলেও দেখে, কাণ নহলেও শুনে ; — যাৰ অৰূপ ইচ্ছাৰ ৰূপান্তৰ এই দৃশ্যমান বিৰাট ব্ৰহ্মাণ্ড, সেই পুৰুষৰ প্ৰেৰণাত নহয় কি ? ভূত ভৱিষ্যত, দূৰ-ওচৰ, দেখা-নেদেখা সকলো এক হৈ যায়। যেতিয়াই ভক্তই সত্য একোটি বুদ্ধিৰে অমাতৰ মাত, অৰূপৰ ৰূপ বিচাৰি আকুল হৈ সেই পুৰুষৰ কালৈ চাই বিনাৰলৈ ধৰে, তেতিয়াই পুৰুষৰ প্ৰেৰণাত আপোনাআপুনি শব্দৰ ঝঙ্কাৰ বাজি উঠে, ৰূপৰ ছবি আপুনি ফুটে। একো একোটি চিৰন্তন সত্য সাযুধে সবাহনে সপৰিবাৰে এইদৰে ৰূপৰ হাতত ভাহি যায় ; ছন্দৰ মাজে, সুৰৰ মাজে, চিত্ৰৰ মাজে, ৰূপ কথাৰ মাজে —ভাবে আবেগে শক্তিয়ে ৰূপ ধৰি ধৰি ভক্তৰ মুখেদি প্ৰেমেৰে প্ৰকাশ পায়। ভক্তই দেখে, প্ৰত্যক্ষে দেখে, আধ্যাত্মিক জগতৰ যি একোটি তত্ত্ব, সেয়ে নিজ নিজ ভাবৰ অনুৰূপে দেৱতা আৰু অসুৰ হৈ আধিদৈৱিক জগতত লীলা কৰি ফুৰে, আৰু এই দেৱতা আৰু অসুৰৰ আবেশ বা ৰূপান্তৰেই আধিভৌতিক জগতত স্থূল ৰক্ত মাংসৰ শৰীৰেৰে সকলোৰে চকুত পৰাকৈ একো একোটি ঘটনাত ফুটি পৰে। তেতিয়া আৰু বুদ্ধিৰলৈ বাকী নেথাকে — কংস প্ৰমুখ্যে অসুৰ বিলাকেই যে সৃষ্টিৰ গতিত বাধা ওপজোৱা এক আসুৰ শক্তিৰ বিকৰ্ষণ বা তামসিক টান, আৰু কৃষ্ণই যে সৃষ্টি গতিৰ বাধা গুচাই নিয়াৰিকৈ চলাই নিয়া এক দৈৱ শক্তিৰ আকৰ্ষণ বা সাত্বিক টান। কৃষ্ণ শক্তিক বাধা দিয়া ব্ৰজলীলাৰ আসুৰ শক্তিৰ সমষ্টি ললে দেখা যায়, —কংসই তাৰ প্ৰধান কেন্দ্ৰ, পূতনা তৃণাবৰ্ত আদি চৰিত্ৰ বিলাক সেই শক্তিৰে একো একোটি টৌ বা প্ৰেৰিত অনুচৰ ! ভক্তৰ বিশ্বাসত, ভক্তৰ অন্তদৃষ্টিত কৃষ্ণ তেতিয়া মানৱেই নহয়, — কৃষ্ণ আধ্যাত্মিক জগতৰ কূটস্থ তত্ত্ব, আধিদৈৱিক জগতৰ ভগৱানৰ অৱতাৰ, আৰু আধিভৌতিক জগতৰ নন্দন কানাই কৃষ্ণ; পূতনা তেতিয়া ভাব ধাৰাৰ পৰা বিচ্ছিন্ন হৈ যোৱা এক শিশুমাৰক ৰোগ নহয়, —পূতনা আধ্যাত্মিক জগতৰ এক তামসিক তত্ত্ব, আধিদৈৱিক জগতৰ কামৰূপা ৰাক্ষসী, আৰু

আধিভৌতিক জগতৰ কংসৰ প্ৰেৰিত বাল-ঘাতিনী পূতনা ! কব পাৰি এই যে প্ৰাণৰ মাজত ধ্যান জগতৰ ৰূপৰ লীলা, ই ভক্তৰ অন্তৰত আত্মাই স্ৰজা এক মায়িক সৃষ্টি ! জগত খনিও যে পৰমাত্মাৰ মায়িক সৃষ্টিয়েই, এক যেন মধুৰ সপোন ! সপোন ৰাজ্যত সপোনেই সঁচা, সচিতত জগত সঁচা ! বিশ্ব চেতনাৰ প্ৰকাশত ফুটি পৰা ধ্যান জগতৰ সত্য একোটি কিন্তু সফল স্বপ্নৰ দৰে ধ্যানতো সঁচা, মূৰ্ত্তমান জগততো সঁচা, —সি সকলো ঠাইতে সদায় সঁচা।

আশ্ৰয় বিচাৰি ভগবানৰ কাষত উপবেশন কৰাই উপাসনা। নিস্কাম ভাবে ভগবানৰ উপাসনা কৰিব পৰাটি অতি উচ্চ কথা। তাঁলৈ হিয়াখনি উপোযোগী নহয় মানলৈ সকাম ভাবে সৰল বিশ্বাসেৰে উপাসনা কৰাটোও নিচেই কম কথা নহয়। নাই-উপাসনাত কৈ অথবা কপট উপাসনাত কৈ সকাম উপাসনা বহু-বহুগুণে ভাল। সকাম উপাসনাত উপাস্যক ঈশ্বৰ বুলি প্ৰাণেৰে বিশ্বাস নকৰিলে উপাসনা কৰিবকে যে নোৱাৰি। ল'ৰাই মৃত্যু যন্ত্ৰণাত ছট্‌ফট্ কৰি আতুৰত মা, মা বুলি চিঞৰে, মৃত্যুৰ পুতলি মাকে তাক মৃত্যুৰ হাতৰ পৰা ৰাখিব পাৰে নে নোৱাৰে সেইটি সি তেতিয়া বিচাৰ কৰিবলৈ হলে মাকক তাৰ মতাই নহব।— আচৰিত কথা এই হে —এনেদৰে এই অৱস্থাত মাকে চকুপানী টুকি জৰাজীৰ্ণ হাতখনি যেই ল'ৰাৰ মুৰত বুলাই দিয়ে সেই এক অজানা পৰশত বৈ পৰা শান্তিৰ শীতল ধাৰা ল'ৰাৰ মুৰলৈ ব'লি আহি তাৰ মৃত্যু যন্ত্ৰণা শীতলাই পেলায়। জননীৰ কোলাত মৃত্যুৰ বিকট বিভীষিকা হেৰাই যায়। মৃত্যুৰ পাচতো সি হয়তো দেখে—সেইখনি বিশ্ব জননীৰ কোমল কোলা। সি মা বুলি যি বিচাৰিছিল, তাকে পালে, — তাৰ কি শান্তি !

ভগৱান কৃষ্ণৰ সাকাৰ মুৰ্ত্তিৰ আগত যদি প্ৰাৰ্থনাকে কৰা হয়— প্ৰভো, মোৰ ভব-বন্ধন ছিন্ডি দিয়া, —তেনে তাত আৰু সন্দেহ কৰিলে নচলিব— তুমি ওপজাৰ দিনা কংস কাৰাগাৰৰ লোহাৰ কবাট কেটাকে মনে মনে খুলি দিব নোৱাৰিলা, মোৰ কাৰ্য্য কাৰণৰ সূত্ৰেৰে বন্ধুৰ বান্ধোন যেন নিকপ্ কপীয়া ভৱৰ বান্ধোন খুলিব পাৰিবা জানো !— মুখেৰে ভগবানক যদি সৰ্ব্বশক্তিমান বুলি মনেৰে ভাবিবলৈ হল— তুমি নো গোবৰ্দ্ধন পৰ্ব্বতটো ডাঙি লব পাৰিছিলা নে ?—তেনে সেই উপাসনা যে উপাসনা নহয়। কবাট খোল খালেই বা নেখালে, গোবৰ্দ্ধন উঠিলেই বা নুঠিলে ভক্তই প্ৰাণেৰে বিশ্বাস কৰে ভগবান কৃষ্ণৰ অসাধ্য একো নাই, — তেওঁ সৰ্ব্বশক্তিমান ! উপাসনাত ভক্তই বিচাৰ নকৰে, নিজৰ হৃদয় ঢালি দিয়ে। ভগবান আমাৰ অন্তৰে বাহিৰে পোৱা হৈয়েই আছে। আমি আমাৰ মন প্ৰাণ অন্যলৈ দি ভগবানলৈ নিদিওঁ গুনেই আমাৰ ভগবানেৰে মিলা নহয়, ভগবানক পোৱা নহয়। ভগবানলৈ নিজক দি দিয়াই সকলো উপাসনাৰ শেষ উদ্দেশ্য। এই বিশ্বাসেৰে ব্ৰজবিহাৰী গোপালৰ উপাসনা কৰি কৰিয়েই কত ভক্তই সাধনাৰ সিদ্ধি লাভ কৰি প্ৰাণৰ শান্তি পাই গৈছে। ভক্তৰ শিৰোমণি ৰাজৰাণী মীৰাবায়ে গোবৰ্দ্ধনধাৰীৰেই ধ্যান কৰি প্ৰেমৰ আকুলতাৰে হাত মেলি মেলি মেৰে গিৰ্‌ধাৰী লাল বুলি বৃন্দাবনলৈ লৰ ধৰিলে আৰু নিজৰ জীৱনো সাধনাৰ সফলতাৰে সাৰ্থক কৰিলে। আমাৰ সকলো গৰ্ব্ব সকলো বুদ্ধিৰ অভিমানলৈ হাঁহি এটি থৈ আকৌ এবাৰ পৰম-ভক্তৰ প্ৰাণত কাৰণ জগতৰ, আধিদৈবিক জগতৰ, — সেই অগনন গ্ৰহ তাৰকাৰে কৃষ্ণৰ বিশ্ব ব্ৰহ্মাণ্ড ধাৰণ কৰা বিশ্বাতীত ৰূপটি জিলিকি পৰিল। তাৰে ছাঁ একনি পৰি গ'ল স্থূল জগতৰ এই গোবৰ্দ্ধন ধাৰণৰ কাহিনীটিত।

শ্ৰীকৃষ্ণক ঐশী শক্তি সম্পন্ন বুলি বিশ্বাস কৰিলেও বিশ্ব প্ৰকৃতিৰ অন্য শক্তিৰ বল স্বভাৱতে তল পৰি যায়। সচৰাচৰ চলি থকা প্ৰাকৃতিক নিয়মৰ ব্যতিক্ৰম তেওঁৰ ইচ্ছাতেই হয়। তথাপিতো প্ৰশ্ন হব্ পাৰে — ঈশ্বৰে নিয়মৰ মাজেদিয়ে সকলো কাৰ্য্য সম্পাদন কৰিছে; নিজে নিয়ামক হৈ নিয়ম লঙ্ঘন কৰিব কিয় ? এই কিয়ৰ উত্তৰ আমি নিয়মৰ জালী-পুতুলিবোৰে নিদি নিয়ামকে দিব বুলি থৈ দিয়াই ভাল। সাধাৰণ দণ্ডবিধি আইন প্ৰণয়ন কৰোঁতে সেই আইনৰ বিধাতা বা অভিভাবক ৰজা জনক দণ্ডবিধিৰ অতীত বুলি ধৰি নললে নহয় যেন লাগে, এনেস্থলত বিশ্বপ্ৰকৃতিৰ নিয়ামক যি ভগৱান তেওঁক আমি নিয়মেৰে বান্ধিব খোজোঁ কোন মুখেৰে ? দেশ কালৰ জাল পেলাই দেশ কালৰ অতীত ভগবানে আমাৰে উমলিব লাগিছে। সেই

দেশ কালৰ জালেৰে দেশকালাতীতৰ লগত আমি আকৌ ওমলোঁ কেনেকৈ ? ঈশ্বৰৰ নিয়মৰ লৰচৰ নহলেও মাজে মাজে কোনো কথাৰ ব্যতিক্ৰম স্বভাৱত দেখিবলৈ পোৱা যায়; আৰু সেই ব্যতিক্ৰমৰ কাৰণ নেদেখি নুবুজি আমি অনেক সময় তাক স্বভাৱৰ চাপল্য বা খেয়াল বুলি মানি লওঁ। ব্ৰজলীলাৰ ব্যতিক্ৰম বোৰ এই দৰেই প্ৰেমিক ভক্তই ভগবানৰ প্ৰেমৰ লীলা বুলিয়েই মানি লয় !

এদিন আছিল — শ্ৰীকৃষ্ণক পূৰ্ণাৱতাৰ বা স্বয়ং ভগবান বুলিবলৈ পচিমৰ চমকত প্ৰথমে আজ্ঞি লাগি আমাৰে দুই একে অলপ মুৰ খজুৱাইছিল। আজি কালি দৰ্শন বিজ্ঞানৰ পোহৰত এই কথাৰ বিশদ আলোচনা কাগজে-পাতিয়ে, কিতাপে-পত্ৰই বহুবাৰ হৈ যোৱাৰ পাচত খোলাখুলিকৈ একেষাৰ কব পৰা অৱস্থা আহিছে। এতিয়া আৰু সঙ্কোচ নেলাগে।

নাস্তিকসকলে ঈশ্বৰ নেমানে। সিবিলাকৰ কৰ্ত্তা এক অন্ধ শক্তি। সিবিলাকক বুজোৱা চেষ্টা বৃথা। সিবিলাকৰ ভিতৰত আকৌ যি সকল দোৰ্ধোৰ প্ৰত্যক্ষবাদী — সেই সকলক বুজাবলৈ মস্তিষ্কই আমাৰ নাই ; কিয়নো মস্তিষ্ক আছে যে তাক প্ৰমাণ কৰিবলৈ গৈ আমাৰ মস্তিষ্ক বিদাৰি দেখুৱাই দিবলৈ আমি সমূলি নাৰাজ !

ঈশ্বৰৰ অস্তিত্ব মনা ভাৰতৰ শিক্ষিত দাৰ্শনিক সকলৰ প্ৰায় সকলোৱেই শ্ৰীকৃষ্ণক পূৰ্ণৱতাৰ বুলি স্বীকাৰ কৰে। ইবিলাকৰ ভিতৰত যি সকল অদ্বৈতপন্থাবলম্বী সেই সকলৰ কোনো কোনো যাত্ৰীয়ে হয়তো সুধিব পাৰে, — "জীব ব্ৰহ্মৈৱ নাপৰ", জীৱই যদি ব্ৰহ্ম হয় তেনে পূৰ্ণ বা অংশাৱতাৰ বোলাৰ প্ৰয়োজন কি ? এই আপত্তি উঠাৰ আশঙ্কা দেখিলে কব পাৰি, — পঞ্চভৌতিক দেহাৰ বিকাৰেই প্ৰপঞ্চ বা দেহাৰ বিকাৰৰ মাজেদি নিৰ্বিকাৰ ব্ৰহ্ম বা অপ্ৰপঞ্চৰ যি বিকাশ হয় সেয়েই জীৱ। পঞ্চভূতৰ তাৰতম্য অনুযায়ী সত্ত্ব ৰজ তম এই তিনি গুণৰ সংযোগৰ হীন-ডেটিত কেতিয়াবা কোনো কোনো প্ৰপঞ্চৰ আধাৰ মলিয়ন, কোনো কোনো নিৰ্ম্মল হয় ; তাৰ মাজেদি ব্ৰহ্মৰ বিকাশ কেতিয়াবা নিজিলিকা হয়, কেতিয়াবা গোমোঠা হয়, কেতিয়াবা বৰকৈ জিলিকা হৈ পৰে। যি আধাৰৰ জিলিকনি এটাইতকৈ বেচি তাতে পূৰ্ণবিকাশ আৰু কমকৈ জিলিকাবিলাকত অংশ বিকাশ বুলি নকলে যে প্ৰকাশ কৰিবৰ উপায় নেথাকে। এই কথাটিকে দৃষ্টান্তৰে ফট্‌ফটীয়াকৈ ফুটাই তুলিবলৈ কোনো কোনো মনীষীয়ে বেলোলৰ মাজেদি অহা পোহৰক পটন্তৰ দিয়ে। নানা বোলেৰে বোলোৱা বেলোলৰ মাজেদি অহা একেটা পোহৰকে ভিন ভিন পোহৰ যেন দেখা যায় । ফটিকৰ ধাৰ যেন নিকা বেলোলৰ মাজেদি শুধ পোহৰৰ আচল স্বৰূপ যেনেকৈ দেখা যায় — কোনো কোনো মহাপুৰুষৰ শৰীৰত সেইদৰে ব্ৰহ্মৰ পূৰ্ণবিকাশো দেখি। এই মতেৰে চাব খুজিলে কৃষ্ণৰ দেহাটি যেন এচটি চিক্‌চিকীয়া নিকা বেলোলৰ প্ৰপঞ্চ তত ব্ৰহ্মৰ পূৰ্ণ তেজ জিলিকি পৰিছে।

যি সকলে জীৱ আৰু ব্ৰহ্মৰ ভেদ মানে সেই দ্বৈতবাদী সকলৰ কেবাটিও শ্ৰেণী বিভাগ আছে। তাৰ ভিতৰৰ অভিমানী শিক্ষিতৰ দলটিয়ে সহজে বুজিব নোখোজে। এই দলৰ নমুনা শিশুপাল আৰু দুৰ্য্যোধন। ভগবানৰ যি বিৰাট বিশ্বৰূপ দেখি পাৰ্থৰ হৃদয়গ্ৰন্থি খুলি গৈ সন্দেহ দূৰ হ'ল, সেই বিশ্বৰূপক ইবিলাকে যায় বান্ধিবলৈ।

স্বভাৱতে দ্বৈতবাদীৰ যি অশিক্ষিত দল আছে, সিবিলাকৰ মাজত অৱতাৰবাদ এনেয়ে সহজে প্ৰচলন হৈয়ে আহিছে। সিবিলাকে দেৱে ধৰা বা ভূত লম্ভা কথা আখৰে আখৰে বিশ্বাস কৰে। ভূত মেলোৱা সেজে ভূত মেলাবও পাৰে, খেদাবও পাৰে। এই বিশ্বাসতে মাজে মাজে হত্যাকাণ্ড হোৱাৰ ঘটনাও আদালতৰ নথিত অনেক আছে। দুষ্ট ভূতে কেনেকৈ দেহীক দেহাৰ পৰা বাজকৈ থৈ সেই দেহা কিছুকাল ভোগ কৰে, সেইদৰে কোনো কোনো পবিত্ৰ আত্মায়ো মনুষ্য শৰীৰত থাকি কিছুকাল যে ভোগ কৰে তাকো সিবিলাকে সত্য বুলি মানি লয় ; আৰু এনে পবিত্ৰ আত্মাই পোৱা কোনো লোক দেখিলে সিবিলাকে সভক্তিৰে পূজা কৰে। পবিত্ৰ আত্মাই যদি অন্য দেহত ঠাই লব পাৰে, ভগবানে ঠাই লবলৈ বাধা থাকিল কি ? আমাৰ সাধাৰণ কথাত 'লম্ভা' যি সংস্কৃতত 'আবেশো' সি। লম্ভা শব্দ ভূতৰ বেলিকা খাটে কাৰণে কোনো সিদ্ধপুৰুষ বা ভগবানৰ বেলা আবেশ বোলাই শিষ্টাচাৰ।

জানি বুজি দ্বৈতবাদী হোৱা শিক্ষিত ভক্তসকলে মানি লয় — ইচ্ছা আৰু কৰ্ম্মৰ বাসনাৰ বলেৰে আত্মাই দেহান্তৰ গ্ৰহণ কৰি নিজ নিজ অভিলাষিত কৰ্ম্মফল ভোগ কৰে ; প্ৰয়োগ মনোবিজ্ঞানৰ আলোকত সিবিলাকে দেখি শুনি আৰু বিশ্বাস কৰে, যোগী ঋষিৰ কথাই নাই সাধাৰণ লোকেও অভ্যাসৰ বলত নিজৰ ইচ্ছাশক্তি চালনা কৰি অন্য শৰীৰৰ ৰোগ নিৰাময় কৰে, আৰু ইচ্ছা অনুযায়ী কামো কৰাই লয়। যোগী ঋষি সকলৰ যোগৰ বলত দেহান্তৰ আশ্ৰয় কৰা কথাৰ সবিশেষ প্ৰমাণ পাই সিবিলাকে যেতিয়া দেখে — কেনিও কতো অসাধাৰণ শিক্ষা বা অলৌকিক সামৰ্থ্যৰ নিদৰ্শন নাই, অথচ ৰক্ত মাংসৰ লোক এজনে শৰীৰেৰে সাধিছে সাধাৰণে সাধিব নোৱাৰা জগতৰ অতি অদ্ভুত মঙ্গলজনক কাম, মুখৰ কথাৰে ফুটাই তুলিছে সংসাৰৰ অতি জটিল সমস্যাৰ প্ৰাঞ্জল সমাধান, শত অপমান শিৰত লৈ বাট হেৰোৱা বাটৰুৱাক অলক্ষিতে টানি নিছে অসীমৰ স্নিগ্ধ আলোকলৈ ; — আৰু যেতিয়া দেখে এই অসাধাৰন শক্তি বা তেজ কোনো লোকলৈ অতিথিৰ দৰে আহি চিন চাব মাৰি গুচি যায়, কেতিয়াবা বা লোক শিক্ষাৰ কাৰণে সংসাৰৰ সমস্যা সাধন নোহোৱালৈকে কোনো লোকত ৰৈ ৰৈ যায়, — তেতিয়াই অনা-কাৰণিৰ এই শক্তি , এই তেজ, — এই সাধাৰণৰ অসাধাৰণ, — ইয়াতে অসামান্য বিভূতিৰ বিকাশ দেখি শুনি ঈশ্বৰৰ বিভূতি বুলি নতশিৰে স্বীকাৰ কৰে, আৰু বিকাশৰ ভেদে কোনো কোনো অৱতাৰৰ শৰীৰত মুক্ত পুৰুষৰ আবেশ, আৰু কোনো অৱতাৰত পুৰুষোত্তম ভগবানৰ আবেশ বুলি প্ৰাণেৰে বিশ্বাস কৰি নিজ নিজ ৰুচিৰে পূজা কৰে।

এই দুই শ্ৰেণীৰ দোমোজাত আৰু এটি শ্ৰেণী আছে, সিবিলাকে ভূতে পোৱা মানুহৰ গাত কেতিয়াবা মৃগীৰোগৰ সাদৃশ্য লক্ষণ দেখিলে তাক মৃগী বুলি উৰাই দি গহীনাই কয়, — এইবোৰ ভূতে ধৰা কথা কুসংস্কাৰ। অথচ সিবিলাকৰ ঘৰত ভূত লাগিলে ভূতৰ ওজাৰ ঘৰলৈ ঢাপলি ধৰোঁতে তৰা নৰা চিঙি যায়। শিক্ষিতৰ ভিতৰত যিবিলাক প্ৰেততত্ত্ববাদী আৰু ৰোগতত্ত্ববিৎ সেই সকলে কয়, — ভূতে লম্ভাৰ গাত যি মৃগী লক্ষণ দেখা যায়, সি আচলতে ৰোগৰ লক্ষণ নহয়, কোনো অবাঞ্ছনীয় প্ৰেতাত্মাই বলেৰে শৰীৰ ভোগ কৰিবলৈ আহোঁতে শৰীৰৰ গৰাকীৰ লগত ভিতৰি যি আঁজোৰ-পিঁজোৰ লাগে সেইবোৰ তাৰ হে লক্ষণ। সময়ে সময়ে সেই অবাঞ্ছনীয় প্ৰেতাত্মাৰ আগৰ স্থূল শৰীৰৰ আকৃতি আৰু অঙ্গি-ভঙ্গি পৰ্য্যন্তও লম্ভা শৰীৰৰ সেই লক্ষণত ফুটি পৰে। মুখৰ কথাতো সময়ে সময়ে নজনা নুশুনা কথা এনে অবিকল সঁচাকৈ ওলাই পৰে যে তাক প্ৰলাপ নুবুলি প্ৰলাপ বুলি উৰাই দিয়াটি প্ৰলাপ বুলিলে হে বেচিকৈ খাই পৰে। কামাখ্যাৰ দেওধনি, কিম্বা " ডেল্‌ফিৰ্ অৰেকোল" কোনো এটিয়েই একেবাৰে উৰাই দিব লগীয়া বস্তু নহয়।

শিক্ষিত সকলৰ কোনো কোনোৱে মুখেৰে অৱতাৰ সম্বন্ধে সবিশেষ প্ৰতিবাদ নকৰিলেও মাজে মাজে এটি আপত্তি কৰাৰ কথা শুনা যায়। বিৰাট ব্ৰহ্মাণ্ডৰ অধীশ্বৰ নিৰ্ব্বিকাৰ নিৰঞ্জনে এটা বালিচাহীৰো বালীচাহী যে মানৱ, তাৰ গাত তেওঁৰ বিৰাট ঐশ্বৰ্য্যৰে প্ৰবেশ কৰি অথবা তদনুৰূপ দেহা ধাৰণ কৰি মানুহৰ লঘু লাঞ্ছনাৰে নিজক ইমান অপমানিত কৰে বুলি ভবাটো বৰ আচৰিত । এটা হাতীৰ গাত জীৱৰ দুখ সুখ সমন্বিতে যি অন্তঃসংজ্ঞা, জীৱৰ জন্ম, অস্তিত্ব, বৃদ্ধি, বিপৰিণাম, অপক্ষয় আৰু বিনাশ এই ছয় বিকাৰেৰে যি জৈবিক তত্ত্ব ফুটি পৰে, — বেঙ্গীৰ জলা এটিত থকা সহস্ৰ জীৱানু পুঞ্জৰ এটিৰ গাটো সেই জৈবিক তত্ত্ব পূৰ্ণ মাত্ৰাৰে থকা কথাটো আচৰিত হলেও সঁচা। সেইহে ভাৰতে ভগবানক আজিও কৱ লাগিছে— তুমি মহতৰ মহীয়ান্, অণুৰো অনীয়ান !

ভগবানে বিৰাট ঐশ্বৰ্য্যেৰে দেখা দিলে ক্ষুদ্ৰাতিক্ষুদ্ৰ মানৱৰ এনে সাধ্য নাই সি সেই ঐশ্বৰ্য্য উপভোগ কৰে। ভগবানে নিজৰ সৃষ্ট সূৰ্য্যটিতে ইয়াৰ ইঙ্গিত দি থৈছে। সূৰ্য্যৰ যি জ্বলন্ত তেজ, সেই তেজ চকুৰে চালে চকু ছাই হ'লহেতেন, পৃথিৱী পুৰি ভস্ম হ'লহেঁতেন ; এনে এক বিশ্বদাহী জ্যোতিপিণ্ডৰ ৰশ্মি বায়ু মণ্ডলৰ মাজেদি প্ৰশান্ত হৈ আহি পৃথিৱী স্বাস্থ্য আৰু শস্য সম্পদেৰে নদন - বদন কৰি তুলিছে। অনন্তৰ আদি অন্তহীন বিশ্বৰূপ স্থিৰ নেত্ৰে চাব পৰা বীৰ পৃথিৱীত কেইজন ? দৰ্শনৰ অধিকাৰী মহাবীৰ

অৰ্জ্জুনে কুৰুক্ষেত্ৰৰ সমৰাঙ্গনত ভগবানৰ শৰীৰত বিশ্বৰূপ দেখি ভয়ত কঁপি কঁপি কবলৈ ধৰিছিল, - সংহৰণ কৰাঁ, সংহৰণ কৰাঁ, তোমাৰ এই অদ্ভুত ৰূপ ! মোৰ দিখিদিক জ্ঞান উৰি গ'ল, — মোৰ কি হ'ল ! হে জগন্নিবাস ! প্ৰসন্ন হোৱাঁ। ভগবানে তেতিয়াই সেই ৰূপ সামৰি সাৰথিৰ বেশেৰে অৰ্জ্জুনৰ আগত থিয় দিলে, — তেহে অৰ্জ্জুন প্ৰকৃতিস্থ হ'ল।

শিক্ষিত সকলৰ ভিতৰত যিটি শ্ৰেণীয়ে ভালকৈ বুজিবলৈ হলে পচিমীয়া সিদ্ধান্তৰ বিশেষ প্ৰয়োজন স্বীকাৰ কৰে সিবিলাকলৈ নতুন মনোবিজ্ঞানৰ "কন্‌ট্ৰ'ল" বা "পজেচন" আৰু প্ৰেতত্তত্ত্ববাদীসকলৰ "মিডিয়ম" আদি তত্ত্ব বৈজ্ঞানিক যুক্তিৰে প্ৰমাণ হোৱাত ভাৰতৰ অৱতাৰবাদত বহুতো পোহৰ পৰিছে। "কন্‌ট্ৰ'ল" বা পজেচনে যি বুজায় আমাৰ ভাষাত সেয়ে আবেশ। অন্য আত্মাৰ আবেশ হোৱাৰ যিটি আধাৰ বা দেহা সেয়ে "মিডিয়ম"। — পচিমীয়া মনোবিজ্ঞানৰ দাৰ্শনিক কেজন মানে কয়, —আমাৰ মস্তিস্ক চৈতন্যৰ দুৱাৰ বা উপাধি। এই ক্ষুদ্ৰ মস্তিস্কত যিকণি চৈতন্য প্ৰকাশ পায় তাক জাগ্ৰত চৈতন্য বোলে । ই অতি বৃহত্তৰ অখণ্ড জগৎ চৈতন্যৰ ভগ্নাংশ মাথোন। এই অখণ্ড চৈতন্যৰ অব্যক্ত ভাগৰ অলপ অংশই আকৌ কেতিয়াবা কেতিয়াবা ধ্যান, দিব্য দৃষ্টি, আৰু সফল স্বপ্ন স্বৰূপে অকস্মাৎ মস্তিস্কৰ দুৱাৰে দি দেখা দিয়ে। এই দেখা দিয়াকে নিঃসন্দেহেৰে আমি আবেশ বুলি ধৰি লব পাৰোঁ ; কিয়নো, ইয়েই যে অব্যক্ত চৈতন্যৰ আকস্মিক বিকাশৰ ব্যক্ত ভাব, — ক্ষুদ্ৰাতি-ক্ষুদ্ৰ চৈতন্যত বিশ্ব চেতনাৰ পৰশৰ অতিযোগ ! ইয়াৰেই অল্প বিকাশ বিভূতি, আৰু মহৎ বিকাশেই অৱতাৰ !

শিক্ষিত সকলৰ ভিতৰত অৱতাৰ মনা দল এটিযে আৰু এই আসোঁৱাহ উলিয়ায়। কোনো কোনো শুধ চিতীয়া মানুহত কোনো কোনো মহাপুৰুষৰ আবেশ হব পাৰে; কিন্তু ভগবানৰ আবেশ হব পৰা শুদ্ধ সত্ত্বৰ শৰীৰ মানুহৰ ভিতৰত নাই যেতিয়া, ভগৱানে আবেশৰ বেলিকা এটি শুদ্ধ সত্ত্বৰ মায়াৰ শৰীৰ আশ্ৰয় কৰে। সি আচলতে মানুহৰ শৰীৰ নহয়, শৰীৰৰ এটা প্ৰতিভাস মাথোন। আজি কালি বিজ্ঞান দৰ্শনৰ মিলন সন্ধিত যি স্পষ্ট পোহৰ পৰিছে তাৰ আলোকত ভাৰতৰ যোগী ঋষিৰ আত্মাই ইচ্ছা কৰি যে নৰতনু গ্ৰহণ কৰিব পাৰে এই বিশ্বাস জিলিকি পৰিছে। এই সকলো বিলাক আশঙ্কা আৰু সন্দেহৰ মুৰ মাৰি আজি বিশিষ্ট অৱশিষ্ট নিৰ্ব্বিশেষে অধিকাংশ শিক্ষিত সম্প্ৰদায়ৰ এক অটল বিশ্বাস জাগি উঠিছে — কোনো কোনো পবিত্ৰ আত্মাই জগতৰ মঙ্গলৰ কাৰণে নৰতনু গ্ৰহন কৰেহি যে ই সত্য কথা ; আৰু সেই পবিত্ৰ তনুত অৱস্থা বুলি ভগবানৰ আবেশ হয। এই কথাকে যে মহাভাৰত, দেবী ভাগৱত, শ্ৰীমদ্ভাগৱতৰ মাজেদি ভাৰতৰ ঋষি মুনিয়ে কৈ গৈছে। ধৰ্ম্মৰ ঔৰসত দক্ষকন্যা মূৰ্ত্তিৰ গৰ্ভত জন্ম লৈ যি নৰ আৰু নাৰায়ণ ঋষিয়ে বদৰিকাশ্ৰমত উগ্ৰ তপস্যাৰে নিজৰ শৰীৰ শুদ্ধ সাত্বিকতাৰ সম গুণলৈ আনিছিল, সেই নাৰায়ণ ঋষিযে দৈবকীৰ গৰ্ভত কৃষ্ণৰূপে আৰু নৰ ঋষিয়ে কুন্তীৰ গৰ্ভত অৰ্জ্জুনৰূপে জন্মগ্ৰহন কৰিলেহি। নাৰায়ণ ঋষিত ভগবানৰ উজ্জ্বল তেজৰ আবেশ হৈছিল ! এই তেজৰ জ্যোতি কেতিয়াবা উজ্জ্বল, কেতিযাবা উজ্জ্বলতৰ, আৰু কেতিয়াবা উজ্জ্বলতম হৈ জ্বলি উঠিছিল, — সেয়ে মথুৰালীলা, দ্বাৰকালীলা আৰু ব্ৰজলীলা !

বঙ্গদেশৰ বৈষ্ণৱ সম্প্ৰদায়ৰ মতে শ্ৰীকৃষ্ণৰ ব্ৰজলীলাত অনন্ত কোটি ব্ৰহ্মাণ্ডৰ অধিকাৰী হৰিৰ অথবা কাৰণাৰ্ণৱশায়ী মহেশ্বৰৰ তেজ, দ্বাৰকালীলাত ব্ৰহ্মাণ্ডৰ অধিপতিৰ বা গৰ্ভোদকশায়ী মহাবিষ্ণুৰ তেজ, আৰু মথুৰা লীলাত এই পৃথিবীৰ অধিকাৰী শ্বেতদ্বীপাধিপতি বিষ্ণুৰ বা ক্ষীৰোদাৰ্ণৱশায়ী ভগবানৰ তেজ। সিবিলাকে কৃষ্ণৰ জীৱনীৰ আৰু দুটি ঘটনালৈ আঙুলিয়াই কয, — ওপজা কৃষ্ণক বসুদেৱে নন্দৰ ঘৰলৈ লৈ যাওঁতে বাটতে কৃষ্ণ যেতিয়া যমুনাত পৰিলে তেতিয়াই ক্ষীৰোদশায়ী বিষ্ণুৰ দেহা যমুনাতে পৰি ৰল। ব্ৰজপুৰলৈ বসুদেৱে যাক লৈ গল সেইয়া বিষ্ণুৰ মায়িক দেহা। সেই দেহা নিত্য বৃন্দাবনৰ নিত্য লীলা লৈয়ে আজিও আছে, — "বৃন্দাবনং পৰিত্যজ্য স ক্কচিৎ নৈব গচ্ছতি।" অক্ৰুৰে যেতিয়া ব্ৰজপুৰৰ পৰা মথুৰালৈ কৃষ্ণক লৈ আহিল কৃষ্ণক তৰুতলৰ ৰথৰ ওপৰত থৈ যমুনাৰ জলত বুৰ মাৰি দেখে, — কৃষ্ণ নহয়, ক্ষীৰোদাশায়ী ভগবানৰ মূৰ্ত্তি, — এয়ে সেই বসুদেৱে এৰি থৈ যোৱা মূৰ্ত্তি, তাকে মথুৰালৈ

লৈ গ'ল। এই বিশ্বাসতে সিবিলাকে কব খোজে যদুপতি কৃষ্ণ ব্ৰজপতি কৃষ্ণ নহয়। ব্ৰজপতি কৃষ্ণ গকুলৰ গৰখীয়া, যদুপতি কৃষ্ণ মথুৰাৰ ৰাজকুমাৰ ! ভাবত দুইৰো তাৰতম্য — গকুলৰ গোপ গোপীয়ে মথুৰাত কৃষ্ণক চাবলৈ গৈ যেতিয়া ৰাজকুমাৰ বেশেৰে দেখিলে, তেতিয়া কলৈ আহিলো বুলি থমকি গ'ল, — চকু তললৈ দি থিৰ দিলে ! অন্তৰ্য্যামী কৃষ্ণই সিবিলাকৰ ভাব বুজিব পাৰি, ততালিকে চূড়াত মৈৰা পাখি আৰু পিঠিত ধৰা লৈ মুখৰ মোহন বংশীৰে হাঁহি হাঁহি দেখা দিলেহি। গোপ গোপিনীয়ে আনন্দত উত্ৰাৱল হৈ তেতিয়াহে হেপাহেৰে কৃষ্ণক কৃষ্ণ বুলি সাবটি ধৰিলে। — ইয়াত ভক্ত হৃদয়ৰ মাধুৰ্য্য আৰু ঐশ্বৰ্য্য ভাবৰ তাৰতম্য অথবা নিগূঢ় ৰহস্য থাকিলেও সাধাৰণ চকুৰে আৰু সহজ জ্ঞানেৰে চালে গোটেই কৃষ্ণৰ জীৱনত অৱস্থা ভেদে বিষ্ণুৰ মহাবিষ্ণুৰ আৰু মহেশ্বৰৰ তেজ প্ৰকাশ যে পাইছিল তাত অবিশ্বাস কৰিব লগীয়া একো নাই। লীলাৰ ছলেৰে যশোদাৰ আগত, বৃন্দাবনৰ ৰাস মণ্ডলত যি মহেশ্বৰৰ তেজৰ আভাস জ্বলি উঠিছিল, সেই তেজ কুৰুক্ষেত্ৰত অৰ্জুনৰ আগত প্ৰকাশ পোৱা সকলো কাল সকলো ব্যৱধান ব্যাপি থকা এই নিখিল বিশ্বৰ পৰম নিধান অক্ষৰ অব্যয় পৰমব্ৰহ্ম বিশ্বৰূপৰ কল্পনাতীত তেজতকৈ কোন গুণে বেচি ? মহেশ্বৰৰ তেজৰ বিকাশ অকল ব্ৰজলীলাৰ চাৰি সীমাতেই নাছিল।

শাস্ত্ৰই লেখ দিয়া অৱতাৰ সকলত যি ঐশ্বৰিক তেজ জিলিকিছিল সেই সকলো বিলাকতকৈ কৃষ্ণত জিলিকা তেজ বহুত স্পষ্ট, বহু দূৰ ব্যাপক, বহু পৰিমাণে উজ্জ্বল। কৃষ্ণক আজিও পাই পাই অন্ত কৰিব পৰা নাই গুণেই কৃষ্ণ পূৰ্ণাৱতাৰ ! ক্লেশ, কৰ্ম্ম বিপাক, আৰু আশয়ে স্পৰ্শ কৰিব নোৱাৰা এনে কৰ্ম্মীৰ অৱতাৰ জগতত কিমান ? শূৰৰ শৌৰ্য্যেৰে, বীৰৰ বীৰ্য্যেৰে, মধুৰৰ মাধুৰ্য্যেৰে, সুন্দৰৰ সৌন্দৰ্য্যেৰে, প্ৰতিভাৰ অপৰিমিত প্ৰজ্ঞাৰে, স্বৰূপ তত্ত্ব, ৰস তত্ত্ব আদি সকলো তত্ত্বেৰে এনে পৰিপূৰ্ণ অৱতাৰ আৰু কোন ? ভগবান বুলিলেই মানুহৰ মনে, বুদ্ধিয়ে, অনুভূতিয়ে যি বিচাৰে তাতোকৈ কত গুণে বেচি আৰু কিমান কি কৃষ্ণৰ জীৱনত ফুটি পৰি এক অসীম অব্যক্তৰ আভা দিছে। সকলো দ্বন্দ্ব সকলো বিৰোধৰ এনে অনুপম সমন্বয়, এনে জ্ঞান, ইচ্ছা আৰু যত্নেৰে বিভূতিৰ সহজ সুবিকাশ আকাশতকৈও উদাৰ, আকাশতকৈও সুবিশাল দেখিয়েই ভাৰতে নতশিৰে কৃষ্ণক দেৱৰো দেৱতা বুলি স্বীকাৰ নকৰি যে পৰা নাই। জীৱই যদি পতিত পাৱন ক্ষমাৰ মূৰতিৰে ধাৰণাতীত ভগবানৰ সাকাৰ মূৰ্ত্তি বিচাৰে তেনে স্থূল জগতত কৃষ্ণত বাজে দেখুৱাই দিবলৈ আৰু যে দ্বিতীয়টি নাই। অন্য অৱতাৰত ঈশ্বৰৰ স্বাধৰ্ম্যপ্ৰাপ্ত কোনো মুক্ত পুৰুষৰ আবেশ হব পাৰে, অথবা বিষ্ণুৰ আবেশো হব পাৰে, কিন্তু অনন্ত কোটি ব্ৰহ্মাণ্ডৰ অধিকাৰী হৰিৰ আবেশ একমাত্ৰ কৃষ্ণতেই সম্ভৱ গুণেই ভাৰতৰ ভক্তসকলে "কৃষ্ণস্তু ভগৱান স্বয়ং" বুলি হৃদয় বেদীত আসন পাতি আজিও প্ৰাণ ভৰি ভৰি পূজা কৰিছে।

কোৱাঁ, — কোৱাঁ মা ! এই পূৰ্ণাৱতাৰ ভগবান শ্ৰীকৃষ্ণকে আপোনাৰো আপোন ভাবি ভাৰতৰ ভক্তবৃন্দই যে প্ৰেমৰ ৰসত আপ্লুত হৈ নন্দৰ কানাই বা 'কানাই' বুলি মাতে, তুমি সেই কানাইৰে কথা কব খোজা নাই নে ? — তুমি হাঁহিছা ? — তোমাৰ হাঁহিত ভুবন যেন জিলিকি পৰিল ! ই আজি কি ? ই কি মা ! তোমাৰ হাঁহিটিৰ বিজুলী চমকত ওপৰৰ নীল আকাশ খনি যেন উৰি গল ; — চাপি কুঁচি মহাশূন্যৰ মাজত এক যেন সুনীল মুৰতি জ্বলি উঠিল ! দূৰৰ ৰামধেনু খনি মূৰৰ পৰত ম'ৰা পাখিৰ দৰে জিলমিল কৰিছে ! বেলিৰ সোনালী কিৰণৰ কাচনেৰে কেনে তুলি ধৰিছে ! কাৰ, কাৰ এই বিশ্বমোহন মুৰতি ? কোৱাঁ, মা, কাৰ ?— মা, মা ! কলৈ গ'লা ? — লুকাল, লুকাল, চকুৰে চাওঁতে ছবিটি লুকাল ! — তুমিও লুকালা ! — উলিয়াই দিয়াঁ, ভলাই দিয়াঁ, আৰু ভলাই দিয়াঁ। মই যে মনিবলৈ লৈ মনিব নোৱাৰিলোঁ। হাহাঁ, মা, হাঁহি যোৱাঁ — জানোচা মন প্ৰাণ হৰি নিয়া এই মোহন মুৰতিয়ে প্ৰাণৰ মাজত এবাৰ হাঁহে। তুমি গ'লা, যোৱাঁ। তোমাৰ হাঁহিটিৰ প্ৰেমেৰে অমিয়া ধ্বনিটি থৈ যোৱাঁ। বাজক, দিনে ৰাতি সিয়ে বাজক, বাজি উঠক ঃ—

"মথুৰাৰ হাটলৈ যাবকে নোৱাৰি
কানায়ে নিদিলে বাট ঐ
গোবিন্দাই ৰাম
ৰাধাই বোলে—কানাই নিয়া পাৰে কৰি
যাওঁ মথুৰাৰ হাট ঐ
গোবিন্দাই ৰাম।"

———

## পঞ্চম পৰ্ব

জেঠৰ বাৰ খৰৰ চৈধ্যজীয়া বʼদ, — জুই উঠিছে! গছ লতাই মুখ আমোলাই পেলাইছে! জীৱকুলৰ শৰীৰত নীৰৱে এক উচ্‌পিচনি লাগিছে! এনেতে জিব্‌জিবকৈ শীতল বা এছাটি বৈ শৰীৰ আৰু মন শীতলাই দি গʼল। চকু মেলি চাই দেখিলোঁ, — তুমি, তুমি মোৰ মাতৃ, শীতল বা বলাই লৈ আহিছা! আহাঁ, আজি মোক ধীৰে শঁতে কৈ যোৱাঁ — কানায়ে বাট নিদিলে কিয় মথুৰাৰ হাটলৈ যাব নোৱাৰি।

সেই কালৰ কত গোপ গোপিনীয়ে, কত হাটৰুৱা বাটৰুৱাই মথুৰাৰ হাটলৈ নিৰ্বিবাদে গৈ আছিল, আহি আছিল; কতই ঘাটেৰে ঘাটেদি, নিজৰ পানচৈয়েদি, চুবুৰীয়াৰ নাৱেদি যমুনা পাৰ হবই লাগিছিল। দিন নাই, ৰাতি নাই — জুমে জুমে মানুহৰ আয়াযাত! কʼতা এই সকলোকে কানায়েই পাৰ কৰিছিল নে? কোৱা? অথবা সি কোনোবা ৰজা জমিদাৰৰ হাতত থকা মথুৰাহাট, তাঁলৈ যাবলৈ হলে হাটখোৱা কানাইক কৰ কাটল নিদিলে যাবলৈ নিদিয়ে? — কানাই হাটখোৱাও নাছিল, যমুনা ঘাটৰ পাৰোৱায়ো নাছিল, অথবা হাটৰ হেঙ্গাৰো নাছিল। দিনে দিনে জুমে জুমে গকুলৰ গোপ গোপিনী যি বাটেদি মথুৰাৰ হাটলৈ যায়, সেই বাটেদি যোৱাত ৰাধাৰ বাধা কʼত? — কানাই প্ৰথম মথুৰালৈ গৈছিল কংসৰ ধনুৰ্যজ্ঞত। সেই যাত্ৰাতেই ব্ৰজলীলাৰ যৱনিকা পৰিল। ইয়াৰ আগতে কোনো দিন ৰাধাকে বা অন্য গোপ গোপিনীকে কানায়ে নিজে পাৰ কৰি একেবাৰে মথুৰা হাটলৈকে বাট দি লৈ যোৱাৰ কথাও কʼতো শুনা নেযায়। সৰ্ব্বসাধাৰণে বেচা কিনা কৰিবলৈ নিজ ইচ্ছাৰে যাব পৰা মথুৰাহাটলৈ যোৱাত দেখাদেখিকৈ কোনো বাধা নাই যেতিয়া, ৰাধাই আজি অন্তৰেৰে যাব খোজে তেনে এক মথুৰাহাটলৈ, যʼলৈ যাবলৈ হলে অশৰীৰী কানায়ে বাট দিব লাগিব, পাৰ কৰি নিবও লাগিব। মুক্ত পাহিৰ সাধাৰণে এনেয়ে যিখিনি পায় সেইখিনিয়েই নহয়, ৰাধাক আচলতে লাগে সেই খিনি যিখিনি এনেয়ে পোৱা নেযায়, — পোৱাৰ মাজতো নোপোৱা হৈ যি চিৰ-সুন্দৰে হাঁহিব লাগিছে!

মনত পৰিছে, — তাহানি বঙ্গদেশৰ 'কৃষ্ণলীলা' চাই ফুৰোঁতে এটি লীলাত দেখিছিলোঁ কেগৰাকীমান মুখ চোকা গোপিনীৰ লগত শ্ৰীৰাধিকা মথুৰাৰ হাটলৈ গৈছিল। যমুনাৰ ঘাট পাই সিবিলাকে দেখিলে — 'পারে কে যাবি, কে যাবি' বুলি গীত এটি গাই গাই গুটিয়া নাও এখনিত ঘাটেৰ বেশেৰে — কলীয়া কানাই। যাৰ 'এক মন' ওজন কানায়ে হেনো তাক হে পাৰ কৰিব। 'দুই মন' ওজনৰ মানুহলৈ বোলে সেই খনি নাও নহয়, — মাজ যমুনাত বুৰাৰ ভয়। এই মন শব্দটিয়ে বঙ্গলা ভাষাত মন আৰু মোন দুয়োকো বুজায়। যি এক মনেৰে তন্গত চিত্তেৰে যায়, তাঁলেহে সেই খনি নাও, আৰু তাৰ নাৱৰীয়া নন্দৰ কানাই। যি দুই মন বা ব্যভিচাৰী ভক্তিৰে যায়, তাঁলৈ নাৱো নাই, কৰ্ণধাৰ কানাইয়ো নাই। এই কথা লৈয়ে নানা ৰসৰ বাদ-বিতণ্ডা হʼল। শেহত একোতে নোৱাৰি মানিনী গোপিনীয়ে মুখ খন পাচি যেন কৰি জোকোৱা এটি মাৰি ৰাধিকাক হাতেৰে টানি অইন ঘাটলৈ লৈ গʼল। যাওঁতে ভোৰভোৰাই গʼল, — "ঘাট আৰু তোমাবটিয়েই হে আছে নে কি?" — অইন ঘাটলৈ গৈ দেখিলে, — সেই, সেই গুটীযা নাও, আৰু সেই কলীয়া কানাই। গোপিনী অবাক; — এবাৰ কানাইৰ মুখলৈ এবাৰ ৰাধাৰ মুখলৈ চাই ৰʼ লাগিল। মুখৰাৰ মুখৰ মাত হৰি গʼল। এনেতে কানায়ে এটি প্ৰাণ ভৰি যোৱা সুৰদি গীতেৰে সমস্যাৰ সমাধান কৰি দিলে — "আমি ভক্তের তরে ঘাটে ঘাটে নিয়ে বেড়াই ভাঙ্গা তরী"। গানৰ শেহত কীৰ্ত্তনৰ জুমুৰ তুলিলে — "আমি ঘটেও হরি ঘাটেও হরি।" নতুন জ্যোতি পৰি গোপিনীৰ প্ৰাণ যেন জিলিকি পৰিল। শ্ৰীৰাধিকাৰ নীলোৎপল নয়ন জৰি প্ৰেমাশ্ৰু বৰ্বলৈ ধৰিলে। মধুৰ জুমুৰত এটি যেন চিৰ সত্যই প্ৰাণৰ মাজত ৰূপ ধৰি নাচি উঠিল! সেই দৃশ্য, সেই লীলা — সি যেন আজিও প্ৰাণত বাজি আছে। আমাৰ ঘটে ঘটে আকাৰ নোহোৱা যি জনা হৰি বিৰাজ কৰিছে, তেওঁয়েই আজি আকাৰ লৈ ঘাটে ঘাটে মধুৰ মুৰুলী বজাই বাটলৈ চাই মাতিব লাগিছে৷ কালে কালে, দেশে দেশে, ভিন ভিন বেশেৰে ঘাটৰ ঘাটে

সেই প্ৰাণৰো প্ৰাণ মহাপ্ৰাণ নন্দৰ কানাই। ঘাট যেন ঘাট নহয়, একো একোটি ধৰ্ম্মমত। একেজনা ভগবানেই বিভিন্ন বেশেৰে ঘাটে ঘাটে জীৱক পাৰ কৰি নিছে। বিভিন্ন মতৰ বিভিন্ন ধৰ্ম্মৰ কি সুন্দৰ সমন্বয়। সাম্প্ৰদায়িকতাৰ তুমুল কোলাহল একেটি গানতে মিলি গ'ল। আকাশত যেন জিলিকি পৰিল এক মহান্ সত্য — কানাইৰ যি খনি মথুৰাৰ হাট, তাঁলৈ বাট দি লৈ যায় কানায়েই!

ভগবানে শ্ৰীগীতাত কৈ গৈছে — যেতিয়া যেতিয়াই ধৰ্ম্মৰ গ্লানি হৈ অধৰ্ম্মৰ প্ৰাদুৰ্ভাৱ বেচি হয় তেতিয়াই সাধু সকলৰ পৰিত্ৰাণ আৰু দুষ্টৰ বিনাশ সাধন কৰি ধৰ্ম্ম সংস্থাপন কৰিবলৈ মই যুগে যুগে অৱতীৰ্ণ হওঁ। আৰু কৈছে — মোৰ কৰিব লগীয়া একোয়েই নাই, তথাপি মই লোক সংগ্ৰহৰ অৰ্থে কাম কৰোঁ, — জানোচা মোক নিষ্কৰ্ম্মা দেখি জগত কামৰ পৰা আঁতৰি থাকে।— ইয়াতকৈ মুকলি কথা আৰু কি হব পাৰে? ভগবান প্ৰকাশ পায়, — ভেদ জ্ঞানৰ জগতত সাধাৰণ ভাষাৰে কবলৈ গলে — তেওঁ নামি আহে। যেতিয়াই জগতৰ দৈত্য শক্তিয়ে দৈব শক্তিক দবাই দি পৃথিবীৰ প্ৰগতিত বাধা দিয়ে, নিজৰ সৃষ্টিৰ বাটৰ বাধা আঁতৰাই দিবলৈ ভগবান নামি আহে ; নামি আহে এক কৰ্ম্মময় জীৱনেৰে, যাতে পৃথিবীৰ অজ্ঞান সন্তানে চানেকি চাই চাই নিজৰ জীৱন বান্ধিব পাৰে, যাতে ৰক্ত মাংসৰ আকুলি-বিকুলি লৈ হঁহা-কন্দাৰ মাজে মাজে ভয় সংশয়ৰ ভিতৰে ভিতৰে নিজৰ ঐশী তেজ বিকীৰণ কৰি কৰি অনন্ত আকাশৰ কোলালৈ চৰায়ে আপোন পোৱালি উৰুৱাই নিয়া দি লৈ যাব পাৰে।

অকল ভাৰতৰ সনাতন ধৰ্ম্মই নহয়, জগতৰ যি যি ধৰ্ম্মই ঈশ্বৰ স্বীকাৰ কৰে সেই সকলো ধৰ্ম্মৰে অটল বিশ্বাস ভগবান নামি আহে। পৃথিবীৰ ইতিহাসত চিৰদিন ধৰ্ম্মৰ জয় অধৰ্ম্মৰ ঘোৰ পৰাজয় দেখি কোনো কোনো দাৰ্শনিকে এই যুক্তিৰেও ভগবানৰ অস্তিত্ব প্ৰমাণ কৰিব খোজে। এই প্ৰমাণ স্বীকাৰ কৰিলে লগে লগে ঈশ্বৰ নামি অহাৰ প্ৰমাণে আৰু বল পায়। ধৰ্ম্মৰ জয় কৰিবলৈ হলেই নানা বিৰোধ শক্তিৰ সাংঘাতিক সংঘৰ্ষৰ মাজেদি অন্ধ জগতক বাট দেখুৱাই জয়ৰ মুখে মুখে লৈ যাবই লাগিব, — তেহেলে নৈতিক শক্তিৰ প্ৰেৰণাই হওক, অথবা শৰীৰৰ আবেশেৰেই হওক, ৰথৰ সাৰথি নাৰায়ণ নহলে কোনে কুৰুক্ষেত্ৰৰ মাজে দি অৰ্জ্জুনক বিজয়ী কৰি লৈ যায়? — ভগবান নামি আহে, নহলে ঈশ্বৰ আৰু মানুহৰ মিল হয় কেনেকৈ? মানুহৰ চেষ্টা আৰু ভগবানৰ প্ৰেমৰ পৰশ নহলে এনে মিলন যে অসম্ভৱ। সৃষ্টিৰ উদ্দেশ্য কি, ৰহস্য কি, সেই সন্ধান সৃষ্টিকৰ্ত্তাত বাজে বুজে কোনে? তেওঁৰ উদ্দেশ্য বা লক্ষ্যলৈ প্ৰকাশ্যে বা অপ্ৰকাশ্যে তেওঁয়েই লৈ যায়, নহলে জগত যায় কলৈ? লক্ষ্যৰ সন্ধান তেওঁয়েই দিয়ে,— সেই সন্ধানত আমি তেওঁৰেই প্ৰকাশ অনুভৱ কৰোঁ। তেওঁ আহে,—বাণীৰ মাজেদি, প্ৰেৰণাৰ মাজেদি, শুদ্ধ সত্বৰ শৰীৰৰ মাজেদি তেওঁ সঁচাকৈয়ে নামি আহে। যেতিয়াই বিপথগামী সন্তানৰ বেচি পোহৰৰ প্ৰয়োজন হয়, তেতিয়াই তেওঁ নিজৰ পুত্ৰৰ মুখেৰে, দূতৰ মুখেৰে, কোনো শৰীৰীৰ মুখেৰে প্ৰত্যক্ষে বাতৰি বলাই আনি পথৰ সন্ধান দি যায়, যাতে তেওঁৰ অবাটে যোৱা জগতখনি বাটলৈ আহে। আধাৰ ভিন ভিন হলেও এই দৰেই দেশে দেশে কালে কালে অনাদি কালৰ পৰা একোটি প্ৰমাণ জ্বলিয়েই আছে — ভগবান আহে, নামি আহে।

তেওঁ নামি আহে। পৃথিবীৰ কি দুৰ্ভাগ্য তেওঁক হাতত পাই চিনিব নোৱাৰি কত অপমান কৰে, কত লাঞ্ছনা দিয়ে। পৃথিবীলৈ পোহৰ অনাৰ পুৰস্কাৰ তেওঁ কতবাৰ পাব লাগিছে, — লদিৰ কোৰত তেজেৰে কত যে বাঙলি কৰিলে, জীয়াই জীয়াই কত জুইত পুৰিলে, পিশাচৰ দৰে পেৰেকত তুলি পিষ্ট দিলে ; তেও তেওঁ নামি আহে। আকলন নথকা সন্তানক বাট ধৰাই দি যাবলৈ অসীম প্ৰেমেৰে নামি আহে, নিজৰ জীৱনেৰে প্ৰেমৰ বাণী বলাই দি গুচি যায়। তেওঁ আহিব, আকৌ আহিব। বৰ্ত্তমান জগত জোৰা যি হাহাকাৰ, যি উৎপাত— তাৰ প্ৰতাপত পৃথিবীৰ শান্তি নাই। আকৌ এবাৰ ব্ৰহ্মালৈ চাই পৃথিবীয়ে বিনাব লাগিছে — ভীষণ সমস্যাৰ সমাধান লাগে। আকৌ তেওঁ আহিব। পৃথিবীৰ চকুৰ পানী মচি দিবলৈ ভগবান

আমাৰ আহিব। — তেতিয়া জানোচা তেওঁক নিচিনি অপমান কৰোঁ। কত অপমান হৈ গল। আৰু কিমান কলঙ্ক পৃথিবীৰ মুৰত জাপি দিম ? এইবাৰ, এইবাৰ আহিলে — সকলো অপমানৰ প্ৰতিশোধ লম — কেশেৰে চৰণ মুচি দি হৃদয়ৰ সিংহাসনত বহুৱাই নিজৰ চুলি চিঙ্গি হিয়া খুন্দি কান্দি কান্দি অশ্ৰুৰ নদী বোৱাই দিম। যাতে ধলত তাৰ গোটেই হৃদয় উটি ভাহি গৈ কেৱলে জিলিকাই থয় তেওঁৰ সেই ৰাতুল চৰণ। — এই উদ্দেশ্যে সঁচাকৈয়ে শিক্ষিত সম্প্ৰদায়ৰ এদল বিশিষ্ট ভক্তই এতিয়াৰে পৰা জন-মত গঢ়িবলৈ হাতে কলমে লাগি পৰিছে। সিবিলাকৰ দৃঢ় বিশ্বাস — ভগবান নামি আহে, তেওঁ আহিব।

জগতৰ যিসকল বিদ্বানে ঈশ্বৰ নামি অহা বা ঈশ্বৰৰ অস্তিত্ব প্ৰকাশ্যে স্বীকাৰ নকৰে সিবিলাকেও পাকে প্ৰকাৰে এনে এটি প্ৰেৰণাৰ কথা নেমানি নোৱাৰে। অনন্ত সাগৰৰ প্ৰতি কণিকাত সাগৰৰ ঝঙ্কাৰ জিকাৰি উঠাদি বিশ্ব ব্ৰহ্মাণ্ডৰ প্ৰতি অনুকণাত সৰ্ব্বব্যাপক পৰমেশ্বৰৰ প্ৰৈতিয়ে অনন্ত কাল জিকাৰিবই লাগিছে। ভগবানৰ প্ৰেম যে কন্দ্ধ দুৱাৰবলৈকো বৈ যায়। নিজৰ হিত, সমাজৰ হিত, বিশ্বৰ হিত সাধিবলৈ সিবিলাকে অন্তৰৰ বোধ এটি স্বীকাৰ কৰে। ইয়াকে হিতাহিত বিবেচনা বা বিবেক বোলে। এই বিবেকেই ভাল কাম কৰিবলৈ উদগণি দিয়ে, বেয়া কাম কৰিলে অনুশোচনা আনে। এই অনুশোচনাৰ দংশনলৈ ভয় কৰিয়েই সিবিলাক গৰ্হিত কামৰ পৰা আঁতৰি সত্য পথত থাকে। আচৰিত এয়ে যে এই বিবেকে সদায় নিজৰ, সমাজৰ আৰু সমূহৰ মঙ্গলত বাজে অমঙ্গললৈ নকৰে। সেয়ে যদি হয়, বিবেকৰ বাণীকে মঙ্গলময় পৰমেশ্বৰৰ প্ৰেৰণা বুলি মুলত ধৰি ললেই সমগ্ৰ সত্যটি দেখোন প্ৰকাশ পায়। কৰ্ম্মৰ বিধি সম্বন্ধে সিবিলাকৰ যি এটি বহু-বিস্তৃত মত আছে, তাৰে নিজা কৰ্ম্মৰ সুৰ বাজোতে সদায় কাণ দিয়ে সমূহৰ মঙ্গল বোলা মুল সুৰটিলৈ। যি কাম কৰিলে বহুৰ বহু সুখ হয়, মঙ্গল হয়, সেই কামেই সিবিলাকৰ লক্ষ্য। ইয়াৰ বিধানকে সিবিলাকে জগতৰ আগত দাঙ্গি ধৰে। বহুৰ বহু সুখ হোৱা বা মঙ্গল কৰা কথাটি বহলাই ধৰিলে সেয়ে সৃষ্টিৰ যথাসাধ্য হিত সাধন কৰাকে নুবুজায় জানো ? সৃষ্টিৰ হিত সাধন কৰাটিয়েই যে সৃষ্টিকৰ্ত্তাৰো ইচ্ছা। তেওঁ অহিত কৰিবলৈ বুলি এনে এখনি সৃষ্টি পাতি দিয়া নাছিল। সৃষ্টিৰ যথাসাধ্য হিত সাধন কৰিবলৈ গৈ আমি সৃষ্টিকৰ্ত্তাৰ ইচ্ছাকে পালন কৰোঁ। বহুৰ বহু মঙ্গল কৰা যি, বহু হৈ প্ৰকাশ পোৱা একৰ ইচ্ছা পালন কৰাও সি। — বহুৰ বহু মঙ্গল কৰিবলৈ যিমান সহজ, তাঁলৈ বুলি কাম কৰা সিমান সহজ নহয়। কত তৃপ্তি, কত প্ৰলোভন, কত অভিমান কত নিজৰ সুখ নিজ হাতে বলি দিব লাগিব, তেহে যদি সেই লক্ষ্যলৈ মুখকে কৰিব পাৰি। কিহৰ আশাত এই ত্যাগ, কিয় ইমান কষ্ট স্বীকাৰ ? ই ক্ষণিকা তৃপ্তি নহয়, ই অলপ সুখ নহয়, — নিশ্চয় তাত এক গভীৰতো গভীৰ আনন্দৰ আহ্বান আছে। নহলে তাঁলৈ মানুহে মনেই বা মেলিব কিয় ? পৰমানন্দৰ আহ্বানতেই বহুৰ বহু মঙ্গল কৰিবলৈ মানুহৰ প্ৰবৃত্তি জাগে। এই আনন্দই উদ্দীপনা দি দিয়েই মঙ্গলময়ৰ ইচ্ছা পালন কৰোৱায়। ইয়েই যে মঙ্গলময়ৰ মঙ্গলৰ প্ৰেৰণা। ভাৰতৰ মানত বহুৰ বহু মঙ্গল এখনি যেন মিলনৰ মহাতীৰ্থ, — য'ত মঙ্গলময়ৰ শুভেচ্ছা আৰু মানুহৰ কৰ্ম্মচেষ্টাৰ এক অনিৰ্ব্বচনীয় মধু মিলন হৈ পৰিছে ! এইখিনিকে সিবিলাকে পূৰাকৈ মানিব নোখোজে। এক যে বহু হৈ প্ৰকাশ পাইছে এই তত্ত্ব সিবিলাকৰ বৈজ্ঞানিক যুক্তিয়ে সামৰিব নোৱাৰে গুণে সিবিলাকে মঙ্গলময়ৰ ইচ্ছা ধৰ্ম্ম বিশ্বাস বুলি খেলৰ বাহিৰে থৈ বহুৰ বহু মঙ্গল কৰাতে পদ সামৰি ভণিতা মাতে। ভাৰত তাত ৰয় কেনেকৈ ? ধৰ্ম্ম বিশ্বাসতো যুক্তি আছে, বিশ্বাস আছে। বৈজ্ঞানিক যুক্তিয়েই যে বিশ্বাসৰ একমাত্ৰ সম্বল অকো সিবিলাকে সিবিলাকৰ যুক্তিৰে প্ৰমাণ কৰিব নোৱাৰে। কত অবৈজ্ঞানিক যুক্তিৰ দৃঢ় বিশ্বাসেৰে কত বিজ্ঞ বৈজ্ঞানিকে নিজৰ জীৱন শান্তিময় কৰিছে। ইমান দিনৰ অটল বিশ্বাস এজনে নহয় দুজনে নহয়, অগণন যোগী ঋষিয়ে উপলব্ধি কৰি যোৱা সত্যৰ আলোক ভাৰতে নেমানি থাকে কেনেকৈ ? যি মহাপ্ৰাণৰ পৰা প্ৰাণে প্ৰথম প্ৰৈতি বা প্ৰেৰণা পাইছিল — নিতে নিতে নিমিষে নিমিষে আজিও সেই প্ৰৈতি সেই প্ৰেৰণাৰ পৰশ পাইয়ে

আছে। তাৰ প্ৰাণত তাৰ স্পন্দন নহয়, সেই বিশ্বপ্ৰাণৰ মধু-স্পন্দন ! সি কাণেৰে শুনিছে, প্ৰাণেৰে মনিছে ! সেইহে সি সৃষ্টিৰ মঙ্গলৰ এই প্ৰেৰণাতো মঙ্গলময় শিৱৰ সুপ্ৰকাশ দেখি নতশিৰে নমস্কাৰ কৰি কৰই লাগিছে — ভগবান আছে। প্ৰেৰণাৰ মাজেদি নামি আছে।

ভগবান নামি অহা সম্বন্ধে ভাৰতৰ ঋষি মুনিৰ মত আৰু ব্যাপক, আৰু উদাৰ। অকল মানুহৰ জগতকে নহয়, তাকো সীমা অতিক্ৰম কৰি গোটেই জগতখনিকে আঁকোৱালি ধৰি সেই মতৰ চিৰন্তন সত্য জিলিকি পৰিছে। যেনিয়েই চোৱা যায় তেনিয়েই সি সত্য,তেনিয়েই সি সুন্দৰ !— এনে এদিন আছিল, যিদিনা পৃথিবীত মানুহলৈ ঠাই ওলোৱা নাছিল। পৃথিবীখনি আজিৰ পৃথিবী নহয়, —এক মহাৰ্ণব ! ভগবানৰ ইচ্ছা হ'ল ক্ৰম বিকাশেৰে পৃথিবীখনি গঢ়ি তুলিবলৈ। পৃথিবীৰ সৃষ্টি ৰহস্যত সৃষ্টি পাতনিৰে পৰা দুটা পৰস্পৰ বিৰোধী শক্তিৰ সংঘৰ্ষ অকল দৰ্শনেই নহয়, বিজ্ঞানেও মানে। যিটি শক্তিয়ে ক্ৰমবিকাশৰ মুখে জগতখনি নিৰ্ব্বিঘ্নে লৈ যাব খোজে তাকে ভাৰতে দৈৱ শক্তি বোলে, আৰু যি শক্তিয়ে প্ৰতিকূলে ক্ৰিয়া কৰি দৈৱ শক্তিত বাধা ব্যতিক্ৰম ওপজায় সেয়েই দৈত্য শক্তি। এই দুই শক্তিৰ সংঘৰ্ষ — দেৱাসুৰৰ সংগ্ৰাম— অনবৰত চলিবই লাগিছে। সৃষ্টিৰ আদিতে মধু কৈটভ আৰু বিষ্ণুৰ এখন তুমুল সংগ্ৰাম হয়। বিষ্ণুৰ বৈষ্ণৱী শক্তিয়ে মধুকৈটভৰ আসুৰ শক্তি নাশ কৰি দুইৰো মেদেৰে মেদিনী কৰিলে। অসুৰৰ মেদ —আজিও সি ছেগে ছেগে তাৰ দুৰ্গন্ধেৰে পৃথিবীখনি বাসৰ অনুপযোগী কৰি তুলিব খোজে, পদে পদে ব্যাঘাত ওপজায়। আজিও সেই বৈষ্ণৱী শক্তিয়ে অসুৰৰ ধাৰা মষিমুৰ কৰি সৃষ্টিৰ ধাৰা সুকলমে লৈ যায়। — প্ৰথমতে সৃষ্টিৰ সকলো বীজ বোৱাই আনি পৃথিবীৰ মহাৰ্ণৱত সৃষ্টিৰ পাতনি জুৰিবৰ প্ৰয়োজন হৈ পৰিল। পাতনি এতিয়া জোৰে কোনে ? নিজে ভগবানে বিৰাট এক মৎস্যৰূপ ধৰি প্ৰথমে সৃষ্টিৰ বাট মোকোলাই দিলে। এয়ে সেই মৎস্য যুগৰ মৎস্য অৱতাৰ ! — তাৰ পাচত দুটা বিৰোধী শক্তিৰ মন্থন কৰিবলৈ এডাল মন্থন দণ্ড আৰু এটি বিৰাট বহনাৰ প্ৰয়োজন হ'ল ; নহলে যে অগণন পৰমাণুপুঞ্জৰ অভাৱত সৃষ্টিৰ বিকাশ কাহিল হৈ পৰে। আকৌ ভগবান নামি আহিল কূৰ্ম্মৰ ৰূপেৰে, — পিঠিত মন্দৰ গিৰি ধাৰণ কৰি মন্থনৰ সমস্যা সমাধান কৰি দি গ'ল। এয়ে সেই সৰীসৃপ যুগৰ কূৰ্ম্ম অৱতাৰ ! —স্থলৰ বীজে প্ৰকাশ পাবলৈ প্ৰাণৰ হেপাহত আকুলি-বিকুলি কৰিছে ! স্থল ক'ত, — স্থল ক'ত ? — খলক লাগিছে ! কোনে আজি জলৰ বুকুৰ পৰা স্থলৰ ভাগ উলিয়াই আনে ? এক প্ৰকাণ্ড বৰাহৰ মুৰ্তিয়ে দাঁতেৰে পৃথিবীখনি তুলি আনি স্থলচৰ জীৱকুলৰ উত্তৰোত্তৰ বৃদ্ধিৰ সূচল কৰি দি গ'ল। এয়ে সেই স্তন্যপায়ী যুগৰ বৰাহ অৱতাৰ ! — ক্ৰমবিকাশৰ ধাৰাত জীৱই মানুহৰ ৰূপ পাওঁ পাওঁ হলেও, সি যেন মানুহো নহয়, পশুও নহয় অথচ দুয়োটা—এনে তাৰ অৱস্থা ! জগতৰ দৈৱ শক্তিক সি ভয়েৰে চাবলৈ ললে। এই ভয়েই উদ্ধতৰ হৃদয়ত বৈৰিতাৰ আকাৰ ধাৰণ কৰিলে, আৰু দৈৱ শক্তিত আসুৰ শক্তিয়ে ব্যাঘাত ওপজাবলৈ ধৰিলে। ভয়ৰ পৰা ভক্ত প্ৰহ্লাদলক উদ্ধাৰ কৰি হৰিৰ মুখে টানি নিবলৈ ভগবান নিজে নামি আহিব লগীয়া হ'ল। যুগোপযোগী দেহেৰে আকৌ এবাৰ নামি আহিল। এয়ে সেই অৰ্দ্ধ মানৱ অৰ্দ্ধ পশু যুগৰ নৰসিংহ অৱতাৰ !—ইয়াৰ পাচত মানুহ হ'ল হয়, তেতিয়াও তাৰ প্ৰতিপত্তি নাই। আকাৰ প্ৰকাৰত সৰু হলেও, শক্তি সামৰ্থ্যত চাপৰ হৈ পৰিলেও, তাৰ আধ্যাত্মিক বলেৰে তিনিও ভুবন জিনিব পৰা শক্তি যে তাৰ অন্তৰত লুকাই আছে, সেই সুপ্ত শক্তি জগাই পশুবলৰ মূৰত ভৰি দি চিৰদিনৰ নিমিত্তে পৃথিবীত মানুহৰ প্ৰতিপত্তি স্থাপন কৰি দি যাবলৈ আকৌ ভগবান আহি যাব লগীয়া হ'ল। এইবাৰ বটুৰ বেশেৰে ভগবান নামি আহিল। এয়ে সেই মানৱৰ আদি বামন অৱতাৰ ! — তাৰ পাচত যেতিয়া উঠি অহা ক্ষাত্ৰ শক্তি মদ গৰ্ব্বত উদভ্ৰান্ত হৈ মানৱৰ প্ৰাণ স্বৰূপ তপস্যাত বাধা ওপজাই তপোবনত আসুৰ শক্তিৰ তাণ্ডৱ লীলা পাতি পেলালে, আকৌ এবাৰ প্ৰয়োজন হ'ল ভগবানৰ তেজ। জামদগ্নিৰ শৰীৰত সেই তেজ অগ্নিৰ সদৃশ জ্বলি উঠি এবাৰ নহয়, দুবাৰ নহয়, একৈশবাৰ দুৰ্দ্দমনীয় ক্ষাত্ৰ-শক্তিক ভস্মসাৎ

কৰি তপস্যাৰ ভূমিলৈ শান্তিৰ ধাৰা বলাই আনি শৌৰ্য্যে, বীৰ্য্যে, জ্ঞানে-গৰিমাই ভাৰতৰ মুখ উজ্জলাই দি গ'ল। — মদোদ্ধত ক্ষাত্রশক্তিৰ সংহাৰৰ পাচত আকৌ সেই শক্তিৰ গজালি তপস্যাৰ অনুকুলে মুৰ তোলাই আনিবলৈ আৰ্য্য আৰু অনাৰ্য্যৰ মাজত ভাতৃভাব স্থাপন কৰি ভাৰতৰ হৃতা লক্ষ্মী ঘূৰাই আনি ঐশ্বৰ্য্য সমৃদ্ধিৰে জিলিকাই তুলিবলৈ, ৰাজনীতি ক্ষেত্ৰত নানান প্ৰশ্নৰ মুৰ মাৰিবলৈ, আত্মপ্ৰতিষ্ঠাৰ দুৰাকাঙ্খালৈ পিঠি দি অসীম ত্যাগেৰে জীৱ মাত্ৰৰে মঙ্গল সাধন কৰি ৰজাৰ আচল চানেকি থৈ যাবলৈ আকৌ এবাৰ ভাৰতে আতুৰ নয়নেৰে ওপৰলৈ চাই বিনাবলৈ ধৰিলে। আকৌ এবাৰ নামি আহিল — দুৰ্ব্বাদল-শ্যাম সুন্দৰ দেহেৰে প্ৰজাৰঞ্জন ৰাম, যাৰ সত্যনিষ্ঠাই যাৰ ভ্ৰাতৃভাবে জগতৰ ক্ষাত্ৰশক্তিক নতুন প্ৰেৰণা দি এক ৰাম-ৰাজ্য স্থাপন কৰি দি গ'ল! — হেজাৰ হেজাৰ বছৰ পাৰ হ'ল, কালৰ গতিৰ লগে লগে জগতৰ নজনা নুশুনা নতুন সমস্যা বহুতো ওলাল। বাহিৰে আসুৰ শক্তিৰ যি প্ৰাবল্য দ্বাপৰ আৰু কলিৰ সন্ধিত জাগি উঠিল, তাৰ উৎপাত আৰু অত্যাচাৰত পৃথিবী যে ভাৰাক্ৰান্ত হলেই নে, ভিতৰি ভাৰতৰ ধৰ্ম্ম আৰু কৰ্ম্মৰ ৰাজ্যত প্ৰলয়ৰ বিশৃঙ্খলতাই ভয়ঙ্কৰ এক আতঙ্কৰ সৃষ্টি কৰিলে। ধৰ্ম্মৰ ধাৰা নীৰস কঠোৰতাই গিলি ধৰিলে, ভজনৰ ভয়ত কৰ্ম্ম নিষ্কৰ্ম্মা হল, চিত্তশুদ্ধি নোহোৱাকৈ সন্ন্যাস গ্ৰহণ কৰাত অবিবেকীৰ উদ্ভ্ৰান্তালি দিনক দিনে চৰিবলৈ ধৰিলে। চাওঁতে চাওঁতে চিত্তবৃত্তি নিৰোধেই যোগৰ চৰম লক্ষ্য হৈ পৰিল, জ্ঞানে অহমিকাৰ কুঁৱলীত ধ্ৰুৱতৰা নেদেখি অকুল সমুদ্ৰত উদ্ভ্ৰান্ত বেগেৰে বিচৰণ কৰিবলৈ ললে। এটাইতকৈ অত্যাচাৰ হ'ল কামৰ; — সি ভীষণ দৈত্যৰ দৰে কৰ্ম্মৰাজ্যত সোমাই কৰ্ম্মৰ বন্ধন কৰোৱালে, ভক্তিৰ ৰাজ্যত সোমাই ভক্তিৰ ব্যভিচাৰ ঘটালে, জ্ঞানৰ ৰাজ্যত সোমাই সঙ্গদোষেৰে তাক উচ্ছৃঙ্খল কৰিলে। জ্ঞান কৰ্ম্ম আৰু ভক্তিৰ ব্যভিচাৰত ভাৰত তল যায় যায়! ই অকল ভাৰতৰে সমস্যা নহয়, জগতৰ সমস্যা হৈ উঠিল, আসুৰিক তেজে ব্যভিচাৰৰ গন্ধ পাই সহস্ৰ মুখেৰে কিৰীলি পাৰি ভাৰত ছাটি ধৰিলে। আকৌ এবাৰ পৃথিবীয়ে ক্ষীৰোদধিতীৰত প্ৰাণৰ বিননি তুলি বিশ্ব চৈতন্যৰ মুখলৈ চাই বিনাবলৈ ধৰিলে! ভগবান নামি আহিল নিজৰ দল-বল লৈ এক অভিনৱ লীলা পাতিবলৈ। আগে আগে বলৰাম, পাচত ত্ৰিভঙ্গ ভঙ্গিম মুৰতি, মুখত মোহন বংশী—বংশীত কি সেই বিশ্বজিনা সুৰ! কৰ্ম্ম জ্ঞান আৰু প্ৰেমৰ কি অভাৱনীয় ঐক্যতান, কি মনোৰম সমন্বয় — জগত ধন্য হৈ গল! — ইয়াৰ পাচত ভাগৱতত উল্লেখ থকা বুদ্ধদেৱৰ অৱতাৰ। এই মহাপুৰুষে নিতে নিতে শীল সাধনাৰে আত্মাৰ প্ৰলোভন মলচি মৈত্ৰী ভাবেৰে আমিত্ব বিলাই দীক্ষাৰ পাচত দীক্ষা অতিক্ৰম কৰি ব্ৰহ্ম বিহাৰ পাই নিৰ্ব্বাণ লাভ কৰিছিল। ওৱে জীৱনত কেৱলে এক উত্তৰণৰ চেষ্টা দেখি ভাৰতৰ কোনো কোনো মনীষীয়ে বুদ্ধদেৱক অৱতাৰ নুবুলি উত্তাৰ বুলিব খোজে, বেদমাৰ্গৰ বাহিৰে গৈ স্বাধীন চিন্তাৰে এই সাধনা কৰা গুণেই সম্ভৱতঃ পুৰণি পুথিৰ যিখিনিত থাকিব পাৰে সেইখিনিত অৱতৰ স্বৰূপে এইজনা মহাপুৰুষৰ বিশেষ প্ৰশংসা নাই। পাচলৈ যেতিয়া ভাৰতে দেখিলে এটি স্তৰৰ পৰা আৰু এটি স্তৰলৈ আগবাঢ়ি বিশ্বৰ ধীশক্তিৰে প্ৰবুদ্ধ হৈ বুদ্ধদেৱে শেষ লক্ষ্য লাভ কৰিলে, তেতিয়াই উত্তৰণৰ লগে লগে ধীশক্তিৰ অৱতৰণৰ সন্ভেদ পাই অৱতাৰ বুলি মানি লবলৈ দ্বিধা নকৰিলে। — ৰাতিৰ পাচত দিন অহা দেখি আমি জেনেকৈ স্পৰ্দ্ধাৰে কওঁ আজিৰ ৰাতিৰ পাচতো দিন আহিব, সেইদৰেই ভগবান আহি থকা দেখি আমি স্পৰ্ধাৰে বিশ্বাস কৰোঁ — তেওঁ আকৌ আহিব। ভাৰতে যেনেকৈ দিনে দিনে ম্লেচ্ছ—ভাবাপন্ন হৈ তাৰ জ্ঞান গৰিমাৰে আলোকৰ পৰা আঁতৰি কাঞ্চনৰ মোলে কাচ কিনিবলৈ ধৰিছে, নিজৰ মৌলিকতালৈ পিঠি দি অনুকৰণৰ কৃষ্টিত গা ঢালি দি কৃতকৃত্য মানিব লাগিছে, চাৰি যুগৰ বৈ যোৱা আবৰ্জ্জনা জাহ গৈ পৃথিবী জুৰি যি উৎকট দুৰ্গন্ধ উঠি নন্দন বনৰ সুৰভি সম্ভাৰ গিলি ধৰিছে, অন্তৰৰ দুৱাৰ বন্ধ কৰি আক্ৰোহৰ মদিৰা জালত মানুহে মানুহৰ ৰক্তপান কৰি নিজে নিপোটল হোৱাৰ সৰ্ব্বতোমুখী আসুৰিক চেষ্টাই যি বিকট চিৎকাৰ তুলিব লাগিছে, — আহিছে তাঁলৈ এনে দিন, যিদিনা সি নিজৰ কণ্ঠ নিজে

টিপি গগন বিদৰা আৰ্ত্তনাদত ত্ৰিভুবন কঁপাই তুলিব,— সকলো উৎপাত উপশম কৰি সত্য যুগৰ পবিত্ৰ আলোকেৰে পৃথিবীৰ মুখখনি আকৌ এবাৰ পোহৰাই দি যাবলৈ বুলি আকৌ এবাৰ ভগবান নামি আহিব।

ভাৰতৰ অৱতাৰ তত্ত্বৰ অটল বিশ্বাস ভগবান নামি আহে ; অকল মানুষী তনুৰেই নহয়, প্ৰয়োজন বুজি যুগে যুগে পৃথিবীৰ বিৰ্বৰ্ত্তনৰ স্তৰে স্তৰে যুগোপযোগী জন্তুৰ দেহেৰেও তেওঁ অৱতাৰ লৈ সৃষ্টিৰ ধাৰা চিৰ লক্ষ্যলৈ লৈ যায়। ভাৰতত অৱতাৰ অনেক হৈছিল। সকলো বিলাকতে ভগবানৰ আবেশ নহ'বও পাৰে। সৃষ্টিৰ কোনো কোনো সাধৰণ মীমাংসা ভগৱানৰ স্বাধৰ্ম্ম্যপ্ৰাপ্ত পুৰুষৰ দ্বাৰাও সহজে হৈ যাব পাৰে। এনে ধৰনৰ পুৰুষৰ অসাধাৰণ কাৰ্য্য কলাপ দেখি আমি অনেক সময়ত তেনেজনক মহাপুৰুষ বুলি হেপাহ নপলালে অৱতাৰ বুলিবও খোজোঁ। কিন্তু ভাৰতৰ ঋষি মুনিয়ে অতি গুৰুতৰ সৃষ্টি সমস্যাৰ অতি সহজ সমাধানলৈ চাই কেইটিমান অৱতাৰত হে ভগবানৰ আংশিক বা পূৰ্ণ প্ৰকাশৰ সবিশেষ প্ৰশংসা কৰিছে। এই কেউটি অৱতাৰ লেখত বেচি নহয়, দুহাতৰ আঙ্গুলিতে আছে।

ভাৰতৰ অৱতাৰবাদত ক্ৰমবিকাশৰ ধাৰা এটি দেখি কোনোৱে পচিমীয়া বিজ্ঞ বৈজ্ঞানিক ডাৰউইনৰ ক্ৰমবিকাশৰ কথা আনি তোলেহি। আচলতে পচিমৰ ক্ৰমবিকাশৰ মতেই অৱতাৰ-তত্ত্ব নহয়। ক্ৰমবিকাশবাদত পদাৰ্থৰ ফালৰ পৰা চোৱা সত্য হে দেখা যায়। বিৰাট চৈতন্যৰ ফালৰ পৰা চালে যি সত্য ক্ৰমবিকাশত ফুটি উঠে সেয়ে অৱতাৰ-তত্ত্ব। ই এক সমগ্ৰ সত্য। পচিমৰ ক্ৰমবিকাশৰ মত ভাৰতীয় মন্ত্ৰেৰে শোধন নকৰাকৈ অৱতাৰ তত্ত্বত লগালে সি জীণ নেযায়। কথাটি ঠাৰে চিয়াঁৰে কবলৈ গলে কব পাৰি, — পচিমীয়া ক্ৰমবিকাশৰ মতে পদাৰ্থ হল বিবৰ্ত্তনশীল উপাদানৰ সমষ্টি। জড় পদাৰ্থই ক্ৰমবিকাশৰ ধাৰাত কিছুমান নিয়মৰ মাজে দি ক্ৰমে জৈব পদাৰ্থ হৈ তাৰ পাচত চিন্তাশীল পদাৰ্থত পৰিণত হয়, — যেনেকৈ জড় পদাৰ্থই জড়ৰ পৰা মৎস্য, তাৰ পৰা কূৰ্ম্ম আদি হৈ ক্ৰমান্বয়ে উন্নতি লাভ কৰি কৰি ৰামকৃষ্ণত পূৰ্ণতা প্ৰাপ্ত হৈছেহি। ই কেৱলে জড় পদাৰ্থৰ যি উৰ্দ্ধগতি বা উত্তৰণ তাৰ সত্যটিহে প্ৰকাশ কৰে। এই উত্তৰণৰ চেষ্টা যে বিৰাট চৈতন্যই প্ৰেৰণা বা পৰশ দি চলাই লৈ যায় এনে কথাৰ ধাৰত পৰিলে বৈজ্ঞানিক নিমাত হৈ থাকে। দেহাতিৰিক্ত বিৰাট চৈতন্য বা সম্বিৎ বুলি যে কিবা আছে তাৰ বৈজ্ঞানিক প্ৰমাণ নাই। দৰ্শনৰ নেৰা নেপেৰা প্ৰশ্নত কোনো কোনো বৈজ্ঞানিকে কিছুকালৰ আগলৈকে কৈছিল, — মস্তিস্কত কেনেকৈ চৈতন্যৰ বা বিৰাট চৈতন্যৰ প্ৰকাশ হয় বিজ্ঞান জগতত এতিয়াও সি এক বিষম সমস্যা। মস্তিস্ক আৰু চৈতন্যৰ ভিতৰত এটা আনুসঙ্গিক সম্বন্ধ যে আছে সেইখিনিলৈকে বৈজ্ঞানিকে মানি লব পাৰে ; কিয়নো, মস্তিস্কৰ পৰিবৰ্ত্তনৰ লগে লগে চৈতন্যৰ পৰিবৰ্ত্তন হোৱাৰ বৈজ্ঞানিক প্ৰমাণ আছে। তাতকৈ বেচি যাবৰ অধিকাৰ বিজ্ঞানৰ এতিয়াও হোৱা নাই। — বিজ্ঞানে য'ত এৰি দিছে ত'ত এই প্ৰশ্নৰ পম ডালি দৰ্শনে বুটলি লৈ জগতৰ আগত সত্যৰ প্ৰকাশ তুলি ধৰিছে। আমাৰ মস্তিস্ক এটা উপাধি মাত্ৰ, তাত বিৰাট চৈতন্যৰ আংশিক বিকাশ হয়। দৰ্শনৰ এই মীমাংসাৰ আলোকতহে ভাৰতৰ অৱতাৰবাদ উজলি পৰিছে। ভাৰতৰ মনীষীয়ে কয়,—জড় পদাৰ্থক বিবৰ্ত্তনশীল উপাদানৰ সমষ্টি বুলিলেই ঠিক কোৱা নহয়। জড় পদাৰ্থ ক্ৰমান্বয়ে উচ্চতৰ অৱস্থা প্ৰাপ্ত হয় বুলিলেই প্ৰশ্ন উঠে — তাক উচ্চতৰ অৱস্থালৈ নিয়ে কিহে ? জড়বাদীয়ে হয়তো কব, জড়ৰ নিজা শক্তি "জড় প্ৰকৃতিৰ" বলত সি এক অৱস্থাৰ পৰা অৱস্থান্তৰ প্ৰাপ্ত হয়। এই দৰে কলেই জড় যে এক আৰু জড়ৰ শক্তি যে এক তাকে প্ৰকাৰান্তৰে স্বীকাৰ কৰা হয়। জড়ে নিজা শক্তিৰ তাৰনাত সি ঘটিকা যন্ত্ৰেৰে চালিত কোনো খেলনা গাড়ীৰ দৰে ঘুৰ্ম্মুটিয়াই নুফুৰে। সি চলা এটা নিয়ম বা ধাৰা আছে। এই নিয়ম বা ধাৰাৰ বাতৰি দিয়েই বিজ্ঞানে আৰু নকব খোজে। দৰ্শনে নেমানে।এই ধাৰা বা নিয়মক চলাইছে কিহে ? গুৰি দিওঁতা কোনো যদি নাই, কাৰ ইচ্ছাত কেৱলে আগলৈ যোৱা গতিৰে নাওখনি ইমান সোঁতত বুকু পাতি নিজ লক্ষ্যলৈ যাব লাগিছে ? কিহৰ বলত, কাৰ ইঙ্গিতৰ বিবৰ্ত্তনশীল পদাৰ্থই

এনে নিয়াৰি লগাই ক্ৰমোন্নতি সাধন কৰিছে ? তেতিয়াও হয়তো বিজ্ঞানে আৰু এটি বৃহত্তৰ নিয়মৰ বাতৰি দি মুখ মাৰিবৰ চেষ্টা কৰিব পাৰে। প্ৰশ্ন যে বৈ যায়, — নিয়ম এক, নিয়ামক এক। কাৰ বুদ্ধি, কাৰ ধীশক্তি নিয়মৰ মাজে প্ৰকাশ পায় ? — জগতৰ বিভিন্ন পদাৰ্থবিলাকৰ মিলে মিলে নিয়মৰ ধাৰা একোটি দেখি আমি দেশে দেশে একোটি মত বা সিদ্ধান্ত স্থাপন কৰোঁ। যেতিয়াই সেই মতে আমাৰ অনুসন্ধানৰ বাটি যোৱা প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে তেতিয়াই এক নতুন মতৰ প্ৰবৰ্ত্তন কৰা প্ৰয়োজন হৈ পৰে। এই মত বিলাকেই তেনে সত্য নহয়। মত শৰীৰৰ দৰে নশ্বৰ, তাৰ মাজে সত্যৰ প্ৰকাশ হলেহে সি চিৰদিন জীয়াই থাকে। কবিৰ ভাব প্ৰকাশ পায় ছন্দৰ নিয়মৰ মাজে, ব্যাকৰণৰ নিয়মৰ মাজে। সেই বুলি ছন্দ ব্যাকৰণৰ নিয়মেই কবিতা নহয়। এই নিয়মৰ মাজে দি কবিৰ ভাব প্ৰকাশ হলেহে এটি সুন্দৰ সমগ্ৰ কবিতা হয়; সেই দৰেই ক্ৰমবিকাশৰ নিয়মৰ মাজেদি ভগবানৰ ইচ্ছা বা ভাব প্ৰকাশ বুলি মানি ললেহে সেই মতে এটি সমগ্ৰ সত্য প্ৰকাশ কৰিব, আৰু তেতিয়াহে সি সৰ্বাঙ্গ সুন্দৰ হৈ পৰিব।

পচিমৰ দাৰ্শনিক জনদিয়েকে ক্ৰমবিকাশৰ ধাৰাত জড় আৰু জৈৱ জগতৰ প্ৰয়োজনৰ উত্তৰত এক অনুকূল ক্ৰিয়াশক্তিৰ সঙ্কেত প্ৰকাশ্যে স্বীকাৰ কৰিছে। জগতৰ অনুকূল ক্ৰিয়াশক্তিয়েই জগতৰ বিশ্ব চৈতন্যৰ ক্ৰিয়া। বিজ্ঞানৰ আলোকত পৰমাণুৰ নতুন তৈথ্য আবিস্কাৰৰ একোটি "ঘেকেচতে" জড়বাদীৰ "ৰজাৰ দ'ল" ভাগি যাবৰে পৰা ভালেখিনি বৈজ্ঞানিকে আজি কালি মুক্তকণ্ঠে স্বীকাৰ কৰে—জড়-প্ৰকৃতিৰে যি জড় সি আচলতে শক্তিহে, ঘনীভূত হৈ জড়ত পৰিণত হৈছে, — সি এক শক্তিশীল অজড় — অজড় ইচ্ছা বা চেতনা শক্তিৰ বিকাশ। জড়শক্তি জগতৰ উপাদান কাৰণ, যেনে মৃত্তিকা ঘটৰ উপাদান কাৰণ ; চিংশক্তি জগতৰ নিমিত্ত কাৰণ, যেনে কুম্ভকাৰৰ ইচ্ছা শক্তি ;— এই দুই শক্তি একেই মহাশক্তিৰ ৰূপান্তৰ। এই মহাশক্তিয়েই ভাৰতৰ ভগৱতী — আদ্যাশক্তি, যি জনম আৰু মৰণ লীলাৰে বিশ্বজগতত আনন্দৰ তৰঙ্গ তুলিছে। সেইহে জড়বিজ্ঞানে যেতিয়া কয়, "জড় এই দৰে চলে," ভাৰতে কয়, — "ভগবানে জড়ক এই দৰেই চলায়।" সেইহে ভাৰতৰ মনীষীয়ে ক্ৰমবিকাশৰ মতটি শোধন কৰি এনেদৰে গ্ৰহণ কৰে, — জড় পদাৰ্থই বিবৰ্ত্তনৰ ধাৰা অনুযায়ী ক্ৰমান্বয়ে মুক অৱস্থাৰ জৈৱ পদাৰ্থৰ পৰা কথা কব পৰা চিন্তাশীল মানবৰ আকাৰত পৰিণত হয় সঁচা, কিন্তু আচলতে এই পৰিণতি হল পদাৰ্থগত শক্তিত জগতৰ চৈতন্য শক্তিৰ বিকাশ। চৈতন্য শক্তিয়ে চলোৱা বিৰ্বত্তবাদত ভাৰতৰ চকুৰে চালে সত্য উজ্জ্বল হৈ জিলিকি পৰে। তাৰ আলোকত স্পষ্ট দেখা যায় — বিৰ্বত্তনশীল পদাৰ্থৰ যি উৰ্দ্ধগামী উত্তৰণৰ চেষ্টা তাৰ লগে লগে বিৰাট চৈতন্যৰ নিম্নগামী কৰুণা, এহাতে গতিশীল পদাৰ্থৰ চেষ্টা, ইহাতে চৈতন্য শক্তিয়ে সেই গতিকে বাট ধৰাই দিয়াৰ চেষ্টা। — জড়শক্তিত চৈতন্যৰ অসাধাৰণ প্ৰকাশেই ভাৰতৰ অৱতাৰ-তত্ত্ব। এয়েই ভাৰতৰ অৱতাৰ, — ই যেন মিলন মন্দিৰাত বাউল হৈ ফুৰা ঋণাত্মক আৰু ধনাত্মক তড়িতৰ সংযোগত জ্বলি উঠা অপাৰ শক্তিৰ এগছি বিজুলী বন্তি।

সৃষ্টিৰ কল্যাণৰ অৰ্থে সমষ্টিৰ মঙ্গললৈ ভগবান যেনেকৈ নামি আহে ব্যষ্টিৰ মঙ্গললৈকো সেইদৰেই আহি থাকে। আমি এনেয়ে পাই চিনিব নোৱাৰি কথাই কথাই উকুৱাই নিজ অহমিকাৰ বৰাই কৰোঁ। তাহানি এজন ছাত্ৰই ওখ ধৰনৰ অঙ্ক এটি অনেক চেষ্টাৰ মূৰতো উলিয়াব নোৱাৰি ভাগৰত লাল-কাল দি টোপনিত পৰিল। পুৱা উঠি দেখে তেওঁ এৰি যোৱা কাগজত অঙ্কটি সুন্দৰকৈ কৰা আছে। কোনে কেনেকৈ কৰিলে তেওঁ কব নোৱাৰে। তেওঁয়েই যে ৰাতি ঘুমটিঘূৰণত উঠি অঙ্কটি কৰি পেলালে সেই কথা সমূলি পাহৰিলে। কোঠাত শোৱা চাকৰটোৱে দেখি নথকা হলে ই এক সমস্যাই হৈ থাকিলহেঁতেন, কাৰ সহায়ত এই অঙ্কটি হ'ল ? আৰু শুনো, — শুনো কি ? কবও পাৰোঁ — কেতিয়াবা কোনো ৰোগীয়ে ৰোগৰ যন্ত্ৰনাত কান্দি কাতি থাকিলে তাৰ আপোন জন বৰ ব্যাকুল হৈ পৰে। হঠাৎ সিবিলাকৰ কোনোজনৰ সপোনত ৰোগৰ ঔষধৰ সন্ধান আহি পৰেহি। তাকে ব্যৱহাৰ কৰি

নিজে ভাল হয়েই নে, তেনে লক্ষ্মণৰ অন্য ৰোগীকো সেই ঔষধেৰে নিৰাময় কৰা দেখা যায়। কেনেকৈ কি প্ৰকাৰে এই অঘটন ঘটে ? — এনে বিলাক পাতি কথাঁলে ভগবানক কোনো মতেই টানিবৰ মন নেযায়। নগলেও উপায় নাই। ই যে অজন্তীৰ জ্যোতিৰ কণিকা এটি মস্তিস্কৰ তীব্ৰ আকুলতাত জিলিকি পৰিছে ; ই যে বিৰাত চৈতন্যৰ জান্‌-নেজান্‌ চমক এটি আমাৰ মস্তিস্কৰ খণ্ড চৈতন্যত প্ৰকাশ পাইছে ;— এই বুলি নকলে আৰু যে প্ৰকাশ কৰিব নোৱাৰি। কথাটি আমাঁলে অতি সামান্যৰো সামান্য হব পাৰে ; দয়াময়ৰ দয়াঁলে ক্ষুদ্ৰাক্ষুদ্ৰৰ বিচাৰ নাই, — এই দৰে এই দৰেই বৈ বৈ আছে ! — মানুহ প্ৰগতিশীল জীৱ, তাৰ অন্তৰতো ক্ৰমবিকাশৰ ধাৰা আছে। মনত আকুলতা জাগিলেই অজ্ঞানে আন্ধাৰ কৰি ধৰা দুৱাৰ খনি মুকলি হয়, আৰু সেই পোনেই জ্ঞানৰ পোহৰ প্ৰবেশ কৰি আকুলতা শান্ত কৰেহি। আমাৰ মনেই যাবতীয় জ্ঞানৰ ভাণ্ডাৰ নহয়, যেতিয়া সি একান্ত ভাবে কিবা জানিব খোজে তাঁলে সেই অখণ্ড জ্ঞানৰ ঢৌ একোটি আহি আলোকেৰে টৌৱাই যায়। তেতিয়াই সেই বিষয়ৰ জ্ঞান পৰিস্কাৰ হৈ ফুটি পৰে। আমাৰ মনলৈকো এই দৰেই ভগবানৰ দয়া আহিয়েই থাকে। আকুলতা তীব্ৰ হলেই সি অসাধাৰণ জ্ঞান, দিব্য-দৰ্শন, সফল সপোনৰ মাজেদি আশ্চৰ্য্যজনক আধ্যাত্মিক পৰশ পাইয়ে থাকে।

অকল অন্তৰ জগততে নহয়, বাহ্যিক জগততো নিতে নিতে আমি তেওঁৰ দয়া পাবঁই লাগিছোঁ। যেতিয়া পোনেই ভূমিষ্ঠ হৈ নিঃসহায় অৱস্থাত প্ৰাণৰ আকুলতাত কান্দিবঁলে ধৰিলোঁ, তেওঁ তেওঁয়েই যে মাতৃৰক্ত স্তন্য কৰি মোৰ মুখত অমৃত দিছিল। সৰু সৰু চৰাই পোৱালিবিলাকক টোপ দি পাখি গজিলেই আগে আগে উৰি উৰি কোনে আকাশৰ কোলাঁলৈ লৈ যায় ? ভগবানৰ পৰা আঁতৰাই আনি অকল মাঁইকি বাপেকিৰ কথা কলেই নহয়, পিতৃ মাতৃৰ প্ৰেমৰ ধাৰাতো যে সেই অসীম, সেই অনন্তৰে লীলা—অনাদি কালৰ পৰা চলিবঁই লাগিছে। এই ধাৰাটি আছে বুলিয়েই জগতৰ জীৱ পিতৃ মাতৃত উপজিব লাগিছো পিতৃ মাতৃৰ প্ৰাণৰ মাজে দি এয়ে সেই ভগবানৰ প্ৰেম, ভগবানৰ দয়া- শতধাৰে সন্তানৰ শিৰঁলৈ প্ৰতিদান নিৰ্বিচাৰি বৈ আছে। অকল মাঁইকি বাপেকিৰ শক্তি কি — কেচুৱাৰ কান্দোনত মাকৰ ৰক্ত স্তন্য কৰি দিয়ে ! — তেওঁৰ প্ৰেমৰ পৰশ নিতে নিতে অন্তৰে বাহিৰে পাবঁই লাগিছোঁ। পাই পাই আমি ইমান দগা হৈ পৰিছোঁ, — কʼৰ পৰা পাইছোঁ, কোনে দিয়ে তাৰ আমাৰ খবৰেই নাই। আমি যেন বাঁৰীৰ কোঁৱৰ একোজন। বিশ্ব প্ৰকৃতিয়ে আমাৰ আল পৈচান ধৰিবঁই লাগিব। কিবা এফেৰা নেপালেই আমাৰ উৎপাত ? আমাৰ জন্ম মৃত্যু, বৃদ্ধি অপচয় আদিৰ সঁচাৰ কাঠি ভগবানৰ হাতত, — তাত তুৰি মুৰি কৰিবৰ উপায় নাই, — দয়া নাই, মায়া নাই। জুইত হাত দিলে হাত পোৰে, — অজানঁলৈকো ক্ষমা নাই, — কি কঠোৰ এই শাসন ! অথচ, ইমান কঠোৰতাৰ মাজত মানুহৰ ইচ্ছাক এটি সুকমা দি এফেৰি মান স্বাধীনতা দিছে। ইচ্ছা হলে মানুহে ভগবানক মানিব পাৰে, ইচ্ছা নহলে নেমানিব পাৰে। আমি পাহৰি যাওঁ ভগবানক ইচ্ছাৰে মানি আনন্দ পাবঁলৈকে বুলি আমাৰ এই স্বাধীনতা ! হাঁহি উঠে, —মদৰ এই এফেৰি জাল লাগি এই অকণমানি স্বাধীনতাৰ দম্ভত মানুহে ভগবান পৰ্য্যন্ত গিলি পেলাব খোজে ! —ভগবানে স্বাধীনতা দি উদাসীন হৈ থাকিব নোৱাৰে, তেওঁৰ সৃষ্টি নৰয়, প্ৰেমৰ লীলা যে বীভৎস হৈ যায়। আঁৰে আঁৰে থাকি নিতে নিতে আকাৰে ইঙ্গিতে ফালৰি কাটি যোৱা অজান সন্তানক বাটঁলৈ টান দিবঁই লাগিছে। এই টান, এই বতাহৰ বা অনাদি কালৰ পৰা আমাঁলৈ আহিছে, আমাৰ ইচ্ছা নাই,—কোঠাৰ দুৱাৰ মাৰি চলা নচলাৰ কথা লৈ বতাহৰ বিৰুদ্ধে অভিযোগ কৰোঁ। অকল নিৰ্মল চিত্তত জ্যোতিৰ জিলিকনি স্বৰূপে নহয়, মানুহৰ শৰীৰৰ মাজে দিও সমষ্টিৰ দৰে ব্যষ্টিলৈ আহিয়েই থাকে, — এই অহাৰ শেষ নাই ! মতঙ্গ মুনিৰ পৰিচাৰিকা অনাৰ্য্যা নাৰী শবৰীৰ কি ভাগ্য ! সৎ সঙ্গৰ সংস্পৰ্শত প্ৰাণৰ আকুলতা জাগি উঠিল — ভগবান আহিব। ব্যাধ ৰমণীয়ে ধ্যানত দেখিলে — নব ঘনশ্যাম সুন্দৰ মূৰতি, মূৰত জটাজাল, হাতত ধনুৰ্ব্বাণ পিঠিত তূণ,গাত গছৰ বাকলি, ভুবন জিনা হাঁহিটিৰে ভগবান আহিছে। তল-

সৰা ফল এটি কামুৰি মিঠা পালেই নিজে নেখাই ভগবানলৈ বুলি সাঁচি থৈছে ! — ধ্যান সফল হ'ল । বিশ্ব-বিমোহন বেশেৰে হাতত ধনুৰ্ব্বাণ লৈ ভগবান ৰামচন্দ্ৰই শবৰীক দেখা দিলে । ধ্যানৰ মুৰতি বাহিৰে দেখি তাইৰ হিয়া যেন উৰি গল ! — শবৰী বাউলী হ'ল, — উৰি গ'ল এক উজ্জ্বল লোকৰ ভূমানন্দলৈ,—তাইৰ জীৱন ধন্য হ'ল ! — আজি এশ বছৰৰ ভিতৰৰে কথা, — এইয়া অলপতে দক্ষিণেশ্বৰৰ কালী মন্দিৰত ব্ৰাহ্মণৰ নিৰক্ষৰ সন্তান ৰামকৃষ্ণৰ আকুলতা জাগিল,—এই দেবীৰ যে পাষাণ প্ৰতিমা, ই পাষাণেই নে ইয়াৰ ভিতৰত দেবী আছে । দেবী যদি আছে সন্তানক দেখা নিদিয়ে কিয় ? — কি সেই আকুলতা ! — জীৱনৰ আশা ভাৰসা, লাজ ভয়, সুখ সন্তোষ দলিয়াই দি 'মা'ক বিচাৰি বাউল হল ! ভগবানৰ কি দয়া ! — ত্ৰিভুবনৰ সুষমা মাধুৰীৰ স্নিগ্ধ জ্যোতিৰে 'মা' ৰূপ ধৰি ভগবানে ভক্তৰ মুৰত হাত বুলাই দি গল । সকলো দ্বিধা, সকলো সন্দেহ, সকলো আকুলি-বিকুলি এটি মুহূৰ্ত্ততে মিলি গল । কি স্পৰ্দ্ধাৰে, কি সাহসেৰে বুকুত হাত দি দৰ্শন বিজ্ঞানৰ কোৰ্হাল তল পেলাই কৰ্বলৈ ধৰিলে — "ভগবানক দেখা যায়" । "যদি ডাকার মত ডাকতে পার তবে পাবিরে তারে ।" — জগত চমকি উঠিল ! কি এই আশ্বাসৰ বাণী ! এই বাণীকেই দেশে দেশে কালে কালে ভগবানৰ আবেশ হোৱা মহাপুৰুষ সকলে কৈ আহিছে, — 'বিচাৰ, বিচাৰিলেই পাবি ।' — ভাৰতৰ ভক্তিবাদৰ কি বিশ্বাস ! তৰ হৃদয়ৰ নিধিক হাতৃতে পাই তৰ আজি কি আনন্দ ! কি বিশ্বজিনা পাঞ্চজন্যৰ পবিত্ৰ নাদেৰে সি উচ্চ কণ্ঠে জগতৰ শিখৰত ঘোষণা কৰিছে — মোৰ হিয়াত তেওঁলৈ বুলি যি আকুলতা সেই আকুলতা যে তেওঁৰেই আকুলতা মোৰ হৃদি মণ্ডপৰ নিভৃত নিকুঞ্জত তেওঁৰেই সেই মুৰুলী ধ্বনি ! মই যে মৃগনাভিৰ গন্ধত আকুল হৈ হৰিণৰ দৰে লৰি ফুৰিছোঁ — মিলনৰ আকুলতা লৈ দুৱাৰে দুৱাৰে তেঁৱেই যে ৰ'দে বৰষুণে ঘুৰি ফুৰিছে ! এবাৰ প্ৰাণেৰে তোৰ মাতি আন । তেওঁ যে আহিবলৈকে ঘুৰি ফুৰিছে । যেতিয়াই মোহেৰে ঢাকি থোৱা সত্য এটি জানিবৰ একান্ত আগ্ৰহ, একান্ত অকুলতা জাগে, ভগবানে এই দৰে এই দৰেই দেখা দিয়ে, জ্ঞানৰ উন্মেষেৰে হওক অথবা সদ্‌গুৰুৰ মুখেৰেই হওক সেই সত্যলৈ লৈ যায় । তেওঁৰ প্ৰকাশলৈ তেঁৱেই লৈ গৈছিল, তেঁৱেই লৈ যায়, তেঁৱেই লৈ যাবও !

মথুৰাৰ হাটলৈ কানায়ে বাট নিদিলে যাব নোৱাৰি বুলিছা, বুজিছোঁ তুমি ইয়াকে কব খুজিছা, — মথুৰাৰ হাটত বাহিৰৰ বেহা-বেপাৰৰ, আদান প্ৰদানৰ যি হট্ট-হাহাকাৰ তাক যেয়ে সেয়ে চকু মেলিলে দেখে, হাত মেলিলে পায় ; কিন্তু এই হট্ট-হাহাকাৰৰ ঘোৰ অন্ধকাৰৰ মাজত হৰিৰ সুন্দৰ সুপ্ৰকাশ, কানাইৰ যি ত্ৰিভঙ্গ ভঙ্গিম ভুবন মোহন ৰূপটি আছে, সেই ৰূপ মথুৰাৰ হাটত চাবলৈ হলে কানায়ে বাট দি লৈ যাব লাগিব । ভগবানৰ দয়া নহলে, ভগবানে বাট নিদিলে মায়া মোহত জলকা লাগি থকা জীৱ আধ্যাত্মিকতাৰ সেই উজ্জ্বল লোকলৈ যাব নোৱাৰে, — তুমি ইয়াকে কব খোজা নাই নে ? এইবাৰ, এইবাৰ তুমি মিচিক কৰে হাঁহিলা, হাঁহিটিত তোমাৰ আজি কিহৰ সুৰ ! ইমান শুৱলা, ইমান সুন্দৰ ! কোনোবা দুৰ দুৰণিৰ, — আকাশে পাতালে য'ত আকোলাআকুলি কৰিছে, — তাতোকৈ দুৰ, তাতোকৈ দূৰণিৰ, — কিবা যেন আদি অন্তহীন মহাসিন্ধুৰ সিপাৰৰ সঙ্গীত এটি শুনা নুশুনাকৈ বাজি বাজি উঠিছে ! এইয়া, মোৰ প্ৰাণৰ মাজত, ইমান ওচৰত যেন শুনিছোঁ ! কোৱা মা, ফুটি নেবাজে কিয় ? ফুটাই দিয়াঁ, আৰু ফুটোৱাঁ । তুমি গুচি গ'লা ? গাই যোৱাঁ — এবাৰ প্ৰাণৰ মাজত ফুটি পৰক, গোৱাঁ গোঁৱা, গাই যোৱাঁ :—

"মথুৰাৰ হাটলৈ যাবকে নোৱাৰি
কানায়ে নিদিলে বাট ঐ
গোবিন্দাই ৰাম
ৰাধাই বোলে—কানাই নিয়া পাৰে কৰি
যাওঁ মথুৰাৰ হাট ঐ
গোবিন্দাই ৰাম"

---

# ষষ্ঠ পৰ্ব

দিনৰ অৱসানত দিনলৈ চাই নিৰলে বহি আছোঁ। এনেতে দেখিলোঁ — এক অপৰূপ লাহ-লোটনেৰে হাঁহি-হাঁহি তুমি আহিছা। তোমাৰ হাঁহিটিৰ জিলিকনি যেন চাৰিও পিনে বিয়পি পৰিছে, জুৰিটিহঁতে হাঁহি নাচি আপোন পাহৰি যোৱা পাহৰা সুৰ তোমাৰ হাঁহিটি চাই মিলাই লৈছে। ফুলে ফুলে, লতাই লতাই, তোমাৰ হাঁহিটিৰেই কিৰণ একো কণি জিলিকি উঠিছে! মাজে মাজে হাঁহিটি তুমি আঁচলেৰে ঢাকি লুকাব খুজিছা ? অন্তৰৰ হাঁহিটি তোমাৰ চকু যেন জগতত শতধাৰে বিৰিঙি পৰিছে! লুকাব নোৱাৰিবা। জগতক হঁহুৱাবলৈ সেই হাঁহি, — এখনি আঁচলেৰে কি তাক ঢাকি ধৰিবা! আহাঁ মা, তোমাৰ মাধুৰ্য্যৰ, তোমাৰ আনন্দৰ সুৱদি সম্ভাৰেৰে এবাৰ মোৰ আগত বহাঁহি। বুজিছোঁ — আজি তুমি ৰাধাৰ ধেমালিৰে ওমলাব খুজিছা ; সেইহে তোমাৰ আনন্দই নধৰা হৈছে!

আজি পাঁচ হেজাৰ বছৰ হৈ গ'ল, শ্ৰীকৃষ্ণৰ জন্মৰ কেবছৰমান আগতে এদিনা ভাদ মাহৰ শুক্লাষ্টমীৰ ভৰ দুপৰীয়া ব্ৰজপুৰৰ বৃষভানুৰ পত্নী কলাৱতীৰ গৰ্ভত শ্ৰীৰাধিকাৰ জনম। মাক বাপেকৰ চেনেহৰ আতোল-তোলত ৰাধাই শুক্ল পক্ষৰ চন্দ্ৰৰ দৰে দিনক দিনে বাঢ়ি বাঢ়ি ব্ৰজ গোপিনীসকলৰ মনত অতৰ্কিতে এক অভিনৱ আনন্দ বিকীৰণ কৰিছিল। চাওঁতে চাওঁতে ৰাধিকা পূৰ্ণ যৌৱনৰ ৰূপ লাৱণ্যেৰে ফুলি পৰিল। স্বৰ্গ আৰু মৰ্ত্যৰ সকলো সৌন্দৰ্য্যৰ সকলো আনন্দ শৰীৰী হৈ তেওঁৰ তুলা যেন কোমল শৰীৰটিত তিৰবিৰাই উঠিল। কোনো এখনি পুৰাণৰ মতে ব্ৰজধামৰ আয়ান নামেৰে দ্বাদশ গোপৰ গোপ এজনেৰে তেওঁৰ লৌকিক বিবাহো সমাধা হ'ল। গোপকুমাৰীৰ স্বভাৱসুলভ স্বাধীন চিত্তেৰে এদিন বৃন্দাবনৰ কাষৰৰ ভাণ্ডীৰ বনৰ মাজেদি যাওঁতে হঠাৎ কোলাত কৃষ্ণক লৈ যোৱা গোপৰাজ নন্দই তেওঁক দেখা পাই তেওঁৰ কোলালৈ কৃষ্ণক দি গৰু চাবলৈ বনলৈ সোমাল। ৰাধা তেতিয়া পূৰ্ণ যুৱতী, — কৃষ্ণ কোলাৰ কৃষ্ণ। তেতিয়াই কৃষ্ণৰ প্ৰতি ৰাধাৰ যিটি মৰম সোমাল তাৰে পূৰ্ণবিকাশ হ'ল পাচলৈ বৃন্দাবনৰ ৰাস - পূৰ্ণিমাত। শৰতৰ চন্দ্ৰাৱলীত কৃষ্ণৰ মধুৰ মুৰুলী শুনি ভালেখিনি গোপিনীৰ লগত বাউলী হৈ ৰাধা আহি বৃন্দাবন পালেহি। কৃষ্ণ প্ৰেমৰ পৰশ পাই অভিমানৰ মাত্ৰা বেচিকৈ চৰাত হাতৰ কৃষ্ণ হাততে লুকাই পৰিল। তাৰ পাচত হিয়া ধুনি ধুনি চকুৰ পানীৰে অভিমান ধুই নিকা কৰিলত নিয়ৰেৰে নিকা পদুম পাহিক নীল আকাশৰ বেলিটিয়ে দেখা দিয়াদি ৰাধাৰমণে ৰাধিকাক দেখা দিলেহি, আৰু দুয়ো ভুমানন্দৰ উজ্জ্বল লোকত মিলি গ'ল। এই মিলনৰ কিছুদিনৰ পাচতে লৌকিক বিৰহ আহিল। কি সেই সুদীৰ্ঘ বিৰহ! এদিন নহয়, দুদিন নহয়, — শত বছৰৰ অমূৰ্তক বিৰহ! — যেই দিন ধৰি ঘৰ্ঘৰ ৰবেৰে অক্ৰুৰৰ ক্ৰুৰৰথে গকুলৰ গোপিনীৰ হিয়া ধুনা বিননি তল পেলাই মথুৰাৰ অভিমুখে প্ৰাণৰ কানাই বলাইক লৈ গুচি গ'ল, সেই দিন ধৰি এই দাৰুণ বিৰহৰ হৃদয়বিদাৰক আৰম্ভণ!— মথুৰালীলাৰ পাচত দ্বাৰকালীলা সাঙ্গ হলত কৃষ্ণই যেতিয়া নিজা তেজ সংহৰণ কৰি মহা প্ৰয়াণলৈ প্ৰস্তুত হল, তেতিয়া প্ৰভাসত পুণ্যতীৰ্থ পৰ্য্যটন কৰাৰ আগতে প্ৰিয় গোপ গোপিনী আৰু ৰাধিকাৰ সৈতে শ্ৰীকৃষ্ণৰ পুনৰ্ম্মিলন হয়। এই মহা মিলনৰ মহা আনন্দৰ মাজেদি ৰাধাৰ দেহাই কৃষ্ণত্ব পালে, আৰু প্ৰভাস তীৰ্থত যদুবংশৰ অৱসানৰ লগে লগেই শ্ৰীকৃষ্ণৰো মহাপ্ৰস্থান হ'ল।

এয়ে শ্ৰীৰাধিকাৰ অতি চমু ঐতিহাসিক জীৱন। ৰাধা কৃষ্ণগত প্ৰাণা। সংসাৰৰ সকলো কামৰ সুৰুঙাই চাই থাকিলে হেঁপাহ নপলোৱা কৃষ্ণৰ মুখখনি চাবলৈ অন্তৰৰ যিটি হেঁপাহ তাকে কথা বা কাৰ্য্যেৰে নুফুটাবলৈ গৈ ফুটাই পেলোৱা, — এই যে "ন যযৌ ন তস্থৌ" অৱস্থা, — এই যে নতুন যুৱতীৰ নৱ যৌৱন লুকাবলৈ গৈ উলিয়াব খোজা ৰাধাৰ পূৰ্ব্বৰাগ, অভিসাৰ, মিলন, মান, বিৰহ, আৰু ভাব সম্মিলনৰ অমৃতোপম প্ৰেমৰ প্ৰয়াস, — ইয়াকে লৈয়েই জয়দেব প্ৰমুখ্যে ভালেখিনি কবিয়ে অতি উপাদেয়, অতি মধুৰ কবিতাৰ ৰস বোৱাই গৈছে। মনত এনেহে লাগে যেন ৰাধা ৰাধা নহয়, মধুৰ

কবিতাৰ চলন্তা মূৰতি; ৰাধা যেন ৰাধা নহয়, পৃথিবীৰ সকলো প্ৰেমিকাৰ প্ৰাণভৰা আকুলতা, সকলো বিৰহিণীৰ ধাৰ নিছিগা চকুৰ পানী, — শোকৰ শীতাশ্ৰু নহয়, প্ৰাণৰ আনন্দেৰে উতলি উঠা প্ৰেমৰ লোতক ! সংসাৰৰ লৌকিকতাৰ অত্যাচাৰত বিধতাৰ নিদাৰুণ বিধানত প্ৰাণে প্ৰাণে মিলি অহা প্ৰেমিক প্ৰেমিকাৰ কি আলৈ-বিলৈ, শ্ৰাৱণৰ ধাৰাৰ দৰে কি সেই অশ্ৰু বৰিষণ ! সীতা দেবীৰ করুণ কাহিনীৰ দৰে এই প্ৰাণস্পৰ্শী কাহিনী শুনিলে প্ৰাণে বিনাৰলৈ ধৰে ! — ৰাধাৰ জীৱন আড়ম্বৰ আৰু বৈচিত্ৰ্যহীন হলেও তাত মানুহৰ মন টানি নিব পৰা উপন্যাস বা কবিতাৰ ভালেখিনি উপাদান আছে ! —

মুখ নামোলাবা, মাতৃ ! তুমি এই উপন্যাস বা কবিতাৰ ৰাধাৰ কথা কব খোজা নাই । মই বুজিছোঁ, — তুমি কব খুজিছা প্ৰাণৰ ৰাধাৰ কথা, — যাৰ মাধুৰী ইতিহাসৰ ভিতৰেদি কবিতাৰ প্ৰাণৰো প্ৰাণৰ মাজেদি ফুটি ফুটি উপচি পৰিছে ।

মধুৰ ব্ৰজপুৰত নন্দৰ কানায়ো তোলনীয়া, বৃষভানুৰ ৰাধাও তোলনীয়া। ব্ৰহ্মবৈবৰ্ত্ত পুৰাণে কয়, — কলাৱতীয়ে ৰাধাক জন্ম দিবলৈ যি গৰ্ভধাৰণ কৰিছিল সি বায়ুপূৰ্ণ মায়াৰ গৰ্ভ। আচলতে ৰাধা অযোনিসম্ভৱা হৈ সীতাদেবীৰ দৰে জন্ম গ্ৰহণ কৰিছিল। মানুহৰ জনমে সাধাৰণ সন্তান। অতি অসাধাৰণ তেজৰ যি, যাৰ কোনো কালে জনম নাই মৰণ নাই তেনে জনক জন্মাই বা দিয়ে কোনে ? এনে ক্ষেত্ৰত জন্ম দিয়াতকৈ তুলি তালি লোৱা বুলিলেহে কথাটি যেন ৰজি যায়। ৰাধাৰ তোলনিৰ পাচত এই দুই তোলনীয়াৰ প্ৰথম মিলন হয় বৃন্দাবনৰ পদুলিৰ দৰে ভাণ্ডীৰ বনত। বাৰ্দ্ধক্যত যি লীলাৰ বিকাশ হয় তাৰ বীজ ল'ৰাকালত লুকাই অঙ্কুৰ অৱস্থাত থকাৰ দৰে এই যে ৰাধা কৃষ্ণৰ প্ৰথম মিলন, ইয়াতে ৰাধা কৃষ্ণ তত্ত্বৰ সাৰ কথা লুকাই আছে ।— নন্দগোপ গৰু চৰাবলৈ ভাণ্ডীৰ বনলৈ যাওক । কোলাৰ কৃষ্ণ ডিঙিত ওলমি গৈছে । এনেতে হঠাৎ দিখিদিক কঁপাই ধুমুহাই ওন্দোলোৱা মেঘ বিজুলীৰ চিকিমিকিৰে বলাই ঢেৰেকনিৰ কৰচনিত এক আকস্মিক আতঙ্কৰ সৃষ্টি কৰিলে। গৰু-গাইবোৰে প্ৰাণৰ ভয়ত নেজ তুলি তুলি ঢাপলি ধৰি পিয়াঁপি দিবলৈ ধৰিলে। কোলাত কৃষ্ণক লৈ গৰু আগুৰি ৰখা নন্দগোপৰ সম্বন্ধি একেবাৰেই অসম্ভৱ হৈ উঠিল। ইফালে ধুমুহাৰ কোবত মাটি চুই ত্ৰাহি ত্ৰাহি কৰা গছ-গছনিৰ মূৰ ভুকুৰনিৰ মাজত বিজুলী ঢেৰেকনিৰ গিৰ-গিৰণিত অকলে কৃষ্ণকে বা গছ তলত থৈ যায় কোন সতে ; এফালে পুত্ৰ, ইফালে গো-ধন । নন্দৰাজ উভয় সংকটত পৰি আকুল হ'ল ! কৃষ্ণৰ মুখলৈ চাই গছ-গছনিলৈ চকু দিয়েই দেখিলে — সাক্ষাৎ প্ৰকৃতি দেবীয়ে যেন বনবালিকাৰ ৰূপ ধৰি গোটেই বননি মুখৰ মিচিকি হাঁহিৰে উদ্ভাসিত কৰি লয়লাসে আহিব লাগিছে· । কাষ পালত দেখিলে— বনবালিকা নহয়, ব্ৰজধামৰ ৰাধিকা ! ক'লা মেঘৰ বিজুলী যেন কলীয়াৰ ৰাধাই বিজুলীৰ বেশেৰেই জিলিকি আহিছে ! তাত আতঙ্ক নাই, আছে প্ৰাণভৰা আশ্বাস ! এই জীৱন্ত বিজুলীৰ অচল চমকত যেন কিবা এক লুকোৱা কথাৰ সম্ভেদ মনৰ মাজত উজলি উঠিল ! ভাব গদগদ্ সুৰেৰে নন্দ ৰজাই কবলৈ ধৰিলে, — "আহাঁ, মা, গৰ্গমুনিৰ মুখে মই তোমাৰ জন্ম-জন্মান্তৰৰ বাতৰি শুনি থৈছোঁ । তুমি মোৰ কৃষ্ণৰ লক্ষ্মীতকৈও প্ৰিয় — অতি আপোন । তোমাৰ কোলাত মোক কোলাৰ কৃষ্ণ থৈ যাওঁ ।" — এই বুলি যেই ৰাধাৰ কোলালৈ কোলাৰ কৃষ্ণক দি দিলে, সেই যেন পৃথিবীত নীৰৱে মহানন্দৰ উকলি জোকাৰে জোকাৰে উঠি গ'ল ! বিশ্ব প্ৰকৃতিয়ে পুলকানন্দত ৰোমাঞ্চিত হৈ গাবলৈ ধৰিলে ।— "আনন্দম্, আনন্দম্ !" এক সুৰদি শান্তিৰ অমিয়া মাধুৰীয়ে অসীম সৌন্দৰ্য্যেৰে আকাশ পাতাল যেন জিনি পেলালে ! দেৱমন্দিৰৰ আৰতিতকৈও সি কি মধুৰ, কি মহান ! বিজুলী ঢেৰেকনি এই আনন্দৰ ধ্বনিত নিজমি নিমাত হৈ গ'ল ! ৰাধাই কৃষ্ণক বুকুলৈ সাবটি লৈ আনন্দত আকুল হৈ সেই ভুবন জিনা মুখ খনিত লাখে লাখে চুমা দিবলৈ লাগিল ! সেই চুমাৰ শেষ নাই, সেই সুখৰ যে অৱধি নাই,— সেই আনন্দৰ বিৰাম ক'ত !

নন্দ গৰু আগুৰিবলৈ গৈ নেদেখা হ'ল ! ইতি মধ্যতে যোগমায়াই ৰাধা কৃষ্ণক মাজত লৈ এক অভিনৱ

ৰাসমণ্ডলৰ সৃস্টি কৰিলে । নানা বৰণৰ গছ লতাৰে সুশোভিত এটি ৰত্ন-মণ্ডপ, — তাত অগণন ফুল শয্যা,— তাৰে মালতী মালাৰ আলিয়নেৰে এখনি অতি বিতোপন ফুলৰ শয্যাত এজন আদি যৌৱনৰ শ্যামসুন্দৰ পুৰুষ শুই আছে ! ৰাধাই দেখিলে তেওঁৰ কোলাৰ কৃষ্ণ নাই । কোলাৰ কৃষ্ণ কিশোৰ বেশেৰে ফুলৰ শয্যাত হাঁহি আছে ! তাৰ পাচত সৃষ্টিৰ বিধাতা ব্ৰহ্মা আহি দুইকো বিবাহ বন্ধনেৰে বান্ধি দিলে । দুইৰো মহামিলনৰ মহানন্দই বিশ্বৰ অন্তৰ্নীত আনন্দৰ সুৰ বজাবলৈ ধৰিলে ! — বৃন্দাবনৰ পাৰীত ফুলা ভাণ্ডীৰ বনৰ এই যে মধু-মিলনৰ পূৰ্ব্বাভাস ইয়েই সকলো মধুৰ ৰসেৰে ৰসময় হৈ, সকলো সুন্দৰৰ সৌন্দৰ্য্য সকলো মধুৰৰ মাধুৰী লৈ মুনিমনোৰম বেশেৰে পাচলৈ বৃন্দাবনৰ অন্তৰলৈ গৈ ব্ৰজ-গোপিনীৰ পূৰ্ণৰাস স্বৰূপে জিলিকি পৰিল ! মধুৰ ৰসেৰে বৃন্দাবন পৰিপূৰ্ণ হ'ল, — "শ্ৰীমদ্ বৃন্দাবনং ৰম্যং পূৰ্ণানন্দৰসাশ্ৰয়ম ।"

এই আখ্যানটিৰে পুৰাণকাৰে ৰাধা কৃষ্ণ প্ৰেমৰ এটি সুন্দৰ আভাস দিলে । এই যে ৰাধা কৃষ্ণৰ প্ৰথম মিলন ইয়াত দেখিছোঁ কি ? — গাভৰু গোপবালাই বাপেকৰ কোলাৰ পৰা অতি সুন্দৰ কানাইক নিজৰ বুকুলৈ টানি আনি সাবটি ধৰি তুল্-তুলীয়া মুখ খনিত অজস্ৰ চুমা দিছে ! সেই দৃশ্য দেখি বাপেকি আনন্দত বিভোল হব, মাইকি আনন্দত বিভোল হব, আৰু যদি গাভৰুৰ স্বামী থাকে তেওঁ চায়ো আনন্দত বিভোল হব । — এটি সুন্দৰ, এটি মধুৰ বস্তুক মন-প্ৰাণেৰে ভাল পাব তাতকৈ আনন্দৰ কথা আৰু কি হব পাৰে ? এনেয়ে শিশু, তাতে কানাই — কোটি চন্দ্ৰমা জিনি শান্ত স্নিগ্ধ জ্যোতিৰে জ্যোতিষ্মান সেই খনি মুখ ! তাত চুমা দিয়াত যে কি আনন্দ কি গৌৰৱ তাক কল্পনাতো ভাবিব নোৱাৰি । — এয়ে, এয়ে প্ৰেম ! ইয়েই জগতৰ যত মধুৰ, যত সুন্দৰ সেই সকলোৰে পৰশ প্ৰাণলৈ টানি আনি সেই প্ৰাণ আঁজলি ভৰি বিলাই জগত খনি সুন্দৰ আৰু মধুৰ কৰি তুলিছে । ইয়েই মানবী হিয়াত বিশ্ব প্ৰেমৰ কণিকা বিকাশ ! এই অখণ্ড প্ৰেমৰ খণ্ড অংশটিকে অলপৰ পৰা বৃহত্তম কৰি বিশ্বক আকোৱালি লোৱাবলৈকে ধৰ্মশাস্ত্ৰৰ চেষ্টা, অৱতাৰ বা প্ৰেৰণাৰ প্ৰয়োজন !

পণ্ডিত সকলে কয় প্ৰেম আত্মাৰ এটি গভীৰ ভাব, যাৰ দ্বাৰা চিত্ত সম্পূৰ্ণ স্নিগ্ধ হয় আৰু প্ৰিয় জনৰ প্ৰতি অতি মমতা জন্মে । ধ্বংসৰ কাৰণ থকা সত্বেও সি ধ্বংস নহয় । প্ৰেমিকৰ ৰূপ জৰা ব্যাধিৰে কুৰূপ হলেও, অৰ্থৰ অনাটনত মন জোৰাব নোৱাৰা অন্তৰৰ গ্লানিয়ে খিক্কাৰ তুলিলেও, মৃত্যুৱে চকুৰ আগৰ পৰা আঁজুৰি নি বিচ্ছেদৰ দাৰুণ অগনিৰে দহি পুৰি ছাই কৰি দিলেও এই প্ৰেমক থমকাব নোৱাৰে । সে যেন নাচি বাগি বৈ যোৱা পৰ্ব্বতৰ নিজৰা, মহাসমুদ্ৰৰ মুৰুলী ৰৱত বাউলী হৈ ঢাপলি ধৰিছে, — শত শত শিলৰ বাধায়ো তাইক আগুৰি ৰাখিব নোৱাৰে । মৰণ মৰি গৈও এই প্ৰেম জীয়াই থৈ যায় !

যুৱক যুৱতীৰ মাজত যৌবনে খন্তেকীয়া মমতাৰ এটি তীব্ৰ আকৰ্ষণ আনি দিয়া দেখা যায় । সেই তীব্ৰ আকৰ্ষণৰ লগে লগে তীব্ৰ বিকৰ্ষণ, ভোগৰ লগে লগে বিতৃষ্ণা, মদিৰা জালৰ লগে লগে ভীষণ অৱসাদ, চকুৰে চাই হেঁপাহ নপলোৱাৰ লগে লগে চকু পাৰি দেখিব নোৱাৰা অৱস্থাও চকুত পৰে । এই আকৰ্ষণৰ মূলত আছে — ইন্দ্ৰিয় । তাৰ সুখ লালসা চৰিতাৰ্থ কৰিবলৈ সি ভোগৰ বলিয়া হয়, ভোগৰ আঁৰে আঁৰে যেতিয়া বিতৃষ্ণা আহে, সি তেতিয়া অন্য ভোগ বিচাৰি যায় । এই যে কেৱলে ইন্দ্ৰিয়ৰ লালসা পূৰ্ণ কৰা ক্ষণিকা তৃপ্তি, ইয়াকো মনে এটা ডাঙৰ নাম দি প্ৰেম বুলিব খোজে । ই প্ৰেম নহয়, ইয়াৰ নাম কাম । কোনো জনক আপোনাৰো আপোনকৈ ললে চিত্তৰ যি সম্পূৰ্ণ আনন্দ হয়, — যি আনন্দৰ কোনো দিন কোনো বিকাৰত শেষ নাই, অৱসাদ নাই — সি প্ৰেম; আৰু কোনো জনক ইন্দ্ৰিয়ৰ ভোগ স্বৰূপে গ্ৰহণ কৰি খন্তেকীয়া তৃপ্তিত মন যদি মেলি দিয়া যায় তাৰ নাম কাম । আচলতে মৰমৰ স্নিগ্ধতা, ব্যাপকতা আৰু পবিত্ৰতাৰ যি অমৃত সেয়ে প্ৰেম, তাৰ ইন্দ্ৰিয় তৃপ্তিৰ জঘন্যতা আৰু অশ্লীলতাৰে যি মাদকতা সেয়ে কাম ।

পবিত্ৰ প্ৰেমৰ যি চুম্বন আৰু আলিঙ্গন তাত অশ্লীলতা নাই । কামৰ চুম্বনহে অশ্লীলতা । আমাৰ

সমাজৰ এটি পটন্তৰতে এই কথাটি বিতোপনকৈ ফুটি পৰে। কলৰ গুৰিত আদৰিবলৈ গৈ শাহুৱেকে যেতিয়া জোঁৱায়েকৰ দুগালে দুটি চুমা দিয়ে, — সি কেনে পবিত্ৰ! তাৰ পুণ্য পৰশনত মাতৃত্বৰ সকলো সুৱদি ফুটি নপৰে নে? সি যে পৰক প্ৰথমে আপোন কৰি লোৱা প্ৰেমৰ এক পবিত্ৰ পৰশ! — অশ্লীলতা কোনো পদাৰ্থ বা কথাত নেথাকে, অশ্লীলতা থাকে মানুহৰ মনত।

এদিনা মূৰ্তমান বসন্ত মাদকতাৰ সকলো তেজ সকলো সম্ভাৰেৰে জিকাৰি উঠিল, কামৰ সকলো উদ্দীপনা পূৰ্ণ বেগেৰে পলকে পলকে উতলি উঠি মন বলিয়া কৰিলে, পৰ্ব্বতনন্দিনীয়ে কামৰ উপচাৰ লৈ বকুল ফুলৰ সাতসৰি পিন্ধি ইন্দ্ৰিয় প্ৰলোভনৰ সকলো সুষমাৰে জগৎ পিতা মহাদেৱৰ মন ভুলাবলৈ গ'ল। কি সেই লাস বেশ! কি সেই খোজৰ লাহ! খোজে খোজে যেন মুনিৰ মন টানি নিয়ে, — যোগীশ্বৰ এই ঢলে ঢলে, — কামে এই নিয়ে নিয়ে —! ধ্যানৰ মন চঞ্চল হ'ল! — হঠাৎ কপালৰ অনল ভম্ কৰে জ্বলি উঠিল, কাম চকুৰ পচাৰতে ছাই হৈ গ'ল! — তাৰ পাচত প্ৰেমৰ সুবিমল কিৰণত পৰ্ব্বতনন্দিনীৰ গাত জগন্মাতাৰ মমতা জিলিকি পৰিল, সেই মমতাৰ মাদকতা নাই, ইন্দ্ৰিয় সুখৰ লালসা নাই, — আছে প্ৰাণ ভৰা প্ৰেমৰ টান, আছে ঈশ্বৰ প্ৰীতিৰ প্ৰবল হাবিলাষ, আছে দেৱতা পূজাৰ অমিয়া মাধুৰী — জগৎ পিতাই বুকুলৈ টানি নিলে; আনন্দময়ীৰ আনন্দ মিলনত নিৰানন্দ স্বৰ্গলৈ আনন্দৰ ধাৰা বৈ আহিল। এই মিলনতে কামে অশৰীৰী হৈ জনম পালে, বিশ্ব ব্ৰহ্মাণ্ড আনন্দেৰে পৰিপূৰ্ণ হ'ল! — এই যে জগৎ পিতা আৰু জগন্মাতাৰ প্ৰেমৰ মিলন, এই যে আদি পুৰুষ আৰু আদ্যাশক্তিৰ একত্ব ভাব, এই যে অৰ্ধনাৰীশ্বৰৰ অখণ্ড আনন্দ, — ইয়াত ইন্দ্ৰিয় সুখৰ পঙ্কিলতা ক'ত? — হৰপাৰ্ব্বতী যে ইন্দ্ৰিয়াতীত! ইন্দ্ৰিয়াতীতৰ ইন্দ্ৰিয় সুখ কি? ই যে প্ৰাণ আৰু ভাৱৰ মিলন — ইয়াত ইন্দ্ৰিয় নাই, অথচ ইন্দ্ৰিয়ৰ তৃপ্তি; মন নাই, অথচ মনৰ সুখ; বুদ্ধি নাই, অথচ বুদ্ধিৰ সন্তোষ; সকলো সুখ সন্তোষৰ সাৰ আছে, সমষ্টি আছে; নাই তাৰ মাদকতা, নাই তাৰ জঘন্যতা! এয়ে জীৱ আৰু বিশ্ব চৈতন্যৰ আনন্দ লীলা, — আত্মা আৰু পৰমাত্মাৰ মধুৰ সঙ্গম! — বাক্যেৰে কব নোৱাৰি, মনেৰে মনিব নোৱাৰি, — ই পুণ্য হৃদয়ৰ অনুভূতিৰ ধন! আত্মাৰাম ভগবানৰ অনিৰ্ব্বচনীয় ৰমণ লীলা, — অনুপম আনন্দৰ বিনন্দবিলাস! — সদ্‌গুৰুৰ কৃপা নেপালে এই গভীৰো সুগভীৰ আনন্দৰ আস্বাদন মনেৰে আৰু বুদ্ধিৰে পোৱা অতি টান। জগৎ পিতা আৰু জগন্মাতাৰ প্ৰাণ আৰু ভাৱৰ মিলনেই গোলোকৰ ৰাধাকৃষ্ণৰ নিত্য ৰমণৰ আনন্দ লীলা! এনে লীলা চাবলৈ অন্তৰেৰে অনুভৱ কৰিবলৈ হিয়া খনি উদাৰ কৰি পুণ্যৰ পোহৰেৰে পবিত্ৰ কৰিব লাগিব।

যুৱতীয়ে নিজৰ বালিকা কালত লগৰ শিশু এটি সাৱটি ধৰি মৰমতে অজস্ৰ চুমা যাচিছে, — তাত জঘন্যতা নাই, অশ্লীলতা নাই; যুৱতী হৈ সুন্দৰ শিশু এটিক বুকুলৈ লৈ চাই চাই হেঁপাহ নপলোৱা মুখ খনিত লাখে লাখে চুমা দিব লাগিছে, — তাতো জঘন্যতা বা অশ্লীলতা নাই,— আছে কেৱলে প্ৰেম, কেৱলে মমতাৰ মাধুৰী। বিশ্ব বিয়পিব পৰা মমতাৰ মাধুৰীক যেতিয়া আমি অহমিকাৰ মোহত অতি সংকীৰ্ণ কৰি ইন্দ্ৰিয় ভোগৰ লালসাৰে কলুষিত কৰোঁ, — তেতিয়াই সি কাম, সি জঘন্য, অশ্লীল! যৌৱনৰ উন্মাদনাত ইন্দ্ৰিয় সুখৰ লালসাই জঘন্যতা, য'ত এই লালসা নাই, ত'ত অশ্লীলতাও নাই। স্নান ঘাটৰ কাষেদি আবাল ব্ৰহ্মচাৰী নগ্ন শুকদেৱ গুচি গ'ল। শুকদেৱ তেতিয়া সুন্দৰ যুৱক; অথচ স্নানৰ পৰা উঠি অহা নগ্ন দেৱবালা সকলে কাপোৰেৰে লজ্জা ঢাকিবৰ প্ৰয়োজন নুবুজিলে। বুজিবই বা কিয়? সিবিলাকৰ বুজা আছে — শুকদেৱৰ ইন্দ্ৰিয় চৰিতাৰ্থৰ লালসা নাই, গতিকে মনত অশ্লীলতাও নাই। ইন্দ্ৰিয় সুখৰ সামৰ্থ্য থকা শুকদেৱতে যেতিয়া অশ্লীলতা নেলাগিল, ইন্দ্ৰিয়ৰ অধিকাৰী ইন্দ্ৰিয়াতীত ভগবানত তাৰ গন্ধই বা থাকে কেনেকৈ?

পুৰাণৰ আখ্যানত যোগমায়াই কোলাৰ কৃষ্ণ আৰু পূৰ্ণ যুৱতী ৰাধিকাক লৈ যি লীলাৰ সঙ্কেত দি গ'ল, সেয়ে গোলোকৰ ৰমণশীল ৰাধাকৃষ্ণৰ নিত্য লীলা!

শ্ৰীকৃষ্ণক পৰম পুৰুষ আৰু ৰাধিকাক পৰমা প্ৰকৃতি বুলি, অথবা শ্ৰীকৃষ্ণক বিশ্ব-চৈতন্য আৰু ৰাধিকাক জীৱ বুলি ধৰি ললেহে এই লীলা পবিত্ৰৰো পবিত্ৰ হৈ পৰে। — ব্যাস দেৱে বদৰিকাশ্ৰমত সিদ্ধি লাভ কৰা তীব্ৰ তপস্যাৰ জীৱন্ত ফল বাদৰায়ণিৰ প্ৰত্যক্ষ মূৰতি শুকদেৱৰ দৰে এগৰাকী অতি উচ্চস্তৰৰ ব্ৰহ্মজ্ঞানী ঋষিয়ে কৈছিল ৰাধাকৃষ্ণৰ ৰাসমণ্ডলৰ মধু-মিলনৰ কথা, আৰু শুনিছিল মুহূৰ্তে মুহূৰ্তে মৰণ প্ৰতীক্ষা কৰা পৰীক্ষিতে—পতিতপাৱনী সুৰধুনীৰ পবিত্ৰ বুকুত ! আমাৰ ইমান চোভা, ইমান সন্দেহ, — আমি ইন্দ্ৰিয় লালসাত ইমান মতলীয়া, ইমান অন্ধ, — এইহেন ৰাধাকৃষ্ণৰ পৰম পবিত্ৰ প্ৰেমৰ তত্ত্বতো অশ্লীলতাৰ গন্ধ পাওঁ। জানি বুজিয়েই ভগবান শুকদেৱে সতৰ্ক কৰি দি গৈছে। — "নৈতৎ সমাচৰেজ্জাতু মনসাপি হ্যনীশ্বৰঃ।"— যি লোকৰ ঈশ্বৰত বিশ্বাস নাই, যি দেহাদিৰ অধীন সেই লোকে যেন মনেৰেও এই ৰাস লীলাৰ আচৰণ নকৰে। — "মহৎ লোকে যি যি আচৰণ কৰে ইতৰ লোকে তাৰ অনুষ্ঠান কৰা বিধি যদিও, মহাদেৱৰ বিষপান ইতৰৰ অনুকৰণৰ বিষয় নহয়। যদি কোনো ভক্তই শ্ৰদ্ধান্বিত হৈ এই ব্ৰজবধূ আৰু বিষ্ণুৰ বিশিষ্ট বিহাৰ অনুশ্ৰৱণ কৰে, সেই ভক্তই ভগবানত পৰা ভক্তি লাভ কৰি "হৃদ্ৰোগ" কামৰ পৰা অচিৰে অব্যাহতি পায়।" — মধুৰ ৰসৰ ৰাসলীলা কাম শক্তিৰ উদ্ৰেক কৰা কামৰ কবিতা নহয়, কামৰ উপন্যাস নহয়, ভক্তিৰ পথত প্ৰেমৰ পথত হৃদ্ৰোগ কামৰ মহৌষধি ! কি সুন্দৰ, কি পবিত্ৰ এই কথা ! ভক্তিমাৰ্গৰ ভাগৱত শাস্ত্ৰৰ এই ৰাসলীলা, তাত অভক্তৰ অধিকাৰ নাই। অনুৰাগ, শ্ৰদ্ধা আৰু ধৃতি নহলে যে ভক্তিৰ পথেদি যাব নোৱাৰি। শ্ৰীৰাধাৰ দৰে অনুৰাগৰ আকুলতা নেজাগিলে, সেই অনুৰাগত প্ৰাণৰ বিশ্বাস আৰু হৃদয়ৰ শ্ৰদ্ধা নুপজিলে, আৰু সেই শ্ৰদ্ধা ৰাতি দিন দেহেকেহে, মনে প্ৰাণে, অন্তৰে বাহিৰে প্ৰকাশ নেপালে সেই প্ৰেম যে প্ৰেম নহয়, সেই ভক্তি যে ভক্তি নহয়। — ভক্তিৰ ৰাজ্যত, প্ৰেমৰ পথত কামৰ বৰ উৎপাত ! কামৰ যে মৰণ নাই। কত সাধক, কত ঋষি মুনিৰ সি ধৈৰ্য্যচ্যুতি কৰিলে, ধ্যান ভাঙ্গি মন অলিয়া-বলিয়া কৰিলে ! প্ৰাণ অনন্তৰ আহ্বানত উৰি যাব খোজে, কামে মনক প্ৰলোভন দেখুৱাই পদে পদে পিছলাই আনে। এৰিলেও মেৰাই ধৰা এই দানহৰ বিষম যন্ত্ৰণা ! কামৰ অত্যাচাৰ সাধন পথত এক ভয়ঙ্কৰ সমস্যা হৈ উঠিল। প্ৰাণৰ আকুলতাৰে ভক্তজগতে এবাৰ সৰ্ব্ব-সন্তাপহৰী ভগবানলৈ চাই আকৌ বিনাৱলে ধৰিলে। আকৌ এবাৰ মধুৰ বৃন্দাবনৰ মাজত মোহন মুৰুলীৰ সুৰেৰে পূৰ্ণাৱতাৰ ভগবানে কৈ গ'ল, — "ন মষ্যাবেশিতধিয়াং কামঃ কামায় কল্পতে।" — "মোলৈ তোৰ কাম দি দে। মোক দিয়া কাম—কাম নহয়, — সি প্ৰেম। তাপৰ পৰশ পোৱা ধানৰ যেনেকৈ বীজত্ব নেথাকে, তাৰ গজালি নেমেলে ; মোৰ পৰশ পোৱা কামৰো সেইদৰে কামত্ব নেথাকে, ভোগৰ ক্ষেত্ৰত সি বৃদ্ধি নেপায়।" — কামৰ অমুৰিৰ মূৰ যেতিয়া মাৰিব্ৰই নোৱাৰি কামে প্ৰেমে সমুদায় ভগবানৰ চৰণত অৰ্পণ কৰিলেই সি সাৰ্থক হৈ যায়। — ই মুখৰ কথা নহয়, সাধনাৰ কথা। কি প্ৰাণভৰা এই আশ্বাস, কি সন্তাপৰ শান্তি এই মুৰুলীৰ ধ্বনি ! — তথাপিতো আশঙ্কা জাগে,— জঘন্য কামৰ কলুষেৰে জানোচা ভগবানক কলুষিত কৰা হয় ! আশঙ্কা কিহৰ ? ভগবান যে জ্যোতিৰ্ম্ময় "তেজীয়সাং ন দোষায় বহ্নেঃ সৰ্ব্বভুজো যথা।" — যি অগ্নিয়ে যজ্ঞৰ আহুতি বহন কৰে, সেই অগ্নিয়ে ক্ৰব্যাদ হৈ শৱ দেহো দাহ কৰে ; সেই বুলি অগ্নি অপবিত্ৰ নহয়। আশঙ্কা নাই। কামৰ মলি এঙ্গাৰৰ মলিনতাৰ দৰে ; তাক শতবাৰ ধুলেও সি নিকা নহয় যেতিয়া তাক জুইৰো জুই ভগবানত অৰ্পণ কৰিলে সি সোণ জিলিকাদি জিলিকি আনকো জিলিকায়। বিল্বমঙ্গলৰ তীব্ৰ কাম পবিত্ৰ প্ৰেমেৰে ৰঞ্জিত হৈ গ'ল। তুলসীদাসৰ কামৰ আকুলতা প্ৰেমৰ পুলকত পৰিণত হ'ল। গকুলৰ গোপিনীৰ কামেৰে পঙ্কিল প্ৰেম ভগবানৰ চৰণত পৰি চিৰদিনলৈ বিশ্ব জগতৰ শিৰৰ নিৰ্ম্মালি হৈ পৰিল।

গোপী প্ৰেমৰ মহালীলাত "পৰদাৰাভিমৰ্ষণ" বোলা সামাজিক দোষৰ কথাও কেতিয়াবা শুনা যায়। কৃষ্ণক যি পৰ ভাবে সিবিলাকৰ চকুলৈ পাৰদাৰিক দোষৰ চেকা থাকিব পাৰে। কৃষ্ণ যে স্বয়ং ভগৱান। কৃষ্ণতকৈ আপোন

আমাৰ কোন ? তেওঁৰ দাৰা তেওঁ গ্ৰহণ কৰিলে পাৰদাৰিক দোষ হয় কেনেকৈ ? যি গোপিনীৰ অন্তৰত, গোপিনীৰ পতিসকলৰ অন্তৰত, নিখিল দেহীৰ অন্তৰে অন্তৰে আনন্দেৰে বিচৰণ কৰিছে, যি প্ৰাণী মণ্ডলীৰ বুদ্ধি প্ৰভৃতিৰ সাক্ষীৰ দৰে থাকি সকলো ইন্দ্ৰিয় অধিকাৰত ৰাখি অধ্যক্ষ স্বৰূপে জীৱৰ হৃদয়ে হৃদয়ে প্ৰকাশ পাই অনন্ত আনন্দত বিভোল হৈ আছে ; সেই পৰমাত্মা পৰমপুৰুষৰ পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণ — তেওঁৰ অংশই যে আমি। পিতৃমাতৃ ৰূপেৰে, পুত্ৰকন্যা ৰূপেৰে, পতিপত্নী ৰূপেকে তেৰেঁই যে আমাক অন্তৰে বাহিৰে আবৰি ৰাখি তেওঁৰ আনন্দৰেঁই পৰশ দি নিজে আনন্দত অনন্তকাল মজি আছে। তেওঁৰ জীৱৰ যাবতীয় আনন্দত তেওঁৰেঁই প্ৰকাশ। এনেস্থলত পৰদাৰাৰ প্ৰশ্ন উঠে কেনেকৈ ? ভগবানৰ ফালৰ পৰা চালে পাৰদাৰিক দোষ যে থাকিব নোৱাৰেইনে, ভক্তৰ ফালৰ পৰা চালেও নোৱাৰে। -- কাম, ক্ৰোধ, ভয়, স্নেহ বা যি কোনো ভাবেৰেঁই হওক, হৰিলৈ যদি মনটি একেবাৰে দি দিব পৰা যায়, তাতেঁই তন্ময়তা লাভ কৰি বিমুক্ত হ'ব পাৰি, — এয়ে ভক্ত-জগতত ভাগৱত শাস্ত্ৰৰ স্থিৰ সিদ্ধান্ত, সেই হে পৰমভক্ত দেৱৰ্ষি নাৰদে বীণাৰ সুৰেৰে গাব লাগিছে—যেনেকৈ পাৰা এবাৰ কৃষ্ণলৈ মনটি দি দিয়াঁ। — "তস্মাৎ কেনাপ্যুপায়েন মনঃ কৃষ্ণে নিবেশয়েৎ।" — যি কোনো উপায়ে ভগবানৰ কাষ চাপিব পৰাই, ভগবানলৈ মন দি দিব পৰা হে আচল কথা। ভগবান চিৰশান্ত, চিৰ পবিত্ৰ ! তেওঁ যে স্পৰ্শমণি ! — তেওঁৰ পুণ্য পৰশত সকলো সোণ হৈ যায়, ভাবৰ সকলো বিৰোধ মিলি যায়, মনৰ সকলো মল উটি যায় ! পুতনাই বিষ দিবলৈ গৈ পালে মুক্তি, শিশুপালৰ ক্ৰোধৰ পুৰস্কাৰ দয়া, কংসাসুৰৰ ভয়ৰ প্ৰতিদান — এক অমায়া শান্তি !

এনেকৈ চাবলৈ গলে ভক্ত আৰু ভগবানৰ মাজত উপপতিৰ দৰে ভাব থকাহে নিতান্ত প্ৰয়োজন। সেইহে ৰামকৃষ্ণ পৰমহংসদেৱে কব লাগিছে — ভগবানক ভাল পাবলৈ হলে উপপতিক ভাল পোৱাদি পাব লাগে। ভগবান আমাৰ পতি হৈও উপপতি। আমাৰ "যোষা জাৰমিব প্ৰিয়ম"। উপপতি থকা তিৰোতাই সংসাৰৰ সকলো কাম-বন কৰে, — এনে সুন্দৰকৈ, এনে নিয়াৰিকৈ কৰি যায় যাতে তাত কোনো সন্দেহ, কোনো আসক্তিৰ ছাঁ এটিও চকুত নপৰে। অথচ, মনৰ মাজত দিনে ৰাতি জাগি থাকে সেই উপপতিৰ কথা। অবিকল এইদৰেই সংসাৰত কাম নিয়াৰিকৈ কৰি কৰি ওপৰৱালাৰ মন যোগাই অন্তৰত অনুক্ষণ ভগবদ্ প্ৰেমৰ অনুভূতি যদি জগাই ৰাখিব পাৰে তেতিয়াই সংসাৰীৰ সংসাৰো ৰয়, ঈশ্বৰো ৰয়। ভগবানক উপপতি বুলি ভাবিব পৰাটি মহৎ সৌভাগ্যৰে কথা !

গকুলৰ গোপিনীসকলে কানাইক পতি কামনা কৰি কাত্যায়নী পূজা পাতিছিল। ইবিলাকৰ কামৰ এটি বিশিষ্টতা আছে ! শিশু কৃষ্ণৰ চেনেহুৱা মুখখনিলৈ সিবিলাকৰ যি প্ৰাণ ভৰা মমতাৰ হেঁপাহ আছিল, সেয়ে যৌৱনৰ উন্মাদনাত কাম যেন হয় হয়, এনে তাৰ অৱস্থা। সি অসীম প্ৰেমৰ এক আকস্মিক ৰোগৰ দৰে হলেও, এক সাময়িক বিকাৰৰ দৰে হলেও, উৰ্দ্ধ মুখে প্ৰেমলৈ যোৱাৰ এক প্ৰবল আকুলতা তাত আছিল। সাধাৰণতে য'ত ইন্দ্ৰিয় চৰিতাৰ্থৰ লালসা প্ৰবল হয়, ত'ত এটি পুৰুষক দুটি প্ৰকৃতিয়ে পতিৰূপে বৰণ কৰিলে প্ৰকৃতিৰ বুকু জুৰি সতিনীয়াহুৰ জীয়া জুই জলি উঠে। মন যোগাব নোৱাৰা সংসাৰত কথাই নাই, নানা ভোগ-বিলাসৰ প্ৰাচুৰ্য্য থকা ৰাজপৰিবাৰতো সতিনীৰ ভীষণ ঈৰ্ষানল বাড়বানলৰ দৰে অনাজালে জলি থাকে। শান্তি কাৰো নাই, ক'তো নাই। আজিও জগতত এই সতিনীয়াহুৰ কিমান হাই-কাজিয়া, কত যে হত্যাকাণ্ড, কিমান ৰক্তপাত হবই লাগিছে ! — গকুলৰ অগণন গোপিনীয়ে কানাইক প্ৰকাশ্যে পতিৰূপে পাবলৈ কামনা কৰিছিল ; অথচ, সিবিলাকৰ ভিতৰত ঈৰ্ষাৰ গন্ধ নাই। — অন্তৰত সকলোৰে আনন্দ। সুন্দৰ সুগন্ধি ফুল এপাহি ছিঙি আনি নিজৰ খোপাত গুজি নিজে গৌৰৱ কৰাৰ আক্ৰোহ সিবিলাকৰ নাই। গোপনে গোপনে নিজৰ তৃপ্তিলৈ কানুৰ স্পৰ্শ সুখৰ অভিলাষ কোনো এজনে কৰা নাছিল। একেটি চন্দ্ৰৰ চিকুণ মুখখনিলৈ চাই চাই ইটিৰ মুখলৈ

সিটিয়ে নিৰীক্ষণ কৰি আনন্দত গা ঢালি দিয়াহে সিবিলাকৰ কামনা। অগণন নদীৰ মহাসাগৰৰ মহামেলাত মিলি যোৱা বাসনা এটিৰ আভাস এই কামনাত যেন বিৰিঙ্গি পৰিছিল। গোপিনীৰ কামনা, গোপিনীৰ বাসনা চাওঁতে চাওঁতে নিষ্ঠাত পৰিণত হ'ল। সিবিলাকৰ প্ৰাণৰ আকুলতা পূৰ্ণ কৰি এক পূৰ্ণ ৰসৰ আনন্দ-আস্বাদ দিবলৈ সকলো সুন্দৰৰ সুন্দৰ আয়োজন হৈ পৰিল। — শৰতৰ চন্দ্ৰাৱলী এনেয়ে বিতোপন, তাতে সেই ৰাতি পূৰ্ণিমা ; যমুনাৰ ৰূপালী বালিলৈ চালেই চকু ৰৈ যায়, তাতে ৰূপত ৰাং চৰালেহি জোনালী জিলমিলে। মধুৰ মলয়া কেনে মধুৰ ! সুদূৰ পদ্মবনৰ মধুৰ গন্ধেৰে, শৰতৰ শেৱালিৰ সুৱদি বাসেৰে সি মধুৰৰো মধুৰ ! কালিন্দীৰ সুনীল লহৰিৰ উখল্ মাখল্, — সি কেনে সুন্দৰ ; ঢৌৰ মুখে মুখে চন্দ্ৰিকাৰ কি সেই মধুৰ চুম্বন ! মধুৰ বৃন্দাবন সদায় সুন্দৰ, সকলো ঋতুৰ মল্লিকা মালতীৰ মধুৰ সৌৰভেৰে সি যে সেই ৰাতি আৰু মধুৰ, আৰু সুন্দৰ ! — এই হেন সুন্দৰৰ মহামেলাত মূৰ্ত্তমান কাম জাগি জিকাৰি উঠিল। এনেয়ে এই কল্পনাতীত সুষমা, তাতে পুনু বাজি উঠিল অসীম সুন্দৰ শ্যাম কানুৰ সেই মোহন বাঁহীটি ! — সৰলা গোপিনীৰ প্ৰাণ আৰু ৰয় ক'ত ? হৰিণীৰ দৰে উধাতুৰে মুৰুলীৰ সুৰে সুৰে বৃন্দাবনলৈ লৰি গ'ল। য'ৰে বন ত'তে পৰি থাকিল ; লাজ নাই, ভয় নাই, — সুন্দৰৰ মাজেদি চিৰ সুন্দৰৰ আহ্বান ! — বাধা নেমানে, মানা নেমানে ; মনৰ মুৰুলী বনত বাজিছে, — বনত নুলিয়াই মানে শান্তি নাই ! ই ইন্দ্ৰিয় লালসাৰ গোপন অভিসাৰ নহয়, — প্ৰকাশ্যে জুমে জুমে মহাৰাত্ৰি মোহন কানাইৰ বিশ্ব বিমোহন মুৰুলীৰ টানত বাউলী হৈ বৃন্দাবনৰ মাজত মুৰুলীৰে মুৰুলীধাৰীক উলিয়াই বেৰি ধৰিলে। গোপিনীসকলৰ অসীম ভাগ্য ! শাৰদীয় পূৰ্ণিমাৰ পূৰ্ণ আলোকত সিবিলাকে দেখিলে কি ? — এক কৃষ্ণ, অগণন গোপীৰ লগত অগণন কৃষ্ণ হৈ ক্ৰীড়া কৰিছে, গাইছে, নাচিছে, ৰমণৰ বিবিধ বিলাসেৰে প্ৰাণ বিনন্দীয়া কৰিছে ! প্ৰাণেৰে বুজিলে কি, অন্তৰেৰে মনিলে কি ? — "ৰেমে ৰমেশো ব্ৰজসুন্দৰীভিৰ্যথাৰ্ভকঃ স্ব-প্ৰতিবিম্ব বিভ্ৰমঃ।" — সৰু ল'ৰাটিয়ে যেন নিজৰ প্ৰতিবিম্বৰ লগত নিজে উমলিব লাগিছে। — এয়ে সেই ব্ৰজবধূ আৰু শ্ৰীকৃষ্ণৰ মধুৰ ৰাসলীলা ! এই একেটি উপমাৰ শান্তি জলেৰে ত্ৰিকালজ্ঞ মুনি শুকদেৱে ৰাসলীলাৰ সকলো আশঙ্কা পবিত্ৰ কৰি দিলে। কি পবিত্ৰ এই লীলা ! — কোলাৰ কৃষ্ণক যোগমায়াই কৈশোৰ কৃষ্ণ পাতি এই লীলাকে এদিন পুৰাণকাৰক দেখুৱাইছিল ভাণ্ডীৰ বনৰ মাজৰ ৰাধাকৃষ্ণৰ প্ৰথম মিলনত, আৰু সেই একে লীলাকে এঘাৰ বছৰীয়া কৈশোৰ কৃষ্ণক কেচুৱা পাতি যোগমায়াই দুনাই এদিন দেখুৱালে চন্দ্ৰাৱলী ৰাতি মধুৰ শ্ৰীবৃন্দাবনত। একে সেই বালসুলভ লীলা-মাধুৰীৰ পবিত্ৰ আভাস, একে সেই মধুৰৰো সুমধুৰ জীৱ চৈতন্যৰ নিত্যৰাস ! ৰাসলীলা ভাষাৰে কাম কেলি যদিও ই ভাবেৰে কাম জগতৰ কাম কেলি নহয় ! অবৰুদ্ধ সৌৰত আত্মাৰাম শ্ৰীকৃষ্ণৰ আনন্দ লীলা ! — বালক কৃষ্ণই দৰ্পণ চাই নিজ প্ৰতিবিম্বেৰে কৰা এই মধুৰ ৰমণ, এক আত্মা বহু হৈ বহুৰে সৈতে সেই একেই কৰা এই আনন্দ-বিলাস ! ই যে আত্মা পৰমাত্মাৰ মধুৰ সঙ্গম, ই যে দৰ্শন আৰু সাধনাৰ গভীৰতম তত্ত্বৰ সহজে দেখা সুন্দৰ বিকাশ ! ব্ৰজ যুৱতী সকলৰ চকু মুকলি হ'ল। প্ৰাণভৰা বিশ্বাস উপজিল, — সিবিলাক যেন সৰোবৰৰ কুমুদিনী, চন্দ্ৰমাৰ হাঁহিটিত সিবিলাকৰ যৌৱন ফুটি ফুলি ফুলি পৰিছে ; কামৰ কম্পন যেন মলয় হিল্লোলত হালি জালি সৰোবৰত শত চন্দ্ৰমা হৈ নাচি উঠা চন্দ্ৰৰ মুখে মুখে প্ৰাণৰ চুমা যাচিছে। সকলোৱে ভাবিছে, প্ৰত্যক্ষ পৰশ পাইছে, — "চন্দ্ৰ মোৰ, চন্দ্ৰ মোৰ মুখত।" চুমাৰ প্ৰেমত প্ৰাণ যেন গলি যায় ! কি গভীৰ তত্ত্বৰ এই দিব্য দৰ্শন। কৃষ্ণ আজি কৃষ্ণ নহয়, কৃষ্ণ জগ-জীৱন ; গোপী গোপিনী নহয়, মিলনৰ আকুল জীৱকুল ! জগজীৱনে জীৱক আকৰ্ষণী সুৰেৰে টানি নি মিলনৰ সঙ্গম সুখ বিলাব লাগিছে, — অংশ মধুৰ সমগ্ৰ মধুৰেৰে মজি গ'ল, অংশ সুন্দৰ সমগ্ৰ সুন্দৰেৰে মিলি গ'ল ! কি সেই পৰমাতৃপ্তি ! নদী সাগৰৰ সঙ্গম সুখ বুলিলে সেই আনন্দৰ গভীৰতা যেন পাতলি পৰে, সেই সুখৰ

কল্পনাত সিমান মাদকতা আমি নেপাওঁ। পুৰুষ প্ৰকৃতিৰ প্ৰেমৰ মিলন বুলিলেই আমি তাৰ বাস্তৱতা অনুভৱ কৰিব পাৰোঁ, মন নাচি উঠে! — "যুবতীনাং যথা যূনি যূনাঞ্চ যুবতৌ যথা। মনোঽভিৰমতে তদবন্মনোঽভিৰমতাং ত্বয়ি॥" যুবাত যুবতীৰ আৰু যুবতীত যুবাৰ মন যেনে আনন্দিত হয়, মোৰ মনো তোমাত তেনে আনন্দিত হওক। নায়ক নায়িকাত বাজে ভগবৎ প্ৰেমৰ দৃষ্টান্ত এনে মনোহৰ আৰু নাই বুলিয়েই পুৰাণে যেন এই বিবৰণটি এনে ধৰণে জন সাধাৰণৰ মনত তুলি দিছেহি। যুবক যুবতীৰ প্ৰেম বোলাতকৈ স্বামী স্ত্ৰীৰ প্ৰেম বুলিলে কথাটি আৰু যেন বেছিকৈ জ্বলি উঠে। — ইন্দ্ৰিয় তৃপ্তিৰ ওপৰ স্তৰত স্বামী স্ত্ৰীৰ যি পূৰ্ণ সংযোগ তাৰ দৰে পবিত্ৰ, তাৰ দৰে আনন্দদায়ক আৰু কি হব পাৰে? স্বামীয়ে স্ত্ৰীৰ মাজেদি জগতক পাব খোজে, স্ত্ৰীয়ে স্বামীৰ মাজেদি বিশ্বৰ আনন্দ উপভোগ কৰে! দেহৰ সৈতে দেহৰ, মনৰ সৈতে মনৰ, বুদ্ধিৰ সৈতে বুদ্ধিৰ, জ্ঞানৰ সৈতে জ্ঞানৰ, প্ৰাণৰ সৈতে প্ৰাণৰ অন্তৰগত পুৰুষ প্ৰকৃতিৰ এই যে মিলন — ইয়েই সম্পূৰ্ণ মিলন! ইন্দ্ৰিয় সুখৰ চিৰ অভ্যস্ত মন, তাক ইন্দ্ৰিয় সুখৰ নিজৰ ভাষাৰে, — তাৰ প্ৰতি উপাদেয় সকলো ৰসৰ সাৰ আদিৰসেৰে আনন্দৰ বাতৰি বুজাই নিদিলে তাৰ জুতি নেলাগে, বুজাকৈ বুজা নহয়। মনোবিলাসৰ ৰতি তৃপ্তিৰ মাজেদি চৈতন্য লীলাৰ অনুপম আভাস মনিব বুলিয়েই যেন এই অৱতাৰণা!

অতি গহন তত্ত্বক আপোনাৰ প্ৰিয় জন বুলি সম্বন্ধ পাতি ললেই সেই তত্ত্বলৈ প্ৰাণৰ যি আকুলতা জাগে, সি অনেক সময়ত ইন্দ্ৰিয়ৰ মুখেদি সাধাৰণ ইন্দ্ৰিয় তৃপ্তিৰ ভাষাৰেই প্ৰকাশ পায়। সেই হে ভক্ত কবি সকলৰ গভীৰ প্ৰেমৰ পবিত্ৰ গীত বা গহন ভাবৰ কবিতাৰ মালা প্ৰায়ে পোনতে শুনিলে ইন্দ্ৰিয় পৰায়ণৰ কাম-গীত বা কাম-কবিতা যেন লাগে। অকল ভাৰততে নহয়, ভাৰতৰ বাহিৰতো অনেক ভক্ত কবিৰ কবিতা এনে কামালাপৰ গন্ধেৰে মলমলাব লাগিছে। এই কামালাপৰ গন্ধত ইন্দ্ৰিয় লোকৰ ভাবা থাকিলেও ইন্দ্ৰিয় সুখৰ ধনিষ্টা নাই,— আছে জীৱ চৈতন্যৰ সহজ সুখৰ আনন্দ, পৰমপুৰুষ পৰমাপ্ৰকৃতিৰ মিলন-মাধুৰীৰ অসীম উল্লাস! ৰাস মণ্ডলৰ মিলন-মাধুৰীতো সেইদৰেই আছে অভাবনীয় আনন্দ, আছে অনুপম প্ৰেম। গোপিনীৰ কাম যিবা আছিল শেষ সুন্দৰৰ চমকত আজি লাগি সতীবুদ্ধি-দীপালোকত আত্মাৰ দৰ্শন পাই সি নিজে নিজক হেৰুৱাই পেলালে, — প্ৰেম হৈ গ'ল! প্ৰেমৰ মাধুৰীৰে শ্ৰীবৃন্দাবন আজি চিৰ মধুৰ!

ৰাসলীলাৰ শেহৰ ফাললৈ ভগবান শুকদেৱে আৰু এটি ভাবৰ ইঙ্গিত দি থৈ গৈছে, — ৰাসৰ ৰাত্ৰিৰ অন্তত যোগমায়াৰ মায়াৰে মোহিত হৈ থকা ব্ৰজবাসীসকলে নিজ নিজ পত্নীসকলক নিজৰ কাষে কাষে পাই কৃষ্ণৰ প্ৰতি কোনো অসূয়া প্ৰকাশ কৰা নাছিল। ৰাসৰ আৰম্ভণিত যোগমায়া, সামৰণিত যোগমায়া, যোগমায়াৰ নাম দেখি গোটেই লীলাটি মায়িক সৃষ্টি বুলিবৰ মন যাব পাৰে। ই মায়িক সৃষ্টি হলেও সপোন নহয়, ইন্দ্ৰজাল নহয়, — আত্ম-দৰ্শনৰ স্থূল ঘটনা, প্ৰত্যক্ষ সত্য। ভগবানৰ বিশেষ বিভূতি সাধাৰণ জগতত ইমান সহজে ফুটি নপৰে। যোগমায়াৰ কৃপাত সি প্ৰত্যক্ষ হৈ ফুটি পৰিছে। ইমান দিন নাৰদাদি ভক্ত সকলে ভগবানক ভক্তি কৰিছিল শান্ত আৰু দাস্য ভাবেৰে। শান্ত দাস্য ভাবৰ ভগবান ঐশ্বৰ্য্যশালী। তেওঁ মহৎ, মই দীন, — তেওঁ প্ৰভু, মই দাসৰো দাস! প্ৰভু আৰু দাসৰ মাজত, ঐশ্বৰ্য্যশালী আৰু দীনৰ মাজত হাজাৰ হলেও যেন পাৰ্থক্য এটি থাকি যায়। এই ভাবত প্ৰাণৰ সকলো হুঁতাহ মৰি নেযায়। ঈশ্বৰ যেন এক শাস্ত্ৰৰ তত্ত্ব, দৰ্শনৰ সিদ্ধান্ত, এক যেন দণ্ড বিধাতাৰ ভয়ৰ মূৰ্ত্তি। তাত আমাৰ মুখেদি "আমি কৃষ্ণৰ" মন্ত্ৰ ওলাই পৰে। যেতিয়াই আমাৰ অন্তৰত প্ৰেমৰ উন্মেষ হয়, তেতিয়াই ভগবানক আমি আমাৰ আপোনাৰো আপোন সম্বন্ধৰ মাজে পাব খোজোঁ। আমাৰ মুখত "আমি কৃষ্ণৰ" মন্ত্ৰ নুফুটি "আমাৰ কৃষ্ণধন" ফুটে। -- কি মধুৰ এই "আমাৰ কৃষ্ণধন" মন্ত্ৰ! ভাৰতৰ অসীম ভাগ্য। এই মন্ত্ৰ প্ৰকাশো নিনাদিত হৈ প্ৰথমে গগন জিনিছিল গকুলৰ গোপিনী সমাজত। কৃষ্ণ আমাৰ! — প্ৰেমেৰে কৃষ্ণক আমাৰ কৰি

লৈছিল ব্ৰজধামৰ ব্ৰজৰমণীয়ে ! ব্ৰজভাবেৰে ভগবানে ভক্তিৰ পথত নতুনকৈ প্ৰেমৰ বা বলাই আনিলে । সখ্য, বাৎসল্য, আৰু মধুৰ ভাবৰ সেই ধল, — তাত স্নান কৰি জগত ধন্য হৈ গ'ল । ভগবান মোৰ সকলো, — মোৰ সখা, মোৰ সুত, মোৰ স্বামী, মোৰ প্ৰিয়ৰো অতি প্ৰিয়, আপোনাৰো অতি আপোন । সৰলা গোপিনীসকলৰ অন্তৰত অসীম পিয়াহ ; এই পিয়াহ জগাই তুলিলে যশোদাৰ কোলাৰ সুন্দৰ কানুৰ মুখ চন্দ্ৰিকাৰ সৌন্দৰ্য্য সুষমাই । গোপিনীৰ প্ৰাণ নিজৰাত মহাসাগৰৰ মহা আহ্বান বাজি উঠিল ; অজ্ঞাতসাৰে লৰিব লাগিছে ; একোতে তৃপ্তি নাই, শান্তি নাই ; অথচ দেহি নেজানে, কি বিচাৰি আকুলি-বিকুলিকৈ অনাই-বনাই ফুৰিব লাগিছে ; সম্পূৰ্ণতাৰ আংশিক প্ৰকাশ সিবিলাকৰ স্বামীয়ে, আবৃত ব্ৰহ্মত্বৰ বিকাশ সিবিলাকৰ নিজ নিজ প্ৰিয়জনে এই পিয়াহ পলুৱাব নোৱাৰে,—সিবিলাকে প্ৰাণে প্ৰাণে নজনাকৈ বিচাৰিছে এক সম্পূৰ্ণতাৰ সুপ্ৰকাশ, এক অনাবৃত ব্ৰহ্মৰ পূৰ্ণজ্যোতি ! নিজৰ স্বামীত দ্বেষ দিলে, ক্ৰোধ দিলে, সি সদায় অনুগ্ৰহ হৈ ঘূৰি নাহে, — দ্বেষৰ প্ৰতিদান দ্বেষৰ অত্যাচাৰ, ক্ৰোধৰ প্ৰতিদান ক্ৰোধৰ হাহাকাৰ । ব্ৰজৰমণীয়ে ব্ৰজবিহাৰীলৈ লৈ গৈছিল কাম, পূজাৰ প্ৰসাদ পালে কি ? — কামৰ সলনি কাম নহয়, কামৰ বিনিময়ে ভুবন জিনা প্ৰেম ! দৰ্শনৰ যি ধ্যানৰ ধাৰণা, তাকে ফটফটীয়াকৈ অতি সহজকৈ দেখুৱাই দিলে অঘটন ঘটোৱা যোগমায়াৰ অসীম কৃপাই ; — ইপিনে কৃষ্ণ, সিপিনে কৃষ্ণ, অন্তৰে কৃষ্ণ, বাহিৰে কৃষ্ণ, সমুখত কৃষ্ণ, শূন্যত কৃষ্ণ, — গোটেই ব্ৰহ্মাণ্ড কৃষ্ণময় হৈ পৰিল; মুৰুলীৰ মধুৰ সুৰত প্ৰাণৰ মাজত নাচি উঠিল, — “তস্য ভাসা সৰ্ব্বমিদং বিভাতি,” — যাৰ প্ৰকাশৰ আভাৰে বিশ্বব্ৰহ্মাণ্ড উদ্ভাসিত — সেই বিশ্ব বিমোহন শ্যাম সুন্দৰৰ ত্ৰিভঙ্গ মূৰতি !

ব্ৰজবধূসকল বৃন্দাবনৰ কালিন্দীকূলৰ পৰা নিজা নিজা ঘৰলৈ আহিল । আন দিনা আহে গাগৰী ভৰা যমুনাৰ নীল জলেৰে, — আজি আহিল বুকুভৰা নীলমণিৰ ৰূপ লাৱণ্যেৰে । শেষ সুন্দৰৰ মুৰুলী ধ্বনিত বৃন্দাবনৰ কোলালৈ লৰি গৈ সিবিলাকে আজি স্বচক্ষে দেখি আহিল, প্ৰাণেৰে প্ৰত্যক্ষ পৰশ পাই আহিল — সেই সৌন্দৰ্য্য ইন্দ্ৰিয় উপভোগৰ বস্তু নহয়, — অন্তৰ জগতৰ অনুভূতিৰ ধন, সি যে এক অনিৰ্ব্বচনীয় আনন্দৰ অনন্ত পাৰাবাৰ ! হিয়াৰ সকলো সন্দেহ সকলো আশঙ্কা দূৰ হৈ গ'ল । দুখ সুখ, জীৱন মৰণ, সকলো ভেদ সকলো দ্বন্দ্ব প্ৰেমানন্দৰ প্ৰশান্ত কোলাত পমি গ'ল । সেই দিন ধৰি ব্ৰজগোপীলৈ ব্ৰজবালকৰ মুখত কৃষ্ণ, পিতৃ-মাতৃত কৃষ্ণ, পুত্ৰকন্যাত কৃষ্ণ, আত্মীয়স্বজনত কৃষ্ণ, নিজ নিজ স্বামীৰ মুখত কৃষ্ণ — গোটেই জগত কৃষ্ণময় । গোপিনীয়ে চুলি মেলাই চুলি চুঁচি কবৰীত ফুল গুজিছে, নিজে চালি ধৰি ধুন মাৰিবলৈ নহয়, কৃষ্ণই ভাল দেখিবলৈ ; চুলি তাৰি লাহেৰে মেলাই যতন কৰিছে, চুলিৰ ৰৰাই কৰিবলৈ নহয়, কৃষ্ণৰ ভৰি ধুৱাই ভৰি মচি দিবলৈ ! সেই দিন ধৰি — “যদ্ যদ্ কৰ্ম্ম কৰোমি তদ্ তদখিলং শম্ভো তবাৰাধনং,” —গকুলৰ গোপিনীৰ এনে অৱস্থা ! কৃষ্ণক পাবলৈ সিবিলাকে আৰু তপস্যাত শৰীৰ ক্লান্ত নকৰে ; কিয়নো, অনশনে উজাগৰে থকা শুনিলে কৃষ্ণই বেয়া পাব । কৃষ্ণৰ মুখখনি নেদেখিলে থাকিব নোৱাৰা গোপিনীয়ে শত বছৰ বিয়াপি বুকুত বিৰহৰ জুই লৈ আনন্দ কৰিছে, — আমাৰ বুকুজ্বলা বিৰহৰ জুইত কৃষ্ণৰ মুখখনি কেনে সুন্দৰকৈ জিলিকি উঠিছে । কৃষ্ণ আহোঁ বুলি অহা নাই । কৃষ্ণৰ লীলা মাধুৰীৰে ব্ৰজগোপীৰ হিয়া ভৰপূৰ । ৰাতি দিন দিঠকে সপোনে ব্ৰজগোপিনীৰ মুখে মুখে কৃষ্ণৰ গুণ কীৰ্তনত কৃষ্ণ নাহিও যে আহিয়েই আছে, হিয়াৰ কৃষ্ণই হিয়া জুৰাই হাঁহিব লাগিছে । সিবিলাকৰ দুখ আৰু ক'ত ? দাৰুণ দুখৰ দোৰ্ঘোৰ বিৰহতো সিবিলাকে দেখিছে — বঙ্কিম নয়নেৰে মোহন মুৰুলীধাৰী প্ৰাণাৰাম কৃষ্ণ । আজি ব্ৰজধামৰ কি আনন্দ ! আকাশ পাতাল প্ৰেমৰ চুমাত গলি গল । গোলোকৰ পৰম পবিত্ৰ নিত্যধাম কালিন্দীকূলৰ ব্ৰজধামলৈ নামি আহিল । পৃথিবীৰ প্ৰাণত মঙ্গল শঙ্খ বাজি উঠিল; স্বৰ্গৰ দুন্দুভি গুৰু গম্ভীৰ ৰবেৰে বাজিবলৈ ধৰিলে । সুৰ গাহৰা দলে দলে গন্ধৰ্ব্ব মিথুনে, দলে দলে নিৰ্জ্জৰ যুগলে আকাশৰ কোলাত

কলহংসমালাৰ দৰে উৰি উৰি ৰাসলীলাৰ মাধুৰী পান কৰি প্ৰাণৰ সুৰ মিলাই ললেহি ! — এয়ে, এয়ে গোপীপ্ৰেম ! প্ৰেমিক ভক্ত চৈতন্যদেৱে এই প্ৰেমেৰেই কৃষ্ণক আৰাধনা কৰিবলৈ গৈ নিজক ৰাধা বুলি ভাবি কৃষ্ণ প্ৰেমৰ উন্মাদিনী বেশেৰে বৃন্দাবনলৈ লৰি গৈছিল। মহাপ্ৰভুৰ গোপীভাৱে জগতৰ আগত গোপীপ্ৰেমৰ পবিত্ৰতা, গোপীপ্ৰেমৰ তন্ময়তা তুলি ধৰি কেনে সাধনাৰ ধন কৰি দিলে ! এই প্ৰেমৰ স্ত্ৰীপুৰুষ ভেদাভেদ নাই। এই লীলাত একমাত্ৰ পুৰুষ জগজীৱন কৃষ্ণ ; গোপী হ'ল স্ত্ৰীপুৰুষ নিৰ্ব্বিশেষে জীৱ মণ্ডলী, আৰু ৰাধা এই প্ৰেমৰ প্ৰধানা নায়িকা।

ৰাধিকাক গোপীপ্ৰেমৰ প্ৰধানা নায়িকা বুলিলেই সকলো কোৱা নহয়। যোগীসকলে সাধনাৰ তিনিটি স্তৰৰ কথা কয়, প্ৰথম আত্মজ্ঞান, দ্বিতীয় ব্ৰহ্মজ্ঞান আৰু তৃতীয় ভগবদ্ জ্ঞান। আত্মজ্ঞান বা ব্ৰহ্মজ্ঞান লাভ কৰাৰ পাচত সাধক বিশেষৰ ভগবদ্ জ্ঞান হয়। তেতিয়া ভগবানেই যে সৰ্ব্বভূতত সকলো অৱস্থাতে বিৰাজ কৰিছে তাক স্পষ্টকৈ দেখিবলৈ পায়। জগতত আৰু একোৰেই ভেদ নেথাকে, — তুমি ভৰ্ত্তা, মই ভাৰ্য্যা, — তুমি ৰমণ, মই ৰমণী, — এই স্ত্ৰী পুৰুষৰ ভেদজ্ঞানৰ মূলত উপাধি আছে। ৰাধা মাধৱৰ প্ৰেম বিলাসৰ যি প্ৰেম — সি নিৰুপাধি প্ৰেম, সাধনৰ তৃতীয় স্তৰৰ পৰৈক্য প্ৰেম, — অচিন্ত্য ভেদাভেদহীন ! — "না সো ৰমণ না হাম ৰমণী", শ্ৰীৰাধাৰ এই যে ভাব এয়ে বৈষ্ণৱ দৰ্শনৰ সূক্ষ্মতম মহাভাব। গোপিকাসকলত এই মহাভাবৰ আবেশ সময়ে সময়ে দেখা যায়, শ্ৰীৰাধিকা কিন্তু সাক্ষাতে মহাভাব স্বৰূপিনী, — "ৰাধয়া মাধৱো দেৱো মাধৱেনৈৱ ৰাধিকা।"

মধুৰ ৰসৰ গোপীপ্ৰেম বেদত ইমান দিন গুপুতে আছিল। তাক প্ৰকট কৰি জগতৰ মাজত নিজৰ জীৱন লীলাৰে প্ৰত্যক্ষে দেখুৱাই গ'ল ৰাধা কৃষ্ণই, আৰু কৃষ্ণ প্ৰাণা গোপিনীসকলে। কৰ্ম্মৰ ৰাজ্যত, জ্ঞানৰ ৰাজ্যত, ভক্তিৰ ৰাজ্যত কামক মুহি কামনাক মুহি তাক প্ৰেমৰ মাধুৰীৰে সুচিকোণ কৰি ভগৱানৰ স্নিগ্ধ আলোকেৰে ভাৰতৰ হিয়া পোহৰাই গ'ল এই ৰাধা কৃষ্ণৰ মধুৰ অৱতাৰে। ৰাস মণ্ডপত যি কামজয় হ'ল সি অভিনৱ ধৰণৰ। মহাদেৱৰ কাম-ভস্মত কামৰ জড়ৰূপ ভস্ম হৈ অশৰীৰী, অমৰ, আৰু মিথুনধৰ্ম্মী হোৱাত, কামে স্ব ইচ্ছাৰে বিচৰণ কৰিবলৈ ললে, আৰু তপস্যাৰ ভয়ঙ্কৰ ব্যাঘাত ঘটাবলৈ ধৰিলে। মানুহৰ মনত নীচ প্ৰবৃত্তি থাকিবই। তাক হেচি থব পাৰি, কিন্তু আলম পালেই সি জাগি উঠে। গতিকে তাক ক্ষুদ্ৰ স্বাৰ্থৰ পৰা টানি নি জগতৰ স্বাৰ্থত লগাই দিব পাৰিলে আপুনি সি মহৎ ফল দিব নোৱাৰিলেও শান্ত হৈ থাকিব। এখনি নাটকত এটি চোৰৰ চৰিত্ৰ আছে। — সি বৰ দগধা চোৰ। এনে অভ্যাসৰ বল, অৰ বোলে চুৰ নকৰিলে টোপনিকে নাহে । চোৰৰ ভাগ্য ভাল, সদ্ গুৰু লাভ হ'ল। গুৰুৱে দিহা দিলে, — তই চুৰ নকৰি নোৱাৰ যেতিয়া, আহ মাখনচোৰক চুৰ কৰহি। সংসাৰৰ মাজত লুকাই আছে, যোগী ঋষিৰ সাধনাৰ ধন, কোনেও নেদেখাকৈ চুৰ কৰি আন। গুৰুৰ ইঙ্গিত সফল হ'ল। দগধা চোৰ পৰম ভক্তত পৰিণত হ'ল। নাটকীয় চৰিত্ৰ হলেও এনে সত্য ঘটনা জগতত বহুতো জিলিকি আছে। জীৱৰ হৃদয়ৰ কাম উদ্দীপনা পালে সি জাঁকি উঠে, তাৰ নিজৰ ইন্দ্ৰিয় প্ৰীতিৰ ইচ্ছা বলৱতী হয়। সি চাই জীৱই জীৱই মিলিবলৈ। তাক যদি ৰাধা শক্তিৰ উপাশ্ৰিত কৰি আকুল কৈ তুলিব পাৰি, সি তেতিয়া জীৱ আৰু কৃষ্ণৰ মিলন সুখ ইচ্ছা কৰে, আৰু তেতিয়াই কাম জই পৰি যায়। যেতিয়াই প্ৰাণৰ ৰাধা শক্তিয়ে কৃষ্ণ চৈতন্যৰ সৈতে প্ৰকাশ পায় তেতিয়াই কামৰূপ মদন মোহিত হয়, — "ৰাধা সঙ্গে যদা ভাতি তদা মদনমোহনঃ"। ক্ষুদ্ৰ ক্ষণিকা তৃপ্তিৰ পৰা বিৰাট প্ৰেমানন্দলৈ মনক লৈ যাব পাৰিলেই মনে কামৰ হেয়ত্ব আৰু অসাৰত্ব বুজে, তেতিয়াই কামৰ অভিমান চূৰ্ণ, তেতিয়াই কামৰ ঘোৰ পৰাজয় ! ব্ৰজলীলাত কৃষ্ণই ইন্দ্ৰৰ দৰ্পহৰণ কৰিছিল, ব্ৰহ্মাক মুহিছিল ; ৰাস মণ্ডলত নতুনকৈ মদনক মুহি জগতত এটি স্থূল সিদ্ধান্ত দি থৈ গ'ল। সেইহে ভক্তই ৰাসলীলাক কাম-বিজয় নাম দি পৰম আনন্দেৰে উপভোগ কৰে।

কঠিনত কোমলতা দিবলৈ ৰসময়ী ভক্তিৰ যে এই গোপী প্ৰেম, ইয়াকে জীৱনৰ আৰ্হিৰে জীৱন্ত কৰিবলৈকে গোলোকৰ লক্ষ্মীনাৰায়ণ ভাৰতলৈ নামি অহাৰ প্ৰয়োজন হৈছিল। সৃষ্টি কাৰ্য্যত পৰম পুৰুষৰ মূলা প্ৰকৃতি পাঁচ প্ৰকাৰেৰে প্ৰকাশ পায় — দুৰ্গা, ৰাধা, লক্ষ্মী, সৰস্বতী আৰু সাবিত্ৰী। বৈষ্ণৱ দৰ্শনে ৰাধাক ভগবানৰ এক বিশিষ্টা শক্তি বুলি নিৰ্ণয় কৰে। বেদে প্ৰকাশ কৰিব নোৱাৰি ব্ৰহ্মক সচ্চিদানন্দ বুলি ইঙ্গিত দিছে। বস্তু পৰিচ্ছেদ, কাল পৰিচ্ছেদ, আৰু স্থান পৰিচ্ছেদ নোহোৱা, সকলো পৰিবৰ্ত্তন বুকুতলৈ অনাদি অনন্তকাল সাক্ষীস্বৰূপে থকা গুণেই তেওঁ সৎ ; তেওঁ অকল সতেই নহয়, তেওঁৰ চেতনাতে বিশ্ব-ব্ৰহ্মাণ্ডৰ চেতনা জাগি উঠে গুণেই তেওঁ চেতনাময় চিৎ; অকল সৎ বা চিৎ হলেই নহয়, "কোহ্যেবান্যাৎ কঃ প্ৰাণ্যাৎ যদেষ আকাশ আনন্দো ন স্যাৎ" — পৃথিৱীত কোনে কি শৰীৰৰ চেষ্টা কৰিলেহেঁতেন, কোনেই বা জীয়াই থাকিব খুজিলেহেঁতেন, আকাশৰ দৰে যদি আনন্দ নেথাকিলহেঁতেন ; — এই আনন্দই সকলোকে আনন্দ দিছে। সৎ আৰু চিতত আনন্দৰ উল্লাস আছে বুলিয়েই তেওঁ সচ্চিদানন্দ। সচ্চিদানন্দৰ সৎ শক্তিৰ নাম "সন্ধিনী", চিৎ শক্তিৰ নাম — "সম্বিৎ," আৰু আনন্দ শক্তিৰ নাম — "হ্লাদিনী"। ভগবানৰ এই হ্লাদিনী শক্তিয়েই প্ৰেমানন্দৰ ভাণ্ড ৰাধা ৰূপেৰে লৈ আছে। ব্ৰজধামৰ গোৱালিনীয়ে স্থূল মথুৰাহাটলৈ স্থূল দধিৰ ভাণ্ডই নানে, আধ্যাত্মিক মথুৰাহাটলৈ আধ্যাত্মিক প্ৰেমৰ অমৃত ভাণ্ডও আনি থাকে। প্ৰেমৰ লীলা প্ৰবৰ্ত্তন কৰিবলৈ নিজ আনন্দ আলোকত প্ৰতিভাত হৈ নিজৰ প্ৰেম পৰশেৰে বিশ্ব ব্ৰহ্মাণ্ডক আনন্দিত কৰিবলৈ শ্ৰীকৃষ্ণই স্বীয় হ্লাদিনী শক্তিক নিজে আবিৰ্ভাৱ হোৱাৰ কেইবছৰমান আগতে যোগমায়াৰ হাতত ব্ৰজধামলৈ পঠিয়াই দিছিল। এই হ্লাদিনী শক্তিৰ মহিমাতেই গোপীপ্ৰেমৰ আনন্দৰ ধাৰা আজিও নিছিগা ধাৰেৰে ধৰাধামত বব লাগিছে।

দেখাতে অক'মানি নাৰীৰ হিয়া, — তাত কত লৌকিকতাৰ, কত সামাজিক লোক-গঞ্জনাৰ সুতীব্ৰ শেল, তাতোকৈ অতি সাংঘাতিক শত যুগ যেন শত বছৰৰ দাৰুণ বিৰহ — এই সকলোখিনি ফুলৰ মালাৰ তাড়নৰ দৰে বুকু পাতি লৈছিল এই প্ৰেমানন্দময়ী ৰাধিকাই। ভগবানৰ নিমিত্তে, প্ৰাণৰ প্ৰিয়ৰ নিমিত্তে ওৰে জীৱন দুখ বৰণ কৰি তাত যে কি আনন্দ ! সেই আনন্দ জিলিকাই তুলিছিল শ্ৰীৰাধাই নিজৰ জীৱনত। ৰাধাৰ এই চানেকি চাই চায়েই ভাৰতৰ কুললক্ষ্মীসকলে অন্য কি ৰুগ্ন শৰীৰৰ কঁপনিত অৱশ হাতেৰে নিজৰ স্বামীৰ শুশ্ৰূষা কৰি, সন্তান-সন্ততিৰ আল্-পৈচান ধৰি, পৰিজনৰ কাৰণে যত্ন কৰি কি আনন্দ পায় ! শ্ৰান্ত ক্লান্ত শৰীৰেৰে দিনমান পৰিশ্ৰম কৰি শৰীৰ মৰি যায়, অথচ চকুৰেদি আনন্দ বিৰিঙ্গি ঘৰ গোটেইখনি আনন্দময় কৰি থয়। — ই যে স্বামীৰ সংসাৰ, ই যে স্বামীৰ কাম ! স্বামীৰ কামত নিজৰ শৰীৰ বুৰাই দি এক অপাৰ আনন্দত সিবিলাক ৰাতি দিন মজি থাকে। যেতিয়া ৰোগৰ প্ৰকোপত হাত সমূলি অৱশ হয়, — লৰচৰ কৰিব নোৱাৰে, তেতিয়া চকুৰেদি প্ৰাণৰ লোতক দুধাৰি নিমাতে বৈ বৈ আহে, — উৎকট ৰোগৰ অসহনীয় পীড়নত নহয়, — স্বামী পুত্ৰক যে নিজ হাতেৰে কৰি খুৱাব পৰা নাই, হৃদয়ৰ এই দাৰুণ দুখৰ নিমাতী যাতনাত। — আনন্দময়ী কুললক্ষ্মীসকলৰ এই জগদ্ধাত্ৰীৰ ৰূপটিলৈ স্বভাৱতে মুৰ যেন দো খাই আছে। মহিয়সী ৰাধিকাই প্ৰদীপটিৰ দৰে নিজে জ্বলি তাৰ আলোকেৰে বিৰহত কেনে শান্তি ঢালিছিল, কত বৈষ্ণৱী কবিতাই সকৰুণ সুৰেৰে আজিও তাক বিনাব লাগিছে। নিদাৰুণ বিৰহৰ তাপ সহ্য কৰি আৰু নোৱাৰি কেতিয়াবা ৰাধাই তনুকে ত্যাগ কৰিব খোজে, পাচ মুহূৰ্ত্তত ভাব জাগে,— মই মৰিলে মোৰ কানুৰ হব কি ? মই কানুক কাক দি যাম ? মই মৰিব নোৱাৰোঁ। সকলো জ্বলন সকলো পোৰণ মই সহ্য কৰিম, কেৱলে কেৱলে কানুৰ কাৰণে। মোৰ বুকুখনি জ্বলি গ'লে যদি শ্যাম কানুৰ আলোক হয়, জ্বলি যাওক, পুৰি যাওক — মই কান্দি কান্দি হাঁহি দিম, প্ৰেমানন্দত নাচি উঠিম। প্ৰেমে বিৰহৰ জুই পানী কৰি দিলে, সংসাৰৰ অশান্তি অমুৰি ছাই হৈ উৰি গ'ল। জগতত প্ৰেমৰ দুন্দুভি বাজি উঠিল ! তোৰ

যত দুখ, যত শোক, যত বিৰহ বিচ্ছেদৰ হাহাকাৰ ভগবানৰ প্ৰেমেৰে গ্ৰহণ কৰ, আনন্দময়ীৰ আনন্দ পৰশত সকলো শোকৰ অৱসান ! কি শান্তিৰ এই বাতৰি !

দুখৰ আত্যন্তিক নিবৃত্তিৰ উপায় উদ্ভাৱন কৰিবৰ্লৈকে সাংখ্য দৰ্শন আদিৰ কত চেষ্টা। অনন্তকাললৈ নিৰবচ্ছিন্ন সুখৰ আস্বাদন লৌকিক উপায়েৰে নহয়, অলৌকিক উপায়েৰেও নহয়। প্ৰাকৃতিক সম্বন্ধ উচ্ছেদ নোহোৱালৈকে অলপ নহয় অলপ দুখ থাকিবই। জীৱই জীৱৰ সৈতে সম্বন্ধ পাতি যেতিয়ালৈকে সি ভেদ ৰচনাত ভোল গৈ থাকে, তেতিয়ালৈকে তাৰ দুখ। চৈতন্যৰ লগত মিলি যি মুহূৰ্ত্তত জীৱই ভেদ ভুলি যায়, যেতিয়া প্ৰকৃতি পুৰুষৰ প্ৰেমলীলাৰ মধুৰ ৰসেৰে আত্মাৰ ৰাজ্যত পৰমানন্দ অনুভৱ কৰে, যেতিয়াই নিৰ্ম্মল চিত্তত আত্মাৰ প্ৰকৃতি দৰ্শন হয়, তেতিয়াৰ পৰাই তাৰ আত্মা অন্তৰে বাহিৰে নিত্য ৰাসৰ ৰসেৰে আপ্লুত হৈ বিশ্বাত্মাৰ লগত মিলি যায়, তেতিয়াই জীৱৰ আত্যন্তিক দুখৰ নিবৃত্তি হয়। এই প্ৰেম ৰাজ্যৰ জীৱ আৰু চৈতন্যৰ মিলনত কেৱলে মধু,কেৱল মধু,— কেৱলে আনন্দ, কেৱলে অমৃত !

কোৱাঁ, কোৱাঁ মা, — তোমাৰ ৰাধিকা বিবৰ্ত্তনশীল বিশ্বৰ যি উত্তৰণৰ চেষ্টা, তাৰ আনন্দৰ আকুলতা নহয় নে ? পুনৰ্ম্মিলনৰ মুৰুলী শুনি বাউলী হৈ লৰি যোৱা পথভ্ৰষ্ট পথিকৰ প্ৰাণ জোৰা এক আনন্দৰ উল্লাস নহয় নে ? সচ্চিদানন্দ পৰম ব্ৰহ্মৰ ব্ৰহ্মাণ্ড বিয়াপি আনন্দ দান কৰা হ্লাদিনী শক্তিৰ সোণৰ প্ৰতিমা নহয় নে ? — তুমি আকৌ সেই হাঁহিটি মাৰি গুচি গলা। তোমাৰ আজিৰ হাঁহিটিয়ে বিশ্বতন্ত্ৰীৰ প্ৰাণৰ তাঁৰ ডালিত এটি মৃদুল ঝঙ্কাৰ জিকাৰি তুলিলে। বিশ্বৰ প্ৰাণত প্ৰণৱৰ সুৰেৰে আকৌ এবাৰ বাজি উঠিল,— "আনন্দম্, আনন্দম্।" গছে গছে, লতাই লতাই তাৰে প্ৰতিধ্বনি তুলি পৃথিবীখনি পুলকৰ প্ৰেমানন্দেৰে ৰোমাঞ্চিত কৰিলে। বিশ্ব যেন নাচি উঠিল ! তাৰ হিল্লোলৰ প্ৰেমৰ উল্লাসে ভক্তৰ প্ৰাণত মধুৰ স্পৰ্শ দি আনন্দত মতলীয়া কৰিলে ! মোৰ হিয়া, মোৰ হিয়া যে নচা নাই। গোৱাঁ, গোৱাঁ মা তোমাৰ দিব্য কণ্ঠেৰে। মোৰ হিয়াই নেনাচে মানে গাই যোৱাঁ, গাই যোৱাঁ ঃ—

"মথুৰাৰ হাটলৈ যাবকে নোৱাৰি
কানায়ে নিদিলে বাট ঐ
গোবিন্দাই ৰাম।
ৰাধাই বোলে, কানাই নিয়াঁ পাৰে কৰি,
যাওঁ মথুৰাৰ হাট ঐ
গোবিন্দাই ৰাম ॥"

---

## সপ্তম পৰ্ণ

এদিনা কিবা কথাৰ ধাৰত মাতৃৰ কথা মনত পৰাত সেই কথাকে ভাবি আছোঁ। দূৰত দেখিলোঁ আজি স্নিগ্ধ সুশান্ত বেশেৰে মাতৃ মোৰ ধীৰে ধীৰে তাপসীৰ তেজেৰে আহিব লাগিছে। ওচৰ পালত দেখিলোঁ চকুযুৰি কোনোবা এক উজ্জ্বল লোকত ; — পলক নপৰাকৈ চকু ভৰি ভৰি অমিয়া মাধুৰী পান কৰিছে ! প্ৰাণৰ তৃপ্তিত, হিয়াৰ উল্লাসত সেই জ্যোতিৰ আভা জিলিকি পৰি চাৰিপিনে ৰঞ্জিত কৰি তুলিছে। চকু দুটি উজ্জ্বল তৰাৰ দৰে তিৰ্‌বিৰাব লাগিছে ! বুকুৰ জোনেৰে গোটেই শৰীৰটি কপাহী ডাৱৰৰ দৰে জিলিকি পৰিছে ! মুখৰ হাঁহি, শৰীৰৰ ভঙ্গি ; — তাত চাঞ্চল্যৰ লেশ নাই, কি যেন শৰতৰ তটিনীৰ দৰে শান্ত - সুনিৰ্ম্মল ! আজি তোমাৰ এই সুন্দৰ, এই মধুৰ, এই পবিত্ৰ আভাত প্ৰাণৰ মাজত মোৰ বাঁহীৰ দৰে কি বাজিছে ? তোমাৰ মুখৰ ইমান জ্যোতি, আৰু মোৰ অন্তৰৰ এই আবিলতা, এই অন্ধকাৰ ! আহাঁ, আহাঁ তাপসি, আহাঁ মোৰ মাতৃ ! এবাৰ তোমাৰ প্ৰভাতী প্ৰভাৰে অন্তৰ মোৰ পোহৰাই দিয়াঁ। এবাৰ, এবাৰ তোমাৰ ললিত ভৈৰবীৰ সুৰদি সুৰ মোৰ বাসনা মোৰ ইচ্ছাৰ মুখে মুখে গুঞ্জৰি উঠক।

আহাঁ মা, — "নিয়াঁ পাৰে কৰি, যাওঁ মথুৰাৰ হাট" বোলা তোমাৰ কথাষাৰিৰ আভাস অলপ দি হৃদয় মোৰ আলোকিত কৰাঁ। ব্ৰজধাম এৰি থৈ ৰাধাৰ প্ৰাণ-কানাই মথুৰালৈ গুচি গ'ল। ভালে মান দিন হ'ল মন

প্ৰাণ হৰি নিয়া সেই মোহন মুখ খনি চৰ্ম্মচকুৰে দেখা নাই। তাকে চাবলৈ আজি আকুলতা জাগি মথুৰাহাটলৈ পাৰকৈ লৈ যাবলৈ বুলি ৰাধাই কানাইৰ উদ্দেশ্যে এনে দৰে ইনাই বিনাই কাতৰি কৰিছে বুলিবলৈকো ব্ৰজ গোপিনীৰ প্ৰাণত বিশেষকৈ ৰাধাৰ অন্তৰত সাধাৰণ কামিনীৰ এনে লক্ষণ যে নাই। সিবিলাকৰ কাম যি আছিল প্ৰেমৰ অপাৰ পাৰাবাৰত কাহানিবাই হেৰাই গ'ল। বৃন্দাবনৰ প্ৰেমৰ লীলাত প্ৰত্যক্ষে যি প্ৰেমময়ৰ পৰশ পাইছে তেওঁক বৃন্দাবনৰ বনে আজি ঢাকি থয় কেনেকৈ? উপনিষদৰ ঋষিয়ে কব লাগিছে,—"যি ভূত ভবিষ্যতৰ ঈশ্বৰ দীপ্তিমান পৰমাত্মাক প্ৰকৃততে দেখে তেওঁ যে লুকাই থাকিব নোৱাৰে।" সঁচা-সঁচিকৈ লুকাব নোৱাৰে, প্ৰকাশ পায়। নিজৰ সকলো দি সেই দীপ্তি প্ৰকাশ নকৰি যে নোৱাৰে। জোনে বেলিৰ কিৰণ পাই সেই কিৰণ কৃপণৰ দৰে আঁচলৰ গাঠিত লুকাই নথৈ জুৰাই জুৰাই জগতলৈ এৰি দিয়ে। প্ৰেমময়ী ৰাধিকায়ো অন্তপ্ৰেমৰ পূৰ্ণপাত্ৰ আঁজলি ভৰি বিলাবলৈকে বুলি মথুৰা হাট যেন ক্ষুদ্ৰ জগতলৈ আজি যাব খুজিছে। বিৰাট বিশ্ব জননীৰ মানবী মূৰ্ত্তি হ'ল ৰাধিকা, আৰু প্ৰকাণ্ড সংসাৰৰ ক্ষুদ্ৰ প্ৰতিচ্ছায়া হ'ল মথুৰাৰ হাট! বিশ্বজননী সংসাৰলৈ অহা যেনে, প্ৰেমময়ী ৰাধিকা মথুৰা-হাটলৈ যোৱাও তেনে। জ্ঞানে যেনেকৈ খণ্ড জ্ঞানৰ মাজেদি সত্য স্বৰূপ অখণ্ড জ্ঞানক বিচাৰি ফুৰে, প্ৰেমেও সেইদৰেই ক্ষুদ্ৰ ৰসৰ মাজেদি ৰসৰ পূৰ্ণতা বিচাৰি ব্যাকুল হয়। ভগবানৰ বিৰাট চৈতন্যৰ কণিকা এটি আমাত আছে কাৰণেই আমি চেতন, বিৰাট হ্লাদিনী শক্তিৰ একণিমান ৰস আমাত আছে গুণেই আমাৰ এই আনন্দ উল্লাস! এই এধানিমান আনন্দ ৰস সজাগ কৰি ৰক্ত মাংসৰ স্থূল শৰীৰেৰে ব্ৰজ মণ্ডলৰ গোপী প্ৰেমৰ নায়িকা ৰসময়ী ৰাধিকাই মথুৰা মণ্ডলৰ পূৰ্ণৰসলৈ জীৱকুল লৈ যাবলৈকে আজি নায়িকাৰ বেশেৰে ওলাই আহি পাৰ কৰি নিবলৈ কৃষ্ণক মিনতি জনাইছে,—ৰাস মণ্ডলৰ হৰিক মথুৰা হাটৰ ঘোৰ হাহাকাৰৰ মাজত চাই সকলো কোলাহল শান্ত কৰি জগত খনি মধুময় কৰিবলৈকে এই মিনতি!

পূৰ্ণ ৰসৰ প্ৰবাহৰ স্পন্দন আমাৰ ক্ষুদ্ৰ হৃদয়ৰ ৰসৰ কণিকাত জিকাৰি উঠি ৰাতি দিন অন্তৰত মিলনৰ আকুলতা তুলিবই লাগিছে, বৃন্দাবনত ৰজাদি জগতৰ মাজত, মথুৰা হাটৰ মাজত শ্যাম কানুৰ মোহন বেনু অবিৰল বাজিয়ে আছে, শুনে কিমানে? শুনিলেও শ্ৰদ্ধা জাগে কেইজনৰ? ধৃতি ধৰে কেইজনে? অন্তৰৰ ৰাধা নেজাগিলে সেই অনুৰাগ, সেই আকুলতা ক'ত? প্ৰেমৰ ভাণ্ড লৈ ৰাধা আমাৰ দুৱাৰে দুৱাৰে ঘূৰি ফুৰিছে। আমি বিদেশিনী বুলি দুৱাৰৰ অতিথি দুৱাৰতে বিদায় দিওঁ।

হাটৰ ফালৰ পৰা চালে কব পাৰি ৰাধা গোপৰ জীয়ৰী, গোপৰ বোৱাৰী, মথুৰা-হাটত দধি দুগ্ধ লৱনু বেচিবলৈ গৈছিল; যমুনা পাৰ হবৰ বেলিকা কানাইলৈ বুকু পোৰে কাৰণে কানায়ে বাই নিয়া নাও খনিতে পাৰ হৈ যাবলৈ বুলি এনে দৰে মাতিছে; তালৈকো গীতৰ মাজতে ৰাধাৰ প্ৰাণৰ লক্ষ্য জল জলকৈ জ্বলি আছে,—ৰাধা যায় সেই মথুৰাহাটলৈ যলৈ কানায়ে বাট নিদিলে যাব নোৱাৰি। বাহিৰে হাটত বেচাকিনাৰ প্ৰয়োজন থাকিলেও এই একে এটি কথাতে সি গৌণ হৈ আচল উদ্দেশ্যটি ফুটি পৰিল—অন্তৰৰ মথুৰাহাট দৰ্শন। — যেতিয়া আমাৰ কোনো তীৰ্থযাত্ৰীয়ে জতুৱা ঠাচেৰে "ভটীয়াই যাওঁ" বোলে তেতিয়া তেওঁক নৈৰ নামনিলৈ যায় বুলি বুজিলে আমাৰ বুজা নহয়। তেওঁ যায় ভাটি দেশত থকা তীৰ্থলৈ, তীৰ্থৰ প্ৰকাশেৰে প্ৰকাশিত হবলৈ, তীৰ্থৰ আনন্দেৰে নিজে উদ্ভাসিত হৈ আশে পাশে সেই আনন্দ বিকীৰণ কৰিবলৈ। এয়ে "ভটীয়াই যোৱাৰ" নিগূঢ় অৰ্থ, — এয়ে তাৰ ব্যঞ্জনা বৃত্তি। এই দৰেই কেৱলে বেচাকিনা কৰিবলৈকে মথুৰাহাটলৈ যায় বুলি বুজিলে হৰিপ্ৰাণা ৰাধিকাকো আমাক বুজা নহয়। অন্তৰ ৰাজ্যৰ ৰাধিকা যে হ্লাদিনী শক্তি। হৰিদৰ্শনৰ পৰমানন্দত বাজে হ্লাদিনী শক্তিৰ আৰু কি ঐকান্তিকী বাসনা থাকিব পাৰে? — আচলতে মথুৰাহাটৰ হৰিৰ হাঁহিটিত জোনটি হৈ আঁজলি ভৰি ভৰি জোনালী বিলাবলৈ ৰাধাৰ এই আকুলতা। হাটৰ ফালৰ পৰা মথুৰা-হাট খনি চালে নানান আলে-আহুকালে কুঁৱলী দি ধৰেহি। হৰিৰ

হাঁহিটিৰ পোহৰত হৰিৰ ফালৰ পৰা চালে সকলো কুঁৱলী উৰি যায়। হাটৰ মাজেদি অবাধে প্ৰেমৰ ধাৰা ঢালিবলৈকে প্ৰেমময়ী ৰাধাই আজি হৰিৰ হাঁহিটিত প্ৰকাশ বিচাৰিছে, পাৰ কৰি দিবলৈ নহয়,—পাৰ কৰি নিবলৈ প্ৰাণেৰে মাতিছে।

এই প্ৰেমৰ মঙ্গলময় অভিসাৰ ৰসময়ী ৰাধাৰ নামে ধামে ৰজিতা খাই পৰিছে। মথুৰাহাটলৈ যোৱাৰ চলেৰে এই অভিসাৰে সংসাৰী জীৱলৈ জীৱনৰ আৰু এখনি চানেকি লৈ আহিছে। চতুৰ সংসাৰীৰ কাৰণে "ৰথো দেখা, কলো বেচা" বুদ্ধি তাত বেচকৈ বাছি চকুত লগাকৈ জিলিকাই থৈছে। ৰথৰ জগন্নাথ দেখি পুনৰ্জ্জন্ম নোহোৱাৰ ফল অৰ্জ্জন কৰা, আৰু কল বেচি এই জনমৰ জীবিকা আৰ্জ্জি লোৱা। ইকূল সিকূল দুয়োকূল এইদৰেই ৰাখিবলৈকে উপনিষদৰো উপদেশ, — অবিদ্যাৰূপ সংসাৰকেই সাৰ বুলি সাবটি ধৰিলে অন্ধকাৰত পৰা যায়; কেৱলে ব্ৰহ্মজ্ঞান বিদ্যাকে বিচ্ছিন্ন কৰি একমাত্ৰ সাৰ বুলি আকোৱালি ধৰিলেও আৰু গভীৰ অন্ধকাৰত পৰা যায়! এই সংসাৰৰ আৰু ব্ৰহ্মজ্ঞানৰ য'ত মিল, য'ত সুন্দৰ সমাধান তাতে আমাৰ আত্মাৰ স্থিতি। সেই আত্মাৰ উপলব্ধি কৰি জীৱন সাৰ্থক কৰাই মানৱ জীৱনৰ লক্ষ্য। জগত যেন মথুৰা হাটৰ পৰা বিচ্ছিন্ন কৰি আনি ৰাধিকাই কৃষ্ণক গোপনে চাব খোজা নাই, অথবা জগত যেন হাট খনিত কেৱলে বেচা কিনা কৰিবলৈকো যোৱা নাই; হাতেৰে দধি দুগ্ধ বেচিব, অন্তৰেৰে হৰিৰ অমিয় ৰূপ মাধুৰী পান কৰিব।

প্ৰসাৰ কৰাই, আপোনাক দি দিয়াই প্ৰেমৰ ধৰ্ম্ম। প্ৰেম বিলাবলৈ আধাৰ লাগে, জন লাগে, জনতা লাগে। প্ৰেমলীলাৰ প্ৰধানা নায়িকা ৰাধাই আজি সংসাৰ পৰিহৰি বৰাগিনী বেশেৰে কৃষ্ণ দৰ্শন কৰিব খোজা নাই, লোকালয়ৰ বহুদূৰত হিমালয়ৰ গহ্বৰত যোগীৰ দৰে, ত্যাগী সন্ন্যাসীৰ দৰে ব্ৰহ্মৰ অনুভূতি লৈ নিজে পৰমানন্দত মগ্ন হোৱাৰ বাসনা তেওঁৰ নাই, ধন-জনেৰে এই সংসাৰ অসাৰ বুলি একমাত্ৰ ভগবানৰ নামকে সাৰ কৰি জীৱন অতিবাহিত কৰাৰ ধাউতিও তেওঁৰ নাই। ভৰ মথুৰা-হাটৰ কৰ্ম্মৰ মাজত, কোলাহলৰ মাজত, বৈচিত্ৰ্যৰ মাজত, প্ৰাণৰ হৰিক প্ৰাণ ভৰি চাই চাই তেওঁ আজি দুয়োকূল ৰক্ষা কৰিব,— জগতত যি আছে সেই সকলোকে ঈশ্বৰে আবৰি থৈছে— "ঈশাবাস্য মিদং সৰ্ব্বং যৎকিঞ্চ জগত্যাং জগৎ।" জগদ্বুদ্ধি ত্যাগ কৰি ঈশ্বৰ ভাবনা অবলম্বন কৰাঁ— আত্মাক অবিদ্যা প্ৰসূত শোক মোহাদি সংসাৰ ধৰ্ম্মৰ পৰা মুক্ত কৰি পালন কৰাঁ — "তেন ত্যক্তেন ভূঞ্জীথাঃ।" ৰাধিকাৰ আজিৰ চেষ্টাত উপনিষদৰ এই বাণী উজ্জ্বল হৈ পৰিছে। সংসাৰকে বা ৰাধিকাই ত্যাগ কৰিব কিয়? সংসাৰৰ অন্তৰত সাৰ আছে, ঈশ্বৰে আবৰি আছে। সংসাৰক যতন কৰাই সংসাৰৰ আত্মাক যতন কৰা। আচলতে এই সংসাৰ অসাৰ নহয়। সংসাৰ ভগবানৰ, মোৰ নহয়। মোৰ মনৰ মোহে, মোৰ অহমিকাৰ আক্ৰোহে সংসাৰ খনি যে মোৰ বুলি চলাব খোজে, এই মোহ এই অভিমান হে মিছা, ই হে অসাৰ। — মানুহে বিশাল বিশ্বৰ ঠাই এচমকা বেৰি লৈ তাক মোৰ ঘৰ বুলি তিনি চাৰিটি জীৱক আবৰি লৈ মোৰ পুত্ৰ পৰিবাৰ বুলি ভগবানলৈ পাহৰি নিজৰ কতৃত্বাভিমান চলাবলৈ গৈ যেতিয়া ৰাখোঁ বুলি তাৰ এটিকো ৰাখিব নোৱাৰে তেতিয়া দুহাতেৰে হিয়া ভুকুৱাবলৈ ধৰে। তাকে নকৰি পুত্ৰ পৰিবাৰক প্ৰাণ স্বামীৰ দান বুলি প্ৰেমময়ীক পবিত্ৰ পোহৰত গ্ৰহণ কৰিলে মমতাৰ তীব্ৰতা উৰি যায়, শোক মোহৰ বিষ দাঁত সুলকি পৰে, — বৰঞ্চ যি থাকে সি এক গভীৰ আনন্দ। মোৰ যি আছে, অহমিকাই যাক মোৰ বুলি আগুৰি ৰাখিছে, হেৰাব লগীয়া হলে সি হে হেৰাব, মোৰ 'মোৰ' বুলিবলৈ নাইকিয়া হব। বিশ্বৰ কোলাত বিশ্বাত্মালৈ তাক যদি দি দিয়া যায়, সি বিশ্বৰ বস্তু বিশ্বতে থাকিব, হেৰায় কেনেকৈ? বিশ্বৰ বস্তু বিশ্বক দি, প্ৰাণ ভৰি বিশ্বৰ যতন কৰাই যে বিশ্বাত্মাৰ পূজা। সেই হে প্ৰাণ-কৃষ্ণৰে ক্ষুদ্ৰ জগৎ বুলি যতন কৰিবলৈ প্ৰেমময়ী ৰাধাই মথুৰা হাটলৈ আহি হাটৰ হট্ট হাহাকাৰৰ মাজত, জগতৰ ভয়ঙ্কৰ কোলাহলৰ মাজত শান্তি দাতা শ্যাম কানুৰ সুশান্ত মূৰতি জগতবাসীৰ চকুত জিলিকাই ধৰি সকলো আশ্বাসহীন

অশান্তি প্ৰেমৰ পোহৰেৰে মধুৰ কৰিব খুজিছে।

'নিয়াঁ পাৰে কৰি। যাওঁ মথুৰাৰ হাট' — কথাষাৰি কথাৰ লেখেৰে কেনে সৰল, কেনে সহজ, অথচ প্ৰাৰ্থনাৰ তুলনাত সি কি উচ্চ, কি মহৎ। মথুৰাহাটত প্ৰকাশত বাজে তাত কোনো কামনা নাই, কোনো স্পৃহা নাই। কি নিষ্কাম এই প্ৰাৰ্থনা ! অকল এয়ে নহয়, আত্মসমৰ্পণৰ এটি অতি গভীৰ ভাবো নীৰৱে ইয়াত লুকাই আছে। প্ৰাণৰ প্ৰিয়জনক কোৱা এই কথা, কথাই অলঙ্কাৰ পিন্ধিবৰ অৱসৰ ক'ত ? ইয়াত সংযম নাই, অত্যুক্তি নাই, কাকুবাদ নাই, চুলি ছিঙ্গি কৰা কাতৰি নাই ; মৰমৰ নিজৰা এটি যেন জৰি জৰি পৰিছে ! — আদিৰ পৰা অন্তলৈকে সৰল,— আখৰে আখৰে মধু।

ভৰা লুইতৰ ডকাৰ দাঁতিয়ে দাঁতিয়ে চাৰ্কনৈয়াৰ আলেঙ্গে আলেঙ্গে গুটীয়া নাও এখনিত পাৰৈকে লৈ যোৱাৰ আগতে নাৱৰীয়াক যেতিয়া 'পাৰ কৰাঁ' বোলা যায় তেতিয়াই আত্মসমৰ্পণৰ ভাব এটি কথাৰ লগে লগে নীৰৱে ওলাই আহে। তাত কোনো খতপত্ৰৰ প্ৰয়োজন নাই, কথাৰ আড়ম্বৰ নাই। আমাৰ জীৱটি নাৱৰীয়াৰ হাতত বিনা বাক্যব্যয়ে দি দিওঁ। কল্কলৈকে থকা ভৰা যমুনাত পাৰি দি পাৰ হব খোজা ৰাধিকাৰ এই কথাষাৰিৰ আঁৰত এনে এটি ভাব থকা নিতান্ত স্বাভাৱিক। ই এক আত্মসমৰ্পণ হলেও আচলতে ই ব্যৱসায়,— প্ৰাণহীন। পাৰ কৰা সময়খিনি জুৰি আত্মসমৰ্পণৰ ভাব থাকে। তাৰ আগতো নেথাকে, পাচতো নেথাকে। পাৰৰ বানচ দিলেই সকলো শলাগৰ শেষ হয়।

'নিয়াঁ পাৰে কৰি' এনে ধৰণৰেই অতি সহজ সৰল কথা এটি ফুটেনে নুফুটে কৈ ফুটাই দেশে দেশে কত সৰলচিতীয়া যুৱতীয়ে নিজৰ জীৱন যৌৱন মনে মনে মিলি যোৱা প্ৰেমিকৰ হাতত চিৰজনমলৈ সমৰ্পণ কৰি দিয়ে ! মাইকি-বাপেকিৰ, ভাই-ভনীৰ, সমনীয়া লগৰীৰ, নিজৰ ওপজা ঠাইৰ মায়া মমতালৈ পিঠি দি এক প্ৰেমিকৰ পাচে পাচে পাৰ্চলৈ নেচাই কত যুৱতী চগাৰ দৰে জুইত জপিয়াই পৰিছে ! ইয়ো কম আত্মসমৰ্পণ নহয় ! তথাপিতো কামৰ গন্ধেৰে ই মলিয়ন !

ব্ৰহ্মানন্দৰ অমৃত পান কৰিবলৈ তীব্ৰ আকুলতা জগাত তৃষিতা চাতকীৰ দৰে অন্য জললৈ মন নেমেলি সমিৎপাণি বাৰুণীয়ে এইদৰেই এদিনা অতি সহজ সৰল কথাৰে বৰুণত জনাইছিল, — "অধীহি ভগবো ব্ৰহ্মেতি"— মোক ব্ৰহ্ম জ্ঞানৰ উপদেশ দিয়ক। গীতাৰ ব্ৰহ্মবিদ্যাৰ অধিকাৰী নৰ-ঋষিৰ অৱতাৰ গুড়াকেশ অৰ্জ্জুনেও তেওঁৰ প্ৰাণৰ হৃষীকেশক এই দৰেই এদিন বিষম সমস্যাৰ অন্ধকাৰত পথ নেদেখি আকুল হৈ আত্মসমৰ্পণ কৰি এনে সহজ সৰল কথাকে কাতৰৈকে কৈছিল, — "শাধি মাং ত্বাং প্ৰপন্নম্"—মই তোমাৰ শৰণাগত, মোক উপদেশ দিয়াঁ। — এই আত্মসমৰ্পণত ব্যৱসায়ৰ নিৰ্জীৱতা নাই, কামৰ কল্মষ নাই, — মহতৰ কাষত, উচ্চৰ ওচৰত, পৰম জ্ঞানীৰ সমীপত সভক্তিৰে কৰা এই আত্মনিবেদন। কি ইয়াৰ তেজ ! ইয়াৰ যোগ্যতা, ইয়াৰ পবিত্ৰতা, ইয়াৰ উত্তৰণৰ আকুলতাৰ তুলনা নাই, — অতি গভীৰ, অতি মহৎ ! ইয়াতো যেন তথাপি কিবা এটি দীনে মহৰ্তলৈ চোৱাৰ গন্ধ, ৰিক্তই পূৰ্ণলৈ চোৱাৰ ভাব বৈ বৈ গৈছে।

ৰাধাৰ আজিৰ আত্মনিবেদনত, আজিৰ "নিয়াঁ পাৰে কৰি" কথাষাৰিত এই আত্মসমৰ্পণৰ সকলো আছে,— নাই অৰ ৰসহীনতা, নাই তাৰ মাদকতা, নাই তাৰ দৰিদ্ৰতা। ই যে হৃদয়ৰ স্বামীক, প্ৰাণৰো প্ৰাণক প্ৰাণেৰে জনোৱা আত্মনিবেদন। ই যে প্ৰেম ! প্ৰেমৰ আত্মসমৰ্পণৰ বাণীয়েই এনেকুৱা ! — তাৰ সৰল, তাৰ তীব্ৰ এনে এটি প্ৰাণৰ দাবী, এনে এটি অলঙ্ঘ্য অনুৰোধ আছে, যাক পালন নকৰি প্ৰেমিক থিৰেৰে ৰব নোৱাৰে। — যিসকল জীৱন্মুক্ত পুৰুষে ভগবানক প্ৰেমেৰে মাতি পাইছে সেই সকলোৱেই একে সুৰে কব লাগিছে — মাত, প্ৰেমেৰে মাত, ভগবানে মাত দিব। — বাহিৰৰ চোতালত উমলি থকা ল'ৰা ছোৱালীয়ে কেতিয়াবা ধেমালিত মাকক "আই আই" বুলি মাতি থাকে, মাকে হয়তো ওলায়ে নেচায়। কেতিয়াবা যদি প্ৰাণৰ সকলো ভাৰসাৰে হিয়া খুলি তীব্ৰ হুতাহুত 'আই' বুলি চিঞৰ এটি মাৰে, তেতিয়াই মাকৰ ৰ্মন চেৰাই যায়, দহ-বন

কাতি কৰি থৈ 'কেলেই মোৰ সোণাই' বুলি চুলি মেলি লৰি আহে। লৰি নাহি পাৰে নে ? ই যে প্ৰেমৰ ৰাজ্যত প্ৰাণৰ মাতেন ! — ইয়াত যাগ যজ্ঞৰ আড়ম্বৰ নাই, চিত্তবৃত্তি নিৰোধৰ শুষ্কতা নাই, শব্দৰ ঝঙ্কাৰ নাই, বাক্যৰ অলঙ্কাৰ নাই, — আছে হিয়াভৰা বিশ্বাস, প্ৰাণভৰা প্ৰেম। এয়ে প্ৰেমৰ আকুলতা, ই জাগি উঠিলে উত্তৰণৰ ধাৰা ওপৰলৈ যায়, দিব্যধামৰ অৱতৰণৰ ধাৰা প্ৰেমিক ভক্তৰ শিৰলৈ নামি আহে। ইয়েই ভগীৰথৰ চেষ্টাৰ তীব্ৰতা, আৰু ভাগীৰথীৰ অৱতৰণৰ কৰুণা, — ইয়েই ভক্ত হৃদয়ৰ উপাসনা, আৰু ভগবানৰ আশীৰ্ব্বাদ।

প্ৰেমময়ী ৰাধা মথুৰাহাটলৈ যায় হয়, মথুৰাহাট কালিন্দীকূলৰ কদম্বমূল নহয়, গলেই যে হৰিৰ ব্ৰজমোহন ৰূপটি চকুত পৰিব। ব্ৰজবিহাৰী কৃষ্ণ মথুৰাহাটলৈ যোৱা নাছিল, মথুৰা মোহন কৃষ্ণ মথুৰাৰ ৰাজকুমাৰ,— হাটলৈ অহাৰ প্ৰয়োজন নাছিল। তেনে মথুৰাহাটৰ হৰি ক'ত ?

গ্ৰহ তাৰকাৰ আবৰ্ত্তন বিবৰ্ত্তনত, বিশ্ব প্ৰকৃতিৰ প্ৰশান্ত কোলাত হৰিৰ যি কঠোৰ কোমল সুন্দৰ ধাৰা — অলপ চেষ্টাতে সি চকুত পৰি প্ৰাণ মন জুৰাই দিয়ে,— হৰিৰ আভাস পোৱা যায়। পৃথিবীৰ অতি গণ্ডগোলীয়া জীৱ এই মানুহৰ মাজত, তাতোকৈ গণ্ডগোলৰ ঘনেৰে তাৰ হাটৰ মাজত হৰিয়ে যে সহজে ধৰা নিদিয়ে, চকুত নপৰে। হৰি তাত আছে বুলিলেও সন্দেহ জাগে। — হাটখোলাত হাতখোলাৰ পৰা হাতলৰালৈ, ঋষিতুল্য লোকৰ পৰা গাঁঠিকটা লম্পটলৈকে ভিন ভিন লোকৰ হৰেক ৰকম নমুনা ভিন ভিন মন লৈ অহা যোৱা কৰিছে। — কোনো গৈছে নিজৰ প্ৰভুত্ব বিস্তাৰ কৰি বুদ্ধিৰ বলেৰে নিজৰ সমৃদ্ধি, নিজৰ যশস্যা বঢ়াবলৈ, কোনো গৈছে ইবিলাকৰে বৰাই কৰি ঢোল কোবাবলৈ, আৰু কোনো গৈছে চল চাই সিবিলাকৰ চান কাঢ়ি নিজে নিজে নিপোটল হবলৈ ; কোনো গৈছে নিজক দেখুৱাই বিকাবলৈ, কোনো গৈছে মুগ্ধ হৈ কিনিবলৈ, আৰু কোনো গৈছে মুখেৰে মালিহা মাৰি পখিলাৰ দৰে উৰি উৰি মন ভাগৰিবলৈ ; কোনো গৈছে ধৰ্ম্মৰ বাণী প্ৰচাৰ কৰিবলৈ, কোনো গৈছে ধৰ্ম্মৰ প্ৰয়াস ব্যৰ্থ কৰিবলৈ, আৰু হাতত টোকাৰি মুখত ভাটিয়ালি লৈ সংসাৰ-ত্যাগী বৰাগীটি গৈছে সংসাৰৰ ভিক্ষাৰে মোনা ভৰাই ধন চপাবলৈ। প্ৰয়োজনৰ নামত, স্বাৰ্থৰ নামত কত ৰং, কত ভাবৰ চং সাজি জনে জনে, জুমে জুমে হাতত আহি জুমুৰি দিয়েছি — তাৰ অন্ত নাই। এইবিলাকৰ কোলাহলত, এইবিলাকৰ বিষম বৈচিত্ৰ্যত ভগবানৰ পম হেৰাই যায়, সহজে বিচাৰি পোৱা নাযায়। অনবৰত ভেদ লৈ আপোন কামত চকৰি ঘূৰাদি ঘূৰি থকা মনেও এই ভেদৰ মাজৰ অভেদৰ সন্ধান লোৱাৰ প্ৰয়োজন নুবুজে। তাৰ আজৰি নাই। প্ৰেমেৰে, সাধনাৰে সেই মন টানি আঁজুৰি ঘৰৰ মুখলৈ ননা মানলৈকে সি ভেদত লুটি পুটি লৈয়েই শান্তি বিচাৰে। শান্তি নাই, সন্তোষ নাই,— তথাপি এফেৰি তৃপ্তিৰ আশাত জুৰাৰীৰ দৰে গোটেই জীৱন তাৰ উৰাই দিয়ে।

ওপৰে ওপৰে চালে হাটত এটা প্ৰয়োজনৰ প্ৰবৰ্ত্তনা চকুত পৰে। তাঁলৈ চাই কব পাৰি হাট চলা প্ৰয়োজন কাৰণে হাট চলি থাকে। কেৱলে প্ৰাণহীন প্ৰয়োজনৰ নিয়োগত সি অতকাল বৰ্ত্তিব নোৱাৰে। তাৰ অন্তৰত তাৰ প্ৰাণ স্বৰূপ এক গভীৰতম আনন্দ নিশ্চয় আছে। জহৰীয়েহে আচলতে "জওহৰ" চিনে। হাটৰ মাজত অইনৰ কাণত নপৰা বাঁহী এটি ৰাতি দিন বাজিবই লাগিছে। ৰাধাৰ প্ৰাণৰ দৰে প্ৰাণ এখনি নহলে সেই বাঁহীৰ ধ্বনি শুনে কোনে ? হাটলৈ যায় বহুতো ; হাটৰ মাজৰ হৰিক খোজে কেইজনে ? আনন্দ বিচাৰে সকলোৱে, কিন্তু আনন্দৰ মাজৰ পৰমানন্দ বিচাৰে কিমানে ?

মথুৰাহাটত সকলো হাটৰ তৃপ্তি আছে, সকলো হাটৰ হাহাকাৰ আছে, আৰু আছে তাত অইন হাটত নথকা কৃষ্ণৰ স্মৃতি। এয়ে তাৰ বিশিষ্টতা। — সি যেন কোনো উৎসৱ উপলক্ষে বহা দেৱ মন্দিৰৰ চাৰিও কাষৰৰ আনন্দৰ মেলা। মেলালৈ যাওঁতাই দেৱতাৰ দৰ্শন আশাৰে নিজক দেৱ মন্দিৰৰ মুখলৈ অন্ততঃ এখন্তেক নিনি নেথাকে। মথুৰাহাটত কৃষ্ণ-স্মৃতি আছে যেতিয়া, মথুৰাহাটলৈ যাওঁতাৰ হিয়াত এবাৰ নহয় এবাৰ ৰাধাৰ

কৃষ্ণলৈ যোৱাদি যোৱা মনৰ অন্ততঃ এটি ক্ষীণ বেগ জাগি উঠা অতি স্বাভাবিক । জগতৰ হাহাকাৰৰ মাজতো এইদৰেই কাৰ্য্য দেখি ৰচনাৰ কৌশল দেখি জগৎকৰ্ত্তাৰ উদ্দেশ্যে এবাৰ নহয় এবাৰ মন অৰ্ন্তজগতৰ মুখলৈ যায় । সেই মুখে মুখ দিলেই আনন্দৰ পৰশ পায়, — এই আনন্দৰ মাজেদিয়েই হ্লাদিনী ৰাধিকা আজি পৰমানন্দৰ দৰ্শনাভিলাসী ।

মথুৰাহাটৰ কৃষ্ণৰ প্ৰতিমা, কৃষ্ণৰ ছবিয়েই কৃষ্ণ নহয় । মথুৰাহাটৰ মাজত, প্ৰতিমাৰ মাজত, ছবিৰ মাজত ঘটে ঘটে বিৰাজ কৰা আকাশৰ দৰে চকুৰে নেদেখাকৈ চিৰসুন্দৰ কৃষ্ণৰ ৰূপ জিলিকি আছে । বৃন্দাবনত অগণন গোপিনীৰ লগত কৃষ্ণ অগণন হৈ আছিল, সেই অগণন কৃষ্ণ বহুৰ এক হৈ বৃন্দাবনতে লুকাই পৰিল । অপাৰ প্ৰেমৰ পবিত্ৰ পোহৰত গোপিনীয়ে তেওঁক বিচাৰি পাই মহানন্দত মজি গ'ল । গোপিনীৰ প্ৰাণৰ আকুলতাৰে তেওঁক নিবিচাৰিলে তেওঁৰ সন্ধান পোৱা সহজ যে নহয় ।

সুৰ যন্ত্ৰৰ সকলো সুৰ একেলগে বজালে দূৰৰ পৰা এটি মৃদু মধুৰ গুঞ্জনৰ দৰে শুনা যায় । ঠিক তেনে এটি গুঞ্জন হাটৰ বহু দূৰত নীৰৱ নিস্তব্ধতা ভেদি প্ৰথমে প্ৰথমে কাণত বাজি উঠে । ধ্বনিটিৰ পমে পমে হাটলৈ আহিলে সিয়েই ক্ৰমান্বয়ে এটা হো-হোৱনি হৈ হাটৰ মাজৰ ভীষণ কোলাহল হৈ পৰেহি । হাটৰ পৰা আঁতৰি গলে আকৌ সেই হো-হোৱনি, আকৌ সেই মৃদু মধুৰ গুঞ্জন । অথচ, তাত আছে বলবানৰ বলৰ হুঙ্কাৰ, দৌৰ্বল্যৰ কৰুণ ক্ৰন্দন, হৃদয়হীনৰ হাঁহিৰ কিৰীলি, সহৃদয়ৰ সহবেদনা, সাধুলোকৰ সাধু ভাষা, চহা চাহিনীৰ চহা কথা, কামাতুৰৰ ফুচফুচনি, প্ৰতিদ্বন্দ্বীৰ গৰজনি, ভেমে ধৰাৰ কথাৰ হুকি, বেচাকিনাৰ কেৰজেৰণি, — আৰু যে কি নাই ! এই সকলোবিলাক ভিন ভিন কণ্ঠৰ বেসুৰা কোৰ্হাল মিলি গ'ল এক মধুৰ গুঞ্জনত, — এক গম্ভীৰ ওঙ্কাৰ ধ্বনিত !

আমি মিলাব নোৱাৰা জগত-জোৰা যি বেসুৰা বিৰোধ, স্বাৰ্থৰ যি নিকৰুণ কঢ়া-আঁজোৰা, পৰস্পৰ ভেদৰ যি বিষম বৈচিত্ৰ্য, এই সকলোটি এই দৰেই এটি তত্ত্বত মিলি এক হৈ পৰে । অমিলৰ এই মিলে মিলে মনটি দি দিলেই হৰিৰ আভাস পাব পাৰি ; কিয়নো, তেওঁ চিৰ শান্ত,—সকলো অমিল মিলাই লৈ এক হৈ চিৰ আনন্দেৰে বিৰাজ কৰিছে । তেৱেঁই বহু হৈ জগতত প্ৰকাশ পাইছে, তেওঁতেই জগতৰ এই বহু বিলীন হৈ যায় । হাটৰ হো-হোৱনি আমাৰ কাণ-মাদলত বাজি উঠে, হাটৰ বৈচিত্ৰ্য আমাৰ চকুত জিলিকি পৰে ; কিন্তু, জগত-জোৰা কোলাহলে লৈ যি বিশ্ব সঙ্গীতৰ ঐক্যতান, জগত-জোৰা বহুত বিভিন্ন ৰূপ লৈ চিৰ সুন্দৰৰ ভুবন মোহন যি বিশ্বৰূপ, — সি কাণত নেবাজে, চকুত নজলে;— প্ৰত্যক্ষে সি সুৰ হৈ বাজি যায়, ৰূপ হৈ জলি যায় প্ৰাণৰ মাজৰ অনুভূতিত !

হাটৰ মাজত কাণত বাজে চিৎকাৰৰ তীব্ৰতা, কোলাহলৰ বাহুল্য । এই অমিল কোলাহলৰ মিল ক'ত ? গীতে পদে, চিঞৰ বাখৰে নানান লোকে হাটৰ মাজত কোৰ্হাল পাতিছে হয়, কিন্তু আচলতে সিবিলাকে কোৰ্হাল পাতিবলৈ বুলিয়েই হাটলৈ অহা নাই । কোৰ্হাল হাটলৈ আহে নিজক নিচুকাই লৈ যাবলৈ । তাক লাগে শান্তি । শান্তি জাগিলেই সি শান্ত হৈ যায় । হাটত শান্তি আছে বুলিয়েই সি হাটলৈ আহে । — বিশ্বৰ বুকুত পৰস্পৰ বিৰোধী শক্তিৰ ভীষণ গৰ্জ্জন, আকৰ্ষণ বিকৰ্ষণৰ গগণ বিদৰা কোলাহলে তুমুল কোৰ্হাল তুলি অবিৰোধী ভাবেৰে চিৰ শান্তিত আকোলা-আকোলি কৰি মলি যায় একমাত্ৰ অনন্তৰ প্ৰশান্ত কোলাত । ক্ষুদ্ৰ জগত মথুৰাহাটৰ শান্তিত বৃহৎ জগতৰ প্ৰশান্ত ভাব এই খিনিতে পৰিষ্কাৰ কৈ প্ৰকাশ পাইছে, — ইয়াতে মথুৰা হাটৰ অমিল কোলাহল মিলি যায়, — এয়ে মথুৰাহাটৰ শান্ত তত্ত্ব !

অলেখ লোক মথুৰাহাটলৈ আহিছে একো একোটি স্বাৰ্থ লৈ । এজনৰ স্বাৰ্থ আইন এজনৰ লগত দেখাকে নিমিলে । জনে জনে ভিন ভিন হলেও সকলোৱে নিজ নিজ স্বাৰ্থেৰে বিচাৰিছে, সেই একে এটি মঙ্গল, — তেহেঁলে নিজলৈ হওক বা পৰলৈ হওক, অলপলৈ হওক বা বহুলৈ হওক । সকলো স্বাৰ্থ অমিল হৈও এই মঙ্গলতে মিলি যায় । অনন্ত কোটি প্ৰাণীৰ কত অনন্ত কোটি স্বাৰ্থ মিলাই এক কৰিবিশ্বৰ মূলত হাঁহি আছে

এক মঙ্গলেই, — এক শিৱই। ক্ষুদ্ৰ জগত মথুৰাহাটৰ সকলো অমিল স্বাৰ্থ মিলি গ'ল এই মঙ্গলত, এই শিৱতেই, — এয়ে মথুৰাহাটৰ শিৱতত্ত্ব।

হাটত সমাগম হোৱা লোক সকলৰ ভিতৰত পৰস্পৰা কিমান প্ৰভেদ ; জাতিৰ ভেদ, বয়সৰ ভেদ, অৱস্থাৰ ভেদ, চেহেৰাৰ ভেদ, পৰিচ্ছদৰ ভেদ, বাহিৰে ভেদ, অন্তৰে ভেদ, — কেৱলে ভেদ ! কোনো দুটি প্ৰাণী সাঁচেকাটে একে নহয়। ইমান ভেদ লৈও সিবিলাক এঠাইত অভেদ হৈ মিলি আছে। সিবিলাকৰ আত্মা যে এক, — "জীৱ ব্ৰহ্মৈৱ নাপৰ" — এই আত্মাৰ অভিন্নতাত এই অদ্বৈততে সিবিলাক বহু হৈও এক। বৃহৎ জগতৰ দৰে ক্ষুদ্ৰ জগত মথুৰাহাটৰো যত অমিল যত ভেদ এই অভেদত মিলি গল, — এয়ে মথুৰাহাটৰ অদ্বৈত তত্ত্ব।

হাটৰ শান্ত তত্ত্ব, শিৱ তত্ত্ব, অদ্বৈত তত্ত্বত যাৰ সুন্দৰ সু-প্ৰকাশ সেয়ে যে ব্ৰহ্ম, — তেওঁ "শান্তম্, শিবম্, অদ্বৈতম্", — তেওঁ "একমেবাদ্বিতীয়ম", "একং সদ্বিপ্ৰা বহুধা বদন্তি, একং সন্তং বহুধা কল্পয়ন্তি।" সকলো অমিল মিলাই বিশ্বৰ মূলত বিৰাজ কৰাদি মথুৰাহাটতো বিৰাজ কৰিছে তেৱেঁই। এই শান্ত, শিৱ, অদ্বৈত তত্ত্বতে ব্ৰহ্মৰ আভাস পোৱা যায়, ব্ৰহ্মৰ দৰ্শন সম্ভৱ হয়। সেই দৰ্শনেই ৰাধাৰ কৃষ্ণ নামেৰে হৰি। হৰি শব্দ যে ব্ৰহ্মবাচক। পুৰুষোত্তম হৰিয়েই সেই অনিৰ্ব্বচনীয় গুণাতীত ব্ৰহ্ম — যাৰ ভিতৰত জাগিব লাগিছে অচলা শান্তি, অনন্ত ঐক্য আৰু অবিকল্প সাম্য, — এয়ে তেওঁৰ অৰূপ ৰূপ ! যেতিয়া অৰূপৰ পুৰুষে প্ৰকাশৰ কাৰণে অথবা লীলাৰ নিমিত্তে প্ৰকৃতিক আশ্ৰয় কৰে তেতিয়াই তেওঁ অব্যক্ত হৈও ব্যক্ত, অৰূপ হৈও ৰূপ !

ব্ৰহ্মৰ অনন্ত আকাৰ গুণেই তেওঁ নিৰাকাৰ। ভক্তি পথৰ সুচিকোণ আলোকত ব্ৰহ্মৰ ব্যক্ত ৰূপৰ মাজেদি ব্ৰাহ্মণে দেখে গায়ত্ৰী, বৈষ্ণৱে দেখে বিষ্ণু, শাক্তই দেখে মহাশক্তি, শৈৱই দেখে সদাশিৱ, সৌৰই দেখে সূৰ্য্য নাৰায়ণ, গাণপত্যই দেখে গণপতি, — এই সকলো ৰূপেৰে আৰু যে কিমান কি ৰূপেৰে বিশ্বাতীত হৰিয়ে জীৱৰ পাপ তাপ হৰি আনন্দ অমৃত বিলাব লাগিছে। কৃষ্ণৰ সেই সুঠাম সুন্দৰ দেহাটিৰ মাজতো লুকাই আছে এই অৰূপৰ হৰি, যাৰ আবেশত চিৰ-বৰেণ্য কৃষ্ণ আজি অনন্ত কোটি ব্ৰহ্মাণ্ডৰ অধিকাৰী শ্ৰীহৰি !

প্ৰেমিক বৈষ্ণৱৰ চিন্তাকাশত হৰিৰ ব্যক্ত ৰূপ কি যে অপৰূপ দিব্যজ্যোতিৰে জিলিকি উঠে ! — চকোৰে চন্দ্ৰকিৰণ পান কৰাদি ভক্তই সেই দিব্য ৰূপ হৃদি নিকুঞ্জত অৰ্দ্ধনয়নেৰে পান কৰি তন্ময় হৈ যায়। ধাৰব্ল্যোৰে ক্ষীৰ, দাহিকা শক্তিৰে অগ্নি, শক্তিৰে শক্তিমান প্ৰকাশ পোৱাদি পৰমা প্ৰকৃতিৰে পৰম-পুৰুষৰ বিশ্ব বিমোহন ৰূপ ৰাধা-কৃষ্ণৰ যুগল মিলনত জ্বলি পৰে, — সৎ স্বৰূপ কৃষ্ণৰ মুখপদ্মৰ মধুৰ মুৰুলীত জগতৰ চেতনা সঞ্চাৰ, বামত হ্লাদিনী ৰাধিকা, দুয়ো দুইৰো মুখলৈ চাই হঁহা হাঁহিটিত বিশ্ব ব্ৰহ্মাণ্ডৰ আনন্দ উল্লাস ! সত্য, জ্ঞান আৰু অনন্ত আনন্দৰ কি সুন্দৰ সমাবেশ ! অদ্বৈতৰ দ্বৈত মূৰতি প্ৰণৱৰ ওঙ্কাৰে মেৰাই অভিন্ন কৰি কি মাধুৰী তুলিছে ! কি মহান এই সৌম্য মূৰতি — যাৰ অসীম সৌন্দৰ্য্যৰ নিশ্বাসকণিকাই সকলো কালৰ সকলো সৌন্দৰ্য্যকে জীৱন মৰণেৰে নচুৱাব লাগিছে। দিব্য জ্যোতিৰে এই ৰূপ এবাৰ অৰ্দ্ধনয়নেৰে দেখিবলৈ পালে হৃদয়ৰ সকলো গ্ৰন্থি মুকলি হয়, প্ৰাণ প্ৰেমানন্দৰ অসীম প্ৰেমত পমি যায়। — এয়ে এয়ে সেই মথুৰাহাটৰ মন প্ৰাণ হৰি নিয়া হৰিৰ সাকাৰ মূৰতি !

অন্তৰ ৰাজ্যত এই যে ব্যক্ত শ্ৰীহৰি, এই যে "একস্তথা সৰ্ব্বভূতান্তৰাত্মা ৰূপং ৰূপং প্ৰতিৰূপো বহিশ্চ", তেওঁৱেঁই অব্যক্ত নিৰাকাৰ যোগ ব্ৰহ্মবাদী ঋষিসকলে জ্ঞানৰ সুস্নিগ্ধ আলোকত প্ৰাণে প্ৰাণে প্ৰত্যক্ষ অনুভৱ কৰি অমৃত সাগৰত ৰাতি দিন পৰমানন্দেৰে নিমগ্ন হৈ থাকে। সেই অব্যক্ত ৰূপ—সত্য স্বৰূপ সত্তৰ মাজেদি, জ্ঞান স্বৰূপ জ্যোতিৰ মাজেদি, আনন্দ স্বৰূপ অমৃতৰ মাজেদি — সিবিলাকৰ সাধনাৰ বলত প্ৰাণৰ অনুভূতিত জীৱন্ত জাগ্ৰত হৈ জল্ জলকৈ উজলি উজলি এক চিৰ স্নিগ্ধ উজ্জ্বলতাৰে হৃদয় পৰিপূৰ্ণ কৰি তোলে। মুক্তাত্মা ঋষিসকলৰ জ্ঞানৰ চকুত মথুৰাহাটৰ ভেদৰ ৰূপ আৰু নেজাগে, — জাগি উঠে তাৰ হৰি, জাগি উঠে তাৰ

অৰূপ, জাগি উঠে তাৰ সচ্চিদানন্দ বিগ্ৰহ।

জগতৰ প্ৰতিচ্ছায়া মথুৰাহাটৰ ৰূপৰ বৈচিত্ৰ্য, ভেদ জ্ঞানৰ অজ্ঞান-অন্ধকাৰ, অখণ্ডক খণ্ড যেন দেখা মৰণৰ মায়া — এই সকলোখিনি যাৰ প্ৰশান্ত বুকুত মিলাই লৈ যি সচ্চিদানন্দ বিগ্ৰহ দিব্য জ্যোতিৰে জিলিকি আছে, সেই সচ্চিদানন্দৰেই বা স্বৰূপ ক'ত ?

আজিৰ যি মথুৰাহাট, সি কালি অবিকল একে নাছিল। কাইলৈকো নেথাকে। তাৰ ইমান চাঞ্চল্য, ইমান পৰিবৰ্ত্তন। এই চাঞ্চল্য এই পৰিবৰ্ত্তনেই আচল মথুৰাহাট নহয়। মথুৰাহাট এদিন উদ্ভৱ হৈছিল। আগতে নহলেও জগতৰ লগে লগে এদিন লয়ো পাব ; — ই যেন সোণৰ অলঙ্কাৰ। সোণৰ পৰাই নানান অলংকাৰ হয়, অলঙ্কাৰ ভাঙি যায়, — ৰৈ যায় সোণ। সোণৰ আকাৰ একো নাই, অথচ সোণ আছে গুণেই তাৰ নানান আকাৰৰ অলঙ্কাৰ। সোণৰ অলঙ্কাৰেই তেনে সোণৰ প্ৰকৃত ৰূপ নহয়, — সি সোণৰ বিকাৰ, — সি অনিত্য ! এইদৰেই অনিত্য ক্ষুদ্ৰ জগৎ এই মথুৰাহাট বৃহৎ জগতৰ কোলাত মুৰ তুলি সেই কোলাতে লয় পাব, বৃহৎ জগত যেন বিকাৰো কে নিৰাকাৰৰ প্ৰশান্ত বুকুত লীন যাব,— সেই নিৰাকাৰৰ লয় নাই, পৰিবৰ্ত্তন নাই, — সেই নিৰাকাৰ নিত্য, — সেই নিৰাকাৰ সৎ ! এক অপৰিবৰ্ত্তনশীল নিত্য আছে বুলিয়েই, এক সৎ আছে বুলিয়েই জগতৰ যাবতীয় পৰিবৰ্ত্তন সম্ভৱ হৈছে, মথুৰাহাটৰ চাঞ্চল্য ও প্ৰকাশ পাইছে। এই নিৰাকাৰ নিত্য, এই যে সৎ — এয়ে পৰম ব্ৰহ্ম। — মথুৰাহাটৰ দৈনন্দিন পৰিবৰ্ত্তনৰ মাজত এই যে সৎ স্বৰূপ,— যি বিশ্বব্ৰহ্মাণ্ড জিনি অনাদি অনন্তকাল বিৰাজ কৰি বিশ্বলীলাৰ মাজে প্ৰকাশ পাইছে, সেয়ে মথুৰাহাটৰ হৰি !

হাটৰ হাটৰুৱা বাটৰুৱাই বিচাৰে কি ? যাক জীৱনৰ সাৰ বুলি হাটত বিচাৰি হাবাথুৰি খাইছে, তাকেই কিছু দিনৰ পাচত অসাৰ যেন পাই হাতৰ মুঠিৰ পৰা এছাৰি পেলাব। যাক আপোন বুলি আঁকোৱালি ধৰে, স্বাৰ্থৰ আঘাত পালেই তাক পৰ বুলি বুকুৰ পৰা উলিয়াই দিয়ে। দিনৰ পোহৰ পাইছে, অথচ আচল বস্তু চিনা নাই। মেলা চকু মেলি মেলি আচল বস্তু খেপিয়াই ফুৰিছে। ভৰ দিনতে ই যে ৰাতিৰ অভিনয় ! ভেদৰ অন্ধকাৰত খেপিয়াই ফুৰি যাক সাধাৰণ প্ৰাণীয়ে দিন বোলে, সেই হে সেই দিন স্থিতপ্ৰজ্ঞ লোকসকলৰ নিশা, — "যস্যাং জাগ্ৰতি ভূতানি সা নিশা পশ্যতো মুনেঃ।" দিনে অজ্ঞান এন্ধাৰ নুগুচায়, গুচায় তক প্ৰজ্ঞাৰ জ্যোতিয়ে। প্ৰজ্ঞাৰ জ্যোতিতেই জগতৰ আচল ৰূপ উদ্ভাসিত হয়। সূৰ্য্যৰ জ্যোতিয়ে যাক প্ৰকাশ কৰিব নোৱাৰে, অথচ সূৰ্য্য যাৰ জ্যোতিৰে জ্যোতিষ্মান, সেই "তমসঃ পৰস্তাৎ" আদিত্যবৰ্ণ মহান্ পুৰুষ পৰমব্ৰহ্মৰ জ্ঞানময় দীপ্তিত এই জগৎ দীপ্তিমান। তেওঁৰ প্ৰজ্ঞাত, তেওঁৰ জ্ঞানৰ জ্যোতিত বিশ্বব্ৰহ্মাণ্ডৰ প্ৰকাশ, মথুৰাহাটৰো স্বৰূপ প্ৰকাশ ! — মথুৰাহাটৰ ভেদ জ্ঞানৰ অন্ধকাৰত এই যে আচল চিৎ স্বৰূপ, যি স্বৰূপে বিশ্বব্ৰহ্মাণ্ড প্ৰজ্ঞাৰ জ্যোতিৰে উদ্দীপিত কৰি অনন্তকালৰ পৰা প্ৰকাশ কৰিব লাগিছে, সেয়ে মথুৰাহাটৰ হৰি !

মথুৰাহাট দিনে বহে, দিনে ভাঙে। কেতিয়াবাই এদিন হৈছিল, কাহানিবাকৈ এদিন নোহোৱা হব। তাৰ ক্ষয় বৃদ্ধিৰ, আনন্দ বিষাদৰ, জীৱন মৰণৰ কি বিপৰ্য্যয়, কি সমস্যা ! সমস্যা হলেও ই আচলতে আচল কথা নহয়। ৰাতিৰ এন্ধাৰে বেলিটি নেমাৰে। জোন উপজি আমালৈ মৰে হয়, আকাশৰ পিণ্ডাকাৰ জোনে সিপোনে নিশাই দিনে মহা ফূৰ্ত্তিৰে সুহুৰিয়াই ফুৰে। আমি যাক আনন্দ বিষাদৰ, জীৱন মৰণৰ বিপৰ্য্যয় বোলোঁ, সি ছাঁয়াৰ দৰে এই আহে, এই যায়। খণ্ড খণ্ড কৃষ্ণ মেঘ আকাশৰ কোলাত উৰি উৰি ফুৰিছে, মেঘ কৃষ্ণ বুলিয়েই আকাশ কৃষ্ণ নহয়। তাৰ কৃষ্ণ মেঘ মায়াৰ দৰে এই আহি গুচি যায়, — যোৱাৰ পাচত কালিমাই তাৰ আকাশৰ নীলিমা জিলিকাই দিয়ে। স্বাৰ্থৰ আঘাতত মনৰ যি বিষাদে কান্দি উঠে, আসক্তিৰ আঁজোৰত, অহমিকাৰ মোহত মনৰ যি আক্ৰোহে চিঞৰি উঠে, মৰণে সেই বিষাদ সেই আক্ৰোহ মাৰি মচি কাচি আমাৰ চিৰমুক্ত আকাশৰ জাল কাটি মুকলিকৈ এৰি থৈ যায়। মেঘৰ সিলুটিয়ে নিজৰ নীলিমা লৈ অনন্ত আকাশে অনন্ত কাল চাঁহিৰই লাগিছে। এই

বিষাদ, এই মৰণ জগতৰ আচল ৰূপ নহয়। তাৰ আচল ৰূপ — 'আনন্দ ৰূপমমৃতং যদ্বিভাতি।' — মথুৰাহাটৰ বিষাদ আৰু মৰণৰ অন্তৰালত আনন্দৰ জিলিকনিৰে পৰমামৃতৰ এই যে স্বৰূপ, যি বিশ্ব ব্ৰহ্মাণ্ডক অনন্তকাল পৰমানন্দত মগ্নকৈ ৰাখিছে, সেয়ে মথুৰাহাটৰ হৃবি!

সত্য স্বৰূপৰ সৎ, জ্যোতি স্বৰূপৰ চিৎ, আৰু অমৃত স্বৰূপৰ ভূমানন্দেৰে কাৰণ জগতৰ বিশ্বৰূপ যেতিয়া জাগ্ৰত হৈ একাধাৰে চিত্তাকাশত সহস্ৰ সূৰ্য্যৰ শান্ত তেজেৰে তিৰবিৰাই উঠিব, সেয়ে মথুৰাহাটৰ সীমাৰ মাজৰ অসীম প্ৰকাশ। প্ৰাণৰ মাজৰ ইয়াৰে ভুবন ভুলোৱা যি প্ৰত্যক্ষ অনুভূতি, সেয়ে মথুৰাহাটৰ হৃবি— যাক মথুৰাত দেখিলে জীৱৰ সকলো গতিৰ শেষ সেই পৰমা গতি!

সচ্চিদানন্দ হৃবিৰ অপৰূপ জ্যোতি অন্তৰ্নয়নত জিলিকি পৰিলে সেই অত্যুজ্জ্বল ৰূপত প্ৰকাশ পালেই যে ব্ৰহ্ম দৰ্শনেৰে ব্ৰহ্মময় হৈ যোৱা যায়। নদীৰ পৰম গতি যেনেকৈ বিশাল সাগৰেৰে মিলি সাগৰ হৈ যোৱা, জীৱৰো পৰমাগতি আপোনাক ব্ৰহ্মত মিলাই দি ব্ৰহ্মময় হোৱা, — সচ্চিদানন্দৰ সৎ স্বৰূপত, জ্যোতি স্বৰূপত, আনন্দ স্বৰূপত প্ৰকাশ পাই অভেদ জ্ঞানেৰে অসীম অনন্তৰ প্ৰশান্ত কোলাত মিলি যোৱা।

পান কৰিলেও মধুৰ কেনে সোৱাদ কব নোৱাৰি যেনে স্থলত, জীৱনত যি মধু পান কৰি পোৱা নাই, তাৰ মুখে দি মধু আস্বাদনৰ আনন্দ-বাতৰি ফুটে কেনেকৈ? — ব্ৰহ্মানন্দৰ যি মধু সি যে আৰু গহন, আৰু অতুলন! — ক্ষীৰোদধিৰ অমৃততো তাৰ তুলনা নাই। যেয়ে এই আনন্দৰ আস্বাদন প্ৰাণে প্ৰাণে পায়, সেই জীৱন্মুক্ত পুৰুষেই পৰমানন্দত বিভোল হৈ পৰে। ৰামকৃষ্ণ পৰমহংস দেৱে কৈছিল,— "সেই বাতৰি তোমাক দিয়ে কোনে? লোণৰ পুতলা সাগৰ জুখিবলৈ গৈছিল, গলি গ'ল।" — সেই পৰমানন্দৰ পৰশ প্ৰাণত লাগিলেই প্ৰাণ গলি যায়, কথাৰে কবলৈ কথা যে নেথাকে। —ব্ৰহ্মানন্দত নিমগ্ন হোৱা ঋষিসকলৰ কৰুণাৰ আহ্বানে জগতৰ জীৱকুলৰ কাণে কাণে আজিও অলক্ষিতে ৰিণি ৰিণি ধ্বনি তুলিবই লাগিছে। সেই ধ্বনি শুনি ব্ৰহ্মানন্দৰ আস্বাদন লৈ নৱজন্ম সাৰ্থক কৰিবলৈ হলে চঞ্চল মন, বেসুৰা বুদ্ধি, উদভ্ৰান্ত অহমিকাক অন্তৰ্জগতলৈ টানি নিব লাগিব। তালৈ লাগে প্ৰগাঢ় শক্তি, অন্তৰৰ শ্ৰদ্ধা, — আৰু লাগে, আৰুও লাগে— নাৰী হৃদয়ৰ তীব্ৰ ব্যাকুলতা! নহলে বদ্ধ জীৱৰ বদ্ধ হিয়ালৈ পৰমানন্দৰ আনন্দ ধাৰা বৈ আহিও সি বৈ যায়। পূৰ্ণ ৰসৰ আস্বাদনলৈ ব্যাকুলতা জাগিলেই অন্তৰৰ দুৱাৰ আপোনাআপুনি মুকলি হব, সেই দুৱাৰেদি অন্তৰ্দৃষ্টিত ক্ষুদ্ৰ হৃদয়ৰ ৰসৰ কণিকাত ৰসাধিষ্ঠাত্ৰী দেৱতাৰ দিব্য মূৰতি জিলিকি পৰিব ; — পৰম ৰসেৰে মিলনৰ পুলকত ফুলি পৰি আকুল হৈ জলি উঠা — কি সেই সৌম্য দৰ্শন। কাণত নীৰৱতা ভেদি বাজি যাব, — বাজি যাব জীৱৰ অন্তৰে অন্তৰে ঝঙ্কাৰি উঠা মহামিলনৰ সেই মধুৰ সুৰ ; কথাৰে, নিজ নিজ ভাষাৰে অতৰ্কিতে ফুটি পৰিব ৰাধাৰ প্ৰাণৰ কৰুণ প্ৰাৰ্থনা — "নিয়াঁ পাৰে কৰি।" মিলনৰ মুখে লৰি যোৱা ৰাধিকাই মিলিব নিদিয়া যমুনা আগত দেখি থমকি যাওঁতে যি আকুলতা জাগিছিল, সেই আকুলি-বিকুলি, সেই কৰুণ মিনতিয়ে নাৰীৰ প্ৰাণৰ দৰে জীৱৰ সৰল প্ৰাণত আৰু খোলাকৈ, আৰু শুনাকৈ বিলাই উঠিব, — "এইয়া, এইয়া—অন্ধকাৰ জলেৰে অথিৰ অবিৰ যমুনাই কল্‌কল্‌কৈ উঠিছে! এইয়া যমৰ ভগিনী যমুনাত মৃত্যুৰ ছাঁয়াই কঁপি কঁপি আতঙ্ক তুলিছে! সৌৱা, সিপাৰেদি মথুৰাহাটত — মোৰ প্ৰিয়! শুনিছোঁ, শুনিছোঁ, — মুৰুলী! মুৰুলী!! — মোৰ প্ৰাণকৃষ্ণৰ মুৰুলী!! — বৃন্দাবনৰ কেলি-কদম্বৰ মূলত বজাদি, বিশ্বৰ মূলত বজাদি সৌৱা মথুৰাহাটত মোহন মুৰুলী বাজি উঠিছে! যমুনাৰ বুকুৰেদি বৈ আহি ইপাৰে প্ৰাণত মোৰ প্ৰতিধ্বনি তুলিছে! মই যে আৰু ৰ'ব নোৱাৰোঁ! সৌৱা সেই মথুৰাহাট! সৌৱা, সৌৱা সেই সন্তাপহাৰী সচ্চিদানন্দৰ প্ৰেম পাৰাবাৰ! কিহে মোক ভুলাই ৰাখিছে ; কিহে মোক টানি নিছে! বাব যে নিদিয়ে! কি এই এৰিলে নেৰা অসাৰ মোহ, — কিয় সি মোক আগচি ধৰে! কি এই ভেদৰ দোৰ্দোৰ অন্ধকাৰ,—কিয় সি মোক

আবৰি ধৰি বাট নেদেখা কৰিছে ! কি ঘোৰ এই মৃত্যুৰ হাহাকাৰ, — কিয় সি মোক আতঙ্কত কঁপাই আকুল কৰিছে ! যমুনাৰ মূৰতিৰে সংসাৰৰ মাজত কি ভয়ঙ্কৰ এই পথৰ অন্তৰায় ! বাজিছে ! — মোহন মুৰুলী প্ৰাণ ভৰি বাজি উঠিছে ! ৰ'ব নোৱাৰোঁ, আৰু থিৰেৰে ৰ'ব নোৱাৰোঁ ! মুৰুলীৰ মাতে মাতে প্ৰাণ যেন উৰি যায় ! নিদিয়ে, মোক যাব নিদিয়ে । নিয়াঁ, নিয়াঁ, প্ৰাণ কানাই মোক পাৰ কৰি নিয়াঁ, নিয়াঁ তোমাৰ মথুৰাহাটৰ সেই সুঠাম সুন্দৰ ৰাসবিহাৰী মূৰতিটিৰ মাজেদি তোমাৰ সচ্চিদানন্দ স্বৰূপ প্ৰেম পাৰাবাৰলৈ ! এই সংসাৰৰ অসতৰ মাজৰ পৰা তোমাৰ সতলৈ মোক পাৰ কৰি নিয়াঁ, — তোমাৰ সত্যত মোক প্ৰকাশ কৰাঁ ! অজ্ঞান অন্ধকাৰৰ পৰা প্ৰজ্ঞালৈ মোক পাৰ কৰি নিয়াঁ, — তোমাৰ জ্যোতিত মোক প্ৰকাশ কৰাঁ ! নিৰানন্দ মৃত্যুৰ হাহাকাৰৰ পৰা তোমাৰ আনন্দ অমৃতলৈ পাৰ কৰি নি তোমাৰ অমৃতত মোক প্ৰকাশ কৰাঁ, —"অসতো মা সদ্গময় । তমসো মা জ্যোতিৰ্গময় । মৃত্যোৰ্মা অমৃতং গময় !"

এয়ে এয়ে জগতজোৰা জীৱৰ অন্তৰৰো অন্তৰৰ নীৰৱ প্ৰাৰ্থনা ! মথুৰাহাটলৈ পাৰ কৰি নিবলৈ জনোৱা ৰাধাৰ এই অতি সৰল প্ৰাণৰ মিনতি, — ব্যঞ্জনাত তাৰ বিশ্বব্ৰহ্মাণ্ডৰ প্ৰাণৰ কৰুণ প্ৰাৰ্থনা নীৰৱে কেনেকৈ বাজিছে ! কি প্ৰাণ ভৰা এই প্ৰাৰ্থনা ! কি উজ্জ্বলৰো উজ্জ্বল লোকলৈ লৈ যোৱা এই আকুলতা । বিশ্বজিনা বীণা বিশ্বজননীৰ প্ৰাণত বাজে আৰু বাজে ক'ত ? দেখিছোঁ, দেখিছোঁ মা, আৰু ক'ত লুকাবা ? বিশ্বজননীৰ বিৰাট প্ৰেম জীৰ্ণা শীৰ্ণা দীন দুখুনী জননীৰ অন্তৰেদি ফুটি পৰাদি এনে মহত্তৰো মহৎ প্ৰাৰ্থনা তোমাৰ তেনেয়ে সৰল কথা একেষাৰিতে ফুটি পৰিছে ! কি বিৰাট, কি মহৎ এই প্ৰাণৰ প্ৰাৰ্থনা ! গ্ৰহে গ্ৰহে, তাৰকাই তাৰকাই, নীহাৰিকাৰ সিটি পাৰে, — আৰু দূৰ আৰু দূৰণিৰ প্ৰাণৰ মাজত এই প্ৰাৰ্থনাই জিকাৰি উঠা নাই নে ? জড় জগতৰ, প্ৰাণী জগতৰ — অন্তৰৰো অন্তৰৰ বিশ্বব্ৰহ্মাণ্ডৰ প্ৰাণৰ মাজত এই নিগূঢ় প্ৰাৰ্থনাৰ মধুৰ স্পন্দন ঝঙ্কাৰি উঠা নাই নে ? সৃষ্টিৰ আদিত পৰমাণু পুঞ্জৰ উত্তৰণৰ আকুলতাত এই প্ৰাৰ্থনা, সৃষ্টিৰ মধ্যত পৰমাণুৰ নিত্য পৰিবৰ্তনত এই প্ৰাৰ্থনা, — সকলোকে লাগে — প্ৰকাশ লাগে, সকলোকে লাগে সচ্চিদানন্দত সু-প্ৰকাশ, — সকলোকে লাগে সম্পূৰ্ণতাৰ পূৰ্ণ প্ৰকাশ — মিলনৰ এক ভূমানন্দ ! নিখিল বিশ্বৰ গ্ৰহ উপগ্ৰহে, বিশ্বৰ কোলাৰ অণু-পৰমাণুয়ে, জড় জগতৰ জড়-পিণ্ডই, প্ৰাণী জগতৰ জীৱকুলে সমস্বৰে, নীৰৱ ভাষাৰে, প্ৰাণৰো প্ৰাণেৰে নিমিষে নিমিষে এই প্ৰাৰ্থনাকে কৰিব লাগিছে, — প্ৰকাশ লাগে, প্ৰকাশ লাগে, — তোমাৰ সত্যত প্ৰকাশ লাগে, তোমাৰ জ্যোতিত প্ৰকাশ লাগে, তোমাৰ অমৃতত প্ৰকাশ লাগে । হে প্ৰকাশমান, তুমি প্ৰকাশ হোৱাঁ । তোমাৰ প্ৰকাশেৰে আমাক প্ৰকাশ কৰাঁ । — হাটৰ বিকাৰৰ মাজত তুমি প্ৰকাশ হোৱাঁ, হাটৰ এন্ধাৰৰ মাজত তুমি প্ৰকাশ হোৱাঁ, হাটৰ মৃত্যুৰ মাজত তুমি প্ৰকাশ হোৱাঁ । জগতৰ কৰ্ম্মৰ মাজে, কলৰৱৰ মাজে অশ্ৰুধাৰাৰ মাজে তুমি প্ৰকাশ হোৱাঁ । মথুৰাহাটৰ হৰি তুমি, — ৰাসমণ্ডলৰ মধুৰ মুৰুলী বাজি উঠক । তোমাৰ মুৰুলীৰ সুৰত এদিনা আকাশৰ মেঘ বৈ বৈ বৈ গৈছিল, তুম্বুৰু প্ৰমুখ্যে গন্ধৰ্বসকল সুৰ শুনি গলি গৈছিল, ব্ৰহ্মাণ্ড-কটাহৰ মূললৈকে সেই সুৰ জিকাৰি উঠিছিল ! শুনি শুনি প্ৰজাপতিয়ে বিস্ময় মানিছিল ! আজি সেই সুৰে বজোৱাঁ, তাৰ ভুবন মোহন মধুৰ ধ্বনিৰে বিশ্বব্ৰহ্মাণ্ড জিনি যাওক । বাজি উঠাঁ, মোৰ প্ৰাণকৃষ্ণ, আকৌ এবাৰ বাজাঁ,— তোমাৰ প্ৰকাশত মোৰ সকলো শক্তি সাৰ্থক হওক । হে প্ৰকাশমান্, তুমি প্ৰকাশ হোৱাঁ — "আবিৰাবীৰ্ম এধি ।"

কোৱাঁ, কোৱাঁ মাতৃ, তোমাৰ এই কথাষাৰিত এনে এটি আকুলতা ফুটি উঠা নাই নে ? হয়, তুমি হাঁহিছা । তোমাৰ হাঁহিটি অন্তৰে সৈতে জিলিকি পৰিছে । তোমাৰ বাণীত, তোমাৰ বিত্তক পূৰ্ণ কৰাৰ তীব্ৰ আকুলতাত, প্ৰাণী হৃদয়ৰ আনন্দ কণিকাক পৰমানন্দৰ স্নিগ্ধ জ্যোতিৰে ৰঞ্জিত কৰি তাৰ নিৰানন্দ নিৰ্য্যান কৰা এই তোমাৰ সৰল হাবিলাষত গোটেই বিশ্বৰ সাৰ্ব্বজনীন প্ৰাৰ্থনা এটি জিলিকি পৰিছে, — সিয়ে আজি হ্লান পাত্ৰ

আৰু কালৰলৈ চাই প্ৰাণৰ অতি সৰল, অতি সহজ, সাধাৰণ ভাষাৰে তোমাৰ মুখত ফুটি অমৃত ঢালিছে ! — ভাৰতৰ কি মহৎ ভাগ্য ! বিশ্ব জগতৰ প্ৰাণবো প্ৰাণৰ এই প্ৰাৰ্থনাৰ বিশ্বসঙ্গীত, — তাৰ প্ৰথম মধুময় মূৰ্চ্ছনা বাজিছিল ব্ৰহ্মবাদিনী মাতা মৈত্ৰেয়ীৰ কোমল প্ৰাণত ! তাৰেই আভাস, তাৰেই প্ৰতিধ্বনি এটি বাজি উঠিছে ৰাধাৰ আজিৰ এই প্ৰাণৰ সুললিত সুৰটিত !

জ্ঞানৰ কঠোৰতাত, কৰ্ম্মৰ স্বেচ্ছাচাৰিতাত লিপ্ত হৈ থকা জীৱকুলৰ প্ৰাণত প্ৰেমৰ মধু বিলাই দি প্ৰেমময়ী ৰাধাৰ প্ৰেমৰ লীলাই জগত গোটেইখনি মধুময় কৰি তুলিলে, — তাৰ আজি ধূলিত মধু, বালিত মধু, ফুলত মধু, ফলত মধু, দিনত মধু, ৰাতিত মধু, আকাশে পাতালে মধু,—মধু—কেৱলে মধু ! এই মধুৰ মধুৰ সোৱাদ লবলৈ হলে জীৱই তাৰ হিয়াৰ ৰাধা শক্তি জগাই পাৰ কৰি নিৰ্বলৈ এইদৰেই প্ৰাণৰ কানাইক প্ৰেমেৰে মাতিব লাগিব । প্ৰাণৰ ৰাধাৰ প্ৰেমৰ আহ্বানত কানায়ে নিজে আহি আলক্ষিতে মোহন মুৰুলী বাই বাই মন প্ৰাণ হৰণ কৰি ৰাসমণ্ডলৰ উজ্জ্বল আলোকলৈ, প্ৰেমৰ মধুময় লোকলৈ, চিৰ আনন্দ চিৰ স্নিগ্ধ, চিৰ শান্ত নিত্যধামলৈ লৈ যাব । এয়ে মানব জীৱনৰ সাৰ্থকতা, এয়ে ভাৰতৰ ঋষিৰ ঈপ্সিত চিৰ কল্যাণ ! কি মধুৰ এই আশ্বাস, কি প্ৰাণভৰা এই আনন্দৰ বাতৰি ! — তোমাৰ মন প্ৰাণ, তোমাৰ চিত্ত হিমালয়ৰ অতি উচ্চ শুভ্ৰ শিখৰৰ দৰে সূৰ্য্যচন্দ্ৰমাৰ বিমল কিৰণত অমায়া শান্তিৰে জিলিকি থাকিব, — সংসাৰৰ তাপ, সংসাৰৰ কোলাহল, সংসাৰৰ হাহাকাৰ — শিল ধুমুহাৰ হিৰ্‌হিৰনি, বিজুলি ঢেৰেকণিৰ কৰচনিৰ দৰে বহু তলেদি গাজি গুমৰি মৰি যাব ! কি সেই শান্তি ! প্ৰাণ যে ভৰি যায় ! — মা, মা ! চিৰ দুখুনী মা মোৰ ! ইমান আনন্দ, ইমান অমৃত তোমাৰ ভাষাৰ এই সুললিত সুৰটিত জৰি জৰি পৰিছে ! কোনে বোলে তুমি দীন দুখুনী ? তুমি যে ৰাজ-ৰাজেশ্বৰী । ইকি ! তুমি হঠাৎ গম্ভীৰ হৈ উঠি যাব খোজা কিয় ? — বুজিছোঁ, তোমাৰ এই সুৰটিৰে তোমাৰ ভাষাক প্ৰশংসা কৰা দেখি তুমি মোক চকুৰ তৰ্জ্জনেৰে কব খুজিছা, — মোক যদি ভাল বুলি বুজিলি, তোৰ শ্ৰদ্ধাৰে, তোৰ ধৃতিৰে, প্ৰাণৰ প্ৰেমেৰে, চিত্তৰ সাধনাৰে মোক জিলিকাই তোল ।”— বুজিছোঁ, বুজিছোঁ মোৰ আৰাধ্যাদেবি, বেদৰ বাণীৰ দৰে অতি পবিত্ৰ তোমাৰ কথাটি বুজিব পাৰিছোঁ । মোৰ চিৰ তাপসি মাতৃ ! মই বেচ বুজিছোঁ — মোৰ প্ৰেমৰ সাধনা প্ৰাণৰ মাজত সহজ নহয় মানে, মোৰ নিদিধ্যাসন নহয় মানে যি বুজিলোঁ সি বুজা নহল । — এই যুগ — এই যুগত মানুহে বুজে, — বেচ বুজে, বুজি লোকক বুজাব পাৰে, — তথাপি, তথাপি বিশ্বাস নকৰে ! এই ভয়ঙ্কৰ যুগত, তুমি প্ৰেমময়ী জননী মোৰ, চকুৰ তীব্ৰ শাসনেৰে মোক সতৰ্ক কৰি দিছা, — যি বুজিছ তাৰে মনন কৰ, নিদিধ্যাসন কৰ, — জাগ্ৰত কৰ, জাগ্ৰত কৰ । প্ৰভাতৰ আলোকত তোৰ হিয়াৰ পদুম পাহি পাহিপাহিকৈ মুকলি হব । যি বুজিলি, তাকে তোৰ পূৰ্ণ বিশ্বাসেৰে প্ৰেম ভৰা প্ৰাণেৰে পূৰ্ণ কৰি তোল । — ইকি, ইকি ! তুমি গুচি যোৱা ? নেযাবা, নেযাবা প্ৰেমময়ী জননী ! মই যে এতিয়াও তোমাক প্ৰাণ ভৰি পূজা কৰিব পৰা নাই । — তুমি হাঁহিছা ? তুমি গুচি যোৱা বুলি মোৰ ভয় লগা দেখি হাঁহিছা ? তুমি যে মোৰ মূৰত হাত ফুৰাবলৈকে হাতখনি আঁতৰাই নি আকৌ বুলাইছা এই কথাটি বুজিব পৰা নাই দেখি হাঁহিছা ! হাঁহাঁ, তোমাৰ অসীম প্ৰেমত বিশ্বাস থকা হলে মোৰ নো আজি এনে হয় নে ? তুমি যে যাব নোৱাৰা বুজাই দিয়াঁ, বুজাই দিয়াঁ মা, তুমি মোৰ জীৱনেৰে জীয়াই থাকিবা । নিতে নিতে তোমাৰ প্ৰেমৰ পৰশ পাবই লাগিছোঁ । বীণা থমকি যায়, বীণাৰ গুঞ্জন কণুজুনুকৈ প্ৰাণৰ মাজত খন্তেকলৈ বাজিও থাকে । জ্যোতিৰ্ম্ময়ি জননী মোৰ ! সকলো কামৰ মাজত, সকলো কলৰবত এই কণুজুনু শুনাকৈ নুশুনো কিয় ? — মোৰ প্ৰেমত যে ধৃতি নাই, ধৈৰ্য্য নাই, — মোৰ কাম আসক্তিৰ জালেৰে অন্ধ, মোৰ চেষ্টা সংসাৰৰ জিঞ্জিৰিৰে বন্ধ, মোৰ প্ৰাণৰ পোহৰ স্বাৰ্থৰ কুঁৱলীৰে ধুৱঁলি-কুঁৱলী ! এই নিঃসহায় লাঞ্ছিত জীৱনত এনে মোৰ শক্তি নাই, এনে মোৰ সামৰ্থ্য নাই, তোমাৰ মন্ত্ৰ যে মন-মন্দিৰত জাগ্ৰত কৰিম ! তুমি মোৰ প্ৰাণৰ কৰুণ বেহাগত, মোৰ

প্ৰাণৰ বাসন্তী হিন্দোলত, — তুমি মোৰ সপোনত, মোৰ সচিতত তোমাৰ চিৰ তাপসীৰ চিকোণ মুৰতিৰে, তোমাৰ কোকিল কণ্ঠেৰে গাই যোৱাঁ, গাই থাকাঁ। তোমাৰ প্ৰাণ সঞ্চাৰিণী সুৰৰ শকতিত জানোচা কোনোবা কাহানি মোৰ আকুলতা জাগেই! এই জনমত নহলেও জন্মান্তৰত এই সুৰেই জানোচা এদিন প্ৰেমময়ী ৰাধিকাৰ চৰণপ্ৰান্তলৈ লৈ যায়েই। গোৱাঁ, গোৱাঁ দেবি! গোৱাঁ মোৰ বাহিৰে, গোৱাঁ মোৰ অন্তৰে, গোৱাঁ মোৰ দেশৰ ভাই ভনীটিৰ মুখেৰে, মোৰ দেশৰ ফুলে ফুলে, লতাই লতাই, বতাহে বতাহে তোমাৰ সুৰ বাজি উঠক; বাজি উঠক তাৰ দিনত, বাজি উঠক তাৰ ৰাতিত; বাজি উঠক তাৰ বৃদ্ধিত, বাজি উঠক তাৰ অপচয়ত; বাজি উঠক তাৰ জীৱনত, বাজি উঠক তাৰ মৰণত; বাজক, বাজক তাৰ ৰাতি দিনৰ দোমোজাত, বাজক তাৰ নতুন পুৰণিৰ মিলন সন্ধিত। হুঁচৰি! বাছি থাক! — বাছি থাক হুঁচৰি! নতুন আৰু পুৰণি বছৰৰ মিলন সংক্ৰান্তিত অসমীয়া ভাই ভনীটিৰ দুৱাৰে দুৱাৰে এই অমৃতৰো মধুৰ সুৰৰ ধাৰা আঁজলি ভৰি বিলাই ফুৰিবি :–

"মথুৰাৰ হাটলৈ যাবকে নোৱাৰি
কানায়ে নিদিলে বাট ঐ
গোবিন্দাই ৰাম।
ৰাধাই বোলে, কানাই, নিয়াঁ পাৰে কৰি,
যাওঁ মথুৰাৰ হাট ঐ
গোবিন্দাই ৰাম॥"

তোৰ আজি কি ভাগ্য! এই বিহুৰ দিনা তোৰ দুৱাৰলৈ কৰ্ম্মই আনি দিছে আনন্দৰ কণিকা, প্ৰকৃতিৰ প্ৰভাৱে আনি দিছে আনন্দৰ কণিকা! গৌৰৱ কৰ, আনন্দ কৰ। এই আনন্দৰ কণিকাই এক আনন্দ সাগৰৰ বাতৰি তোৰ প্ৰাণৰ মাজলৈ যে বলাই আনিছে। প্ৰেমময়ৰ আকুলতাই তোৰ আনন্দৰ কণিকাত, তোৰ পঁজাৰ দুৱাৰত আজি প্ৰেমেৰে পৰশ দিছে। কি পবিত্ৰ এই প্ৰেমৰ পৰশ! আনন্দ কণিকা উতলি উঠিছে! —তাৰ সুৰে সুৰে দুই হাত তুলি প্ৰেমময়ৰ পৰম ধামলৈ লৰি যা,— লৰি যা তই উধাতুৰে। ভয় নাই, তই যে অমৃতৰ সন্তান! লৰি যা তোৰ আপোন ঘৰলৈ, — য'ত ভেদ নাই, অন্ধকাৰ নাই, বিষাদ নাই, মৃত্যু নাই, — এক প্ৰেমৰ অপাৰ সাগৰ, — সাগৰ ভৰা মধু, সাগৰ ভৰা অমৃত! — কোনে ক'ত মন মাৰি আছ? কোন ক'ত সোমাই আছ? আহ আজি ওলাই আহ, তোৰ আনন্দ কণিকাৰ পোহৰে পোহৰে লৰি যা। — তাক কামেৰে পঙ্কিল নকৰিবি, ইন্দ্ৰিয় লালসাৰে কলুষিত নকৰিবি। — কি? নোৱাৰিবি? নোৱাৰিবি? তোৰ মনৰ লালসাই টানি নিব খোজে? ৰাধাপটি বাট জিলিকি আছে! ভয় কিহৰ? এবাৰ প্ৰাণ ভৰি শ্ৰীৰাধাৰ নাম ল। তোৰ শৰীৰলৈ শক্তি আহিব। প্ৰেমময়ী ৰাধিকাৰ পবিত্ৰ নামত মনৰ নীচ লালসা জুই পৰি মৰি যাব। এবাৰ, এবাৰ তোৰ হৃদয়ৰ হ্লাদিনী জগাই তোল। প্ৰাণৰ মাজত ৰাধাৰ কাণত কানাইৰ বেনু বাজি উঠিব,— কানাইৰ প্ৰেমৰ পৰশত অচিৰে প্ৰাণ তোৰ পূৰ্ণ হব। — গোৱাঁ মা, গোৱাঁ তেনে গাই থাকাঁ, -- জগতৰ মাজত, দেশৰ মাজত মোৰ প্ৰাণৰ মাজত ৰাধা শক্তি নেজাগে মানে, মোৰ ভাই ভনীটিৰ হৃদয়ে হৃদয়ে হ্লাদিনী শক্তি নজলে মানে গাই থাকাঁ; — গোৱাঁ আজি ৰাধাকৃষ্ণৰ মধুৰ লীলাৰ মধুৰ ৰসেৰে, গোৱাঁ আজি পৰম ভক্তৰ ৰসৰ কণ্ঠেৰে, গোৱাঁ আজি প্ৰাণ ভৰা অসীম প্ৰেমেৰে :–

"জয় ৰা ধে — জয় ৰা ধে — প্ৰেম ম য়ি জয় ৰা ধে।
জয় ৰা ধে — জয় ৰা ধে — প্ৰেম ম য়ি জয় ৰা ধে॥"

শ্ৰীকৃষ্ণাৰ্পণমস্তু

---

## আগকথা

মালচী মোৰ ভয়ে ভক্তিৰে এখুজি দুখুজিকৈ ৰাইজৰ আগলৈ ওলাল। কেনিবা কাৰবাৰ হিয়া-দাপোনৰ মলি অকণিমান মলচিব পাৰিলে তাইৰ মালচী নাম সাৰ্থক হব। ঈশ্বৰে তাইক তেনে সৌভাগ্য দিব নে ?

" প্ৰাংশুলভ্যে ফলে লোভাদুদ্বাহুৰিব বামনঃ "

——— ইন্দ্ৰ ———

# মালচী

## মূৰ্ত্তিপূজা

কাগজে কলমে যুক্তিয়ে তৰ্কই কতই কতবাৰ মূৰ্ত্তিপূজাক মাৰি মুখৰ ছাঁই মাটি গুচাবৰো যো-যা কৰিছিল, তেও– তেওচো আজিও মূৰ্ত্তিপূজাই বিজয় গৌৰবেৰে ভাৰতৰ বুকুত তিৰ্‌বিৰ্‌কৈ হাঁহিব লাগিছে। ৰাৱণৰ দৰে ভাবিবৰে মন যায়– "মৰিও নমৰে ৰাম ই কেনে বৈৰী !" ৰামত এনে কি অমৰণ গুণ আছে যাৰ যহত শত ধিক্কাৰ সহস্ৰ আস্ফালন তুচ্ছ কৰি আজিও যে মুৰ তুলি হাঁহিব পাৰিছে। বুদ্ধদেৱে মূৰ্ত্তিপূজা নেমানিছিল, কোনো প্ৰশ্ৰয় নিদিছিল। মূৰ্ত্তিৰ বিপক্ষে ভাৰত জোৰা কি সেই তুমুল আন্দোলন, ৰাজশক্তিৰ কি সেই প্ৰবলতম প্ৰচেষ্টা। বুদ্ধদেৱৰ বেলিমাৰৰ লগে লগে সেইয়া সেই বুদ্ধদেৱৰ মূৰ্ত্তিয়েই গোটেই ভাৰত ছাটি পেলাই ভাৰতৰ সাধনা ভাৰতৰ কৃষ্টি আজিও ট-টকাই জিলিকাই ৰাখিছে। "গোৰাৰী ছোড়য় যব হৰি ছোড়ায়ে নাহি" – "কমলি" এৰিলেও "কমলি" য়ে নেৰে দেখোন !

এৰে কেনেকৈ ? মনক তাৰ ইন্দ্ৰিয়েৰে ধৰিবৰলৈ এটি আলম্ব লাগে। সেয়ে নহলে সি ভাবিব নোৱাৰে। অসীম বা শূণ্যৰ কল্পনা সি কৰে কিহেৰে ? ৰূপ ৰস গন্ধ স্পৰ্শ আৰু শব্দৰ মূৰ্ত্তি লৈয়ে তাৰ দৈনন্দিন খেলা, এইবিলাক লৈয়ে তাৰ চিন্তা ! মূৰ্ত্তি থকা পদাৰ্থৰ কথাই নাই, অমূৰ্ত্ত ভাবৰো মূৰ্ত্তি সাজিয়েই সি ধাৰণা কৰে। একো য'ত নাই সি তাক ভাবিবলৈ হলে কিবা এখনি নিটাল-টাল নিজান ঠাই–"শূণ্য" অৰ্থাৎ পশুহত্যাৰ নিমিত্তে উপযোগী যি ঠাই–তেনে জন প্ৰাণীহিন শূণ্যৰ কথাকেই হে ভাবে। সেই নিজান ঠাই তাৰ, বৃত্তাকাৰ দিখাল ৰেখাৰে, অথবা আকাশ আৰু পৃথিবীয়ে আবৰি থকা একো নথকা যেন দেখা বায়ুমণ্ডলৰ পৰিধিৰ আভাসেৰে যিটি মূৰতি সেই মূৰতিটিকেই 'শূণ্য' এই কথাষাৰি ভাবিলে অথবা কাগজে পত্ৰই তদনুৰূপ গোলাকাৰ সৰু অঙ্ক এটি দেখি ধাৰণা কৰিবলৈ হলে মনত আপোনা আপুনি ভাহি উঠে। যেতিয়া অসীম মহাশূণ্যৰ কথা আহি পৰেহি তেতিয়াও মনে এই শূণ্যতাৰ সীমাকে একেবাৰেই অস্ফুট হৈ মনিব নোৱাৰা হোৱালৈকে কল্পনাত বঢ়াই নি শেহত একোকে ধাৰণা কৰিব নোৱাৰি তাক অচিন্ত্য বুলি মানি লয়।

এইদৰেই ঈশ্বৰ চিন্তা কৰিবৰ বেলিকা আপোনা আপুনি সাকাৰ জগতৰ চিন্তা আহি পৰেহি। আমাৰ এনে কোনো চিত্তবৃত্তি নাই যাৰে নিৰাকাৰ নিৰ্গুণ ঈশ্বৰক জানিব পাৰি। যোগীৰ নিৰ্ব্বিকল্প সমাধিত ব্ৰহ্মৰ অনুভূতি হোৱাৰ কথা শুনা যায়।–সি এক উচ্চ স্তৰৰ কথা।

য়ুৰোপৰ দাৰ্শনিক আৰু ভাৰতীয় দাৰ্শনিক সকলৰ মতামত আলোচনা কৰিলে স্পষ্টকৈ বুজা যায় যে আমাৰ মানসিক বৃত্তি বিলাক, –কি ভাবনা, কি ইচ্ছাশক্তি, কি অনুভূতি – সকলোৰেই সাকাৰ মূলক আৰু সিবিলাকেৰ জ্ঞান সাকাৰ পদাৰ্থৰ জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰে। আমাৰ আধ্যাত্মিক জগতৰ ঈশ্বৰ সম্বন্ধীয় জ্ঞানো যে সাকাৰ। জ্ঞান বুলিলেই জ্ঞাতা আৰু জ্ঞেয় পদাৰ্থৰ আৱশ্যক। আমাৰ সহজাত ভাব বা সংস্কাৰ নিৰাকাৰ হব পাৰে ; কিন্তু তাৰ জ্ঞান লাভ কৰিবলৈ হলেই অথবা ধাৰণা কৰিবলৈ গলেই সাকাৰ জগতৰ আশ্ৰয় নলৈ যে নোৱাৰি। প্ৰেম, দয়া, কৰুণা আদি শব্দবিলাকৰ অন্তৰালত সাকাৰ জগতৰ একো একোটি ক্ষীণ আভাস বৰ্ত্তমান। সি যে এক ভূয়োদৰ্শনৰ ফল তাক স্বীকাৰ নকৰি উপায় নাই। বহিৰ্জগতৰ চিত্ৰবিলাকক ভাগে ভাগে সজোৱা কাৰ্য্যটিকে আমি চিন্তা নোবোলোঁ জানো ?

তথাপিতো কোনো কোনো বৈজ্ঞানিকে কব খোজে– সিবিলাকে মূৰ্ত্তি নহলেও চিন্তা কৰিব পাৰে। মুখেৰে এনে দৰে প্ৰকাশ কৰিলেও চিন্তা কৰিবৰ বেলিকা, ধাৰণা কৰিবৰ বেলিকা কাৰ্য্যতঃ সিবিলাকে কৰে কি ? বিজ্ঞানৰ আৱৰণৰ পৰাই দেখোন মূৰ্ত্তিৰেই খেলা। জয়জয়তে সিবিলাকে যাক বিন্দু বোলে তাৰ হেনো স্থিতি আছে বিস্তৃতি হে নাই। এনে আয়তনহীন বিন্দুক য'তে ত'তে কাগজে কলিয়ে নিচেই সৰু আয়তনৰ ফোঁট এটি দি নললে মনেৰে চোন ধৰিব নোৱাৰি। সৰল ৰেখা বুলিলে সমূলি পুতল নোহোৱা এক দীঘৰ কথা কয়।

অথচ মনেৰে ধৰিবৰ বেলিকা নিচেই সৰু পুতলেৰে চুলি যেন দীঘল আঁক এডালি দি নললে নোৱাৰে চোন। সিবিলাকৰ বিজ্ঞানাগাৰত সেইবিলাক কাৰ যন্ত্ৰপাতি—কাৰ মুৰতি ? নেদেখা নমনা শক্তিৰ ক্ৰিয়া একোটি নিজে ভাবিবলৈ গৈ অন্যক ভবাবলৈ গৈ সেইবিলাকৰ ব্যৱহাৰ সিবিলাকে কৰে কিয় ? আজি দৰ্শন বিজ্ঞানৰ এই পয়োভৰৰ দিনতো জগতৰ সুসভ্য জাতি বিলাকে নিজ নিজ জাতীয় পতকাক অভিবাদন জনাই ইমান সম্মান কৰে কিয় ? জাতীয় পতাকাখনি দেখোন জাতি নহয়। ইমানতো ভাবিবলৈ যদি মূৰ্ত্তিৰ প্ৰয়োজন নাই বোলে তেনে আমাৰ মাতিবলৈ আৰু ঠাই নেথাকে।

ভাবে যেনেকৈ মনত মূৰ্ত্তি জগায়, মূৰ্ত্তিয়েও সেইদৰে ভাব জগায়। ভাবে যি মূৰ্ত্তি আনে সি যে সদায় স্পষ্ট সিও নহয় আৰু ভাব অনা সকলো মূৰ্ত্তিয়েই যে সদায় স্পষ্ট হব লাগিব তাৰো কোনো মানে নাই। এটি সুৰ, এটি শব্দ, এটি বাণী, এটি প্ৰতীক, এটি সাদৃশ্যৰ আভাস প্ৰত্যক্ষ হলেই সেই বিষয়ত ভাব, তৰ মূল পদাৰ্থৰ কথা আমাৰ মনত জাগি উঠে। কোনো এটি বিশেষ ভাব জগোৱা যি যি কথা যি যি বস্তু আছে আমি তেনে গোটেইবিলাকক সেই ভাবৰ মূৰ্ত্তি বোলোঁ। ভাবে যি আভাস মনত জগায়, অথবা যি আভাসে তাৰ ভাব মনলৈ আনে সেয়ে তাৰ মূৰ্ত্তি, সেয়ে তাৰ ৰূপ। মূৰ্ত্তিৰ এনে বহল অৰ্থত মূৰ্ত্তি পূজা নকৰে কোনে ? এসময়ত এগৰাকী অন্যধৰ্ম্মৰ শিক্ষিত লোকে এজন মূৰ্ত্তিপূজকৰ আগত ভালেখিনি পৰ মূৰ্ত্তিপূজাৰ বিপক্ষে বহুতো কিবাকিবি কৈ আছিল। কওঁতাজন বৰ ধাৰ্ম্মিক নহলেও ধৰ্ম্মভীৰু যেন পাই মূৰ্ত্তিপূজকে কথাৰে একো প্ৰত্যুত্তৰ নকৰি কাগজ এটুকুৰা লৈ তাতে কওঁতাৰ ভাষাৰে "ঈশ্বৰ" এই শব্দটি আৰু তাৰ তলতে সিবিলাকৰ ভাৰ্যব্যক্ত মহাপুৰুষৰ নামটি লিখি সিগৰাকীক কাগজ টুকুৰা মোহাৰি অপবিত্ৰ ঠাই এটুকুৰাত পেলাবলৈ দিলে। শিক্ষিত লোক জনে বজা পৰি ইতস্ততঃ কৰা দেখি মূৰ্ত্তিপূজকে সুধিলে—"এটুকুৰা কাগজ, তাক পেলাবলৈ আপোনাৰ আপত্তি কি ?" বেচেৰীয়ে প্ৰকাৰান্তৰে তেওঁৰ বক্তৃতৰ সমিধান পাই অস্বস্তি বোধ কৰি সগৌৰবে উঠি গ'ল।

ব্ৰহ্ম বুলিলে আমাৰ মনত ঈশ্বৰৰ ভাব জাগে। এই শব্দটি ঈশ্বৰৰ স্মাৰক মন্ত্ৰ। এয়ে ঈশ্বৰৰ শব্দৰ মূৰ্ত্তি ! অথচ পৰিমাণ হিচাপে ই কিমান অসম্পূৰ্ণ, কিমান ক্ষুদ্ৰাতিক্ষুদ্ৰ। এই বিশ্বব্ৰহ্মাণ্ডৰ এচমকা ঠাইত ইয়াৰ অৰ্থবোধ, ভাৰতৰ বাহিৰে ই এক অৰ্থহীন , ভাবহীন শব্দ—একেবাৰেই প্ৰস্তৰৰ দৰে অসাড় ! নিৰাকাৰ ব্ৰহ্মক সাকাৰ প্ৰতিমাৰে আগুৰিবলৈ যোৱাৰ দৰে ইয়াতো সেই অমাৰ্জ্জনীয় ধৃষ্টতা। যাক বাক্যেৰে প্ৰকাশ কৰিব নোৱাৰি সেই অব্যক্তক দুটি যুক্তাক্ষৰেৰে প্ৰকাশ কৰিবলৈ যোৱা কি হাস্যোদ্দীপক প্ৰয়াস ! আমাৰ যে আৰু অন্য উপায় নাই। মনৰ ধৰ্ম্মই হৈছে সত্যক খণ্ড খণ্ড কৈ দিয়া আধ্যাত্মিক ক্ষেত্ৰতো সত্যই খণ্ড খণ্ড হৈয়ে মনত প্ৰকাশ পায়। অসম্পূৰ্ণ হলেও তেনে এটি উপলক্ষ্য, তেনে এটি আলম্ব নহলে, তেনে এটি ভাবোদ্দীপক শব্দ নহলে আমাৰ নচলে। দেশে দেশে বিভিন্ন আখৰেৰে ঈশ্বৰৰ এই শব্দ মূৰ্ত্তিকে প্ৰতিমা গঢ়াদি গঢ়ি লৈছে। নিৰ্গুণ নিৰ্ব্বিকাৰ ব্ৰহ্মক নানান গুণেৰে ভূষিত কৰি উপাসনাৰে হৃদয়লৈ টানি আনিছে। নিৰ্গুণ ব্ৰহ্মক উপলব্ধি কৰা যায়, উপাসনা কৰিবলৈ সেই ব্ৰহ্মক সগুণ বা সাকাৰ নকৰিলে নোৱাৰি। যাৰ কোনো গুণ নাই তেওঁক দয়াময় বা কৃপাময় বোলা যেনে, যাৰ কোনো ৰূপ নাই তেওঁক প্ৰতিমাৰে ৰূপ দিয়াও তেনে। ভাব শব্দৰ মাজে, ছন্দৰ মাজে, সুৰৰ মাজে যেনেকৈ জাগে উপমাৰ মাজে প্ৰতিমাৰ মাজেও সেইদৰেই জাগে। জগতত আমি গৈ থকা বস্তুৰ যি একোটি বৈ থকা নাম দিওঁ সি যাউতিযুগীয়া সঁচা নাম হব নোৱাৰে। আমাৰ 'নবীন' নামৰ কেচুৱাটি 'প্ৰবীন' হৈ কিবাটো হয়। অথচ তাৰ নাম মৰিগলেও সেই নবীনেই। দৰ্শনৰ চকুত নাম যেনে মায়া, ৰূপো তেনে মায়া,—দুয়োটি মিথ্যা। ইফালে ধ্যান ধাৰণাৰ বেলিকা দুয়োটি সঁচা। দুয়োটি নহলে নচলে।

শব্দৰ মূৰ্ত্তিয়ে যিটি ভাব মনত জগায় সি সাধাৰণৰ মনত সিমান পৰিস্ফুৰকৈ জ্বলি নুঠে। সাধাৰণৰ মনে ৰূপৰ মূৰ্ত্তি বিচাৰি অন্তৰৰ মূৰ্ত্তিটি আৰু জ্বলাবলৈ "প্ৰতিমা প্ৰতিমা" বুলি আকুল হয়। সেইহে কোনো কোনো ধৰ্ম্মমতে আগদুৱাৰেদি প্ৰকাশ্যে মূৰ্ত্তিপূজাক বিদায় দিলেও পাচ দুৱাৰেদি ভগবানৰ ভাবোদ্দীপক কোনো স্থান, কোনো প্ৰতীক, কোনো সূত্ৰ বা গ্ৰন্থই অজ্ঞাতসাৰে আহি পূজাৰ সিংহাসন জুৰি বহি থাকেহি। তাক কোনোমতেই বাধা দি ৰাখিব নোৱাৰি।

সেয়ে যদি হয় তেনে মূৰ্ত্তিপূজাৰ বিৰুদ্ধে ইমান কোলাহল ইমান বাদানুবাদ মাজে মাজে ভাৰতত আমি শুনিবলৈ

পাওঁ কিয় ? হোৱাই নোহোৱাই কোলাহল কৰাটো জগতৰ প্ৰবৃত্তিয়েই হৰলা ;– কোনোৱে কৰে দেখি বুজি, কোনোৱে কৰে নেজানি নুবুজি – এয়ে যি প্ৰভেদ। সাধাৰণতে বৰ কোলাহল আহে অন্য পথৰ পথিক বা প্ৰচাৰক সকলৰ পৰা। এখন নগৰত মিচনৰ ধৰ্ম্ম প্ৰচাৰক চাহাব এজনে বহিবঁলৈ ঠাই নেপায় বাইবেল পুথিৰ টোপোলা এটিতে বহা দেখি জনদিয়েক খৃষ্টধৰ্ম্মাবলম্বী ভাৰতবাসীয়ে সহিব নোৱাৰি চাহাবক আপত্তি জনোয়াত তেওঁ উত্তৰ দিলে,—"চিয়েহিৰে ছপা কৰা কাগজ এসোপাত মই বহিছোঁ তাত তোমালকে আপত্তি কৰাৰ কোনো কাৰণ নাই"। কথাটো সমান্য হলেও ইয়াতে ভাৰতবাসীৰ আৰু অন্যদেশৰ ধৰ্ম্ম প্ৰচাৰক সকলৰ ভিতৰত মনৰ যি সহজাত ভাবৰ নিগূঢ় পাৰ্থক্য সেইটি বেচকৈয়ে ফুটি পৰিছে। এনে বিজাতীয় বিতণ্ডালৈ আমি কাণ নিদিয়াই শ্ৰেয়, কিয়নো মানব-হৃদয়ৰ এই দৌৰ্ব্বল্য অনাদি কালৰ পৰা চলিয়েই আছে। ইয়াক একে কথাতে পৰমহংসদেৱে 'মতুৱাৰ বুদ্ধি' বুলিছিল–কোনো একমতাবলম্বী মানুহে ভাবে সিবিলাকৰ মতেই হে মত–অন্যৰ মতত কোনো মূল্যই নাই। এই মতুৱাৰ বুদ্ধিক ভাৰতে চিৰকাল পুতৌ কৰি আহিছে–ভাৰতৰ বিশ্বাস–"যত মত তত পথ", "ঋজুকুটিল নানাপথজুষাং নৃণামেকো গম্যস্ত্বমসি পয়সামৰ্ণব ইব।" – ঋজুয়েই হওক বা কুটিলেই হওক ভিন ভিন নৈ একে সাগৰলৈ যোৱাৰ দৰে ভিন ভিন ধৰ্ম্মপথৰ পথিক সেই একে গম্যস্থানলৈকে গতি কৰে। ভাৰতৰ এই মহাসমন্বয়ৰ অমৃতময় বাণীৰ আগত এনে বুদ্ধিৰ স্থান ক'ত ? আৰু এক কোলাহল উঠে বিজাতীয় ভাবাপন্ন স্বদেশীয় শিক্ষিত সকলৰ পৰা–যাক জাষ্টিচ্ উড্‌ৰফ চাহেবে ইংৰাজৰ "মানস পুত্ৰ" বুলি এক বিশিষ্ট শ্ৰেণীৰ সম্মান দি গৈছে। আৰু উঠে প্ৰতিমা পূজি ভগ্ন মনোৰথ হোৱা কালাপাহাৰৰ দৰে স্বদেশীয়ৰ পৰা। ইয়াৰ আগৰ বিধক "ঘণ্টাকৰ্ণৰ ঘণ্টাধ্বনি" বুলি আৰু পাচৰ বিধক "নোপোৱা আঙুৰৰ বৰাগী বাণী" বুলি অথবা এফেৰা মোলায়েমকৈ 'নিৰাশ্বাস প্ৰণয়ৰ উদ্ভ্ৰান্ত উদ্গীৰণ' বুলি সামৰি থোৱাই ভাল।

ইয়াত বাজেও কিছু কালৰ আগতে ভৰতৰ অতি উজ্জ্বল বঙ্গ কেশৱাকীমানেও মূৰ্ত্তিপূজাৰ বিৰুদ্ধে মূৰ তুলি উঠি একো একোখনি নতুন সম্প্ৰদায় গঠন কৰি যাবলগীয়াত পৰিছিল। মনৰ প্ৰবৃত্তিবিলাকে মানুহক সহজে সংকীৰ্ণ কৰি উজ্জ্বল আদৰ্শৰ পৰা অতৰাই নি সচৰাচৰ যি ধৰ্ম্মৰ গ্লানি কৰে যি অপব্যৱহাৰৰ কলঙ্কেৰে কলঙ্কিত কৰে, সেই গ্লানি সেই কলঙ্ক 'মতুৱাৰ বুদ্ধি' আৰু স্বজাতিৰ বিজাতীয় প্ৰতিধ্বনিয়ে পাই একেবাৰেই দ্বিগুণ কৰি তুলিলে। তাৰ ক্ষীণ আদৰ্শৰ অস্তিত্বও নুমাই যায় যায় হ'ল। তেনে সন্ধিক্ষণত চিৰ আদৰ্শ উজ্জ্বলকৈ ৰাখিবলৈ একে কালতে ঠায়ে ঠায়ে অসীম প্ৰতিভাশালী মহাপুৰুষৰ আবিৰ্ভাৱ হৈছিল। এই মহাপুৰুষ সকলৰ মাজত আৰ্য্য সম্প্ৰদায়ৰ মহৰ্ষি স্বামী দয়ানন্দ, ব্ৰাহ্ম সম্প্ৰদায়ৰ মহৰ্ষি ৰাজা ৰামমোহন ৰায় আৰু শিখ সম্প্ৰদায়ৰ শ্ৰীগুৰু নানক দেৱেই প্ৰধান। ইবিলাকৰ ভিতৰত মহৰ্ষি স্বামীয়ে মূৰ্ত্তিপূজা বেদত নাই বুলিয়েই প্ৰকাশ কৰিছিল। প্ৰস্তৰ বা মৃণ্ময় মূৰ্ত্তিপূজা কৰাৰ কথা বেদত নাই বুলিছে যেতিয়া ধৰি লোৱা যাওক প্ৰকাশ্যে নেথাকিবও পাৰে ; কিন্তু ভাবক ৰূপ দি ধ্যন ধাৰণা কৰাৰ কথা বেদত যে নাই তাক কোনোমতেই মানি লব নোৱাৰি। বেদ কিখন নো কি ? ভাৰতৰ মনীষীসকলে বেদকিখনকে দেখোন ব্ৰহ্মাৰ "বাঙ্ময়ী মূৰ্ত্তি" বোলে। সৰহলৈ নগৈ সকলোৱে সহজতে পোৱা বেদৰ যিটি 'পুৰুষ সূক্ত' সেইটি কি ?–"যাৰ মনৰ পৰা চন্দ্ৰমাৰ, চক্ষুৰ পৰা সূৰ্য্যৰ, কৰ্ণবিবৰৰ পৰা বায়ুৰ আৰু প্ৰাণৰ, মুখৰ পৰা অগ্নিৰ জনম, সেই অনন্তশিৰেৰে অনন্ত নেত্ৰেৰে অনন্ত চৰণেৰে যে বিজ্ঞানময় পুৰুষৰ বিৰাট দেহ" সেয়ে ভগবানৰ বিশ্বৰূপৰ আভাস নহয়নে। এয়ে যে বিশ্বৰূপৰ প্ৰতিমা। মহৰ্ষি ৰাম মোহন ৰায়েও ব্ৰহ্মৰ সাকাৰ ৰূপ এৰি সগুণ ব্ৰহ্মৰ উপাসনা কৰিছিল–আকাৰেৰে নেবান্ধি শব্দেৰে বান্ধিছিল ; ওঁ এই প্ৰণবটিকে ব্ৰহ্মৰ প্ৰতীক বুলি গ্ৰহণ কৰিছিল। যাৰ অগণন আকাৰ আছে অথচ নিৰ্দ্দিষ্ট আকাৰ একো নাই, তাৰাৰ মণিমালাৰে তিৰ্‌বিৰোৱা নীল আকাশ যেন থালখনিত চন্দ্ৰ সূৰ্য্যৰ প্ৰদীপে অনবচ্ছিন্ন যাক আৰতি কৰিব লাগিছে, যাৰ দীপ্তিৰে নিখিল বিশ্ব উদ্দীপিত সেই বিৰাট জ্যোতিৰ্ম্ময়ৰ যি ধ্যান ধাৰণা শ্ৰীগুৰু নানকদেৱে কৰিছিল সেয়ে বিশ্বৰূপৰ আভাস নহয় নে, ৰূপ নহয় নে ? এই ৰূপৰে শ্ৰীমুখ নিসৃত বাণী এই সবাকী মহাপুৰুষে স্পষ্টকৈ শুনিবলৈ পাইয়ে ধৰ্ম্ম প্ৰচাৰত প্ৰবৃত্ত হৈছিল। মুঠতে ইবিলাকে উপাস্যকে লক্ষ্য বুলি লোৱা মূৰ্ত্তিপূজাৰ যি অপব্যৱহাৰ তাৰ বিৰুদ্ধেহে তীব্ৰ সুৰেৰে প্ৰতিবাদ কৰিছিল। ইবিলাকৰ জীৱন জোৱা যুদ্ধৰ কলত সেইকালৰ মূৰ্ত্তিপূজা

মূৰ্ত্তিলৈ নামি নাহিল। আকৌ এবাৰ ভাৱতে বুজি ললে— মূৰ্ত্তিয়েই চৰম নহয়, বিশ্ব প্ৰকৃতিয়েই চৰম নহয়, যাৰ প্ৰকাশেৰে মূৰ্ত্তি প্ৰকাশিত, বিশ্বপ্ৰকৃতি প্ৰকাশিত—তেওঁ হে আৰাধনীয়, তেওঁ হে পূজাৰ পাত্ৰ। চকুৰে যাক দেখা নেযায়, যাৰ কাৰণে চকুৱে দেখে সেয়েহে ব্ৰহ্ম, তেওঁক উপাসনা কৰাঁ—"যচ্চক্ষুষা ন পশ্যতি যেন চক্ষুংষি পশ্যন্তি তদেব ব্ৰহ্ম ত্বং বিদ্ধি নেদম্ যদিদমুপাসতে।"

কিছুকালৰ আগতে আৰ্য্য সম্প্ৰদায় আৰু ব্ৰাহ্ম সম্প্ৰদায়ৰ বাগ্মী প্ৰচাৰক সকলে প্ৰকাশ্যে কাগজে পত্ৰই সভাই সমিতিয়ে মূৰ্ত্তিপূজাৰ নিন্দা কৰি ফুৰিছিল। তাৰ ঢউৱে আমাৰ শিক্ষিত অসমীয়াৰ কেবাগৰাকীকো কোবাইছিল। এঠাইত বোলে বৰদোৱা সত্ৰৰ পৰা আনি শঙ্কৰ মন্দিৰত স্থাপন কৰা কৃষ্ণৰ মূৰ্ত্তি এটি ফিৰাই দি মহাপুৰুষৰ পুথি এখনিৰে থাপনা পাতিলে। পুথিত মূৰ্ত্তি, মূৰ্ত্তিত মূৰ্ত্তি। তাত আপত্তি উঠাৰ কাৰণ একো নাই। আপত্তি উঠে কেৱলে সিবিলাকৰ আচৰিত মনোবৃত্তিত। সিবিলাকে মহাপুৰুষ শ্ৰীশঙ্কৰ দেৱৰ মতামত বিচাৰ নকৰি তেখেতৰ সত্ৰৰ পৰা মাতি আনি থাপনা পতা কৃষ্ণ মূৰ্ত্তি এটি এনে অনাদৰে প্ৰত্যাখ্যান কৰিলে কিয় ? ইয়াকে দেখি শুনিয়েই হবলা মহাপুৰুষীয়া শিক্ষিত মহন্ত কেগৰাকীমানেও আজিৰ এই দিনতো সভাই সমিতিয়ে কৈ ফুৰিবলৈ ধৰিছে— মহাপুৰুষীয়া ধৰ্ম্ম মতত মূৰ্ত্তিপূজা নাই। "তীৰ্থ বুলি কৰে জলত শুদ্ধি, প্ৰতিমাত কৰে দেৱতা বুদ্ধি, বৈষ্ণৱত নাহি ই সব মতি, গৰুতো অধম কৃষ্ণ বদতি।"—মহাপুৰুষীয়া বৈষ্ণৱে জলত তীৰ্থ বুদ্ধি নকৰে, প্ৰতিমাত দেৱতা বুদ্ধি নকৰে। অবাক কৰিলে। যি মহাপুৰুষৰ ধৰ্ম্ম প্ৰচাৰৰ প্ৰথম প্ৰেৰণাই হল পৃথিবীয়ে বুকু খুলি তুলি দিয়া বাসুদেৱৰ সুন্দৰ প্ৰতিমা, যি মহাপুৰুষে দৈৱকীনন্দন কৃষ্ণৰ মৰণশীল ৰক্তমাংসৰ জড় শৰীৰত চৈতন্য স্বৰূপ হৰিৰ উপাসনা দিনে ৰাতিয়ে কৰি গল, যি মহাপুৰুষৰ পাটবাউসী সত্ৰত লক্ষ্মী নাৰায়ণৰ মূৰ্ত্তিয়ে, বৰপেটা ধামৰ কলীয়া ঠাকুৰৰ মূৰ্ত্তিয়ে আজিও আমাৰ উচ্চ স্তৰৰ পৰা নিম্ন স্তৰলৈকে সকলো প্ৰজাৰ প্ৰাণৰ পূজা পাবই লাগিছে, যি মহাপুৰুষে নিজমতৰ দৰ্শন তত্ত্ব প্ৰসঙ্গত নিস্পৃহ ভক্ত, ৰসময়ী ভক্তি আৰু ভগবানৰ ঠাইত "দেৱ যদুপতি"ৰ উল্লেখ কৰি গৈছে, যাৰ কীৰ্ত্তন পুথিত ভকত সকলে উপাস্য দেৱতাৰ স্থিৰ বুদ্ধি কৰি প্ৰত্যেক অঙ্গক চিন্তিবৰ কাৰণে, যেনে মনোময় ৰূপেৰে ধ্যান বৰ্ণনাত প্ৰতিমা এখনি যি সুন্দৰকৈ আঁকি দি গৈছে, যাৰ "মুখে বোলা ৰাম হৃদয়ে ভাবিও ৰূপ" এই মধুময় বাণী আজিও অসমীয়া বৈষ্ণৱৰ সমাজে সমাজে কত শতবাৰ ধ্বনিত হ'ব লাগিছে— সেই মহাপুৰুষৰ প্ৰবৰ্ত্তিত পথত মূৰ্ত্তি পূজা নাই!! ভক্তি ৰত্নাকৰত তেনে কিয় এই খোলা উপদেশ—"ধৰিবে মোহেৰে ব্ৰত সাৱধান মনে। থাপিবে প্ৰতিমা মোৰ শ্ৰদ্ধায়ে যতনে।।" আচৰিত কৰিলে! তেনে মহাপুৰুষে কি অৰ্থত এই পদ কিয়নো লিখি থৈ গল। জানিবলৈ বুলি স্বভাৱতে মনত এক আকুলতা জাগি উঠিল।

মুল কথাটি ভাগৱতৰ দশম স্কন্ধৰ চতুৰশীতিতম অধ্যায়ৰ ত্ৰয়োদশ শ্লোকটিত জিলিকি আছে—দেৱকো দুষ্প্ৰাপ্য যোগেশ্বৰ ঋষিসকলক দেখিয়েই জীৱনৰ ফল লাভ কৰা প্ৰসঙ্গত শ্ৰীভগবানে কৈছে—'কৃষ্ণ বদতি'। "যশ্যাত্ম বুদ্ধিঃ কুণপে ত্ৰিধাতুকে স্বধীঃ কলত্ৰাদিষু ভৌম ইজ্যধীঃ। যত্তীৰ্থবুদ্ধিঃ সলিলে ন কৰ্হিচিজ্জনেষভিজ্ঞেষু স এব গোখৰঃ।।"— যতিপ্ৰবৰ শ্ৰীধৰ স্বামীদেৱে ইয়াৰ ব্যাখ্যা কৰিছে—'আত্মবুদ্ধিৰহমিতি বুদ্ধিঃ ত্ৰয়োধাতৱো বাতপিত্তাশ্লেষ্মানঃ প্ৰকৃতয়ো যস্য তস্মিন কুণপে শৰীৰে স্বধীঃ স্বীয়া ইতি বুদ্ধিঃ ভৌমে ভূবিকাৰে ইজ্যধীৰ্দেৱতাবুদ্ধিঃ যৎ যস্য সলিলে তীৰ্থবুদ্ধিস্তীৰ্থমিতি বুদ্ধিঃ অভিজ্ঞেষু তত্ত্ববিৎসু যস্য এতাঃ বুদ্ধয়ো ন সন্তি স এব গোষপি খৰো দাৰুণোঽত্যবিবেকী।" — যাৰ বাতপিত্তকফময় দেহত আত্মবুদ্ধি, ভাৰ্য্যাদিত আত্মীয় বুদ্ধি, প্ৰতিমাদিত দেৱতা বুদ্ধি আৰু জলত তীৰ্থ বুদ্ধি আছে, অথচ তত্ত্ববিদ্ সাধুসকলত এনে আত্মবুদ্ধি, আত্মীয় বুদ্ধি, দেৱতা বুদ্ধি আৰু তীৰ্থবুদ্ধি নাই সি গোখৰ অৰ্থাৎ গৰুৰো গাধা। ভক্তি ৰত্নাকৰৰ ভাঙনিতো এনে এটি অৰ্থকে ফুটাই তোলাইছে, — "মৰা শৱ তুল্য শৰীৰক যিটো জন। আত্মা বুদ্ধি কৰি অহঙ্কাৰ কৰে ঘোৰ। মৃত তুল্য ভাৰ্য্যাদিকো বোলে ইটো মোৰ। প্ৰতিমাত কেৱলে দেৱতা বুদ্ধি কৰে। জলত কৰয় তীৰ্থ বুদ্ধি নিৰন্তৰে।। ইটো চাৰি বুদ্ধি মহন্তত নকৰয়। গৰুতো অধম সিটো কহিলো নিচয়।।" ভক্তি ৰত্নাৱলীতো অবিকল এই অৰ্থই — "শৱ তুল্য শৰীৰকো আত্মবুদ্ধি কৰে। বোলে মোৰ পুত্ৰ ভাৰ্য্যা অপৰ সৱক। মানয় দেৱতা বুলি প্ৰতিমা সৱক।। জলত কৰয় তীৰ্থবুদ্ধি নিৰন্তৰে। ইটো চাৰি

বুদ্ধি মহাজনত নকৰে ॥ জানিবা গৰ্দ্দভ সিটো গৰুতো অধম। মহা মন্দমতি যাৰ নাহি তাৰ সম ॥" কেৰ্ফাকিমান পদেৰে ভাগৱতৰ দশম স্কন্ধৰ বিষয় বস্তু অতি সংক্ষেপে উল্লেখ কৰোতে মহাপুৰুষে কীৰ্ত্তনৰ পাষণ্ডমৰ্দ্দনত এই শ্লোকটিৰ অনুবাদ দি গৈছে। তাতো তাৰ আগৰ দুষাৰিৰে মিলাই পঢ়িলে এই অৰ্থটিয়েই প্ৰাঞ্জলকৈ ফুটি পৰে। মহাপুৰুষে কৈছে,– "কৃষ্ণ কথাৰ ৰসিক যে ব্ৰজৰ গোপিনী সিবিলাকৰ পদধূলিকো মই সদায় বন্দনা কৰোঁ। পৰমবৈষ্ণৱ উদ্ধৱে এই পদধূলিকো বন্দনা কৰিছিল। মুৰ্খই ইয়াক কি বুলি নিন্দা কৰে ? জড় শৰীৰকো মই জ্ঞান কৰিব পাৰে, মোহ কৰিব নলগীয়া পুত্ৰভাৰ্য্যা বিত্ততো সমতা জ্ঞান কৰিব পাৰে, জলতো তীৰ্থ জ্ঞান কৰিব পাৰে, প্ৰতিমাতো দেৱতা জ্ঞান কৰিব পাৰে অথচ বৈষ্ণৱত যাৰ এইবিলাক জ্ঞান নহয় সি গৰুতো অধম।" – "নন্দৰ ব্ৰজে যত গোপীজাক। সদা বন্দো তান পদধূলাক ॥ × × × × ॥ উদ্ধৱে বন্দিলা গোপীৰ ধূলি। আৱে মূঢ়জনে নিন্দে কি বুলি ॥ শৰীৰ সবক মই বোলে চিন্তে। মমতা কৰে পুত্ৰভৰ্য্যো বিত্তে ॥ তীৰ্থ বুলি কৰে জলত শুদ্ধি। প্ৰতিমাত কৰে দেৱতা বুদ্ধি ॥ বৈষ্ণৱত নাই ইসব মতি। গৰুতো অধম কৃষ্ণ বদতি ॥" 'অনাচাৰী' ব্ৰজ গোপিনীৰ পদৰ ধূলিকো তীৰ্থৰ দৰে দেৱতাৰ দৰে পবিত্ৰ বুদ্ধি কৰি উদ্ধৱে বন্দনা কৰিছিল, মহাপুৰুষে বন্দনা কৰিছে, গতিকে বৈষ্ণৱৰ এনে মতি নাই বুলিলে কেনেকৈ হয় ? অৰ্থ সঙ্গতিলে চকু নিদি 'বৈষ্ণৱত'ৰ ঠাইত 'বৈষ্ণৱৰ' ধৰি লোৱাত এই অৰ্থ বিভ্ৰাট। মহাপুৰুষৰ পদৰ আচল অৰ্থ মূৰ্ত্তিপূজাৰ অনুকূলে মিলি যোৱা দেখি মন শীতল লাগি গ'ল। বুজিলোঁ নাম ঘোষাৰ কোনো এখনি সংকলনৰ এঠাইত থকা আপুৰুগীয়া ব্যখ্যাৰ দৰে ইও এক অতি গুহ্যতম বাখ্যা—এছোৱা এৰি এছোৱা ধৰাৰ তাৎপৰ্য্য। এখনি নামঘোষাত—"উৰুক্ৰম পদ ৰেণু সেবি, ছয়উৰ্শ্মি জিনিলেক যিটো, সিটো পুৰুষৰ জানিবা আশ্চৰ্য্য নাই। তাকেসে আশ্চৰ্য্য বুলি ধৰি, যাৰ নাম একবাৰ স্মৰি, চাণ্ডালো সম্প্ৰতি সংসাৰ বন্ধ এড়াই ॥" এই পদৰ সকলোৰে বুজা "উৰুক্ৰম" মানে 'বিষ্ণু' ছয় উৰ্শ্মি মানে শোক, মোহ, জৰা, মৃত্যু, ক্ষুধা, তৃষ্ণা দেহাৰ এই ছটা ধৰ্ম্মক নধৰি টিকাকাৰে হঠাৎকাৰে ছুঁয়া কাটি বাখ্যা কৰিছে— ভগবানৰ উৰুৰ পৰা ক্ৰমে পৰ্দলেকে সেৱা কৰি যি কাম, ক্ৰোধ, লোভ, মোহ, মদ মাৎসৰ্য্য জিনিব পাৰিছে ইত্যাদি—। ভগবানৰ উৰুৰ পৰা ওপৰৰ ছেৰ়ো বাদ দিলে কিয় বুজা নগল। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে দেখোন ধ্যান বৰ্ণনাত কৈছে—"হেন মনোহৰ ৰূপ নিৰীক্ষি থাকিব সমস্ত অঙ্গক দেখি ॥ মস্তকৰ পৰা পাদ পৰ্য্যন্ত। নমাইবে মনক দুনাই দেখন্তে ॥" মহাপুৰাণ ভাগৱতৰ একাদশ স্কন্ধৰ সপ্তবিংশ অধ্যায়ত ভগবানে উদ্ধৱক প্ৰবোধ দি কৈছে—শৈলী, দাৰুময়ী, লৌহি, লেপ্যা, লেখ্যা, সৈকতী, মনোময়ী, মনিময়ী এই আঠবিধ প্ৰতিমাৰে যথাবিধি মোৰ পূজা কৰিবা। আৰু আচৰিত লাগিল আমাৰ আইৰে জনদিয়েক অতি বিদ্বান কৃতী সন্তানেও এই ব্যাভিচাৰ বাখ্যাৰ ভৰ দি মহাপুৰুষীয়া মতত মূৰ্ত্তিপূজা নাই বুলি প্ৰবন্ধ লিখিছে। সিবিলাকক প্ৰতিবাদ কৰা সাহ মোৰ নাই। গতিকে সবিনয়ে স্বীকাৰ কৰিছোঁ প্ৰমানটি ভাগৱত আৰু মহাপুৰুষৰ মতে অপ্ৰমাণ যদিও সিবিলাকৰ প্ৰতিপাদ্যটি এদিনৰ পৰা চলে সঁচা। কিয়নো, মূৰ্ত্তিপূজা বুলিলে সাধাৰণতে বিজাতীয় সকলে যি বুজে মহাপুৰুষীয়া মতত তেনে মূৰ্ত্তিপূজা নাই। মহাপুৰুষীয়াই মূৰ্ত্তিত মূৰ্ত্তিকে পূজা নকৰে—পূজা কৰে মূৰ্ত্তিৰ মাজেদি প্ৰকটিত হোৱা "এতাৱন্ত মূৰ্ত্তিশূণ্য পৰম পুৰুষ ভগবানৰ—মৎস্য কূৰ্ম্মাদি দশাকৃতিত আবেশ হোৱা সেই চিৰ আৰাধনীয় শ্ৰীহৰিৰ।

এদিনা এগৰাকী বন্ধুৱে মোক এটি কথাৰে লাচতে ইঙ্গিত দিয়া দি দিলে বোলে বৰ্ত্তমান যুগৰ শ্ৰেষ্ঠ কবি ৰবীন্দ্ৰ নাথেও মূৰ্ত্তিক 'মিথ্যা' বুলিছে—তাৰে বোলে সত্যৰ পূজা হব নোৱাৰে। বিচাৰি বিচাৰি কবিৰ "ৰূপও অৰূপ" প্ৰবন্ধটিত পালোগে। কবিয়ে কৈছে—"যখনি আমরা বিশেষ দেব মূৰ্ত্তিকে পূজা করি তখনি সেই রূপের প্রতি আমরা চরম সত্তা আরোপ করি। রূপের স্বভাবিক পরিবৰ্ত্তনশীল ধৰ্ম্মকে লোপ করিয়া দিই। রূপকে তেমন করিয়া দেখিবা মাত্রই তাহাকে মিথ্যা করিয়া দেওয়া হয়, সেই মিথ্যার দ্বারা কখনই সত্যের পূজা হইতে পারে না।" —ইয়াত ভাবতে আচল মূৰ্ত্তিপূজা বুলিলে যি বুজে তাক মিথ্যা বোলা যেন নেলাগিল দেখোন। সেই প্ৰবন্ধতে কবিয়ে আকৌ স্পষ্টকৈ লিখি গৈছে – "তাহা (আধ্যাত্মিক সাধনা) সমস্ত রূপেরে ভিতর দিয়া চঞ্চল রূপের বন্ধন অতিক্রম করিয়া ধ্রুব সত্যের দিকে চলিতে চেষ্টা করে। ইন্দ্রিয় গোচর যে কোনো বস্তু আপনাকে চরম বলিয়া স্বতন্ত্র

বলিয়া ভাগ করিতেছে সাধক তাহার সেই ভাগের আবরণ ভেদ করিয়া পরম পদার্থকে দেখিতে চায়। × × × × এইতো আধ্যাত্মিক সাধনা।" যি গোটেই জীৱন প্ৰাণৰ আকুলতাৰে সীমাৰ মাজেদি 'অসীম অসীম' বুলি চাতকিনীৰ দৰে বিনাই ফুৰিছিল অনন্ত-যাত্ৰী সেই ৰবীন্দ্ৰনাথে অসীমৰ কোনো এটি ৰূপ শেষ বুলি চৰম বুলি ইতৰৰ দৰে স্বীকাৰ কৰে কেনেকৈ? ভাৰতৰ মূৰ্ত্তিপূজাৰ প্ৰাণৰ কথাটি কেনে সুন্দৰ সৰল ভাষাৰে কৈ গ'ল।

যি স্মাৰক চিহ্নই মূল ভাৱলৈ লৈ যায় তাকে আমি প্ৰতীক বোলোঁ। ভাৰতত হস্তপদ্যাদি অবয়ব যুক্ত মূৰ্ত্তিত বাজেও প্ৰতীকৰ পূজাৰো প্ৰচলন আছে। এই প্ৰতীকবিলাকৰ প্ৰত্যেককে একো একোটি আধ্যাত্মিক কাহিনীয়ে আবৰি ৰাখিছে। অতীত ভাৰতৰ কত শত সাধকে এই প্ৰতীকৰে একোবিধ আশ্ৰয় কৰি সিদ্ধিলাভ কৰি যোৱাত মাহাত্ম্য আৰু জ্বলি জ্বলি আজিও সাধাৰণৰ মন সিবিলাকে আকৰ্ষণ কৰিব লাগিছে। এটি প্ৰতীক আগত ললেই আঁৰত থকা অৰূপৰ ৰূপলৈ মনত পৰে আৰু সেই পথেদি গৈ থাকিলেই পৰমব্ৰহ্মৰ আনন্দ স্বৰূপত মজা সহজ হৈ পৰে। বিষ্ণুপূজাৰ প্ৰতীক শালগ্ৰাম এটিলৈ ভক্তই তাৰ শিল নেদেখে, শালগ্ৰামৰ মাজে দি শঙ্খ চক্ৰধাৰী শ্যামল বিষ্ণুৰ মোহন ৰূপটি অন্তৰ্নয়নেৰে চাই চাইয়ে নিৰ্গুণ ব্ৰহ্মৰ পৰমানন্দত মজি যায়। আমি ভীমক পূজা কৰোঁ কাৰণে গদা ডালিৰো যতন কৰোঁ—পূজা কৰোঁ। সেই বুলি কোনেও নেভাবে গদাডালিয়েই যে ভীম। প্ৰতীকৰ ইমান আদৰ, ইমান পূজা, তাত ভগবানৰ ভাব জাগে বুলিয়েহে। অন্য পক্ষেও কব পাৰি প্ৰতীকক পূজা দি আদৰত ৰখা হয় যাতে তালৈ চকু দিলেই ভগবানৰ ভাব মনলৈ সহজে আহে। প্ৰতীক ভাবৰ জাগৰণলৈ এটি ইঙ্গিত মাথোন দিয়ে। প্ৰতিমাৰ দৰে ভাবৰ ৰূপ দিয়াৰ পৰিস্ফুৰ্তিকে সহায় নকৰে। ভাবেৰে ৰূপৰ সৃষ্টি কৰা সকলোৰে পক্ষে সহজ নহয়। ভাবেৰে ৰূপৰ সৃষ্টি কৰা কবি হেজাৰত কেইজন? কবিয়ে যি ৰূপৰ সৃষ্টি কৰে তাৰ ৰসকে বা পায় কিমানে? পাৰোতে মহাকবি কালিদাসে দুখ কৰি কোৱা নাই— "হে বিধাতা বিমান দুখ মোৰ কপালত লিখিব পাৰা লিখি যোৱা, কেৱল সেই অৰসিকক ৰস নিবেদন কৰা দুখটি বেন নিলিখা।" জ্যামিতিৰ অঙ্কলৈ চকু দিও কিমানে সহজে আয়ত্ত কৰে? সিকি আদমহীয়া পইচাৰ অতি সাধাৰণ মুঠ এটি হাতত পাই লেখ কৰিবলৈকো মাটিত আঁক পাৰি ললে নোৱাৰা মানুহৰ লেখ পকা উঠিয়াৰ মাজতো নিচেই বিৰল নহয়। এই কাৰণে প্ৰতীকতকৈও প্ৰতিমাৰ প্ৰয়োজনো বেচি, প্ৰচলনো বেচি। সেইহে ভাৰতৰ উচ্চস্তৰৰ পৰা নিম্নস্তৰলৈকে সামৰি লব পৰা পূজা বুলিলে যুক্তাত্মা ঋষি সকলে প্ৰতিমা পূজাৰ কথাকেহে কৈছিল। কলিকলীয়া কলিকতাত মূৰ্ত্তিৰ বিপক্ষে উঠা ভীষণ কোলাহলৰ অলপ কাষতে ৰামকৃষ্ণ পৰমহংসদেৱে দক্ষিণেশ্বৰৰ কালী মূৰ্ত্তিটিৰ মাজেদি চকুত আঙুলি দি জগতক দেখুৱাই গল মূৰ্ত্তিপূজাৰ কি সাৰ্থকতা! সকলো সংশয় দূৰ হল, সকলো তৰ্ক নিৰাস হ'ল। অমূৰ্ত্ত অব্যক্তক মূৰ্ত্তিৰে পূজা কৰাত ত্ৰুটি যে নাই এনে নহয়। সেই ত্ৰুটিক ত্ৰুটি বুলি ধৰিলে উপাসনা কৰিবই নোৱাৰি। মূৰ্ত্তিপূজাৰ অসম্পূৰ্ণতা ঋষিসকলে বুজি কি কৰুণ সুৰেৰে ভগবানলৈ প্ৰাৰ্থনা কৰিছিল— তোমাক শব্দেৰে বেৰিব নোৱাৰি তেও আমি শব্দেৰে বেৰিছোঁ, ৰূপেৰে প্ৰকাশ কৰি শেষ কৰিব নোৱাৰি তেও তোমাৰ ৰূপ দিছোঁ— আমাৰ অপৰাধ ক্ষমা কৰা। অলক্ষণীয় তুমি তোমাৰ লক্ষণ দি আমি প্ৰকাৰান্তৰে তোমাক অস্বীকাৰকে কৰিছোঁ, কিয়নো কেৱল কোনো এটি বিশেষ লক্ষণতে তুমি নাই। তোমাক ধ্যান ধাৰণাৰে তেনে আচলতে ভাৰতৰ মূৰ্ত্তি কি? মূৰ্ত্তি পূজাই বা কি? যেতিয়া বিজাতীয় বিদ্বানে সিংহনাদেৰে ঘোষণা কৰে "মূৰ্ত্তিত ঈশ্বৰ নাই", তেতিয়া ভাৰতৰ অৰ্ন্তদেৱতাই গুৰুগম্ভীৰ স্বৰেৰে উত্তৰ দিয়ে—"হয় নাই। ভাৰতৰ মূৰ্ত্তিত তোমালোকৰ ঈশ্বৰ নাই।" ইয়াত আছে তাত নাই এনে ধৰণৰ দেশ পৰিচ্ছেদ, তেতিয়া আছিল এতিয়া নাই এনে ধৰণৰ কাল পৰিচ্ছেদ, এইটিত আছে সেইটিত নাই এনে ধৰণৰ বস্তু পৰিচ্ছেদ থকা পদাৰ্থকে ভাৰতৰ দৰ্শনে অসৎ বোলে, অনিত্য বোলে, মিথ্যা বোলে। ভাৰতৰ ঈশ্বৰ ইয়াত আছে তাত নাই এনে ধৰণৰ নহয়। "জলে বিষ্ণু স্থলে বিষ্ণু সৰ্বজীৱে বিহায়সি। "ময়ি ত্বয়ি গৃহে চাস্মিন বিশ্বমাক্ৰম্য তিষ্ঠতি।" যি বিষ্ণু বিশ্ব ব্ৰহ্মাণ্ড ব্যাপি বিৰাজ কৰিছে মূৰ্ত্তিত সেই বিষ্ণু নাই বুলিবলৈ মূৰ্ত্তিটি বিশ্ব ব্ৰহ্মাণ্ডৰ বাহিৰৰ কিবা এটি পদাৰ্থ নহয়—হলেও বিশ্বক আক্ৰমি থকা ভগবান আমাৰ তাতো নেথাকি নেৰে। অকল আকাৰ থকা মূৰ্ত্তিতেই নহয় গোলাকাৰ স্ফটিকৰ স্তম্ভতো ভাৰতৰ ভক্ত প্ৰহ্লাদে ভগবানক দেখুৱাই গৈছে। হাজাৰে চিঞৰি নাই বুলিলেও ভাৰতে নুশুনে।

অধ্যাত্ম সাধনাৰ উচ্চস্তৰত সাধকৰ হৃদয়ত ঈশ্বৰ বিষয়ক তীব্ৰভাবে একো একোটি তত্ত্ব হৈ আপোনা আপুনি প্ৰকাশ পাই ধৰা দি যায়। সকলো সত্ত মূৰ্ত্ত হৈ জাগি উঠে। ভাৰতৰ প্ৰতিমাত তাৰে ৰূপৰ আভাস। মানুহে গঢ়া তত্ত্ব নহয়, নিজে প্ৰকাশ পোৱা তত্ত্ব, মস্তিষ্কৰ অতিৰিক্ত চৈতন্যৰ আলোকত প্ৰত্যক্ষ হৈ সি ঝলি উঠিছিল, কবিৰ সাধাৰণ কল্পনা নহয়, ভক্তৰ বিকৃত মস্তিষ্কৰ স্বপ্ন নহয়—সি এক চিৰসত্যৰ উজ্জ্বল প্ৰকাশ যি সকলো সংশয় দূৰ কৰি নিজৰ আলোৱে তিৰবিৰাই মন্ত্ৰদ্ৰষ্টা ঋষি সকলৰ অন্তৰত ধৰা দিছিল, যোগীসকলৰ সমাধিত উজলি উঠিছিল, সিদ্ধ সাধকৰ দিব্য চকুত স্থূল জগতটো জলজলকৈ ফুটি পৰিছিল। নহলে হেজাৰ বিজাৰ বছৰে মানুহৰ সকলো প্ৰশ্নৰ উত্তৰ সি দিয়ে কেনেকৈ ? দৰ্শনৰ ফালৰ পৰা, বিজ্ঞানৰ ফালৰ পৰা, কবিতাৰ ফালৰ পৰা, সাধাৰণ জ্ঞানৰ ফালৰ পৰা যেনিয়েই চোৱা যায় তেনিয়ে একো একোটি মূৰ্ত্তিয়ে কি গম্ভীৰ সুৰেৰে আনন্দত প্ৰাণ নচুৱাই যায়। সকলো কালতে সকলো লোকক সাবটিব পৰা এনে বাণী একোটি যেতিয়া শুনো সেয়ে ভগবানৰ বাণী বুলি মানি লওঁ, এনে প্ৰতিমা যেতিয়া পাওঁ ভগবানৰ প্ৰতিমা বুলি পূজা কৰোঁ। প্ৰেমময়ী জননীৰ চিৰ শান্ত হাঁহিটিৰে কৰালবদনা কালীৰ সংহাৰিকা মূৰ্ত্তিটি কেনে সত্য, তত্ত্বেৰে কি গভীৰ ! সকলো অমঙ্গল মিলি যোৱা মঙ্গলময় মহাদেৱৰ যিটি মোহন মূৰতি—সি কেনে সত্য, কেনে মনোময় ! মুৰুলীৰ সুৰত অমিল মিলাই দিয়া বৃন্দাবন বিহাৰীৰ নটবৰ শ্যাম ৰূপটি কেনে সত্য, কেনে মধুৰ ! এই খিনিতে ভাৰতৰ মূৰ্ত্তি প্ৰনিধানৰ যোগ্য। সি সৌন্দৰ্য্যৰ মাজেদি মাধুৰ্য্যৰ মাজেদি বন্ধান নানে, আনে এক চিৰসুন্দৰৰ চিৰমধুৰৰ আলোকৰ আভাস যাৰ মাজে দি অন্তৰ্ৰকৈ তে মন প্ৰাণ চিৰকল্যানৰ কোলালৈ টানি লৈ যায়। সেই হে বিদুষী মহিলা ভক্তিমতী আনি বেচান্টে কৈ গৈছিল—প্ৰতিমাৰ কি দৈৱিক শক্তি !! বিশেষ ৰকমে স্বীকাৰ কৰি লৰ্বলেহে আমাৰ এই অস্বীকাৰ। সেইহে ভক্ত জগতৰ উজ্জ্বল জ্যোতিষ্ক আচাৰ্য্য শঙ্কৰে কৰযোৰে কৈছিল—"ন যস্যাস্তি মূৰ্ত্তিস্ত্ৰিমূৰ্ত্তিম্ তমীড়ে—" যাৰ মূৰ্ত্তি নাই তেনে ত্ৰিমূৰ্ত্তিৰ বন্দনা মই কৰোঁ।

গতিশীল জগতৰ ৰূপ বৈ নেথাকে। সি নিমিষে নিমিষে নতুন হৈ যাব লাগিছে—তাৰ শেষ নাই। সউখনি আকাশত এক মূহূৰ্ত্তৰ আগতে যি ভাৱৰে যি ৰঙে খেলি গল এক মূহূৰ্ত্তৰ পাচতে তাৰ কি পৰিবৰ্ত্তন। দুখনি মেঘমুক্ত আকাশ—সিও অবিকল একে নহয়। বিভিন্ন অদ্ভুত গতিশীল কালৰ আলোকে গতিশীল জ্যোতিষ্কই তাত অতি সূক্ষ্ম হলেও পৰিবৰ্ত্তন নকটাই নেথাকে। কোনো খনিকৰে যদি তেওঁৰ মন মজি যোৱা দৃশ্য এটিৰে আকাশৰ ছবি এখনি আঁকি তাক আকাশৰ ছবি বোলে, বোলক ; কিন্তু যদি সেই ছবি খনিয়েই আকাশৰ এক মাত্ৰ ছবি, সেইখনিতেই আকাশৰ শেষ বোলে তেনে তেওঁৰ কোৱা কথা যে মিছা সেইটি অতি সাধাৰণ জ্ঞানৰ মানুহেও ধৰিব পাৰে। আকাশ যেনে অনন্ত, তাৰ ৰূপো তেনে অনন্ত — তাৰ কোনো এটি শেষ বা নিৰ্দ্দিষ্ট ৰূপ হব নোৱাৰে। সেইদৰেই নিতে নিতে নিমিষতে নতুন হৈ যোৱা অসীমৰ যি অনন্ত ৰূপ— তাৰ কোনো নিৰ্দ্দিষ্ট ৰূপ নাই। তাৰ শেষ বা চৰম ৰূপ বুলিলে মিছা কোৱাই হয়। মূৰ্ত্তিপূজাত অসীম অনন্ত ভগবানৰ নিৰ্দ্দিষ্ট ৰূপ বুলিলে এনে এটি আশঙ্কা বিৰিঙি পৰে। মন্ত্ৰদ্ৰষ্টা ঋষিসকলে ভাৰতৰ মূৰ্ত্তিপূজাৰ এই আশঙ্কা আঁতৰাই থৈ গৈছে—যাতে কোনো মূৰ্ত্তিকে ভগবানৰ চৰম মূৰ্ত্তি বুলি ভাবিবলৈ কোনোও অৱসৰ নেপায়। ভাৰতৰ মূৰ্ত্তিপূজাত প্ৰতিমা সাজি লোৱাৰ বিধান আছে। সেই মূৰ্ত্তিক পূজিবৰ বেলিকা উপাস্য দেৱতাক আমন্ত্ৰন কৰি সেইটি ৰূপেৰে "স্থিৰো ভব" বুলি স্থিৰ হৈ ৰবলৈ প্ৰাৰ্থনা কৰা হয়। কিয়নো, গতিশীল ৰূপক কল্পেকলৈ স্থিৰকৈ নেচালে আমাৰ ধ্যান ধাৰণা নহয়। তীব্ৰ বেগে উৰি যোৱা কাঁৰ এডালি চকুৰে মনিবলৈ হলে আকাশত সি থিৰ হৈ থকা যেন নেদেখিলে মনিব নোৱাৰি। যেতিয়াই সেই মূৰ্ত্তিৰ স্থিৰ ৰূপত ধ্যান ধাৰণাৰে পূজা সমৰ্পন হৈ যায় তেতিয়াই সেই ৰূপক বিসৰ্জ্জন দিয়া যায়। কিয়নো, কোনো ৰূপ স্থিৰ হৈ চৰম হৈ থাকিব নোৱাৰে — এয়ে "ব্যাপকত বিসৰ্জ্জন" দিয়া নীতি। ৰূপক বিসৰ্জ্জন দিয়ে তাৰ সকলো কালৰ গতিশীল ব্যাপকতা স্বীকাৰ কৰোঁ। ভাৰতৰ প্ৰতিমা আকাৰত নীলাকাশৰ দৰে এক হব পাৰে। কিন্তু বিভিন্ন খনিকৰৰ মুক্ত কল্পনাই তাৰ আকাৰ আৰু অৱয়ৱত এক বৈচিত্ৰ্য দি তোলে—যি বৈচিত্ৰ্যই নিমিষে নিমিষে নতুন সউ আকাশৰ দৰে এক অনন্তৰ ৰূপকে মানুহৰ মনত জগাই যায়। আকাৰে প্ৰকাৰে এক হলেও দুখনি প্ৰতিমা হুবহু একে নহয়। এই বৈচিত্ৰ্যকে এক কবি দেখুৱাই দিয়ে ভাৰতৰ প্ৰতিমাই। দুৰ্গাপূজা চাবলৈ আহি ঠায়ে ঠায়ে একে দুৰ্গাৰ বিভিন্ন চেহেৰা

বিভিন্ন মূৰ্ত্তি দেখি সেই সকলো মূৰ্ত্তিকেই এক দুৰ্গাৰেই মূৰ্ত্তি বুলি ভক্তিভাৱে অতি সাধাৰণ শ্ৰেণীৰ লোকেও সেৱা জনাই যায়।

তৰ্কৰ মূলত কৰ পাৰি প্ৰস্তৰ, ধাতুৰ অথবা কাঠৰ স্থায়ী মূৰ্ত্তি সাজি যি গৃহদেৱতা বা মন্দিৰৰ দেৱতা থাপি নিত্যপূজা চলোৱা হয় তাত দেখাদেখিকৈ ৰূপক ধৰি ৰাখি ৰূপৰ বন্ধন কৰা হয়। কিন্তু আচলতে দ'কৈ চা'লে দেখা যায় তাতো সেই আমন্ত্ৰণ বিসৰ্জ্জন, তাতো সেই বহুৰূপত একজ্ঞান কৰি পূজা কৰাই উদ্দেশ্য। এক কৃষ্ণৰে ঘৰে ঘৰে কিমান মূৰতি! আউনিআটিৰ ˆগোবিন্দ, দক্ষিণপাটৰ ˆযাদৱৰায়ৰ মূৰ্ত্তিৰে এক নহয়। বৰপেটাৰ ˆকলীয়া ঠাকুৰ হাজোৰ ˆমাধৱেৰে এক নহয়, বৃন্দাবনৰ ˆমদন গোপালৰ মূৰ্ত্তি উৰেষাৰ ˆজগন্নাথৰ মূৰ্ত্তিৰে এক নহয়। ৰূপৰ ভেদ আছেয়েই—আকাৰে প্ৰকাৰেও কিমান ভেদ! অথচ এই সকলোটিকে এক কৃষ্ণ জ্ঞানে নতশিৰে নমস্কাৰ কৰা হয়। ইয়াতো বিভিন্ন মূৰ্ত্তিৰ মাজেদি বহুৰূপৰ মাজে সেই একলৈকে যোৱাৰ চেষ্টা। কোনো এখন নিৰ্দ্দিষ্ট ঠাইত অথবা কোনো এটি নিৰ্দ্দিষ্ট মূৰ্ত্তিতে ভাৰতৰ মূৰ্ত্তিপূজা বন্ধন হৈ থকা নাই। সেয়ে হোৱা হলে ঈশ্বৰৰ ভাব সহজে উদ্দীপিত হোৱা সুন্দৰ সুন্দৰ ঠায়ে ঠায়ে ভিন্ ভিন্ মূৰতিৰে অগণন তীৰ্থস্থান ভাৰতৰ বুকুজুৰি নেথাকিলেহেতেন। অৱশ্যে এইটিও স্বীকাৰ নকৰি নোৱাৰি— ধৰ্ম্মক্ষেত্ৰলৈকো কোনো কোনোৱে ব্যৱসায়ৰ প্ৰতিদ্বন্দ্বিতা আনি— "এই মূৰ্ত্তিটিয়েই হে ভগবানৰ আচল মূৰ্ত্তি বাকীবোৰ ভুৱা।" এনে চিএৰত যে গছৰ পাত সৰওৱা নাই অকল এয়েই নহয়, প্ৰতিমাৰ বেলিকাও প্ৰত্যেক প্ৰতিমাৰ বৈশিষ্ট্য নাশ কৰি সাঁচত মৰা প্ৰতিমা আজি কালি নগৰে নগৰে পূজিবলৈকো লৈছে। এইবিলাক দেখাদেখিকৈয়ে মূৰ্ত্তিপূজাৰ অপব্যৱহাৰ। জগতৰ বৈচিত্ৰ্য থাকে মানে বস্তু মাত্ৰৰেই কথা মাত্ৰৰেই অপব্যৱহাৰ থাকিবই, বিকাৰ থাকিবই। সগুণ উপাসনাতো এই অপব্যৱহাৰ।—কোনো এটি নিৰ্দ্দিষ্ট শব্দতে ভগৱান থাকে বুলি তাকে কতই নুবুজি জপ্ কৰে, তাবিজে চাবিজে বান্ধি লয়— কতই অৰ্থ নুবুজা সূত্ৰ একোটিৰ আবৃত্তি কৰাকে— অথবা ভাব নুবুজি কোনো মহাপুৰুষৰ কথা একাকি মাতি যোৱাকে প্ৰাৰ্থনা কৰা বোলে। বিকাৰ বা অপব্যৱহাৰলৈ চাই মূৰ্ত্তিপূজা তুলি দিয়াৰ যুক্তি দিব পৰাটি কথাৰে অতি সহজ; কিন্তু নিজৰ মুৰ কামোৰণিৰ বেলিকা মুৰটি কাটি লেঠা ছিঙাৰে ব্যৱস্থা কামেৰে কৰা মানুহ কেইজন ?

ভাৰতে জানে খেৰ মাটি আৰু ৰঙেৰে মানুহে যি প্ৰতিমা সাজে সেয়ে ভগবান নহয়। ভগবানক সাজিবলৈ যোৱা স্পৰ্দ্ধা তাৰ নাই। যেতিয়া প্ৰতিমাত সি নমস্কাৰ কৰে সেই প্ৰতিমাৰ আঁৰত থকা ভগবানৰ অনিৰ্ব্বচনীয় ৰূপটিৰ উদ্দেশ্যে হে সভক্তিৰে সেৱা জনায় আৰু ভিন্ ভিন্ প্ৰতিমাত সেই একে পৰমেশ্বৰৰ বিভিন্ন ৰূপ দেখি অন্তৰত অনন্ত ৰূপৰ আভাস উপলব্ধি কৰে। ভাৰতৰ বাহিৰে ঋষিৰ শাসন নোহোৱা দেশত কোনো এখনি ঠাইতে বা কোনো এটি নিৰ্দ্দিষ্ট মূৰ্ত্তিতে ঈশ্বৰৰ চৰম ৰূপৰ পূজা কৰিছিল—সিবিলাকে ভাবিছিল হয়তো সেই মূৰ্ত্তি সেই ঠাইত বাজে আৰু ঈশ্বৰ নাই। এনে একোটি ভাব ধ্বংস কৰিবলৈকে সেই সেই ঠাইত কোনো কোনো মহাপুৰুষৰ আবিৰ্ভাব হৈছিল। এই মহাপুৰুষ সকলে অন্ধসংস্কাৰৰ একদেশব্যাপী ৰূপৰ মূৰ্ত্তি উঠাই দি তাৰ ঠাইত সৰ্ব্বব্যাপী ঈশ্বৰৰ শব্দৰ মূৰ্ত্তি দিবলৈ গৈ পৃথিবীৰ কত নিগ্ৰহ নিৰ্য্যাতন মুৰ পাতি লৈছিল! সিবিলাকে ৰূপৰ মূৰ্ত্তিৰ ঠাইত যি শব্দৰ মূৰ্ত্তি দিলে তাৰো যে আভাস নাই এনে নহয়। আভাস নহলে আদৰ্শৰ ধাৰণা হয় কেনেকৈ? গ্ৰীক মনীষী চক্ৰেটিচেও জীৱনত আদৰ্শ আভাসৰ পৰশ পাই তাকে 'ডেমন' বুলি স্বীকাৰ কৰাৰ কথাও পঢ়িবলৈ পোৱা যায়। স্বৰ্গৰ পৰমপিতাৰ এটি অস্পষ্ট ৰূপেই হওক, অসীম জ্যোতিপুঞ্জৰ উজ্জ্বলতাই হওক নাইবা অন্তৰৰ কোনো আনন্দৰ অনুভূতিৰ উল্লাসেই হওক কিবা নহয় কিবা এটিৰ আভাস শব্দমূৰ্ত্তিৰ অন্তৰালত নেথাকিলে সি আদৰ্শ হব নোৱাৰে। এই আভাসৰ পৰশ পাই সিবিলাকে মূৰ্ত্তিপূজাৰ তীব্ৰ নিন্দা কৰি বন্ধন ছিণ্ডি দি গ'ল। এতিয়ালৈ সিবিলাকৰ পথৰ পথিক সকলে সাপৰ ছোট পোৱাই লেজু দেখাৰ দৰে স্বভাৱতে তেনে এটি ভয় তেনে এটি বিদ্বেষকে কথাই কথাই প্ৰকাশ কৰে। ভাৰতত সেই ভয় নাই। ভাৰতৰ মূৰ্ত্তিও সেই মূৰ্ত্তি নহয়। মূৰ্ত্তিপূজাও সেই মূৰ্ত্তিপূজা নহয়। সি শ্ৰীগীতাৰ বাণী শুনিব লাগিছে—"যি জ্ঞানৰ দ্বাৰা ভিন্ন ভিন্ন পদাৰ্থত সৰ্ব্বত্ৰব্যাপক এক অব্যয় সত্তাৰূপ ভাবৰ উপলব্ধি হয় সেয়ে সাত্ত্বিক জ্ঞান— 'অবিভক্তং বিভক্তেষু তজ্জ্ঞানং বিদ্ধি সাত্ত্বিকম্।' " এই সাত্ত্বিক জ্ঞানেই পৰমাৰ্থৰ আলোক। পৰিপূৰ্ণ আত্মা কোনো এটি দেহ বা মূৰ্ত্তিতে আবদ্ধ বুলি ভাবিলে যি জ্ঞান হয় তাকেই 'তামস

জ্ঞান' বোলে। তাত আলোক নাই—ঘোৰ অন্ধকাৰ! ভাৰতৰ মূৰ্ত্তিৰ পূজা সাত্ত্বিকী পূজা — তামসী পূজা নহয়। সি ঋষিৰ অন্তৰেদি বৈ অহা সুৰধুনীৰ ধাৰাৰ দৰে উপাসনাৰ এক অসীম আলোকৰ পবিত্ৰ ধাৰা।

তথাপিতো আমাৰেই কোনো কোনোৱে কৰ খোজে — ই অতি সাধাৰণ মানুহৰ পূজাৰ নিমিত্তে প্ৰয়োজনীয় এক নিম্নতৰ সোপান,—এক নিকৃষ্ট পথ! তেনে সিবিলাকৰ মতে নিৰ্গুণ ব্ৰহ্মৰ অনুভূতিয়েই অতি উৎকৃষ্ট পথ হব লাগিব। মূৰ্ত্তিপূজা সগুণ ব্ৰহ্মৰ উপাসনাৰ অন্তৰ্গত। বাঙ্ময়ী পূজা আৰু মৃণ্ময়ী মূৰ্ত্তিৰ যি প্ৰভেদ — সি চৰ্ম্মৰ প্ৰভেদ মৰ্ম্মৰ প্ৰভেদ একো নাই। সগুণ সাকাৰ ব্ৰহ্মৰ উপাসনা আৰু নিৰ্গুণ ব্ৰহ্মৰ চিন্তা বা অনুভূতি এই দুটি কথাৰ কোনটি উৎকৃষ্ট কোনটি নিকৃষ্ট তাৰ বিচাৰ সহজ নহয়। সেই সেই পথৰ পথিকে পথৰ লক্ষ্য পালেই পথৰ কথা পাহৰি "শৰবৎতন্ময়" হৈ বৈ যায়। খবৰ দিয়েহি কোনে? আমাৰ ভাগ্য ভাল। অনাদি অতীতৰ মানবীয় সকলো চেষ্টা সকলো সাধনাৰ সুন্দৰ সমন্বয় লৈ চিৰ পুৰাতন অথচ চিৰনতুন ভাৰতৰ অন্তৰ্দেবতাই মুৰত জটাজালেৰে কল্পতৰু তলত পৰমানন্দে হাঁহি আছে। এবাৰ প্ৰাণৰ আকুলতাৰে সেই যোগীবৰৰ কাষ চাপিলেই পাঞ্চজন্যৰ পুণ্য নিনাদেৰে গীতাৰ গম্ভীৰ গীতিৰ অমৃত মাধুৰী বৰিষণ কৰি সমস্যাৰ পাৰ্বলৈ লৈ যাব। আমাৰ প্ৰাণত বাজি উঠিব—"ময্যাবেশ্য মনো যে মাং নিত্যযুক্তা উপাসতে। শ্ৰদ্ধয়া পৰয়োপেতাস্তে মে যুক্ততমা মতাঃ॥ যে ত্বক্ষৰমনিৰ্দ্দেশ্যমব্যক্তং পৰ্য্যুপাসতে। × × × × তে প্ৰাপ্নুবন্তি মামেৱ সৰ্ব্বভূত হিতেৰতাঃ॥" যি একাগ্ৰ চিত্তে আৰু সাত্ত্বিক শ্ৰদ্ধাৰে ব্ৰহ্মৰ সগুণ সাকাৰ ৰূপৰ উপাসনা কৰে তেওঁয়েই বেচি যোগবিৎ। যি ইন্দ্ৰীয় গ্ৰাম নিৰোধ কৰি সকলোতে সমবুদ্ধি হৈ সৰ্ব্বভূতৰ হিত সাধন কৰি ব্ৰহ্মৰ অনিৰ্দ্দেশ্য নিৰ্গুণ ৰূপৰ নিৰন্তৰ চিন্তা কৰে তেওঁ নিৰ্গুণ স্বৰূপ প্ৰাপ্ত হয়। লক্ষ্যৰ লেখত, পৰিণামৰ তুলনাত দুইৰো সেই ব্ৰহ্মানন্দ, দুইৰো ব্ৰহ্মপ্ৰাপ্তি। ইয়াত আনন্দৰ ভেদাভেদ নাই— আনন্দৰ এক অপাৰ পাৰাবাৰ। পথৰ কষ্টলৈ যদি চোৱা যায় তেনে সগুণ বা সাকাৰ দ্বৈত উপাসনাতকৈ নিৰ্গুণ ব্ৰহ্মৰ জ্ঞানাভ্যাসত বৰ কষ্ট বৰ দুখ পোৱা যায়—এয়ে যি প্ৰভেদ। নিৰ্গুণ ব্ৰহ্মৰ জ্ঞানাভ্যাস সঁচাসচিকৈ বৰ কঠিন। কি কঠোৰ ব্ৰহ্মচৰ্য্যেৰে বেদান্তবাক্যাদিৰ শ্ৰৱন মনন নিদিধ্যাসন কৰি চিত্তক অন্তৰ্মুখী কৰিব লাগে; কি কঠিন বিবেক বৈৰাগ্যেৰে মনৰ অতি হেপাহৰ 'অহং' আৰু 'মম' বুদ্ধিৰ নাশ কৰিব লাগে। অকণো আশ্বাস, অকণো শান্তি নাই,—কি কৰিলোঁ, কি নকৰিলোঁ বাতিদিন এই হা-হুতাহু। সেই তীব্ৰ সংযমৰ কথা ভাবিলে বৈষ্ণৱ কবিতাৰ গোপিনীৰ দৰে কবৰে মন যায় — "বৈৰাগ্যযোগ কঠিন যোগ ম্যই না কৰবহুঁ।" ইয়াত বাজেও এই পথত পদে পদে পদ স্খলনৰ ভয়। পদে পদে প্ৰলোভনৰ আশঙ্কা। সগুণ বা সাকাৰ ব্ৰহ্মৰ উপাসনা কৰিলে পথৰ আৰম্ভৰ পৰাই ভগবানৰ সগুণ বা সাকাৰ মূৰ্ত্তিত শ্ৰদ্ধা আৰু ভক্তি দি দিয়াৰ লগে লগেই ভগবানৰ লগে লগে যোৱা যেন লাগে। এই পথত সংসাৰ পৰিত্যাগ কৰাৰ প্ৰয়োজন নাই। ভগবদ প্ৰেমত সকলো অন্তৰায় আপুনি আঁতৰি যায়, বাসনাৰ বিষৰ দাঁত নিজে নিজে সৰি পৰে। এই পথৰ পথিকে সকলো বাসনা সাকাৰ ব্ৰহ্মৰ চৰণত অৰ্পণ কৰি তেওঁ চলাই লৈ যোৱা পথেই আগবাঢ়ি যায় গুণেই সিবিলাকে আৰম্ভৰে পৰা ভগবানত বেচি যুক্ত হৈ থাকে— বেচি আনন্দ ৰসৰ আস্বাদন কৰে। তথাপি ফলপ্ৰাপ্তিলৈ চালে এটিক ইটিতকৈ নিকৃষ্ট বোলা নেযায়। প্ৰকৃতিভেদে অথবা অধিকাৰী ভেদে পৃথক পথ, — কোনোৱে সাকাৰ মূৰ্ত্তিৰ ভক্তিৰ পথে, কোনোৱে বা নিৰাকাৰ স্বৰূপৰ জ্ঞানৰ পথে সেই একে ব্ৰহ্মক লাভ কৰে। "অথ চিত্তং সমাধাতুং ন শক্নোষি ময়ি স্থিৰম্। অভ্যাসযোগেন ততো মামিচ্ছাপ্তুং ধনঞ্জয়॥" যদি সগুণ ব্ৰহ্মত চিত্ত স্থিৰ কৰিব নোৱাৰা তেনে "অভ্যাসযোগেৰে" মোক পাবলৈ যত্ন কৰা। দিনমান নানা ভাৱত বিক্ষিপ্ত গৃহীৰ বি চিত্ত তাত সুগুণ ব্ৰহ্মৰ উপাসনা সদায় সম্ভৱ নহয়। গতিকে গৃহীৰ পক্ষে এই অভ্যাস যোগেই প্ৰশস্ত। প্ৰভুপাদ শঙ্কৰাচাৰ্য্যই এই অভ্যাস যোগৰ মানে কৰিছে — "চিত্তস্য একস্মিন্ আলম্বনে সৰ্বতঃ সমাহৃত্য পুনঃ পুনঃ স্থাপনমভ্যাসঃ"—চিত্তক সকলো ফালৰ পৰা সামৰি আনি এটি আলম্বনত স্থাপন কৰাই অভ্যাস। যতিপ্ৰৱৰ শ্ৰীধৰ স্বামীয়েও অভ্যাসৰ সেই একে অৰ্থকে কৰিছে—"বিক্ষিপ্তং চিত্তং পুনঃ পুনঃ প্ৰত্যাহৃত্য মদনুস্মৰণ লক্ষণো যোঽভ্যাস যোগঃ।"— বিক্ষিপ্ত চিত্তক সামৰি সুতৰি আনি পুনঃ পুনঃ ভগবানৰ অনুস্মৰণ কৰা লক্ষণেৰে যে অভ্যাস যোগ। কোৱা বাহুল্য, এই যে আলম্বন এই যে অনুস্মৰণৰ আশ্ৰয় এয়ে ভাৰতৰ

সাকাৰ প্ৰতিমা, এয়ে ভাৰতৰ মূৰ্ত্তিপূজা ! এই মূৰ্ত্তিপূজাৰ প্ৰভাৱতে ভাৰতৰ কৰ্ম্মযোগীয়ে ভাৰতৰ পৰম ভক্তই নিজ নিজ ইষ্ট দেৱতাৰ আত্মপ্ৰকাশ জগত জুৰি দেখিবলৈ পাই সকলো সন্দেহৰ পৰা মুক্ত হৈ পৰম পদপ্ৰাপ্ত হয়। সগুণ বা সাকাৰ ব্ৰহ্মক উপাসনা কৰা সাধক সকলক ভগবানে মৃত্যুসমাকুল সংসাৰ সাগৰৰ পৰা উদ্ধাৰ কৰি নিগুৰ্ণ ব্ৰহ্মজ্ঞানৰ মুক্তিলৈ লৈ যায়—"তেষামহং সমুদ্ধৰ্ত্তা মৃত্যুসংসাৰসাগৰাৎ।"

যি উপনিষদৰ গাভী দোহন কৰি দোগ্ধা গোপালনন্দনে জগতক গীতামৃত দুগ্ধ পান কৰাইছে সেই পৰম পবিত্ৰ উপনিষদৰ সমীপত ভক্তিভাৱে উপবেশন কৰি আমি শুনিব খুজিলে শুনিবলৈ পাম—"অন্ধং তমঃ প্ৰবিশন্তি যেঽসম্ভূতিমুপাসতে। ততো ভূয় ইব তে তমো য উ সম্ভূত্যাং ৰতাঃ॥ × × × × "বিনাশেন মৃত্যুং তীৰ্ত্বাঽসম্ভূত্যাঽমৃতমশ্নুতে॥" — যি অসম্ভূতি অৰ্থাৎ উৎপন্ন নোহোৱা অনাদি কাৰণ ব্ৰহ্মক চিন্তা কৰে সি অন্ধকাৰত পৰে। যি সম্ভূতিক অৰ্থাৎ কাৰণৰ পৰা উৎপন্ন হোৱা ব্যক্ত পদাৰ্থৰ কাৰ্য্যব্ৰহ্মক উপাসনা কৰে সি আৰু অন্ধকাৰত পৰে। দুইৰো আশ্ৰয় কৰিলে সম্ভূতিৰে মৃত্যু অতিক্ৰম কৰা যায়, অসম্ভূতিৰ অনুভূতিৰে অমৃতৰ আস্বাদন কৰিব পাৰি। স্বমী দয়ানন্দ প্ৰমুখ্যে পণ্ডিত সকলে মূৰ্ত্তিপূজাক সম্ভূতিৰ শাৰীত ধৰিছে।

ইয়াৰ ওপৰত ভাৰতবাসীৰ কবলৈ আৰু একো নাই। প্ৰতিমা পূজা আদিৰে মৃত্যুক অতিক্ৰম কৰি দেৱতাৰ জ্ঞানেৰে অমৰত্ব লাভ কৰাই অতি প্ৰকৃষ্ট পথ। সগুণ সাকাৰ পূজা কৰি কৰি নিৰ্গুণ নিৰাকাৰ ব্ৰহ্মৰ আনন্দ আস্বাদন কৰিবলৈকে ভাৰতৰ মূৰ্ত্তিপূজা।—ই বাহুল্য আড়ম্বৰ নহয়, জগতৰ উৎকৃষ্ট নিকৃষ্ট মানব মাত্ৰৰেই সাধনাৰ প্ৰতি উপযুক্ত উপায়, নিকৃষ্ট নহয়—অতি সহজ, অতি সৰল, অতি স্বাভাৱিক পথ, যি পথেদি গলে আৰম্ভৰ পৰাই অমৃতৰ বিন্দু জৰি জৰি ওৰে বাটে পথিকক পান কৰাই লৈ যায়—সেই অন্তলৈ য'ত সকলো হাহাকাৰ সকলো আকুলি বিকুলি শান্ত হোৱা এক অন্তহীন অমৃতৰ পাৰাবাৰ "ন যত্ৰ শোকো ন জৰা ন মৃত্যুৰ্নাৰ্ত্তিৰ্ন চোদ্বেগ শ্ৰুতে কুতশ্চিৎ"—সেয়ে মানবী জনমৰ চিৰ শান্তি—সেয়ে সাধনাৰ চিৰ কল্যান !

---

## মুখ চন্দ্ৰিকা

নৈৰ বুকুত ছলছলনি দেখিলে আমি বুজোঁ নৈ খনি বাম ; যেতিয়া গুপ্ গুপ্ কৈ গম্ভীৰ ভাবেৰে বৈ যায় তেতিয়া বুজোঁ নৈ খনি গভীৰ ! এইদৰেই মানুহৰ মুখৰ চেহেৰাতো অন্তৰৰ চাঞ্চল্য বা গাম্ভীৰ্য্যই ধৰা দি যায়। কোনো কোনো মানুহৰ মুখখনি দেখাত বৰ ল-নি, অথচ তাত এটি চাঞ্চল্যৰ ভাব বিৰিঙি পৰি আমাৰ আস্থা নাইকিয়া কৰে। কোনো কোনোৰ মুখ খনিত চালে চকুৰোৱা একো নাই, তত্ৰাচ তাৰ গাম্ভীৰ্য্যই মানুহৰ মন প্ৰাণ টানি নিয়ে। মহাত্মা গান্ধীৰ ৰূপৰ্তকৈ অন্তৰৰ উজ্জ্বলতাই অতৰ্কিতে মানুহৰ শিৰ যে দোঁৱাই নিয়ে এই কথা নজনা লোক ভাৰতত আজি নিচেই কম। এইখিনিতে মানুহৰ মুখখনি অন্তৰৰ দাপোন।

আধ্যাত্মিক সাধনাৰ যিবিলাক সাধক সিবিলাকৰ অন্তৰৰ আধ্যাত্মিকতাৰ উজ্জ্বল জ্যোতি জ্বলি মুখত এটি জ্যোতিৰ্ম্ময় অপৰূপৰ আভাস দিয়ে। সি আলোক চিত্ৰত প্ৰকাশ্যে ধৰা নিদিলেও, অন্তৰৰ চিত্ৰত স্পষ্টকৈ জ্বলি উঠে। ইয়াৰ বৈজ্ঞানিক সত্বা থাককেই বা নেথাকক জগতৰ সকলো স্থান সকলো কালতেই মানুহৰ মনে মনে লাগি যোৱা ই একপ্ৰত্যক্ষ সত্য। ইয়াক অস্বীকাৰ কৰিবৰ উপায় নাই। আমি আমাৰ প্ৰিয়জনৰ এস্বাৰ মুখতো পোহৰ দেখোঁ। এই পোহৰ আমাৰ মনে-পতা পোহৰ। সিদ্ধ সাধকৰ মুখৰ যি পোহৰ সি বস্তুগত পোহৰ — মনে-পতা নহয়। মন মুগ্ধ হৈ এই পোহৰ নেদেখে, এই পোহৰ দেখিহে মন মুগ্ধ হয়।

মুখ দাপোনত জিলিকি পৰা অন্তৰৰ এই উজ্জ্বলতা প্ৰকাশ কৰিবলৈ যদিও কেনিবা ক'ৰবাত আমাৰ উপযুক্ত শব্দ আছেও, তত্ৰাচ মুখ-চন্দ্ৰিকা বোলা শব্দটিহে এই ক্ষেত্ৰত ভাল যেন লাগিল। লক্ষ্মীস্বৰূপিনী নব পৰিণীতা কন্যাৰ মুখত চন্দ্ৰিকা দেখি মুখচন্দ্ৰিকাৰ মন্ত্ৰ মতা কথা আমাৰ ভালেমানৰ চাঁগে মনত আছে। গতিকে এই শব্দ প্ৰয়োগত সিবিলাকৰ সবিশেষ আপত্তি দেখোন থাকিব নলগা যেন লাগে।

ইতিহাসৰ মনত নপৰা কালৰ পৰাই ভাৰতে মহাপুৰুষ বা দেবদেবীৰ মুখ নুবুলি 'মুখপদ্ম' বা 'মুখচন্দ্ৰমা' বোলে। ই অৰ্থহীন অলঙ্কাৰ নহয়। মুখখনি দেখি প্ৰফুল্ল কমল দেখাৰ দৰে, পূৰ্ণিমাৰ চন্দ্ৰমা দেখাৰ দৰে মনত এটি অজানা আনন্দৰ

উল্লাস লাগে বুলিয়েই এই অলঙ্কাৰ। ইতৰ মুখতকৈ ইবিলাকৰ মুখৰ এয়ে পাৰ্থক্য, এয়ে বৈশিষ্ট্য। এই পাৰ্থক্য ফুটাবলৈকে চিত্ৰকলাই এনে মুখৰ পাচফালে হয় এটি গোলাকাৰ প্ৰস্ফুটিত পদ্মৰ আভাস নহয় এটি বৃত্তাকাৰ ৰেখাৰে চন্দ্ৰমণ্ডলৰ আভাস দিয়ে। এয়ে চিত্ৰকলাৰ অলঙ্কাৰ। চিত্ৰকলাৰ এই ৰীতি আগৰ নহলেও অন্ততঃ মুখপদ্ম বা মুখচন্দ্ৰমা শব্দ প্ৰচলিত হোৱা কালৰ পৰা যে চলি আহিছে তাক সহজে অনুমান কৰা যায়। ইয়াৰ প্ৰত্যক্ষ প্ৰমাণ দেখিবলৈ পাওঁ ভাৰতৰ বৌদ্ধযুগত। বুদ্ধদেৱৰ মূৰ্ত্তিৰ মুৰৰ পাচফালে পৰ্ব্বতীত এটি বৃত্তাকাৰৰ অলঙ্কাৰ দেখা যায়। দেৱতাৰ চিত্ৰবিলাকতো তদ্ৰূপ মণ্ডলাকাৰ ৰেখা একোটি থাকে। কোনো কেনো মূৰ্ত্তিৰ এই মণ্ডলাকাৰ ৰেখাৰ মাজত পদ্মফুলৰ আকৃতিও দেখা যায়। তেহেঁলে সি পদ্মৰে আকৃতি হওক অথবা চন্দ্ৰমণ্ডলৰে আভাস হওক সি যে দেৱতা বা মহাপুৰুষৰ মুখ চন্দ্ৰিকাৰেই ৰূপকৰ চিন তাত অকণিও সন্দেহ নাই।

চিত্ৰত বা মূৰ্ত্তিত মুখচন্দ্ৰিকাৰ অলঙ্কাৰ জগতৰ আন আন ঠাইতো আছে। য়ুৰোপৰ মহাপুৰুষ বা দেৱমূৰ্ত্তিবিলাকতো ইয়াৰ আভাস দেখা যায়। মুখ মণ্ডলৰ এনে মণ্ডলাকাৰ জ্যোতিক সিবিলাকে 'নিম্বচ' বা 'হেল' বোলে। ভাৰতবৰ্ষৰ মুখচন্দ্ৰিকা আৰু সিবিলাকৰ মুখ চন্দ্ৰিকাত ৰেখা আৰু আলোকৰ প্ৰভেদ থাকিলেও কথাটি আচলতে একে। চন্দ্ৰ, সূৰ্য্য, বা তাৰকাই বিকীৰণ কৰা আলোকৰ অনুকৰণেই দুইৰো মূল। তাকে ভাৰতৰ খনিকৰে প্ৰকাশ কৰে ৰেখাৰে, য়ুৰোপৰ খনিকৰ কৰে আলোকেৰে। সিবিলাকৰ কোনো কোনো বিদ্বানে কয় এই হেল'ৰ কল্পনা সিবিলাকে বোলে অতি নিম্নস্তৰৰ মূৰ্ত্তিপূজকৰ পৰা পাইছে। ভাৰতৰ অতি প্ৰচিন মুখচন্দ্ৰিকাৰ কল্পনাকে সিবিলাকে কালক্ৰমে নিম্নস্তৰৰ মূৰ্ত্তিপূজকৰ পৰা পোৱাও একো বিচিত্ৰ নহয়। দুকুলৰ পৰাও যেতিয়া এই বস্তু উদ্ধাৰ কৰা হৈছে তেতিয়া বুজিব লাগিব এই মুখ চন্দ্ৰিকাত সিবিলাকৰ মনে মনে মিলি যোৱা কিবা এটি কথা নিশ্চয় আছে। প্ৰাণে প্ৰাণে মুখচন্দ্ৰিকাৰ অনুভূতি নহলে তাৰ ইমান আদৰেই বা হব কিয় ?

হীৰাৰ জেউতিৰ দৰে, মহামণিৰ জিলিকনিৰ দৰে, গৰভত জোন থকা কপাহী ডাৱৰৰ দৰে মহাপুৰুষৰ এই মুখচন্দ্ৰিকাই মানুহৰ মনত কেৱলে এক সৌন্দৰ্য্যৰ ঢৌকে খেলাই নেথাই, হিয়াৰ মাজত পোৱাৰ মাজৰ কি এক নোপোৱা সন্ধান জগাই তুলি সমূলি তাক অবাক কৰে, চকুৰে সি চায়ে থাকে, হেজাৰ চালেও তাৰ চোৱা নহয়—তাৰ বিদ্যাৰ অভিমান, ধনৰ অভিমান, ঐহিক প্ৰতিপত্তিৰ সকলো অভিমান চকুৰ পলকতে মৰি যায়—ঘূৰি চাই সি দেখে অন্তৰীতে তাৰ হৃদয়ৰ সকল ভক্তিৰ ধাৰা সেই মুখচন্দ্ৰিকাৰ উদ্দেশ্যে অনৰ্গল বব লাগিছে। এই বোৱাৰ শেষ নাই। মহাপুৰুষৰ মুখচন্দ্ৰিকাৰ এনে প্ৰভাৱ ! কবিৰ ভাষাৰে কৰলৈ হ'লে—যি তেওঁৰ নিন্দা ৰটিবলৈ আহে সিও সেই ৰূপত মজি তুতি নতিৰে উভতে। বিজয়ী বীৰ চেকেন্দৰে ভাৰতৰ নগ্ন সন্ন্যাসীৰ মুখৰ মুখচন্দ্ৰিকা দেখি অবাক হৈছিল, স্তব্ধ হৈছিল। তাৰ অজানা মহিমাত মুগ্ধ হৈছিল। মুখেৰে ফুটায়ো কৈছিল—মই যদি দিগ্বিজয়ী এলেকজেণ্ডাৰ নহলোহেতেন এনে এটি সন্ন্যাসী হলেও সুখ পালোহেতেন। শ্ৰীগুৰু নানক দেৱে দিব্যজ্যোতিৰ দৰ্শন পাই সংসাৰত্যাগ কৰা শুনি তেখেতৰ আত্মীয় পৰিজনৰ প্ৰৰোচনাত মিৰাচী কুলৰ মৰ্দ্দানাই যুক্তিৰে হওক কাকুতিৰে হওক মন ঘূৰাব পাৰিম বুলি কি গৰবেৰে মহাপুৰুষৰ কাষ চপিছিল ! সৰুৰে পৰা দেখা মুখ খনিত অকস্মাৎ যেই সেই মুখচন্দ্ৰিকাৰ আলোক দেখিলে মৰ্দ্দানাৰ মুখৰ মাত হৰি গ'ল ; বিনা বাক্য ব্যয়ে আশা ভৰা জীৱন মহাপুৰুষৰ চৰণত অৰ্পন কৰিলে। মহাপুৰুষে কওঁতে বুজালে তেও ঘূৰিবলৈ আহি ঘূৰ খোৱা মন আৰু নুঘূৰিল। সেই দিন ধৰি আজীৱন কাল ভাই মৰ্দ্দানাৰ ৰবাবৰ সুৰেৰে মহাপুৰুষৰ প্ৰেৰণাৰ গীতি দেশে বিদেশে বাজি উঠিল। আজিও তাৰ অশৰীৰী ঝঙ্কাৰে কিমানৰ তাপিত প্ৰাণত শান্তি ঢালিছে।

আজি তিনি চাৰি কুৰি বছৰৰ ভিতৰৰ কথা বিদিনা সুশিক্ষিত নৰেন্দ্ৰনাথ দত্তই আজিকালিৰ বিদ্যাভিমান লৈ দক্ষিণেশ্বৰত ৰাম কৃষ্ণ পৰমহংস দেৱৰ প্ৰথম দৰ্শন লাভ কৰিছিল। পৰমহংসদেৱৰ সৌম্য শান্তোজ্জ্বল মুখচন্দ্ৰিকা দেখি নৰেন্দ্ৰনাথৰ অন্তৰত কিহে যেন জিকাৰি উঠিল ! প্ৰাণ সঞ্চাৰিণী ঊষাৰ সোনালী হাঁহিৰ দৰে পৰমহংস দেৱৰ সেই মধুময়ী দৃষ্টিত প্ৰাণৰ মাজত কি যেন কিহে ছাঁট মাৰি গ'ল — স্বপ্নই নে মতিভ্ৰমেই নৰেন্দ্ৰনাথে বুজিব নোৱাৰিলে। খোকাখুকিকৈ প্ৰশ্ন কৰিছিল— "ঈশ্বৰক দেখা যায় নে ?" সমিধান পালে— "তোমাক যেনেকৈ দেখিছোঁ তাতোকৈ স্পষ্ট দেখা যায়।" নৰেন্দ্ৰনাথে যি বিচাৰিছিল তাকে যেন পালে। বিদ্যাৰ এনে

গৌৰৱ, শিক্ষাৰ এনে অভিমান সংসাৰৰ এনে মোহ—বলিৰ দানত শুক্ৰাচাৰ্য্যৰ দৰে তাৰ বাধা,—তেতিয়া তেতিয়াই প্ৰাণ ঢালি দিব নোৱাৰিলে। নৰেন্দ্ৰনাথ উভতি গল — সেয়ে আগৰ নৰেন্দ্ৰনাথ নহয়। অমৃত সিন্ধুৰ এক ছায়ামায়া সন্ধান পাই নৰেন্দ্ৰনাথ আজি বৰ ব্যাকুল। যুক্তি তৰ্ক ছাই হ'ল, হিয়াৰ অভিমান উৰি গ'ল, সংশয়ৰ কত চকাচমকাৰ মাজে, হিয়াৰে কত ঘাত কত প্ৰতিঘাতৰ মাজে বিবেক বৈৰাগ্যই পূৰেকণদি হাঁহি উঠিল। আৰু ঘূৰে ক'ত ? আধুনিক উচ্চ শিক্ষাৰ আশা ভৰসা, ভবিষ্য জীৱনৰ সোনালী সপোন, হিয়াভৰা হুতাহৰ সকলো আয়োজন চাওঁতে চাওঁতে এটি মুহূৰ্ত্ততে ফুলি অহা ফুল পাহি যেন নৰেন্দ্ৰনাথ সন্ন্যাসীৰ চৰণত অঞ্জলি দি চিৰ সন্ন্যাস বৰণ কৰিলে। বিবেক বৈৰাগ্যৰ আলোকেৰে "বিবেকানন্দ" হৈ নিজৰ জীৱন বি সফল কৰিলেই নে সমগ্ৰ জগতৰ আগত ভাৰতভূমিৰ মুখোজ্জল কৰি বিজয়শঙ্খৰ গভীৰ নাদেৰে ভাৰত ধৰ্ম্মৰ জয় ঘোষণা কৰি গ'ল। কি অদ্ভুত সেই পৰিবৰ্ত্তন ! কি মহিমাময় সেই দৃশ্য ! — যুক্তি নাই, তৰ্কৰ আড়ম্বৰ নাই। মুখচন্দ্ৰিকা দেখি কি অতৰ্কিতে আত্মসমৰ্পণ ! — কি যেন আত্মাই আত্মাক চিনি পাই বুজা-নুবুজা দেখা-নেদেখা কুঁৱলীৰ মাজে বুলি বুলি মিলি যোৱা এক অতি মধুৰ তন্ময়তা ! জ্ঞান পিপাসু নৰেন্দ্ৰনাথৰ কথাই নাই, কত মাতোৱাল, কত বিত্তাভিমানী, জগতক তৃণবৎ জ্ঞান কৰা কত পৰাক্ৰমী বীৰে এইদৰে এইদৰেই একো একোটি নগ্ন সন্ন্যাসীৰ মুখচন্দ্ৰিকাত মোহিত হৈ অনন্ত জীৱনৰ আলোকৰ আভাস পাই আশাভৰা জীৱনত অতুল ঐশ্বৰ্য্যৰ বি মোহময় পয়োভৰ তাকো অকাতৰে পৰিত্যাগ কৰি অতি দীন-হীন বেশে সন্ন্যাসীৰ পদধূলি শিৰত লৈ নিজ নিজ জীৱন ধন্য কৰিছে। অকল ভাৰতৰ এই যুগতেই নহয়, যুগে যুগে জগতৰ সকলো ঠাইতে এনে ঘটনা ঘটিবই লাগিছে।

এনে এটি অৱসৰ আমাৰ অসমলৈকো আহিছিল,—বেচি দিনৰ কথা নহয়—চাৰি শ বছৰ উকলি গল বিদিনা জীৱনত প্ৰথমে প্ৰথমে অসীম প্ৰতিভাশালী মাধৱদেৱে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ সাক্ষাৎ লাভ কৰিছিল। কুণ্ডিলপানীৰ পৰা বোৰোবাৰ তীৰলৈ সমগ্ৰ আসামৰ ভাগ্য গগন জিলিকি যোৱা দুটি প্ৰকাণ্ড অৱতাৰ কি সেই যুগপৎ উদয় ! গঙ্গা যমুনাৰ সঙ্গমৰ দৰে কি মধুৰ কি পবিত্ৰ সেই প্ৰথম মিলন ! কল্পনালোকত আজিও সেই মাহেন্দ্ৰক্ষণটি কেনে উজ্জ্বল, কেনে মনোময় লাগে—ভাবিলে পুলকতে প্ৰাণ ৰোমাঞ্চিত হয়।

সেই মহিমাময় মাহেন্দ্ৰ মুহূৰ্ত্তটি আৰু উজ্জ্বলকৈ আৰু জীৱন্তকৈ চাবলৈ বুলি প্ৰাণে চাতকিনীৰ দৰে স্বভাৱতে আকুলি বিকুলি কৰি উঠে। কি আকুলতাৰে সি মহাপুৰুষৰ জীৱনীলিখক সকলৰ কাষলৈ উৰি যায়—জানোচা সেই মুহূৰ্ত্তটিৰ কিবা এটি অমৃতময় সঙ্কেত, কিবা এক মধুময়ী বাণী আষে পাষে পোহৰাই যোৱা কিবা এটি পোহৰৰ সন্ধান পোৱা যায়, যাৰ আলোকত মনমোহা ছবিটি আৰু তিৰ্‌বিৰাই উঠে আৰু দ'কৈ মনত লাগি যায়।

আমাৰ দুৰ্কপাল —মহাপুৰুষৰ জীৱনীলিখক সকলে জগতৰ অইন অইন দেশত বিচাৰি চাওঁতাক যেনেকৈ কৰে ইয়াতো আমাক তেনেকৈয়ে হতাশ কৰিছে। মহাপুৰুষসকলৰ জীৱনী জগতত আছে বহুতো—তাত মহাপুৰুষ নাই। আছে লিখকৰ নিজ নিজ অন্তৰৰ ৰাগঘেষেৰে ৰঞ্জিত বালুকাৰ লহৰীলীলা,—তলে দি বৈ যোৱা মহাপুৰুষৰ অন্তঃসলিলা সৰস্বতীৰ সন্ধান অকণিও নাই—মৰুভূমিৰ দৰে সি নিৰস, শুকান ! মহাপুৰুষৰ মহৎ অন্তৰলৈ অৰ্ন্তদৃষ্টি দিব পৰা মহাকবি একোগৰাকীৰ লিখনীৰে নিলিখিলে মহাপুৰুষৰ ছবি ফুটি নুঠে। মহাপুৰুষৰ জীৱনী লিখিছিল আদি কবি বাল্মীকিয়ে, জীৱনী লিখিছিল বেদব্যাসে—যাৰ উজ্জ্বল আদৰ্শ আজিও জল্‌জল্‌কৈ জিলিকিব লাগিছে—আজি হেজাৰ বিজাৰ বছৰেও সেই অফুৰন্ত আলোকৰ অন্ত নাই, নিতে নিতে নতুন হৈ প্ৰাণস্পৰ্শী মহিমাই তাৰ গোটেই পৃথিৱী পোহৰাই তুলিছে ! আচলতে কৰ্বলৈ গলে মহাপুৰুষৰ শাক ভাত খোৱা কথা কলে অথবা সাধাৰণ ইতিহাসে দিয়া দি আৱৰণৰ চিনাকি দিলে মহৎ অন্তৰৰ প্ৰকৃত পৰিচয় আমি নেপাওঁ। আমাক লাগে তাতোকৈ বেচি—মহাপুৰুষে বিকীৰণ কৰি যোৱা আলোকৰ বাতৰি—অকল এয়ে নহয়, লাগে মহাপুৰুষে বিকীৰণ কৰিব পৰা আলোকৰ সন্ধান। আমি আমাৰ মাতৃৰ পৰা বিধিনি দিনে দিনে পাওঁ তাৰ তালিকা এখনি তুলি ধৰিলেই আমাৰ মাতৃক মাতৃকৈ চিত্ৰিত কৰা নহয়। এনে পোৱাৰ তালিকা ধাই মাকৰ পৰাও পাব পাৰি। মাতৃৰ অন্তৰত বিধিনি পোৱাৰ উপৰিও নোপোৱা আছে, বিধিনিলৈ জগতে আশা কৰে অনিমিষ নয়নে চাঁই থাকে তালৈ অন্তদৃষ্টি দি

নোকোৰাঁলেকে মাত্ৰ অন্তৰৰ আচল পৰিচয় দিয়া নহয়। জগতৰ মহাপুৰুষৰ, মহাকবিৰ, অন্য কি কৰ্মবীৰৰ জীৱনী প্ৰায় বিলাকেই বাহিৰৰ বাকলিৰে ভৰা — শাহ তাত পাৰলৈ প্ৰায়েই নাই। ইতিহাসৰ ক্ষুলীয়া পাঠ্যৰ দৰে সি এক আড়ম্বৰময় অৰ্থহীন আয়োজন। কত ছাত্ৰই মাজ নিশালৈকে তেল পুৰি ভাৰতৰ ইতিহাস, অসমৰ বুৰঞ্জী পঢ়ি পঢ়ি মুখস্থ কৰি পৰীক্ষাত বছৰে বছৰে কৃতিত্বেৰে উত্তীৰ্ণ হৈ যাব লাগিছে। কত শিক্ষকে সেই ইতিহাস সেই বুৰঞ্জীৰ টোকা টুকি টুকি আয়ুস টুটাব লাগিছে। অথচ দুইকো বেতিয়া সোধা যায় কি আদৰ্শৰ আভাস বুকুত লৈ, কি প্ৰাণেৰে প্ৰাণৱন্ত হৈ ভাৰত আজিও তিষ্ঠি আছে, অসম আজিও জীয়াই আছে, তেতিয়াই সিবিলাক দুইৰো মুখলৈ দুয়ো চাই নিৰুত্তৰ। সিবিলাকে ভৰ সুঁতিৰ ধাৰে নেযায়—নেজানে। কোন ৰজাই বা কোন বংশই কোন শকঁত কাক মাৰি কাক খেদি কিমান দিন ক'ত ৰাজপাট খালে, কাৰ কিমান ৰাজনীতিৰ চাল, কেনি কি ষড়যন্ত্ৰই কাটি ছিঙি কিমান ৰক্তৰ নদী বোৱাই ভাৰতৰ বুকু তেজেৰে পাঙ্কিল কৰিলে—জানে কেৱলে খুটি-নাটিৰে এইবোৰ কথা। অথচ ইয়াৰ আঁৰে আঁৰে এই বিশাল জাতিটিয়ে ক'ৰ পৰা নিজৰ পৰিপুষ্টি আকৰ্ষণ কৰি নিজৰ প্ৰাণ শক্তি অটুট ৰাখি আজিও জীয়াই আছে, কি শক্তিৰ বলেৰে, কি আদৰ্শৰ তেজেৰে যুগ যুগান্তৰ কত ৰক্তপাতেৰে শত অত্যাচাৰ তুচ্ছ কৰি নিজৰ বৈশিষ্ট্য অলক্ষিতে ৰক্ষা কৰি আহিছে—সেই সকলো কথাৰ সাৰ আচল কথাটি নজনাতে বৈ গল। নিজৰ জাতীয় আদৰ্শৰ সন্ধান নাই, তাৰে অনুপ্ৰাণীত হোৱাৰ উদ্দীপনা নাই—সেয়ে আমাৰ ইতিহাস! মহাপুৰুষৰ জীৱন চৰিতত তিলেতৰ্জুয়ে আমাক এনে ধৰণৰ ঐতিহাসিক তথ্য নেলাগে,—আমি বিচাৰোঁ এনে ঘটনা, এনে বাণী যি অকলে মহাপুৰুষৰ অন্তৰৰ আভাসকে দিয়েই নেযায়, পাঠকৰ মন প্ৰাণো অতৰ্কিতে এক উজ্জ্বল লোকলৈ টানি লৈ যায়। মহাপুৰুষৰ দৰ্শনত যি তৃপ্তি যি আনন্দ পোৱা যায়, জীৱন চৰিত পঢ়িও সেই তৃপ্তি সেই আনন্দকে প্ৰাণে বিচাৰে। তাকে নেপালে আমাৰ মনত কেনেবা লাগিব যায়।

আজি চাৰি শতাব্দী ধৰি অসমীয়া জাতিটিৰ প্ৰাণত যি শক্তিয়ে তেজ সঞ্চাৰ কৰি আহিছে সেই শক্তিৰ উৎস স্বৰূপ এই দুই মহাপুৰুষৰ প্ৰথম মিলনৰ ক্ষণটি অসমীয়াৰ অন্তৰত 'দেহপ্ৰয়াগৰ' দৰে পবিত্ৰ হৈ জিলিকিব লাগিছে। তাক উজলাবলৈ বুলি জীৱনীলিখকৰ যদি কোনো সজুলি নাই তেনে দুই মহাপুৰুষকে মুখামুখি কৰোৱাই সভক্তিৰে নিৰৱ হৈ থাকি অকণো আমনি নকৰাকৈ দৃশ্যটি উপভোগ কৰিবলৈ পাঠকৰ কল্পনাক এৰি দিয়া ই উচিত আছিল। এনে থলতে নিৰৱতাই কথা কয়—ইয়াতেই নিৰৱতাক সুন্দৰ সাৰ্থকতা। তাকে নকৰি চৰিত্ৰ লিখক সকলে মহাপুৰুষৰ মুখে নোলাব লগীয়া কথা এটিৰ অৱতাৰণা কৰি দৃশ্যটি একেবাৰেই কিবা কৰি পেলালে।—মাধৱদেৱে বোলে শৰৎকালত পূজা কৰা গোঁসানীলৈ এজোৰ বগা পাঠা আগ কৰিছিল। তাকে আনি দিবলৈ বৈনায়েকক বৰকৈ ধৰাত ঘৈনীয়েকে এদিন মাধৱদেৱক শ্ৰীশঙ্কৰদেৱৰ ওচৰলৈ লৈ গ'ল। দুইৰো বাদ হ'ল শ্ৰীশঙ্কৰদেৱে নিবৃত্তিমাৰ্গৰ শাস্ত্ৰৰ প্ৰমাণ আৰু মাধৱদেৱে প্ৰবৃত্তিমাৰ্গৰ শাস্ত্ৰৰ প্ৰমাণ দি তৰ্ক কৰিবলৈ লাগি গ'ল। বেলি তিনি পৰীয়া হ'ল, তেও দুইজনৰ তৰ্ক নিছিগিল। শেহান্তৰত শ্ৰীশঙ্কৰদেৱে ভাগৱতৰ শ্লোক এটি মাতিলে—তাৰ ভাঙনি চৰিত্ৰলিখকে দি গৈছে—"বৃক্ষৰ মূলত যেন দিলে আনি জল। হোৱয় তৃপিতি তাৰ পত্ৰ পুষ্প ফল॥ ডালে পাতে সিঞ্চে যদি মূলত নেদয়। কদাচিতো ডালে পাতে তৃপিতি নহয়॥ ক্ষুধাতুৰ নৰে যদি অন্নক ভুঞ্জয়। তৃপিতি হোৱয় ইন্দ্ৰিয় আতিশয়॥ ভোজন বিহীনে পিন্ধে বস্ত্ৰ অলঙ্কাৰ। ইন্দ্ৰিয়ৰ কিছু প্ৰীতি নহয় আহাৰ॥ কৃষ্ণক পূজিলে সমস্তৰে পূজা হয়। পৃথকে পূজিলে পূজা কেহোঁ নলৱয়॥" — শ্লোকটি শুনা মাত্ৰকতে হেনো মাধৱদেৱৰ মন পালটি গ'ল। সংসাৰত সোণৰ সপোন নেওচা দি সেই মুহূৰ্ত্ততে শ্ৰীশঙ্কৰদেৱৰ পদত নিজৰ শিৰ বিকি দিলে।

মহাপুৰুষ মাধৱদেৱৰ দৰে পৰমভক্ত এজনাৰ সৰল প্ৰাণৰ আত্মসমৰ্পণে যে তৰ্কৰ পৰাজয়লৈ অপেক্ষা কৰে এনে কথা ভাবিবলৈ দেখোন কিবা লাগি যায়। তৰ্কই মন আৰু বুদ্ধিক স্তম্ভিত কৰি পৰাজয় কৰিব পাৰে, কিন্তু হৃদয়ৰ যি আত্মসমৰ্পণ তাৰ লৈ লাগে আত্মাৰ প্ৰভাৱ, আত্মাৰ অনুভূতি। কুৰুক্ষেত্ৰৰ যুদ্ধৰ আৱৰ্ত্তনিত পাৰ্থক প্ৰশ্নৰ মীমাংসাই প্ৰাণৰ পূৰ্ণ শক্তি দিয়া নাছিল—দিছিল পাৰ্থৰ আত্মাত পৰমাত্মাৰ আলোকে, কৃষ্ণৰ পোৱাৰ মাজৰ নোপোৱাৰ পোহৰে, কৃষ্ণৰ শৰীৰত ফুলি উঠা সেই বিশ্বৰূপৰ অপৰূপ আভাসে।

প্ৰবৃত্তি আৰু নিবৃত্তিমাৰ্গৰ কোনে কি কি শাস্ত্ৰ প্ৰমাণ

দিছিল তাৰ উল্লেখ কোনো এগৰাকী চৰিত্ৰ লিখকেও কৰি নগল। কেৱল ভাগৱতৰ "যথা তৰোৰ্মূল নিষেচনেন তৃপ্যন্তি তৎস্কন্ধ ভুজোপশাখাঃ। প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়ানাং তথৈব সৰ্ব্বাৰ্হনমচ্যুতেজ্যা॥" শ্লোকটিৰ ভাঙনিটি দি শাস্ত্ৰজ্ঞ মহাপুৰুষ মাধৱদেৱৰ মনটি পালটাই দিলে।

চতুৰ্থ স্কন্ধভাগৱতৰ একত্ৰিংশ অধ্যায়ৰ এই দ্বাদশ শ্লোকটি মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে সাৰ সংগ্ৰহ কৰা শ্লোকৰ ভিতৰত পৰিছে যদিও এনে ঠাইত চৰিত্ৰলিখকে কিয় লগালেহি কব নোৱাৰিলোঁ।

ভাগৱতৰ সেই প্ৰসঙ্গত এনে আৰু দুই তিনিটি উপমাৰে দেখুওৱা হৈছে ভগবান হৰিয়েই সকলোৰে মূল, তেওঁয়েই সকলো কাৰণৰ কাৰণ ; গতিকে অভিন্নৰূপে তেওঁকেই সাক্ষাৎ ভজনা কৰিব লাগে,—"আত্মৈক ভাবেন ভজধ্বমধ্বা"। ৰত্নাৱলীতো এই প্ৰসঙ্গত ইয়াকে লিখিছে,—"যিহেতু চৈতন্য ভগৱন্তেসে কেবল। তাতে সে প্ৰবৰ্ত্তে যত ইন্দ্ৰিয় সকল॥ চিনাইলোহো ভগৱন্ত স্বৰূপ নিশ্চয়। তাঙ্ক পূজা কৰিলে যথেষ্ট সিদ্ধি হয়॥" হৰিৰে অভিন্ন বুলি, শক্তিমানেৰে শক্তি অভিন্ন বুলি শৰৎকালত পূজা কৰা দেৱীক পূজিব নোপোৱা কথা দেখোন ইয়াত নাই। চৈতন্যময়ী শক্তিস্বৰূপা দেৱীৰ কথা এৰিছোঁও, ইতৰ দেৱতাসকলকো পৰমাত্মা স্বৰূপে পূজা কৰাৰ ইঙ্গিত হে ইয়াত স্পষ্টকৈ দিয়া যেন পোৱা যায়। দেহীৰ দেহক দেহ বুলি নেদেখি আত্মা বুলি অভিন্ ভাবে দেখিবলৈ হে এই উপভোগ।

ভক্তি ৰত্নাকৰ মূলগ্ৰন্থৰ "মাজে মাজে সংহৰি" কৰা পদতো আমি এই শ্লোকটিৰ ভাঙনি পাওঁ। "ঈশ্বৰ কৃষ্ণক পূজা কৰে যিটো জন॥ সমস্তে দেৱক সিটো পূজিলেক আতি। পৃথকে পূজিলে কেহো নুহিকে তৃপিতি॥ বৃক্ষৰ মূলত যেন দিলে আনি জল। হোৱয় তৃপিতি ডাল পত্ৰ পুষ্প ফল॥ মূল এৰি জল যদি সিঞ্চে পত্ৰে ডালে। কদাচিতো তৃপিতি নুহিকে একো কালে॥ প্ৰাণৰ ভোজনে যেন ইন্দ্ৰিয় সন্তুষ্ট। মিলে মহাসুখ আতি হোৱে হৃষ্টপুষ্ট॥ ক্ষুধাতুৰ প্ৰাণী যদি নকৰে ভোজন। পিন্ধে গন্ধ চন্দনাদি নানান ভূষণ॥ একো ইন্দ্ৰিয়ৰ তাতে তুষ্ট নাহিকয়। প্ৰাণ তুষ্ট ভৈলে তুষ্ট হোৱে ইন্দ্ৰিচয়॥ সেহিমতে অচ্যুতক বিজনে পূজয়। সমস্তে দেৱক পূজিলেক অতিশয়॥ পৃথকে পূজাতো কাৰো পূজা নাহিকয়॥" ইয়াৰে অলপ লৰচৰ কৰি শেহত চৰিত্ৰ লিখকে লিখিলে—"কৃষ্ণক পূজিলে সমস্তৰে পূজা হয়। পৃথকে পূজিলে পূজা কেহো নলবয়।" ভক্তিৰত্নাৱলীৰ অষ্টম বিৰচনতো এই শ্লোকৰ ভাঙনি দিয়া আছে, তাতো শেহত কৈছে—"কৃষ্ণক নুপূজি যদি পৃথকে পূজয়। নুহিকে কাহাৰো পূজা জানিবা নিশ্চয়।" অথচ প্ৰথম বিৰচনত স্পষ্টকৈ কৈছে— "পিতৃ ভূতপতি লোকপাল নিৰন্তৰে। শ্ৰাদ্ধবলি পূজা নকৰিলে বিঘিনিকৰে॥ বিস্তৰ আয়াসে ভক্তি পাৱে অল্পফল। জানি ঘোৰ ৰূপ ত্যাজি মহন্ত সকল॥ শান্তমূৰ্ত্তি কৃষ্ণ অৱতাৰক ভজন্ত। আনদেৱ সমস্তক নিন্দা নকৰন্ত॥" — বিস্তৰ আয়াস কৰি আন দেৱতাক পূজিলে অল্প ফল পোৱা যায়, তথাপিতো আন দেৱ দেৱীক পৃথকে পূজিলে "পূজা কেহো নলবয়" কিয় বুলি গল বুজিবলৈ বৰ কষ্ট লাগে। কব পাৰি—চৈতন্য স্বৰূপ হৰিয়েই বিশ্ব ব্ৰহ্মাণ্ডৰ প্ৰাণ শক্তি। প্ৰাণৰ পৰা পৃথক হলে ইন্দ্ৰিয়ই যেনেকৈ একোকে গ্ৰহণ কৰিব নোৱাৰে হৰিৰ পৰা পৃথক হোৱা দেৱতায়ো সেই দৰেই কাৰো পূজা গ্ৰহণ কৰিব নোৱাৰে। এনে বুলিবলৈকো আন আন দেৱতাবিলাকক বিৰাট বিশ্ব চৈতন্যৰ পৰা যে পৃথক কৰিব নোৱাৰি — সিবিলাক পৰম চৈতন্যৰ অংশ স্বৰূপ—ভগবানৰ প্ৰীতিৰ আধাৰ। আতৰলৈ নগৈ ভাগৱতৰ সেই শ্লোকটিলে চালেই আমাৰ চকুত পৰিব, 'নানা প্ৰকাৰ কৰ্ম্মৰ দ্বাৰা তৎতৎ দেৱতাৰ প্ৰীতি ওপজোৱাত যিবিলাক ফল পোৱা যায় সেই বিলাকো ভগবানৰ প্ৰীতিৰ নিমিত্তেহে পোৱা হয়।' তেহলৈ যি অৰ্থতে হওক পৃথকে পূজিলে কেঁও পূজা নোলোৱা কথাটি দেখা দেখিকৈ গীতা আৰু ভাগৱতৰ বিৰোধী। আন কোনো দেৱতাক শ্ৰদ্ধা ভক্তিৰে পূজিলে সেই দেৱতাই পূজা গ্ৰহণ কৰি ক্ষণস্থায়ী সুখ অথবা অনিত্য স্বৰ্গভোগাদি ফল দি থাকে। চিৰশান্তিৰে মুক্তি পাবলৈ হলে হৰিক হে পূজিব লাগে। আন দেৱক পূজিলেও হৰিকেই পূজা হয়—কিয়নো হৰিত বাজে একোৱেই অস্তিত্ব নাই। হৰিয়েইহে এক মাত্ৰ ফল দিয়াৰ গৰাকী। হৰিয়েই আন দেৱতাৰ পৰা পাব পৰা ফল আনে দেৱতাৰ হতুৱাই দিয়াই থাকে। এয়ে গীতা ভাগৱতৰ সিদ্ধান্ত, এয়ে গীতা ভাগৱতৰ শিক্ষা। এনে স্থলত "পৃথকে পূজিলে পূজা কেহোঁ নলবয়" বোলা কথাষাৰি অন্তৰ চিৰআৰাধিতা চৈতন্যময়ী দেৱীৰ কথাত শ্ৰীশঙ্কৰদেৱে আনি পিন্ধাইছেহি বুলি কল্পনাতো মানি লব নোৱাৰি। ই কোনোবা চৰিত্ৰ লিখকৰ স্বকপোল কল্পিত কথা।

দেৱীপূজাৰ সম্বন্ধে চৰিত্ৰ পুথিত এনে সুৰৰ কথা কেবাটিও আছে। তাৰে বেচিকৈ হলেও শ্ৰীশঙ্কৰদেৱৰ জন্ম

প্ৰসঙ্গত কোৱা চৰিত্ৰলিখকৰ কথাটিৰে এই দুই প্ৰথম মিলনৰ বৰ্ণনাটি মিলাই পঢ়িলে ই যে অন্ত্ৰৰ প্ৰতি বিদ্বেষৰ এক কটাক্ষপাত তাক সহজে অনুমান কৰিব পাৰি। — শ্ৰীশঙ্কৰদেৱ ভূমিষ্ঠ হোৱা মাত্ৰকে হেনো ভূঞাঁসকলৰ ঘৰত দেৱীমূৰ্ত্তিৰ আগত জ্বলি থকা এশ গছি বন্তি নুমাই গ'ল, দেৱীমূৰ্ত্তি বিলাক কাতি হৈ পৰিল আৰু ভূঞাঁসকলৰ ঘৰৰ এশ পুৰা সৰিয়হ থকা সৰিয়হৰ ডুলি বাগৰি পৰিল।— মহাপুৰুষৰ জীৱনৰ একো একোটি এনে শুভক্ষণৰ মহিমাত মুগ্ধ হৈ চৰিত্ৰ লিখকৰ কৰ্বলে যদি একো নাই ভক্তি বিহ্বল চিত্তেৰে শাঁতিৰে কৰযোৰ হৈ থাকক। দেৱমূৰ্ত্তিৰ আগত সৰু লৰাৰ দৰে ইটিৰ গাত ইটিয়ে চিকুটে কিয় ? কিয় অমূলক কথাৰ অৱতাৰণা কৰি এই হেন উজ্জ্বল দৃশ্য একোটি ম্লান কৰি পেলায় ?

আসামৰ গৌৰৱৰ ধন শঙ্কৰদেৱ অন্ধকাৰ অসমত যেই ভূমিষ্ঠ হ'ল, নিৰৱে প্ৰাণৰ বীণাত কি মধুৰ মূৰ্চ্ছনা উঠিছিল। প্ৰকৃতিৰ মুখে মুখে অজানা আনন্দৰ ঢৌ কেনেকৈ চাগে খেলিছিল, অসমৰ বুকুৰ মাজেদি মৃদু মধুৰ মলয়ানিলেৰে হৰিচন্দনৰ সুৰভি চাঁগে ৰিবি ৰিবি বলাই আনিছিল। অসম জননীৰ কি সেই উখলমাখল, কি সেই উৎসৱ। এনে এটি শুভ মুহূৰ্ত্তত মহাপ্ৰকৃতিৰ দেৱীমূৰ্ত্তি পৰি যায় কিয় ? কিয় এই পতন, কিয় এই মূৰ্চ্ছাৰ অভিনয় ? এশ পুৰীয়া সৰিয়হৰ ডুলিয়েই এশ পুৰীয়া সৰিয়হৰ ডুলিয়েই বা বাগৰি পৰিব লাগে কিয় ? কিয় এই উৎপাত কিয় এই ভূমিকম্পৰ কল্পনা ? মহাপুৰুষ শঙ্কৰদেৱ আৱাঞ্ছনীয় আত্মা নহয় যে এনে কল্পনাৰ প্ৰয়োজন হৈ পৰিল।

শৰৎ কালত পূজা দেৱীক পূজিবলৈ একান্ত আগ্ৰহ থকা মাধৱদেৱৰ মন ঘূৰাবলৈ বুলি 'মূলত নিদি ডালে পাতে সিঁচিলে ডাল পাতৰ তৃপ্তি নহয়' বোলা যিটি যুক্তি শ্ৰীশঙ্কৰদেৱৰ মুখে দিয়ালে সেই যুক্তি চৰিত্ৰলিখক সকলৰ মানত অতি বলৱতী হলেও শ্ৰীশঙ্কৰদেৱৰ দৰে এগৰাকী অপৰিসীম প্ৰতিভাশালী আৰু অতি উদাৰ মহাপুৰুষৰ মুখত কেতিয়াও নুশুৱায়। মহাপুৰুষ শঙ্কৰদেৱে সুন্দৰকৈ জানিছিল গছৰ মূল আৰু ডাল পাত যেনে পৰমব্ৰহ্ম আৰু ব্ৰহ্মময়ী আদ্যাশক্তি ঠিক তেনে নহয়, প্ৰাণ ভৰি বিশ্বাস কৰিছিল—"নাহি পৰিমান আৰু তোমাৰ ৰূপৰ। মুকুতিক ইছা কৰে যত সবে নৰ ॥ বেদমত অন্ত্ৰমত ধৰিয়া উপায়। এহিতো ৰূপক মাত্ৰ পূজয় সদায় ॥" অন্ত্ৰৰ সৈতে মহাপুৰুষৰ বিৰোধ নাই। চিৰজীৱন "শ্ৰুতি জননীৰ পদ পথ অনুসৰি আনন্দিত হৈ ফুৰি ফুৰা" মহাপুৰুষে অন্ত্ৰক অৱহেলাই বা কৰিব কিয় ? — "অন্ত্ৰম্ বৈ বেদ সম্মিতম্," — "শ্ৰুতি প্ৰমাণকো ধৰ্ম্মঃ শ্ৰুতিশ্চ দ্বিবিধা বৈদিকী তান্ত্ৰিকী চ ।" মহাপুৰুষসকলে সকলো ধৰ্ম্মমতৰ সত্য গ্ৰহণ কৰে, সন্মান কৰে। সাম্প্ৰত অন্ত্ৰৰ, পঞ্চৰাত্ৰ আদি অন্ত্ৰৰ মত সংগ্ৰহ কৰি নিজ ধৰ্ম্মমতৰ অন্তৰ্গত কৰিছোঁ বুলি নৰণাৰায়ণ ৰজাৰ আগত মহাপুৰুষে নিজমুখে প্ৰকাশ্যে কৈ যোৱাৰ কথা ৰসৰাজ বেজবৰুৱা ডাঙৰীয়ায়ো কৈ গৈছে। অৱশ্যে বলি দিয়া সম্পৰ্কে মহাপুৰুষৰ মতভেদ থাকিব পাৰে। তাঁলেকো কৃষ্ণৰ কথাত অৰ্থাৎ চৈতন্যময় পৰমাত্মাত ৰতি ওপজাৱৰ অৰ্থে বলিদান কৰিলে বৃথা পশু বধ ভাগী হব নেলাগে বুলি মহাপুৰুষ মাধৱদেৱে ভক্তি ৰত্নাৱলীৰ চতুৰ্থ বিৰচনত ভালি ইঙ্গিত দি যোৱা হে লাগে- "যত্তৰ ঈশ্বৰ হৰি অগ্ৰক নভজে। বলি দান কৰি আন দেৱতাক যজে ॥ বৃথা বধ ভাগী যদি নুহিকে সাক্ষাত। যিহেতু নকৰে ৰতি কৃষ্ণৰ কথাত ॥ এহি হেতু ভৈল বৃথা পশু বধ ভাগী। যাইবেক অৱশ্যে ঘোৰ নৰকক লাগি ॥"— তথাপিতো একো সকাম নিষ্কাম পূজা পৰিণামৰ অতি উচ্চ ধৰণৰ অকাট্য যুক্তিৰ অথবা শাস্ত্ৰীয় প্ৰমাণেৰে নিৰাস নকৰি তেনেয়ে ৰজিতা নোখোৱা অতি সাধাৰণ ডাল পাতৰ উপমাৰে জব্দ কৰিবলৈ যোৱা চেষ্টা শাস্ত্ৰজ্ঞ পণ্ডিত শ্ৰীশঙ্কৰদেৱৰ হেন মহাপুৰুষত কোনোমতেই শোভা নেপায়। যি কথাই মহাপুৰুষৰ মুখেৰে কোওৱালে মহাপুৰুষৰ সমীপলৈ শান্তি বিচাৰি যোৱা প্ৰাণৰ সচা সচিকৈ দুখ লাগে।

মত পৰিবৰ্ত্তন হোৱাৰ আগতে মাধৱদেৱক চৰিত্ৰলিখকে তান্ত্ৰিক পাতিছে তাকে লক্ষ্য কৰিয়েই হবলা অসমৰ বুৰঞ্জীতো "মাধৱদেৱ পোনতে ঘোৰ শাক্ত আছিল" বোলা হৈছে। দেৱীলৈ পাঠা আগ কৰা লোক তেতিয়াও অনেক আছিল, এতিয়াও অনেক আছে যিসকল আচলতে তান্ত্ৰিকো নহয়, শাক্তও নহয়। মহাপুৰুষ মাধৱদেৱ তান্ত্ৰিকৰ দৰে তান্ত্ৰিক হোৱা হলে, শাক্তৰ দৰে শাক্ত হোৱা হলে বুকু ফুলাই কলে হেতেন - "আন মূলতে হে জল সিঁচিছোঁ-ডাল পাতত জল দিয়া নাই। ডাল পাতত এচলু বদি কেতিয়াবা দিওঁ ও সিও মূলত পৰিবলৈ বুলিহে। বিবৰ্ত্তবাদীয়ে যাক 'ব্ৰহ্মণ্' বোলে পৰিণামবাদীয়ে তেওঁকেই 'মা' তেওঁকেই আদ্যাশক্তি বোলে। এই আদ্যাশক্তি যেতিয়া সৃষ্টি স্থিতি

প্ৰলয় নকৰি নিষ্ক্ৰিয় নিৰ্ব্বিকাৰ হৈ থাকে তেতিয়াহি "তৎপদ বাচ্য ব্ৰহ্ম"। যেতিয়া 'তৎপদবাচ্য ব্ৰহ্মাই' সৃষ্টি স্থিতি প্ৰলয়ৰ মাজে ক্ৰিয়া কৰে তেতিয়াহি তেওঁ 'মা'— সৎকাৰণবাদীৰ ব্ৰহ্মাই সৎকাৰ্য্যবাদীৰ "কালিকা"। অগ্নি আৰু দাহিক শক্তিৰ প্ৰভেদ নাই। শ্ৰীকৃষ্ণতো আমি এই আদ্যাশক্তিৰ ক্ৰিয়াৰে আবেশ দেখোঁ। আদ্যাশক্তিৰ যি বৈষ্ণৱীশক্তি তাৰেই পূৰ্ণতেজেৰে শ্ৰীকৃষ্ণ পূৰ্ণাৱতাৰ। সেই হে আমি "ত্বং বৈষ্ণৱীশক্তিৰনন্তবীৰ্য্যা" বুলি কৃষ্ণৰ মূৰ্ত্তিতো দণ্ডৱৎ জনাওঁ।" "আমাৰ মানত শক্তি আৰু শক্তিমান অভেদ!" এনে উক্তিৰ বিপক্ষে কোনো মহাপুৰুষে এতিয়ালৈকে শাস্ত্ৰৰ মুখে একো কব পৰা নাই। বৰং অনেক মহাপুৰুষে ইয়াকে সত্য বুলি প্ৰাণেৰে বিশ্বাস কৰি সাধনাৰে সিদ্ধি লাভ কৰি গৈছে। এনে স্থলত মহাপুৰুষ মাধৱদেৱক তান্ত্ৰিক বুলিলে, তেখেতক শক্তি আৰু শক্তিমানত ভেদ জ্ঞান থকা অন্ততঃ বিশ্বাস নোহোৱা পুৰুষ এগৰাকী বোলা হে হয়, গৌৰৱ কৰা নহয়। তাকে কৰিবলৈ হলে মহাপুৰুষৰ গৌৰৱ থাকে ক'ত ? নিজ গুৰুৰে বাধা দিয়া স্বপ্নেও যি আজীৱন উদাসীন হৈ মনৰ প্ৰবৃত্তিক নিবৃত্ত কৰি হৰি নামৰ কীৰ্ত্তন কৰি গ'ল তেনে এগৰাকী ডাঠ মনৰ প্ৰতিভাশালী শাস্ত্ৰজ্ঞ মহাপুৰুষে জল পাতৰ অতি সাধাৰণ উপমা এটি শুনা মাত্ৰকে নিজৰ প্ৰাণৰ বিশ্বাস কৰিবলৈ গলে প্ৰকাৰান্তৰে মাধৱদেৱৰ আস্থা নোহোৱা মন অতি চলকা বুলি মানি লোৱা হয় আৰু সেয়ে হলে মহাপুৰুষ মাধৱদেৱক আমি ভুল বুজা হয়।

ইমানতো যদি চৰিত্ৰলিখক সকলৰ সত্যতালৈ আঙুলি টোৱাই এইখিনি কথাইহে আচলতে দুইৰো মাজতে হৈছিল বুলি কোনোবাই আমাক মনাব খোজে তেনে তাৰ একমাত্ৰ সমিধান হব এই — মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে বৈষ্ণৱ ধৰ্ম্মৰ অপব্যৱহাৰক নিন্দা কৰাদি হয়তো সেই কালত আচলতে মূললৈ মন নিদি পাঠা ভোঁটিৰে উপস্থিত বিপদৰ পৰা হাত সাৰিবলৈ বুলি সাধাৰণ লোকে অন্নৰ নামত যি অপব্যৱহাৰ কৰে তালৈহে এই কটাক্ষপাত কৰিছিল। অন্ন বা তান্ত্ৰিকলৈ নিশ্চয় নহয় আৰু মহাপুৰুষ মাধৱদেৱো শাক্তও নাছিল, তান্ত্ৰিকো নাছিল — তেখেতে তান্ত্ৰিকৰ দৰে অন্নৰ দেৱীলৈ কেতিয়াও পাঠা দিব খোজা নাছিল।

ইমান সন্দেহজনক কথাৰেই বা প্ৰয়োজন কি ? যুক্তি য'ত জয় পৰে। কথা ক'ত হৰি যায় সেই মহিমামণ্ডিত মূহুৰ্ত্তটিত অনৰ্থক তৰ্কজালৰ অৱতাৰণা কিয় ? তৰ্কৰ তাত অৱসৰ নাই। মহাপুৰুষৰ অন্তৰত যুক্তিয়ে প্ৰভাৱ বিস্তাৰ কৰা নাছিল — যুক্তি সি মুখৰ কথা মুখে মুখে উৰি গ'ল। প্ৰভাৱ বিস্তাৰ কৰিছিল মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ মুখত ফুলি পৰা অন্তৰৰ গভীৰ আধ্যাত্মিকতাই। মুখৰ সেই সৌম্য সুন্দৰ কান্তি ! অন্তৰৰ উজ্জ্বলতা জিলিকা সেই জ্যোতি — তাৰ প্ৰথম দৰ্শনৰ মনোহৰ চমক, তাৰ অনন্ত অমৃতৰ নিছিগা ধাৰা ওৰে জীৱনে পান কৰিও মহাপুৰুষ মাধৱদেৱৰ- হেপাহ নপলাল -'নয়ন না তিৰপিত ভেল'। নিজে সেই অমৃত পান কৰি আনন্দবিহ্বল হৈ তাৰে এঅঁাজলি কেনেকৈ কি সুন্দৰ ছন্দেৰে আমাৰ কল্পনালৈ ঢৌ খেলাই দি গ'ল। "দৰশিত সুন্দৰ, গৌৰ কলেবৰ, বৈছন সুৰ পৰকাশ। সকল সভাসদ, ৰঞ্জন যাকেৰি দৰশনে পাপ বিনাশ॥ বিনে অঙ্গ ভূষণ, পেখি সুশোভন, গহিন গম্ভীৰ ধীৰমতি, আয়ত কমল, নয়ন বড় সুন্দৰ, বয়ন চান্দকহো জ্যোতি॥"—মুখত সেই চন্দ্ৰমাৰ জ্যোতি দেখি প্ৰাণ গলি গ'ল। "গুচিল বিৰহ দুঃখ দ্ৰৱ ভৈল চিত। প্ৰাণক দেখিয়া যেন তনু উল্লাসিত॥" দুটি দিব্যলোকৰ প্ৰতিভাৰ প্ৰথম মিলন !— হৃদয়ত কি সেই আনন্দ হিল্লোল। কি চন্দ্ৰৰ চিকোন কিৰণত মানসৰ মধুময়ী কুমুদিনীৰ প্ৰেমৰ উন্মীলন !— "ঐছন নিৰমল, হৃদয় বিকাশিত, ভকত কুমুদকুল ইন্দু॥" পৃথিৱীৰ এনে একোটি মাহেন্দ্ৰক্ষণৰ নিৰৱতাৰ মাজে কবিতাৰ বীণা আপুনি জিকাৰি উঠে। আকাশত স্বৰ্গৰ দুন্দুভি বজা যেন লাগি যায়। তাত বাজে কথা শুনিবৰ মন নেথাকে অমূলক যুক্তি শুনিবলৈ কাণ নেথাকে। চকু কাণ লৈ মনে এক অনিৰ্ব্বচনীয় তৃপ্তিত মুগ্ধ হৈ মজি যায়। মহাপুৰুষ মাধৱদেৱৰ হিয়াই আনন্দ আগুৰিব নোৱাৰিলে — "বহয় আনন্দে নয়নৰ নীৰ ঝৰি। মহাযোগীগণে যেন আছে ধ্যান কৰি।" এনে এটি সাহিত্য বীণাৰ প্ৰথম ঝঙ্কাৰ, সকলোকে হিয়াত লৈ বিলাই যোৱা এনে এটি ধৰ্ম্মময়ী মন্দাকিনীৰ প্ৰথম অৱতৰণ- যিটি শুভক্ষণত আসামৰ আকাশত দেখা দি আসামক ভক্তিৰ ধাৰেৰে ধন্য কৰিছিল — তাৰ অসীম মহিমা, তাৰ অপাৰ সুষমা ৰাশি কল্পনা কৰিহে সুখ লাগে, প্ৰাণ নাচি উঠে। প্ৰাণে তাত একো নোখোজে, মনে তাত একো নেমানে — মানে কেৱল মহাপুৰুষ মাধৱদেৱৰ আনন্দ ৰস পৰিপ্লুত চিত্তেৰে চকোৰ যেন নয়ন যুৰি আৰু মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ গভীৰ অন্তৰৰ আধ্যাত্মিকতাৰে জিলিকি উঠা জোন যেন সেই মুখ চন্দ্ৰিকা !

---

# ভক্তিৰ বেৰা

ভাৰতৰ কেবা গৰাকী মনীষীয়েও ধৰ্ম্মৰ উপমা দিবলৈ গৈ দাহিকা শক্তিকে অগ্নিৰ ধৰ্ম্ম বুলিছে। মানুহৰ ধৰ্ম্মৰ বেলিকা তাক এফেৰি বহলাই নুবুজিলে ভালকৈ বুজা আমাৰ নহয়। জড় বৈজ্ঞানিক সকলে অগ্নিৰ দাহিকা শক্তিক 'জড় প্ৰকৃতি' বোলে। আমাৰ শৰীৰৰ যিটি জড় প্ৰকৃতি সেয়ে আমাৰ ধৰ্ম্ম নহয়। মনৰ যিটো প্ৰকৃতি, যাক প্ৰবৃত্তি বোলে সিও আমাৰ ধৰ্ম্ম নহয়। সেয়ে হোৱা হলে মানুহৰ হিয়াৰ এই করুণ প্ৰাৰ্থনা কিয় ? — "ধৰ্ম্মক জানোহো মই, তথাপি প্ৰবৃত্তি নাই, অধৰ্ম্মতো নিবৃত্তি নোহয়। হৃদি স্থিত হুয়া তুমি, যেন কৰাবাহা স্বামী, হৃষিকেশ কৰিবো তেনয়॥" মানুহ অকল শৰীৰ বা মনেই নহয়। সি তাৰ বুদ্ধি, তাৰ আত্মাৰেও এক আচৰিত জীৱ। সি তাৰ জড় শৰীৰটি বৃদ্ধি কৰি, ৰক্ষা কৰি, এক সমাপ্তিৰ মাজলৈ লৈ যাবলৈ অহৰ্নিশি জ্ঞাতসাৰে অজ্ঞাতসাৰে যি চেষ্টা কৰিব লাগিছে তাৰ মনটিকো সেইদৰেই এক তৃপ্তিৰ ফালে লৈ যাবলৈ আজন্ম সেই চেষ্টাকে কৰিয়েই আছে। অকল সেয়ে নহয়, মানব সমাজৰ মাজত তাৰ স্বাৰ্থ মিলাই এক বৃহৎ লোকৰ পৰা বৃহত্তৰ লোকলৈ আদৰ্শ বিচাৰি বিচাৰি ৰাতি দিন বুদ্ধি তাৰ লৰি ফুৰিছে। তাতো তাৰ শান্তি নাই। প্ৰাণত কিবা এটিৰ পৰশ পাই এই বুদ্ধি লোকৰো ওপৰত সি সকলো সমাস্যাৰ সমাধান বিচাৰি, সকলো কোলাহলৰ শান্তি বিচাৰি, সকলো বিৰোধৰ মিলন, সকলো প্ৰেৰণাৰ প্ৰেৰিতি বিচাৰি অনবছিন্ন আকুল হৈ ফুৰিছে। কি সেই ব্যাকুলতা ! সি জগতৰ কোনো পোৱা বস্তুৰ আশাৰ সপোন নহয়, প্ৰবৃত্তিৰ ক্ষণিকা তৃপিতি নহয় — কোন দূৰ দূৰণিৰ বাঁহীৰ সুৰত ভাহি অহা পোৱাৰ মাজত এক নোপোৱাৰ সন্ধান — এক ভূমানন্দৰ প্ৰাণৰ উল্লাস। অমৃতৰ সন্তান — অলপ তাক নেলাগে — লাগে তাক ভূমানন্দৰ অমৃত পাৰাৰাৰ। ইয়াক নানালোকে নানা নামেৰে প্ৰকাশ কৰিছে। এই ভূমানন্দৰ অমৃত আস্বদন কৰিবলৈকে শৰীৰে, মনে, বুদ্ধিয়ে, আত্মাই তাৰ জানি হওক নেজানি হওক সকলো প্ৰবৃত্তি সকলো সাধনা নিতে নিতে নিয়োগ কৰিছে। এয়ে মানুহৰ স্বভাৱ, এয়ে মানুহৰ ধৰ্ম্ম !

মানুহে তাৰ স্বভাৱ সাৰ্থক কৰিবলৈকে বহুতো বাধা নিষেধ সৃষ্টি কৰি লব লগীয়া হয়। মনৰ প্ৰবৃত্তি বৰ চঞ্চল। স্বেচ্ছাচাৰিতাৰে ইন্দ্ৰিয় ভোগেই তাৰ প্ৰকৃতি। সেই হে সৰুৰে পৰা পদে পদে "নেপায়" আৰু "নকৰিবি"ৰ মাজে মাজে তাক নিজৰ স্বভাৱ সাৰ্থক কৰাবলৈ মুৰ তোলাই তুলিব লাগে। চালুকীয়া অৱস্থাতে কত 'নেপায় নকৰিবিৰ' মাজে মাকে তাক দিনে দিনে তুলি আনে। চেঙেলীয়া কালত কত 'নেপায় নকৰিবি'ৰ মাজে তাৰ গাওঁ খনিত চলিব লগীয়া হয়। ডেকা কালত কত 'নেপায় নকৰিবিৰ মাজে তাৰ দেশৰ লগত, বিশ্ব মানবৰ লগত চলিবলৈ গৈ প্ৰতি পদে ইন্দ্ৰিয়ক মনেৰে, মনক বুদ্ধিৰে, বুদ্ধিক আত্মাৰে শাসন কৰি কৰি তাৰ স্বভাৱ সাৰ্থকতাৰ ফালে সি গৈ থাকিব লাগে। জীৱন জোৰা তাৰ বাধা নিষেধ — "নেপায়, নেপায় নকৰিবি, নকৰিবি," শুনি শুনি চাগে কাণ জলা কলা হয়। তথাপিতো তাৰ স্বভাৱ সাৰ্থকতাৰ আশাই এই বাধা নিষেধ মধুময় কৰি তোলে। নহলে কথাই কথাই এই বাধা নিষেধ এক দুৰন্ত দানৱৰ দৰে জীৱন তাৰ অত্যাচাৰত অশান্তিময় কৰিলে-হেতেন। — সি এনে অত্যাচাৰৰ উৎপাত ভাজি ছিঁজি ছুৰমাৰ কৰি বিদ্ৰোহৰ জুই জ্বলালে হেতেন। বাধা নিষেধ লঙ্ঘন কৰিব নোৱাৰি বুলিয়েই নহয়, স্বভাৱ সাৰ্থক কৰাৰ অনুকূল বুলিহে মানুহৰ এই বন্ধন স্বীকাৰ।

অত্যন্ত বোলা কথাটি সকলো কথাতে অতি গৰ্হিত। স্বভাৱ সাৰ্থকতালৈ চাই যদি তাকে কেৱল থৰি বাধা নিষেধ খিলাই দিয়া যায় তেনে স্বভাৱৰ পূৰ্ণতা এক আকাশ কুসুমৰ দৰে হৈ পৰে। আৰু বাধা নিষেধ যদি অত্যন্ত হয় তেনে সি ওফন্দি উঠি তাৰ স্বভাৱ সাৰ্থক প্ৰয়াস পৰ্য্যন্ত নুমাই পেলায়। সক পুলি এটি তুলিবৰ বেলিকা তাৰ আত্মৰক্ষালৈ, তাৰ বৃদ্ধিলৈ বেৰা লাগে, ওপৰে ঢাকনি লাগে। বেৰাখনি যদি ফু-তে বাগৰা বিধৰ হয়, ঢাকনি খনিও যদি জেলাই- লাই হয়, পুলিটিয়ে গা কৰিব

নোৱাৰে। যদি বেৰা আৰু ঢাকনি বায়ু আৰু আলোক চলাচল কৰিব নোৱাৰাকৈ নিকপ্‌কপীয়া কৰা হয়, তেতিয়াও পুলিটিয়ে ঠন ধৰিব নোৱাৰি শুকাই যায়। গতিকে বেৰা নিয়মৰ নহলেও ৰক্ষা নাই। বেৰাবো বাধা নিষেধ আছে। আমাৰ ধৰ্ম্ম সাধনাৰ বেলিকাও এনে নিয়মৰ বেৰাৰে প্ৰয়োজন যি বেৰাই আমাক আগুৰি জীয়াই জীপাই আগলৈ লৈ যায় আৰু যাৰ মাজে বায়ু আৰু আলোক অবাধে চলাচল কৰি আমাৰ হৃদয়ৰ আদান প্ৰদানেৰে আমাক পূৰ্ণ কৰি তোলে। বিশ্ব মানৱৰে এটি হৈ ভূমানন্দৰ অমৃত পানেই যদি আমাৰ ধৰ্ম্ম তেনে বেৰা নিছিদ্ৰ কৰি বিশ্বৰ সুৰেৰে নিজৰ সুৰ মিলাবৰ সুবিধা নিদিলে সেই বেৰাই আমাক ৰক্ষা নকৰি ধ্বংসৰ পৰ্থলৈ লৈ যায়।

আমাৰ সনাতন ধৰ্ম্মত অনেকো সম্প্ৰদায় আছে। নিজ নিজ বৈশিষ্ট্য ৰাখিবলৈ এই সম্প্ৰদায় বিলাকত সুকীয়া সুকীয়া কৈ বাধা নিষেধ আছে। ঐক তানত বাজনা অনেক বাজে। বাজনাই বাজনাই সুকীয়া নিয়ম, সুকীয়া বাধা নিষেধ। তথাপিতো প্ৰতিটি বাজনাই নিজ বৈশিষ্ট্য ৰক্ষা কৰি ঐক্যতানত মিলি যায়—সুন্দৰ সামঞ্জস্য ৰাখি প্ৰাণৰ মাজত অনিৰ্ব্বচনীয় আনন্দৰ ঢৌ তোলে। কোনো এটি বাজনা বেসুৰা হলে বজাওঁতাৰে লজ্জা নহয় অশান্তি নহয় বিষাক্ত অঙ্গ এটিৰ দৰে ঐক্যতানৰ সমগ্ৰ শৰীৰটিকে বিষময় কৰি তোলে। এই দৰেই একো একোটি সম্প্ৰদায়ে নিজ নিজ বাধা নিষেধেৰে বৈশিষ্ট্য ৰক্ষা কৰি মিলি জুলি গোটেই সনাতন ধৰ্ম্মটিৰে মুখোজ্জ্বল কৰে আৰু লগে লগে ইটি সিটিৰ হাত ধৰাধৰি কৰি স্বভাৱ সাৰ্থকতাৰ লক্ষ্যলৈ আগ বাঢ়ি যায়। তাকে নকৰি কোনো এটি সম্প্ৰদায় যদি অজীৰ্ণ হৈ ফালৰি কাটে তেতিয়া সি অকল নিজৰ অপমান নিজে যে মাতি আনে এনে নহয়, গোটেই সনাতন ধৰ্ম্মটিৰেই মুখৰ জেউতি ম্লান কৰি পেলায়।

সনাতন ধৰ্ম্মৰ নিৰ্দ্দিষ্ট পথবিলাকত কালক্ৰমে বহুল বাহ্যাড়ম্বৰৰ গহৰা গজি চকুৰ আগৰ সত্যৰ আলোক ঢাকি ধৰে। তেতিয়া তাৰ অগাধ হাবিৰ মাজে একো একোটি পটি কাটি সাধাৰণৰ চলাচলৰ সুবিধা কৰিবৰ নিমিত্তে একো একোজন মহাপুৰুষৰ প্ৰয়োজন হয়। সেই মহাপুৰুষ সকলে পথৰ সুবিধা অসুবিধা লৈ চাই চলাচলৰ নিমিত্তে কিছুমান বাণী কিছুমান বাধা নিষেধ থৈ যায়। বহু আগে যোৱা মহাপুৰুষৰ আচল ইঙ্গিত পাচৰ বোৰে ধৰিব নোৱাৰি কেতিয়াবা কেতিয়াবা মহাপুৰুষৰ বাণীৰ যথাযথ অৰ্থ গ্ৰহন কৰাত ভুল কৰি নেযাবলগীয়া পটিয়েও যায়। তাৰ ফলত কেতিয়াবা কেতিয়াবা বাচ্যাবাচ্যিও হয়, আৰু তাকে কৰি সিবিলাকে আগবঢ়াৰ গৌৰৱ লয়।

এসময়ত আমাৰে নগৰ এখনিত আবেলি এঘৰৰ নাম গোৱালৈ নিমন্ত্ৰন পাইছিলোঁ। গৈয়ে দেখিলোঁ থাপনাৰ ওচৰত প্ৰদীপ নাই। আকলন কালৰে পৰা থাপনাৰ আগত প্ৰতিমাৰ আগত কি দিন কি ৰাতি শলাবন্তি দেখি দেখি অকস্মাত তাৰ ব্ৰতিক্ৰম পাই মোৰ ওচৰত বহা শিক্ষিত ভদ্ৰলোক এগৰাকীক কাৰণ সুধিলোঁ। সমিধান পালোঁ চাকীত অগ্নি দেৱতা থাকে, গতিকে থাপনাৰ কাষত অন্য দেৱতাৰ স্থান নাই। আচৰিত হৈ সুধিলোঁ — 'তেনে ৰাতি কৰে কি ?' ভদ্ৰলোক গৰাকীয়ে মোক উত্তৰ নিদি মুখখনি অইন ফাললৈ ঘূৰাই অইনৰ লগত কথা পতাৰ ভাও ধৰিলে। আৰু শুনিলোঁ বোলে থাপনাৰ ওচৰত দিনত শলাবন্তি দিয়া নিদিয়াৰ হৈ সেই নগৰতে আষে পাষে দুটি দলৰো সৃষ্টি হৈছে। অকল বেৰাকে ধৰিলে তাৰ ইমান জাল— নিজৰ মাজতো বেৰাৰ ভিতৰে বেৰা সৃষ্টি নকৰাকৈ সি নেৰে।

সৰু কালতে গোপিনী সবাহ কেবাটিতো দেখিছিলোঁ যেতিয়াই শিৱ বা দুৰ্গাৰ নাম গোৱা হয় তেতিয়াই সৎশূদ্ৰৰ সম্ভ্ৰান্তবংশী কেবা গৰাকী মহিলাই সমাজৰ মাজত কাণত আঙুলি দি তললৈ মুৰ কৰে আৰু কেই গৰাকী মানে চকু মুদি মালা জাপিবলৈ ধৰে। প্ৰাৰ্থনাত এনে শ্ৰৱণৰ কাণত আঙুলি দিয়া আচহুৱা ব্যৱহাৰ দেখি আচৰিত হৈ তাৰ কাৰণ সুধি জানিবলৈ পাইছিলোঁ — সিবিলাকে বোলে শিৱ দুৰ্গাৰ নাম শুনিব নেপায়। এই লৈয়েই গোপিনী সকলৰ ভিতৰত এটা অমূলক জিদ জাগি ইটিৰ পৰা সিটিক পৃথক কৰি মিছাতে

অশান্তিত তোল্‌পাৰ লগাইছিল।

চাকৰীয়া জীৱনত দেখিলোঁ– আমাৰে এখনি নগৰত এটি অসমীয়া নাম ঘৰত দুৰ্গা পূজা পতাৰ থিৰ্ কৰি সকলো কামে কাজে লাগি গ'ল। প্ৰতিমা স্থাপনৰ আয়োজন কৰিবলৈ ধৰাতেই এক ভীষণ কোলাহল উঠিল। থাপনাৰ ওচৰত দুৰ্গা প্ৰতিমা স্থাপন কৰিবলৈ নিদিয়া দল এটিয়ে বিষম বাধা দিয়াত অনেক অবাঞ্চনীয় অনৰ্থৰ সূত্ৰপাত হৈ গ'ল। দুয়ো দলৰ হিয়াৰ তুঁহ জুই জ্বলি জ্বলি পাচঁলৈ দৈনিক আদান প্ৰদানত তাৰ তাপ উঠি বাহিৰে ভিতৰে শান্তি নাইকিয়া কৰিলে।

আচৰিত কথা এই সকলো ঠাইতে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ কথা এটিৰ অৰ্থ গ্ৰহণ কৰা তাৰতম্যই এই বিভ্ৰাট ঘটাব লাগিছে। কথাটি প্ৰায় লোকৰে মুখে মুখে শুনা যায় "অন্য দেবী দেৱ, নকৰিবা সেৱ, নাখাইবা প্ৰসাদ তাৰ। মূৰ্ত্তিকো নচাইবা, গৃহো নপশিবা, ভক্তি হৈব ব্যভিচাৰ॥" কৃষ্ণৰ প্ৰতি যি ভক্তি সেই ভক্তি সতী কৰি ৰাখিবলৈ মহাপুৰুষে উপদেশ দিছে। ক্ষণস্থায়ী ফলৰ আশাত ভিন্ ভিন্ দেৱতা ভজনা কৰি ফুৰিলে ভক্তি ব্যভিচাৰিণী হব, সেয়ে হলে ই কুল সি কুল দুয়োকুল যাব। প্ৰত্যেক মাৰ্গৰে মহপুৰুষ সকলে নিজ নিজ উপাস্য দেৱতাৰ সম্বন্ধে এই একে অৰ্থৰ উপদেশকে দিছে। উপাস্য দেৱতা তুমি যাক ধৰিছাঁ, তেওঁয়েই তোমাক সকলো অভাৱ পূৰ্ণ কৰিব। ভিন ভিন ফলৰ আশাত এই বেলা এজনক সিবেলা এজনক ধৰি ফুৰিলে তোমাৰ ফললাভৰ আশাত বিচাৰি ফুৰা হে হব, দেৱতাক উপাসনা কৰা নহব। এনে এটি সৰল উপদেশ লৈয়ে আমাৰ এই বিৰোধ, আমাৰ এই অশান্তি কিয় ?

এগৰাকী যোগীৰ মুখত এবাৰ শুনিছিলোঁ– অন্য দেৱ দেবীৰ প্ৰয়োজন নাই। তোমাৰ মূলাধাৰৰ কুল কুণ্ডলিনী জগাই তোলাঁ, লৈ যোৱাঁ সহস্ৰাৰৰ পৰম শিৱৰ সমীপলৈ। বাটত চক্ৰাধিষ্ঠাত্ৰী দেবদেবীৰে কেবাটিও চক্ৰ পাবা। সেই বিলাক চক্ৰত বৈ নেযাবা সিবিলাকৰ অনুগ্ৰহ বা বৰ লাভৰ আশাত মুগ্ধ নহবা। অনিমা লঘিমাদি সিদ্ধিলাভ - যাক সিবিলাকৰ প্ৰসাদ বোলে তাঁলৈ অপেক্ষা কৰিলে তোমাৰ আৰু পৰম শিৱলৈ যোৱা নহব। তোমাৰ চিত্তৰ জুৰিটিৰ দুফালে দুটি পাৰ বান্ধি তাক মহাসাগৰলৈ বলাই নিয়াঁ। বাটৰ বিল আৰু হ্ৰদ অনেকো পাবা, তাত বৈ গলে হেৰাই যাবা। এই জনমত জুৰিটি হৈ আৰু মহাসাগৰ নোপোৱা। এনে চকুৰে চালে অইন দেৱদেৱী কি, মূৰ্ত্তি, গৃহ, প্ৰসাদেই বা কি তাক বুজিবলৈ বেলি নেলাগে, কিন্তু, ই হল অন্য মাৰ্গৰ কথা। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ যোগী পুৰুষ আছিল বুলি কোনো কোনোৱে কয় যদিও ভক্তিমাৰ্গৰ সাকাৰ বিষ্ণুৰ উপাসনাৰে যোগবিৎ। গতিকে অন্য মাৰ্গৰ কথা এৰি দি ইয়াৰ অৰ্থ অইনক নুসুধি মহাপুৰুষক সুধি লোৱাই সকলো ৰকমে বাঞ্চনীয়। মহাপুৰুষ মহাপুৰুষৰ পুথিত নিজৰ তেজেৰে জীয়াই আছে–জিলিকি আছে। পুথিলৈ এবাৰ সভক্তিৰে চালেই মহাপুৰুষে ইয়াৰ সমিধান আপুনি দিব।

আমি এই পদফাকি পাওঁ মহাপুৰুষে "সাৰ উদ্ধাৰ" কৰি লিখি যোৱা ভাগৱতৰ দ্বিতীয় স্কন্ধত। সপ্তম অধ্যায়ৰ ৰামাৱতাৰ আৰু কৃষ্ণাৱতাৰৰ সংক্ষেপ বৰ্ণনা দিয়াৰ মাজতে ভণিতাৰ লাচতে দিয়া এই উপদেশ। মূল ভাগৱতত এনে উপদেশৰ অবিকল শ্লোক সেই ঠাইত নাই। মহাপুৰুষৰ ভাগৱত – সি এক মুকলি ভাঙ্গনি – প্ৰতিটো শ্লোকৰ অবিকল অনুবাদ সকলো ঠাইতে পোৱা নেযায়। অনেক ঠাইত ভালেটি শ্লোকৰ কথা দুই এক কথাৰে অতি সংক্ষেপে উনুকিয়াই থৈছে আৰু অনেক ঠাইত অতি সংক্ষেপ কথা একোটিকো "বিপুল" কৰি কৃষ্ণৰ সেৱা ধৰ্ম্ম প্ৰকাশ কৰি গৈছে। সপ্তম অধ্যায়ত ব্ৰহ্মাৰো এয়ে উপদেশ। – "কিন্তু মুনিবৰ, ভকতি ৰসৰ, বিঘাত যেন নোহয়। ছাৰি জ্ঞান কৰ্ম্ম, কৃষ্ণ সেৱা ধৰ্ম্ম, কৰিবা মাত্ৰ উদয়॥" – মূলত আন দেবদেৱীক সেৱা কৰিবলৈ বাৰণ কৰা শ্লোক প্ৰকাশ্য সেই খিনিত নাই যদিও তাৰ ঈষৎ প্ৰকাশ নাই বুলিও কব নোৱাৰি, মূল ভাগৱতত বহলাই থকা ২য় স্কন্ধৰ তৃতীয় অধ্যায়ৰ অন্য দেৱতাৰ ভজনত পুত্ৰাদি ভজনবৎ তুচ্ছ ফলৰ কথা-প্ৰসংগত কোৱা কোন কোন দেৱতাক পূজিলে কি কি ফল ক্ষণস্থায়ী ফল আৰু হৰিক পূজিলে সমস্ত ফলকে পোৱাৰ আভাস দিয়া আছিতে

থকা শ্লোক কেউটিয়ে আৰু সপ্তম অধ্যায়ৰ শেহৰটি এৰি ওপৰৰ শ্লোকটিয়েই সম্ভৱতঃ মহাপুৰুষক এনে উপদেশ দিবলৈ প্ৰেৰণা দিছিল । সপ্তম অধ্যায়ৰ — "কৃষ্ণে ন চোত্তমশ্লোকে চেন্তক্তিৰণপায়িনী কিং স্যাদ্ বৰ্ণাশ্ৰমাচাৰদান হোমাদিভিঃ কৃতৈঃ ॥" (— সকলো দুৰিত হৰণ কৰোঁতা কৃষ্ণলৈ যদি অব্যভিচাৰিণী ভক্তি নহলেই তেনে বৰ্ণাশ্ৰমৰ দান হোমাদিৰ অনিত্য স্বৰ্গাদি ফলত লাভ কি ?) — এই শ্লোকটি ভাগৱতৰ সকলো সংস্কৰণতে নাই । ইয়াৰ টিকা পৰমবৈষ্ণৱ শ্ৰীধৰ স্বামীজীয়ে কৰি যোৱা নাই, শ্ৰীমদ্বীৰ ৰাঘৱাচাৰ্য্য প্ৰমুখ্যে দুই কি এগৰাকীয়েহে তুলি দি ৰাখ্যা কৰিছে । শ্লোকটিত "অনপায়িনী "অৰ্থাৎ অব্যভিচাৰিণী কৃষ্ণ ভক্তিৰ উল্লেখ দেখি ইয়াৰে ধ্বনিকে মহাপুৰুষে উপদেশত বহলাই দি গৈছে বুলি অনুমান কৰাটো অস্বাভাৱিক যেন নেলাগে ।

আন দেবদেবীক সেৱা কৰিবলৈ বাৰণ কৰা উপদেশৰ পাচৰ কেফাকিত আছে—"একে কৃষ্ণ দেৱ, কৰিয়োক সেৱ, ধৰিয়ো তাহান নাম ।" আন দেবীদেৱ মানে যদি কৃষ্ণত বাজে অইন কাকো নুবুজায় তেনে সেই উপদেশৰ ভণিতাতে 'কৃষ্ণৰ কিঙ্কৰে, কহে নিৰন্তৰে, ডাকি বোলা কৃষ্ণ কৃষ্ণ নুবুলি ৰাম ৰাম "হৰি ৰাম হৰি ৰাম এহি মূল মন্ত্ৰ" বোলে কিয় ? মহাপুৰুষীয়া সম্বোধনত ৰাম, ভণিতাত ৰাম, ঘোষাত ৰাম, হৰি ধ্বনিত ৰাম মধুৰবো মধুৰ ৰঘুপতি ৰামৰ নামেৰে নামঘৰ দেখোন মুখৰিত । এনেকৈ চাবলৈ গলে কৌশল্যানন্দন ৰাম আৰু দৈৱকীনন্দন কৃষ্ণ দুয়ো দুগৰাকী পৃথক পুৰুষ । ৰাম অংশাৱতাৰ, কৃষ্ণৰ পূৰ্ণাৱতাৰ দুইৰো লীলা ৰহস্যৰ মিল নাই, আকাৰ প্ৰকাৰৰ মিল নাই, অৱতাৰ কালৰ মিল নাই, পাৰিপাৰ্শ্বিক অৱস্থাৰো মিল নাই । অকল ৰামেই নহয়, মৎসকূৰ্ম্মআদি কৰি বুদ্ধ কল্কি নামে দশ আকৃতিতে বা প্ৰনাম জনায় কিয় ? উপদেশটিৰ পাতনিতে "ওৰা নৰ লোক, হৰি ভজিয়োক, ধৰা ইটি উপদেশ" বুলি হৰিক ভজিবলৈ উপদেশ দিলে কিয় ? ইয়াৰ পৰাই স্পষ্টই বুজা যায় ৰামক ৰাম বুলিয়েই নহয়, কৃষ্ণক কৃষ্ণ বুলিয়েই নহয় — সিবিলাকৰ শৰীৰত প্ৰকটিত হোৱা একমাত্ৰ হৰিক হে সেৱা কৰিবলৈ মহাপুৰুষে উপদেশ দিছে, কিয়নো — 'বেদ বেদান্তৰ, সমস্ত শাস্ত্ৰৰ, এহিসে বিচাৰ বড়" — "হৰি মাত্ৰ সত্য, চৈতন্য ঈশ্বৰ, পৰম তত্ত্ব নিৰ্ণয়" । "জগতক বমোৱা" অৰ্থত ৰামত সেই চৈতন্য স্বৰূপৰ ৰূপ কল্পনা । কৃষ্ণত সেই অখণ্ডিত জ্ঞানেৰে সত্য শুদ্ধ চৈতন্যৰ পূৰ্ণ প্ৰকাশ । "কৃষ্ হেন শব্দ ইটো, পৃথিৱী বাচক ভৈল, ণ আনন্দত প্ৰবৰ্ত্তয় । দুইৰ এক পদ ভৈলে পৰমব্ৰহ্ম ৰূপ কৃষ্ণ, নাম আনন্দক মাত্ৰ কয় ॥" বৰগীত এটিত মহাপুৰুষ মাধৱদেৱে আৰু সুন্দৰকৈ কৈ গৈছে — "মই সেবোহোঁ ৰাম চৰন দুজা । কাহে কাৰোহোঁ হাম আৱৰ পূজা ॥ ঘটে ঘটে ৰাম বিয়াপক হোই । আত্মা ৰাম বিনে নাহি কোই ॥ চৈতন্য ছোড়ি কাহে জড় সেৱা । ৰাম বিনে নাহি আৱৰ দেৱা ॥" ইয়াতকৈ খোলা কথা আৰু কি হব পাৰে — অন্য দেৱতাক অন্য দেৱতা বুলি পূজা নকৰিবা । -ঘটে ঘটে বিয়াপক চৈতন্য স্বৰূপ পৰমাত্মাৰেই একমাত্ৰ পূজা কৰা ।

ভেদ জ্ঞানেৰে পূজা কৰিলেই ভক্তি ব্যভিচাৰ হয় । অইন দেৱতাত বিষ্ণু নাই বুলি নুপূজি পৃথকে থলেও যে এই ভেদ জ্ঞানৰ ভক্তি ব্যভিচাৰ ঘটে । ভকতিক ব্যভিচাৰ শূণ্য কৰিবলৈ ভগবানক যে সকলোতে অভেদ ভাবে ভজিব লাগে এই কথা ভক্তি ৰত্নাকৰৰ ভাঙ্গনিতো প্ৰাঞ্জলকৈ দি থোৱা আছে — " মইসে কেৱলে, জানা স্বৰূপত, সমস্তৰে অন্তৰ্য্যামী । দেশে কালে মোৰ, পৰিচ্ছিন্ন নাই, চিদানন্দ ৰূপ আমি ॥ এহিমত ৰূপে, ঈশ্বৰক মোক, যদি বা জানি নাজানি । ব্যভিচাৰ শূণ্য, ভকতিয়ে মাত্ৰ, ভজে মোক যিটো প্ৰাণী ॥ সেহিটো আমাৰ, উত্তম ভকত, কহিলো মোৰ সম্মত ॥ ভকত লক্ষণ ঈশ্বৰে আপুনি কহিলন্ত উদ্ধৱত ॥" বিশ্বব্ৰহ্মাণ্ডৰ সকলোতে যে হৰি আছে এই জ্ঞান প্ৰত্যক্ষ অনুভূতি হবলৈ সকলো ভূতকে হৰি জ্ঞান কৰি প্ৰনাম কৰিবলৈ ভগবান কৃষ্ণই পৰম ভক্ত উদ্ধৱক দিয়া উপদেশটি মহাপুৰুষে কীৰ্ত্তন পুথিতো লিখি গৈছে —"কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মাৰাম । জানিয়া সবাকো পৰি কৰিবা প্ৰণাম ॥ সমস্ত ভূতত বিষ্ণু বুদ্ধি নোহে যাৱে । কায় বাক্য মনে অভ্যাসিবা এহি ভাৱে ॥ বিষ্ণুময় দেখে যিটো সমস্ত জগতে । জীৱন্তে মুকুত হোৱে

অচিৰ কালতে ॥ সকল প্ৰানীক দেখিবেক আত্মসম । উপায় মধ্যত ইটো অতি মুখ্যতম ॥ মোৰ ইটো ধৰ্ম্মৰ অল্পৱো নাহি হানি । যিহেতু সাক্ষাতে মই কৈলো তত্ত্ববানী ॥"— অইন দেৱতাক অইন দেৱতা বুলি পূজা নকৰিবা —বিষ্ণুস্বৰূপ পৰমাত্মা বুলি সেৱা কৰা — এই "বিষ্ণু বুদ্ধি" তোমাৰ হৃদয়ত স্থিৰ নহয় মানে "কায় বাক্য মনে অভ্যাস কৰা" মহাপুৰুষৰ এই উপদেশটিৰ এনে এটি ভাবাৰ্থ পৰিস্কাৰকৈ ফুটি পৰা নাইনে ? এয়ে অচ্যুতব্যতিৰেক দৃষ্টি নহ'বলৈ দিয়া ভাৰতৰ ঋষিসকলৰ উপদেশ ।

ভাৰতে সাধাৰণতে গনেশ শিৱ, দুৰ্গা, সূৰ্য্য আৰু বিষ্ণু এই পঞ্চদেৱতাক যেই সেই এটিকে প্ৰাধান্য দি সেই মূৰ্ত্তিৰেই উপসনা কৰে আৰু অন্য দেৱদেবী পূজা কৰিবলৈ হলেও সেই মূৰ্ত্তিজ্ঞানেৰে ই পূজা কৰে । আমাৰ আসামত এই পঞ্চ দেৱতাৰ পূজাৰ ভিতৰত শিৱ, দুৰ্গা আৰু বিষ্ণুৰ পূজাৰে বেচি প্ৰচলন । সূৰ্য্য আৰু গণপতিক ইষ্ট দেৱতা পাতি পূজা কৰা লোক লেখত নাই বুলিলেই হয় । আহোম বংশীয় ৰজাসকলে যতে যতে ৰাইজলৈ বুলি মন্দিৰ নিৰ্ম্মান কৰাইছিল ত'তে ত'তে প্ৰায়েই শিৱ, দুৰ্গা আৰু বিষ্ণুৰ মন্দিৰকে স্থাপন কৰি পূজা-পাটলৰ ব্যৱস্থা কাৰাইছিল । আসামৰ সনাতন ধৰ্ম্মৰ লোকসকলে আজিও নাই শিৱজ্ঞানে, নাই দুৰ্গা জ্ঞানে নাইবা বিষ্ণুজ্ঞানেই চৈতন্যস্বৰূপ পৰমাত্মাৰ পূজা কৰে, দেবদেবীক সেৱা জনায় । মহাপুৰুষে শিৱ আৰু দুৰ্গাক আন দেবদেৱীৰ পৰ্য্যায়ত পেলাইছে বুলি স্বভাৱতে আশঙ্কা জাগি উঠিব পাৰে । "ব্ৰহ্মা হৰ পুৰন্দৰ, আদি দেৱ নিৰন্তৰ, যতে সদা পশয় শৰণে ॥" "ব্ৰহ্মা মহেশ্বৰ, যাকৰ চাকৰ, তাকৰ গুণ মুহে লেহ, মাধৱ বান্ধৱ, সাধৱ মুকুতি, তাহে চৰণ চিত্ত দেহ" — মহাপুৰুষৰ পুথিত ঠায়ে ঠায়ে এনে বিধৰ উক্তি দেখি এই আশঙ্কা আৰু বলৱতী হৈ উঠে — ব্ৰহ্মা আৰু শিৱৰ নিকৃষ্টতাই মনলৈ আহে । বিশেষকৈ 'শৰণাগত', 'চাকৰ', 'ভৃত্য' ইত্যাদি শব্দৰ প্ৰয়োগত সেই আশঙ্কা মনত ভাঠকৈ লাগি যোৱাৰ কথা । চাকৰ মানে আজি কালি আমি যি বুজোঁ মহাপুৰুষৰ দিনত সেইদৰে নুবুজিছিল হবলা; কিয়নো, তেতিয়া চাকৰিয়াল সকলৰ ভিতৰত নৰকতো শ্ৰেণী বিচাৰি গৌৰৱ কৰিবলৈ বাবু বোলা এটি বিশিষ্ট বিভাগ নাছিল । গতিকে চাকৰ মানে সেই কালত আজ্ঞাত চলা লোক — তাত ঘৃণা বা অসন্মানৰ গন্ধ আছে বুলি ধৰি লব নোৱাৰি । মহাপুৰুষ মাধৱদেৱেই গীত এটিত এই চাকৰ শব্দৰ আচল অৰ্থ প্ৰাঞ্জলকৈ ফুটাই গৈছে— "গোবিন্দ দীন দয়াশীল স্বামী । তুহু মেৰি সাহেব চাকৰ হামি ॥" কাকু কৰিয়া তুৱা চৰণে লাগোঁ । অৰুণ চৰণে চাকৰী মাগোঁ ॥ তেৰি চৰণে মেৰি পৰণাম । চাকৰী মাগোঁ নাহি আন কাম ॥" ভাৰতৰ পুৰাণাদিত দেখা যায় —"এক এব ত্ৰয়ো দেবাঃ ব্ৰহ্মাবিষ্ণু মহেশ্বৰাঃ ।"- ভাগৱতত উল্লেখ আছে মহৰ্ষি অত্ৰিয়ে একাগ্ৰ চিত্তেৰে জগদীশ্বৰৰ ধ্যান কৰোতে ব্ৰহ্মা বিষ্ণু শিৱ এই তিনিও জনাই একেলগে দেখা দিয়াত যেতিয়া আচৰিত হৈ সুধিলে — মই দেৱৰো দেৱতাৰ ধ্যান কৰিছিলোঁ, তোমালোক তিনিও কোন ? তেতিয়া উত্তৰ পালে ---তুমি যি এক জগদীশ্বৰ তত্ত্বৰ ধ্যান কৰিছিলা আমি তিনিও সেই এক তত্ত্ব, আমাৰ পৰস্পৰ ভেদ নাই "যদ্বৈধ্যায়তি তে বয়ং ॥" তিনিও গৰাকী একে দেৱতা — এক সগুণ ব্ৰহ্মাৰেই তিনি বিগ্ৰহ ।

আমি যেতিয়া ইচ্ছা কৰোঁ তেতিয়া আমি আমাৰ প্ৰভু, আমি যেতিয়া সেই ইচ্ছা অনুযায়ী কাম কৰো তেতিয়া আমি আমাৰ ভৃত্য । এক সগুণ ঈশ্বৰ — সৃষ্টিৰ ইচ্ছাৰ বেলিকা নিজে নিজৰ প্ৰভু — সৃষ্টিক কাৰ্য্যত পৰিণত কৰিবৰ বেলিকা নিজে নিজৰ ভৃত্য । শিৱ সম্বন্ধীয় পুৰাণ বিলাকত পোৱা যায় "শিব এব পৰমব্ৰহ্ম ।" বিষ্ণু সম্বন্ধীয় পুৰাণ বিলাকত বিষ্ণুয়েই পৰম ব্ৰহ্ম । আৰু দেৱী ভগৱত আদিত ইচ্ছাময়ী আদ্যাশক্তিকে 'তৎপদবাচ্য ব্ৰহ্ম' বোলে । — ইতৰ দেৱত বিলাক পৰম ব্ৰহ্মৰ ইচ্ছাত চলি থকা ভৃত্য । ওপৰে ওপৰে যুক্তিৰ তৰজুৰা পানীত নামি চালে ইয়াক 'মতুৱাৰ বুদ্ধি' যেন লাগে -ই যেন নিজৰ উপাস্য দেৱতাৰ বৰজন্-জনাই যোৱা জাননী জাৰি । বেচি দ'লৈ যাবৰ শক্তি নাই — ভয় লাগে । থাউনি পোৱা ঠাইতেই বিচাৰি চালে কথাটিৰ আভাস ভালকৈ ধৰিব পাৰি — ই বিজ্ঞাপনৰ অত্যুক্তি নহয়, — যি জনে যি দেখি যি কোৱা উচিত

সেইজনে অবিকল তাকেই কৈছে। ব্ৰহ্মৰ বহু হবৰ ইচ্ছা হ'ল— 'সোহকাময়ত বহু স্যাং প্ৰজায়েয়েতি।" — এই ইচ্ছাই আদ্যাশক্তি মহামায়া। এই শক্তিৰেই শক্তিমান ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰে সৃষ্টি স্থিতি প্ৰলয় ব্ৰহ্মৰ ইচ্ছানুযায়ী চলাব লাগিছে। নিৰ্গুণ ব্ৰহ্মক আমি ধ্যান ধাৰণাৰে ধৰিব নোৱাৰোঁ। তেওঁৰ সগুণ ৰূপ যি কেইটি মনে ধৰে সেই কেইটিৰ এটিৰে একান্ত আশ্ৰয় লৈ তাৰে আলোকত তেওঁৰে মিলিবলৈ লবি নগলে আমাৰ সহজ সাধ্য উপায় আৰু অন্য নাই। সেই সগুণ আশ্ৰয়ৰ যিমান ওচৰলৈ যোৱা যায় সিমানে অসীমৰ আভাস পাই সগুণৰ সীমা বাঢ়ি বাঢ়ি নিৰ্গুণ গুণাতীতৰ প্ৰশান্ত বুকুত সেই ৰূপটি মিলি যায় — সগুণ নিৰ্গুণত ভেদাভেদ জ্ঞান আৰু নোহোৱা হয়। তেতিয়া জানিবলৈ বাকী নেথাকে নিজৰ উপাস্য দেৱতাৰ সেই ৰূপটিয়েই যে বেদৰ চৈতন্য স্বৰূপ পৰমাত্মা হৰি। "তুমি সি নিৰ্গুণ ব্ৰহ্ম আনন্দ স্বৰূপ। নেদেখোহো মই আত্মপৰে আনৰূপ॥" আৰু তেওঁৰ ইচ্ছাতেই যে অগণন দেৱতা মণ্ডলেৰে ব্ৰহ্মা বিষ্ণু মহেশ্বৰে সৃষ্টিৰ সমুদায় কাম চলাই আছে। বিষ্ণু মহেশ্বৰ অথবা ভগৱতীৰ অৰূপৰ যি ৰূপ তাত বাজেও স্থূল ৰক্ত মাংসৰ মানুষি তনুৰে শ্ৰীকৃষ্ণক আশ্ৰয় কৰিলেও সেই হৰিকেই যে পোৱা যায় তাৰ সন্ধান পাই ভক্তসকলে শ্ৰীকৃষ্ণক পৰম ব্ৰহ্মৰে অভেদ জ্ঞান কৰি পূজা কৰিবলৈ অভ্যাস কৰে আৰু তেওঁৰ আদেশতে বিশ্বব্ৰহ্মাণ্ডৰ যাৱতীয় কাৰ্য্য অনাদি কালৰ পৰাই চলি আহিছে বুলি বিশ্বাস কৰে। সেয়ে নহলে আজি পাঁচ হেজাৰৰ বছৰৰ আগেয়ে দৈৱকীৰ উদৰত জন্মধাৰণ কৰা শ্ৰীকৃষ্ণই অনাদি কালৰে পৰা 'ব্ৰহ্মা, হৰ পুৰন্দৰক' চলোৱা কথাৰ একো অৰ্থই নেথাকে। বিষ্ণুৰ অৱতাৰ সেই শ্ৰীকৃষ্ণৰ সুন্দৰ ৰূপটিৰ মাজে চৈতন্যস্বৰূপ হৰিৰ উপসনা কৰা মহাপুৰুষে বাকীবিলাক দেৱতাক আজ্ঞাবাহী দাস বা সেৱক বোলাত আচৰিত হবলগীয়া একো নাই। সকলো মহাপুৰুষেই নিজ নিজ উপাস্য সগুণ ঈশ্বৰক এইদৰেই ভাবে এইদৰেই দেখে। শিৱক মহাপুৰুষে ঠায়ে ঠায়ে বিষ্ণুৰ কিঙ্কৰ যেনেকৈ বুলিছে তেনেকৈ আকৌ ঠায়ে ঠায়ে শিৱ আৰু বিষ্ণু যে অভেদ — এক ঈশ্বৰ নিজে নিজৰ প্ৰভু নিজে নিজৰ ভৃত্য — এই কথাটিও যেন পৰিষ্কাৰকৈ লিখি গৈছে। "কেশৱ শিৱ শিৱ ঘোষিয় সদায়" এনে ধৰণৰ ঘোষা বাৰে বাৰে উচ্চাৰিত হওক বুলিয়ে কীৰ্ত্তন পুথিৰ কেবা ঠাইতো দিছে। নাম মালিকাত লিখিছে — "শিৱ মাধৱৰ, নামত কিঞ্চিত, নাহিকে জানা অন্তৰ। শিৱৰ যতেক, গুণ নাম সিও, জানা সবে মাধৱৰ॥ আপোনাৰ গুণ, নাম নাৰায়ণে, শিৱত সবে অৰ্পিলা, আপোনাৰ নিজ, ভক্ত বুলি হৰি, ভিন্ন তাঙ্ক নকৰিলা॥ বিষ্ণু বৈষ্ণৱৰ, কিঞ্চিতো অন্তৰ, নাহিকে জানা নিশ্চয়। আৰু ভিন্ন বুদ্ধি, কৰিলে কেৱলে, অপৰাধ পাত্ৰ হয়॥ এতেকেসে মহা, — জনে দুহান্তৰ, নাম এক কৰি লয়। দুহানো নামক, কীৰ্ত্তন কৰিয়া, পৰম গতি লভয়॥" ভক্তত আমি ভগবানক যেনেকৈ পাও, বৈষ্ণৱত আমি বিষ্ণুক যেনেকৈ পাও, সগুণ ঈশ্বৰৰ শিৱৰ ৰূপটিতো নিৰ্গুণ হৰিক তেনেকৈয়ে পাওঁ। নামাপৰাধাত মহাপুৰুষ আকৌ কি সতৰ্ক কৰি দিছে — "গুণ নাম যত বিষ্ণু শিৱৰ তাক ভিন্ন বুদ্ধি কৰে যি নৰ॥ নামৰ সিও মহা অপৰাধী। নৰকত পৰৈদেৰে নবাধি॥" ইয়াত বাজেও শিৱৰ দৌললৈ গৈ শিৱমূৰ্ত্তি আৰু শিৱৰ প্ৰতীকক স্তৱ কৰি 'পৰি প্ৰণাম' কৰিবলৈকো উৰেষা বৰ্ণনত উপদেশ দিয়া আছে — "সংসাৰ সাগৰে মগ্ন, পাপগ্ৰস্ত অচেতন, মোত পৰে নাই দুৰাচাৰ। প্ৰভু ভগ-নেত্ৰ হাৰী, ত্ৰাহি ত্ৰাহি ত্ৰিপুৰাৰি, তোমাৰ চৰণে নমস্কাৰ॥ নমো শিৱ মহাশান্ত, সমস্ত পাপৰ অন্ত, স্নানে কৰে মাৰ্কণ্ডেয় হ্ৰদে। মোৰ যত পাপচয়, নিৰন্তৰে হোক ক্ষয়, প্ৰণাম কৰোহো তযু পদে॥"×××॥ তিনি প্ৰদক্ষিণ কৰি, পুজি মূল মন্ত্ৰ পঢ়ি, শিৱৰ লিঙ্গক একমতি। পড়িয়া প্ৰণাম কৰি, উঠি পুটাঞ্জলি ধৰি, কৰিব হৰক হেন স্তুতি॥ নমো নমো ত্ৰিনয়ন, শিৰে শশী বিভূষণ, প্ৰভু, বিৰূপাক্ষ মহাদেৱ। তুমি বিনা নাহি আন, কৰা মোক পৰিত্ৰাণ, তোমাৰ চৰণে কৰোঁ সেৱ॥ "এই প্ৰাৰ্থনাটিৰ "ভগনেত্ৰহাৰী" শব্দটি আৰু "তুমি বিনা নাহি আন কৰা মোক পৰিত্ৰাণ" বাক্য আৰাৰ বিশেষকৈ তৰ্কিব লগীয়া। ভাগৱতৰ ৪ৰ্থ স্কন্ধৰ ৫ম অধ্যায়ত উল্লেখ আছে দক্ষ

প্ৰজাপতিয়ে শিৱক নবজি অইন দেৱতাক যজিবলৈ যজ্ঞ পাতি শিৱ নিন্দা কৰিবলৈ ধৰোতে ভগদেৱতাই চকুৰে টিপিয়াই উচটাই দিয়া অপৰাধত বীৰভদ্ৰ বেশেৰে মহাদেৱে ভগৰ ভেদ দৃষ্টিৰ চকুযুৰী সমূলে উৎপাটন কৰিলে। সেই কথা স্মৰণ কৰি আমাৰ অন্তৰৰ ভেদদৃষ্টি হৰণ কৰিবৰ নিমিত্তে প্ৰাৰ্থনা জনাবলৈ মহাপুৰুষে কোৱা নাইনে। তোমাত বাজে অইন একোৰে সত্তা নাই। — তুমিয়ে একমাত্ৰ পৰমব্ৰহ্ম স্বৰূপ বুলি আত্ম নিবেদন কৰিবলৈ মহাপুৰুষে খুলি কোৱা নাই নে ? শিৱও যে পৰমব্ৰহ্মৰ এটি নাম, এটি ৰূপ তাৰ সন্দেহ কৰিবলগীয়া থান মহাপুৰুষে থলে ক'ত ? কম্বলৰ নোমবোৰ বাচি যদি পেলাই দিবলৈকে হলে, লবলৈ থাকিব কি ? শক্তিমানৰ শক্তিৰ কথা অইনে এৰিলেও মহাপুৰুষে এৰে কেনেকৈ ? পৰমবৈষ্ণৱ বেদব্যাসে নাৰায়ণক নমস্কাৰ কৰিয়েই আৰু নমস্কাৰ কৰি যোৱা বিদ্যা বুদ্ধি শক্তি, জ্ঞান আৰু বাক্যৰ অধিষ্ঠাত্ৰী দেৱতা ব্ৰহ্মস্বৰূপা যি স্বৰস্বতী সেই পৰমাত্মাৰ শক্তিৰ প্ৰভাবো মহাপুৰুষে সভক্তিৰে স্বীকাৰ কৰি হৰমোহনৰ শেহত লিখি গৈছে — "কৃষ্ণে দিলে যেন মতি, যেন কৰে সৰস্বতী, বিৰচিলো সেহি অভিপ্ৰায়।" "যা দেবী স্তুষতে নিত্যং বিবুধৈৰ্বেদপাৰগৈঃ। সা মে ভবতু জিহ্বাগ্ৰে ব্ৰহ্মৰূপা সৰস্বতী"। যাক নিতে নিতে দেৱতাসকলে, বেদপাৰগ পণ্ডিত সকলে স্তুতি কৰিব লাগিছে, মহাপুৰুষে সেই ব্ৰহ্মৰূপা সৰস্বতীৰ স্তুতিকে বা নকৰিব কিয় ? — উৰেষা বৰ্ণনত খোলাখুলিকৈ কাত্যায়নী জ্ঞানেৰে সুভদ্ৰাক পূজি স্তুতি কৰি প্ৰণাম কৰিবলৈ উপদেশ দিছে — "তাত পাছে মন্ত্ৰে, সুভদ্ৰাক পূজি, প্ৰণামি কৰিব স্তুতি। নমো ব্ৰহ্মগামী দেবীক প্ৰণামো, দিয়োক মুখ্য মুকুতি॥ কমললোচনী, নমো কাত্যায়নী, কৰা মোক পবিত্ৰান। বলেৰে ভগিনী, সুভদ্ৰাক নমি, পাৱে বিষ্ণু লোকে স্থান॥" সুভদ্ৰাক যি কাত্যায়নী জ্ঞানে পূজা কৰিবলৈ কৈছে — কোৱা বাহুল্য সেই কাত্যায়নীয়েই সেই দুৰ্গাদেবী যাক অগ্নি প্ৰমুখ ইন্দ্ৰাদি দেৱতাসকলে প্ৰফুল্ল বদনেৰে দিঙ্মণ্ডল উদ্ভাসিত কৰি স্তুতি কৰিছিল — "কাত্যায়নীং তুষ্টুবুৰিষ্টলম্ভাদ্, বিকাশিবক্ত্ৰাব্জ বিকশিতাশাঃ"। তেওঁৰেই পূজা প্ৰথমে মহৰ্ষি কাত্যায়নে প্ৰবৰ্ত্তন কৰাইছিল, তেওঁয়েই—"ব্ৰজে কাত্যায়নী পৰা।" তেওঁকেই ব্ৰজধামৰ গোপিনী সকলে একে ঠাইতে একে সময়তে পূজা কৰি সমস্বৰে প্ৰাৰ্থনা জনাইছিল — "কাত্যায়নি মহামায়ে মহাযোগিন্যধীশ্বৰী। নন্দগোপসুতং দেৱি পতিং মে কুৰু তে নমঃ।" "হে মহামায়া, হে মহাযোগিনী অধীশ্বৰি, হে দেবি কাত্যায়নি, শ্ৰীনন্দসুতক যেন পতিস্বৰূপে পাওঁ।" — ই যে ভগৱতৰে কথা। আৰু এই কাত্যায়নীকেই শৰতকালৰ শুক্লা ষষ্ঠীত আমন্ত্ৰণ জনাই অধিবাস পাতি, সপ্তমী অষ্টমী আৰু নৱমীত পূজা কৰি বিজয়া দশমীৰ দিনা আজিও বিসৰ্জ্জন দিয়ে। ইয়াত এটি বিশেষকৈ লক্ষ্য কৰিবলগীয়া কথা এই — অইন দেৱতাক বিষ্ণু জ্ঞান কৰি পূজা কৰিবলৈ দিয়া উপদেশ আছে, কিন্তু শিৱক আৰু কাত্যায়নীক বিষ্ণু জ্ঞান কৰি পূজা কৰাৰ কথা নাই — শিৱক শিৱ বুলিয়ে আৰু সুভদ্ৰাক কাত্যায়নী জ্ঞানেৰে পূজা কৰাৰ হে স্পষ্ট উপদেশ। শিৱ আৰু কাত্যায়নীক পূজিলেও যে মুক্তি পায় তাকো প্ৰকাশ্যে সেই ঠাইতে প্ৰকাশ কৰিছে — শিৱক পূজি পৰমব্ৰহ্মস্বৰূপ শিৱৰ শৰীৰত লীন হোৱা যায় আৰু কাত্যায়নীক পূজিও মুখ্য মুকুতি পোৱা যায়। শিৱ আৰু দুৰ্গা ক্ষণস্থায়ী সুখ অথবা অনিত্য স্বৰ্গাদি ফলদাতা দেৱতা নহয় চৈতন্য স্বৰূপ মুক্তিদাতা হৰিৰেই যে সিবিলাক একো একোটি ৰূপ এই কথাটি মহাপুৰুষে আৰু কিমান খুলি কব লাগে। সিবিলাকৰ মন্দিৰলৈ যোৱা বা মূৰ্ত্তি চোৱাৰ কথাই নাই। প্ৰসাদ খোৱাতো কোনো বাধা নাই। জগন্নাথৰ ভোগ অকল জগন্নাথক সুকীয়াকৈ উৎসৰ্গা কৰা মহাপ্ৰসাদেই নহয় তাত কাত্যায়নী স্বৰূপা সুভদ্ৰা দেবীক উৎসৰ্গা কৰা মহাপ্ৰসাদো আছে আৰু সকলো পূজাৰ আদিতে শিৱ পূজা হয় যেতিয়া শিৱলৈ উৎসৰ্গা কৰা ভাগো যে তাত নাই তাকো কব নোৱাৰি। মহাপ্ৰসাদৰ প্ৰশংসাত মহাপুৰুষে লিখিছে — "মহাপ্ৰসাদৰ আৰে শুনিও মহত্ব।××× ॥ মহাপ্ৰসাদত যত্ন এৰিবা বিচাৰ। নাহি কিঞ্চিতেকো যেন ব্ৰহ্মৰ বিকাৰ॥ নাহিকাল নিয়ম ব্ৰতত দোষ নাই। পাইলে

মাত্ৰ খাইবে অন্ন তোৰ মোক্ষ পাই ॥ হৃদয়ত ৰূপ হৰি নাম যাৰ মুখে, বিষ্ণুৰ নৈবেদ্য উদৰত ভৰে সুখে ॥ পাদোদক নিৰ্ম্মাল্য সমস্তে থাকে যাৰ বোলা হৰি হৰি সেই বিষ্ণু অৱতাৰ ॥”

তেনে শাস্ত্ৰে সামৰি লোৱা দেৱদেৱী সকলক বিষ্ণু জ্ঞানে সেৱা কৰা, সিবিলাকৰ গৃহলৈ যোৱা, বিষ্ণু জ্ঞানেৰে সিবিলাকৰ প্ৰসাদ ভক্ষণ কৰাত মহাপুৰুষৰ কোনো বাধা নিষেধ নাই, বৰং তাকে কৰিবলৈ হে উপদেশ দিছে। বাধা থাকিবই বা কিয় ? মহাপুৰুষেই কৈছে – “শাস্ত্ৰতো উত্তম গীতা ভাগৱত।” তাৰে অনুপ্ৰাণীত হোৱা মহাপুৰুষে গীতাৰে সামঞ্জস্য নেৰাখি থাকে কেনেকৈ ? গীতাৰ মত কেনে উদাৰ ! ভগবানে কৈছে – “যি সকলে অন্য দেৱতাক পূজা কৰে সেই সকলেও মোকেই পূজা কৰে, কিয়নো মোত বাজে আৰু একোৰে অস্তিত্ব নাই।ময়ে সকলো যজ্ঞৰ ভোক্তা আৰু ফলদাতা প্ৰভু। সিবিলাকে যদি অন্য দেৱতাত মোক নিবিচাৰি সেই দেৱতাক বিচাৰে তেনে সেই ধৰণৰ ভেদ জ্ঞান থকালৈকে সিবিলাকৰ মুক্তি নহয়। সংসাৰলৈ আয়াযাত চলিয়েই থাকে। মুক্তি দিওঁ মই।” যেঽপ্যন্যদেৱতাভক্তা যজন্তে শ্ৰদ্ধয়ান্বিতাঃ। তেঽপি মামেব কৌন্তেয় যজন্ত্যবিধিপূৰ্ব্বকং ॥ অহং হি সৰ্বযজ্ঞানাং ভোক্তা চ প্ৰভুৰেব চ। নতু মামভিজানন্তি তত্ত্বেনাতশ্চ্যবন্তি তে ॥” আন দেৱীদেৱ মানে মহাপুৰুষে শিৱক বুজোৱা নাই, দুৰ্গাক বুজোৱা নাই, যাক বিষ্ণু বা পৰমাত্মা জ্ঞান কৰি পূজা কৰা যায় সেই শাস্ত্ৰোল্লিখিত দেৱতাকো বুজোৱা নাই। আন দেৱীদেৱ মানে সেই দেৱতা যাক পৰমাত্মা জ্ঞান কৰি কেঁৱে পূজা নকৰে। ভক্তি ৰত্নাকৰৰ পদতো ঐশ্বৰ্য্য আশাত এনে ভিন্ ভাৱে অন্য দেৱতাক পূজা কৰোতা লোক সকলক নিন্দা কৰা দেখা যায় ॥ – “সমস্ত অৰ্থক দিয়া ভজনজনক। যিটো জনে জানে ইটো তোমাৰ গুণক ॥ হেন ঈশ্বৰক তেজি কোন দুৰাশয়। ঐশ্বৰ্য্যৰ অৰ্থে অন্য দেৱতা ভজয় ॥ যিটো ঐশ্বৰ্য্যক পাইলে তোমাক পাসৰে এতেকে আনক নভজয় সাধু নৰে ॥”

কোনো এক অধিষ্ঠানত মনে মনে ব্ৰহ্মকল্পনা কৰি চিত্তক সম্যক বিন্যাস কৰাই উপাসনা। শিৱ দুৰ্গা বিষ্ণু আদি বেদোক্ত দেৱতা সকলেই এই অধিষ্ঠান — এয়ে শাস্ত্ৰৰ মত। বেদোক্ত দেৱতাৰ বাহিৰে অন্য দেৱতাক উপাধিষ্ঠান বা উপদেবতা বোলে। অজ্ঞলোকে কল্পনা কৰি লোৱা দেৱতা বিলাকক অপাধিষ্ঠান বা অপদেৱতা বোলা যায়। মাৰি মড়ক, শস্যবৃদ্ধিৰ ব্যাঘাত আদি আধিদৈবিক আৰু আধিভৌতিক উৎপাতৰ হাত সাৰিবলৈ অথবা দূৰৰ ঢউ দূৰতে মাৰ নিয়াবলৈ আজিও চকে কাণে এই উপদেৱতা বা অপদেৱতাৰ বলিবাহনেৰে পূজা চলিবই লাগিছে। সেই কালত এনে ভেদ জ্ঞানেৰে ভিন্নভাৱে পূজা কৰা প্ৰথা জনসাধাৰণৰ মাজত প্ৰকাশ্যে পূৰাদমে চলিছিল বুলিয়েই মহাপুৰুষৰ এই উপদেশ।

নামঘোষাত আছে – “গাৱো ভোট যৱনে হৰিৰ নাম লয়। হেনয় হৰিৰ নাম সজ্জনে নিন্দয়।” আসামৰ দাঁতি কাষৰীয়া পৰ্ব্বতীয়া ভাইহঁতে মহাপুৰুষৰ পথ অনুসৰণ কৰি হৰিনাম গ্ৰহণ কৰিছিল। সিবিলাকৰ ভিতৰত যিবিলাক হৰিমুখী হোৱা নাছিল সিবিলাকে দেওৰ মূৰ্ত্তি সাজি দেওশালত পূজা কৰে। কোনো কোনো দেও পুৰুষ, কোনো কোনো স্ত্ৰী। ইবিলাকে মাজে মাজে পূজাৰ লগত বৈষ্ণৱৰ নিষিদ্ধ পশুপক্ষীকো বলি দিয়ে আৰু তাৰ প্ৰসাদ ভক্তিভাৱে গ্ৰহণ কৰে। তেহেঁলে সমাজিকতা ৰক্ষা কৰিবলৈকে হওক অথবা কৌটি কালৰ সংস্কাৰ হঠাৎ এৰিব নোৱাৰা কাৰণেই হওক মাজে মাজে জ্ঞাতি বন্ধুৰ লগত দেওশাললৈ গৈ হৰিমুখী হোৱাৰ দুই এজনে ভয়তে বা লাজতে মুখ এৰিব নোৱাৰি সেই প্ৰসাদলৈ মন মেলা একেবাৰে অস্বাভাবিক নহয়। সিবিলাকক বাৰণ কৰিবলৈকে মহাপুৰুষে ঘাইকৈ এই উপদেশৰ অৱতাৰণা কৰিছিল বুলি অনুমান কৰিলে যুক্তিযুক্ত নোহোৱাৰ আশঙ্কা নেথাকে। শ্ৰীগীতাৰ সপ্তম অধ্যায়ত “কামৈস্তৈস্তৈৰ্হৃতজ্ঞানাঃ প্ৰপদ্যন্তেঽন্য দেৱতাঃ” ব্যাখ্যা কৰিবলৈ গৈ বৈষ্ণৱৰ অগ্ৰগণী শ্ৰীধৰস্বামীজীয়েও অন্য দেৱতা মানে “পুত্ৰ যশস্যা শত্ৰুজয় আদি ফল লাভ কামনাত মুগ্ধ হৈ অবিবেকীয়ে ভজনা কৰা ভূতপ্ৰেত বা যক্ষ বুলিছে – “যে তু তৈস্তৈঃ পুত্ৰ কীৰ্ত্তি শত্ৰু জয়াদি

বিষয়ৈঃ কামৈৰপহৃতবিবেকাঃ সন্তোঽন্যাঃ ক্ষুদ্ৰা ভূতপ্ৰেত যক্ষাদ্যাদেবতাঃ ভজন্তি ।”

দেওভূততো বিষ্ণু আছে বুলি তৰ্কৰস্থলত আপত্তি উঠিব পাৰে। তাকো শ্ৰীগীতাই সুন্দৰ সমাধান কৰি থৈছে। ভগবানে কৈছে — যি যাকে পূজা কৰে মৰণান্তত তেওঁ তাকেই পায়। দেৱতাক পূজিলে দেৱতাক, পিতৃগণক পূজিলে পিতৃগণক, ভূতক পূজিলে ভূতক আৰু মোক পূজিলে মোক পায় — 'যান্তি দেৱব্ৰতা দেবান পিতৃণ যান্তি পিতৃব্ৰতাঃ। ভূতানি যান্তি ভূতেজ্যাঃ যান্তি মদ্যাজিনোঽপি মাম্ ॥'

দুফালে কাটিব পৰাকৈ দুধৰীয়া তাৰাৱালৰ দৰে গঢ় এটি মহাপুৰুষে এই উপদেশটিত সুন্দৰকৈ দি থৈ গৈছে। দেওভূতৰ পূজা এৰি নতুনকৈ হোৱা ভকত সকলকে অকল ইয়াৰে বাৰণ কৰা নাই, তাৰ লগে লগে অন্য ভকত সকলকো সাৱধান কৰি শুনাই গৈছে—কোনো প্ৰসাদ বা অনুগ্ৰহৰ আশাত, কোনো সাংসাৰিক প্ৰতিপত্তিৰ প্ৰলোভণত অথবা স্বৰ্গসুখৰ লালসাত কোনো দেৱতাকে বিষ্ণু জ্ঞান নকৰি পূজা নকৰিবা নাইবা সিবিলাকৰ ঘৰে ঘৰে, লোকে লোকে, বৈ নেযাবা। সি বিলাকৰ প্ৰসাদ ক্ষণস্থায়ী—স্বৰ্গসুখৰো অন্ত আছে। যি চিৰসুখ চিৰশান্তিৰে উদ্ভাসিত শ্ৰীবৈকুণ্ঠ ধাম, তাৰ যাত্ৰী তুমি। — সিবিলাকৰ প্ৰসাদত মোহ গৈ তোমাৰ লক্ষ্য ভুল নকৰিবা। তোমাৰ ভক্তি তোমাৰ নিষ্ঠা স্থিৰকৈ ৰাখাঁ—ব্যভিচাৰিণী হবলৈ নিদিবা। এয়ে মহাপুৰুষৰ উপদেশ — "কৃষ্ণ দাস হুয়া, প্ৰসাদ ভুঞ্জিয়া, হন্তে কৰা তান কাম। কৃষ্ণৰ স্থানক, যত্নে চলিয়োক, সাঞ্চিয়ো পুণ্যৰ দাম ॥”

মহাপুৰুষৰ মুখ নিৰ্গলিত এই বাণী সি এক অমৃতৰধাৰা, তাত সকলোৰে মন জোৰাই শীতল কৰিব পৰা এনে উদাৰ অৰ্থত বাজে অইন অৰ্থই শোভা নেপায়। মহাপুৰুষৰ উদাৰ বাণী সংকীৰ্ণকৈ গ্ৰহণ কৰিলে মহাপুৰুষক ভুল বুজা হয়, পুজা কৰা নহয়।

পৰমাত্মা এক, পৰমাত্মা সনাতন, — অনন্ত নামেৰে অনন্ত আমাৰ অনন্ত কাল প্ৰকাশ পাইছে। কোনোৱে কৃষ্ণ, কোনোৱে ৰাম, কোনোৱে শিৱ, কোনোৱে বা দুৰ্গা বুলি এক সেই পৰমাত্মালৈকে মুৰ দোঁৱাইছে।

দয়াময়, কৃপাময়, প্ৰেমময়, আনন্দময় অচিন্ত্য কতনো গুণেৰে গুণময় আমাৰ ভগবান — তেওঁক কেৱলে দয়াময় বুলিবা অন্য একোময় নুবুলিবা বুলিলে তেওঁক খৰ্ব্ব কৰা নহব নে ? এক পৰমাত্মাৰ অৰ্থত ব্যৱহৃত হোৱা ৰামকৃষ্ণ, শিৱ দুৰ্গা শব্দবিলাকৰ বৰ্ণগত পাৰ্থক্য নিচেই সাধাৰণ লোকলৈ থাকিলেও মহাপুৰুষৰ মনত তাৰ কোনো পাৰ্থক্যই থাকিব নোৱাৰে। মহাপুৰুষে কৈ যোৱা আন দেৱদেবী শব্দটিৰ মোল নুবুজি অযথা ঠাইত প্ৰয়োগ কৰি আমি মিছাতে ভীষণ উৎপাতৰ সৃষ্টি কৰো। ভেদ বুদ্ধিৰে ভগবানক ভক্তিৰে পূজা কৰেলে পূজা লয় সঁচা ; কিন্তু ভেদবুদ্ধিৰ ভক্তিয়ে জীৱক পৰমপদৰ অধিকাৰী কেতিয়াও কৰিব নোৱাৰে। তালৈ লাগে অভেদ জ্ঞান, তেহে মুক্তি। — ইয়ে স্বয়ং ভগবানে কৈ যোৱা কথা। আমি ভক্তি ব্যভিচাৰ হব বুলি ব্যাখ্যা ব্যভিচাৰ কৰি ভক্তিৰ পথত মহা ব্যভিচাৰ ঘটাইছোঁ। পৰকালৰ মুক্তি পাচৰ কথা, ইহকালতে ভেদজ্ঞানৰ অন্ধকাৰত হাহাকাৰ কৰি ফুৰিছোঁ।

তাহানি নিদানৰ বিধান বিভ্ৰাটৰ কাহিনী এটি শুনছিলোঁ। নিদানত বচন আছে — "নেত্ৰৰোগে সমুৎপন্নে কৰ্ণো ছিত্বা কটিং দহেৎ।” চকুৰ যদি ৰোগ হয়, কাণ দুখনি ফালি কটিত পুৰি দাগ দিব লাগে। — বিধান আছে সঁচা — সেয়ে মানুহলৈ নহয়, ঘোৰালৈ। তাক মানুহৰ বেলা লগাবলৈ গলে চকু ভাল হওক নহওক মুৰকত কাণ দুখনি কটা যে যাবইনে — আৰু বা কত পয়মাল। এই পয়মালে প্ৰতি পদে পদে আমাৰ স্বভাৱ সাৰ্থক কৰাত বাধা ওপজায়, আমাৰ ধৰ্ম্ম পথত বাধা দিয়ে। ধৰ্ম্মৰ নামত অধৰ্ম্মক প্ৰশ্ৰয় দিলে নিজৰ জীৱন, সমাজৰ জীৱন বিষময় কৰি জগতৰ বুকুত অনৰ্থক জুই জ্বলোৱাত বাজে আৰু লাভ কি ? এনে ভক্তিৰ শাসনত কোনো কালে কল্যান নাই। মহাপুৰুষ নানক দেৱে যে দুখ কৰিছিল — বেৰাই শস্য খায়, ইও ঠিক সেই বেৰা।

---

## বৈৰাগ্যৰ ব্যাধি

তাহানি বিয়লি বেলিকা আগ চোতালত বহি এদিনা জুৰ লৈ আছিলোঁ। পদূলিত দেখিলোঁ হাতত ৰাম-তাল লৈ বৰাগী ভকত এটি মোৰ ফাললৈকে কেহেলি কেন্দেলিকৈ আহিব লাগিছে। গাত ক'লা চোলা এটি। চোলাৰ সংসৰ্গত থাকি থাকি চুৰিয়াখনিকো সংসৰ্গজ পাপে ভালকৈয়ে ছুইছে। আবেলি লহিওৱা বেলিৰ জাহী ৰ'দ পৰি চোলাটি তিৰবিৰোৱা যেন লাগিল। ভাবিলোঁ— ক'লা আলপকাৰ হবলা ! কাষ পালত নাকেও দেখোন বৰাগীৰ উপস্থিতি এটি উপলব্ধি কৰিছে, চকু তুলি চালোঁ — চোলাত মলিৰ খলপাৰে তেল্ চিকটি। তাৰেই এনে গন্ধ, এনে চিক্‌চিকনি ! বুজিলোঁ, মানুহটি অকল পুত্ৰ পৰিবাৰলৈকে বৰাগী নহয়, চোলা চুৰিয়া যোৰলৈকো বৰাগী। চোতালৰ অতিথি দামোদৰ, তাতে বৰাগী। সৌজন্যৰ খাতিৰত নাকত সোপা লোৱা নহল। মাজে মাজে শ্বাস ৰোধ কৰি ময়ো যে কুম্ভক জানো তাকে বৰাগীক জনাই আছিলোঁ। কাণ দুখনি বাকী আছিল, একেবাৰেই কাষ চাপি গীত এটি গাই তাকো আপ্যায়িত কৰিলে। গীতটি কি গালে হুবহুকৈ মনত নৰল। দুই এটি কথা কাণত পৰিছিল, তাৰ পৰাই গীতৰ বিষয় বস্তু এনে যেন লাগিছিল — এই যে ধন জন পুত্ৰ ভাৰ্য্যাৰে সংসাৰ, তাত অলপো ভৰসা নাই। যেতিয়া 'বেহ্মামুৰা' যম দূতে বান্ধি ছাটি ধৰিলে যাবহি, ক'ৰ ধনজন, ক'ৰে বা পুত্ৰভাৰ্য্যা ক'ত পৰি থাকিব। মন ! এইবোৰ ভাবি চাই গুৰুৰ শৰণ ল'। গীতৰ অন্তত অলপ উশাহ্ পাই ৰব নোৱাৰিলোঁ আৰু, বৰাগীক সুধিলোঁ,— "ৰ'বা, ভকত ! তোমাৰ চোলাচুৰিয়াযোৰ অলপ থেকেচি ধুই গাৰ মলিবোৰ গুচাঁকে গাটোও ধুব নোৱাৰিলা নে ?" বৰাগীয়ে গীতেৰে উত্তৰ দিলে — "এই দেহা পুৰিলে হুইব ছাই, মোৰ বাপুদেউ, পুৰিলে হুইব ছাই।" মনত বেজাৰ লাগিল, বৰাগীক সমিধান দি পঠিয়াই দিলোঁ, — "মৰিবা যেতিয়া, যোৱাঁ মৰিশালিত পৰি থাকাগে। মৰিশালিলৈ আগবঢ়োৱা ছাইচিকটি গাত লৈ লোকালয়লৈ নাহিবা।"

ওৰে দিনটো ভূতৰ খাটনি খাটি ঘৰলৈ আহি গধূলি বেলিকা নগৰে নগৰে আমোলা মহৰীৰ কোনো কোনোৱে ওপৰএলাৰ বকনি নুশুনাৰ ফাকে ফাকে মুক্ত উশাহ পাই হাৰমনিয়ম লৈ যি হে ৰাগিনী মেলে — "অথিৰ ধন জন জীৱনযৌবন অথিৰ এহু সংসাৰ। পুত্ৰ পৰিবাৰ সবহি অসাৰ কৰিবো কাহেৰি সাৰ।" দুৱাৰৰ পোলাত হাত এখনি ভেঞ্জাঁ দি পৰিবাৰে চাঁগে শুনি আছে। আওলাত বহি থকা বুজন্ পুত্ৰটিৰ কাণত চাগে বাজি গৈছে। কি ভাবিছে ভগবান বস্তুৱেহে জানে। যদি পুত্ৰ পৰিবাৰ অসাৰেই হ'ল, দিনে দিনে কিয় এই ঘূলি লোৱাঁ ? কিয় এই উশাহ নিৰোধ হোৱা খাটনি ? ল'ৰা তিৰোতাৰ ওপৰত কিয় সেই ৰব মতাৰ ভাও ? কিয়, কিয় এই মৰ্কট বৈৰাগ্য ?

তাহানি চৰকাৰে ভালকৈ ৰখাৰ আগতে ৰংপুৰৰ তলাতলী ঘৰলৈ গৈ দেখিছিলোঁ কানীয়া বৰাগী এটাই তাতে বাঁহ বান্ধিছে। ধেমালিতে আমি কানীয়াক সুধিছিলোঁ—"কাৰেঙত থাকি কেনে পাইছা ?" কানীয়াই হুমুনিয়াহ এটা কাঢ়ি গহীনাই কোৱা মনত আছে — "কেনে পাবা, অ দেও ! ৰজা আছিল এপাট। ইমানবোৰ ঘৰেও বোলে নাটিছিল। বৰকৈ মুৰে ভৰি কাঢ়িছিল। সেইয়া, কেইদিন খালে ?" অতীত গৌৰৱত গৰম নলগা এনে কানীয়া অসমত যদি এটি থাকিলহেঁতেন তাৰ কথা শুনি হাঁহিব পৰা হলহেতেন। কিন্তু যেতিয়া দেশ জুৰি এই কানীয়া, তেতিয়া প্ৰাণত আৰু হাঁহিৰ হেন্দোলনি নুঠে, নিদাৰুণ ধিক্কাৰৰ আঘাতত হিয়া ভাগি চুৰমাৰ হৈ যায়।

এবাৰ উজনি অসমৰ বাগিছাৰ বনুৱাৰ খৃষ্টান গাওঁ এখনিৰ মাজেৰে ফুৰিবলৈ গৈছিলোঁ। বাৰী একোখনিৰে ঘৰ দুৱাৰ দেখি আমাৰ গাওঁ নহয় যেন লাগিল। ধুনীয়া আঁৰকাপোৰেৰে আহল বহল খিলিকি কটা চাফ চিকোন ঘৰ একোটি চালে চকু ৰৈ যায়। ঘৰৰ আগত ফুলি থকা ফুল গছৰ মাজে মাজে 'পাতা বাহাৰ' দুই এজুপিয়ে ভুমুকি মাৰি ঠাই খনি মনোৰম কৈ থৈছে,

বাট পদুলি, চোতাল-ঘৰ, পিন্ধন উৰণ কেনে নিকা ! গোটেই আকাশখনিতে যেন এটি প্ৰসন্নতা ভাব বিৰিঙি পৰিছে। মনত ভাবিলোঁ, "স্বৰ্গ ৰাজ্য নমাই আনিবলৈ" ইবিলাকে দিনে দিনে যি প্ৰাৰ্থনা কৰে – তাৰে এই আংশিক সাৰ্থকতা ! অলপ দূৰলৈ গৈ গাওঁ এখনি দেখিলোঁ । সেইখন আমাৰ যেন লাগিল । পদুলিয়ে পদুলিয়ে হাঁহ চৰি থকা টোকনী পুখুৰী। হাঁহৰ আবৰ্জ্জনা যি আছেয়েই নে তাতে গছৰ পাত পৰি পচি পচি পানীৰ সেউজ চামনিৰে কি সেই 'পানীকৃত্য' হোৱা বৰণ–কি যে তাৰ উৎকট গোন্ধ !– চাৰিওপিনে ম'মৱাব লাগিছে। বাটৰ কচু-ঢেকিয়া দেখি গা উঠি নেদেৰ ঢেৰ কেচুমতাইও উদ্ভিদ হৈ গজি গজি উঠিছে। ঘোপ মাৰি বেৰি ধৰা বাঁহৰ তলে তলে বোন্দামহৰ বীণেৰে কোঁ-কোঁৱাই থকা যিহে একো একোটি লাগ্ বান্ধ্ নোহোৱা টোকোৰা পঁজা – সাপ সোমায় বুলি কেনিও তাৰ সুকঙ্গা নাই। ভিতৰত আৰু অন্ধকাৰ । তাতে বৰঘৰৰ ভিতৰত কেনিও সন্ধি নোহোৱা চোৰ চাং। শ্বাসৰুদ্ধ হব বুলি বিয়াপক বায়ুদেৱতা ভয়ত তাঁলৈ যাব নোখোজে । সকলো ঠাইলৈ অবাধে যোৱা অগ্নিদেৱতাৰ শৰণ ললেও দিনতে চাঙৰ চাৰি চুক নমনি। "অথিৰ ধন জন" চোৰে নিয়ে বুলি ইমান ভয় ! অথচ জীৱনৰ আলে জালে যোৱা আয়ুসৰ ধন ফেৰা দুষিত বায়ুৰে পলে পলে যে চুৰ কৰি নিছে তাঁলৈ ভ্ৰূ-ভঙ্গ্ অকণিও নাই। এয়ে আমাৰ ঘৰ। তাতে আমি একান্তে ঈশ্বৰৰ নাম লওঁ। বৈকুণ্ঠকো পৰিহৰি যোগীৰো হৃদয় এৰি হৰি আমাৰ সাক্ষাতে তাতেই থাকে বুলি গৌৰৱ কৰোঁ। কিয়, কিয় এই লজ্জা ? কিয় এই জঘন্যতা ? তাতো, তাতো সেই একে সমিধান । "বৰাৰ ঘৰৰ তৰাৰ গাঁঠি, বৰা বা থাকিব কেই ৰাতি ।" – "মিছা ইটো লটপট, ভাগিবেক ভৰা হাট, নিবে কালে ক্ষণেকে সংহৰি ।"– চোতাললৈ চালে চকুত পৰে সীৰেৰে দৰাদৰ পাতি থোৱা পেট একোটিৰে অস্থি চৰ্ম্মসাৰ মূৰ্ত্তি কেইটামান, – ঈশ্বৰে সাজিলে যেতিয়া মানুহ বুলিবই লাগিব – এহেলৈ মানুহ বোলাব পৰা গুণ এখানিও নাই । মুখত কি ভয়ঙ্কৰ অন্ধকাৰ ! চকুৰ আগতে মুখৰ গৰাহ বিদেশীয়ে খপিয়াই খাইছে, চুহ্ বুলিবলৈকো মুখৰ মাত নাই । ক'লে কয় – "খাওক, খাব নোৱাৰিছে । কেই দিন নো খাব ?" খপিয়াই খাই লতা লগা বিদেশীয়ে যেতিয়া চাৰিও ফালৰ পৰা হেঁচি ধৰিব তেতিয়া বাপতীয়া সাহোন সোপাকে সোঁতা দি য'ৰে ঘৰ বাৰী ত'তে এৰি পৰ্ব্বতৰ নখে নখে কাষৰি কাতি পাম ধৰিব । তেতিয়াও, তেতিয়াও সেই একে কথা – "খাওক, ইহঁতেই। ইমান হেম্‌গেমলৈ যায় কোন ?"

এই হেন সোণৰ দেশখনিত কিয় এই অসাৰ উদাসীনতা ? কিয় এই ক্লীবৰ কুৎসিৎ অভিনয় ? আচৰিত–অতি আচৰিত – এই অক্ষমতাৰ অসাৰতাকে সজ চৰিত্ৰৰ লক্ষণ বুলি আনতকৈ নিজক শ্ৰেষ্ঠতৰ জ্ঞান কৰা লোকৰ নাটনিও যে এই দেশত নাই। মনত পৰিছে তাহানিৰ সকতে আমাৰ স্কুল বিলাকত ভাল স্বভাৱৰ যিটি বঁটা, সেইটিলৈ। গোটেই লৰা বাঁহৰ মাজত যিটিৰ মুখত মাত এটিও নাই, যিটিয়ে হাঁহিবলৈ হলেও লোকে কিবা বোলাৰ ভয়ত মুখ বেকেটায়, টিকাত লঠিয়ালেও যি টিকাটি কেচেলা কৰি কাষৰি কাতে, অতি নিৰ্জ্জু প্ৰকৃতিৰ লৰা বুলি ভাল স্বভাৱৰ বঁটাটি সিয়েই পায়। ই তাৰ নিৰ্জ্জু প্ৰকৃতি নে নিৰ্জীৱতা ? এনে উদাসীনতা এনে ক্লৈব্যৰ ভাব জীৱনৰ পৰিচায়ক নহয় । সি এক ব্যাধি । যাৰ জীৱন আছে সি তঞ্জৰজীয়া ঘোৰাৰ দৰে উফৰি ফুৰে ।

ইয়াতকৈও আৰু অতি আচৰিত – এই বীৰ্য্যহীন নিৰ্জীৱতা আজি দেশজুৰি চলিব লাগিছে ধৰ্ম্মৰ নামত, মহাপুৰুষৰ নামত। দেশৰ কেবাগৰাকী ঐতিহাসিকেও কয় – বৈষ্ণৱ ধৰ্ম্মই বোলে সংসাৰলৈ এটা উদাসীন ভাব আনি জাতিৰ তেজ মাৰি পেলায় । সাধাৰণ অলপখটুৱা প্ৰাণীলৈ চাই, কেবাটা জাতিৰো অধঃপতনৰ কাহিনী ভাবি চালে সিবিলাকৰ কথা একেবাৰে উৰাই দিয়া টান, সেই বুলি কথাটি যে একেবাৰেই অবিসংবাদীৰূপে গ্ৰহণৰ যোগ্য সিও নহয় । ঔদাসীন্যৰ মোহত আকুল হোৱা ধনঞ্জয়ৰ অবশ স্নায়ুত অসীম শকতি দি যুদ্ধত জয়ী কৰাইছিল এই বৈষ্ণৱ ধৰ্ম্মই। দেশে দেশে কালে কালে কত পাৰ্থক আজিও সি জীৱন যুদ্ধত জয়ী কৰাব লাগিছে

তাৰ কি লেখ আছে। কেৱলে পতনোন্মুখ দেশৰ দুৰ্ব্বল চিন্তীয়া জনতালৈ চাই এনে এটি অনুমান কৰা সকলো ক্ষেত্ৰতে সমীচিন নহয়। ধৰ্ম্মৰ দোষ কি ? ফুলে ফলে ইহজীৱন জাতিস্কাৰ কৰি অনন্ত জীৱনলৈ লৈ যায় এই ধৰ্ম্মই। তাক আশ্ৰয় কৰিলে মৰণ ক'ত ? পৰাজয়েই বা ক'ত ? মুখেৰে ধৰ্ম্মক আশ্ৰয় কৰি আমি যদি হাত দুখনি অধৰ্ম্মক বিকি দিওঁ, আমাৰ জয়েই বা ক'ত, আনন্দই বা ক'ত ? বলহীনৰ ধৰ্ম্ম নাই। তালৈ লাগে আহল বহল বুকু - বাহুত লাগে অদম্য বল। পৰমহংস দেৱে কোৱা বিষাল সাপটিৰ কথালৈ মনত পৰিল। সন্ন্যাসী এজনে তাক মন্ত্ৰ দি গ'ল — অহিংসা পৰমো ধৰ্ম্ম — হিংসা নকৰিবি। সি কাকো হিংসা নকৰাত বাঁহগৰখীয়াই পাই দলিয়াই ফৰ্ম্মুটিয়াই তাক আধামৰা কৰিলে। সন্ন্যাসী ঘূৰি আহি তাৰ সেই অৱস্থা দেখি কলে — "তোক মই হিংসা কৰিবলৈ হে হাক্ দিছিলোঁ — ফোঁচ্ কৰিবলৈ হাক দিয়া নাই। ফোঁচ কৰিবি—বিষ নিদিবি।" বৈষ্ণৱ ধৰ্ম্ময়ো সেইদৰেই আক্ৰোহৰ বিষ পৰিত্যাগ কৰিবলৈহে কৈছে, বিষয় বস্তু পৰিত্যাগ কৰি এই জীৱনতে আধামৰা হৈ থাকিবলৈ আমাক নিৰ্দ্দেশ দিয়া নাই।

মহাপুৰুষৰে বা দোষ কি ? মহাপুৰুষে বাণী দিয়ে বহুতো। গ্ৰহণ কৰিবলৈ বেলিকা গ্ৰহণ কৰোঁ আমি আমাৰপ্ৰকৃতিৰ অনুকূলে যোৱা খিনিহে। অধঃপাতে যোৱা জাতি আমি, জাৱকালি পুৱাৰ কিণ্‌কিণীয়া ৰ'দৰ পাই দিন দুপৰলৈ শুই আছোঁ — মহাপুৰুষৰ বৈৰাগ্যৰ বাণীৰ গহনা লবলৈ বেচ সুত লাগি পৰিছে। আমাৰ ইয়াতো নাই, তাতো নাই। দেশত নোহোৱা বৰাগী একো ভোখৰ হৈ লোকে নো কিমান দিন খায় তাকে সাক্ষি গোপালৰ দৰে থিয় হৈ আলেখ লেখ চাই আছোঁ। বৈৰাগ্য চানেকিয়া বৈৰাগ্যও যদি থাকিলহেঁতেন আমাৰ ! বৈৰাগ্য আছে সাধু সন্ন্যাসীৰ। তপোবনৰ কথাই নাই, সিবিলাকৰ সাধাৰণ আশ্ৰম একোখনিও বাহিৰে ভিতৰে কেনে পৰিষ্কাৰ। বজা জমিদাৰৰ পুস্পোদ্যান বাটিকাৰ দৰে নহব পাৰে, চিকোণ চিকোণ সদায় সাৰি পুচি থকা জুপুৰী এটি গছলতাৰে সি কেনে মনোৰম ঠাই। চিৰপবিত্ৰতাৰ মধুৰ বাঁহীটি নিতৌ নিফুটে তাত বাজি থাকে। গ'লে অন্তৰ খনি শাঁত পৰি যায়। আমি, আমি কথাই বতৰাই বৈৰাগ্যৰ লৰজ উগাৰোঁ হে উগাৰোঁ — আজিও আবৰ্জ্জনাত বৈৰাগ্য নুপজিল। আমাৰ বাহিৰে ভিতৰে ক'ত সেই প্ৰাণ উজ্জ্বল কৰা পবিত্ৰতা ! আমাৰ মুখত আকৌ মহাপুৰুষৰ বৈৰাগ্যৰ বানী !

মহাপুৰুষৰ মুখত যি বাণী যেনে অৱস্থাত শুৱায়, আমি সেই বাণী থলে অথলে আনি চিঞৰি বাখৰি কেনে অপব্যৱহাৰ কৰোঁ। এই 'পাৱে পৰি হৰি' গীতটি কেনে মহান কেনে সুন্দৰ ! অথচ তাক আমি ভেড়াৰ শিঙত হীৰা পেলোৱা দি পেলাই তাৰ তাল যি নেৰাখোৱেই নে মান ফেৰাও উৰাই দিওঁ। এদিনা ঈশ্বৰ চিন্তাত নিবিষ্ট চিত্তেৰে আনন্দত বিভোল হৈ মহাপুৰুষে সভা পাতি বহি আছিল; এনেতে বুঢ়ী দাসী চন্দৰীৰ মুখে খবৰ আহিল, "ডেকাগিৰি, তোমাৰ এটি পুত্ৰ জন্ম হৈছে।" — পুত্ৰ ? মোৰ পুত্ৰ ! "আত্মা বৈ পুত্ৰনামাসি।" মোৰ পুত্ৰ জন্ম হৈছে ! কি তাৰ মায়া ! তাৰ মোহ তাৰ মমতা মানবৰ প্ৰাণত, পিতৃ মাতৃৰ অন্তৰত অনায়াসে বিস্তাৰ কৰিব পাৰিম বুলিয়েই সি কেৱল কান্দোনকে মুখত লৈ কেনে শক্তিহীন মাংস পিণ্ডটি হৈ নগ্ন বেশেৰে সংসাৰলৈ আহে ! সেই মোহত কাৰ বুকুত গৰম নেলাগে ? কোনেই বা মমতাৰ নিমাতী টান এটি অন্তৰত অনুভৱ নকৰাকৈ পাৰে ? খবৰ শুনিয়েই মহাপুৰুষৰ মন মোহত মজি গ'ল। মমতৰ মধুৰ টানে উজ্জ্বল লোকৰ পৰা মন টানি আনিলে। কত কথা ভাবিবলৈ ধৰিলে। পৰমাৰ্থে তত্ত্বৰ পৰা ভালেখিনি নামি আহিল। হঠাৎ চমকি উঠিল। কাৰ ওচৰৰ পৰা কলৈ আহিলোঁ ? এই পুত্ৰৰ মোহে প্ৰাণ মোৰ কেনি লৈ যায় ? অন্তৰ খনি কঁপিবলৈ ধৰিলে। উপাস্য দেৱতালৈ চাই কাতৰি কৰিলে — "হে হৃষিকেশ ! মোক তত্ত্ব পন্থ উপদেশ দি এই দুঃখ সাগৰৰ পৰা পাৰ কৰা।" কি সেই আকুলতা ! মোহান্ধকাৰৰ আকুলতাৰ মাজেদি নিজ উপাস্য দেৱতাৰ আনন্দ আলোকলৈ প্ৰাণ জাগি উঠিল ! এইখিনিতে মহাপুৰুষ, মহাপুৰুষ ! এইখিনিতে পুত্ৰ পৰিবাৰৰ দুৰ্জ্জয় মোহৰ ঘোৰ পৰাজয় !

প্ৰাৰ্থনাৰ লগে লগেই মুখেদি তেতিয়া তেতিয়াই এই অমৃতময়ী গীতিটি ফুটি পৰিল। মহামূলীয়া প্ৰাণৰ গীতটিত মহাপুৰুষৰ অন্তৰে বাহিৰে নিখুট ছবিটিয়েই যে অকল জ্বলি উঠিল এনে নহয়, মহাপুৰুষে পুত্ৰ পৰিবাৰ কিয় অসাৰ বুলিছে তাৰে আভাস এটি উজলি পৰিল। আৰু জিলিকি পৰিল মহাপুৰুষৰে অইন এটি গীতত — "যত দেখ কায়া — সুত বিত্ত জায়া — মায়াকেসে সব ধন্ধ। হামো যত জীৱ—শিৱ তেৰি অংশা — কাহে ওহি মোহ বন্ধ॥" আথিৰ জীৱন ধন যৌৱন জায়া। ভকতি বিৰোধী বিষয় সব মায়া। কৃষ্ণ কিঙ্কৰ ওহি শঙ্কৰ ভাণা। বিনে হৰি ভকতি তৰণী নাহি আনা॥" ধনজন পুত্ৰ পৰিবাৰ এইবিলাকে সেই সেই বস্তু বুলিয়েই যে অসাৰ এনে নহয়; সেইবিলাকৰ মোহে যে আচল সাৰবস্তুৰ পৰা চিত্তবৃত্তি টানি আনে, হৃদয়ত কৰ্তৃত্বাভিমান জগাই তুলি 'মোৰ' বোলা মিছা মমতা এটাৰে হিয়াখনি নচুৱাই আচলতে সেই বস্তু কাৰ তাক সমূলি পাহৰাই দিয়ে, এই মোহ এই মমতা হে মিছা — সি হে অসাৰ! তাত পৰম পদ প্ৰাপ্তিৰ আনন্দ নাই! সেইবিলাক 'মোৰ' নহয়, ভগবানৰ। ভগবানে দিয়া বস্তু। বস্তু হিচাপে সি অসাৰ নহয়। গতিশীল অথিৰ বস্তু হলেও ভগবানে তাক আবৰি ৰাখিছে — তাত সাৰ বস্তু ভগবান আছে। "ঈশ্বাবাচ্য মিদং সৰ্ব্বং যৎকিঞ্চ জগত্যাং জগত্।" মহাপুৰুষে গীতেৰে এই মোহৰ অসাৰত্বকে প্ৰতিপন্ন কৰিছে, কাৰ্য্যেৰে নিজৰ পুত্ৰত যতন ৰাখিছিল, নিজৰ ভাৰ্য্যাক পতি কৰিছিল, নিজৰ বিষয় সম্পত্তিৰ সাৱধান লৈছিল। যেতিয়া "পৃথিৱী ছড়িয়া, সকলো তেজিয়া মহাপুৰুষ পৰলোকলৈ গতি কৰিবলৈ ওলাল, পিতৃৰ চৰণত পৰি "মহামন্মে" কন্দা প্ৰিয়পুত্ৰ ৰমানন্দক তেখেতে সমিধান দিছিল, — "যত ধন বিত্ত আছয় সমস্ত তোমাৰ হাতে মাতৃৰ।" ইয়াত বাজে যি আধ্যাত্মিক সম্পত্তি তাৰ বিষয়ে কলে — শুনা বাপু ৰমানন্দ, নকৰিয়ো নিৰানন্দ, কহো কথা শুনা সাৱধান। আমাৰ সৰ্ব্বস্ব যথা থৈয়া আছো মাধৱত, কৰা গৈয়া সম্বৰে সম্মান॥" পুত্ৰক যতন কৰিছিল কিন্তু পুত্ৰৰ মোহত অন্ধ হৈ উপযুক্ত শিষ্য মাধৱদেৱক উপেক্ষা কৰি নিজৰ আধ্যাত্মিক যথা সৰ্ব্বস্বৰ উত্তৰাধিকাৰী কৰি যোৱা নাছিল। ইয়াতেই মহাপুৰুষৰ মহত্ত্ব। — এয়ে পুত্ৰ মোহত বৈৰাগ্য — এয়ে বিষয় সুখৰ অনাসক্তি। গৃহাশ্ৰমত থাকে মানলৈ গৃহীয়ে ধনজন পুত্ৰ ভাৰ্য্যাৰ যতন লবই লাগিব। জনকাদি ৰাজৰ্ষিৰ দৰে বিপুল ৰাজ্য কৃতিত্বেৰে চলাবই লাগিব; কিন্তু তাৰ কৰ্ত্তৃত্বাভিমান থাকিব নেলাগে, তাৰ মোহ সম্বন্ধে সমূলি অনাসক্ত সমূলি নিৰ্লিপ্ত হৈ থাকিব লাগিব। গৃহাশ্ৰমৰ গৃহীৰ আসক্তিবিহীন যি কৰ্ম্মফলত্যাগ সিয়েই আচল ত্যাগ। এই আদৰ্শকে মহাপুৰুষে নিজৰ জীৱন দৃষ্টান্তেৰে নিজৰ পথৰ পথিকলৈ থৈ গৈছে।

বৈৰাগ্য বুলিয়েই বৈৰাগ্যৰ প্ৰয়োজন নাই। মানুহ বিষয়বস্তুৰ বৰাগী হয় আত্মজ্ঞান লাভ কৰি পৰমানন্দৰ স্বৰূপত তন্ময় হবলৈ, — সেয়ে মানুহৰ ধৰ্ম্ম। অতি চঞ্চল মনে তাৰ ইন্দ্ৰিয়সুখৰ নীচ প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ দিনে ৰাতি উৎপাত কৰি থাকে। মনক নিৰোধ কৰি চিত্তস্থিৰ নকৰিলে আত্মজ্ঞানৰ আলোক তাত নপৰে — পৰমানন্দৰ স্বৰূপ উপলব্ধি নহয়। সহজে নিগৃহীত নোহোৱা মনক অভ্যাস আৰু বৈৰাগ্যেৰে নিগৃহীত কৰিবলৈ শ্ৰীগীতাই উপদেশ দিছে। যোগসূত্ৰত ইয়াকে বহলাই কোৱা হৈছে — 'অভ্যাসবৈৰাগ্যাভ্যাং তন্নিৰোধঃ।' চিদাত্মাত মন স্থিৰকৈ ৰখাৰ যি যত্ন আৰু চেষ্টা সেয়ে অভ্যাস। কামিনীকাঞ্চনাদিৰ পৰা পোৱা দৃষ্টবিষয়ৰ যি সুখ আৰু শাস্ত্ৰৰ মুখে শুনা স্বৰ্গাদি লাভৰ যি অনিত্য সুখ তাঁলৈ বিতৃষ্ণ হোৱাকেই বশীকাৰ নামৰ পৰম বৈৰাগ্য বোলে, — "তত স্থিতো যত্নোঽভ্যাসঃ। দৃষ্টানুশ্ৰবিক বিষয়বিতৃষ্ণস্য বশীকাৰ সংজ্ঞা বৈৰাগম্।" "বৈৰাগ্যেন বিষয়স্ৰোতঃ খিলীক্ৰিয়তে। অভ্যাসেন কল্যানস্ৰোতঃ উদ্ঘাট্যতে॥" — বৈৰাগ্যই বিষয়ৰ সোঁত বলিব নোৱাৰা কৰে, মন নিৰোধৰ অভ্যাসে কল্যানৰ সোঁত বলাই আনে। ইয়াতেই চিত্তৰ শান্তি। ভক্তিৰ অভ্যাস প্ৰসঙ্গত, ভক্তি ৰত্নাকৰৰ পদতো ইয়াকে কৈছে,—

"ভকতি কৰন্তে আসি ঈশ্বৰ কৃষ্ণৰ।
চাৰিবিধ বিৰকতি হোৱে পুৰুষৰ॥

প্ৰথম বৈৰাগ্য তাৰ শুনিয়ো নিৰ্ণয় ।
বিষয় ভোগক তেজিবাক ইচ্ছা হয় ॥
অনন্তৰে হোৱে আসি বৈৰাগ্য দ্বিতয় ।
নানা দুগ্ধ মধু আদি স্বাদ বস্তুচয় ॥
সব তেজি মহা সুখে কৰয় ভোজন ॥
কৃষ্ণৰ কথাত মাত্ৰ ৰতি সৰ্ব্বক্ষণ ॥
পাচে আৰু হোৱে আসি বৈৰাগ্য তৃতয় ।
মনে বিষয়ৰ ভোগ সকলে তেজয় ॥
বাহিৰত মাত্ৰ ইন্দ্ৰিসবে ভোগ কৰে ।
কৃষ্ণৰ সেৱাত মাত্ৰ ৰতি নিৰন্তৰে ॥
চতুৰ্থ বৈৰাগ্য আসি হোৱে অনন্তৰে ।
তেজয় বিষয় ভোগ বাহিৰে ভিতৰে ॥
অনুক্ৰমে চাৰিবিধ বৈৰাগ্য হোৱয় ।
কৃষ্ণত ভকতি আতি কৃতাৰ্থ কৰয় ॥”

অভ্যাস আৰু বৈৰাগ্য দেখাত যদিও চিত্তস্থিৰ কৰাৰ দুটা বিভিন্ন উপায় যেন লাগে আচলতে এটি হলেই ইটি আপোনাআপুনি হৈ যায় । আত্মাত মন স্থিৰকৈ ৰখা অভ্যাস অন্তৰত যদি বেচি হয়, বাহিৰৰ বিষয় বস্তুলৈ আপোনাআপুনি বিৰাগ হয়, আৰু বাহিৰৰ বস্তুলৈ বিৰাগ হলেই অন্তৰৰ অভ্যাসো প্ৰবল হৈ উঠে ।

পুত্ৰভাৰ্য্যা ধনজনৰ প্ৰতি আমাৰ যি এটা অন্ধ মমতা আছে, যি এটা অহমিকাৰ আক্ৰোহ আছে — যাক আমি সাধাৰণতে পুত্ৰসুখ, স্ত্ৰীসুখ বিষজ্ঞ সুখ বুলি তাতেই দিনে ৰাতি বিভোল হৈ আত্মজ্ঞানলৈ পিঠি দিওঁ সেই সুখটোৰ প্ৰতি বিতৃষ্ণ হৱলৈ — সিবিলাকৰ দুখ সুখত, সিবিলাকৰ ধ্বংস বৃদ্ধিত অনাসক্ত হৈ সমভাবাপন্ন হৱলৈ হে বৈৰাগ্য । সেই সুখত বিতৃষ্ণা নহলে আমাৰ চঞ্চল মনক ৰাগী পীয়াই আৰু চঞ্চল আৰু মতলীয়া কৰা হয়,– চিত্ত স্থিৰ হয় কেনেকৈ ?

বৈৰাগ্য বৰ তীব্ৰ ঔষধ । তাক ৰোগ বুজি প্ৰয়োগ নকৰিলে অতি সাংঘাতিক হৈ উঠে । কোনটি ভাল কোনটি বেয়া, কোনটি কল্যাণ কোনটি অকল্যাণ, কোনটি আত্মজ্ঞান লাভৰ অনুকূল কোনটি প্ৰতিকূল এই বিচাৰ নেথাকিলে বৈৰাগ্য প্ৰয়োগ কৰা অনুচিত । সেইহে বৈৰাগ্য বুলিলেই তাৰ লগে লগে বিবেকৰ প্ৰয়োজন হয় । বৈৰাগ্য বিবেকযুক্ত নহলে শুভাশুভ, ধনক্ষয়, হিংসাসামৰ্থ্যাদিৰ নিৰ্ণয় নহয় । ফলত সি পথভ্ৰষ্ট হৈ ইহ পৰকাল ভয়ঙ্কৰ অন্ধকাৰেৰে আচ্ছন্ন কৰি জীৱনৰ লক্ষ্য ধ্বংস কৰি দিয়ে । ধন এটা বিষয় বস্তু । তাঁলৈ যদি একেবাৰেই বিতৃষ্ণা হয়, তেনে এই জীৱনত ধন ঘটা নহব ওকনিৰ দৰে পৰৰ মুৰত খাই অতি লাঞ্ছিত ভাবে জীৱন যাপন কৰিব লাগিব,– ইহকালত হাৰভগা হমুনিয়া, পদে পদে ঘোৰ হাহাকাৰ । ধনহীন লাঞ্ছিত জীৱনৰ ধিক্কাৰেৰে তাৰ অন্তৰখনি জ্বালি পুৰি নিজৰ জীৱন পৰিজনৰ জীৱন ৰক্ষা কৰিবৰ কাৰণে দুৱাৰে দুৱাৰে সি দিন ভিক্ষা কৰি চুচৰি চাল ছিঙিব লাগিব । তাৰ আৰু পৰকালৰ চিন্তাৰে গোসাঁইৰ নাম লোৱা নহয়, অনেক সময়ত গোঁসাইক কণা গোঁসাই বুলি উগাৰ ছাৰি উশাহ লোৱাহে হয় । ইফালে ধনত যদি তৃষ্ণা ওপজাই ধনেৰে ধন ঘটিবলৈ লাগি যোৱা যায় তেনে সেই তৃষ্ণাৰ অবধি নেথাকে । মহাবীৰ চেকেন্দৰে এই জগৎ জয় কৰি আৰু এখনি জগৎ জয় কৰিবলৈ নাই বুলি বোলে ‘আপচোচ’ কৰিছিল । ধন গোটাওঁতে গোটাওঁতে ধনৰ এটা গৰম মনলৈ আহে, — তাক সাধুভাষাত আৰ্থাম্মা বোলে । এই আৰ্থাম্মাই মনৰ অহমিকাক সকলোৰে দাতা সকলোৰে কৰ্ত্তা পাতে । নিজৰ প্ৰাধান্যলৈ সংসাৰত যুজি ফুৰোতে ঈশ্বৰৰ প্ৰাধান্যলৈ চকু নপৰে, ধনেৰে ধৰ্ম্মক কিনিব খোজে, ঈশ্বৰকো ধনেৰে পুতি পেলায় । ধনলাভৰ আনন্দই আত্মলাভৰ আনন্দক ধনহীন নিষ্কৰ্ম্মাৰ বিনোদবিলাস বুলি তল চকুৰে চায় । দেখাদেখিকৈ,ধন ঘটিলেও লেঠা, নঘটিলেও লেঠা । গতিকে তাক এনেদৰে ঘটিব লাগিব যাতে সি নঘটাৰ দৰেই হয় একে কথাতে কবলৈ গলে তাক ত্যাগেৰে ভোগ কৰিব লাগিব, তেহে তাৰ দুয়োফালে ৰয় । ধন ঘটা, ঘটি যোৱা, তাৰ আৰ্থোম্মাই তোমাৰ আত্মলাভত ব্যাঘাত ওপজাবলৈ নিদিবা । আৰ্থাম্মাৰ এই দুৰ্গুণ শোধন কৰিবৰ একমাত্ৰ উপায় কৰ্ম্মফলত্যাগ আৰু অনাসক্তি । ইকুল সিকুল দুয়োকুল ৰাখিব পাৰিলে তুমি গৃহী হৈও সন্ন্যাসী,

বিষয়ী হৈও আত্মালাভৰ অধিকাৰী — ইহলোকত অসীম প্ৰতিপত্তি, পৰলোকত পৰমা গতি। এয়ে গৃহীৰ বৈৰাগ্য।

ভোগ কৰিবলৈ যেনেকৈ ধনৰ প্ৰয়োজন, ত্যাগ কৰিবলৈকো ধনৰ প্ৰয়োজন। ত্যাগ কৰাৰ আগতে নিজৰ কৰি লব লাগিব — তেহে তাৰ ত্যাগ। তোমাৰ নাইয়েই — ত্যাগ কৰিবা কি? তুমি নিজে সদুপায়েৰে নিজৰ কৰি লব পৰা ধন অনেক আছে। ভয়ত তুমি তাক নিজৰ নকৰা, শৰীৰত কষ্ট পাম বুলি নিজৰ নকৰা। সেই ধনত তোমাৰ ত্যাগ কিহৰ বৈৰাগ্য কিহৰ? সাগৰৰ তলীৰ মুকুতা সাগৰৰ তীৰলৈ গৈ ত্যাগ কৰিলে সেই ত্যাগ তোমাৰ ত্যাগ নহয়। মুকুতা তোলাৰ ভয় দেখি, কষ্ট দেখি, মুকুতালৈ বিতৃষ্ণা হলে, সেই বিতৃষ্ণা তোমাৰ বৈৰাগ্য নহয়। সি যে ভয়ৰ বৈৰাগ্য, ক্লেশৰ বৈৰাগ্য। এই বৈৰাগ্যকে 'ৰাজস বৈৰাগ্য' বোলে। আৰু বিবেকেৰে যদি ধনৰ শুভাশুভ বিচাৰ নকৰি আত্মালাভৰ কথা পাহৰি কেৱল বৈৰাগ্যৰ মোহেৰে মোহিত হৈ ধনৰ প্ৰতি বিতৃষ্ণা জন্মাওঁ সেই বিতৃষ্ণাও মোহৰ বিতৃষ্ণা। সি "তামস বৈৰাগ্য"। "ধৰ্ম্ম বুলি অধৰ্ম্মত, শ্ৰদ্ধা ভৈল যাৰ আসি, তাক তামাসিক বুলি চয়॥" × × × "নজানি কৰয় কৰ্ম্ম, জ্ঞানশূণ্য মতিভ্ৰম, তামসিক কৰ্ত্তা বুলি তাক॥" ৰাজস বা তামস বৈৰাগ্যৰ ইহকাল কি পৰকাল ক'তো কল্যান নাই।

বিহিত বিষয়ভোগ কৰিবলৈ বৈষ্ণৱক ক'তো বাৰণ কৰা নাই। বিষয়ত অনাসক্ত হৈ শ্ৰীকৃষ্ণলৈ আগ্ৰহ জগাই ৰাখিবলৈ হে বৈষ্ণৱ শাস্ত্ৰৰ উপদেশ, আৰু সেয়ে যুক্ত বৈৰাগ্য — "অনাসক্তস্য বিষয়ান্ যথাৰ্হমুপযুঞ্জতঃ। নিৰ্বন্ধঃ কৃষ্ণ সম্বন্ধে যুক্তং বৈৰাগ্যমুচ্যতে।"

আমাৰ দেশজুৰি আজি যেনে বৈৰাগ্য চলিব লাগিছে তাৰ মোহ, তাৰ ভ্ৰান্তিয়ে আমাৰ দুৰ ভৱিষ্যত অন্ধকাৰ কৰি পেলাইছে। অহঙ্কাৰ ত্যাগ কৰিবলৈ যি বৈৰাগ্য তাক পালিবলৈ গৈ এক অন্ধ অহঙ্কাৰত ঘূৰি লৈছোঁ। অহং জ্ঞানকেই প্ৰকৃততে অহঙ্কাৰ নুবুলি তাৰ বিকৃত অৰ্থ গৰ্ব্বটিকে মৰণিলৈ কথাই বতৰাই, কামে কাজে তাকে আমি পৰিত্যাগ কৰিবলৈ যত্নপৰ হৈছোঁ। আমি দীন হীন, আমি উপায়হীন, আমি নৰাধম, আমাৰ দৰে অগতিৰ গতি হয় ক'ত ইত্যাদি কথাত আমাৰ গৰ্ব্ব ত্যাগ কৰা হব পাৰে কিন্তু আচলতে অহঙ্কাৰ যে বৈ যায়। সি এক অজ্ঞতা, উপায়হীনতা আৰু নিশ্চেষ্টভাৱে পূৰ্ণ অহঙ্কাৰ। ৰাজসিক ক্ষমতাৰ ৰাজসিক গৰ্ব্বৰ যেনে মই যেনে অহঙ্কাৰ আছে তামসিক নম্ৰতাৰো তেনে মই তেনে অহঙ্কাৰ আছে। মই যে তামসিক ভাবে নম্ৰ এই অহঙ্কাৰ বিনয়ৰ মাজতো স্নিৰিজি পৰে। ইয়াৰ শেষ সেই অধোগতি — ইয়াৰ শেষ ঘোৰ অন্ধকাৰ। অজ্ঞানৰ মোহত, আলস্যৰ নিৰাশাত, সবল বাহুৰ নীচ নিশ্চেষ্টতাত ইয়ে আমালৈ পৰপদদলিতৰ শত অপমান দিনে দিনে আনিব লাগিছে। সেইহে দেশ জোৰা আজি এই ক্লীবৰ হাহাকাৰ!

মহাপুৰুষে যেতিয়া বৈৰাগ্যৰ প্ৰশংসা কৰে তেতিয়া বুজি লব লাগিব সি আত্মজ্ঞান লাভ কৰোৱা যুক্ত বৈৰাগ্য — সাত্বিক বৈৰাগ্যৰ প্ৰশংসা। যি মহাপুৰুষে গোটেই জাতিটিক হৰিনামামৃত পান কৰাই বলে বীৰ্য্যে জ্ঞানে গৌৰৱে এটি জাতিৰ নিচিনা জাতি গঢ়িবলৈ ভাগৱতৰ উজ্জ্বল জোৰজালি হাতত লৈ শত লাঞ্ছনা বুকু পাতি লৈছিল সেই মহাপুৰুষে অসমীয়া জাতিটিক দীন হীন বেশে পৰমুখাপেক্ষী কৰিবলৈ ৰাজস বা তামস বৈৰাগ্যৰ বাণী দিব নোৱাৰে। প্ৰায় প্ৰত্যেক ভণিতাতে "ছাড়ি অন্য কাম, ডাকি বোলা ৰাম ৰাম" এনে ধৰণৰ বৰাগীৰ উদ্দীপনা বাণী দেখা যায়। সেই বুলি মহাপুৰুষে তেখেতৰ চেনেহৰ অসমীয়াক বেহা-বেপাৰ খেতি-বাতি এৰি কূটা এগছো দুডোখৰ নকৰি কেৱলে ৰাম ৰাম বুলি ডাকি থাকিবলৈকে দিহা দি গৈছিল বুলি সপোনতো ভাবিব নোৱাৰি। এনেবিলাক ঠাইত কাম মানে বন-বাৰি নহয়। প্ৰভুপাদ শঙ্কৰাচাৰ্য্যই কাম মানে কৈ গৈছে — "ইন্দ্ৰিয় গোচৰপ্ৰাপ্ত ইষ্টে বিষয়ে শ্ৰূয়মানে স্মৰ্য্যমানে বাঽনুভূতে সুখহেতৌ বা তৃষ্ণা স কামঃ। মনে ভালপোৱা ইন্দ্ৰিয়গ্ৰাহ্য পদাৰ্থ বিলাকৰ বিষয়ে শুনি, স্মৰণ কৰি, বা অনুভৱ কৰি যি সুখ পোৱা যায় তালৈ যি তীব্ৰ তৃষ্ণা জাগে সেয়ে 'কাম'। এই কাম বাধা পালেই সি ক্ৰোধ হয়। কাম আৰু ক্ৰোধৰ বেগ বৰ দুৰ্নিবাৰ — ঈশ্বৰ লাভৰ অন্তৰায়। এনে লোভৰ পদাৰ্থ ইন্দ্ৰিয় গোচৰলৈ নানি অন্তৰত ৰাখিবও

পাৰি, সঁচা ; কিন্তু তেতিয়াও মনৰ বেগ মাৰ নেযায়। আচলতে মনৰ বেগেই হে আধ্যাত্মিক তেজ নষ্ট কৰে। গতিকে শত প্ৰলোভনৰ মাজত গৃহাশ্ৰম পাতিও যি মনৰ বেগ মনতে মাৰিব পাৰে তেওঁ হে সাধু, তেওঁ হে ভক্ত। মহাপুৰুষে যি কাম ছাড়িবলৈ কৈছে সি এই ইন্দ্ৰিয় চৰিতাৰ্থৰ প্ৰবল তৃষ্ণা। ঘোদৰ আলি নিৰ্ম্মাণ কৰা কৰ্ম্মবীৰসকলৰ সতি সন্ততি আমি, কাম মানে কামকাজ বুলি ঢাবি পাটিত পৰি থাকিবলৈ বেচ জুতি লাগিছে। মনে যেন কব খোজে — এই গৰাকী মহাপুৰুষেই হে মহাপুৰুষ ! কাম নাই, কাজ নাই, হেম্‌গেম্ একো নাই। কেৱল মুখেদি ৰাম ৰাম বোলা, ভৱসাগৰ যি তৰিবাই নে — পৰকালো একেবাৰেই পৰিষ্কাৰ !

অৱশ্যে মহাপুৰুষৰ ৰচনাত বৈৰাগ্যৰ প্ৰশংসাই বেচি। কৰ্ম্ম কৰি কৰ্ম্ম যোগৰ মাজে যে চিত্ত শুদ্ধি কৰি ভগবানক লাভ কৰিব পাৰি তাক প্ৰকাশ্যে জোৰ দি কোৱা কথা তেনেয়ে বিৰল। মহাপুৰুষৰ দিনত কৰ্ম্ম আছিল – বৰ তীব্ৰবেগে শত মুখে চলিছিল। বেহায় বেপাৰ, খেতিয়ে বাতিয়ে, যুদ্ধই বাগৰে গোটেই দেশ বৌ বৌৱাই আছিল। তাৰ উদ্দেশ্য আছিল ভোগ, কেৱলে ইন্দ্ৰিয়ৰ ভোগ। এই ভোগৰ উৎপাতে ৰাজ্যই ৰাজ্যই, সমাজে সমাজে, ব্যক্তিয়ে ব্যক্তিয়ে কঢ়া আজোৰা হানাহনিৰ হাহাকাৰ তুলিছিল — ভোগ সি এক ভীষণ ৰোগত পৰিণত হ'ল। ভোগে বহিৰ্মুখ কৰা মন অৰ্ন্তমুখে আনিবলৈ গোটেই ৰাজ্য জুৰি এক সুতীব্ৰ ঔষধেৰে ভয়ঙ্কৰ আন্দোলনৰ প্ৰয়োজন হৈ পৰিল। এই দুৰ্য্যোগত মহাপুৰুষ আবিৰ্ভাব হৈ অমৃতৰ ধাৰা বোৱাই আনি জীৱন ব্যাপি কৈয়ে থাকিব লগীয়া হৈছিল — তোৰ ভোগৰ ধাৰাত অমৃত নাই। এইয়া হৰিনামামৃত পান কৰ। এই নামামৃতেই হে তোৰ ভোগৰ অমৃত ধাৰা। অইন ভোগ মিছা ভুৰ্-ভাৰ, সি তোক পৰম পদলৈ নিনিয়ে। এই কথাটিকে হৃদয়ঙ্গম কৰাই মনৰ সোঁত ঘূৰাবলৈ বুলি গীতে পদে, নামে প্ৰসঙ্গে, ভণিতাই ভণিতাই মহাপুৰুষে তাকেই বাৰে বাৰে কবলৈ লৈছিল। নিষ্কৰ্ম্মা জাতি এটাক কৰ্ম্মলৈ জগোৱাৰ প্ৰয়োজন তেতিয়া নাছিল, অতি প্ৰয়োজন আছিল ভোগোন্মত্ত কৰ্ম্মক ভক্তিৰে শাসন কৰা। ইয়াৰেই ইমান প্ৰয়োজন হৈ পৰিছিল যে সেই কালত জাতিটিৰ শুভাকাঙ্খী সকলোৱেই সেই মুখেই মহাপুৰুষৰ সুৰে সুৰে ভাবৰ ধাৰা বোৱাবলগীয়া হৈছিল। সেইহে ভোগৰ কুৎসিৎ পৰিণত মোৰ ধনজনে ধৰি নৰখা মৃত্যুৰ যি হাহাকাৰ তাৰ সেই বিকট বিভীষিকা শান্ত কৰিবলৈ নামামৃত পান যে একান্ত প্ৰয়োজন তাৰে এটি শান্তৰসৰ নিৰ্ব্বেদ সুৰ অসমীয়া বৈষ্ণৱ সাহিত্যত আমি অনৰ্গল শুনিবলৈ পাওঁ। সকলো ধৰ্ম্মপুথিত, সকলো উপপুৰানত সেই একে ভণিতাৰ সুৰ। পাচলৈ সাহিত্যৰ ই এটা 'ঢঙে'ই হৈ পৰিল। অন্যকি ছাহা পৰী বা মৃগাৱতীৰ উপাখ্যান নামৰ এখনি উপন্যাস-কাব্যৰ পুথিতো ভণিতাই ভনিতাই সেই একেটি সুৰ। এতিয়ালৈ এই বৈৰাগ্যৰ সুৰ মুখে মুখে চলি অতৰ্কিতে তললৈ নামি অহা জাতিটিক সি বৈৰাগ্যৰ বৰাই কৰিবলৈ দি এক নিৰ্জীৱতাৰ আন্ধাৰেৰে সমাচ্ছন্ন কৰি পেলাইছে। এক তামসিক অহঙ্কাৰেৰে ভোগৰ ব্যাধি গুচোৱা বৈৰাগ্য, সি নিজে আজি বৈৰাগ্যৰ ব্যাধি হৈ পৰিল।

মহাপুৰুষ আহিছিল জাতিটিৰ বাহিৰলৈ বোৱা মনৰ ধাৰা অন্তৰলৈ বোৱাবলৈ। 'মই বলী, মই জয়ী, মই নিৰ্ভিক, মই সুখী' এই যে দেশ জোৰা ৰাজসিক অহঙ্কাৰ তাৰ শিৰলৈ সাত্বিক ভক্তিৰ সুৰধুনি ধাৰাৰ "পাৰ ভাজি" দিবলৈ। সুবিজ্ঞ চিকিৎসকৰ দৰে সুতীব্ৰ বৈৰাগ্যৰ ঔষধ দিনে ৰাতি সঘনে প্ৰয়োগ কৰি ভোগ ব্যাধিৰ মূলত কুঠাৰাঘাত কৰি গ'ল। মহাপুৰুষৰ কাৰ্য্যসিদ্ধি হ'ল। শুভ চেষ্টাত ফুল চন্দন পৰিল। এতিয়া জাতিটিৰ পথ্য, শুশ্ৰূষা, আৰু পৰিপুষ্টিৰ প্ৰয়োজন। আমাৰ বৰ দুৰ্ভাগ্য আমাৰ ৰোগ মৰিল যদিও শুশ্ৰূষা আৰু পথ্যৰ অভাৱত জাতিটিয়ে আজিও গা টঙাব পৰা নাই। মহাপুৰুষে যি যি কৈ গ'ল, যি যি কৰি গ'ল সেই সকলোবিলাকৰ সুবিশদ আলোচনা কৰি জাতিটিৰ মঙ্গলৰ অৰ্থে তাকে প্ৰয়োগ কৰিব পৰা চেষ্টা আমাৰ মাজত আজিকোপতি নহ'ল। দোষ দিম কাক ? মহাপুৰুষৰ মহাযাত্ৰাৰ লগে লগেই সেই উদাৰ মতাৱলম্বী বৈষ্ণৱসকলৰ পৰা উদাসীন সম্প্ৰদায় এটি ফাটি গ'ল। সেই দিন ধৰি গোটেই সম্প্ৰদায়টিৰ ভিতৰি ভিতৰি

আত্মবিৰোধ হৈ কত খেল, কত সংহতি, কত সম্প্রদায়ৰ সৃষ্টি হ'ল । এই চাৰিশ বছৰৰ ভিতৰতে ইমান বেৰাৰ ভিতৰত বেৰা উঠিল, আজিও তাৰ অন্ত নহ'ল । তদুপৰি দেশজুৰি যি ৰাজ্য বিপ্লৱ, ধৰ্ম্মবিপ্লৱ, সমাজবিপ্লৱৰ পৰ্ব্বত প্ৰমাণ ঢৌ, তাত নিজ নিজ অস্তিত্ব লৈয়েই অসমীয়া মাত্ৰই আঁচলত জীব বান্ধি থাকিব লগাত পৰিছিল । জাতিৰ মঙ্গলৰ কথা ভাবিবৰ অৱসৰ ক'ত ? আজি জাতিৰ জাগৰণৰ দিনত আমাৰ কি লাঞ্ছনা, কি অপমান ! মহাপুৰুষৰ পবিত্ৰ ভেটিটিলৈ বিদেশৰ বান টকি আহিছে আমি এতিয়াও একে মুঠি হৈ উঠিব পৰা নাই । দেখাত মহাপুৰুষীয়া সম্প্ৰদায় আসামত সাগৰ সঙ্কাশ । সিবিলাকৰ ঢৌৱে গোটেই জাতিটিকে যে কোবাব লাগিছে । কোনে আজি জাতিটিক বুজাই দিয়ে, কোনে, কোনে আজি জাতিটিক সচেতন কৰি দিয়ে — সিবিলাকৰ ঘৰ নিজৰ ঘৰ, আলহীৰ ঘৰ নহয়, সিবিলাকৰ দেশ নিজৰ, আলহীৰ দেশ নহয় । অকল মণিকূটটিকে ভিতৰি মচি কাচি থলে নহব, আলি পদুলি, ঘৰবাৰী, বাহিৰে ভিতৰে চিকোণ কৰিব লাগিব, যাতে নামেৰে ঈশ্বৰক তাঁলৈ নমাই আনিলে ঈশ্বৰৰ অমৰ্য্যাদা নহয় । গোটেই জাতিটি মানুহ হব লাগিব । নিজৰ ভৰিত থিয় দি উন্নত শিৰেৰে মিলি জুলি নিজ নিজ ধৰ্ম্ম পালন কৰিব লাগিব । সিবিলাকৰ ধৰ্ম্মত তামস বৈৰাগ্য নাই, ৰাজস বৈৰাগ্য নাই — আছে বিবেকৰ আলোকত আত্মজ্ঞান লাভ কৰিব পৰা সাত্বিক বৈৰাগ্য ! ইমান দিন অৱসৰ নাছিল । এতিয়া অৱসৰ আহিছে, সুবিধাও মিলিছে । মহাপুৰুষীয়া সম্প্ৰদায়ৰ ভিতৰতে কেবাগৰকীও অতি সুযোগ্য সন্তানে মুৰ জিলিকাই উঠিছে । মহাপুৰুষৰ দিনৰ অখণ্ড প্ৰদীপটি কীৰ্ত্তন ঘৰৰ খোটালি এটাৰ বেৰেৰে বেৰি নথৈ তাৰে সিবিলাকে কেতিয়াকৈ অসমী আইৰ মুখখনি আৰু উজ্জ্বলকৈ তোলে ? কেতিয়াকৈ আমাৰ দেশৰ এই বৈৰাগ্য ব্যাধি বুন্দামাৰ কৰি জাতিটিক ঐহিক আৰু পাৰত্ৰিক মঙ্গলৰ সমন্বয় সাধনেৰে আনন্দ লোকলৈ টানি নিয়ে ? সেই দিন নাহিব নে ?

---

## নামৰ মামৰ

কুৰি শতিকাৰ প্ৰগতিৰ যি হে 'হাওৱা', বাধা নাই বিঘিনি নাই, আমাৰ ধৰ্ম্মাৰণ্যৰ মাজেদিও বৈ গৈ গছগছনি পেলাই বেচ বোলে এটি নতুন পটি সহজকৈ উলিয়াব লাগিছে । তাত হেনো ঢৰা-লম্বোনৰ লালকাল নাই, বাৰ বাহটুৰা বাগিবটীয়া নাই, হেৰণ ভগনৰ ধূমধুপাল নাই, গাঁঠিৰ ধন গাঠিতে উৰাৰ ভয়ো বৰ নাই । একেবাৰেই চকু মুদি ভৱনদী পাৰ । বৰাগী ব্যাধিৰ জাল লাগিয়ে আছে, ইমান অনায়াসৰ এনে এটি অতি সহজ পথৰ লোভ সহজে সামৰিব নোৱাৰিলোঁ, বিচাৰি চাবৰ মন গ'ল । অকল পটিকে বিচাৰিলে পটি আছে দেখ— বাৰজন ভকতৰ তেৰটি চৰু বিচাৰি চাবৰ মন গ'ল সেই পটিটিয়ে যায় কলৈ — যি অন্ধকূপৰ পৰা খোজ লোৱা হৈছে তেনে এটি অন্ধকূপলৈ নে অইন কোনোবা উজ্জ্বল লোকলৈ ? মনত আশঙ্কা বাজিল — মনৰ এই শতমুখী প্ৰবৃত্তি, দাৰুণ মদমত্ত হস্তীৰ দৰে দুৰ্নিবাৰ । তাক নিবৃত্তিৰ অঙ্কুশেৰে ৰাতি দিন আঘাত কৰিও বাট ধৰাব নোৱাৰি কত ৰথী কত মহাৰথীও পথভ্ৰষ্ট হব লাগিছে । ইমান সহজে পোৱা উপায় এটি থাকোঁতে সংসাৰ সাগৰত সিবিলাকে অতকাল হাবাথুৰি খাই ফুৰিছে কিয় ? ইমান দিন কোনে ক'ত এনে এটি উপায় গুপুতে ৰাখি ইবিলাকৰ মহামাৰ চিন্তিছিল ? যিটি বস্তু হাত মেলিলেই ইমান সহজে পোৱা যায়, আৰু যাক পালেই সকলো আমাৰ পোৱা হয়, তেনে পাইয়ো যাক পোৱা নহয় সেই ধৰণৰ এটি ধৰ্ম্ম জীৱনলৈ প্ৰাণৰ কিয় এই আকুলি-বিকুলি ? কিয় সি সহজ এৰি দুঃসাধ্য সাধিবলৈ যায় ? ধৰ্ম্মজীৱন লাভ কৰিবলৈ কিয় অতনা অনুষ্ঠান, কিয়বা অত তীব্ৰ সংযম ? মনৰ মাজত খেলি-মেলি লাগি গ'ল ।

যি সকলে প্ৰেতকাৰ্য্য পৰিহাৰ কৰি মাটিত মৰা শৰটি পেলাই থৈ ঠগি এখনি থাপি মৰণাশৌচ পৰ্য্যন্ত উৰাই দি পিণ্ডাদি নিদিয়াকৈ সকলো লেঠা নামেৰে মাৰি হৰি বুলিছে, বিবাহাদি সংস্কাৰকো প্ৰচলিত প্ৰথাৰ পালন নকৰি ৰবহোম, সকহোমৰ ধাৰেদি নগৈ নামেৰে সামৰিয়েই ঘৰ পাতিছে সিবিলাকৰ এই নতুনমন্ত্ৰত মুগ্ধ হৈ পটিটিৰ

কাষ চাপি বুজন্‌ চাই জনদিয়েক পথিকক সুধি চালোঁ — "আপোনালোক এই পটিটিয়ে যায় কʼলৈ ?" কʼলৈ যায় ঠিক্‌কৈ একো কব নোৱাৰিলে। সেই পটিয়ে যি কেইজন পাৰ হৈ গʼল, সেইকেজনৰ বাতৰি নাই — পাৰ হৈ গৈয়ে আছে নে নাই, কোনোবা পাকেৰে ঘূৰি আহি আকৌ অইন পটি বিচাৰিছেহি। নকৈ নোৱাৰিলোঁ — যদি কʼত ওলায়গৈ তাৰ একো অয়েনেই নাই কিয় এইগৈ থকা ? কিয় জাকেৰে এজাক অনাভুৱা প্ৰজাক ফালৰি কটাই টানি নিয়াৰ এনে অদ্ভুত আয়োজন ? আগে কʼলৈ যায় এটা ঠিকনা কৰি লওক। আগ যে বাঢ়িবই লাগিছে, সন্ধান দিলে কোনে, পালে কʼত ? সিবিলাকে একেআষাৰে কীৰ্ত্তনপুথিৰ পদকেফাকি মানলৈ আঙুলিয়াই কয় — "বাৰানসী প্ৰয়াগত স্নান। গয়াত পিতৃক পিণ্ডদান ॥ কাৰ কায়ক্লেশ ঘোৰ ব্ৰত। বেদপাঠ নছাৰে সতত ॥ তপ জপ ধৰ্ম্ম ভূত দয়া। আনো সব পুণ্য আচৰিয়া ॥ যোগ ধ্যান ব্ৰহ্ম তত্ত্ব জানি। নপায় গতিক একো প্ৰাণী ॥ হৰিনাম লোৱে মাত্ৰ মুখে। সিটো গতি পাৱে মহাসুখে *** "নধৰয় ব্ৰহ্মচৰ্য্য ব্ৰত। নজানয় একো জ্ঞান তত্ত্ব ॥ এৰিলেক আপোনাৰ ধৰ্ম্ম। নকৰে বেদৰ যত কৰ্ম্ম ॥কেৱল কৃষ্ণৰ নাম লোৱে। মুকুতিক মহা সুখে পাৱে ॥কিনো হৰিনামৰ মহিমা। কোনে কহি পাইবে তাৰ সীমা ॥ আত পৰে ধৰ্ম্ম নাহি আন। ৰাম নাম সদা কৰা পান ॥" — অকল নাম হʼলেই বোলে সিবিলাকৰ সকলো হয়। নামে দিব নোৱাৰা বস্তু ব্ৰহ্মাণ্ডত একোৱেই নাই। বহুত আশ্বস্ত হʼলোঁ, — 'কলম্বচʼৰ দৰে 'ইণ্ডিয়া' আবিষ্কাৰ কৰিবলৈ গৈ 'ওৱেষ্ট ইণ্ডিজ্' পোৱা কথা অন্ততঃ ই নহয়। মহাপুৰুষৰ কীৰ্ত্তন পুথি চাই কৰা এই যাত্ৰা। আচৰিতো লাগিল, মহাপুৰুষে যদিও কীৰ্ত্তন পুথিত এই কেফাকি পদলৈ ঠাই দিছিল, কেতিয়া কেনেকৈ এনে পথৰ সন্ধান দিলে ? আৰু দিছিল যদিও ইমান দিন কোনে ইয়াক ঢাকি থৈছিল ? ই যে দেখাদেখিকৈ আজামিল বিপ্ৰৰ পথ। গোজামিল বিপ্ৰক এৰি আজামিল বিপ্ৰৰ বাট কিয় ? আজামিলৰ জীৱন জোৰা ব্যভিচাৰৰ যি সমাপ্তি সিও এক সাধাৰণ নিয়মৰ ব্যভিচাৰ — হৰিনামৰ গোপ্য মহিমা। নিয়মৰ ব্যভিচাৰৰ আশাত এনে ধৰ্ম্মৰ ব্যভিচাৰ কৰিবলৈ মহাপুৰুষে জন সাধাৰণক দিবই বা কিয় ? — আৰু আজামিল, বেচেৰি আজামিলে প্ৰাণৰ কি হুতাহুত নিজৰ প্ৰাণতকৈও প্ৰিয় কণিষ্ঠ পুত্ৰটিৰ নাম থৈছিল — নাৰায়ণ। সিবিলাকে তাৰো মুদা মাৰি নিজৰ মৰমৰ নুমলীয়া লʼৰা-ছোৱালীবোৰৰ নাম থৈছে ধন, সোণ, আৰু থৈছে লি-লী !

মহাপুৰুষৰ কীৰ্ত্তন পুথিৰ নাম লʼলে যেতিয়া, অন্ততঃ সেই পুথিতে থকা মহাপুৰুষৰ কাষ চাপি ভক্তিভাৱেৰে সুধি ইয়াৰ এটি মীমাংসা লোৱাই সকলো পক্ষে মঙ্গল। তাৰ আগতে প্ৰশ্নটি এবাৰ গীতাত চকু ফুৰাই চাই গলে বুজাৰ সুচল হব। শ্ৰীগীতাৰ দ্বাদশ অধ্যায়ত ভগবানে কৈছে — "যদি সগুণ ব্ৰহ্মত চিত্ত স্থিৰ কৰিব নোৱাৰা তেনে পূজা আৰু ধ্যানেৰে চঞ্চল মনক বাৰে বাৰে বলাই আনি মোত স্থাপন কৰিবলৈ যত্ন কৰিবা। তাকো যদি নোৱাৰা তেনে মোৰ প্ৰীতিৰ নিমিত্তে মোৰ কথা শ্ৰৱণ স্মৰণ কৰি বন্দনাদিৰে শৰীৰ আৰু মন মোক নিবেদন কৰি দিয়াঁ। তাকে কৰিলেও তোমাৰ সিদ্ধি লাভ হব।"— "অভ্যাসেঽপ্যসমৰ্থোঽসি সংকৰ্ম্মপৰমো ভব। মদৰ্থমপি কৰ্ম্মানি কুৰ্ব্বণ্‌ সিদ্ধিমবাপ্স্যসি" — এই শ্লোকটিৰ "মদৰ্থমপি কৰ্ম্মানি" আৰু 'মৎকৰ্ম্মপৰম'ৰ অৰ্থ বৈষ্ণবপ্ৰবৰ শ্ৰীধৰ স্বামী জীয়ে কৰিছে —'মৎ প্ৰীত্যৰ্থানি যানি কৰ্ম্মানি — একাদশ্যপবাসব্ৰতচৰ্য্যা পূজা নাম সংকীৰ্ত্তনাদীনি —তদনুষ্ঠান এব পৰমং যস্য তাদৃশো ভব। এবং ভূতানি কৰ্ম্মাণ্যাপি মদৰ্থং কুৰ্ব্বন্‌ মোক্ষং প্ৰাপ্স্যসি।" ভগবানৰ প্ৰীতিৰ অৰ্থে শ্ৰৱণ কীৰ্ত্তনাদি কৰি যেতিয়া মৎকৰ্ম্ম প্ৰধান হবা তেতিয়া তোমাৰ চিত্তশুদ্ধ হব। শুদ্ধচিত্তত আত্মজ্ঞান উদয় হৈ তোমাক নিৰ্গুণ ব্ৰহ্মভাব দান কৰিব। সেয়ে তোমাৰ মোক্ষ। এয়ে প্ৰভুপাদ শঙ্কৰাচাৰ্য্যৰো অভিমত, — 'মৎকৰ্ম্মপৰমঃ যৎ কৰ্ম্মপ্ৰধান ইত্যৰ্থঃ। অভ্যাসেন বিনা মদৰ্থমপি কৰ্ম্মাণি কেৱলং কুৰ্ব্বন সিদ্ধিং সত্ত্বশুদ্ধি যোগ জ্ঞান প্ৰাপ্তি দ্বাৰেণ অবাপ্স্যসি।" তেনে ইয়াৰ পৰা স্পষ্টই বুজা যায় ভগবানৰ প্ৰীতিৰ অৰ্থে কৰা হৰিৰ নাম কীৰ্ত্তন মোক্ষ লাভৰ কেবাটিও উপায়ৰ মাজৰ এটি উপায়। এইটি উপায়েৰেও দৈব প্ৰকৃতিৰ আশ্ৰয় লৈ মহাত্মা পুৰুষসকলে

নাম কীৰ্ত্তনাদিৰে নমস্কাৰ কৰি ভক্তি আৰু নিষ্ঠাপ্ৰযুক্ত চিত্তেৰে ভগবানৰ উপাসনা কৰি থাকে – "সততং কীৰ্ত্তয়ন্তো মাং যতন্তশ্চ দৃঢ়ব্ৰতাঃ। নমস্যন্তশ্চ মাং ভক্ত্যা নিত্যযুক্তা উপাসতে।"

মৃত্যু তৰিবলৈকো নাম এটি প্ৰকৃষ্ট উপায়। শ্ৰীগীতাত কৈছে – মৰণ কালত যি যেনে ভাব কৰি দেহত্যাগ কৰে তেওঁ সেই ভাবকে প্ৰাপ্ত হয়। তুমি যদি সদা সৰ্ব্বদায় মোকে চিন্তা কৰি যুদ্ধ কৰি যোৱা আৰু মোকেই তোমাৰ মন আৰু বুদ্ধি অৰ্পণ কৰা তেনে তুমি যে মোকেই পাবা তাত অকণো সন্দেহ নাই – "যং যং বাপি স্মৰণ্ ভাবং ত্যজত্যন্তে কলেবৰং। তং তমেবৈতি কৌন্তেয় সদা তদ্ভাবভাবিতঃ। তস্মাৎ সৰ্ব্বেষু কালেষু মামনুস্মৰ যুধ্য চ। মৰ্য্যপিত মনো বুদ্ধিৰ্মামেবৈষ্যসা সংশয়ঃ।" ওৰে জীৱন বিষয়ৰ চিন্তাত ভোল গৈ থাকিলে মৰণ কালত সেই বিষয়ৰ বিচ্ছেদৰ চিন্তাই আকুল কৰি তাৰ মোহ মমতাৰ অছেদ্য জিঁজিৰিৰে আকৌ জীৱক গতিশীল জগতলৈ টানি আনে। নিস্তাৰ নাই – পুনৰপি জনমং পুনৰপি মৰণং পুনৰপি জননীজঠৰে শয়নং। – আকৌ সেই হাহাকাৰ, আকৌ সেই আকুলি বিকুলি। বিষয়ত মন নিদি যদি ঈশ্বৰত দি দিয়া যায় তেনে মৰণ মুহূৰ্ত্তত ঈশ্বৰক ভাবি ঈশ্বৰৰ ভাব প্ৰাপ্ত হৈ উজ্জ্বল লোকলৈ যোৱা যায়, সংসাৰলৈ প্ৰত্যাবৰ্ত্তন কৰাৰ আশঙ্কা নেথাকে। গোটেই জীৱন জুৰি হৰিৰ নাম লৈ লৈ যদি শয়নে সচিতে নামকে ভাল লগা হয় তেনে অভ্যাস আৰু সংস্কাৰৰ বলত মৰণকালতো নামেই প্ৰবল হৈ মনত জাগি শান্তিৰ যে শীতলতা বলাই আনিব ইয়াত সন্দেহ কৰিবলগীয়া একো নাই। ভাৰতৰ সিদ্ধ সাধকে বুকুত হাত দি আজিও মুক্ত কণ্ঠে কব লাগিছে —"যা চিন্তা স্বকলত্ৰ-পুত্ৰ-ভৰণ-ব্যাপাৰ-সম্পোষণে। যা চিন্তা ধনধান্যভূৰিযশসাং লাভে সদা জায়তে সা চিন্তা যদি নন্দ নন্দন পদদ্বন্দ্বাৰেবিন্দে ক্ষণং, কা চিন্তা যমৰাজ ভীমভৱনদ্বাৰ প্ৰয়ানে মম।।" ভীষণ যম ৰজাৰ দুৱাৰলৈ যাবলৈ মোৰ চিন্তা কি? সেই বুলি নাম আগৰে পৰা নলৈ মৰণকালত লম বুলি টোপাই থৈ দিলেও নাম লোৱা নহব। তেতিয়াৰ নাম লোৱা আশা – সি আশাই হে আৰু, কাৰো তাত ভৰসা নাই। ভৰসা থাকে অভ্যাসত, ভৰসা আছে সংস্কাৰত। নিতে নিতে নামৰ অভ্যাস কৰি নামেই যে সকলোতকৈ প্ৰিয়, সকলোতকৈ আপোন এনে এটি সংস্কাৰ মনৰ মাজত ওপজাব লাগিব; নহলে নিৰ্য্যানৰ বেলিকা চঞ্চলমনে কেতিয়া কি প্ৰিয় বস্তুৰ হঠাৎ চিন্তা কৰি বিচ্ছেদৰ যাতনাত ছটফটাই উঠে তাৰ তায়েন কি? অন্যবিষয় লগত নৈযায়, নামেই হে লগত যোৱা বস্তু এনে এটি ভৰসাৰ ভাব মনত অভ্যাসেৰে অনবচ্ছিন্ন জগাই লব পাৰিলেই নাম ভাল লগা হয় – নাম লওঁতে লওঁতে আপুনি নামলৈ ৰতি ওপজে। বঙ্গীয় বৈষ্ণৱসকলে সংকীৰ্ত্তনত তাকেই কয় – 'নাম নিতে নিতে আপনা হইতে আসিবে ভকতি ৰতি"। নামঘোষাতো মহাপুৰুষ মাধৱদেৱে গাই গৈছে – 'ভাবিতে ভাবিতে ৰাম, ৰস চড়ে আতি। আনন্দে ভাবিও ৰাম, কিবা দিবা ৰাতি।।' নামত ৰতি উপজিলেই গীতাৰ "তদ্ভাবভাবিত" হোৱা যায় উদ্ভ্ৰান্ত মনৰ ঘোলা সুতিটি সি শৰৎকালৰ দৰে নিৰ্ম্মল কৰি তোলে। মন নিৰ্ম্মল হলেই নাম আৰু নামী একেহে শুদ্ধ চিত্তখনি চিৰকল্যানৰ ঈপ্সিত লোকলৈ লৈ যায়। "কৃষ্ণৰ চৰণ সদা স্মৰে যিটো, পাপ মানে হোৱে ক্ষয়। হোৱে চিত্ত শুদ্ধি, কৃষ্ণ পাৱে বুদ্ধি, নিষ্ঠা হোৱে আতিশয়।। সপ্ৰেম ভকতি, মিলয় কৃষ্ণত, হোৱয় ঈশ্বৰ জ্ঞান। দেহ গেহাদিতো, হোৱে বিৰকতি, হোন্ত হৰি বিদ্যমান।।" কৰ্ম্মত আসক্ত হোৱা জীৱবিলাকৰ ধাউতিয়ে নিতৌ ক্ষণিকা তৃপ্তিৰ আশাত বা বলাই উৰি উৰি তৰণি নেপায়, পৰমাৰ্থৰ পথে সহজে যাব নোখোজে। গতিকে উৰি ফুৰা মনক বাট লগাবলৈ শ্ৰীগীতাই অন্য উপায়ৰ লগে লগে প্ৰতিমা পূজা আৰু নাম কীৰ্ত্তনাদিৰ উপায়ো উল্লেখ কৰি গৈছে।

মূল ভাগৱতৰ উপদেশকে সাৰ কৰি অসমৰ মহাপুৰুষ দুই গৰাকীয়ে তেখেতসকলৰ ৰচনাত নামৰ বিস্তৰ প্ৰশংসা কৰিছে। য'ত গৌৰব কৰিব লাগে ত'ত গৌৰব কৰিছে, য'ত আশাৰ ৰাতৰি দিব লাগে ত'ত ফলশ্ৰুতি দি আশা দিছে – হৰি নাম ললে নাম লওঁতাৰ

পাচে পাচে দেৱতাসকল ঘূৰি ফুৰে। মুক্তিৰ স্পৃহাকো তুচ্ছ কৰি হৰি ভক্তই পৰমানন্দৰ অমৃতধাৰা চিৰজীৱন কণ্ঠভৰি পান কৰে। ব্ৰহ্মাদি দেৱতাসকলে যি পদৰ ছায়া পাৰলৈ আৰাধনা কৰি থাকে নিজ ভকতৰ বৈশ্য ভগবানে সেই পদৰ ছায়া নিজা ভকতৰ শিৰত দি মানসী জনম সম্ফল কৰে। য'ত যম যাতনাৰ ভয় দেখুৱাব লাগে ত'ত আতঙ্কৰ সুৰেৰে কব লাগিছে, — 'যমৰ কিঙ্কৰে চামে বান্ধি ছাটি লোহাৰ মুদ্গৰেৰে কোবাব। — তপত তৈলকুণ্ডত ভাজি পেলাব, বজ্ৰতুণ্ড কাকে চকুযুৰি খুটি আজুৰি নিব। শিৰত কৰত দি ছিৰি পেলাব, নৰকৰ দুৰ্গন্ধ গৰ্ত্তত ওভত গোবে পুটি থব — তাত প্ৰকাণ্ড জোক একোটাই তেজ সুহি নিব। ভয়ঙ্কৰ পোক একোটাই খুলি খুলি খাব। এনে আতঙ্কৰ যম যাতনা — তাত একমাত্ৰ হৰি নামত বাজে বান্ধৱ নাই — তাৰোতা নাই। য'ত বিষয় সুখলৈ বিৰাগ ওপজাবলৈ ঘৃণাৰ উদ্ৰেক কৰিব লাগে ত'ত মৰ্ম্মত লাগি যোৱাকৈ কেনেকৈ কব লাগিছে,— তোৰ বিষয়ৰ সুখ কাকমাংসৰ দৰে তিতা, তাকো আকৌ কুকুৰে এৰি যোৱা — সিও বিস্তৰ নহয়, — নিচেই তাকৰ, তোকেই যে নোজোৰে — তাকো পাবলৈ তই কত প্ৰবন্ধ কৰিব লাগে। পালেও অকলে ভোগ কৰিব নোৱাৰ — অইনে আহি ভাগ লয়হি — এয়ে তোৰ বীভৎস বিষয় সুখ। এই সুখলৈকে চাই অনন্ত সুখৰ আকৰ হৰিৰ নামামৃতলৈ তই বিমুখ হলি কিয় ? য'ত উদগনি দিব লাগে ত'ত মনত লাগি যোৱা সুৰেৰে কি উদগনি দিব লাগিছে, — কত জনমৰ সাধনাৰ বলত তুমি নৰতনু পাই ভাৰত বৰিষত জন্ম লাভ কৰিছা। এনে চিন্তামণি জনম তোমাৰ হৰি নামৰ বিনে বিফলে যাবলৈ নিদিবা। আয়ু তোমাৰ আলেজালে যাব লাগিছে কেতিয়া কোন মুহূৰ্ত্তত প্ৰাণ বায়ু উৰি যায় তাৰ ঠিকনা অকণিও নাই। সময় থাকোতে হৰিনাম লৈ অকল তোমাকেই নহয় তোমাৰ পূৰ্ব্বপুৰুষসকলকো উদ্ধাৰ কৰা। তপ জপ যজ্ঞ আদি বহু আয়াসৰ চেষ্টা দেখি হতাশ হবলগীয়া কাৰণ তোমাৰ একো নাই। এক হৰি নামকেই অৱলম্বন কৰা, ভৱসাগৰ তৰি যোৱাত তোমাৰ ভয় কি ? ৰাম নামৰ নৌকাখনি, হৰিনামৰ বৈঠা—সেয়ে তোমাক বৈকুণ্ঠলৈ অবলীলা ক্ৰমে লৈ যাব। য'ত নিন্দা কৰিব লাগে ত'ত কিত তীব্ৰ ভাষাৰে নিন্দা কৰিছে, — দিনে ৰাতি ভৎসনি পায়ো নিৰ্গত কুকুৰৰ দৰে তই উচ্ছিষ্ট ভোগ কৰি কৃতাৰ্থ মানিছ। যি নামে অন্ত্যজাতিকো সজ্জন কৰি মুক্তি দিয়ে, তই সেই নাম হেলা কৰি সজ্জন বোলাইছ। তই 'নিগম নিগূঢ় হৰিৰ নাম' নলৈ দুৰ্লভ মনুষ্য জন্ম পায়ো নিজক নিজে বঞ্চনা কৰি আত্মঘাতী হইছ — তোৰ যে চেতন কেতিয়াকে হয় ?

য'তে যেনে ছেগে জুৰিছে ত'তে তেনে নাম লোৱাবলৈ এই চেষ্টা। নাম ধৰ্ম্ম প্ৰচাৰ কৰা মহাপুৰুষৰ এইয়া নামৰ বিজ্ঞাপন বুলি ঈষৎ কেৰাহিকৈ চাবলগীয়া কথা ইয়াত একো নাই। চৰায়ে নিজ নিজ পোৱালীক মুক্ত আকাশৰ আলোকলৈ উৰাই নিব খোজোতে যেনে লাটি পুটি কৰে যেনে তীব্ৰ সুৰেৰে চেক্‌চেকাই উঠে, টোপ এটি মুখত লৈ আগে আগে উৰি উৰি যেনে প্ৰলোভন দেখুৱায়, মহাপুৰুষ দুই গৰাকীয়েও নামৰ উজ্জ্বল লোকলৈ গোটেই জাতিটিক টানি নিবলৈ অবিকল সেইদৰেই সকলো চেষ্টা কৰিব লগাত পৰিছিল। বিষয়ত চিৰ আসক্ত মন — কি এক অন্ধকাৰত পৰি আছে, সি যে সহজে আকাশৰ আলোকলৈ উৰিব নোখোজে। সেই কালৰ বুৰঞ্জী পঢ়িলে ধৰ্ম্মৰ নামত যি কুসংস্কাৰৰ কিৰীলি, শাসনৰ নামত আক্ৰোহৰ যি কঢ়া-আজোৰা, স্বাধীনতাৰ নামত গল দোঁৱাই নিয়া যি দাৰুণ গলগ্ৰহ, কৃষ্টিৰ নামত যি অতি সংকীৰ্ণ অৰ্থহীন মনুষ্যত্বৰ বিশ্বাস, তাঁলৈ চাই জাতিৰ মেৰুদণ্ড যেন বিপুল জনতাৰ মানসিক অৱস্থা কেনে আছিল তাৰ কল্পনা কৰিবলৈ গলে এন্ধাৰ মুখাৰ লাগি যায় — মন শিঙৰি উঠে। অন্ধকাৰত ছট্‌ফট্ কৰি অন্ধকাৰকে জীৱনৰ লক্ষ্য পাতি লুটি পুটি লৈ থকা জাতিটিৰ মুখ গৌৰৱৰ উন্মুক্ত আলোকলৈ তুলিব লগীয়া হৈছিল এই কেউগৰাকী মহাপুৰুষে। মন আকৰ্ষণ কৰিব পৰা সকলো আয়োজন সকলো অনুষ্ঠানৰ প্ৰয়োজন এই খিনিতে। সিবিলাকে জীৱন জোৰা কত চেষ্টা নো কৰি নগল, ভাবিলে স্তম্ভিত হব লাগে।

তদুপৰি যদি কেনিবা ক'ৰবাত বঢ়াই কোৱা বুলি

অনুমান হয়ো, বঢ়াই কোৱা সকলো ক্ষেত্ৰতে দোষৰ কথা নহয়। নিজৰ স্বাৰ্থ সাধনৰ নিমিত্তে যি বঢ়াই কোৱা সি হে আচলতে দোষৰ। মনত সাঁচ বহুৱাবলৈ চিত্ৰিত কৰিবৰ বেলিকা কোনো এটি সত্যক অতিৰঞ্জিত কৰা যায়। সেই অত্যুক্তি তাৰ মহৎ উদ্দেশ্যে পবিত্ৰ কৰে। এনে অত্যুক্তি নহলে কথাটি খৰ্ব হৈ মন টনাত সি টান নিদিয়ে। সীমাৰ মাজত কবিৰ যি অত্যুক্তি সি সচাসচিকৈ উপভোগৰ বস্তু। কবিৰ এনে ধৰণৰ অত্যুক্তি নহলে বাহিৰে ভিতৰে সত্যটি যে জ্বলি নপৰে। মহাপুৰুষে কবিৰ এনে অত্যুক্তিও দেখোন কৰা যেন নেলাগে। জগতৰ চিৰ কল্যানৰ মাজেদি নিজৰ কল্যান সাধনলৈ মন টানি নিলে পৰমাৰ্থ লাভৰ আলোকত আনন্দ ৰসৰ যি অনুপম আস্বাদন হয় তাক যে কৈ কৈ অন্ত কৰিব নোৱাৰি, — কথাই নাটে। হাজাৰকৈ কলেও অত্যুক্তি কৰা নহয়।

নামৰ ইমান প্ৰশংসাৰ মাজতো তাৰ মূল উদ্দেশ্যটি ঢাক খাই থকা নাই। ঠায়ে ঠায়ে ঠাই বুজি, বিশেষকৈ নাম ঘোষাৰ আদিতে, সুন্দৰকৈ জিলিকাই থোৱা আছে" — "এতাৱন্ত মূৰ্ত্তিশূণ্য, কোনমতে চিন্তিবাহা, ৰাম বুলি শুদ্ধ কৰা মন।" — নিৰাকাৰ পৰমব্ৰহ্মৰ চিন্তা তুমি কৰিবা বা কেনেকৈ ? মূৰ্ত্তিহীন পৰমব্ৰহ্মৰ মূৰ্ত্তিস্বৰূপ যে ৰাম, সেই ৰামৰ নামকে লৈ লৈ তোমাৰ মন শুদ্ধ কৰাঁ। চিত্তশুদ্ধলৈকে আমি কৰাৰ গৰাকী। পাচৰ ব্যৱস্থা — "ফলাফল ফলদাতা বিভুৰ হাতত"। চিত্ত শুদ্ধ হলেই ফল লাভৰ সংশয় নেজাগে। সংশয় যদি জাগিবলৈকে হ'ল তেনে চিত্তশুদ্ধ হয় কেনেকৈ ? তেও বুলি যি সকলে চিত্তশুদ্ধিৰ চেষ্টা কৰে সেইসকল হতাশ হোৱাৰ কোনো কাৰণ নাই। মহা মহা পুৰুষসকলে, জীৱন্মুক্ত সাধকসকলে এক বাক্যে কব লাগিছে — তোমাৰ চিত্তখনি নিকা কৰাঁ — দাপোনৰ দৰে নিৰ্ম্মল কৰাঁ। পৰমপুৰুষ ভগবানে নিজৰ প্ৰতিবিম্ব তাত চাবলৈ বুলি হাতত আনন্দলোকৰ আলোক লৈ তোমালৈকে চায়েই আছে। প্ৰাণ ভৰি যোৱা এই আশ্বাসৰ বাণী। ইয়াতো যদি সন্দেহ হয় তেনে বিশ্বাস উপজিবৰ ঠাই আৰু ক'ত ?

আমি নাম লওঁ চিত্তখনি শুদ্ধ কৰিবলৈ। চিত্তশুদ্ধই যেতিয়া আমাৰ আচল উদ্দেশ্য তেনে যি যি আৱশ্যকীয় উপায় অৱলম্বন কৰিলে আমাৰ উদ্দেশ্য সকলো ফালৰ পৰা সাধন হয় তাকেই কৰাটি সকলো প্ৰকাৰে সমীচিন। এটি দৃষ্টান্তেৰে কথাটি আৰু ফুটাই কব পাৰি,— কগ্ন শৰীৰ আমাৰ, তাৰ আৰোগ্য লাভ আমাৰ উদ্দেশ্য। সেই উদ্দেশ্যে আমি সকাম প্ৰাৰ্থনা জনোৱাৰ লগে লগে চিকিৎসা, শুশ্ৰূষা আৰু পথ্যাদিও চলায়ে থাকিব লাগিব। নহলে আমাৰ উদ্দেশ্য সাধন হোৱাত আশঙ্কা আছে। ভগবানত যাৰ অটল বিশ্বাস তেওঁৰ মুখত সকাম প্ৰাৰ্থনা নুফুটে। প্ৰাৰ্থনা কৰি আৰোগ্য লাভ কৰিবলৈ ভগবানত আমাৰ বিশ্বাসেই বা ক'ত ? বিশ্বাস আছিল পৰমভক্ত হনুমানৰ। কাণৰ সঁতাই ইন্দ্ৰজিতৰ বজ্ৰবাণ বিজুলীবেগেৰে উৰিব লাগিছে। চকুৰ আগেদি ৰাৱণৰ অগ্নিবাণ ফিৰিঙ্গতি ওফৰা দি উফৰিব লাগিছে। মৃত্যুৰ এই বিকট তাণ্ডৱৰ মাজত হনুমান কেনে স্থিৰ — মুখত ৰাম নাম — অচল অটল। আৰু আমি কৰোঁ কি ? মুনি চুনি বেলিকা মৰিশালিৰ তিনিমুৱনিৰ টেপৰ তলত কেনিবা কৰবাত খিৰিক কৰিলেই মুখত ভূত খেদোৱা ৰাম নাম লৈও ঘামি জামি দিওঁ দৌৰ। দৌৰেই যদি দিওঁ, ৰাম নাম কিয় ? ৰাম নামেই যদি ললোঁ, দৌৰ কিয় ? আচলতে আমাৰ একোটোতেই খাটি বিশ্বাস নাই — আমাক লাগে উপস্থিত ভয়ৰ পৰা ৰক্ষা। গতিকে যি যি উপায়ে আমাৰ ৰক্ষা হব পাৰে সেই সকলো উপায়ৰে আশ্ৰয় লওঁ। ভগবানত নিষ্ঠা হবলৈ বিশ্বাস হবলৈ হে আমাৰ মন স্থিৰ কৰাৰ প্ৰয়োজন। জীয়াই থাকিবলৈ আমি যেনেকৈ আৰোগ্য লাভ কৰিব লাগে আৰু আৰোগ্য লাভ কৰিবলৈ যেনেকৈ সকলো উচিত উপায় অৱলম্বন কৰিব লাগে, সেইদৰেই ভগবানত অটল বিশ্বাস হবলৈ মন স্থিৰ কৰিব লাগে আৰু মন স্থিৰ কৰিবলৈ সকলো উপায়ৰ আশ্ৰয় লাগিব। উদ্ভ্ৰান্ত উচ্ছৃঙ্খল মন, তাক সহজে বশ মনোৱা টান। মুখেৰে নাম লৈ কামেৰে মনৰ প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ তাৰ লেকাম ঢিলালে সি যেনিয়ে তেনিয়ে চেকুৰি যায়। মুখে কামে একে কৰি মনৰ

প্ৰবৃত্তিবিলাকক চিত্তশুদ্ধিৰ পথে পথে চলাই নিব লাগিব, তেহে যদি চিত্তশুদ্ধ হয়। কেৱল মুখেৰেই নাম ললে যদি হলহেঁতেন তেনে মহাপুৰুষ দুই গৰাকীয়ে শৰণ, ভজন, সদাচাৰৰ ব্যৱস্থা কৰাৰ অৰ্থ কি ? বেদমাৰ্গৰ শৰণ ভজন সদাচাৰ আৰু নিত্য নৈমিত্তিক কৰ্ম্ম নেপালিলে অকল নামেই গুণ নধৰে, চিত্তশুদ্ধ নহয়।

চিত্তশুদ্ধ নোহোৱাকৈ কৰ্ম্মত্যাগৰ ব্যৱস্থা গীতাই দিয়া নাই, ভাগৱতে দিয়া নাই, মহাপুৰুষে দিব নোৱাৰে। কৰ্ম্মত্যাগ কৰাও যদি মানা আৰু কৰ্ম্ম কৰাও যদি মনৰ একান্ত প্ৰবৃত্তি তেনে দুয়োকুল ৰক্ষা কৰি এনে কাম কৰিব লাগিব যি কৰিলে আমাৰ শেষ উদ্দেশ্য চিত্তশুদ্ধিৰ সাধন হয়। তেনে কাম কৰিবলৈকে হে শাস্ত্ৰৰো বিধান। শাস্ত্ৰৰ মুখে কাম কৰি গলে সংসাৰত এনে ভয়ৰ কোনো কাৰণেই নেথাকে। যি শাস্ত্ৰবিধি পৰিত্যাগ কৰি স্বেচ্ছাচাৰী হৈ কাৰ্য্য কৰে তাৰ সিদ্ধি লাভ দূৰৰ কথা, ইহকালত যে সুখ নহয়েই নে পৰকালতো পৰা গতি নহয় বুলি ভগবানে শ্ৰীগীতাত কৈ গৈছে — "যঃ শাস্ত্ৰবিধিমুৎসৃজ্য বৰ্ত্ততে কামকাৰতঃ। ন স সিদ্ধিমবাপ্নুতি ন সুখং ন পৰাং গতিম্ ॥"

শ্ৰীগীতাত কৰ্ম্মত্যাগৰ কথাও আছে, সেয়ে চিত্তশুদ্ধিৰ অন্তত। আৰু মহাপুৰুষসকলেও কৰ্ম্মত্যাগৰ কথা সেই একেসুৰেই কৰ লাগিছে — "তাবৃত কৃষ্ণ ভক্ত নৱে, অবিৰোধী কৰ্ম্ম কৰে, কৃষ্ণৰ কথাত ৰতি যাৱে নোপজয়। যেবে ভৈল কৃষ্ণ কথা ৰত, নিত্য নৈমিত্তিক আদি যত, কথাৰ বিৰোধী জানিয়া সবে তেজয় ॥"— যি ভক্তৰ চিত্ত নিৰ্ম্মল হৈ জ্ঞান আৰু বৈৰাগ্যৰ পোহৰেৰে জিলিকি পৰিছে তেনে পৰমবিৰক্ত ভক্ত সাধকৰ বেদবিহিত কৰ্ম্ম কৰা নকৰাৰ একো নিৰ্ণয় নাই। ইচ্ছা হলে লোকশিক্ষাৰ নিমিত্তে জনকাদি জীৱন্মুক্ত পুৰুষসকলে কৰাৰ দৰে কৰিবও পাৰে, নকৰিলেও প্ৰত্যবায় একো নাই। কিন্তু যাৰ জ্ঞান বৈৰাগ্য উদয় হোৱা নাই তেনে কৃষ্ণ ভক্তই বেদমাৰ্গ লঙ্ঘন কৰা অতি দোষৰ কথা। — "অবিৰক্ত ভকতৰ,বেদ লঙ্ঘিবাৰ দোষ, জানিবাহা ইহাও নিশ্চয়। পৰম বিৰক্ত যিটো, কৃষ্ণৰ ভকত ভৈল, তাৰ একো নাহিকে নিৰ্ণয় ॥" জীৱনৰ উদ্দেশ্য সাধনলৈকে উপায়ৰ প্ৰয়োজন। উদ্দেশ্য সাধক হৈ গলেই উপায়ৰ আৰু নিজলৈ প্ৰয়োজন কি ? চিত্তশুদ্ধিলৈকে বেদবিহিত কৰ্ম্মৰ প্ৰয়োজন। চিত্তশুদ্ধি হলেই এনে কৰ্ম্মৰ নিতান্ত প্ৰয়োজন একো নাই।

নতুন মতটিৰ বিশেষত্ব ইয়াতে — চিত্তশুদ্ধ নোহোৱাকৈ কৰ্ম্মত্যাগ। মোৰ চিত্তশুদ্ধই হোৱা নাই অথচ কৰ্ম্মত্যাগ কৰি হৰিনামৰ ডঙ্কা কোবাইছোঁ। চাউল মুঠি সিজাই নাই, চৰুৰ তলৰ জ্বাল্ নুমাই ভাত হ'ল বুলি টিঘিল্‌ঘিলাই ফুৰিছোঁ। এনে গোট চাউল গোটে থকা চাউল সিজোৱাই শৰীৰৰ পুষ্টি সাধন কৰা কথা দূৰতে থাওক অজীৰ্ণ উৎপাতেৰে সঞ্চিত শক্তিৰ মূলধন ফেৰাকো ক্ষয় কৰে। ই ধৰ্ম্মও নহয়, ধাৰ্ম্মিকতাও নহয় — এক ভীষণ ধৰ্ম্মবৰ্জিতা !

এবাৰ আমাৰে এখন নগৰত বোলে মহাত্মা গান্ধিক নতুনকৈ লগুণ লোৱা দলৰ নেতা কেগৰাকীমানে জনাইছিল — মহাত্মা জী ! আমি আজি কালি বামুণ হৈছোঁ।" মহাত্মাজীয়ে বৰ আনন্দেৰে হেনো কলে, — "বৰ ভাল কথা ব্ৰাহ্মণেই হে হব লাগে।" ব্ৰাহ্মণ হবলৈ কৰিছা কি ?" উত্তৰ হ'ল — "আমি সকলোৱে লগুণ লৈছোঁ। মহাত্মাজীয়ে গম্ভীৰ হৈ ক'লে — "আচল ব্ৰাহ্মণৰ লগুণৰ প্ৰয়োজন কি ?" ইমানকৈ কৈ বোলে মনে মনে থাকিল। এই কথাৰ প্ৰত্যক্ষজ্ঞান মোৰ নেথাকিলেও ই যে মহাত্মা গান্ধিৰ দৰে মনুষ্যশ্ৰেষ্ঠ এগৰাকীৰ মুখে দি ওলাব লগীয়া কথা তাত অকণো মোৰ সন্দেহ নাই। স্কুলৰ দুই এক বিদ্যা দিগ্গজ ছাত্ৰই শিক্ষকৰ আসনত বহি কেতিয়াবা শিক্ষকৰ ভাও দিয়ে। সেই বুলি সেই ছাত্ৰক শিক্ষক বোলে কোনে ?

শাস্ত্ৰবিহিত প্ৰেতকাৰ্য্যাদি পালন নকৰি, বিবাহৰ সংস্কাৰ আদি সমাধা নকৰি কেৱল নামেৰে পবিত্ৰ হোৱা বিধান দেখাদেখিকৈ মহাপুৰুষে ক'তো দিয়া নাই। ভাগৱতৰ সপ্তম স্কন্ধৰ দশম অধ্যায়ত নৰসিংহ ৰূপেৰে ভগবানে পৰমভক্ত প্ৰহ্লাদক খোলাখুলিকৈ পিতাকৰ শ্ৰাদ্ধাদি কৰিবলৈ উপদেশ দিছে—"তুমি মোৰ ভক্তসকলৰ

"প্রতিবাপধৃক" । মোৰ অঙ্গৰ পৰশ পাই পবিত্র হোৱা পিতাৰৰ পাপৰ আশঙ্কা এধানি নাই যদিও তুমি তোমাৰ পুত্রকৃত্য — পিতাৰৰ প্রেতকার্য্য যৎপৰ হৈ পালন কৰা"। প্রহ্লাদেও বিধি অনুযায়ী পিতাকৰ "সাম্পৰায়িক"— অর্থাৎ উর্দ্ধদেহিক কার্য্য সম্পাদন কৰিছিল । মহাভাৰতৰ প্রশংসা প্রসঙ্গত ভক্তিৰত্নাকৰৰ পদত খোলাখুলিকৈ কোৱা আছে — "কুলকর্ম্ম বর্নাশ্রম ধর্ম্ম আচৰয় । তথাপি দেহত অহঙ্কাৰ নোপজয় ॥ কহিলোহো এহি চিহ্ন মহা ভকতৰ ॥ সেইবিলাকে নিৰহঙ্কাৰভাৱে মান্য কৰি চলিবলৈ অকল পদেৰেই নহয় নিজৰ জীৱনৰ আদর্শেৰেও ভকতসকলক স্পষ্টকৈ কৈ গৈছে । শ্রীশঙ্কৰদেৱে নিজে পৰমভক্ত হৈও লোকশিক্ষাৰ নিমিত্তে নিজৰ শ্রাদ্ধাদিৰ বিধান জীৱদ্দশাতে দি থৈ গৈছে, নিজৰ কন্যাৰ বিবাহ পাতি সংস্কাৰ কার্য্য বেদবিহিত প্রথাৰে পালন কৰি গৈছে । মুখেৰে এনে অনাচাৰৰ তীব্র নিন্দা কৰিছে — "মাধৱে বোলন্ত শ্রুতিস্মৃতি, মোৰ আজ্ঞাবাহী জানা নিষ্ঠ, যিটো জনে উল্লঙ্ঘিয়া প্রবর্ত্তয় । ভৈল সিটো মোৰ আজ্ঞাছেদী, মোৰ দ্বেষ কৰিলেক আতি, মোৰ ভক্ত হন্তো বৈষ্ণৱ সিটো নহয় ।" ইমানতো এগৰাকী চৰিত্রলিখকে লিখিছে বোলে মহাপুৰুষ শঙ্কৰদেৱে ব্রাহ্মণসকলৰ জীবিকা মৰে বুলি সিবিলাকৰ মুখলৈ চাইহে বৈদিক কর্ম্মৰ প্রশ্রয় দিছিল ! — হে ভগবান ! এই লিখকসকলে এনে এগৰাকী মহাপুৰুষক কিনো চকুৰে নেচায় !! মহাপুৰুষৰ নামত মহাপুৰুষৰ মতৰ বিৰোধী কাম কৰি দ্রোহ আচৰণ কৰা দেখিলে প্রত্যেক অসমীয়াৰ প্রাণত সচাসচিকৈ বাজি যায় ।

গোটেই জাতিটিকে তুলি নিবলৈ এফালে মহাপুৰুষ শ্রীশঙ্কৰদেৱৰ জীৱনজোৰা প্রয়াসলৈ চকু দি, ইফালে আজি চাৰিশ বছৰ নৌ হওতেই মহাপুৰুষীয়া মতৰ উশাহ নিৰোধ হোৱা স্বেচ্ছাচাৰিতাৰ বেমেজালিলৈ চালে প্রাণত বৰ দুখ লাগে, বৰ হতাশ হব লগীয়া হয় । ইমান বেমেজালি ! — শৰণভজনৰ মিল নাই, আচাৰ বিচাৰৰ মিল নাই, নাম প্রসঙ্গৰ মিল নাই, অন্য কি মহাপুৰুষৰ আবির্ভাবৰ তিথিটি লৈও কোনো দলৰে মিল নাই । ইয়াৰ ওপৰত মনৰ মিল, সি যে অতি দূৰৰ কথা । শ্রীশঙ্কৰ দেৱৰ স্বহস্তৰচিত স্মৃতিৰ দৰে কিবা এখনি পুথি যদি থাকিলহেতেন এনে বেমেজালিৰ ভালেখিনিয়ে ঠন্ ধৰি হয়তো উঠিবলৈ চন্স নেপালেহেতেন । ভাগৱতী ধর্ম্মৰ বিধিবদ্ধ স্মৃতি আছিল বুলি শুনা যায় আৰু সেই স্মৃতিকে অসমৰ বৈষ্ণৱমতৰ মহাপুৰুষসকলে মানি চলিছিল ; এই কাৰণেই মহাপুৰুষ শ্রীশঙ্কৰদেৱে নিজে এখনি স্মৃতি সুকীয়াকৈ প্রণয়ন নকৰি সকলো শক্তি নাম ধর্ম্ম প্রচাৰ কৰাত প্রয়োগ কৰিছিল যেন লাগে । মহাপুৰুষৰ পাচত দলৰ ভিতৰত দলৰ সৃষ্টি হোৱাত সেই স্মৃতি কোনো কোনো দললৈ "নমনা জাননী"ৰ দৰে হৈ পুথিচাঙ্গত ওলমি আছে । — ফলত আমি মহাপুৰুষক মানো বুলি কওঁ অথচ মহাপুৰুষে যিখিনি মানি গৈছিল, সেই খিনি মনাৰ প্রয়োজন নুবুজা হৈ পৰিছোঁ — এয়ে আমাৰ মহাপুৰুষৰ পূজা !

আজি আমাৰ এনে পৰিণাম দেখি কি তীব্র বেদনাৰে মহাপুৰুষে পুথিৰ মাজৰ পৰা উচ্চস্বৰে কব লাগিছে — "শাস্ত্রমত এৰি, যি কথা কহয়, কেৱল পাষণ্ড নয় । আছোক কৃষ্ণক, পাইবা কদাচিতো, নুগুচে সংসাৰ ভয় ॥ অন্নযোনি কিছু, নকৰে বিচাৰ, জাতি কুল ভৈল ভ্রষ্ট । বৈষ্ণৱৰ বেশ, ধৰিয়া ফুৰয়, বেদপথ কৰি নষ্ট ॥ হৰি হৰি হৰি, কিনো ভৈল ইটো, কৃষ্ণৰ মায়াৰ বল । হৰি ভকতিৰ পথত কপট, পাতিলেক অমঙ্গল ॥" অকল দুখকেই কৰা নাই তেখেতৰ অতি প্রিয় জাতিটিৰ এই অনাচাৰী সকললৈ চাই জ্বলি পুৰি গৰজিব লাগিছে — "হৰি নাম ধ্বজ কৰি, বেদপথ পৰিহৰি, ফুৰে অতি পাষণ্ডসকল । ইহ পৰলোকে ভ্রষ্ট, হয়া পেট পুৰি মাত্র, ফুৰিবেক পৰম নিষ্খল্ ॥"

মহাপুৰুষীয়া পুথিৰ মাজে মাজে দুই একাকি পদত বেদবিহিত ধর্ম্ম — তপ জপ যজ্ঞাদিক নামৰ তলত ঠাই দিয়া যেন দেখি, — "বেদৰ বিহিত যত, আছে ধর্ম্ম সংসাৰত, সবে হৰি নামৰ কিঙ্কৰ । হেন জানি যিটো জনে, নামৰ কীর্ত্তন কৰে, সেহিসে পৰম সাধু নৰ ।" এনেবিলাক পদ পুথিৰ বুকুৰ পৰা টানি আনি সুকীয়াকৈ চালে তাৰ পম হেৰাই যায়, অর্থগ্রহণৰ ব্যাঘাত ঘটাব

আশঙ্কা থাকে। এনে পদ আনি নিজৰ অভিৰুচি মতে অৰ্থ কৰি প্ৰয়োগ কৰাৰ আগতে সেই পদেৰে মহাপুৰুষৰ সমগ্ৰ গ্ৰন্থৰ কেনে অৰ্থ সামঞ্জস্য, কেনে অৰ্থ সঙ্গতি, তাক চকু খুলি চাই লোৱাই নিতান্ত প্ৰয়োজন। – "তপ জপ যজ্ঞ কৰিয়ো হয়। বিষ্ণুসে সবাৰ জানা আশ্ৰয়। গুৰুব্ৰাহ্মণৰ কৰা প্ৰলয়॥" কীৰ্ত্তন পুথিৰ প্ৰহ্লাদ চৰিত্ৰৰ পৰা এই শেহৰ কেফাকি পদ উদ্ধৃত কৰি, এয়ে মহাপুৰুষৰ মত বুলি নিচানত লিখি লৈ অনাভুৱাৰ মাজত নতুন মতৰ বিজয়-অভিযান চলাই আশ্ৰয় বিষ্ণুৰ পৰা আশ্ৰিত গুৰু ব্ৰাহ্মণলৈকে মোহাৰি যাব পাৰি। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে ৰচি যোৱা যে এই পদ তাত অকণিও সন্দেহ নাই – সেই বুলি সেয়ে মহাপুৰুষৰ মত নহয়। কীৰ্ত্তন পুথিলৈ চকু দিলেই চকুত পৰিব ই "দৈত্য নাথ" হিৰণ্যকশিপুৰ উক্তি। তাকে আখৰে আখৰে পালিবলৈ গলে মহাপুৰুষৰ পথে যোৱা নহয়, দৈত্যৰ বাটেদি গৈ ডেও ডোপালি পৰা হে হব।

সংসাৰত বেদবিহিত যত ধৰ্ম্ম আছে সেই সকলোবিলাককে "হৰিনামৰ কিঙ্কৰ" কিয় বুলিছে তাৰ ব্যাখ্যা মহাপুৰুষৰ সেই একে পুথিতে আছে – "কেৱল ভকতি, পুৰুষক তাৰে, সহায় কাকো নচাৱে, জ্ঞান কৰ্ম্ম তাৰে, তাৰিতে নপাৰে, ভকতি নেপাৱে যাৱে॥" – জ্ঞানেই হওক বা কৰ্ম্মই হওক ভগবানলৈ শ্ৰদ্ধা বা ভক্তি নহলে একোৱেই মুক্তি দিব নোৱাৰে।"বোলন্ত যতেক ধৰ্ম্ম আছয় সকল। ভক্তি বিনে সিটো ধৰ্ম্ম শ্ৰমে সে কেৱল॥ ভকতি প্ৰধান ধৰ্ম্ম এতেকে সদায়। মহাযত্নে আচৰিব পৰম শ্ৰদ্ধায়॥" মুক্তিৰে তৰি যোৱা সমস্যাত ভগবানৰ ভক্তিয়েই হে আচল কথা। গতিকে, এই বিচাৰেৰে চালে, বেদবিহিত কৰ্ম্মই হৰিভক্তিৰ অপেক্ষা কৰে গুণেই "হৰি নামৰ কিঙ্কৰ।" হৰি নাম হৰি ভক্তিৰ দ্যোতক অৰ্থত ব্যৱহাৰ কৰা হৈছে।

হৰিৰ নামে তাৰে বুলিলে আমি বুজিব লাগিব হৰি ভক্তিক উদ্দেশ্য কৰি হে কোৱা হৈছে। হৰিৰ নামে হৰি ভক্তি আয়ত্ত কৰাত সহায় কৰে, – এই ভক্তিয়েই জীৱৰ হৃদয়ত অহৈতুক প্ৰেম জগাই ভগৱৎ ৰাজ্যলৈ লৈ গৈ ভগবানৰ ৰূপামৃত পান কৰিবলৈ দি চিৰ কৃতাৰ্থ কৰে। "ভক্তিৰেৱৈনং নয়তি" – এয়ে শ্ৰুতিৰ বচন। তপ জপ যজ্ঞাদিতকৈ নামৰ যে বেচি প্ৰশংসা কৰিছে, আচলতে সি স্থান, কাল, আৰু পাত্ৰ চাই কৰা উপযোগিতাৰ প্ৰশংসা। এনেয়ে কলিকাল, তাতে সমাজত সৃঙ্খল বা শৃঙ্খলা নথকা এক লোকেৰে লোকাৰণ্য – শিক্ষা সাধনাৰ এজ্ঞাৰত বিষয়াসক্ত হৈ দৰবাদৰবি কৰি ফুৰিছে। তাৰ ধৈৰ্য্য নাই, আজৰি নাই, তপ জপ যজ্ঞ কৰে কেনেকৈ? সগুণ ব্ৰহ্মৰ উপাসনাতো তাৰ মন থিৰ নহয়, বাহিৰে ভিতৰে সি অথিৰ। এটি বা দুটি কথাতে তাক গোটেই ৰত্নাৱলীখন লাগে। আগৰ পৰা গুৰিলৈকে শুনা মন নাই, সময়ো তাৰ নাই; অথচ দেখাক দেখি ৰত্নাৱলী নহলেও তাৰ নহয়। গতিকে তালৈ অৱস্থা বুজি ব্যৱস্থা কৰাৰ অতি প্ৰয়োজন হৈ পৰিল। – "ইটো কলিকাল ঘোৰ, পাপৰ নাহিকে ওৰ, আতে হিত চিন্তিলা প্ৰজাৰ। জগতৰে পাপ হৰে, স্মৰণে নিস্তাৰ কৰে, হেন নাম কৰিলা প্ৰচাৰ।" দোষৰ সাগৰ কলি, আত হৰি নাম ললি, ধৰ্ম্ম অৰ্থ পাৱে মোক্ষ কাম,*** । মন্ত্ৰ অস্ত্ৰ যজ্ঞ যত, তপ তীৰ্থ কোটি শত, হৰি নাম অধিক সবাতে। কিনো ভাগ্য কিনো ভাগ্য, হেন হৰি নাম লাগ, পাইলে লোক মুকুতি সাক্ষাতে॥ *** ॥ "যাৰ ইচ্ছা মোক্ষ পাইবে, নলাগে দূৰক যাইবে, আছে হৰি সবাৰে হিয়াত॥ কৃষ্ণৰ কিঙ্কৰে কহে, হৰি নামে পাপ দহে, ৰাম নাম সবাতো অধিক॥" মন্ত্ৰ অস্ত্ৰ তপ জপ যজ্ঞত অনেক কায়ক্লেশ, অনেক আয়োজনৰ প্ৰয়োজন। তদুপৰি তাৰ কোনো অঙ্গ হানি হলে ভীষণ প্ৰত্যৱায়। বৰ্ণাশ্ৰম ধৰ্ম্মৰ সান-মিহলিৰে কলিকালৰ সংস্কাৰ নোহোৱা সাধাৰণ যি জনতা সিবিলাকৰ পক্ষে এনে কাৰ্য্য অতি ভয়জনক। – "বৰ্ণাশ্ৰম ধৰ্ম্ম যত, যাৰ যেন বিধি আছে, তাৰে সে কেৱলে অধিকাৰ। হৰি নাম কীৰ্ত্তনৰ, নাহিকে নিয়ম একো, এতেকেসে ধৰ্ম্ম মাঝে সাৰ॥" "হৈবে মলমতি, লোকৰ নিশ্চয়, গুচিব সব আচৰ। কলিযুগে আৰ, অন্যত্ৰ ধৰ্ম্মৰ, কাৰো নাহি অধিকাৰ॥" গতিকে সিবিলাকে হৰি নাম লোৱাত বাজে অন্য গতি আৰু নাই – "হৰেৰ্নামৈব কেৱলং। কলৌ নাস্ত্যেৱ নাস্ত্যেৱ গতিৰন্যথা।" – "হৰিৰ সেৱাত নাহিকে প্ৰয়াস, জানিবা নিশ্চয় কৰি। নাম মাত্ৰ লৈলে,

হোৱন্ত সন্তুষ্ট, কিনো কৃপাময় হৰি ॥"

হৰিনাম লোৱাটি কলিকালৰ সাধাৰণ বিধি। সেইবুলি যাৰ যাৰ অধিকাৰ আছে সেইসকলে তপ জপ যজ্ঞ নকৰি থাকিবলৈকো কোৱা নাই। তপ জপ যজ্ঞাদিৰ অনুষ্ঠান কৰি সেই সকলোবিলাক ভগবানৰ নামত সমৰ্পণ কৰে। ভক্তিৰত্নাবলীত মহাপুৰুষে ভাঙি কৈ গৈছে — "তপ জপ যজ্ঞ দান ব্ৰত সদাচাৰ। ধনজন গৃহ পুত্ৰ ভাৰ্য্যা আপোনাৰ ॥ সমস্তকে শ্ৰদ্ধাভাবে অৰ্পিব কৃষ্ণত। ইহাকে বোলয় মহা ধৰ্ম্ম ভাগৱত ॥ আত হন্তে মাধৱত উপজিবে ৰতি। সমস্তে ধৰ্ম্মৰ ফল জানিবা ভকতি ॥ এহি ভক্তি হেতু হৈবে জ্ঞানৰ উদয়। ইহতে কিঞ্চিত আৰ নাহিকে সংশয় ॥"

তপ জপ যজ্ঞ মাধৱৰ প্ৰীতিৰ অৰ্থে সম্পাদন কৰিলে মাধৱত ৰতি উপজে — আৰু সেইবিলাক "শ্ৰীবিষ্ণু সুপ্ৰীতিকাম" সকলোতেই কৰি থাকে। তপ জপ যজ্ঞৰ প্ৰত্যবায় থাকিব পাৰে সঁচা ; হৰিনামৰো যে অপৰাধ আছে ! নিজৰ কৰ্তৃত্বাভিমান পৰিত্যাগ কৰি যদি ভগবানৰ প্ৰীতিৰ অৰ্থে তপ জপ যজ্ঞ দি কৰা যায় তেনে তাৰ প্ৰত্যবায়ে ছুব নোৱাৰে। হৰিৰ প্ৰীতিৰ অৰ্থেই হৰিনাম — "হৰিক সন্তোষ কৰাইবাৰ হেতু নাম বিনে নাহি আৰ।" হৰিৰ নামত হৰিৰ প্ৰীতিৰ অৰ্থে কৰিলে সকলো বিধিনিৰ অন্ত হয়। "আনো যত ধৰ্ম্ম তাহাৰ বিধিনি নামেসে দূৰ কৰয়।"

কলিকালত যদি তপ জপ যজ্ঞ কৰিবই নেলাগে, তেনে জপত অধিকাৰ থকা ভকতসকলক নাম জপ কৰিবৰ দিহা মহাপুৰুষে দিবই বা কিয় ? গোসাঁই মহন্তসকলে মালা একোধাৰি লয় কিয় ? সাধাৰণৰ পক্ষে সম্ভৱপৰ নহয় বুলিয়েই যে একেবাৰেই কৰিব নোপোৱা হয় এনে কথা হব নোৱাৰে। কবিতা লিখা সকলোৰ পক্ষে সম্ভৱ নহয় বেতিয়া কোনেও কবিতা নিলিখিবা, অথবা কোনোবাই লিখিলেও ইতৰে তাক নপঢ়িবা বোলাৰ একো মানে নেথাকে। যাৰ অৱসৰ আছে, অধিকাৰ আছে, যি মন বান্ধিব পাৰে তেনে লোকলৈ তপ জপ যজ্ঞ আজিও পৰমাৰ্থ লাভৰ উপায় হৈয়েই আছে। একালত তপ জপ যজ্ঞৰ ফল আছিল, আজিকালি তাৰ ফল নাই বুলিলে তাৰ সত্যত্ৰ থাকে কেনেকৈ ? যি কথা সত্য, সি সদায়ে সত্য। সত্য যুগৰ জুয়েও পুৰিছিল, কলি যুগৰ জুয়েও নুপুৰি নেৰে।

নতুন মতাবলম্বী সকলে আঙুলিওৱা এই প্ৰবন্ধৰ আদিতে দিয়া নামেৰে সকলো সামৰিব পৰা পদ কেফাকি কীৰ্ত্তন পুথিত ঠাই পোৱা "সহস্ৰ নাম বৃত্তান্ত"ৰ। এই বৃত্তান্তত যিখিনি কথা আছে লিখকৰ কথা মতেই সেইখিনি — "স্বৰ্গখণ্ড পদ্ম পুৰাণ চাই। বুলিলো নিশ্চয় আমি বুজাই ॥" পদ্ম পুৰাণে বেদবিহিত কাৰ্য্যৰ বিৰুদ্ধে মত দিব নোৱাৰে, দিলে শ্ৰুতিৰ আগত সেই মতৰ মান নেথাকে। যাৰ যি অধিকাৰ শ্ৰুতি স্মৃতিৰ নিৰ্দিষ্ট আচাৰ কায়মনোবাক্যে পালন কৰিবলৈ পদ্ম পুৰাণৰ উত্তৰ খণ্ডত বৈষ্ণৱসকলক দঢ়াই দঢ়াই কোৱা আছে ; কিয়নো, এইবিলাক আচৰণ নকৰিলে দেহশুদ্ধি আৰু চিত্তশুদ্ধিৰ আশা সমূলি নাই। বৃত্তান্তটিত লিখা আছে, —"হৰিনামে পাই সংসাৰ পাৰ। সমস্ত শাস্ত্ৰৰ এহিসে সাৰ ॥ পুৰাণ-ভাৰত আগম যত। বেদ বেদান্তৰ এহিসে তত্ত্ব ॥" এইবিলাক শাস্ত্ৰৰ আলোকত সেই পদ কেফাকি পঢ়িলে তাৰ পৰা এনে কেতিয়াও বুজিব নোৱাৰি যে বেদবিহিত কৰ্ম্ম পৰিত্যাগ কৰি কেৱল হৰিনামকে লবলৈ কৈছে। বৰং সৰল চিত্তেৰে মথি চালে তাত সুন্দৰকৈ তাহি উঠা চকুত পৰে — যি স্নান দান ব্ৰত যজ্ঞ বেদ পাঠাদি কৰিবলৈ সময় সুবিধা অথবা অধিকাৰ পোৱা নাই সিও হতাশ হবৰ কোনো কাৰণ নাই, দিনে ৰাতি একান্ত চিত্তে হৰিৰ নাম লৈ লৈ কৃষ্ণ কৃত্য কৰি কৰি সি হৰিভক্তি অচলা কৰক। ভগবানত যদি ভক্তি হবলৈকে নহল নামৰে বা কি প্ৰয়োজন, সকামৰে বা সফলতা ক'ত ? সেই প্ৰবন্ধতে লিখা আছে হৰি নামে "কৰান্ত বিষয়ত বিৰকতি, মিলান্ত কৃষ্ণত দৃঢ় ভকতি। মায়াৰ বন্ধ ছুটি জ্ঞান দেন্ত, অন্তকালে বিষ্ণু পদক নেন্ত।" আচল কথা বিষ্ণুপদ পাবলৈ আত্মাক পাবলৈ চিত্ত শুদ্ধি লাগে, জ্ঞান লাগে। অকল মুখেৰেই নাম ললে নহব। হিয়াত ভক্তি নহলে আমাৰ মুখৰ নাম আৰু ভাটৌৰে লোৱা নামৰ পাৰ্থক্য ক'ত ? হিয়াখনি পবিত্ৰ নহলে তাত ভক্তিয়ে পদাৰ্পণ নকৰে। ধূলামম জগতৰ শত বাসনাৰে বিক্ষিপ্ত অথিৰ চিত্তৰ পৰাণী আমি, বৈধী ভক্তি ভিন্ন আমাৰ গতি কি ? ভগবানৰ নামত ৰতি

নৌ ওপজোতেই শাস্ত্ৰৰ শাসন ভয়ত ভগবৎ সেৱাঁলৈ যি প্ৰবৃত্তি হয় তাকে বৈধী ভক্তি বোলে – "যত্ৰ ৰাগানবাপ্তত্বাৎ প্ৰবৃত্তিৰূপজায়তে, শাসনেনৈৱ শাস্ত্ৰস্য সা বৈধী ভক্তি ৰুচ্যতে।" বৈধী ভক্তিৰে আশ্ৰয় লবলৈ হলেই প্ৰথমতে চিত্ত সংযম আৰু চিত্তশুদ্ধিৰ চেষ্টা অনবচ্ছিন্ন কৰিব লাগিব, আৰু তাকে কৰিবলৈ গলেই "সাধুবৰ্ত্মানুবৰ্ত্তনম্" আহি পৰেহি – সাধুসকলে আচৰা শ্ৰুতি স্মৃতি বিহিত বিধিৰে অনুশীলন আৰু ব্যৱহাৰিক ভাবে তাৰ অনুষ্ঠান নকৰি যে নোৱাৰি । শাস্ত্ৰই কব লাগিছে,– "শ্ৰুতি স্মৃতি পুৰাণাদি পঞ্চৰাত্ৰ বিধিং বিনা । অনত্যান্তিকী হৰেৰ্ভক্তিৰুৎ পাতায়ৈৱ কল্পতে"– শ্ৰুতি স্মৃতি পুৰাণে আৰু পঞ্চৰাত্ৰ প্ৰভৃতি শাস্ত্ৰে যিবিলাক বিধি নিৰ্দ্দেশ কৰি গৈছে সেইবিলাক আনাদৰ কৰি আত্যান্তকী হৰিভক্তি কৰিবলৈ গলে সি উৎপাতলৈ হে হয় । মহাপুৰুষে নামঘোষাতো লিখি গৈছে বুদ্ধিক সন্তাস্থ কৰিব নোৱাৰিলে আত্মজ্ঞান লাভ নহয়, আত্মাক দেখা নেযায় । শাস্ত্ৰৰ ব্যৱস্থা আৰু গুৰুৰ উপদেশ পালন কৰি বুদ্ধি শুদ্ধ কৰিলেহে আচল জ্ঞান হয় , ঈশ্বৰক পোৱা যায়, শাস্ত্ৰ, গুৰু আৰু নিজে এই তিনিও ৰক্ষা পৰে । – "শাস্ত্ৰ গুৰু উপদেশে শিষ্য সবে, ঈশ্বৰক নেদেখয় । বুদ্ধিক সত্ত্বস্থ কৰিয়া আপোন, আত্মাক দেখে নিশ্চয় ॥ শাস্ত্ৰ গুৰু উপদেশ ক্ৰম ৰাম, ব্যৱস্থা মাত্ৰ পালন । কেৱলে শিষ্যৰ শুদ্ধ বুদ্ধি মাত্ৰ, জ্ঞানৰ হোৱে কাৰণ ॥ গুৰু উপদেশ লব্ধ শিষ্যসবে, উপদেশ সাৰ ধৰা । তেবে ঈশ্বৰক পাইবা যত্ন কৰি বুদ্ধিক সত্ত্বস্থ কৰা ॥ শাস্ত্ৰ গুৰু সবে শিষ্যক কৃপায়ে শুদ্ধ উপদেশ দিব । শিষ্যসবে শুদ্ধ ভাবে নাচৰিলে, তাৰা সবে কি কৰিব ॥ শিষ্যসবে যেবে মহাশুদ্ধভাবে উপদেশ আচৰয় । শাস্ত্ৰ গুৰু আপোনাকো সিটো শিষ্যে তিনিকো ৰক্ষা কৰয় ॥" "হস্তে কৰা তান কাম" বুলিও মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে উপদেশ দি গৈছে । তেওঁৰ কাম কৰা মানে শ্ৰীগীতাৰ "মৎকৰ্ম্মপৰম" হোৱা – ভগবানৰ প্ৰীতিৰ অৰ্থে শাস্ত্ৰবিহিত কৰ্ম্ম কৰা ; আৰু এয়ে সহস্ৰনাম বৃত্তান্তৰ আদি পদটিৰ "কৃষ্ণ কৃত্য" – যি কৃষ্ণকৃত্য নকৰি খৰ্ব হলোঁ বুলি প্ৰবন্ধ লিখকে ভাগৱতৰ সুৰে সুৰে খেদ কৰিছে – "পিন্ধিলোহো বাহুত অনেক অলঙ্কাৰ । প্ৰভুৰ পূজাক নকৰিলো একবাৰ ॥ কৃষ্ণকৃত্য নকৰিলো ভৈলোহো খৰ্ব । ইটো হস্ত বাহু মিছা মৃতক শৰৱ ॥"

মহাপুৰুষৰ পুথিবিলাকত মাজে মাজে এনে কোনো পদে আকস্মিক দৃষ্টিত বিবোধৰ আশঙ্কা ওপজালেও গোটেই পুথি বাৰে বাৰে পঢ়ি তাৰ তাৎপৰ্য্যলৈ চালে বিৰোধৰ সকলো আশঙ্কা শান্ত হয় – মন প্ৰাণ শান্তিৰে ভৰি পৰে । তাকে কৰিবলৈ সাধাৰণৰ সময়েও নুজুৰিব পাৰে, সামৰ্থ্যও নেথাকিব পাৰে । এনে স্থলত উপযুক্ত লোকৰ মুখে শুনি বুজিহে জীৱন পথত খোজ লোৱা যুগুত । উপযুক্ত লোক বুলিছোঁহে হয়, কলিকালৰ এই আত্মপ্ৰতিষ্ঠাৰ তল-ওপৰত কাকনো বুলিম কম । সকলোকে উপযুক্ত নুবুলিলে ৰক্ষা পোৱা টান । শাস্ত্ৰৰ গাতে গয়না লৈ কলেই ভাল – তুমি যদি পথৰ সন্ধান বিচাৰিছা, হিয়াত বিবেকৰ আলোক জ্বলাই লোৱাঁ, যি পথক বিদ্বান লোকে নিজে আশ্ৰয় কৰিছে সেই পথে দি আগবাঢ়া । সেয়ে ধৰ্ম্ম পথ । বিদ্বান এতিয়া কি "পাচ"লৈকে ধৰা যায়, – সিও এক লেঠা । পণ্ডা অৰ্থাৎ বেদত ব্যুৎপত্তি নথকা লোকো আজি কালি যেতিয়া পণ্ডিত, কুল্লুক ভট্টই দিয়া বিদ্বানৰ "বেদবিৎ" অৰ্থটি সকলোৰে মনঃপুত নহ'বও পাৰে ! পঢ়া শুনা কৰা লোককে বিদ্বান বুলিবলৈকো, শাস্ত্ৰ পঢ়ি শুনিও মানুহ কি হব পাৰে তাকো হিতোপদেশৰ শ্লোকত আমাৰ শুনা আছে । আচলতে পঢ়াশুনা জনা লোককে বিদ্বান দেখোন নোবোলে । পঢ়া শুনা জনাৰ ভিতৰতো, মহাপুৰুষে নামঘোষাত কৰৰ দৰে, এনেলোক অনেক আছে যি – 'নেজানে শাস্ত্ৰৰ লয়, যেহি আসে তাকে কয়, ছেদিবাক নপাৰে সংশয় । গুৰু বোলাই তথাপিতো, ফুৰিয়া লোকৰ মাজে, মান্য সত্কাৰ খুজি লয় ॥" "শাস্ত্ৰৰ বিচাৰ নজানে ভকতি, পৰমাৰ্থ মতি মূঢ় । হৰি কথা ছলে, কৰ্ণত কুমন্ত্ৰ, কহয় কৰিয়া গূঢ় ।" "যস্তু ক্ৰিয়াবান পুৰুষঃ স বিদ্বান"– যি শাস্ত্ৰৰ জ্ঞানেৰে নিজৰ জীৱন গঢ়ি তুলিছে তেনে পুৰুষেই বিদ্বান । ব্যৱহাৰ শাস্ত্ৰৰ অথবা ব্যৱসায় শাস্ত্ৰৰ যথেষ্ট জ্ঞান আছে বুলি কোনো ব্যৱসায়ী বা ব্যৱহাৰজীৱীক সাধাৰণতে বিদ্বান বোলা যায় । সিবিলাক বিদ্বান হলেও পৰমাৰ্থ লাভৰ

পথত সিবিলাকৰ অধিকাৰ নাই। এই পথলৈ ধৰ্ম্ম মাৰ্গৰ অনুসৰণ কৰা ধৰ্ম্মজ্ঞ ধাৰ্মিক লোক লাগে — ইবিলাকহে সেই পথৰ বিদ্বান। ধৰ্ম্ম জীৱনৰ ভেষ ধাৰণ কৰি ভিতৰি অধৰ্ম্ম আচৰণ কৰা ভণ্ডাচাৰীও এই বিচিত্ৰ সংসাৰত বিৰল নহয়। গতিকে, সেই বিদ্বান পদস্খলন নোহোৱাকৈ চলি থকা বাহিৰে ভিতৰে সৎ হব লাগিব। অকল সেয়ে নহয়, সেই বিদ্বান ভিতৰি এনে হব লাগিব যাৰ দ্বেষ যি নাইয়েনে, ৰাগো একোতেই নাই। বিদদ্ভিঃ সেবিত সদ্ভিঃ নিত্যমদ্বেষৰাগভিঃ — এনে ৰাগদ্বেষ নোহোৱা সৎপ্ৰকৃতিৰ বিদ্বান লোকসকলে যি পথৰ আশ্ৰয় লয় সেয়ে ধৰ্ম্মৰ পথ। সুধিব লগীয়া হলে এনে ধৰ্ম্মজ্ঞ ধাৰ্মিক লোককে সুধিব লাগে — টকা পইচাৰ প্ৰলোভনেৰে নহয়, নিজ নিজ ক্ষমতাৰ প্ৰভাবেৰে নহয় — প্ৰণিপাত কৰি, পৰিপ্ৰশ্ন কৰি, সেৱা শুশ্ৰূষা কৰি। তাকে শ্ৰীগীতাই উপদেশ দিছে —"তদ্বিদ্ধি প্ৰণিপাতেন পৰিপ্ৰশ্নেন সেবয়া। উপদেক্ষ্যন্তি তে জ্ঞানং জ্ঞানিনস্তত্ত্বদৰ্শিনঃ।।" এনে তত্ত্বদৰ্শী লোক জগতত কেইজন? কম হব পাৰে, নাই বুলি কব নোৱাৰি। যেতিয়াই প্ৰাণত আকুলতা জাগে তেতিয়াই ভগবানে দেখোন মিলাই দিয়ে। —আকৌ প্ৰাণৰ আকুলতা? আকুলতা জাগিবলৈ সময় দিব নোৱাৰি। ই যে কলিকাল! হাত মেলিয়েই পাব পৰা অতি সহজ সাধ্য উপায় লাগে। বিবেকৰ আলোক কিয়, নিজৰ অভিৰুচিৰ আলোকত দেখিবলৈ পালেই হল। ইমানবোৰ পুথি ছপা হৈ ওলাইছে যেতিয়া তত্ত্বদৰ্শী লোক বিচাৰি কোনে মৰে? পুথি মাতিব পৰা পণ্ডিত হলেই চলি যায়। মানো,— এনে পণ্ডিত বা এনে বিদ্বানে গতানুগতিক অতি সাধাৰণ পুথিগত ব্যৱস্থা মাতি দিব পাৰে; কিন্তু এটা নতুন পথেদি চলিবৰ বেলিকা ইবিলাকৰ ব্যৱস্থা দানবৰ অনুগ্ৰহৰ দৰে নহয় নে? দেৱতাই কৰা অনুগ্ৰহো অনুগ্ৰহ, দানবে কৰা অনুগ্ৰহো অনুগ্ৰহ। তেও জ্ঞানীলোকে দানবৰ অনুগ্ৰহতকৈ দেৱতাৰ নিগ্ৰহকো ভাল বোলে কিয়?

যিসকলে হাজাৰ অনাচাৰ কৰিও বেদ স্বীকাৰ কৰি বেদৰ নামত মূৰ দোঁৱাই সেইসকলকে নামত আমি আমাৰ ধৰ্ম্মাবলম্বী লোক বোলোঁ। যিসকলে বেদৰ পথেদি আগবাঢ়ি নিজৰ অভিৰুচি মতে সেই পথ পৰিত্যাগ কৰিছে সেই সকলক আমি বুলিম কি? — ঈশ্বৰত ভক্তি কৰিলেও মহাপুৰুষে শুনাই গ'ল যেতিয়া সেইসকলক আমি কপিও বৈষ্ণব বুলিব নোৱাৰো। আমাৰ ধৰ্ম্মৰ বুজি সাৰটিও লব নোৱাৰোঁ। সিবিলাক নামৰ যে মহা অপৰাধী।

সন্ধান বিচাৰিছিলোঁ, বিচাৰি বিচাৰি হুতাশ হলো। নব্য বিধানৰ নেতাসকলৰ হাতত শাস্ত্ৰৰ আলোক নাই, মূলত মহাপুৰুষৰ জ্যোতি নাই, আছে কেৱলে মহতিয়াই নিব পৰা সিবিলাকৰ শাৰীৰিক শক্তি। সেই শক্তি নিৰ্বিবাদে যথা ইচ্ছা চলি যাব পাৰিছে — ৰজাঘৰৰ পৰা এতিয়ালৈকে তাক হোঁঃ বোলোতা হোৱা নাই, প্ৰজাৰ ঘৰৰ পৰাও হোঁঃ বোলোতা কোনো নাই। প্ৰজাৰ সমাজৰ মাৰ ভাগি সি ইমান নিশকতীয়া হৈ আছে বাধা দিবলৈ তাৰ কণ্ঠস্বৰ ক'ত? এই বিধান মতে চলিলে পৰকালত কি হয় নেদেখি যেতিয়া চকুত আঙুলি দি দেখুৱাব নোৱাৰি, শাস্ত্ৰক সুধিলে কয় — সি এক ভীষণ অন্ধকাৰ! সি এক দম্ভৰ ধৰ্ম্মধ্বজীতা! ধৰ্ম্মবিদৰ সমীপত ধৰ্ম্ম অধমৰ্ম্ম কি তাৰ মীমাংসা ভালকৈ নুবুজি নিজে ধৰ্ম্ম বাখ্যা কৰি প্ৰচাৰ কৰাকেই ধৰ্ম্মধ্বজীতা বোলে — এয়ে সেই দম্ভ সেই আসুৰী সম্পদ — যাক শ্ৰীগীতাত স্বয়ং ভগবানে আধোগতিৰ দুৱাৰ বুলি খোলাখুলিকৈ কৈ গৈছে — মায়ভা প্যৈব কৌন্তেয় ততো? যান্ত্যধমাং গতিম্। মোৰ নোপোৱা আসুৰী সম্পদৰ অধম্যা গতি। — ইহকালত কি হয় এতিয়ালৈকে ধৰা নাই, কব নোৱাৰি তাৰ কেনে ফল। পিণ্ড দান নকৰিলে পৈত্ৰিক সম্পত্তিৰ উত্তৰাধিকাৰ যে অসিদ্ধ, শাস্ত্ৰবিহিত বিধানেৰে বিবাহ নহলে সতি সন্ততিৰ যে উত্তৰাধিকাৰ নাই তাক প্ৰমাণ কৰিবলৈ এতিয়াও তাগে কোনেও আদালতত গোচৰ এখনি তৰজোৱা নাই। তৰজালে বা কাৰ গতি কি হয় কোনে জানে। তেতিয়ালৈকে তাৰ ফলাফলৰ বিচাৰ 'মুলতুবি' ৰাখি ইমানকে অন্ততঃ কোৱা যায় এই পৰ্য্যন্ত সাধাৰণৰ মনত ভেদজ্ঞানৰ পৃথিৱীত তাৰ যি ছায়া পৰিছে সিও এক ভয়ঙ্কৰ অন্ধকাৰ! সেয়ে যদি হয় তেনে সমাজৰ মাজৰ পৰা এমুঠি প্ৰাণী টানি আঁতৰাই নি অন্ধকাৰত পেলাবলৈ কিয় এই মহমোৰ চিন্তা? অকল ভাৰততে নহয়, দেশে দেশে মহাপুৰুষ সকলে চিঞৰিয়াই বাধা দিব লাগিছে — কনাই কনাক বাট নেদেখুৱাবি, দুয়ো গাঁতত পৰিবি। — "যেন অন্ধলাক অন্ধে পন্থ উপদেশে। পড়িবেক

দুয়ো গৈয়া গৰ্ত্তত অৱশ্যে।"

এনেয়ে আমাৰ তাকৰ প্ৰজা, তাৰে এজাকিক এইদৰে ফালৰি কাটি আমাৰ বুকুৰ পৰা আতৰি যাবলৈ দিব নোৱাৰি। অবুজ ভাইক বুকুত সাবটি বুজাব লাগিব — এক অন্ধকূপৰ পৰা অইন এক অন্ধকূপলৈ যোৱাকে উন্নতি নোবোলে। সংস্কাৰবিহীন অৱস্থাৰ পৰা ইমান আগবাঢ়ি আকৌ যদি সংস্কাৰবিহীন অৱস্থালৈকে উলটিবলৈ হল তেনে আমাৰ মনুষ্যত্বৰ বিকাশ হয় কেনেকৈ ? আমাক অন্ধকাৰ নেলাগে — আলোক লাগে, আলোক লাগে।

আত্মপ্ৰতিষ্ঠা বিচাৰি মনৰ অভিমানে নিজ নিজ অভিৰুচিৰ নিচাত হৈ তুলি স্বৰ্গ-মৰ্ত্ত্য কঁপাব লাগিছে। চাৰিও পোনে হাহাকাৰ— কাণ ফটা বিকট কোঢ়াল। আকাশত ঘনঘোৰ অন্ধকাৰ। বাহিৰে এন্ধাৰ, ভিতৰি এন্ধাৰ — এন্ধাৰ, এন্ধাৰ ! এনে ক্ষেত্ৰতেই দানৱৰ প্ৰচণ্ড তাণ্ডৱ — এয়ে দানৱৰ ৰাজ্য। আমাক আলোক লাগে। মহাপুৰুষৰ আলোক আকাশ জুৰি জ্বলি উঠক। মুখেৰে কত কাল ৰাম বুলিছো ; ৰাম ৰাজ্য আমাৰ এতিয়াও নামি নাহিল। এদিনা সুনীল সিন্ধুৰ তীৰত ৰামনামৰ পুণ্য পতাকাৰ তলত নৰে বানৰে, দেৱতাই ৰাক্ষসে, আৰ্য্যই অনাৰ্য্যই মিলি ভাৰতৰ গ্ৰস্ত গৌৰৱ উজ্বল কৰি প্ৰেমাকুল প্ৰাণেৰে হৃটিয়ে সিটিক সাবটি ধৰি বিজয় গৌৰৱেৰে 'ৰাম' বুলি কি সিংহনাদ ছাড়িছিল ! মিলিত কণ্ঠৰ কি সেই বজ্ৰ নিৰ্ঘোষ ! কি সেই বীৰ্য্যবলৰ আটোপ টঙ্কাৰ ! ব্ৰহ্মাণ্ড স্তম্ভিত হৈছিল ! সেই দিনা — সেই দিনা আনন্দাশ্ৰুৰে জিলিকি উঠা ভাৰতমাতাৰ তৃপ্তিৰ হাঁহিত— নিখিল বিশ্ব জিলিকি পৰিছিল। ৰাম নামৰ কি সেই মহিমা ! আহিব, সেই দিন আহিছে যিদিনা মহাপুৰুষৰ বিজয়ী তেজ সমাজ সংগঠনৰ মাজে দি জিকাৰি উঠি তাৰ সুপ্ত শকতি জগাই তুলিব, সমাজৰ শত আৱৰ্জ্জনাৰ উদ্ভগালি মষিমূৰ কৰি অসমীয়া জাতিটিক তাৰ ধৰ্ম্মেৰে তাৰ কৰ্ম্মৰ বিপুল বলেৰে জিলিকাই তুলি আকৌ এবাৰ মানুহ কৰিব, আকৌ এবাৰ উজনিৰ পৰা নামনিলৈ বিজয় শঙ্খৰ গভীৰ নিনাদে ঘোষণা কৰিব — তোৰ এই দেশ জোৰা উদাসীনতা, তোৰ এই সমাজৰ মাৰ ভঙ্গা দলৰ সৃষ্টি — এই তোৰ মহতিয়াই ফুৰা মনৰ উদ্ভগালি, ই তোৰ ধৰ্ম্ম নহয়, নামৰ মহিমা নহয় — ই তোৰ কলঙ্ক — ই তোৰ নামৰ অপৰাধ।— ই তোৰ ৰাম নামৰ মাৰাত্মক মামৰ। কি মাৰাত্মক এই নামৰ মামৰ ! নাম ধৰ্ম্মৰ এয়ে তোৰ এয়ে তোৰ মাৰাত্মক মামৰ।

---

# অসমীয়া ভাষা প্ৰশিক্ষণ —

(নগা শিক্ষাৰ্থীৰ বাবে)

ইন্দ্ৰেশ্বৰ বৰঠাকুৰক, অৱসৰ প্ৰাপ্ত জীৱনৰ শেষ ভাগত, অসম চৰকাৰ শিক্ষা বিভাগে অসমৰ নগা শিক্ষাৰ্থীসকলক অসমীয়া শিকাবলৈ অনুৰোধ কৰে। সেই অনুৰোধ ক্ৰমে তেখেতে ১৯৫৪ চনৰ পৰা ১৯৫৭ চন মানলৈ শিক্ষাৰ্থী সকলক অসমীয়া শিকাবলৈ লয় আৰু লগে লগে এই ভাষা শিকাবলৈ এটা সহজ পন্থাও উলিয়ায়।

বৰঠাকুৰদেৱে এই বিষয়ে ৰচা পুথিখন অসম চৰকাৰৰ শিক্ষাবিভাগে প্ৰকাশ কৰিবলৈ দায়িত্ব লৈছিল। দুৰ্ভাগ্য বশতঃ আজিকোপতি সেই পুথিখন চপা কৰোৱা নহ'ল।

আমাৰ ৰচনাৱলীখনত প্ৰকাশ কৰিবলৈ মূল পাণ্ডুলিপি বিচাৰি নোপাৱাত তেওঁ লিখি যোৱা পাণ্ডুলিপিৰ পাত কেইখিলা-মান ঘৰতে পাই ৰাইজৰ বাবে হুবহু তেওঁৰ আখৰেৰেই আগবঢ়ালোঁ।

সম্পাদক

ঠায়ে ঠায়ে ফুটা মাতবিলাক চিনিবলৈ একো একোটা আখৰ :—

অ আ ক খ গ ঘ ঙ হ
अ आ क ख ग घ ङ ह
Ŏ ä Kŏ Khŏ Gŏ Ghŏ Ngŏ Hŏ } কণ্ঠত ফুটে।

ই ঈ চ ছ জ ঝ ঞ য শ
इ ई च छ ज झ ञ य श
Ē Ē Çhŏ Çhhŏ Jŏ Jhŏ Neŏ Yŏ Shŏ } তালুত ফুটে।

ঋ ট ঠ ড ঢ ণ ৰ ষ
ऋ ट ठ ड ढ ण र ष
Rhĭ Tŏ Thŏ dŏ dhŏ Nŏ Rŏ Shŏ } মূৰ্দ্ধাত ফুটে।

ত থ দ ধ ন ল স
त थ द ध न ल स
Tŏ Thŏ dŏ dhŏ Nŏ Lŏ Sŏ } —— দন্তত ফুটে।

উ ঊ প ফ ব ভ ম
उ ऊ प फ ब भ म
U̦ Ü Pŏ Phŏ bŏ Bhŏ mŏ } ওঁঠত ফুটে।

এ ঐ
ए ऐ
ĕ ŏi } কণ্ঠ আৰু তালুত ফুটে।

ও ঔ
ओ औ
As in W of Wun (One) — W wou (ŏu) } কণ্ঠ আৰু ওঁঠত ফুটে।

ৱ
व
Wŏ } দন্ত আৰু ওঁঠত ফুটে।

অং ঙ ঞ ণ ন ম
अं ङ ञ ण न म
Ŏng Ngŏ Neŏ Nŏ Nŏ mŏ } নাকেৰে, উশাহে আহে।

অঃ अः Ŏh আখৰৰ শেষত ফুটে

ইয়াৰ ভিতৰত কিছুমানৰ উচ্চাৰণ চুটি, কিছুমানৰ দীঘল।

অ ই উ ঋ
अ इ उ ऋ
Ŏ Ĕ U Rhĭ
} — হ্ৰস্ব স্বৰ, হ্ৰস্বস্বৰ Short sound — চুটিকৈ মাতিব লাগে।

আ ঈ ঊ এ ঐ ও ঔ
आ ई ऊ ए ऐ ओ औ
Ä Ē Ū Ă Ōi W Ōu
} — দীৰ্ঘ স্বৰ দীৰ্ঘস্বৰ long sound — দীঘলকৈ মাতিব লাগে,

ং ঃ
ं ः
Ŏng Ŏh
} দীঘলৰ লগত দীঘল, চুটিৰ লগত চুটি।

অসমীয়া ভাষাত আৰু হিন্দীতো ঌ ৯ এই দুটাৰ প্ৰয়োগ নাই; সংস্কৃতত হে আছে।

---

তলত দিয়া মাতবোৰ অ স্বৰৰ সহায় লৈ ফুটাব লাগে। অৰ্থাৎ স্বৰৰ সহায় লৈ ফুটি পৰা এনেবোৰ মাত বা আখৰক ব্যঞ্জন বৰ্ণ व्यञ्जनवर्ण Consonant বোলে। —

ক খ গ ঘ ঙ, চ ছ জ ঝ ঞ,
क ख ग घ ङ, च छ ज झ ञ,
Kŏ Khŏ Gŏ Ghŏ Ngŏ, Chŏ Chhŏ Jŏ Jhŏ Nŏ

ট ঠ ড ঢ ণ, ত থ দ ধ ন,
ट ठ ड ढ ण, त थ द ध न,
(Hard) — Tŏ Thŏ Dŏ Dhŏ Nŏ, Tŏ Thŏ Dŏ Dhŏ Nŏ, — (Dental)

প ফ ব ভ ম,
प फ ब भ म,
Pŏ Phŏ Bŏ Bhŏ Mŏ.

অন্তঃস্থ :— য ৰ ল ৱ
य र ल व
Jŏ Rŏ Lŏ Wŏ

উষ্ম বৰ্ণ :— শ ষ স হ
श ष स ह
Shŏ Shŏ Sŏ Hŏ

ক্ষ — (খ্য চুটিকৈ মাতিব লাগে।) Khyŏ
क्ष — ক্ষ — হিন্দী Kshŏ.

| | | | | | |
|---|---|---|---|---|---|
| য় | ড় | ঢ় | ৎ | ঁ | |
| य़ | ड़ | ढ़ | त् | ँ | ् |
| Yŏ | Rdŏ | Rhŏ | Hasanta Tŏ | Chandra Vindu. | Hasanta |

হ ह — Hŏ — from the glottis — as in hay, he.

শ ষ স — are not hŏ, but a breath sound (in whispering or in loud speaking) impinging upon soft-palate, hard-palate, and the dental portion respectively. They are Shŏ upon soft-palate, shŏ upon hard-palate and Sŏ upon dental portion when conjoined with any other consonant.

য य Jŏ becomes Yŏ in some places, when it is shown as য় in Assamese

ড় ड़ — a hard Rŏ upon hard-palate, and ঢ় ढ़ is Rŏ and Hŏ combined

ঁ ँ — Chandra Vindu (Crescent with a dot) is placed on the top of a letter to indicate a nasal sound.

্ ् — Hasanta is placed under a consonant to strike out the অ अ ŏ vowel which ordinarily follows it to form into a distinct sound.

ৎ त् — त् is sometimes written as ৎ. This sign is known in Assamese as Khŏndŏ Tŏ.

ক্ষ क्ष — It is short Khyŏ in Assamese, but Kshô in Nageri.

ʼ ৰ — Rŏ is often changed into a "Reph" (ʼ ৰ) and placed above the consonant that follows.

ইংৰাজীৰ কোনো কোনো স্বৰৰ উচ্চাৰণ অসমীয়াৰ আৰু হিন্দীৰ দুটা স্বৰ লগ লগাই কৰিব পাৰি। যেনে,—

| | | | | |
|---|---|---|---|---|
| অই | अइ | Ôĭ, | as in | Oil, noise, |
| অও | अओ | a̤ | " " | All, awe. |
| আই | आइ | ī, ȳ | " " | Ice, defy. |
| আও | आओ | äw | " " | Out, thou. |
| ইউ | इउ | ṻ | " " | Use, human. |
| এই | एइ | ȁ | " " | Fate, fail. |

ইংৰাজীত ঐ ऐ, ও ओ আৰু ঔ औ ৰ উচ্চাৰণ নাই বুলিলেই হয়। অসমীয়াৰ ঋ ৰ উচ্চাৰণ সংস্কৃতৰ দৰে নহয়।

যিবিলাক মাত মানুহে অকলে বা বেলেগে মুখখন মেলি, জোঁট, আৰু মুখাই মাতিব পাৰে, আৰু মুখৰ হাওঁা উলিয়াই দিবলৈ অথবা কোনো ঠিতলৈ আন-ব্যঞ্জনকে জিভাখনি লৰাব লাগে — তেনেকৈ ঠাই স্বৰ-মেলাতেং,— সেইবিলাক মাত বা আখৰকে স্বৰবৰ্ণ-स्वरवर्ण-Vowel বোলে। যেনে, ——

| | | | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| অ | আ | ই | ঈ | উ | ঊ | ঋ | এ | ঐ | ও | ঔ | অং | অঃ। | |
| अ | आ | इ | ई | उ | ऊ | ऋ | ए | ऐ | ओ | औ | अं | अः। | |
| Ŏ | Ä | Ȇ | Ē | Ụ | Ụ̤ | Ă | Ŏi | Ŏĭ | W | Wou | Ŏng | Ŏh. | |

उलटि आहोंते ओलोटाइ आनिबि
उभति नाचिलै सिं ; —— * অসমীয়া স ।
ओरे बाटे ताक टानि जौंचोराबि
टुपीटो मुरत् दि ॥

Ulötē Āhwoñtā Wolwotāī änēbē —ñ = ω (Nasal)
Ubhötē nāchēlā Si ; Ś = অসমীয়া স ।
Worā bātā Tāk Tānē Swoñsworābē wo — ও, ৫-ৰ.
Tupētwö murōt dē.

ইয়াৰ পাচত তলত কিছুখিনি কেবা শাৰী পঢ়া ,——

কেঁকোৰা কেঁকুৰী খোকোৰা খুকুৰি
ওপৰাউপৰি থোপোৰা থুপৰী
জোলোকা জুলুকি ঢোলোকা ঢুলুকী
ঘোঁকোটা ঘুঁকাটি ওভোতা উকাটি
সৰোৱা কুঠৰী থোঁটোৰা থুঁতৰি
ডোবোলা ডুবাৰি দোৰোচা গাগৰী ।

कँकोरा कौंकुरी खोकोरा खुकुरि
ओपरा उपरि थोपोरा थुपरि
जोलोका जुलुकि ढोलोका ढुलुकी
घोंकोटा घुंकटि ओभोता उकटि
संरोवा कुठरि थोंटोरा थुंतरि * অসমীয়া স আৰু শ ।
डोबोला डुबरि दोरोचा गागरी ।

Kañkworä käñkurē Khwokworä Khukurē
Wopöräupörē Thwopworä Thupörē ñ — ω (Nasal)
Jwolwokä Julukē Dhwolwokä Dhulukē wo — ও, ৫-ৰ.
Ghwoñkwotä Ghuñkötē Wobhwotä Ukötē
Śorwowä Kuthärē Śwotworä Thuñtörē Ś — অসমীয়া স ।
Dwobwolä Dubörē Dworwosä Gägörē .

উপৰৰ কথাখিনি ভালকৈ চিনিলে খুব লগোৱা সকলো বুজিব অনায়াসে মাতিব পৰা হব ; ইংৰাজীৰ সহায় আৰু নহলেও হব ।

তলত দিয়া কথা শিকি আহোঁ, মন দি শিকোঁ। এই দৰে এইবোৰ কথা কোৱাঁ আৰু লেখোঁ। — Read the following. Learn attentively. Speak in this way and write what you say.

এটা ভাল লৰা। / এটা ভাল লৰা। / Ătă bhăl Lŏră. } A good boy.

লৰাটো ভাল / লৰাটো ভাল / Lŏrătwŏ bhăl } The boy is good.

লৰাটো ভাল নহয়। / লৰাটো ভাল নহয়। / Lŏrătwŏ bhăl nŏhŏi. } The boy is not good.

লৰাটো ভাল নে? / লৰাটো ভাল নে? / Lŏrătwŏ bhăl nĕ? } Is the boy good?

---

ডাঙৰ / ডাঙৰ / Dăngŏr } Big, সৰু / *সৰু / *Sŏru } small, ধুনীয়া / ধুনীয়া / Dhunĭă } beautiful, বেয়া / বেয়া / Băyă } bad.

বহল / বহল / Bŏhŏl } wide, ঠেক / ঠেক / Thĕk } narrow, দীঘল / দীঘল / Dĭghŏl } long, চুটি / চুটি / Suti } short,

শকত / *শকত / *Shŏkŏt } stout, লাহী / লাহী / Lăhĭ } thin, বগা / বগা / Bŏgă } white, মুগা / মুগা / Mugă } light-brown.

এইবিলাকত তলত দিয়া বিলাকত মানে থাকি থকাকৈ যোৰোঁ আৰু এটাকৈ বাক্য বনাই লেখোঁ। — Use each of these with any one of the following, so as to give a meaning. Make sentences and write them down.

আহি / আহি / Ăhi } Read, ছোৱালী / ছোৱালী / Chwŏălĭ } girl, কিতাপ / কিতাপ / Kĭtăp } book, কলম / কলম / Kŏlŏm } pen,

ঘৰ / ঘৰ / Ghŏr } house, মানুহ / মানুহ / Mănuh } man, খুঁটা / খুঁটা / Khută } post, গৰু / গৰু / Gŏru } bull,

গাই / গাই / Găi } cow, মাইকী মানুহ / মাইকী মানুহ / Măĭkĭ mănuh } woman, কুকুৰ / কুকুৰ / Kukur } dog, কুকুৰা / কুকুৰা / Kukură } cock.

মনত ৰাখিবা — মাইকী হলে 'এটা' নহয় — 'এজনী' হয়, — 'টো' নহয়, 'জনী' হয়।
Bear in mind — In feminine gender Ătă is changed into Ăjŏnĭ, and Twŏ into jŏnĭ.

— * (*শ, *স, *sho, *so) indicates Assamese pronunciation.

---

মই / মই / Mŏi } = I, আমি / আমি / Ămĭ } = We, তুমি / তুমি / Tumĭ } = You (civil), তই / তই / Tŏi } = You (common), আপুনি / আপুনি / Ăpunĭ } = You (respectable),

সি / *সি / *Sĭ } = He, তাই / তাই / Tăi } = She, ই / ই / Ĭ } = It or He, তোমালোক / তোমালোক / Twŏmălwŏk } = You (civil) Plural, তহঁত / তহঁত / Tŏhŏt } = You (common) Plural.

আপোনালোক / আপোনালোক / Ăpwonălwok } = You (respectable) Plural, সিহঁত / *সিহঁত / *Sĭhŏt } = They,

---

ইয়াৰ পাছত ধাতুৰূপৰ আঁচ ঠিক বাৰে বাৰে পঢ়োঁ আৰু মুখস্থ কৰোঁ। After this read repeatedly and get by heart the mould of conjugation.

মাতঁ – मातौं – Mätän (Read.) · ṅ – nasal ·
এইদৰে – इइदरे – Äidörä – (in this way).
কথা কোৱঁ – कथा कोवौं – Köthä kwoän – (speak).
আৰু লেখঁ – आरु लेखौं – Äru Läkhä – (and write).

এটা ভাল কিতাপ। / एटा भाल किताप। / Ätä bhäl kètäp } A good book.
কিতাপটো ভাল। / कितापटो भाल। / Kètäptwö bhäl } The book is good.

কিতাপটো ভাল নহয়। / कितापटो भाल नहय। / Kètäptwö bhäl nöhöi } The book is not good.
কিতাপটো ভাল নে? / कितापटो भाल ने? / Kètäptwö bhäl nä? } Is the book good?

এটা ডাঙৰ ঘৰ। / एटा डाङर घर। / Ätä dängör ghör } A big house.
ঘৰটো ডাঙৰ। / घरटो डाङर। / Ghörtwö dängör. } The house is big.

ঘৰটো ডাঙৰ নহয়। / घरटो डाङर नहय। / Ghörtwö dängör nöhöi. } The house is not big.
ঘৰটো ডাঙৰ নে? / घरटो डाङर ने? / Ghörtwö dängör nä? } Is the house big?

এটা বগা ঘোঁৰা। / एटा बगा घोँरा। / Ätä bögä ghönrä } A white horse.
ঘোঁৰাটো বগা। / घोँराटो बगा। / Ghwörāntwö bögä. } The horse is white.

ঘোঁৰাটো বগা নহয়। / घोँराटो बगा नहय। / Ghwöräntwö bögä nöhöi. } The horse is not white.
ঘোঁৰাটো বগা নে? / घोँराटो बगा ने? / Ghwöräntwö bögä nä? } Is the horse white?

এজনী চলাক ছোৱালী। / एजनी चालाक छोवाली। / Äjönè chäläk chwöälè. } A clever girl.
ছোৱালীজনী চলাক। / छोवालीजनी चालाक। / Chwöälèjönè chäläk. } The girl is clever.

ছোৱালীজনী চলাক নহয়। / छोवालीजनी चालाक नहय। / Chwöälèjönè chäläk nöhöi. } The girl is not clever.
ছোৱালীজনী চলাক নে? / छोवालीजनी चालाक ने? / Chwöälèjönè chäläk nä? } Is the girl clever?

এজন ধনী মানুহ। / एजन धनी मानुह। / Äjön dhönè mänuh. } A rich man.
মানুহজন ধনী / मानुह जन धनी / mänuh jön dhönè } The man is rich.

মানুহ জন ধনী নহয়। / मानुह जन धनी नहय। / mänuh jön dhönè nöhöi. } The man is not rich.
মানুহজন ধনী নে? / मानुहजन धनी ने? / mänuh jön dhönè nä? } Is the man rich

এটা কণা মগনীয়া। / एटा कणा मगनीया। / Ätä könä mögönèä. } A blind beggar.
এজনা সুন্দৰী মহিলা। / एजना सुन्दरी महिला। / Äjönä Sundörè möhèlä } A handsome lady.

এজনী খীণ গাই। / एजनी खीण गाइ। / Äjönè khèn gäi. } A lean cow.
এটা চোকা কুকুৰ। / एटा चोका कुकुर। / Ätä chökä kukur } A sharp dog.

সৰু / सरु / Söru } Small, দুখীয়া / दुखीया / Dukhèä } Poor, চহকী / चहकी / Chöhökè } Well-to-do, দীঘল / दीघल / Dèghöl } Long. চুটি / चुटि / Chuṭè } Short.

বেয়া / बेया / Bäyä } Bad. বহল / बहल / Böhöl } Wide. ঠেক / ठेक / Thäk } Narrow. শকত / शकत / Sököt } Stout. Fat. ধুনীয়া / धुनीया / Dhunèä } Beautiful.

আলি / आलि / Äle } Road. কলম / कलम / Kölöm } Pen. কোঠা / कोठा / Kwöthä } Room. কুকুৰা / कुकुरा / Kukurä } Cock. গৰু / गरु / Göru } Bull.

ओजाइ कँबँ, ॲ सोण, मानकै बुजि चाबा ।
चकार च टो बुजि आनि चँकीत नलगाबा ॥
हँाइ चरा माजे काटि पाबा बाटचँरा ।
एफेरा जिराबा नाते, — सेये मँरामरा ॥
दल पानि गँलों हय, बगीदँत पाइ ।
मइर कामोर खालों, मँइ खुँज नाइ ॥
तंरा डेकि खेन माठ नानैकँ डराइ ।
कँला मुखे गँल कथा भातके नेलाइ ॥

ए — ह

मेँट नाइ, एक आमि, —"बेँदे ताके कय ।
जमा लोकै बेँट बुजि एको फेरि रय ॥
मेँदेरे मेँढ़िनी हल मेट परि मेटा ।
सेंवक सेटिबा यदि हैलियाइ खेंदा ॥
मेलतं मेकिबा कथा रेपाटोके रैपि ।
ऐनेये नेपाबा मोर चेपेनारे चेपि ॥
जेंठार ओंठैरि ! बुभा. छेंठार सेंठैरि ; —
ठैटेराक हाँहे बोले निजेये टेंटेरी ;
लेतेरीमे पर सन करिले लैनेरा ;
एमे मो बैंबैरिवाँ, कथान लागे कैंरा ।
डेडेंर् डेर् डेरेकाने ! — चक् खाइ गलों ।
एये डेरे : — आजिलइ हमानते थलों" ॥

——— o ———

Perfect or Immediate Past —

মই কৰিলোঁ, মই খালোঁ — I have done, I have eaten.
ময় করিছোঁ, ময় খাছোঁ — I did. I ate.
mŏi Kŏrĕlwŏn mŏi Khălwŏn

তুমি কৰিলা তুমি খালা — You have done, You have eaten.
তুমি করিলা তুমি খেলা
Tumĕ kŏrĕlă Tumĕ Khălĕ — You did. You ate.

mark the change — তই কৰিলি তই খালি — " "
তয় করিলি তয় খালি
Tŏĭ Kŏrĕlĕ Tŏĭ Khălĕ

আপুনি কৰিলে আপুনি খালে — " "
আপুনি করিলে আপুনি খালে
Āpunĕ Kŏrĕlă Āpunĕ Khălă

In most of the intransitive verbs & of ঁল is omitted; as in সি গ'ল, সি হ'ল, *সি গেল *সি হল, *sĕ gŏl, *sĕ hŏl.

সি কৰিলে সি খালে — He has done, He has eaten.
*সি করিলে *সি খালে
*Sĕ kŏrĕlă *Sĕ Khălă — He did, He ate

Remote past — মই কৰিছিলোঁ মই খাইছিলোঁ — I had done, I had eaten.
ময় করিছিলোঁ ময় খাইছিলোঁ
mŏi Kŏrĕchĕlwŏn mŏi Khăĭchĕlwŏn

তুমি কৰিছিলা তুমি খাইছিলা — You had done You had eaten.
তুমি করিছিলা তুমি খাইছিলা
Tumĕ Kŏrĕchĕlă Tumĕ Khăĭchĕlă

Mark the change — তই কৰিছিলি তই খাইছিলি — " "
তয় করিছিলি তয় খাইছিলি
Tŏĭ kŏrĕchĕlĕ Tŏĭ Khăĭchĕlĕ

আপুনি কৰিছিল আপুনি খাইছিল — " "
আপুনি করিছিল আপুনি খাইছিল
Āpunĕ Kŏrĕchĕl Āpunĕ khăĭchĕl

Mark the change — সি কৰিছিল সি খাইছিল — He had done, — He had eaten
*সি করিছিল *সি খাইছিল
*Sĕ kŏrĕchĕl *Sĕ Khăĭchĕl.

আগলৈ হোৱা কামৰ বেলিকা আঁচটো বেলেগ হয়।
The mould is changed in future Tense.

মই-ইম ..... ময় - ইম .... mŏĭ-Ēm
তুমি - ইবা .... তুমি - ইবা .... Tumĭ-Ēbă
তই - ইবি .... তয় - ইবি .... Tŏĭ - Ēbĕ
আপুনি, সি } - ইব .... আপুনি, *সি } - ইব .... Āpunĕ, *sĕ } - Ēbŏ.

মই কৰিম মই খাম
ময় করিম ময় খাম
mŏĭ kŏrĕm mŏĭ Khăm — I shall do, I shall eat.

তুমি কৰিবা তুমি খাবা
তুমি করিবা তুমি খাবা
Tumĕ kŏrĕbă Tumĕ Khăbă — You will do. You will eat.

তই কৰিবি তই খাবি
তয় করিবি তয় খাবি
Tŏĭ kŏrĕbĕ Tŏĭ khăbĕ — " "

আপুনি কৰিব আপুনি খাব
आपुनि करिब आपुनि खाब
Äpunē kōrēbō Äpunē khäbō
} — You will do. You will eat.

সি কৰিব সি খাব
*सि करिब *सि खाब
*Sē kōrēbō Se khäbō
} — He will do. He will eat

বহুবচনতো একবচনৰ দৰে একে ৰূপ।
The plural forms are same as singular ones.

Imperative — তুমি কৰাঁ, তই কৰ, আপুনি কৰক, সি কৰক।
तुमि करा, तइ कर, आपुनि करक, *सि करक।
Tumē kōrän Tōi kōr Äpunē kōrōk *Sē kōrōk.
Do (You). Do (You) Please do. Let him do.

এতিয়া কৰ্ (do) ধাতুৰ দৰে লেখ্ (write), পঢ় (read) আহ্ (come) ধাতুৰ ৰূপ কৰাঁ আৰু লেখাঁ।
— খা (eat) ধাতুৰ দৰে গা (sing), চা (see), যা (go) ধাতুবোৰ ৰূপ কৰাঁ আৰু লেখাঁ।
Now conjugate লেখ্ (लेख), পঢ় (पढ़), আহ্ (आह) like কৰ্ (कर) verb, and গা (गा), চা (चा), যা (या) — like খা (खा) verb.
যা (या jä) ধাতুৱেই অতীত আৰু এই ধৰণৰ কালত গৈছোঁ, গলোঁ গৈছিলোঁ ইত্যাদি ৰূপ লয়।
Jä is changed into Gōichwon, Gōlwon Gōichelaron.



# নৱম খণ্ড

## বক্তৃতা আৰু প্ৰবন্ধ

দেৰগাৱঁৰ বিহু উৎসৱত দিয়া বক্তৃতা

বীৰ লাচিতৰ মেলাত আমাৰ কৃষ্টি সম্বন্ধে দিয়া বক্তৃতা

MY REMINISCENCE.

# দেৰগাওঁৰ বিহু উৎসৱত দিয়া বক্তৃতা – ১৯৪৭ চন

কোনোবা কাহানিৰ পৰাই আমাৰ মাজত চলি অহা কথাৰ ভিতৰত একেষাৰি কথা হ'ল – "ৰাইজেই ৰজা, জাতিয়েই গঙ্গা।" সেই ৰাইজ, সেই জাতি সকলক আজি বছেৰেকৰ বিহুৰ দিনা মুখৰ কথাৰে বিহুৱানৰ শৰাই এখনি আগবঢ়াই ওলগ লৰ্বলৈ পাই নিজকে নিজে ধন্য মানিছোঁ আৰু লগে লগে দেৰ-গঞা ৰাইজৰ উদ্যোগীসকলে অযাচিতে এনে এটি চল দিয়া বাবে সিবিলাকৰো শলাগ লৈছোঁ।

আইসকলৰ তাঁতৰ ওহালি পৰাদি আজি কতনো লেখ পাহৰা ওহালিৰ পাচত বছৰৰ এই এটি ওহালি পৰিল! কতৰ শালেকটা কাপোৰ ফুলৰ হাঁহিৰে জিলিকি উঠিল, কতবেই বা বিহু চেবা হ'ল। সকলো আনন্দ সকলো গ্লানি লৈ এটি বছৰ উৰি গ'ল! আজি নতুন আশাৰ সেউজিৰে জিলমিলাই আমাৰ চকুৰ আগত নাচিছেহি আৰু এটি নতুন বছৰে। নাহৰ ফুল, তগৰ ফুলে জকমকাব লাগিছে। হাবিয়ে বননিয়ে বনফুল ফুলি ফুলি গোটেই দেশখনি তুলি ধৰিছে। কপৌ ফুল একো পাহিয়ে জীয়ৰীৰ খোপা একোটি আঁকোৱালি ধৰিবলৈ লাহলোটনেৰে আকুল হৈ পৰিছে। কুলি কেতেকীৰ শুৱলা কাকলিৰে দেশখনি ৰজনজনাব লাগিছে। আমাৰ প্ৰান নাচি উঠিল। অসমৰ পৰ্ব্বত ভৈয়াম ঢোল পেঁপাৰ কিৰীলিত জিকাৰি উঠিছে। আজি আমাৰ ৰঙ্গালী বিহু।

চ'ত বহাগৰ দোমোজা পাৰ হৈ আজি আমি নতুন বছৰৰ নতুন দিনত এই ভৰি দিছোঁ। আচলতে দিনৰ নতুন পুৰণি একো নাই। আও পুৰণি দিনটিকে নতুন পাতি লৈছোঁ। নহলে যে শান্তি নাই। দীঘলীয়া বাটৰ কেঁকুৰী একোটিৰ দৰে আমাৰ জীৱনৰ সুদীৰ্ঘ পথত চকুৰ আমনি আৰু পথশ্ৰম পাতলাবলৈ বুলি এনে একোটি নতুন দিন পাতি লোৱা, অকল মনৰ ফালৰ পৰাই নহয় শৰীৰৰ ফালৰ পৰাও অত্যন্ত প্ৰয়োজন। আমি গাঁৱেভূঞে হাট একোখনি সপ্তাহৰ কোনো এটি নিৰ্দ্দিষ্ট দিনত আজৰীয়াকৈ আজিকালি যেনেকৈ পাতি লওঁ, সেইদৰেই আজৰীয়া বতৰ "চাই বছেৰেকৰ মূৰত তিনটা দিন কোনোবা কাহানিয়েই পাতি লোৱা হ'ল আৰু সেই তিনিটা দিন বিয়পি আজি পৰিমিত অসমত ৰঙ্গালী বিহুৰ ৰং ধেমালি চলি আহিছে। এক কথাত কৰ্বলৈ হলে অসমীয়াৰ হাড়ে হিমেজুয়ে সোমাই এই বিহু সহজ সংস্কাৰৰ দৰে হৈ পৰিছে। গতিকে ভৱিষ্যতলৈকো এই বিহু চলি নেথাকিব বুলি আশঙ্কা কৰাৰ কাৰণ একো নাই।

এই দিন তিনটি জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে অসমীয়া মাত্ৰবেই কি জ্যোতিষ, কি কৃষি কাৰ্য্য, কি প্ৰাকৃতিক জাগৰণ, কি প্ৰানীতত্ত্বৰ আকৃতি – সকলো ফালৰ পৰাই চল লাগি পালন কৰা কথা শুনেই ইয়াক অসমৰ এটি জাতীয় উৎসৱ বুলি ধৰে। কেতিয়া কোন চনৰ কি তাৰিখে এই বিহুৰ আৰম্ভণ তাক ডাঠি কৰৰ উপায় নাই; কিয়নো, ই এটা হঠাতে ঘটা ঘটনা নহয়, – সৃষ্টিৰ দৰে ইও অনাদি। সৃষ্টি পাতনিৰ পৰাই প্ৰস্তৰ যুগ তাম্ৰ যুগ আদি বিবিধ যুগৰ মাজেদি বাগৰি বাগৰি প্ৰত্যেক জাতিবেই গাত খাই ধৰা অৱদান একোটি লৈ নিজৰ কলেবৰ পৰিপুষ্ট কৰি কৰি অসমৰ ৰঙ্গালী বিহুৱে আজি এই যুগৰ যুগোচিত ৰূপ এটি লৈছেহি। কোনে জানে সুদূৰ ভৱিষ্যতত ই বা আকৌ কি ৰূপেৰে দেখা দিয়েহি। তেহেলৈ যেই ৰূপেৰেই দেখা দিয়ক, ইয়াৰ প্ৰাণ ধাৰাৰ পৰিবৰ্ত্তন নহয়, হব নোৱাৰে। ইয়াৰ প্ৰাণৰ ধাৰা বুলিলে আমি বুজোঁ আনন্দ ৰসৰ আস্বাদন। এই আস্বাদনৰ অৱসৰ আনি দিয়ে চক্ৰকাৰে ঘূৰি থকা গ্ৰহ নক্ষত্ৰই, বছৰে বছৰে পুৱ তুলি উঠা তৰু তৃণ লতাই, দেশ জোৰা

পশু পক্ষীয়ে, আৰু কোনেও নেদেখা নুশুনাকৈ অন্তৰে অন্তৰে জগাই তোলেহি নিজ নিজ অনাগত কৰ্ম্মৰ বিশ্ব বিমোহন ৰূপটিয়ে। অনাগত দিনটিৰ ফেহুজালিৰ লগে লগে আকাশত সোণৰ ধূলি উৰে, বিশ্বভূবন গীতে গন্ধে ভৰি পৰে, কৰ্ম্মীৰ অন্তৰ নতুন আশাৰ নতুন আলোকেৰে উদ্দীপিত হৈ যায়। বছৰ জোৰা অনাগত কৰ্ম্ময়ো বছৰৰ আৰম্ভনীত আমাৰ অন্তৰলৈ এনে এক আলোড়ন ইমান তীব্ৰ অথচ এনে নীৰৱে লৈ আহে যে নিজে কৃষি প্ৰধান দেশৰ কৃষক এটি নহলে এই কৰ্ম্মজনিত আনন্দৰ পৰশ সম্পূৰ্ণৰূপে উপলব্ধি কৰা অতি টান, কি হেপাহেৰে খেতিয়কে খেতিৰ জিৰণিৰ অন্তত বিহুলৈ চাই গা কঁটালি উঠে। কেনেকৈ ল'ৰাই তিৰোতাই বুৰাই বুৰীয়ে তাৰ গীতৰ লগত বাদ্যৰ দৰে বাজি যায়, কেনেকৈ বা বিহুৰ বা ছাটি লাগি অসমৰ ডেকা গাভৰুৱে মুকলি মনেৰে এনে সংযত চিত্তে হাঁহি নাচি উৰি ফুৰে তাক প্ৰত্যক্ষ দেখি শুনি মজি নগলে কথাৰে কৈ মজোৱাব নোৱাৰি। নতুনকৈ কৰ্ম্মক আদৰি অনাৰ উপলক্ষে কৰা তাৰ তেনেয়ে সৰু সৰু কাম একোটিও অৰ্থেৰে কেনে পৰিপূৰ্ণ আনন্দৰ আভাসেৰে কেনে আনন্দময়। হাতে ভৰিয়ে সি যে জেটুকা পিন্ধে—কেৱল শোভা বা বিনোদনৰ নিমিত্তেই নহয়,—তাৰ কৰ্ম্মক্ষেত্ৰৰ পানী আৰু বোকাই যাতে নেখায় তাৰো এটি গোপন অভিসন্ধি এটি নজনা প্ৰয়োজন তাত লুকাই থকা দেখা যায়। বিহুৰ লগত সাঙুৰি থোৱা প্ৰতিটি পালনীয় কথাতে এনে একোটি ৰহস্য বিৰিঙি আছে।

বিহুৰ কোনো এটি উপাদানলৈ চাই তাক 'অষ্ট্ৰিক' বা আল্‌পাইন' জাতিৰ আচৰণ বুলি কিছু পৰিমানে ব্যাখ্যা দিব পাৰিলেও সেই ব্যাখ্যাই ইয়াৰ সকলোখিনি নেসামৰে। আৰ্য্যৰ অৱদানত বাজেও এনে এটি আৰ্য্যেতৰ জাতি নাই যাৰ অলপ নহয় অলপ গন্ধ এই বিহুৰ প্ৰবাহত পাবলৈ নাই। ঠাঁই বুজি বড়ো মিৰি আদিৰ অৱদান অতি স্পষ্টকৈ ধৰা পৰিলেও আচলতে ই বৰ্ত্তমান অসমীয়া ভাষাৰ দৰে সকলো কালৰ জাতিৰ সকলো ধৰ্ম্মৰ সংমিশ্ৰন গঢ়ি উঠা কলা কৃষ্টিৰ এক জাতীয় উৎসৱ, অসমৰ বুকুৰেদি বৰ্বনে বৈ অহাদি অনাদি কালৰ পৰা বৈ আহিছে। ইয়াক ছানপু বোলে বোলক, ব্ৰহ্মপুত্ৰ বোলে বোলক, লৌহিত্য বোলে বোলক, – ই লুইতপৰীয়া অসমীয়াৰ সেই প্ৰাণৰ লুইত – যাৰ বুকুত সুবৰ্ণশিৰি ভৰলীৰ সোণৰ কণিকাত বাজেও ভালেখিনি নদীৰ খনিজ পদাৰ্থৰ উপঢৌকন আৰু স্তৰে স্তৰে ভূগৰ্ভৰ ধূলি মাটি মিলি এক হৈ পৰিছে। তাত নাই কি ? হিমাচলৰ বিগলিত বৰফৰ সুশীতল জলধাৰাৰ পৰা অতি সাধাৰণ জান একোটিৰ দুৰ্গন্ধ মলিয়ন পানীলৈকে সকলো ধৰণৰ জলেই বৰ্ত্তমান। তাৰ সংমিশ্ৰিত স্তন্য ধাৰেৰে গোটেই দেশখনি ধনেধান্যে ৰঙে ৰহস্যে পৰিপূৰ্ণ কৰি ৰাখিছে। কেতিয়াবা কাচিৎ লুইতৰ তাণ্ডৱলীলাত হাবাথুৰি খায়ো অসমীয়াই মৰণৰ মাজেদি জীৱনৰ আশ্বাস দেখাদি তাৰ দেশৰ প্ৰকৃতিক বিপৰ্য্যয়তো সি দেখি আহিছে বিহুৰ বোল। বিহুৰ আগতে অসমলৈ বোৱা আৰু বিহুৰ পাচতে অসমৰ পৰা উভতি বোৱা যি ভয়ঙ্কৰ ধুমুহাই গছ-গছনি টাঁহি মুহি ঘৰ দুৱাৰ ভাঙি যায়—তাতো অসমীয়া তিৰোতাই দেখে বুৰীৰ জীয়েক বৰদৈচিলা,—বিহু খাবলৈ মাকৰ ঘৰলৈ আহে আৰু বিহু খাই শহুৰি খাটিবলৈ ঘূৰি যায়। শিল বৰষুণেৰে গেৰ্গেৰাই উঠা ঢেৰেকণি ধুমুহালৈ কাতি নকৰি অনেক তিৰোতাই বৰদৈচিলালৈ বুলি চোতালত তামুলী পিড়া পাৰি তাতৰ ছিৰীশলি আৰু সেন্দুৰ দি অন্তৰৰ অভ্যৰ্থনা জনায়। আই সকলৰ এই অভ্যাসটিৰ বিষয়ে যেয়ে যিহকে কওক, তাৰ আঁৰত অসমীয়া তিৰোতাই বিহুৱা, চকুৰে ভয়ঙ্কৰ ব্ৰীভচ কথাতো যে বিহুৰ আনন্দ আভাসকে দেখে এই কথা কোনোমতেই নেমানি নোৱাৰি। বিহু অসমীয়াৰ এনে মৰমৰ এনে আনন্দৰ অনুষ্ঠান – তাৰ সকলো কদৰ্য্যতা সকলো অত্যাচাৰ এক বিহুৰ নামতে উৰি যায়, হিয়াত বৈ যায় মাত্ৰ তাৰ অনাবিল আনন্দৰ প্ৰাণ ভৰা স্পন্দন।

এই বিহুত পৰক আপোন কৰি লবলৈ যি যি কাৰ্য্যকলাপ অনুষ্ঠিত হয় তাৰ ভিতৰত উজনি অসমৰ হুচৰি বিশেষকৈ লক্ষ্য কৰিবলগীয়া। নামনি অসমত হুচৰিৰ প্ৰচলন নাই। নহৰবেই কথা। হুচৰি হ'ল ঘাঁইকে

আহোম ৰাজত্বৰ অৱদান। ইয়াত বড়ো, মৰাণ, বৰাহী আৰু মিৰি সকলৰ প্ৰভাৱ দেখাদেখিকৈয়ে ফুটি পৰিছে। কিমান দিনৰ পৰা আহোম ৰাজত্বত হুচৰি চলিছিল তাৰ সঠিককৈ কোৱাটি টান। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনৰ মোৱামৰীয়া সংক্ৰান্তত এই হুচৰি ৰাজকাৰেঙ্গত গোৱাৰ কথা বুৰঞ্জীত পাবলৈ আছে। তেতিয়া হুচৰি গাইছিল ৰজাঘৰীয়া ডাঙৰ ডাঙৰ বিষয়া সকলেও। হুচৰিলৈ মুৰ দোঁওৱাৰ ছেগতে মৰাণৰ বিদ্ৰোহী ৰজাক হত্যা কৰাৰ কথা কোনে নেজানে ? তলখাপৰ সৰু লোকৰ মাজতহে হুচৰিৰ প্ৰচলন আছিল বোলা কথাটি একেবাৰেই অমূলক। আচলতে একো একোখনি ভৰ গাঁৱৰ কি সৰু লোক কি বৰলোক চমুচা ৰাইজে হুচৰি গাইছিল, আৰু সমাজৰ বৰ বৰ বিষয়াই মান সৎকাৰ কৰি হুচৰিৰ যোগেদিয়েই ৰাইজৰ আশীৰ্ব্বাদ মুৰ দোঁৱাই লৈছিল। বড়ো সকলে আজিও বাথোশালৰ আশীৰ্ব্বাদ নিজ নিজ খেলৰ ঘৰে ঘৰে বিলাই ফুৰে।

হুচৰিৰ আদিত হৰিনাম অন্ততো হৰিধ্বনিলৈ চাই ইয়াত ভাগৱতীয় ধৰ্ম্মৰ "আদাবন্তে চ মধ্যে চ কীৰ্ত্তনীয়ো সদা হৰিঃ" বোলা বিধানটি খোলাখুলিকৈ চকুত পৰে। সেই বুলি ইয়াৰ সীমা শঙ্কৰীযুগতে পেলাব নোৱাৰি। বৰ্ত্তমান অসমৰ ঠায়ে ঠায়ে মহাত্মা গান্ধিৰ আন্দোলনৰ প্ৰশস্তিমূলক ঘোষা পদ হৰিনামৰ পৰিবৰ্ত্তে শুনা যায়। সেই গুণে ইয়াকো কবলৈ থল থাকিল — সমাজে সমাজে ৰাইজৰ হিতকৰ কোনো মহৎ ভাবৰ ঘোষা পদেৰে যুগ ধৰ্ম্ম অনুযায়ী হুচৰিৰ নান্দী বিলাক সলনি হৈ থাকে। প্ৰত্যেক যুগেই নিজৰ জুতি অনুসৰি নিজৰ নাম, নিজৰ জুনা-যোজোনা ৰচনা কৰি লয়। যাৰ সহায় সহযোগ লৈ যোৱা বছৰত খেতিয়কে খেতিবাতিৰ পাৰ পাইছিল, আৰু যাৰ হাতলৈ মুখলৈ চাই অহা বছৰৰ খেতি বাতিত পাৰি দিবলৈ ওলাইছে সেই ৰাইজৰ সেই জাতিৰ সবল অন্তঃকৰণৰ আশীৰ্ব্বাদ হে সিবিলাকৰ ঘাই উদ্দেশ্য ; তাকে কৰ্ম্মৰ আৰম্ভনীত যাত্ৰামঙ্গল স্বৰূপে সিবিলাকে শিৰপাতি লোৱাটি যে কি মহৎ কথা কি পবিত্ৰ আচৰণ — যিমানে ভবা যায় সিমানে প্ৰান ভৰি উঠে। নাচ বাগত আনন্দ উৎসৱত মত্ত হৈ সিবিলাকো এই আচল উদ্দেশ্য পাহৰি নোযোৱাটি কম কথা নহয়।

হুচৰিৰ লগতে এই বিহুৰ উপলক্ষে আই সকলে নিজ নিজ হাতেৰে বৈ কাটি বিহুৱান একোখনি গুৰুজনলৈ বুলি সতি সন্ততিলৈ বুলি আগবঢ়াই সিবিলাকক নিজ নিজ কৰ্ম্ম ক্ষেত্ৰলৈ উলগাই পঠোৱাটি কেনে প্ৰাণস্পৰ্শী কথা ; — মনত পৰে তাহানিৰ অসমীয়া আইসকলৰ কথা — যি একে ৰাতিৰ ভিতৰতে বৈ কাটি পুৱালৈ কৱচ কাপোৰ পিন্ধাই ঘৰমুলি ৰণুৱা ৰণলৈ পঠাইছিল। আজি ৰণ নাই। আজিৰ জীৱন যুঁজৰ যুঁজাৰুক নিজ নিজ ক্ষেত্ৰলৈ আগুৱাই পঠিয়াবলৈ সিবিলাকৰ হাতৰ বিজয় তিলক স্বৰূপ এই বিহুৱান একোখনি অসমীয়াৰ শিৰে শিৰে জিলিকা দেখিলে প্ৰাণ নাচি উঠে। তাকে নেপালে অসমীয়া ডেকাৰ আইসকলৰ ওপৰত আজিও কি অভিমান। উদাস কণ্ঠেৰে সি আলিয়ে পদূলিয়ে গাই ফুৰে ! — "বিহুৱা চৰায়ে কৰে বিহু বিহু, আমাৰ বিহু কাপোৰ নাই। লগৰ সমনীয়াই সুধিলে কি যে কম। সৰুতে মৰিলে আই।" — এই পবিত্ৰতাৰ এই ৰঙ ৰহস্যৰ মাজেদি এই আপোন কৰি লোৱা অভিমানৰ মাজেদি বছেৰেকৰ বিহুটি আমাৰ কেনে প্ৰাণৰো প্ৰাণত লাগি যোৱা কথা হৈ পৰিছে !

এই বিহু খাবলৈকে বুলি আজিও অসমৰ ডেকাই দূৰ দূৰণিৰ পৰা বাটেকুৰি বাই লৰি আহে। খায়েই কি ? এমুঠি চিৰা, এমুঠি সান্দহ আৰু এখনি খোলা চাপৰীয়া পিঠা। কিন্তু, তাতকৈ ক'ত মুখত দিলে পমি যোৱা ৰস মাধুৰী। কত হৰিভোগ, ক'তবা আপচোচৰ সোৱাদ সিবিলাক পাইছে। এই সোৱাদে সিবিলাকৰ জিভা জুৰালেও হিয়া নুজুৰায়। নিজৰ আপোন জনে কটিয়াই অনা ধান মুঠি নিজৰ আই বাই ভনীয়ে খুন্দি ভাজি যি মুঠি সান্দহ খাবলৈ দিয়ে তাৰ সোৱাদৰ তুলনা ক'ত ? ই যে সাক্ষাৎ অন্নপূৰ্ণাৰ দান। মাতৃৰ স্তন্য ধাৰাত ৰসগোল্লাৰ ৰস নাই সঁচা। ৰসগোল্লাৰ ৰসতো যে মাতৃ হৃদয়ৰ মিঠা নাই। বছেৰেকৰ বিহুৰ দিনা আই সকলে

যে ঘৰে ঘৰে অন্নপূৰ্ণা হৈ মুখৰ মধুৰ হাঁহিৰে এইদৰে দেখা দিয়ে ই'ও এক বিহুৰ এৰাব নোৱাৰা আকৰ্ষণ — যাক অসমীয়াই সুদূৰ দেশতো সহজে পাহৰিব নোৱাৰে।

বিহুৰ নাচন বাগোনত বাজে আজি কালিৰ যি খেল ধেমালি যি বাহ্যিক সভা সমিতি আদিৰ অনুষ্ঠান নগৰে নগৰে চলিবলৈ লৈছে সি আচলতে অসমীয়াৰ কৌটীকলীয়া ৰীতি নহয়। কড়ি খেল, ঢোপ খেল, মাল যুঁজ, দেৱতা দৰ্শন আদিৰ উৎসাহ চেঁচেৰা পৰিছে। তাৰ ঠাই বৰ্ত্তমান বিজতৰীয়া আমোদ প্ৰমোদ, বিজতৰীয়া অনুষ্ঠানে আগুৰি ধৰিছে। এইটি হ'ল নিজৰটি এৰি পৰৰটি লোৱাৰ যুগ। যুগৰ প্ৰভাব এৰোৱা সহজ নহয়। বিহুত আনন্দ উৎসৱেই হে হ'ল ঘাই কথা। জতুৱা খেল ধেমালিৰে আনন্দ উৎসব কৰিবলৈ সকলে পৰা শিকা নহ'ল। এই অনা এইদৰেই ডেলে। আনন্দ উৎসবৰ সাজ ফাটি ছিটি উৰলি যাব। বিহুৰ আনন্দ উৎসবৰ ধাউতিটি জীয়াই যাওক, সি আকৌ অইন যুগত চলা অইন সাজেৰে দেখা দিব। দুখীয়া চহকী নিৰ্ব্বিশেষে, শিক্ষিত অশিক্ষিত নিৰ্ব্বিশেষে জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে সকলো অসমীয়াই মিলিজুলি অসমীয়া কৈ এই আনন্দ উৎসবৰ ধাউতিটি তীব্ৰ তেজেৰে জ্বলাই ৰাখিব পৰাটোৱেই হে আচল কথা, তাতেহে অসমৰ গৌৰব।

এসময়ত আমাৰ মাজত এই নাচ বাগ সমাজৰ পৰা লোপ কৰিবলৈ প্ৰকাশ্যে আৰু অপ্ৰকাশ্যে বৰ আন্দোলন চলিছিল। তেতিয়াৰ শিক্ষাভিমানী সকলে পাহৰি গৈছিল — অসমীয়া জাতিৰ ই যে স্বাভাৱিক ধাৰা। তাকে লোপ কৰে কোনে ? তাৰ বাট কাটি ভোগদৈৰ ধাৰা হে বোৱাব পাৰি। দিঁচৈ নদীৰ যি স্বাভাৱিক ধাৰা তাক ৰোধ কৰোঁতা কোনো নাই। শৰীৰত শক্তি যেতিয়া উপচি পৰে তেতিয়াহে সি নাচ বাগৰ মাজে প্ৰকাশ পায়। আত্মশক্তিৰ আস্থাহীন পদ দলিত জাতিয়ে জগতৰ কোনো ঠাইতে এনেদৰে নাচিব পৰা নাই। ভদ্ৰতা আৰু সভ্যতাৰ দোহাই দিলে নচলে। জগতত যি যিমানে ভদ্ৰ যি যিমানে সভ্য সি সিমানে বেচিকৈহে নাচে।

ভগবানৰ অনুগ্ৰহত আজি ভাগ্য তৰঙ্গৰ পতন অৱস্থাৰ পৰা উত্থাপন অৱস্থালৈ ক্ৰমে আমি উঠিব লাগিছোঁ। পতনৰ যত আবৰ্জ্জনা যত অমঙ্গল তাক ভৰিৰে হেঁচি ক্ৰমান্বয়ে উন্নতিৰ শীৰ্ষলৈ, মানব জীৱনৰ সম্পূৰ্ণতালৈ আমি আগবাঢ়িছোঁ। পতনৰ নিম্ন স্তৰত নিজ ইন্দ্ৰিয় চৰিতাৰ্থৰ যি আনন্দ তাকে যথাসৰ্ব্বস্ব বুলি আছিলোঁ। ফুল একো পাহিয়ে আমালৈ চিৰ সুন্দৰৰ বাতৰি নিমাতে নিবোলে অনাদি ৰঙ্গালী বিহুৰ আনন্দই ঢোল দগৰেৰে আমালৈ সেই ভুমাৰ সেই পৰমানন্দৰ বাতৰি আনিছে। বৃন্দাবনত মুৰলী বজাদি অসমীয়াৰ হিয়াই হিয়াই বাঁহী বাজিছে। এই বাঁহীৰ মাতটি প্ৰাণেৰে আগুৰি ৰাখিবলৈ ভগবানে আমাক শক্তি দিয়ক এবাৰ যেন প্ৰান খুলি কব পাৰোঁ আজি আমি যি ৰঙৰহইচ কৰিছোঁ, যি নাচিছোঁ বাগিছোঁ সিও যে — হে ভগবান, — তোমাৰেই পূজা, তোমাৰেই অৰ্চ্চনা !

"সঞ্চাৰঃ পদয়োঃপ্ৰদক্ষিণবিধিঃ স্তোত্ৰাণি সৰ্ব্বা গিৰো।
যদ্যৎ কৰ্ম্ম কৰোমি তত্তদখিলং শম্ভো তবাৰাধনম্ ।।"

---

# বীৰ লাচিতৰ মেলাত আমাৰ কৃষ্টি সম্বন্ধে দিয়া এটা বক্তৃতা

## স্থান ঃ দেৰগাওঁ।

## চন ঃ ১৯৪৭

ওঁ শন্নো মিত্রঃ শং বৰুণঃ। শন্নো ভবত্বর্যমা। শন্ন ইন্দ্রে বৃহস্পতিঃ। শন্নো বিষ্ণুৰুৰুক্রমঃ। নমো ব্রাহ্মণে। নমস্তে বায়ো। ত্বমেব প্রত্যক্ষং ব্রহ্মাসি। ত্বমেব প্রত্যক্ষং ব্রহ্ম বদিষ্যামি। ঋতং বদিষ্যামি। সত্যং বদিষ্যামি। তন্মমে বতু। তদ্বক্তাৰমবতু। অবতু মাম। অবতু বক্তাৰম্। ওঁ শান্তিঃ শান্তিঃ শান্তিঃ ॥

জয় জয়তে ঋষিৰ বাক্যেৰে মঙ্গলাচৰণ কৰিযেই আজিৰ দিনৰ এই কৃষ্টি সম্মেলনত সকলো চুম্বকৰ মূল কেন্দ্ৰ আমাৰ সেই মহা মানবলৈ মনত পৰিছে, আজি বিশ পচিশ বছৰে যাৰ মহান আদৰ্শ আৰু আপ্ৰাণ চেষ্টাৰ বলত ভাৰতীয় কৃষ্টিৰ জাগৰণ দেশ জুৰি জিলিকি উঠিছে, যি চৰকাৰ চক্ৰেৰে ভাৰত মাতাৰ বস্ত্ৰ হৰণৰ লজ্জা নিবাৰণ কৰি দীন দৰিদ্ৰ বেশেৰে চল্লিশ কোটি প্ৰপীড়িত প্ৰজাৰ প্ৰতীক স্বৰূপে কটিত কৌপিন আৰু হাতত যষ্টিৰে বাকিংহাম ৰাজপ্ৰসাদত বিশ্ববিজয়ী গাম্ভীৰ্যেৰে নিজৰ জন্মগত স্বাধীনতাৰ অলঙ্ঘ্য দাবি জনাইছিল, যাৰ বিশ্বজনীন প্ৰেম আৰু সত্য নিষ্ঠাৰ প্ৰভাবে অস্ত্ৰে শস্ত্ৰে সুসজ্জিত জগতক স্তম্ভিত কৰি বিনা ৰক্তপাতে ভাৰতৰ মুকলি আকাশত স্বাধীন পতাকা তিৰ বিৰ কৰে উৰাই দি গৈছে। আমাৰ এই সমেবেত সভাৰ হৈ সেই মহামানবৰ মহান আদৰ্শলৈ প্ৰাৰ্থনা জনাইছোঁ — ভাৰতৰ কুটীৰ শিল্পেৰে ভাৰতীয় কৃষ্টিৰে সাবলম্বী হৈ কাৰো মুখাপেক্ষী নোহোৱাকৈ জগতৰ মাজত শিৰ তোলাই আমাক জিলিকাবলৈ তোমাৰ যি ঐকান্তিক ইচ্ছা তাক পৰিপূৰ্ণ কৰি তোমাৰ পথেদি আগবাঢ়ি যাবলৈ আমাক প্ৰেৰণা দিয়া আৰু শক্তি দিয়া। আজিৰ এই অনুষ্ঠান এই সভা তোমাৰ চিৰ পবিত্ৰ নামেৰে পবিত্ৰ হওক, তেজস্বী হওক। ওঁ শান্তিঃ

এই পৰাধীনতাৰ অন্ধযুগ বিয়াপি নিৰ্ম্মম নিষ্পেষণ আৰু মউমুখীয়া প্ৰলোভনত পৰি আমি আজি ভালেখিনি কৰিব লগীয়া নকৰি নকৰিব লগীয়াকে কৰি কৃতাৰ্থ মানিলোঁ। সেই যুগ অৱসান হ'ল। সাত সাগৰ তেৰ নদীৰ পাৰৰ এটি জাগ্ৰত জাতিৰ সংস্পৰ্শত আজি দুই তিনি পুৰুষে থাকি সিবিলাকৰ গুণাগুণৰ এটা বুজা পৰা কৰি সদ্‌গুণৰ প্ৰেৰণা লৈ আবৰ্জ্জনা বৰ্জ্জন কৰি আজি জাতীয় কৃষ্টি সজীৱকৈ ভাৰতৰ অন্য প্ৰদেশৰ লগত সমানে খোজ চলাব লগীয়া দিন আমাৰ — এনে দিনতে দেশ জুৰি এই আলোচনাৰ প্ৰয়োজন। অসমৰ চিৰ গৌৰব বীৰ লাচিতৰ মেলাত এই অনুষ্ঠান পাতি আপোনা সকলে সোণত যেন সুৱগাহে দিছে। আপোনা সকলৰ সজ ইচ্ছা ভগবানে সাফল্য মণ্ডিত কৰক।

কৃষ্টি শব্দটিৰ পৰিধি বৰ বহল, তাত অকল সাহিত্য, সঙ্গীত, চিত্ৰাদিৰ ললিত কলাই নহয় বহলাই ধৰিলে আমাৰ জাতীয় জীৱন যি কি কাৰ্য্য কলাপেৰে প্ৰকাশিত হৈ নিজ বৈশিষ্ট্য ৰক্ষা কৰিছে সেই সমুদায়কে সামৰি আমাৰ জাতীয় কৃষ্টিৰ পৰিচয় দিছে। এনে অৰ্থেৰেই বিলাতী বিদ্বান সকলেও সিবিলাকৰ 'কালচাৰ' শব্দ ব্যৱহাৰ কৰে। আমাৰ আচাৰ ব্যৱহাৰ আহাৰ বিহাৰ, আমোদ প্ৰমোদ, শোক আনন্দৰ উচ্ছ্বাসত নিজৰ অনুভূতি আৰু ভাব বিভাব প্ৰকাশৰ এটা ক্ৰম এটা ধৰ আছে, যি সমগ্ৰ ভাৰতবাসীৰ মাজত আমাক অসমীয়া বুলি নিৰ্ভুল ভাবে চিনাই দিয়ে। পৃথক পৃথক ক্ৰম বা ধৰৰ মাজতো তাৰ এনে এক গতি এনে এক প্ৰাণৰ ঝঙ্কাৰ আছে যি পৃথক বুলিও এজন অসমীয়া, এজন মাদ্ৰাজী আৰু এজন পাঞ্জাবীক ভাৰতবাসী বুলি আঙুলিয়াই দেখুৱাই দিয়ে। গোটেই ভাৰত জুৰি এক প্ৰাণৰ প্ৰেৰণা তীব্ৰ গতিৰে আন্দোলিত হব লাগিছে — সেয়ে স্থান কাল আৰু পাত্ৰ

পাণ্ডুলিপিৰ পোকে খাই পেলোৱা আৰু অস্পষ্ট হোৱা পঢ়িব নোৱাৰা আখৰবোৰৰ ঠাইত .... এনে ধৰণৰ চিহ্ন দিয়া হৈছে. সঃ

ভেদে বিভিন্ন ৰূপৰে প্ৰকাশ পাইছে। আমাৰ দেশখনিৰ প্ৰাকৃতিক সম্পদ আৰু তাৰ পাৰিপাৰ্শ্বিকতাৰ আদান প্ৰদানৰ মাজে এই প্ৰেৰণা স্পন্দিত হৈ নানা জাতিৰ সংস্পৰ্শত আহি আমাৰ কৃষিও এক পৃথক কৃষ্টিত পৰিণত হৈছেহি।

লৌহিত্যৰ জল আৰু গঙ্গাৰ জল মূলত হিমালয়ৰ জল হলেও ভিন্ন দেশৰ সংস্পৰ্শত তাৰ দ্ৰব্যগুণ তাৰ বৰ্ণৰ ভালেখিনি পাৰ্থক্য ঘটিল। অন্য কি আমাৰ গাতে লাগি থকা বঙ্গদেশে প্ৰায় চাৰে পাঁচশ বছৰ মুস্লিম নবাবৰ প্ৰভাবত আৰু প্ৰায় দুশ বছৰ ব্যাপি ইংৰাজৰ শাসনত থাকি জীৱনৰ ভালেখিনি লাগতিয়াল কথাত আমাতকৈ আগবাঢ়িবৰ সুবিধা পাই একেবাৰে পৃথক হৈ পৰিল। আমাৰ দেশে মুস্লিম প্ৰভাৱ মুঠেই নোপোৱাত আৰু বঙ্গবাসীৰ জৰিয়তে ইংৰাজৰ সংস্পৰ্শ মাত্ৰ এশ বছৰ মান পোৱাত ভালেখিনি কথাৰ ব্যস্ত জগতৰ সমানে খোজ চলাব নোৱাৰাত পৰিল।

ইমান দিনে বাগৰি যুগৰি গৈ থৈ কৃষ্টিৰ নামত আমাৰ হাতত এতিয়া যি পৰিছেহি তাত দুই এটি লেখত লব লগীয়া বস্তুৰ পৰা মহৰ মহকৃটিলৈকে কিনো নাই। দেশ বিদেশৰ অন্ধ অনুকৰণ কৰি ৰসৰাজ বেজবৰুৱা ডাঙৰীয়াই কবৰ দৰে হনুকৰণৰ ভাও দি জগতৰ বিদ্ৰুপৰ হাঁহিকো প্ৰশংসাৰ হাঁহি বুলি কৃতকৃত্য মানিছো। জাতীৰ আৰু দুৰ্ভাগ্য কি ? চাহাব সকলে এনে কৰে বাবু সকলে এনে কৰে বুলি গড্ডলিকা প্ৰবাহত উটি যোৱাই যেন জীৱনৰ কাম। চাহেবে এনে কৰে বুলিয়েই যে সকলো কথা আমালৈ ছুৱা, ভয় নাই, সেই ছুট মাৰ্গৰ উপদেশ আপোনা সকলে মোৰ পৰা নেপায়। জগতৰ জাগ্ৰত আৰু সুসভ্য জাতিৰ সকলোৱে অনুকৰণ কৰে। সিবিলাকে অনুকৰণ কৰি তাক নিজৰ নিজস্বেৰে ব্যৱহাৰ কৰি শোধন কৰি "স্বীকৰণ" কৰি লয়। হনুমানৰ বংশধৰ সকলৰ দৰে মানুহৰ অন্ধ অনুকৰণ কৰি হনুকৰণ কৰে। পৰ্ব্বত লজিৱৰ বেলিকা দীঘল দীঘল পেন্ট পিন্ধি গুৰ্খা চিপাহী বিলাকে আহুকাল পাই আঠুৰ ওচৰত ফালি ফালি লোৱা দেখি বুদ্ধিমান ইংৰাজৰ সেনা নায়কে কামৰ লায়কঁকে 'চৰ্ট'ৰ উদ্ভাৱন আৰু প্ৰচলন কৰালে। ইয়াৰ মূলত গুৰ্খাৰ অনুকৰণ যদিও সিবিলাকে ক্ষেত্ৰ বিশেষে কৰ্ম্মোপযোগীকৈ দীঘল পেন্টৰ ঠাইত চৰ্ট চলোৱাটো স্বীকৰণৰ এক সুন্দৰ দৃষ্টান্ত। নকলৰ নিচাই এবাৰ পালে তাক সতকাই একওৱা টান। সি চাওঁতে চাওঁতে স্কুল কলেজৰ পৰীক্ষাৰ হ'লৰ পৰা ৰাজনীতি ক্ষেত্ৰলৈকে আমাৰ যাৱতীয় কাৰ্য্যত অবাধে চলা ফিৰা কৰিব লাগিছে ; ই আমাৰ এটি জাতীয় ব্যাধি হৈ পৰিল। এই ব্যাধিৰ ভাপতেই মাজতে দেখাক দেখি আমাৰ সম্ৰাট সকলৰ দৰে ডাড়ি গোফত 'ফ্ৰেঞ্চকট' কৰা হ'ল, চুলিৰ সেওঁতাত 'এলবাৰ্ট ফেচন' হ'ল। যেই লৰ্ড কৰ্জ্জনে ডাড়ি গোফ খুৰোৱা চকুত পৰিল সেই আমাৰ মাজত আবাল বৃদ্ধৰ ডাড়ি গোফ খুৰোৱাৰ উকচ্ কচ্ লাগি গ'ল। লগে লগে ভাৰত বজাৰ বিদেশৰ খুৰ, বিদেশৰ ব্লেডেৰে ভৰি পৰিল। আমাৰ নিজৰ দেশৰ প্ৰথা যি তাক পৰিহাৰ কৰি দুনাই তাক বৰলোকৰ দস্তুৰ বুলি গ্ৰহণ কৰিলেও অন্ধ অনুকৰণৰ দোষে নুছুই নেৰে হবলা।

হনুকৰণত কোনো জাতিৰে চিৰ প্ৰতিষ্ঠা বা চিৰ কল্যান হোৱা কথা জগতৰ ইতিহাসত নাই। অন্য পক্ষে ই জাতিৰ মেৰুদণ্ড ভাঙ্গি তাক অন্তঃসাৰ শূণ্য কৈ জগতত তাৰ স্থান নোহোৱা কৰাৰ কথাহে বহু ঠাইত পোৱা যায়। আজি জাগৰণৰ দিনত আমাক লাগে স্বীকৰণ। হনুকৰণ কৰি আৰু শুৱলৈ আমি জগা নাই।

আমাৰ সাঁছে কাটে, সাজে সজ্জাই, ঘৰে বাৰীয়ে, মঠে মন্দিৰে, আহাৰে বিহাৰে, আচাৰে ব্যৱহাৰে, খেতিয়ে বাতিয়ে, বোৱাই কটাই, গড়নে পিটনে আৰু কথা বতৰাই আমি অসমীয়া। ইয়াৰ ভিতৰতে কেইটিমান তৰ্কিব লগীয়া কথাত মনোনিবেশ কৰি তাৰ প্ৰতীকাৰ কৰিব পাৰিলে বাকী বিলাক লাহে লাহে আপোনা আপুনি হৈ থাকিব। অসমীয়াৰ মধ্যবিত্ত আৰু উচ্চ স্তৰৰ লোক সকলৰ সাজ সজ্জাত অসমীয়াৰ কৃষ্টিৰ চিন কি আছে কব নোৱাৰোঁ। সিবিলাকৰ সৰহ ভাগৰে বিজাতীয় অনুকৰণেৰে পিন্ধন উৰণ, আৰু এভাগে নিজৰ বৈশিষ্ট এৰি দি সমগ্ৰ ভাৰতবাসীৰ দৰে সাজপাৰ লৈছে।

বাকী যি থাকিল নিৰক্ষৰ কৃষকৰ ভাগ সিবিলাকেও ককালৰ কাচুটি, বুকুৰ ফতুৱা, গাৰ বৰ কাপড় আৰু মুৰৰ গামোচা এৰি ঘৰচিৰিকাই ৰাজহংসৰ খোজ বিচাৰি ফুৰাদি অ'ৰ কামিজ তৰ হাফ পেন্ট, একো ডুখৰিৰ অযথা, ব্যৱহাৰ কৰি হাস্যস্পদ হৈ ফুৰিছে। উঠি অহা ডেকা সকলৰ গাঁলে চালে সিবিলাকৰ আগৰ চামৰ বিজাতীয় অনুকৰণৰ অপূৰ্ণ হেপাহটিকে পলাই ফুৰাৰ তৃপ্তি এটি চকুত পৰে।

ভাৰতত সাধাৰণতে ৬৪ টা কলা বিদ্যাৰ কথা পোৱা যায়। কাৰো কাৰো মতে ৭২ টা আৰু কাৰো মতে ৭৮ টা উল্লেখো পোৱা যায়। অতীত ভাৰতত কলা বিদ্যাৰ চৰ্চ্চা দেশ জুৰি প্ৰবল ভাবে যে হৈছিল ইয়াৰ দ্বাৰা তাৰেই হে প্ৰমান হয়। ৰাজকুমাৰ ৰাজকুমাৰী সকলক ৰীতি মতে কলা বিদ্যা শিকোৱা হৈছিল। এই কলা বিদ্যাৰ ফলতেই হ'ল আমাৰ জাতীয় কৃষ্টি। জাতীয় জীৱনৰ প্ৰকটিত হোৱা সকলো চেষ্টাই যদি কৃষ্টি হয় তাৰ সকলো কথাৰ সম্যক আলোচনা একেখনি সভাৰ একে বৈঠকতে হোৱা সম্ভৱপৰ নহয়। গতিকে তাৰে কান্দি চিঞৰি থকা গোটা দিয়েক ঘাই কথালৈ আপোনাসকলৰ দৃষ্টি আকৰ্ষণ কৰিয়েই নিজামি নগলে আৰু উপয়ান্তৰ নাই।

আই সকলৰ ভিতৰতো বিবাহিতা অবিবাহিতা, বিধবা সধবাৰ যি সাজ সজ্জা নগৰে নগৰে তাৰো ভালে খিনি বেমেজালি ঘটিছে ; মাজ মুৰত অসমীয়াৰ বুলি বৰাই কৰিবলৈ আমালৈ বেচি একো নথকাত পৰিছে। কি বেশ বিন্যাস, কি বেনী বন্ধন, লোধ্ৰ-কুকুম মৃগনাভি আদিৰে চিত্ৰকৰণ যিহলৈকে চাওক প্ৰসাধন ব্যাপৰত আজি কালি উঠি অহা গাভৰু সকলে মহা কবি কালিদাসৰ দিনৰ গাভৰু সকলক বেছিদুৰ চেৰ পেলাব পৰা নাই। কিন্তু বিদেশৰ বিজতবীয়া 'লেইচ' 'ত্ৰচেল' 'ৰ'জ পাউদাৰ' 'লিপষ্টিক' 'মেনি কিয়ৰ' আদিৰে সিবিলাকক যে বহুদুৰ পাচ পেলাই আহিলে সি ধ্ৰুব নিশ্চয়। মাজমুৰত অসমীয়াৰ বুলি বৰাই কৰিবলৈ আমালৈ বেছি একো নথকাতেই পৰিছে। মহা আৱম্বৰ আৰু সাজ সজ্জাৰ অভিমানেৰে ভৰা 'বাকিংহাম'ত সিদিনা নগ্ন ফকীৰৰ বেশে জগতৰ মহামানৱে যি স্বৰ্গীয় দৃশ্য এটিৰ অৱতাৰণা কৰি গ'ল — তাৰ পূণ্য আলোকত ভাৰতীয় পৰিচ্ছেদৰ সৎসাহস আজি গৌৰবেৰে ফিৰি আহিছে। ইয়াৰ ওপৰত আৰু কথাৰ ঠাই নাই।

'ধুন' বোলা কথাটিৰ বিজাতীয় প্ৰতিশব্দ হ'ল 'ফেচন' তাৰ আখৰ সলাবলৈ অৱসৰ নিদি গোটেই গোটেই ব্যৱহাৰ কৰিছো যদিও — সি কোনো কালে কোনো দেশত চিৰদিন একে হৈ থকা নাই। আজি ছশ বছৰৰ আগত আমাৰ যি সাজ পাৰ আছিল, আজি পঞ্চাশ বছৰৰ আগত যি সাজপাৰ আছিল, আজি আমাৰ সেই সাজ পাৰ নাই। অৱস্থা বুজি পৰিবৰ্ত্তন হোৱাটিয়েই স্বাভাৱিক। লোকেও পৰিবৰ্ত্তন কৰে আমিও পৰিবৰ্ত্তন কৰিছো। লোকে পৰিবৰ্ত্তন কৰে নতুন সমস্যাৰে সমাধানলৈ চাই নতুন নতুন কৰ্ম্মক্ষেত্ৰৰ কৰ্ম্মোপযোগীতালৈ চাই, আমি কৰোঁ লোকৰ গাঁলৈ চাই, লোকৰ মুখলৈ চাই এয়ে যি প্ৰভেদ। ফেচন বোলা কথাটি ভিন্ন মনৰ ভিন্ন ৰুচিৰ কথা যদিও তাৰ বৈচিত্ৰৰ মাজত যিটি ৰূপ ৰৈ যায় সি হে আচল কথা,সি হে জাতীয় বস্তু। কত আকাৰ, কত ফেচনৰ, কত ৰঙৰ, কত উপাদানৰ ইংৰাজৰ পোচাক তাৰ ইটিয়ে সিটিয়ে নিমিলিও এক কোট পেন্ট হেট্ বোলাত সকলো যে মিলি আছে সেয়ে হ'ল সিবিলাকৰ জাতীয় পোচাক হাজাৰ অমিলৰ মাজতো আমাৰ যদি কিবা তেনে মিল আছে সেয়ে আমাৰো জাতীয় পোচাক। তাক সংশোধন কৰিবলগীয়া নিতান্ত আৱশ্যক থাকিলে তাকে কৰি বৰ্ত্তমান কৰ্ম্ম আৰু সময়ৰ উপযোগী কৰি লোৱাই আমাৰ কৰ্ত্তব্য। আমাৰ ভিতৰত আজিৰ দিনতো এনে এক শ্ৰেণীৰ লোক আছে যি ইংৰাজী পোচাকক সৰ্বান্তকৰণে ভাল পায়। সিবিলাকে ভাল পোৱাটিকে জাতীয় হিচাবে লবলৈকো আমাৰ কৃষকেহে যি হোলাই বন্তিয়াই বালিবাটৰ আঠুৱলীয়া বোকাত ঘুৰি পকি ফুৰি লেটি লব লাগে— সি ইংৰাজী পোচাকেৰে কাম চলায় কেনেকৈ ? তাৰ কৰ্ম্মক্ষেত্ৰ আৰু ইংৰাজ কৃষকৰ কৰ্ম্মক্ষেত্ৰ যে একে নহয়। ব্যয়, বতৰ আৰু সহজে প্ৰাপ্তিৰ প্ৰশ্ন নতুলিও সি যদি জাতীয় সম্পত্তি

চুৰিয়াখনিকে ককালৰ কাচুটি কৈ আৰু গাত ফটুৱা এটা পিন্ধি তাৰ নিজা কাম কৰিবলৈ সুচল লগাই লৈছে তেনে সিমানতো সি এই বেশ গ্ৰহণ কৰাৰ কথা মনলৈ আনিলে অন্ধ অনুকৰণৰ মোহ নুবুলি কি বুলিব পাৰি ? এই বেশৰ প্ৰসঙ্গত বিশ্বকবি ৰবীন্দ্ৰনাথৰ বিস্ময়েৰে কোৱা করুণ কথাটিলৈ মনত পৰিল -"হে মোর স্বদেশ ! মোদের যারা ঘৃণা করে আমরা পরি তাদের বেশ ।"

দেহাটি যেনেকৈ পৰিচ্ছেদেৰে সজাওঁ সেইদৰে আচবাব আৰু আন সজুলিৰে আমি যে আমাৰ ঘৰ বাৰী সজাওঁ তাতো গৌৰৱ কৰিবলগীয়া অসমীয়া কৃষ্টিৰ বেচি একো বিচাৰি পাবলৈ নাই। আমাৰ বৰ্ত্তমান সমাজৰ ওপৰ স্তৰৰ ঘৰ বিলাকৰ ভিতৰি যি আচবাবৰ যেনে সাজসজ্জা তাক বিলাতী দোকানৰ বিজ্ঞাপন বুলি কলেও বঢ়াই কোৱা নহয় । ইংৰাজৰ মনীষী ৰাচ্‌কিন যদি আজিও জীয়াই থাকিলহেতেন তেখেতে আসামৰ এনে এখন ঘৰ দেখি একে আষাৰে কৈ গ'লহেতেন — এই সাজসজ্জা তহঁতৰ শিল্পজ্ঞানৰ নমুনা নহয় — দাস মনোবৃত্তিৰ হে পৰিচায়ক ।

আমাৰ প্ৰভুক ভাল পোৱাবলৈ নিজে প্ৰভুৰ পৰিচ্ছদ আৰু আচবাবৰ চমকেৰে তলখাপৰ লোকৰ আগত প্ৰভুৰ শ্ৰেণীৰে লোক বুজাবলৈ আমাৰ এনে হেপাহ, এনে প্ৰয়াস, ইমান অৰ্থব্যয় । আমাৰ দেশৰ চালপীৰা, বৰপীৰা তামুলী পীৰা, পাটি ধৰা, মেৰ ধৰা আদিৰ নাম উল্লেখ কৰিলে হয়তো আচৰিত ভাবে মোৰ মুখলৈ চাই আপোনাসকলে পুতৌৰ হাঁহি এটি মাৰিব । হাজাৰ হাঁহিলেও অসমীয়া কৃষ্টিৰ যিটি সমগ্ৰ মূৰ্ত্তি সেই মূৰ্ত্তিৰ পৰা যে এইবিলাক আচবাব বাদ দিব নোৱাৰি । আমাৰ পাৰিবাৰিক সামাজিক আৰু ধৰ্ম্মমূলক যিবিলাক দৈনন্দিন চেষ্টা তাৰে বজিতা খুৰাই সূচলকৈ লোৱা, এই, আসন এই আচবাব তাৰ মৰ্য্যাদাৰ স্থান হেৰাই ক'ত ? এতিয়াও আমাৰ প্ৰকৃত শিল্পজ্ঞান জন্মা নাই। সেই জ্ঞান জন্মিলেই আমাৰ দেশৰে হাতে পোৱা বস্তুৰ মাজে পাৰিবাৰিক সামাজিক আৰু আধ্যাত্মিক প্ৰশ্নৰ সমাধানৰ আলোকত এইবিলাক আচবাব আৰু মনোৰম হৈ জিলিকি পৰিব। সাধু ভাস্বানিৰ ভাষাৰে ক'লে আমাক বিজাতীয়তা কৃষ্টি লাগে কিন্তু বিজয়ীতা নেলাগে । কোনো ভাৰতবাসীয়ে সজ্ঞানে সুস্থ শৰীৰেৰে ভাৰতক বিলাত পতাৰ স্বপ্ন নেদেখে। আমাৰ নিজৰ দেশৰ হাঁতী দাঁতৰ পাটি ফনী, অকল কাঁহ পিতলৰে নহয় বেতৰ শৰাই বটা দেখি মোহ নলগা জাতি যদি কেনিবা কৰবাত আছে তেনে সেই জাতি হলো — আমি। পৰৰ বস্তুৰ মোহেৰে নিজৰ গৌৰৱৰ বস্তুৰ মোহ চেপি ধৰি তাৰ শ্বাস ৰোধ কৰি দিছো। সেই সেইবিষয়ৰ সাধন কৌশল অনাদৰত আমাৰ মাজত শুকাই গ'ল। বেঙ্গেনা খোৱাৰ জী আমি বেঙ্গেনা দেখি এইবোৰ কি বুলি সুধি ফুৰিছো। 'বনকা' এই শব্দটি শুনিলে কোন দেশৰ কি কথা বুজিব নোৱাৰি থত মত খাই যাওঁ। অথচ আজি তিনি পুৰুষৰ আগতে বনকাই থৈ যোৱা চালপীৰাৰ খুৰাই বিদেশী বাৰ্নিচৰ মুখ একে বাৰেই ক'লা পেলাই আজিও মনে মনে হাঁহি আছে। চকুত তাত পৰিলেও যে নেদেখোঁ এয়ে আমাৰ কৃষ্টিৰ দুৰ্ভাগ্য ।

অসমীয়া ঘৰবাৰীৰ বিশেষত্ব যি আছিল সিও বিজাতীয় ভাপত উৰি যায় যায়। আসামলৈ অহা চকুৱা সকলৰ কুঁজ ওলোৱা ঘৰেৰে বাৰীৰ চেহেৰালৈ চাই সেইবিলাক অনা অসমীয়াৰ ঘৰ বুলি চিনাই নিদিলেও চিনিব পাৰি । আমাৰ দেশৰ উজনি ছোৱাত আৰু কামৰূপৰ পৰা নামনি অঞ্চলত বিভিন্ন ৰাজকীয় প্ৰভাবৰ পাৰ্থক্য লৈ আমাৰ ঘৰ বাৰী বিলাকৰ ধৰণ চলি আহি এক আকাৰত থিত দিছিলেহি অন্ধ অনুকৰণৰ মোহে তাতো বিজাতীয় বোলেৰে বোলাই পেলালেহি। দেশত উৎপন্ন হোৱা কেৱল কাঠ বাঁহ বেত খেৰেৰে সজোৱা নংক্ৰেম ৰাজ্যৰ নাম ঘৰটিৰ দৰে, বিদেশৰ গজাল এটিও নলগোৱা যি চ'ৰাঘৰ, মাড়ল ঘৰ, বৰ ঘৰ, বান্ধনী ঘৰ, বুলনি ঘৰ, গোঁসাই ঘৰ, গোহালি আৰু ভড়ালেৰে একো একোখনি সুন্দৰ গৃহস্থালিয়ে দেশৰ দীৰ্ঘ-জীৱি আৰু কৃতী সন্তান সকলক তুলি তালি ডাঙৰ দীঘল কৰি দেশ পোহৰাইছিল আজি তাৰ ঠাইত বিলাতী মাটি বিলাতী ধাতুৰে এল পেৰ্টন, এইচ পেৰ্টন, ই

পের্টানৰ বগী তামৰ ধকধঁকে বিলাতী ঘৰ, দেশৰ এই দুৰ্দিনত যেতিয়া বিদেশৰ আমদানি বন্ধ হৈ গ'ল নিজৰ আধা সজা উৰুলি যোৱা ঘৰ কেটাই ভবিষ্যতৰ পৰমুখাপেক্ষী সুদিনলৈ অপেক্ষা কৰি জহিখহি গৈছে। চাৰিও পিনে দেশৰ কাঁঠ বাঁহ খেৰে বছৰে বছৰে লহপহকৈ উঠি সেই অজীন পাতকীলৈ চাই হাঁহিব লাগিছে। আমাৰ নিজা ঘৰ বিলাকে যে নিৰ্দ্দোষ বা পৰিবৰ্ত্তন কৰিব নলগীয়া এনে কথা কব খোজা নাই। আমাৰ ঘৰ বিলাকত আমি বিচাৰিছিলোঁ আবুৰ, আমি বিচাৰিলোঁ জনতাৰ মাজৰ নিৰ্জনতা — একে ধাৰে মতা তিৰোতা, লৰা-ছোৱালীৰ ব্যক্তিত্ব আৰু সমষ্টিৰ ভাব বিকাশৰ অৱকাশ। এই সকলো বিলাকৰ ভিতৰত দেশৰ পাৰিপাৰ্শ্বিকতা আৰু নৈতিকতালৈ চাই বেচিকৈ মন দিব লগীয়া হৈছিল আবুৰত। তাকে কৰিবলৈ গৈ পোহৰ আৰু বায়ুদেৱতাৰ অবাধ গতিতো বাধা ওপজাব লগাত পৰিছিল। এতিয়া পাশ্চাত্য কৃষ্টিৰ পোহৰ আৰু বতাহৰ আদৰ্শলৈ চাই আমাৰ ঘৰ বিলাকৰ উন্নতি সাধন কৰা হলেও ঘৰ সম্বন্ধীয় প্ৰাচীন কৃষ্টিও ৰ'লহেতেন পাশ্চাত্য কৃষ্টিৰে তাৰ পৰিপুষ্টি সাধন কৰাও হ'লহেতেন। আজিকালি নগৰৰ গেঞ্জেপত একঠা মাটিত অসমীয়া গৃহস্থালি এখন পতা সম্ভৱ নহয় বুলিয়েই য'ত পাতিব পাৰি ত'ত নপতাৰ কোনো মানে নাই। নগৰৰ জীৱনতকৈ গাৱঁলীয়া জীৱনতহে অসমৰ জাতীয়তাৰ ষোল অনা পোৱা সম্ভৱ। তাকে নকৰি আমাৰ সমাজত বিলাতৰ বিভিন্ন আদৰ্শৰ পৰিবাৰ আৰু সমাজৰ ঘৰ একোটি আনি পাতি লোৱাত অন্ধ অনুকৰণত বাজে সবিশেষ যুক্তি একো নাই। আজি প্ৰায় ৩৪ বছৰৰ আগেয়ে এমেৰিকান বেপ্টিষ্ট্ মিচনৰ ৰেভাৰেণ্ড বগ চাহাবে যোৰহাটৰ বাইবেল স্কুলটি সাজিবলৈ এখনি অসমীয়া চানেকি খুজিছিল। বাইজ বহিবলৈ এটুপীয়া আগত মেৰেৰে পূব পচিমাকৈ সজা এটি ডাঙ্গৰ ঘৰ আৰু তাৰ পূৰ্বলৈ গাতে লগা উত্তৰা দখিনাকৈ সজা এটা দুচকীয়া মনিকূটেৰে অসমৰ নাম ঘৰৰ আৰ্হিত বাজে আৰু অইন একো আঙ্গুলিয়াবলৈ নেপাইছিলোঁ। অইন বিস্তৰ কাগজ কলম পেঞ্চিল ছুৰী কেচি আদি থকা স্বত্বেও আমাৰ দেশতো নিজ দেশৰ বস্তুকেহে ব্যৱহাৰ কৰা এই এমেৰিকাৰ ধৰ্ম্মপ্ৰচাৰক সকলে যি ভাবেৰে প্ৰনোদিত হৈ আসামৰ খৃষ্ট ধৰ্ম্মী ভাই সকলক অসমীয়া কৃষ্টিৰ চানেকি দিছিল তাক সচা সচিকৈ সবিশেষ ভাবে চিন্তা কৰিব লগীয়া কথা। নিজৰ প্ৰাণত নিজ দেশৰ কৃষ্টিৰ প্ৰেম আছে বুলিয়েই পৰৰ প্ৰাণতো সেই প্ৰেম বিকাশৰ সোৱাদ অনুভৱ কৰিব পাৰিছে।

বিহ ঢেকীয়াৰ বেৰত পিতলৰ কামিৰে চৌচলীয়া, তিনিচলীয়া, দুচলীয়া ঘৰৰ কথা সাধু কথাত বাজে ক'তো নাই। মঠ মন্দিৰ যি আছে তাতো অসমীয়াৰ বিশিষ্ট কৃষ্টিতকৈ কৰ্ম্ম শক্তিৰ পৰিচয় হে বেচি পোৱা যায়। বৌদ্ধ যুগৰ পৰা চলি অহা ভাৰতৰ কৃষ্টিকে অনা অসমীয়া ঘনশ্যামে পাই আমাৰ মঠ মন্দিৰত লগাই দি গ'ল।

ভালেখিনি মন্দিৰ জগন্নাথৰ ৰথ যাত্ৰাৰ আৰ্হিৰে কৰা। জগন্নাথৰ ৰথত বৌদ্ধ যুগৰ কৃষ্টি প্ৰভাবেই পৰিলক্ষিত হয় বুলি সুদক্ষ পণ্ডিত সকলে স্থিৰ কৰিছে। ইয়াত বাজেও আৰু প্ৰচিন ধ্বংসাৱশেষ বিলাকৰ গবেষণা আজিও চলি আছে। শেষ সিদ্ধান্ত এতিয়াও হোৱা নাই। শিল্প বিশাৰদ হাভেল চাহাবে কয় "ভাৰতৰ ভালেখিনি মন্দিৰ আনকি তাজমহ'লৰ কলচীও মুৰত নাৰিকলেৰে মঙ্গল ঘটৰ আৰ্হিৰে কৰা।" কিন্তু আমাৰ অসমৰ বিশেষকৈ উজনি অসমৰ মন্দিৰ বিলাকৰ বেলিকা মঙ্গল ঘটতকৈও আমাৰ সিংহাসনৰ আমহীৰ ওপৰৰ কলডিলীয়া টুপীটোৰ কথা কলেহে বেচিকৈ ৰজিতা খাই যেন লাগে। পাহী গুচোৱা সককে' কেঁচা সোণ বৰণীয়া কলডিলাটিৰ তলৰ খাপ পতা মেৰেৰে সৈতে গম্বুজৰ ওপৰৰ কলচী কিটি হুবহু মিলি যায়। ইয়ো হ'ল এক আমাৰ জাতীয় চেষ্টা—এক আমাৰ জীয়াৰ লক্ষণ।

অসমীয়াৰ বহ ঢলা বৰ পুখুৰী কেউটা আৰু মাজে মাজে দুই তিনি মাইলে কেঁকুৰী আৰু পানীৰ সুন্দৰ বন্দবস্ত থকা ৰাজআলি কেউটা বিদেশী ইঞ্জিনিয়াৰ সকলৰ তাৰিফৰ বস্তু। এই সম্বন্ধেও সিবিলাকৰ গবেষণা

চলিবই লাগিছে।

আমাৰ বাটি, কাঁহী, চুৰী, কাচি আদি নানান যতনৰ সজুলি বিলাকৰ ভিতৰতো বিজাতীয় অনুকৰণৰ দৃষ্টান্তই বেচি পোৱা যায়। আমাৰ চাহ খোৱা প্ৰসঙ্গত কাপ প্লেটৰ ব্যৱহাৰ কৰি অকল অৰ্থই নহয় স্বাস্থ্যৰো কি হানি নকৰিছোঁ। বেচঁকৈ ঘাঁহি মাজি দিয়া এখনি কাঁহীৰ ওপৰত সৰু সৰু সমজোখৰ ঠগুৱা বান বাটিৰে দিয়া চাহ ট্ৰেৰ ওপৰত কাপ প্লেটত দিয়া চাহতকৈ গুণ গৌৰৱৰ লেখত কেনি কম। বেতৰ সুত, বাঁহৰ কাঠি কামি চাচিবলৈ গড় লগাই সুচলকৈ লোৱা নলীয়া কটাৰী, তামোল ছালি কাটিবলৈ যি সুন্দৰ ভাবে কটা গড় গঞা ডাব কটাৰী সেইবিলাক একে বাৰেই আপুৰুগীয়া হৈ পৰিল। তাৰ ঠাইত কাপ কাগজ কাটিবলৈ সুচল দিয়া সুদুৰ ইউৰোপৰ ছুৰী কটাৰীৰে দেশ ভৰি পৰিল। লোহা ঢালি বৰতোপ সাজি লোৱা অসমীয়াৰ বংশধৰ সকলৰ দাঁত ছুৰিৰ বেলিকা ভাগি গ'ল। নতুন অভাব সৃষ্টি কৰিব পাৰিলো, কিন্তু দেশৰ কৃষ্টিৰে তাক পূৰাবৰ মন যি নেমেলিলোয়েই নে মেলা মন দেখিলেও নাক কোঁচাবলৈ ধৰিলোঁ। ইয়াতকৈ কুলক্ষনীয়া স্বভাৱ আৰু কি হ'ব পাৰে ? আই সকলৰ হাতলৈ ঢেকীটো এৰি দি আজি ইমান দিনে ঘুৰি নেচালোঁ তাৰ গধুৰতালৈ চাই কোনখিনিত শলখাডাল দিলে চাবটোৰ ভৰ বেচি পৰে অথচ দিবলৈকো পাতল লাগে। এই অত্যাচাৰৰ প্ৰতীকাৰ নেপাই সিবিলাকে নাম গায়ে উগাৰ চাৰিছে — "নগৰৰ ছোৱালী গাঁৱলৈ নিদিবি ঢেকীয়ে কৰিব বুৰী"। কম পৰিশ্ৰমত বেচি কাম আদায় কৰা পাশ্চাত্য কৃষ্টিৰ নীতি দেখি সেই নীতি ঢেকীত নলগাই ঢেকী এৰি দি কলেৰে, সিবিলাকৰ ছটা চাউললৈ মুখ মেলি আমাৰ মোখ্য অন্ন চাউল কেটাকো শক্তিহীন কৰি নিজৰ মাৰ নিজেই মাতিছো। ৰ'দ বৰষুণত লোৱা আমাৰ জাপিটি আজিও সি মানৰ . . . দিনৰ দৰেই চলি আছে। টুপিৰ দৰে মুৰত থাই পৰা চল আৰু সামৰি সৰুকৈ লৈ যোৱাৰ সুবিধা থকা . . . ছাটিৰ অনাটনৰ দিনত ষোল সোতৰ টকা দিও ডাঙৰ ছাতি একোটি কিনি এছাৰকনিয়ে গা তিওঁৱা দেখিও, যি দুৰবস্তা সি ও দেখি, সৰুদৈয়া জাপিটিলৈ আমাৰ প্ৰেমৰ দৃষ্টি নিদিয়ালে। অনাটনে আমাক দুৰ্কপাল নিদিয়ে, শক্তি থাকিও, উপাদান থাকিও সেই অনাটনত ভুগি থকা অক্ষমতাক হে আমি দুৰ্কপাল তাপৰোঁ।

আমাৰ আহাৰৰ সমস্যাতো বিজাতীয় জুতিয়ে ফণা মেলি ধৰিছে — তাতো সান্দহে চান্দহে সান্দহ খোৱা বালি তল যায় যায়। তাতো জিভাৰ জুতিক বুলাই লৈ যাবলৈ এৰি দি বিবেক বিচাৰলৈ চকু মুদি দিছো। এতিয়া ঠেকত পৰি চিৰা সান্দহ, শাক খাবৰ্ধিলৈ মনৰ দুখেৰে মন মেলিব লগীয়া হৈছে যদিও আমাৰ অনাদৰ আৰু অসাৱধানতাৰ পৰাচিত নোহোৱালৈকে আমাৰ জাতীয় স্বাস্থ্যই কেবা পুৰুষলৈকে ভুগি মৰিব। শিশুৰ পথ্য বাৰীৰ ঢাপৰ ভীমকল এৰি ভিনচেন্ট বাৰ্লি, গোহালিৰ বিশুদ্ধ দুগ্ধ এৰি হৰলিক্স, কনডেন্সড মিল্ক খোৱা দেখি আজিও হোৱা হ'লে অসমীয়া ডাকে উপজিয়েই ৰিঙিয়াই সুধিলেহেঁতেন — "সেই ঘৰগিৰি মৰিল নে নৌ ?

আমাৰ ৰং ধেমালিবোৰলৈ চকু দিলেও অনেক ক্ষেত্ৰত হতাশহে হব লাগে। আমাৰ লুকালুকি, কপতি, ঢোপ আদি খেলবিলাক গৰকি চালে তাৰ মাজেও জাতীয় ভাৱ-বিকাশৰ অৱকাশ ভালেমান থকাযেন পোৱা যায় আমাৰ ঘোঁৰাৰে গেণ্ডা খেল অৰ্থাৎ মনিপুৰৰ পলো আৰু বৈদিক যুগৰ সতৰঞ্চ খেলে গোটেই জগতত খলি পুটি লৈছে। তাৰ ঠাইত ফুটবল, ক্ৰিকেট আদি কৰি বিদেশৰ খেলা গাৱেঁ-ভূঞে প্ৰচলন কৰি জাতীয় কৃষ্টিক মোহাৰি পেলোৱাৰ লগে লগে বিদেশলৈ অৰ্থ যাবলৈ লোৰ একোটি দি লোৱা হৈছে। একো একোটা দিন একোটা খেলত উৰাই দি অতিৰিক্ত পৰিশ্ৰমেৰে দেহাক ৰুগ্ন কৰি এই বিদেশৰ খেলবিলাকে আমাৰ জাতীয় জীৱনৰ পোহ দিব পাৰিছে নে নাই তাক স্থিৰ চিত্তে চিন্তা কৰি এৰা ধৰা কৰিবৰ পৰ আহি গ'ল ; কিয়নো ধেমালিৰ আৱশ্যক জাতীয় জীৱনত তেজ দিবলৈ, স্ফূৰ্ত্তি দিবলৈ — তাক মাৰিবলৈ নহয়।

ৰঙ্গ-ধেমালিৰ ভিতৰত ভাৱনাটি আমাৰ নিজস্ব বস্তু। ই অকল আমাক ৰং-ধেমালিৰ অৱসৰকেই নিদিয়ে ই এক অতি উচ্চতৰ লোক-শিল্প অনুষ্ঠান। তাকো গ্ৰাম্য ভাষা আৰু কুৰুচিৰ ভাওৱেৰে অনেক মলিয়ন কৰা হৈছে। মহাপুৰুষৰ অঙ্কীয়া নাট এখনি চাবলৈ গৈ এঠাইত বাপেকে পুতেকে, শিক্ষকে ছাত্ৰই একেলগে বহি চাব নোৱাৰা অৱস্থা হৈ বহাৰ পৰা উঠি আহিবলৈ বাধ্য হৈছিলোঁ — এনে তাত বহুৱাৰ উৎপাত কদৰ্য্য অশ্লীলতাৰ বাহিৰে কৌতুক কৰিবলৈ আমাৰ অইন বিষয় নাই নেকি ? এয়ে আমাৰ জাতীয় পৰিচয় ? নাট্যাচাৰ্য্য ভৰত মুনি জীয়াই থকা হ'লে গোটেই গাৱঁকে শাপ দি পৃথিৱীৰ বুকুৰ পৰা বিদায় দিলেহেঁতেন। ভাৱনাৰে গীত-পদ আৰু নৃত্যাদিৰ ধৰণ বাদ দি দৃশ্যপটৰ অপৰিহাৰ্য্য সংযোজনাৰে থিয়েটাৰৰ অনুকৰণ কৰিবলৈ লোৱা আমাৰ দেশত আজি ৫০ বছৰৰ বেচি হোৱা নাই। থিয়েটাৰৰ অৰ্থ কি তাঁলৈ আমি নেচাওঁ — থিয়েটাৰ বুলিলেই হ'ল। ভাৱনাত দৃশ্যপটাদিৰ অভাৱক ইতিকিং কৰি আৰু দুই চাইটা উপৰুৱা যুক্তি সাৰোগত কৈ লৈ আচলতে ৰবলোকৰ অনুকৰণৰ মোহৰ জোৰত থিয়েটাৰ আসামৰ চুকে কানে, নামে গাঁৱে বেচ চলিব লাগিছে। তথাপি সি আৰ্জিলৈকে অসমীয়াৰ জাতীয় ভাৱৰ উৎকৰ্ষ সাধন কৰাতকৈ নকল কৰাৰ মনোবৃত্তিকে বেচিকৈ স্থাপন কৰা যেন হে লাগে। নহলে নো ভাৱনাত নাট্যকাৰৰ ইঙ্গিতৰ দুই চাৰিটা কথাৰে দৰ্শকে ভাৱনাৰ দৃশ্যভূমিৰ কল্পনা কৰি লোৱা কথা একে মুখে উলাই কৰি সেই মুখেৰেই মৈমনচিঙ্গীয়া ঘৰৰ দৃশ্যেৰে বঙ্গদেশৰ পল্লীৰ চিন এখনৰ আগত পানীৰাম আৰু জেতুকীৰ মাকৰ কথোপকথন হবলৈ অথবা মোগল্ল ৰাজ্যৰ দেৱানিখাচৰ বিচিত্ৰ অংশ এটিত ত্ৰেতাযুগৰ ৰামজাননীক বহিবলৈ দিয়েনে ? দোষ হিচাপে কোনটি মাৰাত্মক ? ভাৱনা হ'ল আমাৰ জাতীয় কৃষ্টি — সি ভাৰতৰ প্ৰাণেৰে সঞ্জীৱিত। আমাৰ কৃষ্টি বুলিলে আমি ভাৱনাকে বুজিম। পৃথিৱীৰ যি যি চিত্তাকৰ্ষক অমৃতময় সৌন্দৰ্য্য আছে তাৰে তাৰ সাধন কৌশলেৰে ভাৱনাক সৰ্ব্বাঙ্গ সুন্দৰ কৰি লোৱাই সৰ্ব্বতো ভাবে বাঞ্চনীয় আৰু তাকে কৰিবলৈহে পাচীন নাট্যাচাৰ্য্যসকলে একেষাক্যে কৈ গৈছে। আমাৰ ঢোল-খোল তাল মৃদঙ্গ কালী অতি বিভিন্ন জাতৰ বাদ্যভাণ্ড বিলাকে অনাভ্যাস আৰু অনাদৰত তাৰ ভালেখিনি চিত্তাকষক মৌলিক মাধূৰ্য্য হেৰুৱাই জাতৰ আগত মুৰ তুলি উঠিব পৰা নাই। তাতে ইমান দিন সঙ্গীতলৈ নহলেও কোলাহললৈ বিয়া-সবাহে ৰবলোকে এবাৰ মাতিছিল। আজিকালি মাতিবলৈকো এৰিলে। জাতীয় প্ৰেম প্ৰগণত থাকিলে জাতীয় কোলাহলো ভাল লাগিবৰে কথা। বঙ্গদেশৰ ৰজা জমীদাৰসকলৰ হাজাৰ দোষ থাকিলেও এনেবিলাক কথাত সিবিলাকৰ জাতীয় প্ৰেমৰ বিকাশ দেখিলে প্ৰাণ শীতল লাগি যায়। সিবিলাকৰ একণিমান উৎসাহতে বঙ্গদেশৰ চানাইত কি সুন্দৰ ভৈৰৱী, কি সুন্দৰ কানাৰাৰ মৌ বৰষা আলাপ শলাগি শলাগি শৰতৰ আকাশ মনোময় কৰি তুলিছে। আমাৰ ইয়াতো ভাগ্যে কেবাখনিও সত্ৰ আছে বুলিয়েই তাৰ আজি কোনোমতে ছালৰ মাজত জীৱ লাগি আছে। সি টনকিয়াল হৈ জনগণক উচ্চ ধৰণৰ আনন্দ দিবলৈ এফেৰি উৎসাহৰ নিমিত্তে সমাজৰ ধনেমানে শীৰ্ষস্থানীয় লোকসকলৰ মুখলৈ সাগ্ৰহে চাব লাগিছে। কাহানিকৈ এতিয়া সিবিলাকৰ শুভ দৃষ্টি পৰে। আমাৰ সঙ্গীতৰ সমস্যা অতি জটিল প্ৰাকশঙ্কৰী যুগৰ ভাৰতীয় প্ৰাণেৰে ক্ষীণ সঙ্গীতৰ ধাৰা এটি শঙ্কৰী যুগৰ মহাপুৰুষসকলত বাজেও অন্য প্ৰতিভাশালী লোকৰ শক্তিৰে শক্তিশালী হৈ নিজ বৈশিষ্ট্যৰ জিলিকি আছিল। বৃটিছ শাসনৰ লগে লগে বঙ্গদেশৰ জৰিয়তে আহি উত্তৰ ভাৰতৰ সঙ্গীত চৰ্চ্চাৰ কুঁৱলীয়ে অসমৰ সঙ্গীতক গিলিপ মাৰি ধৰিলেহি। প্ৰাচিন সঙ্গীতৰ সুৰ মুক্ত আকাশৰ তলৰ পৰা গৈ নামঘৰৰ খুটাই খুটাই বহি আপোনাৰ ভিতৰতে গুণগুণাই বাজিবলৈ ধৰিলে। নতুনকৈ আকৌ এচাম বঙ্গদেশৰ কুঁৱলীয়ে আধুনিকতাৰ দোহাই দি এন্ধাৰ কৰি ধৰিছেহি। নাম গোত্ৰহীন এই আধুনিকতা কি তাক কব নোৱাৰো। ছয় ৰাগ ছয়ত্ৰিশ ৰাগিনীৰ কোন পৌত্ৰ কোন প্ৰপৌত্ৰই গোত্ৰ হেৰুৱাই কাশ্যপৰ কোঠাত সোমাইছে তাক বিশিষ্ট সুৰজ্ঞ নহলে চিনা টান। অজ্ঞতাক আধুনিকত্বৰ নামান্তৰ দি তাক

সঙ্গীতৰ শ্ৰেণীত ঠাই দিয়া লোক অসমত আজি বিৰল নহয়। আজি কালি এনে ধৰণৰ সঙ্গীত . . . বিলাকেই কোনো ৰাগ-ৰাগিনীৰ বিশিষ্ট ৰূপ নিদি দিয়ে স্বেচ্ছাচাৰিতাৰ সুৰ-সঞ্চাৰ। কোনো কোনো . . . খণ্ড সুৰবিন্যাস শুনিবলৈ ভাল লাগে বুলিয়েই তাক সঙ্গীতৰ মৰ্য্যদা দিব খোজা দেখা যায়। আমি নিবিচাৰো কোনে শুনিবলৈ ভাল হোৱা হব লাগে ? অন্ধ অনুকৰণৰ নিচা থকা কাণে, নে ভাৰতৰ আজীৱন সাধনা কৰা সঙ্গীত সুৰজ্ঞই ? আমি পাহৰি গলে নচলিব — কাণেৰে ভাল শুনাও এক কথা আৰু সুৰলাকৈ সুৰেৰে জাতীয় কৃষ্টিৰ পৰিচয় দিয়াও এক কথা। জাতীয় কৃষ্টিৰ জোখৰ কাঠি এই সঙ্গীত ইয়াক ইমান সহজকৈ গ্ৰহণ কৰিব নোৱাৰি। ইয়ালৈ সাধনা-শিক্ষা অনেক লাগে। ভাল শুনিবলৈকো কাণ দুখনি শিকাই তুলিব লাগে।

ইয়াৰ নাম নাচতে আমাৰ চিত্ৰ আৰু প্ৰতিমাৰ প্ৰশ্নই মূৰ তুলি উঠে। আমাৰ ৰংপুৰ আছে তাত নাই ৰং। ঠিক সেইদৰেই অসমীয়াৰ খনিকৰ গাওঁ, অসমৰ শিলাকুটি মৌজা আছে — তাত এটি খনিকৰ, এটি শিলাকটীয়া দৰবত বাটি দিবলৈকো নাই। নাই যি নাই — কি উপায়েৰে কি আহিলা পাতিৰে সিবিলাকে সেই কাম চলাইছিল আন নেলাগে তাৰ বাতৰি দিবলৈকো বায়েনৰ ঘৰৰ শিয়াল এটিও নাই ! অথচ এই শিলাকটীয়াৰ সহায়েৰে শিলৰ সাঁকো বান্ধি অসমীয়াৰ ইমান আপোনাৰ ওপৰত বিশ্বাস হৈছিল — সি এদিন কলীয়া ভোমোৰাৰ মস্তিস্কেৰে মহাবাহু ব্ৰহ্মপুত্ৰকো শিলৰ সাঁকোৰে বান্ধিবৰ কল্পনা কৰিছিল। আজিও তাৰ নিদৰ্শন স্বৰূপ ভোমোৰাগুৰিৰ পৰ্ব্বতৰ নামনিত কটা শাল কাঠৰ গোজ বিচাৰিলে পাবলৈ আছে। আজি আঢ়ৈ কুৰিমান বছৰৰ ভিতৰতে জাঁজিৰ নবীন খনিকৰ, পদো খনিকৰ, পুৰণিগুদামৰ ডাঙৰকৈ দুৰ্গাৰ কাঠৰ প্ৰতিমা সাজি থৈ যোৱা লেবেলা খনিকৰ উত্তৰ গোৱাহাটীৰ পদুম বৰুৱা, বৰপেটাৰ খেহ্ বাপু, ৰাধা খনিকৰ মৰি শেষ হ'ল। সিবিলাকৰ লগতে আসামৰ খনিকৰি বিদ্যাৰ এক অধ্যায় পৰি গ'ল। তাৰ ভিতৰত গুৱাহাটীৰ পদুম বৰুৱাই চিত্ৰ ক্ষেত্ৰত বঙ্গদেশৰ বাস্তৱ অঙ্কনৰ নিদৰ্শন এখনি থৈ গৈছে। তেখেত যে এগৰাকী সিদ্ধ হস্ত চিত্ৰকৰ তাত অলপো সন্দেহ নাই। কেৱল আদৰ্শ লৈ আমাৰ ভিতৰত তৰ্ক কৰিবলৈ অৱকাশ এফেৰি দি গ'ল। বৰ্ত্তমান যুগৰ চিত্ৰকলাৰ অধ্যায়ৰ আৰম্ভণ বিদেশৰ উপাদানেৰে বিদেশৰ অনুকৰণত। সি হয়তো আজিও বাস্তৱতা লৈয়ে থাকিলহেতেন ভাগ্যে হাভেল চাহাব আৰু অবনীন্দ্ৰ নাথ ঠাকুৰে ভাৰতীয় চিত্ৰৰ ৰহস্য উদ্ঘাটন কৰি ভাৰতবাসীৰ মন ভাৰতীয় চিত্ৰলৈ আকৰ্ষণ কৰিলে। আসামৰ চিত্ৰকৰৰ এতিয়াও দুই নাৱত দুই ভৰি। প্ৰাচিন চিত্ৰকৰ সকলৰ সুঁতিয়েও যাব পৰা নাই, ৰাজা ৰবি বাৰ্ম্মা আদিৰ সুঁতিতো প্ৰতিষ্ঠা লাভ কৰিব পৰা নাই। তেও বুলি সিবিলাকৰ হতাশ হোৱা কাৰণ একো নাই। একো নতুন সৃষ্টিৰ সমস্যাই সিবিলাকক আকুল কৰিব নোৱাৰে। আৰ্য্য, তিবেত'বৰ্ম্মান, আষ্ট্ৰিয় আদি বিভিন্ন জাতৰ সংমিশ্ৰণ অসমীয়া জাতিটিয়ে এটি সুৰীয়া মাতেৰে সুৰদী ভাষা চলাই আছে। সেইদৰে চিত্ৰৰ ক্ষেত্ৰটো সিবিলাকলৈ ৰাধাপটি বাট পৰি আছে। সেই পটিটিকে চিকনাই আগবাঢ়ি গৈ থাকিলেই চিত্ৰলেখাৰ অময়া সপোনপুৰী নোপোৱাৰ কোনো কথা নাই। ৰংপুৰ, তেজপুৰ, গুৱাহাটীৰ মন্দিৰ গড় আদিৰ প্ৰাচিন লতাফুলেৰে চিত্ৰবিলাক, সামাজিক আৰু পৌৰাণিক মূৰ্ত্তিবিলাক, প্ৰাচিন ডবকা অঞ্চলৰ শিলৰ মূৰ্ত্তি, শিলৰ লতাফুল, দিলবৰ দোষায়ে প্ৰমূখ্যে পুথিৰ চিত্ৰকৰসকলে চিত্ৰিত কৰি থৈ যোৱা গুৱাহাটী যাদুঘৰত সংৰক্ষিত চিত্ৰবিলাক — এই সকলোবোৰৰ সমষ্টিয়েই চিত্ৰকৰৰ চিত্ৰ-ভাষা। তাকে অনুশীলন কৰি চিত্ৰ কৃষ্টিৰ ৰূপ নিৰূপন কৰিব লাগিব। সেই ৰূপেৰে জাতীয় ভাব বিকাশৰ চেষ্টা চলিলেই চিত্ৰ বিদ্যাৰ সাৰ্থকতা লাভ কৰিব পৰা যাব। ইয়াত বাজে প্ৰশস্ত আৰু নিৰ্ভুল পথ অন্য আৰু নাই। আহি সকলে বিদেশী পেৰ্টানলৈ মন নেমেলি আমাৰ জয়দল আদিৰ লতাফুলৰ চানেকি লৈ মন মেলিলে কেউ কূল ৰক্ষা পৰিব। আৰু লগে সিবিলাক যে জয়াৰ দেশৰে জীয়ৰী তাৰ গৌৰবলৈকো ঠাই থাকিব।

প্ৰতিমা সজা সম্বন্ধেও আমাৰ অৱস্থা এক কথাৰে কবলৈ গলে কাউৰী কুকুৰে নোখোৱা। জাঁজিৰ নবীন খনিকৰৰ পৰা প্ৰেৰণা পাইছিলোঁ আজি ভালেমান বছৰৰ আগেয়ে তাক জীৱনত সাফল্যমণ্ডিত কৰিবলৈ সময় আৰু সুবিধা নোপোৱাতকৈ বুদ্ধি আৰু শক্তিহে নথকা যেন পালোঁ। অন্তৰত তীব্ৰ আকুলতা লৈ গোপনে অসমৰ নগৰে নগৰে বিনাই ফুৰিলোঁ — অসমৰ খনিকৰ অনাদৰত মৰি জহি গ'ল। নতুন খনিকৰ গঢ়ি দেশৰ কৃষ্টি ৰক্ষা কৰক। কোনো কোনোৱে মোৰ কাতৰ ক্ৰন্দন শুনি কুৰং কাৰাং কৰিছে, কোনো কোনোৱে কতকি ইতিকিং, কত কি লাঞ্ছনা কৰিলে। কাবৌ কোকালি কৰি কেবাখন নগৰতো অন্য অসমীয়া খনিকৰৰ হতুৱাই প্ৰতিমা সজাই দিয়াওঁ। অলপ হীন ডেঢ়ি হলেই কি ভীষণ কোঁ কোৱনি উঠে। এতিয়াৰ এই যুগতো তথাকথিত শিক্ষিত মুখে এনে কোঁ কোৱনি শুনিবলৈ পাই ভাবো মঠ মন্দিৰ সজাই লৈ তাৰ খনিকৰ ঘনশ্যামক হত্যা কৰি অসমে এদিনা যি পাপ যি কলঙ্ক মুখত আকি লৈছিল তাৰ পূৰ্ণ প্ৰয়াচিত্ত এতিয়াও হোৱা নাই মুখৰ সেই বোল আজিও সি ধুই গুচাব পৰা নাই। অসমীয়া খনিকৰ অনুকৰণত সিদ্ধহস্ত নহব পাৰে, কিন্তু অনুকৰণ নকৰাকৈ পাৰিপাৰ্শ্বিকতালৈ চাই সি যি দিয়ে তাতো চাব জানিলে দেশৰ কৃষ্টিৰ এটিৰ নহয় এটিৰ আভাস থকা যেন পাওঁ। সেই পবিত্ৰ ক্ষীণ আভাসটিয়েই তাক বিদেশী অনুকৰণতকৈ অধিক মূল্যবান কৰে। ইয়াক কথাৰে প্ৰকাশ কৰিব নোৱাৰি প্ৰাণৰ অনুভূতিত ই অতৰ্কিতে প্ৰভাৱ বিস্তাৰ কৰি দৃশ্য বস্তুটি আপোন কৰি লয়। মনত আছে এনে ধৰণেৰে সাজি দিয়া এখন দুৰ্গা প্ৰতিমা এবাৰ তেজপুৰত উটাবলৈ নিওঁতে। বাটত দেখি, গাৱঁৰ কেবাজুমো জীয়ৰী বোৱাৰীয়ে উত্ৰাৱল হৈ চাই চাই কবলৈ ধৰিছিল, “এৰা, এইখনহে আমাৰ গোঁসানী, এইখনহে আমাৰ আমাৰ যেন লাগিছে।” কোনো কোনো জুমে ঘৰলৈ দিয়া খোজ ঘূৰাই দি নুটাই মানে প্ৰতিমা চাবলৈ লাগি গ'ল।

জীৱনত হয়তো শিল্পী স্বৰূপে প্ৰশংসা পাইছিলোঁ কেবা বাৰো, কিন্তু, কেৱল শিল্পৰ হৈ এনে সৰলান্তৰ এনে আন্তৰিকতাৰ প্ৰাণৱন্ত প্ৰশংসা আৰু ক'ৰবাত পোৱা বুলি মনত নপৰে।— সেই স্মৃতিকে আজি এই মুকলি সভাত অসমৰ শিল্পী ভাইভনীৰ হাতত সঁপি দিলোঁ। সিবিলাকে যেন প্ৰতিটি চেষ্টাত এই কথাটিলৈ মন দি দিনে দিনে আগবাঢ়ি যায়। সাঁচত মৰা প্ৰতিমাৰ পবিত্ৰতা বা বিশিষ্টতা একো নেথাকে। তাত দেৱতাৰ একেখন মুখকে বান্ধি ৰখা হয়। একে আকাৰ প্ৰকাৰৰ অনেক মুখত অনন্ত ৰূপ কল্পনা কৰাত সি মুঠেই সহায়তা নকৰে। সেইহে ৰাজহুৱা পূজাবিলাকত নতুন প্ৰতিমা সাজি পূজা কৰি বিসৰ্জ্জন দি দিয়াৰ বিধান আছে।

কৃষ্টি আৰু দৃষ্টান্তেৰে প্ৰবন্ধৰ কলেবৰ নবঢ়াই দেশৰ যাবতীয় কৃষ্টিলৈ আপোনাসকলৰ শুভ দৃষ্টি দিবলৈ অনুৰোধ জনালোঁ — যেনিয়ে চাব তেনিয়ে অনুকৰণৰ হা হতাশ। পৰাধীন অৱস্থাত ইয়াতকৈ আৰু কি কলঙ্ক কি অপমান হ'ব পাৰে। ইমান দোষৰ মাজতো যে দুই এটি গুণৰ কথা নাই - এনে নহয়। দাৰিদ্ৰ দোষে গুণৰাশি নাশ কৰাৰ দৰে পৰাধীনতাৰ দাসত্ব মনোবৃত্তিয়ে আমাৰ সকলো গুণ অশ্ৰদ্ধা আৰু অনাদৰেৰে মলিয়ন কৰি পেলালে। এই অন্ধকাৰ যুগত কেৱলে মনেৰে কথা শিকাই সাৰ হ'ল — শিকা কথাই হাতেৰে কৰিবলৈ চেষ্টা কৰা আৰু নহ'ল। দেখাক দেখি নতুন নতুন অভাৱ অনেকো সৃষ্টি কৰি ললোঁ অথচ স্বদেশৰ উপাদানেৰে কৰা মুখাপেক্ষী নোহোৱাকৈ সেই অনাটন পূৰাবৰ শকতি আমাৰ নহল। নিজৰ দেশজাত সহজে প্ৰাপ্য উপাদানেৰে স্বাৱলম্বী যদি নহলোয়েই তেনে স্বাধীন হলোঁ ক'ত ?

বৰ্ত্তমান ক্ষেত্ৰত দেশৰ কৃষ্টি সম্বন্ধে এক নৈষ্ঠিকতাৰ বিশেষ প্ৰয়োজন হৈ পৰিছে। বজাৰৰ সূতাৰে বোৱা কাপোৰ নলও বোলা নৈষ্ঠিকতাৰ যি অচল অটল সংকল্প সিয়ে আমাৰ মাজৰ যতৰ বোলা যন্ত্ৰটি ৰাখি গ'ল। আৰু তাৰ যহতে এই যুগৰ মহা মহামানৱৰ প্ৰাণভৰা আশীৰ্ব্বাদেৰে অসমীয়া আইসকলৰ শিৱ আজিও জাকত জিলিকি আছে। নৈষ্ঠিকটাই অনেক সময়ত অন্তৰখনি সংকীৰ্ণ কৰাৰ অপবাদ শুনিবলৈ পোৱা যায়। সি নৈষ্ঠিকতাৰ দোষ

নহয়। তাৰ ছাঁই ছাঁই চুপি চুপি অহা অক্ষমতাৰ অভিমান আৰু ঘৃণাৰ অপবাদেহে নৈষ্ঠিকতাক কলংকিত কৰা যেন লাগে। বিশ্ব ভুবন ঈশ্বৰে আবৰি থৈছে। ঘৃণাৰ অৱসাদ ক'ত? উপনিষদৰ ঋষিৰ এই বাণী জাগ্ৰত কৰি প্ৰেমেৰে জীৱনৰ নৈষ্ঠিকতা গ্ৰহণ কৰিলে তাৰ সুফল নফলি নেথাকে। আজি আনন্দ উৎসৱে, ঘৰে পৰে, জীৱনৰ যাবতীয় কামে কাজে, আমাক নৈষ্ঠিক হৈ তাৰ পথৰ অন্তৰায় দূৰ কৰিবলৈ দেশৰ কৃষ্টিয়ে সকাতৰে অতি তীব্ৰস্বৰে আমাক মাতিব লাগিছে। নিষ্ঠাৰ এনে এটি প্ৰয়োজনীয়তালৈ লক্ষ্য কৰিয়েই সিদিনা পণ্ডিত জৱহাৰলাল নেহেৰুয়ে আমাৰ হাৰমনিয়াম বোৰ পৰা হলে ভাঙ্গি গুৰি কৰি দিয়াৰ কথাৰ উত্থাপন কৰিছিল।

স্বাধীনতাৰ সুৰদি পুৱাত শৰীৰত বৈ যোৱা দাসত্বৰ গ্লানি, মনত বৈ যোৱা পৰাধীনতাৰ মোহ অচিৰে আতৰাবলৈ দেশৰ কৃষ্টিৰ সম্বন্ধি আমি তীব্ৰ ভাবেৰেই নৈষ্ঠিক হব লাগিব।

আমাৰ ৰবৰ আজৰি নাই। মন্দিৰত মাতৃ শঙ্খ বাজি উঠিছে। আকাশত স্বাধীনতাৰ আজানে জিকাৰি উঠিছে। বিদেশৰ আৱৰ্জনা ধুই পখালি নিজৰ দেশৰ বিধৌত বস্ত্ৰ পিন্ধি দেশ জাত কুসুম চন্দনেৰে পূজাৰ সম্ভাৰ লৈ ভাৰতমাতাৰ অতি প্ৰাচীন অথচ চিৰ নবীন চিৰ মৌনী প্ৰতিমাৰ পদতলত আশীৰ্ব্বাদ ভিক্ষা কৰি দেৱতাৰ দান স্বাধীনতাৰ মহামালা মুৰত মেলাই নিজৰ নিজৰ জীৱন কৃতাৰ্থ কৰকহি। জীৱমুক্ত মহা মানব দেশৰ প্ৰেমত সিদিনা চিৰমুক্ত হৈ গ'ল — জগতৰ আকাশত নিজ তেজেৰে সবাতোকৈ উজ্জ্বল হৈ জিলিকি জিলিকি আমাক মাতিব লাগিছে। — দেশৰ প্ৰেমত দীক্ষিত হৈ শিল্প জ্ঞানৰ চৰ্চ্চা কৰি খোজে খোজে আগবাঢ়ি জগতৰ শীৰ্ষস্থানলৈ মোৰ পাচে পাচে আহি থাক। তোৰ ভয় ক'ত ? পৰাজয় ক'ত ? দেশৰ প্ৰেমত দীক্ষিত হলেই দেশৰ হীনতা দেশৰ কদৰ্য্যতা ও প্ৰেমালোকত মধুৰে পৰিপূৰ্ণ হৈ পৰিব। চন্দ্ৰ, সূৰ্য্যত যি মধু, বনস্পতিত যি মধু — পৃথিবীৰ ধূলিকণাতো সেই মধু জিলিকি জিলিকি বিশ্বভুবন মধুময় কৰিব।

**।। ওঁ মধু, ওঁ মধু, ওঁ মধু ।।**

# MY REMINISCENCE BY INDRESHWAR BARTHAKUR

'A swamp without water lilies looks as dull as a temple without its histrionic festivities', so it is said. But early in the nineteenth century the aspect by the temples in the old capital of Assam was much more dreary and depressing than the likeness suggested in this similie. The classical art of India which had flourished here under the patronising care of Rudra Singha and his worthy successors was entirely thrown out of gear during the Burmese incursions, when the artists and minstrels attached to those temples all fled away far into the jungles only to starve and die. It was in the last decade of that century that a serious attempt was made after a dark spell of long sixty years to revive the lost art and explore all possibilities in the field.

In quest of their desired object they had not to go far, as some of the satras at Majuli could keep with religious instinct,

their lamp of art ablaze when all other lamps were blown out in the tempest. Arrangements were made therefore to procure the services of a masterhand from a prominent satra, and train up the rising generation in histrionism. There being no other alternative the temple artists had to begin their training course with two Bengali dramas written by the then Satradhikar of Auniati. During those days the medium of instruction in our schools was Bengali and not Assamese. So the language of the drama did not matter much. This was the first occasion in my life when I was much impressed with the beauties of dramatic representations. I remember, I attended the rehearsals with as much curiosity as a boy of ten could possibly be expected to have. Be it said to the credit of the artists that they could achieve best in what they were cut out for.

The language difficulty could not stand in the way for long, as literary men of repute like late Divakor Barpujari of Sibsagar could immediatly come up with play-wrights of Bengal and produce three original dramas in which the temple-artists found ample opportunities to show their acquired skill. These dramas deed a great deal towards raising the standard of acting on general.

In the meantime a batch of educated young men, probably headed by late Radha Nath Changkakoty, brought from abroad the idea of starting a theatre at Dibrugarh. It did not take a long time to give a crude shape to this idea in collaboration with some other artists from Bengal who by force of circumstances had to settle in the town. The enthusiasts among the temple artists cought the spirit of that novelty in no time and arranged the performance of 'Kaniar Kirtan' by Hem Chandra Baruah, improvising within the temple precinct a temporary scaffold fitted with coloured cloths all around. As something strange the performance attracted public acclamations but it did not find favour with the temple artists who were not in mood to give up their own. The educated grown ups of the town having a secular bent of mind took it up atonce and started stages in different localities only for a time to perform such dramas as 'Harischandra' and 'Haradhanu Bhanga' by late Purna Kanta Sarma of Dibrugarh, and these were immediately followed by 'Brisakatu', Mahari and Negro' by late Durga Prasad Majinder Baruah of Sibsagar. As these dramas were all hackneyed, the actors and the audience in their thirst for pleasure looked forward to the performance of some more intersting dramas of higher type.

It is indeed a chance coincidence that Bengal and Assam had to break ground at about the same time with a farce. But Calcutta was fortunate enough in having a shower of great workers in the field, and so she could make rapid strides leaving us far behind. In our province though the number of educated youngmen swelled steadily every year, only a few of them could somehow go for higher education in Calcutta, and bring back with them a spark of fire from the renowned artists to light

our stage here. For obvious reasons our original dramas of that period did not take well with them, as they could offer no chance for showing what they could. To make up the deficiency they took recourse to translation of Bengali dramas and imitation of acting in Calcutta. But imitation is not art. Our out-look at this stage was far from promising. We have already left behind a large majority of uneducated mass to paddle in drama as they like. Instead of looking back we are still looking ahead to the dreamland of Hollywood on our stage. We are at heavy sea, and what is more distressing is that we have steadily closed our eyes against the beaconing light flickering at a little distance.

Everything, however, went on well in its own way till the artists reached the uncompromising point of difference. The secular ideology of the grown-ups subsequently drew over almost all the art-lovers of different creeds. But the dramatic performances as represented in temples, satras and Namghars were essentially religious, and the artists had therefore to part with their brothers of the other road, and it is not known when and where both will meet. under the fostering care of some high officials and persons rich in money it was possible for the secular group to make much head-way and start a theatre in each of the important towns of Assam.

I wish, I could jot down the names of those who did so much for the uplift of our stages within so short a time. In consideration of the limited space in this article, I have to forbear much against my will.

Again, in the field of music we are no better than chaffs to be carried away be every gush of wind that blows in the land. One hundred and fifty years ago Assam saw her hey-day of classical music to forget totally about it after a period of seventy years. During the first few decades of British rule a 'Bhadralog' class sprang up almost unconsciously to whom the music as practised in slums was an eyesore. It was late lakshmi Ram Barua who faced the situation after a few years and took great pain to prepare the way for scientific music in the land. Towards the west of our province late Rajabahadur Prabhat Chandra Baruah made personal efforts to culture the North India music at Gauripur, and in the east Dr. Ueemesh Mukharjee and Dr. Umesh Das, the two renowned musicians of the day made another simultaneous attempt to cultivate Classical music at Dibrugarh. Before they could do something tangible eleswhere in the province they were gathered to their fathers. Since then there has been a void with no indication of immediate supply.

Meanwhile a few of the talented artists have shown extra ordinary zeal in popularising folksongs in our midst, and some of them have gone so far as to invent melodies in the name of 'Adhunik-Songs', probably under the influence of the Modern schools of Bengal. It is an action no doubt, at least better then inaction. They

could have more profitably spent their energy in some other branches of music still crying for redress. It seems they do not know what they are striving at, and nobody would wonder if eventually they come back to the mile post of primitive music from which they have started, There is no cause for disappointment. They are indirectly doing our society a good turn. Though they had not been able to give us music for all time attempts will atleast go a great way to bridge the wide gulf existing between the educated on one side and the illiterate on the other.

Though the 'Bargeet' is of recent origin as compared to the ancient 'Marga sangeet' prevailing in the temples in Assam, it has yet a hoary tradition behind its back which can in no way be slighted, nor is it possible to see through it at a glance. A critic may find fault with it if he manages to forget that inaccuracies and corruptions would naturally crop up in a piece of composition when it has been handed down orally from generation to generation. Even our vedic texts were not exceptions before they were compiled by Veda-vyas. There are corruptions in our spoken tongue and they always offer necessary clues to a research scholar of ordinary merit for finding out their origin similarly the corrupted tunes of Bargeet would inevitably lead us back to a school of ancient music existing at a certain period of our own history. A thorough research in 'Bargeet' is therefore the pressing need of the day, for we know it for certain that our Sankardev was a musician of no mean order and that he had travelled far and wide in India for twelve years before he could develop his early impressions of the "Merga Sangeet" received through the temples of Ancient Assam. So far as the Bargeet is concerned it is only the School of its origin which can define its own standard of judgement, and no other criterion can possibly help.

This is in short a synopsis of all that I have experienced since the inception of dramatic art in our midst. I regret, I could not do justice to many important events within so small a compass. It will, nevertheless, give a faint idea how we had to trudge along through ups and downs without any hope of recompense. The pleasure in the act of pursuing was our only guide, I feel even now I have enough of it to lead a charmed life all throughout.

(Published in the Souvenir, Fourth session, Assam Sangit Natak Academy 1956, Dibrugarh.)

– By Courtesy of
Sri Golok Saikia
Samaguri High School.

---

# ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ টোকা বহীৰ পৰা *

. . . সাংখ্যজ্ঞান প্ৰাপ্তিৰ উপায় হৈছে যোগ। যোগৰ দ্বাৰা চিত্ত শুদ্ধি হ'ব। পাচত মইয়ে যে সেই ব্যাপক আত্মা সেইটো অপৰোক্ষানুভূতি হ'ব – ইয়ালৈকে কৰ্ম্ম কৰিব লাগিব।

মুখেৰে শুনিলে জ্ঞান নহয় কথাটো শুনা বা বুজা হয় – সাধনাৰ দ্বাৰাহে জ্ঞান জন্মে। বৈদিক কৰ্ম্মই হওক বা লৌকিক কৰ্ম্মই হওক নিস্কাম ভাবে কৰা – এইয়ে যোগ।

নিস্কাম কৰ্ম্মই ভক্তি – গতিকে আত্মজ্ঞানৰ উপায় হৈছে যোগ, ভক্তি, বিচাৰ।

যোগীয়ে কয় ঈশ্বৰ ব্যতিত মুক্তিৰ উপায়ান্তৰ নাই, সাংখ্যয় কয় ঈশ্বৰৰ প্ৰয়োজন নাই। সমুদায় তত্ত্ব অৱগত হৈ বিষয় বিমুক্ত হ'লেই দেহনাশৰ পাচত মুক্তি। এইয়ে সাংখ্যমতোক্ত মোক্ষ।

সাংখ্য আৰু যোগ (প্ৰত্যক্ষ প্ৰমান) উভয়ে এক।– সাংখ্য সহজ যোগ অসহজ।

যোগীৰ ধ্যান – চিত্তৰ একাগ্ৰতা (ভক্তি যোগ) আৰু প্ৰাণায়াম্। প্ৰাণায়ম্ সগুণ আৰু একাগ্ৰতাক নিৰ্গুণ যোগ বোলে। যি যাৰ অধিকাৰী।

নিষ্কাম কৰ্ম্মত সম্পন্ন হওক এই ভাব থাকিবই লাগিব – নহলে ব্যভিচাৰ – কেৱলে কৰ্তৃত্বাভিমান ফলাফল লাভৰ আশা আদি নেথাকে। . . . স্বৰ্গাদি ভোগ ঐশ্বৰ্য্যৰ কুসুমিত বাক্যত আকৃষ্টৰ বুদ্ধি সমাধি অনুষ্ঠানত ঈশ্বৰমুখী নহয়। উৰ্ব্বশী পাৰিজাতাদিৰ ভোগৰ আশা আৰু পৰমেশ্বৰৰ ধ্যান একেলগে নচলে। . . . . . . . .

ভোগেচ্ছা থাকোঁতা যদি স্বেচ্ছাচাৰী হয় তেনে আত্মঘ্ন হয়। . . . . . .

পৰমব্ৰহ্ম শান্ত অৱস্থাত সৃষ্টি নাই,— তাত প্ৰথম শব্দ– ভাবনা। এই ভাবনাই স্পন্দন – লোষ্ট্ৰনিক্ষিপ্ত জলৰ বৃত্তাকাৰ বীচিমালাৰ দৰে শব্দৰ তৰঙ্গ তালে তালে প্ৰসাৰিত। ই সপ্তচ্ছন্দে প্ৰসাৰিত হৈ প্ৰকৃতি আৰু বিকৃতি ছন্দেৰে জগৎ কৰিলে। এই প্ৰণবৰ স্থূল মূৰ্ত্তি এই জগৎ,— শব্দত এই জগতৰ উৎপত্তি আৰু শব্দতে লয়। . . . . . .

কামেই লোকক নৃশংস আৰু অনৃশংস কৰ্ম্ম কৰায়। বেদে স্বাভাৱিক জ্ঞান আৰু কৰ্ম্মক নিষেধ কৰি বেদোক্ত জ্ঞান কৰ্ম্মক অবলম্বন কৰিবলৈ কৈছে। "যো নঃ প্ৰচোদয়াদিতি কামঃ। কাম ইমান লোকান প্ৰচ্যাবয়তে। যো ন্নৃশংসো যোহনৃশংসো – সোহস্যাঃ স পৰো ধৰ্ম্ম ইত্যেষা বৈ গায়ত্ৰী।"

বেদে ঈশ্বৰক দেখুৱাইছে (জ্ঞান কাণ্ড) আৰু ত্ৰিগুনাত্মক সংসাৰকো প্ৰকাশ কৰিছে (কৰ্ম্মকাণ্ড)।

ক্ৰমোন্নতিৰ তাৰ্কিকে বেদত সমস্তই আছে বুলি ধৰিব নোখোজে। —কিয়নো তেতিয়া ক্ৰমোন্নতি হয় কেনেকৈ ?– বেদত থকা আৰু ঈশ্বৰত সমস্ত থকা একে কথা। বেদত সমস্তই আছে কিন্তু তমো আৰু ৰজোগুণৰ মানুহে কৰ্ম্মৰ দ্বাৰা চিত্তশুদ্ধি কৰি ক্ৰমে ক্ৰমে সত্য উপলব্ধি কৰে। এইয়ে ক্ৰমোন্নতি।

সত্ব গুণত থাকি কৰ্ম্মৰ দ্বাৰা চিত্তমল দূৰ হলেই গুণাতীত অৱস্থা লাভ হয় – শীত উষ্ণ আদি দ্বন্দ নেথাকে। . . . . . .

কোনো আকাঙ্ক্ষা নথকাকৈ, কাম কৰিবলৈ মানুহৰ উৎসাহ হ'ব কিয় ? ইচ্ছাই বা যাব কিয় ?

মানুহে মানুহক (নিজক) ভাল পায়। দৰ্পনত নিজৰ মুখ চাই বিভোল হ'ব কিয় ? মানুহে যদি সেই আত্মাৰ মূৰ্ত্তি (নিজৰ মূৰ্ত্তি) বাহিৰত দেখি সেই মূৰ্ত্তিৰ আদেশত (প্ৰিয় হ'ব বুলি) কাম কৰে তাতকৈ আৰু উৎসাহ আৰু কিহত হ'ব ?

আত্মাই সচ্চিদানন্দ স্বৰূপ – এই অনুভব বিচাৰৰ ফল। যাৰ হৃদয়ৰ যাৰ চিত্তৰ ক্ষিপ্ত বিক্ষিপ্ত মুঢ় অৱস্থা দূৰ নহয় তাৰ জ্ঞান যোগত অধিকাৰ নাই।

তাৰ অধিকাৰ কৰ্ম্ম আৰু উপাসনাত। কাম কৰে অথচ লাভালাভলৈ চায় তাৰ কৰ্ম্মই বন্ধন আনিব গতিকে

---

* টোকাবহীৰ লিখাবোৰ অস্পষ্ট,- য'ত য'ত পঢ়িব পৰা নহ'ল পাঠকসকলে . . . এনেধৰণৰ চিহ্ন দেখিবলৈ পাব — সঃ

মৌলৈ চাই কৰ্ম্ম কৰা (ভগবানলৈ) – তেতিয়া সিদ্ধি অসিদ্ধিত সমত্ব বোধ হ'ব । এই সমত্ব বোধেই যোগ – এই যোগস্থ হৈ কৰ্ম্ম কৰা । প্ৰয়োজন নেথাকিলে লোকে কৰ্ম্মত প্ৰবৃত্ত নহয় । . . . . . . . .

ফলাবিভলাষ যুক্ত নহলে কাম সচ্ছন্দে কৰা নহয় – তেনে কাম বৰ কঠিন ।

যোগস্থ হৈ কাম কৰা আৰু ফলকামনা কৰি কৰা উভয়ৰে অতি পাৰ্থক্য ।

মই কাম কৰিছোঁ – কিন্তু কৰ্ত্তা নহয় – খড়াই যেনেকৈ কাটে সেই দৰে মোকো কোনোবাই কৰোৱাইছে . . . . . .

সংস্কাৰকে তাত পৰিবৰ্ত্তন কৰি তাক মেৰামত কৰি ললেই সি অনিন্দ্য মটৰৰ দৰে হব । কোনো কোনোৱে কয় পুৰণা ৰথ ঘূৰি আহক । ইয়াৰ ভিতৰত – সাত্বিক ৰথৰে প্ৰয়োজন । তাতোকৈ প্ৰয়োজন জগন্নাথৰ ৰথৰ ।

চঞ্চল বুদ্ধি নিটিকে (সংঘৰ গুৰিত) ভাবৰ আবেগ নিজৰ খৰতাত পৰিশ্ৰান্ত হয় । জ্ঞান আৰু কৰ্ম্মত ভাবৰ সামঞ্জস্যত আৰু একীকৰণত আত্মগত ঐক্য দেখা দিলেই সমষ্টিগত বিৰাট পুৰুষৰ প্ৰেৰণাত জগন্নাথৰ ৰথ ৰাস্তাই দি চলি যাব । সেয়ে অন্তৰাত্মা ভগবানৰ বাহন জগন্নাথৰ ৰথ – ঐক্য, স্বাধীনতা, জ্ঞান, শক্তি –সেই ৰথৰ চকৰি ।

---

**'জগন্নাথের রথ'** – Sri Arabinda.

সাত্বিক অহঙ্কাৰৰ ৰথ – সুঠাম ৰথ বলবান শিক্ষিত অশ্বেৰে চালিত – ত্বৰাৰহিত অমন্থৰ গতি – সুপথে সুমন্তে অগ্ৰসৰ । উচ্চ ভূমিলৈ যোৱাৰ আগতে নামি পদব্ৰজে যায়-কিয়নো খুব উচ্চভূমিলৈ ই যাব নোৱাৰে । এয়ে বৈদিক সমাজৰ ৰথ ।

ৰাজসিক অহঙ্কাৰৰ ৰথ – মটৰ গাড়ী – ৰাজপথত চূৰ্ণ বিচূৰ্ণ কৰি পদ দলিত কৰি ভেঁৰীৰ ৰবেৰে অশান্ত অশ্ৰান্ত গতিৰে দ্ৰুত গতিৰে গৈ আছে – লক্ষ্য নাই । এই লক্ষ্য এই লক্ষ্য বুলি গৈয়ে আছে । ভগবানৰ ওচৰলৈ নেযায় ।

তামসিক অহঙ্কাৰৰ ৰথ – গৰুৰ গাড়ী । আধামৰা গৰুৱে চলাই নিছে কেচা বাটে এটা ঘেনেৰ ঘেনেৰ শব্দত অভ্যস্ত – কাঁদামাখা হুকাত ধপাত টানি অতীতৰ বিকৃত আধা আধা স্মৃতিত মগ্ন । যেনে দৰে চলিছে সেয়ে ভাল – তাতকৈ বেচি চলি মৰিব নোৱাৰি – ইয়াৰে শূন্য ব্ৰহ্মলৈ হে যোৱা যায় । মটৰ ট্ৰাম আদিৰে হুৰাহুৰি লগা ৰাজ-বাটত ইয়াৰ বিষম বিভ্ৰাট । গোড়া বা ভাবুক দেশভক্তই কয় – গৰু গাড়ী যেনে আছে তেনেই থক

---

সত্ব প্ৰধান জাতি দলিত হব নোৱাৰে । ব্ৰহ্ম তেজ সত্ব গুণৰ মুখ্য ফল, ক্ষত্ৰ তেজ ব্ৰহ্ম তেজৰ ভিত্তি । আঘাত পালেই শান্ত ব্ৰহ্মতেজৰ পৰা ক্ষত্ৰ তেজৰ স্ফুলিঙ্গ ওলাই জ্বলি যায় । ক্ষত্ৰ তেজ নেথাকিলে ব্ৰহ্মতেজ থাকিব নোৱাৰে । দেশৰ অৱনতি সত্বগুণৰ আতিশয্যত হোৱা নাই ৰজোগুণৰ অভাব আৰু তমোগুণৰ প্ৰাধান্যত হে ।

ৰাজসিক জাগৰণৰ আগতে ব্ৰহ্ম তেজ উদ্দীপিত হোৱা আৱশ্যক । পৰাৰ্থত সকলো শক্তি নিয়োগ কৰাতে সত্বোদ্ৰেক ।

ভগবৎ সান্নিধ্যৰ আনন্দ আস্বাদ পাই নিজে ভোগ কৰি দুখ কাতৰ দেশলৈ পিঠি দিলে সাত্বিক ভাবৰ বন্ধন এয়ে সাত্বিক অহঙ্কাৰ । এই অহঙ্কাৰ ত্যাগ কৰি ভগবানত আত্মসমৰ্পণ কৰাই পূৰ্ণ স্বাধীনতা ।

---

**'ধৰ্ম্ম ও জাতীয়তা' – Sri Arabinda Ghosh**

সনাতন ধৰ্ম্ম – ত্ৰিবিধ, ত্ৰিমাৰ্গ গামী, ত্ৰি কৰ্ম্মৰত । ত্ৰিবিধ – অন্তৰাত্মা, মানসিক জগত, আৰু স্থুলজগত – এই ত্ৰিধামত বিশ্বৰূপেৰে আত্মপ্ৰকাশ কৰা ভগবানেৰে যুক্ত হোৱাই সনাতন ধৰ্ম্মৰ ত্ৰিবিধিত্ব ।

ত্ৰিমাৰ্গ গামী – জ্ঞান, ভক্তি আৰু কৰ্ম্ম – এই তিনি

উপায়ে আত্ম শুদ্ধি কৰি ভগবানৰ লগত যোগলিপ্সাই — ত্ৰিমাৰ্গ গামী গতি ।

ত্ৰিকৰ্ম্মৰত — সত্য, প্ৰেম আৰু শক্তি মানবৰ প্ৰধান বৃত্তি বিলাকৰ ভিতৰত এই তিনিওটি উৰ্দ্ধগামিনী — ইয়াৰ বিকাশতে মানুহৰ ক্ৰমোন্নতি সাধিত হৈছে । ইয়াৰে ত্ৰিমাৰ্গত অগ্ৰসৰ হোৱাই ত্ৰিকৰ্ম্ম ।

মুখ্য সনাতন ধৰ্ম্মত ভালেখিনি গৌণ ধৰ্ম্ম আছে — যেনে ব্যক্তিগত ধৰ্ম্ম, জাতি ধৰ্ম্ম, কুল ধৰ্ম্ম, বৰ্ণাশ্ৰিত ধৰ্ম্ম, যুগ ধৰ্ম্ম ইত্যাদি । সনাতন ধৰ্ম্ম জগতৰ সনাতন স্বভাব আশ্ৰিত । গৌণ ধৰ্ম্ম উপক্ষেনীয় নহয় । . . .

গৌণ ধৰ্ম্মৰ ক্ষুদ্ৰ আৰু মহান আছে । মহান ধৰ্ম্মৰ লগত ক্ষুদ্ৰক মিলাই সংশোধন কৰি অনুষ্ঠান কৰা শ্ৰেয়স্কৰ । ব্যক্তিগত ধৰ্ম্ম জাতি ধৰ্ম্মৰ অক্ষশ্ৰিত নকৰিলে জাতি ভাঙ্গি যাব — সঙ্কৰ হ'ব । সেইদৰে বৰ্ণাশ্ৰিত ধৰ্ম্মও যুগধৰ্ম্মৰ সাঁচত চলিব লাগিব ।

আৰ্য্য জাতিৰ জাতি ধৰ্ম্ম — জ্ঞান, ভক্তি, নিষ্কাম কৰ্ম্মই আৰ্য্য শিক্ষাৰ মূল । জ্ঞান, উদাৰতা, প্ৰেম, সাহস, শক্তি আৰু বিনয় আৰ্য্য চৰিত্ৰৰ লক্ষণ । আৰ্য্যজাতি ৰক্ষাৰ উপায় আৰ্য্য চৰিত্ৰৰ পুৰ্নগঠন ।

এই যুগ শক্তি আৰু প্ৰেমৰ যুগ । বৌদ্ধৰ মৈত্ৰী, দয়া, খৃষ্টৰ প্ৰেম মুছলমানৰ সাম্য আৰু ভ্ৰাতৃভাবৰ এই যুগত বিকাশ — এই বিলাকেই যুগ ধৰ্ম্মৰ শক্তি — । জ্ঞান, ভক্তি আৰু কৰ্ম্মেৰে যে আৰ্য্য ধৰ্ম্ম — তাত এই শক্তিবিলাক সোমাই বিকশিত হ'বলৈ বাট বিচাৰিছে । এই শক্তিৰ স্ফুৰণ হ'ব তেতিয়াই আৰ্য্য জাতিৰ পুনৰুত্থান অৱশ্যম্ভাবী ।

গীতাৰ মূলতত্ত্ব — সমতা, অনাসক্তি, কৰ্ম্মফল ত্যাগ, আত্মসমৰ্পণ, নিষ্কাম কৰ্ম্ম, গুণাতীত্য আৰু স্বধৰ্ম্ম সেৱা ।

মোক্ষপৰায়ন ব্যাখ্যাকৰ্ত্তাই গীতাত দেখে অদ্বৈতবাদ আৰু সন্ন্যাসৰ শ্ৰেষ্ঠতা, ইংৰাজদৰ্শন সিদ্ধ বঙ্কিমে দেখিছে বীৰ ভাবে কৰ্ত্তব্য পালনৰ উপদেশ । সন্ন্যাস উৎকৃষ্ট হ'ব পাৰে — সি অল্পৰ নিমিত্তে । বীৰ ভাবে কৰ্ত্তব্য পালন উৎকৃষ্ট ধৰ্ম্ম হ'ব পাৰে কিন্তু কৰ্ত্তব্য এই কথা নিদ্ধাৰ্ণ কৰাত ধৰ্ম্ম আৰু নীতিৰ মস্ত বিভ্ৰাট । গীতাত ভগবানে কৈছে মই তোমাক এনে জ্ঞান দিম যে তুমি গন্তব্য পথ নিৰ্দ্ধাৰণৰ কোনো বেগ পাব নেলাগিব তোমাৰ কৰ্ম্ম জীৱনৰ লক্ষ্য ফুটি পৰিব । এই লাখ কথাৰ এক কথা কি ? — এক কথাতে আত্ম সমৰ্পন ? — আত্ম সমৰ্পন মানে —

মন্মনা ভৱ । মদ্ভক্তো মদ্যাজী মাং নমস্কুৰু ।
মামেবৈশ্যাসি সত্যং । প্ৰাতজানে প্ৰিয়োহসি মে ।
সৰ্ব্বধৰ্ম্মান পৰিত্যজ্য মামেকং শৰণং ব্ৰজ ।
অহং ত্বাং সৰ্ব্ব পাপেভ্যোঃ মোক্ষয়িষ্যামি মা-শুচঃ ।

এই কৰাত ইহকালতে সাদৃশ্য সালোক্য আৰু সাযুজ্য মুক্তিৰ আগম আস্বাদন কৰিব পাৰি । দেহ যুক্ত জীৱে যেতিয়া নিজৰ ভিতৰতে ভগবানৰ ক্ৰীড়া, মনত ভগবান দত্ত জ্ঞান, চিন্তাত যেতিয়া তেওঁৰ প্ৰেৰণা জ্ঞাত হয় সেয়ে মানব শৰীৰত ভগবানেৰে সালোক্য । সৰ্ব্ব জীৱত যে তেওঁ এই ভাব জ্ঞাত হোৱাই সাযুজ্য । আসক্তি হীন হৈ কৰ্ম্ম কৰাতে গুণাতীতৰ সদৃশ অৱস্থা । এই ধৰ্ম্ম বিশিষ্ট গুণ সম্পন্ন লোকৰ নিমিত্তেই হোৱা সকলোৰে ই সাধাৰণ ধৰ্ম্ম,— স্ত্ৰী পুৰুষ ব্ৰাহ্মণ চাণ্ডাল সকলোলৈকে ।

এনে উদাৰ বৌদ্ধ ধৰ্ম্ম টিকিব নোৱাৰিলে ভাৰতত তাৰ অযথা বৈৰাগ্য বাহুল্য আৰু ক্ষত্ৰিয়ৰ সুধৰ্ম্ম ত্যাগ প্ৰবনতাত । অনধিকাৰীৰ সন্ন্যাস গ্ৰহণ সৰ্ব্বতো ভাবে নিন্দনীয় — তাৰ ফলত ধৰ্ম্ম সঙ্কৰ হয় ।

ব্ৰহ্মচৰ্য্যাশ্ৰমত জ্ঞান আৰু শক্তিৰ সঞ্চয়, গৃহস্থাশ্ৰমত সৎকৰ্ম্ম আৰু ধনেৰে সমাজ আৰু জগতৰ ঋণ শোধ, বানপ্ৰস্থাশ্ৰমত সন্ন্যাস অৱলম্বন এইয়া স্বাভাবিক গতি ।

গীতাত কৈছে সন্ন্যাসতকৈ ত্যাগ শ্ৰেষ্ঠ । ত্যাগ মানে কামনা ত্যাগ, স্বাৰ্থ ত্যাগ, তালৈ অৰণ্যৰ প্ৰয়োজন নাই কৰ্ম্মময় জগততে সেই ত্যাগ । কৰ্ম্মই যোগ পৰ্ব্বত আৰোহণৰ উপায় ।

কৰ্ম্ম সন্ন্যাস জগতৰ অনিষ্টকৰ । ত্যাগ হীন সন্ন্যাস বিড়ম্বনা মাত্ৰ । সন্ন্যাসৰ বি ফল ত্যাগৰো সেই ফল

— অজ্ঞানৰ পৰা মুক্তি, সমতা, শক্তি লাভ, আনন্দ লাভ, শ্ৰীকৃষ্ণ লাভ। সৰ্ব্বজন পূজিত লোকে যি কৰে ইতৰে তাৰে অনুকৰণ কৰে। অৰ্জ্জুনে কৰ্ম্ম সন্ন্যাস ললে জগতত অৱশ্যেই ধৰ্ম্ম সংকৰ হব। গতিকে তেওঁ কৰ্ম্মফল স্পৃহা ত্যাগ কৰি মানুহৰ সাধাৰণ ধৰ্ম্ম আচৰণ কৰি আদৰ্শ স্বৰূপ হৈ লোকক নিজ নিজ কৰ্ম্ম পথত প্ৰেৰণা দিয়ক। সেয়ে ভগবানৰ ধৰ্ম্ম। তাকে কৰিলে ভগবানৰ সাধৰ্ম্ম্য প্ৰাপ্ত হব পাৰিব। সেইহে গীতাত অৰ্জ্জুনক সন্ন্যাস আচৰণ কৰিবলৈ হাক দিয়া হৈছে। সন্ন্যাসত এই জ্ঞান হ'ব — জীব সাক্ষী, ভোক্তা, প্ৰকৃতি কৰ্ত্তা, পৰমেশ্বৰ অনুমন্তা। সাধাৰণে ইমানখিনি জানিলেই হয়।— তেওঁ যন্ত্ৰী মই যন্ত্ৰ। এই জ্ঞান লৈয়ে নিজৰ ধৰ্ম্ম সেবা কৰাই তেওঁৰ পক্ষে আদিষ্ট।

সুধৰ্ম্ম — স্বভাব নিয়ত কৰ্ম্ম। কালৰ গতিত স্বভাবৰ অভিব্যক্তি আৰু পৰিণতি হয়। কালৰ গতিত সাধাৰণৰ যি স্বভাব গঠিত হয় সেয়ে যুগ ধৰ্ম্ম। কৰ্ম্মৰ গতিত জাতিৰ যি স্বভাব গঠিত হয় সেয়ে জাতি ধৰ্ম্ম। ব্যক্তিৰ কৰ্ম্ম গতিত যি স্বভাব গঠিত হয় সেয়ে ব্যক্তিগত ধৰ্ম্ম। এই গৌণ ধৰ্ম্ম বিলাক সনাতন ধৰ্ম্মৰ আদৰ্শ দ্বাৰা শৃঙ্খলিত হয়। সাধাৰণ ধাৰ্ম্মিকৰ পক্ষে এয়ে স্বধৰ্ম্ম। এয়ে ধৰ্ম্মৰ সনাতন গতি।

মায়া ঃ—

আধুনিক পাশ্চাত্য বিজ্ঞানবিদ বিলাকৰ দৰে ভাৰতৰ দাৰ্শনিকেও এদিনা আকাশক ভৌতিক প্ৰপঞ্চৰ মূল বুলি ভাবিছিল, অৰ্থাৎ তাৰে পৰা ভৌতিক অৱস্থা প্ৰাকৃতিক পৰিণামৰ দ্বাৰা উদ্ভূত হয়। কিন্তু ভাৰতে যোগবলত আৰু শেষ সিদ্ধান্তলৈ গ'ল। ভৌতিক প্ৰপঞ্চৰ পাচত আৰু এক সূক্ষ্ম প্ৰপঞ্চ আছে তাৰ মূল তত্ত্ব সূক্ষ্ম আকাশ। এই আকাশো শেষ নহয় — আৰু এক প্ৰধান আছে— যাক জগন্ময়ী ক্ৰিয়া শক্তিয়ে সৰ্ব্বব্যাপিনী সন্ধানেৰে সৃষ্টি কৰি তাৰ পৰা কোটি কোটি অণু উৎপাদন কৰি এই সূক্ষ্মভূত গঠিত কৰিছে। প্ৰকৃতি বা ক্ৰিয়া শক্তিয়ে নিজৰ নিমিত্তে একো কৰা নাই যাৰ শক্তি তাৰ তুষ্টি সাধনৰ নিমিত্তে এই প্ৰপঞ্চ আৰু নানা বিধ গতি। আত্মা বা পুৰুষ এই প্ৰকৃতিৰ ক্ৰীড়াৰ অধ্যক্ষ্য আৰু সাক্ষী। পুৰুষ আৰু প্ৰকৃতি যাৰ স্বৰূপ আৰু ক্ৰিয়া সেই অনিৰ্ব্বচনীয় পৰব্ৰহ্মই জগতৰ অনুশ্বৰ অদ্বিতীয় মূল সত্য। এয়ে উপনিষদৰ ব্ৰহ্মবাদ আৰু পুৰুষ প্ৰকৃতিবাদ। ব্ৰহ্মবাদীৰ বেদান্ত দৰ্শন পুৰুষ প্ৰকৃতিবাদৰ সাংখ্য দৰ্শন। ইয়াৰ পাচত পৰমাণুলৈ যিবিলাক পন্থা আবিস্কৃত হ'ল গীতাত সমন্বয় আৰু সামঞ্জস্য স্থাপন হ'ল — এয়ে ব্যাসৰ মুখে উপনিষদৰ সত্যৰ পুনঃপ্ৰবৰ্ত্তন। শেষত বাদ-বিবাদৰ যি তুমুল আন্দোলন উঠিল তাৰ ফলত ষড়দৰ্শন। শঙ্কৰাচাৰ্য্যই দেশময় বেদান্ত প্ৰচাৰ কৰি ইতৰৰ প্ৰভাব ম্লান কৰি দিলে। বেদান্ততো মতভেদ হৈ তিনিটি মুখ্য শাখা আৰু অনেক গৌণ প্ৰশাখা হৈ পৰিল। অদ্বৈতবাদ, বিশিষ্টাদ্বৈতবাদ, দ্বৈতবাদৰ বিৰোধ আজিও আছে। জ্ঞানমাৰ্গীয়ে ভক্তৰ উদ্দাম প্ৰেমক উন্মাদনা বোলে। ভক্তই জ্ঞান মাৰ্গীৰ তত্ত্বজ্ঞান স্পৃহাক শুকান তৰ্ক বোলে। উভয় মতেই সংকীৰ্ণ। ভক্তি শূন্য জ্ঞানত অহঙ্কাৰ বৃদ্ধি হৈ মুক্তি পথ অৱৰোধ, আৰু জ্ঞান শূন্য ভক্তিৰ শেষ তামসিকতা। উপনিষদত জ্ঞান কৰ্ম্ম আৰু ভক্তিৰ সুন্দৰ সামঞ্জস্য ৰক্ষা হৈছে।

দৰ্শন শাস্ত্ৰ একপক্ষ প্ৰকাশক — অসম্পূৰ্ণ। সত্যৰ বিশদ বাখ্যা কৰিবলৈ গৈ অপলাপৰো সৃষ্টি কৰে। মায়াবাদ অদ্বৈতবাদৰ এক অপলাপ। ব্ৰহ্ম সত্য জগৎ মিথ্যা এয়ে মূল মন্ত্ৰ — ফল হ'ল জ্ঞান লিপ্সা, বৈৰাগ্য আৰু সন্ন্যাস প্ৰিয়তাৰ বৰ্দ্ধন, ৰজশক্তিৰ তিৰোভাব — সত্ব আৰু তমৰ প্ৰাবল্য — সন্ন্যাসী বৈৰাগীৰ সংখ্যা বৃদ্ধি, তামসিক অজ্ঞ অকৰ্ম্মণ্য সাধাৰণ প্ৰজাৰ দুৰ্দ্দশা। জগৎ যদি মিথ্যাই তেনে জ্ঞান তৃষ্ণা ভিন্ন সৰ্ব্ব চেষ্টা নিৰৰ্থক আৰু অনিষ্টকৰ। মানুহৰ জীৱনত জ্ঞান তৃষ্ণাৰ বাহিৰেও আৰু অনেক প্ৰবল বৃত্তি আছে যাক উপেক্ষা কৰি মানুহ টিকিব নোৱাৰে। শঙ্কৰাচাৰ্য্যই অনৰ্থৰ ভয়ত পৰমাৰ্থিক আৰু ব্যৱহাৰিক জ্ঞানৰ ব্যৱস্থা কৰিছিল যদিও জ্ঞান আৰু কৰ্ম্মৰ ব্যৱস্থা নচলিল। ফলত সাধাৰণৰ মনত জগৎ মায়াসৃষ্টি, কৰ্ম্ম অজ্ঞান প্ৰসূত, আৰু মুক্তিৰ বিৰোধী, অদৃষ্টই সুখ দুখৰ কাৰণ ইত্যাদি ভাব জাগিল। ৰজ শক্তিৰ

পুনঃ প্ৰকাশ অসম্ভৱ হৈ উঠিল। পুৰাণ আৰু তন্ত্ৰই এনেতে আৰ্য্য ধৰ্ম্মৰ ৰক্ষা কৰিলে আহিল।

তন্ত্ৰৰ শক্তি উপাসনাত মুক্তি আৰু ভুক্তি দ্বিবিধ ফলে লোকক কৰ্ম্মত প্ৰবৃত্ত কৰালে। জাতি ৰক্ষাৰ্থে যুদ্ধ কৰা সকল, প্ৰতাপ সিংহ, শিবাজী, প্ৰভৃতি তান্ত্ৰিক যোগীৰ শিষ্য। তমঃ প্ৰসূত অনৰ্থ নিষেধ কৰিবলৈ গীতাত শ্ৰীকৃষ্ণই কৰ্ম্ম সন্ন্যাসৰ বিৰোধী উপদেশ দিছে।

মায়াবাদ সত্যত প্ৰতিষ্ঠিত। উপনিষদেও পৰমেশ্বৰক পৰম মায়াবী বুলিছে যাৰ মায়াৰে দৃশ্য জগৎ সৃষ্টি হৈছে।

ব্ৰহ্ম এক সনাতন সত্য হলে ভেদ আৰু বহুত্ব কৰ পৰা আহিল। ব্ৰহ্ম যদি একমাত্ৰ সত্য তেনে ব্ৰহ্মৰ পৰাই ভেদ বহুত্ব আহিল। ব্ৰহ্মৰ মধ্যত প্ৰতিষ্ঠিত কোনো অনিৰ্ব্বচনীয় শক্তিৰ দ্বাৰা উৎপন্ন – যাক মায়া, পুৰুষ অধিষ্ঠিত প্ৰকৃতি, ঈশ্বৰৰ বিদ্যা অবিদ্যাময়ী ইচ্ছা শক্তি বোলা হয়। তথাপি প্ৰশ্ন হয়, একত বহু হয় কেনেকৈ অভেদত ভেদ উৎপন্ন হ'ব নোৱাৰে। সহজ উত্তৰ হ'ল – অভেদত ভেদ উৎপন্ন হ'ব নোৱাৰে – বহু মিথ্যা, ভেদ মিথ্যা – আত্মাত ভাসমান স্বপ্নৰ মায়া মাত্ৰ। মায়া কি ? শঙ্কৰাচাৰ্য্যই কলে মায়া কি ক'ব নোৱাৰি – অনিৰ্ব্বাচনীয় – চিৰকাল আছে অথচ নাই , এইদৰে কলে এক অদ্বিতীয় ব্ৰহ্মত আৰু এটি সনাতন (চিৰকলীয়া) অনিৰ্ব্বচনীয় বস্তু আহি পৰেহি। ব্ৰহ্মৰ একত্ব নেথাকে।

উপনিষদে কয় – ভগবানৰ প্ৰকৃতি জগতৰ মূল – সেই প্ৰকৃতি শক্তি সচ্চিদানন্দৰ সচ্চিদানন্দময়ী শক্তি। আত্মাৰ পক্ষে ভগবান পৰমাত্মা, জগতৰ পক্ষে পৰমেশ্বৰ। পৰমেশ্বৰৰ ইচ্ছা শক্তিময়ী। সেই ইচ্ছাৰ পৰা একত বহু, অভেদত ভেদ। পৰমাৰ্থ হিচাপে ব্ৰহ্ম সত্য জগৎ মিথ্যা। পৰামায়া প্ৰসূত ব্ৰহ্মত উৎপন্ন ব্ৰহ্মত লয়। দেশকালৰ মাজতে এই প্ৰপঞ্চৰ অস্তিত্ব। দেশকালৰ অতীত অৱস্থাত তাৰ অস্তিত্ব নাই। ব্ৰহ্মত প্ৰপঞ্চ যুক্ত দেশকাল, দেশ কালত ব্ৰহ্ম আবদ্ধ নহয়। মানুহৰ যেনেকৈ প্ৰকৃত সত্য উপলব্ধি কৰাৰ শক্তি বাজেও অলীক বস্তু উপলব্ধি কৰাৰ কল্পনাময়ী শক্তি আছে, সেইদৰেই ব্ৰহ্মতো বিদ্যা আৰু অবিদ্যা। অনৃত দেশকালৰ সৃষ্টি। দেশ কালৰ গতিত মানুহৰ কল্পনা যেনেকৈ সত্যত পৰিণত হয় সেইদৰে যাক অনৃত বোলা যায় সি সদায় অনৃত নহয় – সত্যৰ অননুভূত এটা পিঠি মাথোন। প্ৰকৃত পক্ষে সৰ্ব্বং সত্যং। দেশ কালাতীত অৱস্থাত জগৎ মিথ্যা। আমি দেশ কালাতীত নহওঁ আনলৈ জগৎ মিথ্যা বোলাৰ অধিকাৰী নহওঁ। আমি ব্ৰহ্ম সত্য জগৎ মিথ্যা নুবুলি ব্ৰহ্ম সত্য জগৎ ব্ৰহ্ম বোলাই ভাল। এয়ে উপনিষদৰ উপদেশ – সৰ্ব্বং খল্বিদং ব্ৰহ্ম। এই সত্যতে আৰ্য্য ধৰ্ম্ম প্ৰতিষ্ঠিত।

ধৰ্ম্ম কথা – আমাৰ মাজত কোনো কোনো কথা ধৰ্ম্ম কথা, কোনো কোনো কথা সংসাৰৰ কথা এনে এটা কথা শুনা যায়। এই কথাৰ গুৰিত পাশ্চাত্য religion ৰ ভাব আছে। গিৰ্জ্জালৈ যোৱাই ধৰ্ম্ম morality ধৰ্ম্ম নহয় এনে এটা ভাব পাশ্চাত্যৰ অধিকাংশতে আছে। Religion আৰু life স্বতন্ত্ৰ এই বিশ্বাস। ভাৰতৰ আৰ্যলৈ সমস্ত জীৱনেই ধৰ্ম্মক্ষেত্ৰ সংসাৰো ধৰ্ম্ম। যাৰ মাজত স্বাৰ্থ নাই সেয়ে ধৰ্ম্ম। যি কৰ্ম্মকে কৰোঁ তেওঁৰ কাম বুলি কৰা, তেওঁত অৰ্পণ কৰাই ধৰ্ম্ম। বুদ্ধিৰে নিবৃত্তি হয়। প্ৰাণ আৰু ইন্দ্ৰিয় প্ৰবৃত্তিৰ ক্ষেত্ৰ। শৰীৰ নিবৃত্তি নিবৃত্তি নহয় বুদ্ধিৰ নিৰ্লিপ্ততাই প্ৰকৃত নিবৃত্তি।

উপনিষদ, - শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদ, ৰামানুজৰ বিশিষ্টা দ্বৈতবাদ, মধ্বৰ দ্বৈতবাদেই উপনিষদ নহয়।

ভূত ভবিষ্যত বৰ্ত্তমানত যি আধ্যাত্মিক জ্ঞান লাভ হ'ল বা হ'ব সেই বিলাকক সংক্ষিপ্তকৈ কৈ যোৱা আৰ্য্য ঋষি আৰু মহাযোগী সকলৰ নিগূঢ় অৰ্থ প্ৰকাশৰ শ্লোক – বেদৰ স্তোত্ৰাংশত যি জ্ঞান উপমা আৰু ছন্দেৰে আবৃত – উপনিষদত সেয়ে অনাচ্ছন্ন, সৰল, সংক্ষিপ্ত।

অদ্বৈতবাদ কিয়, যত বাদ জগতত সৃষ্ট হৈছে – nominalism, realism, শূন্যবাদ, ক্ৰমবিকাশ, .... Positivism. Hegel, Kant Spinoja, ...... utilitarianism এই সকলো বাদেই উপনিষদত ব্যক্ত হৈছে। অইন ঠাইত সত্যৰ অংশ ভাবে সত্য প্ৰচাৰিত

খণ্ড দৃষ্টিৰে বিকৃত, উপনিষদত সেয়ে সম্পূৰ্ণ আৰু অভ্ৰান্ত ভাবে লিপিবদ্ধ। যোগৰ দ্বাৰা সাক্ষাদ্দৰ্শনৰ দ্বাৰা উপনিষদত জ্ঞানৰ সম্যক দৃষ্টি ইয়াত প্ৰেৰণাত তৰ্ক বা বিদ্যাৰ প্ৰসাৰ নাই।

পুৰাণ — যোগ সিদ্ধ দিব্যচক্ষুপ্ৰাপ্ত ঋষি সকলে যাক দৰ্শন কৰিছিল — সেই অপৌৰুষেয় জ্ঞানেই বেদ। পৰমাত্মাই যাক বিশুদ্ধ বুদ্ধিক শ্ৰবন কৰাইছিল — সেয়ে বেদ সেয়ে শ্ৰুতি। প্ৰাচীন জ্ঞান আৰু বিদ্যা পুৰুষ পৰম্পৰাই ৰক্ষিত হোৱা শাস্ত্ৰই স্মৃতি। পুৰাণ স্মৃতিৰ মাজত প্ৰধান। উপনিষদৰ আধ্যাত্মিক তত্ত্বই পুৰাণত ইতিহাস আকাৰেৰে পৰিণত উপন্যাস আৰু ৰূপকাকৰে প্ৰকাশিত তাত ভাৰতৰ ইতিহাস, আচাৰাদিৰ সৈতে চিন্তা প্ৰণালীৰ কথা পোৱা যায়। পুৰাণ আচলতে বেদ আৰু উপনিষদৰ বাখ্যা। বাখ্যা আচল গ্ৰন্থৰ সমান হব নোৱাৰে। বাখ্যাৰ অমিল অস্বাভাবিক নহয়। — পুৰাণ বিলাক জিজ্ঞাসুভক্ত বা যোগাভ্যাস ৰত সাধকৰ লিখা গতিকে উপেক্ষাৰ বস্তু নহয়। বৈদিক ধৰ্ম্ম আৰু পৌৰাণিক ধৰ্ম্ম বোলা কথা ভাৰতত হব নোৱাৰে। পৌৰানিক ধৰ্ম্ম বুলিলে অপৌৰুষেয় বেদৰ অংশ বেদৰ সত্য বাদ পৰা ভয় থাকে। পুৰাণ বেদৰ ওপৰত প্ৰতিষ্ঠিত।

প্ৰাকাম্য — Instinct — মনেৰে ইন্দ্ৰিয়ৰ ক্ৰিয়া — বুদ্ধি নাই। পশু মানুহতকৈ প্ৰাকাম্যত শ্ৰেষ্ঠ — ইন্দ্ৰিয়ৰ ক্ৰিয়াত শ্ৰেষ্ঠ। তাত একাদশ ইন্দ্ৰিয় মনৰ কাৰ্য্য। মানুহে বুদ্ধিৰে এই একাদশ ইন্দ্ৰিয়ৰ বেচি বিকাশ কৰিব লাগিব।

নিৰ্গুণ উপাসকে গুণ আৰু আকাৰক ৰূপক বা উপমা বোলে। সগুণ নিৰাকাৰ উপাসকে নিৰ্গুণ উৰাই দিয়ে আকাৰক ৰূপক বা উপমা বোলে। সগুণ সাকাৰ উপাসকে এই দুয়োৰো ওপৰত খড়্গ হস্ত। — তিনিও ভ্ৰান্ত, সংকীৰ্ণ। সাকাৰ আৰু নিৰাকাৰ দ্বিবিধ ব্ৰহ্মক যি উপলব্ধি কৰে তাৰে এবিধ সত্য এবিধ অসত্য হব নোৱাৰে। নিৰ্গুণ নিৰাকাৰত্ব অস্বীকাৰ কৰিলে ভগবান খেলো হয়। সেইদৰে সগুন সাকাৰত্ব অস্বীকাৰ কৰিলেও ভগবান খেলো হয়। তেওঁক যেনেকৈ সাকাৰত্বৰ দ্বাৰা আবদ্ধ নহয় সেইদৰে নিৰাকাৰত্বৰ দ্বাৰাও আবদ্ধ নহয়।

বিশ্বৰূপ দৰ্শনত আচল কৰ্ম্ম আৰম্ভ নোহোৱালৈকে ভগবানৰ আদেশ ৰুজু হব পাৰে। পাচ্ নহয়। কালীৰ বিশ্বৰূপ সাধকে দেখে। কৃষ্ণৰ বিশ্বৰূপ অৰ্জ্জুনে দেখিছিল।

ভগবান অধিষ্ঠিত তিনি অৱস্থাৰ কথা শাস্ত্ৰত আছে ঃ— প্ৰাজ্ঞ অধিষ্ঠত সুষুপ্তি। তৈজস বা হিৰণ্য গৰ্ভ অধিষ্ঠিত স্বপ্ন। বিৰাট অধিষ্ঠিত জাগ্ৰত। প্ৰত্যেকেই এক এক জগৎ, কাৰণ জগৎ, সূক্ষ্ম জগৎ আৰু স্থূল জগত ; কাৰণত যি নিৰ্ণীত হয়, আমাৰ দেশ কালাতীত সূক্ষ্মত সেয়ে প্ৰতিভাসিত, স্থূলত স্থূল জগতৰ নিয়মেৰে তাৰে আংশিক অভিনীত। কাৰণ জগতত কৌৰবক বধ কৰি থৈছে বুলিয়েই ভগবানে কৈছিল গীতাত ইহঁত বধ হৈয়ে আছে। ই অতি ৰঞ্জিত একো নহয়। আমাৰ জীৱন কাৰণত, স্থূলত তাৰ ছায়া মাত্ৰ। কাৰণ জগতৰ নিয়ম, দেশ, কাল, ৰূপ নাম স্বতন্ত্ৰ। বিশ্বৰূপ কাৰণৰ ৰূপ— স্থূল দিব্য চক্ষুত প্ৰকাশিত হয়। দিব্য চক্ষু কল্পনাৰ চক্ষু। যোগত তিনি প্ৰকাৰৰ দৃষ্টি, সূক্ষ্ম দৃষ্টি, বিজ্ঞান দৃষ্টি আৰু দিব্য দৃষ্টি। সূক্ষ্ম চকুৰে আমি স্বপ্ন বা জাগ্ৰতত মানসিক মূৰ্ত্তি দেখোঁ। বিজ্ঞান চকুৰে আমি সমাধিস্থ হৈ সূক্ষ্ম জগত আৰু কাৰণ জগতৰ অন্তৰ্গত নাম ৰূপৰ প্ৰতিমূৰ্ত্তি আৰু সাঙ্কেতিক চিহ্ন চিত্তাকাশত দেখো। দিব্য চকুৰে কাৰণ জগতৰ নাম ৰূপ উপলব্ধি কৰোঁ, সমাধিতো কৰোঁ, স্থূল চকুৰ সমুখতো দেখোঁ। স্থূল ইন্দ্ৰিয়ৰ অগোচৰ ইন্দ্ৰিয়গোচৰ হয় দিব্য চক্ষুৰ প্ৰভাবত।

বিশ্বৰূপ দৰ্শন স্থূল জগতৰ ইন্দ্ৰিয় গোচৰ সত্য নহব পাৰে — সি তিনিও জগতৰ সত্য কাৰণে স্থূলতকৈ সত্য। শৰীৰ ধৰ্ম্ম, স্ত্ৰী পৰিবাৰৰ ধৰ্ম্ম, যুগ ধৰ্ম্ম, কুল ধৰ্ম্ম, জাতি ধৰ্ম্ম — অৱস্থা বুজি সাধ্য হব পাৰে — শেষ সাধ্য ভগবান — সকলো ধৰ্ম্ম পৰিত্যাগ কৰি মোত শৰণ লোৱা — তেওঁয়েই সকলোতে পোহৰ দিব। আৰ্য্যই ইষ্ট সাধন আৰু অনিষ্ট বৰ্জ্জন কৰে — ইষ্টত মত্ত নহয় অনিষ্টত ভীত নহয়। মিত্ৰক সাহায্য আৰু শত্ৰুক পৰাজয় কৰে — শত্ৰুক বিদ্বেষ নকৰে। মিত্ৰক পক্ষপাতিতা

